# অসমৰ ইতিহাস

প্ৰাচীন যুগ

**ড° নিশিপদ দেৱ চৌধুৰী**

মধ্য যুগ

**চেনেহী বেগম**

আধুনিক যুগ

**ড° শান্ত বৰ্মণ**



অসম সাহিত্য সভা

*ASAMAR ITIHAS* A comprehensive History of Assam written by Dr Nishipada Dev Choudhury, Senehi Begam and Dr Santo Barman and Published by Sri Pratap Chandra Barua, General Secretary (in-charge), Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat-785001 (Assam) Price Rs 600.00 (Six Hundred) only

---

**অসমৰ ইতিহাস**

**প্ৰথম প্ৰকাশ ঃ**

১৭ মাৰ্চ, ২০০৭ খ্ৰীষ্টাব্দ

**সম্পাদক মণ্ডলী ঃ**

ড° নিশিপদ দেৱ চৌধুৰী

চেনেহী বেগম

ড° শান্ত বৰ্মণ

**প্ৰকাশক ঃ**

শ্ৰীপ্ৰতাপ চন্দ্ৰ বৰুৱা

ভাৰপ্ৰাপ্ত প্ৰধান সম্পাদক

অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট ৭৮৫০০১

(অসমীয়া সাহিত্য সংস্কৃতিৰ প্ৰতি অনুৰাগী ৰাজ্যৰ বনমন্ত্ৰী ৰকিবুল হুছেইন ডাঙৰীয়াৰ পৃষ্ঠপোষকতাত মুদ্ৰিত)

**প্ৰকাশন সমিতি**

**সভাপতি** ঃ শ্ৰীকনকসেন ডেকা, সভাপতি, অসম সাহিত্য সভা

**সম্পাদক** ঃ শ্ৰীপ্ৰতাপ চন্দ্ৰ বৰুৱা, ভাৰপ্ৰাপ্ত প্ৰধান সম্পাদক, অসম সাহিত্য সভা

**সদস্যসকল** ঃ শ্ৰীভৱ প্ৰসাদ চলিহা, শ্ৰীঋজু হাজৰিকা, শ্ৰীজ্যোতিপদ চৌধুৰী, শ্ৰীপখিলা কলিতা, শ্ৰীহেমন্ত ভৰালী, শ্ৰীসূৰ্য হাজৰিকা, শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী, শ্ৰীকমল কলিতা, শ্ৰীভবেশ দাস

**মূল্য ঃ** ৬০০.০০ (ছশ) টকা মাত্ৰ

**বেটুপাত ঃ** পদ্ম সিংহ

**মুদ্ৰক ঃ** ভাৰত অফছেট, গুৱাহাটী

# আগকথা

এক শতিকামানৰ আগলৈকে ইতিহাস বুলিলে প্ৰধানকৈ অতীতৰ ৰাজনৈতিক কাৰ্যকলাপকেই বুজোৱা হৈছিল আৰু ৰজা-মহাৰজা, চুলতান-নবাব প্ৰভৃতিৰ জীৱনগাঁথা আৰু তেওঁলোকৰ যুদ্ধ-বিগ্ৰহ, সন্ধি-চুক্তিপত্ৰ আদি অন্তৰ্ভুক্ত হৈছিল। শেহতীয়াকৈ এনে ধাৰণাৰ আমূল পৰিবৰ্তন ঘটিছে। এতিয়া কোৱা হয় যে মানুহৰ অগ্ৰগতিত কেৱল শাসকসকলেই যে ভূমিকা লৈছে, সি নহয়। মানৱ সভ্যতাৰ ভেটি শ্ৰম। সেই শ্ৰমক দুই ভাগত ভগোৱা হয়— বৌদ্ধিক শ্ৰম আৰু শাৰীৰিক শ্ৰম। গতিকে এই দুয়োবিধ শ্ৰমৰ মাধ্যমত মানৱ জাতিয়ে লাভ কৰি অহা ধাৰাবাহিকতাই ইতিহাসত পৰিণত হৈছে। এতিয়া প্ৰশ্ন হ'ল, মানুহৰ অগ্ৰগতিৰ অতীতৰ এই ধাৰাটোক আমি জনাৰেই বা প্ৰয়োজন কি? প্ৰয়োজন এইবাবেই আহি পৰিছে যে অতীতৰ আধাৰত বৰ্তমানৰ ভেটি গঢ়ি উঠিছে আৰু ইয়াৰ ওপৰতেই গঢ়ি উঠিব সমাজৰ ভৱিষ্যৎ। সেয়েহে বৰ্তমানক সুন্দৰ কৰাৰ উদ্দেশ্যে আৰু ভৱিষ্যতক ততোধিক সুন্দৰ কৰিবলৈ ইতিহাস চৰ্চাৰ আৱশ্যকতা অপৰিহাৰ্য হৈ পৰিছে। এতিয়া ইতিহাস বুলিলে আমি ৰাজনৈতিক কাৰ্যকলাপ, সাহিত্য-সংস্কৃতি, বিজ্ঞান, খেল-ধেমালি আদিৰ অতীতকো সাঙুৰি লওঁ। তাৰ লগে লগে ইতিহাস এক বস্তুনিষ্ঠ অধ্যয়নৰ বিষয় হৈ পৰিছে।

অৱশ্যে প্ৰচলিত অৰ্থত একোটা নিৰ্দিষ্ট বিষয়ৰ অতীতৰ ওপৰত গুৰুত্ব দিয়াৰ সলনি সৰ্বসাধাৰণে আৰ্থ-সামাজিক আৰু ৰাজনৈতিক ঘটনা প্ৰবাহকহে ইতিহাস বুলি গণ্য কৰে। সেই দৃষ্টিকোণৰ পৰা বিশ্ব ইতিহাস, এছিয়াৰ ইতিহাস, ভাৰতবৰ্ষৰ ইতিহাস, অসমৰ ইতিহাস ইত্যাদি বিভিন্ন ভাগত ভাগ কৰা হৈছে। এই সংকলনে অসমৰ ইতিহাসৰ ভাগটোহে কেৱল সামৰি লৈছে। সুদীৰ্ঘকাল ধৰি অসমৰ এখন পূৰ্ণাঙ্গ ইতিহাসৰ অভাৱ হোৱা বুলি বিভিন্ন মহলত অভিযোগ উত্থাপিত হোৱাৰ পৰিপ্ৰেক্ষিতত এই ইতিহাস প্ৰণয়নৰ কাৰ্যসূচী অসম সাহিত্য সভাই হাতত লয় আৰু সভাৰ চাপৰ অধিবেশনত সংকলনটো প্ৰকাশ কৰাৰো সিদ্ধান্ত গ্ৰহণ কৰা হয়। সেই মৰ্মে তিনিগৰাকী ইতিহাসৰ পণ্ডিত ড° শান্ত বৰ্মণ, চেনেহী বেগম আৰু ড° নিশিপদ দেৱচৌধুৰীক প্ৰণয়নৰ দায়িত্ব অৰ্পণ কৰা হয়। অশেষ কষ্টেৰে তেওঁলোকে এই গধুৰ দায়িত্ব বহন কৰি সংকলনটি যুগুতাই আমাৰ ধন্যবাদৰ পাত্ৰ হৈছে। ইতিহাস প্ৰণয়ন কৰাটো উজু নহয়, তদুপৰি অসমৰ ইতিহাস ৰচনা কৰাটো আৰু অধিক টান কাম। ইয়াৰ মূলতে উপযুক্ত সমলৰ অভাৱ। অসমৰ ইতিহাসৰ বহু অংশ এতিয়াও অনাৱিষ্কৃত হৈয়ে আছে। তাৰ ফল স্বৰূপে প্ৰচলিত কাহিনী, অস্পষ্ট শিলালিপি আদিৰ ওপৰতো ভেজা দিব লগা হৈছে। সময় আগবঢ়াৰ লগে লগে নিশ্চয় অধিক তথ্য উদ্‌ঘাটন কৰাটো সম্ভৱ হ'ব আৰু অসমৰ ইতিহাসেও সত্যৰ ভেটিত থিয় হ'ব পাৰিব। এই সংকলনটিত যিমানদূৰ সম্ভৱ তথ্যৰ ভেটিতেই লিপিবদ্ধ কৰিবলৈ বিচৰা হৈছে অসমৰ ইতিহাস। গ্ৰন্থখনি আগ্ৰহেৰে ছপা কৰি দিয়া বাবে অসমীয়া সাহিত্য-সংস্কৃতিৰ প্ৰতি শ্ৰদ্ধাশীল ৰাজ্যিক বনমন্ত্ৰী, উদ্যোগী যুৱ নেতা ৰকিবুল হুছেইনক ধন্যবাদ জনালো। লগতে সংশ্লিষ্ট সকলোলৈকে প্ৰীতি-সম্ভাষণ জনালো।

**কনকসেন ডেকা**
**২৮ ফেব্ৰুৱাৰী, ২০০৭ খ্ৰীষ্টাব্দ**

# প্ৰথম অধ্যায়
# আগকথা
# প্ৰাচীন যুগ

ভূতাত্ত্বিকসকলৰ মতে প্ৰায়ে দুহেজাৰ কোটি বছৰ পূৰ্বে পৃথিৱীত প্ৰথম জীৱৰ জন্ম হয়। এই জীৱবোৰ এটা বা ততোধিক জীৱকোষৰ দ্বাৰা গঠিত। অংগ-প্ৰত্যংগ নোহোৱা এইবোৰ এককোষী বা বহুকোষী জীৱ।

এই যুগৰ পাছত প্ৰত্নজীৱ মহাযুগত শামুক, মাছ, আৰু উভচৰ জাতীয় প্ৰাণীৰ জন্ম হয়।

মধ্যজীৱ মহাযুগত বৃহৎকায় সৰীসৃপ, আদিম স্তন্যপায়ী আৰু পক্ষীৰ জন্ম হয়।

আধুনিক জীৱ মহাযুগত উন্নত ধৰণৰ পক্ষী, স্তন্যপায়ী প্ৰাইমেইজাতীয় প্ৰাণী আৰু প্ৰাইমেই গোষ্ঠভুক্ত জীৱশ্ৰেষ্ঠ প্ৰাণী মানুহৰ জন্ম হয়। এই যুগটো আৰম্ভ হয় প্ৰায় এহেজাৰ নিযুত বছৰ পূৰ্বে।

মানুহৰ জন্ম-বৃত্তান্ত, ক্ৰমবিকাশ আৰু ইয়াৰ সামাজিক অভ্যুত্থান অধ্যয়নে হৈছে প্ৰাগৈতিহাসিক ইতিহাস। জীৱজগতত মানুহৰ স্থান, ইয়াৰ ক্ৰমবিকাশ বা বিৱৰ্তনৰ স্তৰবোৰ আদিম যুগৰ মানুহৰ সংস্কৃতি অধ্যয়ন প্ৰণালী, কাল নিৰ্ণয় প্ৰথাকে ধৰি বিভিন্ন ক্ষেত্ৰত প্ৰথাৰ সহায় লোৱা আৱশ্যক।

পৃথিৱীত মানৱধৰ্মী প্ৰাণীৰ আৱিৰ্ভাৱৰ সময়ৰ পৰা বৰ্তমানলৈ মানুহৰ আয়বিক সাংস্কৃতিক আৰু সামাজিক অভ্যুত্থান আৰু ইয়াৰ গঠন অধ্যয়ন কৰা প্ৰাগৈতিহাসিক প্ৰত্নতত্ত্বৰ উদ্দেশ্য আৰু এই সময়ছোৱা হ'ল মানৱ ইতিহাস। মানৱ ইতিহাসৰ কেইবাটাও ভাগ, যেনে, প্ৰাগৈতিহাসিক বা অলিখিত যুগৰ মানুহৰ ইতিহাস, প্ৰাচীন যুগৰ ইতিহাস, মধ্যযুগৰ ইতিহাস আৰু আধুনিক যুগৰ ইতিহাস।

অলিখিত প্ৰাগৈতিহাসিক যুগৰ সময়ৰ ব্যৱধান ঐতিহাসিক যুগতকৈ বহু বেছি আৰু সেই যুগৰ মানুহৰ কৃষ্টি-সভ্যতাৰ বিষয়ে জানিবলৈ হ'লে সেই যুগৰ মানুহে ব্যৱহাৰ কৰা সা-সঁজুলিবোৰ বিশেষকৈ শিলচ পৰা তৈয়াৰ কৰা সা-সঁজুলিবোৰ প্ৰাগৈতিহাসিক প্ৰস্তৰ যুগৰ মূল সমল। প্ৰস্তৰ যুগত মানুহৰ জীৱন নিৰ্বাহ প্ৰণালী আৰু সিহঁতৰ কাৰিকৰি পাৰদৰ্শিতাৰ বিষয়ে আভাস পোৱা যায়। শিলৰ উপৰি হাড় বা জন্তুৰ শিঙৰ পৰা তৈয়াৰ কৰা সঁজুলি সেই যুগত মানুহে বাস কৰা গুহা আৰু ক্ৰমান্বয়ে ব্যৱহাৰ কৰা তাম, ব্ৰঞ্জ, লো ধাতুৰ অস্ত্ৰ-শস্ত্ৰ, গহনা আদিকে ধৰি অন্যান্য সামগ্ৰী, মাটিৰ পৰা তৈয়াৰ কৰা বাচন-বৰ্তন আদি আছে। প্ৰাগৈতিহাসিক গুহা চিত্ৰকলা, স্থাপত্য আদিৰ নিদৰ্শনো পোৱা যায়।

প্ৰাগৈতিহাসিক ইতিহাস ৰচনাত কিছুমান প্ৰাকৃতিক সমলৰ সহায় লোৱা হয়। প্ৰাগৈতিহাসিক যুগৰ পৃথিৱীৰ জলবায়ু, উদ্ভিদ আৰু জীৱ-জন্তুৰ প্ৰভাৱ মানুহৰ ওপৰত পৰা দেখা যায়। এইবোৰ আনুষংগিক প্ৰক্ৰিয়াৰ সু-সমন্বয়ৰ ওপৰত নিৰ্ভৰ কৰি মানুহৰ কৃষ্টি-সভ্যতা গঢ়ি উঠে। সেয়ে প্ৰাগৈতিহাসিক ইতিহাস ৰচনাত সেই সময়ৰ জলবায়ু, উদ্ভিদ আৰু ইতৰ প্ৰাণীৰ পৰা আহৰণ কৰা গুৰুত্বপূৰ্ণ সমল (তথ্য) আহৰণ কৰা হয়।

প্ৰাগৈতিহাসিক যুগক তিনিটা প্ৰধান সাংস্কৃতিক স্তৰত বিভক্ত কৰিব পাৰি। ইয়াৰ প্ৰথমটোৰ শৈলাস্ত্ৰসমূহ আছিল প্ৰধান উপাদান। এইটো প্ৰস্তৰযুগ। দ্বিতীয় স্তৰটো হৈছে ব্ৰঞ্জ ধাতুৰ সঁজুলিসমূহ— যিটোক ব্ৰঞ্জ যুগ বোলা হয়। শেহত লোহৰ সঁজুলিৰ ব্যৱহাৰ— ইয়াৰ পৰা লৌহ যুগ সৃষ্টি হয়। এই ত্ৰিযুগ তথ্যই প্ৰাগৈতিহাসিক যুগৰ প্ৰধান সাংস্কৃতিক স্তৰ আৰু কালক্ৰমণিকাৰ প্ৰধান ভেটি হিচাপে পৰিগণিত হৈছে।

শিলাস্ত্র বা ধাতুৰ সা-সঁজুলি, মৃৎপাত্র, বাসস্থানৰ চানেকী, কবৰস্থান, অলংকাৰ, চাৰুকলা আৰু চিত্রকলা আদি বস্তুধৰ্মী সমলবোৰ বিশ্লেষণ কৰি প্ৰাগৈতিহাসিক যুগৰ মানুহৰ জীৱন-ধাৰণৰ ব্যৱস্থা বা অৰ্থনীতি, ধৰ্মবিশ্বাস আৰু কলা সাধনাৰ প্ৰতি ধাউতি আদি নিৰ্ভৰযোগ্য হিচাপে পুনৰুদ্ধাৰ কৰিব পাৰি।

প্ৰাগৈতিহাসিক যুগৰ মানুহৰ উৎপত্তি, ক্রমবিকাশ আৰু সেই সময়ৰ সংস্কৃতিৰ বিষয়ে জানিবলৈ ভূতাত্ত্বিক সময় তালিকাৰ আভাস আৱশ্যক। ভু-পৃষ্ঠৰ গেদীয় শিল স্তৰবোৰ কাল নিৰূপণ কৰিবৰ কাৰণে আৰু পৃথিৱীত বিভিন্ন জীৱ জন্ম আৰু ক্ৰম বিকাশ সম্বন্ধে জানিবলৈ জীৱাশ্মবোৰ অপৰিহাৰ্য সমল।

ঊনবিংশ শতাব্দীৰৰ আৰম্ভণিতে ইউৰোপত আদিমযুগ মানুহৰ জীৱাশ্ম আৰু প্ৰাগৈতিহাসিক জীৱ-জন্তুৰ জীৱাশ্মও উদ্ধাৰ হয়। সেইবোৰ পৰ্বতৰ গুহাত আৰু ভূতাত্ত্বিক স্তৰত পোৱা যায়। সেই সময়তে পেৰিচৰ ওচৰৰ আবি ভিলত থকা সোম নদীৰ গেদীয় স্তৰতোৰৰ পৰা শৈলাস্ত্র আৰু জীৱাশ্ম উদ্ধাৰ কৰে। এই শৈলাস্ত্ৰসমূহ আৰু মানুহ ইউৰোপত লুপ্ত হোৱা মেমধ গড় আদি জন্তুৰ সমসাময়িক। জাৰ্মানৰ নিয়েণ্ডাৰথেল নামৰ ঠাইত আদিম মানুহৰ জীৱাশ্ম আৱিষ্কৃত হয়। ইয়াৰ পিছত পৃথিৱীৰ ঠায়ে-ঠায়ে প্ৰাগৈতিহাসিক মানুহৰ জীৱাশ্ম আৰু শৈলাস্ত্র আৱিষ্কাৰ হ'বলৈ ধৰে।

প্ৰাগৈতিহাসিক যুগৰ বস্তু-সংস্কৃতি (Material Culture) ৰপৰা মানৱ সভ্যতাৰ অগ্ৰগতি জানিব পাৰি। আদিম মানুহৰ জীৱন-ধাৰণৰ কাৰণে প্ৰয়োজনীয় সা-সঁজুলিবোৰ শিলৰ পৰা নিৰ্মাণ কৰিছিল। তেওঁলোকে পৰ্বতৰ গুহাত বা হাবি-জংঘলত বাস কৰিছিল, গছৰ ফল-মূল বা জন্তুৰ মাংস খাই জীৱন নিৰ্বাহ কৰিছিল। তেওঁলোকে শিলৰ পৰা হাতিয়াৰ তৈয়াৰ কৰি গছৰ আলু ফল-মূল আৰু জন্তু চিকাৰ কৰিবলৈ শৈলাস্ত্ৰসমূহ নিৰ্মাণ কৰি লৈছিল। সেই শৈলাস্ত্ৰবোৰৰ ওপৰত ভিত্তি কৰি প্ৰত্নতত্ত্বৰ (Palaeolithic) যুগৰ সাংস্কৃতিক স্তৰবোৰ নিৰূপণ কৰা হৈছে।

নৱপ্ৰস্তৰ যুগ আৰম্ভ হোৱাৰ সময়ৰ পৰা মানুহৰ বস্তু সংস্কৃতিৰ পৰিসৰ বৃদ্ধি হ'বলৈ ধৰে। এই যুগৰ মৃৎপাত্ৰ উদ্যোগ উল্লেখযোগ্য।

তুৰস্ক আৰু পাৰশ্যত নৱপ্ৰস্তৰ যুগত খ্ৰীঃপূঃ ৫০০০ বছৰ পূৰ্বে ধাতু আৱিষ্কাৰ হয়। তেতিয়া তামৰ পৰা সা-সঁজুলি তৈয়াৰ কৰিবলৈ লয়। তাম আৰম্ভ হোৱাৰ পৰা প্ৰস্তৰ যুগৰ অন্ত পৰে আৰু ধাতু যুগ আৰম্ভ হয়। তামৰ লগত নিৰ্দিষ্ট পৰিমাণৰ টিন বা দস্তা মিহলাই ব্ৰঞ্জ ধাতু উৎপন্ন কৰা হয়, এই যুগটো আৰম্ভ হয় খ্ৰীঃপূঃ ৩৫০০ বছৰ পূৰ্বে। সেই সময়ৰ পৰা পশ্চিম এছিয়াৰ লিপিবদ্ধ ইতিহাস আৰম্ভ হয়। মেছ'প'টামিয়া, ইজিপ্ট আৰু ভাৰতবৰ্ষত নগৰীয়া সভ্যতাৰ সৃষ্টি হৈছিল। খ্ৰীঃপূঃ প্ৰায় ১৩০০ বছৰত ককেছাছ পৰ্বতীয়া অঞ্চলত বাস কৰা আদিম অধিবাসীসকলে লো আৱিষ্কাৰ কৰে। খ্ৰীঃ পূঃ ১০০০ বছৰৰ পৰা লোৰ প্ৰচলন হয়। এই যুগটোক লৌহ যুগ বুলি কোৱা হয়।

**খ্ৰীঃ পূঃ ষষ্ঠ শতিকাত** বুদ্ধৰ জন্মৰ সময়ত ভাৰতত বহুকেইখন সৰু সৰু ৰাজ্য গঠন হৈছিল। কোনো এখন ৰাজ্যৰ ক্ষমতা শক্তিশালী নাছিল আৰু পৰস্পৰে পৰস্পৰৰ মাজত, ক্ষমতা দখল কৰিবলৈ যুদ্ধ বিগ্ৰহ কৰিছিল। সেই ৰাজ্যসমূহত মূলতে ৰাজতন্ত্ৰ আৰু প্ৰজাতন্ত্ৰও আছিল।

প্ৰফেছাৰ ৰিচ ডেভিড্‌ছ এ (Rhysdavids) তেওঁৰ (Buddhist India) ষোল্ল (ষষ্ঠদশ) মহাজনপদ বা ৰাজ্যৰ এখন তালিকা দিছে। সেই ৰাজ্যকেইখন হ'ল,— কাশি, কোশল, অংগ, মগধ, বৃজ্জি (Vajji), মল্ল, চেদি, বৎস, কুৰু, পঞ্চাল, মচ্ছ বা মৎস্য, সৌৰসেন, অসকা (Assaka), অৱন্তি, গান্ধাৰ আৰু কম্বোজ। ভাৰতবৰ্ষত খ্ৰীঃ পূঃ ষষ্ঠ শতিকাৰ পৰা অৰ্থাৎ ষষ্ঠদশ মহাজনপদ ৰাজ্যৰ সময়ৰ পৰা লিখিত ইতিহাস আৰম্ভ হয়। প্ৰাচীন ভাৰতীয় ইতিহাসৰ পণ্ডিতসকলে খ্ৰীঃপূঃ ষষ্ঠ শতিকাৰ পৰা আৰম্ভ কৰি গুপ্তযুগৰ আৰম্ভণিলৈ অৰ্থাৎ ৩১৯ খ্ৰীঃপূঃ লৈ এই সময়ছোৱাক প্ৰাচীন ভাৰতীয় ইতিহাসত প্ৰাচীন যুগ বুলি ধৰা হয়। আকৌ ৩১৯ খ্ৰীঃৰ পৰা দ্বাদশ শতিকালৈ এইটো মধ্যযুগ বুলি ধৰে। চতুৰ্থ শতিকাৰ পৰা সপ্তম শতিকালৈ এইটোক আদি মধ্যযুগ আৰু অষ্টম শতিকাৰ পৰা দ্বাদশ শতিকালৈ পৰৱৰ্তী মধ্যযুগ বুলি গণ্য কৰে।

অসমৰ বুৰঞ্জীবিদসকলৰ ক্ষেত্ৰত যেহেতু অসমত প্ৰাচীন যুগৰ কোনো ধৰণৰ ঐতিহাসিক প্ৰত্নতাত্ত্বিক সমল উদ্ধাৰ হোৱা নাই একমাত্ৰ কিংবদন্তি আৰু আখ্যানে প্ৰাচীন যুগ

সামৰি আছে আৰু লিখিত ইতিহাস খ্ৰীষ্টীয় চতুৰ্থ শতিকাৰ পৰাহে উদ্ধাৰ হৈছে, সেয়ে তেওঁলোকে ভাৰতীয় মধ্যযুগটো অসমত প্ৰাচীন যুগ বুলি ধৰি লৈছে। অসমৰ বুৰঞ্জীবিদসকলে ভাৰতৰ প্ৰাচীন যুগটো অসমত প্ৰাগৈতিহাসিক যুগ বুলি ধৰি লৈছে, যিহেতু সেই সময়ৰ ঐতিহাসিক প্ৰামাণিক তথ্য উদ্ধাৰ হোৱা নাই। আকৌ ভাৰতৰ মধ্যযুগটো অসমত প্ৰাচীন যুগ বুলি ধৰি লোৱা হৈছে। অসমৰ বুৰঞ্জী অধ্যয়নত প্ৰাচীন ভাৰতীয় ইতিহাসৰ যুগ ইয়াত প্ৰৱৰ্তন নকৰি অসমত প্ৰচলিত যুগকে ইয়াতো ধাৰ্য কৰা হ'ব; তেতিয়াহ'লে বুৰঞ্জী অধ্যাপনা কৰা লোকৰ মাজত অসুবিধা বা খেলি-মেলিৰ সৃষ্টি নহ'ব।

**প্ৰসংগ গ্ৰন্থ ঃ**


১. *Diniel Glyn– The Idea of Prehistory, 1964*
২. *Piggott, Stuart– Approach to Archaeology, 1966*
৩. *Bordaz, J– Tools of the Old and New Stone Age, 1970*
৪. *Burkitt, M–The Old Stone Age, 1969.*
৫. *Hole, Frank & Heizer, Robert F– An Introduction to Prehistoric Archaeology, 1963*
৬. *Sankalia, H. D.– Prehistory and Proto History of India Pakistan, 1962*
৭. *Childe, V. Gordon– A Short Introduction to Archareology, 1956*
৮. *Banerji, R. D.– The Age of the Imperial Guptas, 1933*
৯. *Chakraborti, N.P.– Archaeology of India 1950*
১০. *Dani, A.H.– Prehistory and Proto-history of Eastern India, 1960*
১১. *Dikshit, S. K.– An Introduction to Archaeology, 1955*
১২. *Krishnan, M.S., – Geology of India And Burma, 1960*
১৩. *Majumdar, R.C.,– Ancient India, 1960*
১৪. *Do– The Classical Account of India*
১৫. *Sircar, D.C.– Studies in the Geography of Ancient and Mediaeval India, 1960*
১৬. *Smith, V. A. – Early History of India, 1924*
১৭. *Wadia, D. W.– Geology of India, 1944*

# দ্বিতীয় অধ্যায়

# ইতিহাসৰ সমল

অসমৰ প্ৰাচীন আৰু মধ্যযুগৰ ঐতিহাসিক সমল তেনেই সামান্য আৰু সেইবোৰৰ পৰা প্ৰাচীন অসমৰ বিস্তৃত ইতিহাস ৰচনা কৰা উজু নহয়। প্ৰাগৈতিহাসিক যুগৰ ইতিহাস ৰচনা কৰিবলৈ যাওঁতে কিছুমান নৱ প্ৰস্তৰ যুগৰ শৈলাস্ত্ৰ, মৃৎপাত্ৰ আৰু স্তম্ভ পোৱা যায়। এইবোৰ প্ৰাগৈতিহাসিক যুগৰ। ঐতিহাসিক যুগৰ কিছুমান অভিলেখ সিঁচৰতি হৈ থকা পোৱা যায়। সেইবোৰ ইতিহাস ৰচনাৰ মূল্যৱান সমল। কিংবদন্তিমূলক কিছুমান পৌৰাণিক কাহিনী আছে, যিবোৰত অসমত ৰাজনৈতিক ইতিহাসৰ কথা পোৱা যায়, সেইবোৰ বিভিন্ন আৰু পৰস্পৰ বিৰোধী আৰু ঐতিহাসিক প্ৰামাণিক সম্বল নহয়। অভিলেখসমূহত থকা বংশাৱলী আৰু বংশৰ পুৰুষনামা হৈছে অতি গুৰুত্বপূৰ্ণ। সাংস্কৃতিক ইতিহাস ৰচনা কৰিবলৈ যাওতে একেধৰণৰ অসুবিধাৰ সম্মুখীন হ'বলগীয়া হয়।

প্ৰাচীন অসমৰ ইতিহাস প্ৰকৃততে চতুৰ্থ শতিকাত বৰ্মনসকলৰ উত্থানৰ পূৰ্বে বৰ্তমানো অস্পষ্ট। বৰ্মন বংশৰ ৰজাসকলৰ ৰাজত্বৰ পূৰ্বৰ ইতিহাস ৰচনাৰ ক্ষেত্ৰত পৌৰাণিক কাহিনীকবা কিংবদন্তিসমূহহে প্ৰচলিত হৈ আছে।

ইতিহাস ৰচনাৰ সমলসমূহ এনেধৰণে বিভক্ত কৰা হৈছে (১) সাহিত্যগত, (২) বিদেশী পৰিব্ৰাজকৰ টোকা আৰু (৩) প্ৰত্নতাত্ত্বিক সমল।

**সাহিত্যগত সমল ঃ** বৈদিক আৰু পৰৱৰ্তীযুগৰ গ্ৰন্থ সাহিত্যত আৰ্য আৰু অনাৰ্যসকলৰ মাজত সাংস্কৃতিক পৰম্পৰাৰ বিষয়ে জানিব পৰা যায়। তাত প্ৰতিফলন কৰা সাংস্কৃতিক জীৱন পিছৰ যুগত হিন্দুধৰ্মৰ উত্তৰৰ গুৰুত্বপূৰ্ণ দিশ দেখুৱায়— আৰ্য আৰু অনাৰ্যৰ উপাদানবোৰে। আৰ্যসকল ক্ৰমে পূব ভাৰতলৈ সম্প্ৰসাৰণ হোৱা সম্পৰ্কে গ্ৰন্থসমূহত বৰ্ণনা পোৱা যায়। শতপথ ব্ৰাহ্মণত আৰ্যসকলে সদানীৰলৈ অৰ্থাৎ কৰতোয়া নদীৰ পূবলৈ বিস্তাৰ লাভ কৰাৰ উল্লেখ পোৱা যায়। কৰতোয়া নদী আছিল প্ৰাচীন প্ৰাগজ্যোতিষৰ পশ্চিম সীমা আৰু সম্ভৱ বৌদ্ধ যুগৰ পূৰ্বতে আৰ্য সংস্কৃতি ইয়াত প্ৰৱেশ কৰিছিল। ঐৰিতীয় ব্ৰাহ্মণত আৰ্য সংস্কৃতি কামৰূপলৈ সম্প্ৰসাৰণ হোৱাৰ ইংগিত দিয়ে। গোপথব্ৰাহ্মণত কামৰূপ নামৰ উৎপত্তি আৰ্য আৰু অনাৰ্যসকলৰ উপাদান আগৰ যোগসূত্ৰ থকা সম্বন্ধে আভাস পোৱা যায়। ইয়াৰ উপৰি বৈদিক সাহিত্যত পূব ভাৰতত আৰ্য সম্প্ৰসাৰণ পূৰ্বৱৰ্তী কালতে হোৱাৰ প্ৰমাণ আছে। আকৌ বৈদিক সাহিত্যৰ কিছু অংশ এই অঞ্চলত ঋষিসকলে ৰচনা কৰিছিল।

গৃহ্য আৰু ধৰ্মশাস্ত্ৰ ৰচনা কৰা হৈছিল আনুঃ খ্ৰীঃ পূঃ ৭ম/৬ ষ্ঠ শতিকা আৰু খ্ৰীষ্টাব্দ ২০০ ৰ ভিতৰত— প্ৰাচীন ভাৰতৰ ৰাজনৈতিক আৰু সাংস্কৃতিক জীৱন সম্পৰ্কে জানিবলৈ মূল্যৱান গ্ৰন্থ। পানিনি আৰু পতঞ্জলিৰ ৰচনাসমূহ একেধৰণে মূল্যৱান গ্ৰন্থ। শাংখ্যায়নৰ গৃহ্য-সংগ্ৰহত প্ৰাগজ্যোতিষ সূৰ্য উদয়ৰ এখন ৰাজ্য হিচাপে উল্লেখ আছে।

কৌটিল্যৰ অৰ্থশাস্ত্ৰত সুবৰ্ণকুচ্য পাৰলোহিত্য আদি কামৰূপৰ ভালেমান ঠাইত উৎপন্ন হোৱা সম্পদে আৰ্থিক অৱস্থা সম্পৰ্কে গুৰুত্বপূৰ্ণ তথ্য যোগায়।

দ্বিতীয় গুৰুত্বপূৰ্ণ সমল হৈছে ৰামায়ণ আৰু মহাভাৰত মহাকাব্য দুখন। কাব্য দুয়োখনে সেই সময়ৰ ৰাজনৈতিক আৰু সামাজিক অৱস্থাৰ কথা জানিব দিয়ে। ৰামায়ণত অমূৰ্তৰাজে প্ৰাগজ্যোতিষ নগৰ প্ৰতিষ্ঠা কৰিছিল বুলি উল্লেখ আছে। মহাভাৰতত নৰকৰ নগৰ প্ৰাগজ্যোতিষ বৰাহ পৰ্বতত অৱস্থিত বুলি উল্লেখ আছে। ইয়াত আকৌ প্ৰাগজ্যোতিষ নগৰ আৰু ৰাজ্য হিচাপে কোৱা হৈছে। নৰক আৰু ভগদত্তৰ বংশধৰসকল আৰু অধিবাসীসকল কিৰাট আৰু চীনৰ সৈতে

আন অধিবাসীসকলৰ বিষয়ে উল্লেখ আছে।

বৰাহ মিহিৰৰ বৃহৎ সংহিতাত প্ৰাগজ্যোতিষ আৰু লৌহিত্যক মগধ, চীন আৰু কম্বোজৰ সৈতেও উল্লেখ কৰিছে।

পূৰ্বৰ আৰু পৰৱৰ্তী যুগৰ স্মৃতিগ্ৰন্থসমূহত যিবোৰ মনু, কামগুক, যাজ্ঞবল্ক্য আদিৰ উপৰি কিছুমান অসমীয়া ভাষাত ৰচিত যেনে, দামোদৰ মিশ্ৰৰ 'স্মৃতি সাগৰ সাৰ'ত ৰাজনৈতিক আৰু সামাজিক জীৱন সম্পৰ্কে ভাৰতীয় অধিবাসীসকলৰ পৰিচয় দিয়ে।

নাটক, কাব্য গ্ৰন্থ আৰু ঐতিহাসিক বা পৌৰাণিক ইতিহাস সম্বন্ধীয় তথ্যসমূহৰ ভিতৰত কামৰূপৰ ইতিহাস ৰচনাৰ ঐতিহাসিক সমল হিচাপে পোৱা যায়। ইয়াৰ ভিতৰত আছে অনুঃ পঞ্চম শতিকাৰ কালিদাসৰ ৰঘুবংশ কাব্য। ৰঘুৰ দ্বিগ্বিজয় সম্পৰ্কে বৰ্ণনা কৰোঁতে কালিদাসে প্ৰাগজ্যোতিষ আৰু কামৰূপক ব্ৰহ্মপুত্ৰৰ পূবফালে অৱস্থিত বুলি উল্লেখ কৰিছে। ইয়াত আকৌ কামৰূপ আৰু প্ৰাগজ্যোতিষ একেখন ৰাজ্য হিচাপে উল্লেখ কৰিছে। অৱশ্যে এইখন ঐতিহাসিক তথ্য হিচাপে বিশেষ উপযোগী নহয়।

দণ্ডিনৰ অনুঃ ষষ্ঠ শতিকাৰ দশকুমাৰ চৰিতত উল্লেখ আছে যে বিকট বৰ্মনে কামৰূপৰ ৰজা কলিন্দ বৰ্মনৰ এজনী কন্যাক বিয়া কৰাইছিল। এই বিবাহে বিদেহ আৰু কামৰূপৰ মাজত বৈবাহিক মিত্ৰতা স্থাপন কৰে।

একাণ্ড গ্ৰন্থৰ প্ৰণেতা পুৰুষোত্তমে (অনুঃ ৭ম শতিকাৰ) কৈছে যে প্ৰাগজ্যোতিষ কামৰূপৰ অন্তৰ্গত। ইয়াত উল্লেখিত প্ৰাগজ্যোতিষ কামৰূপ ৰাজ্যৰ অন্তৰ্গত এটা সৰু অঞ্চল আৰু কামৰূপ ৰাজ্যৰ ৰাজধানীক সূচাইছে।

বাণভট্টৰ হৰ্ষচৰিতত (৭ম শতিকাৰ প্ৰথমাৰ্ধত) ভাস্কৰ বৰ্মনৰ সময়ৰ বহু ঐতিহাসিক সমল পোৱা যায়। এই গ্ৰন্থখন ৭ম শতিকাৰ কামৰূপৰ ৰাজনৈতিক আৰু সাংস্কৃতিক ইতিহাসৰ বাবেও এখন মূলৱান সমল।

বিশাখদত্তৰ মুদ্ৰাৰাক্ষসত অৱন্তিবৰ্মনৰ এক গুৰুত্বপূৰ্ণ উল্লেখ পোৱা যায়। এই গ্ৰন্থখন ৫ম-৯ম শতিকাৰ ভিতৰত ৰচিত। খুব সম্ভৱ গ্ৰন্থখন ৭ম শতিকাৰ দ্বিতীয়াৰ্ধত ৰচনা কৰা হৈছিল। অৱন্তি বৰ্মন সম্ভৱ কামৰূপৰ ৰজা।

ৱাকপতিৰ গৌড় ৱহেত (৮ম শতিকা) গৌড় আৰু মগধৰ ৰজাক কনৌজৰ যশোবৰ্মনে বধ কৰা সম্বন্ধে উল্লেখ আছে। অভিলেখ আৰু অন্যান্য সমলৰ ভিত্তিত কামৰূপৰ প্ৰথম ৰজা হৈছে হৰ্ষদেৱ। বৌদ্ধ গ্ৰন্থ মঞ্জুশ্ৰীমুলকল্প কামৰূপৰ সমসাময়িক ইতিহাস ৰচনাৰ বাবে এখন উপযোগী গ্ৰন্থ।

ৰাজশেখৰে (৯ম শতিকা) তেওঁৰ কাব্য মীমাংসাত (অধ্যাঃ ১৭) প্ৰাগজ্যোতিষ প্ৰাচ্যৰ ৰাজ্যসমূহৰ ভিতৰত এখন ৰাজ্য আৰু কামৰূপক এখন পৰ্বত বুলি উল্লেখ কৰিছে। তেওঁ কৰ্পূৰ মঞ্জৰীত উল্লেখ কৰিছে কামৰূপ আৰু কৰ্ণসুৱন দুয়োখন ৰাজ্য চম্পা, ৰাঢ় আৰু আৰু হৰিকেশ সৈতে। যাদৱ প্ৰকাশ (১০ম শতিকা) তেওঁৰ বৈজয়ন্তীত প্ৰাগজ্যোতিষ আৰু কামৰূপ পূবত অৱস্থিত বুলি উল্লেখ কৰিছে। 'প্ৰাগজ্যোতিষ কামৰূপ প্ৰাগজালিক'।

ক্ষেমেন্দ্ৰই (১০২০-১০৪০ খ্ৰীঃ) তেওঁৰ অভিধান চিন্তামণিত (IV, ৯৭৭) উল্লেখ কৰিছে দেৱীকোট, উষাবন · কোটা, বৰ্ষ আৰু শোণিতপুৰ বাণপুৰৰ অন্য নাম বৰ্তমানৰ তেজপুৰ নগৰক সূচাইছে। বিষ্ণুপুৰাণত (I,XXI, ৫, XXXII-XXXIII) আৰু শান্তিপৰ্ব (৩৩৯-৯০-৯১) আৰু প্ৰাচীন ভগ্নাৱশেষসমূহে ইয়াৰ সত্য-তাকে প্ৰমাণ কৰে।

সোমদেৱে (১০৬৩-৮১ খ্ৰীঃ) তেওঁৰ কথাসৰিত সাগৰত উল্লেখ কৰিছে বা উদয়াদ্ৰি সিদ্ধসকলৰ বাসস্থান পৌণ্ড্ৰৰ পূব দিশত অৱস্থিত। মাৰ্কণ্ডেয় পুৰাণত এইখনেই উদয়াচল , যিখনক লোহিত্য আৰু কামৰূপৰ সৈতে পূবত অৱস্থিত বুলি উল্লেখ কৰিছে। বৰাহ পুৰাণতো (১১৭, ৩১) উদয়াচল কালপ্ৰিয় আৰু মূলস্থান হৈছে সূৰ্য উপাসনাৰ গুৰুত্বপূৰ্ণ ঠাই। এইবোৰে প্ৰমাণ কৰে উদয়াচল বা উদয়াদ্ৰী কামৰূপৰ সৈতে জড়িত, আৰু অসমৰ ভিতৰত অৱস্থিত।

হেমচন্দ্ৰই (১০৮৮-১১৭২ খ্ৰীঃ) তেওঁৰ অভিধান চিন্তামণিত (IV, ২২) প্ৰাগজ্যোতিষ আৰু কামৰূপৰ উল্লেখ কৰিছে আৰু যাদৱ প্ৰকাশৰ সৈতে ঐকমত্য দি কৈছে যে প্ৰাগজ্যোতিষ কামৰূপৰ আন এটা নাম; (প্ৰাগজ্যোতিষাঃ কামৰূপাঃ)

বিলহনৰ বিক্ৰমাংকদেৱ চৰিতত (১০৮৫ খ্ৰীঃ) কামৰূপ আক্ৰমণ কৰাৰ উল্লেখ পোৱা যায়। সেইসময়ৰ সমসাময়িক কামৰূপৰ ৰজা আছিল পাল বংশৰ সম্ভৱ হৰ্ষপাল।

সন্ধ্যাকৰ নন্দীৰ ৰামচৰিতত (অনুঃ দ্বাদশ শতিকাৰ প্ৰথমাৰ্ধ) ৰামপালৰ সেনাধ্যক্ষ ময়নাই কামৰূপ জয় কৰাৰ উল্লেখ আছে।

**কল্হনৰ ৰাজতৰংগিনীতো (১১৪৮-৪৯ খ্ৰীঃ) প্ৰাচীন অসমৰ আভাস পোৱা যায়। ইয়াত উল্লেখ আছে যে কামৰূপৰ ৰাজকন্যা অমৃত প্ৰভাক কাশ্মীৰৰ মেঘবাহনৰ সৈতে বিবাহ অনুষ্ঠিত কৰা সম্পৰ্কে। ইয়াত আকৌ কাশ্মীৰৰ ললিতাদিত্যৰ সামৰিক অভিযান লৌহিত্যলৈ চলোৱা সম্পৰ্কে বৰ্ণনা আছে।**

**জয়মংগলাৰ প্ৰণেতা যশোধৰ কামসূত্ৰৰ টিকাকাৰ (ত্ৰয়োদশ শতিকা) কামৰূপক গৌড়ৰ সৈতে প্ৰাচ্যৰ ৰাজ্য হিচাপে উল্লেখ কৰিছে।** গৌড় কামৰূপ "প্ৰাচ্য বিশেষকাঃ"।

**(খ) পুৰাণসমূহ ঃ** পূৰ্বৰ আৰু পৰৱৰ্তী যুগৰ পুৰাণসমূহ প্ৰাচীন ইতিহাসৰ সমলৰ বাবে অতি উপযোগী যিটো সময়ত কোনো বিশ্বাসযোগ্য ঐতিহাসিক তথ্য পোৱা নাযায়, এই পুৰাণসমূহে সেই সময়ৰ ৰাজ্যসমূহৰ বংশাৱলী ধাৰাবাহিক হিচাপে লিপিবদ্ধ কৰা পোৱা যায় আৰু কাল নিৰূপণৰ ক্ষেত্ৰতো সেইবোৰ উপযোগী। প্ৰাগজ্যোতিষ আৰু কামৰূপৰ ৰজাৰো বহুকেইখন পুৰাণত উল্লেখ পোৱা যায়। গৰুড় পুৰাণ (অধ্যাঃ ৮৯) ত কামৰূপ আৰু কামাখ্যাত তীৰ্থযাত্ৰাৰ ডাঙৰ কেন্দ্ৰস্থান থকাৰ উল্লেখ পোৱা যায়। নাৰদ পুৰাণত (অধ্যা ঃ ১, ২, ৩৮) হিড়িম্বাৰ উল্লেখ আছে। মাৰ্কণ্ডেয় পুৰাণত (অধ্যা ঃ ৫৭-৫৮) প্ৰাগজ্যোতিষক উদয়াচল, লৌহিত্য আৰু কামৰূপৰ প্ৰাচ্যৰ ৰাজ্য হিচাপে উল্লেখ কৰিছে। ইয়াত (অধ্যাঃ ৬৬/৮) উল্লেখ আছে যে, স্বাৰোচিষ মনুৱে তেওঁৰ পুত্ৰক কামৰূপ পৰ্বত এখনত অৱস্থিত এখন সম্ভ্ৰম নগৰ দান দিছিল। ইয়াত (অধ্যা ঃ ১০৯ ) আকৌ কামৰূপত থকা সূৰ্য মন্দিৰ এটাৰো উল্লেখ আছে। বিষ্ণু পুৰাণত (অধ্যা ঃ ১, ৪, ৫, ২৯) বিষ্ণুৰ বৰাহ অৱতাৰ, নৰকক প্ৰাগজ্যোতিষৰ ৰজা হিচাপে প্ৰতিষ্ঠা কৰা সম্পৰ্কে বৰ্ণনা পোৱা যায়। হৰিবংশতো (অধ্যা ঃ ৬৩-৬৪) উপৰোক্ত কাহিনী বৰ্ণিত আছে। এইখন পুৰাণত (অধ্যা ঃ II, III) উল্লেখ কৰিছে যে, কামৰূপৰ কিৰাট আৰু আন প্ৰজাসকলৰ, শোণিতপুৰৰ বাণক (অধ্যা ঃ I, XXI, V, XXXII F) আৰু কুণ্ডিলৰ ৰজা ভীষ্মক (অধ্যা ঃ V, XXVII)। ব্ৰহ্মপুৰাণত (অধ্যা ঃ ১১৪-১৫) নৰকৰ জন্ম বৃত্তান্ত কোকামুখতীৰ্থত। বায়ু পুৰাণত (অধ্যা ঃ ৪৫) প্ৰাগজ্যোতিষ আৰু লৌহিত্যক প্ৰাচ্যৰ আন ৰাজ্যসমূহৰ সৈতে উল্লেখ কৰিছে। ব্ৰহ্মাণ্ড পুৰাণত (অধ্যা ঃ ২৭) প্ৰাগজ্যোতিষ এখন ৰাজ্য হিচাপে উল্লেখ কৰিছে। সুন্দ পুৰাণত কামৰূপত শক্তি উপাসনাৰ প্ৰচলন সম্পৰ্কে উল্লেখ পোৱা যায়। অগ্নি পুৰাণত শোণিতপুৰৰ বাণৰ উল্লেখ আছে। কিন্তু সকলোবোৰ পুৰাণৰ ভিতৰত অতি গুৰুত্বপূৰ্ণ হৈছে কালিকাপুৰাণ। কালিকাপুৰাণ হৈছে আঃ দশম শতিকাত কামৰূপত প্ৰণয়ন কৰা আৰু সেয়ে অসমৰ প্ৰাচীন ৰাজনৈতিক আৰু সাংস্কৃতিক ইতিহাসৰ বাবে এইখন এখন সমৃদ্ধ অমূল্য গ্ৰন্থ।

**(গ) তান্ত্ৰিক বৌদ্ধ ধৰ্মীয় গ্ৰন্থ আৰু অসমীয়া ধাৰাবাহিক ঘটনাৰ বিৱৰণ ঃ** পূব ভাৰতৰ তিব্বত, নেপাল আৰু অসমৰ ধাৰাবাহিক ঘটনা বিৱৰণসমূহৰ বাবে তান্ত্ৰিক বৌদ্ধ গ্ৰন্থসমূহ ইতিহাস ৰচনাৰ ক্ষেত্ৰত অতি মূল্যবান। সকলোবোৰ তান্ত্ৰিক বৌদ্ধ গ্ৰন্থসমূহত উল্লেখ আছে কামৰূপ কামাখ্যা আৰু অসমৰ অন্যান্য পীঠসমূহৰ। হেবজ্ৰ তন্ত্ৰত (খ্ৰীঃ ৭ম/৮ ম শতিকা) ভাৰতৰ চাৰিখন পীঠৰ ভিতৰত কামৰূপ এখন পীঠ বুলি উল্লেখ কৰিছে। শক্তিসংগম তন্ত্ৰৰ আধাৰত ৰচিত সপ্ত পঞ্চাশদ্দেশ বিভাগত কামৰূপৰ উল্লেখ পোৱা যায়। চন্দ্ৰগৰ্ভ সূত্ৰ আৰু সন্মোহ তন্ত্ৰত কামৰূপৰ নাম উল্লেখ আছে। যোগিনী তন্ত্ৰ, কালিকাপুৰাণ আৰু কুলাৰ্ণৱ গ্ৰন্থৰ আধাৰত সংস্কৃত ভাষাত ৰচিত কামৰূপ যাত্ৰাত কামাখ্যা পূজাৰ বিধি সম্পৰ্কে জানিব পাৰি। ইয়াত আকৌ প্ৰাগজ্যোতিষ আৰু কামৰূপ নামৰ উৎপত্তি সম্পৰ্কেও বৰ্ণনা পোৱা যায়। তিক্ষ কল্প নামৰ আন এখন তন্ত্ৰ গ্ৰন্থত তাৰাদেৱীৰ পূজা পদ্ধতিৰ সৈতে কামৰূপৰ প্ৰাচীন ভৌগোলিক বিৱৰণ পোৱা যায়। কামাখ্যা তন্ত্ৰত নৰক ভগদত্তৰ বিষয়ে বৰ্ণিত আছে। যোগিনী তন্ত্ৰত প্ৰাচীন অসমৰ ভৌগোলিক বিৱৰণ আৰু সাংস্কৃতিক অৱস্থাৰ বিষয়ে জানিব পাৰি। পুৰুষোত্তম গজপতিৰ ধৰ্মগ্ৰন্থ দীপকাচন্দত প্ৰাচীন অসমৰ ৰজাসকলৰ (কিংবদন্তি মূলক) বিৱৰণ পোৱা যায়। হৰগৌৰী সম্বাদত প্ৰাচীন যুগৰ ৰজাসকলৰ তালিকা আছে। অন্যান্য তন্ত্ৰপুথিসমূহতো অসমৰ ধৰ্মীয় ইতিহাসৰ মূল্যবান তথ্য পোৱা যায়।

গ্ৰন্থসমূহত থকা অসমৰ ধাৰাবিৱৰণীসমূহ বিশেষ গুৰুত্বপূৰ্ণ। কালিকাপুৰাণৰ, যোগিনী তন্ত্ৰ আৰু হ'ৰ গৌৰী সম্বাদত ৰাজনৈতিক আৰু সাংস্কৃতিক ইতিহাসৰ মূল্যৱান তথ্য পোৱা যায়। হৰ গৌৰীবিলাসত দিয়া ৰজাসকলৰ বংশাৱলী ডিমৰুৱাত পৰিয়ালৰ বিৱৰণী (পুৰুষনামা) আৰু ভূঞাৰ পুথি, হৰ গৌৰী সম্বাদৰ নিচিনা গুৰুত্বপূৰ্ণ। হৰ-

গৌৰী বিলাসত অসমৰ প্ৰাচীন ভৌগোলিক বিৱৰণ পোৱা যায়। সংস্কৃত আৰু অসমীয়া দুয়োটা ভাষাতে লিখা হাতেলিখা পুথিসমূহ ৰাজনৈতিক আৰু সাংস্কৃতিক ইতিহাসৰ বাবে অতি মূল্যৱান আৰু আপুৰুগীয়া।

**বৌদ্ধধৰ্মীয় সমল ঃ** প্ৰাগজ্যোতিষ বা কামৰূপৰ নাম প্ৰাচীন বৌদ্ধ বা জৈন গ্ৰন্থত পোৱা নাযায় আৰু প্ৰাগজ্যোতিষ বা কামৰূপৰ নাম নিকায়ৰ ষোড়শ মহাজনপদৰ অন্তৰ্গত নাছিল। এইটো সম্ভৱ খ্ৰীঃ পূঃ ষষ্ঠ শতিকাত বা পৰৱৰ্তী যুগ প্ৰাগজ্যোতিষ মগধ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হৈছিল আৰু প্ৰাগজ্যোতিষ বা কামৰূপ ৰাজ্যই বৌদ্ধ লেখকসকলৰ মনোযোগ আকৰ্ষণ কৰাৰ প্ৰচেষ্টা কৰা নাছিল। কিন্তু 'লোহিচ্চ' অৰ্থাৎ ''লৌহিত্য'ৰ নাম নিকায়ত উল্লেখ আছে লৌহিত্য ৰাজ্যৰ দুজন ব্ৰাহ্মণৰ ক্ষেত্ৰত। ইয়ে প্ৰমাণ কৰে নিকায়ৰ সময়ত লৌহিত্য অঞ্চল যিটো সম্ভৱ প্ৰাগজ্যোতিষ সামৰি এই অঞ্চলটো বৌদ্ধসকলৰ ভৌগোলিক জ্ঞান আছিল। ব্ৰাহ্মণ্য সংস্কৃতিৰ কেন্দ্ৰ হিচাপে তেওঁলোকৰ ধাৰণা আছিল।

তিব্বত, নেপাল আৰু ভূটানৰ বৌদ্ধগ্ৰন্থত বুদ্ধৰ মহাপৰিনিৰ্বাণৰ সৈতে কামৰূপ জড়িত আৰু সেই অনুসৰি বুদ্ধৰ পৰিনিৰ্বাণ হৈছিল বৰ্তমানৰ হাজোত। এইটো সম্ভৱ যে বৌদ্ধসকলে কামৰূপক আন নামেৰে জানিছিল আৰু কিছুমান বৌদ্ধৰ স্মৃতি চিহ্ন আনি ভাইটবাৰী, সূৰ্যপাহাৰ, হাজো বা কামাখ্যাত প্ৰতিষ্ঠা কৰা হৈছিল।

**বিদেশী পৰিব্ৰাজকৰ বিৱৰণী ঃ**

**(ক) চীনৰ পৰিব্ৰাজকৰ বিৱৰণী ঃ** হিউৱেন চাঙৰ ৭ম শতিকাত কামৰূপ ভ্ৰমণ কৰা সম্বন্ধে মূলতে উল্লেখ কৰা হৈছে। কামৰূপ আৰু চীনৰ মাজত বাণিজ্যিক আৰু সাংস্কৃতিক সম্বন্ধ স্থাপন হৈছিল ব্ৰহ্মদেশ (ম্যানমাৰ) আৰু আন পথেৰে হিউৱেন চাঙৰ অসম ভ্ৰমণৰ পূৰ্বতে। চাং কিয়েনে খ্ৰীঃ পূঃ দ্বিতীয় শতিকাতে বাণিজ্যিক আৰু সাংস্কৃতিক সম্বন্ধ স্থাপন কৰাৰ সূচনা কৰে। শুংগু (খ্ৰীঃ ৪২০-৭০)ৰ বিৱৰণীত পোৱা যায় যে দুজন ৰাষ্ট্ৰদূত ভাৰতৰ পৰা চীনলৈ প্ৰেৰণ কৰা হৈছিল তাৰ ভিতৰত ৪২৮ খ্ৰীঃ ত এটা পঠাইছিল হিউ চাই কপিলী উপত্যকাৰ পৰা। হিউৱেন চাঙৰ ভাস্কৰ বৰ্মনৰ সৈতে সম্বন্ধ আৰু তেওঁৰ (হিউৱেন চাঙ) কামৰূপ দৰ্শন আৰু তেওঁ লিখি থোৱা টোকা সেই সময়ৰ অসমৰ অধিবাসীসকল, ৰাজনৈতিক আৰু সাংস্কৃতিক বিৱৰণী ইতিহাসৰ এক অতি মূল্যৱান আৰু গুৰুত্বপূৰ্ণ সমল। হিউৱেন চাঙৰ ৬৪৩ খ্ৰীঃত কামৰূপ ভ্ৰমণ যিটো অসমৰ ইতিহাসৰ কাল নিৰূপণৰ বাবে এটা খুঁটি। তাং শুয়ে কামৰূপক কামোপো বা কোমেলু বুলি উল্লেখ কৰিছে। ইৎ চিঙে পূব ভাৰতৰ দেব বাৰ্মাৰ উল্লেখ কৰিছে, যিজনৰ অধীনত আছিল নালন্দা অঞ্চল। ওৱাং হিউৱেন চে'ৰ বিৱৰণীৰ পৰা হৰ্ষবৰ্ধনৰ মৃত্যুৰ পিছৰ ইতিহাস সম্বন্ধে জানিব পাৰি। ভাস্কৰ বৰ্মনৰ চীনৰ সৈতে কূটনৈতিক আৰু সাংস্কৃতিক সম্বন্ধ আৰু তেওঁৰ চীনৰ ধৰ্মৰ প্ৰতি অতিশয় আগ্ৰহ থকাৰ প্ৰমাণ দিছে। হিউৱেন চাঙৰ মৃত্যুৰ পিছত চীনৰ পৰা প্ৰেৰণ কৰা দুজন পৰিব্ৰাজক শুভেচ্ছামূলক ভ্ৰমণৰ বাবে ভাৰতত উপস্থিত হৈছিল। মূলতঃ চীনৰ এই তথ্যই সেই সময়ৰ অসমৰ ইতিহাস ৰচনাৰ বাবে অতি গুৰুত্বপূৰ্ণ আৰু মূল্যৱান সমল।

**(খ) গ্ৰীক আৰু ৰোমান সমল ঃ** প্ৰাচীন গ্ৰীক আৰু ৰোমান লেখকসকলে খ্ৰীঃ পূঃ ৫ শতিকামানৰ পৰা প্ৰাচীন অসমৰ মানুহ আৰু ঠাইৰ নাম উল্লেখ কৰা দেখা যায়; আৰু পূৰ্বৰ সমলসমূহত সম্ভৱ দেশখন অন্য নামেৰে পৰিচিত আছিল নাইবা প্ৰাচীন আৰু গংগাৰিদেই ৰাজ্যৰ অন্তৰ্গত আছিল। অৱশ্যে তাত উল্লেখ থকা ঠাইসমূহ আৰু অধিবাসীসকলক চিনাক্ত কৰাটো সহজ নহয়। মেগাস্থিনিচ আৰু ? উল্লেখ কৰা আৰু অধিবাসীসকলক চিনাক্ত কৰিব পৰাটো কঠিন। প্লিনিয়েও ভালেমান জাতিৰ মানুহৰ উল্লেখ কৰিছে যদিও শুদ্ধভাৱে চিনাক্ত কৰা হোৱা নাই।

পেৰিপ্লাছ অৱ দি এৰিথ্ৰীয়েন ছি (Periplas of the Erythrcan Sea) প্ৰথম শতিকা; দ্বিতীয় শতিকাৰ ঢলে মীৰ ভূগোল (Ptolemy's Geography of the 2nd Century Ad.) প্ৰাচীন অসমৰ ভৌগোলিক বিৱৰণৰ ক্ষেত্ৰত পেৰিপ্লাছ আৰু টলেমীৰ ভূগোল অতি উপযোগী। তেওঁলোকে উল্লেখ কৰা অসমৰ অধিবাসীসকল আৰু ঠাইসমূহ পৰৱৰ্তী যুগৰ লেখকসকলে সমৰ্থন জনাইছে। অৱশ্যে প্ৰাচীন অসমৰ বিষয়ে আৰু ইয়াত বসবাস কৰা অধিবাসীসকলক গ্ৰীক-ৰোমান লেখকসকলে খ্ৰীঃ পূঃ ৫ম শতিকাৰ পৰা খ্ৰীষ্টীয় দ্বিতীয় শতিকালৈ জানিছিল।

**(গ) মুছলিম পৰিব্ৰাজক আৰু অন্যান্য সমল ঃ** আলবেৰুণীৰ ভাৰতত কামৰূপক নাম উল্লেখ কৰি কৈছে,

কামৰূপ কনৌজৰ পৰা বহু দূৰত পূবফালে অৱস্থিত, যিখনৰ পৰ্বতমালাই সাগৰলৈ ব্যাপি আছে। মিনহাজুদ্দিন চিৰাজে তবকাত-ই-নামূৰীত (ত্ৰয়োদশ শতিকা) কামৰু, কামৰুড বা কামৰূপৰ উল্লেখ কৰিছে। বখতিয়াৰৰ ১২০৫-৬ খ্ৰীঃ ত অসম আক্ৰমণৰ ক্ষেত্ৰত উল্লেখ কৰিছে; ঘিয়াচুদ্দিনে ১২২৬ খ্ৰীঃত, নাছিৰুদ্দিনে ১২২৮ খ্ৰীঃত আৰু যুজবাকে ১২৫৬ খ্ৰীঃত। এইবোৰ বিৱৰণী ৰিয়াজউচ-জলাটিনবো বিৱৰণী সমৰ্থন কৰিছে। নাছিৰুদ্দিনৰ বাহিৰে পূৰ্বৰ কোনো মুছলমান আক্ৰমণকাৰীয়ে অসমৰ কোনো অংশ জয় কৰিবলৈ সামৰ্থ্য হোৱা নাছিল। তেওঁলোকৰ বিৱৰণীসমূহ অতি গুৰুত্বপূৰ্ণ বিশেষকৈ তেওঁলোকে অসমৰ সাংস্কৃতিক অৱস্থাৰ বিষয়ে উল্লেখ কৰিছে।

পৰৱৰ্তী যুগৰ ভ্ৰমণকাৰীসকলৰ ভিতৰত আছে কাজিম, টাবেৰণিৰে আৰু হাঙেৰীয় পৰিব্ৰাজক, কোমা দে কোৰোচ (Csoma de Koros) ৰ পৰা সমসাময়িক ঘটনাৰ গুৰুত্বপূৰ্ণ তথ্য জনা যায়।

**প্ৰত্নতাত্ত্বিক সমল ঃ** মুদ্ৰা প্ৰাচীন ইতিহাস অধ্যয়নৰ অতি নিৰ্ভৰযোগ্য আৰু গুৰুত্বপূৰ্ণ তথ্য হিচাপে ধৰা হয়। মুদ্ৰাৰ পৰা ৰাজ্যৰ কাল নিৰ্ণয় কৰিব পাৰি। অসমত প্ৰাচীন যুগৰ মুদ্ৰা উদ্ধাৰ নোহোৱা বুলিয়ে ক'ব পাৰি। অনুঃ ৭ম খ্ৰীঃৰ ১৪ টা সোণৰ মুদ্ৰা গোৱালপাৰা জিলাৰ পাগলাটেকৰ পৰা ৰাজ্যিক প্ৰত্নতত্ব বিভাগ উদ্ধাৰ কৰিছে। অৱশ্যে শিলিমপুৰ অভিলেখৰ পৰা জনা যায় যে ৰজাই ৯০০ সোণৰ মুদ্ৰা দান কৰিছিল। ধুলাপাদুং চাহ বাগিচাত উদ্ধাৰ হোৱা ৩২ টা তামৰ মুদ্ৰা বৰ্তমান বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সংৰক্ষিত। সেইকেইটা ৮ম/৯ম শতিকাৰ কামৰূপৰ ৰজাৰ বুলি ঠাৱৰ কৰা হৈছে। অৱশ্যে ত্ৰয়োদশ শতিকাৰ পৰৱৰ্তী সময়ৰ অসমত চুলতানী মুদ্ৰা আৰু আহোম ৰজাসকলৰ মুদ্ৰা বহুসংখ্যক উদ্ধাৰ হৈছে।

**(খ) অভিলেখ ঃ** স্থানীয় অভিলেখসমূহ অতি গুৰুত্বপূৰ্ণ— সেই সময়ৰ ৰাজনৈতিক আৰু সাংস্কৃতিক ইতিহাস ৰচনাৰ ক্ষেত্ৰত। অভিলেখসমূহ শিল বা তাম্ৰপত্ৰত খোদিত কৰা আৰু মাটিৰ মোহৰত ছাব মৰাও উদ্ধাৰ হৈছে। সেইবোৰ সাহিত্যগত মূল্যৰ উপৰি মাটিদান দিয়া দানপত্ৰ, ৰজাৰ সাফল্যৰ স্মৃতি ৰক্ষাৰ্থে লিপিবদ্ধ কৰা অভিলেখ সমূহত তেওঁলোকৰ আদৰ্শ আৰু সমসাময়িক আন ৰাজ্যৰ সৈতে পূৰ্বনৈতিক সম্বন্ধ স্থাপন কৰা বা যুদ্ধজয়কে ধৰি অন্যান্য ঘটনাৰাজি থাকে সেইবোৰ ঐতিহাসিকভাৱে গুৰুত্বপূৰ্ণ। অভিলেখত থকা বংশাৱলীসমূহ— আখ্যানসমূহত উদ্ধৃত বংশাৱলীৰ সৈতে আংশিকভাৱে হ'লেও সত্যতা নিৰ্ণয় কৰিব পৰা যায়। প্ৰায় সকলোবোৰ অভিলেখত তাৰিখৰ উল্লেখ নাই আৰু যিকেইখন তাৰিখ উল্লেখ আছে সেইবোৰত ৰজাজনৰ শাসন কাৰ্যৰ বছৰহে লিপিবদ্ধ আছে। অকল মাথোন এখন শিলালিপিত গুপ্ত যুগ (গুপ্তাব্দ)ৰ আছে। সেইখন হ'ল হৰ্জৰ বৰ্মনৰ তেজপুৰ শিলালিপি (৫১০ গুপ্তাব্দ অৰ্থাৎ ৮২৯-৩০ খ্ৰীঃ। তিনিখন শক যুগ উল্লেখ কৰা অভিলেখ উদ্ধাৰ হৈছে। ত্ৰয়োদশ শতিকাৰ পূৰ্বৰ প্ৰায় ত্ৰিশখিন অভিলেখ উদ্ধাৰ হৈছে।

ভাৰতৰ অন্যান্য অঞ্চলত উদ্ধাৰ হোৱা কেইখনমান অভিলেখত প্ৰাচীন অসমৰ ঐতিহাসিক সমল পোৱা যায়। সেইবোৰ হৈছে,

(১) এলাহাবাদ স্তম্ভলেখ— ৪ ৰ্থ শতিকা

(২) যশোধ বৰ্মনৰ মান্দোশোৰ অভিলেখ (৫৩২-৩৩ খ্ৰীঃ)

(৩) আদিত্য সেনৰ আপসদ অভিলেখ

(৪) লোকনাথৰ তিপ্পেৰা দানপত্ৰ

(৫) নেপালৰ ৰজা দ্বিতীয় জয়দেৱৰ পশুপতি অভিলেখ

(৬) ৰাষ্ট্ৰকুট ৰজা দন্তিদুৰ্গৰ সমংগড় অভিলেখ (৭৫২ খ্ৰীঃ)

(৭) গৌড়ৰ নাৰায়ণপালৰ ভাগলপুৰ দানপত্ৰ

(৮) গংগাৰজা অৱন্তী বৰ্মনৰ দানপত্ৰ (৯২২ খ্ৰীঃ)

(৯) পৰমাৰ ৰজা ৰাকপতি ৰাজৰ দানপাত্ৰ (৯৮১ খ্ৰীঃ)

(১০) ভোজবৰ্মনৰ বেলাভ দানপত্ৰ

(১১) বিজয় সেনৰ দেওপাৰা অভিলেখ

(১২) লক্ষণ সেনৰ মাধই নগৰ দানপত্ৰ

**(গ) প্ৰাগৈতিহাসিক সমল ঃ** প্ৰাগৈতিহাসিক যুগৰ শৈলাস্ত্ৰসমূহৰ ভিতৰত নৱপ্ৰস্তৰ যুগৰ শৈলাস্ত্ৰ, মেগলিথিক কীৰ্তিচিহ্ন আৰু মৃৎপাত্ৰ আৰু শিলৰ মটকা আদি উল্লেখযোগ্য। এইবোৰ অলিখিত বুৰঞ্জীৰ সমল। এইবোৰৰ অধ্যয়ন কৰি আমি ভাৰত আৰু বহিৰ্দেশৰ বিভিন্ন জাতিৰ মানুহৰ সম্বন্ধ, আৰ্য আৰু অনাৰ্যৰ উপাদানসমূহ, সেই যুগৰ মানুহৰ সংস্কৃতি জানিব পাৰো। বিভিন্ন জাতি, উপজাতিয়ে

ইয়াত বসতি কৰা সম্বন্ধে আৰু সকলো জাতি-উপজাতিৰ উপাদানেৰে গঢ়ি উঠা অসমীয়া সংস্কৃতি আমি জানিব পাৰো।

(ঘ) **ঐতিহাসিক যুগৰ কীৰ্তিচিহ্নসমূহ ঃ** খ্ৰীঃ পূঃ প্ৰথম শতিকাৰ পৰা অসমত উদ্ধাৰ হৈছে স্থাপত্য ভাস্কৰ্য আৰু পুৰাৱশেষ সম্পদসমূহ। বৰ্তমান অসমৰ চাৰিওফালে প্ৰাচীন কীৰ্তিচিহ্নসমূহৰ ভগ্নাংশেষ সিঁচৰতি হৈ পৰি আছে। ত্ৰয়োদশ শতিকাৰ পূৰ্বৰ কোনো স্থাপত্য মূল আকৃতিত বৰ্তি থকা নাই। সূৰ্য পাহাৰত থকা শিলত কৰা বৌদ্ধ ধৰ্মীয় স্তুপসমূহ খ্ৰীঃ পূঃ প্ৰথম শতিকাৰ নিদৰ্শন আৰু বৰ্তমানো আংশিক ভাবে অক্ষত অৱস্থাত আছে। ভাইটবাৰীত খনন কাৰ্য কৰি গাঁঠনিযুক্ত বৌদ্ধ ধৰ্মীয় স্তুপটো প্ৰথম শতিকাৰ বুলি ঠাৱৰ কৰা হৈছে। ষষ্ঠ শতিকামানৰ পৰা অসমত ধাৰাবাহিকভাৱে স্থাপত্যৰ নিদৰ্শন পোৱা যায়। ইতিহাস অধ্যয়নৰ বাবে স্থাপত্য ভাস্কৰ্যকে ধৰি অন্যান্য কলা সম্পদসমূহ অতি গুৰুত্বপূৰ্ণ আৰু উপযোগী। সেইবোৰ অধ্যয়ন কৰি সেই সময়ৰ কলাশৈলীৰ পৰা আৰম্ভ কৰি, ধৰ্মীয় প্ৰভাৱ, কলা-সংস্কৃতি, ৰজাসকলৰ পৃষ্ঠপোষকতা আৰু তেওঁলোকৰ আৰ্থিক অৱস্থা আদি বিষয়ে জানিব পাৰি। অভিলেখৰ পৰা জনা যায় বা বহু ৰজাই মঠ-মন্দিৰ, প্ৰাসাদ, দুৰ্গ, সুৰক্ষিত নগৰ, গড় আদি নিৰ্মাণ কৰিছিল। প্ৰাসাদসমূহ ধুনীয়া চিত্ৰৰে সুশোভিত কৰি বুলিছিল। ধৰ্মক কেন্দ্ৰ কৰি বিভিন্ন দেব-দেৱীৰ বহু মঠ-মন্দিৰ নিৰ্মাণ কৰিছিল— এইবোৰে অধিবাসীসকলৰ ধৰ্মৰ প্ৰতি থকা আগ্ৰহ আৰু ভক্তিক সূচায়। ইয়াৰ উপৰি পঞ্চৰত্ন, যোগীঘোপাত ভালেমান গুহা আছে— সেইবোৰ বৌদ্ধ ভিক্ষুসকলৰ ব্যৱহাৰৰ বাবে খনন কৰি উলিওৱা হৈছিল। উমাচল শিলালিপিৰ পৰা জনা যায় যে তাত এটা গুহা মন্দিৰ নিৰ্মাণ কৰিছিল। এই গুহা মন্দিৰটোৰ অস্তিত্ব বৰ্তমান নাই। তেজপুৰৰ দপৰ্বতীয়াত উদ্ধাৰ হোৱা গুপ্তযুগৰ শৈলীপুষ্ট শিলৰ তোৰণখন অসমত উদ্ধাৰ হোৱা ষষ্ঠ শতিকাৰ উল্লেখযোগ্য কীৰ্তিচিহ্ন। অৱশ্যে দ-পৰ্বতীয়াৰ মন্দিৰটোৰ সৈতে শিলৰ তোৰণখনৰ সম্পৰ্ক নাই যেন লাগে। অসমত খ্ৰীঃ পূঃ প্ৰথম শতিকা মানৰ পৰা স্থাপত্য ভাস্কৰ্যৰ নিদৰ্শন পোৱা যায়। হিন্দু মঠ-মন্দিৰৰ স্থাপত্য ভাস্কৰ্য ষষ্ঠ শতিকামানৰ পৰা ধাৰাবাহিকভাৱে পোৱা যায়। বৈজ্ঞানিক ভিত্তি প্ৰত্নতাত্ত্বিকখনন কাৰ্য কৰা হ'লে প্ৰাগজ্যোতিষ আৰু কামৰূপৰ ৰাজনৈতিক আৰু সাংস্কৃতিক বিকাশৰ বিভিন্ন স্তৰ পোহৰলৈ আহিব যে ই ধ্ৰুৰূপ।

**মৃৎপাত্ৰ ঃ** ইতিহাস ৰচনাৰ সমল হিচাপে মৃৎপাত্ৰ অতি উপযোগী আৰু গুৰুত্বপূৰ্ণ; এই মৃৎপাত্ৰৰ পৰা বিভিন্ন অঞ্চলৰ মাজত থকা সম্বন্ধ, কাল নিৰূপণ, সাংস্কৃতি সম্বন্ধ প্ৰভাৱ বিস্তাৰ আৰু বিভিন্ন অঞ্চলৰ মাজত পাৰস্পৰিক সম্বন্ধৰ বিষয়ে জানিব পাৰি।

প্ৰাচীন যুগত যেনেকৈ মৃৎপাত্ৰসমূহ ব্যৱহাৰ কৰিছিল বৰ্তমান যুগতো ধনী-দুখীয়া সকলো শ্ৰেণীৰ লোকে ব্যৱহাৰ কৰে। এই মাটিৰ পাত্ৰসমূহ ঠুনুকা গুণৰ বাবে পিছৰ যুগৰ মানুহে সেইবোৰ অবিকলভাৱে নকল আৰু ব্যৱহাৰ কৰিব নোৱাৰে একমাত্ৰ অতি সাধাৰণ (উমৈহতীয়া) আৰু সৰল আকৃতিৰ মৃৎপাত্ৰসমূহৰ বাহিৰে। গৃহস্থৰ বাবে অতি প্ৰয়োজনীয় মৃৎপাত্ৰসমূহৰ আকৃতি আৰু গঠনৰ পৰিবৰ্তনে বিভিন্ন জনগোষ্ঠী বা দেশৰ মাজত বা এটা জনগোষ্ঠীক আনটোৰ পৰা পাৰ্থক্য নিৰ্ণয় কৰিবলৈ তথ্য দাঙি ধৰে। এই পাৰ্থক্যই আকৌ সহায় কৰে একাদিক্ৰমে সময় নিৰূপণ কৰাৰ ক্ষেত্ৰতো। মৃৎপাত্ৰৰ ভগ্ন টুকুৰাবোৰ লুপ্ত হৈ নাযায়, আকৃতি বা গঠনৰ পৰিবৰ্তনৰ সৈতে ; প্ৰাচীন কীৰ্তিচিহ্নৰ চৰিত্ৰ আৰু আন স্মৃতিচিহ্নসমূহৰ সৈতে সেয়ে সেইবোৰৰ সম্বন্ধ আৰুসময় নিৰ্ণয়ৰ ক্ষেত্ৰত প্ৰামাণিক তথ্য। প্ৰফেছৰ ফ্লিন্দাচ পেট্ৰিয়ে ঠিকেই কৈছে— মৃৎপাত্ৰ প্ৰত্নতত্ত্ব অধ্যয়নৰ আ, ত্যা, ক, খ, বা বৰ্ণমালা। মৃৎপাত্ৰৰ উদ্ধাৰে প্ৰত্নতাত্ত্বিকক সহায় কৰে সময় নিৰ্ণয় আৰু সেই সময়ত প্ৰচলিত মানুহৰ সংস্কৃতি সম্পৰ্কে।

প্ৰত্নতাত্ত্বিক খনন কাৰ্যত, মৃৎপাত্ৰ সাধাৰণতে প্ৰাচীন স্থানত পোৱা যায়। এই মৃৎপাত্ৰসমূহৰ সহায়ত বিভিন্ন স্থানৰ আপেক্ষিক কাল নিৰ্ণয়, সাংস্কৃতিক সংস্পৰ্শ আৰু প্ৰভাৱ, আৰু সম্বন্ধ (মিল) বিভিন্ন অঞ্চলৰ সৈতে অধ্যয়ন কৰিব পাৰি। মৃৎপাত্ৰসমূহত থকা জীৱ-জন্তুৰ গছ-গছনিৰ চিত্ৰ আৰু নক্সাসমূহে সেই যুগৰ কলা নিদৰ্শনৰ উপৰি জীৱ, জন্তুৰ আভাস দিয়ে।

অসমত বৈজ্ঞানিক পদ্ধতিত খনন কাৰ্য নোহোৱা বুলিয়ে ক'ব পাৰি। উত্তৰ কাছাৰৰ দাওজালি হাদিঙত গুৱাহাটী বিশ্ববিদ্যালয়ৰ নৃতত্ত্ব বিভাগে কৰা খনন কাৰ্যৰ পৰা নব প্ৰস্তৰ যুগৰ মৃৎপাত্ৰ উদ্ধাৰ হৈছে। পৰ্বতীয়া (তেজপুৰ),

আমবাৰী (গুৱাহাটী), কটন মহাবিদ্যালয়ৰ অধ্যক্ষৰ বাসভৱন চৌহদত, মায়ং, বৰপথাৰ, সৰু পথাৰ, ন নাথ থান, সূৰ্য পাহাৰ, পাগলাটেক, চৰাইদেউ আদি প্ৰত্নতাত্ত্বিক স্থানসমূহত খনন কাৰ্য কৰি মৃৎপাত্ৰ উদ্ধাৰ কৰা হৈছে। সেই মৃৎপাত্ৰসমূহৰ বৈজ্ঞানিক ভিত্তিত অধ্যয়ন কৰা হ'লে অসমৰ লুপ্ত ইতিহাসৰ ভালেমান তথ্য পোহৰলৈ আহিব।

মৃৎ শিল্প কলাৰ ফালৰ পৰা মৃৎপাত্ৰসমূহৰ এটা নিজস্ব দীঘলীয়া ইতিহাস আছে, আৰু ইয়াৰ উৎপাদনসমূহে খনিকৰ আৰু সমসাময়িক লেখকৰ দীৰ্ঘদিনীয়া জীৱন আৰু সংস্কৃতিৰ বিষয়ে জানিব দিয়ে।

মৃৎপাত্ৰই প্ৰাচীন সভ্যতাৰ সাক্ষ্য বহন কৰে। এখন প্ৰাচীন স্থান বা অঞ্চলৰ সাংস্কৃতিক অনুক্ৰম প্ৰতিষ্ঠা কৰিবলৈ মৃৎপাত্ৰই সহায় কৰে। মানুহৰ প্ৰচলিত খাদ্য, ধৰ্মীয় আচাৰ, সামাজিক ৰীতি-নীতি তেওঁলোকৰ কাৰিকৰি অগ্ৰগতি সম্বন্ধে, আনকি আৰ্থিক অৱস্থাৰ বিষয়েও ধাৰণা কৰিব পাৰি বিভিন্ন প্ৰকাৰৰ মৃৎপাত্ৰৰ পৰা; মৃতকৰ আন্ত্যেষ্টিক্ৰিয়া সম্পাদনা বা সংকল্পিত মৃৎপাত্ৰ যিবোৰ এটা নিৰ্দিষ্ট কাৰ্যত ব্যৱহাৰ কৰা হয়। মানুহৰ বিভিন্ন গোষ্ঠী মাজত আদান প্ৰদান হোৱা সাংস্কৃতিক বিনিময় আমদানি হোৱা মৃৎপাত্ৰসমূহৰ পৰা জনা যায়। সেয়ে মৃৎপাত্ৰ হৈছে ইতিহাস ৰচনাৰ ক্ষেত্ৰত প্ৰত্নতত্ত্বৰ এক অতি গুৰুত্বপূৰ্ণ শাখা বা সমল।

**প্ৰসংগ গ্ৰন্থ ঃ**


1. *Agrawal, V.S. India as Known to Panini 1953*
2. *Bhattacharya, P.V. Kamarupa Sasanavali, 1931*
3. ***Majumdar, R.C. Ancient India, 1960***
4. ***Choudhury, P.C. The History of Civilization of the People of Assam to 12th Y.A.D. 1966***
5. ***Choudhury, N.D. Historical Archaeology of Central Assam 1985***
6. ***Bagchi, P. C. India and China***
7. *Garit. E.A. A History of Assam, 1967*
8. ***Mecsindle Ancient India as Described by Ptolemy, 1927.***
9. ***Sharma, M.M. Inscription of Ancient Assam, 1978.***
10. ***Bead, Sannal The Buddhis Records of the Western World***
11. *Walhers, T. 'Oh Yuan Channg Travels in India, 1961*
12. *Smith, V.A. Early History of India, 1924.*
13. *Singh, U.V. Proto Historic Poltery of Eartern Malwa, 1966.*
14. ***Choudhury, R.D. The Archaeology of the Brahmaputra Valley of Assam, 1986***
15. ***Pargitar, F. E. Ancient India Historical Tra dition, 1922***
16. ***Roy Choudhuri, A.K. Political History of Ancient India.***

## তৃতীয় অধ্যায়

# অসমৰ ভৌগোলিক বিৱৰণ

উত্তৰ পূব ভাৰতৰ ৰাজ্য অসম ২২.১৯°-২৮.১৬° ডিগ্ৰী উত্তৰ আৰু ৮৯.৪২°-৯৬.৩০° ডিগ্ৰী পূবত দ্ৰাঘিমাত অৱস্থিত। হিমালয়ৰ পাদদেশৰ পৰা পূবে পাটকাই আৰু নগা পাহাৰলৈ এটা ত্ৰিভুজাকৃতিত১, ২১, ৯৭৩ বৰ্গ কিঃ মিঃ বিস্তৃত অঞ্চল সামৰি অসম ৰাজ্য অৱস্থিত ভূটান আৰু চিকিমৰ পাদদেশৰ তলত উত্তৰ বংগ ৫৬কিঃ মিঃ বহল ক্ষেত্ৰ ভাৰতৰ সৈতে অসমৰ একমাত্ৰ সংযোগ পথ।

অসমৰ ভৌগোলিক অৱস্থানৰ প্ৰাকৃতিক বৈশিষ্ট্য অতি মনোৰম। পাহাৰ-ভৈয়াম, নদ-নদী, হাবি-বননি আদিৰে ভৰপূৰ অসম অতি বিতোপন। সেউজীয়া গছ-গছনিয়ে বছৰটো সেউজ সুন্দৰ কৰি ৰাখে।

অসমক বহলভাৱে বিভক্ত কৰা হৈছে— দুটা নদী, উপত্যকাৰ দ্বাৰায় ব্ৰহ্মপুত্ৰ উপত্যকা আৰু সুৰমা উপত্যকা ৰাজ্যৰ এটা অংশ হৈছে সমভূমি আৰু আনটো মালভূমি। সমভূমিত থকা জিলা কেইখন হৈছে ক্ৰমে গোৱালপাৰা, ধুবুৰী, কক্ৰাঝাৰ, বংগাইগাঁও , বৰপেটা, নলবাৰী, কামৰূপ (গ্ৰাম্য), কামৰূপ (নগৰীয়া), দৰং, শোণিতপুৰ, লক্ষীমপুৰ, ধেমাজী, নগাঁও, মৰিগাঁও, গোলাঘাট, যোৰহাট, শিৱসাগৰ, ডিব্ৰুগড়, তিনিচুকীয়া, কাছাৰ, হাইলাকান্দি, আৰু কৰিমগঞ্জ। পাহাৰীয়া জিলা কেইখন হৈছে গাৰো পাহাৰ, খাছি আৰু জয়ন্তীয়া, কাৰ্বি আংলং আৰু উত্তৰ কাছাৰ, আৰু মিজো পাহাৰ, খাছি আৰু জয়ন্তীয়া পাহাৰ আৰু গাৰোপাহাৰ অসমৰ পৰা পৃথক হৈ মেঘালয় নামেৰে এখন নতুন ৰাজ্য গঠন হৈছে। তেনেকৈ মিজো পাহাৰত মিজোৰাম নাম লৈ এখন সুকীয়া ৰাজ্য গঠন হৈছে।

প্ৰাচীন অসম আছিল বৰ্তমানৰ অসমতকৈ বহু ডাঙৰ। উত্তৰ-পূব ৰাজ্যসমূহ মূলতে অসমৰ অন্তৰ্গত বুলি ক'ব পাৰি। স্বাধীনোত্তৰ কালত অসমৰ ৰাজনৈতিক মানচিত্ৰ সংকুচিত হ'বলৈ ধৰে। ১৯৬৩ চনত নগা পাহাৰ (নাগালেণ্ড) নামেৰে অসমৰ পৰা পৃথক হৈ এখন সুকীয়া ৰাজ্য গঠন হয়। ১৯৭০ চনৰ ২ এপ্ৰিলত, খাছি জয়ন্তীয়া পাহাৰ আৰু গাৰো পাহাৰ অসমৰ পৰা পৃথক হৈ মেঘালয় নামেৰে এখন নতুন ৰাজ্য গঠন হয়। ১৯৭১ চনত লুচাই পাহাৰ (মিজো পাহাৰ) মিজোৰাম নামেৰে এখ নতুন ৰাজ্য গঠন কৰা হয়। উত্তৰ-পূব সীমান্ত ভূভাগ (NEFA) অৰুণাচল নামেৰে এখন ৰাজ্য আৰু মণিপুৰে ইতিমধ্যে পৃথক ৰাজ্য হিচাপে স্থায়িত্ব লাভ কৰিছে। বৰ্তমান একমাত্ৰ পাহাৰীয়া জিলা উত্তৰ কাছাৰ জিলা আৰু কাৰ্বি আংলং জিলা দুখন অসমৰ অন্তৰ্ভুক্ত।

অসমৰ উত্তৰফালে হিমালয় আৰু দক্ষিণফালে শ্বিলং মালভূমিৰ মাজত আছে ব্ৰহ্মপুত্ৰ উপত্যকা। ব্ৰহ্মপুত্ৰ নদীয়ে শদিয়াৰ ওচৰত সমভূমিত লগ হৈ বৰ্তমানৰ নাম লৈ প্ৰায় ৭২০ কিঃ মিঃ পশ্চিমলৈ ধাৱমান হৈ গাৰোপাহাৰ অতিক্ৰম কৰি দক্ষিণলৈ মোৰ লৈ বাংলাদেশত গংগা নদীৰ সৈতে মিলিত হৈ বংগোপসাগৰত পৰিছে। ব্ৰহ্মপুত্ৰ উৎপত্তিৰ স্থানৰ পৰা আৰম্ভ কৰি বংগো সাগৰৰ মুখলৈ মুঠ দৈৰ্ঘ্য হৈছে ২৮৯৮ কিঃ মিঃ। অসমৰ উত্তৰৰ হিমালয়ৰ পৰা আকৌ দক্ষিণৰ শ্বিলং মালভূমিৰ পৰা উৎপত্তি হোৱা বহু নদী ব্ৰহ্মপুত্ৰত পৰিছে। উত্তৰৰ পৰা বৈ অহা নৈ সোৱণশিৰি, বৰনদী, পাগলাদিয়া, মানাহ, চম্পাৱতী, মোলৰভংগা, সংকোশ আৰু দক্ষিণৰ পৰা বুঢ়ীদিহিং দিৰাং, দিখৌ, ধনশিৰি, কুলসি আদি।

**বৰাক বা সুৰমা নদী ঃ** শ্বিলং মালভূমিৰ এইটো গুৰুত্বপূৰ্ণ নদী। এই নদীটো বৰাইল পৰ্বতৰ পৰা জাপ্ৰো শৃংগৰ দক্ষিণৰ পৰা উৎপত্তি হৈ মণিপুৰ, কাছাৰ, চিলেট (শ্ৰীহট্ট)ৰ মাজে প্ৰবাহিত হৈ ভৈৰংবদাৰৰ ওচৰত ব্ৰহ্মপুত্ৰত মিলিছে। তিপাইমুখলৈ এইটোৱে দক্ষিণ পশ্চিম দিশলৈ প্ৰবাহিত হৈছে আৰু এইটোক বৰাক নদী বুলি জনা যায়। এইটো বহু-ঠেক

উপত্যকাৰে বৈ গৈ নগা পাহাৰ আৰু মণিপুৰৰ মাজৰ সীমা হিচাপে চিহ্ন হৈছে। তিপাইমুখত নদীটোৱে উত্তৰলৈ ঘূৰি কাছাৰ আৰু মণিপুৰক বিভক্ত কৰিছে। এইটোৱে কাছাৰৰ মাজেৰে বৈ গৈ বাংলাদেশৰ চিলেট (শ্ৰীহট্ট)ত সোমাইছে আৰু এই নদীটোৰ এটা শাখাই সুৰমা নাম লৈ ছিলেট, ছাটক আৰু সুনামগদৰ মাজেৰে বৈ গৈছে আৰু আনটো শাখা কুশিয়াৰা নাম লৈ মানু উপনদীৰ সৈতে মিলি পশ্চিমলৈ ঘূৰিছে। এইটোৱে আকৌ দুটা নদীলৈ বিভক্ত হৈ কিছুদূৰত বৈ সুৰমাৰ পৰিছে। দক্ষিণৰ শাখাটোৱেও পশ্চিমত সুৰমাৰ সৈতে সংযোগ গৈছে। এইটোৱে ধলেশ্বৰী নামেৰে কিছুদূৰ দক্ষিণলৈ বৈ মেগনা নাম লৈছে। ব্ৰহ্মপুত্ৰ আৰু মেগনাই সংযোগ হৈ বংগোপসাগৰত পৰিছে। উৎপত্তিৰ স্থানৰ পৰা নদীটোৰ দৈৰ্ঘ্য হৈছে ৯০১ কিঃ মিঃ। এইটোৰ বহু উপনদী আছে। সেই উপনদীসমূহৰ ভিতৰত যোদুকাটা, জিৰি, জাতিংগা, বগাপানী, সোনাবা, লোংগাই, সোণু আৰু যোৱাল।

ব্ৰহ্মপুত্ৰ আৰু বৰাক উপত্যকাৰ মাটি সাৰুৱা। অসমৰ কৃষি, বাণিজ্য, যাতায়াত আৰু নানাৰকম শিল্প এই দুই নদীৰ ওপৰত নিৰ্ভৰশীল।

**কৃষি আৰু বনজ সম্পদ ঃ** ব্ৰহ্মপুত্ৰ আৰু বৰাক উপত্যকাৰ কৃষি হৈছে জনসাধাৰণৰ মূলতঃ প্ৰধান জীৱিকা। এই দুই উপত্যকাত ধান, মৰাপাট, মাহ, কুঁহিয়াৰ, নাৰিকল, নানাবিধ শাক-পাচলি, ফল-মূল যথেষ্ট পৰিমাণে উৎপন্ন হয়। অসমৰ হাবিত নানাবিধ কাঠ, বিশেষকৈ শাল, বনচোম, তিতাচপা, চেগুন,গন্ধসৰৈ, সলস, সৰল, নাহৰ, অগৰ আদি পোৱা যায়। সপ্তদশ শতিকাত অহা মুছলমান পৰিব্ৰাজক চিহাবুদ্দিন তালিচৰ বিৱৰণীত ব্ৰহ্মপুত্ৰ উপত্যকাত লানি লানি বাঁহগছৰ উল্লেখ আছে। কাঠ আৰু বাঁহৰ অবদান অসমৰ জন-সংস্কৃতিত আছে। অসমৰ হাবিত জীৱ-জন্তুৰ ভিতৰত বনৰীয়া হাতী, এটা খড়গৰ গঁড়, ম'হ, সুগৰীপহু, হৰিণ, গাহৰি, ভালুক, ঢেকীয়াপটীয়া বা, নাহৰফুটুকী বাঘ আদি পোৱা যায়। বিভিন্ন ধৰণৰ চৰাই হাবিত আছে। ম'ৰা চৰাই, শৰালি, বনৰীয়া কুকুৰা, বিভিন্ন ধৰণৰ হাঁহ, মইনা, টিয়া, কুলি আদি চৰাইৰ উপৰিও সময়ে সময়ে দেশ-বিদেশৰ পৰা অহা চৰাই পোৱা যায়।

**খনিজ সম্পদ ঃ** অসমত কয়লা, লো, চূণশিল, সোণ, তাম, খাৰুৱা তেল আদি পোৱা যায়। ধনশিৰি, সোৱণশিৰি আৰু দিহিং নৈৰ বালিৰপৰা সোণ উলিয়াইছিল। প্লিনিয়ে ইয়াত লো উৎপন্ন হোৱা সম্পৰ্কে উল্লেখ কৰিছে। অসমত লো যথেষ্ট পৰিমাণে উৎপন্ন হৈছিল মধ্যযুগত। তিপাম আৰু উত্তৰৰ পাহাৰীয়া অঞ্চলত লো পোৱা গৈছিল। নগা পাহাৰৰ বহু ঠাইত নিমখৰ পুং আছিল। এই পুং বিলাকত উৎপন্ন হোৱা নিমখ বাণিজ্যৰ পণ বস্তু আছিল। খাছি পাহাৰত অতীতৰ পৰা তাম উৎপন্ন হৈছিল। অসমৰ হাবিত লো পোৱা যায়। হাতীৰ দাঁত, গাজকলাই, নানাবিধ ৰং পাহাৰীয়া অঞ্চলত পোৱা গৈছিল। ইংৰাজসকল অসমলৈ অহাৰ পিছত, খাৰুৱা তেল, কয়লা আৱিষ্কৃত হয়।

**জলবায়ু ঃ** অসমৰ জলবায়ু সেমেকা। অসমত পৰ্বত, হাবি-বননিৰ বাবে দক্ষিণ-পশ্চিম ফালৰ পৰা বোৱা মৌচুমী বতাহৰ ফলত অসমত বৰষুণ বেছি হয়। অসমৰ জলবায়ুত আৰ্দ্ৰতা থকা বাবে বেছি গৰম বা ঠাণ্ডা নহয়। অসমৰ সেমেকা জলবায়ুৰ বিষয়ে হিউৱেন চাঙে তেওঁৰ বিৱৰণীত উল্লেখ কৰিছে। মুছলমান পৰিব্ৰাজক চিহাবুদ্দিন তালিছে উল্লেখ কৰিছে যে অসমত প্ৰায় আঠ মাহেই বৰষুণ হয়। আনকি শীতকালতো বৰষুণ হয়। অসমৰ আৰ্দ্ৰতা, বৰষুণৰ ফলত শীত আৰু গৰমৰ পাৰ্থক্য বিশেষ নোহোৱাটো তেওঁৰ মতে অসমৰ বৈশিষ্ট্য। বৰকৈ বৰষুণ হোৱাৰ ফলত ব্ৰহ্মপুত্ৰ আৰু বৰাক নদীৰ উপনদীসমূহৰ সৈতে পানী উপচি পৰি বানপানীৰ সৃষ্টি কৰে। ১৬৬২ খ্ৰীষ্টাব্দৰ মিৰজুমলাৰ অসম আক্ৰমণৰ শেষান্তৰত অসমত হোৱা বানপানীয়ে তেওঁ অকৃতকাৰ্য হোৱাত সহায় কৰিছিল।

**প্ৰাকৃতিক বৈশিষ্ট্য আৰু জন-জীৱনৰ ওপৰত ইয়াৰ প্ৰভাৱ ঃ** কোনো এখন ঠাইৰ জন-জীৱনৰ ওপৰত ভৌগোলিক পৰিৱেশৰ প্ৰভাৱ যথেষ্ট। পৃথিৱীৰ দেশসমূহৰ দৰে অসম দেশৰ ইতিহাসৰ ধাৰা আৰু অধিবাসীসকলৰ চৰিত্ৰ গঠনত ইয়াৰ ভৌগোলিক অৱস্থান আৰু প্ৰাকৃতিক অৱস্থাৰ অবদান বহু। অসমৰ উত্তৰ, দক্ষিণ আৰু পূব ফালে পৰ্বতে আগুৰি আছে। পাহাৰ পৰ্বত, নৈ-বিল, জান-জুৰি, হাবি-বননি বাবে অসমৰ প্ৰাকৃতিক সৌন্দৰ্য অতুলনীয়। অসমৰ জলবায়ুৰ মূল্যবান কাঠ, জীৱ-জন্তু, চৰাই-চিৰিকতিকে ধৰি নানা ধৰণৰ জীৱ-জন্তু অসমৰ হাবিত পোৱা যায়। অসমৰ কাজিৰঙা, মানাহ, পবিতৰা আদিকে ধৰি অভয়াৰণ্যই দেশ-

বিদেশৰ ভ্ৰমণকাৰীক আকৰ্ষণ কৰে। অসমৰ হাবিত পোৱা এটা খড়্গৰ গঁড় আজি পৃথিৱী বিখ্যাত।

প্ৰাগৈতিহাসিক যুগৰ পৰা নদীসমূহ মানুহৰ বসতিৰ প্ৰাণকেন্দ্ৰ। এই নদীসমূহক কেন্দ্ৰ কৰিয়ে বিশ্বৰ আটাইবোৰ সভ্যতাৰ জন্ম হয়। বিশ্বৰ সভ্যতাসমূহৰ জন্ম হৈছিল নদী-উপত্যকাত। টাইগ্ৰিচ আৰু ইউফ্ৰেটিচ নদীৰ মাজৰ উপত্যকাত মেচোপোটমিয়াত খ্ৰীঃ পূঃ ৫০০০-৩৫০০ বিশ্বৰ প্ৰথম সভ্যতাই গঢ় লৈ উঠে। তাৰ অধিবাসীসকলক সুমেৰিয়ান বুলি কোৱা হয়। তেওঁলোকে 'উৰ' ((UR) আৰু বেবীলন (Babylon) নামৰ দুখন নগৰ প্ৰতিষ্ঠা কৰে। তেওঁলোকে প্ৰথম লিখা পদ্ধতি, কৃষিৰ বিকাশ, ঘৰ আৰু মন্দিৰ নিৰ্মাণ কৰিছিল। ইয়াত হিয়েৰোগ্লাইফচ (Hieroglyphs) প্ৰতীক চিত্ৰ সম্বলিত এক সমেৰুবাসীসকলে লিখিবলৈ আখৰ (হৰফ), কৃষি ঘৰ আৰু মন্দিৰ কেৰাইটাৰে নিৰ্মাণ পদ্ধতি আৰু চকাৰে মৃৎপাত্ৰ নিৰ্মাণ উদ্ভাৱন কৰিছিল। সুমেৰীয়ান সভ্যতাৰ পিছত ইজিপ্তৰ নীল নদীৰ পাৰত উদ্ভৱ হয় ইজিপ্তৰ সভ্যতা খ্ৰীঃ পূঃ ৪০০০ বছৰত, ইজিপ্তবাসীয়ে। তেওঁলোকে খেতি কৰিবলৈ হাল, কাপোৰ বোৱা, আৰু উৎকৃষ্ট মৃৎপাত নিৰ্মাণ কৰিবলৈ শিকিছিল। তেওঁলোকে চিত্ৰ সম্বলিত আখৰ (হৰফ) লিখিবলৈ উদ্ভাৱন কৰিছিল। প্ৰকাণ্ড শৈল স্থাপত্য যেনে পিৰামিত আৰু মন্দিৰ নিৰ্মাণৰ ক্ষেত্ৰত ইজিপ্তৰ হৈছে পৃথিৱীত বিখ্যাত। সিন্ধু সভ্যতা ভাৰত আৰু পাকিস্তানৰ উত্তৰ-পশ্চিমৰ সিন্ধু নদীৰ উপত্যকাৰ খ্ৰীঃ পূ ঃ ৩৫০০-২০০০ গঢ় লৈ উঠে। সিন্ধু সভ্যতা নিজস্ব আৰু বিভিন্ন ক্ষেত্ৰত গুৰুত্বপূৰ্ণ। হৰপ্পা আৰু মহেঞ্জোদাৰো এই দুখন সিন্ধু সভ্যতাৰ ডাঙৰ নগৰ। এই দুখ নগৰৰ ওপৰিও বহু সংখ্য একেধৰণৰ নগৰৰ গুজৰাট, বাঞ্জাৱ, হাৰিয়ানা, পাকিস্থানত উদ্ধাৰ হৈছে। সিন্ধু সভ্যতাৰ বিস্তৃতি সম্পৰ্কে উদ্ধাৰ হোৱা একে ধৰণৰ নগৰৰ পৰা সহজে অনমেয়। সিন্ধু সভ্যতাৰ অধিবাসীসকলে ঘৰৰ বেৰ, মজিয়া আৰু ঘৰৰ চালত বিটুমেন (Betuman) ব্যৱহাৰ কৰিব জানিছিল। নগৰসমূহ আয়তক্ষেত্ৰ সমান্তৰাল ৰাষ্ট্ৰাৰ সন্তৰক আৰু ৰাস্তাই সমকোণীয়াকৈ অতিক্ৰম কৰা হৈছিল। পথসমূহৰ বৰ্গক্ষেত্ৰবোৰ এলেকাসমূহত দুই-তৰপীয়াকৈ ধৰি ভৱন নিৰ্মাণ কৰা হৈছিল শৃঙ্খলাবদ্ধভাৱে। ভৱনসমূহৰ চালসমূহ আছিল সমতল। তেওঁলোকে চিত্ৰ সম্বলীত লিখাৰ বাবে লিপি (বন) উদ্ভাৱন কৰিছিল। সেইবোৰ উদ্ধাৰ হোৱা অসংখ্য মাটিৰ শিল মোহৰত পোৱা যায়। তেওঁলোকে তাম আৰু ব্ৰঞ্জ ব্যৱহাৰ কৰিব জানিচিল। উৎকৃষ্ট মাটিৰ বাচন তৈয়াৰ সেইবোৰ অংকিত আৰু খোদিত। তেওঁএলাকে গৰু, ভেড়া, গাহৰি আৰু পুহিছিল। ঘৰচীয়া জন্তুৰ ভাৰতীয় জন-জীৱনৰ এটা গুৰুত্বপূৰ্ণ অংশ হিচাপে পৰিগণিত হৈছিল।

আমোৰাইটচ (Amorites) সকলে ইউফ্ৰেটিচ নদীৰ পাৰত এখন গাঁৱত বসতি স্থাপন কৰে। এইখন বেবীলন নামে এখন ডাঙৰ নগৰত পৰিণত হয়। খ্ৰীঃ পূঃ ১৭৯০-১৭৫০ ত, হাম্মুৰবিৰ (Hammurabi) শাসনকাৰ্যত বেবীলনিয়ানসকলে এক উৎকৃষ্ট সভ্যতাত উপনীত হয়। তেওঁলোকে নিজৰ উন্নতি সাধে আৰু গণিতৰ জ্ঞান বিকাশ কৰে। খ্ৰীঃ পূঃ ১৭০০ ত তেওঁলোকে পুৰণ, হৰণ, নেওতা, বৰ্গমূল, এলজেব্ৰা আৰু জ্যামিতি ব্যৱহাৰ কৰিবলৈ শিকে। বিশ্বৰ প্ৰথম পুথিভঁৰাল বেবীলনত প্ৰতিষ্ঠা হয়। বিশ্বৰ ইতিহাসত প্ৰাচীনতম ব্যৱহাৰিক আইন-কানুন (Code of law) বেবীলনত প্ৰস্তুত কৰা হৈছিল।

ব্ৰহ্মপুত্ৰ উপত্যকাত টাইগ্ৰীচ, ইউফ্ৰেটিচ, সিন্ধু নদী নীল নদী আদি সভ্যতাৰ নিচিনাকৈ কোনো সভ্যতা উদ্ভৱ হোৱা নাই। অৱশ্যে, বিভিন্ন জাতি-উপজাতিৰ সংমিশ্ৰণত ব্ৰহ্মপুত্ৰ আৰু বৰাক উপত্যকাত সংস্কৃতিহে গঢ়ি উঠিছে। এই দুই নদীয়ে অসমৰ জন-জীৱনৰ ওপৰত যথেষ্ট প্ৰভাৱ পেলাইছে। দুয়োটা উপত্যকা কৃষিৰ বাবে উপযোগী। সেয়ে এই দুই উপত্যকাত ধান, সৰিয়হ, মৰাপাট, কুঁহিয়াৰ আৰু শাক-পাচলি আদিৰ খেতি প্ৰচুৰ হয়।

অসমৰ হাবিত কাঠ, বাঁহ, বেত প্ৰচুৰ পোৱা যায়। অসমৰ বনজ সম্পদ বিলাকৰ ওপৰত নিৰ্ভৰ কৰি বহুতো শিল্প গঢ় লৈ উঠিছে। নানা ধৰণৰ কাঠ-বাঁহ-বেতৰ, শিল্প এৰি, মুগা, পাট শিল্প, হাতীৰ দাঁতৰ পৰা তৈয়াৰ কৰা নানা-কাৰু-কাৰ্য খচিত সামগ্ৰী আদি প্ৰধান।

অসম নদ-নদীৰে ভৰা আৰু বাৰিষা এই নদ-নদীসমূহ পানীৰে উপচি পৰি বানপানীৰ সৃষ্টি হয়। এটা সময়ত এই নদীসমূহেই আছিল যাতায়াতৰ আৰু বাণিজ্যৰ বাবে মুখ্য পথ। সকলো সময়তে অসমৰ নদীসমূহত পানী থাকে। সেইবোৰত নাবেৰে যাতায়াত কৰা নাইবা বেহা-বেপাৰ চলোৱা হৈছিল। বাৰিষা নদীসমূহ আছিল একমাত্ৰ যাতায়াত

পথ। সেয়ে ইয়াৰ মানুহে নাও চলাব জানিছিল আৰু ৰজাই নৌ-বাহিনীও ৰাখিছিল। হৰ্জৰ বৰ্মনৰ তেজপুৰ শৈললেখত নৌ বিভাগীয় সামৰিক নাওবোৰ ব্ৰহ্মপুত্ৰত চলাচল কৰা নিয়ম লিপিবদ্ধ আছে। শৰাইঘাটৰ যুদ্ধত মোগল সেনাপতি ৰামসিংহক অসমীয়া সেনাই নৌ যুদ্ধত ঘটুৱাইছিল। অসমৰ নৌ-বাহিনী যে গুৰুত্বপূৰ্ণ আছিল ইয়াৰ পৰা সহজে অনুমেয়।

অসমৰ সেমেকা জলবায়ুয়ে মানুহৰ স্বাস্থ্যৰ ওপৰত প্ৰভাৱ পেলায়। শাৰীৰিক গঠন আৰু সুস্বাস্থ্যৰ বাবে অসমৰ সেমেকা জলবায়ু অনুকূল নহয়। মেলেৰীয়া, ক'লাজ্বৰ আৰু আন সংক্ৰামক ৰোগৰ বাবে অসম জনাজাত। ইয়াৰ জলবায়ুয়ে বিদেশী শত্ৰুৰ আক্ৰমণ ৰক্ষা কৰাত বহুখিনি অৰিহণা যোগাইছিল।

দেশৰ সভ্যতা সংস্কৃতিৰ উত্থান-পতনৰ ক্ষেত্ৰত দেশৰ ভৌগোলিক অৱস্থাৰ প্ৰভাৱ আছে। অৱশ্যে এই ক্ষেত্ৰত অৰ্থনৈতিক আৰু ৰাজনৈতিক কাৰণো থাকে। প্ৰাকৃতিক পৰিৱেশে জীৱন-ধাৰণ পদ্ধতি, দেশৰ আৰ্থিক উন্নতি-অৱনতি আদিকে ধৰি বিভিন্ন ক্ষেত্ৰত প্ৰভাৱ পেলায়।

**বাণিজ্যিক পথ ঃ** ভাৰত আৰু ব্ৰহ্মদেশৰ (ম্যানমাৰ) মাজৰ স্থলপথ সম্পৰ্কে যথোচিত জ্ঞান নাই। ছাৰ আৰ্থাৰ ফায়ৰে (Sir Aurther Phayre) ব্ৰহ্মদেশীয় লোকৰ মাজত প্ৰচলিত পৰম্পৰা, বৰ্তমান থকা স্মৃতিচিহ্নসমূহ আৰু নগৰসমূহৰ নামৰ ওপৰত ভিত্তি কৰি ধাৰণা কৰে যে সহজলভ্য যাতায়াত পথ আছিল ভাৰতৰ গংগা উপত্যকা আৰু টাংউগুৰ মাজত; আৰু পূৰ্ব বংগ আৰু মণিপুৰৰ মাজেৰে বাণিজ্যিক আদান প্ৰদান হৈছিল। পেল্লিয়টে (Pelliot) খ্ৰীঃ পূঃ দ্বিতীয় শতিকাত উক্ত বাণিজ্যিক পথ প্ৰচলিত থকাৰ ইংগিত দিছে। তেওঁৰ মতে পূৰ্ব ভাৰত আৰু চীনৰ মাজত, উত্তৰ ব্ৰহ্মদেশ আৰু য়ুন্নানৰ মাজেৰে নিয়মিত বাণিজ্যিক পথ স্থলপথেৰে। এই পথেৰে ভাৰতীয়সকলে আহি প্ৰতিষ্ঠা কৰিছিল তেওঁলোকৰ ৰাজনৈতিক ক্ষমতা— উত্তৰ ব্ৰহ্মদেশ আৰু পৰ্বতীয়া অঞ্চল ইৰাৱদী সালৱেণ, মেকং আৰু লোহিত নদীৰ (Red River) উপত্যকাক সামৰি য়ুন্নানলৈ এটা বিস্তৃত অঞ্চল।

প্ৰাচীনতম স্থল পথ ভাৰত আৰু চীনৰ মাজত সম্ভৱ আছিল অসম, উত্তৰ ব্ৰহ্মদেশ আৰু য়ুন্নানৰ মাজেৰে। চীনৰ কপাহ আৰু বাঁহ অনা হৈছিল চীনৰ পৰা ভাৰতৰ মাজেৰে বেক্ট্ৰিয়া (Bactria) লৈ এই স্থলপথেৰে।

এই মুখ্য পথৰ মাজেৰে চীনৰ চিল্ক ভৰুকচ্ছ (বৈৰ্যাগজা) (Bharukacha-barygaza) লৈ আহিছিল, যিটো পিছত সম্ৰাট চলুকছ আৰু আলেকজেণ্ড্ৰীয়াই আমদানি কৰিছিল। পি. চি. বাগচিয়ে কয় যে এই অসম-ব্ৰহ্মদেশৰ মাজেৰে চীনলৈ এই স্থলপথটো আৰম্ভ হৈছিল পাটলিপুত্ৰৰ পৰা চম্পাৰ (ভাগলপুৰ) কাজংগল (ৰাজমহল) আৰু পুণ্ড্ৰবৰ্ধন (উত্তৰ বংগ)ৰ মাজেৰে কামৰূপলৈ (সম্ভৱ গুৱাহাটী) গৈছিল। অসমৰ পৰা ব্ৰহ্মদেশলৈ যোৱা তিনিটা স্থল পথ আছিল; (১) ব্ৰহ্মপুত্ৰ উপত্যকাৰে পাটকাই পৰ্বতলৈ আৰু তাৰপৰা গিৰিপথেৰে উত্তৰ ব্ৰহ্মদেশলৈ; (২) দ্বিতীয়তে মণিপুৰৰ মাজেৰে চিন্দুইন (Chindwin) উপত্যকালৈ; (৩) তৃতীয়টো আৰাকাণৰ (Arakan) ৰ মাজেৰে ইৰাৱদী উপত্যকালৈ। এই তিনিটা পথ ভামোৰ ওচৰৰ ব্ৰহ্মদেশৰ সীমান্তত মিলিত হৈছিল, আৰু তাৰ পৰা পৰ্বতমালা আৰু নদী উপত্যকাৰে অগ্ৰসৰ হৈ য়ুন্নানফুলৈ (চীনৰ দক্ষিণৰ প্ৰদেশ কুনমিং) গৈছিল। ফায়ৰেৰ (Phayre) মতে প্ৰাচীন কালত ভাৰতৰ গংগা উপত্যকা আৰু তাগাউঙৰ মাজত সংযোগ পথ আছিল মণিপুৰৰ মাজেৰে। অষ্টম শতিকাৰ কিৱা-টানত সংৰক্ষিত এটা ভ্ৰমণ বৃত্তান্তত বিস্তৃতাৱে বৰ্ণনা কৰা আছে অসম আৰু ব্ৰহ্মদেশৰ মাজৰ পিছৰ এই যাতায়াত পথটো সম্পৰ্কে।

অতি প্ৰাচীন কালৰ পৰা অসম কাপোৰ বোৱা শিল্প, বিভিন্ন মূল্যবান উদ্ভিদ আৰু খনিজ সম্পদৰ বাবে খ্যাত। এইবোৰ ওচৰ চুবুৰীয়া ৰাজ্যলৈ ৰপ্তানি কৰা হৈছিল। ওচৰ চুবুৰীয়া ৰাজ্যলৈ এইবোৰ সামগ্ৰী মূলতে নদী জলপথেৰে বাণিজ্যিক আদান প্ৰদান কৰা হৈছিল। কামৰূপৰ পৰা বংগ, বিহাৰ আৰু উৰিষ্যালৈ মুখ্য বাণিজ্যিক পথ আছিল ব্ৰহ্মপুত্ৰ আৰু গংগা নদীৰ জৰিয়তে। হিউৱেন চাঙে সপ্তম শতিকাত কামৰূপলৈ (অসম) আহিছিল মগধৰ পৰা চম্পা (বৰ্তমানৰ ভাগলপুৰ) কাজংগল (বৰ্তমানৰ ৰাজমহল) আৰু পুণ্ড্ৰবৰ্ধন (ৰংপুৰ) অতিক্ৰম কৰি পূবলৈ গৈ কামৰূপৰ ৰাজধানীত উপস্থিত হৈছিল। এইটো নিশ্চয় মগধৰ পৰা কামৰূপলৈ যাতায়াতৰ বাবে প্ৰচলিত পথ আছিল। ভাস্কৰ বৰ্মনে এই পথেৰে হৰ্ষক লগ ধৰিবলৈ কজুৰগিৰৰ (কুৰিকজল, ৰাজমহল) ওচৰৰ গংগাৰ পাৰত উপস্থিত হৈছিল। এইটো

সত্য যে নালন্দা আৰু উৰিষ্যাৰ পৰা কামৰূপলৈ যাতায়াতৰ বাবে এটা নিয়মিত স্থলপথ আছিল।

বিলে তেওঁৰ হিউৱেন চাঙৰ জীৱনী গ্ৰন্থৰ পাতনিত উল্লেখ কৰিছে যে ভাস্কৰ বৰ্মন আৰু তেওঁৰ পূৰ্ববৰ্তী কামৰূপৰ ৰজাসকলৰ অধীনত চীনলৈ যোৱা সাগৰৰ পথ যিটো আছিল তেওঁলোকৰ বিশেষভাৱে সংৰক্ষিত। এই সাগৰীয়া জলপথৰ উপৰি অসমৰ উত্তৰৰ পাহাৰৰ গিৰিপথেৰে চীনলৈ যোৱা স্থলপথ আছিল।

যদিও গোবি পথ আছিল ভাৰত আৰু পশ্চিমৰ দেশসমূহৰ সৈতে চীনৰ সংযোগ স্থাপন কৰাৰ একমাত্ৰ স্থলপথ, তথাপি এইটো স্পষ্ট যে চীনলৈ যোৱা সাগৰীয় পথ বা অসম ব্ৰহ্মদেশ (ম্যানমাৰ) পথসমূহক আওকাণ কৰিব নোৱাৰি।

মেকোছে (Macosh) উল্লেখ কৰিছে; ব্ৰহ্মপুত্ৰ উপত্যকাৰ পুব সীমাৰ স্থান শদিয়াৰ পৰা তিব্বত বা চীনলৈ পাঁচটাতকৈ অধিক পথৰ। সেইবোৰ হৈছে ঃ (১) দিহিঙৰ গিৰিপথ, (২) মিচমি পথ, (৩) ফুংগন গিৰিপথ মুক্তি আৰু চীনলৈ, (৪) মণিপুৰৰ পৰা ইৰাৱদী লৈ যোৱা পথ, আৰু (৫) পাটকাইৰ পৰা ইৰৱদীৰ ভামোলৈ যোৱা গিৰিপথ। অতি গুৰুত্বপূৰ্ণ আৰু সহজ পথ হৈছে উত্তৰ পূব দিশৰ পাটকাই পৰ্বত অতিক্ৰম কৰি ব্ৰহ্মদেশৰ (ম্যানমাৰ) উত্তৰ জিলালৈ গৈ তাৰ পৰা চীনলৈ যোৱা স্থলপথটো। এই পথেৰে শান আক্ৰমণকাৰীসকল ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰৱেশ কৰিছিল।

বহু সংখ্যক গিৰিপথ বা গিৰিসংকট যিবোৰক দুৱাৰ বুলি জনা যায়, বৰ্তমানো অসম আৰু ভূটানৰ মাজত বিদ্যমান। ব্ৰহ্মপুত্ৰ নদীৰ গতিৰ সৈতে সমান্তৰালভাৱে হিমালয় অতিক্ৰম কৰি তিব্বতৰ মাজত ৩৫ টা গিৰিপথ আছে, যিবোৰৰে ঘোঁৰা লাখনৌটিলৈ অনা হৈছিল। ভূটানৰ মাজেৰে কাবুললৈ পৰ্বতেৰে যোৱা বাণিজ্যিক পথ এটাও আছিল। তাৱেৰনিয়াৰে (Tavernir) উল্লেখ কৰিছে যে তেওঁৰ সময়ত বণিকসকলে ভূটানৰ মাজেৰে এই পথেৰে কাবুললৈ ভ্ৰমণ কৰিছিল, কাৰণ হিচাপে ভাৰতৰ মাজেৰে গ'লে তেওঁলোকে বাণিজ্যিক সামগ্ৰীসমূহৰ ওপৰত লোৱা শুল্ক গোৰখপুৰৰ মাজেৰে ভাৰত সোমাওতে দিবলগীয়া হৈছিল আৰু সেই শুল্কৰ পৰা হাত-সাৰিবৰ বাবে বণিকসকলে ভূটানৰ মাজেৰে যোৱা পথটোৰ যাতায়াত কৰিছিল। অৱশ্যে এই পথেৰে ভ্ৰমণ আছিল অতি আমনি লগা আৰু কষ্টকৰ। অসমৰ পৰা নিয়া বাণিজ্যিক সামগ্ৰীসমূহ বণিকসকলে কিনি লৈছিল আৰু তেওঁলোকে সেই সামগ্ৰীসমূহ সিন্ধু-নদীৰে গুজৰাটলৈ নি তাৰপৰা জাহাজেৰে লোহিত (Red Sea) সাগৰলৈ বাওনা হৈছিল।

**প্ৰসংগ গ্ৰন্থ ঃ**


1. *N. D. Choudhury* — *Historical Archaeology of Central Assam.*
2. *ডম্বৰুধৰ নাথ* — *অসম বুৰঞ্জী*
3. *লক্ষ্মী দেৱী* — *অসম দেশৰ বুৰঞ্জী*
4. *P. C. Choudhury* — *The History of the Civilisation of the People of Assam.*
5. *Sir Edward Gait.* — *A History of Assam.*
6. *নিশিপদ চৌধুৰী* — *হিউৱেন চাঙ*
7. *Samuel Beal* — *The life of Hiceu Jsiang*
8. *Alexander Cunningham* — *Ancient Geography of India*
9. *P. C. Bagchi* — *India and China.*

# চতুৰ্থ অধ্যায়

# অসমৰ আদিম অধিবাসী

অসমৰ প্ৰাচীন অধিবাসীক ম্লেচ্ছ আৰু অসুৰ বুলি প্ৰাচীন গ্ৰন্থত উল্লেখ আছে আৰু তেওঁলোক কিৰাত, চীন আৰু আন জনগোষ্ঠীৰ লোক। কিৰাত বা মংগোলীয়সকলক বৈদিক আৰ্যসকলৰ জ্ঞাত আছিল আৰু সেয়ে তেওঁলোকৰ উল্লেখ যজু আৰু অথৰ্বেদত পোৱা যায়। ৰামায়ণত বৰ্ণিত আছে যে তেওঁলোক সোণবৰণীয়া, চেহেৰা দেখিবলৈ সুশ্ৰী আৰু হিংস্ৰ (খঙাল)। ভগদত্তৰ সৈন্যবাহিনী গঠন হৈছিল চীনা আৰু কিৰাত সেনাৰে; তেওঁলোকৰ বৰণ হালধীয়া আৰু তেওঁলোকে বাস কৰে সাগৰৰ ওচৰৰ জলাশয় অঞ্চলত। বিষ্ণু পুৰাণত কিৰাতসকলে জলাশয় ঠাইত বাস কৰা বুলি উল্লেখ আছে। কালিকা পুৰাণত বৰ্ণনা কৰা অসমৰ প্ৰাচীনতম অধিবাসীসকল হৈছে কিৰাত আৰু তেওঁলোকৰ মূৰ খুৰোৱা আৰু গাৰ বৰণ হালধীয়া। তেওঁলোক বলী, কঠোৰ, অজ্ঞ আৰু মাংস আৰু মাদক দ্ৰব্যৰ প্ৰতি তেওঁলোকৰ আসক্তি আছিল।

সংহিতাৰ মতে কিৰাত নামে সূচায় পৰ্বতৰ গুহাত বাস কৰা মানুহক। কিৰাতসকলক জংঘলী, আসুৰিক (ম্লেচ্ছ), পৰ্বতবাসী বুলি পুৰাণত কোৱা হৈছে। কিৰাতসকল হৈছে মংগোলীয় গোষ্ঠীৰ লোক। এওঁলোক অসমত পূৰ্বতে বসতি কৰা প্ৰাচীনতম অধিবাসী। উত্তৰ-পূব ভাৰতৰ সংস্কৃতি লৈ এওঁলোকে যথেষ্ট অৱদান আগবঢ়োৱা সম্পৰ্কে পণ্ডিতসকলে একমত।

প্ৰাগৈতিহাসিক যুগৰ পৰা অসমৰ মাজেৰে ভাৰত আৰু দক্ষিণ-পূব এছিয়াৰ যোগাযোগ ঘটিছিল। ভাৰত আৰু দক্ষিণ-পূব এছিয়াৰ মাজত ভিন ভিন ভাষা গোষ্ঠীৰ লোকে বিভিন্ন সাংস্কৃতিক উপাদান বহন কৰি অসমৰ মাজেৰে অতিক্ৰম কৰিছিল। এইবোৰ জনগোষ্ঠীৰ লোকে ভিন ভিন সময়ত বিভিন্ন পথেৰে অসমত অনুপ্ৰৱেশ কৰিছিল। তেওঁলোকে অনুপ্ৰৱেশ কৰা পথসমূহ উত্তৰফালে ভূটান, তিব্বত আৰু নেপালৰ মাজেৰে অহা পথ, পূবফালে অসম-ব্ৰহ্মদেশ (ম্যানমাৰ) পথ। ব্ৰহ্মপুত্ৰ উপত্যকা আৰু সুৰমা উপত্যকাৰ পথ। পশ্চিমফালে ব্ৰহ্মপুত্ৰ গংগা উপত্যকাৰ পথ, আৰু বংগোপসাগৰ-বংগদেশ আৰু ব্ৰহ্মদেশৰ মাজেৰে সাগৰীয়া জলপথ।

অসমৰ বৰ্তমান জনসংখ্যাক বহলভাৱে জনজাতি আৰু অজনজাতি দুটা শ্ৰেণীত ভাগ কৰা হয়। ব্ৰহ্মপুত্ৰ উপত্যকাত বসতি কৰা অজনজাতীয় শ্ৰেণী মূলতে ককেছীয়; তেওঁলোকৰ উজ্জ্বল শাৰীৰিক গঠন আৰু চাৰিত্ৰিক গুণসমূহে উত্তৰ ভাৰতৰ ককেছীয় লোকৰ সৈতে তুলনা কৰিব পাৰি। তেওঁলোকৰ মাজত plano-ouipital erachycephalic type দেখা যায়, যিটোক দিনাৰিক (Dinaric) হিচাপে জনা যায়, দীঘল মূৰৰ দীৰ্ঘনাসিকা (leptorrhine) বা ভূমধ্যসাগৰীয় জনগোষ্ঠী ব্ৰাহ্মণ, কায়স্থ, কলিতা আদিৰ মাজতো দেখা যায়। এওঁলোকৰ ভিতৰত কলিতাসকলক প্ৰাচীনতম অনুপ্ৰৱেশকাৰী বুলি কোৱা হয়; আৰু তেওঁলোকে অসমত আৰ্য উপনিৱেশ বিস্তাৰ কৰিছিল।

আৰ্যসকল কেতিয়াৰপৰা অসমত বসতি কৰিছিল জনা নাযায়। আৰ্যসকলে যে বহু পূৰ্বে অসমত যুদ্ধ-বিগ্ৰহ বা শান্তিপূৰ্ণভাৱে সোমাই ছিল এইটো সত্য। ভাৰতৰ আৰ্যসকলৰ সৈতে যে অসমৰ সম্বন্ধ ঘটিছিল সেয়া ৰামায়ণ আৰু মহাভাৰতত উল্লেখ কৰা প্ৰসংগৰ পৰা জনা যায়। কৌটিল্যৰ উদ্ধৃতিত আৰ্যনাম বিশিষ্ট কামৰূপৰ ঠাইসমূহে দেখুৱায় যে মৌৰ্য যুগত আৰ্যসকল এটা দল (গোষ্ঠী) অসমত সোমাইছিল। বৃহৎ সংহিতাত উল্লেখ আছে যে আৰ্যসকলৰ অনুপ্ৰৱেশ সম্পৰ্কে প্ৰাগজ্যোতিষ আৰু লৌহিত্য অতি গুৰুত্বপূৰ্ণ। বমু বংশ, হিউৱেনচাঙৰ বিৱৰণী

আৰু পুৰাণৰ পৰা জনা যায় যে আৰ্যসকলে অসমত বিশেষকৈ ব্ৰহ্মপুত্ৰ উপত্যকাত চতুৰ্থ পঞ্চম শতিকাৰ পূৰ্বে বসতি স্থাপন কৰিছিল।

কালিকা পুৰাণৰ মতে নৰকৰ পৰাহে অসমত আৰ্যসকলৰ বসতি স্থাপন হয়। সেয়ে আৰ্য-বসতিৰ মূলতে নৰক। ডি. আৰ. মানকাডে নৰকক অসমৰ প্ৰথম আৰ্য ৰজা বুলি যুক্তিসহকাৰে ব্যাখ্যা দাঙি ধৰিছে। নৰকৰ মৃত্যুৰ পিছত ৰামায়ণ আৰু মহাভাৰতৰ সময়ৰ পৰা প্ৰাগজ্যোতিষ আৰ্যাবিৰ্তৰ এটা অংশ হিচাপে ধৰা হয় আৰু ইয়াৰ ফলস্বৰূপে প্ৰাক আৰ্য আৰু আৰ্য সংস্কৃতিৰ সংমিশ্ৰণ ঘটি একত্ৰিত হয়।

হৰগৌৰী সম্বাদৰ মতে ভগদত্তই শ শ ব্ৰাহ্মণ আনি কামৰূপত প্ৰতিষ্ঠা কৰাইছিল। বেনাৰ্জী শাস্ত্ৰীৰ মতে বৈদিক আৰু ব্ৰাহ্মণ্য গ্ৰন্থসমূহত উল্লেখ কৰা আৰ্যসকলৰ পূৰ্বে অধিবাসী অসুৰ (অনাৰ্য)সকল আৰ্যসকলৰ পূৰ্বে এছিৰিয়াৰ পৰা ভাৰতত অনুপ্ৰৱেশ কৰে। তেওঁলোকৰ আৰ্যসকলৰ সৈতে সংঘৰ্ষ হয় পৰৱৰ্তী যুগত আৰু তেওঁলোকক পূব আৰু দক্ষিণ ফাললৈ খেদি পঠায়। জৰাসন্ধ আৰু ভগদত্তৰ দিনৰে পৰা যথাক্ৰমে ৰাজগিৰি আৰু প্ৰাগজ্যোতিষত অসুৰৰ অস্তিত্ব ৰামায়ণ-মহাভাৰতৰ সময়ৰ পৰা পিছৰ যুগলৈ বৰ্তি থাকে আৰু ব্যক্তিগত অসুৰ ৰজাৰ ইতিহাসত মুখ্যতঃ অসম আৰু উত্তৰ বংগ (প্ৰাগজ্যোতিষ)ৰ ভগদত্ত আৰু মগধৰ জৰাসন্ধক সামৰি সমাপ্ত হয়। বিহাৰৰ সৰধকেল আৰু কুণ্ডলত হোৱা প্ৰত্নতাত্ত্বিক খনন কাৰ্যৰ দ্বাৰা অসুৰ অধ্যুষিত স্থানসমূহত লোৰ ব্যৱহাৰৰ প্ৰমাণ পোৱা গৈছে; সেইবোৰৰ কোনোটো স্তৰতে সম্পূৰ্ণভাৱে শৈল বা তামৰ সামগ্ৰী উদ্ধাৰ হোৱা নাই। ইয়াৰ পৰা সহজে অনুমেয় যে অসুৰ সংস্কৃতি খ্ৰীষ্টিয় দ্বিতীয় শতিকাৰ পূৰ্বৰ যুগৰ আৰু আৰ্যসকলে সেই সময়ৰ পৰা ধাৰ গতিত অসমত প্ৰৱেশ কৰিবলৈ ধৰে।

পণ্ডিত মনোৰঞ্জন শাস্ত্ৰীৰ মতে পালকাপীৰ হস্ত্যায়ুৰ্বেদ খ্ৰীঃ পূঃ তৃতীয় শতিকাৰ আগতে অসমত ৰচনা কৰা হৈছিল; তেতিয়াহ'লে অসমত আৰ্য সংস্কৃতিৰ বিকাশ হৈছিল ইয়াৰ পূৰ্বতে আৰু সংস্কৃত ভাষা আৰু সাহিত্য ইতিমধ্যে ইয়াত বিস্তাৰ লাভ কৰিছিল। সংস্কৃত ভাষাৰ চৰ্চা অসমত বহ পূৰ্বৰ পৰা যে আছিল ইয়াৰ পৰা ধাৰণা কৰিব পাৰি।

খ্ৰীষ্টীয় প্ৰথম শতিকামানৰ পৰা উচ্চ শ্ৰেণীৰ আৰ্যসকল বিশেষকৈ ব্ৰাহ্মণ, কায়স্থ আৰু কলিতাসকল অসমলৈ আহি বসতি কৰিবলৈ ধৰে। নিধানপুৰ তাম্ৰশাসনৰ পৰা জনা যায় যে ভূতি বৰ্মনে (ষষ্ঠ শতিকা) বিভিন্ন গোত্ৰ আৰু বেদশাখাৰ দুশতকৈ অধিক ব্ৰাহ্মণক বৈদিক ধৰ্ম আৰু সংস্কৃতিৰ উন্নতিৰ হকে এক বিশেষ অগ্ৰহাৰ দান দিছিল। কামৰূপ হৈ পৰিছিল ব্ৰাহ্মণ ধৰ্ম শিক্ষাৰ এক গুৰুত্বপূৰ্ণ কেন্দ্ৰ আৰু কামৰূপৰ ব্ৰাহ্মণক ৰাজ্যৰ বাহিৰতো মাটি দান দি সন্মান দিয়া সম্বন্ধে হিউৱেন চাঙৰ বিৱৰণীৰ পৰা জনা যায়। ষষ্ঠ শতিকাৰ পৰা অসমৰ ৰজাসকলৰ এটা ৰীতিগত প্ৰথা হৈ পৰিছিল ব্ৰাহ্মণসকলৰ বাবে অগ্ৰহাৰ পট্টন প্ৰৱৰ্তন কৰাটো আৰু এই ৰাজকীয় কৰ্মপন্থাই অসমত উচ্চ শ্ৰেণীৰ আৰ্যসকলৰ বসতিৰ মূল কাৰণ।

সংস্কৃত ভাষী (আৰ্য) লোকসকল অসমলৈ আহিছিল মুখ্যতঃ মধ্য ভাৰতৰ পৰা। ইয়াৰ আদৰ্শ, প্ৰভাৱ আৰু সংস্কৃতি মধ্য যুগলৈকো অসমত প্ৰবহমান গতিৰূপে প্ৰচলিত হৈছিল।

জনজাতি গোষ্ঠীসমূহ গঠিত হৈছে আৰ্যেতৰ জনগোষ্ঠীৰ লোকৰ দ্বাৰা। তেওঁলোকে অসমত অনুপ্ৰৱেশ কৰিছিল পৰ্যায়ক্ৰমে বিভিন্ন যুগত বিভিন্ন দিশৰ পৰা। জি. এ. গ্ৰিয়াৰচনে (G.A. Griersen) ভাষাতত্ত্বৰ ফালৰ পৰা জনগোষ্ঠীসমূহক পুংখানুপুংখভাৱে অধ্যয়ন কৰিছে। সেইবোৰ জনগোষ্ঠী মূলতে দুটা উপ শাখাৰ ঃ অষ্ট্ৰো-এছিয়েটিক (Austro-Asiatic) আৰু তিবেটো চীনা (Tibeto-chinese)।

অষ্ট্ৰো-এছিয়েটিক ঃ এই উপশাখাটো ভাৰতত বেছি সংখ্যক আছে। দক্ষিণ-পূব এছিয়াত মনখেমাৰ (Mon Khmer) শাখাৰ ভাষা প্ৰথম কোৱা হয়, যিটোৰ ব্ৰহ্মদেশত (বৰ্তমানৰ ম্যানমাৰ) তিনিটা শাখা আছে, মন (Mon), খেমাৰ (Khmer) আৰু ইণ্ডো-চীনৰ (Indo-Chinese) ভাষাৰ আন সৰু বহুৰূপ, আৰু নিকোবৰীসকল (Nicoboarese) এই শাখাৰ অন্তৰ্ভুক্ত আৰু মুণ্ডা আৰু মন ভাষাৰ মাজত সংযোগী ভাষাৰূপে দেখা যায়।

ইণ্ডোনেছিয়াৰ পৰা মন-খেমাৰসকল আহি অসমকে ধৰি ভাৰতৰ বহু অংশ অধিকাৰ কৰে। মন-খেমাৰ ভাষা মেঘালয়ৰ খাছি আৰু জয়ন্তীয়া পাহাৰত কোৱা হয়। মন-খেমাৰ ভাষা খাছি পাহাৰত এটা দ্বীপৰ নিচিনাকৈ তিবেটো-বাৰ্মা ভাষাৰ সাগৰৰ মাজত পৃথক ভাৱে আছে। মন, নিকোবৰী আৰু মুণ্ডাৰ বাহিৰে আনৰ সৈতে খাছিৰ সম্পৰ্ক নাই।

জাতিতত্ত্বৰ ফালৰ পৰা খাছিসকল উত্তৰ-পূব ভাৰতৰ আন পৰ্বতীয়া জনগোষ্ঠীৰ পৰা পৃথক। মন বা পালৌংগ (Palaungs) সকল মাতৃ প্ৰধান জনগোষ্ঠী হিচাপে বৰ্তি আছে যিটো খাছিসকলৰো বৈশিষ্ট্য। কিছুমান সাংস্কৃতিক দিশৰ পৰা দক্ষিণ-পূব এছিয়াৰ মন-খেমাৰ লোকৰ সৈতে খাছিসকলৰ সাদৃশ্য বিদ্যমান। উদাহৰণস্বৰূপে সৰ্প-পূজা বৰ্তমানেও থেলন (Thlen)ৰূপে এওঁলোকৰ মাজত প্ৰচলিত, যিটো মন-খেমাৰসকলৰ প্ৰাচীন ধৰ্মত গুৰুত্বপূৰ্ণ স্থান দিয়া হৈছিল। সাংস্কৃতিক দিশত খাছিসকল মুণ্ডাসকলৰ সৈতে সম্বন্ধ আছে, বিশেষকৈ মেগালিথিক সংস্কৃতিৰ ক্ষেত্ৰত, যিটো খাছিসকলৰ মাজত বৰ্তমানো প্ৰচলিত। আকৌ একেধৰণৰ ৰীতি হো (Hos) আৰু মুণ্ডাসকলৰ মাজতো এই প্ৰথাৰ প্ৰচলন আছে।

অষ্ট্ৰো-এছিয়েটিক মন-খেমাৰ ভাষা খাছিসকল উত্তৰ-পূব ভাৰতৰ প্ৰাচীনতম অধিবাসী বুলি কোৱা হয়। ইয়াৰ পিছৰ পৰ্যায়ত তিবেটো-চীন শাখাৰ লোক অসমলৈ আহে।

**তিবেটো-চীন শাখা ঃ** পৰম্পৰা আৰু তুলনামূলক ভাষাতত্ত্বৰত ফালৰ পৰা উত্তৰ-পশ্চিম চীন অৰ্থাৎ য়াং-চে (Yong-tse) নদীৰ ওপৰ অংশ আৰু হোৱাং-হো (Hoang-ho) নদী সামৰা অঞ্চলটো আছিল তিবেটো-চীন জাতিৰ লোকৰ আদিম বাসস্থান। এই মূল স্থানৰ পৰা পৰ্যায়ক্ৰমে ব্ৰহ্মপুত্ৰ, চিন্দুইন (Chindauin), ইৰাৱতী (Irrawaddy), শালৱিন বা চালুইন (Salwin), মেনাম (Me-nam) আৰু মেকং (Mekang) নদীৰ গতিৰে আগবাঢ়ি দক্ষিণ -পূব এছিয়া আৰু অসমত তিবেটো-চীন শাখাৰ লোক আহে। তেওঁলোকৰ এটা ঠাল অসমলৈ আহি আদিম অধিবাসীসকলক ব্ৰহ্মপুত্ৰ উপত্যকাৰ পৰা সাগৰৰ ওচৰলৈ বা পাহাৰলৈ খেদি পঠায় আৰু তেওঁলোকে এই অঞ্চলত বসতি কৰিবলৈ ধৰে।

তিবেটো বৰ্মনসকলে তেওঁলোকৰ আদিম বাসস্থান য়াং-চে নদীৰ ওপৰ অংশ আৰু হোৱাং-হো নদীৰ মাজৰ বিস্তৃত অঞ্চলৰ পৰা ইৰাৱতী আৰু চিন্দুইন নদীৰ ফালে আগুৱাই যায়। ইয়াৰ এটা ঠাল ব্ৰহ্মপুত্ৰ আৰু চান-পো (Tsanpo) নদীৰ গতি অনুসৰণ কৰি হিমালয়ৰ উত্তৰ অংশলৈ আহি তিব্বত সোমায়। ইয়াৰ কিছুমানে আকৌ ব্ৰহ্মপুত্ৰ আৰু চান-পো অতিক্ৰম কৰি পূবে অসমৰ পৰা পঞ্জাবলৈ বিস্তৃত হিমালয়ৰ দক্ষিণ অঞ্চলটো দখল কৰি লয়; অসমৰ পশ্চিম সীমাত তেওঁলোকে ব্ৰহ্মপুত্ৰ উপত্যকা অতিক্ৰম কৰি অহা একেটা শাখাৰ লোকৰ সৈতে অসমৰ পশ্চিম সীমাত মিলিত হয়। ধুবুৰী নগৰৰ ওচৰৰ পৰা ব্ৰহ্মপুত্ৰই দক্ষিণলৈ মোৰ লোৱা গতি অনুসৰণ কৰি তেওঁলোকে প্ৰথম গাৰোপাহাৰ তাৰ পিছত ত্ৰিপুৰা দখল কৰে। তেওঁলোকৰ কিছুমানে কপিলী উপত্যকা আৰু উত্তৰ কাছাৰলৈ আহে। উত্তৰ কাছাৰ আৰু গাৰোপাহাৰৰ মাজৰ খাছি আৰু জয়ন্তীয়া পাহাৰত তেওঁলোকে সোমাব নোৱাৰিলে আৰু এই অঞ্চলটো বৰ্তমানেও প্ৰাচীন মন-খেমাৰসকলৰ বাসস্থান হৈ আছে। তিবেটো-বৰ্মনৰ আন এটা ঠাল অসম উপত্যকাত খিতাপি লৈ তাৰ পৰা দক্ষিণলৈ ঘূৰে। তেওঁলোকে নগা পাহাৰত সোমায়। এওঁলোকৰ কিছুমানে সম্ভৱ নগা পাহাৰৰ পূব অঞ্চলত পোনে পোনে সোমায়; আকৌ আন এটা দলে পশ্চিম নগা পাহাৰত দক্ষিণ ফালৰ পৰা অৰ্থাৎ মণিপুৰৰ মাজেৰে সোমায়।

ভাষাতত্ত্ববিদসকলে তিবেটো-বৰ্মন শাখাক আকৌ দুটা মুখ্য ঠালত বিভক্ত কৰিছে; তিবেটো হিমালয় আৰু অসম-বাৰ্মিজ। ইয়াৰ উপৰিও আন এটা ঠাল আছে যিটো উত্তৰ অসম ঠাল। এওঁলোক হৈছে অকা, ডফলা, আবৰ-মিৰি আৰু মিচিমি জনগোষ্ঠী।

অসম-বাৰ্মিজ ঠালটো আকৌ বিভক্ত হৈছে— বড়ো, নগা, কাচিন, কুকি, চীন, বাৰ্মা, লোবো-মোচো (Lobo-moso) আৰু শক বা লুই। বড়োসকল অসমৰ জনজাতীয় গোষ্ঠীসমূহৰ ভিতৰত সংখ্যাৰ ফালৰ পৰা বেছি আৰু গুৰুত্বপূৰ্ণ জনগোষ্ঠী। ভাষাতত্ত্বৰ ফালৰ পৰা এটা সময়ত এই জনগোষ্ঠীটো সম্পূৰ্ণ অসম, মণিপুৰ আৰু নাগালেণ্ডৰ পশ্চিম অংশ, খাছি আৰু জয়ন্তীয়া পাহাৰ বাদ দি, সমগ্ৰ অঞ্চল বিস্তাৰিত আছিল।

**শ্যামীয়-চীন ঃ** শ্যামীয়-চীন ভাষী লোকসকল ১২২৮ খ্ৰীঃত অসমত অনুপ্ৰৱেশ কৰে। তেওঁলোকৰ এটা গোষ্ঠী ভাৰতত আছে। তেওঁলোকক টাই বোলা হয়।

অসমৰ জনজাতীয় গোষ্ঠীসমূহৰ মাজত বি. এছ. গুহই তিনিটা মুখ্য উপাদান পাইছে। সেইকেইটা হৈছে নিগ্ৰো, প্ৰটো-অষ্ট্ৰোলয়ড আৰু মংগোলীয়। চুলিৰ গঠন আৰু বস্তুগত, সাংস্কৃতিক দৃষ্টিভংগীৰ ভিত্তিত গুহ, হাটন (Hutton) আৰু

মিলছে (Mills) অসমত নিগ্রো উপাদান পৰিলক্ষিত কৰিছে বিশেষভাৱে কিছুমান নগা গোষ্ঠীৰ মাজত। কিন্তু নিগ্রো জাতিৰ উপাদান ভাৰতত থকাটো এক বিতৰ্কৰ বিষয় হৈছে। এছ. এছ সৰকাৰে শেহতীয়া মন্তব্য দাঙি ধৰিছে যে কেৰালাৰ কদৰসকলৰ মাজত নিগ্রো উপাদান থকা বুলি সন্দেহ কৰা হৈছিল যদিও প্রকৃততে তেওঁলোক অষ্ট্রেলইড গোষ্ঠীৰ ভেদ শাখাৰ (Veddas of the Austroloid ethnic stock) লোক। নগা জনজাতি গোষ্ঠীক সম্পূৰ্ণভাৱে অধ্যয়ন নকৰা পৰ্যন্ত নিগ্রো জাতিৰ উপাদান তেওঁলোকৰ মাজত থকাটো কোনোপধ্যে নিশ্চিত নহ'ব।

মংগোলীয় উপাদান জনজাতি-গোষ্ঠীসমূহৰ মাজত সততে প্রচলন হয়। মংগোলীয় জনগোষ্ঠী (তিবেটো-বৰ্মন শাখা) বহু শাখাত বিভক্ত কৰা হয়। সেইবোৰ হৈছে বড়ো, নগা, মিজো, মিজো-কুকি আৰু অন্যান্য। তিবেটো-বৰ্মন গোষ্ঠীৰ ভিতৰত বড়ো জনগোষ্ঠী বিশেষ গুৰুত্বপূৰ্ণ। বড়ো জনগোষ্ঠীৰ ভিন ভিন ঠালে সৰ্বজনীনভাৱে ব্যৱহাৰ কৰা বড়ো ভাষাই তেওঁলোকক একত্রিত কৰিছে। বড়োসকলে ব্ৰহ্মপুত্ৰ উপত্যকাত দখল কৰি এটা শক্তিশালী জাতি হিচাপে প্রাচীন যুগত পৰিচয় দেখুৱাইছে। তেওঁলোকে আকৌ উত্তৰ বংগ, উত্তৰ মৈমনসিং, উত্তৰ কাছাৰ, শ্ৰীহট্ট (বাংলাদেশ) আৰু ত্রিপুৰালৈ বিস্তাৰিত আছিল।

কীনৰ (Keane) মতে কিছুমান ককেছীয় উপাদান (Caucasic) অসমলৈ ব্ৰহ্মদেশৰ (ম্যানমাৰ) মাজেৰে আনিছিল মংগোলীয় গোষ্ঠীৰ এটা শাখাই, যিটো তেওঁলোকে ককেছীয় মানুহৰ সৈতে সংমিশ্রিত হৈ লাভ কৰিছিল।

বড়োসকলে বিস্তৃত অঞ্চল সামৰি আছিল যদিও তেওঁলোকে পূৰ্বফালৰ পৰা আহোম আৰু পশ্চিমফালৰ পৰা কোচসকলৰ হেঁচাৰ সন্মুখীন হৈছিল। তেওঁলোকে আকৌ দক্ষিণ ফালৰ পৰাও আক্রমণৰ সন্মুখীন হৈছিল। তেওঁলোকক তাৰপৰাও খেদি পঠাইছিল। একেটা গোষ্ঠীৰ লোকৰ দ্বাৰা; কুকি গোষ্ঠীয়ে লুচাই (মিজো) আৰু চীন পাহাৰ এৰি দক্ষিণৰ পৰা মণিপুৰ, কাছাৰ উপত্যকা আৰু বিশেষকৈ উত্তৰ কাছাৰৰ পাৰ্বত্য অঞ্চল নহয়, য'ত জনসংখ্যা বৰ্তমান মিশ্রিত হৈছে আংশিকভাৱে বড়ো আৰু আংশিক কুকিৰ দ্বাৰা।

নৱপ্ৰস্তৰ যুগৰ শৈলাস্ত্ৰসমূহ অসমকে ধৰি উত্তৰ-পূব ভাৰতত পোৱা যায়; একেধৰণৰ শৈলাস্ত্ৰ দক্ষিণ-পূব এছিয়া আৰু দক্ষিণ চীনত পোৱা যায়। স্কন্ধযুক্ত কুঠাৰ (Shouldered hose) এই প্ৰকাৰৰ শৈলাস্ত্ৰ নগাপাহাৰ আৰু উত্তৰ কাছাৰত সীমাবদ্ধ আৰু এইবোৰ শৈলাস্ত্ৰ ব্ৰহ্মদেশৰ পৰা (ম্যানমাৰ) প্ৰাপ্ত। বক্রাকাৰ (দুয়োফালে ভাঁজ থকা curvilinear) কুঠাৰ আনহাতে ব্ৰহ্মপুত্ৰ উপত্যকা, খাছী আৰু গাৰো-পাহাৰত সীমাবদ্ধ যিটোৰ পোন (Straight ride) শৈলাস্ত্ৰৰ স্থানীয় অনুকৰণ নগাপাহাৰ আৰু উত্তৰ কাছাৰত পোৱা যায়। স্কন্ধযুক্ত নিয়মিত আৰু অনিয়মিত বক্রাকাৰ উভয় প্ৰকাৰ শৈলাস্ত্ৰ সমগ্ৰ দক্ষিণ-পূব এছিয়াকে ধৰি উত্তৰে হংকঙলৈ এই বৃহৎ অঞ্চলত সৰ্বজনীন হিচাপে দেখা যায়। ছাচ জাতীয় (Hoe-adge) শৈলাস্ত্ৰ অসম, দক্ষিণ-পূব এছিয়া আৰু য়ুন্নানত সৰ্বজনীন। বহল ফালৰ কুঠাৰ (Splayed axe) য়ুন্নান আৰু দক্ষিণ-পূব এছিয়াৰ আন ৰাজ্যতো এক প্ৰকাৰ সৰ্বজনীন বুলি ক'ব পাৰি আৰু এই শৈলাস্ত্ৰ ধাতুত নিৰ্মাণ কৰা অস্ত্ৰৰ পূৰ্বভাগ। ফলক ৰূপৰ (Facetted) আৰু স্কন্ধযুক্ত (Shouldered) শৈলাস্ত্ৰ প্ৰথম ধাতুত বিকাশ হয়, তাৰ পৰা শিলত নিৰ্মাণ কৰা হয়। ঘূৰণীয়া কুন্দাযুক্ত (Butt-axe) য়ুন্নান আৰু ব্ৰহ্মদেশতো পোৱা যায়।

অসমৰ নৱপ্ৰস্তৰ যুগৰ শৈলাস্ত্ৰসমূহ দুটা শ্ৰেণীত বিভক্ত কৰিব পাৰি। প্ৰথমটোত অসমত বিভিন্ন অঞ্চলত সীমাবদ্ধ শৈলাস্ত্ৰৰ প্ৰকাৰক সামৰি লোৱা হয়। দ্বিতীয়টো হৈছে সৰ্বজনীন প্ৰকাৰৰ সম্পূৰ্ণভাৱে বিদেশী আৰু য়ুন্নান আৰু ব্ৰহ্মদেশ (ম্যানমাৰ)ৰ কিছুমান শৈলাস্ত্ৰৰ সৈতে অভিন্ন। অষ্ট্ৰো-এছিয়েটিকসকলে অনুপ্ৰৱেশৰ সময়ত সম্বন্ধযুক্ত (Shouldered) শৈলাস্ত্ৰ ভাৰতলৈ লৈ আহে বুলি ধাৰণা কৰা হয়।

উত্তৰ-পূব ভাৰতৰ নৱপ্ৰস্তৰ যুগৰ সাংস্কৃতিক বৈশিষ্ট্য হৈছে ঘূৰণীয়া স্কন্ধযুক্ত আৰু কুন্দাযুক্ত কুঠাৰ (butt-axe) আৰু ইয়াৰ পিছৰটোত সম্ভৱ ধাতুত নিৰ্মাণ কৰা কলা নিহিত আছে। নৱপ্ৰস্তৰ যুগৰ শৈলাস্ত্ৰ চীন আৰু দক্ষিণ-পূব এছিয়াৰ পিছৰ পৰম্পৰাৰ দ্বাৰা অনুপ্ৰাণিত হয়। নিৰ্মাণ পদ্ধতি আৰু গঠন উভয় দক্ষিণ ভাৰতৰ নৱপ্ৰস্তৰ যুগৰ শৈলাস্ত্ৰৰ পৰা এইবোৰ

শৈলাস্ত্ৰ পৃথক। আকৌ প্ৰতিটো সংস্কৃতিৰ সৈতে জড়িত থকা মৃৎশিল্প মূলতঃ এটাৰ পৰা আনটো পৃথক। দুয়োটা সংস্কৃতিত স্বকীয় বৈশিষ্ট্য বিদ্যমান।

যেতিয়ালৈকে এইবোৰ বিভিন্ন জনগোষ্ঠীৰ বস্তুনিষ্ঠ সংস্কৃতিৰ সৈতে থকা সম্বন্ধৰ স্পষ্ট প্ৰমাণ প্ৰকৃত প্ৰত্নতাত্ত্বিক প্ৰসংগত পোৱা নাযায় আৰু সেইবোৰৰ সময় নিৰ্ধাৰণৰ অনুক্ৰম স্পষ্টভাৱে প্ৰতিষ্ঠা কৰাটো সম্ভৱ নহয় তেতিয়ালৈকে আমি স্পষ্টভাৱে ক'ব নোৱাৰো কোনটো জনগোষ্ঠী এই অঞ্চললৈ প্ৰথম আহি বসতি স্থাপন কৰিছিল আৰু কোনটো পিছত। ভাষাতত্ত্বৰ তথ্যই আমাক কোনো প্ৰামাণিক সিদ্ধান্ত দিব নোৱাৰে, দৰাচলতে কোনটো জনগোষ্ঠীয়ে এই অঞ্চলত প্ৰথম অনুপ্ৰৱেশ কৰিছিল।

অসমৰ আদিম বা প্ৰাচীনতম অধিবাসী সম্পৰ্কে প্ৰাচীন গ্ৰন্থ সাহিত্য, অভিলেখ, ভাষাতত্ত্ব, প্ৰাগৈতিহাসিক আৰু সাংস্কৃতিক নৃতত্ত্বৰ ফলৰ পৰাহে অসমৰ আদিবাসীসকলৰ উৎস সম্পৰ্কে আলোচনা কৰা হৈছে। কিন্তু যেতিয়ালৈকে প্ৰত্নতাত্ত্বিক দিশত ধাৰাবাহিক ক্ৰম অনুযায়ী বসতিৰ স্তৰ আৰু মানুহৰ জীৱাশ্ম বা জকা আৰু সেই সময়ৰ মানুহৰ সামগ্ৰী আদি প্ৰত্নতাত্ত্বিক প্ৰামাণিক তথ্যৰে সৈতে উদ্ধাৰ নহয়, তেতিয়ালৈকে অসমৰ আদিম অধিবাসী কোন আৰু তেওঁলোকৰ আপেক্ষিক প্ৰাচীনতা কিমান এই প্ৰশ্নবোৰৰ সমাধান সহজে হোৱাৰ আশা অতি ক্ষীণ। যেহেতু কেৱল ভাষাতাত্ত্বিক আৰু দেহতাত্ত্বিক চৰ্চাৰ মাজেৰে এই প্ৰশ্নবোৰৰ কোনো সদুত্তৰ দিয়াটো সম্ভৱ নহয়।

ড° এ. কে শৰ্মা ভাৰতৰ প্ৰত্নতাত্ত্বিক জৰীপ বিভাগৰ প্ৰাগৈতিহাসিক শাখাৰ বিষয়া। এখেতে মণিপুৰত প্ৰাগৈতিহাসিক স্থানত খনন কাৰ্য চলাই ভালে মান প্ৰাগৈতিহাসিক সমল উদ্ধাৰ কৰিছে। তেওঁ উদ্ধাৰ কৰা শৈলাস্ত্ৰসমূহৰ যিবোৰ উত্তৰ-পূব ভাৰতৰ অতি সৰ্বজনীন বুলি স্বীকৃতি দি আহিছিল, বিশেষকৈ স্কন্ধযুক্ত শৈলাস্ত্ৰসমূহ সেইবোৰ উদ্ধাৰ হৈছে মাত্ৰ দুই শতাংশহে। ইয়ে প্ৰমাণ কৰে প্ৰাচীন যুগৰ উত্তৰ-পূব এছিয়াৰ পৰা অনুপ্ৰৱেশ ঘটাটো সন্দেহপূৰ্ণ।

**প্ৰসংগ গ্ৰন্থ :**


1. *Majumdar, R. C.* — *Ancient India, 1960*

2. *Do* — *The History and culture of Indian people (Vol. I-V.)*

3. *Chatteryi, S.K.* — *Kirata Janakrita, 1951*

4. *Chatteryi, S.K.* — *The place of Assam in History of in civilisation of India.*

5. *Do* — *Voided Index of Names a& Subjects Vol. I.*

6. *Das, B. M.* — *'A note on the Race of Assam'– 'Kamarupa, 1957.*

7. *Do* — *Erythrcan elements in Assam, Pragjyotisa, 1965/*

8. *Kakati, B. K.* — *Kalita Jatin Itobritta,*

9. *Law, B.C.* — *Some Ksatriya Tribes in ancient India*

10. *Dikshitar* — *Aryanisation of earth India (Assam). I. H.Q. XXI*

11. *Bhattasariy N.K.* — *N.K. I.H.Q. XXII*

12. *Choudhory, P. C.* — *The History of civilisation of the people of Assam to the 12th cy A.D., 1966.*

13. *Choudhury, N.D.* — *The historical Archarology of central Assam– form earliest time to 12th cy. A.D*

14. *Choudhury, R.D.* — *Archanology of this Brah,aputra bally of Assam.*

15. *Barua B.K.* — *Cultural History of Assam.*

16. *Griensem, G.A.* — *Linguistic Survey of India, Vol. III, I,II, III*

17. *Kakati, B.K.* — *An Aspects of early*

| | Assamese literature. |
|---|---|
| 18. Do | Assamese, its formation and development. |
| 19. Hatton, J.H. | Pre History of Assam, Man in India, VIII, 1928. |
| 20. Barua, K.K. | J.A. R. S, Vol.VII |
| 21. Choudhury, P. C. | Novelistic Cultural in Kamarupa JARS Vol. XI |
| 22. Dani, A.H. | Prehistory pro to history of Earlern India. |
| 23. Sharma, T.C. | Pre History Archanology of Assam (un publication) |
| 24. Sankalia, H.D. | Pre history & pre history of India and Pallistan |
| 25. Dalton, | Description enthnology of Bengal |
| 26. Sharma | Parani Asomat Bharatia Darshan Sastrar Charcha. |

## পঞ্চম অধ্যায়

# প্ৰাগজ্যোতিষ-কামৰূপ-কামাখ্যা আৰু অসম নামৰ উৎপত্তি আৰু প্ৰাচীনত্ব

প্ৰাগজ্যোতিষ আৰু কামৰূপক ৰাজ্য হিচাপে প্ৰাচীন গ্ৰন্থ আৰু অভিলেখসমূহৰ পৰা জনা যায়। ৰামায়ণ আৰু মহাভাৰতত প্ৰাগজ্যোতিষ ৰাজ্যৰ উল্লেখ আছে, আদি কাণ্ড ৰামায়ণত অমূৰ্ত ৰাজে প্ৰাগজ্যোতিষ নগৰ প্ৰতিষ্ঠা কৰা সম্বন্ধে পোৱা যায়। কিষ্কিন্ধ্যা কাণ্ডত নৰকৰ প্ৰাগজ্যোতিষ নগৰ বৰাহ পৰ্বতত বুলি উল্লেখ আছে। প্ৰাগজ্যোতিষ নগৰ আৰু ৰাজ্য হিচাপে মহাভাৰতৰ সভা, অশ্বমেধ, উদ্যোগ, দ্ৰোণ, ভীষ্ম আৰু কৰ্ণ পৰ্বত উল্লেখ পোৱা যায়।

বৰাহ মিহিৰৰ বৃহৎ সংহিতাত (৫ ম শতিকা) প্ৰাগজ্যোতিষ আৰু লৌহিত্য দুয়োখন ওচৰা-উচৰি আৰু সুকীয়া ঠাই বুলি উল্লেখ আছে। গ্ৰহভুক্তি অধ্যায়ত প্ৰাগজ্যোতিষক চীন আৰু কম্বোজৰ সৈতে উল্লেখ কৰিছে। কালিদাসৰ ৰঘুবংশত (৫ ম শতিকা) প্ৰাগজ্যোতিষ আৰু কামৰূপক ব্ৰহ্মপুত্ৰৰ পূবফালে একেখন ৰাজ্য হিচাপে উল্লেখ কৰা হৈছে। দণ্ডিণৰ দশকুমাৰ চৰিতত ৰজা কালিন্দ বৰ্মনৰ কন্যা কল্পনা সুন্দৰীক বিয়া কৰায় বুলি পোৱা যায়। দণ্ডিয়ে কামৰূপৰ ৰজা কুমাৰ কামৰূপেশ্বৰ আৰু কালিন্দ বৰ্মনক ভাস্কৰ বৰ্মন বুলি কৈছে। মুকুন্দ মাধব শৰ্মাৰ মতে কালিন্দ আৰু ভাস্কৰ শব্দৰ অৰ্থ সূৰ্য। হৰ্ষচৰিতত ভাস্কৰ বৰ্মনৰ আন এটি নাম কুমাৰ বুলি উল্লেখ কৰিছে।

বাণভট্টৰ হৰ্ষচৰিতৰ পৰা (৭ম শতিকা) কামৰূপৰ ৰাজনৈতিক আৰু সাংস্কৃতিক ইতিহাস সম্বন্ধে জানিব পাৰি। ৰাজশেখৰৰ কাব্য মীমাংসাত (অধ্যা ঃ ১৭) প্ৰাগজ্যোতিষ প্ৰাচ্যৰ ৰাজ্যসমূহৰ ভিতৰত আৰু কামৰূপ এখন পৰ্বত বুলি উল্লেখ কৰিছে। তেওঁৰ কৰ্পূৰ মঞ্জৰীত কামৰূপ আৰু কৰ্ণসুবৰ্ণক চম্পা, ৰাঢ় আৰু হৰিকেশৰ সৈতে দেখুৱা গৈছে। আকৌ ইয়াত ৰজাক বিক্ৰমসক্ৰমিং- কামৰূপ উপাধি দি প্ৰশংসা কৰিছে। ইয়াৰ টীকাকাৰ যশোধৰে গৌড়ৰ উদ্ধৃতি দি ব্যাখ্যা দিছে ঃ

'গৌড়াহ কামৰূপকায় প্ৰাচ্যবিশেষহে'।

যাদৱ প্ৰকাশৰ বৈজন্তীত (দশম শতিকা) প্ৰাগজ্যোতিষ আৰু কামৰূপ প্ৰাচ্যত অৱস্থিত।

'প্ৰাগজ্যোতিষঃ কামৰূপ প্ৰাগজানিক'।

মাৰ্কণ্ডেয় পুৰাণত উদয়াচল, লৌহিত্য আৰু কামৰূপ পূব দিশত বুলি কোৱা হৈছে। উদয়াচল বা উদয়াদি কামৰূপৰ সৈতে সম্বন্ধ থকা বৰ্তমানৰ অসমত অৱস্থিত। হেমচন্দ্ৰৰ অভিধান-চিন্তামণিত প্ৰাগজ্যোতিষ আৰু কামৰূপৰ উল্লেখ আছে আৰু যাদৱ প্ৰকাশত প্ৰাগজ্যোতিষ কামৰূপৰ আন এটা নাম বুলি কোৱা হৈছে।

'প্ৰাগজ্যোতিষাঃ কামৰূপাঃ'

মহাভাৰতৰ উদ্যোগ পৰ্বত (৪৮) প্ৰাগজ্যোতিষ নামৰ ডাঙৰ দুৰ্গ নগৰত নৰকে বাস কৰা সম্বন্ধে উল্লেখ পোৱা যায়। নৰকে প্ৰাগজ্যোতিষত বহু যুগ বাস কৰা (১৩০), কৃষ্ণই নৰকক বধ কৰা, বিষ্ণুৱে নৰকক বৈষ্ণৱ অস্ত্ৰ প্ৰদান কৰা আৰু ভগদত্তই নৰকৰ পৰা উক্ত বৈষ্ণৱ অস্ত্ৰ লাভ কৰা আৰু ভগদত্তই নৰকৰ পিছত ৰজা হোৱা সম্পৰ্কে উল্লেখ আছে।

মহাভাৰতৰ সভা পৰ্বত (২৬) উত্তৰ ভাৰতৰ ৰজা ভগদত্তই পাণ্ডৱসকলৰ সৈতে যুদ্ধত অৱতীৰ্ণ হোৱা আৰু আঠদিন ধৰি এই যুদ্ধ চলিছিল বুলি উল্লেখ আছে। একেটা পৰ্বতে (৩০) ভীমৰ প্ৰাচ্য অভিযানত লৌহিত্যে অঞ্চলৰ ম্লেচ্ছৰ ৰজাক পৰাভূত কৰা সম্বন্ধে জানিব পাৰি। সভাপৰ্বত (৫১) প্ৰাগজ্যোতিষৰ ৰজা ভগদত্তই ঘোঁৰা, মূল্যবান ৰত্নখচিত অলংকাৰ, হাতী-দাঁতেৰে নিৰ্মিত অস্ত্ৰৰ নাল আদি উপহাৰ

দিয়া সামগ্ৰীৰ তালিকা এখন দিয়া আছে। উদ্যোগ পৰ্বত ভগদত্তৰ বীৰত্ব আৰু অক্ষয় বাহিনী সৈন্য-সামন্ত লৈ কুৰুক্ষেত্ৰৰ যুদ্ধত কৌৰৱৰ ফলীয়া হৈ যুদ্ধত অৱতীৰ্ণ হোৱাৰ উল্লেখ আছে। ভীষ্ম পৰ্বত (৯৫) ভগদত্তৰ বীৰত্বৰ কাহিনী, যুদ্ধত হাতী-চালনাৰ কৌশল আৰু ভীষ্মই ভগদত্তক প্ৰশংসা কৰা সম্বন্ধে বৰ্ণিত আছে। দ্ৰোণপৰ্বত (২৫-২৮) ভীমৰ সৈতে ভগদত্তৰ যুদ্ধ হোৱাৰ পিছত অৰ্জুনৰ সৈতে যুদ্ধত অৱতীৰ্ণ হোৱা আৰু শেহত তেওঁ যুদ্ধত মৃত্যু বৰণ কৰা সম্বন্ধে বিশদ বৰ্ণনা আছে। কৰ্ণ পৰ্বত (৫) ভগদত্তই কেনেকৈ মৃত্যু বৰণ কৰিলে সেই সম্বন্ধে বৰ্ণনা দিছে। অশ্বমেধ পৰ্বত (৭৫) প্ৰাগজ্যোতিষৰ ৰজা বজ্ৰদত্তক ভগদত্তৰ পুত্ৰ হিচাপে পৰিচয় প্ৰদান কৰা হৈছে।

হৰি বংশত (বিষ্ণুপুৰাণ, অধ্যাঃ ৬৩-৬৪) নৰকৰ জন্ম বৃত্তান্ত, প্ৰাগজ্যোতিষৰ ৰজা হিচাপে প্ৰতিষ্ঠা লাভ কৰা, অদিতিৰ কুণ্ডল চুৰি কৰা আৰু কৃষ্ণৰ হাতত মৃত্যুবৰণ কৰা কাহিনী বৰ্ণিত আছে; আকৌ বিষ্ণু পুৰাণ (২৯) আৰু ভাগৱত পুৰাণ (দশম স্কন্ধ) ত একেধৰণে বৰ্ণিত আছে। কালিকা পুৰাণ (অধ্যাঃ ৩৬-৪০) ত নৰকৰ কাহিনী একে ধৰণে বৰ্ণিত কৰা হৈছে। ব্ৰহ্মপুৰাণ (শ্লোক ১২৪), গৰুড় পুৰাণ, অগ্নিপুৰাণ, যোগিনী তন্ত্ৰতো (পূৰ্বাৱ- দ্বাদশ পটল) নৰকৰ বৃত্তান্ত পোৱা যায়।

কলহনৰ ৰাজতৰংগিনীত কামৰূপৰ নাম তিনি ঠাইত উল্লেখ কৰিছে : মেঘবাহনে কামৰূপৰ ৰাজকন্যা অমৃতপ্ৰভাক বিয়া কৰা প্ৰসংগত, অমৃতপ্ৰভাৰ নিৰ্দেশত কাশ্মীৰত এটা বৌদ্ধ বিহাৰ নিৰ্মাণ কৰা সম্পৰ্কত; আৰু ললিতাদিত্যৰ লৌহিত্যৰ পাৰলৈ অভিযান চলোৱা প্ৰসংগত।

কালিদাসৰ ৰঘুবংশত (৮১-৮৪) ৰঘুৱে দিগ্বিজয় কৰা উত্তৰ ভাৰতৰ ৰাজ্যসমূহৰ ভিতৰত কামৰূপ হৈছে অন্তিম ৰাজ্য। ৰঘুৱে লৌহিত্য আক্ৰমণ কৰোতে প্ৰাগজ্যোতিষৰ ৰজাই ভয়তে কম্পমান হৈছিল। কামৰূপৰ ৰজাই ৰঘুলৈ হাতী উপহাৰ দি শ্ৰদ্ধা নিবেদন কৰিছিল আকৌ তেওঁৰ ভৰিৰ ছাঁটোক ৰত্নখচিত ফুলৰে পূজা দিছিল। উক্ত বৰ্ণনাত প্ৰাগজ্যোতিষৰ ৰজাক এবাৰ আৰু কামৰূপৰ ৰজাক দুবাৰ উল্লেখ কৰিছে। কামৰূপ প্ৰাচ্যৰ দেশ হিচাপে বিষ্ণুপুৰাণ আৰু জয়মংগলা টীকাত উল্লেখ আছে। আকৌ অৰ্জুন (মহাভাৰতৰ সভাপৰ্ব) আৰু ৰঘু (ৰঘু বংশ) দুয়ো উত্তৰ ভাৰতত দিগ্বিজয় অভিযান লৈ আহোতে কামৰূপতৰ উপস্থিত হৈছিল। ইয়ে সূচায় কামৰূপৰ উত্তৰ সীমা হিমালয়লৈ ব্যাপি আছিল।

প্ৰাগজ্যোতিষ আৰু কামৰূপৰ ৰজাসকলৰ নাম পুৰাণসমূহত পোৱা যায়। গড়ুৰ পুৰাণত (৮৯) কামৰূপ আৰু কামাখ্যা প্ৰসিদ্ধ ধৰ্ম স্থান হিচাপে উল্লেখ আছে। মাৰ্কণ্ডেয় পুৰাণত (৫৭-৫৮) প্ৰাগজ্যোতিষৰ সৈতে উদয়াচল, লৌহিত্য আৰু কামৰূপ প্ৰাচ্যৰ ৰাজ্য হিচাপে উল্লেখ আছে। আকৌ (৬৬/৮) মনুৰে তেওঁৰ পুত্ৰক কামৰূপত পাহাৰৰ ওপৰৰ এখন উন্নত নগৰ দিছিল।

'প্ৰাচ্যান্ত বিজয়ম নাম কামৰূপে নগোপৰি।

বিজয়ায় সুতাযাদৌ সদৌ পুৰমুত্তমহং।'

অধ্যায় ১০৯ত কামৰূপত এটা সূৰ্য মন্দিৰ থকাৰ উল্লেখ আছে। বিষ্ণু পুৰাণত (অধ্যাঃ ১, ৪, ৫, ২৯) বিষ্ণুৰ বৰাহ অৱতাৰ, প্ৰাগজ্যোতিষত নৰক ৰজাৰ প্ৰতিষ্ঠা, নৰকৰ হত্যা আৰু ভগদত্তক ৰজা পতা সম্পৰ্কে উল্লেখ কৰিছে। হৰিবংশতো ইয়াৰ উল্লেখ আছে (৬৩-৬৪)। ইয়াত আকৌ কামৰূপৰ কিৰাতকে ধৰি আন প্ৰজা, শোণিতপুৰৰ বাণৰজা আৰু কুণ্ডিলৰ ভীষ্মক ৰজাৰ উল্লেখ আছে। বায়ু পুৰাণত (৪৫) প্ৰাগজ্যোতিষ আৰু লৌহিত্যক প্ৰাচ্যৰ ৰাজ্যসমূহৰ সৈতে উল্লেখ কৰা হৈছে। স্কন্ধ পুৰাণত কামৰূপত শক্তি পীঠৰ প্ৰচলন সম্পৰ্কে উল্লেখ পোৱা যায়। অগ্নিপুৰাণত শোণিতপুৰৰ বাণ ৰজাৰ উল্লেখ আছে।

**তন্ত্ৰ সাহিত্য :** প্ৰাচীন অসমৰ সাংস্কৃতিক ইতিহাসৰ বাবে বৌদ্ধিক তন্ত্ৰ গ্ৰন্থসমূহকে ধৰি কিছুমান তান্ত্ৰিক সাহিত্য-সংস্কৃতিৰ গ্ৰন্থ আছে। এইবোৰৰ বিৱৰৰ কালিকাপুৰাণ হেৱজ্ৰ তন্ত্ৰ, মঞ্জু শ্ৰীমুলকল্প, সাধনমালা আৰু তিব্বতীয় গ্ৰন্থ আছে। লামা তাৰা নাথৰ History of Buddhism In India (১৬০৮ খ্ৰীঃ) এখন উল্লেখযোগ্য পুথি।

তান্ত্ৰিক বৌদ্ধিক গ্ৰন্থসমূহত কামৰূপ-কামাখ্যা আৰু অসমৰ পীঠসমূহৰ বিষয়ে পোৱা যায়। হেৱজ্ৰ তন্ত্ৰ (৭ম /৮ ম শতিকা) মতে ভাৰতৰ চাৰিখন পীঠৰ ভিতৰত কামৰূপ হৈছে বৈশিষ্ট্যপূৰ্ণ পীঠ। চন্দ্ৰগৰ্ভসূত্ৰ (৫৬৩ খ্ৰীঃ) আৰু

সম্মোহতন্ত্রত কামৰূপৰ উল্লেখ আছে। কামৰূপ যাত্ৰা, যোগিনী তন্ত্ৰ, কালিকাপুৰাণ আৰু কুলাৰ্ণৱ তন্ত্ৰত কামাখ্যা দেৱীৰ পূজা সম্পৰ্কে বিস্তৃতভাৱে দিয়া আছে। ইয়াত কামৰূপ নামৰ উৎপত্তি সম্পৰ্কেও উল্লেখ আছে।

তিক্ককল্প(তন্ত্ৰ পুথি)ত কামৰূপৰ ভৌগোলিক বিৱৰণ পোৱা যায়। কামাখ্যাতন্ত্ৰত নৰক-ভগদত্তৰ বৰ্ণনা আছে। যোগিনীতন্ত্ৰত প্ৰাচীন অসমৰ ভৌগোলিক বিৱৰণ আৰু সাংস্কৃতিক অৱস্থাৰ বিষয়ে দিয়া আছে। হৰ-গৌৰী সম্বাদত প্ৰাচীন অসমৰ ৰজাসকলৰ তালিকা পোৱা যায়। অন্যান্য তন্ত্ৰ গ্ৰন্থৰ পৰাও ধৰ্মীয় ইতিহাসৰ বিষয়ে জনা যায়। হৰগৌৰী বিলাস আৰু ভূগ্ৰাৰ পুথিতো ৰাজবংশাৱলী আৰু ভৌগোলিক বিৱৰণ আছে।

পূৰ্বৰ বৌদ্ধ আৰু জৈন ধৰ্মীয় গ্ৰন্থত প্ৰাগজ্যোতিষ বা কামৰূপৰ উল্লেখ স্পষ্টভাৱে পোৱা নাযায় আৰু দুয়োখনৰ নাম নিকায়ৰ ষোড়শ মহাজন পদৰ অন্তৰ্গত নাছিল। লৌহিত্য (লোহিত্য)ৰ নিকায়ত উল্লেখ আছে; বিশেষকৈ লৌহিত্য দেশৰ দুজন ব্ৰাহ্মণৰ উল্লেখ পোৱা যায়।

তিব্বত, নেপাল আৰু ভূটানৰ বৌদ্ধগ্ৰন্থত কামৰূপক বুদ্ধদেৱৰ মহাপৰিনিৰ্বাণৰ সৈতে জড়িত কৰা হৈছিল, যিখন ঠাই বৰ্তমানৰ হাজো বুলি কোৱা হয়। অৱশ্যে বুদ্ধদেৱৰ পৰিনিৰ্বাণ কুশীনগৰ বৰ্তমানৰ গোৰখপুৰ বুলি চিনাক্ত কৰা হৈছে।

**বিদেশী পৰিব্ৰাজক ঃ** বিদেশী পৰিব্ৰাজকৰ বিৱৰণ ইতিহাস ৰচনাৰ বাবে মূল্যবান সমল। তেওঁলোকৰ ভিতৰত চীনদেশৰ পৰিব্ৰাজক হিউৱেন চাঙৰ কামৰূপ ভ্ৰমণ অতি গুৰুত্বপূৰ্ণ। হিউৱেন চাঙে ৬৪২-৪৩ খ্ৰীঃত কামৰূপ ভ্ৰমণ কৰি কামৰূপৰ ভৌগোলিক, ৰাজনৈতিক বাণিজ্যিক আৰু সাংস্কৃতিক অৱস্থাৰ বিষয়ে এটি টোকা লিখি থৈ যায়। হিউৱেন চাঙৰ এই মূল্যবান টোকা কামৰূপ বুৰঞ্জীৰ অতি গুৰুত্বপূৰ্ণ সমল। চীনৰ আন এগৰাকী পৰিব্ৰাজক তাংগুৱে কামৰূপক কামোপো বা কোমেলু বুলি উল্লেখ কৰিছে।

আলবেৰুণিৰ ভাৰতত কামৰূপক কনৌজৰ পৰা বহু পূবত আৰু কামৰূপৰ পৰ্বতমালা সাগৰলৈ বিস্তাৰিত বুলি উল্লেখ কৰিছে, তেওঁৰ বিৱৰণীৰ পৰা কামৰূপৰ সীমা আৰু বিস্তৃতি জানিব পাৰি। মিনহাজুদ্দিন ছিৰাজে 'তবাকৎ-ই-নাসীৰীত (ত্ৰয়োদশ শতিকা) কামৰূপ, কামৰুদ বা কামৰূপৰ, বখতিয়াৰে (১২০৫-৬ খ্ৰীঃ), খিয়াচুদ্দিন (১২০৬ খ্ৰীঃ), নাছিৰুদ্দিন (১২২৮ খ্ৰীঃ) আৰু যুজবেকে (১২৫৬-৫৭ খ্ৰীঃ) কামৰূপ আক্ৰমণ কৰা সম্পৰ্কে উদ্ধৃতি দি উল্লেখ কৰিছে। বিদেশী পৰিব্ৰাজকৰ ভিতৰত Periplas of the Erythrean sea (1st cy A.D.) Ptolemy's Geography (2nd cy. A.D) প্ৰাচীন অসমৰ ইতিহাসৰ সমল।

অভিলেখসমূহ ইতিহাসৰ বাবে গুৰুত্বপূৰ্ণ আৰু মূল্যবান সমল। স্থানীয় আৰু অসমৰ বাহিৰৰ অভিলেখত প্ৰাচীন অসমৰ বিষয়ে ভালেমান নিৰ্ভৰযোগ্য তথ্য পোৱা যায়। সেইবোৰ অতি গুৰুত্বপূৰ্ণ।

১) সমুদ্ৰগুপ্তৰ এলাহাবাদ স্তম্ভ লেখত (৩৫০ খ্ৰীঃ) কামৰূপ আৰু ডবাকক প্ৰত্যন্ত দেশ বুলি কোৱা হৈছে।

২) যশোধৰ্মৰ মন্দাষৰ স্তম্ভলেখত (৫২৫-৩৫ খ্ৰীঃ) যশোধৰ্মৰ দিগ্বিজয় অভিযান ব্ৰহ্মপুত্ৰলৈ বুলি উল্লেখ আছে।

৩) আদিত্য সেনৰ শিলা লেখত (৬৭২ খ্ৰীঃ) মহাসেন গুপ্তক পৰাভূত হোৱা কামৰূপৰ ৰজা সুস্থিত বৰ্মনে ব্ৰহ্মপুত্ৰৰ তীৰত যশস্যা কৰা সম্পৰ্কে লিপিবদ্ধ আছে।

৪) দ্বিতীয় জয়দেৱৰ গৌড়, ঔড্ৰ, কলিংগ আৰু কোশলৰ অধিপতি ৰজা শ্ৰীহৰ্ষদেৱৰ কন্যা ৰাজ্যমতীক বিয়া কৰা সম্বন্ধে লিপিবদ্ধ আছে।

৫) ৰাষ্ট্ৰকূটৰ ৰজা দন্তিদুৰ্গৰ (খ্ৰীঃ ৭৫২) সংগদ অভিলেখত শালস্তম্ভ বংশৰ কামৰূপৰ ৰজা শ্ৰীহৰ্ষৰ সৈতে সংঘৰ্ষৰ আভাস লিপিবদ্ধ আছে।

৬) গৌড়ৰ ৰজা নাৰায়ণ পালৰ ভাগলপুৰ তাম্ৰশাসনত গৌড়ৰ দেৱপাল আৰু কামৰূপৰ ৰজাৰ মাজত মিত্ৰতা স্থাপন সম্পৰ্কে উল্লেখ আছে।

৭) গংগা ৰজা অৱন্তি বৰ্মনৰ তাম্ৰ শাসনত (৯২২ খ্ৰীঃ) কামৰূপৰ বিষ্ণু সোমাচাৰ্যলৈ মাটি দান সম্পৰ্কে লিপিবদ্ধ আছে।

৮) শ্ৰীচন্দ্ৰৰ পশ্চিমভাগ তাম্ৰশাসনত (দশম শতিকা) শ্ৰীচন্দ্ৰই কামৰূপ জয় কৰা আৰু লৌহিত্য আৰু পুষ্পভদ্ৰাৰ নাম উল্লেখ আছে।

৯) ভোজ বৰ্মনৰ বেলাৱা তাম্ৰশাসনত (দ্বাদশ শতিকা)

বিক্রমপুৰৰ ৰজা জাত বৰ্মনে কামৰূপৰ যশস্যা ম্লান কৰা সম্পৰ্কে উল্লেখ আছে।

১০) বিজয় সেনৰ দেওপাৰা অভিলেখত (দ্বাদশ শতিকা) বিজয়সেনে কামৰূপৰ ৰজা এজনক খেদি পঠোৱা সম্পৰ্কে উল্লেখ আছে।

১১) লক্ষ্মণসেনৰ মাধাই নগৰ তাম্ৰশাসনত (দ্বাদশ শতিকা) কামৰূপৰ ৰজা এজনৰ ওপৰত লক্ষ্মণসেনৰ প্ৰভুত্ব থকা সম্বন্ধে জনা যায়।

১২) জয়পালৰ সময়ৰ শিলিমপুৰ শিলালেখত ৰজা জয়পালদেৱেহে দিয়া তুলাপুৰুষদান সম্পৰ্কে উল্লেখ আছে আৰু তেওঁৰ মহত্ত্ব প্ৰকাশ পাইছে 'চান্দোগ্যপৰিষ্ট প্ৰকাশ'ত।

১৩) লড়হ চন্দ্ৰৰ মইনামতী তাম্ৰশাসন অনুসৰি শ্ৰীচন্দ্ৰই প্ৰতিজ্ঞা কৰিছিল প্ৰাগজ্যোতিষৰ নাৰীসকলে পেলোৱা চকুপানী আৰু গৌড়ৰ ৰজাৰ অন্তঃপুৰত থকা নাৰীসকলৰ পদুমৰ ঠাৰিৰ দৰে চিৰিঙি ওঁঠ মষিমূৰ কৰিবলৈ।

১৪) গোবিন্দচন্দ্ৰৰ মইনামতী তাম্ৰশাসনত কল্যাণ চন্দ্ৰই লৌহিত্য নদীৰ উল্লেখ কৰিছে।

**প্ৰাগজ্যোতিষ :** পূৰ্বৰ অভিলেখ আৰু গ্ৰন্থত এই অঞ্চলটোক প্ৰাগজ্যোতিষ বা কামৰূপ নামেৰে উল্লেখ পোৱা যায়। প্ৰাগজ্যোতিষ নামটো বেছি পুৰণি আৰু জনপ্ৰিয়। এই নামটো বহু পিছলৈ যে প্ৰচলিত আছিল সেইটো অভিলেখসমূহৰ পৰা জনা যায়, বিশেষকৈ অভিলেখত কামৰূপৰ ৰজাসকলে নিজকে 'প্ৰাগজ্যোতিষেশ্বৰ' বা 'প্ৰাগজ্যোতিষাধিপতি' অৰ্থাৎ প্ৰাগজ্যোতিষৰ ৰজা হিচাপে পৰিচয় দি গৌৰৱবোধ কৰিছিল।

মাৰ্কণ্ডেয় পুৰাণ (কূৰ্ম বিভাগ, অধ্যাঃ LIII) আৰু বৰাহ মিহিৰৰ বৃহৎ সংহিতাত (XIX, ২৩, ৩১) প্ৰাগজ্যোতিষৰ অৱস্থান ভাৰতবৰ্ষৰ পূবখণ্ডত বুলি উল্লেখ কৰিছে, ইয়াৰ ৰাজধানী হৈছে প্ৰাগজ্যোতিষপুৰ। কালিকাপুৰাণৰ (দশম শতিকা) মতে ব্ৰহ্মাই ইয়াত বহি সৌৰজগতৰ নক্ষত্ৰ সৃষ্টি কৰিছিল বাবে নগৰখনৰ নাম প্ৰাগজ্যোতিষপুৰ হয়। এই পৰম্পৰাক লৈ কিছুমান পণ্ডিতে গুৱাহাটীৰ চিত্ৰাচল পাহাৰত থকা বিগ্ৰহ মন্দিৰ প্ৰাগজ্যোতিষপুৰৰ উৎপত্তি সম্পৰ্কে প্ৰামাণিক সাক্ষ্য বুলি মন্তব্য দিছে। তেওঁলোকে আকৌ অসমত উদ্ধাৰ হোৱা জ্যোতিষ বিদ্যা আৰু জ্যোতিষ শাস্ত্ৰৰ ওপৰত ৰচিত ভালেমান সাঁচিপাতৰ পুথি, অসমত প্ৰচলিত সূৰ্য আৰু অগ্নি উপাসনা, আৰু বিহু উৎসৱৰ স'তে সম্বন্ধ থকা অগ্নিপূজাক, আৰু উৰ্বৰা শক্তি এইবোৰক সামৰি জ্যোতিষশাস্ত্ৰ সম্বন্ধীয় তাৎপৰ্যৰ ওপৰত ভিত্তি কৰি প্ৰাগজ্যোতিষ নামৰ উৎপত্তি বুলি ক'ব বিচাৰে।

বাণীকান্ত কাকতিয়ে প্ৰাগজ্যোতিষক ৰাজ্যৰ প্ৰাকৃতিক অৱস্থাৰ সৈতে সংযোগ কৰি অষ্ট্ৰিক যুক্তশব্দৰ মূল নিৰ্ণয় কৰিছেঃ এনেকৈ 'পগৰ জুই (জো), তিচ (চাছ)' Pagarjuh (Jo) tich (Chacht) চাও থেইৱাচ (Chao Theias) মানুহক যুথিচ (Zuthis) আৰু অসমলৈ অহা ইয়াৰ শাখাটোক প্ৰাগ যুথিচ (Prag Zuthis Eatern Zuthis) বুলি কোৱা হয়; যিটোৰ ভিত্তিত এই শব্দটো প্ৰাগজ্যোতিষলৈ পৰিবৰ্তন হৈছিল। ইয়াৰ ফলতে সংস্কৃত নাম প্ৰাগজ্যোতিষৰ উৎপত্তি।

প্ৰাগজ্যোতিষ নামৰ প্ৰাচীনত্ব শাংখ্যায়ন গৃহ্য সংগ্ৰহতকৈ পূৰ্বৰ নহয় যিটোত সূৰ্য উপাসনাৰ সৈতে সম্বন্ধ থকা এখন পবিত্ৰ ৰাজ্য হিচাপে উল্লেখ কৰিছে।

ভাৰতৰ অন্য অঞ্চলৰ তুলনাত এই অঞ্চল, সূৰ্য উদয় প্ৰথমে বাবে এই অঞ্চলটোৰ নাম প্ৰাগজ্যোতিষ; প্ৰাগৰ অৰ্থ আগতে বা পূৰ্বৰ, আৰু জ্যোতিষ, শব্দৰ অৰ্থ হৈছে জ্যোতিষ চৰ্চাৰ প্ৰত্যক্ষ (ৰূপ) অৰ্থাৎ সূৰ্য। বিকল্প হিচাপে প্ৰাগক পূৰ্ব দিশ হিচাপে ধৰি প্ৰাগজ্যোতিষ শব্দই নিৰ্দেশ কৰে পূবৰ সূৰ্যোদয়ৰ দেশ বা সূৰ্যোদয়ৰ প্ৰাচ্যৰ দেশ হচাপে। সেয়ে এই অঞ্চলটোৰ নাম প্ৰাগজ্যোতিষ হোৱাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি। অভিলেখসমূহত পোৱা যায়। নৰক, ভগদত্ত পৰা আৰম্ভ কৰি অসমৰ প্ৰাচীন যুগৰ সকলো ৰজাই প্ৰাগজ্যোতিষৰ সৈতে জড়িত।

ইতিহাসবিদসকলে সূৰ্য উপাসনা আৰু গুৱাহাটীৰ নৱগ্ৰহ মন্দিৰ আৰু গোৱালপাৰাৰ সূৰ্য পাহাৰে প্ৰাগজ্যোতিষ নামৰ উৎপত্তি সম্পৰ্কে প্ৰামাণিক তথ্য দাঙি ধৰে। কালিকাপুৰাণৰ মতে ব্ৰহ্মাই ইয়াতে প্ৰথম সৌৰজগতৰ গণনা কৰিছিল। ইয়ে সূচায় জ্যোতিষ আৰু জ্যোতিবিদ্যা চৰ্চাত এই ঠাইৰ গুৰুত্ব অতীতৰ পৰা বিদ্যমান।

**কামৰূপ-কামাখ্যা :** বাণীকান্ত কাকতিৰ মতে কামৰূপ আৰু কামাখ্যা শব্দ দুটা অষ্ট্ৰিক বা আলপাইন শব্দৰ পৰা

উৎপত্তি হোৱা। কামাখ্যা-কামেই (অসুৰ) প্ৰাচীন খেমাৰ শব্দৰ পৰা উৎপত্তি; কামইট (দানৱ) চাম ভাষাত; কামেই (মৃতদেহ) খাছী ভাষাত- কোমই (কবৰ) বা কোমুউচ (মৃতদেহ) চাওতালীত। কোমুউছ শব্দৰ অৰ্থ কবৰ বা মৃতদেহ। কামৰূপ, কামৰু বা কামৰুট শব্দৰ পৰা উৎপত্তি। প্ৰাচীন গ্ৰন্থসমূহত কামৰূপ আৰু কামাখ্যা ওতপ্ৰোতভাৱে জড়িত। ড° কাকতিৰ মতে কামৰূপ ধৰ্মীয় পন্থাৰ প্ৰতীক। কামৰূপ-কামাখ্যা শব্দই ধৰ্মীয় উপাসনাই অষ্ট্ৰীয় ঈশ্বৰতত্ত্বৰ পৰা উৎপত্তি হৈছে। গোপথ ব্ৰাহ্মণত কামৰূপ নামৰ পৰম্পৰাগত উৎপত্তি সম্বন্ধে কৈছে— মহাদেৱে কামদেৱক ভস্ম কৰাৰ পিছত কামদেৱ পুনৰ জন্ম লাভ কৰে। এই ভৌতিক আৰু যাদুবিদ্যা (মায়াবিদ্যা) ৰ প্ৰচলন অষ্ট্ৰিক আলপাইন সংস্কৃতিৰ সৈতে সম্বন্ধ থকা। কালিকাপুৰাণ আৰু আন গ্ৰন্থৰ মতে কামাখ্যা নামৰ পৰম্পৰাগক উৎপত্তি সতীৰ যোনিৰ সৈতে সম্বন্ধ থকা। পুৰাণত থকা আখ্যান আৰু তন্ত্ৰত বুদ্ধৰ দেহাংশৰ সৈতে সম্বন্ধ থকাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি।

কামাখ্যাৰ উল্লেখ অকল গ্ৰন্থসমূহতহে পোৱা যায়। কিন্তু কামৰূপৰ উল্লেখ গ্ৰন্থসমূহৰ উপৰিও অভিলেখসমূহতো পোৱা যায়। কামৰূপ নামটো পূৰ্বৰ দেশজ শব্দৰ সংস্কৃতকৰণ। কামৰু বা কামৰূপ নাম বৌদ্ধ চৰ্যাত, হৰগৌৰী সম্বাদ আৰু মুছলমান।

পৰিব্ৰাজকৰ তবা কাট-ই-নাসিৰী আৰু ৰিয়াজ-উচ-সলাটিন গ্ৰন্থত পোৱা যায়। হিউৱেন চাঙে 'কা-মো-লু-পো' আৰু টাং-শুৱে কামোপা আৰু কামেলু বুলি উল্লেখ কৰিছে।

**কামৰূপ ঃ** অভিলেখসমূহৰ ভিতৰত 'কামৰূপ'ৰ নাম প্ৰথম পোৱা যায় চতুৰ্থ শতিকাৰ গুপ্তসম্ৰাট সমুদ্ৰগুপ্তৰ এলাহাবাদ স্তম্ভলেখত। তাত উল্লেখ আছে কামৰূপৰ সৈতে আন ৰাজ্যৰ ৰজাই গুপ্ত সাম্ৰাজ্যৰ সীমান্তত আছিল (প্ৰত্যন্ত নৃপতি)। কালিদাসৰ ৰঘুবংশত ৰঘুৱে দিগ্বিজয় অভিযানত লৌহিত্য (ব্ৰহ্মপুত্ৰ) নদী অতিক্ৰম কৰোতে প্ৰাগজ্যোতিষৰ ৰজাহ প্ৰাগজ্যোতিযেশ্বৰ) ভয়তে কম্পমান হৈ যুদ্ধত অৱতীৰ্ণ হ'বলৈ অসমৰ্থ হৈছিল আৰু তেওঁ (কামৰূপেশ্বৰ কামৰূপৰ ৰজা) ৰঘু হাতী আৰু সোণৰ আসনত খোদিত কৰি তেওঁৰ (ৰঘুৰ) ভৰিৰ চিহ্ন, উপহাৰ দিছিল। ইয়াত কালিদাসে প্ৰাগজ্যোতি আৰু কামৰূপৰ নাম সমাৰ্থ (একেটা) হিচাপে উল্লেখ কৰিছে।

সংস্কৃত আভিধানিক যাদৱ প্ৰকাশ (বৈজয়ন্তী), হেমচন্দ্ৰ, (অভিধান চিন্তামণি, পৃঃ ৩৮১) আৰু পুৰুষোত্তম (ত্ৰিকাণ্ড শেষ, পৃঃ ৯৩ ) কে ধৰি প্ৰাগজ্যোতিষ আৰু কামৰূপ দুয়োটা নাম একেটা বুলি উল্লেখ কৰিছে। মাৰ্কণ্ডেয় পুৰাণ, গৰুড় পুৰাণ, দণ্ডিৰ দশকুমাৰ চৰিত, কাব্য-মীমাংসা আৰু কৰ্পূৰ মঞ্জৰী, কাশ্মীৰৰ পণ্ডিত বিলহনৰ বিক্ৰমাংকদেৱ চৰিত, সন্ধ্যাকৰ নন্দীৰ ৰামচৰিত আৰু কলহনৰ ৰাজতৰংগিনীত কামৰূপৰ উল্লেখ পোৱা যায়। এইবোৰ গ্ৰন্থত কেতিয়াবা প্ৰাগজ্যোতিষৰ সৈতেও কামৰূপৰ উল্লেখ কৰা হৈছে। চীন পৰিব্ৰাজক হিউৱেন চাং (৭ম শতিকা), আৰবী লেখক আবু ৰৈহান ইবন মহম্মদে (আলবেৰুণি) কামৰূপৰ বিৱৰণ দিছে। হিউৱেনচাঙৰ বিৱৰণীৰ পৰা কামৰূপৰ বিষয়ে ঐতিহাসিক আৰু গুৰুত্বপূৰ্ণ তথ্য পোৱা যায়। অসমৰ বাহিৰৰ অভিলেখসমূহৰ ভিতৰত প্ৰাচীতম সমুদ্ৰগুপ্তৰ এলাহাবাদ স্তম্ভদেখত কামৰূপৰ উল্লেখ আছে। গংগা ৰজা অৱন্তীবৰ্মনৰ তাম্ৰশাসন, চন্দ্ৰৰ ৰজা শ্ৰীচন্দ্ৰৰ পশ্চিম ভাগ তাম্ৰশাসন, ভোজবৰ্মনৰ বেলেৱা তাম্ৰশাসন, সেন ৰজা বিজয়সেনৰ দেওপাৰা অভিলেখ আৰু শেহৰজন সেনৰজা লক্ষ্মণসেনৰ মাধাই নগৰ তাম্ৰশাসনত কামৰূপৰ উল্লেখ পোৱা যায়। অসমৰ বাহিৰৰ ৰাজ্যসমূহত প্ৰাগজ্যোতিষতকৈ কামৰূপৰ নাম বেছি জনপ্ৰিয়; অসমত কিন্তু প্ৰাগ্যজ্যোতিষ নামটোহে বেছি প্ৰচলিত আৰু জনপ্ৰিয়। অসমৰ প্ৰায়সকলোবোৰ ৰজাই নিজকে প্ৰাগ্যজ্যোতিযেশ্বৰ বা 'প্ৰাগজ্যোতিষাধিপতি', বুলি পৰিচয় দিয়া অভিলেখসমূহত পোৱা যায়। পৰৱৰ্তী অভিলেখ আৰু গ্ৰন্থত বিশেষকৈ তান্ত্ৰিক সম্বন্ধীয় গ্ৰন্থ কালিকা পুৰাণ, যোগিনীতন্ত্ৰ আৰু হৰগৌৰী সম্বাদত আখ্যানৰ সৈতে কামৰূপক সন্নিবিষ্ট কৰা হৈছে। এই গ্ৰন্থসমূহত এক বিস্তৃত অঞ্চল কামৰূপৰ অন্তৰ্ভুক্ত কৰি গৰ্ব কৰা হৈছে। যোগিনী তন্ত্ৰত (XI- ১৬-১৮) কামৰূপৰ সীমা দেখুৱা হৈছে ঃ

"নেপালৰ কাঞ্চন পৰ্বতৰ পৰা ব্ৰহ্মপুত্ৰৰ সংগমলৈ আৰু কৰতোয়া নদীৰ পৰা দিক্কৰবাসিনী ইয়াৰ উত্তৰৰ সীমা গঠন হৈছে কাঞ্চনগিৰিৰ দ্বাৰা আৰু পশ্চিমৰ সীমা কৰতোয়া নদীৰ দ্বাৰা, পূবৰ সীমা দিক্ষু নদীৰ দ্বাৰা আৰু দক্ষিণে ব্ৰহ্মপুত্ৰ

আৰু ল্যাক্কাৰ সংগমলৈ কামৰূপৰ সীমা বিস্তাৰিত আছিল বুলি গ্ৰন্থসমূহত পোৱা যায়। যোগিনীতন্ত্ৰৰ মতে কামৰূপ ৰাজ্যৰ বিস্তৃতি প্ৰস্থই ৩০ যোজন আৰু দীৰ্ঘই ১০০ যোজন।

এয়া আছিল কামৰূপৰ আটাইতকৈ বৃহত্তৰ আয়তন অৱশ্যে সময়ে সময়ে সীমা হ্ৰাস বা পৰিবৰ্ধন হৈছিল। পূৰ্বতে কামৰূপ প্ৰখ্যাত কামাখ্যা মন্দিৰক সামৰি এটা অঞ্চলৰ নামহে ৰখা হৈছিল, কিন্তু ইয়াৰ ৰজাসকলে নতুন অঞ্চল অন্তৰ্ভুক্ত কৰি লোৱাৰ ফলত ইয়াৰ ভৌগোলিক সীমা যথেষ্ট বৃদ্ধি হয়।

পৌৰাণিক আখ্যান মতে কামৰূপ নামৰ উৎপত্তিত কামদেৱ আৰু শিৱক যুক্ত কৰা হৈছে। শিৱই তেওঁৰ পত্নী সতীৰ মৃত্যুত দুখতে ধ্যানত বহি থকাত দেৱতাসকলে শিৱৰ ধ্যান ভংগ কৰিবলৈ কামদেৱক পঠাই দিয়ে। কামদেৱে শিৱৰ ধ্যান ভংগ কৰাত ক্ৰোধান্বিত হৈ শিৱৰ তৃতীয় নেত্ৰৰ পৰা বিস্ফোৰিত অগ্নিয়ে কামদেৱক ভস্ম কৰে। পিছত শিৱৰ অনুগ্ৰহত কামদেৱে পূৰ্বৰ ৰূপ লাভ কৰিলে। কামদেৱে পূৰ্বৰ ৰূপ লাভ কৰাৰ বাবে ৰাজ্যখনৰ নাম কামৰূপ হ'ল। কামাখ্যা দেৱীৰ জনপ্ৰিয়তা আৰু তান্ত্ৰিক পূজা পদ্ধতি সমগ্ৰ ৰাজ্যতে বহুলভাৱে প্ৰচলন হোৱাত প্ৰাগজ্যোতিষৰ নাম ক্ৰমান্বয়ে ম্লান হ'ব ধৰে। কামাখ্যা দেৱীৰ প্ৰতি থকা ধৰ্ম বিশ্বাসৰ ফলত এই পন্থাৰ যশস্যা চাৰিওফালে বিয়পি পৰে।

বহু পণ্ডিতে কামৰূপ নামৰ উৎপত্তি সম্পৰ্কে পৌৰাণিক আখ্যানটোক স্বীকৃতি দিয়া নাই। সুনীতি কুমাৰ চেটাৰ্জীয়ে নামটো বড়ো ভাষাৰ পৰা উৎপত্তি বুলি কৈছে। তেওঁৰ মতে 'কম' (Kam) বা 'কাম' (Kam) উপসৰ্গই এটা উপাদান গঠন কৰে পশ্চিমৰ বড়ো জনজাতিৰ নামত যেনে, কোচ (Koches), আধুনিক কোংচ, (Komich, Koch), কোচ, পূৰ্বৰ কৰংছ বা কমোচ (Kawomcha or Kamocha) ৰ পৰা দশম শতিকাত সংস্কৃতকৰণ হৈ কম্বোজ হৈছে। বাণীকান্ত কাকতিৰ মতে এই নামটো অষ্ট্ৰিক শব্দৰ পৰা উৎপন্ন যেনেকৈ কামতা (Kamata) আৰু কমিলা (Kamila) হৈছে (বৰ্তমানৰ বাংলাদেশৰ কমিল্লা Kamilla)। তেওঁ অষ্ট্ৰিক শব্দ 'কামৰু' আৰু 'কামৰুট' (Kamru and Kamrut) ৰ সৈতে সংযুক্ত কৰিছে। কামৰু আৰু কামৰুট হৈছে এক গৌণ দেৱতা চাওতালী নাম। এইটো নিসন্দেহে সত্য যে ভালেমান নাৰী সম্বন্ধীয় ধৰ্মবিশ্বাস আৰু উৰ্বৰা শক্তি অনুষ্ঠান বিকাশ হৈছিল আদিম বিশ্বাসৰ পৰা। সেইবোৰে নিশ্চয় বস্তুগুণি যোগাইছে কামাখ্যা দেৱী উপাসনা পন্থাৰ গঠন আৰু উদ্ভৱ যেনেকৈ চূড়ান্ত হৈছিল আন বহুতো ভাৰতীয় পন্থাৰ ক্ষেত্ৰত এইটো সম্ভৱপৰ যে কিছুমান আদিম দেৱী বিলীন হৈছিল আৰু কিছুমান প্ৰভাৱশালী দেৱীৰ সৈতে চিনাক্ত কৰিছিল আৰু সেই একেটা মিশ্ৰণে আৰু সমীকৰণে নিশ্চয় ধৰ্মীয় বিশ্বাস আৰু উপাসনা পদ্ধতি সুকীয়াকৈ গঢ়ি উঠিছিল। এইটো যেনিবা আছিল এটা প্ৰাচীন ভাৰতত সাৰ্বজনীন প্ৰচেষ্টা, যিটো বৰ্তমান সময়তো প্ৰচলিত।

**প্ৰাগজ্যোতিষ আৰু কামৰূপৰ স্থান ঃ** উদয়াচল, লৌহিত্য আৰু কামৰূপ-কামাখ্যা প্ৰাগজ্যোতিষৰ সৈতে ঘনিষ্ঠ সম্বন্ধ সম্পৰ্কে অভিলেখ আৰু প্ৰাচীন গ্ৰন্থসমূহৰ পৰা জনা যায়। কিছুমান পণ্ডিতে প্ৰাগজ্যোতিষ অসমৰ বাহিৰত বুলি মন্তব্য কৰিছে। আৰ. চি. মজুমদাৰে উৰিষ্যাত প্ৰাগ্যজ্যোতিষৰ স্থান নিৰ্ণয় কৰিছে। আন এজনে প্ৰাগজ্যোতিষ ৰাজ্য উত্তৰ-পশ্চিম ভাৰতত অৱস্থিত বুলি দৃঢ়তাৰে মত পোষণ কৰিছে। কে. ভি. অথৱালৰ মতে নৰক আৰু তেওঁৰ পৰৱৰ্তী ৰজাসকলে শাসন কৰা প্ৰাগজ্যোতিষ ৰাজ্য কাঠিৱাড়ত অৱস্থিত আৰু বজ্ৰদত্তই কামৰূপলৈ গৈছিল বুলি মন্তব্য দিছে। তেওঁ প্ৰকৃত প্ৰাগজ্যোতিষৰ স্থান নিৰ্ণয় কৰিছে বৈৰটিন পৰ্বতৰ ওচৰত আৰু বজ্ৰদত্তই ৰাজ্য আৰু স্থানৰ নামহে কামৰূপলৈ নিছিল। বি. চি. লৱই ৰামায়ণ কিষ্কিন্ধ্যা কাণ্ড (৪২) আৰু ব্ৰহ্মাণ্ড পুৰাণ (২৭) ৰ ওপৰত ভিত্তি কৰি বেত্ৰৱতা বা বেতৱা নদীৰ পাৰত আন এখন প্ৰাগজ্যোতিষ অৱস্থিত বুলি মন্তব্য দাঙি ধৰিছে। বেনীমাধৱ বৰুৱাই প্ৰাগজ্যোতিষৰ স্থান পূৱ পঞ্জাৱত অৱস্থিত বুলি মত পোষণ কৰিছে। তেওঁ আকৌ প্ৰাগজ্যোতিষক উত্তৰ প্ৰাগজ্যোতিষৰ সৈতে সংলগ্ন কৰি পঞ্চনদ আৰু অমৰ পৰ্বতৰ ওপৰত অৱস্থিত জ্যোতিষ চৰ্চাৰ উত্তৰৰ নগৰ বুলি নিৰ্ধাৰণ কৰিছে। এই পণ্ডিতসকলে মহাভাৰতত প্ৰাগজ্যোতিষৰ স্থান পশ্চিম বা উত্তৰত নিৰ্দ্ধাৰণ কৰাৰ দ্বাৰা প্ৰভাৱিত হৈছে। কিষ্কিন্ধ্যা কাণ্ডত (৪২) প্ৰাগজ্যোতিষৰ স্থান নিৰ্ণয় কৰিছে নৰকে বাস কৰা বৰাহ পৰ্বতত। প্ৰতাপ চৌধুৰীৰ মতে প্ৰাগজ্যোতিষ অৱস্থিত বৰাহ পৰ্বতত অৰ্থাৎ

এখন পৰ্বতীয় অঞ্চল কামাখ্যা পাহাৰৰ সৈতে সংলগ্ন পাণ্ডুলৈ বিস্তৃত পূব সাগৰ বা লৌহিত্য সাগৰৰ পূব দিশত অৱস্থিত। সভা পৰ্বত ভীমৰ অভিযান আছিল উত্তৰত আৰু প্ৰাগজ্যোতিষৰ ৰজা ভগদত্তৰ সৈতে যুদ্ধ হোৱা, আকৌ একেটা পৰ্বতে (২৬-৩০) ভীমৰ অশ্বমেধ অভিযান প্ৰাচ্যৰ লৌহিত্য অঞ্চলত হোৱা বুলি কোৱা হৈছে। পি. ভট্টাচাৰ্যৰ মতে ভগদত্তৰ ৰাজ্য বিস্তাৰিত আছিল নেপাল, ভূটান তিব্বত আৰু চীনদেশৰ সীমালৈ। সভাপৰ্ব (২৬) ৰ মতে ভগদত্তৰ ৰাজ্যৰ সীমা উত্তৰে চীনলৈ আৰু দক্ষিণ পূব বংগৰ আগৰ উপকূললৈ বিস্তাৰিত। প্ৰাগজ্যোতিষ আৰু বৰাহ পৰ্বতৰ স্থান সম্পৰ্কে বৰাহ পুৰাণে ওপৰোক্ত মতকে দৃঢ়তাৰে মানি লৈছে আৰু ব্ৰহ্মপুৰাণে উল্লেখ কৰিছে নৰকৰ জন্ম আৰু তেওঁৰ প্ৰাগজ্যোতিষত ৰজা হোৱা সম্পৰ্কে।

কামৰূপ-কামাখ্যাৰ অৱস্থান সম্পৰ্কে আখ্যান অসমৰ বাহিৰতো পোৱা যায়। পদ্মপুৰাণত (পটল ১০) কামাখ্যাক আইচ্ছত্ৰৰ অধিষ্ঠাত্ৰী দেৱী হিচাপে চিহ্নিত কৰা হৈছে। মুক কবি সাৰ্বভৌমে কাঞ্চীপুৰমৰ কামাখ্যা দেৱীৰ ভক্তি বৰ্ণনা কৰি তিনিখন গ্ৰন্থ ৰচনা কৰে। সহ্যাদ্ৰীত কামৰূপ নামৰ ৰাজ্য এখনৰ উল্লেখ শিৱ পুৰাণত আছে। কামৰূপ-কামাখ্যা যে অসমত অৱস্থিত— প্ৰাচীন গ্ৰন্থসমূহ আৰু অভিলেখে প্ৰমাণ কৰে।

প্ৰাগজ্যোতিষৰ সৈতে লৌহিত্য আৰু কামৰূপ-কামাখ্যাৰ ওতপ্ৰোত সম্বন্ধ সম্পৰ্কে অভিলেখ আৰু প্ৰাচীন গ্ৰন্থ উভয়তে একেটা অঞ্চলত অৱস্থিত বুলি উল্লেখ কৰি সাব্যস্ত কৰিছে। প্ৰাচীন যুগৰ পৰা প্ৰাগজ্যোতিষ, লৌহিত্য আৰু কামৰূপ-কামাখ্যা একেটা অঞ্চলতে বুলি জনা যায়। ৰামায়ণ, মহাভাৰত, বৃহৎ সংহিতা, ৰঘুবংশ, পুৰাণ আৰু তন্ত্ৰসমূহে প্ৰাগজ্যোতিষ কামৰূপ ৰাজ্য লৌহিত্যৰ পূবত বুলি উল্লেখ আছে। কালিদাসৰ ৰঘুবংশতো প্ৰাগজ্যোতিষ আৰু কামৰূপ একেখন ৰাজ্য আৰু লৌহিত্যৰ পূব ফালে অৱস্থিত বুলি উল্লেখ কৰিছে।

অভিলেখসমূহত কামৰূপ ৰাজ্যৰ ৰজাক প্ৰাগজ্যোতিষাধিপতি বুলিহে সদায় উল্লেখ কৰা পোৱা যায়। সমুদ্ৰগুপ্তৰ এলাহাবাদ স্তম্ভলেখত প্ৰথম কামৰূপ নামৰ উল্লেখ আছে। ইয়াৰ পিছত ভোজবৰ্মনৰ বেলৱা তাম্ৰশাসন, প্ৰবাসৰ শিলিমপুৰ তাম্ৰশাসন, বিজয়সেনৰ দেওপাৰা অভিলেখ, লক্ষণসেনৰ মাধাইনগৰ তাম্ৰশাসন আৰু বৈদ্যদেৱৰ কমৌলি তাম্ৰশাসনত কামৰূপৰ উল্লেখ পোৱা যায়। যশোবৰ্মনৰ মন্দশোৰ তাম্ৰশাসন আৰু আদিত্যসেনৰ অফসাদ অভিলেখত লৌহিত্যৰ উল্লেখ আছে; আকৌ নাৰায়ণ পালৰ ভাগলপুৰ তাম্ৰশাসনতহে অকল এবাৰ প্ৰাগজ্যোতিষৰ নাম উল্লেখ আছে। ইয়াৰ পৰা বুজিব পাৰি প্ৰাগজ্যোতিষ কামৰূপ আৰু লৌহিত্য সংলগ্ন আৰু একেটা অঞ্চলকে সূচায়।

**ৰাজ্যৰ বিস্তৃতি ঃ** মহাভাৰতৰ সভাপৰ্ব (২৬-৩০), অশ্বমেধ পৰ্ব (৭৪-৭৫), উদ্যোগ পৰ্ব আৰু আন আন অধ্যায়ত ভগদত্তৰ প্ৰজাসকল চীনা আৰু কিৰাটসকলৰ বাসস্থান বুলি উল্লেখ কৰিছে। উত্তৰৰ পৰ্বতীয়া অঞ্চল আৰু দক্ষিণৰ সাগৰ উপকূল আৰু এই অঞ্চলকে সামৰি প্ৰাগজ্যোতিষ ৰাজ্যৰ অন্তৰ্গত আছিল দক্ষিণ-পূব বংগ, নেপাল আৰু ভূটানৰ অংশবিশেষ। পদ্মনাথ ভট্টাচাৰ্যৰ মতে ভগদত্তৰ ৰাজ্য বিস্তাৰিত আছিল উত্তৰে চীনদেশৰ সীমান্তলৈ নেপাল বা হিমালয় অঞ্চল। উদ্যোগ পৰ্বত (৪) ভগদত্তক কোৱা হৈছে 'পূব সাগৰবাসী', দ্ৰোণ-পৰ্বত (২৫) তেওঁক 'পৰ্বতপতি' বোলা হৈছে। যুধিষ্ঠিৰৰ ৰাজসূয়ত (সভাপৰ্ব-৩৪ ) ভগদত্তক কোৱা হৈছে যে তেওঁ অনুচৰবৰ্গৰ সৈতে সাগৰ উপকূলৰ পৰা উপস্থিত হৈছিল। সভাপৰ্বৰ (৫১) পৰা জনা যায় যে ভগদত্তৰ ৰাজ্য উত্তৰে ভূটান, তিব্বত, অসমৰ পৰ্বত অঞ্চল, বংগদেশৰ অংশ, চিলেট (শ্ৰীহট্ট), ত্ৰিপুৰা, মৈমনসিং আছিল তেওঁৰ ৰাজ্যৰ অন্তৰ্ভুক্ত। প্ৰাগজ্যোতিষ ৰাজ্য হিমালয়ৰ দক্ষিণলৈ বিস্তাৰিত হৈ লৌহিত্যৰ দুইফালে বংগ উপকূল বা সাগৰ পাইছিল। এইবোৰ প্ৰসংগ লৈ পাৰজিতাৰে (Pragiter) মন্তব্য দিছে যে মহাকাব্যৰ সময়ত ৰাজ্যখন বৰ্তমানৰ অসমকে ধৰি, মেঘালয়, অৰুণাচল, নগালেণ্ড, মিজোৰাম, কোচবিহাৰ, জলপাইগুৰি, ৰংপুৰ, বগ্ৰা, মৈমনসিং, ঢাকা, ত্ৰিপুৰা, চিলেট (শ্ৰীহট্ট), পবনাৰ অংশ আৰু সম্ভৱ নেপালৰ অংশবিশেষ প্ৰাগজ্যোতিষৰ অন্তৰ্গত আছিল। প্ৰাগজ্যোতিষৰ ওপৰোক্ত উল্লিখিত সীমা সম্ভৱ প্ৰথম শতিকামানত আছিল।

পুৰাণসমূহৰ বৰ্ণনামতে ৰাজ্যৰ ভৌগোলিক সীমা আছিল

পশ্চিমে কৰতোয়া নদীলৈ। মণিপুৰ, জয়ন্তীয়া, কাছাৰ, মৈমনসিংহৰ অংশ, শ্ৰীহট্ট (চিলেট), ৰংপুৰ, ভূটান আৰু নেপালৰ অংশবিশেষ কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত। চতুৰ্থ শতিকাত পশ্চিমৰ সীমা লৌহিত্যৰ পূবলৈ ঠেলি দিছিল। গুপ্তযুগত অৰ্থাৎ সমুদ্ৰগুপ্তৰ সময়ত কামৰূপ ৰাজ্য আছিল গুপ্ত সাম্ৰাজ্যৰ সীমান্তবৰ্তীক সমতট আৰু ডবকাৰ লেখীয়া, বৃহৎ সংহিতাত (১৪-৬) প্ৰাগজ্যোতিষ ৰাজ্য লৌহিত্যৰ পূবলৈ আৰু সাগৰলৈ বিস্তাৰিত বুলি কোৱা হৈছে। ৰঘুবংশত (৪-৮১-৮৪) ৰঘুৱে লৌহিত্য অতিক্ৰম কৰি কামৰূপত প্ৰবেশ কৰিছিল। ষষ্ঠ শতিকাৰ মাজভাগত ভূতিবৰ্মনে (মগধ আৰু গৌড়ৰ পৰা গুপ্তসকলৰ পতন হোৱাত) উত্তৰ বংগৰ পুণ্ড্ৰবৰ্দ্ধন, দক্ষিণ-পূব বংগ, সমতটকে ধৰি ত্ৰিপুৰা, নোৱাখলি আৰু শ্ৰীহট্ট (চিলেট)ক কসামৰি কামৰূপ ৰাজ্য বিস্তাৰিত কৰিছিল। ষষ্ঠ শতিকাৰ তন্ত্ৰ গ্ৰন্থ এখনতো কামৰূপ ৰাজ্যৰ বিস্তাৰিত সীমাৰ উল্লেখ পোৱা যায়। শক্তি সংগম (১০) আৰু সম্মোহ তন্ত্ৰত (৫৬৬ খ্ৰীঃ) উল্লেখ কৰিছে ৰাজ্য সীমা কালেশ্বৰৰ পৰা শ্বেতগিৰি আৰু ত্ৰিপুৰাৰ পৰা নীলপৰ্বত আৰু গণেশগিৰি কামৰূপৰ মধ্যত অৱস্থিত।

চতুৰ্থ-পঞ্চম শতিকাত গুপ্তসকলে উত্তৰ ভাৰতত আধিপত্য বিস্তাৰ কৰিছিল আৰু সেই সময়ত কামৰূপৰ অন্তৰ্গত সীমিত অঞ্চল আছিল; অৱশ্যে ডবকা, শ্ৰীহট্ট আৰু ত্ৰিপুৰা ভূতিবৰ্মনৰ সময়ত কামৰূপৰ অধীনত আছিল। ভূতিবৰ্মনৰ সময়ৰ পৰা অষ্টম শতিকালৈ, নিধানপুৰ তাম্ৰশাসন, দ্বিতীয় জয়দেৱৰ পশুপতি অভিলেখ আৰু হিউৱেন চাঙৰ টোকা আৰু তেওঁৰ জীৱনী লেখকৰ পৰা জানিব পাৰি যে কৰ্ণসুবৰ্ণ, পুণ্ড্ৰ বৰ্দ্ধন আৰু সম্ভৱ নালন্দা অঞ্চলৰ পূব অংশ কামৰূপ ৰাজ্যৰ অধীনত আছিল। অষ্টম শতিকাত হৰ্ষদেৱৰ ৰাজ্য পূৰ্বৰ কামৰূপৰ ৰজাসকলৰ ভিতৰত সবাতোকৈ বৃহৎ। তেওঁৰ ৰাজ্যত অন্তৰ্ভুক্ত আছিল গৌড়, মগধ, কলিংগ, কোশল আৰু আন অঞ্চলসমূহ। নৱম শতিকাৰ প্ৰথমাৰ্ধত সাময়িকভাৱে বিপৰ্যয়ৰ সন্মুখীন হোৱাত ৰাজ্যৰ সীমা সংকুচিত হৈছিল; নৱম শতিকাৰ মাজভাগৰ পৰা তেজপুৰ তাম্ৰশাসনত বনমালদেৱৰ সময়ত ৰাজ্যৰ অন্তৰ্ভুক্ত হৈছিল পৌণ্ড্ৰবৰ্দ্ধন। ভূতিবৰ্মনৰ সময়ত থকা ৰাজ্যৰ সীমা বহুখিনি তেওঁ উদ্ধাৰ কৰে আৰু দক্ষিণ-পূব বংগৰ অংশ সামৰি লয়। একাদশ-দ্বাদশ শতিকাত পাল বংশৰ ৰজাসকলৰ ভিতৰত ৰত্নপাল, ইন্দ্ৰপাল, ধৰ্মপাল আৰু জয়পালৰ ৰাজত্বত ৰাজ্যৰ সীমা ভূতিবৰ্মন আৰু বনমালৰ ৰাজত্বকালৰ সৈতে একে আছিল। কামৰূপ ৰাজ্যৰ ক্ষমতা হ্ৰাস হৈছিল জয়পালৰ ৰাজত্বৰ শেষৰ ফালে; অৱশ্যে বৈদ্যদেৱৰ সময়ত অৰ্থাৎ দ্বাদশ শতিকাৰ মধ্যভাগত যে পুনৰ উদ্ধাৰ কৰিছিল, সেয়া কমৌলি তাম্ৰশাসনৰ পৰা জনা যায়। বল্লভদেৱ আৰু তেওঁৰ উত্তৰাধিকাৰীসকলে সেন আৰু মুছলমানসকলৰ আক্ৰমণৰ সময়লৈকে ৰাজ্যৰ সীমা বৰ্তাই ৰাখিছিল।

কামৰূপ ৰাজ্যৰ পূবৰ সীমাৰ ভিতৰত ডবকা অন্তৰ্ভুক্ত হৈছিল কল্যাণবৰ্মনৰ সময়ত আৰু মহেন্দ্ৰ বৰ্মনে অন্যান্য অঞ্চলসমূহ তেওঁৰ ৰাজ্যত চামিল কৰিছিল। ভূতিবৰ্মনৰ বৰগংগা অভিলেখৰ পৰা জনা যায় যে নগাঁও আৰু মৰিগাঁও তেওঁৰ অধীনত আছিল। হিউৱেন চাঙে কামৰূপ ভ্ৰমণ কৰোতে ৰাজ্যৰ সীমা ব্ৰহ্মদেশ (ম্যানমাৰ) আৰু চীন দেশৰ সীমান্তলৈ ব্যাপি আছিল। অষ্টম শতিকাত হৰ্ষদেৱৰ সময়ত ৰাজ্যৰ পূবৰ সীমা অক্ষত আছিল। হৰ্জৰবৰ্মনৰ তেজপুৰ শিলালিপি আৰু হায়ুন্থল তাম্ৰশাসনৰ পৰা জনা যায় যে নৱম শতিকাৰ প্ৰথমাৰ্দ্ধত দৰং, শোণিতপুৰ, নগাঁও, মৰিগাঁও কামৰূপৰ অন্তৰ্গত আছিল। পালৰ তাম্ৰশাসনৰ পৰা জনা যায় যে উত্তৰ-পূব সীমান্তলৈকে কামৰূপ ৰাজ্য বিস্তাৰিত আছিল; পুৰন্দৰ পালে একাদশ শতিকাৰ আদিত শদিয়াৰ সীমান্ত অঞ্চলৰ তলতীয়া ৰজাৰ সৈতে বৈবাহিক মিত্ৰতা স্থাপন কৰিছিল আৰু এইটোৱে দেখুৱায় মংগোলীয় মুৰব্বী এজনৰ নেতৃত্বত সৰু ৰাজ্য প্ৰতিষ্ঠা কৰাৰ পূৰ্বে কামৰূপৰ অন্তৰ্ভুক্ত আছিল বৰ্তমানৰ অসম, অৰুণাচল, শ্ৰীহট্ট, কাছাৰ, ত্ৰিপুৰা, দক্ষিণ-পূব বংগৰ অংশ আৰু সম্ভৱ খাছী-জয়ন্তীয়া পাহাৰ আৰু মণিপুৰ।

পৰৱৰ্তী পুৰাণ আৰু তন্ত্ৰসমূহে দেখুৱায় কামৰূপ ৰাজ্যৰ অন্তৰ্গত ভৌগোলিক সীমা পূবে অৰুণাচলক সামৰি অসমৰ উত্তৰ-পূব সীমা আৰু পশ্চিমে কৰতোয়া নদীলৈ বিস্তৃত আছিল আৰু সময়ত আনকি কৰতোয়া নদীও অতিক্ৰম কৰিছিল; কালিকাপুৰাণত (৫১) কৈছে যে কামৰূপ ৰাজ্য বিস্তাৰিত আছিল পশ্চিমে কৰতোয়া নদীলৈ। আকৌ কালিকাপুৰাণ তীৰ্থকল্পত উল্লেখ আছে যে কামৰূপ ৰাজ্যৰ

ভৌগোলিক সীমা-তিনিকোণীয়া, ১০০ যোজনা দীঘল, ৩০ যোজনা বহল ৰাজ্য বিস্তৃত পশ্চিমে কৰতোয়া নদীৰ পৰা পূবে দিক্কৰবাসিনীলৈ। যোগিনী তন্ত্ৰত (২/১) ৰাজ্যখন বিভক্ত কৰা হৈছে, ৰত্নপীঠ, ভদ্ৰপীঠ বা স্বৰ্ণপীঠ, সৌমাৰপীঠ আৰু কামপীঠ এই চাৰিভাগত। ইয়াৰ সীমা হৈছে পশ্চিমে কৰতোয়া নদী, পূবে ডিগাৰু, উত্তৰে কঞ্জপৰ্বত আৰু দক্ষিণে নবালয়। হৰ-গৌৰী সংবাদতো একে ধৰণে সীমা দিয়া আছে। এইখন গ্ৰন্থৰ মতে ৰত্নপীঠৰ অন্তৰ্গত কৰতোয়া আৰু স্বৰ্ণকোষৰ মাজৰ অঞ্চল। কামপীঠ—স্বৰ্ণকোষ আৰু কপিলীৰ মাজৰ অঞ্চল, সৌমাৰপীঠ— ভৈৰৱী আৰু ডিক্ৰং নদীৰ মাজৰ অঞ্চল; স্বৰ্ণপীঠ— পুষ্পিকা আৰু ভৈৰবীৰ মাজৰ অঞ্চল। যোগিনী-তন্ত্ৰত (১/২) কামৰূপৰ সীমা উল্লেখ কৰিছে ঃ

নেপালস্য কাঞ্চনাদ্ৰিং ব্ৰহ্মপুত্ৰস্য মংগমহং।
কৰতোয়াম, সমাৰভা যাৱৎ ডিক্ৰবাসিনীং।।
উত্তৰস্যাম, কঞ্জগিৰি ঃ কৰতোয়াতু পশ্চিমে।
তীৰ্থশ্ৰেষ্ঠা দিক্ষুনদী পূৰ্বস্যাং গিৰি কন্যাকে।।
দক্ষিণে ব্ৰহ্মাপুত্ৰস্য লাক্ষাযাঃ সংগমাবাধিঃ।
কামৰূপ ইতি খ্যাতঃ সৰ্বশাস্ত্ৰেষু নিশ্চিতঃ।।

ৰাজ্যখনৰ অন্তৰ্ভুক্ত আছিল ব্ৰহ্মপুত্ৰ উপত্যকা, ভুটান, ৰংপুৰ, কোচবিহাৰ আৰু সংলগ্ন ঠাইসমূহ। ৰাজ্যৰ ক্ষেত্ৰ এনেকৈ উক্ত গ্ৰন্থত দিয়া আছে।

ত্ৰিংশদ যোজনা বিস্তীৰ্ণং দীৰ্ঘেণ শতযোজনং।
কামৰূপং ৱিজানীহি ত্ৰিকোনা কাৰামুৰ্ত্তমং।।
ঈশানে চৈৱ কেদাৰোৱায়াব্যাং গৈশাসন ঃ।
দক্ষিণে সংগমে দেৱী লাক্ষায়া ব্ৰহ্মাৰেতমঃ।।

ইয়াৰ পৰা জনা যায় যে ৰাজ্যখন মহাকাব্য আৰু পূৰ্বৰ গ্ৰন্থসমূহত উল্লেখ কৰা ৰাজ্যসমূহৰ ভিতৰতে বৃহৎ আছিল। কেবা শতিকা ধৰি পাল বংশৰ ৰাজত্বৰ শেহলৈ কামৰূপ ৰাজ্যৰ সীমা বৰ্তি আছিল।

**অসম ঃ** বৰ্তমানৰ অসম নামৰ উৎপত্তি সম্পৰ্কে ষষ্ঠদশ শতিকাৰ পূৰ্বৰ কোনো প্ৰাচীন গ্ৰন্থ বা অভিলেখত পোৱা নাযায়। আকবৰৰ আইন-আই-আকবৰি (Ain-i-Akbari) গ্ৰন্থত আবুল ফজলে (Abul Fazl) প্ৰথম বাৰৰ বাবে 'আশাম' (Asham) নামটো উল্লেখ কৰিছে। একে সময়তে অমি আহমদ ৰজি (Ami Ahmadn Razi) ৰ হফ্‌ট ইলিম (Haft Ilim) গ্ৰন্থত 'আশাম' নামৰ উল্লেখ পোৱা যায়। মোগল সম্ৰাট চাহজাহানৰ অমাত্য আব্দুল হামিদ লৌহোৰিয়ে পাদশাহনামাত আৰু ঔৰংজেবৰ সময়ৰ মহম্মদ কাজিমে আলমগীৰ নামাত আৰু আসেম ৰূপত বিখ্যাত পৰিব্ৰাজক তাৱেৰ নিয়াৰে (Tavernier) উল্লেখ কৰিছে। মধ্যযুগত মুছলমান লেখকসকলে কামৰূপ নামৰ সৈতে পৰিচিত আছিল, যিটো নাম পূৰ্বৰ পাৰস্যৰ বুৰঞ্জীসমূহত পোৱা যায়। অসমীয়া সাহিত্যৰ ক্ষেত্ৰত ষষ্ঠদশ বা সপ্তদশ শতিকাৰ আদিতে দৈত্যাৰি ঠাকুৰে আহোম মানুহক বুজাবলৈ আশাম নাম প্ৰয়োগ কৰিছিল। ইয়াৰ পিছত সূৰ্যখড়ি দৈৱজ্ঞই তেওঁৰ দৰং ৰাজবংশাৱলীৰ আসাম নামটো আহোমসকল আৰু উজনি অসম উপত্যকাক উভয়কে বুজাবলৈ ব্যৱহাৰ কৰিছিল।

অসম (Assam) নামটো প্ৰকৃততে ইংৰাজসকলে অনুৰূপ কৰা ৰূপ। পূৰ্বৰ ভাৰতীয় (বা অসমীয়া) ৰ গঠন প্ৰক্ৰিয়াত অসম, যিটোৰ পৰা ইয়াৰ উৎপত্তি হয় জনপ্ৰিয় বিশ্বাস অনুসৰি, টাই বা শান মানুহ (Siamese-Chinese) চিয়ামিজ চাইনিজ শাখাৰ চিনো-টিবেটান (Sino-Tibetan) বংশৰ লোকক আহোম বোলা হয়। তেওঁলোকে উজনিৰ ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰৱেশ কৰিছিল উত্তৰ ব্ৰহ্মদেশ (ম্যানমাৰ) হৈ নোৱা দিহিং নদীৰ গতিৰে আৰু ত্ৰয়োদশ শতিকাত এই অঞ্চলত ৰাজত্ব আৰম্ভ কৰিছিল। তেওঁলোকে এই অঞ্চলত প্ৰথম প্ৰৱেশ কৰিছিল ১২২৮ খ্ৰীঃত মুংৰোৰ টাই ৰাজকুমাৰ চাওলুং চুকাফাৰ নেতৃত্বত। চুকাফা মাওলুঙৰ ৰাজধানী হচে-চেসত ডাঙৰ-দীঘল হৈছিল মোমায়েকৰ ফালৰ আইতাৰ তত্ত্বাবধানত। তেওঁলোকে আক্ৰমণকাৰী হিচাপে আহি এই অঞ্চলত ৰাজ্য প্ৰতিষ্ঠা কৰি কেবা শতিকা জুৰি ১৮৩৮ খ্ৰীঃ লৈ শাসন কাৰ্য চলাইছিল। তেওঁলোকে এইখন নিজৰ দেশ বুলি গণ্য কৰিছিল আৰু তেওঁলোকে এই অঞ্চলত প্ৰচলিত জীৱন-নিৰ্বাহ পদ্ধতি, ধৰ্ম আৰু সংস্কৃতি গ্ৰহণ আৰু পৃষ্ঠপোষকতা কৰিছিল। প্ৰকৃততে তেওঁলোকে স্থানীয় লোকৰ সৈতে এনেভাৱে মিলি গৈছিল যে তেওঁলোকক বৰ্তমান পৃথক কৰিব পৰা সম্ভৱ নহয়।

'অসম' নামটোৰ উৎপত্তি সম্পৰ্কে বিভিন্ন মতবাদ আছে।

আহোমসকল হৈছে চিয়ামিজ শান (Siamese shan) জাতিৰ এটা জনগোষ্ঠী আৰু তেওঁলোকে নিজেই কয় 'টাই' বুলি। দৰাচলতে টাইসকলে তেওঁলোকক আহোম বুলি পৰিচয় নিদিয়ে। আহোমসকলৰ জনপ্ৰিয় পৰম্পৰা অনুসৰি যেতিয়া তেওঁলোকে এই অঞ্চল অধিকাৰ কৰে তেতিয়া স্থানীয় মানুহে তেওঁলোকক বিচক্ষণ যুদ্ধকৌশল আৰু সমন্বয় সাধন কাৰ্যৰ বাবে অসম অৰ্থাৎ অসমান বা অসমকক্ষ বুলি কৈছিল; আৰু পিছত তেওঁলোকে জয় কৰা অঞ্চলক বুজাবলৈ 'অসম' শব্দ প্ৰয়োগ কৰা হয়। সুনীতি কুমাৰ চেটাৰ্জীৰ মতে, প্ৰাচীন ব্ৰহ্মদেশীয় ভাষাত এই শব্দৰ আদিৰূপ হৈছে ৰাহম (Rham)বা হ্যাম (Hyam) যিটো মধ্যযুগৰ ব্ৰহ্মদেশীয় ভাষাত (খ্ৰীষ্টাব্দ ১০৫০ ৰ পিছত), য়হম (Yhams) আৰু হ্যাম (Hyam) লৈ ৰূপান্তৰ হয় আৰু তেতিয়া বিভিন্ন ভাষাত অহম (Aham), আহোম (Ahom), চ্যাম (Cyam), অম (Am), শ্যাম (Syam), শিআম (Siam), শ্যাম (Syama), অসম (Asam), শান (Shan) আদি ৰূপলৈ ৰূপান্তৰিত হৈছে। বাণীকান্ত কাকতিৰ মতে এই পৰম্পৰাটোৱে পৰৱৰ্তী সময়ৰ আৰু অসমৰ প্ৰতিৰূপ দিব পাৰে পূৰ্বৰ আসাম শব্দৰ পিছত সংস্কৃতকৰণ হৈ যিটোৰ অৰ্থ অপৰাজেয় বা অজেয়, কাৰণ আহোম বা টাই ভাষাত 'চাম' ৰ অৰ্থ পৰাজয় কৰা আৰু অসমীয়া 'আ' প্ৰত্যয় যোগ হৈ ইয়াৰ অৰ্থ হৈছে অপৰাজেয়। আন এটা সূত্ৰৰ মতে আসাম (Asam) নামটো বড়ো শব্দ হা-কোম (Ha-com) ৰ পৰা উৎপত্তি যিটোৰ অৰ্থ দ বা সমান দেশ। অসম নামটোৰ উৎপত্তি সম্পৰ্কে বিভিন্ন মত দাঙি ধৰিলেও সম্ভৱ এই অঞ্চলটোৰ নাম আহোমসকলৰ পৰা উদ্ভৱ হোৱাটো বেছি যুক্তিপূৰ্ণ। গ্ৰিয়াৰচনে (Grierson) কৈছে যে শান (Shan) শব্দটো মূল শিয়ামিজ (Siamese) শব্দ শাম (Sham)ৰ অপভ্ৰংশ। শান (Shan) বা শাম (Sham) বা অশান (Ashan) নামটো হৈছে বৰ্তমান অসম নামৰ ভিত্তি।

অসম নামটোৰ উৎপত্তি সম্পৰ্কে বিভিন্ন মত থাকিলেও সকলোবোৰ আনুমানিক। একমাত্ৰ ইয়াত বসতি স্থাপন কৰা আহোম লোক আৰু অঞ্চলটোৰ প্ৰাকৃতিক গঠন এই দুটা বেছি যুক্তি সংগত যেন লাগে। আন এটা সূত্ৰৰ মতে কিছুমান ভাষাত ধ্বনিযুক্ত বৰ্ণ পৰিবৰ্তন কৰোতে 'হ' (H) লৈ 'স' (S) হয়, আৰু তেনেকৈ আহোমৰ পৰা 'অসম' (Asama) লৈ সম্ভৱ ৰূপান্তৰ হ'ব পাৰে। মূল শব্দ 'অসম' (Asama) ৰপৰা ইংৰাজসকলে অনুৰূপ কৰাত বৰ্তমনৰ প্ৰচিলিত ৰূপ দ্বৈত ধ্বনি হৈ 'আসাম (Assam) হৈছে। টাই লোকসকলে কেতিয়াও তেওঁলোকক 'আহোম' বুলি পৰিচয় নিদিয়ে আৰু তেওঁলোকৰ মাজত টাই নামহে প্ৰচলিত। এইটো সম্ভৱ দেশখনৰ নামৰ পৰা উৎপত্তি হোৱা যিখন দেশ, শান বা শ্যামৰ মাজেৰে টাইসকল ভাৰতলৈ আহিছিল।

এই প্ৰসংগত আন এটা সম্ভাৱনীয় তথ্য আছে যিটোক উলাই কৰিব নোৱাৰি। উত্তৰ-পূব ভাৰতৰ প্ৰাকৃতিক অৱস্থাৰ ওপৰত ভিত্তি কৰি আঞ্চলিক নাম পোৱা যায় আৰু সমতট নামটো সমুদ্ৰগুপ্তৰ এলাহাবাদ স্তম্ভ লেখ আৰু আন পৰৱৰ্তী যুগৰ তথ্যত পোৱা যায়। এইটো অসম্ভৱ নহয় যে নামটোৰ মূল ৰূপ হৈছে অসম অৰ্থাৎ ওখ-চাপৰ বা খলা-তমা দেশ বা অঞ্চল, আৰু এই নামৰ উৎপত্তিত আহোমসকল কোনো ধৰণে জড়িত নহয় যদিও তেওঁলোকৰ পৰাহে 'অসম' এই নামটোৰ উৎপত্তি বুলি তেওঁলোকে ভাবে অৱশ্যে এই নামৰ উল্লেখ প্ৰাচী গ্ৰন্থসমূহত পোৱা নাযায়।

অবিভক্ত অসম ৰাজ্য (কেবাখনো সুকীয়া ৰাজ্য গঠন হোৱাৰ পূৰ্বতে) অক্ষাংশ ২৮° ১৮ আৰু ২৪" উত্তৰ আৰু ৮৯° ৪৬° আৰু ৯৭° ৪° পূব দ্ৰাঘিমাৰ মাজত আছিল। মাটিকালি আছিল ৫৪,০০ ৰ বৰ্গ মাইল; ২৪,২৮০ বৰ্গ মাইল ব্ৰহ্মপুত্ৰ উপত্যকাৰ সমভূমি, আৰু ১৯,৫০০ বৰ্গমাইল দক্ষিণ আৰু উত্তৰৰ পৰ্বতীয়া অঞ্চল। ইয়াৰ ওপৰৰ সীমাত ভূটান, অকা, ডফলা, মিৰি, আবৰ আৰু মিছিমি পাহাৰ। পূবত পাটকাই পৰ্বত, দক্ষিণ পূবত নগাপাহাৰ, ম্যানমাৰ (ব্ৰহ্মদেশ), দক্ষিণত লুচাই পাহাৰ (মিজোৰা), ম্যানমাৰ (ব্ৰহ্মদেশ), দক্ষিণ পশ্চিমত ত্ৰিপুৰা আৰু মৈমনসিং। উত্তৰে তিব্বত ভাৰত আৰু চীনৰ মাজত অৱস্থিত। পশ্চিম সীমাত গাৰোপাহাৰ আৰু সোণকোষ নদীয়ে বংগদেশক পৃথক কৰিছে। এয়া আছিল অসমৰ প্ৰাকৃতিক ভৌগোলিক সীমা; অৱশ্যে সময়ে সময়ে ৰাজনৈতিক ভৌগোলিক সীমাৰ পৰিবৰ্তন হৈছিল। উত্তৰ-পূৰ্বাঞ্চল এসময়ত অবিভক্ত অসমৰ অন্তৰ্গত; বৰ্তমান বিভক্ত হৈ অৰুণাচল প্ৰদেশ, অসম, মেঘালয়, মিজোৰাম, নাগালেণ্ড আৰু মণিপুৰ সুকীয়া ৰাজ্য

গঠন হৈছে। অসমত উদ্ধাৰ হোৱা অভিলেখ আৰু প্ৰত্নতাত্বিক সমলৰ পৰা জনা যায় যে ব্ৰহ্মপুত্ৰ উপত্যকাকে ধৰি এই অঞ্চলটো আছিল গুৰুত্বপূৰ্ণ। ইয়াত ৰাজত্ব কৰা ৰজাসকলৰ সময়ত বিশেষকৈ পৌৰাণিক ৰজা ভগদত্ত আৰু ঐতিহাসিক ৰজা ভাস্কৰ বৰ্মনৰ এই অঞ্চলসমূহৰ ওপৰত আধিপত্য আছিল যদিও তেওঁলোকে প্ৰকৃততে ৰাজনৈতিক সাংস্কৃতিৰ ক্ষেত্ৰত অক্য আনিব পৰা নাছিল প্ৰাকৃতিক গোষ্ঠীগত আৰু সাংস্কৃতিক বিভিন্নতাৰ বাবে আৰু এইটোৱে এটা সুকীয়া স্থান লাভ কৰে।

মহাভাৰতৰ বৰ্ণনাৰ পৰা জনা যায় যে ভগদত্তৰ সেনাবাহিনী গঠিত হৈছিল চীনা আৰু পৰ্বতত বাস কৰা লোকৰ দ্বাৰায়। ইয়াৰ পৰা বুজা যায় যে এক বিস্তৃত বিভিন্ন অঞ্চল প্ৰাগজ্যোতিষৰ অন্তৰ্গত আছিল। এই সমগ্ৰ অঞ্চলটো যিটোৱে উত্তৰ-পূব ভাৰতৰ অংশ গঠন হৈছে বৰ্তমান অৱস্থিত ২২° আৰু ২৯" ২৮" উত্তৰ অক্ষাংশ আৰু ৪৯°, ৪০" আৰু ৯৭" ২২" পূব দ্ৰাঘিমাৰ ভিতৰত।

**প্ৰসংগ গ্ৰন্থ ঃ**


1. N. D. Choudhury — *Historical Archaeol ogy Central of Assam.*
2. P. C. Choudhury — *The History of civilisation of the people of Assam.*
3. K.L. Barua — *Early History of Kamarupa*
4. *নিশিপদ চৌধুৰী* — *হিউৱেন চাং*
5. *বিশ্বনাৰায়ণ শাস্ত্ৰী*
*নৱেন্দ্ৰনাথ শৰ্মা (সম্পাদনা)* — *হৰগৌৰী সম্বাদ*
6. *Ajay Mitra Shastri* — *Ancient North East India Pragjyotisha*
7. *Puspadhar Gogoi* — *Jai of North Earst India*
8. *E.A. Gait.* — *A History of Assam*
9. *S.K. Chatterji* — *Kirata Jana Krito*
10. *B.K. Kakati* — *Assamese its formation and development, Aspects of Early Assamese Literature.*
11. *B.K. Barua* — *A note on the word of Assam, JARS, II 1935.*
12. *B.K. Barua* — *Cultural History of Assam*
13. *A.G. Grierson* — *Linguistic Survey of India, Vol. II*
14. *R. Gopal Krishnan* — *'Land and people of North Eastern India "An Introduction' in Archeology of North Eastern India, Ed. J.P. Sing & G. Sengupta*
15. *D. C. Sircar* — *Studies in the Geography of Ancient and Mediacal India*
16. *Ajay Mitra Shartri* — *Varahamihira's India*
17. *B. K. Kakati* — *The other Goddess Kamakhya*
18. *বাণীকান্ত কাকতি* — *পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা*
19. *R. M. Nath* — *The background of Assamese*
20. *Dimbeswar Sarma* — *Kamarupa Sasanavali*
21. *M. M. Sharma* — *Importants of Ancient Assam.*

## ষষ্ঠ অধ্যায়

# ৰাজনৈতিক ইতিহাস

## পৌৰাণিক যুগ

অসমৰ ইতিহাস আৰম্ভ হয় পুৰাণত উল্লেখ কৰা দানৱ আৰু অসুৰ বুলি কোৱা ৰজাসকলৰ সৈতে। তেওঁলোক অনাৰ্য লোক। ৰামায়ণ, মহাভাৰত আৰু পুৰাণত তেওঁলোকক উল্লেখ কৰা হৈছে কিৰাত আৰু ম্লেচ্ছ হিচাপে। পৌৰাণিক আখ্যানৰ পৰা জনা যায়— প্ৰথমজন ৰজা আছিল মহীৰংগ দানৱ। মহীৰংগ শব্দৰ উৎপত্তি বড়ো শব্দ 'মৈৰাঙৰ' পৰা আৰু সংস্কৃতত হৈছে মহীৰংগ। মহীৰংগৰ পিছত হটকাসুৰ, সম্বৰাসুৰ ৰত্নাসুৰ আৰু ঘটকাসুৰ, ৰজা হয়। মহীৰংগ দানৱৰ ৰাজধানী গুৱাহাটীৰ বেলতলা অঞ্চলৰ অন্তৰ্গত শ্বিলং পথৰ দাঁতিত থকা মৈৰাং নামৰ পাহাৰখনত আছিল বুলি কোৱা হয়। তেওঁলোক মংগোলীয় গোষ্ঠীৰ লোক।

ঘটকাসুৰ কিৰাতসকলৰ পৰাক্ৰমী ৰজা আছিল। জনশ্ৰুতি মতে ঘটকাসুৰৰ ৰাজধানী আছিল গুৱাহাটীৰ শৰণীয়া পাহাৰত। ১৯১৭-১৮ চনত পাহাৰটোৰ ওপৰত কিছুমান ভাস্কৰ্যৰ সৈতে গণেশৰ মূৰ্তি উদ্ধাৰ হৈছিল। পাহাৰৰ উত্তৰ-পূবফালে নামনিত এক বৰ্গমাইলমান ব্যাপি চাৰিওফালে আগুৰা এখন প্ৰাচীৰৰ ভগ্নাৱশেষ উদ্ধাৰ হৈছিল।

বিদেহৰ ৰাজপুত্ৰ নৰকে আহি প্ৰাগজ্যোতিষৰ ৰজা ঘটকাসুৰক যুদ্ধত পৰাস্ত কৰি নিজে ৰজা হয় আৰু প্ৰাগজ্যোতিষত নতুন ৰাজবংশ এটাৰ প্ৰতিষ্ঠা কৰে। এই বংশৰ ৰজাসকলে প্ৰাগজ্যোতিষত এক দীৰ্ঘ কাল ধৰি ৰাজত্ব কৰে। ৰামায়ণ আৰু মহাভাৰতত নৰকৰ উল্লেখ আছে। নৰকৰ কাহিনী কালিকাপুৰাণ, ভাগৱত পুৰাণ, বিষ্ণুপুৰাণ আৰু হৰিবংশত পোৱা যায়।

উক্ত গ্ৰন্থসমূহত বৰ্ণিত আখ্যানৰ মতে বিষ্ণুৱে বৰাহ অৱতাৰত মহাপ্লাৱনৰ পৰা পৃথিৱী দেৱীক তেওঁৰ নিজৰ দাঁতেৰে তুলি লৈ উদ্ধাৰ কৰোতে ভাৰ্যাৰূপে গ্ৰহণ কৰা আৰু তেওঁৰ ঔৰসত পৃথিৱী দেৱীৰ গৰ্ভত জন্ম হোৱা নৰকক ভৌম আখ্যা দিয়া হয়। ভৌম অৰ্থাৎ ভূমি। অপত্যাৰ্থক প্ৰত্যয় যুক্ত ভৌম বোলা হয় আৰু বিষ্ণুৰ অংশত উৎপত্তি হোৱাৰ হেতুকেই কামৰূপৰ সকলো ৰাজবংশই ভৌম অৰ্থাৎ নৰকৰ পৰা উদ্ভৱ হোৱা বুলি দাবী কৰে। বিদেহৰ ৰজা জনকৰ ঘৰত নৰক প্ৰতিপলিত হৈছিল আৰু ম্লেচ্ছ ৰজা ঘটকক বধ কৰি প্ৰাগজ্যোতিষত ৰজা হৈছিল। ৰাজ্যৰ অধিবাসীসকল মংগোলীয় গোষ্ঠীৰ কিৰাত আৰু ম্লেচ্ছ জাতিৰ।

জনকে ভূমি দেৱীৰ পুত্ৰ সন্তান এটিৰ জন্ম হোৱা কথা জানিব পাৰি প্ৰতিশ্ৰুতি অনুসৰি সন্তানটিক নিবলৈ আহি দেখা পালে যে সন্তানটি মানুহৰ মূৰৰ খোলা এটাত পৰি আছে। জনকে সন্তানটিক বুটলি লৈ তেওঁৰ ৰাজধানীলৈ গ'ল। ৰাজধানীত সন্তানটিক নৰক নামেৰে প্ৰতিপালন কৰিলে। ভূমি দেৱীয়ে ছদ্মবেশ ধৰি কাত্যায়নী নামেৰে পৰিচৰ্যাকাৰীৰ ৰূপত সন্তানটিক ৰাজধানীত প্ৰতিপালন কৰিব ধৰিলে। নৰক ডাঙৰ হোৱাত তেওঁৰ বুদ্ধি বৃত্তিকে ধৰি সকলো ক্ষেত্ৰত আন ৰাজকোঁৱৰসকলতকৈ আগবঢ়া দেখি জনকৰ মনত নৰকৰ প্ৰতি বিদ্বেষভাব জাগে আৰু সেয়ে নৰকক অৱনত কৰাৰ চিন্তা কৰিছিল। ভূমি দেৱীয়ে নৰকৰ প্ৰতি থকা জনকৰ বিদ্বেষ ভাব জানিব পাৰি তেওঁৰ পুত্ৰক তাৰ পৰা লৈ যায় আৰু নৰকক তেওঁৰ জন্ম বৃত্তান্ত কয়। নৰকে ক'লে যে তেওঁৰ নিজৰ জন্ম বৃত্তান্ত কাহিনীটো বিশ্বাস কৰিব যেতিয়া বিষ্ণুৱে নিজেই সেই কথাটো তেওঁক জানিবলৈ দিব। ভূমি দেৱীয়ে বিষ্ণুক প্ৰাৰ্থনা জনোৱাত তেওঁ আৱিৰ্ভাব হৈ নৰকক ভূমি দেৱীৰ বক্তব্যৰ সত্যতাৰ স্বীকৃতি দিয়ে।

বিষ্ণুৱে ভূমিদেৱী আৰু নৰকৰ সৈতে প্ৰাগজ্যোতিষলৈ আহি ৰজা ঘটকক যুদ্ধত পৰাস্ত কৰি নৰকক প্ৰাগজ্যোতিষৰ ৰজা হিচাপে প্ৰতিষ্ঠা কৰিলে। বিষ্ণুৱে নৰকক প্ৰাগজ্যোতিষৰ ৰজা পাতি নৰকক কামাখ্যা দেৱীৰ পূজা কৰিবলৈ আৰু ৰাজ্যৰ ব্ৰাহ্মণসকলৰ প্ৰতি শ্ৰদ্ধা আৰু ভক্তি দৰ্শাবলৈ উপদেশ দিলে। বিষ্ণুৱে নৰকক বিদৰ্ভৰ ৰাজকুমাৰী মায়াৰ সৈতে বিয়া কৰাই দিলে।

বিষ্ণুৰ উপদেশ মতে নৰকে কামাখ্যা দেৱীক পূজা কৰিবলৈ ধৰে। নৰক এজন ধাৰ্মিক আৰু সত্যবাদী ৰজা আছিল আৰু ধাৰ্মিকতাৰে বহু যুগ ধৰি ৰাজত্ব কৰিছিল। দ্বাপৰ যুগৰ শেষত নৰকে শোণিতপুৰৰ ৰজা বাণৰ সৈতে মিত্ৰতা কৰে। বাণ ৰজা আছিল শিৱভক্ত আৰু ব্ৰাহ্মণসকলৰ প্ৰতি অশ্ৰদ্ধা দেখুৱাইছিল। নৰকে বাণৰ সৈতে মিত্ৰতা হোৱাৰ পিছৰ পৰা দাম্ভিক আৰু অত্যাচাৰী হয় আৰু ব্ৰাহ্মণসকলক অত্যাচাৰ কৰিবলৈ ধৰে। তেওঁ ১৬০০০ নাৰীক হৰণ কৰি ৰাজপ্ৰাসাদত বন্দী কৰি ৰখাৰ উপৰিও বৰুণৰ ছত্ৰ আৰু অদিতিৰ অলংকাৰ চুৰ কৰি নিয়ে। তেওঁ শিৱভক্ত হৈ কামাখ্যা দেৱীক উপেক্ষা কৰিবলৈ ধৰিলে। বশিষ্ঠ মুণিয়ে প্ৰাগজ্যোতিষলৈ আহি কামাখ্যা দেৱীক পূজা দিবলৈ বিচৰাত নৰকে তেওঁক মন্দিৰত প্ৰৱেশ কৰিবলৈ অনুমতি নিদিলে আৰু তেওঁক কঠোৰ ব্যৱহাৰ দেখুৱালে। ইয়াতেই বশিষ্ঠ মুনি ক্ৰুদ্ধ হ'ল আৰু নৰকক অভিশাপ দিলে।

নৰকে কামাখ্যা দেৱীৰ মনোমোহা ৰূপ দেখি বিয়া কৰাবলৈ উদ্যত হ'ল আৰু দেৱীৰ ওচৰত বিয়াৰ প্ৰস্তাৱ দিলে। তেতিয়া কামাখ্যা দেৱীয়ে চৰ্ত দিলে যে নৰকে যদি এটা নিশাৰ ভিতৰত কামাখ্যা দেৱীৰ মন্দিৰ এটা, মন্দিৰৰ ওচৰত পুখুৰী এটা আৰু মন্দিৰলৈ উঠা পথটো শিলেৰে নিৰ্মাণ কৰি দিব পাৰে তেতিয়া হ'লে তেওঁৰ আপত্তি নাই। নৰকে দেৱীৰ প্ৰস্তাৱত মান্তি হৈ নিৰ্মাণ কাৰ্য আৰম্ভ কৰিলে। ৰাতি নৌপুৱাওতে নিৰ্মাণৰ কাম প্ৰায় শেষ হওঁ হওঁ, অকল পথটোৰ কাম সম্পূৰ্ণ হ'বলৈ অলপ আছে। গতি বিষম দেখি কামাখ্যা দেৱীয়ে এটা কুকুৰা চৰাইৰ দ্বাৰাই মাজ নিশা ৰাতিপুৱাৰ ডাক দিয়ালে। কুকুৰা চৰাইৰ ডাক শুনি দেৱীয়ে ৰাতিৰ ভিতৰতে কাম সম্পূৰ্ণ কৰিব নোৱাৰা বাবে নৰকাসুৰৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিলে। নৰকেও ৰাতি পুৱাল বুলি ভাবি পথ নিৰ্মাণ কাৰ্য বন্ধ কৰি দিলে। পিছত দেৱীৰ ছলনা বুজিব পাৰি নৰকে তৰোৱাল হাতত লৈ কুকুৰা চৰাইটোৰ পিছে পিছে খেদি গৈ কুকুৰাটোক কাটিলে। উত্তৰ গুৱাহাটীৰ যি ঠাইত কুকুৰাটো কাটিলে বৰ্তমানো সেই ঠাইখনক কুকুৰাকটো বুলি জনা যায়।

বশিষ্ঠৰ অভিশাপ মতে বিষ্ণুৰ অৱতাৰ শ্ৰীকৃষ্ণই দ্বাৰকাৰ পৰা আহি অত্যাচাৰী ৰজা নৰকাসুৰক বধ কৰি তেওঁৰ পুত্ৰ ভগদত্তক প্ৰাগজ্যোতিষৰ ৰজা পাতিলে।

হৰগৌৰী সম্বাদত কোৱা হৈছে যে ২৪ বা ২৫ জন নৰকৰ বংশৰ ৰজাই কামৰূপত ৰাজত্ব কৰিছিল। নৰকৰ বংশৰ ৰজাসকলক গুপ্তভাৱে তেওঁলোকৰ নামৰ প্ৰাথমিক আখৰটোৰ সৈতে সম্বন্ধ ৰাখি উল্লেখ কৰা হৈছে। সেই আখৰকেইটা হৈছে জ, স, ন, গ, ভ, ৰ, ত, ম, জ, হ, দ, প, চ, ল, অ, ম, সো, শ্য, ম, ভূ, গো, ধ আদি। এইবোৰৰ প্ৰতিটোৱে বহন কৰিছিল এটা স্পষ্ট নিজস্ব নাম আৰু বংশটোৰ নাম নৰক। নগেন্দ্ৰ নাথ বসুৱে কৈছে যে কামৰূপৰ সকলোবোৰ ৰজাই সাধাৰণ নাম বা নৰকৰ উপাধি লৈ কিৰাত বংশৰ ৰজাসকলৰ পূৰ্বতে ৰাজত্ব কৰিছিল।

কালিকা পুৰাণৰ মতে নৰকে এটা সম্পূৰ্ণ যুগ ৰাজত্ব কৰিছিল। প্ৰথমজন ধাৰ্মিক ৰজা নৰক আৰু পৰৱৰ্তী অধাৰ্মিক ৰজা নৰক একেজন নাছিল। দুজন ভিন্ন লোক। পুৰাণত অকল এই বংশৰ প্ৰথম আৰু শেষৰজন ৰজাৰ উল্লেখ কৰিছে। ৰামায়ণৰ নৰক মহাভাৰতত উল্লেখ কৰা নৰকৰ পৰা ভিন্ন।

জনকৰ নিচিনাকৈ নৰক আছিল এটা ৰাজ বংশৰ উপাধি। দুটা শব্দ জনক (জন+ ক) আৰু নৰক (নৰ + ক) একেটা অৰ্থকে সূচায়। এইটোৱে দেখুৱায় যে নৰক জনকৰ বংশৰ। নৰকে কামৰূপত শাক্তি দেৱীৰ পূজা অৰ্থাৎ শক্তি ধৰ্ম প্ৰতিষ্ঠা কৰে। তেওঁ বহু ব্ৰাহ্মণ পণ্ডিতক মিথিলাৰ পৰা আনি কামৰূপত সংস্থাপিত কৰে। শক্তি উপাসনা কামাখ্যাত নৰকে সূচনা কৰে যিটো মূলতে বৈদিক নাছিল।

নৰক আখ্যানত ঐতিহাসিক মূল্য কিছু পোৱা যায়। অনুঃ ৭ ম/ ৮ ম খ্ৰীষ্টাব্দত শিলেৰে নিৰ্মিত কামাখ্যা মন্দিৰটো ভাগি যোৱাত কোচ ৰজা নৰনাৰায়ণে ১৫৬৫ খ্ৰীষ্টাব্দত পুনৰ নিৰ্মাণ কৰে। মন্দিৰৰ ওচৰত থকা পুখুৰীটো আৰু কামাখ্যা

মন্দিৰলৈ উঠা শিলৰ পথটোৰ চিন বৰ্তমানো দেখা যায়। গুৱাহাটীত নৰকাসুৰ নামৰ পাহাৰ আৰু গাঁও এখ বৰ্তমানো বিদ্যমান। নৰকাসুৰৰ সৈতে জড়িত এইবোৰ থাকিলেও তেওঁক ঐতিহাসিক লোক হিচাপে প্ৰামাণিক তথ্য উদ্ধাৰ হোৱা নাই। অৱশ্যে অজয় মিত্ৰ শাস্ত্ৰীয়ে ঐতিহাসিক ৰজা বৰ্মন বংশৰ প্ৰতিষ্ঠাপক পুষ্য বৰ্মনক নৰকৰ পুত্ৰ হিচাপে যুক্তি দৰ্শাইছে।

**ভগদত্ত ঃ** নৰকৰ পিছত ভগদত্ত প্ৰাগজ্যোতিষৰ ৰজা হয়। ভগদত্ত নামটো হৈছে এটা আৰ্য নাম। মহাভাৰতৰ ভগদত্তক গুৰুত্বপূৰ্ণভাবে উল্লেখ কৰা হৈছে। মহাভাৰতৰ কুৰুক্ষেত্ৰ যুদ্ধত কৌৰৱসকলৰ ফালে যোগদান কৰি পাণ্ডৱসকলৰ বিৰুদ্ধে যুদ্ধ কৰিছিল। সভা পৰ্বত তেওঁক কৌৰৱসকলৰ বন্ধু হিচাপে আৰু এজন সাহসী যোদ্ধা হিচাপে উল্লেখ কৰা হৈছে। উদ্যোগ পৰ্বত তেওঁক অৰ্জুনৰ সমকক্ষ বীৰ বুলি কোৱা হৈছে। ভগদত্ত এজন পৰাক্ৰমী যোদ্ধা আৰু ম্লেচ্ছসকলৰ প্ৰৰ্বল শক্তিমান ৰজা। সভাপতি আকৌ তেওঁক শিৱৰ বন্ধু হিচাপে আৰু যুদ্ধত ইন্দ্ৰতকৈ কম পাৰ্গত নাছিল বুলি উল্লেখ কৰা হৈছে। সেই একেটা পৰ্ব আৰু উদ্যোগ পৰ্বত উল্লেখ আছে যে তেওঁৰ সেনাবাহিনী গঠিত হৈছিল চীনা আৰু কিৰাতসকলৰ ধাৰা আৰু তেওঁলোকৰ বৰণ আছিল সোণৰ নিচিনা উজ্জ্বল আৰু সাগৰ তীৰত বাস কৰা। সভাপৰ্বতি (XXVI-XXVII) তেওঁক অৰ্জুনে একাদিক্ৰমে আঠ দিন যুদ্ধ কৰি পৰাস্ত কৰিছিল। উদ্যোগ পৰ্বত (XVIII) কৈছে যে তেওঁৰ অনুগামীসকল চীনা আৰু কিৰাতসকলে দুৰ্যোধনক সহায় কৰিবলৈ গৈছিল। দ্ৰোণ পৰ্বত (XXVI-XXX) উল্লেখ আছে তেওঁৰ কৃতিত্ব আৰু সাহসৰ পৰিচয় আৰু তেওঁ কেনেকৈ দুৰ্যোধনক ভীমৰ কবলৰ পৰা ৰক্ষা কৰিছিল আৰু অৱশেষত অৰ্জুনৰ দ্বাৰা তেওঁ কেনেকৈ মৃত্যু মুখত পৰিবলগীয়া হ'ল। মহাভাৰতৰ উপৰিও কালিকা পুৰাণ ভাগৱত পুৰাণ, বিষ্ণুপুৰাণ, হৰ্ষচৰিত আৰু ৰাজতৰংগিনীত তেওঁৰ উল্লেখ পোৱা যায়।

কালিকাপুৰাণত (৪০) নৰকৰ চাৰিজন পুত্ৰৰ উল্লেখ পোৱা যায়। তেওঁলোক হৈছে ভগদত্ত, মহাশীৰ্ষ, মদৱান আৰু সুমালি। কিন্তু অভিলেখত ভগদত্তৰ পিছত বজ্ৰদত্তৰ নামৰ উল্লেখ পোৱা যায়। হৰ্ষচৰিত পুষ্পদত্ত আৰু বজ্ৰদত্ত নাম তেওঁলোকৰ পূৰ্বপুৰুষৰ পিছত উল্লেখিত। কৰ্মপৰ্বত (V) উল্লেখ আছে ভগদত্তৰ পুত্ৰ কোনোবা কৃতপ্ৰজ্ঞ আৰু কৃতপ্ৰজ্ঞক নকুলে যুদ্ধত বধ কৰিছিল। সেই একেখন অভিলেখত বজ্ৰদত্তৰ বাহিৰে আন ৰাজপুত্ৰৰ উল্লেখ নাই আৰু বজ্ৰদত্তক অশ্বমেধ পৰ্বত (IXXV-I XXVI) কোৱা হৈছে যে তেওঁ অৰ্জুনৰ সৈতে তিনিদিন ধৰি যুদ্ধ কৰিছিল। সেই একেটা উল্লেখ ডুবি, নিধানপুৰ আৰু গুৱাহাটী তাম্ৰশাসনত পোৱা যায়। বজ্ৰদত্ত ভগদত্তৰ পুত্ৰ নে ভ্ৰাতৃ-অনিশ্চিত, কাৰণ ভাস্কৰ বৰ্মনৰ তাম্ৰ শাসনত তেওঁক পুত্ৰ হিচাপে উল্লেখ কৰা হৈছে। এইটো সম্ভৱ যে বজ্ৰদত্ত পুষ্পদত্তৰ নিচিনাকৈ ভগদত্তৰ পুত্ৰ। এইটো দেখা যায় যে নৰকৰ আন তিনিজন পুত্ৰই ৰাজত্ব কৰা নাছিল।

ভগদত্তই পৰাক্ৰমেৰে অৰ্জুনৰ সৈতে অশ্বমেধ খণ্ড যুদ্ধত আঠ দিন ধৰি যুদ্ধ কৰাৰ পিছত আত্মসমৰ্পণ কৰে। ভগদত্তই আত্মসমৰ্পণ কৰাৰ কাৰণ অৰ্জুন আছিল তেওঁৰ সহৃদয় বন্ধুৰ পুত্ৰ আৰু তেওঁ অৰ্জুনক সুপ্ৰশংস সমৰ্থন জনায় হস্তিনাপুৰত অপুষ্ঠিত কৰা ৰাজসূয় যজ্ঞত ভগদত্ত উপস্থিত হৈছিল তেওঁৰ অনুচৰবৰ্গ যৱনসকলৰ সৈতে আৰু যুধিষ্ঠিৰক দ্ৰুতগামী ঘোঁৰা, মূল্যবান পাথৰৰ বৰ্তন, হাতীদাঁতৰ নাল লগোৱা অস্ত্ৰ উপহাৰ দিছিল।

মহাভাৰতৰ কুৰুক্ষেত্ৰৰ যুদ্ধত তেওঁৰ শক্তিশালী সেনাবাহিনীৰ সৈতে দুৰ্যোধনৰ ফলীয়া হৈ যুদ্ধত যোগদান কৰি প্ৰমাণ কৰিছিল তেওঁৰ অগতানুগতিক সাহস আৰু বীৰত্বৰ। মহাভাৰতৰ দ্ৰোণ পৰ্বত বৰ্ণনা কৰা হৈছে কুৰুক্ষেত্ৰৰ যুদ্ধক্ষেত্ৰত তেওঁ দেখুৱা বীৰত্ব আৰু নিপুণ যুদ্ধ কৌশল। ভীমৰ প্ৰচণ্ড আক্ৰমণৰ পৰা দুৰ্যোধনক তেওঁ বচাইছিল। একমাত্ৰ শ্ৰীকৃষ্ণৰ সহায়তহে তেওঁ পৰাজয় বৰণ কৰে, আৰু তেওঁক বধ কৰা হয়।

পৰম্পৰা অনুসৰি দুৰ্যোধনে ভগদত্তৰ কন্যা ভানুমতীক বিয়া কৰায়। কাশীৰাম দাসৰ মহাভাৰতত এই বৈবাহিক সম্বন্ধৰ উল্লেখ আছে, অৱশ্যে মূল সংস্কৃত গ্ৰন্থখনত ইয়াৰ উল্লেখ নাই।

প্ৰতাপ চৌধুৰী শেষৰজন নৰক আৰু ভগদত্তৰ ৰাজত্বৰ সময় প্ৰথম খ্ৰীষ্টাব্দ নিৰ্ধাৰণ কৰিছে আৰু তেওঁৰ মতে খ্ৰীঃপূঃ নৱম শতিকাৰ মহাভাৰতৰ সৈতে ভগদত্তৰ সম্বন্ধ পিছৰ

সংযোজনা। ভগদত্তৰ কাহিনী মহাভাৰতৰ সৈতে এনেকুৱাভাৱে জড়িত যে ইয়াক পৃথক কৰা সহজ নহয়। সেয়ে ভগদত্তৰ বীৰত্বৰ কাহিনী মহাভাৰতত পিছৰ সংযোজনা বুলি ক'ব নোৱাৰি। ভগদত্তই নিশ্চয় মহাভাৰতৰ যুগতে আছিল।

**বজ্ৰদত্ত :** ভগদত্তৰ পিছত তেওঁৰ পুত্ৰ বজ্ৰদত্ত প্ৰাগজ্যোতিষৰ ৰজা হয়। মহাভাৰতত বজ্ৰদত্তৰ নাম উল্লেখ আছে। মহাভাৰতৰ কুৰুক্ষেত্ৰ যুদ্ধত বজ্ৰদত্তই অংশগ্ৰহণ কৰিব পৰা নাছিল তেওঁৰ শিশু-কালৰ বাবে। যুধিষ্ঠিৰে অশ্বমেধ যজ্ঞ কৰি ঘোঁৰা এৰি দিয়াত সেই ঘোঁৰা প্ৰাগজ্যোতিষত বজ্ৰদত্তই বন্ধ কৰি ৰখাত পাণ্ডৱৰ সেনাবাহিনীৰ সৈতে বজ্ৰদত্তৰ তয়াময়া যুদ্ধ হয়। এই যুদ্ধত বজ্ৰদত্তই যুধিষ্ঠিৰৰ বশ্যতা স্বীকাৰ কৰি ঘোঁৰাটো ঘূৰাই দিয়ে। হৰ্ষচৰিতত পুষ্পদত্ত আৰু বজ্ৰদত্ত ভগদত্তৰ উত্তৰাধিকাৰী হিচাপে উল্লেখ আছে। কিন্তু অভিলেখত পুষ্পদত্তৰ নাম ভগদত্তৰ বংশৰ বুলি পোৱা নাযায়। বজ্ৰদত্ত সম্ভৱ পুষ্পদত্তৰ তলৰ ভ্ৰাতৃ। কিন্তু বনমাল তৃতীয় বলবৰ্মন হয়, আৰু ৰত্নপালৰ অভিলেখসমূহত ভগদত্তৰ ভ্ৰাতৃ হিচাপে উল্লেখ কৰিছে।

নৰকৰ উত্তৰাধিকাৰীসকলে উনবিংশ পুৰুষলৈ একেৰাহে ৰাজত্ব কৰিছিল। এই বংশৰ শেষৰ ৰজা দুজন আছিল সুবাহু আৰু সুপৰ্ণ। সুবাহুৱে সন্ন্যাস ধৰ্ম গ্ৰহণ কৰি হিমালয়লৈ যায় আৰু তেওঁৰ পুত্ৰ সপুৰ্ণই ৰজা হৈ ৰাজ্য শাসন ধৰে। পিছত সুপৰ্ণক তেওঁৰ মন্ত্ৰী সুকৃতিয়ে হত্যা কৰে। হৰগৌৰী সম্বাদত ৰজাসকলৰ নামৰ তালিকা আছে যদিও সেইসকলৰ প্ৰায়বোৰ কাল্পনিক। নিধানপুৰ তাম্ৰশাসনত বজ্ৰদত্তৰ পিছৰ পৰা পুষ্য বৰ্মনৈনতুন ৰাজবংশৰ প্ৰতিষ্ঠা কৰা সময়ৰ ব্যৱধান ৩০০০ বছৰ বুলি উল্লেখ আছে। হিউৱেন চাঙৰ বিবৰণীৰ পৰা জনা যায়— যে নৰকৰ পৰা ভাস্কৰ বৰ্মনৰ মাজত এহাজাৰ বংশ পুৰুষে ৰাজত্ব কৰা বুলি।

ভাগৱত পুৰাণত ভীষ্মক ৰজাৰ উল্লেখ পোৱা যায়। তেওঁ বিদৰ্ভ ৰাজ্যত ৰাজত্ব কৰিছিল। পৰম্পৰা অনুসৰি বিদৰ্ভ ৰাজ্য শদিয়া অঞ্চলত অৱস্থিত। ৰাজধানীৰ নাম আছিল কুণ্ডীন। শদিয়াৰ পৰা ৩৬ কিঃ মিঃ উত্তৰে ডিক্ৰং আৰু দিবং নদীৰ মাজত বিস্তাৰিত এটা দুৰ্গৰ ধ্বংসাৱশেষ আছে। সেই ধ্বংসাৱশেষ ৰাজধানী কুণ্ডিন নগৰৰ বুলি কোৱা হয়।

ভীষ্মকৰ পাঁচজন পুত্ৰ আৰু ৰুক্মিণী নামৰ এজনী কন্যা আছিল। ৰুক্মিণী আছিল দীপলিপ আৰু শ্ৰীকৃষ্ণৰ প্ৰতি প্ৰেমাসক্ত হৈছিল। ভীষ্মকে ৰুক্মিণীক চেদিৰ বুলি ৰাজপুত্ৰৰ শিশুপালৰ লগত বিয়া দিবলৈ সিদ্ধান্ত লোৱা বুলি জানিব পাৰি ৰুক্মিণীয়ে গোপনে শ্ৰীকৃষ্ণলৈ বাৰ্তা প্ৰেৰণ কৰে আৰু শ্ৰীকৃষ্ণই আহি ৰুক্মৰীক হৰণ কৰি ৰথত তুলি লৈ যায়। ৰুক্মিণীৰ আৰু আন ৰাজপুত্ৰসকলে শ্ৰীকৃষ্ণক পিছে পিছে খেদি যোৱাত শ্ৰীকৃষ্ণই তেওঁলোকক পৰাস্ত কৰি কুণ্ডিন নগৰত প্ৰজাসকলৰ আনন্দ-উল্লাসৰ মাজত বিয়া কৰায়। এই কাহিনীৰ অৱলম্বনত ৰুক্মিণী হৰণ কাব্যত ৰচিত বিয়াগীত বৰ্তমানো অসমত প্ৰচলিত।

প্ৰতাপ চৌধুৰীমতে শ্ৰীকৃষ্ণৰ কৃতিত্বৰ কাহিনীটো এটা আখ্যান কিন্তু ভীষ্মক নামৰ ৰজা এজন থকাৰ সম্ভাৱনা নুই কৰা নাই। এই কাহিনীটোৰ উৎপত্তি সম্ভৱ অৰ্জুনে দূৰত্বৰ কামৰূপ ৰাজ্য আক্ৰমণ কৰা সময়ত কোনো ৰাজপুত্ৰ বা এটা সময়ত যেতিয়া নৰকে ৰাজত্ব কৰিছিল শ্ৰীকৃষ্ণৰ সৈতে জড়িত আছিল।

ভাগৱত আৰু বিষ্ণু পুৰাণত বালিৰ পুত্ৰ শোণিতপুৰৰ ৰজা বাণৰ কাহিনী বৰ্ণনা আছে। শোণিতপুৰক বৰ্তমানৰ তেজপুৰ নগৰৰ সৈতে চিনাক্ত কৰা হৈছে। তেওঁক নৰকৰ সমসাময়িক আৰু বাণাসুৰ হিচাপে জনা যায়। বাণাসুৰৰ বহু পুত্ৰ আৰু ঊষা নামৰ একমাত্ৰ কন্যা আছিল। বাণ আছিল শিৱৰ পৰম ভক্ত। শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধই ঊষাৰ ৰূপত মুগ্ধ হৈ অন্তেষপুৰত, য'ত ৰাজকুমাৰী ঊষাক চন্তৰীসকলে দিনে নিশাই পহৰা দি থাকে প্ৰৱেশ কৰি ঊষাক গন্ধৰ্ব প্ৰথাৰে বিয়া কৰায়। বাণ ৰজাৰ সৈন্য-সামন্তই অনিৰুদ্ধক অন্তেষপুৰত প্ৰৱেশ কৰা কথা জানিব পাৰি তেওঁক আক্ৰমণ কৰিলে। অনিৰুদ্ধই বাণৰ সেনাবাহিনীৰ সৈতে পৰাক্ৰমেৰে যুদ্ধ কৰি বন্দী হ'বলগীয়া হয় আৰু শ্ৰীকৃষ্ণই দ্বাৰকাৰ পৰা আহি অনিৰুদ্ধক উদ্ধাৰ কৰে। শ্ৰীকৃষ্ণই মহাসমৰত বাণক পৰাস্ত কৰি বধ কৰে। এই কাহিনীটো কুমাৰ হৰণত বৰ্ণনা কৰা হৈছে। বাণৰ নাতিয়েকে অকা পৰ্বতৰ পাদদেশত অৰ্থাৎ ভালুকপুঙত ৰাজধানী পাতে।

ৰঘুবংশত (মাৰ্গ IV) আছে যে ৰঘুৱে লোহিত অতিক্ৰম কৰি প্ৰাগজ্যোতিষৰ ৰজাক যুদ্ধত পৰাস্ত কৰে।

প্ৰাগজ্যোতিষৰ ৰজাই তেওঁৰ বশ্যতা স্বীকাৰ কৰে আৰু বহু হাতী উপহাৰ দিয়ে। এই সম্পৰ্কে কোনো তথ্য বৰ্তমানলৈ উদ্ধাৰ হোৱা নাই।

যোগিনীতন্ত্ৰ অনুসৰি দেৱেশ্বৰ নামৰ শূদ্ৰ ৰজা এজনে কামৰূপত শক যুগৰ আৰম্ভণিতে ৰাজ্য শাসন কৰিছিল। আকৌ নৰশংকৰ বা নাগাখ্য আন এজন ৰজাৰ নাম পোৱা যায়। নাগাখ্যই স্বৰ্ণপীঠত ৰাজত্ব কৰিছিল আৰু ৰাজধানী আছিল বিশ্বনাথ অঞ্চলৰ প্ৰতাপগড়ত। প্ৰতাপগড়ত বৰ্তমানো এটা দুৰ্গৰ ধ্বংসাৱশেষৰ চিহ্ন দেখা যায়। সেই ধ্বংসাৱশেষটো নাগাখ্য বুলি কোৱা হয়। নাগাখ্যৰ বংশৰ আন চাৰিজন ৰজাই দুবছৰ ৰাজত্ব কৰিছিল। তেওঁলোকৰ নাম মিমিং, গজং, শ্ৰীবং আৰু মৃগং।

জিতাৰী নামৰ ক্ষত্ৰিয় এজন দ্ৰাবিড় দেশৰ পৰা অসমলৈ আহি, অসমত তেওঁ ধৰ্মপাল নাম লৈ এখন ৰাজ্য প্ৰতিষ্ঠা কৰে। তেওঁ গুৱাহাটীৰ পশ্চিম ফালে ৰাজধানী নিৰ্মাণ কৰিছিল। নিৰ্মান কৰা ৰাজধানীৰ স্থান চিনাক্ত হোৱা নাই। ধৰ্মপাল এজন ধাৰ্মিক ৰজা আছিল, তেওঁ ব্ৰাহ্মণ আৰু উচ্চ জাতৰ হিন্দুক আনি অসমত সংস্থাপন কৰি দিছিল। তেওঁৰ পুত্ৰ ৰত্নপাল , সতানিক বা ৰত্নপালে গৌড় আক্ৰমণ কৰিছিল আৰু তেওঁৰ পিছত পুত্ৰ সোমপাল ৰজা হয়। এই ৰাজবংশই আঠ পুৰুষলৈ ৰাজত্ব কৰে। এই বংশৰ শেষৰজন ৰজা আছিল ৰামচন্দ্ৰ আৰু তেওঁৰ ৰাজধানী আছিল মাজুলীৰ ৰত্নপুৰত।

শশাংক বা আৰিমত্ত আছিল ৰামচন্দ্ৰৰ অবৈধ পুত্ৰ। তেওঁ বহুকেইখন ৰাজ্যৰ ৰজাক পৰাস্ত কৰি অসমৰ পশ্চিম অংশত ৰাজ্য প্ৰতিষ্ঠা কৰে। তেওঁৰ ৰামচন্দ্ৰৰ সৈতে সংঘৰ্ষ হৈছিল আৰু ৰামচন্দ্ৰক অজানিতে বধ কৰিছিল। ৰাজ্যৰ অৱস্থান আৰু বিস্তৃতি সম্পৰ্কে জনা নাযায়। কিন্তু প্ৰায়বোৰ বিৱৰণীত তেওঁৰ ৰাজ্য আছিল নামনি অসমত আৰু ৰাজধানী কামৰূপৰ বৈদ্যৰগড়ত। তেওঁৰ ৰাজ্য কমতাপুৰৰ ৰাজ বংশৰ ফেংগুৱা ৰজাই আক্ৰমণ কৰিছিল। ফেংগুৱাৰ ৰজাই প্ৰথমে পৰাজয় বৰণ কৰিছিল কিন্তু আৰিমত্ত ৰক্ষাৰ ৰাণী ৰত্নমালাৰ সহায়ত আৰিমত্তক বধ কৰি ৰাজধানী দখল কৰে। ইয়াৰ পিছত ৰাণী ৰত্নমালাকো হত্যা কৰে। আৰিমত্তৰ পুত্ৰ গজাংকেই ফেংগুৱাৰ ৰজাক বধ কৰি ৰজা হয়। গজাংকৰ পিছত সুক্ৰানিক আৰু মৃগাংক ৰজা হয়। আৰিমত্তৰ বংশই চাৰি পুৰুষ ধৰি ৰাজত্ব কৰে। মৃগাংকৰ মৃত্যুৰ পিছত ৰাজ্যখন বহু অংশত বিভক্ত হয়।

জোংগাল বলহু হৈছে আৰিমত্তৰ আন এজন পুত্ৰ। তেওঁ ৰজা হৈ তেওঁৰ ৰাজ্যৰ ৰাজধানী নগাঁও জিলাৰ চহৰি মৌজাত প্ৰতিষ্ঠা তৰে। তাত বৰ্তমানো প্ৰাচীন দুৰ্গৰ ধ্বংসাৱশেষ দেখা যায়। দুৰ্গৰ নাম জংগলগড়। তেওঁক কছাৰীসকলে পৰাস্ত কৰে আৰু তেওঁ নিজে কলং নদীত মৰে।

আদিতে প্ৰাগজ্যোতিষ ৰাজ্য সমগ্ৰ অসম (উত্তৰ পূব ভাৰত) খনক সামৰা নাছিল। সেই সময়ত কেবাখনো সৰু সৰু ৰাজ্য আছিল। সেইবোৰৰ ভিতৰত ডবকা, কন্দলি, মণিপুৰ, হিড়িম্বা আৰু তিপ্লেৰা (ত্ৰিপুৰা) ৰাজ্য আছিল প্ৰধান। বজ্ৰদত্তৰ পিছত প্ৰাগজ্যোতিষ ৰাজ্য লাহে লাহে দুৰ্বল হৈ পৰে? কেই শতিকামানৰ ভিতৰত সৰু সৰু ৰাজ্যসমূহ একত্ৰিত কৰি প্ৰাগজ্যোতিষ ৰাজনৈতিকভাৱে শক্তিশালী হৈ পৰে।

## সপ্তম অধ্যায়

# ৰাজনৈতিক ইতিহাস

## বৰ্মন ৰাজ বংশ

**বৰ্মন ৰাজবংশ :** অসমৰ প্ৰকৃত ৰাজনৈতিক ইতিহাস আৰম্ভ হয় বৰ্মন ৰাজবংশৰ প্ৰতিষ্ঠাৰ সময়ৰ পৰা। অভিলেখসমূহৰ পৰা জনা যায় পুষ্যবৰ্মন নৰক-ভগদত্তৰ ভৌম বংশৰ আৰু তেওঁ এই বংশৰ প্ৰথম ঐতিহাসিক ৰজা। তেওঁ ৰাজত্ব কৰে চতুৰ্থ শতিকাৰ মধ্যভাগত।

ডুবি তাম্ৰশাসনত (শ্লোক ৫-৬) কোৱা হৈছে যে নৰকৰ ভৌম বংশত জন্মগ্ৰহণ কৰা মহাপৰাক্ৰমী ৰজা পুষ্যবৰ্মন, যিজন যশস্যা আৰু সম্মানত আছিল শিৱৰ সমান, ত্যাগ আৰু শত্ৰুদমনৰ ক্ষেত্ৰত ইন্দ্ৰৰ সমকক্ষ। ভাগ্যৰ দেৱী (লক্ষ্মী) তেওঁৰ সৈতে আছিস আৰু তেওঁ এজন দ্বিতীয় বিষ্ণু, নিধানপুৰ তাম্ৰশাসনত (শ্লোক ৭) কৈছে যে নৰক বংশই তিনিহাজাৰ বছৰ ৰাজত্ব কৰিছিল; তেওঁলোকৰ দেৱতুল্য পুষ্যবৰ্মন আছিল বিশ্বৰ ৰজা। একেধৰণৰ উল্লেখ নালন্দা শীল মোহৰতো আছে, 'শ্ৰীমান নৰক তনয়ো ভগদত্ত ৱ্ৰজদত্তান্বয়ো মহাৰাজ ধিৰাজ শ্ৰীপ্ৰাগজ্যোতিষেন্দ্ৰহ : পুষ্যবৰ্মা'। এই সম্বন্ধৰ তাৎপৰ্য দুৰ্বোধ্য, প্ৰকৃততে প্ৰাচীন অসমৰ পাল বংশৰ শেহলৈ সকলো ৰাজবংশ ৰজাই তেওঁলোকৰ পূৰ্বপুৰুষ নৰক ভগদত্ত অৰ্থাৎ ভৌম বংশৰ পৰা জন্মগ্ৰহণ কৰা বুলি পৰ্ব কৰে। ভাৰতৰ বিভিন্ন ৰাজ্যৰ ৰাজবংশৰ ৰজাসকলে তেওঁলোকৰ পূৰ্বপুৰুষ সূৰ্য বা চন্দ্ৰ বুলি কয় আৰু তেওঁলোক সূৰ্য বা চন্দ্ৰবংশী বুলি গৌৰৱ কৰে। একেধৰণে আখ্যানমূলক বংশাৱলী পোৱা যায় ইজিপ্ত, সুমেৰীয়া, বেবীলনীয়া, গ্ৰীচ আৰু ৰোমৰ প্ৰাচীন ইতিহাসৰ ৰজাসকলৰ বংশ উদ্ভৱ ক্ষেত্ৰতো। প্ৰাচীন গ্ৰন্থ আৰু অভিলেখসমূহত নৰকৰ কাহিনী এনেদৰে সন্নিবিষ্ট হৈ আছে। সেইবোৰ কাৰণে নৰকৰ ঐতিহাসিকতা সহজে নুই কৰিব নোৱাৰি।

বৰ্মন বংশৰ উৎপত্তি সম্পৰ্কে বৰ্তমানো অস্পষ্ট, যদিও এই বংশৰ উৎপত্তি নৰক-ভগদত্তৰ ভৌম বংশৰ বুলি ক'ব বিচৰা হয়। নৰকৰ জন্ম বিষ্ণুৰ বৰাহ অৱতাৰ আৰু ভূমি দেৱী (পৃথিৱী)ৰ মিলনৰ ফলশ্ৰুতি বুলি গ্ৰন্থ আৰু অভিলেখত উল্লেখ পোৱা যায়। যিয়েই নহওক, ইয়াৰ ঐতিহাসিক সভ্যতা নাই। ইয়াৰ গুৰুত্ব দেখুৱাবলৈ এক কাব্যিক অতিৰঞ্জন বা এই যেন এটা নীচ কুলৰ উচ্চ জাতত তোলাৰ প্ৰচেষ্টা যেনেকৈ প্ৰাচীন যুগৰ বহু ৰাজ বংশই তেওঁলোকৰ বংশৰ উৎপত্তি সম্পৰ্কে অস্পষ্ট তেতিয়া তেওঁলোকৰ বংশ চন্দ্ৰ, সূৰ্য, অগ্নি, ইন্দ্ৰ আদিৰ পৰা বুলি বিচাৰি উলিয়ায়। হিউৱেন চাঙে বৰ্মনসকলক ব্ৰাহ্মণ বুলি উল্লেখ কৰিছে। আৰ চি মজুমদাৰে ভাবে যে তেওঁলোক অসুৰ নৰকৰ বংশধৰ, অনাৰ্য মূল আৰু ধৰ্মান্তৰিত কৰা হয় গোড়া ব্ৰাহ্মণ্য ধৰ্মত। নগেন্দ্ৰ নাথ বসুৱে ম্লেচ্ছ ব্ৰাহ্মণ বুলি কৈছে, সুনীতি কুমাৰ চেটাৰ্জিৰ মতে বৰ্মনসকল নৰক্ষত্ৰিয়, সভ্য হিন্দুধৰ্মীয় ম্লেচ্ছ, ইণ্ডো-মংগোলীয় পৰিয়ালৰ। উক্ত মন্তব্য বিশ্বাসযোগ্য নহয়। হিউৱেন চাঙে স্পষ্টভাৱে উল্লেখ কৰিছে যে বৰ্মনসকল ব্ৰাহ্মণ। অভিলেখসমূহত উল্লেখ পোৱা কিছুমান উপাধিয়ে ব্ৰাহ্মণক সূচায় আৰু সেইবোৰ বৰ্তমান ব্ৰাহ্মণৰ উপৰিও অন্য জাতিয়ে ব্যৱহাৰ কৰা পোৱা যায়।

নিধানপুৰ তাম্ৰশাসনত উল্লেখ আছে যে নৰক বংশৰ ৰজাসকলে তিনিহাজাৰ বছৰ ব্যাপি ৰাজত্ব কৰিছিল আৰু তেওঁলোকে দেৱাৱস্থা লাভ কৰিছিল। পুষ্যবৰ্মন বিশ্বৰ ৰজা হৈছিল।

বৰ্মন ৰাজবংশই সম্ভৱ খ্ৰীষ্টিয় চতুৰ্থ শতিকাৰ মধ্যৰ পৰা সপ্তম শতিকাৰ মধ্যলৈ বা অলপ পিছলৈ ৰাজ্য শাসন কৰিছিল। পুষ্যবৰ্মন সম্ভৱ সমুদ্ৰগুপ্তৰ সমসাময়িক আছিল।

তেওঁ মহাৰাজা ধিৰাজ উপাধি গ্ৰহণ কৰাৰ পৰা বুজা যায় যে তেওঁ উত্তৰ-পূব ভাৰতৰ এজন শক্তিশালী আৰু প্ৰভাৱশালী ৰজা আছিল। এই ৰাজবংশই প্ৰাগজ্যোতিষ নগৰৰ পৰা ৰাজত্ব কৰিছিল। পুষ্যবৰ্মনে ৰাজত্ব-পূৰ্বতে কিছুমান ৰজাই ক্ষুদ্ৰ ৰাজ্য প্ৰতিষ্ঠা কৰিছিল ৰাজ্যৰ আন অংশত। বৰ্মন ৰজাসকলে প্ৰাগজ্যোতিষাধিপতি, উপাধি ব্যৱহাৰ কৰাৰ পৰা বুজা যায় যে বৰ্মন বংশৰ ৰাজত্বৰ শেষলৈ বা কিছু পাছলৈ সেই ৰজাসকলৰ প্ৰাগজ্যোতিষ আছিল তেওঁলোকৰ ৰাজধানী নগৰ। বি. এম. বৰুৱাৰ মতে সেই উপাধিটো ৰামায়ণ-মহাভাৰতৰ পৰা লোৱা। এইটো সম্ভৱ যে ৰাজ্যখনৰ নাম আছিল প্ৰাগজ্যোতিষ আৰু ঐতিহাসিক যুগত ৰাজ্যখনৰ নাম কামৰূপলৈ ৰূপান্তৰিত হয়। কিন্তু 'প্ৰাগজ্যোতিষপুৰ' নতুন কামৰূপৰ ৰাজ্যতো ৰাজধানী হিচাপে থাকি গ'ল।

বৰ্মনসকলৰ পূৰ্বপুৰুষৰ বিষয়ে জনা নাযায়। ৰাজমোহন নাথৰ মতে পুষ্যবৰ্মনে মধ্যভাৰতৰ পৰা আহি সমুদ্ৰগুপ্তৰ সহায়ত ৰাজ্য দখল কৰি বৰ্মন বংশৰ ৰাজত্ব কামৰূপত প্ৰতিষ্ঠা কৰে। বি. এম. বৰুৱাই কামৰূপৰ বৰ্মনসকলক উত্তৰপথৰ ত্ৰিগৰ্ত (কংগ্ৰা উপত্যকা) বা পাঞ্জাবৰ কোনো অঞ্চলৰ সৈতে সংলগ্ন কৰিছে। প্ৰতাপ চৌধুৰীৰ মতে পুষ্যবৰ্মন হৈছে এজন আৰ্য ৰাজপুত্ৰ আৰু আলপাইনসকলৰ তেজৰ সৈতে আৰ্য ৰাজপুত্ৰ আৰু আলপাইনসকলৰ তেজৰ সৈতে মিশ্ৰণ ঘটিছিল আৰু ভগদত্তৰ বংশৰ সৈতে দূৰ সম্বন্ধীয় আছিল। পৌৰাণিক ৰজা ভগদত্তৰ সৈতে সম্বন্ধ থকা প্ৰামাণিক তথ্য পোৱা নাই। কিন্তু এইটো সম্ভৱ যে পুষ্যবৰ্মন নিসন্দেহে এজন আৰ্য আছিল আৰু তেওঁৰ পূৰ্বপুৰুষসকল অসমলৈ আহিছিল চতুৰ্থ খ্ৰীষ্টাব্দৰ আগতে। তেওঁলোকে আহি অসমত বসতি স্থাপন কৰিছিল। সেই সময়ত অসমৰ ৰাজনৈতিক ক্ষেত্ৰত অৰাজকতা হৈছিল। কিছুমান অনাৰ্যমূলৰ লোকে সৰু সৰু ৰাজ্য গঠন কৰি ৰাজত্ব কৰিছিল। পুষ্যবৰ্মনৰ বংশৰ লোকে অধিবাসীসকলৰ পৰা সমৰ্থন পোৱাত তেওঁলোকে উচ্চ স্থান লাভ কৰিছিল। সেয়ে পুষ্যবৰ্মনে নিজকে ৰজা হিচাপে প্ৰতিষ্ঠা কৰিবলৈ সমৰ্থ হৈছিল আৰু কিছুমান সৰু ৰাজ্য জয় কৰি সেইবোৰ নিজ ৰাজ্যত চামিল কৰি লৈছিল নিজৰ ক্ষমতাৰে।

সমুদ্ৰগুপ্তৰ এলাহাবাদ স্তম্ভলেখে উল্লেখ কৰিছে এজন কামৰূপৰ ৰজাক, এনেকৈ সমতট ডবাক। কামৰূপ-নেপাল কতৃপুৰাদি প্ৰত্যন্ত নৃপতিভিই এইবোৰ সমুদ্ৰগুপ্তৰ প্ৰত্যন্ত ৰাজ্য আছিল। ইয়াত সমুদ্ৰগুপ্তৰ কৰ্তৃত্বপূৰ্ণ আদেশ সম্পূৰ্ণভাৱে পালন কৰিব লাগিব সকলো খাজনা আদায় দি আৰু তেওঁ আদেশ মানি ল'ব লাগিব আৰু নিজে আহি অভিবাদন জনাব লাগিব। কামৰূপৰ ৰজাজনৰ নাম উল্লেখ কৰা নাই আৰু পুষ্যবৰ্মন গুপ্ত সম্ৰাটৰ সমসাময়িক বুলি জনা নাযায়।

প্ৰতাপ চৌধুৰীৰ মতে পুষ্যবৰ্মন সমুদ্ৰগুপ্তৰ সমসাময়িক আৰু ডবাক আন এখন সীমান্তৰ ৰাজৰ কামৰূপ ৰাজ্যৰ পূবফালে অৱস্থিত দুয়োখন ৰাজ্যই সম্ভৱ সমুদ্ৰগুপ্তৰ বশ্যতা স্বীকাৰ কৰিছিল। অৱশ্যে তেওঁলোক স্বায়ত্ত শাসনত হস্তক্ষেপ কৰা নাছিল। আৰ জি বাকৰ মতে পুষ্যবৰ্মন আছিল চন্দ্ৰগুপ্তৰ সমসাময়িক আৰু সমুদ্ৰগুপ্তৰ সমসাময়িক আছিল সমুদ্ৰবৰ্মন। এইচ চি ৰয়ে কৈছে যে গুপ্তই কামৰূপ জয় কৰাৰ কোনো চূড়ান্ত প্ৰমাণ নাই; কিন্তু সমুদ্ৰগুপ্ত আৰু সমুদ্ৰবৰ্মনৰ তেওঁলোকৰ ৰাণীৰো নামৰ মিল থকা আৰু অভিলেখত গুপ্তকাল গুপ্তাব্দৰ ব্যৱহাৰ সূচায় ব্ৰহ্মপুত্ৰ উপত্যকাত গুপ্ত প্ৰভাৱ পৰিছিল। তেওঁৰ মতে সমুদ্ৰবৰ্মন সমুদ্ৰগুপ্তৰ সমসাময়িক আছিল। প্ৰতাপ চৌধুৰীয়ে পুষ্যবৰ্মনৰ ৰাজত্বকাল নিৰ্দ্ধাৰণ কৰিছে ৩৫৫-৩৮০ খ্ৰীঃৰ ভিতৰত। তেওঁৰমতে পুষ্যবৰ্মনে সিংহাসন আৰোহণ কৰে ৩৫৫ খ্ৰীঃত। পি এন ভট্টাচাৰ্যমতে পুষ্যবৰ্মনৰ ৰাজত্বকাল হৈছে। চতুৰ্থ শতিকাৰ মধ্যত আৰু তেওঁ বৰ্মন বংশৰ ৰাজত্ব প্ৰতিষ্ঠাপক। তেওঁৰমতে পুষ্যবৰ্মন সমুদ্ৰগুপ্তৰ সমসাময়িক আৰু সম্ভৱ গুপ্ত সম্ৰাটৰ তলতীয়া ৰজা। সেয়ে তেওঁ পুত্ৰ আৰু বোৱাৰীৰ নাম গুপ্ত সম্ৰাট সমুদ্ৰগুপ্ত আৰু ৰাণী দত্তা দেৱীৰ নামেৰে। ভট্টশালী মতে পুষ্যবৰ্মন আছিল সমুদ্ৰগুপ্তৰ পিতৃ প্ৰথম চন্দ্ৰগুপ্তৰ সমসাময়িক আৰু পুষ্যবৰ্মনৰ ৰাজত্বকাল হৈছে চতুৰ্থ শতিকাৰ প্ৰথমাৰ্ধত। কনকলাল বৰুৱাই ভট্টশালীৰ মন্তব্যকে সমৰ্থন জনাইছে। এলাহাবাদ স্তম্ভ লেখত উল্লেখ কৰা সীমান্তৰ কামৰূপৰ ৰজা, পুষ্যবৰ্মনক বাধ্য কৰাইছিল তেওঁৰ তলতীয়া ৰজা হিচাপে সমুদ্ৰগুপ্তৰ হুকুম মানি চলিবলৈ আৰু ৰজাসভাত উপস্থিত হ'বলৈ। পুষ্যবৰ্মনে

সিংহাসন আৰোহণ কৰে সম্ভৱ ৩৫০ খ্ৰীঃত বা কিছু আগত।

পুষ্যবৰ্মনে বহুবছৰ অনিশ্চয়তাৰ পিছত কামৰূপ ৰাজ্যক প্ৰাচীন ভাৰতৰ ৰাজনৈতিক ইতিহাসত এক গুৰুত্বপূৰ্ণ স্থানলৈ লৈ গৈছিল। তেওঁ মহাৰাজাধিৰাজ উপাধি গ্ৰহণ কৰাটোৱে সূচায় তেওঁৰ স্বাধীন পদ মৰ্যাদাৰ। ৰাজ্য বিস্তাৰ কৰাৰ ক্ষেত্ৰত তেওঁ কিমানদূৰ কৃতকাৰ্যত লাভ কৰিছিল জনা নাযায়। ডবকাৰ নিচিনা সৰু ৰাজ্য এখন নিজ ৰাজ্যত চামিল কৰিবলৈ লোৱা প্ৰচেষ্টাৰ বিষয়েও জনা নাযায়।

(২) **সমুদ্ৰবৰ্মন ঃ** পুষ্যবৰ্মনৰ পিছত তেওঁৰ পুত্ৰ সমুদ্ৰবৰ্মন ৩৮০ খ্ৰীঃত কামৰূপৰ ৰজা হয়। তেওঁৰ ৰাজত্ব কাল ৩৮০-৪০৫ খ্ৰীঃলৈ আছিল গুৰুত্বপূৰ্ণ। যশস্যা আৰু সদ গুণেৰে ভূষিত তেওঁ আছিল এজন বিশিষ্ট ৰজা। তেওঁ আছিল সাগৰৰ দৰে গভীৰ আৰু পিতৃৰ নিচিনা ক্ষমতাশালী, তেওঁৰ মহানতা আৰু ধীৰ স্থিৰ শান্ত স্বভাৱ বাবে সাগৰৰ সৈতে তুলনা কৰিব পাৰি আৰু তেওঁ বৰ মৰমিয়াল আৰু গহীন স্বভাৱৰ আছিল। তেওঁ সকলো ভাল গুণৰ অধিকাৰী, শত্ৰু ধ্বংসকাৰী, আত্মসংযমী, ন্যায়পৰায়ণ, সমগ্ৰ বিশ্ব উপভাগ কৰাৰ পিছত স্বৰ্গলৈ গৈছিল। নিধানপুৰ তাম্ৰ-শাসনত (শ্লোঃ ৮) কৈছে যে তেওঁ পঞ্চসমুদ্ৰৰ দৰে আৰু তেওঁৰ ৰাজ্যত মাৎস্যন্যায় নাছিল। তেওঁ সম্ভৱ দ্বিতীয় চন্দ্ৰগুপ্তৰ সমসাময়িক আছিল। অভিলেখত উল্লেখ কৰা মাৎস্যন্যায় যিটোৰ অৰ্থ অৰাজকতা অৰ্থাৎ বলবানে (শক্তিবানে) নিৰ্বলীক উৎপীড়ন কৰে, যেনেকৈ ডাঙৰ মাছে সৰু মাছ খাই পেলায়, সমুদ্ৰবৰ্মনে আঁতৰাইছিল। এইটোৱে ইংগিত দিয়ে তেওঁ ৰাজনৈতিক ক্ষমতা সুদৃঢ় কৰি শান্তিপূৰ্ণ ৰাজত্ব প্ৰতিষ্ঠা কৰিছিল। তেওঁ লোৱা মহাৰাজাধিৰাজ উপাধিয়ে সূচায় যে তেওঁ পিতৃৰ দৰে এজন স্বাধীন ৰজা হিচাপে ৰাজত্ব কৰিছিল।

(৩) **বল বৰ্মন ঃ** সমুদ্ৰ বৰ্মনৰ পিছত তেওঁৰ পুত্ৰ বল বৰ্মন ৰজা হয়। তেওঁৰ ৰাজত্বকাল ৪০৫-৪২০খ্ৰীঃলৈ। তেওঁৰ ৰাজত্বকালত বিশেষ তাৎপৰ্যপূৰ্ণ সংঘাত ঘটা নাছিল। অভিলেখত তেওঁৰ গুণ আৰু সামৰিক বিষয়ে কেইটামান উল্লেখ পোৱা যায়। তেওঁ আছিল এজন ডাঙৰ যোদ্ধা আৰু যাৰ অনিবাৰ্য সেনাবাহিনী গঠিত হৈছিল তেওঁৰ ৰক্ষা কবচ। ৰাজ্যৰ সুস্থিৰতা ৰক্ষাৰ বাবে লোৱা প্ৰতিৰোধৰ বাবে তেওঁক বিবেচনা কৰা হয় মুখ্য (অগ্ৰগণ্য) আৰু নৈতিক উৎকৰ্ষ সম্পন্ন আৰু দান কৰিবলৈ জ্ঞান আৰু ৰাজকীয় গুণসম্পন্ন কৰে। অগ্নিৰ নিচিনা স্থিৰ হৈ তেওঁ যুদ্ধত শত্ৰুৰ প্ৰবল প্ৰতাপ সৈন্যক জয় কৰি বিশ্বক উপভোগ কৰিছিল। পিতৃৰ নিচিনাকৈ তেওঁ ৰাজকীয় উপাধি 'মহাৰাজাধিৰাজ' লৈছিল। নিধানপুৰ তাম্ৰশাসনত (শ্লোক ৯)কৈছে যে তেওঁৰ শক্তি আৰু ৰক্ষা কবচ কেতিয়াও ভগা নাছিল আৰু তেওঁৰ সৈন্য-বাহিনী সহজে শত্ৰুৰ বিৰুদ্ধে আগুৱাই যাব পাৰিছিল।

ৰাজতৰংগিনীত উল্লেখ আছে যে কামৰূপৰ ৰাজকন্যা অমৃতপ্ৰভাক কাশ্মীৰৰ ৰজা মেঘাবাহনে স্বয়ম্বৰত সকলোবোৰৰ উপস্থিতিত বিয়া কৰাইছিল। মেঘবাহনৰ বিষয়ে কোৱা হৈছে যে তেওঁ বিষ্ণুৰ বংশৰ ৰাজকন্যাৰ স্বয়ম্বৰৰ বাবে প্ৰাগজ্যোতিষলৈ আহিছিল। স্বয়ম্বৰতৰ ৰজা, ৰাজপুত্ৰসকলৰ উপস্থিতিত তেওঁ অমৃতপ্ৰভাৰ পৰা মাল্যদান লাভ কৰিছিল আৰু তেতিয়া বৰুণৰ ছত্ৰই তেওঁৰ ওপৰত ছাঁ দিছিল।

আকৌ ৰাজতৰংগিনীত উল্লেখ আছে যে অমৃতপ্ৰভাই বিদেশী বৌদ্ধ ভিক্ষুসকলৰ বাবে এটা বৌদ্ধ বিহাৰ কাশ্মীৰৰ নিৰ্মাণ কৰি দিছিল। এইটো কৈছে যে তেওঁৰ স্তমপা নামৰ শিক্ষা গুৰু, লোহ নামৰ এখন বিদেশৰ ৰাজ্যৰ পৰা আহিছিল। আৰু স্তূপ নিৰ্মাণ কৰিছিল। সেইটোক কোৱা হৈছিল লো-স্তমপা বুলি। তিব্বতৰ গুৰুৰ উল্লেখ তাৎপৰ্যপূৰ্ণ; কিন্তু এইটো জনা নাযায়, কিমানদূৰ বৌদ্ধধৰ্ম সেইসময়ত সেইখন দেশত প্ৰচলিত আছিল। যদি বলবৰ্মন অমৃত প্ৰভাৰ পিতৃ আছিল আৰু মেঘবাহনে যদি তেওঁৰ ৰাজত্বৰ সময়ত বুলি প্ৰতিষ্ঠা কৰা হয়, তেতিয়াহ'লে ইয়ে প্ৰমাণ কৰে যে কামৰূপত পঞ্চম শতিকাত বৌদ্ধধৰ্মৰ প্ৰভাৱ আছিল। বৌদ্ধ বিহাৰৰ ঐতিহাসিক সম্বন্ধে ঔকুঙৰ (Oukung) দ্বাৰা প্ৰমাণিত হৈছে। এম. এ. ষ্টেইনে কৈছে যে বৌদ্ধ স্তূপটো জনা যায় তিব্বতীয় নামত লো-স্তমপা যিটো গুৰুৰ নামত নিৰ্মাণ কৰিছিল, প্ৰকৃত পৰম্পৰাত বিদ্যমান। যদি আমি ষ্টেইনৰ যুক্তিপূৰ্ণ মন্তব্য মানি লওঁ তেন্তে, কামৰূপ আৰু কাশ্মীৰৰ মাজত হোৱা বৈবাহিক সম্বন্ধৰ গুৰুত্ব উলাই কৰিব নোৱাৰো।

(৪) **কল্যাণ বৰ্মন ঃ** বল বৰ্মন আৰু ৰত্নাদেবীৰ পুত্ৰ কল্যাণ বৰ্মনে পিতৃৰ মৃত্যুৰ পিছত সিংহাসনত আৰোহণ কৰে। অভিলেখ আৰু আন তথ্যৰ পৰা জনা যায় যে তেওঁ

৪২০ খ্ৰীঃৰ পৰা ৪৪০ খ্ৰীঃলৈ ৰাজত্ব কৰিছিল। তেওঁ আনৰ হিত সাধনৰ প্ৰতি আগ্ৰহী আছিল আৰু প্ৰজাৰ বাবে ভাল কাম কৰি আনন্দ লভিছিল। তেওঁ ইন্দ্ৰৰ সমান শক্তিশালী আৰু মুখমণ্ডল চন্দ্ৰৰ নিচিনা ধুনীয়া আছিল। তেওঁ শত্ৰুৰ প্ৰবল শক্তিমান সেনাবাহিনীক ধ্বংস কৰিছিল আৰু কোনোবাই যদি সামান্য দোষ কৰে তেন্তে সহ্য কৰা নাছিল। পোৱা যায় কপিলীৰ এজন ৰজাই চীন দেশলৈ এজন ৰাজদূত প্ৰেৰণ কৰা সম্পৰ্কে ৪২০ খ্ৰীঃৰ পৰা ৪৭৯ খ্ৰীঃৰ ভিতৰত। জেৰিনিয়ে (Gerini) প্ৰথম কুমাৰ গুপ্তৰ সৈতে সেই ৰজাজনক চিনাক্ত কৰিছে, তেওঁক ডবাক আৰু কপিলীৰ বুলি চিনাক্ত কৰা কৰিছে। এই দুটা অঞ্চল বৰ্তমানৰ নগাঁও জিলাৰ অন্তৰ্গত আৰু ৰজাজনো আছিলঅসমৰ ।

অভিলেখৰ ভিত্তিত কল্যাণ বৰ্মনক ইউ চাই (Yu Chai) সৈতে চিনাক্ত কৰাত দেখা যায় যে তেওঁ কিছু সময় আগতে ৰাজদূত প্ৰেৰণ কৰিছিল ৪২৮ খ্ৰীঃত ডবকা জয় কৰিছিল। এই অনুমান কাল নিৰূপণৰ ক্ষেত্ৰতো গুৰুত্বপূৰ্ণ সেই শাসন শাসনকৰ্তাৰ। এইটো সম্ভৱ যে কল্যাণ বৰ্মনে কপিলী উপত্যকাৰপৰা ৰাজত্ব কৰি থকা ত্ৰিপুৰা ৰজাক বহিষ্কাৰ কৰিছিল আৰু তেওঁ ডবকা ৰাজ্য জয় কৰি কামৰূপ ৰাজ্যত অন্তৰ্ভুক্ত কৰি লৈছিল। তেওঁ আকৌ চীনলৈ কূটনৈতিক ৰাজদূত প্ৰেৰণ কৰিছিল। পৰৱৰ্তী ৰজাই অশ্বমেধ যজ্ঞ অনুষ্ঠিত কৰাটো কল্যাণ বৰ্মনৰ উক্ত কৃতকাৰ্যতাৰ সৈতে সম্পৰ্ক নাই।

**(৫) গণ পতি বৰ্মন ঃ** কল্যাণ বৰ্মনৰ পিছত তেওঁৰ পুত্ৰ গণপতি বৰ্মন ৰজা হয়। তেওঁৰ চমু ৰাজত্বকালত (৪৪০ খ্ৰীঃ- ৪৫০ খ্ৰীঃলৈ) বিশেষ গুৰুত্বপূৰ্ণ ঘটনা ঘটা নাছিল। তেওঁ সদ গুণেৰে ভূষিত আছিল আৰু তেওঁক কোৱা হয় যে তেওঁ জন্ম লাভ কৰিছিল দেশৰ পৰা যুদ্ধ আৰু অশান্তি আঁতৰাবৰ বাবে। বৃদ্ধকালত গণপতি বৰ্মনে প্ৰজাসকলৰ উপস্থিতিত তেওঁৰ পুত্ৰ মহেন্দ্ৰ বৰ্মনক ৰাজ সিংহাসনত প্ৰতিষ্ঠা কৰে।

**(৬) মহেন্দ্ৰ বৰ্মন ঃ** গণপতি বৰ্মনে তেওঁৰ জীৱিত কালত তেওঁৰ পুত্ৰ মহেন্দ্ৰ বৰ্মনক অনুচৰ আৰু প্ৰজাসকলৰ উপস্থিতিত ৰাজপাটত বহুৱাইছিল। মহেন্দ্ৰ বৰ্মনৰ ৰাজত্বকাল আছিল ৪৫০-৪৮৫ খ্ৰীঃলৈ। ৩৫ বছৰৰ দীঘলীয়া ৰাজত্বকালত তেওঁ দুবাৰকৈ অশ্বমেধ যজ্ঞ অনুষ্ঠিত কৰাৰ পৰা তেওঁৰ দক্ষতা আৰু যুদ্ধ জয়ৰ প্ৰমাণ পোৱা যায়। ডুবি তাম্ৰশাসনত পৰোক্ষভাৱে উল্লেখ কৰা হৈছে যে পিতৃৰ নিচিনাকৈ তেওঁ আছিল মহান গুণৰ অধিকাৰী, যিজনৰ শক্তি আছিল ইন্দ্ৰৰ সমকক্ষ, আৰু প্ৰজাসকলক নিজৰ সন্তানৰ দৰে পালন কৰিছিল।

অভিলেখত তেওঁৰ যুদ্ধ-বিগ্ৰহ আৰু যুদ্ধ জয় কৰাৰ উল্লেখ কৰিছে। মহেন্দ্ৰ বৰ্মনে তেওঁৰ ৰাজ্য সাগৰ উপকূললৈ প্ৰসাৰিত কৰিছিল, যিটোৱে সূচায় বংগদেশ বা দক্ষিণ-পূব বংগ তেওঁৰ ৰাজ্যৰ অন্তৰ্ভুক্ত থকাৰ। নালন্দা, মৃন্ময় ছীল-মোহৰত উল্লেখ আছে তেওঁ দুটাকৈ অশ্বমেধ যজ্ঞ অনুষ্ঠিত কৰা সম্পৰ্কে। এই বংশৰ ৰজাসকলৰ ভিতৰত তেওঁ আছিল প্ৰথম অশ্বমেধ যজ্ঞ অনুষ্ঠিত কৰা, যিটো নিঃসন্দেহে ৰাজনৈতিক প্ৰতিভাৰ পৰিচায়ক, ইয়ে নিৰ্দেশ দিয়ে তেওঁৰ স্বাধীনতা পদমৰ্যাদা আৰু দাঁতিকাষৰীয়া ৰজাসকলৰ ওপৰত থকা ৰাজনৈতিক প্ৰভাৱ। গেইটে কৈছে যে তেওঁৰ যুদ্ধজয় আৰু যশস্যাৰ উজ্জ্বল অগ্ৰগতিৰ দ্বাৰাই তেওঁ সূচনা কৰিছিল শ্ৰেষ্ঠত্বৰ, যিটো কামৰূপ ৰাজ্যই লাভ কৰিছিল ভাস্কৰ বৰ্মনৰ সময়ত। ভট্টশালীয়ে কৈছে যে যেতিয়া গুপ্ত সাম্ৰাজ্য পতন হ'বলৈ ধৰে, তেতিয়া কামৰূপ ৰাজ্যৰ আৰম্ভ হৈছিল অগ্ৰগতিৰ আৰু মহেন্দ্ৰবৰ্মনে দুটাকৈ অশ্বমেধ যজ্ঞ অনুষ্ঠিত কৰাৰ দ্বাৰাই পূব ভাৰতত সৰ্বশ্ৰেষ্ঠ সাৰ্বভৌম ৰজা হিচাপে পৰিগণিত হৈছিল।

**(৭) নাৰায়ণ বৰ্মন ঃ** মহেন্দ্ৰ বৰ্মনৰ পিছত তেওঁৰ পুত্ৰ নাৰায়ণ বৰ্মনে ৰাজ সিংহাসন আৰোহণ কৰে। তেওঁৰ সামৰিক আৰু ৰাজনৈতিক ক্ষেত্ৰত উচ্চ জ্ঞান থকাৰ বাবে খ্যাতি লাভ কৰিছিল। তেওঁ ৰাজ্যৰ পৰা অশান্তি দূৰ কৰি শান্তি স্থাপন কৰিছিল।

**(৮) ভূতি বৰ্মন বা মহাভূত বৰ্মন ঃ** নাৰায়ণ বৰ্মনৰ পিছত তেওঁৰ পুত্ৰ ভূতিবৰ্মন ৰজা হয়। তেওঁৰ ৰাজত্বক ধৰা হয় কামৰূপৰ ইতিহাসৰ এক বৈশিষ্ট্যপূৰ্ণ পথ-প্ৰদৰ্শক হিচাপে। গুপ্ত ৰজাসকলৰ দুৰ্বলতাই তেওঁক ৰাজ্য জয় কৰিবলৈ সুযোগ দিছিল। বৰগংগা শিলালিপিত ভূতিবৰ্মনে অশ্বমেধ যজ্ঞ কৰাৰ উল্লেখ আছে। এইখন একমাত্ৰ তাৰিখ থকা শিলালিপি আৰু ইয়াত ২৩৪ গুপ্তাব্দ অৰ্থাৎ ৫৫৪ খ্ৰীষ্টাব্দ

উল্লেখ থকা বুলি ভট্টশালীয়ে দাবী কৰে। তেওঁৰ মতে এইখন অভিলেখ তেওঁৰ ৰাজত্বৰ শেষৰফালে লিপিবদ্ধ কৰা হৈছিল। তাৰিখ থকা কথাটো দীনেশ চন্দ্ৰ সৰকাৰ আদি কৰি অন্যান্য ঐতিহাসিকক মানি লোৱা নাই।। ৰজাই এটা অশ্বমেধ যজ্ঞ কৰিছিল। ভূতিবৰ্মনৰ ৰাজত্বকাল ৫২০-৫৬০ খ্ৰীষ্টাব্দলৈ বুলি ঠাৱৰ কৰা হৈছে।

বৰগংগা শিলালেখ আৰু নিধানপুৰ তাম্ৰশাসন মতে তেওঁৰ শক্তি আৰু ক্ষমতাৰে ওচৰ-চুবুৰীয়া ৰাজ্য জয় কৰি ৰাজ্যৰ প্ৰতিপত্তি বঢ়াইছিল। বৰগংগা শিলালিপিৰ ভিত্তিত প্ৰতাপ চৌধুৰীয়ে ভূতিবৰ্মনৰ ৰাজত্বকাল ৫১০-৫৫৫ খ্ৰীষ্টাব্দ বুলি নিৰ্ধাৰণ কৰিছে। দুকুৰি পাঁচ বছৰীয়া দীঘলীয়া ৰাজত্বকালে দেখুৱায় তেওঁৰ সকলো ক্ষেত্ৰতে ঘটনাবহুল জীৱন।

ভূতিবৰ্মনৰ সময়ত কামৰূপ ৰাজ্যৰ সীমা পুণ্ড্ৰবৰ্দ্ধনলৈ সম্প্ৰসাৰিত হৈছিল। বৰগংগা শিলালিপিৰ পৰা জানিব পাৰি যে তেওঁ পূবফালে অৰ্থাৎ ডবকা আৰু দক্ষিণ-পশ্চিম অঞ্চল শ্ৰীহট্ট, ত্ৰিপুৰা আৰু আন অঞ্চল জয় কৰি নিজ ৰাজ্যত অন্তৰ্ভুক্ত কৰিছিল। দক্ষিণ-পূব বংগৰ কিছু অংশ ভূতিবৰ্মনৰ ৰাজ্যৰ অধীনত আছিল।

বৰগংগা অভিলেখৰ তাৰিখ ৫৫৩-৫৪ খ্ৰীষ্টাব্দ; গুপ্ত ৰজাসকলৰ বংগৰ ওপৰত থকা আধিপত্য হ্ৰাস হোৱাত ভূতিবৰ্মনে সম্ভৱ ৫৫০ খ্ৰীষ্টাব্দত পুণ্ড্ৰবৰ্দ্ধন জয় কৰে। বৰগংগা শিলালিপিখন নগাঁও জিলাৰ ভিতৰত, সেয়ে তেওঁৰ জয় পূবফালে সূচায়; আকৌ গুপ্তসকলৰ ক্ষমতা হ্ৰাস হোৱাত কামৰূপৰ ৰজাই পশ্চিমফালে ৰাজ্য জয়ৰ অভিযান চলায়। ভূতি বৰ্মনে ব্ৰাহ্মণক মাটি দান দিছিল উত্তৰ বংগত, যিটোৱে উত্তৰ বংগ কামৰূপ ৰাজাৰ অধীনত থকাকে সূচাৰ্য, ভূতিবৰ্মনৰ পৃষ্ঠপোষকতাত ব্ৰাহ্মণ পণ্ডিতক ৰাজ্যত সংস্থাপন কৰি শিক্ষাৰ উন্নতি সাধিছিল। তেওঁ দাঁতি কাষৰীয়া ৰাজ্য জয় কৰি উত্তৰ বংগৰ সমতটৰ কাষৰীয়া অঞ্চল, ত্ৰিপুৰা, শ্ৰীহট্ট, ডবকাকে ধৰি বৰ্তমান অসমৰ পূবফালে বৃহৎ অঞ্চল নিজ ৰাজ্যত অন্তৰ্ভুক্ত কৰি ভৱিষ্যৎ ভাস্কৰ বৰ্মনৰ মহত্বৰ বাবে আধাৰশিলা স্থাপন কৰি থৈছিল।

ভূতিবৰ্মনে বহুসংখ্যক ব্ৰাহ্মণক কৌশিক নদীৰ ওচৰত চন্দ্ৰপুৰী বিষয়ৰ অন্তৰ্গত, ময়ূৰশাল মলা গ্ৰহাৰত মাটি দান দিছিল। ভাস্কৰ বৰ্মনৰ ডুবি আৰু নিধানপুৰ তাম্ৰশাসনে ইয়াৰ প্ৰমাণ দাঙি ধৰে। ভূতিবৰ্মন আছিল তলতীয়া ৰজাসকলৰ এটা বৃত্তৰ কেন্দ্ৰ। নিধানপুৰ তাম্ৰশাসনত আছে যে তেওঁ সমগ্ৰ কামৰূপ ৰাজ্যক ক্ষমতাৰ দ্বাৰায়ে একত্ৰিত কৰিছিল। এই তাম্ৰশাসন ভূতিবৰ্মনে প্ৰথম লিখাইছিল। তেওঁ আছিল প্ৰকৃততে মাটি দান দিয়া দানী আৰু পৰৱৰ্তী সময়ত ভূতিবৰ্মনৰ বংশৰ পৰা পঞ্চম পুৰুষ ভাস্কৰ বৰ্মনে এই তাম্ৰশাসন পুনৰ লিপিবদ্ধ কৰে।

**(৯) চন্দ্ৰমুখ বৰ্মন ঃ** ভূতিবৰ্মনৰ পিছত তেওঁৰ পুত্ৰ চন্দ্ৰমুখ বৰ্মন কামৰূপৰ ৰজা হয় ৫৫৫ খ্ৰীষ্টাব্দত। চন্দ্ৰমুখ বৰ্মনৰ ৰাজত্বকাল হৈছে ৫৫৫-৫৬৫ খ্ৰীষ্টাব্দত (দহ বছৰ)। অভিলেখত উল্লেখ আছে যে তেওঁ ৰজাসকলৰ ভিতৰত এজন খ্যাতিমন্ত ৰজা আছিল। তেওঁ জ্ঞানী, সুঠাম আৰু ধুনীয়া চেহেৰাৰ আছিল আৰু ৰাজ্য শাসন কৰিছিল সূৰ্যৰ উজ্জ্বল কিৰণৰ দৰে। তেওঁ প্ৰজাৰ আনন্দৰ উৎস হোৱাৰ উপৰিও নিজেও সুখী আৰু আনন্দদায়ক আছিল।

তেওঁৰ পুত্ৰ স্থিতবৰ্মনে বিদ্যা শিক্ষা সমাপ্ত কৰি শাসনকাৰ্যত জড়িত হোৱাত পিতৃ চন্দ্ৰমুখ বৰ্মনে তেওঁক ৰাজ সিংহাসনত প্ৰতিষ্ঠা কৰে। চন্দ্ৰমুখ বৰ্মনে নিজ পুত্ৰক স্বইচ্ছাৰ সংহাসনত বহুৱাইছিল বুলি উল্লেখ আছে।

**(১০) স্থিতবৰ্মন ঃ** পিতৃ চন্দ্ৰমুখ বৰ্মন আৰু মাতৃ ভোগৱতীৰ পুত্ৰ স্থিতবৰ্মনে সিংহাসন আৰোহণ কৰে ৫৬৫ খ্ৰীষ্টাব্দত। তেওঁৰৰাজত্বকাল ৫৬৫-৫৮৫ খ্ৰীষ্টাব্দ, মুঠতে ২০ বছৰ। নালন্দা মৃন্ময় ছীল মোহৰৰ পৰা জনা যায় যে তেওঁ দুটা অশ্বমেধ যজ্ঞ কৰিছিল। ইয়ে সূচায় তেওঁৰ ৰাজত্বৰ সময়ত ৰাজ্যৰ যশস্যা বৃদ্ধি হোৱাটো ডুবি তাম্ৰশাসনত উল্লেখ আছে যে তেওঁৰ ৰাজ- অভিষেক ব্ৰাহ্মণ পণ্ডিতৰ দ্বাৰাই শাস্ত্ৰীয় পদ্ধতিৰে অনুষ্ঠিত কৰা হৈছিল। বৈদিক প্ৰথাৰে ৰাজ অভিষেক অনুষ্ঠিত কৰা কামৰূপৰ ৰজাৰ এইটোৱে আছিল প্ৰথম উদাহৰণ। তেওঁ ব্ৰহ্মপুত্ৰৰ পাৰত এখন নগৰ নিৰ্মাণ কৰা সম্পৰ্কে ইয়াত উল্লেখ পোৱা যায়। নগৰখনৰ নাম ইয়াত উল্লেখ কৰা নাই। তেওঁৰ শাস্ত্ৰীয় জ্ঞান সম্পৰ্কে অভিলেখত উল্লেখ আছে। বিভিন্ন শাস্ত্ৰৰ ওপৰত থকা জ্ঞানৰ উপৰিও তেওঁৰ বেদত যথেষ্ট দক্ষতা আছিল। ডুবি তাম্ৰশাসনত কোৱা হৈছে যে তেওঁৰ ৰাজধানী নগৰখন

আছিল ইন্দ্ৰৰ ৰাজপুৰীৰ নিচিনা ধুনীয়া ; আকাল, মহামাৰী, অত্যাচাৰ উৎপীড়ন, কলংক এইবোৰ তেওঁ ৰাজ্যৰ পৰা দূৰ কৰিছিল। চন্দ্ৰমুখ বৰ্মনৰ সৰল জীৱনে ৰাজ্যত অৰাজকতাৰ কাৰণ আছিল আৰু স্থিতবৰ্মনৰ বলিষ্ঠ শাসনত সেইবোৰ সমাপ্তি ঘটিছিল।

বৰ্মন বংশৰ ৰজাসকলৰ ভিতৰত মহেন্দ্ৰ বৰ্মনে দুটা অশ্বমেধ যজ্ঞ, ভূমিবৰ্মনে এটা আৰু স্থিতবৰ্মনে দুটা কৰাটোৱে দেখুৱায় যে কামৰূপ ৰাজ্যত শাসিত বৰ্মন বংশৰ উত্থান দীৰ্ঘকাল ধৰি আছিল। অৱশ্যে সুস্থিত বৰ্মনৰ ৰাজত্ব কালত ৰাজ্যখনৰ ক্ষন্তেকীয়াভাৱে হ'লেও পতন ঘটিছিল।

**(১২) সুস্থিত বৰ্মন ঃ** সুস্থিত বৰ্মনে পিতৃ স্থিত বৰ্মনৰ মৃত্যুৰ পিছত কামৰূপৰ ৰজা হয়। তেওঁ মৃগাংক নামেৰেহে খ্যাত। ভাস্কৰ বৰ্মনৰ নালন্দা ছীল মোহৰত তেওঁক সুস্থিৰ নামেৰে আৰু হৰ্ষচৰিতত মৃগাংক নামেৰে জনা যায়। হৰ্ষচৰিতত বৰ্ণনা কৰা আছে তেওঁ মৃগাংক হিচাপে পৃথিৱী বিখ্যাত, মহাৰাজ ভূতিবৰ্মনৰ আজোনাতি, চন্দ্ৰমুখ বৰ্মনৰ নাতি আৰু স্থিত বৰ্মনৰ পুত্ৰ কৈলাসৰ দৰে দৃঢ়, ধীৰ-স্থিৰ, তেওঁ শত্ৰু সৈন্যৰ সেনাধ্যক্ষৰ পৰা শংখ কাঢ়ি নিছিল, তেওঁলোকৰ মণিমুক্তা নহয়, বিশ্বত সুস্থিৰতা আনিছিল, বশ্যতা স্বীকাৰ কৰি নহয়, ৰজাৰ গৌৰৱ অক্ষুণ্ণ ৰাখিছিল প্ৰজাক কঠোৰতাৰে নহয়।" সুস্থিত বৰ্মন এজন ক্ষমতাশালী ৰজা। তেওঁ 'মহাৰাজাধিৰাজ' উপাধি লৈছিল। নিধানপুৰ তাম্ৰশাসনত (শ্লোক ১৭-১৯ ) একে ধৰণে আছে "সেই ৰজাৰ (স্থিত বৰ্মন) পৰাঁ, ধন ঐশ্বৰ্যৰে পূৰ্ণ, আৰু লক্ষ্মীদেৱীৰ স্বামী জন্ম গ্ৰহণ কৰিছিল। শ্ৰীমৃগাংক, যিজনৰ কোনো কলংক নাই ঠিক চন্দ্ৰৰ দৰে, ক্ষীৰোধৰ পৰা জন্মগ্ৰহণ কৰা, যিজনৰ ধন-ঐশ্বৰ্য ভৰপূৰ, আৰু যাৰ পৰা লক্ষ্মীৰ উদ্ভৱ, যিয়ে নিজ বাহুবলেৰে ৰাজ্য জয় কৰিছিল, তেওঁ পৰিচিত আছিল শ্ৰীমৃগাংক হিচাপে, ডুবি তাম্ৰশাসনত (শ্লোক ৩৯-৪০) তেওঁৰ শোভনীয় গুণ বৰ্ণনা কৰিছে "তেওঁ এই ধৰাত (পৃথিৱীত) আছিল ইন্দ্ৰৰ দৰে; জন্মগ্ৰহণ কৰিছিল উন্নতি সাধন কৰিবলৈ, সাধুতাৰ সহযোগত, বেদ-অধ্যয়নৰ বিশাল জ্ঞানৰ অধিকাৰী, উচ্চাপিত অগ্নিৰ দৰে শ্ৰেষ্ঠ। তেওঁ মাতৃক সৰ্বদায় সুখত ৰাখিছিল, পূৰ্ণিমাৰ জোনাকৰ আভাৰ দৰে, ঠিক গৌৰীক কাৰ্তিকৰ দ্বাৰা, অদিতিক ইন্দ্ৰৰ দ্বাৰা। দৈৱকীক ভগৱান কৃষ্ণৰ দ্বাৰা, একেধৰণে।

আদিত্য সেনৰ অপষৎ অভিলেখত উল্লেখ আছে যে পিছৰ গুপ্তবংশৰ ৰজা মহাসেন গুপ্তই সুস্থিত বৰ্মনৰ বিৰুদ্ধে যুদ্ধ অভিযান চলাই লৌহিত্যৰ পাৰত পৰাস্ত কৰিছিল। কিছুমান পণ্ডিতে সুস্থিত বৰ্মনক একে নামৰ মৌখাৰী ৰজাৰ সৈতে চিনাক্ত কৰিছে। ৰায়চৌধুৰী আৰু আন কিছুমানে শুদ্ধভাৱে কামৰূপৰ ৰজা বুলি চিনাক্ত কৰিছে। নিধানপুৰ তাম্ৰশাসনত সুস্থিত বৰ্মনৰ পৰাজয় হোৱাৰ ইংগিত পোৱা যায়। ইয়াত কোৱা হৈছে তেওঁক (সুস্থিত বৰ্মন) ৰাজ্যৰ ভাগ্য দেৱীক পৃথিৱীৰ দৰে আঁতৰাই দিছিল।

সুস্থিত বৰ্মনৰ দুই পুত্ৰ সুপ্ৰতিষ্ঠিত বৰ্মন আৰু ভাস্কৰ বৰ্মন।

**১২) সুপ্ৰতিষ্ঠিত বৰ্মন ঃ** সুপ্ৰতিষ্ঠিত বৰ্মনে পিতৃ সুস্থিত বৰ্মনৰ মৃত্যুৰ পিছত ৰজা হয়। শ্যামা দেৱীৰ গৰ্ভত তেওঁ জন্ম গ্ৰহণ কৰে। তেওঁ সিংহাসন আৰোহণ কৰে আনুঃ ৫৯৩ খ্ৰীষ্টাব্দত। সুপ্ৰতিষ্ঠিত বৰ্মনে ৰাজত্ব কৰিছিল মাত্ৰ কেইবছৰমানহে। তেওঁৰ অকাল মৃত্যু হোৱাত তেওঁৰ ভ্ৰাতৃ ভাস্কৰবৰ্মনে ৰাজ সিংহাসন আৰোহণ কৰিবলৈ বাধ্য হয়।

পিতৃৰ মৃত্যুৰ পিছত সুপ্ৰতিষ্ঠিত বৰ্মন আৰু ভাস্কৰ বৰ্মনে উত্তৰ বংগত তেওঁলোকৰ সময়ত হেৰুৱা অংশ উদ্ধাৰ কৰিবলৈ প্ৰস্তুতি চলাইছিল আৰু মহাসেন গুপ্তৰ দ্বিতীয় আক্ৰমণত তেওঁলোক বন্দী হ'বলগীয়া হয় বুলি ডুবি তাম্ৰশাসনত উল্লেখ আছে। সুস্থিত বৰ্মনৰ মৃত্যুৰ পিছত গৌড়ৰ সৈন্যবাহিনী সীমান্তত উপস্থিত হোৱাত, দুয়ো ভায়েক-ককায়েকে কেইজনমান সৈন্য লৈ শত্ৰুক ভেটা দিবলৈ আগবাঢ়িল। কামৰূপ আৰু গৌড়ৰ সৈন্যবাহিনীৰ মাজত হোৱা যুদ্ধৰ বৰ্ণনা ডুছি তাম্ৰশাসনত আছে। শত্ৰু সৈন্যই দুয়ো যুৱৰাজলৈ খেদি অহাত তেওঁলোকে সাহহেৰে প্ৰতিহত কৰাৰ চেষ্টা কৰি বিফল হৈ নিজ ৰাজ্য লৈ ঘূৰি আহিবলৈ বাধ্য হয়। এই আক্ৰমণ ৫৯৩-৯৪ খ্ৰীষ্টাব্দৰ আগতে হোৱা নাছিল। প্ৰতাপ চৌধুৰীৰ মতে দ্বিতীয় আক্ৰমণত কামৰূপৰ সীমা কৰতোয়া নদীৰ পৰা পূবলৈ ঠেলি দিয়া হৈছিল।

এই যুদ্ধৰ পিছতে সুপ্ৰতিষ্ঠিতৰ মৃত্যু হয়। সম্ভৱ যুদ্ধত তেওঁ আঘাতপ্ৰাপ্ত হোৱাত কামৰূপৰ অধীনত থকা বংগৰ হেৰুৱা অংশ পুনৰুদ্ধাৰ কৰিব নোৱাৰিলেও তেওঁ এখন সমৃদ্ধিশালী ৰাজধানী নিৰ্মাণ আৰু সৈন্যবাহিনীৰ শক্তি বৃদ্ধি

কৰিছিল ভৱিষ্যতৰ উত্তৰাধিকাৰীৰ বাবে।

আৰ. জি. বসাক আৰু পদ্মনাথ ভট্টাচাৰ্যই সুপ্ৰতিষ্ঠিত বৰ্মনে ৰজা হোৱা সম্পৰ্কে কোৱা নাই। ডুবি তাম্ৰশাসনত উল্লেখ আছে যে সুপ্ৰতিষ্ঠিত বৰ্মনে ৰজা হৈ ৰাজ্য শাসন কৰিছিল মাথোন কেইবছৰমান। হৰ্ষচৰিত আৰু নালন্দা ছীল মোহৰত সুপ্ৰতিষ্ঠিত বৰ্মনে ৰজা হৈ ৰাজ্য শাসন কৰাৰ উল্লেখ আছে।

**(১৩) ভাস্কৰ বৰ্মন : পূব ভাৰতৰ বিখ্যাত ৰজা :** ককায়েক সুপ্ৰতিষ্ঠিত বৰ্মনৰ অকাল বিয়োগত তেওঁৰ ভ্ৰাতৃ ভাস্কৰ বৰ্মন ৰজা হয়। ভাস্কৰ বৰ্মনৰ সিংহাসন আৰোহণে কামৰূপ ৰাজ্যৰ ইতিহাসত এক নতুন অধ্যায়ৰ সূচনা কৰে। তেওঁৰ ডুবি আৰু নিধানপুৰ তাম্ৰশাসন, নালন্দা ছীল মোহৰ, বাণৰ হৰ্ষচৰিত আৰু চীনৰ পৰিব্ৰাজক হিউৱেন চাঙৰ বিৱৰণীয়ে তেওঁৰ ৰাজত্বকালক আলোকিত কৰিছে। ভাস্কৰ বৰ্মনে সিংহাসন আৰোহণ কৰিছিল ৫৯৪ খ্ৰীষ্টাব্দত। সম্ভৱ ভাস্কৰ বৰ্মনে ৰাজপাটত উঠোতে ৰাজ অভিষেক অনুষ্ঠিত কৰিছিল ৫৯৪ খ্ৰীষ্টাব্দত এটা নতুন যুগৰ সূচনাৰ্থে। কামৰূপীয় যুগৰ সূচনাও আৰম্ভ হয় ৫৯৪ খ্ৰীষ্টাব্দত। তেওঁৰ দীঘলীয়া ৰাজত্বকাল আছিল ৫৯৪ খ্ৰীষ্টাব্দৰ পৰা ৬৫০ খ্ৰীষ্টাব্দলৈ ৫৬ বছৰ।

ভাস্কৰ বৰ্মনৰ জীৱনৰ অতি স্মৰণীয় ঘটনা হৈছে হৰ্ষবৰ্ধনৰ সৈতে কূটনৈতিক মিত্ৰতা স্থাপন যিটো হৈছিল তেওঁৰ ৰাজত্বৰ আৰম্ভণিতে। গৌড়ৰ ৰজা শশাংক ভাস্কৰ বৰ্মনে আৰু হৰ্ষবৰ্ধন দুয়োৰে শত্ৰু। শশাঙ্কৰ গৌড় ৰাজ্যৰ ৰাজধানী আছিল কৰ্ণসুবৰ্ণ।

শশাঙ্কই হৰ্ষবৰ্ধনৰ ভ্ৰাতৃ ৰাজবৰ্ধনক বিশ্বাসঘাতকতা কৰি হত্যা কৰে। শশাঙ্কৰ ওপৰত প্ৰতিশোধ ল'বলৈ হৰ্ষই গৌড় আক্ৰমণ কৰিবলৈ ভাস্কৰ বৰ্মনে তেওঁৰ বিশ্বাসী কটকী হংসবেগক হৰ্ষবৰ্দ্ধনৰ ওচৰলৈ দুয়োৰে মাজত মিত্ৰতা স্থাপনৰ বাবে পঠাই দিলে। কটকীজনে হৰ্ষবৰ্দ্ধনক উপহাৰ দিবলৈ কামৰূপত উৎপাদিত বহু মূল্যবান সামগ্ৰী আনিছিল। হৰ্ষই কটকী হংসবেগক সসম্ভ্ৰমে আদৰণি জনালে আৰু অতি আদৰ-সন্মানেৰে অভ্যৰ্থনা কৰিলে। হংসবেগে উপহাৰ দিবলৈ লৈ অহা সামগ্ৰীসমূহ হৰ্ষবৰ্দ্ধনক দিয়াত তেওঁ অতি আনন্দৰে গ্ৰহণ কৰিলে। হৰ্ষবৰ্দ্ধনে আকৌ মিত্ৰতাৰ চিন স্বৰূপে মূল্যবান উপহাৰ ভাস্কৰ বৰ্মনকে হংসবেগৰ হাতত দি পঠালে। হৰ্ষ আৰু ভাস্কৰৰ মাজত স্থাপন হোৱা মিত্ৰতা, বাণভট্টই তেওঁৰ হৰ্ষচৰিতত প্ৰাঞ্জলভাৱে বৰ্ণনা কৰিছে। চি-ইউ-কিত (Si-yu-ki) কৈছে যে হৰ্ষই গৌড়ৰ ৰজা শশাঙ্কৰ বিৰুদ্ধে প্ৰথম সেনা অভিযান চলাইছিল পূবফাললৈ। শে-কিয়া-ফাং-চি'ত (She-Kia-Fang- Chi) আকৌ কৈছে যে সেই কাৰণে কুমাৰ ৰজা (কামৰূপৰ ভাস্কৰ বৰ্মন)ৰ সৈতে বিধৰ্মী ৰজা শশাঙ্কৰ আৰু তেওঁৰ সৈন্যবাহিনী আৰু অনুচৰসকল ধ্বংস (বশীভূত) কৰিছিল। এইটো সম্ভৱ যে হৰ্ষ আৰু ভাস্কৰৰ সম্মিলিত শক্তিয়ে শশাঙ্কৰ আক্ৰমণ বন্ধ কৰিছিল।

আৰ. ডি. বেনাৰ্জিৰ মতে, এই মিত্ৰতাই গৌড়ৰ সৰ্বনাশ সাধিছিল। দুৰ্ভাগ্যবশতঃ ভাস্কৰ বা হৰ্ষই শশাঙ্কৰ জীৱিতকালত গৌড়ৰ ৰাজ্য জয় কৰাৰ তথ্য আমাৰ হাতত নাই। আৰ্য মঞ্জুশ্ৰী মূলাকল্পত উল্লেখ আছে যে 'হ' নামৰ ৰজা এজনে 'সোম' নামৰ ৰজা এজনক পৰাস্ত কৰিছিল। কিছুমান পণ্ডিতে 'হ' ক হৰ্ষৰ সৈতে আৰু 'সোম' ক শশাঙ্কৰ সৈতে চিনাক্ত কৰিছে। কিন্তু গঞ্জাম তাম্ৰশাসনত (৬১৯ খ্ৰীঃ) উল্লেখ আছে যে শশাঙ্কৰ প্ৰভুত্ব (ক্ষমতা) বংগ আৰু উৰিষ্যাৰ ওপৰত আছিল।

'শে-কিয়া-ফাং-চি'ৰ বিৱৰণী অনুসৰি শশাঙ্কৰ পৰাজয় ঘটিছিল সেই তাৰিখত অৰ্থাৎ ৬১৯ খ্ৰীষ্টাব্দৰ পিছত। 'মা-টৱান-লিন' (Ma-twaa-lin) অনুসৰি হৰ্ষই ৬৪১ খ্ৰীষ্টাব্দত 'মগধৰ ৰজা' উপাধি লৈছিল, আৰু সেইটো আছিল শশাঙ্কৰ মৃত্যুৰ পিছত। আৰ, এচ, ত্ৰিপাঠীৰ মতে বংগ হৰ্ষৰ হাতলৈ গৈছিল শশাংকৰ মৃত্যুৰ পিছত। ইয়াত শশাঙ্কৰ ৰাজ্য কামৰূপৰ ৰজা বা হৰ্ষই দখল কৰাৰ উল্লেখ নাই। নিধানপুৰ তাম্ৰশাসন আৰু চীনৰ পৰিব্ৰাজকৰ বিৱৰণী উভয়ৰে পৰা এইটো স্পষ্ট যে ভাস্কৰ বৰ্মনৰ অধীনত কৰ্ণসুবৰ্ণ আৰু গৌড় আছিল। নিধানপুৰ তাম্ৰশাসনত ভাস্কৰ বৰ্মনে প্ৰকাশ কৰিছিল কৰ্মসুবৰ্ণত থকা বিজয়ী শিবিৰৰ পৰা। পদ্মনাথ ভট্টাচাৰ্যই কৈছে যে ভাস্কৰ বৰ্মনে প্ৰেৰণ কৰিছিল তাম্ৰশাসন তেওঁৰ কৰ্ণসুবৰ্ণৰ ৰাজধানীত প্ৰৱেশ স্মৰণীয় কৰিবলৈ, গৌড়ৰ ৰজাক বহিষ্কাৰ কৰি খেদি পঠোৱাৰ পিছত। আৰ. চি. মজুমদাৰে হৰ্ষৰ মৃত্যুৰ পিছত ভাস্কৰ বৰ্মনে কৰ্ণসুবৰ্ণ

অধিকাৰ কৰাৰ এটা তাৰিখ দিছে। আৰ. চি. ত্ৰিপাঠীয়ে মজুমদাৰক অনুসৰণ কৰি মন্তব্য দিছে যে অবিনাশী মিত্ৰতা থকা সত্ত্বেও দেখা যায় যে তেওঁৰ ক্ষীণ সম্ভাৱনা আছিল এই ৰাজ্যখন ভাস্কৰ বৰ্মনৰ অধীনত ৰাখিবলৈ অনুমতি দিয়াত। যিহেতু ভাস্কৰে লাভ কৰিব এক অসীম ক্ষমতা বৃদ্ধি। ভাস্কৰে নিশ্চিতভাৱে কৰ্ণসুবৰ্ণ তেওঁৰ ৰাজ্যত অন্তৰ্ভুক্ত কৰি লৈছিল হৰ্ষৰ মৃত্যুৰ বহু পূৰ্বে।

পদ্মনাথ ভট্টাচাৰ্যই কৈছে যে কৰ্ণসুবৰ্ণ হৰ্ষই অধিকাৰ কৰে ৬২৫ খ্ৰীষ্টাব্দত শশাঙ্কৰ মৃত্যুৰ পিছত নাইবা ভাস্কৰ আৰু হৰ্ষৰ যুটীয়া আক্ৰমণে শশাঙ্কক ৰাজ্যৰ পৰা বহিষ্কাৰ কৰি খেদি পঠোৱাৰ পিছত। তেওঁলোকৰ যুটীয়া আক্ৰমণত কৰ্ণসুবৰ্ণ আৰু পুণ্ড্ৰবৰ্দ্ধন জয় কৰে। অৱশ্যে হৰ্ষই কৰ্ণসুবৰ্ণ দখল কৰে। ভাস্কৰ বৰ্মনে মাটি দান পত্ৰ কৰিছিল কৰ্ণসুবৰ্ণ বিজয় শিবিৰৰ পৰা যেতিয়া তেওঁ হৰ্ষৰ সৈতে তাত আছিল। কৰ্ণসুবৰ্ণ হৰ্ষৰ অধীনত আছিল শশাঙ্কৰ মৃত্যুৰ পিছত আৰু হৰ্ষৰ মৃত্যুৰ পিছত আৰু হৰ্ষৰ মৃত্যুৰ পিছত সম্ভৱ কৰ্ণসুবৰ্ণ ভাস্কৰৰ অধীনলৈ আহিছিল নাই বা ভাস্কৰে চীনৰ পৰিব্ৰাজকজনক সহায় কৰা বা তেওঁৰ সৈতে মিত্ৰতা স্থাপন কৰা বাবে কৃতজ্ঞতাৰ চিনস্বৰূপে পুৰস্কাৰ হিচাপে লাভ কৰিছিল।

আৰ. জি. বসাকৰ মতে হৰ্ষই শশাঙ্কৰ ৰাজ্য জয় কৰাৰ বাবে দুটা সেনা অভিযান চলাইছিল ৬১৯ খ্ৰীষ্টাব্দৰ পিছত বা শশাঙ্কৰ মৃত্যুৰ পিছত। ভাস্কৰৰ সম্ভৱ দ্বিতীয় অভিযানত হৰ্ষক সহায় কৰিছিল। হৰ্ষ আৰু ভাস্কৰৰ যুটীয়া আক্ৰমণত শশাঙ্ক বা তেওঁৰ উত্তৰাধিকাৰী (নাম জনা নাযায়) পৰা ৰাজ্য জয় কৰে আৰু হৰ্ষই কামৰূপৰ ৰজাক সেইখন ৰাজ্য দিয়ে আৰু ভাস্কৰে সেইখন নিজৰ ৰাজ্যৰ সৈতে অন্তৰ্ভুক্ত কৰি লয়। হৰ্ষই উত্তৰ আৰু মধ্য বংগ নিজৰ হাতত ৰাখিলে। ৰাজ্য অধিকাৰ সম্ভৱ ৬১৯ খ্ৰীষ্টাব্দ আৰু ৬৩৭ খ্ৰীষ্টাব্দৰ ভিতৰত কোনো সময়ত আছিল। বি. বি. সেনৰ মতে শশাঙ্কক ৰাজ্যৰ পৰা বহিষ্কাৰ কৰি খেদি পঠোৱা নাছিল, হৰ্ষই শশাঙ্কৰ মৃত্যুৰ পাছতহে তেওঁৰ ৰাজ্য অধিকাৰ কৰি লয়। ভাস্কৰে সম্ভৱ হৰ্ষৰ পাছত গৌড়ৰ এটা সামান্য অংশহে লাভ কৰে। এন. এন. বসুৱে কয় যে হৰ্ষই সম্ভৱ ভাস্কৰক গৌড় ৰাজ্য শাসন কৰিবলৈ অনুমতি দিছিল! চি. ভি. বৈদ্যৰ মতে শশাঙ্কৰ মৃত্যুৰ পাছত কৰ্ণসুবৰ্ণ ভাস্কৰক দিছিল আৰু তেওঁ হৰ্ষৰ সাৰ্বভৌমত্ব গ্ৰহণ কৰিছিল।

ভাস্কৰ বৰ্মনৰ কৰ্ণসুবৰ্ণ আৰু পুণ্ড্ৰবৰ্দ্ধন অধিকাৰ কৰা সম্পৰ্কে নিধানপুৰ তাম্ৰশাসনৰ পৰা প্ৰমাণ পোৱা যায়।

ডি. চি. গাংগুলীয়ে শুদ্ধভাৱে কৈছে যে হৰ্ষই বংগ শাসন কৰাৰ কোনো তথ্য নাই; কিন্তু গৌড়ৰ এটা ডাঙৰ অংশ যিটো কামৰূপ আৰু কৰ্মসুবৰ্ণৰ মাজত অৱস্থিত, সেই অংশটো ভাস্কৰ বৰ্মনৰ ৰাজ্যত অন্তৰ্ভুক্ত আছিল। ভাস্কৰ বৰ্মনৰ অধীনত এই অংশটো যে আছিল প্ৰামাণিক তথ্য ক্ৰয়ে যে যেতিয়া হিউৱেন চাঙৰ সৈতে ভাস্কৰ বৰ্মনে এটা বৃহৎ সৈন্যবাহিনী লৈ গৌড় ৰাজ্য অতিক্ৰম কৰে, তেতিয়া সেই ৰাজ্যৰ পৰা কোনো ধৰণৰ প্ৰতিবন্ধকতা পোৱা নাছিল। আকৌ গাংগুলীয়ে কৈছে যে ৬৪২ খ্ৰীষ্টাব্দত গৌড় ৰাজ্য কামৰূপৰ অংশ হিচাপে অন্তৰ্ভুক্ত আছিল। উক্ত মতক এন. এন. দাসগুপ্তই সমৰ্থন জনাইছে। বি. এন. সৰকাৰে কৈছে যে হৰ্ষৰ শাসন কোনো প্ৰকাৰে বংগ পোৱা নাছিল আৰু শশাঙ্কৰ ৰাজ্য নিশ্চিতভাৱে ভাস্কৰৰ অধীনলৈ গৈছিল, আকৌ হিউৱেন চাঙৰ বিৱৰণীত দিয়া তথ্য মতে বংগোপ সাগৰৰ পৰা চীনলৈ যোৱা সাগৰীয়া জলপথটোৰ নিয়ন্ত্ৰণ ভাস্কৰ বৰ্মনৰ হাতত থকাৰ পৰা ৰাজ্যখন ভাস্কৰৰ অধীনত থকা সূচায়।

ভাস্কৰ বৰ্মনৰ নালন্দাত উদ্ধাৰ হোৱা ছীল মোহৰে কামৰূপ ৰাজ্যৰ সীমাসম্পৰ্কে বহু ঐতিহাসিক তথ্য দাঙি ধৰে, আৰু যিটোৱে বংগ অতিক্ৰম কৰাকে সূচায়। ডি. চি. সৰকাৰে মন্তব্য দিছে যে ক্ষমতাশালী বন্ধু হৰ্ষৰ মৃত্যুৰ পিছত ভাস্কৰে বংগ আৰু বিহাৰৰ অংশবিশেষ অধিকাৰ কৰি লয় আৰু ভাস্কৰৰ ছীল মোহৰ নালন্দাৰ উদ্ধাৰ হোৱাৰ পৰা জানিব পাৰি যে কামৰূপৰ অধীনত নালন্দা আছিল। কিন্তু বিহাৰ কামৰূপৰ অধীনত থকাটো সন্দেহপূৰ্ণ কাৰণ হৰ্ষই সম্ভৱ পাছৰ গুপ্তসকলক মগধত প্ৰতিষ্ঠা কৰিছিল তেওঁৰ জীৱনৰ অন্তিম কালত। কনকলাল বৰুৱাৰ মতে হৰ্ষ আৰু ভাস্কৰ দুয়োৰে অভিযান আছিল ৰাজমহলৰ পৰা কনৌজলৈ; তেওঁলোকে নালন্দা দৰ্শন কৰিছিল হিউৱেন চাঙৰ সৈতে আৰু নালন্দা দৰ্শনৰ স্মৃতি ৰক্ষাৰ্থে তেওঁলোকে নিজৰ নিজৰ ছীল মোহৰ তাত প্ৰচাৰ কৰিছিল। এন. এন. দাশগুপ্তই কৈছে

যে ভাস্কৰ বৰ্মনৰ ছীল মোহৰ নালন্দাত উদ্ধাৰ হোৱাটো এটা দৈৱাৎ ঘটা নহয়। তেওঁৰ জয় নালন্দা অঞ্চললৈ সম্প্ৰসাৰিত আছিল। প্ৰতাপ চৌধুৰীৰ মতে ভাস্কৰ বৰ্মনৰ ৰাজ্য সম্প্ৰসাৰিত আছিল সমগ্ৰ অসম, বংগৰ এটা বৃহৎ অংশ আৰু বিহাৰৰ কিছু অংশ কমপক্ষেও নালন্দা অঞ্চলব্যাপী। তেওঁ আকৌ কৈছে যে ভাস্কৰ বৰ্মনে দেৱ বৰ্মনক নালন্দা অঞ্চলত শাসনকাৰ্য চলাবলৈ নিযুক্তি দিছিল, তেওঁৰ ৰাজত্বৰ শেষ সময়ত সম্ভৱ হিউৱেন চাঙৰ নিজ দেশলৈ প্ৰত্যাবৰ্তন কৰাৰ পাছত। এই মন্তব্যটো বিশ্বাসযোগ্য যেন নালাগে। নালন্দাত উদ্ধাৰ হোৱা ভাস্কৰ বৰ্মনৰ ছীল মোহৰৰ পৰা নালন্দা তেওঁৰ অধীনত থকা নুসূচায়। ড° স্পুনাৰে তিনিজন ৰাজবংশৰ ৰজাৰ ছীল মোহৰ তাত উদ্ধাৰ কৰিছে। ইণ্ডো গ্ৰীকসকলৰ মুদ্ৰা দাক্ষিণাত্যত আৰু তাম্ৰলিপিত পোৱা গৈছে, সেয়ে তাম্ৰলিপি বা দাক্ষিণাত্য ইণ্ডো-গ্ৰীকসকলৰ অধীনত থকাটো নুবুজায়।

হিউৱেন চাঙৰ কামৰূপ বিৱৰণীৰ পৰা জনা যায় যে দেশখনৰ (কামৰূপ ৰাজ্য) পৰিধি প্ৰায় দহ হাজাৰ লি (প্ৰায় দুহেজাৰ মাইল) আৰু ৰাজধানী প্ৰায় ৩০ লি (প্ৰায় ছয় মাইল)। ৰাজ্যখনৰ পূবলৈ এলানি পৰ্বত আৰু পাহাৰে আবৃত আৰু সেই অঞ্চলত কোনো নগৰ নাই। ৰাজ্যখন পূবলৈ বিস্তাৰিত পৰ্বত মালাই দক্ষিণ-পশ্চিমৰ বৰ্বৰসকলৰ (চীনৰ) সীমাই চুইছে। পৰিব্ৰাজকজনে মানুহৰ পৰা (কামৰূপৰ) জানিব পাৰিছিল যে দক্ষিণ-পশ্চিম (চীন)ৰ সীমান্তলৈ দূৰত্ব দুমাহৰ পথ। ৰাজ্যৰ দক্ষিণ-পূবত বনৰীয়া হাতী দল পাতি থাকে আৰু সিহঁতে উপদ্ৰৱ কৰে। হিউৱেন চাঙে পৌণ্ড্ৰবৰ্দ্ধনৰ পৰা পূবলৈ ৯০০ লিৰ ওপৰ পথ ভ্ৰমণ কৰি এটা ডাঙৰ নদী অতিক্ৰম কৰি কা-মো-লো অৰ্থাৎ কামৰূপত উপস্থিত হয়। ডাঙৰ নদীটো তাংতত জনা যায় 'কলোটু' - যিটো ব্ৰহ্মপুত্ৰ বুলি ওৱাটাৰ্চে চিনাক্ত কৰিছে; কানিংহামে তিস্তা আৰু এছ. এন. মজুমদাৰে 'কৰতোয়া' বুলি চিনাক্ত কৰিছে। প্ৰতাপ চৌধুৰীয়ে নদীটোক কৰতোয়া আৰু ৰাজধানীখন গুৱাহাটী বুলি চিনাক্ত কৰিছে। নদীটো ব্ৰহ্মপুত্ৰৰ সৈতে নিঃসন্দেহে চিনাক্ত কৰিব পাৰি। গাৰোপাহাৰ জিলাৰ ভাইটবাৰী-ফুলবাৰী অঞ্চলত প্ৰাচীন নগৰ এখনৰ ধ্বংসাৱশেষ উদ্ধাৰ হোৱাৰ পৰা আকৌ পৌণ্ড্ৰবৰ্দ্ধনৰ পৰা কামৰূপৰ ৰাজধানী সমতটৰ দূৰত্ব হিউৱেন চাঙে জনোৱা মতে, মিল থকাৰ পৰা বিবেচনা কৰি চালে কামৰূপৰ ৰাজধানী সেই অঞ্চলত আছিল বুলি ধাৰণা হয়।

কামৰূপৰ বিৱৰণত হিউৱেন চাঙে কৈছে; 'দেশখনৰ পৰিধি প্ৰায় ১০,০০০ লি। ৰাজধানী প্ৰায় ৩০ লি। ইয়াৰ মাটি দ আৰু সাৰুৱা; নিয়মিতভাৱে খেতি হয়। মানুহে কঁঠাল আৰু নাৰিকল বেছিকৈ ৰোৱে। নাৰিকল আৰু কঁঠাল প্ৰচুৰ পৰিমাণে হ'লেও আদৃত। নদী বা পুখুৰীৰ পৰা নলা খান্দি নগৰৰ চাৰিওফালে পানীৰ যোগান ধৰা হয়, জলবায়ু স্বাস্থ্যকৰ— উগ্ৰ গৰম বা উগ্ৰ ঠাণ্ডা নহয়। অধিবাসীসকলৰ আচাৰ-ব্যৱহাৰ সৰল আৰু সাধু। মানুহবোৰ চুটি-চাপৰ আৰু তেওঁলোকৰ গাৰ বৰণ ডাঠ হালধীয়া, ভাষা মধ্যভাৰতৰ পৰা সামান্য পৃথক। তেওঁলোকৰ স্বভাৱ সামান্য বনৰীয়া আৰু সহজেই উত্তেজিত হয়। তেওঁলোকৰ স্মৃতিশক্তি প্ৰখৰ আৰু বিদ্যা শিক্ষাৰ প্ৰতি ধাউতি প্ৰবল। অধিবাসীসকলে দেৱ-দেৱীৰ পূজা কৰে আৰু বৌদ্ধধৰ্মৰ ওপৰত তেওঁলোকৰ আস্থা নাই। বুদ্ধদেৱৰ আৱিৰ্ভাৱ হোৱাৰ দিনৰে পৰা বৰ্তমানলৈকে ইয়াত ভিক্ষুসকলে সমবেত হ'বলৈ এটাও বৌদ্ধবিহাৰ নিৰ্মাণ কৰা হোৱা নাই। যি কেইজন বৌদ্ধ ধৰ্মাৱলম্বী মানুহ আছে, তেওঁলোকে লুকাই চুৰকৈহে উপাসনা আদি কৰে। সংখ্যাত কেবাশ দেৱ-দেৱীৰ মন্দিৰ আছে আৰু ইয়াত কেবা অযুত সেই সেই ধৰ্ম সম্প্ৰদায়ৰ লোক আছে। বৰ্তমান ৰাজত্ব কৰি থকা ৰজাজন নাৰায়ণৰ বংশধৰ। তেওঁ জাতিত ব্ৰাহ্মণ। তেওঁৰ উপাধি 'কুমাৰ'। এই বংশৰ ৰজাই ৰাজ্যৰ শাসনভাৰ লোৱাৰ পৰা বৰ্তমানলৈ এহেজাৰ বংশ অতিক্ৰম হৈছে। ৰজা বৰ বিদ্যোৎসাহী, আৰু ৰজাক দেখি প্ৰজাসকলো শিক্ষাৰ প্ৰতি অনুৰাগী। দূৰ-দেশৰ পৰা সামৰ্থ্যযুক্ত (জ্ঞানী পণ্ডিত) লোকে কাম বিচাৰি নাইবা অধ্যয়ন কৰিবলৈ ইয়ালৈ আহে, ৰজা নিজে বৌদ্ধধৰ্মী নহয়, তথাপি বিদ্বান, পণ্ডিত আৰু বৌদ্ধ ভিক্ষুসকলক তেওঁ বৰ আদৰ সন্মান কৰে।

ভাস্কৰ বৰ্মনে যেতিয়া প্ৰথম শুনিলে যে এজন ভিক্ষু সুদূৰ চীনদেশৰ পৰা নালন্দা-বৌদ্ধ বিহাৰলৈ বৌদ্ধধৰ্মৰ গভীৰ তত্ত্ববোৰ অধ্যয়ন কৰিবলৈ আহিছে, তেওঁ নালন্দা বিশ্ববিদ্যালয়ৰ অধ্যক্ষ শীলভদ্ৰলৈ হিউৱেন চাঙক তেওঁৰ

ৰাজধানীলৈ পঠিয়াই দিবলৈ অনুৰোধ জনাই পত্ৰ প্ৰেৰণ কৰিলে। ভাস্কৰ বৰ্মনৰ নিমন্ত্ৰণ ৰক্ষা নকৰা দেখি দ্বিতীয়বাৰো নিমন্ত্ৰণ জনালে। এইবাৰো অসম্মতি প্ৰকাশ কৰাত ভাস্কৰ বৰ্মনে খঙেৰে শীলভদ্ৰলৈ লিখিলে— 'যদি পৰিব্ৰাজকগৰাকী নাহে, তেতিয়াহ'লে আপোনাৰ শিষ্যই অসৎ উপায় অবলম্বন কৰিবলৈ বাধ্য হ'ব— যদি দৰকাৰ হয়, মই মোৰ সৈন্যবাহিনী আৰু হাতী লৈ বজ্ৰৰ দৰে নালন্দা আক্ৰমণ কৰি নালন্দা ধূলিৰ লগত মিহলাই দিম।' শীলভদ্ৰই উপায়বিহীন হৈ হিউৱেন চাঙক কামৰূপলৈ যাবলৈ অনুৰোধ কৰিলে। শীলভদ্ৰৰ পৰা বিদায় লৈ হিউৱেন চাঙে কুমাৰ ৰজাই পঠোৱা দূতজনৰ সৈতে কামৰূপলৈ যাত্ৰা কৰিলে। হিউৱেন চাঙে কামৰূপৰ ৰাজধানীত উপস্থিত হোৱাত কুমাৰ ৰজাই বিষয়াবৰ্গৰ সৈতে আহি হিউৱেন চাঙক আদৰ অভ্যৰ্থনা কৰি ৰাজ প্ৰাসাদলৈ লৈ গ'ল আৰু প্ৰতিদিনে গীত বাদ্য, ভোজ, ফল-মূল, ফুল নিবেদন কৰি অতিশয় আদৰ যত্নৰে আলহীগৰাকীক অভ্যৰ্থনা জনালে।

কুমাৰ ৰজাই ক'লে, মোৰ নিজৰ যদিও কোনো গুণ নাই, তথাপি বিশিষ্ট গুণী লোকসকলক আদৰ সন্মান কৰো। আপোনাৰ জ্ঞান, গৰিমা আৰু খ্যাতিৰ কথা শুনি আপোনাক নিমন্ত্ৰণ কৰিবলৈ মই উদ্যত হৈছিলো।

হিউৱেন চাঙে ক'লে, 'মোৰ জ্ঞানৰ পৰিসৰ বেছি নহয়। মোৰ মুখ্যাতি সম্বন্ধে জনা বুলি জানি মই বৰ দুখ পাইছিলো, মোৰ অতি সাধাৰণ জ্ঞানহে আছে।

কুমাৰ ৰজাই ক্ৰ'লে— অতি আনন্দৰ কথা, ধৰ্ম আৰু বিদ্যানুৰাগৰ ফলত নিজকে সামান্য জ্ঞান কৰা আৰু বিপদ-সঙ্কুল পথেৰে বিদেশ ভ্ৰমণ কৰা, নতুন নতুন ঠাই ঘূৰি ফুৰা, এইটো সাধাৰণ কথা নহয়। আপোনাৰ দেশ আৰু ৰজাৰ গুণত এইটো সম্ভৱ হয়। মহাচীনৰ নৃপতিৰ বিজয়যাত্ৰা সম্বন্ধে এটা ধুনীয়া গীত শুনিবলৈ পাওঁ। এইখনেই যে আপোনাৰ সন্মানময়ী জন্মভূমি।

হিউৱেন চাঙে ক'লে, 'সঁচা! এই গীতবোৰত আমাৰ সম্ৰাটৰ গৰিমা বৰ্ণিত আছে।'

কুমাৰ ৰজাই ক'লে, 'আপুনি যে সেই দেশৰ সুযোগ্য সন্তান, সেইটো মই জানিব পৰা নাছিলোঁ। বহুদিনৰ পৰাই মই পূৰ্বদেশৰ (চীন) বিষয়ে চিন্তা কৰিছোঁ। কিন্তু মাজত বহু নদী আৰু পৰ্বত থকা বাবে সেই দেশলৈ মই যাব পৰা নাই।'

উত্তৰত হিউৱেন চাঙে ক'লে, ' আমাৰ সম্ৰাটৰ পবিত্ৰ গুণাৱলীৰ খ্যাতি বহুদূৰ ব্যাপী আছে। বিদেশৰ মানুহেও তেওঁৰ যশস্যা কৰে আৰু তেওঁলোকে নিজকে সম্ৰাটৰ অধীনৰ প্ৰজা বুলি কয়'।

কুমাৰ ৰজাই ক'লে, 'যদি এই মন্তব্যটো প্ৰকৃতত সত্য, তেন্তে মোৰ হৃদয়ে তেওঁক যোগ্য সন্মানেৰে পুৰস্কৃত কৰিবলৈ বৰকৈ বিচাৰিছে। কিন্তু এতিয়া শিলাদিত্য কাজুঘিৰ ৰাজ্যত আছে দান-দক্ষিণা দিবলৈ আৰু জ্ঞান গৰিমাৰ শিপা গজাবলৈ আৰু তাত পঞ্চ ভাৰতৰ জ্ঞানী, পণ্ডিত, ব্ৰাহ্মণ আৰু ভিক্ষুসকল সমবেত হৈছে। তেওঁ (হৰ্ষবৰ্দ্ধ নে) এতিয়া মোক মাতি পঠাইছে। আপোনাক মোৰ লগত যাবলৈ অনুৰোধ কৰো।'

'এই দেশৰ পূব প্ৰান্তৰ পৰ্বত আৰু পাহাৰে আগুৰি থকা বাবে ৰাজ্যৰ পূব অঞ্চলত ডাঙৰ নগৰ নাই। ইয়াৰ সীমাত দক্ষিণ-পশ্চিম চীনৰ অসভ্য-বৰ্বৰ জাতি আছে। এই জাতিসমূহৰ আচাৰ-ব্যৱহাৰ বৰ্বৰতা আছে আৰু তেওঁলোকে দক্ষিণ-পশ্চিম চীনত বাস কৰে। তেওঁলোকক মান লোক (ম্যান লো- ম্যানমাৰ অধিবাসী) বোলা হয়। কামৰ্ৰূপৰ মানুহৰ পৰা অনুসন্ধান কৰি হিউৱেন চাঙে জানিব পাৰিলে যে দুমাহৰ পথ অতিক্ৰম কৰি দক্ষিণ-সীমান্তৰ চুৱাণ (শূহ) Szuchuan (Shah) ৰাজ্য পাব পাৰি। কিন্তু পাহাৰ-পৰ্বত নদ-নদী অতিক্ৰম কৰাটো ভীষণ কষ্টকৰ; পথত সংক্ৰামক বাষ্প, বিষাক্ত সাপ, ধ্বংসেকৰ গছ-লতা আছে আৰু এইবোৰৰ পৰাই পথিকৰ মৃত্যু অনিবাৰ্য।

'এই দেশৰ দক্ষিণ-পূবত বনৰীয়া হাতী দল পাতি থাকে আৰু সিহঁতে উপদ্ৰব কৰে। হাতী থকা বাবে এই দেশত যুদ্ধত প্ৰধানকৈ হাতী ব্যৱহাৰ কৰা হয়।'

প্ৰতাপ চৌধুৰীয়ে ধাৰণা কৰে যে ভাস্কৰ বৰ্মনে তেনেকুৱা কঠোৰ ভাষাৰে শীলভদ্ৰলৈ পত্ৰ প্ৰেৰণ কৰিব নোৱাৰিলেহেঁতেন যদি নালন্দাৰ ওপৰত ভাস্কৰ বৰ্মনৰ প্ৰভাৱনাথাকিলেহেঁতেন। নালন্দাৰ ওপৰত ভাস্কৰৰ প্ৰভাৱ যে আছিল ইয়াৰ পৰা ধাৰণা কৰিব পাৰি। কিন্তু নালন্দা কামৰূপৰ অধীনত থকাৰ আমাৰ হাতত কোনো তথ্য নাই। ভাস্কৰৰ বিৰুদ্ধে থিয় দিবলৈ তেওঁৰ,, সমকক্ষ কোনো ৰজা

নাছিল একমাত্র হৰ্ষৰ বাহিৰে আৰু হৰ্ষ আছিল ভাস্কৰৰ মিত্ৰ। ভাস্কৰৰ জ্ঞান উপাৰ্জনৰ প্ৰতি থকা আগ্ৰহ আৰু বিদ্বান পণ্ডিতৰ সংগ লাভ কৰাৰ প্ৰবল ইচ্ছাৰ বাবে তেওঁ শীলভদ্ৰলৈ তেনেকুৱা এখন কঠোৰ ভাষাৰে লিখা পত্ৰ প্ৰেৰণ কৰিছিল।

কংগোদা (গঞ্জাম) অভিযানৰ পৰা আহি হৰ্ষবৰ্দ্ধনে শুনিলে যে হিউৱেন চাং কামৰূপত আছে। তেওঁ আচৰিত হৈ ক'লে, 'মই কিমানবাৰ তেওঁক মানি পঠালোঁ, তথাপি তেওঁ নাহিল, এতিয়া শুনিছোঁ তেওঁ কামৰূপত তেওঁ ভাস্কৰ বৰ্মনলৈ এজন কটকীৰ হতুৱাই পত্ৰ পঠালে হিউৱেন চাঙক অবিলম্বে পঠাই দিবলৈ। কুমাৰ ৰজাই উত্তৰ দিলে, 'মোৰ মূৰটো দিব পাৰেৰা তথাপি ধৰ্মগুৰুক পঠাব নোৱাৰোঁ।'

ভাস্কৰ বৰ্মনৰ এই উত্তৰ শুনি হৰ্ষবৰ্দ্ধনে খঙতে ক'লে, 'কুমাৰ ৰজাই মোক তুচ্ছজ্ঞান কৰে। এজন ভিক্ষুৰ বাবে তেওঁ এনেকুৱা ব্যৱহাৰ কৰিবলৈ পায় নে?' তেতিয়া সংক্ষেপে হৰ্ষই প্ৰত্যুত্তৰ দিলে, শীঘ্ৰে কটকীৰ হাতত মূৰটো দি পঠাব; যাতে মই পাওঁ।

হৰ্ষৰ পৰা কঠোৰ পত্ৰ লাভ কৰি ভাস্কৰ নম্ৰ হৈ পৰে আৰু নিজেই তেওঁৰ সৈন্য-দল, কুৰি হাজাৰ হাতী, ত্ৰিশ-হাজাৰ নৌ সেনাই সৈতে হিউৱেন চাঙক লগত লৈ ৰাজমহলৰ ওচৰত হৰ্ষবৰ্দ্ধনক লগ ধৰিবলৈ আহিল। শিলাদিত্য এই সময়ত ৰাজমহলৰ ওচৰত গংগাৰ উত্তৰ পাৰে কজংগলৰ তেওঁৰ প্ৰাসাদত আছিল। কুমাৰ ৰজাই গংগাৰ উত্তৰ পাৰত ছাউনী নিৰ্মাণ কৰি ধৰ্মগুৰুক তাত ৰাখি নিজে শিলাদিত্যৰ লগত দেখা কৰিলে। শিলাদিত্যই কুমাৰ ৰজাক অতি নম্ৰতাৰে আদৰিণ জনাই সুধিলে,— 'চীনৰ ভীক্ষুগৰাকী ক'ত আছে।'

কুমাৰ ৰজাই তেওঁ ছাউনীত থকা সম্বন্ধে ক'লে। শিলাদিত্যই ভাস্কৰৰ লগত নহাৰ কথা সোধাত, ভাস্কৰে ক'লে, মহাৰাজৰতো ধৰ্মত প্ৰীতি আৰু সাধুসকলৰ প্ৰতি ভক্তি আছে। মহাৰজাই তেওঁক মাতি পঠোৱা নাই। শিলাদিত্যই ভাস্কৰ যাবলৈ অনুমতি দি ক'লে, 'মই কাইলৈ যাম।'

কুমাৰ ৰজাই ঘূৰি আহি সকলো কথা হিউৱেন চাঙক জনালে আৰু ক'লে,— 'মহাৰজাই কাইলৈ বুলি ক'লেও সম্ভৱ আজি ৰাতিয়ে আপোনাক লগ ধৰিবলৈ আহিব'।

ধৰ্মগুৰুৱে ক'লে 'তেওঁ সদায় বুদ্ধৰ ধৰ্মৰ অনুসৰে চলে'।

সঁচাকৈ ৰাতি হৰ্ষবৰ্দ্ধন উপস্থিত হ'ল। অনুচৰবৰ্গই আহি ক'লে যে, নদীৰ পাৰত হেজাৰ হেজাৰ নাৱৰ পাল দেখা গৈছে আৰু বাদ্যৰ শব্দও শুনা গৈছে। কুমাৰ ৰজাই তেতিয়া মন্ত্ৰীবৰ্গ আৰু নাৱৰীয়াসকলক লৈ গৈ শিলাদিত্যক আদৰণি জনালে।

শিলাদিত্য আহি ধৰ্মগুৰুক প্ৰণাম কৰি গাঁলে ফুল ছটিয়াই দিলে আৰু ভক্তিভাৱে ধৰ্মগুৰুৰ উদ্দেশ্যে স্তুতিস্তোত্ৰ গালে। ইয়াৰ পিছত ক'লে', 'আপোনাৰ এইজন শিষ্যই আপোনাক কেবাবাৰো নিমন্ত্ৰণ কৰি পঠাইছিল। আপুনি মোৰ অনুৰোধ ৰক্ষা কৰা নাই।'

উত্তৰত হিউৱেন চাঙে ক'লে, 'তেওঁ বহুদূৰৰ পৰা বৌদ্ধধৰ্মৰ অনুসন্ধানত আৰু যোগভূমি শাস্ত্ৰ অধ্যয়ন কৰিবলৈ আহিছে। মোৰ এই শাস্ত্ৰ অধ্যয়ন শেষ নোহোৱা বাবে মহাৰাজৰ লগত দেখা কৰিব পৰা নাছিলো।'

তেতিয়া হৰ্ষবৰ্দ্ধনেও কুমাৰ ৰজাৰ নিচিনাকৈ 'চীন ৰজাৰ গীত' আৰু আন দুই এটা কথা শুনি ক'লে, 'আপুনি আজি বিশ্ৰাম লওক। কাইলৈ আপোনাক লৈ যাম।'

দ্বিতীয় দিনাখন ৰাতিপুৱা মহাৰাজৰ দূত আহিল। হিউৱেন চাং আৰু ভাস্কৰ বৰ্মন ৰাজপ্ৰাসাদলৈ গ'ল। শিলাদিত্যই কেবাজনো বিষয়া লগত লৈ আহি তেওঁলোকক অভ্যৰ্থনা কৰি ভিতৰলৈ লৈ গ'ল।

হিউৱেন চাঙে হীনযানী মত খণ্ডন কৰি এখন গ্ৰন্থ লিখিছিল। মহাৰাজে সেইখন নি পঢ়ি বৰ আনন্দিত হৈ ক'লে, 'ইয়াৰ ভিক্ষুসকল মহাস্থবিৰ; হীনযান পন্থাৰ দেৱসেনে নিজকে কয় তেওঁ এজন মহাপণ্ডিত আৰু অনায়াসে মহাযান মত খণ্ডন কৰিব পাৰে কিন্তু বিদেশী ভিক্ষুৰ আগমন বাৰ্তা শুনি তেওঁ বৈশালীলৈ পলাইছে।

হৰ্ষবৰ্দ্ধনৰ ভনী ৰাজশ্ৰী মহাৰাজৰ ওচৰত বহি আছিল। হীনযান শাস্ত্ৰত তেওঁৰ খ্যাতি আছিল। তেওঁ হিউৱেন চাঙৰ বিচাৰ শুনি আনন্দত উচ্চস্বৰে প্ৰশংসা কৰিবলৈ ধৰিলে।

শিলাদিত্যই ক'লে, 'ধৰ্মগুৰুৰ লিখিত গ্ৰন্থখন বৰ উপাদেয় হৈছে। মোৰ আৰু আনৰো এতিয়া মহাযানৰ ওপৰত বিশ্বাস হৈছে। কিন্তু অন্যদেশৰ মানুহৰ আৰু বিভিন্ন মতাৱলম্বী

মানুহবিলাকৰ সন্দেহ দূৰ কৰাৰ বাবে কান্যকুব্জত এখন মহাসভা আহ্বান কৰা প্ৰয়োজন'।

কনৌজত (কান্যকুব্জ) বৌদ্ধ মহাসভাৰ আয়োজন কৰা হ'ল। শিলাদিত্যই গংগাৰ দক্ষিণ পাৰেৰে আৰু কামৰূপৰ ৰজাই উত্তৰ পাৰেৰে কনৌজ অভিমুখে অগ্ৰসৰ হ'ল। দুয়োজন ৰজাৰ লগত চতুৰংগ সেনা আৰু হেজাৰ হেজাৰ অনুচৰ আছিল। তেওঁলোকে নদীৰে নাৱত উঠি। হাতীত উঠি, ঢাক-ঢোল, পেঁপা-বাঁহীৰ বাদ্যকাৰ সকলোৰে অগ্ৰসৰ হৈ কান্যকুব্জ পাই গংগাৰ পশ্চিম পাৰত সকলোৰে বিশ্ৰাম কৰিলে।

সভাস্থলত নিমন্ত্ৰিত ১৮/১৯ খন দেশৰ ৰজা, হীনযান শাস্ত্ৰজ্ঞ ৩০০০ ভিক্ষু, ৩০০০ ব্ৰাহ্মণ আৰু নিৰ্গ্ৰন্থ (জৈন) আৰু ইয়াৰ বাহিৰেও নালন্দাৰ পৰা প্ৰায় ১০০০ ভিক্ষু আগতে আহি উপস্থিত হৈছিল। ইয়াত উপস্থিত হোৱা বিশিষ্ট ব্যক্তিসকল বিদ্বান আৰু তৰ্কত নিপুণ আছিল। তেওঁলোকৰ সৈতে বহুত অনুচৰ— হাতী, ৰথ, দোলা বা খোজকাঢ়ি আহি উপস্থিত হৈছিল। দেশৰ গণ্যমান্য ব্যক্তি, ৰাজবিষয়া ৰাজ কৰ্মচাৰী আৰু সৈন্য-সামন্তও উপস্থিত হৈছিল।

মহাৰাজৰ আদেশত দুটা প্ৰকাণ্ড সভা মণ্ডপ নিৰ্মাণ কৰা হৈছিল। হিউৱেন চাঙৰ বিৱৰণৰ পৰা জনা যায় সভা ওঠৰ দিন ব্যাপি হৈছিল। সভাৰ প্ৰথম দিনাখন শিলাদিত্য ৰজাৰ সাময়িক প্ৰাসাদত এটা প্ৰকাণ্ড সুসজ্জিত হাতীৰ ওপৰত এখন বহুমূলীয়া হাওদা সজোৱা হ'ল, আৰু তাৰ ওপৰত বুদ্ধৰ এটা সোণৰ মূৰ্তি ৰখা হ'ল। তাৰ পিছত এটা শোভাযাত্ৰা কৰা হ'ল, এই শোভাযাত্ৰাত বুদ্ধ মূৰ্তিৰ সোঁফালে সুসজ্জিত হাতীৰ পিঠিত ইন্দ্ৰদেৱৰ বেশত ছত্ৰধাৰী হৰ্ষই আৰু বাওঁফালে এনেকুৱা সুসজ্জিত হাতীৰ পিঠিত ব্ৰহ্মা বেশত ভাস্কৰ বৰ্মনে পতাকা উৰাই গৈছিল। এওঁলোকৰ প্ৰত্যেকেই দেৱতাসকলৰ দৰে মুকুণ, ফুলৰ মালা আৰ ৰত্নখচিত ভূষাণাদিৰে সজ্জিত আছিল। আৰু প্ৰত্যেকৰ অনুচৰ স্বৰূপে পাঁচশ বৰ্ম পিন্ধোৱা ৰণহস্তী আছিল। বুদ্ধ মূৰ্তিৰ কাষত আৰু পাছত এশ হাতীত বাদ্যকাৰসকল আছিল। ৰাজ বিষয়াবৰ্গ আৰু স্বয়ং হিউৱেন চাং প্ৰত্যেকেই এটা এটা হাতীত ৰজাৰ লগত যাবলৈ অনুমতি পাইছিল। ইয়াৰ উপৰিও বিভিন্ন দেশৰ ৰজা, মন্ত্ৰী, বিষয়াসকল হাতীত গ'ল। সভা মণ্ডপৰ কাষত এশ ফুট ওখ এটা মন্দিৰ আৰু বেদী তৈয়াৰ কৰা হৈছিল। শোভাযাত্ৰা এই মন্দিৰৰ ওচৰত সকলো হাতীৰ পৰা নামিল আৰু ৰজাই নিজে সোণৰ মূৰ্তিটো কান্ধত তুলি বেদীত স্থাপন কৰিলে আৰু নানা বস্ত্ৰ-অলংকাৰ দি পূজা কৰিলে।

উপস্থিত হোৱা ৰজাসকলক এহেজাৰ বিদ্বান ভিক্ষুক, পাঁচশ খ্যাত ব্ৰাহ্মণ পণ্ডিতক আৰু অইন ধৰ্মপণ্ডিত আৰু বিভিন্ন দেশৰ মন্ত্ৰীক সভাগৃহত প্ৰৱেশ কৰিবলৈ আহ্বান কৰা হ'ল। আন দৰ্শকসকলৰ বাবে সুকীয়া স্থানৰ আয়োজন কৰা হৈছিল। উপস্থিত থকা সকলোকে এটা ভোজ দিয়া হ'ল।

ভোজৰ পিছত ৰজাসকলে আৰু ভিক্ষুসকলে বৌদ্ধ-মূৰ্তিৰ ওচৰত পূজা কৰিলে।

হৰ্ষবৰ্দ্ধনে হিউৱেন চাঙক এখন সম্মানিত আসনত বহুৱাই তৰ্ক সভাৰ সভাপতি নিয়োগ কৰিলে।

হিউৱেন চাঙে পোনতে মহাযান ধৰ্মৰ গুণ- গৰিমাৰ কথা ক'লে। তাৰ পিছত এটা পূৰ্বপক্ষ প্ৰস্তাব কৰি নালন্দাৰ এজন শ্ৰমণক সেইটো উপস্থিত থকা সকলো পণ্ডিতক দেখুৱাবলৈ আদেশ কৰিলে যে তাৰ পিছত সেইটো লিখি সভাৰ মুখ্য তোৰণত ওলমাই দিবলৈ ক'লে, আৰু ঘোষণা কৰিলে যে, 'যদি কোনোবাই পূৰ্বপক্ষৰ এটা কথাও ভুল বুলি প্ৰমাণ কৰিব পাৰে, তেতিয়া হ'লে তেওঁৰ আদেশত মই মোৰ মূৰটো দিবলৈ প্ৰস্তুত আছোঁ। কিন্তু নিশালৈ কোনোৱে প্ৰতিপক্ষ হ'বলৈ অগ্ৰসৰ নহ'ল। তাৰ পিছত এনেকৈ প্ৰতিদিনে শোভাযাত্ৰা হৈ থাকিল, কিন্তু প্ৰতিপক্ষ কোনো নাছিল।

হিউৱেন চাঙে কৈছে যে পাঁচ দিন পিছত বিধৰ্মীসকলে খং কৰি তেওঁক হত্যা কৰিবলৈ ষড়যন্ত্ৰ কৰে। মহাৰজাই এই কথা শুনি ঘোষণা কৰিলে যে যদি কোনোবাই কিবা প্ৰকাৰে হিউৱেন চাঙক শাৰীৰিক কষ্ট দিয়ে তেতিয়াহ'লে তেওঁৰ প্ৰাণদণ্ড হ'ব। যদি কোনোবাই হিউৱেন চাঙৰ বিৰুদ্ধে কোনো কথা কয়, তেতিয়াহ'লে তাৰ জিভা কাটি দিয়া হ'ব।

ওঠৰ দিনলৈ কোনোৱে তৰ্কযুদ্ধলৈ অগ্ৰসৰ নহ'ল। সভাভংগৰ আগদিনাখন ধৰ্মগুৰুৱে আকৌ মহাযানৰ তথা বৌদ্ধধৰ্মৰ প্ৰশংসা কৰাৰ ফলত বহু বিধৰ্মী আৰু হীনযানীয়ে মহাযান পন্থা ল'লে।

সভাত উপস্থিত থকা ১৮/১৯ জন ৰজা আৰু শিলাদিত্যই

হিউৱেন চাঙক বহু ধন-ৰত্ন, মণি-মুক্তা উপহাৰ দিলে, কিন্তু তেওঁ কোনো বস্তুৱে গ্ৰহণ নকৰিলে। তেতিয়া ৰজাৰ আদেশত মন্ত্ৰীসকলে ধৰ্মগুৰুক এটা প্ৰকাণ্ড হাতীৰ ওপৰত বহুৱাই সকলো মানুহৰ মাজেৰে ঘূৰাই আনিলে আৰু লগতে ঘোষণা কৰিলে, এওঁ প্ৰকৃততে ধৰ্মক অবিসম্বাদীতভাৱে প্ৰতিষ্ঠা কৰিব পাৰিছে। হিউৱেন চাঙে প্ৰথমে এই সম্মান ল'বলৈ সম্মতি দিয়া নাছিল, কিন্তু যেতিয়া ৰজাই দেশৰ প্ৰথা বুলি ক'লে, তেতিয়া মান্তি হৈছিল।

ধৰ্মগুৰুৰ সফলতাত সভাৰ সভ্যসকলে আনন্দিত হৈ তেওঁক উপাধি দান কৰিলে। মহাযানীসকলে 'মহাযানদেৱ' আৰু হীনযানীসকলে তেওঁক 'মোক্ষদেৱ' উপাধিৰে বিভূষিত কৰিলে।

সভাৰ শেষ দিনাখন এটা দুৰ্ঘটনা হ'ল। হঠাৎ মন্দিৰত জুই লাগিল আৰু সভামণ্ডপৰ ওচৰৰ তোৰণৰ ওপৰত জুই জ্বলি উঠিল। ৰজাই মন্দিৰৰ ওপৰলৈ লৈ জুই জ্বলা চাব ধৰিছিল। তাৰ পৰা নামি আহোতে, হঠাৎ এজন বিধৰ্মীয়ে (হিন্দু) ছুৰী লৈ ৰজাক হত্যা কৰিবলৈ উদ্যত হ'ল। শিলাদিত্য ৰজাই দুই এখোজ পিছুৱাই তৎক্ষণাৎ দুই হাতেৰে তাক ধৰি পেলালে। অইন ৰজাসকল আৰু উপস্থিত সভ্য বৃন্দই তাক তেতিয়াই মাৰি পেলাবলৈ ইচ্ছা কৰিলে। মহাৰজাই তেওঁলোকক বাধা দি তাক সুধিলে, 'মই তোমাৰ কি দোষ কৰিছোঁ, যিটোৰ বাবে তুমি এনেকুৱা কুকাম কৰিবলৈ আহিলা? তেতিয়া হত্যা কৰিবলৈ যোৱা মানুহজনে উত্তৰ দিলে, মহাৰাজ! আপোনাৰ পুনৰ প্ৰভাই সকলোৰে ওপৰত সমানভাৱে বিকিৰণ কৰিছে। মই হীন, মূৰ্খ। বিধৰ্মীসকলৰ কথাত, সিহঁতৰ অনুৰোধত মই বিশ্বাসঘাতকতা কৰিবলৈ গৈছিলো।

ৰজাই সুধিলে, 'বিধৰ্মীসকলেই বা কিয় এই কুকাম কৰিবলৈ বিচাৰিছিল?' সি উত্তৰ দিলে, ' মহাৰাজ। আপুনি দেশৰ সকলো মানুহক একগোট কৰিছে আৰু আপোনাৰ ভঁৰাল উদং কৰি শ্ৰমণসকলক দান কৰিছে আৰু বুদ্ধৰ এটা ধাতুৰ মূৰ্তি নিৰ্মাণ কৰিছে; কিন্তু দেশ-দেশান্তৰৰ পৰা অহা বিধৰ্মীসকলৰ লগত একো কথা-বতৰা কোৱা নাই। সেই আক্ষেপত সিহঁতে, সেই ভাগ্যহীনসকলে মোক এই জঘন্য কামত লিপ্ত কৰিছে।'

পাঁচশজন গুণী ব্ৰাহ্মণ সভাত উপস্থিত আছিল। তেওঁলোকক মাতি আনি সোধা হ'ল। তেওঁলোকে অভিসন্ধি কৰিছিল যে অগ্নিবাণ (কাঁড়ত জুই সংযোগ কৰি) মাৰি এই তোৰণটো জ্বলাই দিলে যি গণ্ডগোল আৰু হুলস্থুল হ'ব তাৰ সুযোগ লৈ মহাৰাজক হত্যা কৰাৰ পৰা যাব। পোনপটীয়াকৈ তাকে কৰিব নোৱাৰি, অবশেষত এই মানুহজনক তেওঁলোকে নিয়োগ কৰিছিল।

মহাৰজাই প্ৰধান অপৰাধীসকলক শাস্তি দি সেই পাঁচশ ব্ৰাহ্মণক নিৰ্বাসন দিলে। ইয়াৰ পিছত সভা ভংগ হ'ল। হিউৱেন চাঙে ভিক্ষুসকলৰ পৰা বিদায় লৈ ৰজাৰ ওচৰলৈ বিদায় ল'বলৈ গ'ল। মহাৰাজে ক'লে, 'মই ত্ৰিশ বছৰতকৈ অধিক কাল ভাৰতৰ সম্ৰাট হৈছো। প্ৰতি পাঁচ বছৰৰ মূৰত প্ৰয়াগৰ সংগমস্থলত সমগ্ৰ ভাৰতৰ শ্ৰমণসকলক, ব্ৰাহ্মণসকলক আৰু দীনভিক্ষুসকলক ৭৫ দিন ধৰি বহু ধন-ৰত্ন দান কৰো। এতিয়ালৈকে মই পাঁচটা 'মোক্ষসভা' অনুষ্ঠিত কৰিছোঁ আৰু ষষ্ঠ সভা অনতিপলমে হ'ব। ধৰ্মগুৰু, আপুনি স্বদেশলৈ ঘূৰি যোৱাৰ আগতে এইটো চাই যাওক। হিউৱেন চাং মান্তি হ'ল। এই সভা শেষ হোৱাৰ ২১ দিন পিছত হৰ্ষবৰ্দ্ধনে হিউৱেন চাঙক প্ৰয়াগলৈ লৈ গ'ল।

'গংগা-যমুনাৰ সংগমৰ পশ্চিমে এখন বহল পথাৰ। ইয়াৰ পৰিধি তিনি মাইল। এইখনৰ নাম 'দানৰ মঠ' আৰু প্ৰাচীন কালৰ পৰা বহু ৰজাই ইয়ালৈ দান কৰিবলৈ আহিছিল। ইয়াত দিয়া দান আন ঠাইত দিয়া দানতকৈ হাজাৰ গুণ দানৰ সমান ফলপ্ৰদ বুলি প্ৰসিদ্ধি আছে। ইয়াৰ দীঘলে পথালিয়ে ডেৰ হাজাৰ ফুটকৈ চাৰিকোণীয়া মাটি এডৰাত বাঁহৰ বেৰ দি আগুৰা হ'ল। আকৌ তাত শ শ খেৰৰ ঘৰত দান-সামগ্ৰী, বহু ধন-ৰত্ন, যেনে— সোণ, ৰূপ, মুক্তা, ইন্দ্ৰনীল মুক্তা, ৰঙাকাঁচ ইন্দ্ৰনীল মুক্তা, মহানীল মুক্তা আদি ৰখা হ'ল। ইয়াৰ বাহিৰেও দীঘল গুদামঘৰত ৰেচম আৰু সূতাৰ কাপোৰ, সোণ-ৰূপৰ মুদ্ৰা এইবোৰ ৰখা হ'ল। এইবোৰৰ বাহিৰে খোৱাৰ ঠাইত কৰোৱা হ'ল। ইয়াৰ বাহিৰেও আমাৰ ৰাজধানী পিকিঙৰ হাটত যেনেকুৱা থাকে, তেনেকুৱা ধৰণৰ দীঘল এশমান ঘৰো তৈয়াৰ হ'ল। তাৰ প্ৰত্যেকটোত এহাজাৰ মানুহে জিৰাক শঁতাব পাৰে।

মহাৰাজৰ আদেশত ইতিমধ্যে দেশৰ শ্ৰমণসকল,

বিধৰ্মীসকল, নিৰ্গ্ৰন্থসকল, পিতৃ-মাতৃহীন, দীন-দুখী, অনাথ আদিয়ে দান ল'বলৈ উপস্থিত হৈছে। কান্যকুব্জৰ সভাৰ পৰা গৈ ১৮/১৯ খন ৰাজ্যৰ ৰজাসকলো উপস্থিত হ'ল। হৰ্ষৱৰ্দ্ধন গংগাৰ উত্তৰ পাৰে ছাউনী পাতিলে। হৰ্ষৰ জোঁৱায়েক বলভাৰাজ ধ্ৰুৱভট্ট সংগমৰ পশ্চিমে আৰু কামৰূপৰ ৰজা ভাস্কৰ বৰ্মনে দক্ষিণে ফুলবাগানৰ ওচৰত ছাউনী পাতিলে, দান গ্ৰহণ কৰাসকল ধ্ৰুৱভট্ট ৰজাৰ ফালে পশ্চিমৰ পথাৰত আছিল। দানৰ সময়ত শিলাদিত্য আৰু কুমাৰ ৰজাই নাৱেৰে আৰু ধ্ৰুৱভট্টই হাতীত উঠি মহাসমাৰোহেৰে দান বিতৰণ কৰা ঠাইলৈ গ'ল।

প্ৰথম দিনা দান কৰা ঠাইৰ এটা ঘৰত বুদ্ধমূৰ্তি স্থাপন কৰা হ'ল। চতুৰ্থদিনা ১০,০০০ ভিক্ষুক ১০০ দলত ভাগ কৰি প্ৰত্যেককে ১০০ স্বৰ্ণমুদ্ৰা, এটা মুক্তা, এখন সূতাৰ কাপোৰ, ভোজন, ফুল, গন্ধদ্ৰব্য দিয়া হ'ল। ইয়াৰ পিছত ২০ দিন ধৰি ব্ৰাহ্মণসকলক, ইয়াৰ পিছৰ ১০ দিন ধৰি বিধৰ্মীসকলক, তাৰ পিছত এমাহজুৰি অনাথ, দুখীয়া লোকসকলক দান কৰা হ'ল। ৰজাই ৰাজকোষত থকা সকলো ধন-সোণ-মুক্তহস্তে দান কৰিলে। সৰ্বস্ব দান কৰাৰ পিছত, মহাৰাজে তেওঁৰ ভনীয়েকৰ পৰা এক পুৰণি কাপোৰ ভিক্ষা কৰি আনি সেইখন পিন্ধি (মহাযানোক্ত) দশ-বুদ্ধক পূজা কৰি ক'লে, 'এই সকলোবোৰ ধন-সোণ সংগ্ৰহ কৰি এইবোৰৰ নিৰাপত্তা সম্বন্ধে নিৰুদ্বেগ হ'ব নোৱাৰি। পুণ্য স্থানত দান কৰি আজি নিৰুদ্বেগ হ'লো। ভৱিষ্যতে প্ৰতি জন্মত যেন এইদৰে মই সৰ্বস্ব দান কৰি (বুদ্ধৰ) দশবলৰ অধিকাৰী হ'ব পাৰো।

হিউৱেন চাঙে স্বদেশলৈ উভতি যাবলৈ ৰজাসকলৰ পৰা বিদায় ল'লে। কুমাৰ ৰজা আৰু হৰ্ষবৰ্ধনৰ ওচৰলৈ বিদায় ল'বলৈ অহাত, মহাৰাজ ক'লে, আপোনাৰ এইজন বিনীত শিষ্য আপোনাৰ নিচিনা বুদ্ধৰ ধৰ্ম দেশ-বিদেশত প্ৰচাৰ কৰিবলৈ ময়ো সমানে ইচ্ছুক। আপুনি কিয় দেশলৈ উভতি যাবলৈ ব্যগ্ৰ হৈছে?'

কুমাৰ ৰজাই ক'লে, 'গুৰুৱে যদি মোৰ ৰাজ্যৰ পৰা মোৰ ভক্তি নিবেদন গ্ৰহণ কৰে তেতিয়াহ'লে গুৰুৰ অবিহনে মই ১০০ বৌদ্ধ বিহাৰ স্থাপন কৰি দিম।'

হিউৱেন চাঙে দেখিলে যে তেওঁক এই দেশৰ পৰা কোনোৱে যাবলৈ দিব ইচ্ছা নকৰে। তেতিয়া তেওঁ দুখেৰে ক'লে, 'চীনদেশ বহুত দূৰত। সেই দেশৰ মানুহে বেছিদিন বুদ্ধৰ ধৰ্মৰ বিষয়ে শুনা নাই, আৰু বহুসংখ্যক মানুহেও এই ধৰ্ম গ্ৰহণ কৰা নাই। মই এই ধৰ্মৰ তত্ত্ব শিকিবলৈ আহিছিলো, যিখিনি শিকিছো, সেইখিনি জানিবলৈ আমাৰ দেশৰ পণ্ডিতসকল বিশেষ আগ্ৰহান্বিত। সূত্ৰত লিখা আছে, ধৰ্মৰ জ্ঞান প্ৰচাৰ কৰিবলৈ বাধা দিলে জন্ম-জন্মান্তৰে অন্ধ হয়। এই কথা চিন্তা কৰক।'

মহাৰজাই তেতিয়া যাবলৈ তেওঁক অনুমতি দিলে আৰু ক'লে, 'আপুনি যদি দক্ষিণ সাগৰৰ পথেৰে যাব খোজে, তেতিয়াহ'লে আপোনাৰ লগত যাবলৈ মানুহ নিযুক্ত কৰিম।' হিউৱেন চাঙে ক'লে, 'আহিবৰ সময়ত তুৰফানৰ ৰজাই মোক বহুত সহায় কৰিছিল আৰু ঘূৰি যাবৰ সময়ত তেওঁৰ লগত দেখা কৰি যাবলৈ বিশেষ অনুৰোধ কৰিছিল। তেওঁক নিৰাশ কৰিবলৈ মই বিচৰা নাই। সেই পথেৰে মই যাম।'

মহাৰাজ ক'লে, 'আপোনাৰ পাথেয় কি বিচাৰে কওক।'

হিউৱেন চাঙে ক'লে, 'একো নিবিচাৰো।'

মহাৰাজে ক'লে, 'এনেকৈ আপোনাক এৰি দিব নোৱাৰোঁ।'

হিউৱেন চাঙে ৰজাৰ পৰা অলপো ধন-ৰত্ন নিবলৈ সন্মত নহ'ল, অকল কামৰূপৰ ৰজা ভাস্কৰ বৰ্মনৰ পৰা বন্ধুত্বৰ নিদৰ্শন স্বৰূপে এটা নোমৰ টুপী নিলে। হৰ্ষবৰ্দ্ধনে ভাস্কৰ বৰ্মনক শ্ৰেষ্ঠ সন্মান দিয়া বিৱৰণীৰ পৰা স্পষ্টভাৱে জনা যায়। ভাস্কৰ বৰ্মনৰ এগৰাকী সন্মানীয় মিত্ৰ আৰু পৰম বন্ধু হিচাপে হৰ্ষবৰ্দ্ধনে আচৰণ কৰিছিল, তলতীয়া ৰজা হিচাপে নহয়।

হিউৱেন চাঙৰ বিৱৰণীত ভাস্কৰ বৰ্মনৰ আন এটা নাম 'কুমাৰ' বুলি উল্লেখ আছে। ৰাজত্ব কৰা ৰজাজনৰ নাম 'ভাস্কৰ বৰ্মন'; তেওঁৰ আন এটা নাম 'কুমাৰ'। আন এটা প্ৰসংগত উল্লেখ কৰিছে কামৰূপৰ ৰজা ভাস্কৰ বৰ্মনক কুমাৰ আখ্যা দিয়া হৈছে। প্ৰতাপ চৌধুৰীৰ মতে বাল্যকালত ৰজা হোৱা বাবে তেওঁক কুমাৰ বুলি কোৱা হৈছে। পদ্মনাথ ভট্টচাৰ্যই কয় যে তেওঁ চিৰ জীৱন আবিয়ৈ হৈ থকা বাবে কুমাৰ উপাধি পাইছে। কিলহৰ্ণৰ মতে তেওঁৰ প্ৰকৃত নাম 'কুমাৰ' আৰু 'ভাস্কৰ' হৈছে উপাধি। তেওঁৰ নাম 'ভাস্কৰ', উপাধি কুমাৰ

(কিউ-মো-লো)। কনকলাল বৰুৱাই অনুমান কৰে যে তেওঁ বিয়া নকৰোৱা, চিৰ কৌমাৰ্য পালন কৰা বাবে কুমাৰ। কুমাৰ হৈছে তেওঁৰ ঘৰত মতা নাম, যিটো আনকি বৃদ্ধ বয়সতো ব্যৱহৃত হৈছিল। এইটো সম্ভৱ বাল্যকালত ৰজা হোৱা আৰু চিৰ-জীৱন কৌমাৰ্য হৈ থকা বাবে তেওঁৰ কুমাৰ নামটো মৃত্যুৰ সময়লৈকে প্ৰচলিত আছিল।

ভাস্কৰ বৰ্মনৰ শাস্ত্ৰত গভীৰ জ্ঞান আছিল যে ডুবি তাম্ৰশাসনৰ পৰা জনা যায়। তেওঁৰ বুদ্ধি আছিল প্ৰখৰ, বিভিন্ন শাস্ত্ৰৰ তত্ত্বৰ অৰ্থ শুনি আয়ত্ব কৰিছিল বাগ্মিতা শক্তি; তেওঁৰ সকলো কাব্যিক শৈলীৰ ওপৰত প্ৰতিভা আছিল, আৰু সেইবোৰ অলংকাৰৰ সৈতে প্ৰাঞ্জলভাৱে প্ৰয়োগ কৰি বুদ্ধিৰ পৰিপক্ক পৰিচয় দিয়ে। হিউৱেন চাঙৰ বিৱৰণীৰ পৰা ভাস্কৰ বৰ্মনৰ ব্যক্তিগত চৰিত্ৰৰ বিষয়ে জানিব পাৰি। তেওঁ জ্ঞান উপাৰ্জন আৰু বিদ্যা শিক্ষাৰ এজন অনুৰাগী; সেয়ে প্ৰজাসকলেও তেওঁৰ উদাহৰণ অনুকৰণ কৰে; সামৰ্থ্যবান লোকে দূৰ দেশৰ পৰা ইয়ালৈ অধ্যয়ন কৰিবলৈ আহে। হিউৱেন চাঙক নিমন্ত্ৰণ কৰায়ে সূচায়— তেওঁৰ জ্ঞানৰ প্ৰতি থকা অনুৰাগ। যদি ৰজা নিজে বৌদ্ধ ধৰ্মাৱলম্বী নাছিল, তেওঁ গুণী শ্ৰমণসকলক সম্মানেৰে আচৰণ কৰে। তেওঁ নিজে শৈৱধৰ্মী হ'লেও আন ধৰ্মৰ প্ৰতিও তেওঁৰ শ্ৰদ্ধা আছিল। জীৱনৰ শেষ বয়সত বৌদ্ধধৰ্মৰ প্ৰতি তেওঁৰ অনুৰাগ হৈছিল।

নিধানপুৰ তাম্ৰশাসনত ভাস্কৰ বৰ্মনক বৰ্ণনা কৰা হৈছে, 'সৃষ্টি কৰ্তাই তেওঁক স্ৰজন কৰিছে সমাজৰ বিশৃংখল বা বিভ্ৰান্তিত বহুদিন ধৰি থকা অনুষ্ঠানসমূহ পুনৰ সংস্থাপন কৰাৰ উদ্দেশ্যে। তেওঁ কলিযুগৰ অন্ধকাৰ আঁতৰাবলৈ ৰাজহৰ এটা অংশ আৰ্যধৰ্ম প্ৰচাৰৰ হকে প্ৰয়োগ কৰে। প্ৰজাসকলৰ প্ৰতি তেওঁৰ আছিল নম্ৰতা, উদাৰতা, আৰু নিজৰ সন্তান দৰে পালন কৰিছিল। প্ৰজাসকলৰ তেওঁৰ প্ৰতি আছিল গভীৰ আস্থা আৰু প্ৰভুভক্তি। আনৰ উপকাৰৰ বাবে প্ৰয়োগ কৰা ধাৰ্মিক কাৰ্যকলাপ তেওঁক শিৱৰ লগত তুলনা কৰা হৈছে, ঠিক একেদৰে ৰাজনীতি আৰু প্ৰশাসনৰ ক্ষেত্ৰতো তেওঁক দ্বিতীয় গুৰু বৃহস্পতি বুলি উল্লেখ কৰা হৈছে। তেওঁৰ পাণ্ডিত্য, বীৰত্ব, ধৈৰ্য, সাহস আৰু ভাল আচৰণ দ্বাৰাই তেওঁৰ ৰাজ্য অলংকৃত আৰু সমৃদ্ধিশালী।

## (খ)

# শালস্তম্ভ বংশ

বৰ্মন বংশৰ ৰজাসকলৰ পিছত শালস্তম্ভ বংশই অসমত ৰাজত্ব কৰে। এই ৰাজবংশৰ প্ৰতিষ্ঠাতা আছিল শালস্তম্ভ নামৰ ম্লেচ্ছসকলৰ দলপতি এজন।

শালস্তম্ভ বংশৰ উৎপত্তি সম্পৰ্কে জনা নাযায়। ৰত্নপালৰ বৰগাঁও তাম্ৰশাসনত পোৱা যায় যে নৰকৰ বংশৰ ৰজাই বহু পুৰুষ কামৰূপত ৰাজত্ব কৰাৰ পাছত শালস্তম্ভই ৰাজ্য অধিকাৰ কৰি লয়।

ভাস্কৰ বৰ্মনে গোটেই জীৱন আবিয়ে হৈ থকাত ৰাজ্যভাৰ ল'বলৈ তেওঁৰ কোনো উত্তৰাধিকাৰী নাছিল, বাণভট্টৰ হৰ্ষচৰিতত তেওঁক 'কুমাৰ' অৰ্থাৎ চিৰকুমাৰ আৰু ভীষ্মৰ সৈতে তুলনা কৰা হৈছে। ভাস্কৰ বৰ্মনৰ অনুঃ ৬৫০ খ্ৰীষ্টাব্দত মৃত্যু হয়।

আইৎ-চিঙত (I-tsing) ত দিয়া বিৱৰণীমতে কোৰিয়াৰ হুই-লুন (Hwui-lan) নামৰ ভিক্ষু এজনে হিউৱেন চাঙৰ নিজ দেশলৈ প্ৰত্যাবৰ্তনৰ কিছু বছৰ পিছত ভাৰতবৰ্ষলৈ আহিছিল আৰু তেওঁ পুব ভাৰতৰ দেৱবৰ্মন নামৰ ৰজা এজনক উল্লেখ কৰিছে। এইজন দেৱবৰ্মন সম্ভৱ ভাস্কৰ বৰ্মনৰ উত্তৰাধিকাৰী। তেওঁৰ আচল নাম সম্ভৱ অৱন্তি বৰ্মন; আৰু মুদ্ৰাৰাক্ষসতো তেওঁক উল্লেখ কৰা হৈছে। জে. চি. ঘোষে অৱন্তি বৰ্মনক ভাস্কৰ বৰ্মনৰ উত্তৰাধিকাৰী বুলি চিনাক্ত কৰিছে। ইৎ চিঙত উল্লেখিত দেৱ বৰ্মনৰ চিনাক্ত সম্পৰ্কে পণ্ডিতসকলৰ মাজত মতানৈক্য আছে, পি. এল. পালে আদিত্য সেনৰ পুত্ৰ দেৱগুপ্তৰ সৈতে দেৱবৰ্মনক চিনাক্ত কৰিছে। আৰ চি মজুমদাৰে আকৌ খড়গ ৰজা দেৱ খড়গৰ সৈতে তেওঁক চিনাক্ত কৰিছে। এন. কে. ভট্টশালীয়ে একেটা মন্তব্য দি কৈছে যে কামৰূপৰ ৰজাসকলৰ অতীতৰ গৌৰৱ ভাস্কৰ বৰ্মনৰ মৃত্যুৰ পিছতে নাশ হ'বলৈ ধৰে। আশ্ৰফপুৰ অভিলেখত উল্লেখ আছে যে জেৱ খড়গই সমতইত এখন ডাঙৰ ৰাজ্য প্ৰতিষ্ঠা কৰিছিল আৰু ভাস্কৰক উল্লেখ কৰা হৈছে 'বৃহৎ পৰমেশ্বৰ' উপাধি ভূষিত কৰি তেওঁৰ তলতীয়া ৰজা। আন দুজন ৰজা ত্ৰিপুৰাৰ লোকনাথ আৰু চিত্তাগঙৰ কান্তিদেৱক কোৱা হৈছে যে তেওঁলোকেও নিজকে স্বাধীন বুলি ঘোষণা কৰে কামৰূপৰ দুৰ্বলতাৰ সুযোগ পালে আৰু কামৰূপৰ সাৰ্বভৌমত্ব অস্বীকাৰ কৰে, শালস্তম্ভই (অনুঃ ৭০০ খ্ৰীষ্টাব্দ) ভাস্কৰ বৰ্মনৰ ৰাজ্য অধিকাৰ কৰি লোৱাৰ সময়লৈকে।

আৰ. জি ভাণ্ডাৰকাৰে দেৱ বৰ্মনক কামৰূপৰ এজন ৰজা হিচাপে চিনাক্ত কৰিছে। আকৌ তেওঁ আৰু তেওঁৰ উত্তৰাধিকাৰী, হৰ্ষদেৱক ভাস্কৰ বৰ্মনৰ ক্ৰমে পুত্ৰ আৰু নাতি হিচাপে মন্তব্য কৰিছে। কনকলাল বৰুৱাই তেওঁক শালস্তম্ভৰ সৈতে চিনাক্ত কৰিছে আৰু কৈছে যে পাঁচ বছৰৰ পৰা দহ বছৰ ভাস্কৰ বৰ্মন আৰু শালস্তম্ভৰ মাজৰ সময়চোৱাত অৱন্তি বৰ্মনে ৰাজত্ব কৰিছিল। তেওঁৰ মতে ৬৭০ খ্ৰীষ্টাব্দৰ আগতে শালস্তম্ভৰ বিদ্ৰোহ কৰে আৰু ভাস্কৰ বৰ্মনৰ উত্তৰাধিকাৰীজনক ওফৰাই তেওঁ নিজে ৰজা বুলি ঘোষণা কৰে; তেওঁ সম্ভৱ জয়সুংগ বৰ্মন নাম লৈছিল। অৱন্তি বৰ্মনক ওফৰাই শালস্তম্ভ ওৰফে জয়সুংগই ৰজা হয়। ইৎ চিঙত তেওঁক দেৱবৰ্মনক বুলি উল্লেখ কৰিছে, প্ৰতাপ চৌধুৰীয়ে দেৱবৰ্মনক মাধৱৰ সৈতে চিনাক্ত কৰিছে আৰু তেওঁৰ নাম হৰ-গৌৰী সম্বাদত উল্লেখ আছে। তেওঁৰ মতে শালস্তম্ভ আৰু দেৱবৰ্মন দুয়ো একেজনেই।

মুদ্ৰা ৰাক্ষসৰ প্ৰণেতাই শঙ্কা কৰা ম্লেচ্ছ বিদ্ৰোহৰ আশংকা প্ৰকৃততে ঘটিছিল। ৰত্নপালৰ বৰগাঁও তাম্ৰশাসনত ইয়াৰ উল্লেখ আছে। তাম্ৰশাসনত তেওঁক ম্লেচ্ছসকলৰ মুৰব্বী 'ম্লেচ্ছাধি নাথ' হিচাপে বৰ্ণনা কৰা হৈছে। ড° হৰ্ণলিৰ মতে 'ম্লেচ্ছ' শব্দৰ অৰ্থ 'বিদেশী' আৰু সেই বংশ হৈছে বিদেশী

আক্ৰমণকাৰীৰ, যদিও তেওঁলোকে প্ৰাচীন খিলঞ্জীয়া ৰাজবংশৰ বংশধৰ বুলি দাবী কৰে। আৰ. ডি. বৰ্মাকে 'ম্লেচ্ছ' শব্দৰ ব্যাখ্যা দিছে অনৈষ্ঠিক হিচাপে। এই শব্দটো ব্যৱহাৰ কৰা হৈছিল জাতিগত সংজ্ঞা হিচাপে মানুহক বুজাবলৈ যিসকল ইণ্ডো-আৰ্য সভ্যতাৰ বহিৰ্ভূত আছিল। কামৰূপ-বংগকে ধৰি দাঁতি-কাষৰীয়া অঞ্চল সামৰি ম্লেচ্ছ দেশ বুলি জনা যায়। ভগদত্তক বৰ্ণনা কৰা হৈছে ম্লেচ্ছ আৰু যৱনসকলৰ ৰজা হিচাপে। কনকলাল বৰুৱাই কয় যে 'ম্লেচ্ছ' শব্দই নিঃসন্দেহে মংগোলীয় গোষ্ঠীক সূচায়; 'ম্লেচ্ছ' নামৰ এটা গোষ্ঠী বৰ্তমানো আছে যিটো সংক্ষেপে ম্লেচ্ছ শব্দৰ এটা ৰূপ আৰু 'ম্লেচ্ছধিনাথ' শব্দই মেছ দেশৰ ৰাজ্যপালক বুজায়, তেওঁ ধাৰণা কৰে যে শালস্তম্ভ হৈছে মেছ দেশৰ ৰাজ্যপাল আৰু সম্ভৱ ভগদত্তৰ বংশধৰ। সাধাৰণতে ৰাজকীয় পৰিয়ালৰ সম্ভ্ৰান্ত লোকক ৰাজ্যপাল হিচাপে নিযুক্তি দিয়া হৈছিল। যিয়েই নহওক তেওঁ পোনপটীয়াভাৱে মূল বংশৰ বংশধৰ নহয় আৰু বংশৰ এটা শাখাৰ হ'লেও সিংহাসনৰ উত্তৰাধিকাৰীৰ বাবে দাবীদাৰ হ'ব নোৱাৰে। একে মন্তব্যকে লৈ পদ্মনাথ ভট্ট চাৰ্যই আঙুলিয়াই দিছে যে শালস্তম্ভ বংশৰ ৰজাসকলে তেওঁলোক নৰক আৰু ভগদত্তৰ বংশধৰ বুলি দাবী কৰে। এডৱাৰ্ড গেইট মন্তব্য দিছে যে শালস্তম্ভ আৰু ব্ৰহ্মপালৰ বংশ দুয়োটাই আছিল আদিম (খিলঞ্জীয়া) অধিবাসী আৰু যেতিয়া ৰজা হয় তেওঁলোকে ব্ৰাহ্মণৰ দ্বাৰায় হিন্দু ধৰ্মলৈ ধৰ্মান্তকৰণ কৰি লৈছিল। এইচ. ৰায়ৰ মতে বংশটো আছিল মংগোলীয় মূলৰ আৰু কৈছে, বৰ্মন বংশ আৰু আনকি ভগদত্তও আছিল মংগোলীয়। বি. এম. বৰুৱাই কৈছে যে নৰক- ভগদত্ত বংশ, কামৰূপত ৰাজত্ব কৰা তিনিওটা বংশৰ ৰজাসকলক এটা সাজি লোৱা (কৃত্ৰিম) ৰাজ বংশ হিচাপে লোৱা হৈছে আৰু তেওঁ ধাৰণা কৰে সমুদ্ৰগুপ্তই কামৰূপ আৰু ডবকা ৰাজ্য দুখন লগ কৰি, সংযুক্ত ৰাজ্যখনত প্ৰথম ইণ্ডো-আৰ্য ৰজা হিচাপে পুষ্যবৰ্মনক প্ৰতিষ্ঠা কৰে। হৰ্জৰ বৰ্মনৰ হায়ুংথল তাম্ৰশাসনত (মাজৰ কলিৰ দ্বিতীয় শাৰীত) আছে 'এইবোৰ কাৰণত, অ' পৃথিৱীৰ পুত্ৰ (পাৰ্থিৱ), তোমাৰ বংশধৰসকলৰ জনা যাব 'ম্লেচ্ছ' হিচাপে, যিটোৰ দ্বাৰা স্পষ্ট যে শালস্তম্ভ বংশৰ ৰজাসকল হৈছে 'ম্লেচ্ছ' মূলৰ।

বিশাখদত্তৰ মুদ্ৰাৰাক্ষসৰ শেষৰ শ্লোকত উল্লেখ আছে? যিজনে ম্লেচ্ছসকলৰ পৰা শংকাবোধ কৰিছিল। কনকলাল বৰুৱাৰ মতে ভাস্কৰ বৰ্মনৰ উত্তৰাধিকাৰী অৱন্তি বৰ্মন বা অৱন্তি বৰ্মদেৱে পাছ বছৰৰ অধিক কাল ৰাজত্ব কৰা নাছিল আৰু শালস্তম্ভই অৱন্তি বৰ্মনক সিংহাসনচ্যুত সম্ভৱ বধ কৰি প্ৰায় ৬৫৫ খ্ৰীষ্টাব্দত কামৰূপৰ সিংহাসন অধিকাৰ কৰি লয়। ৰত্নপালৰ বৰগাঁও তাম্ৰশাসনত উল্লেখ আছে যে ম্লেচ্ছসকলৰ এজন প্ৰতাপী মুখীয়ালে সুবিধা বুজি ৰাজ্য দখল কৰে। তেৱেঁই হৈছে শালস্তম্ভ। শালস্তম্ভই ভাস্কৰ বৰ্মনৰ মৃত্যুৰ কেইবছৰমান পিছতে কামৰূপৰ সিংহাসন বলপূৰ্বকভাৱে দখল কৰে। আৰ. চি. মজুমদাৰ কৈছে যে ভাস্কৰ বৰ্মনৰ ঠিক পিছতে শালস্তম্ভ নামৰ এজন (ম্লেচ্ছই বলপূৰ্বকভাৱে ৰাজ্য দখল কৰাত, কামৰূপৰ মহত্ত্ব আৰু গৌৰৱ ভাস্কৰৰ সৈতে নাইকিয়া হয়, প্ৰতাপ চৌধুৰীৰ মতে শালস্তম্ভ ওৰফে দেৱ বৰ্মন বা মাধৱ নালন্দা অঞ্চলৰ পৰা আহে, যিজনক ভাস্কৰ বৰ্মনে সম্ভৱ শাসনকৰ্তা হিচাপে নিয়োগ কৰিছিল; ভাস্কৰৰ কোনো সন্তান নথকাত, তেওঁৰ মৃত্যুৰ ঠিক পিছতে শালস্তম্ভই প্ৰাগজ্যোতিষলৈ আহি নিজাববীয়াকৈ ৰজা হিচাপে ঘোষণা কৰে। তেওঁ আকৌ কৈছে যে ভাস্কৰ আৰু শালস্তম্ভৰ মাজত সময়ৰ ব্যৱধান নাছিল। তেওঁ কৈছে যে শালস্তম্ভ আৰু অৱন্তি বৰ্মন দুয়ো একেজন মানুহ। চৌধুৰীৰ মন্তব্যটো বিশ্বাসজনক যেন নালাগে।

কে. এন. দত্তই কৈছে যে বৰ্মন বংশ, যিটো সম্ভৱ অসমত প্ৰথম ইণ্ডো-আৰ্য ৰাজবংশ সেইটো শালস্তম্ভই (মংগোলীয় মূলৰ) উচ্ছেদ কৰি নিজেই কামৰূপৰ ৰজা হয়। তেওঁ ৰাজধানী প্ৰাগজ্যোতিষপুৰৰ পৰা হাৰুপেশ্বৰলৈ (বৰ্তমানৰ তেজপুৰ) স্থানান্তৰ কৰে আৰু তাৰ পৰাই তেওঁৰ উত্তৰাধিকাৰীসকলেও ৰাজ্য শাসন কৰে। ৰাজ্যৰ ক্ষমতা লাভ কৰাৰ পাছত, এই বংশৰ ৰজাসকলে বীৰ বংশৰ সৈতে সংযুক্ত কৰি লয় আৰু প্ৰজাসকলক নিষ্ঠা লাভৰ নিমিত্তে তেওঁলোকে পূৰ্বৰ ৰাজবংশৰ সৈতে এটা উমৈহতীয়া বংশাৱলী লয়, যিটো তেওঁলোকৰ শাখা আৰু পুৰণি ৰাজকীয় পৰিয়াল বংশধৰৰ সৈতে বৈবাহিক সম্বন্ধ স্থাপন কৰি সংমিশ্ৰণ হয়।

ৰত্নপালৰ বৰগাঁও তাম্ৰশাসনত এই বংশৰ ২০ জন ৰজাৰ উল্লেখ পোৱা যায় আৰু শেষৰজন অৰ্থাৎ ২১ তম ৰজাজনৰ নাম হৈছে ত্যাগ সিংহ। বৰ্তমানলৈ উদ্ধাৰ হোৱা তথ্যৰ পৰা এই বংশৰ মাত্ৰ কেইজনমান অন্য ৰজাৰ নাম পোৱা যায়। হৰ্জৰৰ তাম্ৰশাসনৰ মাজৰ ফলিত সাতজন ৰাজপুত্ৰৰ উল্লেখ পোৱা যায়। তেওঁলোক হৈছে, বিজয়, পালহ, কুমাৰ, বজ্ৰদেৱ, হৰ্ষবৰ্মন, বলবৰ্মন আৰু হৰ্জ্জৰদেৱ। হৰ্জ্জৰৰ পুত্ৰ বনমালৰ তেজপুৰ তাম্ৰশাসনত উল্লেখ আছে শালস্তম্ভ, হৰ্জ্জৰ আৰু প্ৰালম্ভৰ নাম। বনমালৰ নাতি বলবৰ্মনৰ নগাঁও তাম্ৰশাসনত ৰজা জয়মালৰ নাম পোৱা যায়।

শালস্তম্ভ প্ৰকৃততে এজন শক্তিশালী ৰজা। তেওঁক হৰ্জ্জৰ বৰ্মনৰ তাম্ৰশাসনত ব্যাঘ্ৰৰ দৰে বলবান ৰজা বুলি বৰ্ণনা আছে।

**(ক) শালস্তম্ভ বংশ ঃ** অভিলেখসমূহৰ পৰা জনা যায় শালস্তম্ভ বৰ্মন ৰাজবংশৰ ৰাজত্বৰ পিছত প্ৰাগজ্যোতিষত এটা নতুন ৰাজ বংশ প্ৰতিষ্ঠা কৰে। তেওঁৰ ভাস্কৰ বৰ্মনৰ সৈতে থকা সম্বন্ধৰ বিষয়ে জনা নাযায়। প্ৰকৃততে ভাস্কৰ বৰ্মনৰ উজ্জ্বল ৰাজত্ব অনুসৰণ হৈছিল এক অস্পষ্ট যুগৰ দ্বাৰায়। বংশাবলীৰ তথ্য অনুসৰি প্ৰাচীন ভৌম বংশৰ পৰা বৰ্মন আৰু শালস্তম্ভ বংশৰ উদ্ভৱ হোৱা বুলি পোৱা যায়। এই দুয়োটা বংশৰ মাজত সম্বন্ধ দূৰৰ চলেও একে বুলি দেখুৱা হৈছে। 'হৰ-গৌৰী সম্বাদ'ৰ মতে নৰক-ভগদত্তৰ বংশৰ ৰাজত্বৰ পিছত পশ্চিমৰ পৰা মাধৱ নগৰৰ এজন ৰাজকুমাৰ আহি কামৰূপৰ ৰজা হিচাপে নিজকে প্ৰতিষ্ঠা কৰে। তেওঁ প্ৰতিষ্ঠা কৰা ৰাজবংশত ২১ জন ৰজাই ৰাজত্ব কৰে। শালস্তম্ভ বংশৰ ৰজাসকলৰ সংখ্যাত অভিলেখত উল্লেখ থকা হিচাপে ২১ জন আৰু শেষৰজন অৰ্থাৎ ২১ তম জন আছিল ত্যাগ সিংহ। মাধৱক অভিলেখত শালস্তম্ভৰ সৈতে চিনাক্ত কৰা হৈছে।

কনকলাল বৰুৱাৰ মতে ম্লেচ্ছ বিদ্ৰোহৰ শংকা-শ্লোকত উল্লেখ কৰা হিচাপে প্ৰকৃততে কামৰূপত আসন্ন হৈছিল তেতিয়া যেতিয়া ভাস্কৰ বৰ্মনৰ সুদক্ষ শাসনৰ সমাপ্ত ঘটিছিল তেওঁৰ মৃত্যুৰ পিছতে। শালস্তম্ভ ম্লেচ্ছসকলৰ দলপতি বা ৰাজ্যপাল হিচাপে বলপূৰ্বকভাৱে ভাস্কৰ বৰ্মনৰ উত্তৰাধিকাৰীজনক অৱন্তি বৰ্মনক সম্ভৱ হত্যা কৰি ৰজা হয়।

ৰত্নপালৰ বৰগাঁও তাম্ৰশাসনত (শ্লোক ৯)ত, কৈছে যে 'নৰকৰ ৰাজ্যৰ ৰজাসকলক বহু বংশ-পুৰুষৰ ৰাজ্যশাসনৰ পিছত ম্লেচ্ছসকলৰ এজন ডাঙৰ নেতাই (দলপতি) ৰাজ্য দখল কৰে। তেওঁ আছিল শালস্তম্ভ (ম্লেচ্ছাধিনাথ বিধি চলনংশাদেৱজগ্ৰাহ্ ৰাজ্যম)। তেওঁৰ উত্তৰাধিকাৰীসকলৰ সংখ্যা ২০ জন আৰু তেওঁলোকক বিগ্ৰহ স্তম্ভ হিচাপে জনা যায়।

(১)

**(খ) শালস্তম্ভ ঃ** শালস্তম্ভ ৰাজবংশৰ ২১জন ৰজাই ৬৫০ খ্ৰীঃৰ পৰা ৬৯০ খ্ৰীঃলৈ ৰাজত্ব কৰে। শালস্তম্ভই সম্ভৱ ৬৫০ খ্ৰীঃৰপৰা ৬৭৫ খ্ৰীঃলৈ ভিতৰত ৰাজত্ব কৰে। যদিও ৰাজত্বকালৰ দৈৰ্ঘ্য দেখা যায় চুটি, এই বংশ তালিকা ধৰা হৈছে এটা কাৰ্যকালৰ আনুমানিক পদ্ধতিৰে আৰু বেছিসংখ্যক ৰজা বেছি গুৰুত্বপূৰ্ণ নাছিল। বংশ তালিকা হিচাপে শালস্তম্ভই ৬৫০ খ্ৰীঃৰ পৰা ৬৭৫ ৰাজত্ব কৰে।

শালস্তম্ভই কামৰূপৰ ৰাজ্যৰ পশ্চিম সীমান্তৰ ফালে সম্প্ৰসাৰণৰ প্ৰচেষ্টা লৈছিল। ইৎ. চিঙৰ (I-Tsing) (৬৭২-৭২) বিৱৰণীৰ পৰা পোৱা যায় নালন্দা অঞ্চল দেৱবৰ্মন (শালস্তম্ভ)ৰ অধিকাৰত আছিল। শালস্তম্ভৰ উত্তৰাধিকাৰী হৰ্ষদেৱৰ অধীনত উত্তৰ বংগক সামৰি পশ্চিমফালে মগধলৈ আছিল। এইটো দেখা যায় নিশ্চিতভাৱে মগধৰ পূব অংশ সম্ভৱ উত্তৰ বংগ, শ্ৰীহট্ট, দক্ষিণ-পূব বংগৰ কিছু অংশ অৱন্তিবৰ্মন (শালস্তম্ভ)ৰ অধীনত আছিল আৰু সেই বাবেই বিশাখদত্তৰ পৃষ্ঠপোষক হ'ব পাৰিছিল।

দৰাচলতে শালস্তম্ভই কামৰূপত নতুন ৰাজবংশ প্ৰতিষ্ঠা কৰি তেওঁৰ প্ৰভাৱ ৰাজ্যৰ পশ্চিম ফাললৈ বিস্তাৰিত কৰে।

**(২) বিজয় বা বিগ্ৰহ স্তম্ভ আৰু তেওঁৰ উত্তৰাধিকাৰী কুমাৰৰ যুগ ঃ** শালস্তম্ভৰ উত্তৰাধিকাৰী কুমাৰ হৈছে সম্ভৱ একমাত্ৰ নাম। হায়ুথাল তাম্ৰশাসন (শ্লোক-৪) উল্লেখ কৰিছে শালস্তম্ভৰ মৃত্যুত তেওঁৰ সাহসী পুত্ৰ, শত্ৰু দমনকাৰী বিজয় হৈছিল বিশ্বৰ প্ৰতাপশালী ৰজা। ৰত্নপালৰ বৰগাঁও তাম্ৰশাসনতো তেওঁৰ উল্লেখ আছে। ৰত্নপালৰ বৰগাঁও তাম্ৰশাসনত (শ্লোক -৯) তেওঁক বিগ্ৰহ স্তম্ভ বুলি উল্লেখ কৰিছে। হায়ুথাল তাম্ৰশাসনত পোৱা যায় বিজয়ৰ পিছত ৰজা হৈছিল ক্ৰমে পালক, কুমাৰ আৰু বজ্ৰদেৱ। কোনো ধৰণৰ গুৰুত্বপূৰ্ণ ঘটনা তেওঁলোকৰ ৰাজত্বকালত হোৱাৰ

উল্লেখ নাই আৰু তেওঁলোকৰ ৰাজত্ব কাল আছিল ৬৭৫ খ্ৰীঃৰ পৰা ৭২৫ খ্ৰীঃৰ ভিতৰত। তেওঁলোকৰ ভিতৰত কুমাৰ আছিল এজন শক্তিশালী ৰজা। গুৱাহাটীৰ নৰকাসুৰ পাহাৰৰ গুহা এটাত উদ্ধাৰ হোৱা পিতলৰ ঘণ্টাত থকা লিপিত তেওঁৰ নাম পোৱা যায়। এই অভিলেখৰ হৰফ হৈছে উত্তৰ ভাৰতীয় ব্ৰাহ্মী, দেৱনাগৰী আৰু পুৰণি কামৰূপীয়া লিপি। বেছিসংখ্যক আখৰ (হৰফ) হায়ুথাল তাম্ৰশাসনৰ লিপিসমূহৰ সৈতে মিল দেখা যায়।

"শ্ৰীকুমাৰ যিজন ইন্দ্ৰৰ নিচিনা আৰু দেৱতা আৰু অসুৰৰ হন্তি বিনাশকাৰী, অৰ্থাৎ ইন্দ্ৰ। ৰজা আৰু ৰাজপুত্ৰসকল আছিল বা হৈছিল ৰক্ষাকৰ্তা, এই পূজাৰী তেওঁৰ (ইন্দ্ৰৰ)। এই ঘণ্টাটো কুমাৰে দান দিছিল দেৱতাসকলৰ পূজাত ব্যৱহাৰ কৰিবলৈ।" কুমাৰৰ নাম হৰ্জৰ বৰ্মনৰ অভিলেখত উল্লেখ আছে। এইজন কুমাৰ আছিল দেৱতাসকলৰ ৰজা ইন্দ্ৰৰ দৰে শক্তিশালী। তেওঁ এটা মন্দিৰ নিৰ্মাণ কৰি ইন্দ্ৰদেৱতাৰ নামত উছৰ্গা কৰিছিল ইন্দ্ৰদেৱতাক কেন্দ্ৰ কৰি দেৱতাসকলৰ পূজাৰ বাবে।

কুমাৰৰ ৰাজত্বৰ পিছত পুণ্ড্ৰবৰ্দ্ধন আৰু ইয়াৰ পশ্চিমে থকা অঞ্চলসমূহ সম্ভৱ কামৰূপৰ অধিকাৰৰ পৰা হেৰুৱাব লগা হৈছিল।

**(৩) হৰ্ষদেৱ (হৰ্ষবৰ্মন) বা শ্ৰীহৰ্ষ ঃ** শ্ৰীহৰ্ষ বা হৰ্ষদেৱে সিংহাসন আৰোহণ কৰাৰ পিছতে কামৰূপত এক নতুন অধ্যায়ৰ সূচনা হয়। তেওঁৰ ৰাজত্বকালত হোৱা অসাধাৰণ কাৰ্যপন্থাই সাক্ষ্য বহন কৰে।

হায়ুথল তাম্ৰশাসনত (শ্লোক-৬ ) উল্লেখ আছে যে তেওঁলোকৰ পিছত, ৰাজপুত্ৰ যিজন হৰ্ষবৰ্মাদেৱ হিচাপে খ্যাত, তেওঁ আছিল যোগ্যতা আৰু ধৰ্মকতাৰ এজন প্ৰতাপী ৰজা। যিজনে তেওঁৰ প্ৰজাসকলক নিজৰ সন্তানৰ দৰে পালন কৰিছিল আৰু কেতিয়াও তেওঁলোকক বেয়া ব্যৱহাৰ কৰা নাছিল। বনমালৰ তাম্ৰশাসনত তেওঁক শ্ৰীহৰ্ষ বুলি উল্লেখ কৰিছে। তেওঁৰ ঘটনাবহুল ৰাজত্বকাল আছিল ৭২৫ খ্ৰীঃ পৰা ৭৫০ খ্ৰীঃৰ ভিতৰত।

অভিলেখৰ পৰা জনা যায় যে ভগদত্তৰ বংশধৰ হৰ্ষদেৱ নেপালৰ ৰাজকীয় পৰিয়ালৰ সৈতে বৈবাহিক সূত্ৰে সম্বন্ধীয়, কিন্তু হৰ্ষদেৱৰ চিনাক্ত সম্পৰ্কে পণ্ডিতসকলৰ মাজত বিতৰ্ক হোৱা দেখা যায়। তেজপুৰ তাম্ৰশাসনত উল্লেখ থকা হৰিষ (বা হৰ্ষ) ৮ ম শতিকাৰ প্ৰথমাৰ্ধত প্ৰাগজ্যোতিষত ৰাজত্ব কৰা সম্বন্ধে কিলহানে (Kielherx) শুদ্ধমত পোষণ কৰিছে। এছ. কে. আয়েংগাৰ (Aiyanger) আৰ. ডি. বেনাৰ্জী আৰু আন পণ্ডিতসকলে তেখেতৰ উক্ত মতকে গ্ৰাহ্য কৰিছে।

হৰ্ষদেৱৰ চিনাক্ত কামৰূপৰ সৈতে পশুপতি অভিলেখৰ সময়ৰ ভিত্তিত, যিটোৰ সময় ১৫৩ বুলি উল্লেখ আছে। এইটো শক বা হৰ্ষযুগ নহয় তিব্বতীয়া যুগ যিটো হৈছে ১১ বছৰ হৰ্ষযুগৰ পূৰ্বৰ; অৰ্থাৎ ১৫৩+৫৯৫ = ৭৪৮ খ্ৰীঃ। এইটো অসম্ভৱ নহয় যে ১৫৩ বছৰটো কামৰূপ যুগত সোমাই আছে যিটো ভাস্কৰ বৰ্মনে আৰম্ভ কৰিছিল প্ৰায় ৫৯৪-৯৫ খ্ৰীঃ। এই তাৰিখটো কামৰূপৰ হৰ্ষদেৱৰ বংশ তালিকাৰ ক্ষেত্ৰতো মিল দেখা যায়।

কেতিয়া আৰু কেনেকৈ হৰ্ষদেৱে এক বিশাল ৰাজ্য জয় কৰিছিল সঠিকভাৱে জনা নাযায়। কিন্তু এইটো নিশ্চিত যে তেওঁ ৰাজ্য জয় কৰিছিল পশুপতি অভিলেখ (খ্ৰীঃ ৭৪৮) ৰ পূৰ্বতে। সম্ভৱ এই জয় স্থায়ী নাছিল। অৱশ্যে এইটো বুজিবলৈ টান যে অভিলেখত থকা ভাষ্য হৈছে কাব্যিক অতিৰঞ্জিতৰ এটা উদাহৰণ। পদ্মনাথ ভট্ট চাৰ্যই কৈছে যে হৰ্ষদেৱে আধিপত্য প্ৰতিষ্ঠা কৰিছিল গৌড়, ওড্ৰ, কলিংগ, কোশল আদি ৰাজ্যৰ ওপৰত অস্থায়ীভাৱে, ডি. আৰ. ভাণ্ডাৰ কাৰৰ মতে গৌড়ৰহো আৰু গংগা অভিলেখ খ্ৰীঃ ৮ম শতিকাৰ মধ্যত কলিংগৰ পৰা প্ৰেৰণ কৰা হৈছিল আৰু এইবোৰ অঞ্চলৰ ওপৰত হৰ্ষৰ আধিপত্য নাছিল। কিন্তু ভাস্কৰ আৰু তেওঁৰ উত্তৰাধিকাৰীয়ে নালন্দালৈকে তেওঁলোকৰ আধিপত্য বিস্তাৰ কৰিছিল। ঐতিহাসিক সমলে দেখুৱায় যে উত্তৰ বংগ কামৰূপৰ অধীনত আছিল আৰু তেওঁলোকৰ সময়তো হেৰোৱা নাছিল; শালস্তম্ভৰ দুৰ্বল উত্তৰাধিকাৰীসকলৰ ৰাজত্বকালত এটা সময়ত পশ্চিমত কামৰূপৰ ক্ষমতা হ্ৰাস হৈছিল যদিও হৰ্ষৰ দেৱে পুনৰ উদ্ধাৰ কৰে আৰু নতুন অঞ্চল জয় কৰি ৰাজ্যত চামিল কৰি লয়। এন. এন. দাস গুপ্তই সঠিকভাৱে মত পোষণ কৰিছে যে পশুপতি অভিলেখত উল্লেখ কৰা শ্ৰীহৰ্ষৰ অধিপত্য আছিল গৌড় আৰু দক্ষিণৰ ৰাজ্যসমূহৰ ওপৰত। বংগৰ কিছু অংশ কামৰূপৰ অধীনত আছিল ভাস্কৰৰ দিনৰ পৰা হৰ্ষদেৱৰ

সময়লৈ আৰু এইটো সত্য যে ৭৪৮ খ্ৰীঃলৈ এইবোৰ অঞ্চলৰ অধিকাৰ সাব্যস্ত আছিল। হৰ্ষদেৱৰ অধীনত বংগ আছিল এটা দীঘকাল ধৰি সেয়ে তেওঁ ইয়াৰ মাজেৰে ওড্ৰ, কৰ্ণলিংগ, কোশল আৰু আন ৰাজ্যলৈ যুদ্ধ অভিযান চলাওঁতে অতিক্ৰম কৰি গৈছিল। ভাস্কৰ বৰ্মনৰ পৰৱৰ্তী ৰজা হৰ্ষদেৱে ভাস্কৰে অৰ্জন কৰা ৰাজ্যসমূহ একত্ৰিত কৰি লৈছিল। হৰ্ষদেৱ এজন শক্তিশালী ৰজা আৰু তেওঁ ৰাজ্যৰ এই দুটা দিশত ৰাজ্যখন সম্প্ৰসাৰণ কৰিব পৰা নাছিল যদিও তেওঁৰ জয় অস্থায়ী আছিল, তথাপি কিছু সময়ৰ বাবে হ'লেও তেওঁ যশস্যাৰ শীৰ্ষবিন্দুত উপনীত হৈছিল ৮ ম শতিকাৰ মধ্যত; আৰু তেওঁৰ ৰাজ্যই সামৰি লৈছিল পূবফালে শদিয়াৰ পৰা পশ্চিম ফালে অযোধ্যালৈ; আৰু উত্তৰে হিমালয়ৰ পৰা দক্ষিণ পশ্চিমফালে উৰিষ্যাকে সামৰি বংগো সাগৰলৈ। ইয়ে সামৰি লৈছিল অসম, গৌড়, উৰিষ্যাৰ এটা বৃহৎ অঞ্চল, মগধৰ অংশ আৰু মাদ্ৰাজৰ (তামিলনাড়ু) উত্তৰ অংশ, দক্ষিণ কোশল। এই জয় সম্পূৰ্ণ হৈছিল যশোবৰ্মনৰ গৌড় আৰু মগধ অভিযানৰ পূৰ্বতে।

কামৰূপৰ উত্থানে ভাৰতৰ আন শক্তিসমূহক হৰ্ষদেৱৰ বিৰুদ্ধে মূৰ দাঙি উঠিছিল। নগেন্দ্ৰ নাথ বসুৱে কৈছে যে হৰ্ষদেৱে প্ৰথম শৈল ৰাজবংশৰ 'প্ৰ' কোনো এজন প্ৰচণ্ডদেৱক পৰাজয় কৰি কলিংগ আৰু কোশল দখল কৰিছিল; তেওঁ আকৌ বিশ্বাস কৰিছিল পৰম্পৰাৰ ভিত্তিত আদিশূৰে কামৰূপ জয় কৰিছিল প্ৰায় ৭৩২ খ্ৰীঃত হৰ্ষদেৱক হত্যা কৰি। কিন্তু কালক্ৰমানুযায়ীভাৱে এইটো অসম্ভৱ। বি. চি. সেনৰ মতে হৰ্ষদেৱে সম্ভৱ আদিত্যসেনৰ নাতি বিষ্ণুগুপ্তক পৰাজিত কৰে; কিন্তু পিছৰ গুপ্তসকলৰ কাল পৰম্পৰা অনুসৰি এইটো অনিশ্চিত, আৰু এইটো সম্ভৱ হয় জিৱিত গুপ্ত, যিজনক হৰ্ষদেৱে পৰাজয় কৰিছিল। আদিত্য সেনৰ তিনিজন উত্তৰাধিকাৰী ক্ৰমে দেৱগুপ্ত, বিষ্ণুগুপ্ত আৰু দ্বিতীয় জিৱিত গুপ্ত— তেওঁলোক সপ্তম শতিকাৰ দ্বিতীয়াৰ্দ্ধত আৰু অষ্টম শতিকাৰ আৰম্ভণিত মগধৰ কিছু অংশত ৰাজত্ব কৰিছিল। তেওঁলোকে বংগকে ধৰি আন অঞ্চল সম্প্ৰসাৰণ কৰা সন্দেহজনক। জিৱিত গুপ্তৰ দেওবৰণক অভিলেখত ইংগিত দিছে যে তেওঁ আদিত্য সেনতকৈ কম শক্তিশালী আছিল। এইটো সম্ভৱ যে জিৱিতক হৰ্ষই পৰাজিত কৰিছিল মগধৰ ওপৰত আধিপত্য দৃঢ় কৰাৰ পূৰ্বতে। ৰাষ্ট্ৰকূট দন্তিবৰ্মনৰ সমংগড অভিলেখত (৭৫২ খ্ৰীঃ) পশ্চিম চালুক্যৰ সৈতে হৰ্ষদেৱৰ হোৱা যুদ্ধৰ ইংগিত দিয়ে। ডি. এন. মুখাৰ্জীয়ে কয় যে হৰ্ষদেৱক পৰাজিত কৰে বিক্ৰমাদিত্য দ্বিতীয় চালুক্যৰ কৰ্ণাটক সেনাবাহিনীয়ে খ্ৰীঃ ৭৩৫; কিন্তু তেওঁৰ কাল পৰম্পৰা কোনো তথ্যই সমৰ্থন নকৰে। অভিলেখে কৈছে যে দন্তিদুৰ্গ "তৎক্ষণাৎ কৰ্ণাটকৰ অগণন সৈন্যক পৰাভূত কৰিলে (কীৰ্তি বৰ্মনক দ্বিতীয়ত সৈন্যবাহিনী; পশ্চিম চালুক্যৰ ৰাজপুত্ৰ) যিটোৱে পাকৈত আছিল কাঞ্চিৰ ৰজাক পৰাভূত কৰাত, কেৰালাৰ ৰজা, চোল, পাণ্ড্য, শ্ৰীহৰ্ষ আৰু বজ্ৰত।" ফ্লিটে শ্ৰীহৰ্ষক চিনাক্ত কনৌজৰ হৰ্ষৰ সৈতে কৰিছে, যিটো কাল নিৰ্ণয়ৰ ফালৰ পৰা অসম্ভৱ। এন. এন. দাশগুপ্তই শুদ্ধভাৱে দেখুৱাইছে যে কামৰূপৰ শ্ৰীহৰ্ষ হৈছে কীৰ্তি বৰ্মনৰ সমসাময়িক, সিদ্ধান্তটো হৈছে দুৰ্দম যে এইটো আছিল তেওঁ যিজনে ওড্ৰ, কলিংগ আৰু কোশলত ৰজা পৰোক্ষভাৱে উল্লেখ কৰা হৈছে সমংগডে অভিলেখত যেতিয়া চৰম দুৰ্যোগ ঘটোৱা (স্পষ্ট দক্ষিণৰ কোনো ঠাইত) কীৰ্তি বৰ্মনৰ সৈন্যই। তেওঁ আছিল নিসন্দেহে একেজন ৰজা হৰ্ষদেৱ হিচাপে পশুপতি অভিলেখ আৰু সম্ভৱ পৰাজিত হৈছিল কোনো সময়ত ৭৪৮ খ্ৰীঃৰ পূৰ্বে যেতিয়া দাক্ষিণাত্য আক্ৰমণ কৰিছিল আৰু ঘূৰি আহিবলৈ বাধ্য হৈছিল, এইটো পশুপতি অভিলেখৰ উদ্ধৃত তাৰিখৰ ঠিক আগতে ঘটিছিল। কিন্তু হৰ্ষৰ ৰাজ্য আক্ৰমণ কৰাৰ কোনো প্ৰামাণিক তথ্য নাই।

এই প্ৰচেষ্টাৰ সময়তে পশ্চিমৰ পৰা এক ভয়ংকৰ বিপদৰ সংকেত আহিছিল। হৰ্ষবৰ্দ্ধনৰ পিছত কনৌজৰ অতি গুৰুত্বপূৰ্ণ ৰজা আছিল যশোবৰ্মন। যিজনৰ কৃতিত্ব সমসাময়িক গ্ৰন্থৰ বিষয়বস্তু আছিল (ৱাকপতিৰ গৌড় ৱাহো), আৰু যিজন আছিল কাশ্মিৰৰ ললিতাদিত্যৰ সমসাময়িক। যদিও এই গ্ৰন্থখনত সন্নিৱিষ্ট কৰা হৈছে সাময়িক ইতিহাসৰ মুখ্য বিষয়বস্তু হিচাপে গৌড় আৰু মগধৰ ৰজাক যশোবৰ্মনে হত্যা কৰা সম্পৰ্কে, যিয়েই নহওক, এইটো গুৰুত্বপূৰ্ণ। এইজন ৰজাৰ উত্থান সম্পৰ্কে প্ৰমাণ পোৱা যায় নালন্দাৰ এখন অভিলেখত। কিন্তু অভিলেখৰ যশোবৰ্মাদেৱৰ চিনাক্ত বিতৰ্কমূলক। এইচ. এন. শাস্ত্ৰীৰ মতে

তেওঁ হৈছে মন্দাশোৰ অভিলেখৰ যশোবৰ্মন, ৫৩০ খ্ৰীঃৰ বালাদিত্যৰ সমসাময়িক, এইটো ফ্লিট আৰু এ. কে. মৃত্যুঞ্জয়মৰো অভিমত। কিন্তু নামটো স্পষ্টভাৱে লিখা আছে যশোবৰ্মাদেৱ; সেয়ে তেওঁ দুই শতিকা পূৰ্বৰ মালৱাৰ যশোবৰ্মনৰ সৈতে চিনাক্ত কৰিব নোৱাৰি। তেওঁ কনৌজৰ ৰজা গৌড় বাহো আৰু ৰাজতৰংগিনীত উল্লেখ থকা, যশোবৰ্মনৰ বাহিৰে আন হ'ব নোৱাৰে।

এইটো দুৰ্ভাগ্যজনক যে বাকপতিয়ে গৌড়ৰ ৰজাৰ নাম উল্লেখ কৰা নাই, কৈছে মাথোন তেওঁক যশোবৰ্মনে হত্যা কৰিছিল বুলিহে। ৩৫৪ শ্লোকত গৌড়ৰ ৰজাই ভয়তে পলাইছিল বুলি সংক্ষেপ উল্লেখ আছে, আৰু ৪১৫ শ্লোকত কৈছে যে মগধৰ ৰজাৰ বহু সংখ্যা মিত্ৰৰজাই, শীঘ্ৰে ঘূৰি আহি শত্ৰুপক্ষৰ ওপৰত অগ্নিৰ ফিৰিঙতিৰ দৰে জঁপিয়াই পৰিল। ৪১৭ শ্লোকত হত্যা কৰা ৰজাক এনেকে উল্লেখ কৰিছে, ৰজাজনে (যশোবৰ্মনে) মগধৰ ৰজাক হত্যা কৰে যিজনে পলাই যোৱাত তেওঁক অনুসৰণ কৰিছিল সাগৰ আৰু হাবিলৈ, হাবিখন ইলাচিৰ গোন্ধত সুগন্ধময় আছিল। কালহানে উল্লেখ কৰিছে ললিতাদিত্যৰ হাতত যশোবৰ্মন পৰাজিত হৈছিল আৰু প্ৰসংগক্ৰমে উল্লেখ কৰিছে গৌড়ৰ ৰজাক যশোবৰ্মনে বধ কৰিছিল। কালহানে কাশ্মীৰৰ ৰজাজনৰ কৃতিত্ব সম্বন্ধে কৈছে যে তেওঁ (ললিতাদিত্য) প্ৰাগজ্যোতিষ নগৰলৈ সৈন্য অভিযান চলাওঁতে দেখিবলৈ পাইছিল হাবিত জ্বলি থকা কলা অগৰু কাঠৰ ধোঁৱা। সেইখন গ্ৰন্থতে বৰ্ণনা কৰিছে ললিতাদিত্যই গৌড়ৰ ৰাজপুত্ৰ এজনক বিয়াচ (Bias) নদীৰ পাৰত হত্যা কৰা বুলি।

ললিতাদিত্যই পুবৰ সাগৰলৈ অভিযান চলাইছিল। স্মিথে যশোবৰ্মনক ৭২৫ খ্ৰীঃ- ৭৩১ খ্ৰী ঃৰ ভিতৰত স্থাপন কৰে আৰু ললিতাদিত্যই ৰজা হয় ৭২৪ খ্ৰীঃত। তেওঁৰ মতে যশোবৰ্মনক পৰৱৰ্ত্তী কৰে ৭৪০খ্ৰীঃ-৭৪৫ খ্ৰীঃৰ ভিতৰত আৰু যশোবৰ্মনৰ বীৰত্বৰ কৃতিত্ব আছিল ললিতাদিত্যৰ সৈতে সংঘৰ্ষৰ পূৰ্বে প্ৰায় ৭৩০ খ্ৰীঃত। এইটো সম্ভৱ যশোবৰ্মন আৰু ললিতাদিত্যক অনুঃ ৭২৫-৭৫৫ খ্ৰীঃৰ ভিতৰত স্থাপন কৰা, তেওঁলোকৰ দূত চীনৰ সম্ৰাটলৈ পঠোৱাৰ বাবে, যিজনক ৰাজত্বকাল আছিল ৭১৩-৭৫৫ খ্ৰীঃত। এই কাল নিৰ্ণয়ত আকৌ গৌড়ৰ ৰজাক চিনাক্ত কৰাৰ ওপৰত পৰে যিজনক যশোবৰ্মনে পৰাস্ত কৰে ৭৪০ খ্ৰীঃ ৭৪৫ খ্ৰীঃৰ ভিতৰত আৰু যশোবৰ্মনৰ বীৰত্বৰ কৃতিত্ব আছিল ললিতাদিত্যৰ সৈতে সংঘৰ্ষৰ পূৰ্বে প্ৰায় ৭৩০ পৰাস্ত কৰি বধ কৰিছিল।

আৰ. চি. মজুমদাৰৰ মতে যশোবৰ্মনৰ বিৰুদ্ধাচৰণ কৰা বংগৰ ৰজাজন আছিল এজন খড়গৰ ৰজা। আৰ. ডি. বেনাৰ্জীয়ে গৌড় আৰু মগধৰ ৰজা দ্বিতীয় জীৱিতগুপ্ত সৈতে চিনাক্ত কৰিছে। তেওঁৰ মতে যশোবৰ্মনৰ পিছত আন এটা আক্ৰমণ হৰ্ষদেৱে কৰিছিল। সম্ভৱ যে দুয়োপক্ষৰ সেনা অভিযানে (কনৌজৰ পৰা কামৰূপৰ পৰা) যুটীয়াভাৱে বংগ আক্ৰমণ কৰিছিল। এই চিনাক্তকৰণ অন্য পণ্ডিতেও সমৰ্থন জনাইছে। কিন্তু জীৱিত গুপ্তই বংগ বা গৌড় অধিকাৰ কৰাৰ প্ৰামাণিক তথ্য নাই। আৰ. ডি. বেনাৰ্জীয়ে স্বীকাৰ কৰিছে যে গৌড়, ওড্ৰ, কলিংগ আদি আছিল হৰ্ষদেৱৰ অধীনত, আৰু তেওঁ এটা দীৰ্ঘকাল ধৰি গৌড় শাসন কৰিছিল ৭৮৪ খ্ৰীঃ আগলৈ। তেওঁ আকৌ কৈছে যে ৮ ম শতিকাৰ প্ৰথম চতুৰ্থাংশত এইবোৰ অঞ্চল কামৰূপৰ অন্তৰ্গত আছিল আৰু সেই সময়ত যশোবৰ্মনে সমগ্ৰ উত্তৰ ভাৰত জয় কৰিবলৈ প্ৰচেষ্টা চলাইছিল। গৌড় আছিল ভাস্কৰ বৰ্মনৰ অধীনত, তেওঁৰ পিছতো হৰ্ষদেৱৰ সময়লৈ কামৰূপৰ অধীনত আছিল, বা হৰ্ষদেৱে পুনৰ দখললৈ আনে, শালস্তম্ভ বংশৰ দুৰ্বল উত্তৰাধিকাৰীৰ সময়ত এই ৰাজ্যখন অস্থায়ীভাৱে হেৰুৱাইছিল। বেনাৰ্জীৰ মতে ভাস্কৰ বৰ্মনে অস্থায়ীভাৱে হৰ্ষৰ মৃত্যুৰ পিছত বংগ অধিকাৰ কৰিছিল আৰু মাধৱগুপ্ত বা আদিত্য সেনে এইখন অধিকাৰ কৰি লৈছিল ভাস্কৰ বৰ্মন বা তেওঁৰ উত্তৰাধিকাৰীৰ পৰা যিটো অসম্ভৱ।

**বলবৰ্মন ঃ** হৰ্ষদেৱৰ ত তেওঁৰ পুত্ৰ বলবৰ্মন ৰজা হয়। হায়ুথল (Hayunthal) তাম্ৰশাসনৰ মতে বলবৰ্মন আছিল এজন শক্তিশালী ৰজা। তেওঁৰ পিছত সম্ভৱ দুজন ৰজাই ৰাজত্ব কৰে আৰু তেওঁলোকৰ নাম বৰ্তমানেও নিশ্চিত কৰিব পৰা নাই। এওঁলোকৰ পিছত দুজন ৰাজপুত্ৰ চক্ৰ আৰু অৰথিৰ নাম পোৱা যায়। কিন্তু তেওঁলোকে ৰাজ্য শাসন কৰা যেন দেখা নাযায়।

এওঁলোকৰ পিছত এই বংশৰ গুৰুত্বপূৰ্ণ ৰজা হৈছে অৰথিৰ পুত্ৰ প্ৰালম্ভ। তেওঁ সম্ভৱ বংগৰ নিৰ্বাচিত পাল বংশৰ

প্ৰথম ৰজা গোপালৰ সমসাময়িক। এইটো কোৱা হয় যে প্ৰালম্ভ বা শালম্ভই এটা নতুন বংশৰ প্ৰতিষ্ঠা কৰিছিল শ্ৰীহৰ্ষৰ সৈতে শালস্তম্ভ বংশৰ সমাপ্ত হোৱাত, যিটো সত্য যেন অনুমান নহয়। বৰগাঁও তাম্ৰশাসনত (শ্লোক -৫) স্পষ্টভাৱে উল্লেখ আছে যে শালস্তম্ভ বংশৰ সকলো ২১ জন ৰজাই একে কুলৰে আছিল। আকৌ বলবৰ্মনৰ নগাঁও তাম্ৰশাসন (শ্লোক ৯-১০) ৰ পৰা জনা যায় যে হৰ্জৰ (প্ৰালম্ভৰ উত্তৰাধিকাৰী) শালস্তম্ভ একে বংশৰ। বনমালৰ দুয়োখন তাম্ৰশাসনত তেওঁৰ যুদ্ধপ্ৰিয় কাৰ্যৰ উল্লেখ আছে। তেওঁ প্ৰাগজ্যোতিষৰ প্ৰতাপী ৰজা, সকলো শত্ৰু বীৰসকলৰ ধ্বংসকাৰী আৰু পূৰ্বপুৰুষৰ সৎগুণসমূহৰে তেওঁ ভূষিত। এইটো সম্ভৱ যে প্ৰালম্ভই ৰাজ্যৰ হেৰোৱা যশস্যা পুনৰ উদ্ধাৰৰ বাবে চেষ্টা কৰিছিল আৰু তেওঁ শান্তিপূৰ্ণ ৰাজত্ব (ৰাজ্য শাসন) প্ৰতিষ্ঠা কৰাত কৃতকাৰ্য হয়। তেওঁৰ ৰাণীৰ নাম জীৱদা বা জীয়দা আৰু তেওঁলোকৰ পুত্ৰৰ নাম আছিল হৰ্জ্জৰ।

**হৰ্জ্জৰ বৰ্মন ঃ** প্ৰালম্ভৰ পিছত তেওঁৰ পুত্ৰ হৰ্জ্জৰ বৰ্মন ৰজা হয়। হৰ্জ্জৰ বৰ্মন এজন হিতৈষী (দানশীল) ৰজা আছিল। তেওঁ ৰাজত্ব কৰে অনুঃ ৮২০ খ্ৰীষ্টাব্দৰ পৰা ৮৩৫ খ্ৰীষ্টাব্দলৈ। তেওঁৰ তেজপুৰ শিলালেখত উল্লেখিত তাৰিখ ৫১০ গুপ্তাব্দ অৰ্থাৎ ৮২৯-৩০ খ্ৰীষ্টাব্দ; যিটোৱে তেওঁৰ ৰাজত্বকালৰ প্ৰমাণ কৰে। তেওঁৰ ৰাজত্বৰ এটা গুৰুত্বপূৰ্ণ ঘটনা হৈছে তেওঁৰ ৰাজ অভিষেক কাৰ্য ধৰ্মীয় প্ৰথাৰে অনুষ্ঠিত কৰা আৰু তাত ৱণিকসকলক সামৰি অনুচৰবৰ্গই এক গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল।

হৰ্জ্জৰৰ তাম্ৰশাসনত কোৱা হৈছে; যেনেকৈ যুধিষ্ঠিৰক জন্ম দিছিল কুন্তীয়ে আৰু অভিমুন্যক সুভদ্ৰাই, এনেধৰণে হৰ্জ্জৰ, যিজন আছিল বিশ্বৰ ভৱিষ্যতৰ ৰজা আৰু সিংহৰ দৰে শক্তিশালী, জীৱ দেৱীৰ গৰ্ভত জন্ম হৈছিল। পৰ্বতীয়া তাম্ৰশাসনত কৈছে যে তেওঁ আছিল সত্যত যুধিষ্ঠিৰৰ দৰে, শত্ৰুসকলৰ ক্ষেত্ৰত ভীমৰ দৰে আৰু যুদ্ধত বিষ্ণুৰ দৰে। বল বৰ্মনৰ নগাঁও তাম্ৰশাসনত কৈছে যে শালস্তম্ভৰ বংশত জন্ম গ্ৰহণ কৰা চন্দ্ৰৰ দৰে ৰজাৰ নাম হৰ্জ্জৰ, যিজন আছিল শত্ৰুসকলৰ বাবে এক দুৰ্দশা-(যাতনা)। ওপৰোক্ত বৰ্ণনাৰ পৰা এইটো স্পষ্ট যে তেওঁ নিসন্দেহে এজন মহান আৰু দানশীল ৰজা আছিল। তেওঁ বৰ ক্ষমতাশালী ৰজাৰ হোৱাৰ বাবে, সৰু সৰু ৰাজ্যৰ ৰজাসকলে তেওঁৰ ওচৰত বশ্যতা স্বীকাৰ কৰে। তেওঁ 'মহাৰাজাধিৰাজ পৰমেশ্বৰ পৰমৰ' উপাধি লৈছিল। তেওঁৰ ৰাজনৈতিক আধিপত্য পৰ্বতীয়া ৰাজ্যৰ শেষ সীমা ওপৰতো বিস্তৃত, আৰু তেওঁৰ ৰাজ্যৰ পূব আৰু দক্ষিণ-পূবৰ পৰ্বত আৰু ভৈয়ামৰ সৰু সৰু ৰাজ্যৰ ৰজাসকলক জয় কৰাটোৱেই তেওঁৰ মহত্ত্বৰ প্ৰমাণ।

হৰ্জ্জৰ বৰ্মন সম্ভৱ গৌড়ৰ ৰজা দেৱপালৰ (৮১৫-৮৫০ খ্ৰীষ্টাব্দ) সমসাময়িক। আৰ. চি. মজুমদাৰে কৈছে যে প্ৰালম্ভ বা হৰ্জ্জৰই দেৱপালৰ সাৰ্বভৌমত্ব স্বীকাৰ কৰে। নাৰায়ণ পালৰ ভাগলপুৰ তাম্ৰশাসনত উল্লেখ আছে যে জয়পালে তেওঁ ভ্ৰাতৃ দেৱপালৰ আদেশ অনুসৰি সকলো অঞ্চল জয় কৰে উৎকলৰ ৰজাই জয়পালৰ নাম শুনিয়ে ৰাজধানী ত্যাগ কৰে আৰু প্ৰাগজ্যোতিষৰ ৰজাই অৱশেষত শান্তি লাভ কৰে। দেৱপালৰ নালন্দা তাম্ৰশাসনত আছে যে তেওঁ (দেৱপাল) গুৰজাৰ দ্ৰাবিড়, কম্বোজ, উৎকল আৰু কামৰূপৰ বিৰুদ্ধে যুদ্ধ কৰে। আৰ. ডি. বেনাৰ্জীয়ে কৈছে যে জয়পালে উৎকলৰ বিৰুদ্ধে এটা সৈন্য অভিযান চলায় আৰু প্ৰাগজ্যোতিষ জয় কৰে দেৱপালৰ বাবে। বি. চি. সেনৰ মতে পালৰ যুদ্ধ অভিযানৰ উদ্দেশ্য আছিল কামৰূপ আৰু উৎকলৰ মাজত যুদ্ধ এখন প্ৰতিৰোধ কৰাৰ বাবে আৰু সেয়ে কামৰূপৰ ৰজাই গৌড়ৰ বশ্যতা স্বীকাৰ কৰিবলৈ বাধ্য হয়, প্ৰতাপ চৌধুৰীয়ে উক্ত ব্যাখ্যা সমৰ্থন কৰা নাই। এ. কে. মিত্ৰই দেৱপাল আৰু কামৰূপৰ ৰজাৰ মাজত হোৱা এটা মিত্ৰতা সম্বন্ধে উল্লেখ কৰিছে। এন. এন. বসুৱে উক্ত মন্তব্যটো সমৰ্থন জনাইছে। হুল্টচৰ (Hultzsch) মতে, জয়পালে প্ৰাগজ্যোতিষৰ ৰজাক সমৰ্থন জনাইছে উৎকলৰ ৰজাৰ বিৰুদ্ধে অগ্ৰসৰ হৈ কৃতকাৰ্যতা লাভ কৰিছি। এইচ. চি. ৰায়ে উক্ত মন্তব্য সমৰ্থন জনাই কৈছে যে পাল সেনাই কৰতোয়া নদী অতিক্ৰম কৰে ব্ৰহ্মপুত্ৰ উপত্যকাৰ ৰাজপুত্ৰক পাল-ৰজাৰ বশ্যতা স্বীকাৰ কৰিবলৈ বাধ্য কৰিবৰ বাবে। সম্ভৱ পালৰ কামৰূপ আক্ৰমণ হোৱা নাছিল আৰু কামৰূপৰ ৰজাই পালসকলৰ বশ্যতা স্বীকাৰো কৰা নাই। প্ৰতাপ চৌধুৰীয়ে যুক্তি দৰ্শাই কৈছে যে যি সময়ত জয়পালে উৰিষ্যা আক্ৰমণ বা জয় কৰে, সেই সময়ত হৰ্জ্জৰৰ অধীনত কামৰূপৰ সৈন্যবাহিনীয়ে বংগ

আক্ৰমণ কৰে, আৰু জয়পালে হয়তো এই আক্ৰমণ প্ৰতিৰোধ কৰে (আৰু তেওঁলোকক মাজত শান্তি চুক্তি স্থাপন হয়) বা জয়পালৰ জয়ৰ সম্ভেদ জানিব পাৰি বংগৰ সীমান্তৰ পৰা ঘূৰি আহিব পাৰে। অভিলেখত উল্লেখ থকা তেওঁৰ যুদ্ধপ্ৰিয় কাৰ্য আৰু ওচৰ-চুবুৰীয়া ৰাজ্যসমূহৰ ওপৰত থকা ৰাজনৈতিক প্ৰভাৱৰ পৰা চৌধুৰীৰ মন্তব্য শুদ্ধ যেন ধাৰণা হয়।

অভিলেখত উল্লেখ থকা হিচাপে ৰাজধানীখনৰ নাম হাৰুপ্লেশ্বৰ, হটপ্লেশ্বৰ বা হড়প্লেশ্বৰ, সম্ভৱ বৰ্তমানৰ তেজপুৰ নগৰত অৱস্থিত, বনমালৰ ৰাজত্বৰ সময়ত নগৰখন সম্ভৱ পূবে বামুনি পাহাৰৰ পৰা পশ্চিমে দ-পৰ্বতীয়ালৈ বিস্তাৰিত কেন্দ্ৰত বৰ্তমানৰ তেজপুৰ নগৰ, য'ত ৰজাৰ প্ৰাসাদসমূহ আছিল; ৰাজধানীৰ আয়তন যথেষ্ট ব্যাপক আছিল। বনমালৰ তাম্ৰশাসনত হাৰুপ্লেশ্বৰ নগৰৰ বিস্তৃত আৰু কাব্যিক বৰ্ণনা আছে; লৌহিত্য নদী (ব্ৰহ্মপুত্ৰ) পাৰত এই নগৰখন অৱস্থিত আৰু নাওবোৰৰ লানিয়ে নদীৰ দাঁতি অলংকৃত কৰি ৰাখে, সকলো জাতি আৰু বৃত্তিৰ মানুহে আনন্দৰে হাৰুপ্লেশ্বৰত বাস কৰে; নগৰখন বহুসংখ্যক বিদ্বান পণ্ডিত আৰু ধাৰ্মিক লোকৰ বাসস্থান; নগৰৰ পথসমূহ বহল আৰু হাতী, ঘোঁৰা আৰু ৰথত যোৱা মানুহৰে আকীৰ্ণ; সেইবোৰত উঠি যায় ৰজা, আৰু সম্ভ্ৰান্ত লোকসকলে; দিগন্ত মেঘাচ্ছন্ন হৈ পৰে হস্তীবাহিনী, অশ্বাৰোহী আৰু পদাতিক সৈন্যবাহিনীৰ দলসমূহ সমবেত হোৱাত।

হৰ্জ্জৰবৰ্মনৰ সময়ৰ পৰা সম্ভৱ হাৰুপ্লেশ্বৰ আছিল শালস্তম্ভ বংশৰ ৰজাসকলৰ ৰাজধানী নগৰ। বনমালই ৰাজপ্ৰাসাদৰ এটা শাৰী নিৰ্মাণ কৰিছিল। যিটোৰ সমকক্ষ বিশ্বত নাই, প্ৰাসাদসমূহ বিস্তৃত আৰু বহু কোঠাযুক্ত; সেইবোৰ সাধাৰণ অলঙ্কৰণ আৰু তাত লগোৱা চিত্ৰসমূহৰে উজ্জ্বল আৰু চমকপ্ৰদ কৰা হৈছিল। তেজপুৰ নগৰৰ চাৰিওফালে বিস্তৃত অঞ্চলত উদ্ধাৰ হোৱা স্থাপত্যৰ ভগ্নাৱশেষসমূহে প্ৰমাণ কৰে যে হৰ্জ্জৰৰ পুত্ৰ বনমালে তেজপুৰ তাম্ৰশাসনত উল্লেখ থকাৰ দৰে স্থাপত্য নিৰ্মাণ কাৰ্যত খ্যাতি লাভ কৰিছিল। হাৰুপ্লেশ্বৰৰ এইখন ঠাই আছিল পৈতৃক বাঁহৰ আৰু হৰ্জ্জৰৰ ৰাজধানী। প্ৰতাপ চৌধুৰীয়ে ধাৰণা কৰে যে শালস্তম্ভ বংশৰ ৰজাসকলে শাসনকাৰ্য চলাইছিল পুৰণি ৰাজধানী প্ৰাগজ্যোতিষৰ পৰা আৰু দ্বিতীয় ৰাজধানী নিৰ্মাণ কৰিছিল হাৰুপ্লেশ্বৰত পশ্চিমৰ শক্তিৰ সৈতে ঐতিহাসিক প্ৰতিদ্বন্দ্বিতাৰ পৰা নিষ্কৃতি পাবলৈ। উক্ত মন্তব্যটো কোনোপধ্যে মানিব নোৱাৰি।

হৰ্জ্জৰ বৰ্মনে প্ৰকাণ্ড পুখুৰী এটা তেজপুৰত খন্দাইছিল, যিটোক বৰ্তমানেও হৰ্জৰা পুখুৰী বুলি জনা যায়।

হৰ্জ্জৰৰ ৰাজ্য বিস্তাৰিত আছিল সাগৰ উপকূলৰ গছ-গছনিৰ শাৰী পৰ্যন্ত দূৰলৈ বা সাগৰৰ দৰে জলাশয় অঞ্চললৈ। এইটো সম্ভৱ বুজাইছে শ্ৰীহট্ট আৰু মৈমনসিঙৰ সীমান্তত থকা দ অঞ্চল সাগৰীয়া ৰাজ্য তেওঁৰ ৰাজ্যত অন্তৰ্ভুক্ত আছিল।

**বনমাল ঃ** হৰ্জ্জৰ বৰ্মনৰ পুত্ৰ বনমালই পিতৃৰ মৃত্যুৰ পিছত উত্তৰাধিকাৰী সূত্ৰে ৰজা হয় অনুঃ ৮৩৫ খ্ৰীষ্টাব্দত আৰু তেওঁ আনুঃ ৮৬০ খ্ৰীষ্টাব্দলৈ ৰাজত্ব কৰে। হৰ্জ্জৰ বৰ্মনৰ ঔৰসত ৰাণী তাৰাৰ গৰ্ভত বনমালৰ জন্ম হয়। তেওঁ দীৰ্ঘকাল ধৰি ৰাজত্ব কৰে। বনমালই ৰাজ্যত শান্তি স্থাপন আৰু যুদ্ধত মহত্ত্বৰ পৰিচয় দিয়ে। তেওঁ হাৰুপশ্বৰত প্ৰাসাদসমূহৰ এটা শাৰী নিৰ্মাণ কৰে আৰু ইয়ে তেওঁৰ স্থাপত্যৰ নিৰ্মাণ কৰে আৰু ইয়ে তেওঁৰ স্থাপত্যৰ নিৰ্মাণকাৰ্যত থকা দক্ষতা আৰু শিল্পসুলভ জ্ঞানৰ পৰিচয় দিয়ে। তেওঁ পিতৃৰ দৰে আছিল শিৱভক্ত। তেওঁ হেটুকশূলীনৰ অতি উচ্চ মন্দিৰটো পুনৰ নিৰ্মাণ কৰে, তাত গাঁও, হাতী আৰু দেৱদাসী দান দিয়ে। তলতীয়া ৰজাসকলে তেওঁৰ ওচৰলৈ আহে সেৱা জনাবলৈ।

তেওঁৰ আছিল আকৰ্ষণীয় ব্যক্তিত্ব। সুঠাম দেহ আৰু মনোৰম স্বভাৱৰ অধিকাৰী আৰু এজন প্ৰবল পৰাক্ৰমী ৰজা হিচাপে তেওঁ যুদ্ধ জয়ৰ মাজেৰে ৰাজ্য সম্প্ৰসাৰণ কৰিছিল সাগৰ তীৰলৈ। তেওঁ পুত্ৰ জয়মালক ৰাজ সিংহাসনত প্ৰতিষ্ঠা কৰে আৰু নিজে নিশ্চিতভাৱে ধৰ্মীয় প্ৰভাৱৰ বাবে উপবাস খাটি মৃত্যুবৰণ কৰে। জয়মালৰ আন এটা নাম বীৰবাহু। পিতৃ বনমালে তেওঁৰ পুত্ৰ জয়মালক উপযুক্ত বয়সত সিংহাসনত বহুৱাই নিজে স্বৰ্গগামী হয়। সিংহাসন লাভ কৰি ৰজা বীৰবাহুৱে অম্বা নামৰ এগৰাকী কন্যাক বিয়া কৰায় আৰু তেওঁৰ বংশ-মৰ্যাদা, সৌন্দৰ্য আৰু বয়সৰ ক্ষেত্ৰত বীৰবাহুৰ সমকক্ষ। বীৰবাহুক 'ৰণস্তম্ভ' নামেৰেও জনা যায়, যিটোৱে তেওঁৰ যুদ্ধপ্ৰিয় কাৰ্যক সূচায়। যুদ্ধক্ষেত্ৰত তেওঁ

নিজে কৃতিত্ব দেখুৱা বুলি কোৱা হৈছে। তেওঁ অনুঃ ৮৬০ খ্ৰীষ্টাব্দৰ পৰা ৮৮০ খ্ৰীষ্টাব্দলৈ ২০ বছৰকাল ৰাজত্ব কৰে। তেওঁ সম্ভৱ ৰজা দেৱপালৰ সমসাময়িক আৰু ভাগলপুৰ অভিলেখত তেওঁৰ সম্বন্ধীয় ভ্ৰাতৃ জয়পালক উল্লেখ কৰা হৈছে।

জয়মাল গুৰুতৰভাৱে নৰিয়াত পৰাত পিতৃৰ নিচিনাকৈ পুত্ৰ তৃতীয় বলবৰ্মনৰ বাবে তেওঁ সিংহাসন ত্যাগ কৰে। জয়মালে শয্যাগত অৱস্থাত উপলব্ধি কৰে যে পৃথিৱীখন নিৰৰ্থক, আৰু মানৱ জীৱন কচুপাতৰ পানীৰ দৰে ক্ষন্তেকীয়া; সেয়ে তেওঁ জীৱনৰ শেষ কাৰ্য সম্পন্ন কৰিবলৈ এটা পবিত্ৰ দিন নিৰ্দিষ্ট কৰি সেইদিনত ধৰ্মীয় প্ৰকৃত আচৰণেৰে তেওঁৰ পুত্ৰক সিংহাসনত প্ৰতিষ্ঠা কৰে।

**বলবৰ্মন ঃ** তৃতীয় বলবৰ্মন তৃতীয় আছিল শালস্তম্ভ বংশৰ শেষৰ গুৰুত্বপূৰ্ণ আৰু খ্যাত ৰজা। তেওঁ সম্ভৱ ৮৮০ খ্ৰীষ্টাব্দ আৰু ৯০৫ খ্ৰীষ্টাব্দৰ ভিতৰত ৰাজত্ব কৰে। তেওঁ এজন প্ৰতাপী ৰজা আছিল আৰু সকলো অঞ্চল নিজৰ বাহুবলেৰে অতি পৰাক্ৰমেৰে যুদ্ধ কৰি জয় কৰিছিল। তেওঁৰ উন্মুক্ত তৰোৱালৰ তীক্ষ্ণ ধাৰৰ চিকমিক নিয়ে শত্ৰু সৈন্য হয় চকু ছাট মাৰি ধৰিছিল। তেওঁ আছিল অপযশৰ ভয়াতুৰ, শত্ৰুৰ প্ৰতি কঠোৰ ধৰ্মীয় গুৰুৰ প্ৰতি সদাশয়, সত্যবাদী; বিবাদপ্ৰিয় বা দম্ভালি মৰা নহয়, দয়ালু (উদাৰ) আৰু পিতৃ-মাতৃৰ প্ৰতি দেখুৱা শ্ৰদ্ধাৰ মাধ্যমেৰে তেওঁ পাপৰ পৰা মুক্ত (নিৰ্মল) হৈছিল।

বলবৰ্মনে ৰাজকীয় উপাধি 'মহাৰাজ ধিৰাজ পৰমেশ্বৰ পৰমভট্টাৰক' গ্ৰহণ কৰে তেওঁৰ আধিপত্য তাম্ৰশাসনত উল্লেখ কৰি। নগাঁও তাম্ৰশাসনত উল্লেখ আছে-তেওঁ শ্ৰুতিধৰ নামৰ ব্ৰাহ্মণক তীস্তা বা কৰতোয়া নদীৰ পশ্চিমফালে পুণ্ড্ৰবৰ্দ্ধনৰ অন্তৰ্গত হেনশিৰাত মাটি দান দিছিল। প্ৰতাপ চৌধুৰীৰ মতে বলবৰ্মনে নতুনকৈ জয় কৰে উত্তৰ বংগ। তেওঁৰ হাওৰাঘাট অভিলেখত তলতীয়া বিষয়াসকলৰ তালিকাৰ উল্লেখ পোৱা যায়। তালিকাখনত অন্তৰ্ভুক্ত ৰাজন (মুখ্য শাসনকৰ্তা), ৰাজ্ঞী (ৰাণী), ৰাণক (তলতীয়া ৰজা) আৰু বিষয়াবৰ্গ; আৰু ৰাজনক (ক্ষুদ্ৰ ৰজা বা মাটিৰ গৰাকী), ৰাজপুত্ৰ আৰু ৰাজবল্লভ (সভাসদ), তেওঁলোকেও শাসনকাৰ্যৰ সৈতে জড়িত থাকিব পাৰে।

বলবৰ্মনে নিজকে প্ৰমাণ কৰিছে দানশীল ৰজা হিচাপে আৰু তেওঁ শাসনকাৰ্য পৰিচালনা কৰোতে সুসংগঠিত শাসনযন্ত্ৰৰ দ্বাৰায়।

বলবৰ্মনৰ উত্তৰাধিকাৰীসকলৰ কোনো এজনৰো নাম জনা নাযায়। অভিলেখৰ পৰা জনা যায় যে এই বংশৰ শেষৰ ৰজাজন হৈছে ত্যাগসিংহ আৰু তেওঁ ৰাজত্ব কৰে একাদশ শতিকাৰ আৰম্ভণিতে। অভিলেখত উল্লেখ আছে শালস্তম্ভ বংশৰ ২১ জন ৰজাই ৰাজত্ব কৰে; আমি মাত্ৰ পোন্ধৰজন ৰজাৰ নাম জানিব পাৰো। ত্যাগসিংহৰ পিছত দেখা যায় ব্ৰহ্মপালে ৰাজত্ব কৰে একাদশ শতিকাৰ প্ৰায় আৰম্ভণিৰ পৰা; ছয়জন ৰজা, যিসকলৰ নাম লুপ্ত; তেওঁলোকে ৰাজত্ব কৰে প্ৰায় এটা শতিকাজুৰি তৃতীয় বলবৰ্মন (নৱম শতিকাৰ শেষ আৰু দশম শতিকাৰ আৰম্ভণি আৰু ত্যাগসিংহৰ (একাদশ শতিকাৰ আৰম্ভণি)ৰ মাজত। ত্যাগসিংহ হৈছে ২১ তম ৰজা আনুঃ ৯৭০ খ্ৰীষ্টাব্দত আৰু ৯৯০ খ্ৰীষ্টাব্দৰ ভিতৰত তেওঁ ৰাজত্ব কৰে। তেওঁৰ পিছত বংশৰ কোনো উত্তৰাধিকাৰী সিংহাসন অধিকাৰ কৰিবলৈ নাছিল। ৰত্নপালৰ বৰগাঁও তাম্ৰশাসনত (শ্লোক -১০ ) উল্লেখ আছে যে শালস্তম্ভ বংশৰ সৰ্বমুঠ ২১ জন ৰজাই কৰে। ত্যাগসিংহ হৈছে শেষৰজন ৰজা আৰু তেওঁৰ কোনো সন্তান নাছিল আৰু সেইবাবেই তেওঁৰ মৃত্যুৰ লগে লগে শালস্তম্ভ বংশৰ ৰাজত্বৰ অৱসান ঘটে। ব্ৰহ্মপালে কামৰূপৰ সিংহাসনত এটা নতুন ৰাজবংশৰ সূচনা কৰে।

## (গ)

# পালবংশ

শালস্তম্ভ বংশ ত্যাগসিংহৰ সৈতে বিলোপ হোৱাৰ পিছত কামৰূপৰ ৰাজত্ব এটা নতুন ৰাজবংশৰ হাতলৈ যায়। ৰত্নপালৰ বৰগাঁও তাম্রশাসনত উল্লেখ আছে যে ২১ তম ৰজা ত্যাগ সিংহই অপুত্ৰক হিচাপে মৃত্যু বৰণ কৰাত, কামৰূপৰ সিংহাসন খালী হ'ল। প্রজাসকলে ভৌম বংশৰ (নৰকৰ বংশ) এজনক তেওঁলোকৰ ৰজা হিচাপে নিয়োজিত কৰা উচিত বুলি বিবেচনা কৰি মৃতকৰ কুটুম্ব (জাতি)ৰ এজনক ৰাজ্য শাসনৰ দায়িত্ব ল'ব পৰা যোগ্যতা থকাৰ বাবে ব্রহ্মপালক তেওঁলোকৰ ৰজা নির্বাচন কৰি লয়। ব্রহ্মপাল হৈছে প্রজাসকলৰ দ্বাৰা নির্বাচিত ৰজা। শালস্তম্ভৰ বংশৰ ২১ জন ৰজাই এটা দীর্ঘ কাল ৬৫০ খ্রীষ্টাব্দৰ পৰা ৯৯০ খ্রীষ্টাব্দলৈ ৩৪০ বছৰ ৰাজত্ব কৰে আৰু পাল বংশৰ মুঠ ৭ জন ৰজাই ৯৯০ খ্রীষ্টাব্দৰ পৰা ১১৩৮ খ্রীষ্টাব্দলৈ ১৪৮ বছৰ ৰাজত্ব কৰি জয়পালৰ সৈতে ৰাজ্যশাসনৰ সমাপ্তি ঘটে। ব্রহ্মপালক প্রজাসকলে নির্বাচন কৰি লৈছিল আৰু একেদৰে গৌড়ৰ ৰজা গোপালৰ ক্ষেত্রটো তেনেকুৱাকৈ নির্বাচন কৰি লোৱা হৈছিল। নির্বাচন পদ্ধতিৰে ৰজা পৰা কার্য ৰাজ্যৰ ৰাজনৈতিক ইতিহাসৰ এক বিৰল আৰু গুৰুত্বপূর্ণ ঘটনা।

ব্রহ্মপাল পাল ৰাজবংশৰ প্রতিষ্ঠাতা। অভিলেখত উল্লেখ আছে যে তেওঁ ভগদত্তৰ বংশৰ এজন বংশধৰ আৰু সেইবাবেই প্রজাসকলে তেওঁক নির্বাচন কৰে। তেওঁ এজন পৰাক্রমী বীৰ; তেওঁৰ নাম শুনিলেই শত্রুসকলে ছত্র ভংগ দিয়ে। তেওঁ সিংহাসন আৰোহণ কৰাৰ পিছতে কুলদেৱীক বিয়া কৰায় আৰু তেওঁলোকৰ পুত্র, ৰত্নপালৰ জন্ম হয়। অভিলেখত লিপিবদ্ধ আছে যে ব্রহ্মপালৰ মৃত্যু হোৱাৰ আগতে ৰত্নপালক ৰাজ সিংহাসনত প্রতিষ্ঠা কৰে। ৰত্নপাল আছিল নৰকৰ বংশৰ পদ্ম। একমাত্র ব্রহ্মপালে 'মহাৰাজাধিৰাজ' উপাধি লৈছিল।

কনকলাল বৰুৱাৰ মতে ব্রহ্মপালৰ নির্বাচন কৰা কার্য এটা পৌৰাণিক কাহিনী মাথোন, ইয়াক কোনো সত্যতা নাই। ব্রহ্মপালে হয়তো কোনো অঞ্চলত তলতীয়া ৰজা হিচাপে শাসনকার্য চলাইছিল আৰু শালস্তম্ভ বংশৰ পতন হোৱাত তেওঁ নিজেই প্রাগজ্যোতিষৰ ৰজা হয়। প্রতাপ চৌধুৰীৰ মতে ব্রহ্মপাল আছিল নির্বাচিত ৰজা। তেওঁৰ পূর্বৰ শাসকীয় ৰাজবংশৰ সৈতে সম্পর্ক থকাৰ বাবে নহয়, সিংহাসনৰ বাবে তেওঁৰ এটা ন্যায্য দাবী আছিল যদি কোনো পোনপটীয়া উত্তৰাধিকাৰী নাথাকে; তেতিয়াহ'লে ৰাজ্য শাসন আৰু প্রজাসকলক নিৰাপত্তা দিয়াৰ কঠিন কামৰ দায়িত্ব ল'ব পৰা যোগ্যতা তেওঁৰ থকাৰ বাবে সিংহাসনৰ দাবী তেওঁ কৰিব পাৰে। কনকলাল বৰুৱাৰ ভাষ্য শুদ্ধ যেন দেখা যায়। সত্যতাটো হৈছে গোপালে মগধ আৰু গৌড়ত, আৰু ব্রহ্মপালে কামৰূপত, প্রকৃততে দুঃসাহসিক আৰু ক্ষমতাশালী হোৱা ব্যক্তি, তেওঁলোকে সিংহাসন খালী হৈ থকা দেখি তেওঁলোকৰ অনুগামী সংগ্রহ কৰি নিজকে ৰজা বুলি ঘোষণা কৰে।

এন. এন. বসুৰ মতে ব্রহ্মপালৰ ৰাজত্বৰ সময় ৯৩০ খ্রীষ্টাব্দ আৰু ৯৬০ খ্রীষ্টাব্দৰ ভিতৰত, কনকলাল বৰুৱাৰ মতে তেওঁক আনুঃ ৯৮০-১০০০ খ্রীষ্টাব্দত; আৰু প্রতাপ চৌধুৰীয়ে মতে ৯৯০ খ্রীষ্টাব্দৰ পৰা ১০১০ খ্রীষ্টাব্দৰ ভিতৰত। ব্রহ্মপালক আনুঃ ৯৯০ খ্রীষ্টাব্দত আৰু ১০১০ খ্রীষ্টাব্দৰ ভিতৰত স্থাপন কৰিব পাৰি।

কনকলাল বৰুৱাই ধাৰণা কৰে যে ব্রহ্মপালৰ ৰাজত্বকালত কামৰূপৰ ৰাজ্য আক্রমণ কৰিছিল জাতবর্মনে। তেওঁ আছিল সম্ভৱ পূব মগধত ৰাজত্ব কৰা বর্মন ৰাজবংশৰ

বজ্রবর্মনৰ পুত্ৰ, সেই সময়ত পালসকলৰ ক্ষমতা ক্ৰমে হ্ৰাস হ'ব ধৰে পূব মগধত। জাতবৰ্মনে কামৰূপ আক্ৰমণত ৰজাক পৰাস্ত কৰে যদিও ৰাজ্য অধিকাৰ কৰিব পৰা নাছিল। এ. বেনাৰ্জী আৰু পি. এল. পালৰ মতে 'জাতবৰ্মনে কামৰূপৰ ৰজাৰ ক্ষমতা খৰ্ব কৰে; আকৌ আৰ ডি. বেনাৰ্জীৰ মতে জাতবৰ্মনে কামৰূপ জয় কৰে। তেওঁ প্ৰাগজ্যোতিষ ৰাজ্যৰ দুৰ্জয় নগৰত বাস কৰিছিল। দুৰ্জয় নগৰ ব্ৰহ্মপুত্ৰৰ পাৰত অৱস্থিত।

**ৰত্নপাল ঃ** ৰত্নপালে সিংহাসন আৰোহণ কৰে অনুঃ ১০১০ খ্ৰীষ্টাব্দত আৰু তেওঁ ৰাজত্ব কৰে ১০৪০ খ্ৰীষ্টাব্দলৈ ৩০ বছৰ। তেওঁৰ দীঘলীয়া ৰাজত্বকালৰ প্ৰমাণ পোৱা যায় তেওঁৰ বৰগাঁও আৰু শুৱালকুছি তাম্ৰশাসন দুখনৰ পৰা; বৰগাঁও তাম্ৰশাসন ৰাজত্বৰ ২৫ তম বৰ্ষ আৰু শুৱালকুছি তাম্ৰশাসন ২৬ তম বৰ্ষত লিখোৱা হৈছিল তেওঁ ৰাজকীয় উপাধি 'পৰমেশ্বৰ পৰমভট্টাৰক মহাৰাজাধিৰাজ' লৈছিল আৰু এইটোৱে দেখুৱায় যে তেওঁ এই বংশৰ প্ৰথম প্ৰতাপী ৰজা। তেওঁ আছিল এক উজ্জ্বল প্ৰভা আৰু তেওঁৰ নামটোৰ সুযোগ্য।

ৰত্নপালে তেওঁৰ ৰাজধানী নিৰ্মাণ কৰে ব্ৰহ্মপুত্ৰৰ পাৰত সম্ভৱ কামৰূপৰ কোনো ঠাইত ব্ৰহ্মপুত্ৰৰ দাঁতিত, নাইবা ব্ৰহ্মপুত্ৰৰ পাৰৰ কোনো অঞ্চলত ৰাজধানীৰ চাৰিওফালে গড় বান্ধি সুৰক্ষিত কৰা হৈছিল; ৰাজধানীখন সুৰক্ষিত কৰি নিৰ্মাণ কৰাৰ বাবে এইখনৰ নাম দুৰ্জয় বা অভেদ্য। ৰাজধানীখনৰ সৌন্দৰ্য, সুৰক্ষা, বিভিন্ন লোকৰ দ্বাৰা জলপূৰ্ণ আদিৰ কাব্যিক বৰ্ণনা তাম্ৰশাসনত আছে। নগৰখনৰ কাব্যিক বৰ্ণনা একেধৰণে দিয়া আছে, 'যদিও ৰাজধানীখন যেনিবা আছিল গভীৰ অৰণ্যৰ দ্বাৰাই বিস্তাৰিত তেওঁৰ সাহসী সৈন্যৰ বাহুবলেৰে শত্ৰুসকলৰ ছাউনীসমূহ ধ্বংস কৰাৰ বাবে লালায়িত আছিল, বৰ্তমান ইয়াত চহকী মানুহৰ (বণিকসকলৰ) বাবে বসতিৰ উপযোগী, ইয়াত দৃষ্টিৰপৰা বেলি ডুবে (সূৰ্যৰ চকা অস্ত যায়) সহস্ৰ প্ৰলেপিত মিনাৰৰ (চূড়া) দ্বাৰায়ে, যিবোৰ বেছি শুভ্ৰ হয় প্ৰেমত আসক্ত গাভৰুৰ ওঁঠত বিৰিঙি থকা হাঁহিৰে সেইবোৰ সন্মুখত দণ্ডায়মানৰ দ্বাৰা। ৰাজধানীখন বিদ্বান পণ্ডিত, ধৰ্মীয় গুৰু, কবিসকলৰ দ্বাৰাই অলংকৃত, আৰু তেওঁলোকে এইখন তেওঁলোকৰ অৱলম্বনৰ স্থান হিচাপে লৈছিল। যেনেকৈ ৰজাৰ বহল বক্ষক কাপোৰে ৰক্ষা কৰে, ইয়াৰ চাৰিসীমাত গড় নিৰ্মাণ দ্বাৰায়, এখন মজবুত বেৰ যিখন শকসকলৰ চৰাই-যুঁজৰ খেলৰ বাবে ব্যৱহাৰ কৰাৰ নিচিনা। গুৰ্জাৰৰ ৰজাক বিৰক্তি কৰিবলৈ কাৰণে কৰা, গৌড়ৰ (গৌড়েন্দ্ৰৰ) বনৰীয়া হাতীবোৰক উত্তেজনা কৰিবলৈ কেৰালাৰ ৰজাৰ ভূমিত (ধৰাত) বিতুসেনৰ নিচিনা কাৰ্য কৰিবলৈ বাহিকসকল আৰু টাইকসকল ভীতিগ্ৰস্থ কৰিবলৈ, দাক্ষিণাত্যৰ ৰজাক পৰাজয় কৰিবলৈ। ৰাজধানীখন লোহিত নদীৰ পাৰত অৱস্থিত সেয়ে প্ৰাকৃতিক দৃশ্যৰে মনোৰম আৰু প্ৰাগজ্যোতিষৰ ৰজাই তাত ৰাজপ্ৰাসাদ নিৰ্মাণ কৰিছিল। ৰাজধানীখনক উপযুক্ত নাম দুৰ্জয় দিয়া হৈছিল।

ব্ৰহ্মপালে ৰাজধানী হাৰুপ্পেশ্বৰৰ পৰা দুৰ্জয়লৈ স্থানান্তৰিত কৰে। ৰত্নপালে ৰাজধানীখনৰ চাৰিওফালে ওখকৈ গড় নিৰ্মাণ কৰি সুৰক্ষিত কৰে।

ৰত্নপালৰ পৰাক্ৰম আৰু যুদ্ধপ্ৰিয় গুণৰ প্ৰশংসা কৰা হৈছে। তাম্ৰশাসনত এইটো কোৱা হৈছে যে হাতীৰ মুক্তাৰ কাৰণে বাহিৰলৈ লৈ গৈছিল অপ্ৰতিৰোধকভাৱে তেজৰ সোঁত শত্ৰুৰ হাতীৰ কপালৰ পৰা, তেওঁৰ (ৰত্নপালৰ) যুদ্ধক্ষেত্ৰ দেখিবলৈ ধুনীয়া বজাৰৰ দৰে সিঁচৰতি হৈ থকা বণিকসকলৰ ভঁৰালৰ সৈতে মৃতকৰ কবি বস্তুৰ ৰঙে তেজৰ চেকা। তেওঁ এজন প্ৰতাপী শত্ৰু ধ্বংসকাৰী। শকসকল, গুজৰা, গৌড়, কেৰালাৰ ৰজাসকল আৰু বাহিক আৰু টাইসকলৰ মুখীয়ালসকল, আৰু দাক্ষিণাত্যৰ ৰজাসকল তেওঁৰ হাতত (ৰত্নপাল) ৰাস্ত হৈছিল। হৰ্ণলে ধাৰণা কৰে যে ওপৰোক্ত উদ্ধৃতিয়ে ৰত্নপালৰ সেইবোৰ দেশৰ ৰজাসকলৰ সৈতে সংঘৰ্ষ হোৱাটো নুবুজায়। এইটোৱে সহজভাৱে বুজাইছে ৰাজধানীখনৰ সুৰক্ষা আৰু গৌৰৱক গুৰুত্ব দিয়া সম্পৰ্কে। নগেন্দ্ৰনাথ বসুৱে এইটোৱে উল্লেখ কৰিছে ৰত্নপালৰ ৰাজত্ব কালত ওপৰোক্ত উল্লেখিত ৰজাসকলৰ এটা অসফল (অকৃতকাৰ্য) আক্ৰমণৰ। এই উক্তিটোৱে হয়তো সমসাময়িক কোনো ঘটনাৰ উল্লেখ কৰিব পাৰে, এইচ. চি. ৰায়ৰ ধাৰণা মতে। তেওঁ চিনাক্ত কৰিছে, কেৰালাৰ ৰজাক ৰাজেন্দ্ৰ চোল প্ৰথমৰ সৈতে, দাক্ষিণাত্যৰ ৰজাক চালুক্য বিক্ৰমাদিত্য ষষ্ঠৰ সৈতে, আৰু টাইক আৰু

বাহ্লিকসকলক তুৰস্কিৰ আক্ৰমণীসকলৰ সৈতে। গুৰ্জৰা ৰজা আছিল সম্ভৱ ৰাজ্যপাল বা ত্ৰিলোচনপাল। মগধ আৰু উত্তৰ বংগত গুৰ্জৰসকলৰ উপস্থিতিত তেওঁ লিখিছে, তেওঁলোকৰ কামৰূপৰ কবিসকলৰ সৈতে পৰিচিত হৈছিল। এছ. এল. কাটাৰে দাক্ষিণাত্যৰ ৰজাক কল্যাণৰ বিক্ৰমাদিত্য ষষ্ঠ চালুক্যৰ সৈতে চিনাক্ত কৰি কৈছে যে, অঞ্চলটোৰ দুঃসাধ্যতাৰ (প্ৰতিবন্ধক) বাবে বিক্ৰমাদিত্যই ঘূৰি যাবলগীয়া হৈছিল। প্ৰতাপ চৌধুৰীয়ে শুদ্ধভাৱে ধাৰণা কৰিছে যে কামৰূপৰ আক্ৰমণ বা বিক্ৰমাদিত্যৰ পৰাজয় প্ৰকৃততে ঘটা নাছিল।

বিলহনৰ 'বিক্ৰমাংকদেৱ চৰিত'ত উল্লেখ পাওঁ কোনো এজন বিক্ৰমাদিত্যই কামৰূপৰ ৰজাক পৰাস্ত কৰা সম্পৰ্কে। ব্যুহলাৰে (Buhler) এইজন বিক্ৰমাদিত্যক কল্যাণৰ ত্ৰিভূৱনমল্লৰ সৈতে চিনাক্ত কৰি কৈছে যে 'তেওঁ অশ্বাৰোহী সৈন্য দল লৈ আকস্মিকভাৱে ৰাজ্য আক্ৰমণ কৰে। পদ্মনাথ ভট্টাচাৰ্যই বিক্ৰমাদিত্যক কৰ্ণাতেগুৰ হিচাপে চিনাক্ত কৰি কৈছে যে এই আক্ৰমণ ইন্দ্ৰপাল বা হৰ্ষপালৰ ৰাজত্বকালত হৈছিল যদিও কামৰূপ ৰাজ্যৰ কোনো ক্ষতি হোৱা নাই। হৰ্ষপাল বিক্ৰমাদিত্য চালুক্যৰ ষষ্ঠ চালুক্য সৈতে সংঘৰ্ষত জড়িত আছিল। ৰায়ে এই সংঘৰ্ষ ৰত্নপালৰ ৰাজত্বৰ সময়ত হোৱা বুলি কয়। আ. এছ. ত্ৰিপাঠিয়ে কয় যে ৰত্নপালে চালুক্য সৈন্যবাহিনীক খেদি পঠাইছিল আৰু সিহঁতে উভতি যাওতে দক্ষিণ কোশলৰ মাজেৰে গৈছিল। অভিলেখত পোৱা যায় ৰত্নপালৰ হাতত দাক্ষিণাত্যৰ ৰজা পৰাজিত হোৱা; আকেৰ্ণ বিলহনে উল্লেখ কৰিছে বিক্ৰমাদিত্যই কামৰূপ জয় কৰা বুলি। প্ৰতাপ-চৌধুৰীয়ে কয় যে যদি সেইখন প্ৰস্থত কোনো ঐতিহাসিক ভিত্তি আছে তেতিয়াহ'লে তেওঁ নিশ্চয় কল্যাণৰ ষষ্ঠ চালুক্য বিক্ৰমাদিত্য বাহিৰে আন নহয় আৰু সম্ভৱ তেওঁ আছিল হৰ্ষপালৰ সমসাময়িকহে ৰত্নপাল নহয়।

বৰগাঁও তাম্ৰশাসনত উল্লেখ কৰা সকলো সমসাময়িক ৰজাই সম্ভৱ কামৰূপ ৰাজ্য আক্ৰমণ কৰা নাছিল। উল্লেখ কৰা হৈছে একমাত্ৰ সেইবোৰ ৰাজশক্তিৰ স্থায়িত্বৰ প্ৰমাণ হিচাপে যেনেকৈ ৰাজধানীখনৰ কাব্যিক বৰ্ণনাই দুৰ্জয় নগৰৰ সুৰক্ষিত ৰাজপ্ৰাসাদৰ অভেদ্যতা দেখুৱাইছে।

ৰত্নপালক গৌড়ৰ ৰজা ৰাজ্যপালক এখন ডাঙৰ যুদ্ধত পৰাস্ত কৰাৰ কৃতিত্ব দিয়া হৈছে তেওঁৰ নিজৰ সৈন্যবাহিনীৰ শক্তিৰে। মহীপালৰ পাছত গৌড়ত পালসকলৰ ৰাজত্বৰ পতন ঘটাত কামৰূপ ৰাজ্য সম্প্ৰসাৰণৰ এটা সুযোগ আহিবলৈ ধৰে। ৰত্নপালৰ পুত্ৰ পুৰন্দৰপাল, ধৰা (পৃথিৱী) পূৰ্ণ কৰিছিল। শিৱদেৱতাৰ শুভ্ৰ ৰং দিয়া মন্দিৰ নিৰ্মাণ কৰি। বেদত জ্ঞান থকা বিদ্বান ব্ৰাহ্মণ পণ্ডিতৰ বাসগৃহসমূহ সকলোধৰণৰ সম্পদৰ সৈতে ভৰাই দিছিল, যজ্ঞ-গৃহৰ মজিয়াত যজ্ঞ বেদীৰ সৈতে, সম্পূৰ্ণ আকাশ যজ্ঞৰ হোমৰ ধোঁৱাৰে আবৃত কৰিছিল আৰু সকলোবোৰ বাসগৃহ বিজয়ৰ স্মৃতিচিহ্নৰে ভৰপুৰ কৰিছিল। তেওঁ আছিল সম্ভ্ৰান্ত খ্যাতিৰ, কলা-বিদ্যাত নিপুণ, বীৰত্বপূৰ্ণ আৰু এজন সুকবি। তেওঁ প্ৰাচীৰ ৰাজকীয় পৰিয়ালৰ ৰাজকন্যা দুৰ্লভাক বিয়া কৰাইছিল আৰু তেওঁলোকৰ ইন্দ্ৰপাল নামৰ ল'ৰা এটাৰ জন্ম হৈছিল। হৰ্ণলে (Hoernle) ই ধাৰণা কৰে যে ৰত্নপালৰ জীৱন কালত পুৰন্দৰ পালৰ যুৱৰাজ অৱস্থাতে যে পুৰন্দৰ পালৰ যুৱৰাজ অৱস্থাত মৃত্যু হয় আৰু ৰত্নপালৰ উত্তৰাধিকাৰী হিচাপে তেওঁৰ নাতি ইন্দ্ৰপাল ৰজা হয়। পুৰন্দৰপালে ৰাজত্ব কৰা নাছিল, কিয়নো যুৱৰাজ হিচাপে মৃত্যু হয়। গুৱাহাটী তাম্ৰশাসন, খোনামুখি তাম্ৰশাসন আৰু শুভংকৰ পাটক তাম্ৰশাসনৰ পৰা এই কথা জনা যায়।

গাছতল অভিলেখত উল্লেখ আছে যে ৰত্নপালৰ পুত্ৰ পুৰন্দৰপাল, লক্ষ্য নিৰ্দ্ধাৰণ হৈছিল অসীমত। তেওঁৰ মৃত্যু হৈছিল পিতৃৰ জীৱন কালৰ বৃদ্ধবয়সত। সেইজন পুৰন্দৰপালে এজন যুৱৰাজ হিচাপে ৰাজ্যৰ পূব প্ৰান্তত শাসন কাৰ্য চলাইছিল বুলি গাছতল অভিলেখতো উল্লেখ আছে। ৰত্নপালৰ পিছত তেওঁৰ নাতি ইন্দ্ৰপালে উত্তৰাধিকাৰী সূত্ৰে ৰাজপাটত বহে, যিজনৰ সামৰিক কৃতিত্বৰ বিষয়ে অভিলেখত উদ্ধৃতি দিয়া আছে।

গাছতল অভিলেখে উল্লেখ কৰিছে ৰজাৰ জীৱন-ধাৰা সম্বন্ধে আৰু তেওঁৰ ৰাজ্যৰ সম্প্ৰসাৰণ সাগৰ উপকূললৈ, স্পষ্টভাৱে দক্ষিণ পূব বংগৰফালে। এইটো কোৱা হৈছে যে ইন্দ্ৰপালৰ বংগৰ ৰজা চন্দ্ৰ বংশৰ শ্ৰীচন্দ্ৰৰ পুত্ৰ কল্যাণ চন্দ্ৰৰ সৈতে নৌ যুদ্ধ কৃতকাৰ্যতাৰে গৌড় জয়েৰে সমাপ্ত হৈছিল।

ৰাষ্ট্ৰকুট বংশৰ ৰাজকন্যা ৰাজ্যদেৱী হৈছে তেওঁক ৰাণী।

ইন্দ্ৰপালৰ গুৱাহাটী আৰু গুৱালকুছি তাম্ৰশাসন দুখন লিপিবদ্ধ কৰা হৈছে ক্ৰমে তেওঁৰ ৮ ম আৰু ২১ তম

ৰাজত্বকালত। হৰ্ণলে (Hoernle) আৰু ভট্টাচাৰ্যই গুৱাহাটী তাম্ৰশাসন একাদশ শতিকাৰ মধ্যত নিৰ্দ্ধাৰণ কৰিছে। সেয়ে ইন্দ্ৰপালৰ ৰাজত্ব অনুঃ১০৪০ খ্ৰীষ্টাব্দ আৰু ১০৬৫ খ্ৰীষ্টাব্দৰ ভিতৰত প্ৰতিষ্ঠা কৰা হৈছে।

ইন্দ্ৰপাল আছিল পূবৰ বস্তি আৰু শত্ৰু ধ্বংসকাৰী হিচাপে মহাদেশ খ্যাত, ৰাজনীতিজ্ঞ আৰু নৈতিক চৰিত্ৰবান। তেওঁ উপাধি লৈছিল 'পৰমেশ্বৰ পৰমভট্টাৰক মহাৰাজাধিৰাজ', যিটোৱে তেওঁক সূচায় এজন প্ৰতাপী ৰজা হিচাবে। তেওঁ নীতিগতভাৱে ৰাজ্য শাসন কৰিছিল; এটা দীৰ্ঘকাল শত্ৰুদমন কৰিছিল তেওঁৰ প্ৰবল শক্তিৰ গুণত, বহু ধৰ্মীয় যজ্ঞ অনুষ্ঠিত কৰিছিল ইন্দ্ৰদেৱতা আৰু অপেশ্বৰীক সন্তুষ্ট কৰিবলৈ, তেওঁ আছিল কামদেৱৰ দৰে। আকৌ কোৱা হৈছে যে যেতিয়া তেওঁ সিংহাসনত উপৱিষ্ট হয়, তেওঁৰ সভাগৃহৰ মজিয়াখন দেখা যায় ঠিক ফালেৰে পূৰ্ণ গছৰ লেখীয়াকৈ মণি-মুক্তাৰে সিঁচৰতি হৈ থকা ৰাজকুমাৰসকলে ৰজাক স্বতঃস্ফূৰ্তভাৱে সম্মান দেখুৱাবলৈ ভক্তিভাৱে হাত দুখন নমস্কাৰ মুদ্ৰাত, মূৰ নত কৰি; দণ্ডায়মান হোৱাত, তেওঁলোকৰ মুকুৰি পৰা সৰি পৰে সেই মণি-মুক্তাবোৰ।

গৌড়ৰ ৰজাক চিনাক্ত কৰিবলৈ হ'লে, যিজনৰ ৰাজত্ব কালত তেওঁৰ ৰাজ্য কল্যাণ চন্দ্ৰই দখল কৰিছিল, আমি চাব লাগিব পূৰ্ব বংগৰ চন্দ্ৰৰ ৰাজত্বকাল, যিজনে বিক্ৰমপুৰৰ পৰা ৰাজ্য শাসন কৰিছিল গৌড় ৰাজ্য পতনৰ সময়ত। প্ৰতাপ চৌধুৰীৰ মতে যেতিয়া ন্যায়পাল ৩য় বিগ্ৰহপাল তৃতীয় আৰু ২ য় মহীপাল দ্বিতীয়ৰ অধীনত পালসকলে বৰ দুৰ্বল হৈ পৰে তেতিয়া চন্দ্ৰসকলৰ উত্থান হয় আৰু তেওঁলোকৰ পিছত বৰ্মনসকলে পূৰ্ব বংগত ৰাজ্য প্ৰতিষ্ঠা কৰে। সকলো দিশৰ পৰা এলানি বিদেশী আক্ৰমণৰ ফলস্বৰূপে পাল ৰাজ্যৰ ভেটী দুৰ্বল হয় আৰু গৌড়ৰ নিয়ন্ত্ৰণ হেৰুৱাইছিল। অকল পূৰ্ব বংগতে নহয় পশ্চিম আৰু দক্ষিণ বংগতো একাদশ শতিকাৰ মধ্যভাগত। তেওঁলোকৰ নিয়ন্ত্ৰণ ঢিলা হৈ পৰে। কল্যাণচন্দ্ৰ, বিগ্ৰহপালক সম্ভৱ পৰাভূত কৰিছিল। গাছতল অভিলেখৰ পৰা জনা সেইজন কল্যাণচন্দ্ৰক কামৰূপৰ ইন্দ্ৰপালে পৰাস্ত কৰে। বংগ আৰু গৌড় উভয় ৰাজ্য চোল আৰু কলচুৰীৰ ৰজাই আক্ৰমণ কৰিছিল এই সময়তে। ইন্দ্ৰপালে ইতিমধ্যে ৰাষ্ট্ৰকূটসকলৰ সৈতে বৈবাহিক মিত্ৰতা স্থাপন কৰি শক্তিশালী হৈছিল। এইটো নিঃসন্দেহে গৌড়-ৰাষ্ট্ৰকূটৰ মিত্ৰতালৈ অহাৰ এটা উপায় হৈছিল। যিটো গৌড়ৰ ৰাজ্যপালে সম্পন্ন কৰি শত্ৰুসকলৰ ওপৰত এটা কূটনৈতিক জয় হৈছিল। পালসকলৰ দুৰ্বলতা আৰু তেওঁলোকৰ চন্দ্ৰসকলৰ সৈতে কাজিয়াৰ সুযোগ লৈ ইন্দ্ৰপালে সম্ভৱ আক্ৰমণ কৰিছিল বংগ আৰু পূৰ্ব বংগ। তেওঁৰ অভিলেখৰ পৰা প্ৰমাণ পোৱা যায়, তেওঁ দখল কৰিছিল এটা বৃহৎ অংশ; যিখনক পুণ্ড্ৰবৰ্দ্ধনভুক্তি নামে জনা যায়। গুৱালকুছি তাম্ৰশাসন য'ত লিপিবদ্ধ আছে মাটি দান সম্পৰ্কে। পুণ্ডৰিভূমিৰ অন্তৰ্গত মাটি এডৰা দান দিছিল বংগৰ সাৱথি বা শ্ৰাৱস্তিৰ ব্ৰাহ্মণ এজনক। উত্তৰ আৰু পূব বংগ ইন্দ্ৰপালে অধিকাৰ কৰিছিল। জাত বৰ্মনৰ শোষণৰ পূৰ্বতে, যিজনে তেওঁৰ বেৱলা তাম্ৰশাসনৰ জৰিয়তে পুণ্ড্ৰবৰ্দ্ধনত মাটি দান দিছিল। আন সমসাময়িক শক্তিৰ উপৰিও তাম্ৰশাসনে যোগ্যতা দিছিল 'অংগসকলৰ মাজত তেওঁৰ আধিপত্য বিস্তাৰ কৰি' আৰু কামৰূপৰ ভাগ্য জয় কৰি, 'পৰিভাৱয়মংস্তাম কামৰূপশ্ৰীয়মং'। কিছুমান পণ্ডিতে ধাৰণাকৰে যে জাতবৰ্মনে কামৰূপ আক্ৰমণ আৰু জয় কৰিছিল ব্ৰহ্মপালৰ ৰাজত্বকালত বা পাছৰ সময়ত। যদি জাতবৰ্মন ৩ য়, বিগ্ৰহপাল তৃতীয় বা ২ য় মহীপালৰ সমসাময়িক আৰু তেওঁক স্থাপন কৰা হয় একাদশ শতিকাৰ দ্বিতীয়াৰ্ধ বা তৃতীয়াংশত, তেতিয়া হ'লে ব্ৰহ্মপালৰ সময়ত এইটো ঘটা নাছিল সেইটো হৰ্ষপালৰ ৰাজত্ব কালতহে ঘটিছিল। উক্ত তাম্ৰশাসনৰ উক্তিয়ে নুবুজায় জাতবৰ্মনে প্ৰকৃততে কামৰূপ থকা কামৰূপৰ দখল হেৰুৱায়, যিটো পিছত ধৰ্মপালে (১০৯৫-১১২০ খ্ৰীষ্টাব্দ) পুনৰ উদ্ধাৰ কৰে। তেওঁ শুভংকৰপাটক তাম্ৰশাসনত দিজ্জিন বিষয়ত মাটি দান দিয়া প্ৰমাণ পোৱা যায়।

**গোপালদেৱ ঃ** ইন্দ্ৰপালৰ পিছতে কামৰূপৰ ৰজা হয় তেওঁৰ কৃতী পুত্ৰ গোপালদেৱ। তেওঁ ইন্দ্ৰপালৰ ঔৰসত আৰু ৰাজ্যদেৱীৰ গৰ্ভত জন্ম গ্ৰহণ কৰে।

গোপালদেৱৰ গাছতল, ধৰ্মপালৰ খোনামুখ আৰু শুভংকৰপাটক তাম্ৰশাসনৰ পৰা তেওঁৰ প্ৰশংসনীয় গুণসমূহ যেনে দানশীলতা আৰু যুদ্ধ-বিগ্ৰহত কৃতকাৰ্যতা সম্বন্ধে জনা যায়। এইটো সম্ভৱ যে গোপালে তেওঁৰ পিতৃ ইন্দ্ৰপালে

পৰাজয় কৰা গৌড় আৰু বংগৰ ৰজাক পুণ্ড্ৰবৰ্দ্ধনত সুদৃঢ় কৰিছিল। তেওঁ ৰাজত্ব কৰিছিল অনুঃ ১০৬৫-১০৮৫ খ্ৰীষ্টাব্দৰ ভিতৰত, আৰু দ্বিতীয় মহীপালৰ সমসাময়িক আছিল। মহীপালৰ ৰাজত্বকাল আছিল আভ্যন্তৰীণ আৰু বহিৰাগত উভয়তে অশান্তিপূৰ্ণ। প্ৰতাপ চৌধুৰীয়ে ভাবে যে গোপালে বাৰেন্দ্ৰত গৌড়পালৰ তলতীয়া শাসনৰ্কতাসকলক ব্যৱহাৰ কৰিছিল আৰু কামৰূপৰ আধিপত্য বংগত অক্ষত আছিল। কামৰূপৰ ক্ষমতা বৃদ্ধিয়ে নিঃসন্দেহে জাতবৰ্মনৰ পৰৱৰ্তী আক্ৰমণৰ বাবে দায়ী হৈছিল। যিজনে গৌড়ৰ লগত তেওঁলোকৰ তলতীয়া শাসনকৰ্তাসকলৰ সৈতে আৰু হৰ্ষপালৰ অধীনত কামৰূপৰ পালসকলৰ ব্যৱস্থা কৰিছিল। ইয়াৰ পিছতে বিক্ৰমাদিত্য চালুক্য ষষ্ঠৰ আক্ৰমণ নিশ্চয় হৈছিল, গোপালে কামৰূপৰ বিশাল অধিকাৰ অক্ষুণ্ণভাবে ৰাখি নিজৰ ক্ষমতাৰ পৰিচয় দিছিল আৰু ডাঙৰ এলেকা তেওঁ মাটি দান দিছিল। ৰাজকীয় উপাধি 'পৰমেশ্বৰ পৰমভট্টাৰক মহাৰাজাধিৰাজ' লৈছিল।

গোপাল আছিল ক্ষমতাত অপ্ৰতিদ্বন্দ্বী আৰু ৰাজকীয় পৰিয়ালৰ এজন উজ্জ্বল ব্যক্তি; এই ধৰাত (পৃথিৱীত) তেওঁ আছিল প্ৰবল শক্তিৱান যোগ্যবান, অতি দানশীল আৰু বিদ্বান, নম্ৰতাৰ সৈতে সাংস্কৃতিক গুণ সমৃদ্ধ। পুষ্পভদ্ৰা তাম্ৰশাসনত তেওঁক বৰ্ণনা কৰা হৈছে যে তেওঁ নৈতিক উৎকৰ্ষৰ অধিকাৰী আৰু তেওঁ এজন নীতি-ধৰ্মৰ জ্ঞানসম্পন্ন ৰজা আছিল আৰু তেওঁৰ ক্ষমতা আছিল অগ্নিৰ দৰে শত্ৰুৰ ৰাজ্য গ্ৰাসকাৰী, গোপাল আছিল শক্তিশালী আৰু দানত উদাৰ।

**হৰ্ষপাল ঃ** গোপালৰ মৃত্যুৰ পিছত তেওঁৰ পুত্ৰ হৰ্ষপালে উত্তৰাধিকাৰী সূত্ৰে সিংহাসন আৰোহণ কৰে। তেওঁ আছিল এজন ডাঙৰ যোদ্ধা-বীৰ আৰু দক্ষ শাসক। অভিলেখত উল্লেখ পোৱা যায় যে যুদ্ধক্ষেত্ৰত তেওঁ বধ কৰা শত্ৰুৰ তেজে ৰাক্ষসৰ তৃষ্ণা দূৰ কৰে। ইয়াৰ পৰা বুজা যায় যে হৰ্ষপালে যুদ্ধত অৱতীৰ্ণ হৈছিল, য'ত বহু হত্যা সংঘটিত হৈছিল। বিলহনৰ 'বিক্ৰমাংকদেৱ চৰিত'ত চালুক্য ৰাজপুত্ৰ বিক্ৰমাদিত্য আৰু কামৰূপৰ ৰজাৰ মাজত হোৱা যুদ্ধ এখনৰ উল্লেখ পোৱা যায়। প্ৰতাপ চৌধুৰীয়ে বিক্ৰমাদিত্যক ষষ্ঠ চালুক্য বিক্ৰমাদিত্য (১০৭৬-১১২৬ খ্ৰীঃ) সৈতে চিনাক্ত কৰিছে, যিজনক কোৱা হৈছে মগধ, বংগ, গৌড় আৰু কামৰূপৰ বিধ্বস্তকাৰী হিচাপে। এইটো সম্ভৱ যে হৰ্ষপালে তেওঁৰ সৈতে যুদ্ধত অৱতীৰ্ণ হৈছিল উত্তৰ বংগত নাইবা কামৰূপৰ পশ্চিম সীমান্তত। কিন্তু এই আক্ৰমণৰ ফলস্বৰূপে গৌড় বা কামৰূপৰ কোনো অঞ্চল হস্তগত যোৱা নাছিল। হৰ্ষপালৰ ৰাজত্বকালত কামৰূপৰ পশ্চিম অংশ হেৰুৱাব লগা হৈছিল, যিটো পিছত পুনৰ উদ্ধাৰ কৰে তেওঁৰ উত্তৰাধিকাৰীসকলে।

হৰ্ষপালে ৰত্নাদেৱীক বিয়া কৰাইছিল আৰু তেওঁৰ পৰা ধৰ্মপাল নামৰ পুত্ৰৰ জন্ম হৈছিল।

**ধৰ্মপাল ঃ** হৰ্ষপালৰ পিছত তেওঁৰ পুত্ৰ ধৰ্মপাল কামৰূপৰ ৰজা হয়। ধৰ্মপালে কামৰূপৰ ৰাজ সিংহাসন আৰোহণ কৰাৰ পিছত ৰাজ্যৰ হেৰোৱা মৰ্যাদা পুনৰুদ্ধাৰ কৰে আৰু তেওঁৰ ৰাজত্বকালত ৰাজ্যৰ উন্নতি লাভ কৰে।

ধৰ্মপালৰ বৰ্তমানলৈ তিনিখন তাম্ৰশাসন উদ্ধাৰ হৈছে। সেইকেইখনৰ ভিতৰত খোনামুখ আৰু শুভংকৰপাটক তাম্ৰশাসন দুখন ক্ৰমে তেওঁৰ ৰাজত্বৰ প্ৰথম আৰু তৃতীয় বৰ্ষত লেখা হৈছিল। পুষ্পভদ্ৰা তাম্ৰশাসনত কোনো তাৰিখৰ উল্লেখ নাই; পদ্মনাথ ভট্টাচাৰ্যই সেইখন তেওঁৰ ৰাজত্বৰ শেষৰফালে বুলি সাব্যস্ত কৰিছে।

তেওঁৰ ৰাজত্বকালত হোৱা গুৰুত্বপূৰ্ণ ৰাজনৈতিক ঘটনা হৈছে তেওঁৰ ৰাজ্যৰ পশ্চিম সীমা কৰতোয়া নদীৰ পশ্চিম ফাললৈ বিস্তাৰিত কৰা হয়। প্ৰতাপ চৌধুৰীয়ে কৈছে হৰ্ষপালৰ ৰাজত্বকালত পুণ্ড্ৰবৰ্দ্ধন ক্ষন্তেকীয়াভাবে হেৰুৱাৰ পিছত ধৰ্মপালে পুনৰ উদ্ধাৰ কৰে। ঠিক ৰজা হোৱাৰ পিছতে উত্তৰ বংগৰ কোনোবা তলতীয়া ৰজাৰ পৰা নাইবা ৰামপালৰ পৰা, আৰু বিজয়ৰ চিন স্বৰূপে তেওঁ এই অঞ্চলত মাটি দান দিছিল। তেওঁৰ বিজয়ৰ পৰা এই অঞ্চল 'সমুদ্ৰই' আগুৰি ধৰে; সম্ভৱ তেওঁৰ আধিপত্য সাগৰলৈ (বংগোপ সাগৰ) বিস্তাৰিত হোৱাকে সূচাইছে। জাতবৰ্মনৰ পিছত তেওঁৰ উত্তৰাধিকাৰীসকলৰ দুৰ্বলতাৰ পৰা ভোজবৰ্মনৰ উত্থানৰ সময়লৈকে ধৰ্মপালৰ আধিপত্য তেওঁলোকৰ ওপৰত প্ৰতিষ্ঠা কৰিবলৈ সুযোগ ঘটিছিল আৰু সমুদ্ৰৰ পাৰলৈ তেওঁৰ ৰাজ্য বিস্তাৰিত হৈছিল। ভট্ট চাৰ্যই অনুমান কৰে যে ধৰ্মপালে ৰাজত্বৰ আৰম্ভণিত বাহিৰৰ শত্ৰুৰ পৰা অশান্তি পাইছিল বা

তেওঁৰ আশংকা হৈছিল এক আসন্ন আক্ৰমণৰ প্ৰতি। যিয়েই নহওক তেওঁ কঠোৰ হাতেৰে অশান্তি দমন কৰি ৰাজ্যৰ সীমা কৰতোয়া নদীৰ পশ্চিমফাললৈ সম্প্ৰসাৰিত কৰিছিল।

ধৰ্মপালে তেওঁৰ ৰাজধানী প্ৰাগজ্যোতিষপুৰৰ পৰা কামৰূপ নগৰলৈ স্থানান্তৰ কৰিছিল। তেওঁৰ ৰাজত্বৰ শেষৰফালে। কামৰূপ নগৰৰ স্থান সম্পৰ্কে পণ্ডিতসকলৰ মাজত মতানৈক্য আছে। নগেন্দ্ৰনাথ বসুৱে স্থান নিৰ্ণয় কৰিছে ৰংপুৰত। তেওঁৰ মতে ৰাজধানী পশ্চিমলৈ স্থানান্তৰিত কৰাৰ উদ্দেশ্য আছিল পূবৰ পৰা শান আৰু আন জনগোষ্ঠী আৰু পশ্চিমৰ পৰা গৌড়সকলৰ আক্ৰমণৰ পৰা সুৰক্ষিত ৰাখিবলৈ। পদ্মনাথ ভট্টাচাৰ্যই কৈছে যে ধৰ্মপাল আৰু জয়পাল শ্ৰাৱস্তিৰ প্ৰজাৰ প্ৰতি উদাৰ আৰু অনুৰাগী হৈছিল আৰু এইটোৱে সম্ভৱ ৰাজধানী স্থানান্তৰৰ উদ্দেশ্য আৰু শ্ৰাৱস্তিৰ ( পুণ্ড্ৰবৰ্দ্ধন) প্ৰতিবেশী হিচাপে কামৰূপ নগৰৰ অৱস্থিতি হয়। কনকলাল বৰুৱাই ৰাজধানীৰ স্থান উত্তৰ গুৱাহাটীত নিৰ্ণয় কৰিছে। উক্ত মন্তব্যটো এডৱাৰ্ড গেইট আৰু প্ৰতাপ চৌধুৰীয়েও সমৰ্থন জনাইছে। প্ৰাগজ্যোতিষপুৰে সম্ভৱ বুজাইছে প্ৰাচ্যৰ নগৰ (দুৰ্জ্জয়নগৰ)। য'ৰপৰা ৰাজধানীখন স্থানান্তৰ কৰিছিল গুৱাহাটী নাইবা উত্তৰ গুৱাহাটীলৈ। তেনেকৈ কামৰূপ নগৰৰ অৱস্থিতি গুৱাহাটী বা উত্তৰ গুৱাহাটীত; ধৰ্মপালৰ ৰাজত্বকালৰ পৰা আৰম্ভ কৰি ত্ৰয়োদশ শতিকাৰ দ্বিতীয়াৰ্দ্ধলৈ ৰাজধানী হিচাপে শাসনকাৰ্য চলোৱা গৈছিল আৰু ইয়াৰ পিছত কমতাপুৰলৈ স্থানান্তৰ কৰা হয়। প্ৰতাপ চৌধুৰীয়ে কৈছে যে প্ৰাচীন অসমৰ এটা দীৰ্ঘ যুগ ধৰি প্ৰাগজ্যোতিষ ৰাজধানী আছিল।

প্ৰতাপ চৌধুৰীৰ মতে কামৰূপৰ ৰাজধানী হিচাপে প্ৰাগজ্যোতিষ প্ৰাচীন অসমৰ সমগ্ৰ যুগতে আছিল। অসমৰ প্ৰাচীন ইতিহাসৰ সমগ্ৰ যুগৰ ৰাজধানী হিচাপে প্ৰাগজ্যোতিষ থকাৰ যি যুক্তি দৰ্শাইছে সেইটো শেষ সিদ্ধান্ত বুলি ক'ব নোৱাৰি, যেতিয়ালৈকে বেছি প্ৰামাণিক তথ্য আমাৰ হাতলৈ নাহে। অভিলেখত 'দুৰ্জ্জয়নগৰ', 'হাৰুপ্পেশ্বৰ', 'কামৰূপ-নগৰ', আদি স্থানত বিভিন্ন যুগত প্ৰাচীন অসমৰ ৰাজধানী থকাৰ উল্লেখ পোৱা যায়। প্ৰত্নতাত্ত্বিক অনুসন্ধানৰ পৰা বৰ্তমানৰ মেঘালয়ৰ অন্তৰ্গত গাৰো পাহাৰৰ ভাইটবাৰী-ফুলবাৰী, বৰপথাৰ, তেজপুৰ, উত্তৰ গুৱাহাটীত নগৰৰ ভগ্নাৱশেষ পোৱা গৈছে। এইকেইখন ঠাইত প্ৰাচীন অসমৰ ৰাজধানী থকাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি।

ধৰ্মপালক স্থাপন কৰা হয় ১০৯৫-১১২০ খ্ৰীষ্টাব্দৰ ভিতৰত। অভিলেখসমূহত তেওঁক উল্লেখ কৰা হৈছে 'পৰমেশ্বৰ পৰমভট্টাৰক মহাৰাজাধিৰাজ ধৰ্মপালদেৱ বৰ্মা' হিচাপে। ধৰ্মপাল একমাত্ৰ ৰজা যিজনৰ প্ৰশংসা গায় সমগ্ৰ বিশ্বই আৰু যিজন সকলো সৎগুণৰে ভূষিত আৰু যিজনৰ হৃদয় আছিল একমাত্ৰ ধৰ্মনিষ্ঠা (সাধুতা)ৰ। সৰস্বতী দেৱী আকৰ্ষিত হৈছিল যেনিবা তেওঁৰ মুখমণ্ডলৰ সুগন্ধিৰ দ্বাৰায় যিটো পদুম ফুলৰ সদৃশ গঢ় লোৱা। তেওঁ আছিল 'পাল ৰাজবংশ'ৰ উদিত সূৰ্য, কবিসকলৰ ৰত্ন-মুকুট, কলা-বিদ্যাৰ চৰ্চা কৰিছিল, সকলো সৎ গুণৰ অধিকাৰী আৰু তেওঁৰ আছিল নিষ্কলংক কীৰ্তি। তেওঁৰ উল্লেখনীয় বিৱৰণীৰ পৰা সহজে অনুমান কৰিব পাৰি যে ধৰ্মপাল আছিল এজন সাংস্কৃতিক গুণসম্পন্ন ধাৰ্মিক ৰজা। তেওঁ শিল্প বিদ্যা (কলা বিদ্যা)ত আৰু এজন ডাঙৰ কবি হিচাপে সুদক্ষ আছিল। যিজনে পুষ্পভদ্ৰা তাম্ৰশাসনৰ প্ৰথম আঠোটা শ্লোক ৰচনা কৰিছিল। তেওঁ নিজকে নিয়োগ কৰিছিল ধৰ্মপ্ৰচাৰৰ অৰ্থে আৰু এজন ধৰ্ম প্ৰচাৰক (ধৰ্মগুৰু) হৈছিল। তেওঁ বিদ্বান ব্ৰাহ্মণক মাটি দান আৰু পৃষ্ঠপোষকতা কৰিছিল। তেওঁ নিসন্দেহে প্ৰাচীন অসমৰ শেষ ডাঙৰ ৰজা।

তাম্ৰশাসনত পোৱা হিচাপে কামৰূপত ৰাজত্ব কৰা পাল ৰজাসকলৰ ৰাজবংশ ধৰ্মপালৰ সৈতে সমাপ্ত ঘটে। ধৰ্মপালৰ উত্তৰাধিকাৰীৰ বিষয়ে জনা নাযায়। যিয়েই নহওক শিলিমপুৰৰ অভিলেখত কামৰূপৰ ৰজা হিচাপে জয়পালৰ নাম উল্লেখ পোৱা যায়, তেওঁ নিশ্চিতভাৱে কামৰূপৰ ব্ৰহ্মপালৰ বংশৰ ৰজা। সন্ধ্যাকৰ নন্দীৰ 'ৰামচৰিত'ত এইটো উল্লেখ আছে যে ৰামপালৰ মায়ন নামৰ সেনাপতিজনে কামৰূপ জয় কৰিছিল। এইটো বিশ্বাসযোগ্য যে কামৰূপৰ ৰজাক গৌড়ৰ ৰজা ৰামপালে জয় কৰে; সেইজন কামৰূপৰ ৰজা জয়পালৰ বাহিৰে আন নহয়। জয়পালৰ সঠিক স্থান ৰাজবংশত জনা নাযায়। তেওঁ সম্ভৱ কামৰূপৰ পাল বংশৰ শেষ ৰজা ধৰ্মপালৰ পুত্ৰ আৰু উত্তৰাধিকাৰী। জয়পালে সিংহাসন আৰোহণ কৰিছিল অনুঃ ১১২০ খ্ৰীষ্টাব্দত।

ৰামপালে সম্ভৱ তিংগদেৱ নামৰ এজন তলতীয়া ৰজাক কামৰূপৰ সিংহাসনত বহুৱাইছিল। এই কথা বৈদ্যদেৱৰ কামৌলি তাম্ৰশাসনৰ পৰা জনা যায়। হস্তলিপি তত্ত্বৰ ফালৰ পৰা ৱেনিচে (Venis) ১১৪২ খ্ৰীষ্টাব্দৰ তেওঁক স্থাপন কৰিছে। বংগৰ যিটো অঞ্চল কামৰূপৰ দখলত আছিল সেই অঞ্চলটো হেৰুৱাই তিংগদেৱক এজন তলতীয়া ৰজা হিচাপে তাত বহুৱাইছিল। কামৰূপৰ ৰজা হিচাপে তেওঁৰ নাম অভিলেখত উল্লেখ নাই। কুমাৰপালৰ ৰাজত্বকালত তিংগদেৱে বিদ্ৰোহ কৰে। কুমাৰ পালে তিংগদেৱৰ বিদ্ৰোহৰ কথা জানিব পাৰি তেওঁৰ মন্ত্ৰী বৈদ্যদেৱক তিংগদেৱৰ ঠাইত নিযুক্তি দিয়ে। বৈদ্যদেৱে তেওঁৰ ভ্ৰাতৃ বুধদেৱৰ সৈতে তিংগদেৱৰ বিৰুদ্ধে যুদ্ধ অভিযান চলায় আৰু তিংগদেৱক যুদ্ধত পৰাস্ত কৰি বধ কৰে। বৈদ্যদেৱে সিংহাসন দখল কৰি লয়। বৈদ্যদেৱে বংগৰ পালসকলৰ তলতীয়া ৰজা হিচাপে দীৰ্ঘদিন থাকিবলগীয়া হোৱা নাছিল। অলপ দিন পিছতে সম্ভৱ কুমাৰ পালৰ মৃত্যু হোৱাত তেওঁ নিজকে স্বাধীন ৰজা হিচাপে ঘোষণা কৰে। স্বাধীন ৰজা হৈ তেওঁ ৰাজকীয় উপাধি 'মহাৰাজাধিৰাজ পৰমেশ্বৰ পৰমভট্টাৰক' গ্ৰহণ কৰে। বৈদ্যদেৱে কম সময়ৰ বাবে হ'লেও কামৰূপত ব্ৰাহ্মণ ৰাজবংশ এটা প্ৰতিষ্ঠা কৰে।

তেওঁ কামৌলি তাম্ৰশাসন হংসকোঞ্চিৰ পৰা ৰাজত্বৰ চতুৰ্থ বছৰত লেখাইছিল। উক্ত তাম্ৰশাসনত লিপিবদ্ধ আছে শান্তিপট্টক আৰু মন্দৰা নামৰ গাঁও দুখন দান কৰা সম্পৰ্কে। গাঁও দুখন অৱস্থিত কামৰূপ মণ্ডলৰ অন্তৰ্ভুক্ত বাড়াৰ বিষয়ত আৰু প্ৰাগজ্যোতিষ ভুক্তিৰ অন্তৰ্গত। তেওঁ এজন অকল পৰাক্ৰমী বীৰেই নহয় এজন বিশিষ্ট পণ্ডিতো আছিল। তেওঁ আছিল ধৰ্মপৰায়ণ আৰু এজন নিষ্ঠাবান বিষ্ণুভক্ত। তেওঁ বৈদ্যৰদড়ত ৰাজধানী প্ৰতিষ্ঠা কৰিছিল, যিখন ঠাই বৰ্তমানৰ কামৰূপৰ জিলাত অৱস্থিত।

বৈদ্যদেৱৰ উত্তৰাধিকাৰীক জনা নাযায়। এইচ. চি. ৰায়ে ভাবে যে বৈদ্যদেৱৰ পিছত তেওঁৰ ভ্ৰাতৃ বুধদেৱ ৰজা হয়। বল্লভদেৱৰ তেজপুৰ তাম্ৰশাসনখনৰ (তাৰিখ ১১৮৫ খ্ৰীষ্টাব্দ) পৰা জনা যায় এটা নতুন ৰাজবংশৰ বিষয়ে ঃ সেই ৰাজবংশৰ ৰায়াৰিদেৱ, উদয়কৰ্ণ আৰু বল্লভদেৱ ৰজা হৈছিল। অভিলেখত উল্লেখ আছে যে বল্লভদেৱে তেওঁৰ পিতৃৰ আদেশত মাতৃৰ বিদেহী আত্মাৰ মংগলাৰ্থে এটা ভক্তশালা (মগনিয়াৰ গৃহ) নিৰ্মাণ কৰিছিল। পদ্মনাথ ভট্টাচাৰ্যই এইটো অগ্ৰাহ্য কৰিছে। যেনিবা অসমৰ বাবে এইটোৰ গুৰুত্ব নাই। কনকলাল বৰুৱাই কৈছে যে এইকেইজন ৰজাই কামৰূপৰ শাসনকৰ্তা নাছিল কাৰণ বৈদ্যদেৱ আৰু ১১৮৫ খ্ৰীষ্টাব্দক বল্লভদেৱৰ তাম্ৰশাসন তাৰিখৰ মাজত এই ৰজাসকলৰ কোনো স্থান নাছিল; আৰু সেয়ে তেওঁলোক সম্ভৱ পাছৰ কামৰূপ ৰজাৰ তলতীয়া ৰজা বা শাসনকৰ্তা আছিল।

আৰ. ডি. বেনাৰ্জীয়ে বল্লভদেৱৰ ৰাজবংশক নিৰ্দিষ্ট স্থানত প্ৰতিষ্ঠা কৰিছে আৰু বল্লভদেৱৰ বংশক কামৰূপত ৰাজত্ব কৰা ৰজা হিচাপে চিনাক্ত কৰিছে। ৰায়, বসু আৰু ভট্টশালীয়ে তেওঁলোকক কৈছে বৈদ্যদেৱৰ বংশধৰৰ অবিলম্ব উত্তৰাধিকাৰী। বসুৱে আকৌ কৈছে যে ৰায়াৰিদেৱে বৈদ্যদেৱক বা তেওঁৰ কোনো এজনক পৰাস্ত কৰি কামৰূপ নিজৰ দখললৈ আনিছিল। ৰায়াৰিদেৱৰ পিতৃ ৰজা নাছিল। তেওঁৰ পিতৃ ভাস্কৰ আৰু পুত্ৰ, দুয়ো সাহসী সেনাপতি আছিল। তেজপুৰ তাম্ৰশাসনত বল্লভদেৱৰ বংশাৱলী ভাস্কৰৰ পৰা দেখুৱা হৈছে, যাক ভট্টশালীয়ে ভাস্কৰ বৰ্মনৰ সৈতে চিনাক্ত কৰিবলৈ বিচাৰিছে।

ৰায়াৰিদেৱে, যিজনৰ উপাধি ত্ৰৈলোক্যসিংহ ভাস্কৰ বংশৰ ৰজাসকলৰ এটা অলংকাৰ, বংগৰ সৈতে যুদ্ধত অৱতীৰ্ণ হৈ বংগৰ ৰজাক পৰাস্ত কৰিছিল। ভট্টশালীয়ে কৈছে যে তাম্ৰশাসনত উল্লেখ থকা বংগৰ ৰজা বিজয়সেনৰ সৈতে ৰায়াৰিদেৱৰ সংঘৰ্ষ হৈছিল। ৰায়াৰিদেৱে নিজকে স্বাধীন ৰজা হিচাপে প্ৰতিষ্ঠা কৰিছিল। তেওঁৰ পিছত উদয়কৰ্ণ আৰু উদয়কৰ্ণৰ পিছত বল্লভদেৱ কামৰূপৰ ৰজা হয়। বল্লভদেৱ এজন পৰাক্ৰমী ৰজা; অভিলেখত তেওঁৰ প্ৰশংসা এনেদৰে বৰ্ণনা কৰা আছে, বল্লভদেৱ আছিল বহুমুখী প্ৰতিভাসম্পন্ন, শান্তিপ্ৰিয়, সামৰিক গুণবিশিষ্ট ৰজা। ৰায় আৰু ভট্টশালীৰ মতে মহম্মদ-বিন-বখতিয়াৰৰ নেতৃত্বত ১২০২ খ্ৰীষ্টাব্দত তিব্বতলৈ চলোৱা সামৰিক অভিযানত বল্লভদেৱ বা তেওঁৰ উত্তৰাধিকাৰীয়ে অসমত সেই অভিযান সম্পূৰ্ণভাবে ধ্বংস কৰে। এই ঘটনাটো লিপিবদ্ধ আছে কানাইবৰশী বোৱা শিলালেখত (উত্তৰ গুৱাহাটী) ১১২৭ শক =১২০৬ খ্ৰীষ্টাব্দত "তুৰস্কসকল কামৰূপত উপস্থিত

হোৱাত সম্পূৰ্ণভাৱে ধ্বংস কৰা হয়", কিন্তু ৰাজত্ব কৰা ৰজাজনৰ উল্লেখ নাই। কনকলাল বৰুৱাই ধাৰণা কৰে যে কামৰূপৰ ৰা আছিল 'পৃথু'।

গাছতল স্তম্ভলেখত (১১৪৯ শক =১২২৭ খ্ৰীষ্টাব্দত) লিপিবদ্ধ আছে যে ৰজা বিশ্বসুন্দৰদেৱে চন্দ্ৰকান্তক আদেশ কৰিছিল ম্লেচ্ছসকলে ধ্বংস কৰা শিৱ মন্দিৰটো মেৰামতি কৰিবলৈ। ম্লেচ্ছসকলক চিনাক্ত কৰা হৈছে মুছলমানসকলৰ সৈতে, যিটো খিয়াচুদ্দিন আহিছিল ১২২৬ খ্ৰীষ্টাব্দত তেওঁৰ 'কামৰূপ' আৰু বংগৰ সামাৰিক অভিযানত। গাছতল অভিলেখৰ পৰা অসমত হোৱা মুছলমানৰ দ্বিতীয় আক্ৰমণৰ বিষয়ে উল্লেখ পোৱা যায়। অসমত মুছলমানৰ দ্বিতীয় আক্ৰমণৰ বিৱৰণী 'তবাকট-ই-নাসিৰিতো' পোৱা যায়। চুলতান খিয়াচুদ্দিন ইৱাজে অসম আক্ৰমণ কৰিছিল সম্ভৱ বংগৰ মাজেৰে (পূৰ্ব বংগ) ১২২৬ খ্ৰীষ্টাব্দত। তেওঁ কামৰূপত আক্ৰমণ কৰিছিল ১২২৭ খ্ৰীষ্টাব্দৰ আদিতে আৰু তেওঁ নগাঁও জিলাৰ ডবকা আৰু গাছতলত অঞ্চললৈ অগ্ৰসৰ হৈ গাছতল থকা শিৱমন্দিৰটো ধ্বংস কৰিছিল। ইয়াৰ পিছত মুছলমান আক্ৰমণ হৈছিল ইখতিয়াৰুদ্দিন উজবেকৰ নেতৃত্বত ১২৫৬-৫৭ খ্ৰীষ্টাব্দত। এই আক্ৰমণৰ পিছত পুৰণি কামৰূপ ৰাজ্য বহু সৰু সৰু ৰাজ্যত বিভক্ত হয়। একে সময়তে আহোমসকলে ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰৱেশ কৰে আৰু পুৰণি ৰাজবংশৰ উত্তৰাধিকাৰীসকলক পশ্চিমলৈ খেদি পঠায়। সম্ভৱ পুৰণি ৰাজবংশৰ ৰজাই আহোমসকলৰ উৎপীড়নৰ পৰা ৰক্ষা পাছলৈ ৰাজধানী কমতালৈ স্থানান্তৰ কৰে। আহোমসকলে পুৰণি কামৰূপ ৰাজ্যৰ অধিকাংশ অধিকাৰ কৰি তেওঁলোকে অসমৰ ইতিহাসত এটা নতুন যুগৰ সূচনা কৰে।

ধৰ্মপালে বংগ জয় কৰে সিংহাসন আৰোহণ কৰাৰ ঠিক পিছতে। তেওঁ খোনামুখী তাম্ৰশাসন প্ৰেৰণ কৰিছিল তেওঁৰ ৰাজত্বৰ প্ৰথম বছৰতে অৰ্থাৎ ১০৯৫-৯৬ খ্ৰীষ্টাব্দত। মাটি দান দিছিল সৰু গাত মেৰু দীঘলতি পুৰজিৰবিষয়ত। শুভংকৰপাটক তাম্ৰশাসন প্ৰেৰণ কৰিছিল তেওঁ ৰাজত্বৰ দ্বিতীয় বৰ্ষত অৰ্থাৎ ১০৯৬-৯৭ খ্ৰীষ্টাব্দত আৰু মাটি দান দিছিল কঞ্জিৱাত দিজ্জিনা বিষয়ৰ অন্তৰ্গত, যিসকলৰ মাজত অগ্ৰহাৰ ব্ৰাহ্মণসকলৰ বাবে প্ৰৱৰ্তন কৰিছিল। মাটি দান দিয়া দিজ্জিনা বিষয়ৰ অন্তৰ্গত, সেইখন ঠাই বৰ্তমানৰ উত্তৰ বংগৰ দিনাজপুৰৰ সৈতে চিনাক্ত কৰা হৈছে, আৰু ক্ৰোসজ্ঞৰ ব্ৰাহ্মণলৈ শ্ৰাৱস্তিত, মাটি দান দিয়াৰ পৰা জনা যায় দিজ্জিনা আৰু শ্ৰাৱস্তি কামৰূপৰ অন্তৰ্গত আছিল। শাৰথি ইন্দ্ৰপালৰ গুৱালকুছি তাম্ৰশাসনৰ আৰু ক্ৰোসজ্ঞ শুভংখৰ পাঠক তাম্ৰশাসনৰ ঠাইদুখন পুণ্ড্ৰবৰ্দ্ধন আৰু বংগৰ দিনাজপুৰত অৱস্থান নিৰ্ণয় কৰা হৈছে। শ্ৰাৱস্তিক অভিলেখত উল্লেখ কৰিছে ব্ৰাহ্মণ পৰাসৰক, য'ত কামৰূপৰ জয়পালে তেওঁক দিছিল এটা তুলাপুৰুষ দান হিচাপে ৯০০ সোণৰ মুদ্ৰা। ব্ৰাহ্মণজন আছিল বালগ্ৰাম পুণ্ড্ৰৰ আৰু তেওঁ যুক্ত আছিল তৰক্কাৰি নামৰ ঠাইৰ সৈতে শ্ৰাৱস্তিত, যিখন এন. জি. মজুমদাৰে মধ্যদেশত স্থান নিৰ্ণয় কৰিছে; জে. চি. ঘোষৰ মতে তৰক্কাৰি শ্ৰাৱস্তি হৈছে পুণ্ড্ৰত। আৰ. জি. বসাকে বালগ্ৰাম তৰক্কাৰি আৰু শ্ৰাৱস্তি বংগত বা গৌড়ত স্থান নিৰ্ণয় কৰিছে, শ্ৰাৱস্তি হৈছে উত্তৰ বংগত বা পুণ্ড্ৰবৰ্দ্ধনৰ অন্তৰ্গত আৰু দিজ্জিনা বিষয় বৰ্তমানৰ দিনাজপুৰত। দিজ্জিনা আৰু শ্ৰাৱস্তিৰ কাষত চন্দ্ৰপুৰী বিষয়াৰ আৰু দিনাজপুৰৰ ওচৰৰ, যি ঠাইৰ পৰা ভূতিবৰ্মনে মাটি দান দিছিল। বনমালাই মাটি দান দিছিল একে অঞ্চলতে তিস্তা কৰতোয়াৰ পশ্চিমফালে। কামৰূপৰ ৰজাসকলৰ লোলুপ দৃষ্টি আছিল পুণ্ড্ৰবৰ্দ্ধনৰ ওপৰত আৰু তেওঁলোকে সেই অঞ্চলত ব্ৰাহ্মণ্য সংস্কৃতি বিস্তাৰৰ বাবে অগ্ৰহাৰ গাঁওৰ পট্টন দিছিল। হৰ্ষপালৰ ৰাজত্বকালত হেৰোৱা পুণ্ড্ৰবৰ্দ্ধন ধৰ্মপালে পুনৰুদ্ধাৰ কৰে। উত্তৰ বংগৰ কোনো সৰু ৰজা বা ৰামপালৰ পৰা, আৰু পুণ্ড্ৰবৰ্দ্ধন জয় কৰাৰ চিন স্বৰূপে সেই অঞ্চলত মাটি দান দিছিল। বৰ্মনৰ উত্তৰাধিকাৰীসকল ভোজবৰ্মনৰ উত্থানটো এই সময় ছোৱাত পূৰ্ব বংগত আছিল দুৰ্বল ৰজা, আৰু ধৰ্মপালে সহজে তেওঁলোকৰ ওপৰত প্ৰভুত্ব প্ৰতিষ্ঠা কৰিব পাৰিছিল আৰু কামৰূপৰ পশ্চিম সীমা কৰতোয়াৰ পশ্চিমলৈ বিস্তাৰিত কৰিছিল।

ধৰ্মপালৰ পূৰ্বৰ তাম্ৰশাসনত তেওঁ ৰাজ্যশাসন কৰিছিল প্ৰাগজ্যোতিষৰ পৰা বুলি জনা যায়। পুষ্পভদ্ৰা তাম্ৰশাসন (শ্লোক ২০) লিখাইছিল তেওঁৰ ৰাজত্বৰ শেষৰফালে আৰু তেওঁ ৰাজ্যশাসন কামৰূপ নগৰৰ পৰা কৰা বুলি উল্লেখ আছে। তেওঁৰ ছীল মোহৰত অৱশ্যে 'প্ৰাগজ্যোতিষাধিপতি'

উপাধি দিয়া আছে যিটোৱে ৰাজ্যক সূচাইছে। কামৰূপ নগৰৰ স্থান সম্পৰ্কে পণ্ডিতসকলৰ মাজত মতানৈক্য আছে। এন. এন. বসুৱে 'ৰংপুৰত' স্থান নিৰ্ণয় কৰি কৈছে যে শান আৰু আন জনজাতীয় ৰজাসকল পূৰ্বাঞ্চলত শক্তিশালী হৈ পৰাত আৰু পশ্চিমফালৰ পৰা গৌড়ৰ ৰজাই পুনৰ আক্ৰমণ কৰিব পাৰে বুলি শংকাবোধ কৰি দুয়োফালৰ পৰা ৰাজ্য সুৰক্ষা কৰি ৰাখিবলৈ কামৰূপৰ ৰজাই পশ্চিমলৈ ৰাজধানী স্থানান্তৰ কৰে। কিন্তু শানসকলে অসম আক্ৰমণ কৰিছিল ত্ৰয়োদশ শতিকাৰ প্ৰথমাৰ্ধত। পদ্মনাথ ভট্টাচাৰ্যই দৃঢ়তাৰে কৈছে যে শ্ৰাৱস্তিত মাটি দান বা ধৰ্মপালে দেখুৱা উদাৰতা আৰু তেওঁৰ উত্তৰাধিকাৰীসকলে প্ৰজাসকলৰ প্ৰতি দেখুৱা উদাৰতাই ৰাজধানী কামৰূপ নগৰলৈ স্থানান্তৰ কৰিছিল, যিখন কামৰূপ নগৰ উত্তৰ বংগৰ শ্ৰাৱস্তিৰ নিকটবৰ্তী অঞ্চলত অৱস্থিত। তেওঁ আকৌ কৈছে যে ৰাজধানীখন দুৰ্জয়াৰ পৰা কামৰূপ নগৰলৈ স্থানান্তৰ কৰা হৈছিল আনকি ধৰ্মপালৰ পূৰ্বে। আন প্ৰকাৰে তেওঁ কৈছে দুৰ্জয়া নাম আৰু লৌহিত্য উল্লেখ থাকিলহেঁতেন তেওঁৰ (ধৰ্মপালৰ) শুভংকৰপাটকা তাম্ৰশাসনত। যদিও তেওঁ ৰাজ্য বিস্তাৰ কৰিছিল কৰতোয়ালৈ, ভট্টাচাৰ্যই কয় যে ৰাজধানী স্থানান্তৰ কৰিবলৈ বাধ্য হৈছিল ব্ৰহ্মপুত্ৰ অঞ্চলৰ পৰা বংগৰ শক্তিশালী শত্ৰুৰ আক্ৰমণক প্ৰতিদ্বন্দ্বিতা কৰিবৰ বাবে। সেয়ে তেওঁ ৰাজধানীখন চিনাক্ত কৰিছে কমতাৰ লগত। কমতাপুৰৰ ভগ্নাৱশেষৰ বুকানন হেমিল্টনে বৰ্ণনা কৰা হিচাপে ভট্টাচাৰ্যই কৈছে যে কামাখ্যাৰ মন্দিৰ এটা ইন্দ্ৰপালে কমতাত নিৰ্মাণ কৰিছিল। অৱশ্যে এই অনুমানৰ ভিত্তি নাই। যিয়েই নহওক এইটো সত্য যে মুছলমান লেখকে কামৰূপ আৰু কমতা মাজে সময়ে সমাৰ্থক আৰু মাজে সময়ে দুখন ৰাজ্য হিচাপে কৈছে। তেওঁলোকে কৈছে কামৰূপ 'কামৰু' আৰু 'কামৰুদ' আৰু এই নামটো ব্যৱহাৰ কৰিছিল কমতাৰ সৈতে সমাৰ্থক হিচাপে। মিনহাজে তেওঁৰ তবাকাট-ই-নাসিৰীত কমতা বা কমতাপুৰ জনা নাছিল, কিন্তু কামৰূপক জানিছিল 'কামৰুদ' নামেৰে আৰু ইয়াৰ ৰজাক 'কামৰুদৰ ৰাও' হিচাপে। ৰিয়াজৰ লেখক আৰু পৰবৰ্তী মুছলমান বুৰঞ্জীবিদে উল্লেখ কৰিছিল কামৰু আৰু কমতাক একেলগে, কাৰণ ৰাজ্যৰ শাসনকাৰ্য তেতিয়া কমতা বা কমতাপুৰৰ পৰা চলাইছিল। প্ৰতাপ চৌধুৰীৰ মতে ৰাজ্যখনৰ ৰাজধানী আছিল গুৱাহাটীৰ ওচৰত, যিটো মুছলমান আক্ৰমণে প্ৰাণ কৰে। বখতিয়াৰে ১২০৫-৬ খ্ৰীষ্টাব্দত গুৱাহাটীলৈ অভিযান চলাইছিল আৰু এই ঘটনাটো একমাত্ৰ তবাকাট-ই-নাসিৰিত উল্লেখ থকা নহয়, উত্তৰ গুৱাহাটীৰ এটা শিলা লেখতো লিপিবদ্ধ আছে। ইয়াৰ পিছত ঘিয়াছুদ্দিন ইৱাজে ১২২৬ খ্ৰীষ্টাব্দত আৰু ইখতিয়াৰ উদ্দিন যুজবেক তুগ্ৰীলখানে ১২৫৬ খ্ৰীষ্টাব্দত সম্ভৱ গুৱাহাটী পাইছিল। তাত তেওঁলোকৰ উদ্ধাৰ হোৱা মুদ্ৰাসমূহৰ পৰা ইয়াৰ প্ৰমাণ পোৱা যায়। সম্ভৱ ত্ৰয়োদশ শতিকাৰ মধ্যত গুৱাহাটীৰ বা ইয়াৰ ওচৰত ৰাজধানী আছিল। ৰংপুৰ বা কমতাৰ ধ্বংসাৱশেষ আৰু ধৰ্মপাল ৰজাৰ পৰম্পৰা অনুসৰি পুষ্পভদ্ৰা তাম্ৰশাসনৰ কামৰূপৰ নগৰৰ ধৰ্মপালৰ সৈতে চিনাক্ত কৰিব পৰা নাযায়। গতিকে মুছলমান লেখকৰ মতে মুছলমান আক্ৰমণকাৰীয়ে কামৰূপ নগৰলৈ অভিযান চলাইছিল আৰু সেইখন উত্তৰ গুৱাহাটীৰ এখন ঠাইৰ সৈতে চিনাক্ত কৰিব পাৰি, যিখন ঠাই প্ৰাগজ্যোতিষপুৰ বা গুৱাহাটীৰ বিপৰীতে অৱস্থিত। তাত দুৰ্গ গড়, মন্দিৰ পথৰ বিস্তৃত ভগ্নাৱশেষসমূহ একাদশ-দ্বাদশ শতিকাৰ সেইবোৰে সকিয়াই দিয়ে ধৰ্মপালৰ ৰাজত্বত পালৰ ৰাজধানী আছিল। উত্তৰ গুৱাহাটীত পুব অংশ বৰ্তমানো ৰাজদুৱাৰ বুলি জনা যায়, যিয়ে দেখুৱায় যে তাত ৰজাৰ ৰাজপ্ৰাসাদ আছিল। পুষ্পভদ্ৰা-তাম্ৰশাসন ৰাজমহলত উদ্ধাৰ হোৱাৰপৰা ক'ব পাৰি যে কামৰূপ নগৰ ত্ৰয়োদশ শতিকাৰ শেষাৰ্দ্ধলৈ ৰাজধানী উত্তৰ গুৱাহাটীত আছিল ইয়াৰ পিছত যেতিয়া এটা নতুন ৰাজবংশ প্ৰতিষ্ঠা হয় তেতিয়া কমতালৈ ৰাজধানী স্থানান্তৰ কৰা হয়।

তেওঁ জয় কৰা ৰাজ্যসমূহ একত্ৰিত কৰাৰ পিছত, ধৰ্মপালে নিজকে একান্তভাৱে নিয়োজিত কৰিছিল ধৰ্ম বিস্তাৰ আৰু শিক্ষাৰ উন্নতিৰ ক্ষেত্ৰত। পুষ্পভদ্ৰা তাম্ৰশাসনৰ (শ্লোক ৬,৭) পৰা জনা যায় তেওঁ (বজ্ৰমান) পন্থাৰ এজন ধৰ্মপ্ৰচাৰক হৈছিল; আৰু তেওঁ ধৰ্মৰ পৃষ্ঠপোষকেই নাছিল, লগতে এজন কবিও আছিল। উক্ত তাম্ৰশাসনৰ প্ৰথম আঠটা শ্লোক তেওঁ ৰচনা কৰিছিল। তেওঁ আছিল পাল বংশৰ সূৰ্য, কবিসকলৰ ৰত্ন মুকুট, সকলো কলা বিদ্যাৰ অধিকাৰী, সকলো গুণেৰে ভূষিত, নিষ্পাপ (পবিত্ৰ) আৰু ধাৰ্মিক

(নৈতিক উৎকৰ্ষসম্পন্ন, সৎগুণসম্পন্ন)। তেওঁৰ তাম্ৰশাসনে দেখুৱায় তেওঁৰ ব্ৰাহ্মণসকলৰ প্ৰতি থকা পৃষ্ঠপোষকতা আৰু উদাৰতা। এটা সমৃদ্ধ ৰাজকোষ এটা প্ৰণালীবদ্ধ প্ৰশাসনীয় যন্ত্ৰ আৰু সবল বৈদেশিক নীতিৰ সৈতে তেওঁ কামৰূপৰ সীমা সম্প্ৰসাৰণ কৰি, শান্তি আৰু শৃঙ্খলা স্থাপন কৰি তেওঁ নিজকে প্ৰমাণ কৰিছিল কামৰূপৰ এজন শেষ ডাঙৰ ৰজা হিচাপে। তেওঁ প্ৰকৃততে ধৰ্ম, অৰ্থ আৰু কামৰ ৰক্ষাকৰ্তা হিচাপে তেওঁৰ দাবী সত্যতা প্ৰতিপাদন কৰিছিল।

**জয়পাল ঃ** তাম্ৰশাসনত উল্লেখ থকা পাল ৰজাসকলৰ বংশাৱলী সমাপ্ত হয় ধৰ্মপালৰ সৈতে; ধৰ্মপালৰ উত্তৰাধিকাৰী কোনজনা নাযায়। নগেন্দ্ৰনাথ বসুৱে ৰংপুৰৰ পৰম্পৰাৰ ভিত্তিত দৃঢ়তাৰে কৈছে যে ধৰ্মপালৰ উত্তৰাধিকাৰী হিচাপে তেওঁৰ পুত্ৰ ভৱচন্দ্ৰই ৰজা হয় আৰু তেওঁৰ সময়ৰ পৰা বংশৰ সাৰ্বভৌমত্ব নাইকিয়া হয় আৰু তেওঁৰ মন্ত্ৰী আছিল গৱচন্দ্ৰ। কিন্তু ধৰ্মপালৰ তেনেকুৱা পুত্ৰ থকাৰ প্ৰমাণ নাই। পৰম্পৰা অনুসৰি এইজন ধৰ্মপালৰ এইজন পুত্ৰ সম্ভৱ আন কোনো বংশৰ।

জয়পাল নামৰ কামৰূপৰ নৃপতি এজনক শিলিমপুৰ শিলালেখত উল্লেখ আছে এটা মন্দিৰ নিৰ্মাণ কৰা সংক্ৰান্তত, এজন প্ৰহাস নামৰ ব্ৰাহ্মণে সাজিছিল অমৰনাথৰ মূৰ্তি এটা। এই শিলালেখখন উদ্ধাৰ হৈছিল বগ্ৰা জিলাৰ কেথাল থানাৰ অন্তৰ্গত শিলিমপুৰ মৌজাত। ইয়াত উল্লেখ আছে যে সেই ব্ৰাহ্মণজনক ভট্টপালে এক 'তুলাপুৰুষ' দান দিয়া সম্পৰ্কে। 'যদিও অনুৰোধ কৰা হৈছিল' অভিলেখৰ মতে "তেওঁ (প্ৰহাস) কোনো প্ৰকাৰে দান গ্ৰহণ কৰা নাছিল। ৯০০ সোণৰ মুদ্ৰা আৰু এখন 'শাসন' (মাটি দান পত্ৰ) যিটোৰ পৰা উৎপন্ন হোৱা এহাজাৰ (মুদ্ৰা) কামৰূপৰ ৰজা জয়পালদেৱৰ পৰা ৰজাই যেতিয়া এক তুলাপুৰুষ দান।" দিয়াৰ উল্লেখ কৰিছিল তেওঁ গ্ৰহণ কৰা নাছিল। এইটো স্পষ্টভাৱে উল্লেখ থকা সত্বেও জয়পালক কামৰূপৰ ৰজা হিচাপে চিনাক্ত কৰাটো বিতৰ্কিত। আৰ. জি. বসাকে জয়পালক কামৰূপৰ ৰজা হিচাপে চিনাক্ত কৰিছে। পদ্মনাথ ভট্টাচাৰ্যই একে মন্তব্যকে দাঙি ধৰিছে আৰু তেওঁ কৈছে জয়পাল হৈছে ধৰ্মপালৰ পুত্ৰ অথবা নাতি; গতিকে এই অভিলেখমতে জয়পাল কামৰূপৰ নৃপতিৰ বাহিৰে আন নহয়। অভিলেখখন উদ্ধাৰৰ নিকটৈম স্থান কামৰূপৰ সীমান্তত আৰু কামৰূপৰ পাল বংশৰ সৈতে সাদৃশ্য থকাৰ পৰা এইটো প্ৰমাণযোগ্য যে জয়পাল সেই বংশৰ। এই কথা কৈছে ৰায়ে। যদি অসমৰ বুৰঞ্জীমূলক গ্ৰন্থসমূহ নিৰ্ভৰ কৰিব পৰা যায় তেতিয়াহ'লে তেওঁক ৰামচন্দ্ৰৰ সৈতে চিনাক্ত কৰিব পাৰি।

জয়পালৰ স্থান আৰু পাল বংশৰ ৰাজপুত্ৰসকলৰ অন্তৰ্ভুক্ত সম্পৰ্কে মতানৈক্য আছে। কিন্তু পাল ৰাজবংশাৱলী তাম্ৰশাসনত উল্লেখ থকা হিচাপে ধৰ্মপালৰ পোনপটীয়া উত্তৰাধিকাৰী হিচাপে পোৱা নাযায়। তেওঁ পালবংশৰ পৰিয়ালৰ নহয়। তেওঁক কামৰূপৰ নৃপতি বুলি অভিলেখত উল্লেখ আছে যিটোৱে স্বাধীন ৰজাক সূচায়। যদি জয়পালৰ চিনাক্ত ৰামচন্দ্ৰৰ সৈতে কৰা হয় অসমীয়া ধাৰাবিৱৰণী অনুসৰি, তেতিয়াহ'লে তেওঁ ধৰ্মপালৰ উত্তৰাধিকাৰী, সম্ভৱ তেওঁৰ পুত্ৰ। তেওঁ ৰাজপাটত উঠে ১১২০ খ্ৰীষ্টাব্দত।

প্ৰহাসক দান দিয়া মাটিৰ স্থান পুণ্ড্ৰবৰ্দ্ধনৰ অন্তৰ্গত শ্ৰাৱস্তিত, যিটোৱে প্ৰমাণ কৰে জয়পালৰ ৰাজত্ব উত্তৰ বংগলৈ বিস্তৃত আছিল। অভিলেখখনে প্ৰমাণ কৰে ১০৯৬-৯৭ খ্ৰীষ্টাব্দৰ পৰা জয়পালৰ সিংহাসন আৰোহণ ১১২০ খ্ৰীষ্টাব্দৰ পিছলৈ পুণ্ড্ৰবৰ্দ্ধন কামৰূপৰ অন্তৰ্গত আছিল।

কামৰূপৰ সীমান্ত উত্তৰ বংগলৈ বিস্তাৰিত আছিল আৰু গুপ্তসকলৰ পতনৰ পৰা গৌড় আৰু কামৰূপৰ মাজত পৰাম্পৰাগত প্ৰতিদ্বন্দ্বিতা আছিল প্ৰভুত্বৰ বাবে। যেতিয়ালৈকে কামৰূপৰ ৰজাসকল শক্তিশালী আছিল, তেতিয়ালৈকে গৌড়ৰ ৰজাই বংগৰ পৰা কামৰূপৰ পশ্চিম সীমা ঠেলিব পৰা নাছিল। গৌড় যেতিয়া ৰামপালৰ অধীনত আছিল তেতিয়া গৌড়ৰ সৈন্য বাহিনীয়ে কামৰূপ আক্ৰমণ কৰিছিল। কিন্তু আক্ৰমণকাৰী আছিল মায়ন। আৰ. ডি. বেনাৰ্জীয়ে ভাৱে যে মায়নে কামৰূপ জয় কৰিছিল ১০৯৫ খ্ৰীষ্টাব্দত আৰু ৰামপাল পাছত কুমাৰপালই ৰজা হয় ১০৯৭ খ্ৰীষ্টাব্দত। নগেন্দ্ৰ নাথ বসুৱে কৈছে যে ধৰ্মপালৰ পুত্ৰ ভৱচন্দ্ৰৰ দুৰ্বল ৰাজত্বকালত কমতাৰ পৰা কামৰূপলৈ এই অঞ্চলটো হেৰুৱাইছিল আৰু এই অঞ্চল ৰামপালে জয় কৰিছিল। পদ্মনাথ ভট্টাচাৰ্যই দৃঢ়তাৰে কৈছে যে তেওঁ

আক্ৰমণ কৰিছিল ১০৯৪-৯৫ খ্ৰীষ্টাব্দত ধৰ্মপালৰ ৰাজত্বৰ সময়ত আৰু কামৰূপৰ দক্ষিণ পশ্চিম অঞ্চলত তিংগদেব আৰু বৈদ্যদেৱে ক্ৰমে ৰাজত্ব কৰিছিল; কামৰূপৰ পূব অংশত ধৰ্মপালে ৰাজত্ব কৰিছিল। ভট্টাচাৰ্যৰ মতে বৈদ্যদে ব ধৰ্মপালৰ সমসাময়িক আছিল। ভট্টচাৰ্যৰ মতে কামৰূপ ৰাজ্যৰ বিভাজন হৈছিল মায়নৰ জয়ৰ পিছত। গৌড়ৰ কৰতলতীয়াই শাসন কৰিছিল পশ্চিম অংশ আৰু ধৰ্মপাল আৰু তেওঁৰ উত্তৰাধিকাৰীয়ে পূব অংশত। ধৰ্মপালৰ তাম্ৰশাসনৰ পৰা জনা নাযায় বংগৰ কোন অংশটো কামৰূপৰ অধীনৰ পৰা হেৰুৱাইছিল। জয়পালে সিংহাসন আৰোহণ কৰে ১১২০ খ্ৰীষ্টাব্দত।

ৰামপালৰ ৰাজত্বৰ সময় ১০৮৫-১১৩০ খ্ৰীষ্টাব্দত। জয়পালে প্ৰভাসক শ্ৰাবস্তিত দান দিছিল ১১২০-২৫ খ্ৰীঃত আৰু এইজন ৰাজকুমাৰক পৰাজয় কৰিছিল। ৰামপালৰ ৰাজত্বৰ শেষৰফালে ১১২৫-১১৩০ খ্ৰীষ্টাব্দত। পদ্মনাথ ভট্টাচাৰ্যই শুদ্ধভাৱে দেখুৱাই দিছে 'চান্দোগ্য পৰিশিষ্ট প্ৰকাশ' ৰ ভিত্তিত যে উমাপতি আৰু জয়পাল আছিল দ্বাদশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ শেষৰফালে কেন্দ্ৰ ১১৩৮ খ্ৰীঃৰ পাছত নহয়। বৈদ্যদেৱৰ কমৌলি তাম্ৰশাসন (১১৪২ খ্ৰীঃ) প্ৰেৰণ কৰিছিল তেওঁৰ ৰাজত্বৰ চতুৰ্থ বৰ্ষত অৰ্থাৎ ১১৩৮ খ্ৰীঃত। তেওঁ কামৰূপৰ ৰজা আছিল, এই তাম্ৰশাসনে প্ৰমাণ কৰে যে বৈদ্যদেৱক প্ৰতিষ্ঠা কৰে কুমাৰ পালে। যেতিয়া বৈদ্যদেৱে তিংগদেৱৰ বিদ্ৰোহ দমন আৰু ৰামপালৰ তলতীয়া ৰজা হিচাপে তেওঁক কামৰূপৰ পশ্চিম অংশত (উত্তৰ বংগত) শাসন কৰিবলৈ দিয়ে। তিংগদেৱ ৰামপালৰ সমসাময়িক আৰু বৈদ্যদেৱো কুমাৰপালৰ সমসাময়িক আৰু তেওঁৰ ৰাজত্বকাল বৰ কম আছিল। কুমাৰ পালৰ সময় নিৰ্ধাৰণ সম্পৰ্কে পণ্ডিতসকলৰ মাজত মতানৈক্য আছে। আৰ. ডি. বেনাৰ্জীৰ মতে ১০৯৭-১১০৩ খ্ৰীঃ; আৰ. চি. মজুমদাৰৰ ১১২০-২৫ খ্ৰীঃ আৰু ডি. চি. ভট্টাচাৰ্যৰ মতে ১১১১-১১১৫ খ্ৰীঃ বা ১১২০-৩২ খ্ৰীঃ। তেওঁৰ ৰাজত্বৰ সময় সম্ভৱ ১১৩০-৩৫ খ্ৰীঃ যিটো সময় তিংগদেৱৰো। গতিকে কামৰূপ আক্ৰমণ কৰিছিল জয়পালৰ ৰাজত্বকালত খ্ৰীঃ ১১২৫-১১৩০ খ্ৰীঃৰ ভিতৰত।

মায়নৰ আক্ৰমণৰ পৰিণাম হিচাপে একমাত্ৰ বংগত কামৰূপৰ অধিকাৰ হেৰাইছিল, য'ত তিংগদেৱক এজন কৰতোৱা ৰজা হিচাপে বহুৱাইছিল। এইটো আছিল বৈদ্যদেৱ যিয়ে তেওঁৰ জয় সম্পূৰ্ণ কৰিছিল। তেওঁক কমৌলি তাম্ৰশাসনত লিপিবদ্ধ আছে কামৰূপ-মণ্ডলৰ অন্তৰ্গত বাঢ়াৰ বিষয়ত অবস্থিত শান্তিপাটক আৰু মন্দক দুখন নগৰ, প্ৰাগজ্যোতিষৰ ভুক্তিত বুলি। শ্ৰীপ্ৰাগজ্যোতিষ ভুক্ত কামৰূপ মণ্ডলে বাঢ়া-বিষয়ে। ইয়াত উদ্ধৃতি বিভ্ৰান্তিকৰ সেইটোত, যেতিয়া জয়পালৰ অধীনত ৰাজ্যৰ নাম আছিল কামৰূপ। এইটোক তাম্ৰশাসনত মণ্ডল বোলা হয় আৰু প্ৰাগজ্যোতিষ, ৰাজধানী নগৰ, এখন ভুক্তি। প্ৰাগজ্যোতিষ ইয়াত সম্ভৱ ঘৰুৱা প্ৰদেশৰ কাৰণে আৰু বৈদ্যদেৱক ইয়াত প্ৰতিষ্ঠা কৰাবলৈ তেওঁৰ স্থান ৰাজ্যৰ বাকী অংশৰ ওপৰত। এইটো তাৎপৰ্যপূৰ্ণ যে তিংগদেৱক কামৰূপৰ শাসনকৰ্তা হিচাপে উল্লেখ কৰা নাই, কিন্তু সহজভাৱে কৈছে যে এজন ৰাজপুত্ৰক পালসকলৰ অধীনত পূবৰ অঞ্চলটোত শাসনকাৰ্য চলাবলৈ দিয়া হৈছিল। বিৱৰণীত কৈছে যে তিংগদেৱে বিদ্ৰোহ কৰিছিল আৰু কুমাৰপালে তেওঁৰ বিদ্ৰোহ দমন কৰিবলৈ বৈদ্যদেৱক পঠাইছিল; বৈদ্যদেৱে তেওঁৰ ভ্ৰাতৃ ৰুদ্ধদেৱৰ সহায়ত তিংগদেৱক হত্যা কৰি এই বিদ্ৰোহ দমন কৰিছিল। এই ঘটনাৰ পিছতে বৈদ্যদেৱে নিজকে স্বাধীন বুলি ঘোষণা কৰে; তেওঁৰ তাম্ৰশাসনৰ পৰা প্ৰমাণিত হৈছে, ১১৩৮ খ্ৰীষ্টাব্দত তেওঁ ৰাজকীয় উপাধি 'মহাৰাজাধিৰাজ-পৰমেশ্বৰ পৰমভট্টাৰক লৈছিল আৰু কামৰূপ আৰু গৌড় তেওঁৰ অধীনত আছিল। এইটো স্পষ্ট নহয়, বৈদ্যদেৱে কেতিয়া কামৰূপৰ পূবৰ অংশ জয় কৰিছিল যিটো অঞ্চলত জয়পালে এজন স্বাধীন ৰজা হিচাপে শাসনকাৰ্য চলাই আছিল। কিন্তু বৈদ্যদেৱে তেওঁৰ তাম্ৰশাসন প্ৰেৰণ কৰিছিল হংসকাঞ্চিৰ পৰা আৰু দুখন গাঁও কামৰূপৰ মাজৰ পৰা দান দিছিল। পদ্মনাথ ভট্টাচাৰ্যৰ মতে এইটো আছিল তেওঁৰ জয়পালৰ ওপৰত জয়ৰ ফলস্বৰূপে বৈদ্যদেৱে মাটি দান দিছিল ১১৩৮ খ্ৰীঃত। বৈদ্যদেৱে কামৰূপ জয় কৰিছিল ১১৩৮ খ্ৰীঃত।

জয়পালক মায়নই পৰাস্ত কৰিছিল ১১২৫-৩০ খ্ৰীঃৰ ভিতৰত আৰু ইয়াৰ ফলস্বৰূপে বংগত কামৰূপৰ অধিকাৰ গৌড়ৰ পাল বংশলৈ হাতলৈ গৈছিল আৰু তিংগদেৱক তাত শাসনকৰ্তা হিচাপে বহুৱাইছিল; কুমাৰ পালৰ ৰাজত্বকালত

যেতিয়া তিংগদেৱে বিদ্ৰোহ কৰিছিল, তেতিয়া বৈদ্যদেৱে তেওঁক বধ কৰি বিদ্ৰোহ দমন কৰে আৰু শেষত তেওঁ নিজকে স্বাধীন ৰজা হিচাপে ঘোষণা কৰে। তেওঁ তেতিয়া কামৰূপৰ পূৰ্বাঞ্চল জয় কৰে আৰু কামৰূপ ৰাজ্যৰ বেছি অংশ বা সমগ্ৰ ৰাজ্য শাসন কৰিবলৈ লয় ১১৩৮ খ্ৰীঃৰ পৰা, আৰু কামৰূপত ৰাজত্ব কৰা পাল বংশ লুপ্ত হয়। যদি এই ঘটনাসমূহৰ ক্ৰম আৰু কাল নিৰূপণ শুদ্ধ হয়, তেতিয়াহ'লে জয়পালে ৰাজত্ব কৰিছিল ১১২০-১১৩৮ খ্ৰীষ্টাব্দত; ৰামপাল আৰু কুমাৰপালৰ সমসাময়িক হিচাপে। জয়পাল আছিল শেষৰজন পাল ৰজা, যিটো ধাৰা বিৱৰণীয়ে আকৌ ইংগিত দিয়ে। যিটোৰ পৰা তেওঁক চিনাক্ত কৰিব পাৰি যে তেওঁ ৰামচন্দ্ৰৰ বাহিৰে আন নহয়। বৈদ্যদেৱে প্ৰতিষ্ঠা কৰে এটা নতুন বংশৰ, তেওঁক আৰিমত্ত হিচাপে জনা যায়। তেওঁ ভালেমান গড় নিৰ্মাণ কৰিছিল অকল বৰ্তমানৰ কামৰূপত নহয় বিশ্বনাথ আৰু মাজুলীৰ ৰত্নপীঠতো। ইয়ে প্ৰমাণ কৰে বৈদ্যদেৱে নিজকে প্ৰতিষ্ঠা কৰিছিল জয়পালৰ পিছত সমগ্ৰ কামৰূপৰ এজন ৰজা হিচাপে।

**বংগৰ সেনসকলৰ কামৰূপ আক্ৰমণ ঃ** কামৰূপ আৰু বংগৰ সেনসকলৰ মাজত সম্পৰ্ক জনা আৱশ্যক, বিজয় সেনৰ দেওপাৰা অভিলেখত কৈছে, 'তেওঁ (বিজয় সেন) গৌড় আক্ৰমণ কৰি, গৌড়ৰ ৰজাক আৰু কামৰূপৰ ৰাজপুত্ৰক পৰাস্ত কৰি কলিংগ জয় কৰিছিল। ইয়াৰ পিছত লক্ষ্মণ সেনৰ মাধাই নগৰ তাম্ৰশাসনৰ গুৰুত্বপূৰ্ণ উল্লেখ আছে যে তেওঁ কামৰূপ দমন কৰিছিল। কামৰূপৰ কোন ৰজা আছিল জনা নাযায়। সেই সম্পৰ্কে বংগৰ সেন ৰাজত্বৰ ৰজাৰ ওপৰত নিৰ্ভৰ কৰিব। কিলহাৰ্নে বিজয় সেনৰ তাম্ৰশাসন একাদশ শতিকাৰ শেষত নিৰ্দ্ধাৰণ কৰিছে আৰু তেওঁক একাদশ শতিকাৰ শেষৰ ফালে স্থাপন কৰা হৈছে, আৰু লক্ষ্মণ সেনক যুগৰ প্ৰতিষ্ঠাপক ১১১৯ লগত আৰম্ভ কৰি, অন্য এক ঠাইত তেওঁক আৰোপ কৰে তেওঁৰ পিতৃ বল্লাল সেনৰ কাৰণে, ১১৬৯ খ্ৰীঃত। আৰ. ডি. বেনাৰ্জীয়ে লক্ষ্মণ সেনৰ তাম্ৰশাসন সম্পাদন কৰি কৈছে যে তেওঁৰ (লক্ষ্মণ সেনৰ) ১১১৯ খ্ৰীঃত কামৰূপ জয় কৰিছিল। দুয়োখন তাম্ৰশাসনে দেখুৱায় যে বিজয়সেনে ৰাজকুমাৰক ওফৰাইছিল, লক্ষ্মণে মাথোন ৰাজ্যখন দমন কৰিছিল।

১১১৯ খ্ৰীঃ বিজয় সেনৰ ৰাজপাটত উঠাৰ সময় ধৰা হয়, যিটো আৰ. চি. মজুমদাৰে নিৰ্ণয় কৰিছে; তেতিয়া বল্লালৰ কাল ১১৫৯- ১১৭৫ খ্ৰীঃ আৰু লক্ষ্মণ সেনৰ ১১৭৫-১২০০ খ্ৰীঃ বা কিছু পিছত। এই কাল নিৰ্ণয়ৰ ফালৰ পৰা যুক্তিসংগত যে বিজয়ৰ কামৰূপ আক্ৰমণ ১১৪২ খ্ৰীঃৰ পূৰ্বতে হোৱা নাই, সেই কাল বৈদ্যদেৱৰ কমৌলি তাম্ৰশাসনৰ, য'ত তেওঁ ৰাজকীয় উপাধি লৈছিল; যেতিয়া ৫০ বছৰ পিছত লক্ষ্মণৰ আক্ৰমণ হৈছিল। তেওঁৰ পিছৰ কোনোবা উত্তৰাধিকাৰীৰ ৰাজত্বৰ সময়ত এইটো বিবেচনা কৰি চালে এই দুজন সেন ৰজাৰ আক্ৰমণ জয়পাল আৰু তেওঁৰ উত্তৰাধিকাৰীৰ ৰাজত্বৰ সময়ত, যিটো অসম্ভৱ। এইটো হয়তো হ'ব পাৰে যে বিজয়ৰ আক্ৰমণ বৈদ্যদেৱৰ সময়ত ১১৪২-৪৫ খ্ৰীঃৰ ভিতৰত আৰু লক্ষ্মণে আক্ৰমণ কৰিছিল দ্বাদশ শতিকাৰ শেষৰফালে; কিন্তু কোনোৱে স্থায়ীভাৱে কামৰূপ বা ইয়াৰ অংশ বিশেষভাৱে জয় কৰিব পৰা নাছিল।

**জয়পাল আৰু বৈদ্য দেৱৰ উত্তৰাধিকাৰী বল্লভদেৱৰ বংশ ঃ** বল্লভদেৱৰ উত্তৰাধিকাৰীৰ বিষয়ে জনা নাযায়। বল্লভদেৱৰ তেজপুৰ তাম্ৰশাসনৰ (খ্ৰীঃ ১১৮৫) (কিলহাৰ্নে সম্পাদনা কৰিছে) পৰা কিছুমান ৰজাৰ বংশাৱলী জনা যায়। যেনে, ৰায়াৰিদেৱ, উদয়কৰ্ণ আৰু বল্লভদেৱ। তেওঁলোকে ৰজা ভাস্কৰক চন্দ্ৰ বংশৰ পৰা তেওঁলোকৰ জন্ম বুলি দাবী কৰে। ৰায়াৰিদেৱক জনা যায় ত্ৰৈলোক্যসিংহ হিচাপে আৰু ৰজা ভাস্কৰ বংশৰ অলংকাৰ হিচাপে বৰ্ণনা কৰা হৈছে। ভাস্কৰৰ চিনাক্ত কৰা হৈছে ভাস্কৰ বৰ্মনক সৈতে, কিন্তু ভাস্কৰ বৰ্মনৰ ভৌম বংশৰ বুলি কোৱা হয়। বৈদ্যদেৱৰ তেওঁলোকৰ সৈতে পোনপটীয়া উত্তৰাধিকাৰী আছিল যে নাই স্পষ্ট নহয়। কনকলাল বৰুৱাই কৈছে তেওঁলোক বৈদ্যদেৱৰ পোনপটীয়া উত্তৰাধিকাৰী নহয় (আৰু বৈদ্যদেৱ আৰু অভিলেখৰ (১১৮ খ্ৰীঃ) মাজত) কিন্তু তেওঁলোক কামৰূপৰ ৰজাৰ তলতীয়া ৰজা। পদ্মনাথ ভট্টাচাৰ্যই দাবী কৰে যে তেওঁলোকৰ অসমৰ সৈতে সম্পৰ্ক নাছিল। ৰায়, বসু আৰু ভট্টশালীৰ নিকটৱৰ্তী উত্তৰাধিকাৰী। প্ৰতাপ চৌধুৰীৰ মতে তেওঁলোক হৈছে বৈদ্যদেৱৰ পিছত পোনপটীয়া উত্তৰাধিকাৰীৰ দৰে আৰু তেওঁলোকৰ ৰাজত্ব

আছিল ক্ষত্তেকীয়া। ৰায়াৰিদেব আছিল বৈদ্যদেৱৰ তলতীয়া তেজপুৰ অঞ্চলৰ ৰজা। বিজয় সেনৰ আক্ৰমণৰ সময়ত ৰায়াৰিদেৱে বৈদ্যদেৱক সহায় কৰিছিল। এইটো সম্ভৱ বল্লভদেৱৰ তাম্ৰশাসনে ইংগিত দিছিল যিটোৱে বংগৰ ৰজা এজনক পৰাস্ত কৰা সম্পৰ্কে কৃতিত্ব দিছিল ৰায়াৰিদেৱক। এইটো সম্ভৱ যে বিজয়সেনৰ হাতত বৈদ্যদেৱৰ পৰাজয় আৰু মৃত্যুৰ পিছত সম্ভৱ ফেংগুৱা আছিল ধাৰাবাহিক বিৱৰণী মতে। সেন ৰজাই ৰায়াৰিদেৱৰ বিৰুদ্ধে যুদ্ধ অভিযান চলাই ছিল, আৰু ৰায়াৰিদেৱৰ বিৰুদ্ধে যুদ্ধ অভিযান চলাইছিল, আৰু ৰায়াৰিদেৱে এই যুদ্ধ অভিযান পৰাভূত কৰাৰ ফলস্বৰূপে তেওঁ নিজকে স্বাধীন ৰজা হিচাপে প্ৰতিষ্ঠা কৰিলে। উদয় কৰ্ণ ইয়াৰ পিছৰ ৰজা বিশেষ গুৰুত্বপূৰ্ণ নহয়। তেওঁলোকক ১১৪৫ আৰু ১১৭৫ খ্ৰীষ্টাব্দত ভিতৰত স্থাপন কৰিব পাৰি। তেওঁলোকৰ উত্তৰাধিকাৰী বল্লভদেৱক তেওঁৰ তাম্ৰশাসনত এজন ডাঙৰ বীৰ বুলি বৰ্ণনা কৰা হৈছে "যিয়ে ধেমালীয়াভাৱে শত্ৰু ৰাজকুমাৰসকলক জয় কৰিছিল যেনিবা তেওঁলোক ৰাজনৈতিক। ভট্টশালী আৰু ৰায়ে কয় যে বক্তিয়াৰে ১২০২ খ্ৰীষ্টাব্দত তিব্বতলৈ যুদ্ধ অভিযান চলাইছিল, বল্লভদেৱ বা তেওঁৰ উত্তৰাধিকাৰীয়ে অসমত উক্ত অভিযান ধ্বংস কৰে। বল্লভদেৱৰ তাম্ৰশাসন ১১৮৫ খ্ৰীঃ লিপিবদ্ধ কৰা হয় আৰু বল্লভদেৱে ১২০৫-০৬ খ্ৰীঃলৈ ৰাজত্ব কৰা সম্ভৱ নহয়। তাম্ৰশাসনত উল্লেখিত তেওঁৰ যুদ্ধপ্ৰিয় কাৰ্যক ব্যাখ্যা কৰিব পাৰি সত্যতা যে লক্ষ্মণসেনে কামৰূপ আক্ৰমণ কৰিছিল দ্বাদশ শতিকাৰ শেষলৈ আৰু বল্লভদেৱ সেই যুদ্ধত জড়িত আছিল আৰু তেওঁক লক্ষ্মণসেনে পৰাস্ত কৰিছিল, সেয়া মাধাই নগৰ তাম্ৰশাসনত উল্লেখ আছে।

**বল্লভদেৱৰ উত্তৰাধিকাৰী আৰু মুছলমান আক্ৰমণ** ঃ বল্লভদেৱৰ উত্তৰাধিকাৰী অজ্ঞাত; কিন্তু বখতিয়াৰৰ আক্ৰমণ ১২০৫-০৬ খ্ৰীষ্টাব্দৰ ভিতৰত, 'তবাকাট-নাসিৰি'ত উল্লেখ কৰা হিচাপে আৰু উত্তৰ গুৱাহাটীত থকা কানাই বৰশী শিলালিপিৰ পৰা শাসন কৰা ৰজাজনৰ নাম আছিল বৰ্তু বা পৃথু। ওলচলেই হেইগৰ (Wolseleg Haig) ৰ মতে এইজন বৰ্তু কামৰূপৰ ৰজাৰ বাহিৰে আন নহয়। যিজনে একমাত্ৰ বক্তিয়াৰক পৰাস্ত কৰাই নহয় চুলতান ঘিয়াচুদ্দিনক ১২২৬ খ্ৰীঃত আৰু অৱশেষত ইলচুৎমিছৰ পুত্ৰ নাছিৰুদ্দিনে পৰাজয় কৰিছিল ১২২৮ খ্ৰীঃত। বখতিয়াৰৰ পৰাজয় সম্পৰ্কে উত্তৰ গুৱাহাটীৰ কানাই বৰশী শিলালেখত লিপিবদ্ধ আছে, "শাকে তুৰগ যুগমেশে মধুমাম ত্ৰয়দশে কামৰূপম সমাগত্য তুৰুষ্কাঃ ক্ষয়ম আয়য়ুই" (সেইটো ১৩ চৈত্ৰ শক যুগ ১১২৭ কামৰূপলৈ অহা তুৰস্কসকলক ধ্বংস কৰা হৈছিল)। দ্বিতীয় আক্ৰমণ সম্বন্ধে ঘিয়াচুদ্দিন ইৱাজে উল্লেখ কৰিছে আৰু নগাঁৱৰ গাছতল অভিলেখৰ পৰা ইংগিত পোৱা যায় যে আক্ৰমণকাৰীয়ে সেই অঞ্চললৈ গৈছিল। এই অভিলেখখন প্ৰেৰণ কৰিছিল শক ১১৪৯ (১২২৭ খ্ৰীঃ) আৰু তাত লিপিবদ্ধ আছে যে ৰজা বিশ্বসুন্দৰ দেৱে এজন চন্দ্ৰকান্তক আদেশ দিছিল ম্লেচ্ছসকলে ধ্বংস কৰা শিৱমন্দিৰটো মেৰামতি কৰিববলৈ। এ. কে ভট্টশালীয়ে কৈছে যে তেওঁলোক মুছলমান আক্ৰমণকাৰী সৈতে ঘিয়াচুদ্দিন আহিছিল আৰু তেওঁলোকে কামৰূপ আৰু বংগৰ বিৰুদ্ধে আক্ৰমণ ১২২৬ খ্ৰীঃত কৰিছিল। বিশ্বসুন্দৰ দেৱৰ সম্ভৱ আচল নাম বৰ্তু বা পৃথু। মিনহাজে উল্লেখ কৰা হিচাপে তেওঁ বল্লভদেৱৰ পুত্ৰ বা উত্তৰাধিকাৰী হ'বপাৰে। গ্লেজিৱেৰ (Glazier) উল্লেখ কৰিছে স্থানীয় পৰম্পৰা অনুসৰি পৃথক এজন গুৰুত্বপূৰ্ণ কামৰূপৰ ৰজা হিচাপে বৰ্ণনা কৰিছে, যিজনে বৰ্তমানৰ জলপাইগুৰিত বিস্তৃত অঞ্চলত গড় নিৰ্মাণ কৰিছিল,সম্ভৱ বখতিয়াৰৰ পৰাজয়ৰ পিছত। জলপাইগুৰিত জল্পেশ্বৰ বজলপিশৰ শিৱমন্দিৰ এটাৰ নিৰ্মাণ কৰে। যোগিনীতন্ত্ৰ (১১/৬.৮) আৰু কালিকাপুৰাণত (৫১/৭৭) শিৱমন্দিৰ নিৰ্মাণ কৰা সম্পৰ্কে এজন জল্পেশ্বৰক আৰোপ কৰা হয়। জল্পেশ্বৰ হৈছে ধাৰা বিৱৰণী মতে (বুৰঞ্জী) পৃথুৰ আন এটা নাম। সেইকাৰণে পৃথু, জল্পেশ্বৰ আৰু বিশ্বসুন্দৰদেৱ সম্ভৱ একেজন শাসনকৰ্তা যিয়ে বখতিয়াৰ আৰু ঘিয়াচুদ্দিন ইয়াজৰ দুটাকৈ আক্ৰমণ প্ৰতিৰোধ কৰিছিল; অৱশেষত তেওঁ নাচিৰুদ্দিনৰ হাতত পৰাস্ত হ'বলগীয়া হয়। ইয়াৰ পিছত মুছলমান আক্ৰমণ হৈছিল ইখতিয়াৰ উদ্দিন যুজবেকৰ ১২৫৬-৫৭ খ্ৰীঃত। সেই সময়ত ৰাজত্ব কৰা ৰজা আছিল সম্ভৱ সন্ধিয়া, যাক উল্লেখ কৰিছে ৰামচৰণ ঠাকুৰৰ গুৰুচৰিতত, তেওঁ পৰাভূত কৰিছিল ইউজবেকক। ইয়াৰ ঠিক পিছত সন্ধিয়াই তেওঁৰ ৰাজধানী স্থানান্তৰ কৰিছিল কমতালৈ

। মুছলমানৰ সঘনাই আক্ৰমণৰ কাৰণে নহয়, আহোমসকলে পূবফালৰ পৰা পশ্চিমফাললৈ ৰাজ্য বিস্তাৰ কৰিবলৈ লোৱাত; আহোমসকলে তেওঁলোকৰ শাসন প্ৰতিষ্ঠা কৰিছিল উজনি অসমত ত্ৰয়োদশ শতিকাৰ প্ৰথমাৰ্ধত অৰ্থাৎ ১২২৮ খ্ৰীঃত। অসমত হিন্দু ৰাজবংশৰ পতন হোৱাত বহু সৰু সৰু ৰাজ্য প্ৰতিষ্ঠা হয়। আহোম, কছাৰী, কোচ আৰু খাছিয়া-জয়ন্তীয়াসকলেও ৰাজ্য প্ৰতিষ্ঠা কৰে।

**সামৰণি ঃ** অসমত ৰাজবংশসমূহৰ এটা দীৰ্ঘযুগ ধৰি চতুৰ্থ শতিকামানৰ পৰা দ্বাদশ-ত্ৰয়োদশ শতিকালৈ এক দীঘলীয়া ৰজাসকলৰ শাৰীয়ে ৰাজত্ব কৰে প্ৰাগজ্যোতিষত আৰু তেওঁলোকে নৰক-ভগদত্তৰ ভৌম বংশৰ পৰা জন্ম বুলি পৰিচয় দিয়ে। এই দীঘলীয়া ৰাজত্বৰ সমাপ্ত ঘটে জয়পালৰ সৈতে। মায়নৰ জয় আছিল বংগত থকা কামৰূপৰ অধিকাৰৰ সীমিত অংশত। তিংগদেৱক পৰাস্ত কৰাৰ পিছত, বৈদ্যদেৱে কামৰূপত এটা নতুন ৰাজবংশ প্ৰতিষ্ঠা কৰে; কিন্তু তেওঁৰ পোনপটীয়া উত্তৰাধিকাৰী অজ্ঞাত। এইটো সম্ভৱ তেওঁ, যিজনে ৰায়াৰিদেৱক এজন তলতীয়া ৰজা হিচাপে প্ৰতিষ্ঠা কৰিছিল, যিয়ে বৈদ্যদেৱক বধ কৰি এটা নতুন ৰাজবংশৰ প্ৰতিষ্ঠা কৰিছিল, তেওঁৰ উত্তৰাধিকাৰী বল্লভদেৱ সম্ভৱ লক্ষ্মণ সেনৰ সৈতে যুদ্ধত অৱতীৰ্ণ হৈছিল দ্বাদশ শতিকাৰ শেষৰফালে। বিশ্বসুন্দৰদেৱ ওৰফে পৃথু, আৰু সন্ধ্যা সম্ভৱ ৰজা আছিল বেলেগ বংশৰ; কিন্তু তেওঁলোকে কৃতকাৰ্যতাৰে মুছলমান আক্ৰমণ প্ৰতিহত কৰিছিল। এইটো পূৰ্বৰ বৰ্ণনাৰ পৰা স্পষ্ট যে ৰাজনৈতিক ইতিহাস জয়পালৰ পিছৰ যুগৰ অস্পষ্ট আৰু অসংলগ্ন, আৰু ৰাজ্যৰ ঐক্য হেৰুৱাইছিল। আহোমসকলৰ সময়লৈকে, এটা দীৰ্ঘ যুগ তেওঁলোকৰ শত্ৰুসকলৰ সৈতে যোৱা যুঁজ বহু পৰিমাণে সংস্থাপন হৈছিল ৰাজনৈতিক ঐক্য বা সমৰ্থন অনাটো।

**প্ৰসংগ গ্ৰন্থ ঃ**


1. *Sir Edward Gait.* — *A History of Assam*
2. *Raybahadur K. L. Barua* — *The Early History of Kamrupa*
3. *P. C. Choudhury* — *The History of civi lise from of the people of Assam to the tarlfth century A.D.*
4. *N.D. Choudhury* — *Historical Archeol ogy of Central As sam (Some earlier town to 12th cen tury A.D.)*
5. *Ajay Mitra Shastri* — *Ancient North India, Pragjyotisha*
6. *V. S. Agrawal* — *India as known to Panini*
7. *P. C. Bagchi* — *India and China.*
8. *R.D. Baennerjee* — *The Age of the Inspi rational Guptas*
9. *B.K. Barua* — *A Cultural History of Assam (Early Pe riod)*
10. *R.G. Basak* — *History of North Easrter India*
11. *Samual Beal* — *(Tr.) Life of Yuan Channg Buddhist records of*
12. *Do* — *Do*
13. *R. G. Bhandarkar* — *List of Investigation of North Easrt India E.I. XIX-XXIII*
14. *P.N. Bhattacharya* — *(Ed) Kamarupa Sasanavali*
15. *Do* — *Extinct of Vaidyadevas king dom, JARS, Vol. III. No. 1, 1935*
16. *S.K. Chatterji* — *The place of Assam in the History and civilization of India*
17. *Do* — *Kirata Janakieti*
18. *P.D. Choudhury* — *Archaeology in As sam*
19. *N. P. Choudhury* — *Yuan Channg*
20. *R.D. Choudhury* — *The Archeology of the Brahmaputra valley of Assam.*
21. *K. N. Dekhit* — *Nalanda Seal of*

Bhaskar Barman, J B O R S, 1920

22. K. N. Dutta — Origin of the Dy nasty of Salastambha, J A R S, vol. XII, No 192

23. U.C. Guha — History of Cacher

24. N.G. Mazumdar — Introduction of Ben gal, III.

25. R. C. Mazumder — The Classical Ac counts of India

26. Do — Ancient India.

27. Do — History Of Bengal

28. D.R. Mankad — Narakasur Episode in the Kalikapurana., J A R. S, vol. X

29. F.E. Parjitar — Ancient contents in Eastern India, J.A. S. B., 1887

30. B.N. Puri — Studies in Early His tory and Adminis tration in Assam.

31. H. G. Ravetry — Tr. Tabaqat-i-Nasiri

32. A.K. Ray Choudhury — Political History of Ancient India

33. J.C. Roy — Pragjytispura, India Modern Parts 1946

34. D.C. Sircar — Selected Inspection during on Indian History & Civilisa tion vol. I

35. N.N. Vasu — Social History of Kamrupa 3 vol.

36. T. Watters — (Tr.) On Yuan Channg Travels in India

37. M. M. Sharma — Inspections of An cient Assam

38. Dimbeswar Sarma — Kamarupa Sasanavali

# অধ্যায় অষ্টম
## সমাজ ব্যৱস্থা আৰু সংস্কৃতি

**সংস্কৃতি ঃ** 'সংস্কৃতি' শব্দটো বৰ্তমান ব্যাপক ভাৱে প্ৰচলিত। সংস্কৃতি বুলিলে কি বুজা উচিত সেই সম্বন্ধে সম্ভৱ সৰ্বসাধাৰণ লোকৰ এটা স্পষ্ট ধাৰণা নাই। কিন্তু তেওঁলোকৰ এটা ধাৰণা আছে যে 'সংস্কৃতিৰ দ্বাৰা সাহিত্য, সঙ্গীত, ৰূপ-কলা, নাটক, নৃত্য এই আটাইবোৰকে সামৰি লোৱা হয়।

বৰ্তমান আমি যিভাৱে মানুহক 'সভ্য' বা 'অসভ্য' পৰ্যায়ত ধৰো, সেইটো প্ৰাচীন কালত অজ্ঞাত আছিল। ভাৰতবৰ্ষতো, যিসকলে আৰ্যভাষা নিবদ্ধ ধৰ্ম আৰু ৰীতি-নীতি গ্ৰহণ কৰিছিল, তেওঁলোক আছিল আৰ্য আৰু আনবোৰ আছিল 'ম্লেচ্ছ' (আৰ্যেতৰ) অৰ্থাৎ মিশ্ৰ জাতিৰ মানুহ। ইয়াৰ বাহিৰে চতুৰ্বৰ্ণৰ theory বা ধাৰণা অৰ্থাৎ মানুহে মানুহে পাৰ্থক্য অন্য ভাবত, ধৰ্ম নৈতিক দিশৰ মাজেৰে ব্যাখ্যা কৰিবৰ চেষ্টা ভাৰতবৰ্ষত হৈছিল। সভ্য আৰু অসভ্য সম্বন্ধে প্ৰাচীন গ্ৰীচত আৰু ভাৰতত এনেকুৱা ধৰণৰ মনোভাব আছিল- নাগৰিকেই সভ্য আৰু গ্ৰাম্যই (গাঁৱলীয়া) অসভ্য। সংস্কৃতৰ 'সভ্য' শব্দৰ মূল অৰ্থ যিয়েই সভাৰ উপযুক্ত, যিঠাইত পাঁচজনে ভদ্ৰভাৱে বা বন্ধুভাৱে মিলিত হয়, সেইসকল উপযুক্ত ; আদি আৰ্য ভাষাত 'সভ্য' মানে কোনো গোত্ৰ বা গোষ্ঠী দলৰ মানুহ, এই শব্দৰ ইণ্ডো-ইউৰোপীয় প্ৰতিৰূপ হৈছে sebhyos, যাৰ পৰা অধুনা প্ৰায় অপ্ৰচলিত ইংৰাজী শব্দ sib, sibling (অৰ্থাৎ আত্মীয়) উদ্ভৱ হৈছে আৰু জাৰ্মান শব্দ sippe অৰ্থাৎ 'জাতি গোষ্ঠী'। তেতিয়া হলে 'সভ্য' শব্দ মূলতে হৈছে 'গোষ্ঠী সম্পৰ্কিত' ; তাৰপৰা হৈছে 'জনসমাগম-সম্পৰ্কিত'; পিচত 'ভদ্ৰ, সংযত, সংস্কাৰ যুক্ত, refined, civilized' এইবোৰ অৰ্থ সহজতে উদ্ভূত হয়।

ইংৰাজসকলৰ সংস্পৰ্শলৈ আহি civilized আৰু un-civilized শব্দ দুটা পাই উক্ত দুটা পৰ্যায়ত ব্যৱহাৰ কৰা হ'ল। এই দুটা ইংৰাজী শব্দৰ প্ৰতিশব্দ 'সভ্য' আৰু 'অসভ্য' সংস্কৃতৰ পৰা লোৱা হ'ল। নতুন দৃষ্টিকোণৰ পৰা মানুহক বুজাবলৈ সংস্কৃত 'সভ্য' আৰু 'অসভ্য' শব্দ দুটা আধুনিক ভাৰতীয় ভাষাত সেই দুটাৰ আধুনিক অৰ্থ গ্ৰহণ কৰিলে।

মানুহৰ সভ্যতা বা সৰ্বাঙ্গীণ উৎকৰ্ষ লাভৰ কথা আলোচনা কৰি আমাৰ জ্ঞান আৰু বোধ শক্তি যিমানেই বৃদ্ধি হ'ব ধৰিলে, সিমানেই এই সম্বন্ধে সূক্ষ্মভাৱে চোৱাৰ আৱশ্যকতা দেখা দিলে। পাৰ্থিৱ বা ভৌতিক সভ্যতা বহু জাতিৰ বা জনসাধাৰণৰ মাজত আছে। কিন্তু আমি ক্ৰমে উপলব্ধি কৰিব ধৰিলো- ঘৰ-বাৰী, যন্ত্ৰপাতি, সুসঙ্গবদ্ধ জীৱন, ৰীতি আদিৰ উপৰিও আৰু কিবা এটা জাতিৰ জীৱনত পোৱা যায়, সেইটো বাহ্য সভ্যতাৰ ভিতৰৰ বিষয়বস্তু ৰূপত প্ৰতিভাত হয়। সেইটো এফালে বাহিৰৰ সভ্যতাৰ অভ্যন্তৰ প্ৰাণ বা অনুপ্ৰেৰণা আকৌ আনফালে সেইটোৰ বাহ্য সভ্যতাৰ প্ৰকাশো হয়। সভ্যতাৰ এই অভ্যন্তৰ অথচ সেইটোৰ বাহিৰেও প্ৰকাশ মান এই অতিৰিক্ত বস্তুটোক নাম-কৰণ হৈছে ইংৰাজীকে ধৰি আধুনিক ইউৰোপীয় ভাষাত culture (জাৰ্মানত Kultur 'কুলতুৰ') শব্দ ৰূপত। সংক্ষেপে ক'ব পাৰি সভ্যতা গছৰ ফুল আকৌ সেইটোৰ অভ্যন্তৰ প্ৰাণ বা মানসিক অনুপ্ৰেৰণা যিটো, সেইটো হৈছে culture। অৱশ্যে সৰ্বজন স্বীকৃত পাৰিভাষিক শব্দ ৰূপত civilization বা সভ্যতা আৰু culture শব্দ দুটাক সকলোৱে সৰ্বদা ব্যৱহাৰ নকৰে; কিন্তু যেতিয়া কোনো জাতিৰ বাহিৰৰ সভ্যতা দেখি সেইটোক ভালকৈ জানিব পাৰে, তেতিয়া তেওঁৰ মানসিক আৰু আনুভৱিক দৃষ্টিভঙ্গী বা বিচাৰ, উপলব্ধি- বাহ্য সাধনা আৰু প্ৰকাশ আৰু দৰ্শন, সাহিত্য শিল্প, সঙ্গীত আদি, তেওঁৰ মানসিক প্ৰবৃত্তি আৰু

তেওঁ অৱচেতনা, নৈতিক আদর্শ আৰু তৎপ্ৰকাশৰ সহজ ক্রিয়া আৰু কৃত্রিম পৰিপাটি এটা সকলোবোৰৰ কথা আছে। এই সকলোবোৰ 'বাহ্য সভ্যতা'ৰ বাহিৰে আৰু এটা সর্বন্ধৰ সংজ্ঞা দিয়া যায়। সেই সংজ্ঞাটো ইউৰোপত culture শব্দৰ ৰূপত দেখা দিছে।

এই culture শব্দৰ মূল লেটিনৰ cultura 'কুলতুৰা' শব্দ ; এই শব্দ লেটিনৰ col 'কোল' ধাতুৰ পৰা হৈছে, col অর্থ 'কৃষ', 'চাষ কৰা', আকৌ যত্ন কৰা, পূজা কৰাও হয়। Culture ৰ অনুৰূপ প্ৰতিশব্দ 'উৎকৰ্ষ সাধন' হ'ব পাৰে, অকল 'উৎকৰ্ষ' শব্দও হয়। 'টানা' আৰু পিছত 'নাঙল টানা' বা 'চাষ কৰা' অর্থত 'কৃষ্' ধাতুৰ পৰা 'কৃষ্টি' শব্দটোক অর্থৰ ফালৰ পৰা Culture ৰ প্রতিৰূপ শব্দ ধৰা হয়। 'কৃষ্টিৰ মূলগত অর্থ 'কর্ষণ কার্য' তাৰ পৰা 'চাষ কৰা, তাৰ পৰা 'চাষ কৰা ক্ষেত', তাৰ পৰা 'ক্ষেত্ৰ, ভূমি, দেশ' আৰু তাৰ তাৰ পিছত 'দেশৰ মানুহ, জাতি'। বৈদিক ভাষাত 'কৃষ্টি' মানে 'জাতি'; যেনেকৈ, 'পঞ্চ কৃষ্টয়ঃ' মানে 'পাঁচ জাতি'- পোন প্ৰথম আৰ্য জাতিৰ পাঁচটা প্রধান শাখা অনু, দ্রুহ্যু, তুর্বশ, যদু আৰু পুৰু বংশৰ লোকসকলৰ সম্বন্ধে এই 'পঞ্চ কৃষ্টয়ঃ' শব্দ প্রযুক্ত হৈছিল, পিছত সমগ্ৰ মানৱ জাতিক বুজাবলৈ এই শব্দৰ অর্থ-প্রসাৰ ঘটে, 'চাষ' অর্থত 'কৃষ্টি' শব্দ পৰৱৰ্তী সংস্কৃতত পোৱা যায়। Culture ৰ অর্থত নহয়।

'সংস্কৃতি' শব্দটো Culture ৰ প্রতিশব্দ হিচাপে নতুনকৈ ব্যৱহাৰ হৈছে। 'সংস্কাৰ' শব্দটো পোৱা যায় যদিও সেইটো Culture ৰ অর্থত প্রয়োগ নহয়, সেইটো সামাজিক ধার্মিক অনুষ্ঠানত, যেনে, বিবাহ সংস্কাৰ, উপনয়ন সংস্কাৰ, আদিৰ ক্ষেত্ৰতহে ব্যৱহৃত। 'সংস্কৃত' শব্দটো মূলতে, শুদ্ধ বা উন্নত অর্থত ব্যৱহাৰ হয়, ইয়াৰ বাহিৰেও সংস্কৃত ভাষাৰ অর্থত প্রচলিত। 'সংস্কৃতি' শব্দটো Culture বা Civilization অর্থত কিছু বছৰ আগৰ পৰাহে পোৱা গৈছে। Culture ৰ প্রতিশব্দ হিচাপে 'সংস্কৃতি' শব্দৰ প্রয়োগ যুক্তিসঙ্গত, কৃষ্টি শব্দ নহয়। সংস্কৃতি শব্দটো ঋগ্বেদত নাই ; ব্রাহ্মণ গ্রন্থতহে পোৱা যায়। ঐতৰীয় ব্রাহ্মণত- "আত্মসংস্কৃতি বাঁব শিল্পানি, ছন্দোময়ং বা এতৈর্যজমাণ আত্মানং সংস্কুৰুতে।" অর্থ- 'এই শিল্পসমূহ হৈছে আত্মাৰ সংস্কৃতি ; এইবোৰৰদ্বাৰা যজমান (সাধাৰণ গৃহস্থ) নিজক ছন্দোময় কৰে'।

ৰূপ-শিল্প, ৰূপ কর্ম যে সংস্কৃতিৰ সাধন, সেইটোৰ বিচাৰ ইয়াত পোৱা যায়।

Civilization বা সভ্যতা হৈছে (বিশেষকৈ সেইটোৰ বহিৰঙ্গ বা পার্থিব দিশত) মূলতে জনসমাজৰ কাম বা নগৰৰ কাম। ভাৰতবৰ্ষত গভীৰতম উপলব্ধি ঘটিছিল তপোবনত, নগৰৰ পৰা দূৰত তত্ত্বানুসন্ধিৎসুসকলৰ অৱস্থিত আশ্ৰমত। কিন্তু ভাৰতৰ সভ্যতাৰ পার্থিব উৎকৰ্ষৰ স্থান আছিল নগৰ। চহৰৰ বস্তু বুলিয়ে উদ্ভাৱনী সভ্যতাক যি নামত ইউৰোপত অভিহিত কৰা হয়, সেইটোৰ মূলতে লেটিন ভাষাৰ Civis শব্দ, যিটোৰ অর্থ 'নগৰ' লেটিন urbs শব্দৰ অর্থও 'নগৰ', তাৰ পৰা urban শব্দ অর্থ 'নাগৰিক, উন্নত, ভদ্ৰ, সংস্কৃতি যুক্ত'। আৰৱসকলৰ মাজতো চহৰৰ সৈতে সভ্যতাৰ অচ্ছেদ্য বন্ধন স্বীকাৰ কৰা হয়, সেয়ে, যি 'মদিনা' নগৰৰ সৈতে সংযুক্ত, সেইটো হৈছে 'তমদ্দুণ' বা সভ্যতা। 'নাগৰিকতা' শব্দ সংস্কৃতত ব্যৱহাৰ হয় ; শব্দটো বৰ উপযোগী আছিল, কিন্তু 'নাগৰ' শব্দ থকাতো 'নাগৰিকতা' অর্থৰ অৱনতি ঘটিছে। 'সভা'ৰ লগত যি জড়িত 'সভা'ৰ পৰাই অৰ্থাৎ মানুহসকলৰ সঙ্গমন বা একত্ৰিতৰ পৰা যিটো উঠিছে, সেইটোকে 'সভ্যতা' বোলা হয়।

ভাৰতৰ বাহ্য বা পার্থিব সভ্যতা এটা ডাঙৰ বিষয়। ভাৰতৰ এই Civilization কিমান শ্ৰেষ্ঠ আৰু প্ৰাচীন মধ্যযুগৰ Civilization তকৈ কম নহয় যে সেই কথা সর্ববাদীসম্মত। প্রকৃততে এই পার্থিব সভ্যতা আন পাঁচটা দেশৰ সভ্যতাৰ সমপর্যায়ৰ। ভাৰতৰ জ্ঞান বিজ্ঞান, ভাৰতৰ বাস্তু, ভাস্কর্য, চিত্রবিদ্যা আৰু নানা হস্তশিল্প, ভাৰতৰ দৰ্শন আৰু ধৰ্ম, ভাৰতৰ সাহিত্য এইবোৰ থাকিলেও ইয়াৰ মূল উৎস ক'ত?

ভাৰতৰ সভ্যতাৰ বৈশিষ্ট্য, ভাৰতৰ সংস্কৃতিত কিমানবোৰ ভাবপুঞ্জ লৈ যিবোৰ একাধাৰে ভাৰতৰ বাহ্য সভ্যতাৰ অনুপ্রেৰণা ৰূপত আৰু সেইটোৰ প্ৰকাশ ৰূপত বিদ্যমান। এই ভাবপুঞ্জ ভাৰতৰ জনসাধাৰণৰ ইতিহাসৰ আধাৰতে গঢ়ি উঠিছে। নানা জাতিৰ মিলন আৰু সংমিশ্ৰণৰ ফলত ভাৰতীয় জাতি গঢ়ি উঠিছে - এই সকলোবোৰ

জাতিৰ ভাষা আৰু সভ্যতা, এওলোকৰ সংস্কৃতি, ঐতিহ্য মূলতে পৃথক আছিল। কিন্তু অষ্ট্ৰিকভাষী, দ্ৰাবিড়ভাষী আৰু ভোটচীনভাষী বিভিন্ন সংস্কৃতিৰ লোকে আৰ্যভাষা গ্ৰহণ কৰি আৰ্যভাষীসকলৰ লগত মিলি উত্তৰ ভাৰতত প্ৰাচীন হিন্দু জাতিত পৰিণত হ'ল। বিভিন্ন জাতিৰ দৃষ্টিভঙ্গী ধৰ্ম বিচাৰ বা সিদ্ধান্ত, আচাৰ-অনুষ্ঠান এটাই আনটোৰ সন্মুখত হেয় কৰি দেখুৱাবৰ প্ৰবৃত্তি বৰ্তি থকাৰ সম্ভৱপৰ নহ'ল, কাৰণ এই সকলোবোৰ বস্তু এই মিশ্ৰিত জাতিৰ জনসাধাৰণৰ পিতৃ কুলাগত বা মাতৃকুলাগত ৰিক্‌থ হৈ থিয় হ'ল। এইবোৰেই হিন্দু সভ্যতাৰ প্ৰথমৰ পৰাই এটা ডাঙৰ সাংস্কৃতিক সূত্ৰ প্ৰকট হ'ল- সমন্বয়। বিভিন্ন ধৰ্মমত বা বিচাৰ এটা যে সঁচা কিন্তু সেইটোক পাবলৈ বিভিন্ন পথ মাত্ৰ এই উপলব্ধি ভাৰতীয় জাতিৰ ৰন্ধ্ৰে ৰন্ধ্ৰে প্ৰবিষ্ট হ'ল। এই পৰমত সহিষ্ণুতা ভাৰতৰ সংস্কৃতিৰ আটাইতকৈ ডাঙৰ বিষয়। ভাৰতীয় উদাৰতা দেখিয়ে অকল কোৱা নাযায়, সকলো ধৰ্মত বা সকলো সমাজতে সত্য আছে- তথাপি আমাৰ ধৰ্মত আৰু আমাৰ সমাজত এই সত্য সম্পূৰ্ণভাৱে বিদ্যমান। বিভিন্ন আপাত-বিৰোধী মতবাদৰ মধ্যকাৰ ঐক্য উলিয়াই এক সামঞ্জস্যৰ চেষ্টা চিৰকাল ধৰি ভাৰতীয়ই কৰি আহিছে; পিতৃপুৰুষ আৰু পূৰ্বজন্ম, হোম আৰু পূজা, এক আৰু বহু- দুয়োটাই একেলগে পিণ্ডদানত মুক্তি আৰু কৰ্মফল, জ্ঞান আৰু ভক্তি, নিষ্কাম কৰ্ম আৰু ধৰ্মীয় (সকাম) অনুষ্ঠান সামাজিক বিভেদ আৰু সামাজিক সমীকৰণ এই সকলোবোৰকে ধৰি লয়। এইলোকৰ বিবাদৰ মাজত সম্ভেদ আবিষ্কাৰ কৰি, এক মহান মিলনৰ গীত গোৱাৰ প্ৰচেষ্টা ভাৰতীয় সংস্কৃতিৰ প্ৰথম কৰ্তব্য।

তাৰ পিছত ভাৰতীয় সংস্কৃতিৰ দ্বিতীয় ডাঙৰ কৰ্তব্য হৈছে ইয়াৰ অনুসন্ধিৎসা। বিচাৰৰ পথত বা অনুভূতিৰ পথত, দৃশ্যমান জীৱনৰ অন্তৰালত অৱস্থিত শাশ্বত সত্য বা সঁচাৰ অনুসন্ধান আৰু জীৱনত সেইটোৰ উপলব্ধি- এইটোৱে হৈছে মানুহৰ প্ৰধান কাম। প্ৰাচীন ভাৰতৰ আৰ্য আৰু বিভিন্ন প্ৰকাৰৰ অনাৰ্য, বিশেষকৈ দ্ৰাবিড় আৰু অষ্ট্ৰিকভাষী লোকৰ শ্ৰেষ্ঠ আদৰ্শসমূহৰ সমন্বয়ৰ ফলেই হৈছে প্ৰাচীন ভাৰতীয় সংস্কৃতি। ব্ৰাহ্মণ্যৰ দ্বাৰা যি প্ৰাৰ্থনাটো সৰ্বশ্ৰেষ্ঠ প্ৰাৰ্থনা ৰূপে স্বীকৃত, সেইটো হৈছে গায়ত্ৰী মন্ত্ৰৰ প্ৰাৰ্থনা ; এই প্ৰাৰ্থনাটোৰ দুটা অংশ- এটাত হৈছে জগৎ প্ৰপঞ্চ ৰ স্ৰষ্টাৰ অনুধ্যান ('তৎ সবিতুৰ্ৰ্বৰেণ্যং ভৰ্গো দেবস্য ধীমহি'- সৃষ্টি কৰ্তাৰ সেই বৰণীয় আমি ধ্যান কৰো) আৰু আনটোত এই প্ৰাৰ্থনা যে আমাৰ জীৱনত বুদ্ধিবৃত্তি ভগবানৰ দ্বাৰাই পৰিচালিত হয়, আমি যেন বিধি-দত্ত বুদ্ধি ধাৰণ কৰি সকলো কাম কৰি যাব পাৰো ("ধিয়ো যো নঃ প্ৰচোদয়াৎ" তেওঁ আমাৰ ধীসমূহক পৰিচালিত কৰক)। এই জ্ঞানৰ প্ৰতি নিষ্ঠা বা আকৰ্ষণ থকাতো, বহু মূৰ্খতা, বহু গোড়ামি, বহু অন্ধবিশ্বাস নানা ভাৱে ভাৰতীয় জাতিক নানা সময়ত বিপন্ন কৰি তুলিলেও মুঠতে সেই সকলোবোৰ নাশ কৰাৰ শক্তি এই জাতিৰ আৰু সেইটোক সংস্কৃতিৰ দ্বিতীয় মূল কথা এই তত্ত্বানুসন্ধিৎসাৰ পৰা পাইছে।

'অহিংসা' হৈছে ভাৰতীয় সংস্কৃতিৰ অন্যতম অভিপ্ৰায়। অহিংসা একমাত্ৰ প্ৰাণী হত্যাৰ পৰা বিৰত থকাই নহয়, ইয়াৰ লগত জড়িত আছে 'কৰুণা', অৰ্থাৎ সমস্ত প্ৰাণীৰ সম্বন্ধত দাৰ্শনিকৰ চকুত দেখা দৰদ আৰু আছে 'মৈত্ৰী' অৰ্থাৎ সকলোকে মিত্ৰ ভাৱে লৈ তেওঁলোকৰ মঙ্গল সাধনৰ চেষ্টা। এই অহিংসা অকল Vegetable world বা উদ্ভিদ জগতৰ উপযোগী নিষ্ক্ৰিয় বা আনৰ পৰিচালিত কাৰ্য নহয়। ইয়াৰ পিছত আছে ন্যায়দৃষ্টি আৰু সহানুভূতি ; আকৌ ন্যায়দৃষ্টি আছে বুলিয়েই হিংসাৰ পথত মূৰ্তি গ্ৰহণ কৰিলেও ক্ষেত্ৰ বিশেষে বাধা নাই।

ভাৰতীয় সংস্কৃতিৰ আৰু বহু লক্ষণ আছে। সেয়া আত্ম-দমন; 'ত্যাগ' বা শাশ্বত সত্তাৰ ফালে চকু ৰাখি নশ্বৰ বস্তু জগতৰ প্ৰতি উপেক্ষা। জীৱনৰ সকলো ক্ষেত্ৰত সত্য, শিৱ আৰু সুন্দৰৰ আৱাহন আদি বহু বিষয়ত এই সংস্কৃতিৰ প্ৰকাশ হৈছে।

সংস্কৃতি জীৱনৰ লগত জড়িত -সেইবাবেই ইয়াৰ চৰম ৰূপ কোনোৱে এটা সময়ত চিৰকালৰ বাবে ক'ব নোৱাৰে। জীৱনৰ লগে লগে সভ্যতা আৰু সংস্কৃতিৰ গতি অবিৰত ভাৱে থাকে। ভাৰতৰ সভ্যতা আৰু সংস্কৃতি যুগে যুগে নতুন নতুন ভাব পৰম্পৰা অন্তৰ্ভুক্ত কৰাৰ চেষ্টা কৰি আহিছে আৰু সমৰ্থনো লাভ কৰিছে। প্ৰাচীন ভাৰতীয় সভ্যতা আৰু সংস্কৃতিয়ে বিশিষ্ট ৰূপ পোৱাৰ পিছত ইয়াত (এই দেশত) ইছলামীয় সংস্কৃতিৰ আৱিৰ্ভাব হ'ল৭এই সংস্কৃতিৰ মাজত

যিটো সনাতন আৰু বিশ্ব মানৱৰ গ্ৰহণযোগ্য, সেইটো হৈছে ইয়াৰ অন্তৰ্গত চুফী দৃষ্টিকোণ; চুফী আধ্যাত্মিক অনুভূতি, এইটোক মধ্যযুগত ভাৰতে গ্ৰহণ কৰিলে, ইয়াৰ মাজত সেই অন্তৰ্নিহিত তত্ত্ব বিচাৰি পালে। কবীৰ, নানক, দাদু আদি সন্তসকলৰ আবিৰ্ভাব হ'ল, ভাৰতৰ চুফী সাধকসকল আহিল, কাশ্মীৰৰ জৈনুল- আবেদিনৰ নিচিনা উদাৰ হৃদয়ৰ ৰজাৰ, সম্রাট আকবৰৰ নিচিনা 'সুলহ-ই-কুল্ল' অৰ্থাৎ বিশ্ব মৈত্ৰীৰ প্ৰচাৰকৰ, ৰাজকুমাৰ দাৰা চিকোহোৰ নিচিনা হিন্দু আৰু মুছলমান চিন্তাৰ আৰু সাধনাৰ দুই সমুদ্ৰৰ মিলনাকাঙ্ক্ষী স্বপ্ন দ্ৰষ্টাৰ প্ৰকাশ ঘটিল। ইছলামী সংস্কৃতি আৰু প্ৰাচীন ভাৰতীয় সংস্কৃতি এই দুয়োটাৰ পৰম্পৰাৰ লগত সংস্পৰ্শ অকল বিৰোধৰ সংঘাত নহয়। উগ্ৰ পৰমত-অসহিষ্ণুতাৰ ওচৰত নম্ৰ পৰমত-সহিষ্ণুতাক আপাত দৃষ্টিত লাঘৱ স্বীকাৰ কৰাতো হৈছিল সন্দেহ নাই। কিন্তু ধুমুহাৰ পিছত মৃদু-সমীৰণৰ নিচনা চুফী মতবাদৰ আৰু ভাৰতীয় ভক্তিবাদৰ সমীকৰণ- ই হৈছে ভাৰতত ইছলামী আৰু হিন্দু সংস্কৃতিৰ সংযোগ বা সংস্পৰ্শৰ মূল কথা। আধুনিক যুগৰ এই মিশ্ৰ ভাৰতীয় সংস্কৃতি- যিটো বিশুদ্ধ হিন্দুওে নহয়, বিশুদ্ধ আৰব-জাত ইছলামো নহয়, সিটো হৈছে প্ৰকৃততে ভাৰতীয় হিন্দু-ইছলামীয় সংস্কৃতি- এই মিশ্ৰ ভাৰতীয় সংস্কৃতিত বৰ্তমান আকৌ আধুনিক ইউৰোপৰ সংস্কৃতিৰ স্থূল সূক্ষ্ম নানা ভাবধাৰা আহি মিলিছে নানা ধৰণৰ খ্ৰীষ্টান মত আৰু সাধনা, জনসেৱা, নানা নতুন দাৰ্শনিক দৃষ্টিভঙ্গী আৰু সাহিত্য প্ৰকাশ, বিভিন্ন নতুন নতুন শিল্প সৃষ্টি socialism বা সম্পত্তি সাম্য আদি নানা সমাজ সংস্কাৰৰ পৰিকল্পনা আৰু প্ৰয়োজন। আমাৰ আদৰ্শ হোৱা উচিত, মৌলিক বিশ্ব সংস্কৃতি, বিভিন্ন দেশৰ প্ৰাকৃতিক আবেষ্টনী অনুসৰে, বিভিন্ন জাতিৰ ঐতিহ্য আৰু ভাষাসমূহৰ বৈচিত্ৰ্যক আশ্ৰয় কৰি বহুৰূপ হৈ যিটো বিৰাজ কৰিব আৰু বিশ্বৰ মানৱ জাতি তথা মানৱসমাজক সকলো দিশত ঐতিহ্যমণ্ডিত আৰু সন্মিলিত ৰূপত গঢ়ি তুলিব।

# সমাজ ব্যৱস্থা

মানৱ সংস্কৃতি হৈছে এটা সংমিশ্ৰিত গোট আৰু সাংস্কৃতিক ইতিহাসত অন্তৰ্ভুক্ত থাকে মানুহৰ সকলো দৃষ্টিভঙ্গী, তেওঁলোকৰ সামাজিক, অৰ্থনৈতিক, শিক্ষা, ধৰ্ম বিশ্বাস, শিল্পকলা আৰু অন্যান্য কাৰ্যসমূহ। অসমীয়া সংস্কৃতি হৈছে আদিম আৰু প্ৰগতিশীল উপাদান সমূহ মানৱ জীৱনৰ এইবোৰ দৃষ্টিভঙ্গীৰ সৈতে জড়িত হৈ গঠন হোৱা মুঠ সমষ্টি। প্ৰাগ ঐতিহাসিক যুগৰ পৰা বৰ্তি থকা আদিম উপাদান সমূহৰো বৰঙণি আছিল এই সংমিশ্ৰিত প্ৰথাত। ভাৰতীয় সংস্কৃতিয়ে মূলতে লাভ কৰে ইতিহাসৰ আৰম্ভণিৰ পৰা বিভিন্ন সোঁতৰ সংমিশ্ৰণ। মানৱীয় সংস্কৃতিয়েই হৈছে অভিব্যক্তিমূলক আৰু প্ৰগতিশীল আৰু আমি লব পাৰো প্ৰাগ ঐতিহাসিক আৰু আদিম মানুহক পথ প্ৰদৰ্শক হিচাপে সেই উত্তৰৰ অধ্যয়ন কৰিবলৈ। নিম্নস্তৰ সংস্কৃতি প্ৰকৃততে 'মানৱ সমাজৰ ভিত্তি', আৰু তাত নাই 'মানৱ চিন্তাধাৰা ইমান আদিম যেনিবা হেৰাইছিল ইয়াৰ বহন আমাৰ চিন্তা কৰাৰ ওপৰত, নাইবা ইমান প্ৰাচীন যেনিবা ভাগি গৈছে ইয়াৰ সম্পৰ্ক আমাৰ নিজৰ জীৱনৰ লগত। অন্য প্ৰকাৰে, প্ৰাচীন যুগত অসমীয়া সমন্বয় সংস্কৃতিৰ প্ৰকৃত বোধগোম্যৰ বাবে, আমি যাব লাগিব মূললৈ আৰু ক্ৰমান্বয় বিকাশ কিছুমান গুৰুত্বপূৰ্ণ বৈশিষ্ট্যৰ বৰঙণি হৈছে প্ৰাগ আৰ্য আৰু আৰ্যৰ উভয়ৰ দ্বাৰা, বেছি উপাদান দিছে আৰ্যতকৈ প্ৰাক আৰ্যসকলে।

প্ৰাগ ঐতিহাসিক আদি শৈল যুগৰ মানুহ আছিল হিংস্ৰ (অসভ্য), চিকাৰী, গুহাত বাস কৰা আৰু অঘৰী। সিহঁতে জীৱ-জন্তু চিকাৰ কৰাৰ বাহিৰে আন বিষয় জনা নাছিল।

প্ৰস্তৰ যুগৰ মানুহৰ জীৱন ধাৰণৰ মান অতি সাধাৰণ আৰু নিম্ন আছিল। সিহঁতে হাবি-জংঘল বা পৰ্বতৰ গুহাত বাস কৰিছিল আৰু গছৰ ফল-মূল খাই বা বনৰীয়া জীৱ-জন্তু চিকাৰ কৰি সেইবোৰৰ মাংস খাই জীৱন নিৰ্বাহ কৰিছিল। নব প্ৰস্তৰ যুগৰ পৰা মানুহে শস্য উৎপাদন কৰিবলৈ আৰম্ভ কৰে, সেয়ে সিহঁতৰ বস্তু সংস্কৃতিৰ পৰিসৰ বৃদ্ধি পাব ধৰে। প্ৰয়োজনীয় সামগ্ৰী তৈয়াৰ কৰিবলৈ শিকে। মৃৎ শিল্প নিৰ্মাণ আছিল এই যুগৰ অতি উল্লেখযোগ্য উদ্যোগ। লাহে লাহে ধাতু-বিশেষকৈ ব্ৰঞ্জ আৰু তাম আবিষ্কাৰ হয়। ব্ৰঞ্জ আৰু তামৰ বস্তু নিৰ্মাণ কৰিবলৈ ধৰা হয়। সেয়ে মানৱ সভ্যতাৰ দুটা মূল হৈছে (ক) খাদ্য সংগ্ৰহ আৰু (খ) খাদ্য উৎপন্ন।

বি, ফুটে দক্ষিণ ভাৰতত প্ৰাগ ঐতিহাসিক যুগৰ জুই ব্যৱহাৰ কৰা প্ৰামাণিক তথ্য উদ্‌ঘাটন কৰিছে; আৰু এইটো সম্ভৱ যে সিহঁতে শিলৰ সহায়ত কাঠ বা বাঁহৰ কাঠিৰে জুই উৎপন্ন কৰিছিল। অসমতো কিছুমান জনজাতিয়ে এনেকৈ জুই উৎপন্ন কৰে বুলি প্ৰতাপ চৌধুৰীয়ে কৈছে। প্ৰাগ ঐতিহাসিক যুগৰ অঘৰী জীৱন-যাপন বন্ধ কৰিবলৈ বাধ্য হ'ল। বনৰীয়া হিংস্ৰ জন্তুৰ পৰা হাত সাৰিবলৈ সিহঁতে সৰু সৰু দলত ভুক্ত হৈ বাস কৰিবলৈ ধৰে।

নব প্ৰস্তৰ যুগত মানুহে আৰম্ভ কৰে কৃষিৰ। খাদ্য সংগ্ৰহৰ পৰা খাদ্য উৎপন্ন স্তৰলৈ উন্নীত হৈ সিহঁতে মৃৎ শিল্প, জন্তু পোহা বিশেষকৈ গৰু, ভেড়া, ছাগলী আদি, আৰু মসৃণ শিলৰ হাথিয়াৰ নিৰ্মাণ কৰিবলৈ শিকে। মানুহে এক গোট হৈ থকা পৰিয়াল পদ্ধতি আছিল পিতৃ প্ৰধান।

নব প্ৰস্তৰ যুগৰ পৰা মানুহে অগ্ৰগতি লাভ কৰিবলৈ ধৰে ধাতু যুগলৈ। ব্ৰঞ্জ, তাম যুগৰ বহু পিছত লো আবিষ্কাৰ হয়। মানুহে শৈলাস্ত্ৰৰ যুগৰ পৰা ধাতুৰ যুগলৈ ধাৱমান হৈছিল। অসমত বিশেষকৈ খাছি জয়ন্তীয়া পাহাৰত লো শিল গলাই তাৰ পৰা লো উলিওৱা পদ্ধতি খাছি সকলৰ বহু পূৰ্বৰ পৰা জ্ঞাত আছিল। নদীৰ বালি ধুই সোণ উৎপন্ন কৰা কাৰ্য অসমৰ এটা শ্ৰেণীৰ মানুহে জানিছিল। বস্তু সাল-সলনি বেহা (পণ্য বিনিময় বাণিজ্য) প্ৰথাৰ প্ৰচলন আছিল।

আদিম কালত বস্তুৰ মূল্য নিৰ্ধাৰণ কৰা হৈছিল প্ৰথম জন্তুৰ ছাল, কিন্তু জন্তু ঘৰচীয়া কৰা অৱস্থাত জন্তু হৈছিল এক প্ৰকাৰ মূল্য নিৰ্ধাৰণৰ মাপ কাঠি আৰু ভালেমান উৎপাদিত বস্তু যেনে, কাপোৰ, ভেড়াৰ ছাল, কড়ি আদি মূল্য নিৰ্ধাৰণৰ মাপ কাঠি আছিল। অসমত বহু দিনলৈকে জনজাতিসকলৰ মাজত বস্তু মূল্য নিৰ্ধাৰণ কৰা হৈছিল জন্তুৰ মূৰ, যাঠিৰ মূৰ, ধাতুৰ বাটি আৰু আন ধাতুৰ সামগ্ৰী। বস্তু সাল-সলনি কৰা প্ৰথাৰ বৰ্তমানো পাহাৰ আৰু ভৈয়ামত প্ৰচলিত।

সামাজিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত আদিম লোকসকলৰ বৰঙণি একমাত্ৰ নহয়, সিহঁতৰ ধৰ্মীয় বিশ্বাসেও ভাৰতীয় সংস্কৃতিতো সম্পূৰ্ণ ক্ষেত্ৰতে আৰ্য আৰু প্ৰাক আৰ্যসকলে প্ৰকৃততে বৰঙণি দিছে আৰু আধুনিক হিন্দু ধৰ্মৰ আধাৰ স্থাপন কৰে। ভাৰততে বা অসমতে হওক, তাত বহু প্ৰচলিত অনাৰ্য পন্থাৰ উপাদান বিচাৰি পোৱা যায়। দ্ৰাবিড় সকলৰ ওপৰতো আৰ্য প্ৰভাৱ প্ৰাচীন যুগৰ 'পৰা থকা বুলি আৰ. বাস্তৱে মন্তব্য দিছে। আনকি নিগ্ৰো সকলক কোৱা যায় তেওঁলোকে গছ পূজা আদিম প্ৰজনন পন্থা, ধনুৰ আবিষ্কাৰ, মৃতকৰ আত্মাৰ ধাৰণা আৰু বিশ্বাস মৃতকৰ স্বৰ্গ যাত্ৰাৰ। এইবোৰ বিশ্বাস আছিল অসমৰ প্ৰায়বোৰ জনজাতিৰ মাজত। এইবোৰ আকৌ বিকাশ হৈছিল পিছত অহাসকলৰ, বানেকুনে প্ৰটো, অষ্ট্ৰোলাইদ- সকলে নৱপ্ৰস্তৰ যুগৰ আধাৰ স্থাপন কৰে আৰু মৃৎপাত্ৰৰ ব্যৱহাৰৰ সূচনা কৰে। হাটনৰ (Hatton) মতে সৰ্প পূজা আৰু মাতৃ দেৱীৰ পূজা আনিছিল দ্ৰাবিড় ভাষীলোকে, যাৰ ধৰ্ম আছিল যোনী উপাসনা, লিঙ্গ পূজা, দেৱদাসী উপাসনা আৰু সম্ভৱ নৰবলি, আত্মাৰ ধাৰণা, সূৰ্য আৰু চন্দ্ৰ গ্ৰহণ উপাসনা, মৃতকৰ ধৰ্মীয় ক্ৰিয়া কৰ্ম আৰু পূৰ্ব পুৰুষৰ ক্ৰিয়া কৰ্ম। আনকি কৰ্মৰ ধাৰণা আৰু আত্মাৰ পৰিৱৰ্তন, যোগ সাধন আৰু বিষ্ণু, শিৱ আৰু দেৱীক কেন্দ্ৰ কৰি পূজা পদ্ধতি, হোম প্ৰতিৰ বিৰুদ্ধাচৰণ আৰু বহু হিন্দুৰ পৌৰাণিক কাহিনী. বিবাহ-পৰ্বণ আদি ধৰা হয় প্ৰাক আৰ্যৰ প্ৰচলিত হিচাপে। হাটনে (Hutton) কৈছে যে নিগ্ৰো সকলৰ বাহিৰে প্ৰটো অষ্ট্ৰোলইদে বৰঙণি দিছিল ভৌতিক সূত্ৰ আৰু ভূমধ্য সাগৰীয় ইৰানিয়ান বোলেৰিয়ান সকলে উদ্ভৱ কৰিছিল সিহঁতৰ লিঙ্গ পূজা, মেগালিথিক সংস্কৃতি, অৱতাৰ সূত্ৰ আৰু মাতৃ পূজাৰ। পিছত অহা লোকসকল এইটোক ওফৰাই যোনী উপাসনা আৰু আত্মাৰ ক্ৰিয়া কাৰ্য আৰু এজন দেৱতাক ন্যস্ত কৰিছিল তেওঁলোকৰ পিজমানা দ্বাৰা আৰু প্ৰতিষ্ঠা কৰিছিল লিঙ্গ পূজা, অপেশ্বৰীৰ পূজা আৰু পৌৰোহিত্য অনুষ্ঠানৰ। চূড়ান্ত ৰূপ আধুনিক হিন্দু ধৰ্মৰ মনস্থ কৰা হৈছিল এটা সংঘৰ্ষৰ দ্বাৰা যিটোক কোৱা হয় প্ৰটো হিন্দু ধৰ্ম, এইটোৰ ধৰ্মীয় দৃষ্টিভঙ্গীত ধাৰণা আনিছিল ইৰানিয়ান আৰ্যসকলৰ সৈতে যিটোলৈ বেদ সমৰ্পণ (অনুমোদন স্বীকাৰ্য) কৰিবলৈ বাধ্য হৈছিল। সামাজিক ধৰ্মীয় স্থানত ভাৰতত পুৰোহিতসকলৰ শীৰ্ষ বিন্দুৰ সামাজিক ধৰ্মীয় স্থানত উপনীত কৰি।

অসমীয়া সংস্কৃতিৰ প্ৰতিষ্ঠা হৈছিল সম্ভৱ এই সকলোবোৰ উপাদানৰ ভিত্তিত, অষ্ট্ৰো এছিয়েটিক সিহঁতৰ ভাষিক সূত্ৰৰ সৈতে, আৰু আলপাইন আৰ্য, তিবৰ্ব ত বৰ্মী উপাদানক সামৰি। বৰঙণি দিছিল বিকাশৰ বিভিন্ন উপাদানেৰে গঠিত এটা সামাজিক ধৰ্মীয় যৌগিক।

**সামাজিক বিভাজন**

(১) **বৰ্ণাশ্ৰম ধৰ্ম ঃ** প্ৰাচীন অসমৰ সমাজ ব্যৱস্থা বৰ্ণাশ্ৰম ধৰ্মৰ ভিত্তিত গঠিত। হিন্দু শাস্ত্ৰ অনুসাৰে সমাজৰ চাৰিটা বিভাজন পালন কৰা হৈছিল, যদিও পোনপটীয়া প্ৰমাণ চাৰি বিভাজনৰ ক্ষেত্ৰত প্ৰচলিত থকাৰ প্ৰমাণ পোৱা নাযায়।

ঋগ্বেদৰ শেষৰ শ্লোক, যিটোক পুৰুষ মুক্ত হিচাপে জনা যায় তাত চাৰিটা বৰ্ণ সৃষ্টিৰ সম্পৰ্কে উল্লেখ আছে। ব্ৰাহ্মণসকল ব্ৰহ্মা দেৱতাৰ মুখৰ পৰা, ৰাজন্য তেওঁৰ বাহুৰ পৰা, বৈশ্য তেওঁৰ উৰুৰ (উৰু) পৰা আৰু শূদ্ৰ তেওঁৰ ভৰিৰ পৰা উদ্ভৱ হৈছে। এইটোৱে দেখুৱায় ঋগ বৈদিক যুগৰ শেষত সমাজৰ চাৰিটা বিভাজন আৰম্ভ হৈছিল এটা স্পষ্ট ৰূপত। এই বিশ্বাসক ভেটি হিচাপে ধৰি লাভ কৰিছিল পৰৱৰ্তী সময়ত যে ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ উদ্ভৱ হৈছিল সৃষ্টিকৰ্তাৰ ক্ৰমে মুখ, বাহু, উৰু আৰু ভৰিৰ পৰা। পিছৰ বৈদিক যুগত আন এটা প্ৰথাৰ উদ্ভাৱন হয়। সেইটো বৰ্ণ প্ৰথাৰ সৈতে উদ্ভৱ হৈছিল চাৰি আশ্ৰমৰ, সেইকেইটা হৈছে,ব্ৰহ্মাচাৰ্য, গৃহস্থ, বানপ্ৰস্থ আৰু সন্ন্যাস। এই চাৰি আশ্ৰমে প্ৰতিনিধিত্ব কৰে ক্ৰমে ছাত্ৰ-জীৱন, গৃহস্থ জীৱন, কঠোৰ তপস্যা জীৱন আৰু সন্ন্যাস জীৱন যাপন।

বর্ণ সূত্রই আৰ্য সমাজৰ সভ্য হিচাপে মানুহক আচৰণ কৰে আৰু ধাৰ্য কৰে তেওঁৰ অধিকাৰ, ক্ষমতা, দায়িত্ব আৰু কৰ্তব্য সমাজৰ প্ৰতি। এই বৰ্ণ প্ৰথাৰ পৰা পৰৱৰ্তী সময়ত জাতিগত প্ৰথাৰ উদ্ভৱ হয়। প্ৰথম পৰ্যায়ত জাতিগত প্ৰথাত কঠোৰতা (গোড়ামি) নাছিল, পিছলৈ সমাজত জটিলতা বঢ়াৰ ফলত জাতি বিভাজন হৈ পৰিছিল বেছি কঠিন আৰু গোড়া।

সময়ত বহু পেশাদাৰী (বৃত্তি মূলক) ফৈদ গঠন হয়, তেওঁলোক হৈছে, গণক, নাপিত, কুমাল (কুমাৰ), গোপাল (গোৱালা), ৰৈয়িত্ৰী (তাঁতী), সুৰাকাৰ (সুৰি), কমাৰ (কৰ্মকাৰ) আদি। এইবোৰক বৰ্তমান জাতি হিচাপে স্বীকৃতি দিয়া হৈছে। ৰিচলিৰ (Risley) মতে জনজাতি, জাতিগত আৰু ধৰ্মীয় উপাদানে সেইবোৰৰ সংখ্যা বৃদ্ধিত সহায় কৰিছিল।

আশ্ৰমৰ সূত্ৰ আছিল প্ৰকৃততে এটা শ্ৰেষ্ঠ ধাৰণা। কিন্তু সময়ৰ জৰুৰী অৱস্থাৰ হকে প্ৰভাৱ সংঘাত আৰু জীৱনৰ ক্ৰুদ্ধতাৰ (বিক্ষিপ্ততা) এইটো আনকি প্ৰাচীন কালতো সম্পূৰ্ণকৈ প্ৰত্যেকে ব্যক্তিগতভাৱে পালন কৰা নাছিল আৰু দেখা যায় বৰ্তমান সময়ত বিফল হৈছে।

কামৰূপৰ ৰজাসকলে বিশেষভাৱে সংৰক্ষণ কৰিবলৈ যত্ন লৈছিল পৰম্পৰা সমাজৰ বিভাজনসমূহ যেনে- ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ। অভিলেখত ৰজাসকলক সঘনাই বৰ্ণাশ্ৰম ধৰ্মৰ ৰক্ষাকৰ্তা আৰু সকলো শ্ৰেণীৰ লোকৰ কৰ্তব্যৰ অনুমোদক (সমৰ্থক) হিচাপে উল্লেখ কৰা হৈছে। নিধানপুৰ তাম্ৰ শাসনত ভাস্কৰ বৰ্মনক বৰ্ণনা কৰা হৈছে, যিজনক স্ৰজন কৰিছে ক্ৰম অনুসৰি শ্ৰেণী বিভাজন অনুষ্ঠান পুনৰ প্ৰতিষ্ঠা কৰাৰ বাবে, যিটো বহুদিন ধৰি বিভ্ৰান্ত হৈ আছিল। ইন্দ্ৰপালৰ গুৱাহাটী তাম্ৰ শাসনত এইটো কোৱা হৈছে বা তেওঁৰ ৰাজ্ব কালত 'পৃথিবী (বিশ্ব) আছিল সুখী আৰু সমৃদ্ধ আৰু গাই গৰুৰ দৰে যিটোৱে সকলোৰে ইচ্ছা পূৰণ কৰিছিল যেনিবা পৃথুৰ সময়ৰ দৰে, কাৰণ চাৰি আশ্ৰমৰ আৰু চাৰি বৰ্ণৰ নীতি পালন কৰা হৈছিল সেইবোৰৰ প্ৰকৃত বিভাজনৰ ক্ষেত্ৰত।

চাৰিটা অৱস্থা (আশ্ৰম)ত, যিটোত মানুহৰ জীৱনৰ স্থিতি কালক (দৈৰ্ঘ্য) শ্ৰেণী বদ্ধ (বিভাজন) কৰা হৈছে, সম্ভৱ অনুকৰণ কৰা হৈছে, বিশেষকৈ প্ৰাচীন কামৰূপৰ ব্ৰাহ্মণসকলৰ দ্বাৰা। বৃদ্ধবয়সত ধৰ্মক আকোৱালি লৈ স্বইচ্ছাৰে সিংহাসন ত্যাগ কৰি নিজৰ জীৱন পৰিত্যাগ কৰাৰ উদাহৰণ আছে।

**ব্ৰাহ্মণ ঃ** ব্ৰাহ্মণসকলে সমাজত উচ্চ স্থান লাভ কৰিছিল। তেওঁলোকক ৰজা, প্ৰজা সকলোৱে উচ্চ সন্মান দিছিল তেওঁলোকৰ শিক্ষা আৰু আধ্যাত্মিক জ্ঞানৰ বাবে। অভিলেখৰ পৰা জনা যায় যে অসমৰ হিন্দু সমাজ মূলতে বৰ্ণাশ্ৰম ধৰ্মৰ ভিত্তিত গঠিত, যিটোৱে সমাজৰ এটা আদৰ্শণীয় অৱস্থাৰ ধাৰণা দিয়ে, আকৌ ইয়াৰ মূল হৈছে বৈদিক আদৰ্শ। ৰজাসকলে নিশ্চয় যত্ন কৰিছিল সেই ক্ৰম অনুসৰি সমৰ্থন কৰাৰ। ভগদত্ত আছিল সমাজৰ এই সকলোবোৰ বিভিন্ন কৰ্তিত অংশৰ মুৰব্বী, নগাওঁ তাম্ৰ শাসনত উল্লেখ থকা হিচাপে। ভাস্কৰ বৰ্মনক কোৱা হৈছে সৃষ্টিকৰ্তাই তেওঁক স্ৰজন কৰিছে বিভিন্ন জাতিৰ কৰ্তব্য আৰু জীৱনৰ পৰ্যায় সমূহ যিবোৰ সংমিশ্ৰিত হৈছে সেইবোৰ সঠিক ভাৱে পৰিচালনা কৰিবৰ বাবে। বনমালই সন্তুষ্ট কৰিছিল সকলো শ্ৰেণীৰ মানুহৰ ইচ্ছা আকাঙ্ক্ষা আৰু জীৱনৰ পৰ্যায় সমূহ। ইন্দ্ৰপালৰ গুৱাহাটী তাম্ৰশাসনত উল্লেখ আছে যে তেওঁৰ ৰাজত্ব কালত চাৰিটা শ্ৰেণীৰ নীতি সমূহ আৰু পৰ্যায় সমূহ প্ৰকৃত ক্ৰম অনুসৰি পালন কৰা হৈছিল। অসমত ব্ৰাহ্মণ্য সংস্কৃতিৰ বিশেষকৈ আৰ্য সংস্কৃতি সূচনা হৈছিল ষষ্ঠ শতিকাৰ বহু পূৰ্বৰ পৰা আৰু সেই সময়ৰ পৰা ৰজা সকলৰ নিয়মাবদ্ধ নীতি আছিল ব্ৰাহ্মণ বা আন উচ্চ শ্ৰেণীৰ আৰ্যসকলৰ বাবে অগ্ৰহাৰ প্ৰবৰ্তন কৰা হৈছিল যে- অভিলেখ আৰু গ্ৰন্থ সাহিত্যৰ পৰা প্ৰমাণ পোৱা যায়।

গুপ্ত সকলৰ সাম্ৰাজ্যিক (সাৰ্বভৌম) শক্তি পঞ্চম শতিকাৰ শেষলৈ পতন হোৱাত কামৰূপৰ প্ৰভাৱ উত্তৰ পূব ভাৰতত বৃদ্ধি হয়, আৰু ইয়াৰ ফল স্বৰূপে বহু ব্ৰাহ্মণ কামৰূপলৈ আহে। কামৰূপৰ ৰজা সকলে বিদ্বান পণ্ডিত আৰু ধৰ্মীয় গুৰুৰ পৃষ্ঠপোষকতা কৰিছিল; আৰু বহু সংখ্যক বিদ্বান লোক এই দেশৰ প্ৰতি আকৰ্ষিত হৈছিল। নিধানপুৰ তাম্ৰশাসনত দেখুৱাইছে যে ৰজাই এটা নিয়মাবদ্ধ নীতি লৈছিল- ব্ৰাহ্মণ সকলক মাটি দান দি আকৰ্ষিত কৰিবলৈ যাতে তেওঁলোক আহি অগ্ৰহাৰ গাঁৱত বসতি কৰি ধৰ্মীয়

আৰু শিক্ষাৰ প্ৰসাৰ কৰে। খনামুখী তাম্ৰশাসনত লিপিবদ্ধ আছে যে ধৰ্মপালে মধ্য দেশৰ এজন পণ্ডিত ব্ৰাহ্মণক মাটি দান দিছিল। মধ্য দেশ আছিল 'ব্ৰাহ্মণ সকলৰ খ্যাত বসতিৰ স্থান, আৰু তেওঁ (সেই ব্ৰাহ্মণ জন) নিয়মিতভাৱে যজ্ঞ অনুষ্ঠিত কৰিছিল আৰু ধন-সম্পদৰ প্ৰতি আছিল নিৰাশা'। শিলিমপুৰ অভিলেখত উল্লেখ কৰিছে যে পুণ্ড্ৰৰ এজন ব্ৰাহ্মণক ৰজা জয়পালে দান দিছিল ৯০০ সোণৰ মুদ্ৰা আৰু এডৰা মাটি, যি ডৰা মাটিত ১০০০ মুদ্ৰা মূল্যৰ শস্য উৎপন্ন হৈছিল। কমৌলি তাম্ৰশাসন অনুসৰি 'উপহাৰ আৰু দান ব্ৰাহ্মণক দিয়াটো অতি পুণ্য কাম হিচাপে ধৰা হয় আৰু তাৰপৰা ভাল ফল পোৱা যায়।' নিয়মিতভাৱে ৰাজকীয় পৃষ্ঠপোষকতাৰ বাবে সম্ভৱ কামৰূপ হৈ পৰিছিল ওচৰ চুবুৰীয়া ৰাজ্যৰ ব্ৰাহ্মণসকলৰ আশ্ৰয় স্থল আৰু পৰৱৰ্তী সময়ত যেতিয়া উত্তৰ ভাৰতত বৌদ্ধধৰ্ম বিস্তাৰ লাভ কৰিবলৈ ধৰে তেতিয়া ব্ৰাহ্মণসকলক পশ্চিমলৈ সম্প্ৰসাৰণ কৰে। ভট্টাচাৰ্যৰ মতে বৰ্তমানৰ বঙ্গদেশৰ প্ৰায়বোৰ ব্ৰাহ্মণ পৰিয়াল কামৰূপৰ ব্ৰাহ্মণসকলৰ বংশধৰ।

ব্ৰাহ্মণসকলৰ সামাজিক সংগঠন সমূহক গোত্ৰ, বেদশাখা আৰু প্ৰবৰৰ দ্বাৰা পৃথক কৰা হয় আৰু এইবোৰ গুৰুত্বপূৰ্ণ অপৰিহাৰ্য উত্তৰাধিকাৰী, বিবাহ, পূজা, যজ্ঞ, দৈনিক সন্ধ্যা প্ৰাৰ্থনা আদিৰ ক্ষেত্ৰত। বেদশাখা সমূহ অন্তৰ্ভুক্ত হৈছে বেদৰ বিভিন্ন ভাগ বা শাখাত যিটো ব্ৰাহ্মণৰ বিভিন্ন শাখাত অন্তৰ্ভুক্ত হয়। গোত্ৰই শ্ৰেণীভুক্ত কৰে সকলো মানুহক, যিয়েই বিচাৰি উলিয়ায় তেওঁলোকৰ পূৰ্বপুৰুষৰ পৰা উদ্ভৱ হোৱা এটা অবিচ্ছিন্ন পুৰুষ শাৰীৰ বংশধৰ হিচাপে। আদিতে গোত্ৰৰ সংখ্যা আছিল আঠটা। পৰৱৰ্তী সময়ত এইটো বৃদ্ধি হৈ কেইবা শ হয়। প্ৰৱৰসমূহ প্ৰকৃততে পুৰোহিত বা ঋষি (মুনি)ৰ সৈতে সংযুক্ত থাকে, যিবোৰৰ নাম সেই গোত্ৰৰ প্ৰৱৰ গঠিত হয়। নিধানপুৰ তাম্ৰশাসনত বহু সংখ্যক ব্ৰাহ্মণ দান গ্ৰহণকাৰীক তেওঁলোকৰ বেদশাখা, প্ৰৱৰ আৰু গোত্ৰৰ সৈতে উল্লেখ কৰিছে। এই খন তাম্ৰশাসনত অকলে ৫৬ টা গোত্ৰৰ উল্লেখ পোৱা যায়। তেজপুৰ তাম্ৰশাসনত যজুৰবেদ শাখাৰ শাণ্ডিল্য গোত্ৰৰ এজন ব্ৰাহ্মণৰ উল্লেখ আছে। নগাঁও তাম্ৰশাসনত কাপিল গোত্ৰৰ কান্বশাখাৰ উল্লেখ কৰিছে। বৰগাওঁ তাম্ৰশাসনত পৰাশৰ গোত্ৰৰ একে কান্বশাখা আৰু শুৱালকুছি তাম্ৰশাসনত ভৰদ্বাজ গোত্ৰৰ একেটা শাখাৰ উল্লেখ আছে। ইন্দ্ৰপালৰ তাম্ৰশাসনত কাশ্যপ গোত্ৰৰ ব্ৰাহ্মণ আৰু ধৰ্মপালৰ তাম্ৰশাসনত কৌথুম শাখা, যুদ্ধ মৌদগল্য, কাৰ্বস্তায়ম গোত্ৰ আৰু আঙ্গিৰস প্ৰৱাৰৰ উল্লেখ আছে।

অভিলেখত উল্লেখ থকা উপাধিসমূহ হৈছে দেৱ, শৰ্মন আৰু স্বামীন, সেইবোৰ ব্ৰাহ্মণক দিয়া হৈছিল। বংশনাম যিবোৰ সাধাৰণতে অভিলেখ সমূহত পোৱা যায় সেইবোৰ হৈছে, ভট্ট, দাম, দেৱ, ধৰ, দাস, দত্ত, ঘোষ, কৰ, কুণ্ড, মিত্ৰ, নাগ, নন্দী, পাটিল, সেন, সোম, নাগৰ আদি। বৰ্ত্তমান এই সকলোবোৰ বংশনাম অসমীয়া ব্ৰাহ্মণৰ মাজত কেইটামানৰ বাহিৰে পোৱা নাযায়। একেধৰণে বঙ্গদেশ বহু ক্ষেত্ৰতো ব্ৰাহ্মণৰ মাজত পোৱা নাযায়। সেইবোৰৰ বহু কেইটা অসম আৰু বঙ্গৰ কায়স্থসকলৰ মাজত বৰ্তমানো ব্যৱহৃত হৈ আছে। এইবোৰ উপাধি নাগৰ ব্ৰাহ্মণসকলৰ সৈতে সামঞ্জস্য আছে, যিসকল সম্ভৱ পূৰ্বতে পঞ্জাবৰ নগাৰকোট অঞ্চলৰ পৰা দেশৰ বিভিন্ন অঞ্চললৈ প্ৰব্ৰজন কৰিছিল। ভূতিবৰ্মনে মাটি দান দিয়া ব্ৰাহ্মণসকল কিছুমান পণ্ডিতৰ মতে আছিল নাগৰ ব্ৰাহ্মণ গোষ্ঠীৰ, যিসকলে একে সময়তে বল্লভি ৰজাসকলৰ উত্থানত গুজৰাটলৈ প্ৰব্ৰজন কৰিছিল। অসমৰ ব্ৰাহ্মণসকলে বৰ্তমান মিথিলা শৈলীক অনুকৰণ কৰে, সামাজিক ৰীতি-নীতিৰ ক্ষেত্ৰত, সেইবোৰ উত্তৰাধিকাৰী স্বত্ব। দান, উইলনামা আৰু বিবাহ; আৰু তেওঁলোকে কান্যকুব্জ (কনৌজ)ৰ বংশধৰ বুলি বিচাৰি উলিয়াইছে। পৰম্পৰাগতভাৱে তেওঁলোক নৰকৰ সময়ত অসমলৈ প্ৰব্ৰজন হৈছিল।

কামৰূপৰ ব্ৰাহ্মণসকলে এটা ধাৰ্মিক আৰু সাধু (পৱিত্ৰ) জীৱন যাপন কৰিছিল যে অভিলেখত উল্লেখ আছে। তেওঁলোকে ছয় দফীয়া কৰ্তব্য পালন কৰিছিল, যেনে- যজ্ঞ, যাজন, অধ্যয়ন, অধ্যাপনা, দান আৰু প্ৰতিগ্ৰহ আৰু নিত্য কৰ্ম স্নান কৰিছিল। ছয় প্ৰকাৰৰ স্নান স্মৃতিত উল্লেখ আছে। বলবৰ্মনৰ তাম্ৰশাসনত ক্ৰিয়াঙ্গ স্নানৰ প্ৰচলন সম্পৰ্কে উল্লেখ কৰিছে, ব্ৰাহ্মণসকলে দৈনিক তিনি সন্ধ্যা প্ৰাৰ্থনা কৰে। সন্ধ্যাৰ সৈতে জড়িত থকা (গায়ত্ৰী আৰু আন মন্ত্ৰ উচ্চাৰণ) যিটো অনুমোদিত তিনি সন্ধ্যা তেওঁলোকে প্ৰাৰ্থনা

কৰে।

ব্ৰাহ্মণসকলে বেদ অধ্যয়ন কৰিব লাগিছিল আৰু অভিলেখত তিনি বেদৰ উল্লেখ কৰিছে। বনমালৰ তাম্ৰশাসনত কৈছে যে ভিজ্জটই আনুষঙ্গিক সকলো অংশৰ সৈতে যজুৰ্বেদ অধ্যয়ন কৰিছিল। দেৱদত্ত আছিল বৈদিক পণ্ডিতসকলৰ মুৰব্বী আৰু বেদসমূহ আছিল তেওঁলোকৰ লক্ষ্য তেওঁ পূৰ্ণ কৰিছিল। মীমাংসা হৈছে বৈদিক ব্ৰহ্মবিদ্যাৰ অতি নৈষ্ঠিক শাখা, যিটো অসমত অতি সাৱধানেৰে অধ্যয়ন কৰা হৈছিল।

কামৰূপৰ ব্ৰাহ্মণসকলে একমাত্ৰ জ্ঞানপ্ৰাপ্তিৰ বাবেই কৰ্তব্য পালন কৰা নাছিল, তেওঁলোকে আন বৃত্তিও লৈছিল। পুষ্পভদ্ৰা তাম্ৰশাসনত দান গ্ৰহণকাৰীৰ ককাকজনৰ শিল্প কলাত অগাধ জ্ঞান থকাৰ উল্লেখ কৰিছে। এই ব্ৰাহ্মণজনৰ বাবে এটা উপাধি ব্যৱহাৰ কৰা হৈছিল 'চাণক্যমাণিক্যভূ' হিচাপে, যিটোৰ অৰ্থ ভট্টাচাৰ্যৰ মতে ধন-ৰত্নৰ উৎস (অৰ্থাৎ নৈতিক বাণী/প্ৰবচন) চাণক্যৰ। বৰুৱাই ধাৰণা কৰে যে এইটোৱে 'অৰ্থশাস্ত্ৰকহে বুজাইছে, যিটো ইয়াত অধ্যযন কৰা হৈছিল। শিক্ষাযতন উপাধি যেনে- শ্ৰুতিধৰ, পণ্ডিত আৰু কথানিষ্ঠা সাধাৰণতে ব্ৰাহ্মণসকলৰ মাজত পোৱা যায়।

হিউৱেন চাঙে লিপিবদ্ধ কৰিছে যে- ভাস্কৰ বৰ্মন জাতিত ব্ৰাহ্মণ আছিল, যিজনে কামৰূপত ৰাজত্ব কৰি আছিল তেওঁৰ কামৰূপ ভ্ৰমণৰ সময়ত। সুনীতি কুমাৰ চট্টোপাধ্যায়ে মন্তব্য দিছে যে হিউৱেন চাঙে ভুলবশতঃ বৰ্ণনা কৰিছিল ভাস্কৰ বৰ্মনক ব্ৰাহ্মণ হিচাপে, কিন্তু তেওঁ হৈছে এজন নব ক্ষত্ৰিয়লৈ উন্নীত হোৱা ইণ্ডো মঙ্গোলীয়া বংশৰ হিন্দু ধৰ্মাৱলম্বী ম্লেচ্ছ, আৰু কেইবা পুৰুষ পূৰ্বে হিন্দু ধৰ্ম গ্ৰহণ কৰিছিল।

বৰ্মনসকল নিসন্দেহে ব্ৰাহ্মণ আছিল যে হিউৱেন চাঙে স্পষ্টভাৱে লিখিছে আৰু কিছুমান ব্ৰাহ্মণৰ উপাধি অভিলেখত পোৱা যায়। যিবোৰ বৰ্তমান কাযস্থসকলে ব্যৱহাৰ কৰে। ইয়াৰ পৰা এই সিদ্ধান্তত উপনীত হব পাৰে যে ব্ৰাহ্মণে এক সময়ত কামৰূপত ৰাজত্ব কৰিছিল।

ব্ৰাহ্মণসকল আকৌ উচ্চ প্ৰশাসনীয় বিষয়াৰ পদত অধিষ্ঠিত আৰু ৰাজসভাৰ কবি আছিল। জনাৰ্দন স্বামী আছিল ভাস্কৰ বৰ্মনৰ সময়ত এজন ন্যায়কৰ্ণিক। হিমাঙ্গ নামৰ ব্ৰাহ্মণ এজন ধনুৰ্বিদ্যাত নিপুণ আছিল আৰু যাদু-মন্ত্ৰেৰে শত্ৰুৰ ধনুৰ্বাণ ধ্বংস কৰিব পাৰিছিল আৰু তেওঁ যুদ্ধ আৰু প্ৰতিৰোধৰ বিভিন্ন কৌশলত পাকৈত আছিল।

কামৰূপৰ ব্ৰাহ্মণ পণ্ডিত সকলে ওচৰ চুবুৰীয়া ৰাজ্যত অনুষ্ঠিত হোৱা ধৰ্মসভাৰ আলোচনাত অংশ গ্ৰহণ কৰিছিল। হিউৱেন চাঙৰ বিৱৰণীৰ পৰা জনা যায় যে কামৰূপৰ এজন ব্ৰাহ্মণ পণ্ডিতে নালন্দাত হোৱা ধৰ্মীয় তৰ্কসভাত অংশ গ্ৰহণ কৰি হিউৱেন চাঙৰ সৈতে তৰ্ক যুদ্ধত অৱতীৰ্ণ হৈছিল আৰু পিছত পণ্ডিতজনে ব্ৰাহ্মণ্য ধৰ্ম ত্যাগ কৰিবলৈ বাধ্য হৈছিল আৰু হিউৱেন চাঙৰ শিষ্য হৈছিল। কামৰূপৰ ব্ৰাহ্মণসকল যিসকলে ওচৰ চুবুৰীয়া ৰাজ্যলৈ প্ৰব্ৰজন কৰিছিল তেওঁলোকক উচ্চভাৱে সম্মান দিয়া হৈছিল। কলিঙ্গৰ গঙ্গা ৰজা, অৱন্তিবৰ্মনৰ অভিলেখত (খ্ৰীঃ ৯২২) এইটো উল্লেখ আছে যে কামৰূপৰ বিষ্ণু সোমাচাৰ্য নামৰ ব্ৰাহ্মণ এজনক ৰজাৰ ভ্ৰাতৃ জয়বৰ্মনে মাটি দান দিছিল তেওঁৰ কন্যাৰ বিবাহৰ সময়ত। অভিলেখত আকৌ উল্লেখ কৰিছে যে বিষ্ণু সোমাচাৰ্য পৰাশৰ গোত্ৰৰ আৰু তেওঁৰ বেদ আৰু বেদাঙ্গৰ ওপৰত বিশেষ ব্যুৎপত্তি আছিল। পৰমাৰ ৰজা মালৱাৰ বাকপতি ৰাজৰ অভিলেখত লিপিবদ্ধ আছে ২৬ জন ব্ৰাহ্মণক মাটি দান দিয়া সম্পৰ্কে। তেওঁলোকৰ ভিতৰত এজন ৱামা স্বামী আছিল পৌণ্ড্ৰিকৰ পৰা উত্তৰকূল দেশৰ অন্তৰ্গত যিজনক চিনাক্ত কৰা হৈছে অসমৰ উত্তৰকূলৰ সৈতে।

প্ৰহাম ব্ৰাহ্মণৰ পূৰ্বপুৰুষ কামৰূপৰ কোনো ঠাইৰ পৰা প্ৰব্ৰজন কৰিছিল পুণ্ড্ৰৰ অন্তৰ্গত বলগ্ৰামলৈ, শিলিমপুৰ অভিলেখৰ পৰা জানিব পাৰি।

**অন্যান্য জাতি ঃ** অভিলেখ সমূহত আন আন জাতিসমূহৰো উল্লেখ পোৱা যায়। সেইবোৰ হৈছে কাযস্থ, কৰ্ণ, লেখক, দৈৱজ্ঞ আৰু আন সকল। সেইবোৰৰ ভিতৰত বহুতে আছিল জাতিতকৈও প্ৰশাসনীয় বিষয়াৰ উপাধি থকা আৰু বৃত্তিজীৱী শ্ৰেণী। তুলনামূলকভাৱে ব্ৰাহ্মণ জাতিৰ বাহিৰে আন জাতি বা শ্ৰেণীৰ মানুহৰ তথ্য তেনেই কম পোৱা যায়।

কৰ্ণ আৰু কায়স্থ এই দুটা অতি গুৰুত্বপূৰ্ণ জাতি হিচাপে অভিলেখত উল্লেখ আছে। কৰ্ণক জাতিৰ নাম হিচাপে সূত্ৰ,

স্মৃতি আৰু মহাভাৰতত পোৱা যায়। কায়স্থক ৰাজকীয় বিষয়া হিচাপে উল্লেখ কৰা হৈছে বিষ্ণু আৰু যজ্ঞবালক্য স্মৃতিত। বিষ্ণু স্মৃতিৰ মতে তেওঁলোক হৈছে চৰকাৰী দলিলৰ লেখক (ৰাজসাক্ষিক) আৰু পৰৱৰ্তী স্মৃতি সমূহত তেওঁলোকক উল্লেখ কৰিছে এটা জাতি হিচাপে আৰু শূদ্ৰসকলৰ মাজত অন্তৰ্ভুক্ত। কিন্তু ক্ষিৰস্বামীয়ে অমৰকোষত কৈছে যে কৰ্ণসকলেও কায়স্থ আৰু অধ্যক্ষৰ দৰে এটা বিষয়াৰ দলকে সূচায়। বৈজয়ন্তিত দেখা যায় কায়স্থ আৰু কৰ্ণক সমাৰ্থক ৰূপে লৈ তেওঁলোকক লেখক হিচাপে ধৰা হৈছে। কৰ্ণ জাতিটো পিছলৈ কায়স্থৰ সৈতে বিলীন হৈ সময়ত কায়স্থ জাতিত গঠিত হয়। নিধানপুৰ তাম্ৰশাসনত কৰ্ণিক আৰু কায়স্থ মঞ্জাক বিষয়া আৰু লেখক (কাকতী)ৰ ক্ষেত্ৰত উল্লেখ কৰা হৈছে।

কায়স্থ জাতিৰ অস্তিত্ব জনা যায় গুপ্ত অভিলেখ আৰু আন কিছুমান সমসাময়িক অভিলেখৰ পৰা। কায়স্থ জাতিক নামেৰে দেখা যায় পিছৰ যুগত (অনুঃ ৯ম শতিকা)। ৰাষ্ট্ৰকূট ৰজা অমোঘবৰ্ষৰ নথিত পশ্চিম ভাৰতত এটা কায়স্থ জাতিৰ উল্লেখ কৰিছে। উত্তৰ ভাৰতৰ অভিলেখত উল্লেখ কৰিছে গৌড় কায়স্থ- বংশ, কায়স্থ বংশ, মথুৰান্বয় আদি। উশানস আৰু বেদব্যাসৰ নিৰ্চিনা পিছৰ স্মৃতিত উল্লেখ কৰিছে কায়স্থ জাতিক, আকৌ বেদব্যাস স্মৃতিত নাপিত, কুমাৰ, হীৰা আৰু আনৰ লগত কায়স্থক শূদ্ৰৰ অন্তৰ্ভুক্ত কৰা হৈছে।

দি আৰ ভাণ্ডাৰকাৰ ঘোষ আৰু আন পণ্ডিতসকলে উপাধিৰ সাদৃশ্য পাই মন্তব্য দিছে যে- কায়স্থসকল নাগৰ ব্ৰাহ্মণৰ বংশধৰ। বসুৱে তেওঁলোকৰ মন্তব্য খণ্ডন কৰিছে। কামৰূপৰ কায়স্থসকলৰ পৰম্পৰা আৰু বংশাৱলী সম্বন্ধীয় নথি সমূহে প্ৰমাণ কৰে যে তেওঁলোক ক্ষত্ৰিয় সকলৰ অন্তৰ্গত। বাণীকান্ত কাকতিৰ মতে কায়স্থ 'শব্দৰ উৎপত্তি অষ্ট্ৰিক শব্দ 'কাঠো' (লিখা), 'কেআঠোহ' (হিচাপ ৰখা) আৰু এইটো সংস্কৃত কৰা হৈ কায়স্থ হৈছে। যিটো দেখা যায় লেখাৰ সৈতে মূলতঃ জড়িত আছিল। কায়স্থসকলে অসমৰ সমাজত ব্ৰাহ্মণসকলৰ পিছতে উচ্চ স্থান পাইছিল।

লেখক আন এক শ্ৰেণীৰ মানুহ অসমত আছিল যে (যিসকল লেখা কাৰ্যত জড়িত) অভিলেখ সমূহৰ পৰা জনা যায়। 'পৰাশৰ মাধৱিয়' উদ্ধৃতি দি সমস্তই ধাৰণা কৰে যে লেখকসকল হৈছে তৈল মৰ্দন কৰা আৰু আন নীচ জাতিৰ সৈতে একে পৰ্যায়ৰ যিসকলৰ পৰা ব্ৰাহ্মণ সকলে আহাৰ নাখায়। আচলতে লেখক হৈছে এটা জাতি যদিও স্থানীয় অভিলেখসমূহে উল্লেখ কৰিছে লেখা কাৰ্যত জড়িত লেখক হিচাপে। বৃহস্পতিয়ে স্মৃতি চন্দ্ৰিকাত উদ্ধৃতি দি উল্লেখ কৰিছে গণক আৰু লেখক দুজন লোক হিচাপে ন্যায়াধীশৰ কৰ্মৰ সৈতে সম্পৰ্ক থকা আৰু কৈছে যে তেওঁলোক হৈছে দ্বীজ। দৈৱজ্ঞ বা জ্যোতিষীক গণক হিচাপে পৰিচিত, এক শ্ৰেণীৰ মানুহক সমাজত সন্মানীয় স্থান দিয়া হৈছিল ঠিক ব্ৰাহ্মণৰ পিছতে। বৃহদ্ধৰ্ম পুৰাণত কৈছে যে গণকৰ জন্ম হৈছিল এজন শাক দ্বিপি পিতৃ আৰু এজনী বৈশ্য মাতৃৰ পৰা।

'বৈদ্য' শব্দটো শুভঙ্কৰ পাটক তাম্ৰশাসনত পোৱা যায়, যিখন তাম্ৰশাসন প্ৰস্থানকলম নামৰ বৈদ্য এজনে ৰচনা কৰিছিল। ভট্টাচাৰ্যৰ মতে এই শব্দটোৱে এটা জাতিৰ নাম হিচাপে ব্যৱহাৰ কৰা নুসূচায। বৈদ্যসকলক এটা জাতি হিচাপে বৰ্তমান পোৱা নাযায়। কিন্তু এটা বৃত্তিধাৰী শ্ৰেণী বা গোট চিকিৎসকৰ লেখীয়া, যেনে- ওজা বা বেজ, যিসকল বৰ্তমানো অসমত আছে আৰু তেওঁলোক যিকোনো শ্ৰেণীৰ হব পাৰে। বৈদ্য সকল এটা সুকীয়া সামাজিক গোট, অষ্টম শতিকা মানৰ পৰা তেওঁলোকৰ স্থিতি আছিল। দক্ষিণ ভাৰতৰ অভিলেখৰ পৰা জনা যায় যে তেওঁলোকে সমাজত এটা সন্মানীয় স্থান পাইছিল। ভিষক হৈছে চিকিৎসকৰ এটা শ্ৰেণী আৰু তেওঁলোকক আকৌ বলবৰ্মনৰ তাম্ৰশাসনতো উল্লেখ কৰা হৈছে। উশনসচৰ মতে ভিষক আছিল ব্ৰাহ্মণ পিতৃ আৰু ক্ষত্ৰীয় মাতৃৰ পৰা জন্ম লাভ কৰা বংশধৰ। ভিষকই আয়ুৰ্বেদৰ আঠটা খণ্ড অধ্যয়ন কৰিব লাগিছিল বা জ্যোতিষ বিদ্যা, জ্যোতিষ শাস্ত্ৰ আৰু অঙ্ক শাস্ত্ৰ। অপৰাকই ব্ৰহ্মপুৰাণৰ উদ্ধৃতি দি ভিষকক উল্লেখ কৰিছে যিয়ে অস্ত্ৰ চিকিৎসা আৰু ৰোগীক পৰিচৰ্যা কৰাৰ দ্বাৰা জীৱন ধাৰণ কৰিছিল।

আন এটা জাতি কলিতাসকল অসমত প্ৰাধান্য আছিল। 'তেওঁলোকক বৰ্তমান দেখা যায় অসমৰ পুৰণি হিন্দুসকলৰ ভিতৰত বিশুদ্ধ হিচাপে' আৰু 'একমাত্ৰ শূদ্ৰ জাতি এই উপত্যকাৰ যাৰ পৰা উচ্চ জাতিৰ মানুহে পানী খায়।'

কলিতাসকলে দাবী কৰে যে তেওঁলোক কায়স্থ সকলৰ সম পৰ্যায়ৰ ঠিক ব্ৰাহ্মণ সকলৰ পিছতে। মাৰ্টিনৰ মতে, 'তেওঁলোক (কলিতা সকল) ৰ নিসন্দেহে কিছু জ্ঞান আছিল আৰু দীৰ্ঘ দিন ধৰি প্ৰসাৰিত কৰিছিল, কোচৰ একমাত্ৰ আধ্যাত্মিক পথ প্ৰদৰ্শক হোৱা আৰু দৰাচলতে কিছুমান ঠাইত বৰ্তমানো সেই মানুহৰ ওপৰত ভালেখিনি অধিকাৰ আছে।' তেওঁ আকৌ কৈছে যে কলিতাসকল পূৰ্বতে কোচসকলৰ পুৰোহিত আছিল, আৰু অসমত এই সম্প্ৰদায়ৰ (কলিতা) বহু কেইজন ধৰ্মীয় গুৰু আছিল। এলানে (Allen) মন্তব্য দিছে যে, ব্ৰাহ্মণৰ বাহিৰে অসমৰ সকলোবোৰ হিন্দু ধৰ্মী লোকক কলিতা বুলি কোৱা হৈছিল।

কলিতা সকলৰ মূল (আদিম) জন্ম স্থান সম্পৰ্কে অজ্ঞাত। এই সম্পৰ্কে দুটা সূত্ৰ আছে, এটাত কোৱা হৈছে যে অসমৰ উত্তৰ-পূবত কলিতা দেশ আছিল আৰু এই দেশৰ দাঁতিত মিৰি আৰু আবৰৰ দৰে পৰ্বতীয়া জনজাতিয়ে বাস কৰিছিল। গোপাল আতাই তেওঁৰ মাতৃৰ সৈতে কলিতাদেশৰ পৰা অসম দেশলৈ আহিছিল। কেপ্তেইন নিউফৰিলে (Neufville) কৈছে যে 'দেশখন ভোটৰ পূব ফালে আৰু শদিয়াৰ পৰা উত্তৰফালে, পাহাৰ অতিক্ৰম কৰি বিস্তৃত আছিল সমভূমিত, কোৱা হৈছে এটা শক্তিশালী জাতিয়ে অধিকাৰ কৰি আছিল, তেওঁলোক কলিতা বা কল্টা- যিসকলক বৰ্ণনা কৰা হৈছে পূবৰ যিকোনো জাতিৰ সমতুল্য, তেওঁলোক সভ্যতাৰ অগ্ৰগতিত উচ্চ শীৰ্ষ পাইছিল। কলিতা ৰজাৰ ক্ষমতা, প্ৰভুত্ব আৰু সমৃদ্ধই অসমকো চেৰ পেলোৱা বুলি কোৱা হৈছে, আৰু এনেকুৱা উন্নতিশীল অৱস্থাৰ বৰ্তমান ৰাজ্যখনৰ অস্তিত্ব পোৱা নাযায়। কৃষি কাৰ্য প্ৰবৰ্তন কৰা আৰু গৃহস্থী জীৱন যাপন কৰা এই জাতিটো দিহিং নদীৰ বানপানীৰ প্ৰকোপত ধ্বংস হয়।

এটা প্ৰচলিত বিশ্বাসৰ মতে, কলিতাসকল আছিল ক্ষত্ৰিয় আৰু যেতিয়া পৰশুৰামে ক্ষত্ৰিয়সকলক ধ্বংস কৰিবলৈ সঙ্কল্প কৰিছিল তেতিয়া তেওঁলোকে তেওঁৰ ক্ৰোধৰ পৰা ৰক্ষা পাবলৈ পলাই গৈ অসমৰ অৰণ্যত আত্মগোপন কৰিছিল, আৰু সেইবাবেই তেওঁলোক হৈছে কুল, জাতি, লুপ্ত- লোপ পোৱা, ইয়াৰ অৰ্থ নীচ জাতি। বৰুৱাৰ মতে এইটো দেখা যায় শূদ্ৰৰ ভুল বিশ্লেষণ।

কলিতাসকল অসমলৈ পশ্চিম ফালৰ পৰা আহিছিল। উত্তৰ ভাৰতত বসতি কৰা মানুহৰ মাজত, মাৰ্কণ্ডেয় পুৰাণত উল্লেখ কৰিছে দৰদ, গণ আদিৰ সৈতে কলিতাক। দাল্টনে (Dalton) বিবেচনা কৰে যে তেওঁলোক আৰ্যসকলৰ শুদ্ধ বংশধৰ। তেওঁলোকে এই অঞ্চললৈ আহিছিল বৰ্তমান বৃত্তিধাৰী জাতি গঠনৰ পূৰ্বতে। বদেন পোৱেলে (Baden Powell) এটা পৰম্পৰাৰ উদ্ধৃতি দি, মন্তব্য দিছে যে কলিতাসকল আদিতে বৌদ্ধ ধৰ্মী আছিল আৰু ব্ৰাহ্মণ্য ধৰ্ম পুনঃ প্ৰবৰ্তনৰ বাবে তেওঁলোকে মধ্য ভাৰত ত্যাগ কৰিছিল। কলিতা সকল দেখা যায় প্ৰকৃত হিন্দু আৰু তেওঁলোকৰ স্থান যথেষ্ট উচ্চ।

ৰামায়ণত উল্লেখ কৰিছে কলিয়সকল হৈছে ক্ষত্ৰিয় আৰু বুদ্ধৰ সৈতে সম্বন্ধ থকা আৰু নামটোৱে দেখুৱায় যেনিবা দহ খন গণতান্ত্ৰিক ৰাজ্যসমূহৰ ব্ৰিজ্জিন মিত্ৰ সংঘৰ ভিতৰত এখন। পৰম্পৰাগত ভাৱে তেওঁলোক হৈছে কৃষিজীৱী, বিস্তৃত খেতি মাটি আছিল, ভাল শস্যৰ বাবে ভঁৰাল আৰু বসবাসৰ বাবে গৃহ আৰু তেওঁলোক হৈছে বৌদ্ধ ধৰ্মী ক্ষত্ৰিয়ৰ বংশধৰ আৰু বাণীকান্ত কাকতিয়ে তেওঁলোকক বৰ্তমানৰ কলিতা বা কাকতীৰ সৈতে চিনাক্ত কৰিছে। তেওঁলোক সম্ভৱ বশ্য জাতিৰ, উপৰোক্ত উক্তিৰ পৰা দেখা যায়। যিয়েই নহওক, তেওঁলোক আছিল শুদ্ধ আৰ্য অধিবাসী ব্ৰহ্মপুত্ৰ উপত্যকাৰ, যিসকল এসময়ত সম্ভৱ ৰাজ্যৰ পূব সীমান্তলৈ বিস্তাৰিত আছিল।

কোচসকল আন এটা জাতি, আনকি বৰ্তমানেও অসমত এটা বৃহৎসংখ্যক জনসংখ্যাৰ প্ৰতিনিধিত্ব কৰে, কলিতাসকলৰ পিছতে। যোগিনীতন্ত্ৰত কোচসকলক উল্লেখ কৰিছে যুৱকচ হিচাপে। এই প্ৰদেশৰ অধিবাসী সকলক পাৰ্থক্য নিৰ্ণয় কৰা হৈছে কলিতা আৰু কোচ হিচাপে। কোচ সকল হৈছে অনাৰ্য আৰু সম্ভৱ তেওঁলোক মঙ্গোলীয়া গোষ্ঠীৰ। গেইটে কৈছে যে 'কোচ' নামটো অসমত কোনো এটা জনগোষ্ঠীৰ অন্তৰ্ভুক্ত নহয়, বৰং তেওঁলোক এটা হিন্দু জাতিৰ যিটোত সকলোৱে ধৰ্মান্তকৰণ হৈছে হিন্দু ধৰ্মলৈ বিভিন্ন জনগোষ্ঠীৰ পৰা, কছাৰী, গাৰো, হাজং, লালুং, মিকিৰ আদি ধৰ্মান্তকৰণ হৈ অন্তৰ্ভুক্ত হৈছে।

কৈৱৰ্ত বা মৎস্যজীৱীসকল এটা শ্ৰেণী অভিলেখত

উল্লেখ আছে। স্মৃতিত কৈৱৰ্তসকলক মিশ্ৰ জাতি হিচাপে উল্লেখ কৰিছে; আকৌ মনুৱে এই সংজ্ঞাটো ব্যৱহাৰ কৰিছে নিষাদ পিতৃ আৰু আয়োগৱ মাতৃৰ সতি-সন্তানক বুজাবলৈ, ব্ৰহ্মবৈবৰ্ত পুৰাণত কৈছে যে কৈৱৰ্তৰ জন্ম হৈছে ক্ষত্ৰিয় পিতৃ আৰু বৈশ্য মাতৃৰ পৰা। কৈৱৰ্তসকল যিয়েই নহওক, হৈছে অনাৰ্য আৰু সিহঁতৰ আৰ্থিক অৱস্থা নিৰ্ভৰ কৰে মাছ ধৰাৰ ওপৰত। তেজপুৰ শিলালেখত সিহঁতক উল্লেখ কৰা হৈছে, নাওঁৰ ভিতৰতে সম্পদ যোগোওৱা হিচাপে। তেওঁলোক প্ৰায়ে জড়িত থাকে পানী আৰু নাৱৰ সৈতে। কিছুমান কৈৱৰ্ত হৈছে, কৃষিজীৱী যে অভিলেখৰ পৰা জনা যায়। কৈৱৰ্ত জাতিৰ বিভাগসমূহ বিশেষকৈ হালোৱা (যিয়ে হাল বায় / মাটি চহায়) আৰু জালোৱা (যিয়ে প্ৰকৃততে এজন মাছমৰীয়া) প্ৰমাণ কৰে যে কৈৱৰ্ত জাতিৰ এটা শ্ৰেণী কৃষিজীৱী। তেজপুৰ শিলালেখত আকৌ উল্লেখ কৰিছে এজন কৈৱৰ্তক নদীৰ পাৰত ৰাজকীয় শুল্ক আদায় কৰাৰ দায়িত্ব দিয়া হৈছিল। সিহঁতে ৰাজ্যত কাৰ্যালয় পৰিচালনা কৰিছিল। কৈৱৰ্ত সকল আছিল এটা নীচ জাতৰ লোক, যিসকলে হিন্দু ধৰ্ম গ্ৰহণ কৰি হিন্দু সমাজৰ সাধাৰণ ৰীতি-নীতি অনুকৰণ কৰিছিল আৰু সিহঁতক শূদ্ৰ সকলৰ অন্তৰ্ভুক্ত কৰা হৈছিল।

অন্যান্য বৃত্তিজীৱী জাতিৰ ভিতৰত, কুম্ভকাৰ (মৃৎপাত্ৰ তৈয়াৰ কৰা), তন্তুৱায় (কাপোৰ বোৱা), নৌকি (নাওৰীয়া) আৰু দাণ্ডি (নাওৰ ব'ঠা ধৰা) উল্লেখ পোৱা যায়। উশনসৰ মতে কুম্ভকাৰ সকল হৈছে ব্ৰাহ্মণ পিতৃ আৰু বৈশ্য মাতৃৰ পৰা হোৱা বংশধৰ। বৈখানসই উশনসৰ মন্তব্যক সন্মতি জনাই কৈছে যে বংশধৰসকল হৈছিল এজন কুম্ভকাৰ বা এজন নাপিত। বেদব্যাস আৰু দেৱলাই তেওঁলোকক শূদ্ৰৰ অন্তৰ্ভুক্ত কৰিছে। বৰ্তমান অসমত মৃৎপাত্ৰ তৈয়াৰ কৰা দুটা শ্ৰেণীৰ ভিতৰত এটা হৈছে কুমাৰ আৰু আনটো হিৰা, আকৌ হিৰাসকল কুমাৰতকৈ বেছি নীচ (হীন) আৰু কৈৱৰ্ত সকলৰ সৈতে তেওঁলোক একে পৰ্যায়ৰ। এই দুই শ্ৰেণীৰ মাজত বিবাহ অনুমোদিত নহয়। মৃৎপাত্ৰ নিৰ্মাণ কৰা পদ্ধতিত দুয়োটা শ্ৰেণীৰ সম্পূৰ্ণ পৃথক; এটা শ্ৰেণীয়ে হাতেৰে তৈয়াৰ কৰে আৰু আনটোৱে ঘূৰণীয়া চকাৰ সহায়ত।

তন্তুৱায়সকলক (তাঁতী) পতাঞ্জলিয়ে শূদ্ৰ শ্ৰেণীত অন্তৰ্ভুক্ত কৰিছে আৰু সেইবাবেই ধৰ্মীয় আচাৰ অনুষ্ঠানৰ পৰা তেওঁলোক বহিষ্কৃত। অভিলেখত তন্তুৱায়সকলক এটা সুকীয়া জাতি হিচাপে নহয় বৰং এটা বৃত্তিজীৱী গোষ্ঠী হিচাপে উল্লেখ কৰিছে। 'তাঁতী' শব্দ আধুনিক তন্তুৱায়ুৰ সমকক্ষ, যিটোৱে সূচায় এটা বৃত্তিজীৱী শ্ৰেণী। ব্ৰাহ্মণক সামৰি অসমৰ সকলো জাতিৰ লোকক কাপোৰ ব'ব জানিছিল আৰু এটা বৃত্তিজীৱী হিচাপে কাপোৰ বয় আৰু এইটোৱে এটা বিশেষ জাতি বা শ্ৰেণীক নুসূচায়।

পুষ্পভদ্ৰা তাম্ৰশাসনত অন্ত্যজ (নীচ জাতি)ৰ উল্লেখ পোৱা যায়। উক্ত তাম্ৰশাসনত আকৌ উল্লেখ কৰিছে দিজ্জৰতি-হাড়ি সম্পৰ্কে। হাড়ি সকলক বৰ্তমানৰ হাৰি জাতি হিচাপে দেখা যায়। হাৰি সকল, অন্ত্যজ সকল হিচাপে, দোম আৰু চণ্ডালৰ সৈতে সম্পৰ্ক আছে। হাৰিৰ স্থান তুলনামূলকভাৱে অসমত আন ঠাইতকৈ কিছু উচ্চ আৰু তেওঁলোকে বহুলৰূপে বাণিজ্য আৰু সোণৰ কাম কৰে। সিহঁতৰ বহুতে নিজৰ বৃত্তিক বুজাবলৈ বৃত্তিয়াল আৰু সোণাৰী সংজ্ঞা ব্যৱহাৰ কৰে।

**সামাজিক অনুষ্ঠান**

**পৰিয়াল ঃ** প্ৰাচীন অসমত পৰিয়াল সম্পৰ্কে আমাৰ জ্ঞান তেনেই সামান্য। সাধাৰণতে হিন্দু জীৱন যৌথ পৰিয়াল প্ৰথাৰ ভিত্তিত গঠিত। সমাজৰ পিতৃ প্ৰধান পৰিয়ালত তেওঁৰ স্ত্ৰী, পুত্ৰসকলৰ সৈতে তেওঁলোকৰ পত্নী আৰু ল'ৰা-ছোৱালী আৰু অবিবাহিতা কন্যাক সামৰি লোৱা হয়। জনজাতীয় পৰিয়ালৰ ক্ষেত্ৰত বিশেষকৈ খাচী সকলৰ সম্পূৰ্ণ পৃথক আৰু তেওঁলোকৰ সমাজত প্ৰচলিত মাতৃ প্ৰধান প্ৰথাৰ ভিত্তিত তেওঁলোকৰ পৰিয়াল গঠিত। কিছুমান ক্ষেত্ৰত মাতৃ প্ৰধানৰ পৰা পিতৃ প্ৰধানলৈ পৰিবৰ্তনৰ নিৰ্দেশ পোৱা যায়।

ভ্ৰাতৃসকলৰ মাজত যৌথ ভূ-সম্পত্তিৰ মালিকী স্বত্বৰ নিধানপুৰ তাম্ৰশাসনত উল্লেখ কৰা হৈছে। শুভঙ্কৰ পাটক তাম্ৰশাসনত ভ্ৰাতৃ সকলৰ মাজত যৌথ সম্পত্তিৰ বিভাজন সম্পৰ্কে উল্লেখ পোৱা যায়। বনমালদেৱ পৰ্বতীয়া তাম্ৰশাসনত যৌথ পৰিয়াল প্ৰথাৰ প্ৰামাণিক তথ্য আছে যিটোৰ অধীনত চাৰিজন ভ্ৰাতৃ চূড়ামণি, দেতোভা, গৰ্গ আৰু শম্ভুৱে একেলগে যৌথভাৱে জীৱন নিৰ্বাহ কৰিছিল

আৰু এইটো কোৱা হৈছে যে তেওঁলোকে বাস কৰিছিল নির্ভয়ে ধর্মৰ হানি নোহোৱা বাবে।

তত্ত্বগতভাৱে যৌথ পৰিয়ালত অন্তর্ভুক্ত হয় সপিণ্ডৰ সম্বন্ধ (পোনপটীয়া তেজৰ সম্বন্ধৰ)। সপিণ্ডৰ সূত্রত দুটা ভিন্ন অর্থ আছে মিতাক্ষাৰ আৰু দায়ভাগৰ মতে। পৰিয়াল প্ৰথা আছিল পিতৃ-প্ৰধানৰ ভিত্তিত আৰু পিতৃয়ে পৰিয়ালৰ মুৰব্বী হিচাপে সা-সম্পদৰ ওপৰত তেওঁৰ একমাত্র অধিকাৰ আছিল।

**বিবাহ ঃ** হিন্দুসকলৰ সামাজিক গঠন প্ৰণালী আৰু ইয়াৰ সংহতি বহু পৰিমাণে আছিল বিবাহ অনুষ্ঠানৰ ভিত্তিত, যিটোত সামাজিক আৰু ধর্মীয় অনুমোদন থাকে।

বিবাহৰ সচাৰচৰ নিয়ম অনুসৰি উচ্চ জাতিৰ বাবে হৈছে জাতিৰ অভিন্নতা আৰু গোত্রৰ পার্থক্য। এক বিবাহ (একগামিতা) হৈছে সার্বজনীন প্ৰথা, আকৌ বহুবিবাহ (বহুগামিতা) প্ৰথা অভিজাত সমাজত প্রচলিত আছিল যে জনা যায়। আঠ প্ৰকাৰৰ বিবাহ হিন্দু শাস্ত্রত অনুমোদিত। সেইবোৰ হৈছে (ক) ব্রাহ্ম - য'ত কন্যাক মুক্তভাৱে সুপাত্রক ধর্মীয় বিবাহ অনষ্ঠানৰ জৰিয়তে দিয়া হয়। (খ) দৈৱ - য'ত কন্যাক এজন পুৰোহিতৰ স'তে বিয়া দিয়া হয়, (গ) আর্য - য'ত কন্যাৰ পিতৃয়ে কন্যা দান কৰিবলৈ যাওঁতে দৰাৰ ফালৰ পৰা তেওঁ চলিত প্ৰথা মতে এহাল ষাঁড় গৰু দান পায়; (ঘ) প্রজাপত্য ঃ যত দ'ৰাৰ ফালৰ পৰা প্ৰস্তাৱ আহে; (ঙ) গান্ধৰ্ব ঃ এটা গোপনীয়ভাৱে যৌন সঙ্গমৰ দ্বাৰা হোৱা অবিহিত মিলন (বিবাহ); (চ) আসুৰ- ক্ৰয়ৰ দ্বাৰা লাভ কৰা হয়, (ছ) ৰাক্ষস- য'ত কন্যাক বলপূর্বক ভাৱে লৈ অহা হয় আৰু (জ) পৈশাচ- ইয়াত পুৰুষৰ সৈতে কন্যাই গোপনীয়ভাৱে পলাই যায়।

এই আঠ প্ৰকাৰৰ বিবাহ পদ্ধতিৰ ভিতৰত প্ৰথম চাৰি প্ৰকাৰ হৈছে পবিত্ৰ আৰু শেষৰ চাৰি প্ৰকাৰ অপবিত্ৰ বুলি ধৰা হয়।

ন্যায় গ্রন্থত গান্ধর্ব, ৰাক্ষস আৰু পৈশাচ প্ৰকাৰৰ বিবাহ ক্ষত্রিয়সকলৰ বাবে অনুমোদিত আৰু অসুৰ প্ৰকাৰৰ বিবাহ বৈশ্য আৰু শূদ্ৰৰ বাবে অনুমোদিত, যদিও এইটো বেদত সমর্থন কৰা হয়; আৰু শুল্ক বা বিবাহ ধন (সাধন) দৰাই দিব লাগে, যিটো আনকি বৰ্তমানো উচ্চ জাতিৰ মাজত ভাৰতৰ কিছুমান অঞ্চলত প্রচলিত আছে, সেইটোক ক্রয় কৰা হিচাপে ধৰিব পাৰি। অন্য চাৰি প্ৰকাৰ বিশেষকৈ ব্ৰাহ্মণ সকলৰ বাবে উপযোগী, ব্ৰাহ্ম প্ৰকাৰ সম্ভৱ ব্ৰাহ্মণ সকলৰ বাবে বৈশিষ্ট্যসূচক আছিল।

আখ্যান সম্বন্ধীয় গোপনীয় বিবাহ অনিৰুদ্ধই বাণৰ জীয়ৰী উষাৰ সৈতে হোৱা বিবাহক সূচায়। গান্ধর্ব বিবাহ বা অন্যধৰণে এইটো পৈশাচ প্ৰকাৰৰ বিবাহ; পুৰাণত বৰ্ণিত শ্রীকৃষ্ণৰ ৰুক্মিণীৰ সৈতে হোৱা বিবাহ হৈছে ৰাক্ষস প্ৰকাৰৰ। ৰাজতৰঙ্গিনীত উল্লেখ আছে এক প্ৰকাৰৰ বিবাহ যিটোক কোৱা হয় স্বয়ম্বৰ। যিটো প্ৰতাপ চৌধুৰীৰ মতে এক প্ৰকাৰ অবিধিগত বিবাহ; সেইটো এটা সময়ত অসমত বিহু উৎসৱৰ সময়ত হৈছিল, বৰ্তমান এইটোৰ প্ৰচলন তেনেই নগণ্য।

পুষ্পভদ্রা তাম্রশাসনত ব্রাহ্ম প্ৰকাৰৰ বিবাহৰ প্রকৃত ধর্মীয় ৰীতিৰ আভাস পোৱা যায়। ইয়াত লিপিবদ্ধ আছে ভাস্কৰৰ বিবাহ জীৱলৈ। তাত স্পষ্ট উল্লেখ আছে পাণি গ্রহণৰ, এটা প্ৰথা যিটো অনুষ্ঠিত হয় সপ্তপদী কাৰ্যৰ পূর্বতে বা পিছত, য'ত কইনাই দৰাৰ সৈতে সাতটা খোজ উত্তৰ পুব দিশলৈ ল'ব লাগে। বিবাহ বর্ণ আৰু কুলৰ ভিতৰত হোৱাটো প্রচলিত ৰীতি আছিল, এইবোৰ সামাজিক গোটক বিশ্লেষণ কৰা হৈছে, তেওঁলোকৰ বংশৰ ভিতৰত বিয়া কৰোৱাৰ দ্বাৰা।

ব্ৰাহ্মণ যুবকসকলে সমাবর্তন আচাৰ পদ্ধতি সম্পূর্ণ কৰি গুৰু গৃহৰ পৰা ঘূৰি অহাৰ পিছত বিবাহ সম্পন্ন কৰি গাৰ্হস্থ্য জীৱনত প্ৰৱেশ কৰে। সমাবর্তনৰ পিছত কিছু ক্ষেত্রত ডেকা ব্ৰাহ্মণে ৰজাৰ ওচৰলৈ অগ্রসৰ হয় আৰু ৰজাই তেওঁক সংস্থাপন কৰি দিয়াৰ পিছত তেওঁ বিবাহ কৰি গাৰ্হস্থ্য জীৱন আৰম্ভ কৰে।

অসমত বিশেষকৈ ভৈয়ামত (ব্ৰহ্মপুত্ৰ আৰু বৰাক উপত্যকাত হিন্দুসকলে গ্রন্থ সমূহত অনুমোদিত বিবাহৰ সকলো ৰীতি-নীতি সাধাৰণ ভাৱে মানি চলে। ৰাক্ষস, পৈশাচ আৰু আসুৰ প্ৰকাৰৰ বিবাহ সম্ভৱ প্রচলিত আছিল আৰু বৰ্তমানো কিছুমান নিম্ন ফৈদৰ মাজত। কিছুমান ব্ৰাহ্মণে বৰ্তমানো একেখন বিবাহত তিনিটা আচাৰ অনুষ্ঠান অনুকৰণ কৰে। প্ৰথমটো কন্যাই যৌৱনাপ্রাপ্ত হোৱাৰ পূৰ্বে, দ্বিতীয়টো কন্যাই যৌৱনাপ্রাপ্ত হোৱাৰ পিছত আৰু তৃতীয়টো যেতিয়া

তাই গৰ্ভধাৰণ কৰে। গোড়া ব্ৰাহ্ম প্ৰকাৰত বহু জনপ্ৰিয় ৰীতি, পৰম্পৰা আৰু অন্ধ বিশ্বাস সন্নিবিষ্ট কৰা হৈছে। কেইটামান আচাৰ আৰু প্ৰণালী অসমত অনুকৰণ কৰা হয় বৈদিক ৰীতিৰ সৈতে। বিবাহৰ সাধাৰণতে প্ৰস্তুতি কৰা হয় ৰাহি-জোৰা চোৱাৰ পিছত অৰ্থাৎ দৰা-কইনাৰ জন্ম পত্ৰিকা (সোঁৱৰণি) গণনা কৰি মিলাই চোৱাৰ পিছত। এই অঞ্চলৰ কিছুমান ঠাইত, কইনাৰ মূল্য (গা-ধন) দিয়া হয়। বিবাহৰ প্ৰথম সামাজিক উৎসৱ আৰম্ভ হয় বিবাহৰ নিৰ্দ্দিষ্ট দিনৰ কমেও এদিন পূৰ্বে। সেইদিনা দৰাৰ পোছাক-পৰিচ্ছদ, অয়-অলঙ্কাৰ, খাদ্য সামগ্ৰী আৰু পানীৰ পূৰ্ণ পৱিত্ৰ ঘট লৈ কইনাৰ ঘৰলৈ আহে। এই পৱিত্ৰ অনুষ্ঠানটো কোৱা হয় 'জোৰোণ দিয়া' বা 'তেলৰভাৰ দিয়া', কইনাৰ ঘৰত অনুষ্ঠিত হয়, য'ত কইনাক কইনাৰ পোছাক আৰু অলঙ্কাৰ উপহাৰ দিয়া হয়। কইনা আৰু দৰা উভয়ক নিজৰ নিজৰ ঘৰত আনুষ্ঠানিক ভাৱে স্নান কৰোৱা হয়। দৰাই বিবাহৰ নিৰ্দ্দিষ্ট দিনত গধূলি কইনাৰ ঘৰলৈ এটা শুভ সময়ত যাত্ৰা কৰে। বিবাহ কাৰ্য কইনাৰ ঘৰত নিশা অনুষ্ঠিত হয়। বিবাহ অনুষ্ঠান সম্পূৰ্ণ হোৱাৰ পিছত কইনাই দৰাৰ ঘৰলৈ আহে। নতুন ঘৰত কইনাক আনুষ্ঠানিকভাৱে আদৰণি জনায়, আৰু তেওঁক সন্মানীয় স্থান দিয় হয়। বিবাহ অনুষ্ঠান সম্পূৰ্ণ হয় তৃতীয় নিশা, নৱ দম্পতীয়ে পূজা দিয়ে দুই অসুৰক, যিটোক জনা যায় খোবা-খুবুনী হিচাপে আৰু এটা ৰাজহুৱা ভোজৰ আয়োজন কৰা হয়।

বাল্য বিবাহ ব্ৰাহ্মণ আৰু কায়স্থৰ মাজত প্ৰচলন আছিল। এই প্ৰথাৰ প্ৰচলন বৰ্তমান সময়ত নাই বুলিয়ে ক'ব পাৰি। বিধৱা বিবাহৰ প্ৰচলন নিম্ন জাতিৰ মাজত আছে।

যদিও বংশৰ মাজত (একে জাতিৰ মাজত) বিয়া কৰোৱা সাধাৰণ নিয়ম, আন্তঃজাতিৰ মাজত, বহুগামিতা (বহু বিবাহ), বিধৱা বিবাহ, নিম্ন শ্ৰেণী আৰু জনজাতিৰ মাজত হোৱাটো একপ্ৰকাৰৰ সাৰ্বজনীন প্ৰথা। আকৌ বহুপতি গ্ৰহ (বহু ভৰ্তৃকাত্ব) উদাহৰণ কিছুমান জনজাতিৰ মাজত পোৱা যায়। কইনাৰ পিতৃৰ পৰা যৌতুক দাবী কৰা বা লোৱা আকৌ কইনাৰ মূল্য (গা-ধন) দৰাৰ পিতৃয়ে দিয়া প্ৰথাৰ প্ৰচলন থকা পোৱা যায়। আন এবিধ বিবাহৰ প্ৰথা- কইনাৰ পৰিয়ালত শ্ৰম দানেৰে খাটি দিয়া প্ৰথা য'ত দৰাই কইনাৰ ঘৰত জীৱন ভৰ একজন সদস্য হৈ পৰে, সেইটোক কোৱা হয় 'চপনীয়া', কিছুমান জনজাতিৰ মাজত এই প্ৰথা প্ৰচলিত আছিল।

সতী যোৱা প্ৰথা আৰু উপপত্নী (চাপনী তিৰোতা) সম্ভৱ জ্ঞাত আছিল। ভাস্কৰ বৰ্মনৰ নাম জড়িত আছে উপপত্নী (চাপনী তিৰোতা)ৰ সৈতে। কুট্টনিমতমণ্ডত, অষ্টম শতিকাৰ গ্ৰন্থ দামোদৰ দেৱৰ দ্বাৰা ৰচিত, উল্লেখ আছে যে ৰজাৰ উপপত্নীয়ে ৰজাৰ মৃত্যুৰ পিছত সতী গৈছিল। যোগিনীতন্ত্ৰতো এই প্ৰথাৰ উল্লেখ আছে, যিটোত ব্ৰাহ্মণ বিধৱাক তেওঁৰ মৃত স্বামীৰ চিতাগ্নিত জাহ দিবলৈ আদেশ দিয়ে; বৈশ্য আৰু শূদ্ৰৰ বিধৱাসকলেও স্বামীৰ চিতাগ্নিত জাহ দি পুৰি মৰিবলৈ অনুমতি পাইছিল সিহঁতৰ স্বামীৰ প্ৰতি থকা গভীৰ প্ৰেমৰ ওপৰত নিৰ্ভৰ কৰি। এইটো একমাত্ৰ অসতী তিৰোতা আৰু বহু সন্তান থকা তিৰোতাৰ ক্ষেত্ৰত নিষেধ আছিল।

**নাৰী ঃ** প্ৰকৃততে সভ্যতাৰ সত্তা বুজিবলৈ আৰু ইয়াৰ গৌৰৱ প্ৰশংসা কৰিবলৈ আৰু ইয়াৰ সীমাবদ্ধতা সাব্যস্ত কৰিবলৈ হ'লে নাৰীৰ স্থান আৰু মৰ্যাদাৰ ইতিহাস অধ্যয়ন কৰা অত্যাৱশ্যক। সভ্যতা জানিব পাৰি সমাজত নাৰীয়ে পোৱা প্ৰকৃত মৰ্যাদাৰ পৰাহে।

ঋক বৈদিক যুগত নাৰীৰ স্থান আছিল উচ্চ। নাৰীৰ আছিল পুৰুষৰ সৈতে সমানে উচ্চ জ্ঞান আহৰণৰ বাবে যোগ্যতা আৰু ক্ষমতা। ঋগ্বেদত উল্লেখ কৰিছে যে গাভৰুসকলে ব্ৰহ্মচাৰিণী হিচাপে সম্পূৰ্ণকৈ শিক্ষা লাভ কৰিছিল। শিক্ষা সম্পূৰ্ণ কৰাৰ পিছতহে তেওঁলোকে বিয়াত বহিছিল, তিৰোতাই স্বামীৰ সৈতে সম্পূৰ্ণ ধৰ্মীয় কাৰ্য উপভোগ কৰিছিল আৰু নিয়মিতভাৱে তেওঁৰ সৈতে ধৰ্মীয় উৎসৱত অংশ গ্ৰহণ কৰিছিল আৰু তেনেকৈ ঋগ্বেদত শিক্ষিতা নাৰীক উচ্চ সামাজিক স্থান দিয়া হৈছিল সেই সময়ত। ঋকবৈদিক সমাজ গঠিত হৈছিল একস্ত্ৰীবিবাহ আৰু পিতৃ প্ৰধানৰ ভিত্তিত। যিহেতু বিবাহ আছিল এটা ধৰ্মীয় সংস্কাৰ আৰু দৃঢ়। বিধৱাসকলক পুনৰ বিয়া কৰাবলৈ অনুমতি দিয়া হৈছিল। তিৰোতাই স্বামীৰ সৈতে ধৰ্মীয় অনুষ্ঠানত অংশ গ্ৰহণ কৰিছিল। একস্ত্ৰীবিবাহ অনুষ্ঠানেই সূচায় নাৰীৰ উচ্চ সামাজিক মৰ্যাদাৰ স্বীকৃতি দিয়াকে।

মহাকাব্যৰ যুগত নাৰীক সন্মান আৰু শ্ৰদ্ধা দেখুওৱা হৈছিল; তেওঁলোকক একমাত্ৰ ঘৰুৱা জীৱনৰে নহয় সমগ্ৰ সমাজৰ এগৰাকী মূল বুলি ধৰা হয়। পুত্ৰ সন্তানতকৈ কন্যা সন্তান জন্ম হোৱাটো বৰকৈ নিবিচাৰিলেও, কন্যা সন্তান জন্মৰ পিছত অনাদৰ কৰা হোৱা নাছিল, কিছুমান পিতৃ-মাতৃয়ে আকৌ কন্যা সন্তান লাভ কৰিবলৈ ধৰ্মীয় কাৰ্য অনুষ্ঠিত আৰু তীৰ্থ যাত্ৰা কৰিছিল যাতে তেওঁলোকক ভগৱানে দয়া কৰি এটি কন্যা সন্তান দিয়ে। যদিও বিবাহ সৰ্বদা ইচ্ছা কৰা হৈছিল মাধ্যম হিচাপে কুমাৰী ীজনী প্ৰাকৃতিক আৰু অনিবাৰ্য জীৱনৰ লক্ষ্য পূৰ্ণ কৰাৰ বাবে কিন্তু তাইক কেতিয়াও উছৰ্গা কৰা নহৈছিল বিবাহ বেদীত। বিবাহত তাইৰ স্বাধীনতা আৰু নিজস্ব স্বকীয় অধিকাৰ আছিল তাইৰ জীৱনৰ সঙ্গী (স্বামীক) পছন্দ কৰাৰ। ব্ৰাহ্ম আৰু প্ৰজাপত্য প্ৰকাৰৰ বিবাহত তাইৰ মৰ্যাদা সম্পূৰ্ণভাৱে সাব্যস্ত কৰা হৈছিল, তাই আছিল সমান অংশীদাৰ সকলো ধৰ্মীয় কাৰ্যত আৰু স্বামীৰ পাৰ্থিৱ কাৰ্যসমূহত। বিবাহ সংস্কাৰ হিচাপে এগৰাকী স্ত্ৰীৰ স্থান বহুগামী সমাজত সুৰক্ষিত থাকে।

বেদ আৰু মহাকাব্যত বৰ্ণিত অংশত নাৰীৰ স্থান সন্তোষজনক হিচাপে পোৱা যায়। পিছৰ নীতিমূলক অংশত ইয়াৰ অৱনতি দেখা যায়। নাৰীৰ প্ৰতি অপবিত্ৰতাৰ ধাৰণা জড়িত থকাটো সমাজে লৈছিল। একমাত্ৰ নাৰীয়ে নিজকে নিজে অজ্ঞ নাছিল কিন্তু তেওঁ তেওঁৰ ধৰ্মীয় বা সামাজিক মৰ্যাদা হেৰুৱাইছিল আৰু তেওঁক বৰ্ণনা কৰা হৈছিল দুশ্চৰিত্ৰা হিচাপে। বাল্যবিবাহ আৰু বহু বিবাহৰ (বহুগামিতা) ফলস্বৰূপে নাৰীৰ স্থান বেছি অৱনতি হয়।

এজনী স্ত্ৰীৰ সম্পত্তিৰ অধিকাৰ সীমিত। তিৰোতাৰ স্বামীৰ সম্পত্তিৰ ওপৰত অধিকাৰ আছিল একপ্ৰকাৰ দখলদাৰীৰ দৰে আৰু মালিকী স্বত্বাধিকাৰী হিচাপে নহয়। তেওঁ হৈছে স্বামীৰ সম্পত্তিৰ এগৰাকী ভাল আৰু দায়িত্বৰ ব্যৱস্থাপক হিচাপে। একমাত্ৰ নাৰীৰ অধিকাৰ থাকে স্ত্ৰীধনৰ ওপৰত।

প্ৰাচীন অসমৰ নাৰীৰ স্থান সম্পৰ্কে আমাৰ জ্ঞান তেনেই সামান্য বুলি ক'ব পাৰি। যিয়েই নহওক, অভিলেখ সমূহত আমি উল্লেখ পাওঁ ৰাণী আৰু ৰাজপ্ৰাসাদৰ মহিলা বিষয়া আৰু মাটি দান পাত্ৰ ব্ৰাহ্মণ গৰাকীৰ স্ত্ৰীৰ। ৰাজ্যৰ ৰাজকীয় বিষয়াসকলৰ তালিকাত অন্তৰ্ভুক্ত ৰাজ্যৰ নামে দেখুৱায় ৰাণীৰ ৰাজ্যত কিছুমান দায়িত্বত থকা সম্পৰ্কে। তেওঁলোকে সংস্কৃতিসম্পন্ন আৰু ধাৰ্মিক নাৰী হিচাপে অভিলেখত উল্লেখ পোৱা যায়। হৰ্জ্জৰ বৰ্মনৰ মাতৃ ৰাণী জীৱদাক কুন্তী আৰু সুভদ্ৰাৰ সৈতে তুলনা কৰা হৈছে আৰু আছিল 'প্ৰভাত সন্ধ্যা'ৰ দৰে, তেওঁলোকক বহুতে পূজা কৰিছিল আৰু আছিল মহান আধ্যাত্মিক যশস্যাৰ উৎস। গোপালৰ পত্নী নয়না 'মহনীয়া কীৰ্তিৰ' ৰাণী আছিল। হৰ্ষপালৰ ৰাণী ৰত্না আৰু ব্ৰাহ্মণ নাৰী পৌকা দুয়ো প্ৰসিদ্ধ আছিল তেওঁলোকৰ দানশীলতা আৰু ধাৰ্মিকতাৰ বাবে আৰু তেওঁলোকক দেৱী পাৰ্বতীৰ সৈতে তুলনা কৰা হৈছে।

বৈদিক ধৰ্মীয় গ্ৰন্থৰ মতে, পত্নী আছিল স্বামীৰ ধৰ্মীয় অংশীদাৰ আৰু সেয়ে তেওঁক সহধৰ্মিণী আৰু অৰ্ধাঙ্গিনী হিচাপে জনা যায়। পত্নী অবিহনে কোনো ধৰ্মীয় কাৰ্য অনুষ্ঠিত কৰিব নোৱাৰি। সতীত্ব আৰু স্বামীৰ প্ৰতি গভীৰ অনুৰক্তি হৈছে ব্ৰাহ্মণ স্ত্ৰীৰ মুখ্য গুণ, যিটো অভিলেখত উল্লেখ আছে। বৰগাওঁ তাম্ৰশাসনত কৈছে যে ব্ৰাহ্মণ সড়গঙ্গাদত্তৰ পত্নী শ্যামৰ্যিকা যিজনী স্বামীৰ প্ৰতি আছিল একান্ত অনুৰক্ত আৰু সৎ গুণেৰে ভূষিত, তেওঁ উজ্জ্বল হৈছিল পূৰ্ণিমাৰ জোনৰ দৰে, ৰূপত পবিত্ৰ আৰু আন্ধাৰ বিনাশ কৰিছিল। শুৱালকুছি তাম্ৰশাসনত এইটো কোৱা হৈছে যে চেহেপ্পায়িকা আছিল এজনী ধুনীয়া আৰু সত্যৱতী তিৰোতা আৰু তেওঁৰ ৰূপ দেৱী লক্ষ্মীৰ সৈতে তুলনা কৰা হয়, যিটো আছিল তেওঁৰ নিজস্ব অলঙ্কাৰ। পুৰন্দৰ পালৰ পত্নী দুৰ্লভা পত্নী হিচাপে আছিল ইন্দ্ৰৰ পত্নী শচী, শিৱৰ শম্ভু, মদনৰ ৰতি, বিষ্ণুৰ লক্ষ্মী, চন্দ্ৰ দেৱতাৰ ৰোহিণীৰ দৰে। ইন্দ্ৰপালৰ তাম্ৰশাসনত কৈছে যে মৌখ্যায়িকা আৰু অনুৰাধা আছিল সু-আচৰণকাৰী, ধাৰ্মিক, সতীত্ব আৰু স্বামীৰ প্ৰতি আনন্দৰ অনুসৰি, গভীৰ অনুৰক্তি। অনুৰাধাই বশিষ্ঠৰ পত্নী অৰুন্ধতীক ভাল পাইছিল তেওঁৰ পবিত্ৰ চৰিত্ৰৰ কাৰণে আৰু তেওঁৰ ধাৰ্মিকতা গঙ্গা নদীৰ সৈতে তুলনা কৰা হৈছে।

মাতৃ হিচাপে নাৰীয়ে ডাঙৰ সন্মান আৰু মৰ্যাদাৰ স্থান অধিকাৰ কৰে। তেওঁক ধাৰণা কৰা হৈছিল সৃষ্টিকৰ্তা, লালন-পালনকাৰী, শিক্ষাদাত্ৰী আৰু তেওঁৰ সতি-সন্ততিৰ

উৎকৃষ্ট কৰ্মবিধান দাতা আৰু তেনেকৈ তেওঁৰ জাতি আৰু সমাজৰ, মাতৃত্ব হৈছে নাৰীৰ এটা মূল লক্ষ্য আৰু তেওঁ গৰ্ব অনুভৱ কৰে এটা আদৰ্শৱান পুত্ৰ জন্ম দি। হৰ্জ্জ বৰ্মনৰ মাতৃ জীৱদাক যুধিষ্ঠিৰৰ মাতৃ কুন্তীৰ আৰু অভিমন্যুৰ মাতৃ সুভদ্ৰাৰ সৈতে তুলনা কৰা হৈছে। নিধানপুৰ তাম্ৰশাসনত বৰ্ণনা কৰিছে মহেন্দ্ৰ বৰ্মনৰ মাতৃ যজ্ঞৱতীক তুলনা কৰা হৈছে যজ্ঞৰ কাঠ( হোমৰ খৰি)ৰ সৈতে যিবোৰে অগ্নি উৎপন্ন কৰে।

**শিক্ষা ঃ** প্ৰাচীন অসমত নাৰীৰ শিক্ষা সম্বন্ধে আমি বিশেষ নাজানো। অৱশ্যে কমৌলি তাম্ৰশাসনত শিক্ষিতা নাৰীৰ এটা অস্পষ্ট উল্লেখ পোৱা যায়। সেইখন তাম্ৰশাসনৰ প্ৰশস্তি ৰচনা কৰিছিল ব্ৰাহ্মণ ৰাজগুৰু মুৰাৰিৰ পুত্ৰ মনোৰথ আৰু পত্নী পদ্মা দুয়ো। বিশেষকৈ ব্ৰাহ্মণ সম্প্ৰদায়ৰ নাৰীসকল আছিল শিক্ষিতা আৰু কাব্য আৰু অলংকাৰ শাস্ত্ৰৰ কলাত তেওঁলোক নিপুণ। এইটো নাৰীসকলৰ চৰ্চা আছিল যিসকল সমাজত উচ্চ স্থান পাইছিল তেওঁলোকক জনপ্ৰিয় শাস্ত্ৰীয় গ্ৰন্থৰ সাৰমৰ্ম ধৰ্মশাস্ত্ৰ আৰু হৰ-গৌৰী সম্বাদৰ নিচিনা তথ্যপূৰ্ণ গ্ৰন্থ পঢ়ি শুনাবলৈ পণ্ডিতক নিয়োগ কৰা হৈছিল। সংস্কৃতি সম্পন্ন পৰিয়ালৰ কন্যাক গাৰ্হস্থ্য জীৱনৰ অতি আৱশ্যকীয় বিদ্যা, ৰন্ধন সম্বন্ধীয় কলা আৰু সুকুমাৰ কলা যেনে সঙ্গীত, নৃত্য, চিত্ৰাঙ্কন, মালা-গঁঠা আৰু ঘৰুৱা সাজ-সজ্জা আদি বিষয়ত শিক্ষা দিবলৈ বিশেষ যত্ন লোৱা হৈছিল। বাণৰ জীয়ৰী উষাৰ বান্ধৱী চিত্ৰলেখা আছিল এগৰাকী খ্যাত চিত্ৰশিল্পী যিজনীয়ে অনিৰুদ্ধৰ চিত্ৰ অঙ্কন কৰিছিল বুলি উষাহৰণ কাব্যৰ পৰা জনা যায়। সম্ভ্ৰান্ত বংশৰ লোকে তেওঁলোকৰ কন্যাক এইবোৰ কলাৰ প্ৰশিক্ষণ দিবলৈ সম্ভৱ ঘৰুৱা শিক্ষক নিয়োগ কৰিছিল। সৰ্বসাধাৰণ পৰিয়ালৰ তিৰোতাসকলে কন্যাক সূতা কটা, কাপোৰ বোৱা আদি কাৰ্যৰ প্ৰশিক্ষণ দিছিল তেওঁলোকৰ আৰ্থিক অৱস্থা টনকিয়াল কৰিবৰ বাবে।

নগৰত বাস কৰা নৰ্তকী (বেশ্যা)ৰ কিছু ধাৰণা অভিলেখৰ পৰা পোৱা যায়। বৰগাওঁ তাম্ৰশাসনত উল্লেখ কৰিছে নগৰৰ গাভৰু ইন্দ্ৰিয় পৰায়ণ (যৌন) বৃদ্ধি আৰু সিহঁতৰ ৰাগিয়ালৰ প্ৰতি আসক্তিৰ। যোগিনীতন্ত্ৰত বিস্তৃত বৰ্ণনা আছে শাৰীৰিকভাৱে মুগ্ধকৰ আৰু নগৰৰ তিৰোতাৰ অপূৰ্ণভৰ সৌন্দৰ্য সম্পৰ্কে। তিৰোতাসকল আছিল আনন্দদায়ক। তেওঁলোকৰ কঁকাল খীণ, পদুমৰ দৰে চকু কাণলৈ বিস্তাৰিত, স্তন যুগল গধুৰ আৰু বৃহৎ (উচ্চ), নিতম্ব আছিল সু-আকাৰৰ, গাল দুখন চন্দ্ৰৰ নিচিনা উজ্জ্বল আৰু ডিঙি কণ্ঠ হাৰেৰে ভূষিত। সিহঁতৰ কমৰবন্ধ আৰু নূপুৰৰ পৰা ঝুন, ঝুননি শব্দ ওলায়। পৰ্দা প্ৰথা সম্পূৰ্ণভাৱে অজ্ঞাত আছিল আৰু তিৰোতাসকলে মুক্তভাৱে নদীত গা-ধুইছিল। অসমত পৰ্দা প্ৰথা কেতিয়াৰ পৰা আৰম্ভ হৈছিল জনা নাযায়। ওৰণি লোৱাটো অসমৰ বিবাহিতা তিৰোতাৰ মাজত বৰ্তমান এটা সাৰ্বজনীন অভ্যাস, ভাস্কৰ্য আৰু চিত্ৰাঙ্কনসমূহত দেখা যায় নৃত্য আৰু সঙ্গীত পৰিবেশন কৰি থকা নাৰী আৰু এইবোৰে এটা ধাৰণা দিয়ে নাৰীসুলভ সৌন্দৰ্যৰ আৰু সেয়ে চিত্ৰানুগতভাৱে বৰ্ণনা কৰিছে কুমাৰ হৰণ, ৰুক্মিণী হৰণ আৰু যোগিনী তন্ত্ৰত কুমাৰী পূজাৰ ক্ষেত্ৰত।

**দেৱদাসী ঃ** অতি প্ৰাচীন কালৰ পৰা ভাৰতত বেশ্যালয় সম্পৰ্কে জনা যায়। প্ৰাচীনতম বেশ্যালয়ৰ উল্লেখ ঋগ্বেদত পোৱা যায়। গৌতমেও বেশ্যালয়ৰ উল্লেখ কৰিছে। মহাভাৰত আৰু কৌটিল্যৰ অৰ্থশাস্ত্ৰত নৰ্তকীসকলক বৰ্ণনা কৰা হৈছে এটা প্ৰতিষ্ঠিত অনুষ্ঠান হিচাপে। কৌটিল্যই বেশ্যালয়ৰ অধীক্ষক নিয়োগ কৰিবলৈ অনুমোদন দিছিল যাতে সিহঁতৰ কাৰ্যকলাপ নিৰীক্ষণ আৰু মঙ্গলৰ হকে তত্ত্বাবধান কৰিবলৈ, বেশ্যালয় সমূহত ৰজাক নিয়মিত ভাৱে কৰ (খাজনা) দিছিল আৰু ৰাজসভাত ৰজাক সেৱা আগবঢ়াইছিল। জাতকসমূহত বেশ্যালয়ৰ বহু উল্লেখ আছে।

অসমত বেশ্যালয়ৰ প্ৰচলন থকাটো অভিলেখ আৰু প্ৰাচীন গ্ৰন্থৰ পৰা জনা যায়। বৰগাওঁ তাম্ৰশাসনত উল্লেখ আছে বেশ্যা আৰু ৰৰস্ত্ৰী, দুয়োটাৰ অৰ্থ হৈছে ৰাজ নৰ্তকী, আৰু তেওঁলোকে সাধাৰণতে নগৰৰ সমৃদ্ধ অঞ্চলত বাস কৰে। ৰামায়ণত পোৱা যায় বিখ্যাত নগৰসমূহ অলঙ্কৃত হয় গণিকাসকলৰ বসতিৰ দ্বাৰা। এইবোৰ ৰাজহুৱা তিৰোতাক সকলোৱে দৰ্শন কৰিব পাৰে। মানুহে তেওঁলোকৰ আনন্দ লাভ কৰে আৰু তেওঁলোকৰ কিছুমানে ৰাজকীয় কৰ্মত বা ৰাজসভাত জড়িত থাকে। তেওঁলোকে নৃত্য আৰু সঙ্গীত পৰিবেশন কৰিব লাগিছিল ৰজাসকল আৰু তেওঁলোকৰ অতিথিসকলৰ মনোৰঞ্জনৰ বাবে।

উপভোগৰ এইবোৰ নাৰীক অলঙ্কাৰ হিচাপে ব্যৱহাৰ কৰা হৈছিল ৰাজপ্ৰাসাদ, ৰাজসভা, ছাউণী আৰু নগৰসমূহত। তেওঁলোকক গণ্য কৰা হৈছিল মূল্যবান ৰত্ন হিচাপেহে মানৱীয় প্ৰাণী হিচাপে নহয় আৰু তেওঁলোকক সমাজত বৰং নিম্ন (হীন) স্থান দিয়া হৈছিল। কামসূত্ৰত এজনী গণিকাক বিশ্লেষণ কৰিছে এজনী বেশ্যা হিচাপে, তেওঁ আযত্ত কৰে আৰু ৬৪ কলাত নিপুণ।

আন এটা অনুষ্ঠান যিটোৱে পিছৰ পৌৰাণিক যুগত যথেষ্ট জনপ্ৰিয়তা লাভ কৰিছিল সেইটো হৈছে মন্দিৰৰ নৰ্তকী। এইবোৰক-দেৱদাসী (অৰ্থাৎ দেৱতাৰ পৰিচৰ্যাকাৰী) বা নটী (নৰ্তকী) হিচাপে জনা যায় আৰু মধ্য যুগত ভাৰতত সেইবোৰে এটা বৃহৎ অংশ মন্দিৰত সিহঁতৰ কৰ্তব্যত ব্ৰতী হৈছিল। মন্দিৰৰ সৈতে নৰ্তকী জড়িত থকা প্ৰথাটো সম্ভৱ ষষ্ঠ শতিকাত সাৰ্বজনীন আছিল। হিউৱেন চাঙৰ ভ্ৰমণ কালত (৭ম শতিকা) মন্দিৰত দেৱদাসী অনুষ্ঠান ভাৰতত প্ৰতিষ্ঠা লাভ কৰিছিল। ৰাজ নৰ্তকীসকলক প্ৰথম নিয়োগ কৰা হৈছিল ভাৰতৰ মন্দিৰসমূহত দেৱতাসকলক বিশেষকৈ শিৱ, বিষ্ণু আৰু তেওঁলোকৰ পত্নীসকলক নৃত্য আৰু গীতেৰে আনন্দ দিবৰ বাবে।

দেৱদাসী অনুষ্ঠানটো মন্দিৰৰ পূজাৰীসকলে ৰজাৰ পৰা ধাৰ কৰা। ৰজাই যেনেকৈ বেশ্যাৰ দল নিয়োগ কৰিছিল তেওঁলোকৰ আমোদ-প্ৰমোদৰ বাবে, মন্দিৰত নিযুক্ত কৰিছিল দেৱতাৰ সন্মুখত নৃত্য গীত পৰিবেশন কৰিবলৈ, শোভা যাত্ৰাত দেৱতাক বিছনীৰে বা দিবলৈ আৰু সাধাৰণতে মন্দিৰৰ নিত্য পূজা আৰু ভোজৰ প্ৰতি আকৰ্ষণ বৃদ্ধি কৰাৰ বাবে। দেৱদাসী সকলৰ মন্দিৰত আগবঢ়োৱা কৰ্তব্য নিৰ্দিষ্ট সময়ৰ বাবেহে আছিল। নিৰ্দিষ্ট সময়ৰ কৰ্তব্য সমাপ্ত কৰি দিনটোৰ বাবে আজৰি পাইছিল। তেওঁলোকে মন্দিৰৰ পৰা পোৱা পাৰিশ্ৰমিক (মাননি) অতি সামান্য আছিল আৰু তেওঁলোকৰ নিৰ্ধাৰিত কৰ্মৰ পিছত তেওঁলোকক ব্যক্তিগত ব্যৱসায় কৰিবলৈ অনুমতি দিয়া হৈছিল। তেওঁলোকে মঞ্চত অভিনয় কৰে, গীত আৰু নৃত্য পৰিৱেশন কৰে, সাংস্কৃতিক অনুষ্ঠান সমূহত, যিবোৰ অৱস্থা সম্পন্ন আৰু ধনী সম্প্ৰদায়ৰ লোকে অনুষ্ঠিত কৰে, দেৱদাসী সকলক তেওঁলোকে ইয়াৰ বাবে বৃজন পৰিমাণৰ ধন দিয়ে, তেওঁলোকৰ অতি ঘনিষ্ঠ সম্পৰ্কৰ ওপৰত নিৰ্ভৰ কৰি বেতন বহু বেছিকৈ দিয়া হৈছিল। পৰৱৰ্তী পুৰাণ যুগৰ ভাল শ্ৰেণীৰ দেৱদাসী সকলৰ সম্পদৰ আৰু উদাৰতাৰ বাবে খ্যাত আছিল বাৎসায়নৰ সময়ৰ গণিকাৰ নিচিনা।

অভিলেখ আৰু গ্ৰন্থসমূহত নটী বা নৰ্তকী অনুষ্ঠান অসমত প্ৰচলিত থকাৰ উল্লেখ পোৱা যায়। তেজপুৰ তাম্ৰশাসনত, বনমালাই শিৱ মন্দিৰলৈ নৰ্তকী দান দিয়াৰ উল্লেখ আছে। দেৱদাসীসকলৰ কৰ্তব্য হৈছে দেৱতাৰ মূৰ্তিত চামৰাৰে বা দিয়া, মালা গাঁঠা আৰু দেৱতাৰ মূৰ্তিৰ সন্মুখত গীত আৰু নৃত্য পৰিবেশন কৰা। সিহঁত বৰ ধুনীয়া আৰু বিভিন্ন অলঙ্কাৰ আৰু পোছাক পৰিচ্ছদেৰে সজ্জিত হৈ সকলোকে আকৰ্ষণ কৰে। অসমৰ বহু শিৱ মন্দিৰত এটা মানুহৰ শ্ৰেণী আছে যিটো নট হিচাপে পৰিচিত, তেওঁলোকে মন্দিৰত গীত আৰু নৃত্য কৰা ছোৱালী যোগান ধৰে। নটী সকলে অসমত এটা বিশেষ সুবিধাৰ স্থান পাইছিল। আহোম যুগত উদাহৰণ হিচাপে ৰজা শিৱসিংহই শিৱ মন্দিৰৰ নটী ফুলেশ্বৰীক বিয়া কৰাই তেওঁক বৰৰাণী পাতিছিল আৰু তেওঁৰ সৈতে যুটীয়াকৈ মোহৰ মাৰিছিল। অসমত দেৱদাসীৰ প্ৰচলন ডুবিৰ দেৱালয় আৰু হাজোৰ মন্দিৰত কিছুবছৰ পূৰ্বলৈ বৰ্তি আছিল।

মন্দিৰত নৰ্তকী বা দেৱদাসীৰ প্ৰৱৰ্তন নিঃসন্দেহে সিহঁতৰ নৈতিক আৰু আধ্যাত্মিক পাৰিপাৰ্শ্বিক অৱস্থা প্ৰভাবিত হয়। কিছুমান লোকে মন্দিৰ দৰ্শন কৰিবলৈ আহে ভগৱানক ভক্তি ভাৱে পূজা দিবলৈ নহয়, সিহঁতে আহে দেৱদাসীৰ সৈতে প্ৰেম নিবেদন কৰিবলৈ। দেৱদাসী অনুষ্ঠানৰ সাধাৰণ ফল আছিল অবাঞ্ছিত। সকলো নৈতিক আৰু ধাৰ্মিক সম্প্ৰদায়ৰ নেতাসকলে এইটোৰ প্ৰচলনৰ বিৰুদ্ধে যুদ্ধ কৰিছিল যদিও বিফল হয়। ৰাজকীয় সমৰ্থনৰ পৰিণাম স্বৰূপে এই প্ৰথাটো সাধাৰণ আৰু জনপ্ৰিয় কৰাৰ ক্ষেত্ৰত কৃতকাৰ্য হয়। বৰ্তমান এই প্ৰথাৰ প্ৰচলন বন্ধ হৈছে।

ৰাজসভাত বহু সংখ্যক গীত গোৱা নাৰীক (গায়িকা)

নিযুক্ত কৰা হৈছিল ছোৰৰ লোৱা (Chauri-bearers) পাণ তামোল লোৱা, বিছনীৰে বা দিয়া আদি কাৰ্যৰ বাবে। সিহঁতৰ বেছি ভাগেই গীত গোৱা, নৃত্য কৰা আৰু আনকি ৰাজসভাত মঞ্চ অভিনয় কৰিব পাৰে তেওঁলোকৰ নিজস্ব কৰ্তব্যৰ উপৰিও। নৰ্তকীসকলৰ আকৌ চোৰাংচোৱা (গুপ্তচৰ) হিচাপেও নিয়োগ কৰা হৈছিল। যিটো প্ৰথা আহোম যুগতো বৰ্তি আছিল। কিছুমান তিৰোতাই আকৌ ছত্ৰধাৰা, দুৱাৰ ৰক্ষা, ৰাজ সভাত কেশ সজ্জাকাৰী হিচাপে কৰ্তব্য পালন কৰিছিল আৰু সম্ভৱ এইবোৰ তিৰোতা উচ্চ জাতিৰ নহয়।

**খাদ্য সম্ভাৰ (Food & Drink) ঃ** অভিলেখ সমূহে প্ৰাচীন অসমত প্ৰচলিত খাদ্য সম্বন্ধে নিমাত; অৱশ্যে গ্ৰন্থত আনুষঙ্গিক উল্লেখ পোৱা যায়। খাদ্য নিৰূপণ (নিৰ্ণয়) কৰা হয় জলবায়ু আৰু বসবাস কৰা লোকৰ প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ কৰি। ভাত আছিল মুখ্য আহাৰ যিটো বৰ্তমানেও চলি আছে; আৰু ব্ৰাহ্মণক সামৰি সকলো শ্ৰেণীৰ লোকে মাছ আৰু মাংস খোৱাত অভ্যস্ত আছিল। অৱশ্যে কেইটামান জন্তু বা মাছ নিষেধ আছিল। কিছুমান ক্ষেত্ৰত খাদ্যৰ নিষেধ মানি লোৱা হৈছিল, সেইবোৰ আছিল সংক্ৰান্তি, একাদশী, মৃতকৰ অশুচত আৰু ব্ৰত পালনৰ সময়ত।

ভাত, মাছ, মাংস, শাক-পাচলি আৰু ফল-মূল আদি হৈছে আহাৰৰ মুখ্য বস্তু। চাউল আৰু গাখীৰ মিহলাই পায়স আৰু দন্তান তৈয়াৰ কৰা হয়। মোদক আৰু পিষ্টক বিভিন্ন প্ৰকাৰৰ তৈয়াৰ কৰা হৈছিল চাউলৰ আঠা আৰু গুড়ৰ পৰা। দৈ আৰু ঘি গাখীৰৰ পৰা তৈয়াৰ কৰা হয় আৰু সেইবোৰ সৰ্বসাধাৰণ মানুহে ব্যৱহাৰ কৰে। পূৰ্বৰ গ্ৰন্থত উল্লেখ আছে যে ২৫ ৰ পৰা ৫০ প্ৰকাৰৰ বিশেষ ধৰণৰ ব্যঞ্জন তৈয়াৰ কৰা হৈছিল শাক-পাচলি, মাহ, মাছ আৰু মাংসৰ সৈতে। সৰ্পাকৃতিৰ আৰু মাফ নোহোৱা মাছ উচ্চ জাতিৰ লোকে নাখায়। যোগিনীতন্ত্ৰত কামৰূপত মাছ আৰু মাংস খোৱাৰ উল্লেখ আছে। বিভিন্ন ধৰণৰ জন্তুক বলি দিয়াটো অতি প্ৰশংসনীয় বুলি বিবেচনা কৰা হৈছিল। কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰত অনুমোদন জনাইছে হাঁহৰ মাংস, পাৰ চৰাই, কাছ আৰু বনৰীয়া গাহৰি। ছাগলীৰ মাংসৰ উপৰি হৰিণ, মৃগ, গঁড়, গুঁইক অনুমোদন জনোৱা হৈছে। জন্তুবোৰৰ মাইকীক উছৰ্গা কৰাটো নিষেধ।

বিভিন্ন ধৰণৰ মদ ব্যৱহাৰ কৰা হৈছিল। সেইবোৰৰ ভিতৰত এবিধ মদক বিটোক জনা যায় 'উল্লক' হিচাপে। বাণৰ হৰ্ষচৰিতত উল্লেখ কৰিছে উল্লকৰ পিয়লা মিঠা মদৰ দৰে গোন্ধ ওলোৱা, যিটো ভাস্কৰ বৰ্মনে ৰাজকীয় উপহাৰৰ সৈতে হৰ্ষলৈ পঠাইছিল। 'মহদুমদ' বৰগাওঁ তাম্ৰশাসনত উল্লেখ কৰিছে, যিটো হৰ্ণলে (Hoernle) বুজাবলৈ লৈছে 'মদত ৰাগি হোৱা' আকৌ ইঙ্গিত দিছে মদ ব্যৱহাৰৰ। যোগিনীতন্ত্ৰত উল্লেখ কৰিছে মদৰ ব্যৱহাৰ দেৱী কামেশ্বৰীৰ পূজাৰ সৈতে। 'লাওপানী' বা চাউলৰ পৰা তৈয়াৰ কৰা মদ বৰ্তমানো বিভিন্ন জনজাতিৰ মাজত প্ৰচলিত জাতীয় সুৰা আৰু এইটো আকৌ জনজাতীয় দেৱ-দেৱীৰ পূজাতো দিয়া হয়। আন এবিধ সাৰ্বজনীন অভ্যাস হৈছে তামোল খোৱা, কেঁচা বা বুঢ়া তামোলৰ সৈতে পাণ আৰু চূণ মিহলাই একেলগে খোৱা। এইটো হৰ্ষচৰিত আৰু মুছলমান লিখকে উল্লেখ কৰিছে। তামোল পাণ খোৱা অভ্যাসটো বিশেষকৈ তিৰোতাসকলে খোৱা যোগিনীতন্ত্ৰত উল্লেখ আছে।

**পোছাক-পৰিচ্ছদ ঃ** প্ৰাচীন অসমত ব্যৱহাৰ কৰা পোছাকক জনা যায় বস্ত্ৰ বা আচ্ছাদন হিচাপে আৰু ব্যৱহাৰ কৰা হৈছিল দুয়োটা ধৰণত- চিলাই কৰা (সূচীৰিধনং) আৰু চিলাই নকৰা, কালিকা পুৰাণৰ পৰা জনা যায়। সাধাৰণতে পুৰুষৰ পোছাক গঠিত হয় এখন পৰিধান, বৰ্তমানৰ ধুতীৰ সাদৃশ্য বা তলৰ পোছাক ভাস্কৰ্যত দেখুৱাৰ দৰে আৰু কালিকা পুৰাণৰ বৰ্ণনাৰ দৰে। ওপৰৰ পোছাক 'উত্তৰীয়' হিচাপে জনা যায় যিটো ব্যৱহাৰ কৰা হৈছিল বিশেষকৈ ওপৰৰ শ্ৰেণীৰ লোকে। পুৰুষ আৰু মহিলাই মাজে সময়ে ব্যৱহাৰ কৰিছিল 'কঞ্চুকী' কিছুমান ভাস্কৰ্যৰ পৰা জনা যায়। বিশিষ্ট মৰ্যাদাৰ পুৰুষসকলে ব্যৱহাৰ কৰে মূৰৰ আভৰণ যিটোক কোৱা হয় 'উষ্ণীৱ' (পাগুৰি), যিটোৰ প্ৰচলন বৰ্তমানো গাওঁবাসীৰ মাজত আছে সিহঁতৰ সামাজিক স্থান দেখুৱাবলৈ। বয়ন শিল্পৰ সামাগ্ৰীসমূহ কালিকা পুৰাণৰ মতে

হৈছে কাৰ্পাসি (কাপোৰ সূতা), কম্বল (উল), বল্ক (বাকলি), কোষজ (পলুৰ পৰা তৈয়াৰী পাট), মুগা কাপোৰ (শানবস্ত্ৰমং)। ভাস্কৰ বৰ্মনে হিউৱেন চাঙক উপহাৰ দিয়া টুপীটো তৈয়াৰ কৰা হৈছিল খহটা চামৰাৰ কোমল আভ্যন্তৰ সৈতে তললৈ ওলমি পৰা, চানেকি কৰা হৈছিল যতে বৰষুণৰ পৰা ৰক্ষা পায়। বাকলি আৰু চামৰা (জন্তুৰ ছাল) ব্যৱহাৰ কৰা হৈছিল পোছাকৰ উদ্দেশে। হৰ্ষলৈ পঠোৱা ৰাজকীয় উপহাৰৰ তালিকাত অন্তৰ্ভুক্ত পৰিৰেশ তৈয়াৰ কৰা হৈছিল কৰ্দৰঙ্গ চামৰাৰ মনোমুগ্ধকৰ আঁচলৰ সৈতে আৰু সাৰু সসুৰক (হৰিণৰ) চামৰাৰ। মহাভাৰতত বৰ্ণনা কৰা হৈছে ভগদত্তৰ কিৰাট সৈন্য সকলে কঁকালত কাপোৰ বান্ধিছিল সিৱৰিৰ সৈতে। গছৰ বাকলিৰ আঁহৰ পৰা তৈয়াৰ কৰা কাপোৰ, ক্ষৌম আছিল অতি গুৰুত্বপূৰ্ণ প্ৰাচীন যুগত, আৰু এই কাপোৰ অতি মূল্যৱান যে মহাভাৰতৰ পৰা প্ৰমাণ পোৱা যায়। ক্ষৌম ব্যৱহাৰ কৰা হয় উৎসৱ উপলক্ষে আৰু ৰাণীয়ে এইটো ব্যৱহাৰ কৰে ইয়াৰ অতি উৎকৃষ্ট বিধৰ বাবে। হৰ্ষলৈ পঠোৱা ৰাজকীয় উপহাৰৰ ভিতৰত 'ক্ষৌম' কাপোৰ শৰৎ কালৰ পূৰ্ণিমাৰ জোনৰ কিৰণৰ দৰে উজ্জ্বল আছিল। 'দুকুলা' আছিল প্ৰচলিত নাম অতি মিহি আৰু উৎকৃষ্ট 'ক্ষৌম' কাপোৰৰ আৰু এইটো উল্লেখ কৰা হৈছে বৰগাওঁ তাম্ৰশাসনত পতাকাৰ বাবে ক্ষৌম কাপোৰ ব্যৱহাৰ কৰা সম্পৰ্কে। বাণই আকৌ উল্লেখ কৰিছে হৰ্ষলৈ পঠোৱা আভোগ ছাতিটো দুকুল কাপোৰেৰে মেৰিয়াই বান্ধিছিল। কনকলাল বৰুৱাই দুকুলক অসমৰ মুগা পাটৰ সৈতে চিনাক্ত কৰিছে। অৰ্থশাস্ত্ৰত উল্লেখ থকা সুবৰ্ণকুড়ীয় অতি উৎকৃষ্ট বিধৰ দকুল কাপোৰ তৈয়াৰ কৰা হৈছিল, যিখন ঠাই অসমত অৱস্থিত। দকুল আছিল 'সূৰ্যৰ দৰে ৰঙা, ৰত্ন মণিৰ নিচিনা মিহি আৰু কোমল। বোৱাৰ সময়ত সূতা তিতা থাকে আৰু একেধৰণ বা মিশ্ৰিত কাপোৰৰ বাণি।

মুগা কাপোৰ (শাণবস্ত্ৰমং) কালিকা পুৰাণত উল্লেখ কৰা হৈছে আৰু ইয়াৰ ব্যৱহাৰ হিউৱেন চাঙৰ বিৱৰণীৰ পৰা জনা যায়। যিগৰাকীয়ে উল্লেখ কৰিছে শাণক এবিধ ডাঠ ৰঙৰ কাপোৰ হিচাপে আৰু তৈয়াৰ কৰা হয় শাণক গছৰ আহঁৰ (সূতা) পৰা এবিধ মুগা কাপোৰ আৰু ভিক্ষুসকলে ব্যৱহাৰ কৰে। অসমৰ পাট কাপোৰ দুবিধ পলুৰ লেটাৰ পৰা, এৰী বা এৰণ্ডি আৰু মুগা, প্ৰথমটো মটীয়া বৰণৰ, খহটা কাপোৰৰ বাণি আৰু বহুদিন যায়, পাতল আৰু গৰম। প্ৰকৃত পাট, অসমীয়া শুভ্ৰ পাট ছিল্কক কোৱা হয় পট্ট, হৈছে অসমৰ অতি মূল্যৱান উৎপাদিত কাপোৰ। হৰ্ষচৰিতত উল্লেখ আছে যে পট্ট সূত্ৰ (পাট মুগা) ৰ পৰা কাপোৰ বোৱা হয়।

পদ মৰ্যাদা অনুসৰি বিবাহিতা বা অবিবাহিতা নাৰীৰ নিৰ্দিষ্ট পোছাক পৰিধান কৰা হয়। সাধাৰণতে তেওঁলোকে শৰীৰৰ ওপৰ আৰু তলৰ অংশৰ বাবে দুখন আভৰণ (কাপোৰ) ব্যৱহাৰ কৰে। তেওঁলোকৰ পোছাক-পৰিচ্ছদৰ ভিতৰত থাকে মেখেলা কঁকালত মেৰিয়াই ভৰিলৈকে ওলমি থকাকৈ পিন্ধে, এটা ব্লাউজ বা এখন ৰিহা (ওপৰৰ আভৰণ) স্তন যুগল আবৃত কৰি ৰখা হয় আৰু এখন উত্তৰীয়, এইখনো ওপৰৰ আভৰণ, কঁকাল আৰু স্তন যুগল আবৃত কৰি ৰখা, যিটোৰ এটা আঁচল ৰিহাৰ ওপৰেৰে কঁকালত মেৰিয়াই ৰখা হয় আৰু আনটো আঁচল স্তন যুগল অতিক্ৰম কৰি কান্ধৰ ওপৰত থাকে। গুণাৰ বন কৰি অলঙ্কৃত কৰা পোছাক আৰু এটা বিশেষ পোছাকে ইঙ্গিত দিয়ে সমাজত তেওঁৰ স্থান (মৰ্যাদা)। বিবাহিতা মহিলাই মূৰত ওৰণি লয় আৰু তেওঁলোকৰ কেশ সজ্জাত বিশেষ যত্ন লয় হাতীৰ দাঁত, কাঠ আৰু বাঁহৰ পৰা নিৰ্মিত ফণিৰ সহায়ত। বৰগাওঁ তাম্ৰশাসনত উল্লেখ আছে যে ৰত্ন খচিত দাপোণ মহিলাসকলে প্ৰসাধনত ব্যৱহাৰ কৰিছিল। কপালত 'তিলক'-এ (সিন্দূৰ) দেখুৱায় তেওঁলোকৰ বিবাহিত মৰ্যাদা আৰু নাৰীসুলভ ভূষণ (সৌন্দৰ্য)।

কাপোৰ আৰু সূতা উভয়তে ৰং কৰা পদ্ধতি জনা আছিল। চিত্ৰাঙ্কন আৰু বিভিন্ন প্ৰকাৰৰ ৰং কৰা কাপোৰৰ উল্লেখ হৰ্ষচৰিতত পোৱা যায়, যিটো ৰং অন্তৰ্ভুক্ত আছে হৰ্ষলৈ পঠোৱা ৰাজকীয় উপহাৰৰ ভিতৰৰ কেইটামান। কালিকা পুৰাণত বিভিন্ন ধৰণৰ ৰঙীণ পোছাকৰ উল্লেখ আছে। বুটা বছা (গুণাৰ বন কৰা) কাপোৰ অসমীয়া মহিলাই ব্যৱহাৰ কৰাৰ অভ্যাস আছিল। ৰঙা আৰু হালধীয়া ৰঙৰ কাপোৰক পবিত্ৰ হিচাপে ধৰা হয় যদিও কালিকা পুৰাণে নীলা আৰু ৰঙা ৰঙৰ কাপোৰ ধৰ্মীয় কাৰ্যত ব্যৱহাৰৰ বাবে

নিষেধ কৰে, কাপোৰত ৰং কৰা প্ৰথা ভৈয়াম আৰু পাহাৰীয়া জনজাতিসকলৰ মাজত সাৰ্বজনীন। মণিপুৰীসকলে অতীতৰ পৰা ৰং কৰা ক্ষেত্ৰত পৈণত আৰু শিল্পী সুলভ আৰু বৰ্তমানো তেওঁলোকৰ সুখ্যাতি বিদ্যমান। নগাসকলেও ৰং কৰাৰ ক্ষেত্ৰত অতি উত্তম আৰু তেওঁলোকে উজ্জ্বল আৰু মনোমোহা ৰঙৰ কাপোৰ উৎপন্ন কৰাত সাৰ্থক।

বুটা দিয়া কাপোৰ (গুণা কৰা) তৈয়াৰ কৰি সেই কাপোৰ দেৱদাসীক দান দিয়াটো অতি প্ৰশংসনীয় বুলি ধৰা হয়। হৰ্ষলৈ পঠোৱা উপহাৰৰ ভিতৰত আছিল কাপোৰ এখন, এনেকুৱা মিহি ভূৰ্জ বৃক্ষৰ ছালৰ দৰে বা সূক্ষ্ম চিত্ৰাঙ্কিত ছিক্কৰ, সেইটো সম্ভৱ মুগা পাট, মিহি আৰু মুগা হালধীয়া (পিঙ্গল) বৰণৰ।

প্ৰাচীন অসমত মহিলা আৰু পুৰুষ উভয়ে অলঙ্কাৰ ব্যৱহাৰ কৰা সম্পৰ্কে প্ৰাচীন গ্ৰন্থ আৰু ভাস্কৰ্যৰ পৰা জানিব পাৰি। অভিলেখত উল্লেখ আছে বিভিন্ন ধৰণৰ পণ্য দ্ৰব্যসমূহ আৰু অয়-অলঙ্কাৰৰ সৈতে সোণাৰিৰ দোকানৰ বিষয়ে। কালিকা পুৰাণত এখন বিস্তৃত অলঙ্কাৰৰ তালিকা দিছে, সেইবোৰ সোণ, ৰূপ আৰু অন্য ধাতুৰ পৰা নিৰ্মিত আৰু পুৰুষ আৰু মহিলাই তেওঁলোকৰ শৰীৰৰ বিভিন্ন অঙ্গত ভৰি, কঁকাল, আঙুলি, মণিবন্ধ, বাহু, ডিঙি, কাণ আৰু কপালত পিন্ধিছিল। ডিঙিৰ ওপৰত ৰূপৰ অলঙ্কাৰ পিন্ধা নিষেধ আৰু আকৌ কৈছে যে অন্য ধাতুৰে নিৰ্মিত অলঙ্কাৰ লো আৰু পিতল (কাঞ্চ)ৰ বাহিৰে শৰীৰৰ তলৰ অংশত পিন্ধা উচিত। মণিৰ কণ্ঠহাৰ সাধাৰণতে ভাস্কৰ্যত পোৱা যায়, কেতিয়াবা আকৌ হাৰৰ মাজত লকেটৰ সৈতে। চেপেটা হাৰক (গ্ৰইৱেয়ক) অসমত কোৱা হয় গলপতা। কেয়ুৰ আৰু অঙ্গদ পিন্ধা হয় ওপৰৰ বাহুত। অঙ্গদ প্ৰকাৰৰ বাজুবন্ধ ভাস্কৰ্যত দেখা যায় ঘূৰণীয়া ভাঁজৰ আৰু ধুনীয়া ন'ৰে সৈতে অলঙ্কৃত কৰা। খাৰুক কঙ্কণ হিচাপে জনা যায় আৰু হাতত পিন্ধে। কিছুমান ভাস্কৰ্যত বালাৰ সৈতে দেখা যায় যিটো আধুনিক খাৰুৰ (কাণবালা, কৰীয়া) ব্যৱহাৰ কৰা হৈছিল কাণত। নূপুৰ (ভৰিত পিন্ধা অলঙ্কাৰ বেৰি) কিঙ্কিণী, এবিধ ক্ষুদ্ৰ ঘণ্টিকাৰ সৈতে দহিখুৰা শিকলি ভৰিত মেৰিয়াই গাভৰুসকলে পিন্ধিছিল। তিলক বা ললাতিকা, এবিধ অলঙ্কাৰ কপালত একমাত্ৰ তিৰোতাই পিন্ধিছিল।

ভাস্কৰ্যত বিভিন্ন ধৰণে চুলি সঁজোৱা (কেশ সজ্জা) আৰু চুলিৰ অলঙ্কৰণ দেখা যায়। যদিও প্ৰায়বোৰ মূৰ্তিতে মূৰত মুকুট থাকে, অৱশ্যে কিছুমানত বিভিন্ন ধৰণে কেশ সজ্জাৰ ৰূপ দিয়া পোৱা যায়। অতি সৰল আৰু সাৰ্বজনীন খোপা ওপৰলৈ তুলি দেখুওৱা হয়, এনেকুৱা চুলিৰ খোপা বন্ধা পদ্ধতি বৰ্তমানো ব্যৱহৃত, আৰু চুলি খোপাৰ আকৃতি ডাঙৰ কৰিবলৈ তাৰ ভিতৰত পেড বা নকল চুলি সোমাই দিয়া হয়।

সুগন্ধি আৰু সৌন্দৰ্যবৰ্ধক (ৰহণ, অঙ্গৰাগ) প্ৰাচীন অসমত ব্যৱহাৰ কৰা হৈছিল বিশেষকৈ ধনী সম্প্ৰদায়ৰ লোকেৎ অগৰু, চন্দন কাঠ, কস্তুৰী (কস্তুৰী মৃগ), গো শীৰ্ষ আৰু আন সুগন্ধি তেল প্ৰচুৰ পৰিমাণে অসমত ব্যৱহাৰ কৰা হৈছিল যে আমি বিভিন্ন তথ্যৰ পৰা জানিব পাৰো। কালিকা পুৰাণত উল্লেখ আছে যে বিভিন্ন ধৰণৰ সুগন্ধি গতানুগতিকভাৱে ব্যৱহাৰ কৰা হৈছিল। সেইবোৰ আছিল চূৰ্ণীকৃত (গুড়ি), ঘৃষ্ট (মলম), দাহকৰষিত (ছাই), সম্মৰ্দ্দজৰস (ৰস), প্ৰাণ্যঙ্গোত্তৱ (কস্তুৰীৰ নিচিনা) আদি য'ত অন্তৰ্ভুক্ত থাকে বিবিধ ধৰণৰ কুমকুম, কালাগুৰু, কস্তুৰী আৰু কৰ্পূৰ। সুগন্ধি তেল শৰীৰত ব্যৱহাৰ কৰিছিল আৰু এইটো আছিল এটা সাৰ্বজনীন অভ্যাস পুৰুষ আৰু মহিলা উভয়ৰে। তেজপুৰ তাম্ৰশাসনত কৈছে তিৰোতাসকলে সুগন্ধি তেল ব্যৱহাৰ কৰিছিল আৰু তেওঁলোকৰ স্তন যুগল সুগন্ধ পদাৰ্থেৰে লেপন দিছিল। চন্দনৰ লেই সম্ভৱ অতি প্ৰিয় বস্তু হিচাপে ব্যৱহাৰ কৰা হৈছিল সকলো ধৰ্মীয় আৰু সামাজিক অনুষ্ঠানত। এটা অতি সমৃদ্ধ সুগন্ধি তৈয়াৰ কৰা হৈছিল কৃষ্ণাগুৰু তেলৰ সৈতে অঞ্জন (চকুৰ মলম) আৰু কৰ্পূৰ যিটো আছিল 'ঠাণ্ডা, শুদ্ধ আৰু শুভ্ৰ বৰফৰ টুকুৰাৰ দৰে' ব্যৱহাৰ কৰা হৈছিল। হংসবেগে হৰ্ষলৈ লৈ গৈছিল বোৱা পাটৰ কাপোৰ থলি, যিটোত আছিল অগৰু কাঠৰ টুকুৰা, গোশীৰ্ষ চন্দন, কৰ্পূৰ, কস্তুৰিকা কোষা (কস্তুৰী), কুক্কোল পল্লৱ।

সুগন্ধি প্ৰসাধনৰ প্ৰয়োগে সূচায় নিজৰ আকৰ্ষণ বঢ়োৱাৰ বাবে। হিউৱেন চাঙে লিপিবদ্ধ কৰিছে যে ভাৰতৰ মানুহে তেওঁলোকৰ দাঁত সমূহ ৰঙা বা ক'লা ৰং কৰে। দাঁত ৰং কৰা প্ৰথাটো এটা প্ৰসাধনৰ (অলঙ্কৰণৰ) প্ৰণালী হিচাপে

বৰ্ণনা কৰা হৈছে যোগিনীতন্ত্ৰত আৰু এইটো অসমীয়া তিৰোতাসকলৰ মাজত প্ৰচলিত।

লাহ-বিলাহ সামগ্ৰীসমূহৰ ভিতৰত আছিল হাতেৰে তৈয়াৰী বিছনী, পুষ্প মাল্য আৰু ৰত্নখচিত দাপোণ ব্যৱহাৰ কৰিছিল মহিলা সকলে তেওঁলোকৰ প্ৰেম নিবেদনৰ ভাও কৰিবলৈ। বল্লভদেৱৰ তাম্ৰশাসনত উল্লেখ কৰিছে চামৰাৰ ফিটাৰ সৈতে পাদুকা। ভৰিত পিন্ধা পাদুকা (খৰম) কাঠ আৰু হৰিণৰ চামৰাৰে তৈয়াৰী (উপানহ)। ছত্ৰ সাধাৰণতে তৈয়াৰ কৰা হয় বোৱা কাপোৰৰ আভোগ ছত্ৰ কামৰূপৰ ৰজাসকলৰ আছিল এক ৰাজকীয় মৰ্যাদাৰ প্ৰতীক। হৰ্ষলৈ পঠোৱা ছত্ৰত বহু আচৰিত ধৰণৰ ঘূৰি থকা বস্তু স্পষ্টকৈ দেখুৱা হৈছিল। ৰাজকীয় ছত্ৰৰ তিনিটা বৈশিষ্ট্য থাকে, যেনে- এইটো অলঙ্কৃত কৰা হয় শুভ্ৰ মুকুতাৰ মালাৰে। ইয়াৰ ঘূৰণীয়া দাঁতিত লগোৱা হৈছিল শীৰ্ষ (শিখৰ) অলঙ্কৃত কৰা হৈছিল পাখি মেলি থকা হংসৰ ধুনীয়াকৈ ৰূপ দি।

**আৰ্থিক অৱস্থা ঃ** প্ৰাচীন অসমত কৃষিৰ ওপৰত মূলতে নিৰ্ভৰ কৰে যদিও বনজ সম্পদ আৰু উদ্যোগ সমূহে কিছু পৰিমাণে এই অঞ্চলত আৰ্থিক অৱস্থা উন্নতি লাভ কৰাত সহায় কৰে। কৃষিৰ উন্নতিৰ হকে সকলোবোৰ মাটি বিভাগীয় যন্ত্ৰৰ সহায়ত সম্পূৰ্ণভাৱে সংগঠিত কৰা হৈছিল আৰু কৃষিৰ ববে বেছি উপযোগী মাটিৰ প্ৰয়োজন অনুভৱ কৰিবলৈ ধৰে। হাবি-বননি আৰু জলাশয় অঞ্চল কৃষিৰ বাবে ক্ৰমাগতভাৱে উপযোগী কৰি লোৱা হৈছিল।

জুম পদ্ধতিত ধানৰ খেতি কৰাটো সম্ভৱ অসমত প্ৰাচীনতম প্ৰথা আৰু এইটো বৰ্তমানো প্ৰায়বোৰ জনজাতিৰ মাজত প্ৰচলিত। বিস্তৃতভাৱে ধান খেতি কৰা ষষ্ঠ শতিকামানৰ পৰা প্ৰমাণ পোৱা যায়। বিশেষকৈ ব্ৰাহ্মণক মাটি দান দিওঁতে মাটিৰ পৰিমাণ অৰ্থাৎ মাটি কালি প্ৰকাশ কৰা হৈছিল সেই মাটিত উৎপাদিত শস্যৰ পৰিমাণৰ ওপৰত। যিহেতু চাউল প্ৰধান খাদ্য, সেয়ে ধান খেতি আছিল মানুহৰ আৰ্থিক অৱস্থা টনকিয়াল কৰাৰ এটা মুখ্য উপায়। বৰগাওঁ তাম্ৰশাসনত উল্লেখ কৰিছে। লাবু কুটিক্ষেত্ৰৰ দান, যিটো হৰ্নলেৰ (Hoernle) কৈছে যে অসমৰ কুঁহিয়াৰ ঢিলা আৰু বেছি মিঠা, আৰু তিনি প্ৰকাৰৰ কুঁহিয়াৰ যেনে ৰঙা, ক'লা আৰু বগা অসমত উৎপন্ন হয়। বিভিন্ন ধৰণৰ শাক পাচলিৰ খেতি সম্বন্ধে যোগিনীতন্ত্ৰত উল্লেখ কৰা হৈছে।

কৃষিজাত শস্যৰ উপৰি বিভিন্ন ধৰণৰ ফল-মূলৰ গছ ৰোপণ সম্পৰ্কে অভিলেখ আৰু প্ৰাচীন গ্ৰন্থত উল্লেখ পোৱা যায়। অভিলেখত উল্লেখ আছে কণ্ঠাফল (কঁঠাল), অম্ৰ (আম), জাম্বু (জাম), শ্ৰীফল, দুম্বৰী (ডুমৰু গছ), শাখোতক (আখৰোট গছ), বদৰি (বগৰি), লকুচ বা আমলক (আমলখি), অম্ল, বেতস (ৰজন) আৰু বিভিন্ন প্ৰকাৰৰ নেমুগছ। কঁঠাল আৰু নাৰিকল প্ৰচুৰ পৰিমাণে উৎপন্ন হৈছিল। হিউৱেন চাঙে উল্লেখ কৰিছে যে কামৰূপত কঁঠাল আৰু নাৰিকল প্ৰচুৰ পৰিমাণে উৎপন্ন হ'লেও আদৰ আছিল। আকৌ আমি কজিমৰ (Quzim) তথ্যৰ পৰা পাওঁ যে- অসমত উৎপন্ন হৈছিল আম, কল, কঁঠাল, সুমথিৰা, ৰবাব টেঙা, নেমু, মাটি কঁঠাল (আনাৰস), পুনিৱালেহ (পনিয়াল) আৰু বগৰী। নাৰিকল গছ, জালুকৰ গছ আৰু তামোল গছ বহু পৰিমাণে অসমত আছিল। বিস্তৃত ভাৱে তামোল গছ আৰু পাণ ৰোৱা সম্পৰ্কে বহু তথ্যৰ পৰা জনা যায়। হৰিদ্ৰা (হালধি) অদ্ৰক (আদা), জিৰক (জিৰা), পিপ্পলিয়ক (দীঘল জলকীয়া), মৰিচ (জলকীয়া), সৰিয়া (সৰিয়হ), কৰ্পূৰ আদিৰ খেতি সম্পৰ্কে যোগিনীতন্ত্ৰত উল্লেখ আছে। কালিকা পুৰাণত উল্লেখ কৰিছে যে ফলৰ গছৰ উপৰি সৰল, শাল, চন্দন আৰু অগৰুকে ধৰি বহু সংখ্যক মূল্যৱান গছ অসমত উৎপন্ন হৈছিল।

অসমৰ বনজ সম্পৰ্কে নিঃসন্দেহে এই অঞ্চলৰ আৰ্থিক দিশত এটা গুৰুত্বপূৰ্ণ ভূমিকা লয়। কৌটিল্যই কৈছে যে বিস্তাৰিত বননি অঞ্চল ব্ৰাহ্মণ সকলক প্ৰদান কৰা উচিত ধৰ্মীয় উদ্দেশ্যৰ বাবে। কমৌলি তাম্ৰশাসনৰ পৰা এইটো দেখা যায় যে তেনেকুৱা দান অসমতো দিয়া হৈছিল। সংৰক্ষণ পদ্ধতিটো যিটো প্ৰথা অৰ্থ শাস্ত্ৰত উল্লেখ কৰা হৈছে সেইটো অসমত সুপ্ৰতিষ্ঠিত আছিল। বলবৰ্মনৰ তাম্ৰশাসনত উল্লেখ আছে বননিৰ ডাঙৰ অঞ্চল সমূহ। কালিদাসে আনুসঙ্গিক উদ্ধৃতি দি কৈছে যে অসমৰ বননি অঞ্চলত অতি মূল্যৱান গছে আগুৰি আছে।

অতি সাৰ্বজনীন গছ বট আৰু অশ্বত্থ বহু ধৰ্মীয় উদ্দেশ্যত ব্যৱহৃত হয়। মধুৰাশ্বত্থ গছ ব্যৱহাৰ হয় পলু পোহাৰ বাবে। শাল্মলি হৈছে পাট-কপাহ গছ। অসমৰ বনজ সম্পদে বহু

মূল্যবান বস্তু উৎপাদন কৰে যেনে- সুগন্ধি আৰু প্ৰসাধনিক সামগ্ৰী। অসম আছিল এক গুৰুত্বপূৰ্ণ উৎস (উৎপত্তি) সুগন্ধি কাঠ, ৰজন (ধূনা) আদি ভাৰতৰ বিভিন্ন অঞ্চললৈ যোগান ধৰাৰ বাবে। মহাভাৰতত উল্লেখ আছে যে কামৰূপৰ ৰজাই চন্দন কাঠ আৰু অগৰু পাণ্ডৱ সকলক উপহাৰ দিছিল। হৰ্ষলৈ ৰাজকীয় উপহাৰ দিয়া তালিকাত অন্তৰ্ভুক্ত আছিল গোশীৰ্ষ চন্দন, চুৰি কৰি প্ৰচণ্ড সহজ দাহ্যতা আঁতৰাই আৰু ক'লা অগৰু তেল। চন্দন কাঠ কামৰূপত উৎপন্ন হৈছিল যে অৰ্থশাস্ত্ৰৰ উদ্ধৃতিৰ পৰা জনা যায়। কালিদাসে সময়ে সময়ে বৰ্ণনা কৰিছিল প্ৰাগজ্যোতিষ ৰাজ্যত ক'লা অগৰু গছৰ। অগৰু কাঠ হৈছে অসমৰ বননিৰ এটা মূল্যবান সামগ্ৰী, যিটো ব্যৱহাৰ কৰা হয় সুগন্ধি হিচাপে আকৌ প্ৰসাধনৰ সুগন্ধি দ্ৰব্যৰ বাবেও। তেজপাত যিটো চিনাক্ত কৰিছে আদমচ আৰু আন পণ্ডিতে সম্ভৱ অসম আৰু ব্ৰহ্মদেশ (ম্যানমাৰ)ৰ পৰা বিদেশলৈ ৰপ্তানি কৰা হৈছিল। যিহেতু তেজপাতৰ গছ এই অঞ্চলত সাৰ্বজনীন। জালুক বা জলকীয়া আৰু লা হৈছে অসমৰ বনজ সম্পদৰ দুটা বিশিষ্ট উৎপাদিত বস্তু। তৱেৰনিয়েৰে (Tavernier) কৈছে যে- দেশখনে (অসম) আকৌ উৎপাদন কৰে এক প্ৰচুৰ পৰিমাণে ৰঙা ৰঙৰ চপৰা লা, যিটোৰ সৈতে তেওঁলোকে কাপোৰ ৰং কৰে আৰু যেতিয়া ৰঙা ৰং বাহিৰ কৰে তেতিয়া লা ব্যৱহাৰ কৰে আৰু তাৰ পৰাই প্ৰস্তুত কৰে স্পেনিছ মম। ইয়াৰ এক বুজন পৰিমাণ চীন আৰু জাপানলৈ ৰপ্তানি কৰা হৈছিল, এই লা হৈছে এছিয়াৰ ভিতৰত উৎকৃষ্ট। হৰ্ষচৰিতত আকৌ উল্লেখ কৰিছে ক'লা বগা চামৰাৰ (চোঁৱৰ) দ'ম, কৌতুহলী কিন্নৰৰ যোৰ। বনমানুষ, জিংজিৱক চৰাই আৰু মৎস্যকন্যা সোণবৰণীয়া শিকলিৰে ডিঙি বন্ধা, মৃগনাভি কস্তুৰীৰ পৰা সুগন্ধি বিয়পায়। ঘৰচীয়া মাইকী হৰিণ, ভাটৌ চৰাই, শাৰেং আৰু অন্যান্য চৰাই সোণালী ৰং সনা বাঁহৰ সঁজাত আবদ্ধ থাকে আৰু ডবিক চৰাই গোবালৰ সঁজাত। কালিদাসে উল্লেখ কৰিছে যে অসমৰ হাবিত হাতী ধৰা হৈছিল বিভিন্ন উদ্দেশে। হাতী দাঁত হৈছে বাণিজ্যৰ বাবে গুৰুত্বপূৰ্ণ সামগ্ৰী। মহাভাৰতত আমি উল্লেখ পাওঁ অসমৰ হাবিত জীৱ-জন্তু সমূহৰ যেনে গঁড়, বাঘ, হাতী, ম'হ, গাহৰি আৰু অন্যান্য সচৰাচৰ থকা জন্তুবোৰ। অভিলেখ, যোগিনীতন্ত্ৰত আৰু আন গ্ৰন্থসমূহত এই অঞ্চলৰ বিভিন্ন প্ৰজাতিৰ চৰাইৰ নাম পোৱা যায়।

**উদ্যোগ ঃ** এই দেশৰ আৰ্থিক সম্পদে বিভিন্ন উদ্যোগ গঢ়াত ভালেখিনি বৰঙণি যোগায়। বিশেষকৈ বস্ত্ৰ শিল্প; কমাৰ শিল্প, মৃৎশিল্প, ধাতু শিল্প, হাতী দাঁতৰ শিল্প, বাঁহ বেতৰ উদ্যোগ, কাঠৰ উদ্যোগ, চামৰাৰ উদ্যোগ আদি। বিভিন্ন শিল্পজাত সামগ্ৰী উৎপাদনৰ ক্ষেত্ৰত কামৰূপৰ কাৰিকৰ সকলে প্ৰাচীন ভাৰতত এখন সুকীয়া স্থান দখল কৰিবলৈ সক্ষম হৈছিল। বিস্তৃত ভাৱে বস্ত্ৰ উৎপাদনৰ ক্ষেত্ৰত ক্ষুদ্ৰ আৰু তাঁত শিল্প উদ্যোগৰ পৰা প্ৰতিটো অসমীয়া পৰিয়ালে এক গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰিছে। লেখাৰ সামগ্ৰী হিচাপে ব্যৱহাৰ কৰা তুলাপাত হেঁচা প্ৰয়োগ আৰু কাগজৰ পাতৰ আকৃতিত তৈয়াৰ কৰি উৎপাদন কৰা হৈছিল যে প্ৰাচীন তুলাপাতত লেখা পুথিয়ে প্ৰমাণ কৰে। কৰ্পাসৰ (কপাহী কাপোৰ) সাজ-পোছাক ব্যৱহাৰ সম্পৰ্কে কালিকা পুৰাণ আৰু হৰ্ষচৰিতৰ পৰা জনা যায়। কপাহী কাপোৰৰ ব্যাপক যোগানে দেখুৱায় যে এই শিল্প কলাই উপনীত হৈছিল পূৰ্ণাঙ্গ ৰূপৰ পৰ্যায়ত। কালিকা পুৰাণে আকৌ উল্লেখ কৰিছে উলৰ কাপোৰ (কম্বল), গছৰ ছালৰ কাপোৰ (ৰল্ক), পাট (কোষজ) আৰু মুগা কাপোৰ (শানবস্ত্ৰম) উৎপাদন কৰা সম্পৰ্কে। গছৰ ছালৰ পৰা তৈয়াৰ কৰা কাপোৰ বৰ্তমানো প্ৰায়বোৰ জনজাতিৰ মাজত প্ৰচলিত আৰু তেওঁলোকে উৎপাদন কৰে বিভিন্ন চানেকীৰ সূতা আৰু কাপোৰ।

ৰেছম আৰু হস্ত তাঁত শিল্পকলা বিশেষকৈ পলু পুহি বিভিন্ন ধৰণৰ পাট-মুগাৰ কাপোৰ তৈয়াৰ কৰা পদ্ধতি কামৰূপৰ মানুহে ৰামায়ণ আৰু অৰ্থশাস্ত্ৰৰ দিনৰে পৰা জানিছিল। পাট সূতা আৰু পাটৰ কাপোৰ তৈয়াৰ কৰা কলা যিটো প্ৰথম চীন দেশত উদ্ভৱ হৈছিল আৰু তাৰ পৰা অসম আৰু দেশৰ আন অঞ্চললৈও আহিছিল। ৱাট (Watt) ৰ মতে এই কলা প্ৰথম মণিপুৰত উদ্ভৱ হৈছিল, যিখন আছিল পাট পলুৰ বাবে গৃহ আৰু তাৰপৰা চীন পাইছিল। মুগা-পাটৰ ক্ষেত্ৰত নিঃসন্দেহে অসমতে এই কলাৰ উদ্ভাৱন আৰু সীমাবদ্ধ আছিল আৰু মুগা পাটৰ কাপোৰ তৈয়াৰ কৰা কলাৰ বাবে অসমে সমগ্ৰ বিশ্বজুৰি সুখ্যাতি অৰ্জন কৰাৰ

উপৰি বিভিন্ন ধৰণৰ মুগা পাটৰ কাপোৰে বিদেশৰ বজাৰত চাহিদা পূৰণ কৰিবলৈ সক্ষম হৈছে। প্ৰাচীন যুগত পাট মুগা উদ্যোগ শিল্পগতভাৱে অতি উন্নত আছিল।

এৰি বা এৰণ্ডী আন প্ৰকাৰৰ এবিধ ছিল্ক, যিটো বৰ গৰম আৰু শীত কালত ব্যৱহাৰৰ বাবে উপযোগী, অসমত উৎপাদন হয়, এই তিনি প্ৰকাৰৰ ভাৰতীয় ছিল্কক জনা যায় পাট, এণ্ডি আৰু মুগা হিচাপে আৰু অসমত বহুল ভাবে উৎপন্ন হয়। মুগা পাট সূতা কটা আৰু কাপোৰ বোৱা কলাৰ ক্ষেত্ৰত অসমীয়া মহিলাসকলৰ অসাধাৰণ নিপুণতা আছিল।

অসমত সোণ উদ্যোগ নিশ্চয় বিকাশ লাভ কৰিছিল আৰু সোণাৰিসকলে (স্বৰ্ণকাৰ) বসতি কৰিছিল বিশেষকৈ সমৃদ্ধ অঞ্চলত সেই শ্ৰেণীৰ লোকৰ চাহিদা পূৰণ কৰিবৰ অৰ্থে। সোণ প্ৰচুৰ পৰিমাণে পোৱা গৈছিল অসমৰ নদীসমূহ বিশেষকৈ সোৱনশিৰি, দিখৌ, জগ্লো, দিহং, ভৰালী আৰু ধনশিৰি। সুবৰ্ণকুড়ীয় আছিল অসমৰ কোনোবা নদীৰ পাৰৰ এটা অঞ্চল য'ত প্ৰচুৰ পৰিমাণে সোণ উৎপন্ন হয়। তেজপুৰ তাম্ৰশাসনত উল্লেখ কৰিছে লৌহিত্য নদীৰ যিটোৱে কৈলাস পৰ্বতৰ সোণৰ খনিৰ পৰা সোণৰ গুড়ি লৈ আহে। বনমালৰ তেজপুৰ তাম্ৰশাসনত উল্লেখ কৰিছে যে বনমালই হাৰুপ্লেশ্বৰত শিৱৰ সোণৰ মন্দিৰটো পুনৰ নিৰ্মাণ কৰিছিল। শিলিমপুৰ অভিলেখৰ মতে ৰজা জয়পালে এজন ব্ৰাহ্মণ পণ্ডিতক তেওঁৰ ওজনৰ সমান সোণ আৰু ৯০০ স্বৰ্ণমুদ্ৰাৰ এটা দান যাচিছিল। তবাকাত-ই-নাসিৰি (Tabaqat-i-Nasiri)ত কৈছে যে এহেজাৰ মোন ওজনৰ এটা প্ৰকাণ্ড সোণৰ মূৰ্তি কামৰূপৰ এটা মন্দিৰত প্ৰতিষ্ঠা কৰা হৈছিল। আহোম ৰাজত্বৰ সময়ত, সোণ ধোৱা কাৰ্য কৰিছিল সণোৱাল নামে পৰিচিত এক শ্ৰেণীৰ লোকে। হাজাৰ হাজাৰ মানুহক এই কাৰ্যত নিয়োগ কৰা হৈছিল যে ফথিয়হ-ই-ইব্ৰিয়হ (Fathiya-i-Ibriyah)ত উল্লেখ আছে। এইটোৱে দেখুৱায় যে এই কাৰ্যটো আছিল প্ৰাচীন অৰ্থলাভৰ এটা বৃত্তি। অসমত তাম্ৰ খনিৰ অস্তিত্ব থকাৰ উল্লেখ ৰত্নপালৰ তাম্ৰশাসনত পোৱা যায়, য'ত ৰজাই কাম কৰি লাভৱান হৈছিল।

অলঙ্কাৰ তৈয়াৰ কৰা কলা সম্পৰ্কে হৰ্ষলৈ প্ৰেৰণ কৰা ৰাজকীয় উপহাৰৰ তালিকা বানই বৰ্ণনা কৰিছে নিখুঁত সৌন্দৰ্যপূৰ্ণ অলঙ্কৃত আভোগ ছত্ৰ (ছাতি) ৰত্নমণিৰ পটাৰ সৈতে ঃ অলঙ্কাৰে যিটো গাঢ় ৰঙা ৰঙে ৰঞ্জিত কৰিছিল দিব্য খালী ঠাই উৎকৃষ্ট ৰত্নমণিৰ উজ্জ্বলতাৰ সৈতে। উজলি শীৰ্ষ ৰত্ন মণি মুক্তাৰ হাৰবোৰ যিটোক দেখা যায় দুগ্ধ সাগৰৰ উৎসৰ (উৎপত্তি) দৰে শুভ্ৰতা ঃ বহু পৰিমাণৰ মুকুতা, শামুকৰ খোলা (কড়ি), নীলকান্ত মণি (নীলম) আৰু নিপুণ শিল্পীয়ে তৈয়াৰ কৰা পানী খোৱা পাত্ৰ, প্ৰবালৰ পিঞ্জৰা আৰু হাতী দাঁতৰ আঙঠি, মুকুতাৰ শাৰী হাতীৰ ভ্ৰূৰ পৰা আবৃত। কালিদাসে উল্লেখ কৰিছে কামৰূপৰ খনিজ সম্পদ, যিটোৱে বহু পৰিমাণৰ ৰত্ন উৎপাদন কৰে। অভিলেখত উল্লেখ আছে বিভিন্ন সূক্ষ্ম কাৰীকৰি পূৰ্ণ সামগ্ৰী (বাণিজ্য দ্ৰব্য) আৰু বিভিন্ন ৰণৰ অলঙ্কাৰৰ সৈতে সোণাৰিৰ দোকান। ইয়াৰ উপৰি উচ্চ অপৰিহাৰ্য আৰু সৌন্দৰ্যবোধ সম্পন্ন বৈশিষ্ট্য, সোণৰ মুদ্ৰাই দেখুৱায় ৰত্ন ব্যৱসায়ীৰ (সোণাৰি) ক'লা ধাতুত উচ্চ স্তৰত উপনীত হৈছিল ৰাজকীয় নাৰীসকল, তেওঁলোকৰ পৰিচৰ্য্যাকাৰী সকল, ৰাজ নৰ্তকীসকল আৰু সাধাৰণ নাৰী সকল, সকলোৱে সাধ্যানুসাৰে নিজকে ভূষিত কৰিছিল। বাৎসায়নে এজনী গৃহিণীক উপদেশ দিছে যে কেতিয়াও শৰীৰত অলঙ্কাৰ পৰিধান নকৰাকৈ স্বামীৰ সন্মুখত উপস্থিত হ'ব নালাগে। মহিলা আৰু সম্ভ্ৰান্ত লোকসকলে অলঙ্কাৰ পৰিধান কৰা ভাস্কৰ্য সমূহত পোৱা যায়। সোণ, ৰূপ আৰু মূল্যবান ৰত্ন আছিল অলঙ্কাৰৰ বাবে মুখ্য সামগ্ৰী, দুখীয়া শ্ৰেণীৰ তিৰোতা সকলে সাধাৰণ মণিৰ অলঙ্কাৰ ব্যৱহাৰ কৰিছিল যিটো বৰ্তমানেও প্ৰচলিত। অন্য ধাতুৰ ভিতৰত ৰূপ, তাম, ব্ৰঞ্জ আৰু পিতলৰ কাম কৰা সম্ভৱ প্ৰাচীন কালত যথেষ্ট উন্নতি লাভ কৰিছিল কালিকা পুৰাণৰ পৰা জনা যায়।

অন্য প্ৰকাৰৰ কাৰিকৰ শিল্পৰ ভিতৰত বাঁহ-বেতৰ কাম কৰা, কাঠ মিস্ত্ৰি আৰু চিত্ৰকৰ অসমত সমৃদ্ধ আছিল যে হৰ্ষচৰিতৰ পৰা জানিব পাৰি। বনমালৰ তাম্ৰশাসনত বৰ্ণনা কৰা শিল্প কৌশলতাৰে খোদিত চিত্ৰাঙ্কিত আৰু অলঙ্কৃত কৰা নাওৱে কাঠ মিস্ত্ৰিৰ নিপুণতাৰ পৰিচয় দিয়ে। কাঠেৰে নিৰ্মিত বিভিন্ন সামগ্ৰী সমূহ উল্লেখ কৰি পৰৱৰ্তী তথ্য ফাথিবাহি-ই-ইব্ৰিয়াহত (Fathiyahi-i-Ibriyah) কৈছে যে

কাঠৰ বাকচ, বহা টুল (ওখ পীৰা), থাল (tray) আৰু চকি (Chair) এইবোৰ কাঠৰ টুকুৰাৰ পৰা দক্ষতা আৰু নিখুঁত ভাবে তৈয়াৰ কৰা হৈছিল। এইবোৰ উদ্যোগৰ উপৰি ক্ষুদ্ৰ শিল্প উদ্যোগ, চামৰাৰ কাম (leather works), শিল আৰু ইটাৰ কাম, মৃৎশিল্প, বাঁহ-বেতৰ কাম প্ৰতিষ্ঠিত আছিল যে প্ৰাচীন গ্ৰন্থ আৰু অভিলেখৰ পৰা জনা যায়। ঢাৰি-পাটি নিৰ্মাণ কৰা এবিধ উল্লেখনীয় ক্ষুদ্ৰ উদ্যোগ বৰ্তমানো প্ৰচলিত। প্ৰাচীন গ্ৰন্থত উল্লেখ আছে অলঙ্কৃত আৰু কলা কুশলতাৰে তৈয়াৰ কৰা শীতল পাটি সম্ভ্ৰান্ত আৰু অবস্থাবান লোকে ব্যৱহাৰ কৰিছিল। মৃৎ পাত্ৰ, ধাতুৰ কাম, ৰত্ন অলঙ্কাৰ, মুদ্ৰা-মৰা, কাপোৰ বোৱা, সূতা কটা, কাপোৰ আৰু সূতাত ৰং কৰা, পাথৰৰ কাম, হাতী দাঁতৰ কাম আৰু বাঁহ-বেতৰ কামত প্ৰাচীন অসমত উল্লেখযোগ্য অগ্ৰগতি লাভ কৰিছিল। ঔদ্যোগিক বিকাশে আনিছিল সমাজ আৰু কাৰিগৰ বা শিল্পকৰ্মী সকললৈ সুবিধাজনক ফল। তেওঁলোকে ক্ৰমাগত ভাবে সমাজত স্বীকৃতি পাইছিল।

**বিনিময়ৰ মাধ্যম :** বস্তু এটাৰ মূল্য সাধাৰণতে নিৰ্ধাৰণ কৰা হৈছিল প্ৰাচীন কালত পণ্যদ্ৰব্যৰ ওপৰত নিৰ্ভৰ কৰি। প্ৰায় সকলোবোৰ বাণিজ্যিক লেনদেন হৈছিল পণ্য-বিনিময় প্ৰথাৰ দ্বাৰা (বস্তু সাল-সলনি) যিটো বিনিময়ৰ মাধ্যম হিচাপে পৰিগণিত হয়। এই প্ৰথাটো বৰ্তমানো গাওঁবাসী আৰু জনজাতিৰ মাজত প্ৰচলিত।

প্ৰাচীনতম কড়িৰ ব্যৱহাৰ সম্পৰ্কে উল্লেখ হৰ্ষচৰিতত পোৱা যায়, বিশেষকৈ ভাস্কৰবৰ্মনে হৰ্ষলৈ পঠোৱা ক'লা আৰু বগা কড়িৰ টোপোলাবোৰ। কড়িৰ ব্যৱহাৰ সম্পৰ্কে তেজপুৰ শিলালেখাত উল্লেখ কৰিছে যে এক শ কড়ি জৰিমনা কৰা হ'ব ৰাজ্যৰ কিছুমান নিয়ম লঙ্ঘন কৰাৰ অপৰাধত। ৰূপৰ মুদ্ৰাৰ উদ্ধৃতি সম্ভৱ কামৰূপৰ পৰা গৌলিকমং নামেৰে অৰ্থশাস্ত্ৰত উল্লেখ আছে আৰু এইটোৱে বৰ্তমানলৈ প্ৰাচীনতম উদাহৰণ। শিলিমপুৰ অভিলেখত সোণৰ মুদ্ৰাৰ উল্লেখ আছে। সোণৰ মুদ্ৰাৰ প্ৰচলন সম্পৰ্কে প্ৰমাণিত হৈছে গোৱালপাৰাৰ ওচৰৰ পাগলাঠেকত উদ্ধাৰ হোৱা ১৪টা সোণৰ মুদ্ৰাৰ পৰা। ৰত্নপালৰ তাম্ৰশাসনত তামৰ খনিৰ উল্লেখ আছে, যিটোৱে দেখুৱায় তাম ব্যৱহাৰ কৰা হৈছিল মুদ্ৰাৰ প্ৰচলনৰ বাবে। ইয়ে প্ৰমাণ কৰে যে কড়ি, সোণ, ৰূপ আৰু তামৰ মুদ্ৰা ব্যৱহাৰ কৰা হৈছিল বিনিময়ৰ মাধ্যম হিচাপে, আকৌ পণ্য বিনিময় প্ৰথাও লগতে দেশত প্ৰচলিত আছিল।

উন্নতিশীল উদ্যোগ আৰু বাণিজ্যই অন্য লাভপ্ৰদ ফল দেশৰ আৰ্থিক জীৱনত উৎপাদন কৰিছিল। বাণিজ্য আৰু আন লেনদেন সুবিধা দিবলৈ এই অঞ্চলৰ ৰজাই সোণ, ৰূপ আৰু তামৰ মুদ্ৰা মৰাইছিল।

**শিক্ষা :** শিক্ষা হৈছে নিজক সংস্কৃতিবান আৰু নিজৰ উন্নতিসাধন কৰা। শিক্ষাৰ উদ্দেশ্য আদৰ্শ প্ৰাচীন ভাৰতত আছিল সাধুতা আৰু ধৰ্মপৰায়ণতা, চৰিত্ৰ গঠন, ব্যক্তিত্বৰ বিকাশ, নাগৰিক সংক্ৰান্ত (পৌৰ) উপদেশ আৰু সামাজিক কৰ্তব্য, সামাজিক যোগ্যতা উন্নতি আৰু জাতীয় সংস্কৃতিৰ বিকাশ আৰু প্ৰসাৰ। সাহিত্যগত বা বৃত্তিগতই হওক সকলো শিক্ষাৰ স্পষ্ট (সৰল) উদ্দেশ্য আছিল ছাত্ৰসকলক উপযুক্ত কৰি তোলা যাতে তেওঁলোকে সমাজত এজন উপযোগী আৰু সংস্কৃতি সম্পন্ন ব্যক্তি হিচাপে পৰিচয় দিব পাৰে।

জীৱনৰ নৈতিক আৰু আধ্যাত্মিক দিশৰ ওপৰত প্ৰাধান্যই বৰকৈ গঢ় দিয়ে শিক্ষাৰ নিদৰ্শন আৰু অধ্যয়নৰ বাবে বিষয়সমূহে আৰু সেয়ে এইটো আছিল প্ৰাথমিক ভাৱে তত্ত্বৰ ওপৰত বৰং ভিত্তি কৰি ব্যৱহাৰিক বৃত্তিগত অনুশীলনতকৈও।

জাতিগত প্ৰথাই হিন্দু সমাজত এক গুৰুত্বপূৰ্ণ ভূমিকা বহু দিনৰ পৰা লৈছিল আৰু এইটোৱে প্ৰকৃত পক্ষে বহু পৰিমাণে প্ৰভাৱ বিস্তাৰ কৰে শিক্ষাৰ তত্ত্ব আৰু অনুশীলনৰ (চৰ্চা) ওপৰত প্ৰাচীন ভাৰতত। শিক্ষকৰ বৃত্তি ব্ৰাহ্মণসকলৰ মাজত সীমাবদ্ধ আছিল যদিও বৈদিক আৰু দৰ্শনশাস্ত্ৰ বিষয়ত ক্ষত্ৰিয় শিক্ষকো আছিল খ্ৰীষ্টপূৰ্ব ষষ্ঠ শতিকাৰ পিছত। ব্ৰাহ্মণ সম্প্ৰদায়ৰ তীক্ষ্ণতৰ বুদ্ধিৰে অধ্যয়নৰ বাহিৰেও মানুহৰ জ্ঞানৰ পৰিধি বৃদ্ধি হৈ ভালেমান নতুন শাখাৰ বিকাশ হয়। পৰৱৰ্তী সময়ত এইটো হৈছিল ধৰ্মীয় আৰু সাহিত্যগত শিক্ষা ব্ৰাহ্মণ সকলৰ মাজত আবদ্ধ থাকে আৰু বৃত্তিগত ঔদ্যোগিক প্ৰশিক্ষণ অনাব্ৰাহ্মণসকলক দিয়া হয়। স্মৃতিৰ নীতি অনুসৰি বৈদিক অধ্যয়ন নিৰ্ধাৰণ কৰা হৈছিল ব্ৰাহ্মণসকলৰ বাবে আৰু সকলো ব্ৰাহ্মণেই নিয়োগ কৰিব লাগিছিল বৈদিক অধ্যয়নত ১২ বছৰ কাল, উপনয়ন

সংস্কাৰৰ পিছৰ পৰাই। যেতিয়া জ্ঞানৰ নতুন শাখা যেনে, ব্যাকৰণ, দৰ্শন, আইন আৰু শাস্ত্রীয় সংস্কৃত সাহিত্য বিকাশ হ'বলৈ ধৰিছিল, তেতিয়া ব্ৰাহ্মণৰ এটা অংশই নিজকে বৈদিক অধ্যয়নৰ প্রতি মনোনিবেশ কৰিছিল, আনবোৰে নতুন মন্ত্ৰসমূহ দৈনন্দিন ধৰ্মীয় উদ্দেশ্যৰ বাবে কণ্ঠস্থ কৰিবৰ আৱশ্যক হৈছিল। ক্ষত্ৰিয় আৰু বৈশ্যয়ো বৈদিক অধ্যয়নৰ প্ৰতি অগ্ৰসৰ হ'বলৈ বাধ্য হৈছিল। তেওঁলোকৰ উপনয়ন সংস্কাৰ অন্য জাতিৰ বাবে নিষেধ হয় আৰু ব্ৰাহ্মণ সম্প্ৰদায়ৰ মাজতহে সীমাবদ্ধ থাকে। আকৌ ব্ৰাহ্মণসকলৰ বাহিৰে আনৰ মাজত বৈদিক অধ্যয়ণ নিয়ন্ত্ৰন কৰা হয়।

লিখা পদ্ধতি প্ৰৱৰ্তনৰ পূৰ্বে শিক্ষা দিয়া আৰু বিদ্যা অৰ্জন কৰা হৈছিল মৌখিকভাৱে গুৰু গৃহত, আশ্ৰমত। মৌখিকভাৱে শিক্ষা দান পদ্ধতিৰ আনকি শিক্ষা পদ্ধতি প্ৰৱৰ্তনৰ পিছতো প্ৰচলিত আছিল।

গুৰুগৃহ আছিল শিক্ষাৰ মুখ্য কেন্দ্ৰ, ইয়াৰ উপৰি কিছুমান বিদ্যালয় ব্যক্তিগতভাৱে পৰিচালনা কৰে, অগ্ৰহৰ গাঁৱৰ বিদ্যালয়সমূহ ব্ৰাহ্মণে পৰিচালনা কৰে আৰু সেইবোৰ ৰাজকীয় পৃষ্ঠপোষকতাত প্ৰতিষ্ঠিত। গুৰুকুল প্ৰথাত ছাত্ৰই গুৰু গৃহত থাকিব লাগে নাইবা ছাত্ৰ সকলৰ বাবে নিৰ্মাণ কৰা সুকীয়া বাসগৃহত থাকে, এই গুৰুকুল প্ৰথাটো প্ৰাচীন ভাৰতীয় শিক্ষাৰ এটা গুৰুত্বপূৰ্ণ বৈশিষ্ট্য। ৰাজকীয় দান গ্ৰহণকাৰী ব্ৰাহ্মণসকলে তেওঁলোকৰ ছয়দফীয়া কৰ্তব্য পালন কৰাৰ বাবে আগ্ৰহী, কৰ্তব্যকেইটাৰ ভিতৰত এটা হৈছে অধ্যাপনা (শিক্ষাদান)। তেওঁলোকৰ শিক্ষাৰ প্ৰথাৰ মূলতে ভিত্তি আছিল সংস্কৃত সাহিত্য অধ্যয়ন আৰু ধৰ্মীয় কম। বেদ দৰ্শনৰ পদ্ধতি আৰু আন বহুতো ধৰণৰ জ্ঞানৰ শাখা ছাত্ৰসকলক বিদ্যালয়ত শিকোৱা হৈছিল। সেই বিদ্যালয়সমূহত ছাত্ৰ ভৰ্তিকৰণৰ ক্ষেত্ৰত অনা ব্ৰাহ্মণৰ বাবে কোনো ধৰণৰ নিষেধ নাছিল আৰু ব্ৰাহ্মণ ছাত্ৰৰ সৈতে একেলগে শিক্ষা ল'ব পাৰিছিল। ৰাজকীয় পৰিষদ (ৰাজসভা) আছিল বহু জ্ঞানী কবি আৰু পণ্ডিতৰ স্থান, সেইটো আন এটা শিক্ষা কেন্দ্ৰ। মানুহৰ সাংস্কৃতিক আৰু সামাজিক জীৱনৰ ক্ষেত্ৰত মন্দিৰ সমূহেও এটা গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল। মন্দিৰ আছিল জনপ্ৰিয় শিক্ষাৰ এটা কেন্দ্ৰ আৰু মানুহে ইয়াৰ মাধ্যমেৰে ধৰ্মীয় জ্ঞান আহৰণ আৰু আন সামাজিক কাৰ্যানুষ্ঠানত অংশ গ্ৰহণ কৰিব পাৰে, যেনে- নাটক, সঙ্গীত, নৃত্য কলা। এই সকলোবোৰ কাৰ্যই মানুহক পৰস্পৰে পৰস্পৰৰ মাজত মত বিনিময়, জ্ঞান ধাৰণা লাভ কৰাত সহায় কৰে।

বলবৰ্মনৰ নগাওঁ তাম্ৰশাসনত উল্লেখ কৰিছে সমা ৱৰ্তন অনুষ্ঠানত যিটো ব্ৰহ্মচাৰ্য ধৰ্ম অৰ্থাৎ শিক্ষা অধ্যয়ন সম্পূৰ্ণ কৰাৰ পিছত অনুষ্ঠিত কৰা হয়। ৰজাসকলে শিক্ষা বিস্তাৰৰ বাবে অনুৰাগী আছিল আৰু সেই বাবেই বহু দান পত্ৰ প্ৰেৰণ কৰিছিল। হিউৱেন চাঙে কৈছে যে 'ৰজা (ভাস্কৰ বৰ্মন) জ্ঞানৰ প্ৰতি অনুৰাগী আছিল আৰু প্ৰজাসকলে তেওঁক অনুসৰণ কৰিছিল। তেওঁ আকৌ কৈছে যে অতি দক্ষতাসম্পন্ন ব্যক্তি তেওঁৰ ৰাজ্য দৰ্শন কৰিছিল। পৰিব্ৰাজকজনে বিশেষভাৱে উল্লেখ কৰিছে এজন বিদগ্ধ ব্ৰাহ্মণ পণ্ডিতৰ দৰ্শন যিজনে ভাস্কৰ বৰ্মনক জনাইছিল 'অতি উচ্চ জ্ঞানৰ ধৰ্ম গুৰু অৰ্থাৎ হিউৱেন চাং। এইজন ব্ৰাহ্মণ পূৰ্বতে আছিল লোকায়ৎ পন্থাৰ আৰু নালন্দ বৌদ্ধ বিহাৰলৈ আহিছিল বৌদ্ধ ভিক্ষুৰ সৈতে যুক্তি তৰ্ক কৰিবলৈ। ধৰ্মীয় আলোচনাত পৰাজয়বৰণ কৰি তেওঁ চীনৰ পৰিব্ৰাজকৰ দ্বাৰা বৌদ্ধ ধৰ্মৰ দীক্ষা লয়। শিক্ষা আৰু বিদ্যা (পাণ্ডিত্য) অসমত বৰকৈ উন্নতি লাভ কৰিছিল আৰু অন্য দেশৰ পণ্ডিতসকল আকৰ্ষিত হৈছিল। এইটো জনা যায় হিউৱেন চাঙৰ বিবৰণীৰ পৰা যে, সামৰ্থ্যৱান বহু লোক বহু দূৰৰ পৰা অধ্যয়ন কৰিবলৈ ইয়ালৈ আহিছিল।

**অধ্যয়নৰ পাঠ্যক্ৰম ঃ** অধ্যয়নৰ পাঠ্যক্ৰম সময়ে সময়ে পৰিৱৰ্তন হৈছিল। বৈদিক যুগৰ আদিতে বৈদিক সাহিত্যসমূহেই আছিল অধ্যয়নৰ মুখ্য বিষয়। পৱিত্ৰ শ্লোকসমূহৰ উপৰি, ঐতিহাসিক পদ্য সমূহ, গীত আৰু বীৰত্বপূৰ্ণ গীতসমূহ শিকোৱা হৈছিল। বৈদিক অধ্যয়ন সাধাৰণতে আৰম্ভ হয় ন বা দহ বছৰৰ পৰা আৰু আৰম্ভণী অনুষ্ঠান অৰ্থাৎ উপনয়ন অনুষ্ঠান অনুষ্ঠিত কৰা হয় অধ্যয়নৰ আৰম্ভণিতে। ছাত্ৰসকলক বেছি যত্ন লোৱা হৈছিল শ্লোকসমূহৰ অৰ্থ বুজিবলৈ। পৰৱৰ্তী যুগত গুৰুত্ব প্ৰদান কৰা হৈছিল দৰ্শনৰ দিশত, পৱিত্ৰ আইনশাস্ত্ৰ (বিধানতন্ত্ৰ), মহাকাব্য, সাহিত্য, ভাষা বিজ্ঞান, ব্যাকৰণ, জ্যোতিষ শাস্ত্ৰ আৰু ভালেমান কলা বিদ্যা (সুকুমাৰ শিল্প, চাৰু কলা)

যেনে- ভাস্কর্য, চিকিৎসা বিদ্যা, জাহাজ নির্মাণ আৰু সেইবোৰ অধ্যয়নৰ অন্তৰ্গত কৰা হৈছিল।

বৈদিক অধ্যয়নৰ অন্তৰ্ভুক্ত কৰা হৈছিল শিক্ষা ছন্দ, ব্যাকৰণ নিৰুক্ত, জ্যোতিষ আৰু আত্মা (ব্যক্তিত্ব) আৰু দেৱতাৰ অধ্যয়নো। কামৰূপৰ অভিলেখসমূহত বিদ্যা আৰু কলা উভয়ৰে উল্লেখ কৰিছে, বিদ্যা হৈছে সাহিত্যগত অধ্যয়ন আৰু কলা বৃত্তিধাৰী কাৰ্য। বিদ্যাৰ অন্তৰ্ভুক্ত চাৰি বেদ, চাৰি উপবেদ, গঠিত হয় আয়ুৰ্বেদ, ধনুৰ্বেদ, গন্ধৰ্ভবেদ আৰু তন্ত্ৰসমূহ, ছয় বেদাঙ্গ, ইতিহাস পুৰাণসমূহ, স্মৃতিসমূহ, অৰ্থশাস্ত্ৰ, কামসূত্ৰ, শিল্প শাস্ত্ৰ, অলঙ্কাৰ, কাব্য। পুষ্পভদ্ৰা তাম্ৰশাসনত উল্লেখ কৰিছে এজন ব্ৰাহ্মণে শ্ৰুতি, স্মৃতি মীমাংসা আৰু অৰ্থ শাস্ত্ৰত, তেজপুৰ তাম্ৰশাসনত উল্লেখ আছে ভিজ্জটৰ যিজনে অধ্যয়ন কৰিছিল আনুষঙ্গিক সকলো অংশৰ সৈতে যজুৰ্বেদ। বৰগাওঁ তাম্ৰশাসনত উল্লেখ কৰিছে বৈদিক পণ্ডিতসকলৰ ভিতৰত মুখ্য আছিল দেৱদত্ত আৰু তেওঁলোকৰ লক্ষ্য বেদসমূহ তেওঁ পূৰ্ণ কৰিছিল। তেজপুৰ তাম্ৰশাসনৰ দান গ্ৰহণকাৰী ইন্দোক আছিল বেদসমূহৰ গভীৰ জ্ঞান। ৰামদেৱ হৈছে শুভঙ্কৰ পাটক তাম্ৰশাসনৰ দান গ্ৰহণকাৰীৰ ককাক (পিতামহ), ব্ৰাহ্মণসকলৰ মাজত মুখ্য তেওঁৰ বেদসমূহৰ গভীৰ জ্ঞান আছিল। তেওঁৰ পুত্ৰ ভাৰত ছায়া কৰ্মৰ আটাইকেইটাত নিপুণ আৰু ব্ৰাহ্মণৰ প্ৰতি নিৰ্দেশ দিছিল। ব্ৰাহ্মণসকল আৰু কিছুমান কামৰূপৰ ৰজাই বেদ আৰু বিভিন্ন শাস্ত্ৰ অধ্যয়ন কৰি গভীৰ জ্ঞান লাভ কৰিছিল।

অধ্যয়নৰ বিষয়সমূহ আছিল চাৰি বেদ, চৈধ্যখন শাস্ত্ৰ, ওঠৰখন পুৰাণ, মহাভাৰত, যোল্লখন ব্যাকৰণ, ওঠৰখন কাব্য, ওঠৰখন কোষ আৰু অৰ্থশাস্ত্ৰ। ইয়াৰ উপৰি যোগ শাস্ত্ৰ, কাইথেলিৰ ওপৰত পাঠ্য বা অঙ্ক শাস্ত্ৰ (শিক্ষা অনুসৰণ কৰিছিল কায়স্থ বা কেৰাণী আৰু হিচাপ (গণনা)। সংস্কৃতৰ ঐচ্ছিক অধ্যয়নৰ বাবে অসমীয়া ছাত্ৰই যাব লাগিছিল মিথিলা (দাৰভাঙ্গা), শান্তিপুৰ আৰু নৱদ্বীপ (বঙ্গদেশ) আৰু বাৰণসীলৈ। শঙ্কৰদেৱে অধ্যয়ন কৰিছিল চাৰি বেদ, চৈধ্যখন শাস্ত্ৰ, ওঠৰখন পুৰাণ, মহাভাৰত, চৈধ্যখন ব্যাকৰণ, ওঠৰখন কাব্য, ওঠৰখন কোষ, সংহিতা, অমৰ, চানৌয়, আৰু যোগশাস্ত্ৰ। এইখন তালিকাত পৰম্পৰাগত শিক্ষাৰ পাঠ্যক্ৰম সম্পূৰ্ণভাৱে দিয়া হৈছে নিৰ্দিষ্ট অধ্যয়নৰ বাহিৰে।

জ্যোতিষ- বেদাঙ্গ (জ্যোতিষ বিদ্যা আৰু জ্যোতিষ শাস্ত্ৰ) বিস্তৃতভাৱে অধ্যয়ন কৰা হৈছিল আৰু ৰজাই দৈৱজ্ঞক ৰাজসভাত ৰাখিছিল যাতে ভৱিষ্যতত হ'বলগীয়া ঘটনাসমূহ দৈৱিক বা পাৰ্থিৱ আগতীয়াকৈ জানিব পাৰে। আয়ুৰ্বেদ, চিকিৎসা বিজ্ঞান অধ্যয়ন কৰা হৈছিল। হস্তী চিকিৎসা সম্পৰ্কীয় এখন পুৰণি গ্ৰন্থ (হস্তায়ুৰ্বেদ) সম্ভৱ অসমত পালকাব্যই সম্পাদনা কৰিছিল। হাতীৰ চাৰিত্ৰিক গুণ, বেমাৰ, আৰোগ্য আৰু হাতীৰ প্ৰশিক্ষণ সম্পৰ্কৰ জ্ঞান (বিদ্যা) আছিল এক গুৰুত্বপূৰ্ণ অধ্যয়ন। ডু বি তাম্ৰশাসনত কৈছে যে আনকি ৰজাসকলৰো বিশেষভাৱে অৱগত আছিল হাতী আৰু ঘোঁৰা উভয়ৰ জ্ঞানৰ সৈতে।

বিভিন্ন কলা, শিল্প শাস্ত্ৰ, সঙ্গীত আৰু নৃত্য কলা শিকোৱা হৈছিল আৰু অসমত ইয়াৰ অনুশীলন দিয়া হৈছিল যে গ্ৰন্থ আৰু প্ৰত্নতাত্বিক নিদৰ্শনসমূহৰ পৰা জনা যায়। হিউৱেন চাঙৰ বি ৱৰণীৰ পৰা জনা যায় যে ভাস্কৰ বৰ্মনৰ ৰাজসভাত যন্ত্ৰ সঙ্গীতৰ সৈতে গীত আৰু নৃত্য পৰিবেশন কৰা হৈছিল। গীত আৰু নৃত্যৰ সৈতে যন্ত্ৰ সঙ্গীত, নাট্যানুষ্ঠান আৰু ধৰ্মীয় অনুষ্ঠানো পৰিবেশন কৰা হৈছিল। বনমালৰ তাম্ৰশাসনত উল্লেখ কৰিছে যে বাদ্য যন্ত্ৰৰ সুৰৰ সৈতে সুৰ মিলাই গীত গোৱা হৈছিল। বাদ্য যন্ত্ৰসমূহৰ নমুনা প্ৰাচীন ভাস্কৰ্যত ৰূপ দিয়া পোৱা যায়; সেইবোৰ হৈছে বীণা, বাঁহী, কালী, শঙ্খ, ঢোল (মৃদঙ্গ), ডমৰু, তাল, বীণা জাতীয় বাদ্যযন্ত্ৰ আদি। কিছুমান সঙ্গীতৰ ওপৰত লিখা পুৰণি অসমীয়া গ্ৰন্থত বিভিন্ন ৰাগৰ উল্লেখ আছে, যিটোৱে দেখুৱায় মাৰ্গ (শাস্ত্ৰীয়) আৰু লোক সঙ্গীত অসমত যথেষ্ট আগবঢ়া। নৃত্য-গীত আৰু বাদ্যযন্ত্ৰ ধৰ্মীয় আচাৰ- অনুষ্ঠানৰ অপৰিহাৰ্য অঙ্গ হিচাপে পৰিগণিত হৈছিল। মন্দিৰত নৰ্তকী (নটী) ৰখা প্ৰথাটো আৰু বিভিন্ন ধৰণৰ অলঙ্কৃত নৃত্য পটীয়সী নাৰীৰ ভাস্কৰ্য মন্দিৰৰ ভগ্নাৱশেষত দেখা যায়, সেইবোৰে প্ৰমাণ কৰে যে নৃত্য কলাৰ অনুশীলন দিয়া হৈছিল এক সন্মানীয় কলা হিচাপে। চিত্ৰকলাৰ বিকাশ হৈছিল যে অভিলেখ আৰু গ্ৰন্থসমূহৰ পৰা জানিব পাৰি। নিধানপুৰ তাম্ৰশাসনত উল্লেখ আছে যে চিত্ৰাঙ্কন আৰু প্ৰতিকৃতি অঙ্কন কৰি ৰাজপ্ৰাসাদৰ দেৱালত ওলমাই থোৱা হৈছিল। গুৱাকুছি তাম্ৰশাসনত

প্ৰাচীন চিত্ৰৰ নিদৰ্শন আছে। প্ৰাচীন অসমীয়া সাহিত্যত দেৱালত চিত্ৰাঙ্কন কৰাৰ উল্লেখ আছে আৰু সেইবোৰ গ্ৰন্থত প্ৰাচীন চিত্ৰাঙ্কনৰ নিদৰ্শন পোৱা যায়।

**লিখাৰ সঁজুলি ঃ** যোগিনীতন্ত্ৰত উল্লেখ আছে লিখা আৰু খোদিত কৰা বস্তুৰ ওপৰত বিশেষকৈ মাটি, গছৰ বাকলি, পাত, শিল, সোণ, ৰূপ আৰু তামত। তিনিবিধ পদাৰ্থৰ ভিতৰত তাম্ৰপত্ৰ আছিল বেছি ব্যৱহৃত। মৃন্ময় ছীল- মোহৰো ব্যৱহাৰ কৰা হৈছিল লিখাৰ সঁজুলি হিচাপে। ইয়াৰ প্ৰমাণ নালন্দাত উদ্ধাৰ হোৱা ভাস্কৰ বৰ্মনৰ পোৱা মাটিৰ ছীল-মোহৰসমূহ। কাষ্ঠ ফলকো (তক্তা) লিখাৰ সঁজুলি হিচাপে ব্যৱহাৰ কৰা হৈছিল যে উইণ্টাৰনিজে (Winternitz) উনুকিয়াছে। তেওঁৰ মতে বদলেইৱান (Bodleian) গ্ৰন্থাগাৰত সংৰক্ষিত অসমীয়া পুথি এখন কাষ্ঠ ফলিত লিখা। সাঁচিপাত ব্যৱহাৰ কৰা সম্পৰ্কে বাণৰ হৰ্ষচৰিতৰ পৰা জনা যায়। প্ৰায় সকলোবোৰ পূৰ্বৰ পুথি সাঁচিপাতত লিখা (সাঁচিগছৰ বাকলিৰ পৰা তৈয়াৰ কৰা পাত) লিখাৰ বাবে ব্যৱহাৰ কৰা বস্তুসমূহ আছিল, ভূৰ্জপত্ৰ, সাঁচিপাত, তুলাপাত বা কপাহী কাপোৰ, কাঠৰ ফলি, তালপত্ৰ, মাটি, ধাতু, শিল আৰু ইটা আদি। কিন্তু সাৰ্বজনীন বস্তু হৈছে তুলাপাত আৰু সাঁচিপাত।

লিখাৰ বাবে কলম আৰু পেঞ্চিল তৈয়াৰ কৰা হৈছিল বাঁহ, কাঠ, নল, খাগৰি, জন্তুৰ শিং, কাঁহ-পিতল, তাম, সোণ আৰু লোৰ পৰা। চিঁয়াহী তৈয়াৰ কৰা হৈছিল শিলিখা আৰু ষাঁড় গৰুৰ মূত্ৰৰ পৰা। অসমত অদৃশ্য চিঁয়াহী কেচুৰ পৰা তৈয়াৰ কৰি ব্যৱহাৰ কৰাৰ উল্লেখ পোৱা যায়। অসমত তৈয়াৰ কৰা চিঁয়াহীৰ বৈশিষ্ট্য হৈছে ইয়াৰ দৃঢ়তা মসৃণ আৰু পিছল পৃষ্ঠ (বহিঃভাগ)।

**লিপি ঃ** অসমীয়া লিপিৰ উদ্ভাৱন নিঃসন্দেহে পিছৰ বিকাশ। ব্ৰাহ্মী আৰু দেৱনাগৰী লিপিৰ পৰা অসমীয়া লিপিৰ উদ্ভৱ আৰু বিকাশ হৈছিল ধাৰাবাহিক স্তৰৰ মাজেৰে চূড়ান্ত ৰূপ পোৱালৈ। সৰ্বেশ্বৰ কটকীয়ে ধাৰণা কৰে যে পূব ভাৰতৰ গুপ্ত লিপিৰ বিকল্প ৰূপ কুটিলৰ পৰা অসমীয়া লিপিৰ উদ্ভৱ। অভিলেখসমূহৰ লিপিসমূহ প্ৰায়বোৰ ব্ৰাহ্মী আৰু দেৱনাগৰী আৰু ইয়াৰ অধ্যয়নে দেখুৱায় ইয়াৰ উদ্ভাৱনৰ প্ৰৱণতা নিজস্ব দিশত। অসমৰ প্ৰাচীনতম লিপি ·আছিল ব্ৰাহ্মীৰ এটা ৰূপ যিটো ভূতিবৰ্মনৰ অভিলেখত (অনুঃ ষষ্ঠ শতিকা) পোৱা যায়। কামৰূপী ভাষাৰ এটা ক্ৰমাগত পৰিবৰ্তন আৰম্ভণিৰ সৈতে আছিল যিটো মধ্য ভাৰতৰ ভাষাৰ পৰা সামান্য পৃথক বুলি হিউৱেন চাঙৰ বিৱৰণীত পোৱা যায়। যিটোৰ উদ্ভাৱনাৰ প্ৰক্ৰিয়া লিপি আৰু ভাষা উভয়ৰে প্ৰসাৰিত আছিল যেতিয়ালৈকে ভাষাই স্বতন্ত্ৰ ৰূপ আৰু ইয়াৰ এটা স্বাধীন লিপিলৈ ৰূপান্তৰ হোৱা নাছিল। প্ৰায় সকলোবোৰ অভিলেখ সংস্কৃত ভাষাত ৰচনা কৰা। কানাই বৰশী শিলালেখত (শক ১১২৭ - ১২০৫ খ্ৰীঃ) কেইটামান প্ৰাচীন অসমীয়া লিপিৰ নমুনা দেখা যায়। এইটোৱে দেখুৱায় যে অসমীয়া লিপি আৰম্ভ হৈছিল বৰ্তমানৰ আকৃতি অনুঃ দ্বাদশ শতিকাৰ পৰা। অসমৰ প্ৰাচীন অভিলেখ ৰচনা কৰা হৈছিল উত্তৰ ভাৰতীয় ব্ৰাহ্মী লিপিত আৰু সংস্কৃত ভাষাত। অসমীয়া লিপিৰ পূৰ্ব (আদিৰ) উদ্ভাৱনা সম্ভৱ ব্যাখ্যা কৰে ইয়াৰ সাৰ্বজনীন ব্যৱহাৰ উপস্থাপন কৰা হৈছিল সংস্কৃত আৰু অসমীয়া পুথিসমূহ উভয়তে। পূৰ্বৰ অভিলেখৰ লিপি, বিশেষকৈ কানাই বৰশী অভিলেখে এটা সন্ধান দিয়ে ক্ৰমাগত ব্ৰাহ্মী আৰু দেৱনাগৰীৰ পৰা পুৰণি অসমীয়া লিপিলৈ। সেইটোক চিহ্নিত কৰা হৈছে পৰৱৰ্তী যুগত চাৰিটা শৈলীৰ দ্বাৰা যিটো সময়ত বিলীন হৈছিল পৰস্পৰে পৰস্পৰৰ মাজত কম বেছি পৰিমাণে এটা উমৈহতীয়া লিপিলৈ উদ্ভৱ হৈ। পুৰণি পুথিসমূহৰ বহু লিপি ঢাল খাইছিল প্ৰায় সম্পূৰ্ণ একে ধৰণৰ দেৱনাগৰী লিপিসমূহৰ দৰে এটা সংমিশ্ৰিত ৰূপত আৰু যিমানেই পুৰণি পুথিসমূহ হৈছে সিমানেই বেছি চিহ্নিত হৈছে একেধৰণৰ।

ভাৰতৰ প্ৰায় সকলোবোৰ লিপিৰ উৎপত্তি ব্ৰাহ্মী লিপিৰ পৰা। সিন্ধু সভ্যতাৰ আৱিষ্কাৰৰ লগে লগে ভাৰতত প্ৰাচীনতম লিখাৰ কলা খ্ৰীঃ পূঃ ৩০০০ বছৰলৈ আগুৱাই গৈছে। কিন্তু এইটো বৰ্তমানলৈ সন্তোষজনকভাৱে পাঠোদ্ধাৰ হোৱা নাই। গতিকে ব্ৰাহ্মী বৰ্তমানো ভাৰতৰ ভিতৰত একমাত্ৰ প্ৰাচীনতম লিপি হিচাপে পৰিগণিত হৈ আছে। বাহ্মী লিপিৰ প্ৰাচীনতম নিদৰ্শন পোৱ যায় অশোকৰ অভিলেখ সমূহত।

ভাৰতীয় লিপিতত্বৰ ইতিহাস হৈছে বৰ্তমানলৈ ক্ৰমাগত

উদ্ভাৱনা। ভৌগোলিক উপাদান আৰু সময় উভয়ে বহু পৰিমাণে ভাৰতীয় লিপিৰ বিকাশৰ ক্ষেত্ৰত প্ৰভাৱিত। প্ৰফেছাৰ গেল্বে (Gelb) দেখুৱাইছে যে উৎপত্তিৰ পৰা সম্পূৰ্ণ উদ্ভাৱনলৈ এটা লিপি কেইবাটাও স্তৰ অতিক্ৰম কৰিব লাগে, যেনে locography, শব্দাংশ Syllabography আৰু বৰ্ণমালা সংক্ৰান্তীয় alphabetography।

মধ্য যুগত ভালেমান অঞ্চলত তেওঁলোকৰ নিজস্ব লিপিৰ বিকাশ হৈছিল। আলবেৰুণি লিখিছে প্ৰায় এঘাৰটা লিপি একাদশ শতিকাত প্ৰচলিত আছিল। সেইবোৰৰ ভিতৰত তেওঁ লিখিছে গৌড়ি লিপিৰ সম্বন্ধে যিটো ব্যৱহাৰ হৈছিল পূৰ্ব দেশত অৰ্থাৎ পূব ভাৰতত। গৌড়ি লিপি প্ৰচলিত আছিল বঙ্গ, উৰিষ্যা আৰু অসমত। অসম আৰু বঙ্গৰ লিপি ওচৰা-উচৰিকৈ বিকাশ লাভ কৰিছিল আৰু দুয়োটা লিপি প্ৰায় অভিন্ন।

ভাৰতৰ আঞ্চলিক লিপিৰ বিকাশত আঞ্চলিক ভাষাসমূহে এটা গুৰুত্বপূৰ্ণ ভূমিকা লৈছে। ষষ্ঠ আৰু দশম শতিকাৰ মাজত প্ৰায়বোৰ আঞ্চলিক ভাষাই স্পষ্ট ৰূপ আৰু আকাৰ ল'বলৈ আৰম্ভ কৰে আৰু সিহঁতৰ স্থিতি লিখিত সাহিত্যত অনুভৱ কৰা হয় যদিও এটা অতি অস্পষ্ট ৰূপত। এইটো আছিল মূলতে আঞ্চলিক ৰাজ্যৰ প্ৰতিষ্ঠাৰ বাবে। ৰাজসভাত সংস্কৃত ভাষাৰ প্ৰয়োগ এটা ঢং হৈছিল আৰু বিবেচনা কৰা হৈছিল এটা উচ্চ পাণ্ডিত্যৰ বৈশিষ্ট্য। যদিও এইটো আছিল এটা প্ৰতিবন্ধক আঞ্চলিক ভাষাৰ বিকাশত। স্থানীয় ভাষাসমূহে বিকাশ লৈছিল আন্দোলনৰ জৰিয়তে। স্থানীয় লিপিৰ উদ্ভৱ পোনপটীয়াভাৱে সম্বন্ধ আছিল আঞ্চলিক ভাষাৰ উদ্ভৱৰ সৈতে আৰু সিহঁতৰ প্ৰয়োগ সিহঁতৰ লিখিত সাহিত্যত দেখা যায়।

স্থানীয় অসমীয়া ভাষাৰ প্ৰভাৱ অসমৰ ৰজাসকলৰ অভিলেখত পণ্ডিতসকলৰ দৃষ্টিগোচৰ হোৱাত তেওঁলোকে এইটোক মগধ অপভ্ৰংশৰ সৈতে সম্বন্ধ স্থাপন কৰাৰ চেষ্টা কৰে। টি.পি. ৰামাই মন্তব্য দিয়ে যে ভাৰতৰ আন বহুতো অঞ্চলৰ দৰে অসমৰ নিজস্ব কথিত ভাষা আছিল প্ৰাচীনতম যুগৰ পৰা যিটো প্ৰভাৱিত হৈছিল সময়ৰ গতিত সংস্কৃত আৰু আন ভাষাৰ সৈতে আৰু যাৰ সৈতে ইয়াৰ সংস্পৰ্শ ঘটিছিল।

অসমত আকৌ অভিলেখৰ বিৱৰণী সংস্কৃত ভাষাত লিখা হৈছিল যিটো ভাষা ভাৰতবৰ্ষৰ আন অংশৰ নিচিনাকৈ অসমৰ ৰাজসভাতো ব্যৱহৃত আৰু ইয়ে দেখুৱায় অসমীয়া লিপিৰ ব্যুৎপত্তি- ব্ৰাহ্মী লিপিৰ পৰা যিটো পৰৱৰ্তী যুগত বিকাশ হয়। উত্তৰ ভাৰতত (প্ৰটো) আদি আঞ্চলিক লিপিলৈ আৰু লিপিতত্ত্ববিদসকলে সেইটোক জনপ্ৰিয়ভাৱে কুটিল বা সিদ্ধমাতৃক্য লিপি বুলি কৈছে। এইটো সময়ত বিকাশ হৈছিল আদি (প্ৰটো) নাগৰী আৰু নাগৰীৰ ৰূপত। অসমীয়া লিপি আছিল এইটো একেটা পৰিয়ালৰ অন্তৰ্গত। অসমীয়া লিপিৰ যদিও উত্তৰ ভাৰতীয় লিপিসমূহৰ সৈতে সাধাৰণ সাদৃশ্য আছে তথাপি এই লিপিয়ে নিজস্ব বৈশিষ্ট্য বজাই ৰাখিছে, বিশেষকৈ সেইটো আন বৰ্ণৰ ক্ষেত্ৰত বা বৰ্ণৰ মাজত চিহ্ন সংযুক্ত কৰি।

সপ্তম/অষ্টম শতিকাৰ পৰা আঞ্চলিক লিপিৰ বিকাশ হ'বলৈ আৰম্ভ কৰে যিটোক কোৱা হয় প্ৰটো আঞ্চলিক (আদি আঞ্চলিক) আৰু একাদশ/দ্বাদশ শতিকাৰ পৰা আঞ্চলিক লিপিসমূহে নিজৰ ৰূপত স্পষ্ট ৰূপ ধাৰণ কৰে।

**অসমীয়া ভাষা ঃ** অসমীয়া ভাষা সম্পূৰ্ণভাৱে সংস্কৃত ভাষাৰ ভিত্তিত গঠিত হোৱা নাই আৰু ইয়াৰ উদ্ভৱ স্বতন্ত্ৰভাৱে আৰম্ভ হৈছিল বহু পূৰ্বে। উত্তৰ ভাৰতৰ দেশীয় ভাষাসমূহৰ উৎপত্তি হৈছিল অপভ্ৰংশ সমূহৰ পৰা প্ৰাথমিকভাৱে পুৰণি প্ৰাকৃতৰ ভিত্তিত। এইবোৰ "বিবেচনা কৰা বংশধৰ হিচাপে ব্যাকৰণগত সংস্কৃত বা ব্যাকৰণগত প্ৰাকৃতি নহয় কিন্তু বিভিন্ন অপভ্ৰংশৰ, ভাৰতৰ বিভিন্ন অঞ্চলৰ কোৱা কথিত ভাষাৰ"। অসমীয়া ভাষা উৎপত্তি হৈছে একেটা ঠালৰ পৰা যেনেকৈ বঙালী আৰু উৰিয়া উদ্ভৱ হৈছে প্ৰাচ্য- প্ৰকাৰৰ মগধীয় প্ৰাকৃতৰ পৰা। যদিও এটা উমৈহতীয়া উৎপত্তি আৰু একে ধৰণৰ লিপিৰ মিল দেখা যায় অসমীয়া আৰু বঙালী ভাষাৰ মাজত, সিহঁতৰ বৰ্ণানুক্ৰমিক শব্দ তালিকা ব্যাকৰণ আৰু উচ্চাৰণ ভঙ্গী (স্বৰভঙ্গী) প্ৰত্যেকটোৰ সম্পূৰ্ণভাৱে পৃথক। এইটোৱে দেখুৱায় যে দুয়োটাই পৃথক আৰু স্বাধীন ভাষা। অসমীয়া হৈছে স্বাধীন ভাষা। বঙালী ভাষাৰ সৈতে সম্বন্ধ থকা দুয়োটা ভাষাই আঞ্চলিক ৰূপৰ স্থান অধিকাৰ কৰিছে

প্ৰসঙ্গক্ৰমে কিছুমান মানৰ মগধীয় অপভ্ৰংশ লৈ। অসমীয়া হৈছে নৱ ইণ্ডো-এৰিয়ান ভাষাৰ এটা শাখা আৰু ইয়ে বিকাশ লাভ কৰিছে এটা স্বতন্ত্ৰ ভাষাত প্ৰাচ্য মগধি প্ৰাকৃতৰ পৰা। এই ভাষাৰ প্ৰাচীনতম নিদৰ্শন বৌদ্ধ গান আৰু দোহা গীতত পোৱা যায়। গুপ্ত (গূঢ়) মতবাদ আৰু যৌগিক চৰ্চা সম্বন্ধীয় গ্ৰন্থত বৌদ্ধ ধৰ্মৰ মহাজিয় পন্থাৰ (ৰচিত অনুঃ অষ্টম শতিকাৰ পূৰ্বে)। ইয়াৰ উপৰি অলিখিত গীত আৰু লোকগীতসমূহ বিশেষকৈ বেউলা-লখিন্দাৰৰ কাহিনীৰ অৱলম্বনত আৰু মনসা পূজাৰ তাৎপৰ্য সম্বন্ধে ৰচিত।

প্ৰাচীন অসমত গ্ৰন্থ ৰচনা কৰা হৈছিল সংস্কৃত আৰু অসমীয়া ভাষা উভয়তে। জ্যোতিষ চৰ্চা, জ্যোতিৰ্বিদ্যা, হস্তৰেখা বিচাৰ বিদ্যা, অঙ্ক শাস্ত্ৰ, ঔষধৰ বিষয়ে (চিকিৎসা বিদ্যা) আৰু তান্ত্ৰিক গ্ৰন্থসমূহ সংস্কৃত ভাষাত ৰচনা কৰা হৈছিল। প্ৰায়বোৰ গ্ৰন্থ দ্বাদশ শতিকা বা পিছত ৰচিত। পূৰ্বৰ অভিলেখসমূহৰ প্ৰায় সকলোবোৰ ৰচনা কৰা হৈছিল সংস্কৃত ভাষাত। অসমত উদ্ভৱ হোৱা প্ৰাচীনতম অভিলেখ খন হৈছে সুৰেন্দ্ৰ বৰ্মনৰ উমাচল শিলালেখ অনুঃ পঞ্চম শতিকাৰ বুলি ঠাৱৰ কৰা হৈছে। খনিকৰ গাওঁ শিলালিপিখন গোলাঘাট জিলাৰ সৰুপথাৰত আৱিষ্কৃত। লিপিতত্ত্ববিদ টি.পি. বাৰ্মাই এই শিলালিপিখন ষষ্ঠ শতিকাৰ শেষৰ ফালে সময় নিৰ্ণয় কৰিছে। অভিলেখৰ পৰা বুজিব পাৰি যে কামৰূপৰ ৰজাই সংস্কৃত ভাষা আৰু সাহিত্যৰ ওপৰত গুৰুত্ব দিছিল। গুৱাহাটী তাম্ৰশাসনত ইন্দ্ৰপালৰ পিতৃ পুৰন্দৰ পালক বৰ্ণনা কৰা হৈছে এগৰাকী খ্যাতিসম্পন্ন কবি হিচাপে আৰু এইটো কোৱা হৈছে যে ভগৱতী আৰু সৰস্বতী তেওঁৰ মুখত আৱিৰ্ভূত। তেওঁক আকৌ বৰ্ণনা কৰা হৈছে 'কবি চক্ৰৱাল চূড়ামণি' হিচাপে (কবি চক্ৰৰ মুখ্য)। পুষ্পভদ্ৰা তাম্ৰশাসনত তেওঁ প্ৰথম আঠটা শ্লোক ৰচনা কৰিছিল। সদুক্তিকৰ্ণামৃতত দহটা শ্লোক ধৰ্মপালে ৰচনা কৰিছে আৰু কামৰূপৰ ৰজা ধৰ্মপালৰ সৈতে তেওঁক দাসগুপ্তই চিনাক্ত কৰিছে।

অভিলেখসমূহৰ উচ্চ অলঙ্কৰণ আৰু কাব্যিক প্ৰশস্তিবোৰে সোঁৱৰায় সেই সময়ৰ উচ্চমানৰ সাহিত্য কাৰ্য। বহু শ্লোক সেই সময়ৰ উৎকৃষ্ট নিদৰ্শন হিচাপে ধৰা হয়।

ৰচয়িতাসকল একমাত্ৰ শাস্ত্ৰীয় গ্ৰন্থকাৰসকলৰ সৈতে সুপৰিচিত নাছিল, তেওঁলোকে শাস্ত্ৰীয় কাব্যিক শৈলীৰ দ্বাৰা বৰকৈ প্ৰভাৱান্বিত হৈছিল। তেওঁলোকে কালিদাস, বাণভট্ট আৰু আনৰ গ্ৰন্থৰ পৰা ভালেমান ৰচনাৰ অংশ ব্যৱহাৰ কৰিছিল; উদাহৰণ স্বৰূপে নগাওঁ তাম্ৰশাসনত ৰঘুবংশৰ পৰা প্ৰভাৱ লোৱা সম্পৰ্কে জানিব পাৰি। বৰগাওঁ তাম্ৰশাসনৰ ৰচয়িতাই বাণভট্টৰ শৈলী অনুকৰণ কৰা সম্বন্ধে পোৱা যায়। এইবোৰ অভিলেখৰ সাহিত্যগত শৈলী আছিল বহু উচ্চমানৰ।

কালিকা পুৰাণ সেই যুগৰ এখন উল্লেখযোগ্য গ্ৰন্থ। হস্তসংক্ৰান্ত এখন ধৰ্মীয় উপাসনাৰ নিৰ্দিষ্ট কৰি দিয়া বিভিন্ন ধৰ্মীয় আচাৰ আৰু উপাসনা পদ্ধতিৰ আৰু আদি মধ্যযুগত অসমত প্ৰচলিত ধৰ্মীয় অৱস্থাৰ বিষয়ে সম্ভেদ দিয়ে। যোগিনীতন্ত্ৰ আৰু হৰগৌৰী সম্বাদ হৈছে পৰৱৰ্তী যুগৰ দুখন মূল্যবান গ্ৰন্থ আৰু ইয়াত পুৰ্বৰ পৰম্পৰা আৰু গুৰুত্বপূৰ্ণ ঐতিহাসিক সমল পোৱা যায়। ধৰ্মীয় আৰু ঐতিহাসিক সমলৰ বাবে দুয়োখন গ্ৰন্থ মূল্যবান।

**প্ৰসঙ্গ গ্ৰন্থপঞ্জী ঃ**


| | |
|---|---|
| 1 সুনীতি কুমাৰ চট্টোপাধ্যায় | সাংস্কৃতিকী |
| 2. Choudhury N.D. | Historical Archeology of Central Assam |
| 3. Choudhury P.C. | The history of civilisation of the people of Assam to this in the 12th century A.D. |
| 4. Majumdar R.C. | Ancient India. Corporate life in Ancient India. |
| 5. Kane P.U. | History of Dharma Sastra. |
| 6. Risley | People of India. |
| 7. Hutton | Caste in India. |
| 8. Barma B.K. | A Cultural History of Assam. |
| 9. Barma B.K. | Assamese Language and Early Assamese |

Literature. Aspects of the Heritage of Assam.

10. Barma K.L Prehistoric Culture in Assam IARS Vol VII 1939.

11. Beal S (Jr.) Life of Yan Chuang

12. Beal S. (Jr.) Travels of Yan Chuang.

13. Choudhury N.P. Yan Chuang.

14. কামৰূপ শাসনাবলী

15. Kakoti B.K. Some Aastric-Sanskrit and Correspondence, New Indian Antoquary, Vol. III. 1948.

16. Vasu N.N.

Sowal History of Kamarupa.

17. Kakoti B.K. Kalita Jatir Itibritta

18. Law B.C. The trives in Ancient India.

19. Census of India, 1891, Assam

20. Thomson Assam Valley

21. Altekar A.S. The Possition of women in Hindu Civilization

22. Mokeyd Radha Kumal Women in Ancient India, Women of India.

23. Goyal Shakambari The Status of Women in the Epics.

24. Yoginitantra M.K. I. Chap. 13,17

25. Engclopaedia of

## নৱম অধ্যায়

# অসমৰ স্থাপত্য, ভাস্কৰ্য আৰু মূৰ্তিকলা

## (ক) স্থাপত্য

**স্থাপত্য ঃ** প্ৰত্নতত্ত্বৰ বিভিন্ন শাখাৰ ভিতৰত স্থাপত্য, ভাস্কৰ্য আৰু মূৰ্তিকলা অতি গুৰুত্বপূৰ্ণ। স্থাপত্য, ভাস্কৰ্য আৰু মূৰ্তিকলা ইতিহাস ৰচনাৰ গুৰুত্বপূৰ্ণ সমল।

অসমত নৰকাসুৰ, ভগদত্ত, বাণৰজাকে ধৰি দানৱ আৰু অসুৰ ৰজাসকলে স্থাপত্য নিৰ্মাণ কৰা সম্পৰ্কে পৌৰাণিক কাহিনীত পোৱা যায়।

অসমত মঠ-মন্দিৰ, ৰাজপ্ৰাসাদ, দুৰ্গ আদি স্থাপত্যৰ নিৰ্মাণ কাৰ্য গুপ্ত যুগৰ বহু পূৰ্বে অৰ্থাৎ খ্ৰীষ্টপূৰ্ব প্ৰথম শতিকা বা তাৰ কিছু পূৰ্বৰ পৰা পোৱা যায়। গোৱালপাৰা জিলাৰ অন্তৰ্গত সূৰ্য পাহাৰ, পঞ্চৰত্নত ভালেমান শিলত কটা গোটা বৌদ্ধ স্তূপ আছে। সৰস্বতীৰ মতে এইবোৰ খ্ৰীঃ পূঃ প্ৰথম শতিকাৰ। সূৰ্য পাহাৰ, পঞ্চৰত্ন, যোগীঘোপা, পাগলাটেকত ভালেমান খোদিত গুহা আছে। এইবোৰ গুহা নিৰ্মাণ কৰিছিল স্তূপসমূহৰ সৈতে একেটা যুগতে। খোদিত গুহাসমূহ বৌদ্ধ ধৰ্মৰ সৈতে জড়িত থকা যেন অনুমান হয়। বৰ্তমান মেঘালয়ৰ গাৰোপাহাৰৰ অন্তৰ্গত ভাইটবাৰীত প্ৰত্নতাত্ত্বিক খনন কাৰ্য কৰি এটা বৌদ্ধ স্তূপ উদ্ধাৰ কৰিছে কেন্দ্ৰীয় প্ৰত্নতাত্ত্বিক জৰীপ বিভাগে। সেই অঞ্চলত আকৌ কেইবাটাও বৌদ্ধ স্তূপ থকা বুলি সন্দেহ কৰিছে। ভাইটবাৰীত উদ্ধাৰ হোৱা গাঁঠনিযুক্ত (Structural) বৌদ্ধ স্তূপটোৱে অসমত বৰ্তমানলৈ উদ্ধাৰ হোৱা প্ৰাচীনতম স্থাপত্যৰ নিদৰ্শন। এই স্তূপটো খ্ৰীষ্টীয় প্ৰথম শতিকাৰ বুলি ঠাৱৰ কৰা হৈছে।

খ্ৰীষ্টীয় পঞ্চম/ষষ্ঠ শতিকাৰ পৰা অসমত মঠ-মন্দিৰ, ৰাজপ্ৰাসাদ, দুৰ্গ আদি স্থাপত্যৰ নিৰ্মাণ কাৰ্য ধাৰাবাহিকভাৱে পোৱা যায়। বৰ্তমান কোনো এটা স্থাপত্য বৰ্তি থকা নাই। এইবোৰৰ ধ্বংসাৱশেষ অসমৰ চাৰিওফালে সিঁচৰতি হৈ পৰি আছে। অসমৰ বিভিন্ন স্থানত উদ্ধাৰ হোৱা স্থাপত্যসমূহৰ ভগ্নাৱশেষ, অভিলেখ আৰু প্ৰাচীন গ্ৰন্থসমূহৰ পৰা শিৱ, বিষ্ণু, সূৰ্য, শক্তি আৰু আন দেৱ-দেৱীৰ বহু সংখ্যক মঠ-মন্দিৰ নিৰ্মাণ কৰা হৈছিল যে জানিব পাৰিৰ মাৰ্কণ্ডেয় পুৰাণত (অধ্যায় ১০৯) কামৰূপত পূৰ্বতে নিৰ্মাণ কৰা সূৰ্য মন্দিৰ এটাৰ উল্লেখ পোৱা যায়। অসমত বৰ্তমানলৈ আৱিষ্কৃত প্ৰাচীনতম অভিলেখ উমাচল শিলা লিপিত (৫ম শতিকা) পোৱা যায়।

মহাৰাজধিৰাজ শ্ৰী
সুৰেন্দ্ৰ বৰ্মনা কৃত্তম।
ভগৱতঃ বলভদ্ৰ
স্বামিনায় ইদং গুহং।।

মহাৰাজাধিৰাজ শ্ৰীসুৰেন্দ্ৰ বৰ্মনে এই গুহা মন্দিৰটো ভগৱান বলভদ্ৰৰ বাবে নিৰ্মাণ কৰিছিল। বৰ্তমান এই স্থানত গুহা মন্দিৰটোৰ কোনো চিন পোৱা নাযায়। পৰিব্ৰাজক হিউৱেন চাঙৰ টোকাৰ পৰা জনা যায় যে তেওঁ কামৰূপ ভ্ৰমণ কৰা সময়ত (খ্ৰীঃ ৬৪৩) অসমত শ শ দেৱ দেৱীৰ মন্দিৰ আছিল।

বনমালদেৱৰ তাম্ৰশাসনত অতি উচ্চ শিৱ মন্দিৰ এটা ভাগি যোৱাত সেইটো মেৰামতি কৰাৰ উল্লেখ আছে। ৰত্নপালৰ গুৱাহাটী তাম্ৰশাসনত শুভ্ৰ ৰঙৰ গম্বুজৰ নিচিনা শিখৰ থকা মন্দিৰত শম্ভুৰ মূৰ্তি প্ৰতিষ্ঠা কৰাৰ উল্লেখ আছে। বনমালদেৱৰ নগাওঁ তাম্ৰশাসনত উল্লেখ আছে যে ৰজাই এক শাৰী প্ৰাসাদ নিৰ্মাণ কৰিছিল আৰু বহু কোঠালিযুক্ত প্ৰাসাদসমূহত ভাস্কৰ্য আৰু চিত্ৰৰে অলঙ্কৃত কৰা হৈছিল। ৰত্নপালৰ বৰগাঁও তাম্ৰশাসনত দুৰ্জয় নগৰৰ উল্লেখ আছে আৰু সেই নগৰত ৰজাই নিজেই সুশোভিত প্ৰাসাদ নিৰ্মাণ

কৰিছিল। শিলিমপুৰ অভিলেখত শিৱ মন্দিৰ এটা নিৰ্মাণ কৰা সম্বন্ধে লিপিবদ্ধ আছে। গছতল স্তম্ভলেখত ম্লেচ্ছসকলে ধ্বংস কৰা শিৱ মন্দিৰটো মেৰামতি কৰিবলৈ ৰজাই নিৰ্দেশ জাৰি কৰিছিল।

এইবোৰ তথ্যৰ পৰা প্ৰাক আহোম যুগত অসমত মঠ-মন্দিৰ, ৰাজপ্ৰাসাদ, দুৰ্গ আদি নিৰ্মাণ কৰা হৈছিল যে জনা যায়। এইবোৰৰ কোনো এটাও বৰ্তমান বৰ্তি থকা নাই।

অসমত উদ্ধাৰ হোৱা আটাইতকৈ প্ৰাচীন স্মৃতি চিহ্ন হৈছে গোৱালপাৰা জিলাৰ সূৰ্য পাহাৰ আৰু পঞ্চৰত্নত শিলত কটা বৌদ্ধ স্তূপ সমূহ। ইয়াৰ পিছত সূৰ্য পাহাৰ, পঞ্চৰত্ন, যোগীঘোপা আৰু পাগলাটেকত পাহাৰৰ কটা গুহাসমূহ। গাঁথনিযুক্ত স্থাপত্যৰ ভিতৰত বৰ্তমান গাৰোপাহাৰৰ অন্তৰ্গত ভাইটবাৰীত প্ৰত্নতাত্ত্বিক খনন কাৰ্য কৰি উদ্ধাৰ কৰা বৌদ্ধ স্তূপটো। ইটাৰে নিৰ্মিত এই বৌদ্ধ স্তূপটো খ্ৰীষ্টীয় প্ৰথম শতিকাৰ বুলি ঠাৱৰ কৰা হৈছে। গাঁথনিযুক্ত ব্ৰাহ্মণ্য ধৰ্মীয় মন্দিৰৰ ভিতৰত আটাইতকৈ প্ৰাচীন স্মৃতি চিহ্ন হৈছে তেজপুৰৰ দ-পৰ্বতীয়াত থকা গুপ্ত যুগৰ শেহৰ ফালে নিৰ্মিত শৈল দুৱাৰৰ চৌকাঠখন; দুটা দ্বাৰ শাখাৰে সৈতে থকা শিৰপট্টিত বিভিন্ন ভাস্কৰ্য খোদিত এই চৌকাঠখন ষষ্ঠ শতিকাৰ শেষৰ ভাগত নিৰ্মিত বুলি সময় নিৰূপণ কৰা হৈছে। এই চৌকাঠখনৰ বাহিৰে গুপ্ত যুগৰ কোনো নিদৰ্শন তাত উদ্ধাৰ হোৱা নাই।

সূৰ্য পাহাৰ, পঞ্চৰত্ন, পাগলাটেক আৰু যোগীঘোপাত পাহাৰত কটা গুহা আছে। এই গুহাসমূহৰ ভিতৰত সূৰ্য পাহাৰত থকা ক্ষুদ্ৰ গুহা কেইটাত শিৱ লিঙ্গ আছে। সূৰ্য পাহাৰত ভালেমান শিলত কটা গোটা বৌদ্ধ স্তূপ আৰু পঞ্চৰত্নত একেধৰণৰ এটা বৌদ্ধ স্তূপ উদ্ধাৰ হৈছে। সূৰ্য পাহাৰৰ পাদদেশত প্ৰত্নতাত্ত্বিক খননৰ পৰা ব্ৰাহ্মণ্য ধৰ্মীয় মন্দিৰ এটা উদ্ধাৰ হৈছে। সূৰ্য পাহাৰৰ দাঁতিত এটা গুহাত পাহাৰত কটা দুটা জৈনৰ মূৰ্তি আৰু পাহাৰৰ ওপৰৰ এটা গুহাত আসন ভঙ্গীত থকা জৈন মূৰ্তি এটা পোৱা গৈছে। প্ৰাচীন অসমৰ অন্তৰ্গত বৰ্তমান মেঘালয়ৰ গাৰো পাহাৰ জিলাৰ ফুলবাৰী ভাইটবাৰী অঞ্চলত প্ৰাচীন ৰাজধানী নগৰ এখনৰ সন্ধেদ পোৱা গৈছিল, ১৯৮৩ চনত। কেন্দ্ৰীয় চৰকাৰৰ প্ৰত্নতাত্ত্বিক জৰীপ বিভাগে খনন কাৰ্য কৰি ৰাজধানী নগৰখনৰ ভগ্নাৱশেষ, ইটাৰে নিৰ্মিত গাঁথনিযুক্ত বৌদ্ধস্তূপ এটা, আঠটা শিৱলিঙ্গৰ সৈতে অষ্টকোণীয় শিৱ মন্দিৰ উদ্ধাৰ কৰিছে। শিলত কটা গোটা স্তূপসমূহ খ্ৰীঃ পূঃ প্ৰথম শকিতাৰ পৰা খ্ৰীষ্টীয় প্ৰথম শতিকাৰ বুলি ঠাৱৰ কৰা হৈছে। ভাইটবাৰী অঞ্চলত উদ্ধাৰ হোৱা গাঁঠনিযুক্ত ইটাৰে নিৰ্মিত স্তূপটো খ্ৰীষ্টীয় প্ৰথম শতিকাৰ বুলি অনুমান কৰা হৈছে। অসমত স্থাপত্যৰ নিদৰ্শন প্ৰথম/দ্বিতীয় শতিকাৰ পৰা পোৱা যায়।

দ-পৰ্বতীয়াৰ প্ৰৱেশদ্বাৰৰ চৌকাঠৰ দ্বাৰ শাখাৰ তলৰ অংশ ভগা। দ্বাৰ শাখা দুটা দুৱাৰগৰিলাত লগোৱা লোৰ গজালৰ চিন আছে। ইয়াৰ পৰা বুজা যায় দ্বাৰ শাখা দুটা ইয়াত লগাইছিল। দুৱাৰগৰিলা দুটা আৰু মণ্ডপত পৰি থকা শিলৰ স্তম্ভ চাৰিটা অতি নিম্নমানৰ আৰু কোনো ভাস্কৰ্যৰ নিদৰ্শন নাই, তেনেই উকা। স্তম্ভকেইটা আৰু দুৱাৰ গৰিলা এনেকুৱা নিকৃষ্টমানৰ যে ইয়াৰ ওপৰত বটালিৰ কটা চিন স্পষ্ট। গুপ্তযুগৰ এই চৌকাঠখনৰ বাহিৰে অসমত কোনো স্থাপত্যৰ নিদৰ্শন উদ্ধাৰ হোৱা নাই। আকৌ গুপ্ত যুগত মন্দিৰৰ পদবিন্যাসত গৰ্ভগৃহ, মণ্ডপ আৰু অৰ্ধ মণ্ডপ। এই তিনিওটা অংশৰ বিকাশ হোৱা নাছিল। সেই সময়ত মন্দিৰৰ গৰ্ভগৃহৰ সৈতে অৰ্ধমণ্ডপ বা বাৰাণ্ডাৰ ওপৰত থকা বিমানৰ ঢালখন সমতল আছিল। গুপ্ত যুগৰ এই প্ৰৱেশদ্বাৰৰ চৌকাঠখন নিৰ্মিত শিল অসমত পোৱা নাযায়। এই শিল সাৰনাথ অঞ্চলতহে পোৱা যায়। কামৰূপ ৰাজ্য গুপ্ত সাম্ৰাজ্যৰ বাহিৰত (প্ৰত্যন্তৰ দেশ হিচাপে এলাহাবাদ স্তম্ভ লেখত উল্লেখ আছে) আছিল। গুপ্ত শৈলীৰে পুষ্ট গুপ্তসকলৰ উৎকৃষ্ট নিদৰ্শন এই চৌকাঠখন সংগ্ৰহ কৰি পৰৱৰ্তী যুগত নিৰ্মাণ কৰা এই মন্দিৰটোত ব্যৱহাৰ কৰা হৈছিল বুলি ধাৰণা হয়।

গুপ্ত প্ৰভাৱৰ এটা শৈল মন্দিৰৰ ভগ্নাৱশেষ তেজপুৰৰ মাজগাঁৱত উদ্ধাৰ হৈছে। ইয়াত উদ্ধাৰ হোৱা দ্বাৰ শাখাত সহচৰীৰ সৈতে গঙ্গা আৰু যমুনাৰ মূৰ্তি আছে, শিৰপট্টিত চন্দ্ৰশালা আৰু মন্দিৰৰ নাঁ কটা আছে, এই মন্দিৰটো অষ্টম/নৱম শতিকাৰ বুলি ঠাৱৰ কৰা হৈছে।

তেজপুৰৰ বামুণী পাহাৰত কেইবাটাও মন্দিৰৰ ভগ্নাৱশেষ উদ্ধাৰ হৈছে। এইকেইটা নৱম/দশম শতিকাৰ। শোণিতপুৰ জিলাৰ গুপ্তেশ্বৰ মন্দিৰটোত প্ৰাক আহোম যুগৰ স্থাপত্যৰ নিদৰ্শন বিদ্যমান। মন্দিৰৰ বিমানত প্ৰাক আহোম যুগৰ অলঙ্কৰণ নাই; কিন্তু বিমানৰ পদবিন্যাসত পঞ্চৰথ আৰ্হিৰ আৰু বহিৰ্ভাগৰ কোণবোৰত সূক্ষ্ম ৰথৰ প্ৰয়োগে ইয়াক প্ৰাক্ আহোম যুগৰ বিকাশৰ শেষৰ সৃষ্টি বুলি সূচায়। ইয়াৰ মস্তকত সেই যুগৰ ন'আছে যদিও তাত সেই যুগৰ শেহতীয়া ৰূপ স্পষ্ট। বিমানৰ বাহিৰৰ বেৰৰ গাত চন্দ্ৰ শাখা আকৃতিৰ দেৱকোষ্ঠ আছে। এই দেৱকোষ্ঠৰ শিখৰত থকা মস্তকৰ পূৰ্ণাঙ্গ ৰূপ তাৎপৰ্যপূৰ্ণ, দেৱকোষ্ঠ আৰু বিমান শীৰ্ষক মূল মস্তকৰ প্ৰত্যেকতে দুটাকৈ আমলক ব্যৱহাৰ হৈছে যিটো শৈলী খাজুৰাহোৰ মন্দিৰত বেছিকৈ প্ৰয়োগ হৈছিল। মন্দিৰৰ মণ্ডপটো দোচালা স্থাপত্যৰ অনুকৰণত দুচলীয়াকৈ ইটাৰে নিৰ্মিত যদিও ইয়াৰ ভিতৰত দুটা শিলৰ মণ্ডপ সোমাই আছে। গৰ্ভগৃহৰ গাত লাগি থকা প্ৰথম মণ্ডপটোৰ ভিতৰ অংশত চাৰিটা শিলৰ মণ্ডপ আছে আৰু চালখন নটা চতুৰ্ভূজ পাদাঙ্গৰ ব্যৱহাৰেৰে ভাগ কৰি প্ৰতিটো চতুৰ্ভূজ ক্ষেত্ৰক একোটা গম্বুজলৈ ৰূপান্তৰিত কৰি মূৰত একোটা পূৰ্ণ বিকশিত পদুমৰ ছটা লগাই দিয়া আছে। গৰ্ভগৃহলৈ সোমোৱা প্ৰৱেশদ্বাৰৰ চৌকাঠ প্ৰাক আহোম যুগৰ আৰ্হিৰে কাৰুকাৰ্য খচিত। এই মন্দিৰটো আহোম যুগত মেৰামতি কৰা হয়। মেৰামতি কৰোতে মন্দিৰৰ অংশ সমূহ ইটা আৰু কৰালেৰে নিমজ কৰা হয় আৰু মণ্ডপৰ উৰুখা শিখৰবোৰৰ ওপৰত দুচলীয়া চাল লগোৱা হয়।

মন্দিৰৰ গৰ্ভগৃহত গহ্বৰৰ ব্যৱহাৰ প্ৰাক আহোম যুগৰ অসমৰ স্থাপত্যৰ অন্যতম বৈশিষ্ট্য। সাধাৰণতে মণ্ডপৰ মজিয়া ওখ কৰা হয়। ভাৰতীয় স্থাপত্যৰ ৰীতি অনুসৰি মণ্ডপ আৰু গৰ্ভগৃহ সাধাৰণতে ওখ থাকে। অসমৰ প্ৰাচীন মন্দিৰসমূহৰ গৰ্ভগৃহৰ মজিয়া দ আৰু গহ্বৰত থাকে। আনকি শেষ মধ্যযুগৰ মন্দিৰৰ গৰ্ভগৃহ ওখ হ'লেও মণ্ডপতকৈ কিছু তলত স্থাপন কৰা হয়।

তেজপুৰৰ বৰালিমাৰা অঞ্চলত এবাকচ যুক্ত শীৰ্ষৰ এবিধ কাৰুকাৰ্য খচিত শৈল স্তম্ভ দেখা যায়। ঠিক এনেকুৱা ধৰণৰ স্তম্ভ উৰিষ্যাত সপ্তম শতিকাত ব্যৱহাৰ হোৱাৰ প্ৰমাণ পোৱা গৈছে। বৰালিমাৰা সত্ৰত থকা শিৰপট্টি আৰু দ্বাৰ শাখাৰ অলঙ্কৰণ আৰু ভাস্কৰ্যৰ সৈতে উৰিষ্যাৰ স্থাপত্য শৈলীৰ প্ৰভাৱ দেখা যায়। মাজগাঁৱৰ ভগ্নাৱশেষত উদ্ধাৰ হোৱা শিৰপট্টিত খোদিত কৰা ক্ষুদ্ৰ মন্দিৰৰ চানেকী পৰৱৰ্তী গুপ্ত সকলৰ আৰু উৰিষ্যাৰ স্থাপত্য শৈলীৰ প্ৰভাৱ বিদ্যমান।

অভয়াপুৰীৰ লালমাটি- দুৰামাৰীত প্ৰাক আহোম যুগৰ গৰ্ভগৃহ সহ মণ্ডপ এটা উদ্ধাৰ হৈছে। ইটাৰে বন্ধোৱা ভেটি (জগতি) এটাৰ ওপৰত শিলেৰে নিৰ্মাণ কৰা এই মন্দিৰৰ ভেটিয়ে উৰিষ্যাত থকা সপ্তম শতিকাৰ পৰশুৰামেশ্বৰ মন্দিৰৰ পদবিন্যাসৰ লগত মিল দেখা যায়। পঞ্চৰথ আৰ্হিত সজা এই মন্দিৰৰ বিশ্বপদ্ম খচিত চালৰ শিলৰ চটা, দুৱাৰ গৰিলাসহ প্ৰৱেশদ্বাৰৰ চৌকাঠৰ কাৰুকাৰ্য আৰু পাদাঙ্গ (বেদী, থাপনা) আৰু স্থাপত্যাংশৰ জ্যামিতিক ন'সুন্দৰকৈ ৰূপায়ণ কৰা হৈছে।

হাজোৰ বৰ্তমানৰ হয়গ্ৰীৱ-মাধৱ মন্দিৰ কোচ ৰজা ৰঘুদেৱে ষষ্ঠদশ শতিকাৰ শেষৰ ফালে পুনৰ নিৰ্মাণ কৰে। মন্দিৰৰ বেৰত আৰু অধিষ্ঠানত মধ্য যুগীয়া স্থাপত্য আৰু ভাস্কৰ্যৰ নিদৰ্শন পোৱা যায়। মন্দিৰটো পুনৰ নিৰ্মাণ কৰোতে পূৰ্বৰ মন্দিৰৰ ভাস্কৰ্য আৰু স্থাপত্যৰ অংশসমূহ ইয়াত ব্যৱহাৰ কৰা হৈছিল। বিমানৰ ভেটিত থকা হাতীৰ শাৰী (গজথৰ) আৰু ইয়াৰ ওপৰত থকা থিয় টৌৰ শাৰীটোৰ ৰূপ ইলোৰাৰ কৈলাস মন্দিৰৰ লগত মিল দেখা যায়।

যোগীজানৰ ৰাজবাৰীৰ ভগ্নাৱশেষত এটা সুকীয়া পদবিন্যাসযুক্ত মন্দিৰৰ ভেটি উদ্ধাৰ হৈছে। (ইয়াত ওখ ভেটিৰ ওপৰত বিমান আৰু মণ্ডপ আৰু সন্মুখৰ নামনিত এটা মুখমণ্ডপ আছে। বিমানৰ বৈশিষ্ট্য হৈছে ইয়াৰ বিগ্ৰহ এটা গহ্বৰত প্ৰতিষ্ঠা হৈছিল আৰু মণ্ডপটো বেৰ নথকাকৈ স্তম্ভ আৰু পদাঙ্কৰ ব্যৱহাৰৰ দ্বাৰা তৈয়াৰ কৰা হৈছিল। নামনিত থকা মুখ মণ্ডপটো তিনিযোৰ স্তম্ভৰ ব্যৱহাৰেৰে আয়ত ক্ষেত্ৰাকাৰত সজা হৈছিল। মণ্ডপৰ দৰে মুখ মণ্ডপৰো বেৰ নাছিল।

বাইহাটা চাৰিআলিৰ ওচৰৰ মদন কামদেৱত প্ৰায় ২৪ টা মান মন্দিৰৰ ভগ্নাৱশেষৰ চিন পোৱা গৈছে। এই

স্থাপত্যসমূহৰ ১২টা মান শিলেৰে নিৰ্মিত আৰু বাকী কেইটা ইটাৰে নিৰ্মিত। পাহাৰটোত এলানি মন্দিৰ নিৰ্মাণ কৰা হৈছিল। এই মন্দিৰসমূহত মণ্ডপৰ সৈতে গৰ্ভগৃহ আছিল।

মদন কামদেৱ নামৰ মন্দিৰটোত উমা-মহেশ্বৰৰ মূৰ্তি আছে। মন্দিৰৰ অধিষ্ঠানৰ কিছু অংশ পূৰ্ণাঙ্গ অৱস্থাত আছে। পঞ্চৰথ পদবিন্যাসৰ এই মন্দিৰটোৰ মণ্ডপ বৰ্গক্ষেত্ৰাকাৰ। মন্দিৰৰ বিমানৰ তিনিওফালে থকা বেৰত তিনিটা দেৱকোষ্ঠত একোজনী চতুৰ্মুখ দেৱমূৰ্তি প্ৰেতাসনৰ ওপৰত পদ্মাসন ভঙ্গীত উপবিষ্ট। অধিষ্ঠানৰ গাত থকা 'থৰ'ৰ বা পথালি পটিবোৰৰ দুটা শাৰীত ভাস্কৰ্য আছে। ইয়াৰ কীৰ্তিমুখ থকা শাৰীটো বিমানৰ পৰা মণ্ডপৰ চৌপাশলৈ বিস্তৃত। আনটো শাৰী বিমানৰ গাত আছিল। এই শাৰীত বিভিন্ন ভঙ্গিমাত দেৱ-দেৱী, নৰ-নাৰীৰ মূৰ্তিৰ উপৰি বহু সংখ্যক মৈথুন মূৰ্তি আছে। মন্দিৰৰ জংঘা অংশত পথালিয়ে বৃহবোৰ মূৰ্তিৰ শাৰী আছিল যে ধাৰণা কৰিব পাৰি। ভগ্না বশেষসমূহত বহুকেইটা পূৰ্ণাঙ্গ আকৃতিৰ অঙ্গ শিখৰ পোৱা গৈছে।

উত্তৰ গুৱাহাটীৰ মণিকৰ্ণেশ্বৰ দেৱালয় (শিখৰ অংশ ভগা) আহোম যুগত নিৰ্মিত। এইটো দেৱালয়ৰ পদবিন্যাস সুকীয়া। সৰ্ব সাধাৰণ মন্দিৰৰ নিচিনাকৈ এই মন্দিৰটো বৰ্গক্ষেত্ৰৰ আধাৰত নিৰ্মাণ কৰা নাই। ইয়াৰ পদবিন্যাসত ত্ৰিভুজ ব্যৱহাৰ কৰা হৈছে। ইয়াৰ ভেটি দুটা সমবাহু বিপৰীতমুখী এককেন্দ্ৰিক ত্ৰিভুজৰ সীমামুৰীয়া ৰেখাৰে তৈয়াৰী আৰু দ্বাদশভুজৰ পৰিসীমা চাৰিটা সমকেন্দ্ৰিক একে মাফৰ সমবাহু ত্ৰিভুজৰ শীৰ্ষবিন্দুৰ যোগফল। ত্ৰিভুজক পৰিকল্পনাৰ আধাৰ হিচাপে লোৱা এই মন্দিৰৰ পদবিন্যাস অসমৰ বাবে অদ্বিতীয়।

গুৱাহাটীত থকা আহোম যুগৰ মন্দিৰসমূহৰ বহুকেইটা প্ৰাক আহোম যুগৰ মন্দিৰৰ ওপৰত কৰা পুনৰ নিৰ্মাণ। উৰ্বশী, শুক্ৰেশ্বৰ, বশিষ্ঠ, কামাখ্যা আৰু গুৱালকুছিৰ সিদ্ধেশ্বৰ মন্দিৰত প্ৰাক আহোম যুগৰ ভাস্কৰ্য মন্দিৰৰ বেৰত ব্যৱহাৰ কৰা দেখা যায়। কামাখ্যা মন্দিৰৰ বিমান, অন্তৰাল, চলন্তা আৰু পঞ্চৰত্ন বোলা মণ্ডপ কেইটাৰ অধিষ্ঠান প্ৰাক আহোম যুগৰ। বিমানৰ জংঘ অংশ পূৰ্বৰ; অকল ইয়াত পূৰ্বৰ মূৰ্তি আৰু ন'কটা অংশবোৰত মেৰামতিৰ সময়ত যথাযথ ভাৱে লগোৱা হোৱা নাই।

**নটা মন্দিৰ ঃ** অসমৰ বহু কেইটা মন্দিৰৰ ভগ্নাৱশেষত একেলগে নটা মন্দিৰৰ চিন পোৱা গৈছে। বিশেষকৈ ন-নাথ থান, যুগীযান ৰাজবাৰী, গোসাঁই জুৰি, দেৱস্থান (মৌদঙ্গা), মিকিৰ আটীত থকাৰ উপৰি সম্ভৱ বামুণী পাহাৰ, কাৱৈ মাৰী আৰু শিঙৰীত নটা মন্দিৰ একেলগে নিৰ্মাণ কৰা হৈছিল। এই মন্দিৰসমূহ শিব, বিষ্ণু, সূৰ্য, শক্তি দেৱীকে ধৰি দেৱ-দেৱীৰ নামত উছৰ্গা কৰা হৈছিল। নৱগ্ৰহৰ নামত উছৰ্গা কৰা মন্দিৰৰ স্পষ্ট প্ৰমাণ পোৱা নাই। ভগ্নাৱশেষসমূহত উদ্ধাৰ হোৱা বহুকেইটা শিৰপট্টিত ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ মূৰ্তি একেলগে ৰূপ দিয়া উদ্ধাৰ হৈছে। শিৰপট্টিত থকা তিনিটা দেৱকোষ্ঠৰ বাওঁফালে ব্ৰহ্মা, মাজৰ আৰু সোঁফালে ক্ৰমে বিষ্ণু আৰু শিৱক দেখুৱা হয়। দেৱকোষ্ঠ কেইটাৰ মাজৰ খালী অংশত সূৰ্য আৰু নৱগ্ৰহৰ মূৰ্তি শিৰপট্টিত ৰূপ দিয়া থাকে। এইবোৰৰ পৰা ধাৰণা কৰিব পাৰি যে, শিব, বিষ্ণু, সূৰ্য, শক্তি আৰু গণপত্য এই পঞ্চদেৱতাৰ সৈতে অন্যান্য দেৱ-দেৱী আৰু উপদেৱতাৰ নামতো মন্দিৰ নিৰ্মাণ কৰা হৈছিল।

অসমত উদ্ধাৰ হোৱা মন্দিৰৰ ভগ্নাৱশেষসমূহৰ পৰা জনা যায় যে পূৰ্ণাঙ্গ মন্দিৰতকৈ মঠৰ সংখ্যা অসমত বেছি আছিল। মঠসমূহত অকল গৰ্ভগৃহ বা মণিকূট আৰু গৰ্ভগৃহৰ সন্মুখত অন্তৰাল বা প্ৰৱেশ কক্ষ থাকে। মঠসমূহত একোটাকৈ দেৱতাৰ মূৰ্তি বিগ্ৰহ হিচাপে প্ৰতিষ্ঠা কৰা হয়।

পূৰ্ণাঙ্গ মন্দিৰ সমূহত গৰ্ভগৃহ, মণ্ডপ আৰু অৰ্ধমণ্ডপ থাকে। এই তিনিওটা অংশ থকা পূৰ্ণাঙ্গ মন্দিৰ দ-পৰ্বতীয়া, বৰগঙ্গা, গুপ্তেশ্বৰ, কামাখ্যা মন্দিৰকে ধৰি কেইটামানৰহে উদাহৰণ আছে।

গৰ্ভগৃহৰ ওপৰত বিভিন্ন ধৰণৰ শিখৰৰ সৈতে বিমান নিৰ্মাণ কৰা হয়। বৰ্গ ক্ষেত্ৰাকাৰ বা চাৰিচুকীয়া ন'শক্তি উপাসনাৰ সৃষ্টি চক্ৰ বা শ্ৰীচক্ৰৰ আধাৰত উদ্ভাৱন হৈছে- যিটো নটা ত্ৰিভুজৰ সংমিশ্ৰণত গঠিত হয় আৰু এটা কেন্দ্ৰৰ পৰা চাৰিটা ওপৰলৈ উঠি আৰু পাঁচটা তললৈ নামে। কোণ আৰু দাঁতি কোণবোৰ এই শ্ৰীচক্ৰৰ পৰা নিৰ্মাণ কৰা হয়।

অসমত উদ্ধাৰ হোৱা প্ৰাচীন মন্দিৰসমূহৰ পদবিন্যাস এনে ধৰণে পোৱা যায়।

১। তোৰণ ঃ মূল মন্দিৰৰ পৰা কিছু আঁতৰত মন্দিৰলৈ সোমোৱা পথত নিৰ্মাণ কৰা হয়।

২। মুখ্য দুৱাৰ ঃ মন্দিৰৰ প্ৰৱেশ দ্বাৰ। ইয়াত দুটা দ্বাৰ শাখাৰ সৈতে শিৰপট্টি থাকে।

৩। মুখ্য মণ্ডপ বা অৰ্ধ মণ্ডপ ঃ অৰ্থাৎ বাৰাণ্ডা।

৪। মণ্ডপ বা নাট মন্দিৰ ঃ সমবেত হোৱা কক্ষ।

৫। অন্তৰাল বা প্ৰৱেশ পথ ঃ মণ্ডপৰ পৰা গৰ্ভগৃহলৈ সোমোৱা পথ বা কক্ষ।

৬। গৰ্ভগৃহ বা মণিকূট ঃ য'ত দেৱতাৰ বিগ্ৰহ থাকে।

গৰ্ভগৃহৰ ওপৰত নিৰ্মিত শিখৰৰ সৈতে মঠটো হৈছে বিমান। বিমানক মানৱ শৰীৰৰ অনুৰূপ হিচাপে ধৰি ইয়াত থাকে- পদ, জংঘা আৰু শিখৰ। শিখৰক কেন্দ্ৰ কৰি মন্দিৰৰ স্থাপত্য শৈলীৰ নাম ৰখা হয়। স্থপতিসকলে নিজৰ ধ্যান-ধাৰণা আৰু স্থানীয় পাৰ্থক্যক সামৰি লৈ গঠন কৰা বিভিন্ন মন্দিৰৰ পৰা স্থাপত্য শৈলীৰ ব্যুৎপত্তি হৈছে।

অসমত প্ৰাক আহোম যুগৰ কোনো মন্দিৰৰ বিমান মূল ৰূপত নাই। ধ্বংসাৱশেষত উদ্ধাৰ হোৱা শিৰপট্টিসমূহত ভাস্কৰ্যত ৰূপ দিয়া ক্ষুদ্ৰ মন্দিৰৰ ন'ং পোৱা যায়। মন্দিৰত ব্যৱহাৰ কৰা মূল শিখৰৰ সৈতে একে ধৰণৰ অঙ্গ শিখৰ উদ্ধাৰ হৈছে। কামাখ্যা পাহাৰৰ গাত বহুকেইটা মন্দিৰৰ চানেকী দেখা যায়। এইবোৰে সেই সময়ত প্ৰচলিত মন্দিৰৰ আভাস দিয়ে। ইয়াৰ উপৰি ভগ্নাৱশেষসমূহৰ স্থাপত্যৰ বিভিন্ন অংশ পোৱা যায়। এইবোৰৰ পৰা প্ৰাক আহোম যুগত নিৰ্মিত অসমৰ মন্দিৰসমূহৰ স্থাপত্য শৈলীৰ বিষয়ে জানিব পাৰি।

অসমৰ মন্দিৰসমূহ নাগৰ শৈলীত নিৰ্মাণ কৰা হৈছিল। নাগৰ শৈলী অৰ্থাৎ উত্তৰ ভাৰতীয় শৈলীত বৰ্গক্ষেত্ৰাকাৰ পদবিন্যাস (ভেটি) শুকনাসা (চৰাইৰ ঠোঁটৰ দৰে জোঙা) সম্বলিত শিখৰ ক্ৰমে ওপৰলৈ জোঙা হয়; যেনেকুৱা এটা ধেনুভিৰীয়া ৰেখাৰ দৰে গম্বুজটো ওপৰলৈ উঠি এটা বিন্দুত বা জোঙা অংশত মিলত হয় আৰু তাৰ ওপৰত আমলকে ঢাকি ধৰে; ইয়াৰ ওপৰত থাকে খোলা বা খপুৰি বা মুৰৰ খোলা। খোলাৰ ওপৰত কলহ আৰু কলহৰ ওপৰত ধাতুৰে নিৰ্মিত বিগ্ৰহ দেৱতাৰ আয়ুধ যেনে ত্ৰিশূল বা চক্ৰ থাকে।

নাগৰ স্থাপত্যৰ গাঁথনিৰ মাজেৰে বাহিৰ অংশত কিছুমান থিয় ৰেখাৰ সৃষ্টি কৰা হয়। ৰথৰ ব্যৱহাৰে এই ৰেখাৰ পৰিমাণ বঢ়োৱাত সহায় কৰে আৰু ৰথবোৰৰ গভীৰতাই স্থাপত্যৰ ন'ংবোৰ স্পষ্ট কৰি তোলে। 'নাগৰ' স্থাপত্যক উৰিষ্যাত 'ৰেখা দেউল' বোলা হয়। অৱশ্যে নাগৰ স্থাপত্য মূলতঃ ৰথ পদবিন্যাসৰ আধাৰতেই কৰা হৈছিল যদিও সময়ৰ লগে লগে ভূমি আমলক অঙ্গ শিখৰ, শকনাসা আৰু দীঘল আৰু পথালি বহু জ্যামিতিক ন'ংৰ মকৰাজালৰ নিচিনাকৈ মন্দিৰৰ ৰূপ সলনি কৰা হৈছে।

শিখৰৰ চাৰিওটা ফাল পথালি আৰু থিয় ৰেখাৰ আৰু কোণত খলপৰ সহায়ত শাখাত ভাগ কৰা হয়। আকৌ আমলা শিলাৰ সহায়ত থিয়কৈ ভাগ কৰা হয়। এই অংশটো কোণকপগৰ কাৰণে আংশিকভাৱে বাহিৰলৈ ওলায়। এইটো সম্পূৰ্ণ পগৰ পৰিকল্পনাৰ অন্তৰ্গত হয়। দ্বিতীয় প্ৰকাৰৰ শিখৰ গঠিত হয় খলপ বা ভূমি ওপৰলৈ ক্ৰমে জোঙা হয় আৰু শীৰ্ষত আমলকৰ আৱৰণ থাকে। শিখৰৰ কোণ সমূহত আৰু প্ৰতিটো ফালৰ মাজ ভাগত কটা ভাস্কৰ্যৰে অলঙ্কৃত দেৱকোষ্ঠক খট্টৰ (প্যানেল) প্ৰায়বোৰ ভূমি আগুৰি থাকে। থিয়কৈ মন্দিৰৰ মূল চাৰিটা ভাগ ঃ

(১) পদ বা পিষ্ট বা অধিষ্ঠান;

(২) জংঘা, গা ভাগ বা বেৰ;

(৩) কণ্ঠ বা গণ্ডি; আৰু

(৪) শিখৰ বা মস্তক।

পদ বা পিষ্টক মন্দিৰৰ আৱশ্যকীয় অংশ হিচাপে ধৰা নহয়। আকৌ শিখৰৰ (মস্তকৰ) পাঁচটা ভাগ-

(১) কণ্ঠ বা বেঁকী

(২) আমলক

(৩) খপুৰি

(৪) কলহ (কলচি) আৰু

(৫) ধ্বজা বা আয়ুধ।

প্ৰাক আহোম যুগৰ অসমৰ স্থাপত্য ইতিহাসত দুটা স্থাপত্য শৈলীৰ প্ৰভাৱ স্পষ্টকৈ ওলাই পৰে। এটা গুপ্ত শৈলী আৰু

আনটো উৰিষ্যাক সামৰি উত্তৰ ভাৰতীয় শৈলী। উত্তৰ ভাৰতীয় শৈলী হিমালয়ৰ পাদদেশৰ পৰা মধ্য ভাৰতৰ মালভূমি, গুজৰাটৰ পৰা উৰিষ্যা, অসমকে সামৰি এই সমগ্ৰ অঞ্চল বিস্তাৰিত। দক্ষিণ ভাৰতীয় শৈলী ভাৰতৰ দক্ষিণ অঞ্চলত বিস্তাৰিত।

অসমৰ মন্দিৰৰ পদবিন্যাসৰ মূল ধাৰণাটো উত্তৰ ভাৰতীয় 'নাগৰ' শৈলীৰ অনুকৰণত কৰা হৈছিল। উত্তৰ ভাৰতীয় স্থাপত্যৰ দুটা মূল ধাৰা হ'ল 'ৰথ'ৰ উৎকৰ্ষ সাধন আৰু মণ্ডপৰ সংখ্যা বৃদ্ধি।

ৰথৰ সংখ্যা বৃদ্ধি নাগৰ স্থাপত্যৰ বিকাশৰ অন্যতম ধাৰা বুলি ধৰা হয়। বৰ্গক্ষেত্ৰক কেন্দ্ৰ কৰি পদবিন্যাসৰ ন'। ক্ৰমে ত্ৰিৰথ, পঞ্চৰথ, সপ্তৰথ, নৱৰথ আদিলৈ বিকাশ হৈছিল। ৰথে সৃষ্টি কৰা বহিঃকোণ আৰু অন্তৰ্বৰ্তী কোণবোৰ ৰথলৈ ৰূপান্তৰিত কৰি স্থাপত্যৰ গাত থকা থিয় ৰেখাবোৰ ঘন কৰি তোলা হৈছিল। এনেবোৰ স্থাপত্যৰ গা অংশত ভূমি আমলক আৰু অঙ্গ শিখৰৰ বহল প্ৰয়োগ হোৱা দেখা যায়।

কোচ ৰজাৰ দ্বাৰা কামাখ্যা মন্দিৰ পুনৰ নিৰ্মাণৰ সময়ৰ পৰা অসমৰ স্থাপত্যৰ ইতিহাসত এটা নতুন ধাৰাৰ উদ্ভৱ হয়। এই সময়ত পূৰ্বৰ মাৰ্গীয় স্থাপত্য শৈলীৰ অন্ত পৰি নানা আকৃতিৰ সংমিশ্ৰণত এক শ্ৰেণীৰ স্থাপত্যৰ সৃষ্টি হয়। আহোম স্বৰ্গদেউসকলৰ পৃষ্ঠপোষকতাত অসমত বৰ্তমান বৰ্তি থকা মন্দিৰসমূহ নিৰ্মাণ কৰা হয়। আহোম স্বৰ্গদেউসকলে উত্তৰ ভাৰতীয় নাগৰ শৈলীৰ আধাৰত নিৰ্মাণ কৰা মন্দিৰসমূহো বিভিন্ন স্থাপত্য শৈলীৰ সংমিশ্ৰণত গঠন কৰা হয়। পূৰ্বৰ শাস্ত্ৰীয় কটকটীয়া বান্ধোন কিছুপৰিমাণে শিথিল হৈ নাগৰ আৰু ইছলামীয় স্থাপত্যৰ সংমিশ্ৰণত বহুকেইটা মন্দিৰ নিৰ্মাণ কৰে। আহোম যুগত কিছুমান ধৰ্মেতৰ স্থাপত্যও নিৰ্মাণ কৰা হয়। প্ৰাক আহোম যুগৰ স্থাপত্যৰ তুলনাত আহোম যুগৰ স্থাপত্যসমূহ উকা হয় আৰু কিছুমান স্থাপত্যত থকা অলঙ্কৰণ ভাস্কৰ্যসমূহ লোক কলাৰ আধাৰত নিৰ্মাণ কৰা হয়। নাগৰ শৈলীৰ প্ৰভাৱত মন্দিৰসমূহ নিৰ্মাণ কৰা হ'লেও তাৰ ৰূপ তেনেই সৰল হৈ পৰিছিল। কামাখ্যা মন্দিৰৰ পুনৰ নিৰ্মাণৰ সময়ৰ পৰা বৰ্ণসঙ্কৰ স্থাপত্যৰ উদ্ভৱ হয় আৰু আহোম স্বৰ্গদেউসকলৰ পৃষ্ঠপোষকতাত এইবোৰ গা কৰি উঠিছিল। আহোম যুগত স্থাপত্যৰ নতুন শৈলীৰ সৃষ্টি হোৱা নাছিল; বিভিন্ন শৈলীৰ মাজেৰে গঢ় লোৱা ভিন ভিন গঠন প্ৰক্ৰিয়াৰ এক শ্ৰেণীৰ স্থাপত্যত পৰিণত হয়। আহোম যুগত স্থাপত্যৰ সৃষ্টিত কোচ আৰু আহোম ৰাজ শক্তিৰ লগতে কছাৰী ৰজাসকলৰ অৰিহণা আছে।

আহোম-কোচ-কছাৰী ৰজাসকলৰ স্থাপত্যত ইছলামীয় প্ৰভাৱ থাকিলেও অসমত ইছলামীয় স্থাপত্যৰ নিদৰ্শন হৈছে একমাত্ৰ ধুবুৰী জিলাৰ পাণবাৰীত থকা ৰঙা মাটিৰ মছজিদটো। অসমৰ স্থাপত্যত আনকি সত্ৰত, বিশেষকৈ বৰপেটাৰ কীৰ্তন ঘৰৰ ভাঁজঘৰত শিৱসাগৰত থকা গোলাঘৰ আদিতো ইছলামীয় স্থাপত্যৰ প্ৰভাৱ দেখা যায়।

স্বৰ্গদেউ ৰুদ্ৰসিংহই নিৰ্মাণ কৰা গোটা দ'ল আৰু আহোম যুগৰ অৱদান অষ্টকোণীয় পদবিন্যাসৰ স্থাপত্য মূলতে ভাৰতীয় কলাৰ আধাৰত নিৰ্মিত। শিল্প শাস্ত্ৰ, বাস্তুশাস্ত্ৰ, বৃহৎ সংহিতা আদি প্ৰাচীন গ্ৰন্থসমূহত হিন্দু মন্দিৰ স্থাপত্যৰ শ্ৰেণী বিভাগত নাগৰ, দ্ৰাবিড় আৰু বেসৰ শৈলীৰ উল্লেখ আছে। বৰ্গ ক্ষেত্ৰাকাৰ, অষ্টকোণীয় আৰু অৰ্ধ বৃত্তাকাৰ বা বহুভুজ মন্দিৰৰ পদবিন্যাসৰ বাবে এইবোৰ নাম দিয়া হয়। ইয়াৰ উপৰি ডিম্বাকাৰ (উপবৃত্তাকাৰ) আয়তক্ষেত্ৰাকাৰ (সমকোণী চতুৰ্ভুজ) পদবিন্যাসৰ মন্দিৰ এই পাঁচোটাৰ তালিকা বৃহৎ সংহিতাত আছে। নাগৰ আৰু দ্ৰাবিড় শৈলীৰ মন্দিৰক ক্ৰমে উত্তৰ ভাৰতীয় আৰু দক্ষিণ ভাৰতীয় শৈলী হিচাপে চিনাক্ত কৰা হৈছে। এই দুটা শৈলীৰ আধাৰত নিৰ্মাণ কৰা মন্দিৰসমূহ গুপ্ত, কলিঙ্গ, চন্দেলা, পল্লৱ, চোল আৰু হয়শাল নামেৰেও পৰিগণিত হৈছে।

বৌদ্ধস্তূপৰ নিচিনাকৈ গোটা দ'ল নিৰ্মাণ কৰা হৈছিল। উৰিষ্যাৰ মন্দিৰত বিশেষকৈ লিঙ্গৰাজ, ৰজা-ৰাণী, জগন্নাথ মন্দিৰ আদিও গোটা দ'ল মন্দিৰসমূহৰ প্ৰাঙ্গণত বৰ্তমানো বিদ্যমান। এইবোৰৰ নিৰ্মাণকাল সপ্তম শতিকামানৰ পৰা দ্বাদশ-ত্ৰয়োদশ শতিকালৈ।

অষ্টকোণীয় পদবিন্যাসৰ আঠটা শিৱৰ মন্দিৰ প্ৰাচীন অসমৰ অন্তৰ্গত ভাইটবাৰী ফুলবাৰী অঞ্চলত প্ৰত্নতাত্ত্বিক খনন কাৰ্য কৰি উদ্ধাৰ কৰা হৈছে। এই মন্দিৰবসমূহ প্ৰাক আহোম যুগত নিৰ্মিত। বিহাৰৰ ৰামগৰত থকা সুন্দেশ্বৰী

মন্দিৰৰ পদবিন্যাস অষ্টকোণীয়। অষ্টকোণীয় পদবিন্যাসৰ মন্দিৰ ভাৰতৰ বিভিন্ন ঠাইত পোৱা যায়। আইহোলৰ দুৰ্গা মন্দিৰৰ পদবিন্যাস ডিম্বাকৃতিৰ।

প্ৰত্নতাত্ত্বিক জৰীপ বিভাগে উৰিয্যাত খনন কাৰ্য কৰি উদ্ধাৰ কৰা শিৱ মন্দিৰ এটাৰ পদবিন্যাসত ত্ৰিভুজৰ প্ৰয়োগ আৰু একে ঠাইতে বিষ্ণু আৰু দেৱী মন্দিৰ দুটাৰো পদবিন্যাসত ত্ৰিভুজৰ প্ৰয়োগ দেখা গৈছে। এই মন্দিৰকেইটা দশম/একাদশ শতিকামানৰ আৰু মণিকৰ্ণেশ্বৰ মন্দিৰতকৈ বহু পুৰণি। অসমত নিৰ্মাণ কৰা প্ৰাচীন মন্দিৰসমূহ উত্তৰ ভাৰতীয় নাগৰ শৈলীৰ আধাৰত নিৰ্মিত। কোচ ৰজাৰ দ্বাৰা কামাখ্যা মন্দিৰ পুনৰ নিৰ্মাণ কৰা সময়ৰ পৰা অসমত মন্দিৰ স্থাপত্যত ইছলামীয় স্থাপত্যৰ প্ৰভাৱ পৰিবলৈ ধৰে। আনকি সত্ৰৰ ভঁৰালঘৰ, আহোম স্বৰ্গদেৱে নিৰ্মাণ কৰা গোলাঘৰসমূহ ইছলামীয় স্থাপত্যশৈলী বিদ্যামান। কছাৰী ৰজাসকলৰ পৃষ্ঠপোষকতাত নিৰ্মাণ কৰা মন্দিৰসমূহ ইছলামীয় স্থাপত্য শৈলীৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত। উদাহৰণ স্বৰূপে খাচপুৰ আৰু পুৰণি কাছাৰ জিলাৰ প্ৰাচীন মন্দিৰসমূহ ইছলামীয় স্থাপত্যৰ প্ৰভাৱ বাৰুকৈয়ে পৰিছে।

# (খ) অসমৰ ভাস্কৰ্য কলা

'ভাৰতীয় ভাস্কৰ্য সুকীয়াকৈ সাধাৰণতে পোৱা নাযায়। স্থাপত্যৰ অলঙ্কৰণ হিচাপে ভাস্কৰ্যই প্ৰাচীন যুগৰ পৰা ভাৰতত বিস্তৃতি লাভ কৰিছে।' ড° এইচ ডি সন্কলীয়াই দিয়া উক্ত মন্তব্যটো অতি তাৎপৰ্যপূৰ্ণ। ভাস্কৰ্যসমূহে স্থাপত্যৰ অঙ্গসমূহ সুশোভিত কৰে। স্থাপত্যৰ অধিস্থান, বেৰ (দেৱাল), বিমান, শিখৰ, স্তম্ভ, দ্বাৰ শাখা, শিৰপট্টী, দুৱাৰ গৰিলা আদি ভাস্কৰ্যৰ দ্বাৰা অলঙ্কৃত কৰা হয়। এই ভাস্কৰ্যসমূহ শিল, ধাতু, কাঠ আৰু পোৰামাটিত নিৰ্মাণ কৰা। অৱশ্যে হাতী দাঁত, জন্তুৰ হাড়, শিং আদিতো ভাস্কৰ্য নিৰ্মাণ কৰা পোৱা যায়।

অসমত উদ্ধাৰ হোৱা ভাস্কৰ্যসমূহ তিনিটা শ্ৰেণীত বিভক্ত কৰিব পাৰি ঃ

১। মানৱ মূৰ্তি

২। জীৱ-জন্তুৰ মূৰ্তি

৩। অলঙ্কৰণীয় ন'া

**মানৱ মূৰ্তি ঃ** অসমত উদ্ধাৰ হোৱা ঐশ্বৰিক শক্তিসম্পন্ন দেৱ দেৱীৰ মূৰ্তিৰ উপৰি ভালেমান সাধাৰণ মানুহৰ মূৰ্তি ভাস্কৰ্যত ৰূপ দিয়া পোৱা যায়। এইবোৰ মূৰ্তি দেৱ-দেৱীৰ নিচিনা ঐশ্বৰিক গুণসম্পন্ন নহৈ সাধাৰণ মানুহৰ ৰূপত দেখুৱা হয়। মানৱ মূৰ্তিসমূহৰ ভিতৰত আটাইতকৈ প্ৰাচীন মূৰ্তিটো হৈছে তেজপুৰৰ দ-পৰ্বতীয়াত উদ্ধাৰ হোৱা মৃন্ময় ভাস্কৰ্যটো। এইটো পুৰুষৰ মূৰ্তি, মূৰৰ অংশ ভগা। ইয়াত তেওঁ আসনভঙ্গীত উপবিষ্ট; তেওঁৰ শৰীৰৰ গঠন হৈছে বহল বুকু, খীণ কঁকাল, হাত আৰু ভৰি সুঠাম। মূৰ্তিটো ষষ্ঠ শতিকাৰ বুলি ঠাৱৰ কৰা হৈছে। শৈলীৰ ফালৰ পৰা এই মূৰ্তিটো সেই সময়ৰ বঙ্গদেশত উদ্ধাৰ হোৱা মূৰ্তিৰ সৈতে যথেষ্ট মিল দেখা যায়। একে ধৰণৰ মূৰ্তি ৰংপুৰ জিলাৰ বিৰাটত আৰু ৰাজশাহী জিলাৰ পাহাৰপুৰত (বৰ্তমান দুয়োখন ঠাই বাংলাদেশৰ অন্তৰ্গত) পোৱা গৈছে। শদিয়াৰ ওচৰৰ ভীষ্মক নগৰত বহুকেইটা মৃন্ময় মানৱ মূৰ্তি উদ্ধাৰ হৈছে। সেই মূৰ্তিসমূহ অসম ৰাজ্যিক সংগ্ৰহালয়ত বৰ্তমান সংৰক্ষিত। এটা মূৰ্তিত পুৰুষ এজনে বাঁওহাত কঁকালত ধৰি দণ্ডায়মান ভঙ্গীত আছে, আন এটাত পুৰুষ এজনে হাত দুখন ওপৰলৈ তুলি গমন কৰা ভঙ্গীত ৰূপ দিয়া হৈছে। তেওঁৰ মূৰৰ চুলি খুৰোৱা আৰু পৰিপাটিকৈ বস্ত্ৰ পৰিধান কৰিছে। দুটা ভাস্কৰ্যত দুজন লোকে হাতত ঢাল আৰু তৰোৱাল লৈ থকা দেখুৱা হৈছে। সম্ভৱ তেওঁলোক দুজন সৈন্য। আন এটা ভাস্কৰ্যত পুৰুষ আৰু নাৰী দণ্ডায়মান ভঙ্গীত উপবিষ্ট। এটা আকৰ্ষণীয় দৃশ্য ভাস্কৰ্যত ৰূপ দিয়া হৈছে। নাও এখনৰ মাজত নাৰী এজনী দণ্ডায়মানা আৰু পুৰুষ এজনে নাৱৰ বহি ব'ঠামাৰি নাওখন চলোৱা দেখুৱা হৈছে। এনেকুৱা পাৰঘাটৰ দৃশ্য ৰূপায়ণ কৰা এইটোৱে একমাত্ৰ অসমত উদ্ধাৰ হোৱা মনোৰম মৃন্ময় ভাস্কৰ্য।

গছ তলৰ পৰা সংগ্ৰহ কৰি বৰ্তমান নগাঁও পাৰ্কত সংৰক্ষণ কৰা শৈল ভাস্কৰ্য এটাত সুখাসন ভঙ্গীত পুৰুষৰ মূৰ্তি এটা ৰূপ দিয়া হৈছে। তেওঁ পৰিধান কৰিছে ধুতী আৰু কঁকালত কটিবন্ধ, মূৰত পাগুৰি। নগাওঁ পাৰ্কত থকা শৈল যুগল মূৰ্তিটো অতি বিতোপন। ইয়াত পুৰুষ আৰু নাৰী দুয়ো সুখাসন ভঙ্গীত উপবিষ্ট। নাৰী মূৰ্তিটো হাতত কঙ্কণ, ডিঙিত হাৰ, কাণত কুণ্ডল আদি অলঙ্কাৰেৰে ভূষিত আৰু মূৰৰ চুলি বন্ধা খোপাটোৱে তেওঁৰ জেউতি চৰাইছে।

শদিয়াৰ কুণ্ডিল নগৰতো মৃন্ময় ভাস্কৰ্য উদ্ধাৰ হৈছে। এটা ভাস্কৰ্যত এজন সৈনিকক দেখুৱা হৈছে। তেওঁ পৰিধান কৰিছে মূৰত কোণীয়া টুপী আৰু সোঁহাতত যাঠী, কঁকালৰ সোঁফালে কমৰ বন্ধত এখন তৰোৱাল সোমাই থোৱা আছে। ইয়াত তেওঁক দৌৰা ভঙ্গীত ৰূপ দিয়া হৈছে।

গুৱাহাটীৰ হেদায়ৎপুৰ (কুকুৰমুটা)ত উদ্ধাৰ হোৱা এটা মৃন্ময় ভাস্কৰ্যত (বৰ্তমান অসম ৰাজ্যিক সংগ্ৰহালয়ত

সংৰক্ষিত) তিনিজনী নাৰী মূৰ্তি উচ্চ অৰ্ধ ভাস্কৰ্যত নিৰ্মিত (high relief) ত্ৰিভঙ্গ ভঙ্গীত দণ্ডায়মানা। মাজৰ নাৰী মূৰ্তিটো ওখ আৰু আন দুজনী তেওঁৰ সহচৰী। তেওঁলোকে কটিবস্ত্ৰ, কটিমেখেলা আৰু অলঙ্কাৰ পৰিধান কৰিছে, মধ্যৰ নাৰী মূৰ্তিটোৱে দুই হাতেৰে চুলিৰ খোপা বান্ধি থকা হিচাপে দেখুৱা হৈছে। তেওঁলোকৰ স্তন যুগল উচ্চ আৰু স্পষ্ট, শৰীৰৰ গঠন ঘূৰণীয়া, মৃন্ময় ফলকৰ ওপৰ আৰু তলৰ দাঁতিত পদুম পাহিৰ শাৰীৰ দ্বাৰা অলঙ্কৃত কৰা।

যোগীযানৰ পৰা সংগ্ৰহ কৰা দুটা মৃন্ময় ভাস্কৰ্য (বৰ্তমান ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত) প্ৰথমটো এজন মানুহে অঞ্জলি হস্ত মুদ্ৰাত আঁঠু লৈ প্ৰণাম কৰি থকা হিচাপে ৰূপ দিয়া হৈছে। তেওঁৰ পিঠিত ওলমি আছে কাঁড়ৰ সৈতে তুনি আৰু ধনুখন তেওঁৰ পাছফালে থিয়কৈ ৰখা আছে। দ্বিতীয় ভাস্কৰ্যত থকা দুজন পুৰুষৰ এজনে পদ্মাসন ভঙ্গীত উপবিষ্ট আৰু হাত দুখন আঁঠুৰ ওপৰত আছে।

মৰনৈত উদ্ধাৰ হোৱা মৃন্ময় ভাস্কৰ্যসমূহৰ এটাত আসন ভঙ্গীত এজনী নাৰীৰ পাৰ্শ্ব ৰূপ দেখুৱা হৈছে। আন এটা ভাস্কৰ্যত দুজন মানুহ এটাৰ পিছত আনটোক ৰূপ দিয়া হৈছে আৰু দুয়োজনৰ পিঠিত ধনু আৰু কাঁড়ৰ সৈতে তুনি আছে। শৈলীৰ ফালৰ পৰা এই ভাস্কৰ্য কেইটা পাহাৰপুৰৰ মৃন্ময় ভাস্কৰ্যতকৈ কিছু পিছৰ যেন অনুমান হয়।

অসম ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত শিলপট্ট এটাত সুন্দৰ সুঠাম দেহৰ সৈতে পুৰুষৰ মূৰ্তি এটা ৰূপ দিয়া আছে। মল্ল যুদ্ধৰ ভঙ্গীত তেওঁ দণ্ডায়মান। তেওঁৰ মুখত দাড়ি আছে, মুখখন ঘূৰণীয়া; বাহু আৰু ভৰিৰ কলাফুল স্পষ্টভাৱে দেখুওৱা হৈছে। তেওঁৰ সন্মুখত থকা সিংহ বা ষাঁড়গৰুৰ অংশ ভগা। অসম সিচঁৰতি হৈ থকা প্ৰাচীন যুগৰ ভগ্নাৱশেষসমূহত মানৱ মূৰ্তি বহু দেখা যায়। সেইবোৰৰ অধিকাংশ ভগ্ন বা ক্ষয় যোৱা।

কুণ্ডিল নগৰ আৰু ভীষ্মক নগৰত উদ্ধাৰ হোৱা মৃন্ময় ভাস্কৰ্যসমূহৰ মাজত মিল দেখা যায়। এইবোৰ নিম্ন অৰ্ধভাস্কৰ্যত নিৰ্মাণ কৰা আৰু তীক্ষ্ণ কোনো বস্তুৰ সহায়ত ইয়াৰ ৰেখাবোৰ টনা হৈছে। দ-পৰ্বতীয়াৰ মূৰ্তিৰ সৈতে ইয়াৰ মিল নাই। অৱশ্যে ভাইটবাৰীত উদ্ধাৰ হোৱা কিছুমান মৃন্ময় ভাস্কৰ্য, কানৈ মহাবিদ্যালয় প্ৰাঙ্গণত উদ্ধাৰ হোৱা ভাস্কৰ্যৰ সৈতে কিছু মিল থকা যেন লাগে।

মানৱ মূৰ্তি সমূহৰ ভিতৰত নৃত্য ভঙ্গীত থকা মূৰ্তি, কামলিলা বা মৈথুন মূৰ্তি, ৰামায়ণ মহাভাৰতৰ কাহিনী সম্বলিত দৃশ্য আৰু দৈনন্দিন জীৱনৰ প্ৰতিচ্ছবি ৰূপায়ণ কৰা মূৰ্তি পোৱা যায়।

**নৃত্য মূৰ্তি ঃ** নাট্য শাস্ত্ৰৰ আধাৰত ৰূপ দিয়া নৃত্য ভঙ্গীৰ মূৰ্তি অসমৰ প্ৰাচীন ভগ্নাৱশেষসমূহত বহু পোৱা যায়। নৃত্য ভঙ্গীত ৰূপ দিয়া শৈলমূৰ্তি, দ-পৰ্বতীয়া, কোলপাৰ্ক, ৰামুণী পাহাৰ, শিঙৰী, বৰগঙ্গা, হাঁহচৰা (শিৱসাগৰ) কামাখ্যা, দেও পাহাৰ আদি বিভিন্ন স্থানৰ উপৰি অসম ৰাজ্যিক সংগ্ৰহালয়ত আছে। এইবোৰ মূৰ্তি মন্দিৰৰ অধিস্থান, বিমান, শিখৰ আদিত অলঙ্কৰণ হিচাপে থাকে। সাধাৰণতে ৰূপ পট্টিকা দ্বাৰশাখা, শিৰপট্টি, শিলালি (দুৱাৰ গৰিলা) আদিত নৃত্যৰ দৃশ্য ৰূপায়ণ কৰা হয়। এইবোৰ মঠ-মন্দিৰসমূহত অলঙ্কৰণৰ আৱশ্যকীয় অঙ্গ হিচাপে ব্যৱহাৰ কৰা হয়। প্ৰাচীনতম নৃত্য মূৰ্তি দ-পৰ্বতীয়াৰ দ্বাৰ শাখাত দেখা যায় হাতত বীণা লৈ নাৰী মূৰ্তি এটা আৰু নৃত্য ভঙ্গীত পুৰুষৰ (গণ) মূৰ্তি ৰূপ দিয়া আছে। কোল পাৰ্কত থকা এটা ৰূপ পট্টিকাত এটা আকৰ্ষণীয় নৃত্যৰ দৃশ্য ৰূপায়ণ কৰা আছে। ৰূপপট্টিকাৰ সাতটা দেৱকোষ্ঠৰ প্ৰথমটোত সিংহৰ সৈতে পুৰুষ এজনৰ যুদ্ধ; দ্বিতীয়টোত পুৰুষ এজনে বাঁহী বজাই থকা আৰু নাৰী এজনীয়ে নৃত্য ভঙ্গীত; তৃতীয়টোত একে ধৰণে ৰূপ দিয়া; চতুৰ্থত পুৰুষ এজনে ঢোল বজাই থকা আৰু নাৰী এজনীয়ে নৃত্য ভঙ্গীত; পঞ্চমত পুৰুষ এজনে তাল বজাই থকা আৰু নাৰীজনীয়ে নৃত্য ভঙ্গীত, ষষ্ঠত নাৰী এজনীয়ে তাল বজাই থকা আৰু আন এজনী নৃত্য ভঙ্গীত আৰু সপ্তমত পুৰুষ এজনে ঢোল বজাই থকা আৰু আন এজন পুৰুষে নৃত্য ভঙ্গীত থকা হিচাপে দেখুৱা হৈছে। তেজপুৰৰ উপায়ুক্তৰ বাসভৱন চৌহদত এটা দ্বাৰ শাখাত পুৰুষ এজনে ঢোল বজাই থকা আৰু নাৰী এজনী নৃত্য ভঙ্গীত দুটা সুকীয়া দেৱকোষ্ঠত ৰূপ দিয়া আছে। নৃত্যৰ দৃশ্য ৰূপায়ণ কৰা শৈল ভাস্কৰ্যৰ উপৰি মৃন্ময় ভাস্কৰ্যতো বহু পোৱা যায়।

**মৈথুন মূৰ্তি ঃ** মৈথুন মূৰ্তি মন্দিৰৰ ৰূপ পট্টিকাত ৰূপ দিয়া পোৱা যায়। অকল শিৱ আৰু শাক্ত মন্দিৰতে নহয়, সূৰ্য, বিষ্ণু, বৌদ্ধ আৰু জৈন মন্দিৰসমূহতো পোৱা যায়।

কণাৰ্কৰ সূৰ্য মন্দিৰকে ধৰি উৰিষ্যাৰ মন্দিৰসমূহত, খাজুৰাহোৰ বিষ্ণু, শিৱ, শক্তি, জৈন আৰু বৌদ্ধ মন্দিৰসমূহত অসংখ্য মৈথুন মূৰ্তিৰ ৰূপ দিয়া আছে। মৈথুন মূৰ্তি মন্দিৰত ৰূপ দিয়াৰ ক্ষেত্ৰত ছাৰ উইলিয়াম ৰোথেন ষ্টেইনে (Sir William Rothen Stein) মন্তব্য দিছে যে মন্দিৰৰ অঙ্গ হিচাপে মৈথুন মূৰ্তিৰ প্ৰচলন আছিল এটা তান্ত্ৰিক পদ্ধতি, যিটো আছিল নৱম শতিকাৰ পৰা দ্বাদশ শতিকাৰ ভিতৰত ভাৰতীয় ধৰ্মীয় দৰ্শনৰ বৈশিষ্ট্য। কামসূত্ৰ, অনঙ্গৰঙ্গ, কোকশাস্ত্ৰ আদি প্ৰাচীন পবিত্ৰ গ্ৰন্থৰ আধাৰত ৰূপ দিয়া মৈথুন ভাস্কৰ্য পৰম্পৰাগতভাৱে মন্দিৰ নিৰ্মাণত ব্যৱহাৰ কৰাৰ নিৰ্দেশ দিয়া হৈছিল। অগ্নিপুৰাণত মন্দিৰৰ প্ৰৱেশ দ্বাৰ মৈথুন মূৰ্তিৰ দ্বাৰা অলঙ্কৃত কৰিবলৈ নিৰ্দেশ দিয়া হৈছে। প্ৰাচীন অসমৰ বহু মন্দিৰত কামসূত্ৰ আদি গ্ৰন্থৰ আধাৰত ৰূপ দিয়া ভালেমান মৈথুন মূৰ্তি উদ্ধাৰ হৈছে। এই মূৰ্তিসমূহ মদন কামদেৱ, পিঙ্গলেশ্বৰ, শিঙৰী, চাংচকি (কামপুৰ), ন-নাথ থান, দেওপাহাৰ আদিত দেখা যায়। পুৰুষ আৰু নাৰীৰ মাজত কামনা লিপ্সাত থকা, জন্তুৰ মাজত, চৰাইৰ মাজত, আনকি মানুহ আৰু জন্তুৰ মাজতো ৰূপ দিয়া মৈথুন মূৰ্তি অসমত উদ্ধাৰ হৈছে।

**মহাকাব্যৰ কাহিনীৰ দৃশ্য ঃ** ৰামায়ণ, মহাভাৰত আদি প্ৰাচীন গ্ৰন্থৰ কাহিনীৰ আধাৰত ভাস্কৰ্যত দিয়া দৃশ্য অসমত উদ্ধাৰ হৈছে। দেওপাহাৰৰ এটা ৰূপপট্টিকাত থকা পাঁচটা দেৱকোষ্ঠ (খেটুকী)ত ৰামায়ণৰ কাহিনী প্ৰতিফলিত কৰা পোৱা যায়। ইয়াত ৰাম আসন ভঙ্গীত উপবিষ্ট; তেওঁৰ পাছ ফালে লক্ষ্মণ আসন ভঙ্গীত দেখুৱা হৈছে। ৰামৰ সন্মুখত সুগ্ৰীৱে আঁঠু লৈ অঞ্জলি হস্ত মুদ্ৰাত আছে। হনুমান আৰু আন এটা বান্দৰে ভক্তিভাৱে দণ্ডায়মান। সুগ্ৰীৱৰ নিৰাপত্তাৰ বাবে ৰামৰ ওচৰত সহায় বিচাৰি হনুমানে কৃতকাৰ্য হোৱা এই দৃশ্যত সুন্দৰকৈ প্ৰতিফলিত হৈছে। আন ৰূপপট্টিকাত গৰুড়ৰ গৰ্বভঙ্গ (গৰ্বখৰ্ব); সীতা হৰণৰ সময়ত জতায়ু পক্ষীৰ সৈতে ৰাৱণৰ যুদ্ধৰ দৃশ্য ৰূপায়ণ কৰা হৈছে। মহাভাৰতৰ কাহিনী- পাণ্ডু ৰজাই যৌন সঙ্গমত হৰিণ এযোৰক বধ কৰা দৃশ্য সুন্দৰভাৱে ৰূপপট্টিকা এটাত উপস্থাপন কৰা হৈছে। ৰামায়ণ আৰু মহাভাৰতৰ বহুকেইটা কাহিনী উপস্থাপন কৰা ৰূপপট্টিকা আছে।

**দৈনন্দিন জীৱনৰ দৃশ্য ঃ** অসমৰ প্ৰাচীন ভগ্নাৱশেষসমূহত ভালেমান ৰূপপট্টিকাত সামাজিক আৰু দৈনন্দিন জীৱনৰ প্ৰতিচ্ছবি ৰূপায়ণ কৰা দৃশ্য পোৱা যায়। এই ভাস্কৰ্যসমূহত ৰূপ দিয়া সামাজিক আৰু দৈনন্দিন জীৱনৰ প্ৰতিচ্ছবিৰ পৰা সেই সময়ৰ সামাজিক অৱস্থাৰ বিষয়ে জানিব পাৰি। শিঙৰীৰ এটা ৰূপপট্টিকাত দুটা দেৱকোষ্ঠত তিনিজনীকৈ তিৰোতা আসন ভঙ্গীত উপবিষ্টা; তেওঁলোক অঞ্জলি হস্ত মুদ্ৰাত আছে। ইয়াত ছয়জনী তিৰোতাই ভগৱানক দৈনন্দিন প্ৰাৰ্থনা কৰা দৃশ্য ৰূপায়িত হৈছে।

দেওপাহাৰৰ এটা ৰূপপট্টিকাত ৰূপায়ণ কৰা এটা দৃশ্যত মহিলা এজনী প্ৰসাধন কক্ষত আছে, পুৰুষ এজনে নাৰী এজনীক খেদি গৈছে, আন এজন পুৰুষে মাটিত পৰি থকা নাৰী এজনীক লাঠি এডালেৰে মাৰিবলৈ যোৱাত আন এজনী তিৰোতাই মাৰিবলৈ বাধা দিয়া দৃশ্যত গ্ৰাম্য জীৱনৰ কন্দল সুন্দৰভাৱে প্ৰতিফলিত হৈছে। কোলপাৰ্কত থকা এটা ৰূপপট্টিকাত দুজন মল্লযোদ্ধাৰ মাজত হোৱা যুঁজৰ দৃশ্য সুন্দৰভাৱে ৰূপ দিয়া হৈছে। শিঙৰীত থকা এটা ৰূপপট্টিকাত দুজনী তিৰোতাই উৰলত কিবা খুন্দি আছে; আন এজনী তিৰোতাই আহি তেওঁলোকৰ এজনীৰ সৈতে কথা পতা দৃশ্যটো অতি মনোৰম। এই দৃশ্যটোত গাৱঁলীয়া জীৱনৰ পৰিবেশ এটা স্পষ্টভাৱে দেখুৱা হৈছে। তৰাবছাত থকা এটা ৰূপপট্টিকাত এজন পুৰুষে মূৰত পাচি এটাত বস্তু কঢ়িয়াই নিয়া দেখুৱা হৈছে।

কামাখ্যাত থকা এটা ৰূপপট্টিকাত পুৰুষ এজনে উৎকটিকাসন ভঙ্গীত সন্ধ্যা-কৰ্ম জপ কৰি থকা দৃশ্য দেখুৱা হৈছে। ইয়াত দৈনন্দিন ভগৱানক প্ৰাৰ্থনা কৰা দৃশ্য ভাস্কৰ্যত ৰূপায়ণ কৰা হৈছে।

কামাখ্যাৰ ৰূপপট্টিকাত শিশুৰ প্ৰতি থকা মাতৃস্নেহ অতি আকৰ্ষণীয়ভাৱে ভাস্কৰ্যত ৰূপ দিয়া হৈছে। ইয়াত মাতৃয়ে আসন ভঙ্গীত কোলাত (কোঁচত) কেঁচুৱা লৈ আছে। কেঁচুৱাই মাকৰ সোঁফালৰ স্তনৰ পৰা গাখীৰ খাই থকা আৰু মাকে কেঁচুৱাটিৰ মৰমতে সোঁ কান্ধৰ ফালে মূৰটো হেলনীয়াকৈ ৰাখিছে। কেঁচুৱাটিয়ে মাকৰ গাখীৰ খাই আনন্দতে ভৰি দুখন ওপৰলৈ তুলি ধৰিছে। ভাস্কৰ্যত

কেঁচুৱাৰ প্ৰতি থকা মাতৃস্নেহ ৰূপ দিয়া এই দৃশ্যটো জীৱন্ত হৈ উঠিছে। এই ভাস্কৰ্যটো অতি বিতোপন। এনেকুৱা মাতৃ আৰু শিশুৰ বাস্তৱধৰ্মী ভাস্কৰ্য দেখিবলৈ পোৱা নাযায়। অৱশ্যে মাতৃ আৰু শিশুৰ ভাস্কৰ্য ভাৰতৰ বিভিন্ন সংগ্ৰহালয়ত পোৱা যায়। কামাখ্যাত থকা মাতৃৰ শিশুৰ প্ৰতি থকা মৰম আৰু স্নেহ এনেকুৱাভাৱে ৰূপ দিয়া পোৱা নাযায়। এইটো এটা উৎকৃষ্ট নিদৰ্শন। অৱশ্যে কামাখ্যাত একে ধৰণৰ আন এটা শিশু আৰু মাতৃৰ ভাস্কৰ্য আছে। অসমত উদ্ধাৰ হোৱা এই দুটা মূৰ্তিৰ বাহিৰে ভাৰতৰ আন ঠাইত মাতৃ আৰু শিশুৰ এনেকুৱা বিতোপন আৰু বাস্তৱধৰ্মী মূৰ্তি পোৱা নাই।

তেজপুৰৰ উপায়ুক্তৰ বাসভৱন চৌহদৰ পৰা সংগ্ৰহ কৰি অসম ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষণ কৰা এটা শিলাখণ্ডত ভাস্কৰ্যত ৰূপ দিয়া এটা দৃশ্যত এজনী তিৰোতাই মূৰত পাচি এটা কঢ়িয়াই নিছে; কেইটামান বান্দৰে পাছফালৰ পৰা থপিয়াই পাচিটোৰ পৰা কিবা বস্তু (ফল ?) নিবলৈ ধৰা দৃশ্য বাস্তৱৰ আধাৰত ৰূপায়িত। অসমৰ প্ৰাচীন ভগ্নাৱশেষসমূহত দৈনন্দিন আৰু সামাজিক জীৱনৰ প্ৰতিচ্ছবি ৰূপায়ণ কৰা ভাস্কৰ্য বহু পোৱা যায়।

**জীৱ-জন্তুৰ মূৰ্তি ঃ** অসমত জন্তু, চৰাই, মাছ, সৰ্প আৰু কাল্পনিক মূৰ্তি (Grotesque figure or composite figures) ভাস্কৰ্যত ৰূপ দিয়া পোৱা যায়। কাল্পনিক মূৰ্তিৰ ভিতৰত মকৰ, ব্যাল, (সিংহ), কীৰ্তিমুখ, মৎস্যকন্যা, সৰ্পকন্যা (নাগিনী) আদি প্ৰধান।

জন্তুৰ মূৰ্তিৰ ভিতৰত হাতীৰ মূৰ্তি বেছিকৈ ভাস্কৰ্যত ৰূপ দিয়া পোৱা যায়। হাতী বিভিন্ন ৰূপত ৰূপ দিয়া হয়। গজ সিংহ বা গজ ব্যাস, গজথৰ, গজলক্ষ্মী (লক্ষ্মীৰ সৈতে গজ), গজেন্দ্ৰ আদি ৰূপতো হাতীক ৰূপ দিয়া ভাস্কৰ্য উদ্ধাৰ হৈছে। জীৱ-জন্তুৰ ভাস্কৰ্যৰ দ্বাৰা মন্দিৰৰ অধিস্থান (ভিটি), বিমান, আটাল, স্তম্ভ, দুৱাৰৰ চৌকাঠ, দুৱাৰ গৰিলা (শিলালি) আদি অলঙ্কৃত কৰা হয়।

প্ৰাচীন অসমৰ ভাস্কৰ্য কলাত হাতী বৰ জনপ্ৰিয়। প্ৰাক আহোম যুগৰ ৰজাসকলে ৰাজকীয় প্ৰতীক হিচাপে হাতীক লৈ হাতীৰ মোহৰ কৰিছিল। তাম্ৰশাসনসমূহতো হাতীৰ 'মূৰ্তি' প্ৰতীক হিচাপে আছে। ইন্দ্ৰ, বিশ্বকৰ্মা, জগদ্ধাত্ৰী আদি দেৱ-দেৱীৰ বাহন হৈছে হাতী। শিলঘাট চাহ বাগিচাত উদ্ধাৰ হোৱা মনসা মূৰ্তিটোৰ (বৰ্তমান অসম ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত) বাহনো হাতীক দেখুৱা হৈছে।

দঁতাল হাতীৰ মূৰ্তি গমন কৰা ভঙ্গীত, সুসজ্জিত, পিঠিত গদি, শিকলিৰ পৰা ওলমি থকা ঘণ্টা, এনেকুৱাকৈ ৰূপ দিয়া হাতীৰ ভাস্কৰ্য শিলাখণ্ডত পোৱা গৈছে। আকৌ দুৱাৰ গৰিলাৰ মাজভাগত থকা ঘটপল্লৱ বা কলগছৰ দুইফালে হাতীক ৰূপ দিয়া সঘনে পোৱা যায়।

সিংহৰ মূৰ্তি অসমৰ ভাস্কৰ্য কলাত বৰকৈ পোৱা যায়। সিংহ বা ব্যালৰ মূৰ্তি সাধাৰণতে শিৰপট্টি, দুৱাৰ গৰিলা আৰু মন্দিৰৰ ৰূপ পট্টিকাত দেখা যায়। মহিষামৰ্দিনী আৰু দুৰ্গাৰ বাহন সিংহ। শিঙৰী আৰু আকাশী গঙ্গাৰ দুটা শিলালিত (দুৱাৰ গৰিলা) মধ্য ভাগত ঘট পল্লৱৰ দুই ফালে বিপৰীত মুখকৈ নেজ ওপৰলৈ তুলি থকা সিংহৰ সুন্দৰভাৱে ৰূপ দিয়া হৈছে। আকৌ দুটা সিংহ মঙ্গল কলহৰ ফালে মূৰটো ঘূৰাই থকা ৰূপ হৈছে প্ৰাচীন অসমৰ ভাস্কৰ্য কলাৰ এটা সাৰ্বজনীন বিষয়বস্তু। এনেকুৱা বিষয়বস্তু ৰূপ দিয়া আৰু শিলালি (দুৱাৰ গৰিলা) প্ৰাচীন ভগ্নাৱশেষ সমূহত বহু উদ্ধাৰ হৈছে। স্তম্ভ শীৰ্ষত সিংহৰ মূৰ্তিৰ প্ৰতিৰূপ পোৱা যায়। প্ৰাচীন অসমৰ ভাস্কৰ্য কলাত সিংহৰ কাল্পনিক মূৰ্তি (Grotesque figure) হিচাপে যিটো ভাৰতীয় ভাস্কৰ্য কলাত 'ব্যাল' বুলি কোৱা হয়, বিস্তৃত ভাৱে পোৱা যায়। গজসিংহ বা গজব্যালৰ মূৰ্তি স্থাপত্য শিল্পৰ ন'। (Architacturral device) হিচাপে ব্যৱহাৰ কৰা হয় অসমকে ধৰি ভাৰতীয় স্থাপত্য কলাত।

**নন্দী বা ষাঁড় গৰু ঃ** নন্দীৰ মূৰ্তি অসমৰ প্ৰাচীন ভগ্নাৱশেষসমূহত দেখা যায়। নন্দীৰ প্ৰতিৰূপ দিয়া ভাস্কৰ্য শিৱ মন্দিৰসমূহত সাধাৰণতে পোৱা যায়। শিৱ আৰু শিৱাৰ বাহন নন্দী। শিৱ আৰু শিৱাৰ মূৰ্তিত নন্দীক ৰূপ দিয়া হয় বাহন হিচাপে। বুঢ়া গোঁসাইৰ থান, আকাশীগঙ্গা, নগাওঁ পাৰ্ক আদি ঠাইত নন্দীৰ পিঠিত 'অষ্টৰক' দেখুৱা হৈছে।

নন্দীৰ পিঠিত অষ্টবক্ৰ আৰু ডিঙিত ওলমি থাকে ঘণ্টা। নুমলিগড়ত থকা এটা নন্দীৰ পিঠিত অষ্টবক্ৰ আৰু ডিঙিত ক্ষুদ্ৰ ঘণ্টিকাৰ মালা এধাৰি আছে। ইয়াত নন্দী বহি থকা ভঙ্গীত ৰূপ দিয়া হৈছে। হাজোত এটা প্ৰকাণ্ড নন্দীৰ মূৰ্তি আছে। অসম ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত এটা শিলাখণ্ডত এজনী নাৰী আৰু এটা ষাঁড়গৰুৰ মৈথুন ভাস্কৰ্য এটা আছে। গাইগৰু, ষাঁড়গৰু, দামুৰী (গৰু পোৱালি), গাইগৰুৰ সৈতে দামুৰী ৰূপ দিয়া শৈল আৰু মৃন্ময় ভাস্কৰ্যত দেখা যায়।

অন্যান্য জন্তুৰ ভিতৰত ঘোঁৰা, হৰিণ, গাহৰি, বাঘ, ভালুক, ছাগলী, ম'হ, বান্দৰৰ মূৰ্তি অসমৰ ভাস্কৰ্যত পোৱা যায়। ন-নাথ থান আৰু গছতলৰ স্তম্ভত ঘোঁৰা, হৰিণ আৰু বাঘৰ মূৰ্তিৰ ৰূপ দিয়া আছে। কাৱৈমাৰীৰ এটা স্তম্ভশীৰ্ষত ভালুকৰ মূৰ্তি আছে। মহামায়াথানত ঘোঁৰা আৰু গাহৰিৰ মূৰ্তি ভাস্কৰ্যত ৰূপ দিয়া পোৱা যায়। মদন কামদেৱত বৰাহৰ সৈতে নাৰীৰ আৰু হৰিণাৰ সৈতে মানুহৰ যৌন সঙ্গমত থকা মৈথুন ভাস্কৰ্য আছে।

কামাখ্যাৰ ঘণ্টকৰ্ণ মন্দিৰৰ অধিষ্ঠানৰ এটা ৰূপপট্টিকাত গতিশীল ভঙ্গীত ম'হ, বাঘ, সিংহ আৰু হৰিণাৰ চাৰিটা মূৰ্তি আছে। এইটো সপ্তম/অষ্টম শতিকাৰ বুলি ঠাৱৰ কৰা হৈছে। দেওপাহাৰত যোগী এজনে ছাগলী এটা খেদি দিয়া আৰু যৌন সঙ্গমত থকা হৰিণ এহালক পাণ্ডুৱে বধ কৰা দৃশ্য ভাস্কৰ্যত ৰূপ দিয়া হৈছে।

সূৰ্য দেৱতাৰ ৰথখন সাতটা ঘোঁৰাই টনা, সূৰ্য মূৰ্তিৰ ৰথৰ সৈতে ঘোঁৰা থাকে। ইয়াৰ উপৰি দেব-দেবীৰ মূৰ্তিত তেওঁলোকৰ বাহন হিচাপে জীব-জন্তুৰ মূৰ্তি থাকে। কুণ্ডিল নগৰৰ এটা মৃন্ময় ভাস্কৰ্যত ৰূপ দিয়া জিন আৰু লেকামৰ সৈতে ঘোঁৰাৰ মূৰ্তি আছে।

চৰাই ঃ অলঙ্কৰণৰ বিষয়বস্তু হিচাপে অসমৰ ভাস্কৰ্যত বিভিন্ন চৰাইৰ ৰূপ দিয়া ভাস্কৰ্য পোৱা যায়। চৰাইৰ ভিতৰত ৰাজহাঁহ (ৰাজ হংস), ময়ূৰ (ম'ৰা চৰাই), ফেঁচা, গৰুড়কে ধৰি বিভিন্ন চৰাই দেখা যায়। দীঘল ডিঙিৰ সৈতে পাখি দুখন মেলি উৰন্ত ভঙ্গীত দ-পৰ্বতীয়াৰ দ্বাৰশাখাত থকা ৰাজহাঁহৰ মূৰ্তিকেইটা অতি আকৰ্ষণীয়। দেৱতাৰ বাহন হিচাপে ৰাজহাঁহ, ম'ৰা চৰাই, ফেঁচা, গৰুড় ক্ৰমে সৰস্বতী, কাৰ্তিকেয়, লক্ষ্মী আৰু বিষ্ণুৰ মূৰ্তিত ৰূপ দিয়া হয়। সুকীয়াকৈও চৰাইৰ মূৰ্তি ভাস্কৰ্যত ৰূপ দিয়া পোৱা যায়। কুণ্ডিল নগৰৰ এটা মৃন্ময় ভাস্কৰ্যত ম'ৰা চৰাই দুটাই ডিঙি দুটা একেলগে মেৰিয়াই থকাকৈ ৰূপ দিয়া হৈছে। ন-নাথৰ মৃন্ময় ভাস্কৰ্যত শেন চৰাইকে ধৰি বহু কেইটা চৰাইৰ মূৰ্তি পোৱা গৈছে।

অসমৰ ভাস্কৰ্যত মাছ, ঘঁৰিয়াল (মগৰ), কাছ (কচ্ছপ) পোৱা যায়। বিষ্ণুৰ অৱতাৰ মৎস্য আৰু কচ্ছপ, আকৌ গঙ্গাৰ বাহন হৈছে মগৰ (ঘঁৰিয়াল), আৰু যমুনাৰ বাহন কচ্ছপ (কাছ); সৰ্পক মনসা আৰু শিৱৰ সৈতে দেখা যায়। সৰ্পক অলঙ্কৰণৰ বিষয়বস্তু হিচাপেও ভাস্কৰ্যত ৰূপ দিয়া পোৱা যায়।

অলঙ্কৰণ ন'া ঃ মূৰ্তি কলা সম্পৰ্কীয় শাস্ত্ৰ সমূহত (Iconographiacl Texts) মূৰ্তি ভাস্কৰ্য নিৰ্মাণৰ ক্ষেত্ৰত শাস্ত্ৰীয় নিৰ্দিষ্ট বিধি দিয়া আছে। শিল্পকাৰসকলে মূৰ্তি নিৰ্মাণৰ ক্ষেত্ৰত শাস্ত্ৰীয় ৰীতি-নীতি উলঙ্ঘা কৰিব নোৱাৰে আৰু তেওঁলোকৰ এই ক্ষেত্ৰত নিজস্ব স্বাধীনতা নাথাকে। কিছুমান দৈৱিক বা উপদেৱতাৰ মূৰ্তি গঠনৰ ক্ষেত্ৰত তেওঁলোকৰ কিছু পৰিমাণে স্বাধীনতা থাকে। এই ক্ষেত্ৰত শাস্ত্ৰীয় বিধিৰ শিথিলতা হোৱা দেখা যায়। স্থাপত্য কলাৰ অলঙ্কৰণৰ ক্ষেত্ৰত অৱশ্যে স্থপতি আৰু ভাস্কৰসকলক কিছু পৰিমাণে স্বাধীনতা দিয়া হৈছিল। আলঙ্কৰিক ন'া তিনি শ্ৰেণীত বিভক্ত কৰিব পাৰি ঃ (ক) স্থাপত্য সম্পৰ্কীয়, (খ) জ্যামিতিক আৰু (গ) লতাফুল সম্পৰ্কীয় ন'া।

চন্দ্ৰশালা স্থাপত্যৰ অলঙ্কৰণ হিচাপে প্ৰাচীন ভাৰতৰ স্থাপত্যত দেখা যায়। এইবিধ অলঙ্কৰণৰ আদি ৰূপ হৈছে ভাজা, কাৰ্লা, কোন্দনে, বিদিশা, জুনাৰ, নাসিক, পিতল খোৰা আৰু অজন্তাৰ চৈত্য গুহাৰ বহিঃভাগত থকা খিৰিকীৰ নিচিনা সুৰুঙা অংশৰ অনুকৰণ। গৱাক্ষ ন'া (ব্যত্তাকাৰ খিৰিকী), সুবিম (সুৰুঙা থকা খিৰিকী), মন্দিৰৰ ন'া (শিখৰৰ সৈতে অনুৰূপ মন্দিৰৰ ন'া) অসমৰ প্ৰাচীন স্থাপত্য

আৰু ভাস্কৰ্য কলাত সাৰ্বজনীনভাবে ৰূপ দিয়া দেখা যায়। গম্বুজৰ নিচিনা স্তূপ আৰু খলপ খলপ হিচাপে ওপৰলৈ উঠা চাল হৈছে স্থাপত্যৰ আন একপ্ৰকাৰ চানেকী।

দুই প্ৰকাৰৰ চন্দ্ৰশালা অসমৰ স্থাপত্য ভাস্কৰ্য কলাত পোৱা যায়। প্ৰথম প্ৰকাৰত- ত্ৰিপত্ৰাকাৰ য'ত একে পৰিমাণে তিনিটা বৃত্তখণ্ড গঠন কৰা হয় আৰু দ্বিতীয় প্ৰকাৰত মধ্যৰ বৃত্ত খণ্ডটো কাষৰ দুটাতকৈ ডাঙৰ। এইটো দ-পৰ্বতীয়াৰ শিৰপট্টিত দেখা যায়। অসমৰ প্ৰাচীন ভগ্নাৱশেষসমূহত উদ্ধাৰ হোৱা ভালেমান শিৰপট্টিত মন্দিৰৰ প্ৰতিৰূপ অলঙ্কৰণ হিচাপে ৰূপ দিয়া পোৱা যায়। শিখৰৰ সৈতে ক্ষুদ্ৰ আকাৰৰ মন্দিৰৰ মূল মন্দিৰৰ শিখৰৰ গাত ব্যৱহাৰ কৰা হয়, ইয়াৰ উদ্দেশ্য হৈছে মন্দিৰৰ স্থাপত্য অলঙ্কৃত কৰা। মূল মন্দিৰৰ লগত সংলগ্ন কৰা এই ক্ষুদ্ৰ মন্দিৰসমূহক অঙ্গ শিখৰ বোলা হয়। এই অঙ্গ শিখৰসমূহে মূল মন্দিৰটোৰ সৌন্দৰ্য বৰ্ধন কৰে। কামাখ্যা পাহাৰৰ গাত কটা ভালেমান শিখৰৰ সৈতে ক্ষুদ্ৰ মন্দিৰৰ ন'া আছে। এইবোৰে প্ৰাচীন অসমৰ মন্দিৰ স্থাপত্য কলাৰ আভাস দিয়ে।

চন্দ্ৰশালা, গভাক্ষ, ক্ষুদ্ৰ মন্দিৰৰ ন'া, যভনিক ন'া, চৈত্য, বিশ্বপদ্ম, আমলক, কলচি, প্ৰণাল আদি ন'া অসমৰ মন্দিৰৰ স্থাপত্যত ব্যৱহাৰ হোৱা দেখা যায়। গোসাঁইজুৰিৰ এটা স্তম্ভ শীৰ্ষত গভাক্ষ ন'া আৰু দ্বাৰশাখাত যভনিক ন'াৰ ৰূপ দিয়া আছে। কুদ্ৰাক্ষবাটায়ন, আমলক আদি চালুক্য শৈলীৰ অলঙ্কৰণ পদ্ধতি আকাশীগঙ্গাত দেখা যায়। দেওপাহাৰ আৰু অন্য ঠাইৰ ভগ্নাৱশেষত পূৰ্ণপ্ৰস্ফুতিত পদ্মৰ চানেকী আছে। আমলক, ঘট (কলচি), প্ৰণাল প্ৰায় সকলোবোৰ পুৰণি মন্দিৰৰ ভগ্নাৱশেষত পোৱা যায়। অসমত উদ্ধাৰ হোৱা দুই প্ৰকাৰৰ আমলকৰ ভিতৰত প্ৰথম প্ৰকাৰ বৰ ডাঙৰ আৰু খণ্ড খণ্ড কৰি লগোৱা হয়; আনবিধ আমলক সৰু আৰু সেইবোৰ একেটা শিলতে কটা। তেজপুৰ ডনবস্কো স্কুল প্ৰাঙ্গণত থকা এটা শিলপট্টিত চৈত্য গভাক্ষ নিদৰ্শন আছে, যিটো মধ্য ভাৰতৰ মন্দিৰসমূহত সাৰ্বজনীন, বিশেষকৈ বেৰা জিলা আৰু খাজুৰাহোত থকা মন্দিৰ সমূহত।

জ্যামিতিক ন'া প্ৰায়বোৰ মন্দিৰৰ আটালত আৰু স্তম্ভত ৰূপ দিয়া দেখা যায়। এই ন'া বৃত্তাকাৰ, অৰ্ধ বৃত্তাকাৰ, ত্ৰিভুজ আদি ধৰণে ৰূপ দিয়া হয়। প্ৰকৃত জ্যামিতিক ন'া হৈছে এক কেন্দ্ৰিক বৃত্তসমূহ, ইয়াৰ ব্যাসাৰ্ধ ক্ৰমে সৰু হয় আৰু এটা অষ্টভুজ সমতল ক্ষেত্ৰত থাকে। অসমৰ মন্দিৰৰ আটালত জ্যামিতিক ন'াত বৃত্তৰ বাহিৰত ফুলৰ ন'া কটা থাকে, ভিতৰৰ বৃত্তত পূৰ্ণ প্ৰস্ফুতিত পদুমে আগুৰি থাকে তিনিটা প্ৰকাৰত, যেনে- সম্পূৰ্ণকৈ ফুলা, অৰ্ধভাৱে ফুলা আৰু কলিৰ ৰূপত। কাছমাৰী আৰু ডিমাপুৰত থকা স্তম্ভসমূহত বিভিন্ন ধৰণৰ জ্যামিতিক ন'া ৰূপ দিয়া দেখা যায়।

ফুলৰ ন'াৰ ভিতৰত পাত আৰু ফুল, লতা আৰু সম্পূৰ্ণ পাত বা ফুলৰ পাহিৰ অলঙ্কৰণ সাধাৰণতে অসমত পোৱা যায়। ফুলৰ ভিতৰত পদুম বৰ জনপ্ৰিয়। পদুম ফুল তিনি ধৰণে যেনে- কলি, আধাফুলা আৰু সম্পূৰ্ণকৈ ফুলা ৰূপ দিয়া হয়। দেৱ-দেৱীৰ মূৰ্তিৰ আসন বা পীঠ পদুমৰ আকৃতিত গঠন কৰা হয়। আটাল, দুৱাৰ গৰিলা আৰু শিৰপট্টিত পদুমৰ চানেকীৰে অলঙ্কৃত কৰা পোৱা যায়।

দশম শতিকাৰ পৰা দ্বাদশ শতিকাৰ প্ৰায়বোৰ দেৱ-দেৱীৰ মূৰ্তিৰ আসনৰ (পীঠৰ) তলত পদ্মকোশ থাকে। পত্ৰ কুণ্ডল, পুষ্পকুণ্ডল আদি হৈছে কাণত পিন্ধা অলঙ্কাৰ।

ঘট-পল্লভ চানেকী অসমৰ প্ৰাচীন ভাস্কৰ্য কলাত দেখা যায়। কলহৰ পৰা ফুল ওপৰলৈ আৰু পাত তললৈ হালি থকা ধৰণে গুপ্ত মন্দিৰৰ স্তম্ভসমূহৰ তলৰ অংশ ৰূপ দিয়া হয়। এইটোক পূৰ্ণ কলহ বা ঘট পল্লভ বোলা হয়। ইয়াৰ ধাৰণাটো পানীৰ দ্বাৰা গছ প্ৰতিপালন কৰা হয় আৰু সেই গছে পাত, ফুল আৰু ফল ধৰে। ভাৰতীয় স্থাপত্যত ইয়াৰ প্ৰয়োগ সাৰ্বজনীন। ডং সঙ্কলিয়াই মন্তব্য দিছে যে এইটো ভাৰহুত আৰু সাঁচীৰ ৰেলিঙত থকা ফুলৰ নমুনাৰ পৰা উদ্ভৱ হৈছে।

লতা-পাত-ফুল অলঙ্কৰণৰ চানেকী হিচাপে অসমৰ ভাস্কৰ্যত বহলভাবে প্ৰচলন হোৱা দেখা যায়। বহীৰ

নিচিনাকৈ পকাই থকা সৰ্প, চৰাই, জন্তু, মানৱ মূৰ্তিও অলঙ্কৰণত চানেকী হিচাপে সৰ্পক ব্যৱহাৰ কৰা পাল শৈলীত দেখা যায়।

কীৰ্তিমুখ, ত্ৰিকোণীয় ন'ৰ, ফুলৰ পাপৰি, ফুল, পাত, লতা, ঘট-পল্লৱ আদি অলঙ্কৰণৰ চানেকী হিচাপে ৰূপ দিয়া হয়। অকোৱা পকোৱা লতাৰ ভাঁজে ভাঁজে ক্ৰমে এটা ফুল আৰু আনটো ভাঁজত এটা নন্দী (ষাঁড়গৰু) এনেধৰণে ৰূপ দিয়া শিৱপট্টি এটা হাওৰাঘাটৰ ওচৰত পোৱা গৈছে। তেনেকৈ শিৱসাগৰ আৰু কোলপাৰ্কত থকা দ্বাৰ শাখা দুটাত লতাৰ ভাঁজে ভাঁজে ঘোঁৰা, গাহৰি (বৰাহ), হৰিণ আৰু ৰাজহাঁহ, এইকেইটা জন্তু আৰু চৰাইক অলঙ্কৰণৰ চানেকী হিচাপে ৰূপ দিয়া আছে। দেওপাহাৰৰ ৰূপপট্টিকা এটাত প্ৰচণ্ড গতিত থকা মানৱ মূৰ্তিসমূহ অলঙ্কৰণৰ চানেকী হিচাপে ৰূপ দিয়া পোৱা গৈছে। মানুহৰ মূৰ্তিক অলঙ্কৰণৰ বিষয়বস্তু হিচাপে ৰূপ দিয়াটো উল্লেখনীয়। এনেকুৱাভাৱে ৰূপ দিয়া মানৱ মূৰ্তি সাধাৰণতে পোৱা নাযায়।

অসমৰ ভাস্কৰ্যত আঞ্চলিক বৈশিষ্ট্য আছে, অসমত উদ্ধাৰ হোৱা প্ৰাচীনতম নিদৰ্শন হৈছে ষষ্ঠ শতিকাৰ দ-পৰ্বতীয়াৰ তোৰণখন। এই তোৰণখন গুপ্ত ভাস্কৰ্য শৈলীৰে পুষ্ট। অসমৰ ভাস্কৰ্যসমূহত মধ্য ভাৰত, উৰিষ্যা আৰু বঙ্গদেশৰ ভাস্কৰ্য কলাৰ প্ৰভাৱ বিদ্যমান। অৱশ্যে সেইবোৰত কিছু পৰিমাণে হ'লেও আঞ্চলিক প্ৰভাৱ আছে।

## নৱম অধ্যায়

# অসমৰ মূৰ্তিকলা

প্ৰাচীন অসমৰ মঠ-মন্দিৰসমূহ বিগ্ৰহ দেৱতাৰ ভিত্তিত শ্ৰেণী বিভাজন কৰিব পৰা নাযায়। প্ৰাক আহোম যুগৰ মন্দিৰসমূহত স্থাপন কৰা বিগ্ৰহ দেৱতাৰ মূৰ্তি মূল স্থানত পোৱা নাযায়। কেইটামান ভগ্নস্তূপত শিৱলিঙ্গ আৰু মদন কামদেৱ নামৰ ভগ্ন মন্দিৰটোত উমা-মহেশ্বৰৰ মূৰ্তি মূল স্থানত বৰ্তমানো আছে। দেৱ-দেৱীৰ স্বয়ং প্ৰধান মূৰ্তি আৰু মন্দিৰৰ অধিস্থান, দ্বাৰশাখা, শিৰপট্টি, ৰূপপট্টিকা আদিৰ ভাস্কৰ্যত ৰূপ দিয়া পোৱা যায়। পাহাৰত কটা বহুসংখ্যক মূৰ্তি অসমত উদ্ধাৰ হৈছে।

অসমত উদ্ধাৰ হোৱা মূৰ্তিসমূহ মূলতঃ ব্ৰাহ্মণ্য ধৰ্মীয়। বৌদ্ধ ধৰ্মৰ কেইটামান মূৰ্তি আৰু জৈন ধৰ্মৰ তিনিটা মূৰ্তি অসমত উদ্ধাৰ হৈছে। বৌদ্ধ ধৰ্মৰ ভালেমান শিলত কটা স্তূপ, গাঁথনিযুক্ত স্তূপ, বিহাৰ আৰু বৌদ্ধমূৰ্তি উদ্ধাৰ হোৱাৰ পিছত অসমত যে বৌদ্ধধৰ্মৰ প্ৰচলন আছিল সহজে অনুমেয়। ব্ৰাহ্মণ্য ধৰ্মীয় মূৰ্তিয়ে অসমৰ ভাস্কৰ্য কলাত গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰিছে। অসমত উদ্ধাৰ হোৱা মূৰ্তিসমূহ এনেদৰে শ্ৰেণী বিভক্ত কৰিব পাৰি ঃ

(ক) শৈৱ মূৰ্তি - শিৱৰ বিভিন্ন ৰূপ, গণেশ আৰু কাৰ্তিকেয়।

(খ) বৈষ্ণৱ মূৰ্তি- বিষ্ণু, বিষ্ণুৰ অৱতাৰ, লক্ষ্মী আৰু সৰস্বতীৰ।

(গ) সূৰ্য মূৰ্তি- সূৰ্য, নৱগ্ৰহ আৰু দ্বাদশ আদিত্য

(ঘ) ব্ৰহ্মাৰ মূৰ্তি

(ঙ) শক্তি মূৰ্তি- বিভিন্ন শক্তিদেৱীৰ মূৰ্তি, সপ্ত মাতৃকা আৰু মনসা।

(চ) অন্যান্য মূৰ্তি- ইন্দ্ৰ, কুবেৰ, দিকপাল, গঙ্গা, যমুনা, বৌদ্ধ, জৈন আৰু অন্যান্য মূৰ্তি।

**(ক) শৈৱ মূৰ্তি ঃ** শিৱ ব্ৰাহ্মণ্য দেৱতাসকলৰ ভিতৰত এজন প্ৰতিভাশালী দেৱতা। হিন্দু ত্ৰিনীতিৰ ধাৰণাত তেওঁ সংহাৰ বা প্ৰলয় কাৰ্যৰ সৈতে জড়িত। শিৱক আৰু কিছুপৰিমাণে সৃষ্টি আৰু স্থিতি, অনুগ্ৰহ আৰু তিৰোভাৱ গুণেৰে ভূষিত কৰা হয়। তেওঁৰ এই পাঁচটা কাৰ্যক 'পঞ্চকৃত্য' বোলা হয়।

পুৰণি শাস্ত্ৰত শিৱক সৃষ্টিৰ্কতা হিচাপেও বৰ্ণনা কৰা হৈছে। তেওঁ যোগ, ব্যায়াম, নৃত্য সঙ্গীত আদি কাৰ্য সম্পন্ন কৰা সৰ্বশ্ৰেষ্ঠ দেৱতা। তেওঁ সকলো শ্ৰেণীৰ গৰাকী, সেয়ে তেওঁক পশুপতি, ভুৱপতি আৰু ভূতনাথ। তেওঁ মহেশ্বৰ, মহাদেৱ আৰু মহাভাৰতত শিৱৰ সহস্ৰ নাম বুলি কোৱা হৈছে।

শিৱৰ ঈশান আৰু লকুলীশ ৰূপৰ মূৰ্তি কোলপাৰ্ক আৰু দ-পৰ্বতীয়াৰ শিৰপট্টিত দেখা যায়। বায়ু আৰু লিঙ্গ পুৰাণৰ মতে লকুলীশ শিৱৰ অষ্টবিংশ অৱতাৰ। তেওঁ হৈছে পাশুপাত মতবাদৰ স্ৰষ্টা।

**উমা-মহেশ্বৰ ঃ** উমা-মহেশ্বৰৰ মূৰ্তি হৈছে সৌম্য প্ৰকৃতিৰ। মৎস্য পুৰাণ, বিষ্ণু ধৰ্মোত্তৰ, ৰূপমণ্ডন আদিত উমা-মহেশ্বৰ মূৰ্তিৰ বিশদ বৰ্ণনা আছে।

অসমত উমা-মহেশ্বৰৰ বহু মূৰ্তি উদ্ধাৰ হৈছে। সেইবোৰ স্বয়ং প্ৰধান শিলত আৰু পাহাৰত কটা।

চাৰিটা আকৰ্ষণীয় উমা-মহেশ্বৰৰ মূৰ্তি ৰাজ্যিক সংগ্ৰহালয়ত আছে। বৰ্গ ক্ষেত্ৰাকাৰ শিল এচটাত নটা ক্ষুদ্ৰ বৰ্গ ক্ষেত্ৰত ভাগ কৰি প্ৰথম শাৰীত ক্ৰমে গণেশ, চাৰিটা শিৱলিঙ্গ, কাৰ্তিকেয়, দ্বিতীয় শাৰীত চাৰিটা শিৱলিঙ্গ, কেন্দ্ৰত উমা-মহেশ্বৰ, শিৱলিঙ্গ; তৃতীয় শাৰীত বিষ্ণু, চাৰিটা মানৱ মূৰ্তি অঞ্জলিহস্ত মুদ্ৰাত আৰু সূৰ্যৰ মূৰ্তিৰ ৰূপ দিয়া আছে।

**নটৰাজ ঃ** নটৰাজৰ অৰ্থ সৰ্বশ্ৰেষ্ঠ নৃত্য কলাবিদ।

ভাৰতীয় ভাস্কৰ্যত নটৰাজৰ মূৰ্তি অতি গুৰুত্বপূৰ্ণ আৰু আকৰ্ষণীয়। নটৰাজ মূৰ্তিৰ বৰ্ণনা পোৱা যায় মৎস্য পুৰাণ, বিষ্ণু ধৰ্মোত্তৰ, উত্তৰ কামিকাগম, ভৰতৰ নাট্যশাস্ত্ৰ, অংশুমদ্ভেদাগম্, শিল্পৰত্ন আৰু পূৰ্ণ কাৰণাগমত।

গুৱাহাটীৰ আমবাৰীত উদ্ধাৰ হোৱা নটৰাজৰ মূৰ্তিটো দশভুজৰ। তেওঁ নন্দীৰ পিঠিত নৃত্য ভঙ্গীত উপৱিষ্ট। তেওঁ জঁটা মুকুট, কুণ্ডল, হাৰ, কেয়ূৰ, বলয় উপবিত আৰু নূপুৰ আদি অলঙ্কাৰেৰে ভূষিত, পৰিধান কৰিছে কটিবস্ত্ৰ ধুতী আৰু উত্তৰীয়। ৰাজ্যিক সংগ্ৰহালয়ত থকা মূৰ্তিটো দশভুজৰ আৰু নন্দীৰ পিঠিত নৃত্য ভঙ্গিত আছে। মদন কমদেৱত ষষ্ঠভুজৰ নটৰাজৰ মূৰ্তি উদ্ধাৰ হৈছে।

অসম, বঙ্গদেশ আৰু উৰিষ্যাত উদ্ধাৰ হোৱা নটৰাজৰ মূৰ্তিসমূহৰ বিষয়বস্তুৰ মিল দেখা যায়। পূৰ্ব ভাৰতৰ নটৰাজৰ মূৰ্তিত সাধাৰণতে শিৱই নন্দীৰ পিঠিত নৃত্য ভঙ্গিমাত থাকে; দক্ষিণ ভাৰতৰ মূৰ্তিসমূহত শিৱই এটা অপস্মাৰ পুৰুষৰ (অসুৰ) পিঠিত নৃত্য ভঙ্গীত থাকে। শিৱৰাজ মূৰ্তিৰ মতে ভৌগোলিক ক্ষেত্ৰ বিশেষে নটৰাজ মূৰ্তিৰ চতুৰ্ভুজ আৰু নটৰাজ অপস্মাৰ (বাওনা অসুৰ) পিঠিত নৃত্য ভঙ্গীত; পশ্চিম ভাৰতত বহুভুজৰ শিৱই চতুৰ বা ললিত ভঙ্গীত মাটিত; মধ্যভাৰতত পদ্মপীঠৰ ওপৰত, পূব ভাৰতত দশভুজৰ শিৱই চতুৰ বা ললিত ভঙ্গীত নন্দীৰ পিঠিত নৃত্য ভঙ্গীত থাকে। দক্ষিণ ভাৰতত শিৱ সাধাৰণতে চতুৰ্ভুজ, উত্তৰ ভাৰত বিশেষকৈ পশ্চিম ভাৰতত নটৰাজক বহুভূজত ৰূপ দিয়া হয়।

**মহেশ ঃ** শিৱৰ আন এটা ৰূপ মহেশ। শৈৱাগমত বৰ্ণিত আছে যে সৰ্বোৎকৃষ্ট শক্তিমন্ত দেৱতা শিৱৰ সৃষ্টি, পালন (ৰক্ষা) আৰু সংহাৰ ৰূপে মহেশ মূৰ্তিত দেখুওৱা হৈছে। বিষ্ণু ধৰ্মোত্তৰ আৰু সুপ্ৰভাভেদাগমত মহেশ্বৰৰ বৰ্ণনা আছে। অসম ৰাজ্যিক সংগ্ৰহালয়ত থকা মহেশ্বৰ মূৰ্তিত তেওঁ পদ্মপীঠত বজ্ৰাসন ভঙ্গীত উপৱিষ্ট। তেওঁ পঞ্চমুখৰ- চাৰিখন মুখ দেখা যায়। দশভুজ মূৰ্তিটোৰ হাতত আঙঠি আছে।

**হৰিহৰ ঃ** মধ্যযুগৰ বিভিন্ন ধৰ্ম বিশ্বাসৰ মাজত সৌহাৰ্দ্য গঢ়ি তুলিবলৈ কিছুমান দেৱতাৰ মূৰ্তি যুগ্মভাৱে ৰূপ দিয়া হৈছিল। তেনেকুৱা মূৰ্তি হৈছে হৰিহৰ। বিষ্ণু আৰু শিৱৰ যুগ্মৰূপ। মৎস্য পুৰাণ আৰু বিষ্ণু ধৰ্মোত্তৰত হৰিহৰ মূৰ্তিৰ বৰ্ণনা অছে। বামন পুৰাণতো ইয়াৰ উল্লেখ আছে। দেওপানীত উদ্ধাৰ হোৱা হৰিহৰৰ মূৰ্তিত তেওঁ সমপদ স্থানক ভঙ্গীত দণ্ডায়মান। মূৰ্তিটোৰ সোঁফালৰ অৰ্ধাংশ হৰ (শিৱ) আৰু বাওঁফালৰ অৰ্ধাংশ হৰি (বিষ্ণু)। চতুৰ্ভুজ মূৰ্তিটোৰ সোঁহাতত আছে অক্ষমালা আৰু ত্ৰিশূল, বাওঁহাতত আছে শঙ্খ আৰু চক্ৰ। মুকুটৰ সোঁফালৰ অংশ জঁটা আৰু বাওঁফালৰ অংশত কিৰীট। মূৰ্তিটোৰ তলত ক্ৰমে নন্দী আৰু গৰুড় আছে। মূৰ্তিটোৰ দাঁতিত অভিলেখ আছে। অসমত হৰিহৰৰ কেইবাটাও মূৰ্তি উদ্ধাৰ হৈছে।

**অৰ্ধনাৰীশ্বৰ ঃ** শিৱৰ অৰ্ধনাৰীশ্বৰ ৰূপৰ উদ্ভৱৰ কাহিনী শিৱ পুৰাণত আছে। অৰ্ধনাৰীশ্বৰ মূৰ্তিৰ বৰ্ণনা অংশুমদ্ভেদাগম, শিল্পৰত্ন, মৎস্য পুৰাণ আৰু কালিকা পুৰাণত আছে। অৰ্ধনাৰীশ্বৰৰ ক্ষুদ্ৰ মূৰ্তি এটা কাৰ্বি আংলং জিলাৰ অন্তৰ্গত দেৱস্থানত উদ্ধাৰ হৈছে। এইটোৱে একমাত্ৰ অসমত উদ্ধাৰ হোৱা অৰ্ধনাৰীশ্বৰৰ মূৰ্তি।

**ভৈৰৱ ঃ** ভৈৰৱ হৈছে শিৱৰ উগ্ৰ ৰূপ। বিষ্ণু ধৰ্মোত্তৰ, ৰূপমণ্ডন, ৰুদ্ৰয়ামল আদিত ভৈৰৱ মূৰ্তিৰ বৰ্ণনা পোৱা যায়। কামাখ্যাৰ পাহাৰত কটা ভৈৰৱ মূৰ্তিটো চতুৰ্ভুজ, ত্ৰিভুজ ভঙ্গীত প্ৰেতাসনৰ ওপৰত দণ্ডায়মান। তেওঁৰ হাতত আছে আয়ুধ ক্ৰমে দণ্ড, ত্ৰিশূল, অঙ্কুশ আৰু কপাল। তেওঁৰ মুখমণ্ডলত ভয়ঙ্কৰ ৰূপ ধাৰণ কৰা দেখুৱা হৈছে। চকু ডাঙৰ, নাকৰ পাহি বহল, মুখত দাড়ি, দাঁত ওলোৱা, ওঁঠ মেল খোৱা আৰু উদৰ ওলাই থকা, চুলি অগ্নিশিখাৰ দৰে থিয়কৈ উৰি আছে।

অসমত কেইবাটাও ভৈৰৱৰ মূৰ্তি উদ্ধাৰ হৈছে।

**অঘোৰ ঃ** অঘোৰ হৈছে শিৱৰ আন এটা উগ্ৰ ৰূপ। অঘোৰৰ চতুৰ্ভুজ মূৰ্তি এটা উত্তৰ গুৱাহাটীৰ দৌল গোবিন্দত আছে। ইয়াত তেওঁ অলিৰ স্থানক ভঙ্গীত দণ্ডায়মান। তেওঁ দুই হাতেৰে ধৰি আছে এপাট ত্ৰিশূল, ওপৰৰ সোঁ আৰু সন্মুখৰ বাওঁহাতত আছে ক্ৰমে দণ্ড আৰু কপাল। তেওঁৰ মুখমণ্ডলত উগ্ৰ ৰূপ স্পষ্ট।

**গজাসুৰ সংহাৰ (ত্ৰিপুৰান্টক) মূৰ্তি ঃ** শিৱৰ আন এটা উগ্ৰ ৰূপ হৈছে গজাসুৰ সংহাৰ (ত্ৰিপুৰান্টক) মূৰ্তি। এইটো দেওপাহাৰত উদ্ধাৰ হৈছে। বৰ্তমান অসম ৰাজ্যিক

সংগ্ৰাহলয়ত সংৰক্ষিত। ইয়াত শিৱ চতুৰ্ভুজ; ওপৰত সোঁহাতত বান (ধনুশৰ); সন্মুখত বাওঁহাতত ধনু। সন্মুখৰ সোঁহাত আৰু ওপৰৰ বাওঁহাতেৰে হাতীৰ ছাল এখন ধৰি আছে। তেওঁ গজমুণ্ডৰ ওপৰত স্থানক ভঙ্গীত দণ্ডায়মান।

**শিৱ লিঙ্গ ঃ** বৃহৎ সংহিতা, কাৰণ গাম, সুপ্ৰভাভেদাগম, ময়মত, মুকুটাগম, কামিকাগাম আৰু ৰূপমণ্ডলত শিৱ লিঙ্গৰ বৰ্ণনা আছে। শিৱ লিঙ্গ কেইবা প্ৰকাৰৰ।

অসমত সাধাৰণতে শিৱ মন্দিৰসমূহত শিৱ লিঙ্গহে পোৱা যায়। শিৱ লিঙ্গ হৈছে শিৱ আৰু শক্তিৰ মিলনৰ প্ৰতীক। অসমত উদ্ধাৰ হোৱা শিৱ লিঙ্গ তিনিপ্ৰকাৰৰ- সৰল, চতুৰ্মুখ অৰু পঞ্চমুখ। চাৰিকোণীয়া পীথিকাৰ সৈতে অষ্টকোণীয় অংশ বিষ্ণুভাগ, গোটা বা ঘূৰণীয়া অংশটো ৰুদ্ৰ বা পূজা ভাগ, এনেকুৱা আকাৰক সূচায় সৰল শিৱ লিঙ্গ।

একমাত্ৰ ব্ৰঞ্জৰ চতুৰ্মুখ শিৱ লিঙ্গটো উদ্ধাৰ হৈছে কাহিলীপাৰাত। অষ্টদ'ল পদ্মপীঠৰ ওপৰত শিৱ লিঙ্গ উপৱিষ্ট। লিঙ্গৰ চাৰিওফালে চাৰিখন মুখ আৰু মুখকেইখনৰ মাজৰ খালী অংশত সৰ্পমুখ আছে। তেজপুৰৰ কেতেকীবাৰীত একমাত্ৰ পঞ্চমুখ শিৱলিঙ্গ উদ্ধাৰ হৈছে। এই প্ৰকাণ্ড শিৱলিঙ্গটোৰ উচ্চতা চাৰি মিটাৰমান আৰু যোনীপীঠ অলপ আঁতৰত মূল স্থানত বিদ্যমান। অসমত উদ্ধাৰ হোৱা পঞ্চমুখ শিৱ লিঙ্গটো আটাইতকৈ ওখ আৰু ডাঙৰ।

**গণেশ ঃ** গণ সকলৰ দেৱতা গণেশ পঞ্চদেৱতাৰ অন্তৰ্গত। সকলো পন্থাৰ ভিতৰত তেওঁ হৈছে সিদ্ধিদাতা আৰু বিঘ্নেশ্বৰ।

অসমত গণেশৰ মূৰ্তি সাৰ্বজনীন। সাধাৰণতে গণেশৰ মূৰ্তিত তেওঁ মহাৰাজ লীলা বা অৰ্ধপৰিয়ঙ্ক আমন ভঙ্গীত থাকে। তেওঁ চতুৰ্ভুজ, উদৰ ডাঙৰ। তেওঁৰ হাতত থকা আয়ুধৰ ভিতৰত অক্ষমালা, অঙ্কুশ, পৰশু, গদা, পদ্মকলি, মদক, ধতুৰা ফুল, পাশ আদি। কেতিয়াবা দুখন হাতত আয়ুধ নাথাকে সেই দুখন মুদ্ৰাত দেখুৱা হয়। সন্মুখৰ বাওঁহাতত থকা মদক শুঁৰৰ আগেৰে সাধাৰণতে চুই থাকে। কেতিয়াবা শুঁৰডাল বাওঁফালৰ সলনি সোঁফাললৈ থাকে। ড° বিশ্বনাৰায়ণ শাস্ত্ৰীৰ মতে সেইটো বিষ্ণু গণপতি।

অসমত অসংখ্য গণপতিৰ মূৰ্তি দ্বাৰশাখা, শিৰপট্টি, ৰূপপট্টিকাত পোৱাৰ উপৰি স্বয়ং প্ৰধান মূৰ্তি শৈল, ধাতৱ, কাষ্ঠ, মৃন্ময় ভাস্কৰ্যত ৰূপ দিয়া পোৱা যায়। পাহাৰৰ গাত কটা গণেশৰ মূৰ্তি অসমৰ চাৰিওফালে বিস্তৃত।

**নৃত্য গণপতি ঃ** নৃত্য গণপতিৰ মূৰ্তি বিৰল। অসমত অৱশ্যে বহুকেইটা নৃত্য গণপতিৰ মূৰ্তি উদ্ধাৰ হৈছে। নৃত্য ভঙ্গীত থকা গণেশৰ মূৰ্তি এটা তেজপুৰৰ ওচৰৰ বৰপুখুৰী পাৰত আছে। মূৰ্তিটো বৈশিষ্ট্যপূৰ্ণ। অষ্টভুজৰ মূৰ্তিটো পূৰ্ণ প্ৰস্ফুতিত পদ্মৰ ওপৰত নৃত্য ভঙ্গীত ৰূপ দিয়া হৈছে। অলঙ্কাৰ আৰু বস্ত্ৰেৰে তেওঁ ভূষিত। তেওঁৰ দুই ফালে তাল আৰু ঢোল বজাই সহচৰী আছে। জোঙা শিলপট্টৰ শীৰ্ষত কীৰ্তিমুখ আৰু বিদ্যাধৰৰ মূৰ্তি পৰম্পৰাগতভাৱে দেখুৱা হৈছে। ইয়াত তেওঁৰ বাহন নাই। মূৰ্তিটোৰ উপস্থাপন সুন্দৰ আৰু পাল শৈলীৰ প্ৰভাৱ বিদ্যমান।

**কাৰ্তিকেয় ঃ** গণেশৰ ভ্ৰাতৃ কাৰ্তিকেয়ৰ বৰ্ণনা মহাভাৰত, বৃহৎ সংহিতা, বিষ্ণু ধৰ্মোত্তৰ, অংশুমন্তেদাগম, উত্তৰ কামিকাগম আৰু দক্ষিণ ভাৰতীয় গ্ৰন্থত পোৱা যায়। অসমত কেইটামানহে কাৰ্তিকেয়ৰ মূৰ্তি উদ্ধাৰ হৈছে। ইয়াত উদ্ধাৰ হোৱা কাৰ্তিকেয়ৰ মূৰ্তি অৰ্ধপৰীক্ষামন মহাৰাজলীলাসন আৰু বাহনৰ ওপৰত বহি ভৰি দুখন দুইফালে ওলমাই ৰখা হিচাপে পোৱা যায়। তেওঁৰ এখন হাতত থাকে আযধ শূল।

**বৈষ্ণৱ মূৰ্তি ঃ** ব্ৰাহ্মাণ্য ত্ৰিদেৱতাৰ ধাৰণাত ব্ৰহ্মা, বিষ্ণু আৰু শিৱ ক্ৰমে সৃষ্টি, পালন আৰু সংহাৰ কাৰ্যৰ সৈতে জড়িত। ইয়াৰ ভিতৰত বিষ্ণুক বেছি প্ৰভাৱশালী বুলি ধৰা হয়। বৰাহ আৰু অগ্নিপুৰাণত বিষ্ণুৰ দশ অৱতাৰৰ তালিকা আছে। বিষ্ণুক উপাসনা কৰা হয় 'চতুৰ্বিংশতি মূৰ্তিষ' অৰ্থাৎ ২৪ টা ৰূপত। এই ২৪ টা ৰূপৰ মূৰ্তিত বিষ্ণু চতুৰ্ভুজ, একেধৰণে স্থানক ভঙ্গীত পদ্মপীঠৰ ওপৰত দণ্ডায়মান। কিৰাট মুকুট আৰু অলঙ্কাৰ আৰু বস্ত্ৰৰে তেওঁ ভূষিত। হাতত থকা আয়ুধ শঙ্খ, চক্ৰ গদা আৰু পদ্ম, ক্ৰম অনুযায়ী তেওঁক ভিন্ন ৰূপ বুলি ধৰা হয়।

মহাভাৰত, বৃহৎ সংহিতা, মৎস্য পুৰাণ, বৈখানমাগমবিষ্ণু ধৰ্মোত্তৰ, নৰসিংহ পুৰাণ আৰু কালিকা পুৰাণত বিষ্ণু মূৰ্তিৰ বৰ্ণনা দিয়া আছে।

বিষ্ণুৰ তিনি প্ৰকাৰৰ মূৰ্তি যেনে- স্থানক, আমন আৰু

শয়ন মূৰ্তি। স্থানক প্ৰকাৰৰ মূৰ্তিৰ ভিতৰত দেওপানীত উদ্ধাৰ হোৱা মূৰ্তিটো গুৰুত্বপূৰ্ণ। চতুৰ্ভুজ মূৰ্তিটোৰ সন্মুখ আৰু ওপৰৰ বাওঁহাতত ক্ৰমে শঙ্খ আৰু গদা আছে। আন দুখন হাত ভগা। মূৰ্তিটোৰ পিছফালে চাৰিশাৰীযুক্ত অভিলেখ আছে। লিপিৰ ফালৰ পৰা কে.এন. দীক্ষিতে অষ্টম শতিকাৰ বুলি ঠাৱৰ কৰিছে। মূৰ্তিটো শেষ গুপ্তযুগৰ ভাস্কৰ্যৰ সৈতে মিল দেখা যায়। এইটো বিষ্ণুৰ চতুৰ্বিংশ ৰূপ বামনৰ মূৰ্তি। টিপ্প নদীত উদ্ধাৰ হোৱা বিষ্ণুৰ স্থানক মূৰ্তি, হাজোৰ নেতাই ধুবুনী ঘাটত পাহাৰত কটা বিষ্ণুৰ মূৰ্তিকে ধৰি অসমৰ বিভিন্ন অঞ্চলত একেধৰণৰ বহু সংখ্যক বিষ্ণুমূৰ্তি উদ্ধাৰ হৈছে।

এই মূৰ্তিসমূহৰ শেন ভাস্কৰ্য শৈলীৰ সৈতে মিল দেখা যায়। শেন ভাস্কৰ্য শৈলীৰ মূৰ্তি সম্বন্ধে শিৱৰাজ মূৰ্তিয়ে কৈছে যে উত্তৰ প্ৰদেশ, বিহাৰ, বঙ্গদেশত সাধাৰণতে বিষ্ণুৰ ত্ৰিভিক্ৰম ৰূপৰ মূৰ্তিত সন্মুখৰ সোঁহাতৰ পৰা ঘূৰণীয়াকৈ আয়ুধ ক্ৰমে পদ্ম, গদা, চক্ৰ আৰু শঙ্খ থাকে। বঙ্গদেশ আৰু উৰিষ্যাৰ বিষ্ণু মূৰ্তিত তিলক থাকে। দক্ষিণ ভাৰতৰ সপ্তম/অষ্টম শতিকাৰ মূৰ্তিত শিৱৰ ত্ৰিনয়নৰ নিচিনা কপালত তিলক দিয়া হৈছিল। সাধাৰণভাৱে বিহাৰ, উৰিষ্যা, বঙ্গদেশ আৰু অসম শিল্প ভাস্কৰ্যৰ ফালৰ পৰা এটা সাংস্কৃতিক মণ্ডলত অন্তৰ্ভুক্ত। অসম আৰু বঙ্গদেশ এটা গোট।

দুধনৈত উদ্ধাৰ হোৱা বিষ্ণু মূৰ্তিটো বৈশিষ্ট্যপূৰ্ণ। ইয়াত বিষ্ণু সমপদ স্থানক ভঙ্গীত দণ্ডায়মান। তেওঁৰ ওপৰৰ সোঁ আৰু বাওঁহাতত আছে ক্ৰমে শঙ্খ আৰু পদ্ম। সন্মুখৰ সোঁ আৰু বাওঁ হাত ক্ৰমে গদা দেৱী আৰু চক্ৰ পুৰুষৰ মূৰত আছে। ইয়াত আয়ুধক মানৱ ৰূপত (anthropormaphic form) দেখুওৱা হৈছে। এনেকুৱা মূৰ্তি অসমত উদ্ধাৰ হোৱা এইটোৱে একমাত্ৰ। আয়ুধক মানৱ ৰূপত দিয়াৰ প্ৰথা উদ্ভৱ হয় গুপ্ত যুগৰ পৰা। এই মূৰ্তিটো সপ্তম অষ্টম শতিকাৰ বুলি ঠাৱৰ কৰা হৈছে।

গুৱাহাটীৰ আমবাৰীত খনন কাৰ্যৰ পৰা বিষ্ণুৰ ৯টা ডাঙৰ আৰু ৪১টা ক্ষুদ্ৰ মূৰ্তি উদ্ধাৰ হৈছে। মূৰ্তিকেইটা ত্ৰয়োদশ চতুৰ্দশ শতিকাৰ বুলি অনুমান কৰা হৈছে। গুৱাহাটীৰ নৰকাসুৰ পাহাৰত উদ্ধাৰ হোৱা ধাতুৰ মূৰ্তিসমূহৰ ভিতৰত ৪টা বিষ্ণুৰ মূৰ্তি আছে। এটা মূৰ্তিৰ পাছফালে আধাৰ (frame) আছে আৰু আধাৰৰ ওপৰত ঘূৰণীয়া প্ৰভামণ্ডল দেখুওৱা হৈছে।

ডিব্ৰুগড়ৰ পৰা সংগ্ৰহ কৰা ব্ৰঞ্জৰ বিষ্ণু মূৰ্তিটোৰ হাতত আয়ুধ নাই, হাতকেইখন মুদ্ৰাত দেখুওৱা হৈছে। পীঠৰ চাৰিওটা কোণত এটাকৈ ভাটো চৰাই আছে। তেওঁৰ সোঁ আৰু বাওঁ ফালে ক্ৰমে লক্ষ্মী আৰু সৰস্বতী স্থানক ভঙ্গীত উপৱিষ্টা। লক্ষ্মীৰ হাতত চোঁৱৰ আৰু পদ্মকলি আৰু সৰস্বতীৰ হাত দুখন মুদ্ৰাত দেখুওৱা হৈছে। মূৰ্তিটো আহোম যুগৰ ভাস্কৰ্য শৈলীৰ দ্বাৰা পুষ্ট আৰু এইটো যোড়শ-সপ্তদশ শতিকাৰ বুলি ঠাৱৰ কৰা হৈছে।

**আসন মূৰ্তি ঃ** অসমত বিষ্ণুৰ আসন ভঙ্গীত থকা মূৰ্তি কেইটামান উদ্ধাৰ হৈছে। অসম ৰাজ্যিক সংগ্ৰহালয়ত থকা কলাচিষ্ট শিলত কটা বিষ্ণুৰ মূৰ্তিটো আকৰ্ষণীয়। ইয়াত তেওঁ পদ্মপীঠৰ ওপৰত যোগাসন ভঙ্গীত উপৱিষ্ট। সন্মুখৰ হাত দুখন যোগ মুদ্ৰাত, ওপৰৰ সোঁ হাত ভগা, বাওঁহাতত গদা আছে। তেওঁৰ পাছফালে ঘূৰণীয়া প্ৰভামণ্ডলে মূৰ্তিটো আগুৰি আছে। এই প্ৰভামণ্ডলৰ চাৰিটা কোণত সোঁফালৰ তলৰ পৰা ক্ৰমে গণেশ, মহিষমৰ্দিনী, ব্ৰহ্মা আৰু শিৱৰ মূৰ্তি আছে। ইয়াত বিষ্ণুক মধ্যত ৰাখি তেওঁৰ প্ৰতিভা ব্যক্ত কৰা হৈছে।

গুৱাহাটীৰ শুক্ৰেশ্বৰ ঘাটত পাহাৰত কটা বিষ্ণুৰ মূৰ্তিটো বজ্ৰপৰীক্ষামন ভঙ্গীত উপৱিষ্ট। তেওঁৰ হাতত আছে আয়ুধ, সন্মুখৰ সোঁহাতৰ পৰা ক্ৰমে শঙ্খ, পদ্ম, গদা আৰু চক্ৰ। মূৰ্তিটোৰ বাওঁফালে শিৱ আৰু মহিষমৰ্দিনী আৰু সোঁফালে সূৰ্য আৰু গণেশৰ মূৰ্তি আছে। ইয়াত পঞ্চদেৱতাৰ ধাৰণাটো উপস্থাপন কৰা হৈছে আৰু বিষ্ণুক মাজত ৰাখি পঞ্চদেৱতাৰ ভিতৰত বিষ্ণুৰ প্ৰাধান্য দেখুওৱা হৈছে।

বিষ্ণুৰ একমাত্ৰ শয়ন মূৰ্তিটো অশ্বক্ৰান্তত আছে। এই মূৰ্তিটো আহোম যুগৰ।

**বিষ্ণুৰ অৱতাৰ ঃ** বিষ্ণুৰ দশাৱতাৰৰ মূৰ্তি মৎস্য, কুৰ্ম, বৰাহ, নৰসিংহ, বামণ, পৰশুৰাম, বলৰাম, বুদ্ধ আৰু কল্কীৰ মূৰ্তি অসমত উদ্ধাৰ হৈছে। দশাৱতাৰৰ মূৰ্তি স্তম্ভ, দ্বাৰশাখা আৰু পাহাৰত কটা পোৱা যায়। অসমত বৰাহ, নৰসিংহ আৰু বামণৰ স্বয়ং প্ৰধান মূৰ্তি বহুকেইটা উদ্ধাৰ হৈছে।

**বৰাহ ঃ** শিৱসাগৰত উদ্ধাৰ হোৱা বৰাহ অৱতাৰৰ স্বয়ং প্ৰধান মূৰ্তিটো গ্ৰেনাইট শিলত কটা। চতুৰ্ভুজ মূৰ্তিটোৰ মুখখন বৰাহ আৰু শৰীৰ মানৱাকৃতিৰ। ওপৰৰ সোঁ আৰু বাওঁহাতত আছে আয়ুধ ক্ৰমে চক্ৰ আৰু গদা, সন্মুখৰ সোঁহাতেৰে ভূদেৱীক (পৃথিৱীদেৱী) ওপৰলৈ তুলি ধৰিছে। সন্মুখৰ বাওঁহাত কট্যৱলম্বিত ভঙ্গীত দেখুৱা হৈছে। ইয়াত তেওঁ আলীঢ় ভঙ্গীত দণ্ডায়মান; (বাওঁ ভৰি চিধাকৈ আৰু সোঁ ভৰি আদিশেষ সৰ্পৰ নেজডাল মেৰুৱাই থকা কঁধৰাৰ ওপৰত)

**নৰসিংহ ঃ** গ্ৰেনাইট শিলত কটা নৰসিংহৰ মূৰ্তি এটা দেওপানীত উদ্ধাৰ হৈছে। ইয়াত তেওঁৰ মুখখন সিংহৰ আৰু শৰীৰ মানৱাকৃতিৰ। দ্বিভুজৰ মূৰ্তিটো সম্পদ স্থানক ভঙ্গীত দণ্ডায়মান। তেওঁৰ সোঁ হাতত ফল, বাওঁহাতত থকা আয়ুধ অস্পষ্ট। মূৰ্তিটোত সিংহৰ কেশৰ স্পষ্টকৈ দেখুওৱা হৈছে। অসমত উদ্ধাৰ হোৱা এই ৰূপৰ এইটো দুষ্প্ৰাপ্য মূৰ্তি। এনেকুৱা একে ধৰণৰ মূৰ্তি মধ্যপ্ৰদেশৰ এৰান, তিগাৱা আৰু গোৱালিয়ৰত উদ্ধাৰ হৈছে। মূৰ্তিটো সপ্তম শতিকাৰ বুলি ঠাৱৰ কৰা হৈছে।

অসমত বহুকেইটা নৰসিংহৰ মূৰ্তি উদ্ধাৰ হৈছে। অসম ৰাজ্যিক সংগ্ৰহালয়ত থকা এটা নৰসিংহৰ মূৰ্তিত হিৰণ্যকশিপুক বধ কৰা দৃশ্যত দেখুওৱা হৈছে, সোঁ ভৰিখনত ভৰ দি স্থানক ভঙ্গীত দণ্ডায়মান, বাওঁ ভৰিখন সমান্তৰালভাৱে ভাঁজ লগাই সোঁ আঁঠুলৈ বাওঁ ভৰিৰ আঙুলিৰে স্পৰ্শ কৰি আছে। হিৰণ্যকশিপুক তেওঁৰ কোলাত পথালিকৈ ধৰি সন্মুখৰ হাত দুখনেৰে উদৰ ফলা দেখুওৱা হৈছে। ইয়াত প্ৰেত এটাই মূৰত পাত্ৰ এটা লৈ নৰসিংহৰ ভৰিৰ মাজত আসন ভঙ্গীত আছে। যাতে অসুৰজনক বধ কৰোতে ওলোৱা তেজ পাত্ৰটোত পৰে। এনেকুৱা ৰূপ দিয়া নৰসিংহৰ মূৰ্তি বিৰল।

**বামন ঃ** দেওপানীত উদ্ধাৰ হোৱা বামন অৱতাৰৰ মূৰ্তিটো বচাল্ট শিলত কটা। দ্বিভুজৰ মূৰ্তিটো সমপদ স্থানক ভঙ্গীত পদ্মপীঠৰ ওপৰত দণ্ডায়মান তেওঁৰ সোঁহাতত আছে অক্ষমালা আৰু বাওঁ হাতত কমণ্ডলু। তেওঁ কুণ্ডল, হাৰ উপবীত আৰু কটিবস্ত্ৰ হিচাপে স্বচ্ছ ধুতি পৰিধান কৰিছে। তেওঁৰ উদৰ স্পষ্টভাৱে দেখুওৱা হৈছে।

**লক্ষ্মী ঃ** সমুদ্ৰ মন্থনত লক্ষ্মী ওলাই আহি বিষ্ণুৰ পত্নী হিচাপে পাণি গ্ৰহণ কৰে। গ্ৰেনাইট শিলত কটা লক্ষ্মীমূৰ্তি এটা ৰাজ্যিক সংগ্ৰহালয়ত আছে। দ্বিভুজৰ মূৰ্তিটো পদ্মপীঠৰ ওপৰত ত্ৰিভঙ্গ স্থানক ভঙ্গীত দণ্ডায়মানা। তেওঁৰ সোঁ হাতত পদ্ম আৰু বাওঁ হাত কটিহস্ত মুদ্ৰাত দেখুৱা হৈছে।

**গজলক্ষ্মী ঃ** লক্ষ্মীৰ অষ্টৰূপৰ ভিতৰত এটা ৰূপ হৈছে গজলক্ষ্মী। অসমত গজলক্ষ্মীৰ মূৰ্তি কেইবাটাও উদ্ধাৰ হৈছে। পদ্মপীঠৰ ওপৰত তেওঁ ললিতাসন ভঙ্গীত উপবিষ্টা। তেওঁৰ দুইফালে থকা হস্তীয়ে শুঁৰেৰে ধৰি ঘটৰ পৰা পানী ঢালি দেৱীক স্নান কৰাই থকা হিচাপে ৰূপ দিয়া হৈছে।

**সৰস্বতী ঃ** অসমত সৰস্বতীৰ মূৰ্তি কেইবাটাও উদ্ধাৰ হৈছে। ৰাজ্যিক সংগ্ৰহালয়ত থকা সৰস্বতী মূৰ্তিটোত দেৱী ত্ৰিভঙ্গ স্থানক ভঙ্গীত দণ্ডায়মানা। তেওঁ দুহাতেৰে বীণা ধৰি আছে। মূৰৰ মুকুটৰ সলনি ধুনীয়াকৈ সজোৱা কেশবন্ধ ইয়াত দেখুওৱা হৈছে।

**সূৰ্যমূৰ্তি ঃ** সৌৰ দেৱতা সকলৰ ভিতৰত সূৰ্য হৈছে মুখ্য দেৱতা। অতি প্ৰাচীন কালৰে পৰা ভাৰতত সূৰ্য উপাসনাৰ প্ৰচলন আছিল। সূৰ্যৰ স্থানক আৰু আসন এই দুই প্ৰকাৰৰ মূৰ্তি অসমত উদ্ধাৰ হৈছে।

**স্থানক মূৰ্তি ঃ** সূৰ্যৰ স্থানক প্ৰকাৰৰ বহু মূৰ্তি অসমত উদ্ধাৰ হৈছে। ডবকাত উদ্ধাৰ হোৱা সূৰ্য মূৰ্তিত তেওঁ সমপদ স্থানক ভঙ্গীত পদ্মপীঠৰ ওপৰত দণ্ডায়মান। তেওঁৰ দুই হাতত আছে পদ্ম; অলঙ্কাৰ আৰু বস্ত্ৰৰে তেওঁ ভূষিত। তেওঁৰ গাত উদাত্য বেশ (উত্তৰ ভাৰতীয় কোট-কঞ্চুক) আৰু ভৰিত বুট জোতা আছে। তেওঁৰ সোঁ আৰু বাওফালে ক্ৰমে নিক্ষুভা আৰু ৰাজ্ঞা; হাতত আছে চোৱৰ আৰু স্থানক ভঙ্গীত দণ্ডায়মান। একেবাৰে সোঁ আৰু বাওঁ দাঁতিত ক্ৰমে পিঙ্গল আৰু দণ্ড স্থানক ভঙ্গীত উপবিষ্ট। পিঙ্গলৰ হাতত আছে কলম আৰু মুখত দাড়ি আৰু দণ্ডৰ হাতত দণ্ড। নিক্ষুভা আৰু ৰাজ্ঞাৰ সন্মুখত উষা আৰু প্ৰত্যুষা- ক্ৰমে আলিঢ় আৰু প্ৰত্যালীঢ় (ধনুকাঁড় মৰা) ভঙ্গীত ৰূপ দিয়া হৈছে। সূৰ্যৰ ভৰিৰ সন্মুখত থকা ক্ষুদ্ৰ নাৰী মূৰ্তিটো পৃথিৱী বা ভূদেৱীৰ; তেওঁৰ সোঁহাত অভয় মুদ্ৰাত আৰু বাওঁহাত তললৈ ওলমি আছে। পৃথিৱী দেৱীৰ সন্মুখত অৰুণ; সপ্ত অশ্বই টনা এটা চক্ৰৰ ৰথৰ চালক অৰুণে ৰথত আসন ভঙ্গীত উপবিষ্ট।

জোঙা শিলপট্টৰ শীৰ্ষত কীৰ্তিমুখ আৰু বিদ্যাধৰৰ মূৰ্তি আছে। সূৰ্যৰ মূৰৰ পাছফালে প্ৰভা আছে আৰু শিলপট্টৰ দুই দাঁতি অলঙ্কৃত। গুৱাহাটীৰ আমবাৰীত চাৰিটা ডাঙৰ আৰু ২৪ টা ক্ষুদ্ৰ সূৰ্য দেৱতাৰ মূৰ্তি উদ্ধাৰ হৈছে।

ৰথবিহীন সূৰ্যৰ মূৰ্তিও বহুকেইটা অসমত উদ্ধাৰ হৈছে। মদন কামদেৱত সাতটা এনেকুৱা মূৰ্তি পোৱা গৈছে।

**আসন মূৰ্তি :** অসমত সূৰ্যৰ আসন ভঙ্গীত থকা মূৰ্তি বিৰল। শদিয়া আৰু মহামায়া থানত এইবিধৰ দুটা মূৰ্তি উদ্ধাৰ হৈছে।

**নৱগ্ৰহ আৰু দ্বাদশ আদিত্য :** বেদত আদিত্যৰ উল্লেখ আছে। শতপথ ব্ৰাহ্মণ আৰু প্ৰাচীন গ্ৰন্থত আদিত্যসকলৰ উল্লেখ পোৱা যায়। দ্বাদশ আদিত্যৰ সৈতে গ্ৰহসমূহৰ উপাসনা কৰা হয়। নৱগ্ৰহৰ মূৰ্তি মধ্য যুগৰ মন্দিৰৰ শিৰপট্টিত দিয়া দেখা যায়। অষ্টম-নৱম শতিকাৰ ভুবনেশ্বৰৰ মন্দিৰ সমূহতো নৱগ্ৰহৰ মূৰ্তি পোৱা যায়।

অসমত উদ্ধাৰ হোৱা শিৰপট্টিত ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ মূৰ্তিৰ সৈতে নৱগ্ৰহৰ মূৰ্তি পোৱা যায়। সূৰ্য পাহাৰত উদ্ধাৰ হোৱা এটা ঘূৰণীয়া শিলপট্টিত দ্বাদশ আদিত্যৰ মূৰ্তি আছে। আদিত্য চক্ৰৰ কেন্দ্ৰত কাশ্যপ বা প্ৰজাপতি অৰ্থাৎ ব্ৰহ্মা; ব্ৰহ্মাক আগুৰি দ্বাদশ আদিত্য ক্ৰমে ধাতৃ, মিত্ৰ, অৰ্থমন, ৰুদ্ৰ, বৰুণ, সূৰ্য, ভগ, বিৰস্বান, পুশাণ, সবিতৃ, ত্বস্ত্ৰ আৰু বিষ্ণু আছে। এইটো অসমত উদ্ধাৰ হোৱা একমাত্ৰ দ্বাদশ আদিত্যৰ ৰূপ দিয়া আদিত্য চক্ৰৰ শিলপট্টি। এইটো দশম শতিকাৰ।

**ব্ৰহ্মা :** ব্ৰহ্মা হৈছে হিন্দু ত্ৰিনীতিৰ প্ৰথম দেৱতা। ব্ৰহ্মাৰ ক্ষুদ্ৰ মূৰ্তি শিৰপট্টি আৰু স্তম্ভত পোৱা যায়। বহু শিৰপট্টিত শিৱ আৰু বিষ্ণুৰ সৈতে ব্ৰহ্মাৰ মূৰ্তি উদ্ধাৰ হৈছে। ব্ৰহ্মাৰ স্বয়ং প্ৰধান মূৰ্তি এটা তেজপুৰৰ বৰপুখুৰী পাৰত, এটা ঢেকীয়াজুলিৰ ভগা মন্দিৰ গাঁৱত আৰু এটা আন ঠাইত উদ্ধাৰ হৈছে।

প্ৰথমটোত ব্ৰহ্মা পদ্মপীঠত ললিতাসন ভঙ্গীত উপবিষ্ট। চতুৰ্ভুজ মূৰ্তিটোৰ হাত ভগা, মুখত দাড়ি আৰু উদৰ স্পষ্ট। তেওঁৰ সোঁ আৰু বাওঁফালে ক্ৰমে সাবিত্ৰী আৰু সৰস্বতী পদ্মপীঠত ললিতাসন ভঙ্গীত উপবিষ্টা। আসনৰ তলত তেওঁৰ বাহন ৰাজহংস আৰু মূৰৰ পাছফালে প্ৰভামণ্ডল আছে। জোঙা শিলপট্টিৰ শীৰ্ষত ললিতাসন ভঙ্গীত থকা পাঁচটা ক্ষুদ্ৰ ঋষিৰ মূৰ্তি আৰু মূৰ্তিৰ তলত দুই দাঁতিত দুটা চৰাই আছে। এনেকুৱাকৈ ঋষিৰ মূৰ্তি ললিতাসন ভঙ্গীত থকা বঙ্গদেশৰ শেন ভাস্কৰ্য শৈলীত প্ৰচলিত।

দ্বিতীয় মূৰ্তিটোত ব্ৰহ্মা স্থানক ভঙ্গীত দণ্ডায়মান। চতুৰ্ভুজ মূৰ্তিটোৰ চাৰিখন মুখৰ তিনিখন বিদ্যমান। তেওঁৰ হাতত আছে আয়ুধ ক্ৰমে অক্ষমালা, শ্ৰুৱ, শ্ৰুক আৰু কমণ্ডলু।

**শক্তিদেৱীৰ মূৰ্তি :** বিশ্বজনীন মাতৃ পৰৱৰ্তী যুগত শক্তি উপাসনালৈ ৰূপান্তৰ হয়। মহাকাব্য আৰু পুৰাণ যুগত শক্তি উপাসনাই বিশেষ স্থান লাভ কৰে।

**মহিষমৰ্দিনী :** মহিষমৰ্দিনী হৈছে দুৰ্গাৰ এটি উগ্ৰ ৰূপ। মাৰ্কণ্ডেয় পুৰাণৰ দেৱী মাহাত্ম্যত আৰু ব্ৰহ্মাণ্ড পুৰাণত মহিষমৰ্দিনী ৰূপৰ বৰ্ণনা আছে। মৎস্য পুৰাণ, কালিকা পুৰাণ আদি গ্ৰন্থতো দুৰ্গাৰ বৰ্ণনা পোৱা যায়।।

ভাৰতত মহিষমৰ্দিনীৰ মূৰ্তি বৰ জনপ্ৰিয়। অসমত মহিষমৰ্দিনীৰ মূৰ্তি শিলপট্টিত আৰু পাহাৰত কটা পোৱা যায়। অসমৰ বিভিন্ন স্থানত মহিষমৰ্দিনীৰ স্বয়ং প্ৰধান মূৰ্তি পোৱা গৈছে। অসমত উদ্ধাৰ হোৱা মূৰ্তিসমূহ মূলতে দশভুজৰ। অৱশ্যে চতুৰ্ভুজা, অষ্টভুজা, ষোড়শভুজা আৰু অষ্টদশভুজা মূৰ্তিও উদ্ধাৰ হৈছে। গুৱাহাটীৰ আমবাৰীত ৬৪টা দশভুজা মহিষমৰ্দিনীৰ ক্ষুদ্ৰ মূৰ্তি আৰু এটা ষোড়শ ভুজা মূৰ্তি উদ্ধাৰ হৈছে। অসম আৰু বঙ্গদেশত দশভুজা মহিষমৰ্দিনীৰ মূৰ্তিহে জনপ্ৰিয়।

অসমত উদ্ধাৰ হোৱা দশভুজাৰ মূৰ্তিসমূহত দেৱী অতিভঙ্গ স্থানক ভঙ্গীত দণ্ডায়মানা। তেওঁৰ সোঁ ভৰি সিংহৰ পিঠিত আৰু বাওঁ ভৰি মহিষৰ ওপৰত থাকে। তেওঁৰ হাতত থাকে আযধ ক্ৰমে শূল, চক্ৰ, টঙ্কা, বাণ, খৰ্গ, ঢাল, ধনু, পৰশু, অঙ্কুশ আৰু অসুৰৰ কেশবন্ধ। তেওঁ বস্ত্ৰ আৰু অলঙ্কাৰেৰে ভূষিতা। কটিবস্ত্ৰ হিচাপে শাৰী পৰিধান কৰে। তেওঁ শূলপাট অসুৰৰ বুকুত বহুৱাই দিয়া দেখুওৱা হয়। মহিষাসুৰে শিৰচ্ছেদ কৰা মহিষৰ (ম'হ) ডিঙিৰ পৰা ওলাই আহি দেৱীৰ সৈতে তৰোৱালেৰে যুদ্ধ কৰা দেখুৱা হয়। অসুৰজনৰ এখন ভৰি মহিষৰ ডিঙিৰ ভিতৰতে থাকে। দেৱীয়ে অসুৰৰ কেশবন্ধ হাতেৰে টানি ধৰাত মূৰটো হালি থাকে। মহিষৰ কটা মূৰটো সিংহ আৰু অসুৰৰ মাজত

অধিষ্ঠানত থাকে। জোণ্ডা শিলপট্টিৰ শীৰ্ষত কীৰ্তিমুখৰ ৰূপ দিয়া দেখা যায়।

এনেকুৰা মূৰ্তি হাজো, সিদ্ধেশ্বৰী মন্দিৰ, উলুবাৰী/গুৱাহাটী, ঢেকীয়াজুলিকে ধৰি বহু ঠাইত আছে।

**দুৰ্গা ঃ** শক্তিদেৱীৰ এটা শান্ত ৰূপ হৈছে দুৰ্গা। এনেকুৱা শান্ত ৰূপৰ দুৰ্গাৰ মূৰ্তি এটা দেওপানীত উদ্ধাৰ হৈছে। গ্ৰেনাইট শিলত কটা চতুৰ্ভুজা দেৱী দুৰ্গা সমপদ স্থানক ভঙ্গীত দণ্ডায়মানা। তেওঁৰ হাতত আছে আয়ুধ ক্ৰমে পদ্ম, শূল, চক্ৰ আৰু শঙ্খ। ইয়াত দেৱী ত্ৰিনয়না। তেওঁ কৰণ্ড মুকুট আৰু অলঙ্কাৰেৰে ভূষিতা। পৰিধান কৰিছে কটিবস্ত্ৰ হিচাপে চুটি শাৰী, তেওঁৰ দুই ফালে অঞ্জলি হস্ত মুদ্ৰাত দুজনী নাৰী মূৰ্তি স্থানক ভঙ্গীত দণ্ডায়মানা। ইয়াৰ ওপৰত গণেশ আৰু কাৰ্তিকেয়ৰ মূৰ্তিৰ ৰূপ দিয়া আছে। দেৱীৰ মূৰৰ পাছফালে প্ৰভামণ্ডল আছে। এনেকুৱা দেৱীৰ শান্ত ৰূপৰ মূৰ্তি ডিমাপুৰ আৰু কামাখ্যাত দেখা যায়।

**সিংহবাহিনী দুৰ্গা ঃ** দুৰ্গাৰ বাহন সিংহৰ পিঠিত আসন ভঙ্গীত থকা মূৰ্তি দুষ্প্ৰাপ্য। ৰাজ্যিক সংগ্ৰহালয়ত থকা একমাত্ৰ মূৰ্তিটোত দেৱীয়ে পাৰ্শ্বৰূপত সিংহৰ পিঠিত আসন ভঙ্গীত উপবিষ্টা। চতুভুজা মূৰ্তিটোৰ হাতত আছে আয়ুধ ক্ৰমে খৰ্গ, অস্পষ্ট, শূল আৰু ঢাল। মূৰ্তিটো নৱম শতিকাৰ যেন অনুমান হয়।

**মহাকালী ঃ** শক্তিদেৱীৰ এটা ৰূপ হৈছে মহাকালী। মহালক্ষ্মীয়ে মহাকালীৰ ৰূপ ধাৰণ কৰে। মাৰ্কাণ্ডেয় পুৰাণত চণ্ডী অংশত মহাকালী মূৰ্তিৰ বৰ্ণনা আছে। তেওঁ চতুভুজা, হাতত আছে আয়ুধ ক্ৰমে খৰ্গ, কপাল, মুণ্ড আৰু খেটক।

দেওপানীত উদ্ধাৰ হোৱা মহাকালীৰ মূৰ্তিটো চতুভুজা, সমপদ স্থানক ভঙ্গীত পদ্মপীঠত দণ্ডায়মানা। তেওঁৰ হাতত আছে আয়ুধ ক্ৰমে ৱৰদমুদ্ৰা, খৰ্গ, খেটক আৰু মুণ্ড। তেওঁ পৰিধান কৰিছে মুণ্ডমালা। তেওঁৰ দুয়োফালে নাৰী মূৰ্তি দুটাই স্থানক ভঙ্গীত দণ্ডায়মানা।

ডবকাত উদ্ধাৰ হোৱা মহাকালীৰ ভগ্ন মূৰ্তিটোত দেৱীয়ে প্ৰেতাত্মাৰ ওপৰত উপবিষ্টা।

**চামুণ্ডা ঃ** দুৰ্গাৰ ভয়ঙ্কৰ ৰূপ হৈছে চামুণ্ডা। দেৱী মাহাত্ম্যত চামুণ্ডা মূৰ্তিৰ বৰ্ণনা দিয়া আছে। মৎস্য পুৰাণ, অগ্নি পুৰাণ, বিষ্ণু ধৰ্মোত্তৰ, পূৰ্ব কাৰণাগাম, অংশুমন্তোদাগম আদিত চামুণ্ডাৰ বৰ্ণনা আছে।

ন-নাথ থানত উদ্ধাৰ হোৱা কলাচিষ্ট শিলত কটা চামুণ্ডাৰ মূৰ্তিত দেৱীয়ে প্ৰেতাত্মাৰ ওপৰত মহাৰাজ লীলাসন ভঙ্গীত উপবিষ্ট। চতুভুজা মূৰ্তিটোৰ হাতত আছে আয়ুধ ক্ৰমে অস্পষ্ট, কৰ্তিৰিকা, শূল আৰু কপাল। দেৱীৰ ভয়ঙ্কৰ ৰূপ ধাৰণত- চেহেৰা কঠোৰ, শৰীৰ বিশীৰ্ণ, উদৰ ভিতৰলৈ সোমোৱা, নাড়ী ওলোৱা, কামিহাড় স্পষ্ট, চকু গাঁতত সোমোৱা আৰু মুখ মেল খোৱা। এনেকুৱাভাৱে ৰূপ দিয়া আছে। পৰিধান কৰিছে কটিবস্ত্ৰ হিচাপে মুণ্ডমালা। তেওঁৰ ডিঙিত আছে সৰ্পমালা। তেওঁৰ সোঁ আৰু বাওঁফালে ক্ৰমে শগুন আৰু শৃগাল আছে। অধিষ্ঠানৰ তলত হাড় আৰু লাওখোলা পৰি আছে।

কামাখ্যাত চামুণ্ডাৰ তিনিটা মূৰ্তি আৰু নলবাৰীৰ পূৰ্বভাৰতীত এটা আছে। অসমত উদ্ধাৰ হোৱা চামুণ্ডাৰ মূৰ্তিসমূহ স্বয়ং প্ৰধান আৰু শিলত কটা। সাধাৰণতে চামুণ্ডাৰ মূৰ্তি সপ্তমাতৃকাৰ সৈতে ৰূপপট্টিকাতহে পোৱা যায়। দক্ষিণ ভাৰতত চামুণ্ডাৰ স্বয়ং প্ৰধান মূৰ্তি দষ্প্ৰাপ্য। বঙ্গদেশত কেইটামান উদ্ধাৰ হৈছে। ইয়াৰ পৰা অসম আৰু বঙ্গদেশত শক্তি উপাসনাৰ বহুল প্ৰচলন থকাকে সূচায়।

**ত্ৰিপুৰা ভৈৰৱী ঃ** শক্তিদেৱীৰ এটি ৰূপ ত্ৰিপুৰা ভৈৰৱী এগৰাকী তান্ত্ৰিক দেৱী। তেওঁৰ গাৰ বৰণ উজ্জ্বল আৰু ত্ৰিনয়না। মূৰত থকা ৰত্ন মুকুটত কাচি জোন খচিত। তেওঁৰ হাতত আছে আয়ুধ অক্ষমালা আৰু বিদ্যা (জ্ঞান মুদ্ৰা আৰু পুস্তক); ৱৰদ আৰু অভয় মুদ্ৰাত সন্মুখৰ হাত দুখন দেখুওৱা হৈছে।

যোগীজানত উদ্ধাৰ হোৱা ত্ৰিপুৰা ভৈৰৱীৰ মূৰ্তিটোত তেওঁ পদ্মপীঠৰ ওপৰত পদ্মাসন ভঙ্গীত উপবিষ্টা। তেওঁৰ ডিঙিত আছে মুণ্ডমালা আৰু মুণ্ডমালা আঁঠুলৈ ওলমি আছে। জোণ্ডা শিলপট্টৰ শীৰ্ষত কীৰ্তিমুখ আছে আৰু শিলপট্টৰ দাঁতি অলঙ্কৃত কৰা। দেৱীক আগুৰি চাৰিটা ভক্তৰ ক্ষুদ্ৰ মূৰ্তি দুটা অধিষ্ঠানৰ ভদ্ৰৰথৰ ওপৰত, এটা বাওঁফালৰ

প্ৰতিৰথত আৰু শেষৰটো কৰ্ণৰথত অঞ্জলি হস্ত মুদ্ৰাত দেখুওৱা হৈছে।

শিলপট্টৰ সোঁ ফালে ললিতাসন ভঙ্গীত থকা চতুৰ্ভুজা মূৰ্তি তলৰ পৰা ওপৰলৈ ক্ৰমে বৈষ্ণৱী, ভৈৰব, কাৰ্তিকেয়নী, মহা ভৈৰব আৰু ব্ৰাহ্মী, বাওঁফালে ভৈৰব, অচিনাক্ত দেৱী, ভৈৰব, চামুণ্ডা আৰু ভৈৰব। পুৰুষ দেৱতাসকল প্ৰেতাসনৰ ওপৰত আসন ভঙ্গীত উপৱিষ্ট।

মূৰ্তিটো বিতোপন আৰু গোটা, স্তনযুগল স্পষ্ট, কঁকাল চিঁচা, মূৰ্তিটোত পাল শৈলীৰ প্ৰভাৱ বিদ্যমান।

মনসা ঃ সৰ্পদেৱী মনসাৰ আন এটা নাম জৰটকাৰু। তেওঁ একে নামৰ ঋষি জৰটকৰুৰ পত্নী আৰু নাগৰাজ বাসুকীৰ ভগ্নী। তেওঁ আকৌ শিৱৰ কন্যা। বৌদ্ধধৰ্মৰ মতে তেওঁ হৈছে জাঙ্গুলী। তেওঁক আকৌ সৰস্বতীৰ সৈতে চিনাক্ত কৰা হৈছে। এটা ধ্যানত দেৱীৰ কোলাত থাকে কেঁচুৱা, স্তনযুগল ওখ আৰু দুই হাতত থাকে সৰ্প।

অসমত উদ্ধাৰ হোৱা মনসা মূৰ্তিত দেৱী পদ্মপীঠৰ ওপৰত ললিতাসন ভঙ্গীত উপৱিষ্টা। তেওঁ দ্বিভুজা সোঁহাত বৰদ মুদ্ৰাত ফল আৰু বাওঁ হাতত সৰ্প থাকে। সপ্ত ফণাৰ সৰ্পই মূৰৰ ওপৰত ছত্ৰ হিচাপে থাকে। দেৱীৰ সোঁফালে ঋষি জৰটকৰু আৰু বাঁওফালে নাগৰাজ বাসুকী থাকে।

শিলঘাটত উদ্ধাৰ হোৱা মনসা মূৰ্তিটো বৈশিষ্ট্যপূৰ্ণ। ইয়াত দেৱীয়ে পদ্মপীঠৰ ওপৰত সমপদ স্থানক ভঙ্গীত দণ্ডায়মানা। দেৱীৰ সোঁ হাত বৰদ মুদ্ৰাত এটা ফল আৰু বাওঁহাতত অস্পষ্ট আয়ুধ আছে। সহচৰী হিচাপে দুই ফালে নাৰী মূৰ্তিৰ হাতত সৰ্প আৰু পাশা আকৌ বাওঁফালৰ মূৰ্তিটোৰ হাতত আছে বীণা।

শিলপট্টৰ জোঙা শীৰ্ষত কীৰ্তিমুখ আৰু নাগৰ মূৰ্তি আছে। সৰ্পৰ নেজ দেৱীৰ দুইফালে সমান্তৰালভাৱে অধিষ্ঠানলৈ বিয়পি আছে। পদ্মপীঠৰ তলত দেৱীৰ বাহন হিচাপে হস্তি (হাতী) আছে। মনসাৰ মূৰ্তিত 'নাগেন্দ্ৰ' অৰ্থাৎ হাতী থকাটো দুষ্প্ৰাপ্য। এইটো একমাত্ৰ হস্তী থকা মনসাৰ মূৰ্তি।

গঙ্গা আৰু যমুনা ঃ গঙ্গা আৰু যমুনা নদীৰ দেৱী অক্ষিমৰ পৰা উৎপত্তি। গঙ্গা আৰু যমুনা দেৱীৰ মূৰ্তিৰ বৰ্ণনা বৈখানসাগম আৰু বিষ্ণু ধৰ্মোত্তৰত পোৱা যায়। ভাৰতীয় স্থাপত্যৰ পৰম্পৰা অনুসৰি অসমতো মন্দিৰৰ দ্বাৰত গঙ্গা আৰু যমুনাৰ মূৰ্তিৰ ৰূপ দিয়া হৈছিল।

দ-পৰ্বতীয়াৰ দ্বাৰশাখাৰ তলৰ অংশত গঙ্গা আৰু যমুনাৰ মূৰ্তি ভাস্কৰ্যত ৰূপ দিয়া আছে। তেওঁলোকে দুই হাতত এধাৰি মালা লৈ ত্ৰিভঙ্গ স্থানক ভঙ্গীত দণ্ডায়মানা। দেৱীৰ মূৰৰ পাছফালে প্ৰভামণ্ডলী আছে। দুটা হংস (মঙ্গল বিহগা) দেৱীৰ ফালে উৰন্ত ৰূপত দেখুৱা হৈছে।

তেজপুৰৰ মাজগাঁওত গঙ্গা আৰু যমুনাৰ মূৰ্তি দ্বাৰশাখাত ৰূপ দিয়া পোৱা যায়। গুৱাহাটীৰ আমবাৰীত গঙ্গা আৰু যমুনাৰ স্বয়ং প্ৰধান মূৰ্তি দুটা উদ্ধাৰ হৈছে। মূৰ্তি দুটাৰ বৈশিষ্ট্য হৈছে গঙ্গা মকৰৰ (ঘঁৰিয়াল) ওপৰত স্থানক ভঙ্গীত দণ্ডায়মানা আৰু দেৱীৰ মূৰত তিনিটা ফণাৰ সৰ্পৰ মুকুট। যমুনাই কচ্ছপৰ (কাছৰ) ওপৰত স্থানক ভঙ্গীত দণ্ডায়মানা আৰু তেওঁৰ মূৰত এটা ফণাৰ সৰ্পৰ মুকুট আছে। মূৰ্তি দুটা ত্ৰয়োদশ/চতুৰ্দশ শতিকাৰ বুলি ঠাৱৰ কৰা হৈছে।

অন্যান্য মূৰ্তি ঃ ইয়াৰ ভিতৰত দিকপালৰ নাম উল্লেখ কৰিব পাৰি। পৌৰাণিক আখ্যানৰ মতে বিশ্ব ব্ৰহ্মাণ্ডৰ অষ্টকোণৰ গৰাকী হিচাপে একোজন দেৱতা থাকে আৰু তেওঁলোকক দিকপাল বোলা হয়। তেওঁলোক হৈছে,

(ক) ইন্দ্ৰ-পূবত, (খ) অগ্নি- দক্ষিণ পূবত, (গ) যম- দক্ষিণত, (ঘ) নিৰ্ঋতি- দক্ষিণ পশ্চিমত, (ঙ) বৰুণ- পশ্চিমত, (চ) বায়ু- উত্তৰ পশ্চিমত, (ছ) কুবেৰ- উত্তৰত আৰু (জ) ঈশাণ- উত্তৰ পূবত।

অসমত দিকপালৰ ভিতৰত ইন্দ্ৰ, অগ্নি আৰু কুবেৰৰ মূৰ্তি মন্দিৰৰ ৰূপপট্টিকাত পোৱা যায়। ইন্দ্ৰৰ স্বয়ং প্ৰধান মূৰ্তিও উদ্ধাৰ হৈছে।

পাণ্ডুঘাট পাহাৰত কটা ইন্দ্ৰৰ মূৰ্তি এটা দেখা যায়। ইয়াত ইন্দ্ৰ দেৱতা সমপদ স্থানক ভঙ্গীত দণ্ডায়মান। তেওঁৰ সোঁ আৰু বাওঁ হাতত আছে আয়ুধ ক্ৰমে বজ্ৰ আৰু পদ্ম। পীঠৰ তলত তেওঁৰ বাহন ঐৰাৱত আছে। মূৰ্তিটোৰ ওপৰত কীৰ্তিমুখ আৰু বিদ্যাধৰৰ মূৰ্তি আছে।

**ইন্দ্ৰৰ ব্ৰঞ্জৰ** মূৰ্তি এটা নৰকাসুৰ পাহাৰত উদ্ধাৰ হৈছে। ইয়াত তেওঁ ঐৰাৱতৰ ওপৰত আসন ভঙ্গীত উপৱিষ্ট। ইন্দ্ৰৰ বাহন ঐৰাৱত পদ্মপীঠৰ ওপৰত স্থানক ভঙ্গীত আছে।

ইন্দ্ৰৰ পাছফালে অলঙ্কৃত আধাৰ আৰু মূৰৰ পাছফালে প্ৰভামণ্ডল আছে। প্ৰভামণ্ডলৰ ওপৰত ছত্ৰ আছে। মূৰ্তিটো সুন্দৰভাৱে অলঙ্কৃত, যিটো পাল যুগৰ ব্ৰঞ্জৰ মূৰ্তিৰ বৈশিষ্ট্য। মূৰ্তিটো দশম একাদশ শতিকাৰ বুলি ঠাৱৰ কৰা হৈছে।

**কুবেৰ ঃ** কুবেৰৰ মূৰ্তি এটা কাৰ্বি আংলং জিলাত উদ্ধাৰ হৈছে। গ্ৰেনাইট শিলত কটা মূৰ্তিটোত তেওঁ মহাৰাজলীলাসন ভঙ্গীত উপৱিষ্ট। তেওঁৰ সোঁ আৰু বাওঁ হাতত আছে ক্ৰমে পাত্ৰ আৰু ধনকোষ।

**অগ্নি ঃ** শিৱসাগৰত উদ্ধাৰ হোৱা অগ্নিৰ মূৰ্তিটো স্থানক ভঙ্গীত দণ্ডায়মান। তেওঁৰ সোঁ আৰু বাওঁ হাতত আছে ক্ৰমে কমণ্ডলু আৰু ত্ৰিদণ্ড। তেওঁৰ মুখত দীঘল দাড়ি আছে আৰু পৰিধান কৰিছে উপৱীত আৰু কপিন। ইয়াত তেওঁৰ বাহন ছাগলী নাই।

আমবাৰীত উদ্ধাৰ হোৱা অগ্নিৰ মূৰ্তিটোত তেওঁৰ সহচৰী হিচাপে পত্নী শ্বাহা আৰু স্বধা আছে।

**কামদেৱ ঃ** প্ৰেমৰ দেৱতা কামদেৱক মহাভাৰত, মৎস্য পুৰাণ, বিষ্ণু ধৰ্মোত্তৰ আৰু শিল্প ৰত্নত বৰ্ণনা কৰা হৈছে। দক্ষিণ ভাৰতত কামদেৱৰ মূৰ্তি পোৱা যায়। উত্তৰ আৰু পূব ভাৰতত কামদেৱৰ মূৰ্তি বিৰল। শিৱসাগৰত উদ্ধাৰ হোৱা মূৰ্তিত তেওঁ দ্বিভঙ্গ স্থানক ভঙ্গীত দণ্ডায়মান। তেওঁ দুই হাতেৰে মৃণালৰ কাঁড় এপাট ধৰি আছে। বাওঁ বাহুৰ মাজত ধনুখন থিয়কৈ আছে।

**ঋষি (মুনি) ঃ** অসমত ঋষি (মুনি)ৰ মূৰ্তি কেইবাটাও উদ্ধাৰ হৈছে। শিৱসাগৰত উদ্ধাৰ হোৱা মূৰ্তিটোত মুনিজনে সমপদ স্থানক ভঙ্গীত দণ্ডায়মান। সোঁ আৰু বাওঁ হাতত আছে ক্ৰমে কমণ্ডলু আৰু ত্ৰিদণ্ড। তেওঁৰ মূৰত জঁটা আৰু পৰিধান কৰিছে উপৱীত আৰু কপিন।

গুৱাহাটীৰ আমবাৰীত খননৰ পৰা কেইবাটাও মুনিৰ মূৰ্তি উদ্ধাৰ হৈছে।

**বৌদ্ধ মূৰ্তি ঃ** অসমত মূলতে ব্ৰাহ্মণ্য ধৰ্মীয় দেৱতাৰ মূৰ্তি পোৱা যায়। বৌদ্ধধৰ্মৰ মূৰ্তি কেইটামানহে উদ্ধাৰ হৈছে। বৌদ্ধধৰ্মৰ মূৰ্তিৰ ভিতৰত গুৱাহাটীৰ উজান বজাৰত দুটা বুদ্ধৰ মূৰ্তি উদ্ধাৰ হৈছে। শৈল মূৰ্তিটো যোগাসন ভঙ্গীত পদ্মপীঠৰ ওপৰত উপৱিষ্ট। তেওঁৰ হাত দুখন যোগ ব্যাখ্যান মুদ্ৰাত আছে। তেওঁ উত্তৰীয় আৰু কটিবস্ত্ৰ হিচাপে ধুতী পৰিধান কৰিছে। মূৰৰ পাছফালে প্ৰভামণ্ডল আছে।

দ্বিতীয়টো মৃন্ময় ভাস্কৰ্যত ৰূপ দিয়া চৈত্য খিৰিকীৰ ভিতৰত বুদ্ধ যোগাসন ভঙ্গীত উপৱিষ্ট। তেওঁৰ মূৰৰ ওপৰত মন্দিৰৰ শিখৰৰ চানেকী ৰূপ দিয়া আছে। তেওঁৰ সোঁহাত ভূমিস্পৰ্শ মুদ্ৰাত দেখুওৱা হৈছে। মূৰ্তিটোৰ তলৰ অংশত মহাযান পন্থাৰ অভিলেখ আছে।

গোৱালপাৰা জিলাৰ পাগলাটেকৰ ওচৰৰ বৰভিঠাৰ শ্ৰীনৃপেন্দ্ৰ নাৰায়ণ দাসৰ পুখুৰীৰ পৰা মৃন্ময় ভাস্কৰ্যৰ ৰূপ দিয়া বহুকেইটা বুদ্ধৰ মূৰ্তি উদ্ধাৰ কৰা হৈছে। ভূমিস্পৰ্শ মুদ্ৰাত পদ্মপীঠৰ ওপৰত পদ্মাসন ভঙ্গীত থকা.বুদ্ধ মূৰ্তিকেইটা লানিকৈ দুটা শাৰীত আছে। একেধৰণে মৃন্ময় ভাস্কৰ্যত ৰূপ দিয়া বুদ্ধমূৰ্তি ৰাজ্যিক সংগ্ৰহালয়ত আছে। এই মূৰ্তিবোৰ ছাপ মৰা। এনেকুৱা মৃন্ময় ভাস্কৰ্য পাল শৈলীত জনপ্ৰিয়।

বুদ্ধৰ শৈল মূৰ্তি এটা ৰাজ্যিক সংগ্ৰহালয়ত আছে। ইয়াত বুদ্ধ বজ্ৰাসন ভঙ্গীত উপৱিষ্ট আৰু হাত সমাধি মুদ্ৰাত দেখুওৱা হৈছে। নৰকাসুৰ পাহাৰত উদ্ধাৰ হোৱা তাৰাৰ ব্ৰঞ্জৰ মূৰ্তিটোত দেৱী পদ্মপীঠৰ ওপৰত ললিতাসন ভঙ্গীত উপৱিষ্ট। তেওঁৰ সোঁ হাত বৰদ মুদ্ৰাত আৰু বাওঁ হাত অভয় মুদ্ৰাত মৃণালৰ সৈতে পদুম ধৰি আছে।

ব্ৰঞ্জৰ চুণ্ডাৰ মূৰ্তি একে ঠাইতে উদ্ধাৰ হৈছে। অষ্টভূজৰ মূৰ্তিটোৰ সম্মুখৰ হাত দুখন অঞ্জলি হস্ত মুদ্ৰাত, ওপৰৰ দুখন হাত যোগাসন মুদ্ৰাত, তৃতীয় শাৰীৰ সোঁহাত বৰদ মুদ্ৰাত আৰু বাওঁ হাতৰ আয়ুধ অস্পষ্ট, চতুৰ্থ শাৰীৰ সোঁ আৰু বাওঁ হাতত আছে ক্ৰমে পদ্ম আৰু পুস্তক।

শোণিতপুৰ জিলাৰ প্ৰতাপগড় চাহ বাগিচাত উদ্ধাৰ হোৱা শৈল তাৰাৰ মূৰ্তিটোত দেৱীয়ে পদ্মপীঠত ললিতাসন ভঙ্গীত উপৱিষ্ট। নৰকাসুৰ পাহাৰত এটা জাঙ্গুলী তাৰাৰ ব্ৰঞ্জৰ মূৰ্তি উদ্ধাৰ হৈছে। ইয়াত তেওঁ দ্বিভঙ্গ স্থানক ভঙ্গীত

পদ্মপীঠৰ ওপৰত দণ্ডায়মানত। তেওঁৰ সোঁহাত বৰদ মুদ্ৰাত আৰু বাওঁ হাতত আছে পদ্মৰ মৃণাল। মূৰৰ ওপৰত সৰ্পৰ ফণা ছত্ৰ হিচাপে আছে। মূৰ্তিটো পাল শৈলীৰে পুষ্ট।

ইহঁৰাত ব্ৰঞ্জৰ হাৰিতীৰ মূৰ্তি এটা উদ্ধাৰ হৈছে। ইয়াত দেৱীৰ কোলাত কেঁচুৱা আছে। কেঁচুৱা নথকা আন এটা মূৰ্তি বসুন্ধৰা বুলি চিনাক্ত কৰা হৈছে। পাল শৈলীৰ আধাৰত এইটো নিৰ্মিত।

আন তিনিটা বৌদ্ধৰ মূৰ্তিও অসমত উদ্ধাৰ হৈছে। প্ৰথমটো অৱলোকিতেশ্বৰৰ মূৰ্তি নৰকাসুৰ পাহাৰত উদ্ধাৰ হৈছে। তেওঁ সিংহাসনৰ ওপৰত মহাৰাজলীলাসন ভঙ্গীত উপবিষ্ট। চতুৰ্ভুজ মূৰ্তিটোৰ হাতত আছে আয়ুধ ক্ৰমে গদা, নীলোৎপলৰ লগত পদ্ম, পদ্মকোষ আৰু চক্ৰ। আসনৰ তলত সিংহৰ মূৰ্তি আৰু মূৰৰ পাছফালে প্ৰভাৱলী আছে। দ্বিতীয় ব্ৰঞ্জৰ মূৰ্তিটাও একে ঠাইতে পোৱা গৈছে। এই মূৰ্তিটো পাল শৈলীৰে পুষ্ট।

গোৰেশ্বৰৰ ওচৰৰ ভৈৰবেশ্বৰী মন্দিৰৰ ধ্বংসাৱশেষ খনন কৰাত এটা বুদ্ধৰ শৈল মূৰ্তি উদ্ধাৰ হৈছে। মূৰ্তিটোৰ সৈতে বিষ্ণুৰ কেইবাটাও অৱতাৰৰ মূৰ্তি সেই ঠাইত পোৱা গৈছে।

অভয়াপুৰী মহাবিদ্যালয়ৰ অধ্যাপিকা সৰুযু দেৱীয়ে এটা ব্ৰঞ্জৰ বৌদ্ধ মূৰ্তি ওচৰৰ পাহাৰৰ নিজৰা এটিৰ পৰা সংগ্ৰহ কৰি মহাবিদ্যালয়ত সংৰক্ষণ কৰি ৰাখিছে।

**জৈন মূৰ্তি :** অসমত বৰ্তমানলৈ তিনিটা জৈন মূৰ্তি পোৱা গৈছে। এই তিনিওটা জৈন মূৰ্তি গোৱালপাৰা জিলাৰ সূৰ্য পাহাৰত আছে। প্ৰথম দুটা মূৰ্তি সূৰ্য পাহাৰৰ দাঁতিৰ এটা গুহাৰ বেৰত খোদিত। মূৰ্তি দুটাৰ প্ৰথমটো ঋষভনাথৰ আৰু দ্বিতীয়টো নেমিনাথৰ বুলি চিনাক্ত কৰা হৈছে।

তৃতীয় মূৰ্তিটো সূৰ্য পাহাৰৰ ওপৰৰ গুহা এটাত আছে। ইয়াত তেওঁ দ্বিদল পদ্মপীঠৰ ওপৰত পদ্মাসন ভঙ্গীত উপবিষ্ট। আসনৰ তলত এটা চক্ৰ আৰু চক্ৰৰ দুই ফালে দুটা ঋষভৰ মূৰ্তি স্থানক ভঙ্গীত দেখুওৱা হৈছে। মূৰ্তিটোৰ ওপৰত প্ৰভা আছে, এইটো নৱম-দশম শতিকাৰ যেন অনুমান হয়।

অসমত উদ্ধাৰ হোৱা মূৰ্তিসমূহৰ পৰা জানিব পাৰি যে ব্ৰাহ্মণ্য ধৰ্মই এই অঞ্চলত বিস্তাৰ লাভ কৰিলেও বৌদ্ধ ধৰ্ময়ো যথেষ্ট স্থান অধিকাৰ কৰিছিল। জৈন ধৰ্মৰ সামান্যভাৱে হ'লেও প্ৰচাৰ কাৰ্য চলাইছিল। গোৱালপাৰা জিলাৰ দাঁতিকাষৰীয়া অঞ্চল, বিশেষকৈ সূৰ্য পাহাৰ, পঞ্চৰত্ন, পাগলাটেক, যোগীঘোপাত বৌদ্ধধৰ্মৰ প্ৰভাৱ আছিল- সেই অঞ্চলত উদ্ধাৰ হোৱা গুহা, শিলত কটা বৌদ্ধস্তূপ, গাঁথনি যুক্ত বৌদ্ধ স্তূপ আৰু বৌদ্ধ বিহাৰে ইয়াৰ সাক্ষ্য বহন কৰে। আকৌ এই অঞ্চলত বৌদ্ধ সিদ্ধাচাৰ্যসকলৰ ধৰ্মীয় সাধনাৰ কেন্দ্ৰ স্থান আছিল। সূৰ্য পাহাৰ অঞ্চলত হিন্দু, বৌদ্ধ আৰু জৈন ধৰ্মৰ মিলন ক্ষেত্ৰ আছিল যে এই অঞ্চলত উদ্ধাৰ হোৱা তিনিওটা ধৰ্ম পন্থাৰ স্মৃতি চিহ্নই প্ৰমাণ কৰে।

অসমৰ ভাস্কৰ্যৰ ইতিহাস প্ৰকৃততে গুপ্ত যুগৰ পৰাহে আৰম্ভ হয়। দৈহিক গাঁথনিৰ স্বাভাৱিকতা, শাৰীৰিক লাৱণ্য, চকু-মুখৰ সুষমা আৰু এইবোৰৰ মাজেদি দেৱ-দেৱীৰ মূৰ্তিসমূহত অন্তৰ্নিহিত আধ্যাত্মিকতাৰ অভিব্যক্তি এই যুগৰ ভাস্কৰ্যৰাজিৰ বিশেষত্ব। ডিঙিত আৰু ক্ষেত্ৰ বিশেষে বাহু আৰু কুণ্ডলত ত্ৰিৱলী ৰেখাৰ অঙ্কন, এসৰীয়া মুক্তামালা অলঙ্কাৰৰ ন্যূনতা এই সময়ৰ ভাস্কৰ্যৰ আন কিছুমান বৈশিষ্ট্য। অসমত উদ্ধাৰ হোৱা গুপ্তযুগৰ শ্ৰেষ্ঠতম ভাস্কৰ্যৰ নিদৰ্শন হ'ল তেজপুৰৰ দ-পৰ্বতীয়াত থকা গুপ্তযুগৰ প্ৰৱেশদ্বাৰৰ শিলৰ চৌকাঠখন। চৌকাঠত খোদিত অন্যান্য মূৰ্তিৰ উপৰি দ্বাৰ শাখাৰ তলৰ অংশত থকা গঙ্গা আৰু যমুনাৰ মূৰ্তি দুটা উল্লেখযোগ্য। অনন্য দৈহিক লাৱণ্য সুষমা আৰু দেহ ভঙ্গীৰ ফালৰ পৰা ভাৰতৰ বিভিন্ন ঠাইত উদ্ধাৰ হোৱা সমকালীন গঙ্গা আৰু যমুনাৰ ভিতৰত এই মূৰ্তি দুটা শ্ৰেষ্ঠতম। এই শিলৰ চৌকাঠখন ষষ্ঠ শতিকাৰ শেষাৰ্ধৰ ফালে নিৰ্মিত আৰু বিহাৰৰ সাৰনাথ শৈলীৰ দ্বাৰা পৰিপুষ্ট।

অসমত উদ্ধাৰ হোৱা গুপ্ত যুগৰ আন ভাস্কৰ্যসমূহৰ ভিতৰত কাৰ্বি আংলং জিলাৰ বৰগঙ্গাত ভূতি বৰ্মনৰ দিনৰ শিলালিপিৰ ওপৰত খোদিত ত্ৰিশূলধাৰী দণ্ডায়মান দ্বাৰ পালকৰ মূৰ্তি যুগল। মূৰ্তি দুটাৰ দেহৰ গঠনৰ ফালৰ পৰা

গুপ্ত কলাৰ নিকৃষ্ট নিদৰ্শন। দুয়োটা মূৰ্তি অতি জঠৰ আৰু কলাসুলভ লালিত্যৰ লেখমানো আভাস ইয়াত নাই। এই মূৰ্তি দুটা স্থানীয় লোক কলা আৰু গুপ্তকলাৰ সংমিশ্ৰণত সম্ভৱ গঠন কৰা হৈছিল।

গুৱাহাটীৰ উমানন্দত থকা চতুৰ্ভূজা দেৱীৰ (পাৰ্বতী) মূৰ্তিটো গুপ্ত ভাস্কৰ্যৰ এক আটকধুনীয়া নিদৰ্শন। অসমত উদ্ধাৰ হোৱা গুপ্ত কালীন ভাস্কৰ্যসমূহৰ ভিতৰত এইটো আটাইতকৈ ডাঙৰ আকৃতিৰ। গোৱালপাৰা জিলাৰ দুধনৈৰ ওচৰৰ খাৰা চকলাপাৰা গাঁৱত পোৱা বিষ্ণু মূৰ্তিটো। এই মূৰ্তিটোৰ বৈশিষ্ট্য হ'ল সন্মুখৰ দুটা হাতত থকা গদা আৰু চক্ৰক আয়ুধ পুৰুষ ৰূপে অৰ্থাৎ মানবাকৃতি (চক্ৰক চক্ৰপুৰুষ আৰু গদাক গঙ্গাদেৱী ৰূপে) ৰূপায়িত কৰা হৈছে।

গুপ্ত পৰৱৰ্তী যুগৰ অৰ্থাৎ সপ্তম অষ্টম শতিকাৰ ভাস্কৰ্যসমূহত বিশেষকৈ দৈহিক গাঁথনিত গুপ্ত কলাৰ প্ৰভাৱ সম্পূৰ্ণৰূপে বিদ্যমান। অৱশ্যে পূব ভাৰতীয় ভাস্কৰ্যৰ ক্ষেত্ৰত বিশেষভাৱে প্ৰযোজ্য। ভাৰতৰ অন্যান্য ঠাইত মূৰ্তিবোৰ তুলনামূলকভাৱে লাহী আৰু দীঘলীয়া হোৱাৰ উপক্ৰম দেখা যায়। অসমত এই কালছোৱাৰ ভাস্কৰ্যৰ নমুনা ধনশিৰি উপত্যকাত ভালেখিনি পোৱা যায়। এই অঞ্চলত উদ্ধাৰ হোৱা সপ্তম-অষ্টম শতিকাৰ মূৰ্তিসমূহৰ বিহাৰৰ সম-সাময়িক কিছুমান মূৰ্তি বিশেষকৈ চেনিসাগৰত উদ্ধাৰ হোৱা ভাস্কৰ্যসমূহৰ লগত একে যেন লাগিলেও এই দুই ঠাইৰ ভাস্কৰ্যৰ মাজত কিছু পাৰ্থক্য আছে। দুয়ো ঠাইৰ মূৰ্তিসমূহ চুটি-চাপৰ আৰু হৃষ্ট-পুষ্ট আকৃতিৰ। বিহাৰৰ চেনিসাগৰৰ মূৰ্তিসমূহৰ পেট চেপেটা আৰু দৈহিক গঠন স্বাভাৱিক, মুখ ঘূৰণীয়া, নাক পোন আৰু তুলনামূলকভাৱে ডাঙৰ। মূৰ্তিসমূহৰ আয়ুধ পুৰুষ দেখা যায়। আমাৰ মূৰ্তিসমূহ অলপ পেটুৱা (উদৰ ওলোৱা), মুখ দীঘলীয়া, নাক ভাটো ঠুঁটীয়া, চকুদুটা সৰু আৰু আয়ুধ পুৰুষ নাই।

ইয়াৰ সমান্তৰালভাৱে পূব ভাৰতীয় গুপ্ত পৰৱৰ্তী শৈলীৰ মূৰ্তিও ইয়াত পোৱা যায়। এই শৈলীৰ এটা উল্লেখযোগ্য নিদৰ্শন হৈছে দেওপানীত উদ্ধাৰ হোৱা হৰিহৰৰ মূৰ্তিটো। হৰি আৰু হৰৰ যুগ্ম মূৰ্তিত সাধাৰণতে একেটা মূৰ্তিতে এফালত বিষ্ণু আৰু আন ফালত শিৱৰ মূৰ্তি ৰূপায়ণ কৰা হয়। মূৰ্তিটো গঠন কৰোতে হৰি আৰু হৰৰ মাজত এটা ৰেখাৰ দ্বাৰা পৃথক কৰা হয় অসমৰ মূৰ্তিত তেনেকুৱা ভাৱে ৰেখাৰ পৃথক কৰা দেখুওৱা নাই। ইয়াত হৰি আৰু হৰক একেটা মূৰ্তিতে ৰূপায়ণ কৰা হৈছে আৰু বিষ্ণুৰ বাওঁফালে লক্ষ্মী আৰু শিৱৰ সোঁফালে পাৰ্বতীৰ মূৰ্তি দীঘলীয়াকৈ ৰূপায়ণ কৰা হৈছে। হৰিহৰৰ মূৰ্তিৰ এনে ৰূপায়ণ অতি বিৰল। দেওপানীত উদ্ধাৰ হোৱা নৰসিংহৰ মূৰ্তিটোৰ মুখখন সিংহৰ আৰু শৰীৰ মানৱাকৃতিৰ। ইয়াত সিংহৰ কেশৰ সুন্দৰভাৱে ৰূপ দিয়া হৈছে। ইয়াত নৰসিংহ সমপদ স্থানক ভঙ্গীত দণ্ডায়মান। মূৰ্তিটোত গুপ্ত শৈলীৰ প্ৰভাৱ দেখা যায়। একে ধৰণৰ মূৰ্তি এৰাণ তিগোৱা আৰু গোৱালিয়ৰত উদ্ধাৰ হৈছে। এই মূৰ্তিটো সপ্তম শতিকাৰ।

গুপ্ত যুগৰ পৰা আৰম্ভ কৰি অষ্টম-নৱম শতিকালৈকে পূব ভাৰতত প্ৰচলিত শৈলীৰ প্ৰচলন অসমতো আছিল। অষ্টম শতিকাৰ শেষৰ ফালে বঙ্গ আৰু বিহাৰত পাল ৰাজ্য স্থাপিত হয়। গুপ্ত শৈলীৰ ওপৰত ভিত্তি কৰি এক নতুন শিল্প শৈলীৰ প্ৰৱৰ্তন হয়, পাল ৰজাসকলৰ পৃষ্ঠপোষকতাত। এই শৈলী গুপ্ত শৈলীৰেই বিৱৰ্তনৰ স্বাভাৱিক পৰিণতি। এই শিল্প শৈলীক মধ্যযুগৰ পূব ভাৰতীয় শৈলী আখ্যা দিয়া হয়। অষ্টম শতিকাৰ পৰা বিৱৰ্তিত হৈ দ্বাদশ শতিকালৈ এই শৈলী বৰ্তি থাকে। এই শৈলীক পাল শৈলী বুলি জনা যায়। পালসকলৰ পৰৱৰ্তী সেনসকলৰ সময়ত বিৱৰ্তন হলেও প্ৰকৃততে মূলৰ কোনো পৰিবৰ্তন হোৱা নাছিল। সেনসকলৰ পাছতো ত্ৰয়োদশ চতুৰ্দশ শতিকালৈ এই শৈলী ছেগা-চোৰোকাকৈ বৰ্তি থাকে।

পাল শৈলীৰ বৈশিষ্ট্য হৈছে- ইয়াৰ প্ৰভাৱলী আৰম্ভণিতে চাপাকৃতিৰ অৰ্থাৎ ওপৰৰ অংশ ধেনুভিৰীয়া আছিল। নৱম শতিকাৰ পৰা এই প্ৰভাৱলী তিনিটা ভাগত বিভক্ত হয়, যেনে- পাদদেশ- য'ত আসন আৰু তাৰ তলত পদ্ম, ভক্ত, বাহন আদি থাকে। মধ্যভাগত সিংহাসনৰ পিছৰ ওখ অংশ থাকে। এই অংশটো মকৰ আদিৰে ওপৰৰ অংশটোৰ পৰা পৃথক কৰা হয়। তৃতীয় অৰ্থাৎ ওপৰৰ অংশটো কিম্বৰ

বিদ্যাধৰ, কীৰ্তিমুখ, ফুলাম চানেকী আদি থাকে। দশম শতিকাৰ আৰম্ভণিৰ পৰা এই প্ৰভাৱলীৰ ওপৰৰ অংশ জোঙা হয় আৰু কীৰ্তিমুখৰ দুই ফালে উৰন্ত বিদ্যাধৰৰ মূৰ্তি থাকে। কেতিয়াবা আকৌ কীৰ্তিমুখৰ সলনি তাত পদুম ফুল বা বিভিন্ন ফলৰ ৰূপায়ণো হৈছিল। পিছলৈ কীৰ্তিমুখে সম্পূৰ্ণভাৱে এই ঠাই দখল কৰে। আৰম্ভণিতে এই প্ৰভাৱলীত কোনো ধৰণৰ অলঙ্কৰণ নাছিল। দশম শতিকা মানৰ পৰা ইয়াৰ অলঙ্কৰণ নাছিল। দশম শতিকা মানৰ পৰা ইয়াৰ অলঙ্কৰণ আৰম্ভ হয় আৰু দ্বাদশ শতিকাত এই অলঙ্কৰণে চূড়ান্ত ৰূপ লয়। এই সময়ত মূল মূৰ্তিৰ সলনি এই অলঙ্কৰণ সমূহে প্ৰাধান্য লাভ কৰে। একাদশ দ্বাদশ শতিকাত প্ৰভাৱলীৰ মাজৰ অংশ কাটি মূল মূৰ্তিটোক এটা পূৰ্ণাবয়বৰ ৰূপ দিয়াৰ প্ৰচেষ্টাও দেখা যায়। পাদদেশৰ ক্ষেত্ৰতো বিৱৰ্তন-পৰিৱৰ্তন চকুত পৰে; আৰম্ভণিতে এই অংশটো অধিবৃত্তাকাৰ নাইবা ত্ৰিৰথযুক্ত আছিল। দশম-একাদশ শতিকাৰ পৰা ই পঞ্চৰথযুক্ত হয় আৰু দ্বাদশ শতিকাত পঞ্চৰথযুক্ত পাদদেশৰ বাহিৰেও সপ্তৰথযুক্ত পাদদেশো দেখা যায়।

উত্তৰ ভাৰতত প্ৰচলিত ভাস্কৰ্যশৈলীৰ বৈশিষ্ট্য হৈছে ইয়াৰ প্ৰভাৱলী সাধাৰণতে চাৰিকোণীয়া আৰু ক্ষেত্ৰ বিশেষে ওপৰৰ অংশ ত্ৰিভুজাকৃতিৰ পোৱা যায়। ভালেমান উপদেৱতা, কিন্নৰ, বিদ্যাধৰ আদি দেৱ-দেৱীৰ বিভিন্ন প্ৰকাশ প্ৰভাৱলীত ৰূপায়ণ কৰা হয়। পাল ভাস্কৰ্যৰ নিচিনাকৈ ইয়াৰ প্ৰভাৱলীৰ শীৰ্ষত কীৰ্তিমুখ নাথাকে। কিছুমান মূৰ্তিৰ দুয়োকাষে দুটা দণ্ডায়মান ব্যাল (সিংহ) দেখা যায়। পাল ভাস্কৰ্যৰ দৰে পাদদেশ বা অধিস্থানত ৰথৰ সংখ্যা বাঢ়ি যায় আৰু একেদৰে সমভঙ্গৰ পৰা অতিভঙ্গলৈ মূৰ্তিৰ বিৱৰণ চকুত পৰে। আনহাতে এই দুবিধ শৈলীৰ দৈহিক অলঙ্কৰণৰ ক্ষেত্ৰত ভালেখিনি পাৰ্থক্য দেখা যায়।

নুমলীগড়ৰ ওচৰৰ দেওপাহাৰত থকা মূৰ্তিসমূহৰ মুখাবয়বৰ সাদৃশ্য আন ভাস্কৰ্যৰ লগত পোৱা নাযায়। মানুহৰ মূৰৰ শাৰী থকা এটা ৰূপ পট্টিকাত ভাস্কৰ্যৰ ৰূপ দিয়া মুখবোৰ আকৃতিত দীঘলীয়া, থুঁতৰিটো জোঙা আৰু চকু অপেক্ষাকৃতভাৱে দীঘলীয়া।

দ্বাদশ-ত্ৰয়োদশ শতিকালৈ অসমত উদ্ধাৰ হোৱা ভাস্কৰ্যসমূহ সেইবোৰ শিল্পশাস্ত্ৰসম্মত পদ্ধতিৰ আধাৰত গঢ় দিয়া হৈছিল। ইয়াৰ পিছৰ ভাস্কৰ্যসমূহ প্ৰকৃততে শিল্পশাস্ত্ৰসম্মত নহয়। নান্দনিক দিশৰ পৰা এইবোৰক লোককলা বুলিহে ক'ব পাৰি। পূৰ্বৰ মাৰ্গীয় শিল্পৰ কোনো বিশেষত্ব এইবোৰত দেখা নাযায়। এইবোৰৰ উচ্চতা ৭৫ছে.মি.ৰ পৰা ১মিটাৰৰ ভিতৰত সমানুপাতিক আৰু শৰীৰৰ বিভিন্ন অঙ্গ-প্ৰত্যঙ্গসমূহৰ আপেক্ষিক সুষমতাৰ অভাৱ আৰু শাৰীৰিক জঠৰতা এইবোৰ ভাস্কৰ্যৰ বিশেষত্ব। এই মূৰ্তিবোৰ চিনাক্ত কৰা সহজ নহয়। প্ৰাচীন শিল্পশাস্ত্ৰত নিৰ্দেশিত কোনো অনুশাসনৰ প্ৰতিফলন এইবোৰত দেখা নাযায়। ডিব্ৰুগড়ৰ ওচৰৰ খামতি ঘাটৰ কিছুমান ভাস্কৰ্য গুৱাহাটীৰ কামাখ্যা মন্দিৰৰ ভাস্কৰ্য, ন'পাহাৰত উদ্ধাৰ হোৱা ভাস্কৰ্যসমূহ, মাইবং, খাঁচপুৰ, হাফলং আদিত থকা গধুৰ শৈল ভাস্কৰ্য বিশেষকৈ জীৱ-জন্তুৰ পূৰ্ণআবয়বৰ মূৰ্তি আদি এই পৰ্যায়ত পৰে। এই মূৰ্তিসমূহ চতুৰ্দশ-পঞ্চদশ শতিকাৰ পৰা ষষ্ঠদশ-সপ্তদশ শতিকাৰ ভিতৰত খোদিত বুলি অনুমান কৰিব পাৰি। শিৱসাগৰৰ জয়দ'লৰ গাত থকা নিম্ন অৰ্ধ ভাস্কৰ্যৰ জীৱ-জন্তুৰ মূৰ্তিসমূহৰ লগত এই ভাস্কৰ্যসমূহৰ সম্পূৰ্ণ সাদৃশ্য আছে। ইয়াৰ পৰা বুজিব পাৰি এই শৈলীৰ পৰম্পৰা আহোম যুগতো বৰ্তি আছিল।

আহোম স্বৰ্গদেউসকলৰ পৃষ্ঠপোষকতাত শতাধিক দ'ল অসমৰ বিভিন্ন ঠাইত নিৰ্মাণ কৰা হয়। দ'লসমূহত ধৰ্মোত্তৰ মূৰ্তি, জীৱ-জন্তু, মৃগয়া আদিৰ মূৰ্তি দেখা যায়। এই মূৰ্তিসমূহ মূলতঃ শিল্পশাস্ত্ৰ অনুমৃত হ'লেও, কিছুমান মূৰ্তি শাস্ত্ৰনীতি বহিৰ্ভূত হোৱা কাৰণে চিনাক্তকৰণ কৰাটো সম্ভৱ নহয়। তদুপৰি এইবোৰৰ মাৰ্গীয় শিল্পৰ সুষমা লাৱণ্য আৰু পৰিপ্ৰেক্ষিতৰ সম্পূৰ্ণ অভাৱ, এই মূৰ্তিসমূহ লোককলাৰ পৰ্যায়ত পৰে। মূৰ্তি বোৰৰ নাক-মুখ বহল, ওঁঠ ডাঠ, চকু সম্পূৰ্ণৰূপে মেলখোৱা, পৰিধান কৰা বস্ত্ৰত মোগল প্ৰভাৱ বিদ্যমান। আকৌ অলঙ্কৰণৰ ক্ষেত্ৰত স্থানীয় অলঙ্কাৰৰ ব্যৱহাৰ মূৰ্তিত দেখা যায়। মূৰ্তিৰ মূৰৰ ওপৰত কেইবা

খলপীয়া তোৰণ খোদিতৰ এই মূৰ্তিসমূহৰ নাক-মুখ বহল আৰু চেপেটা হোৱাৰ মূলতে দক্ষতাৰ অভাৱকে সূচায়। অৱশ্যে এই কলা-কীৰ্তিসমূহত লোক-কলা সুলভ কমনীয়তা আৰু সৰলতা সম্পূৰ্ণৰূপে বিদ্যমান।

অসমৰ ভাস্কৰ্য শিল্প মূলতে ভাৰতীয় ভাস্কৰ্য শিল্পৰে এটা অঙ্গ। আহোম যুগত দুটা স্থানীয় শৈলীয়ে লোককলাৰ পৰ্যায়ত গঢ় লৈ উঠিছিল। এটাৰ পৃষ্ঠপোষক হ'ল কোচ কছাৰীসকল আৰু আনটোৰ আহোমসকল। অষ্টাদশ শতিকালৈ এই দুটা শৈলী প্ৰবৰ্তিত আছিল। শেষৰ ফালে জীৱ-জন্তুৰ ৰূপায়ণকে ধৰি বহু ক্ষেত্ৰত দুয়োটা শৈলী সানমিহলি হৈছিল। অষ্টাদশ শতিকাত অসমৰ শৈল ভাস্কৰ্যৰ ইতিহাসত ঘুণে ধৰে।

**প্ৰসঙ্গ গ্ৰন্থ**


1. P.K. Acharya : Manasara Architecture and Sculptures, 1933
2. Agrawal , V.S.: Studies in Indian Art 1965
3. –do- : Gupta Art, 1948
4. –do-: Indian Art, 1965
5. K.D. Bajpai: Archaeology of Uttar Pradesh, 1957
6. J.N. Banerje : Development of Hindu Iconography, 1956
7. R.D. Banerje : Eastern Indian Schrol of Mediaeval Sculptures, 1933
8. B.K. Barma : A Cultural History of Assam (Early Period) 1969
9. N.D. Choudhury: Historical Archaeology of Central Assam (From Earliest time to 12th century AD) 1985
10. A. Beal (Ir) : Travels of Yan Chuang, 1952
11. B. Bhattacharya: Indian Buddhist Iconogra phy 1958
12. P.N. Bhattach arya (Ed) : Kamarapa Sasanavali, 1931
.13. –do- : Buddhism in Assam, JARS, 1936
14. T.P. Bhattacharya : The Canons of Indian Art, 1963.
15. N.K. Bhattacharya: Iconography of the Buddhist & Brahmani cal Sculptures in Dacca Misaim 1929
16. Percy Bronn : Indian Archeology (Bud dhist & Hindu) 1956
17. P.D. Choudhury: Archaeology in Assam
18. N.P. Choudhury : Yan Chang, 1970
19. P.C. Choudhury : Archeological finds at Narakasur Hill, JARS, Voll XVI
20. –Do-: The History of Civilization of the People of Assam; 1966
21. R.D. Choudhury :The Archaeology of the Brahmaputra Valley of Assam, 1985
22. C.C. Dasgupta : Origin & Evolution of Indian Clay Seulpture, 1961
23. K.N. Dikshit : Nalanda Seal of Bhaskaravarman, JBORS, 1920
24. J. Fergusson: History of Indian & Earliest Architecture 1910
25. R.S. Gupta &: Ajanta & Ellora, 1962 B.D. Mahajan
26. S.F. Hanncy: Temples and other remains on the vicinity of Sadiya.
27. E.B. Havell: Ancient and Mediaeval Architecture of India, 1915
28. K.B. Iyer : A Short Introduction ,1918
29. S. Kataki : Kamarupa Schol of Sculp ture, JARS Vol. VIII, 1941
30. Stella, Kramrich: Indian Sculpture, 1933
31. –do-: The Hindu Temples, 1946
32.–do-: The Pala and Sena Art of Bengal, Rupam, No 37

33. -do- : The Art of India, 1955

34. Krishna Deva : The Temples of Khajuraho in Central India, A.L. No.151959

35. B.B. Lal : Indian Archaeology sincer Independence, 1964

36. R.M. Nath : The Cultural Background of Assam, 1948

37. -do- : Illegible of the Kahil and Jamuna Valleges

38. -do- : The Derpani Ruins, JARS, Vol. VIII, 1941

39. -do- : The Background of Assamese Architecture Aspects of Heritage of Assam, I.H.C. XXII, Session, Gauhati, 1959

40. K.P. Nauteyal : The Archaeology of Kumaon, 1969

41. H.D. Sankalia : The Archaeology of Gujrat 1941

42. -do- : The Univercrsity of Nalanda, 1934

43. -do- : Indian Archaeology Today, 1960

44. S.K. Saraswati : A Survey of Indian Sculp tures, 1957

45. -do- : Early Sculptures of Bengal, 1962

46. T. Walters. (Tr): On Yuan Chwang Travels in India, 1961

47. শ্ৰীগুণীন ভূঞা : অসমৰ শৈল ভাস্কৰ্য, এটি বিচাৰ, অসম সাহিত্য সভা পত্ৰিকা, ৪৪ বৰ্ষ, ১৯৮৮

48. নিশিপদ চৌধুৰী: নাগদেৱতা আৰু মনসা দেৱী, অসম সাহিত্য সভা পত্ৰিকা, ১৯৮৮

49. ৰথীন বৰঠাকুৰ : আহোম যুগৰ স্থাপত্য আৰু তাৰ নিৰ্মাণ শৈলী, অসম সাহিত্য সভা পত্ৰিকা, ১৯৮৮

50. প্ৰদীপ শৰ্মা : অসমত স্থাপত্য কলাৰ ক্ৰমবিকাশ, অসম সাহিত্য সভা পত্ৰিকা, ১৯৮৮।

## প্ৰথম অধ্যায়

# মধ্যযুগ

## অসমৰ বাৰভূঞা আৰু অন্যান্য ভূঞাসকল

ভাৰতবৰ্ষৰ পূব প্ৰান্তত অৱস্থিত অসম এখন প্ৰাচীন ৰাজ্য। মহাকাব্য, তন্ত্ৰকে আদি কৰি পুৰণি দিনৰ পুথি আৰু অসম বুৰঞ্জীৰ বিভিন্ন উপাদানসমূহত এই ৰাজ্য 'প্ৰাগজ্যোতিষ আৰু কামৰূপ' নামেও উল্লেখিত হৈছে। উত্তৰ, পূব আৰু দক্ষিণ— এই তিনিও দিশে পৰ্বতমালাই আগুৰি থকা অসমত বিভিন্ন সময়ত বিভিন্ন মানৱ-সংস্কৃতিৰ বিকাশ ঘটিছিল। মানৱ-সংস্কৃতি হৈছে বিভিন্ন কৃষ্টিৰ সমন্বয়ৰ গোট। ই ক্ৰমবিকাশবাদী আৰু প্ৰগতিশীল। উল্লেখযোগ্য যে ত্ৰয়োদশ শতিকাৰ আগভাগত বিখ্যাত 'শান' বা 'টাই' জাতিৰ লোক আহোমসকলে অসমৰ পূব অঞ্চলত ৰাজত্ব কৰিবলৈ লোৱাৰ সময়ৰে পৰা অসমত বুৰঞ্জী লিখা প্ৰথাৰ প্ৰচলন হৈছিল। আহোমসকলৰ বুৰঞ্জী মতে, প্ৰথম আহোম ৰজা চুকাফাই যেতিয়া বৰ্তমানৰ শিৱসাগৰ জিলাৰ দক্ষিণ-পূব অঞ্চলত আহোম ৰাজ্যৰ পাতনি মেলিছিল তেতিয়া এই ৰাজ্যৰ পূব দিশত মহাবাহু ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণ দুয়োপাৰ সামৰি অৱস্থান কৰিছিল চুতীয়া ৰাজ্য আৰু তেওঁলোকৰ পশ্চিমত ব্ৰহ্মপুত্ৰৰ দক্ষিণৰ বিস্তীৰ্ণ ভূভাগত বিৰাজ কৰিছিল কছাৰীসকলৰ ৰাজ্য। কছাৰী ৰাজ্যখনে দিখৌ নৈৰ পৰা প্ৰায় কলং নৈ চুইছিলগৈ। চুতীয়া ৰাজ্যৰ পশ্চিম আৰু কছাৰী ৰাজ্যৰ উত্তৰ আৰু পশ্চিমে ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণ দুয়োপাৰতে ভূঞাসকলৰ কেতবোৰ ৰাজ্য আছিল। ভূঞাসকলৰ পশ্চিমাঞ্চলত অৱস্থিত আছিল কামৰূপ কমতা বা কমতা ৰাজ্য। ১৪৯৮ খ্ৰীষ্টাব্দত বংগৰ চুলতান আলাউদ্দিন হুছেইন ছাহে কমতা ৰাজ্য আক্ৰমণ কৰি ৰজা নীলাম্বৰক পৰাজিত কৰিছিল। এই ঐতিহাসিক ঘটনাৰ বহু পূৰ্বৰে পৰাই ব্ৰহ্মপুত্ৰ উপত্যকাত ভূঞাসকলৰ প্ৰতিপত্তি বাঢ়িছিল। আহোমৰাজ চুহুংমুং দিহিঙীয়া (১৪৯৭-১৫৩৯ খ্ৰীঃ) আৰু কোচ ৰজা বিশ্বসিংহৰ (১৫১৫-১৫৪০) হাতত কঁকাল পোনাব নোৱাৰাকৈ পৰাজিত হোৱাৰ পিছত ভূঞাসকলৰ পতন ঘটে।

**ভূঞা শব্দৰ অৰ্থ ঃ** ভূঞা শব্দৰ অৰ্থ হ'ল ভূমিৰ গৰাকী বা জমিদাৰ। ভূঞা শব্দটোৱে শাসনকৰ্তাও বুজায় বাবে কোনো কোনো পণ্ডিতে ভূঞা মানে কামৰূপ বা কমতা ৰাজ্যৰ অধীনৰ সৰু সৰু ৰাজ্যৰ শাসনকৰ্তা বুলি ক'ব খোজে। ১৩শ শতিকাৰ আগৰ পৰাই মুছলমানৰ কামৰূপ আক্ৰমণৰ সুযোগ লৈ ভূঞাসকল পৰাক্ৰমী হৈ উঠি কামৰূপৰ বশ্যতা প্ৰায় অস্বীকাৰ কৰিছিল। কমতা ৰাজ্যৰ ৰজা আৰিমত্ত বা গজাকংই (১৩৬৫-১৩৮৫ খ্ৰীষ্টাব্দত) ৰাজ সিংহাসন অধিকাৰ কৰিয়েই কমতা ৰাজ্যৰ অধীনতা দলিয়াই পেলোৱা কামৰূপ ৰাজ্যৰ পূব অঞ্চলৰ ভূঞাসকলক দমন কৰিছিল বুলি জনা যায়। এই ভূঞাসকলক দমন কৰি ৰাখিবলৈকে তেওঁ কমতাপুৰত ৰাজধানী নাপাতি বৰ্তমানৰ কামৰূপ জিলাৰ অন্তৰ্গত বেতনাৰ ওচৰৰ বৈদ্যৰগড়ত ৰাজধানী পাতিছিল যেন লাগে। এই বৈদ্যৰ গড় বৰ্তমানৰ ৰঙিয়াৰ ওচৰত। গোৱালপাৰা আৰু কামৰূপ জিলাৰ ভূঞাসকলেও প্ৰায় স্বাধীনভাৱে নিজ নিজ অঞ্চলত শাসন চলাইছিল। এডৱাৰ্ড গেইটৰ মতে ভূঞা শব্দটো পাৰ্চি ভাষাৰ 'জমিদাৰ' তথা মাটিৰ মালিকৰ সংস্কৃত ৰূপ মাথোন। সংস্কৃত ভাষাত ভৌমিক শব্দটোৱেও মাটিৰ মালিক বা গৰাকীক বুজায়। সেয়ে ভূঞা শব্দৰ অৰ্থ জমিদাৰ বা মাটিৰ গৰাকী বুলি বৰ্তমানে ঐতিহাসিক বা পণ্ডিতসকল একমতত উপনীত হোৱা দেখা গৈছে। এই লোকসকল সামাজিক আৰু সামৰিক দিশতো যথেষ্ট শক্তিশালী আছিল বুলি প্ৰতীয়মান হয়। এইদৰে উচ্চমানৰ স্থান লভি তেওঁলোকে গিৰি, খাঁ বা খান, দলৈ, ৰাই আদি বিভিন্ন উপাধি গ্ৰহণ কৰিছিল যদিও

সাধাৰণতে সকলোৱে তেওঁলোকক ভূঞা বুলিয়েই অভিহিত কৰিছিল।[১] সেইবাবে ঐতিহাসিকসকলে ভাবে যে ভূঞা শব্দটোৱে কোনো জাতি বা বৰ্ণ নুবুজায়— তেওঁলোক আছিল এটা শ্ৰেণীহে। তদুপৰি, নিজে ৰজা নহৈয়ো ক্ষমতা আহৰণ কৰি যিসকলে শাসনকৰ্তাৰ ভূমিকা গ্ৰহণ কৰিছিল তেওঁলোকো ভূঞা নামেৰে পৰিচিত আছিল। পূৰ্ববাংলাৰ ইতিহাসতো এসময়ত সেইস্থানত ভূঞা তথা বাৰভূঞা নামধাৰী প্ৰতিপত্তিশালী জমিদাৰৰ অৱস্থিতিৰ বিষয়ে উল্লেখিত হৈছে।

**বাৰভূঞা ঃ** ভূঞাসকলক বাৰভূঞা বোলা হয়। কি কাৰণত এই 'বাৰ' সংখ্যাটো ব্যৱহৃত হৈছিল জনা নাযায় যদিও অসম আৰু ইয়াৰ চুবুৰীয়া ৰাজ্যসমূহত বাৰ সংখ্যাটো সঘনে ব্যৱহৃত হোৱাটো মন কৰিবলগীয়া। এডবাৰ্ড গেইটে ধাৰণা কৰে যে সম্ভৱতঃ অসম অঞ্চলৰ ৰজাসকলে বাৰজন উপদেষ্টা বা শাসনকৰ্তা নিয়োগ কৰাটো এটা নিয়ম বা দেশাচাৰত পৰিণত হৈছিল। বাৰ সংখ্যাটো বোধকৰো এটা সম্মানজনক সংখ্যা বা শব্দ হিচাপে স্বীকৃত হৈছিল আৰু ৰজাৰ পিছতে স্থান লাভ কৰা ৰাজ্যৰ প্ৰধান বিষয়াৰ নিয়োগৰ ক্ষেত্ৰটো এই সংখ্যাটোৱে সমাদৰ পাইছিল। উদাহৰণস্বৰূপে, কোচৰজা নৰনাৰায়ণৰ মন্ত্ৰী বা কাজীৰ সংখ্যা আছিল বাৰজন। সেইদৰে জয়ন্তীয়া ৰাজ্যৰ দলৈ আছিল বাৰজন। চুবুৰীয়া দেশ নেপালৰ মন্ত্ৰীৰ সংখ্যাও আছিল বাৰ। তদুপৰি বাৰ গোপাল, বাৰ বৈষ্ণৱ, বাৰ আতা আদিৰ উল্লেখে বাৰ শব্দটোৰ জনপ্ৰিয়তাৰ কথাকে সূচাইছিল। সেয়ে বোধকৰো ভূঞাসকলেও নিজকে বাৰভূঞা বুলিছিল।[২]

কামৰূপ বা কমতা ৰাজ্যৰ অধীনত থাকিলেও নিজ নিজ অঞ্চলত স্বতন্ত্ৰভাৱে শাসন চলোৱা ভূঞাসকলৰ সা-সম্পত্তি আছিল অগাধ। ধন-বল জনবলেৰে ক্ষমতাশালী হৈ উঠা ভূঞাসকলে শক্তিমন্ত আৰু প্ৰতাপী ৰজাসকলক স্বীকাৰ কৰিলেও দুৰ্বল ৰজাসকলক প্ৰায় অগ্ৰাহ্য কৰা দেখা গৈছিল। প্ৰকৃতপক্ষে ৰজাজন দুৰ্বল হ'লে ভূঞাসকলে মূৰ দাঙি উঠি নিজেই একোজন 'ৰজা' হৈ উঠিছিল। তেওঁলোকৰ নিজৰববীয়াকৈ একোখন আদালত আছিল আৰু এনে আদালতক 'কাৰখানা' বোলা হৈছিল। তেওঁলোকে পঞ্চায়তৰ সহায়ত এনে আদালতসমূহত বিচাৰ কাৰ্য সমাধা কৰিছিল যেন লাগে। অৱশ্যে ক্ষমতাপন্ন কোনো ৰজাই সিংহাসন আৰোহণ কৰিলে এনে ধৰণৰ ভূঞাসকলে আকৌ তেওঁৰ অধীনতা স্বীকাৰ কৰা দেখা গৈছিল। গতিকে দেখাত ক্ষুদ্ৰ ৰাজ্য কেতবোৰৰ তথাকথিত শাসনকৰ্তা হ'লেও এনে ভূঞাসকলৰ প্ৰায়ে উত্থান-পতন ঘটি থকা পৰিলক্ষিত হৈছিল। এনে এক পটভূমিত ১২৫৭ খ্ৰীঃত বংগদেশৰ শাসনকৰ্তা ইখতিয়াৰুদ্দিন মালিক উজবেক তুঘ্ৰিল খাঁই কামৰূপৰ ৰজাক দমন কৰিবলৈ এই ৰাজ্য আক্ৰমণ কৰিছিল। উল্লেখযোগ্য যে এইটো আছিল কামৰূপত মুছলমানৰ চতুৰ্থ আক্ৰমণ। সেইসময়ৰ কামৰূপৰ ৰজা আছিল সম্ভৱতঃ সন্ধ্যা। তুঘ্ৰিল খাঁই ৰাজধানী কামৰূপ নগৰলৈ (উত্তৰ গুৱাহাটী) আগবাঢ়ি অহাত সন্ধ্যাই ওচৰৰ পাহাৰ অঞ্চলত লুকাই আছিলগৈ। সেয়ে আক্ৰমণকাৰীজনে ৰাজধানী লণ্ডভণ্ড কৰি বহু ধন-সম্পত্তি লুটপাত কৰাৰ লগতে নিজকে কামৰূপৰ অধিপতি বুলিও ঘোষণা কৰিছিল। পিছত অৱশ্যে বাৰিষাকালত তেওঁ কামৰূপী সৈন্যৰ হাতত নিধন হৈছিল। কিন্তু এইদৰে ১৩শ শতিকাৰ প্ৰথমভাগৰ পৰাই কেইবাবাৰো মুছলমানৰ আক্ৰমণ হোৱাত সন্ধ্যাই তেওঁৰ ৰাজধানী কমতাপুৰলৈ উঠাই নিছিল। আনুমানিক ১২৬০ খ্ৰীষ্টাব্দত

** ১ The Cambridze Economic History of India ৰ Volume 1 তো এই ইংগিত দিয়া হৈছে।*

** ২ অৱশ্যে বাৰ সংখ্যা বাবে সকলো ক্ষেত্ৰতে বাৰ সংখ্যাকে বুজাইছিল বুলিও দাবী কৰিব নোৱাৰি। যেনে, 'বাৰ বিলাত' শব্দটোৱে ঠিক বাৰখন ঠাই বোধকৰো বুজোৱা নাছিল। এই শব্দটোৱে 'ভালেমান' বিলাতৰ অৱস্থিতিৰ কথাহে বুজাইছিল। সেইদৰে বহু পতি থকা মহিলাক 'বাৰে পৈয়তী' বোলা হৈছিল। অৱশ্যে বাৰ শব্দটোৰ জনপ্ৰিয়তাৰ কথাবাৰো অসত্য নহয়। আনহাতেদি ভালেমান সংখ্যা বুজাবলৈকো বাৰ শব্দটো ব্যৱহাৰ কৰা হয় যেনে বাৰে বৰণীয়া। কেতিয়াবা 'সৰহ দিন' বুজাবলৈ কোৱা হয় বাৰেওটি কাল। অসমীয়া ভাষাত ভালেকেইখন গাঁও অথবা সত্ৰ বুজাবলৈ 'বাৰখন গাঁও' বা 'বাৰেখন সত্ৰ' বহুবোৰ ভুলৰ কথা বুজাবলৈ 'বাৰপাচি ভুল' আদি শব্দৰ ব্যৱহাৰো মন কৰিবলগীয়া। উল্লেখযোগ্য যে, আধুনিক ঐতিহাসিক পণ্ডিতসকলে ভূঞা বা বাৰ ভূঞাৰ সৈতে বাৰ সংখ্যাটো জড়িত কৰাৰ কোনো ঐতিহাসিক পণ্ডিতসকলে ভূঞা বা বাৰ ভূঞাৰ সৈতে বাৰ সংখ্যাটো জড়িত কৰাৰ কোনো ঐতিহাসিক ভিত্তি আছিল বুলি বিশ্বাস নকৰে।*

এইদৰে ৰাজধানী স্থানান্তৰ কৰাত ৰাজ্যৰ পূব দিশৰ অঞ্চলসমূহ অৰ্থাৎ গোৱালপাৰা আৰু কামৰূপ কমতাত ৰজাৰ ক্ষমতা লক্ষণীয়ভাৱে হ্ৰাস পালে আৰু সুযোগ বুজি ভূঞাসকলে ক্ষমতা হস্তগত কৰা দেখা গ'ল। বৰ্তমানৰ গোৱালপাৰা জিলাৰ পৰা আৰম্ভ কৰি উত্তৰ সোৱণশিৰি আৰু দক্ষিণে নগাঁৱৰ কপিলী নৈলৈকে এতিয়া ভূঞাসকলৰ অৱস্থা জয়জয়-ময়ময় হৈ উঠিল। তেওঁলোকৰ ক্ষমতা দিনে দিনে বৃদ্ধি পালে আৰু এনেধৰণে ত্ৰয়োদশ শতিকা শেষ হৈ চতুৰ্দশ শতিকাৰ প্ৰায় মাজভাগ পালেগৈ। অনুমানিক ১৩৩০-১৩৫০ খ্ৰীঃলৈকে বিখ্যাত কমতাৰাজ দুৰ্লভ নাৰায়ণৰ ৰাজত্বকালত ভূঞাসকলে তেওঁৰ অধীনতা স্বীকাৰ কৰিবলৈ বাধ্য হোৱা দেখা গ'ল। কিন্তু ৰজাসকলৰ এনে সৌভাগ্য সৰহদিন স্থায়ী নহ'ল। দুৰ্লভ নাৰায়ণৰ পুত্ৰ ইন্দ্ৰনাৰায়ণৰ শত্ৰুৰ হাতত পতন ঘটাত ভূঞাসকল পুনৰ সক্ৰিয় হৈ উঠি পূব কামৰূপত স্বাধীনভাৱে কেতবোৰ ক্ষুদ্ৰ ৰাজ্যত শাসন কৰিবলৈ ধৰিলে। ইয়াৰ পৰৱৰ্তীকালত আৰিমত্ত বা গজাংকই (আনুমানিক ১৩৬৫-১৩৮৫ খ্ৰীঃ) কমতা ৰাজ্যৰ হিংহাসনত অধিষ্ঠিত হৈ ভূঞাসকলৰ শক্তি খৰ্ব কৰিবলৈ সমৰ্থ হৈছিল আৰু তেওঁ বৈদ্যৰগড়ত ৰাজধানী পাতিছিল। ঐতিহাসিক সৰ্বানন্দ ৰাজকুমাৰে চুতীয়া, ভূঞা আৰু মটক ৰাজ্যৰ বিষয়ে লিখা পুথিখনত আৰিমত্তই বৰ্তমানৰ তেজপুৰৰ অন্তৰ্গত মাজুলিগড় নামৰ স্থানতো ৰাজধানী স্থাপন কৰিছিল বুলি উল্লেখ কৰিছে, কিন্তু তেওঁৰ পৰৱৰ্তী ৰজাসকলে কমতাপুৰ নগৰৰ পৰা ৰাজ্য শাসন কৰিবলৈ লোৱাত পূব অঞ্চলৰ ভূঞাসকলে পুনৰ মূৰ দাঙি উঠাৰ সুযোগ লভিছিল। আৰিমত্ত ৰজাৰ বংশৰ শেষৰজন ৰজা মৃগাংক (১৪১৫-১৪৪০ খ্ৰীঃ) আছিল নিঃসন্তান আৰু সেয়ে তেওঁৰ মৃত্যুৰ পিছত 'খান' বা 'খেন' বংশই কমতা ৰাজ্যত ক্ষমতা বিস্তাৰ কৰিছিল। এইদৰে ক্ষমতালৈ অহা খান তথা খেন বংশৰ নীলধ্বজ এজন ভূঞা আছিল। তেওঁ কমতাপুৰত পুনৰ ৰাজধানী নিৰ্মাণ কৰি 'কমতেশ্বৰ' উপাধি গ্ৰহণ কৰিছিল। ইয়াৰ পৰৱৰ্তীকালত এই বংশৰ নীলাম্বৰৰ দিনত বংগৰ চুলতান আলাউদ্দিন হুছেইন ছাহে (১৪৯৩-১৫১৯ খ্ৰীঃ) পুনৰবাৰ কমতা ৰাজ্যত আক্ৰমণ চলাই (১৪৯৮ খ্ৰীঃ) ৰাজধানীত প্ৰৱেশ কৰাত নীলাম্বৰে ওচৰৰ পাহাৰীয়া অঞ্চলত লুকাই আছিলগৈ। এনে পৰিস্থিতিত কমতা ৰজাৰ অধীনস্থ ৰূপনাৰায়ণ, ঘোষাল খা, মাল কুমাৰ আৰু লক্ষ্মী নাৰায়ণকে আদি কৰি কেইবাজনো স্থানীয় ভূঞাই হুছেইন ছাহক স্বীকৃতি দিছিল। সেয়ে হুছেইন ছাহে তেওঁৰ পুত্ৰ দানিয়েলক কমতা ৰাজ্যত স্থাপন কৰি নিজে গৃহাভিমুখে যাত্ৰা কৰিছিল। কিন্তু এইদৰে হুছেইন ছাহে তেওঁৰ পুত্ৰক কমতা ৰাজ্যৰ শাসনকৰ্তা পাতি বংগলৈ উভতি যোৱাৰ কিছুদিনৰ মূৰকত স্থানীয় ভূঞা, সামন্ত, জমিদাৰ আৰু জনজাতীয় লোকে দানিয়েলক হত্যা কৰি (আনুমানিক ১৫০৩ খ্ৰীঃ) কমতা ৰাজ্যৰ বিভিন্ন স্থানত নিজ প্ৰতিপত্তি বৃদ্ধি কৰিবলৈ সমৰ্থ হৈছিল। অৱশ্যে পিছলৈ কোচসকলৰ উত্থান ঘটাত ভূঞাসকলৰ ক্ষমতা হ্ৰাস পায়।

**দুই শ্ৰেণীৰ ভূঞা ঃ** অসমত প্ৰধানকৈ দুই শ্ৰেণীৰ ভূঞা আছিল আৰু এওঁলোকৰ উৎপত্তি স্থান আছিল উত্তৰ লখিমপুৰ আৰু কমতাপুৰ। লখিমপুৰীয়া ভূঞাসকলক উজনিৰ ভূঞা আৰু কমতা ৰাজ্যৰ ভূঞাসকলক নামনিৰ ভূঞা বুলিও কোৱা হয়। এই ভূঞাসকলৰ কোনে কোন ঠাইত প্ৰভুত্ব কৰিছিল সঠিকভাৱে জনা নাযায় যদিও উজনি খণ্ডৰ ভূঞাসকলে চুতীয়া ৰাজ্যৰ পশ্চিমৰ পৰা কমতা ৰাজ্যৰ সীমালৈকে অৰ্থাৎ পূব দিশত সোৱণশিৰি নৈৰ পৰা পশ্চিমলৈ আনুমানিক বৰনদীলৈ আৰু দক্ষিণ পাৰত নগাঁৱৰ কপিলী উপত্যকাৰ ৰামপুৰত কছাৰী আৰু কমতাপুৰ ৰাজ্যৰ মাজত স্বাধীনভাৱে নিজ আধিপত্য বিস্তাৰ কৰিছিল যেন লাগে। উজনিৰ ভূঞাসকলে নিজকে কমতাৰাজ আৰিমত্তৰ মন্ত্ৰী সমুদ্ৰৰ বংশোদ্ভৱ বুলি কৈছিল। সেই মতে, আৰিমত্তৰ ৰাজ্যখন বৰ্তমানৰ দৰং জিলা পাৰ হৈ লখিমপুৰ চুইছিল যেন লাগে। আৰিমত্তৰ পুত্ৰ ৰত্নসিংহৰ পৰৱৰ্তীকালত সমুদ্ৰই যেতিয়া ৰাজকাৰ্য চলাইছিল সেই সময়ত নিশ্চয় বৰ্তমান নগাঁৱৰ উত্তৰ অংশ, দৰং জিলা আৰু লখিমপুৰ জিলাৰ পশ্চিমাংশ তেওঁৰ ৰাজ্যৰ অন্তৰ্গত আছিল। অৰ্থাৎ আৰিমত্তৰ পৰৱৰ্তী ৰজাসকলৰ দিনত মন্ত্ৰী সমুদ্ৰই তেওঁৰ ৰাজ্যৰ পূব খণ্ডৰ শাসনভাৰ নিজৰ হাতলৈ নিছিল। সমুদ্ৰই বিশ্বনাথত ৰাজধানী পাতিছিল আৰু আৰিমত্তৰ বংশৰ ৰজাসকলৰ ৰাজধানী কমতাপুৰতেই আছিল। ঐতিহাসিক নকুলচন্দ্ৰ ভূঞাৰ মতে এসময়ৰ মন্ত্ৰী সমুদ্ৰই ৰাজ্যখনত সকলো ধৰণৰ

অশান্তি, বিপ্লৱ আদি দমন কৰি ৰাজ্যখনলৈ শান্তি-শৃংখলা অনাৰ মূৰকত নিজে শাসন কৰিবলৈ লোৱাত তেওঁ 'ভূএঞা' নামেৰে জনাজাত হৈছিল। কামৰূপ বা অসমত ভূএঞা নামটোৰ গুৰি ইয়াতেই বুলি ঐতিহাসিক পণ্ডিতসকলে ভাবে।

**বাৰ ভূএঞাৰ উৎপত্তি :** বাৰভূএঞাসকলৰ উৎপত্তি সম্বন্ধে ভালেমান কাহিনী আছে। কথিত আছে যে সমুদ্ৰই সঠিকভাৱে কিমান দিন ৰাজত্ব কৰিছিল জনা নগ'লেও তেওঁৰ ৰাজত্বকাল পোন্ধৰৰ পৰা কুৰি বছৰৰ মাজত সীমাবদ্ধ আছিল যেন অনুমান হয়। তেওঁৰ পৰৱৰ্তী ৰজা আছিল তেওঁৰেই পুত্ৰ মনোহৰ। তেওঁৰ একেটি মাত্ৰ সন্তান আছিল তেওঁৰ জীয়ৰী লক্ষ্মী আৰু পিতৃৰ পিছত তেওঁ ৰাজপাটত বহিছিল। ৰাণী হোৱাৰ কালত লক্ষ্মীৰ বয়স বাৰ বা চৈধ্য বছৰহে আছিল। কিন্তু মনোহৰে ইমান নিয়াৰিকৈ শাসনত শৃংখলা লগাই থৈ গৈছিল যে অপৈণত বয়সৰ ৰাণীগৰাকীয়ে সুন্দৰভাৱে ৰাজকাৰ্য সমাধা কৰিবলৈ সক্ষম হৈছিল। আৰিমত্তৰ বংশৰ সূৰ্য নামৰ এজন কোঁৱৰৰ সৈতে লক্ষ্মীৰ বিবাহ হোৱাৰ মূৰকত তেওঁ যঁজা পুত্ৰ সন্তান লভিছিল। এই যঁজা সন্তান দুটিৰ নাম আছিল শান্তনু আৰু সামন্ত। কোনো কোনোৱে দ্বিতীয়জনৰ নাম সুমন্ত বা স্যমন্ত আছিল বুলিও কয়। বুৰঞ্জীবিদ নকুলচন্দ্ৰ ভূএঞা আৰু সৰ্বানন্দ ৰাজকুমাৰৰ মতে শান্তনু শাক্ত আৰু সামন্ত বৈষ্ণৱ আছিল।৩ কিন্তু আন দুজন প্ৰসিদ্ধ ঐতিহাসিক কনকলাল বৰুৱা আৰু এডৱাৰ্ড গেইটৰ মতে শান্তনু বৈষ্ণৱ আৰু সামন্তহে শাক্ত আছিল। এওঁলোক দুয়োজনৰে বাৰজনকৈ সন্তান জন্মিছিল বাবে এওঁলোক 'বাৰভূএঞা' নামেৰে প্ৰখ্যাত হৈ উঠিছিল। শান্তনুৰ সন্তানসকলে 'বৰ বাৰভূএঞা' আৰু সামন্তৰ সন্তানসকলে 'সৰু বাৰভূএঞা' নাম পাইছিল। কথিত আছে যে বৰ বাৰভূএঞাসকল সকলো দিশতে আগবঢ়া আছিল আৰু কালক্ৰমত তেওঁলোক অতি ক্ষমতাশালী হৈ উঠিছিল। ৰাণী লক্ষ্মীয়ে প্ৰায় চাৰি কুৰি পাঁচ বছৰ বয়সত মৃত্যুবৰণ কৰালৈকে বৰ বাৰভূএঞা আৰু সৰু বাৰভূএঞাসকল সমিলমিলেৰে আছিল। কিন্তু তেওঁৰ মৃত্যুৰ পৰৱৰ্তীকালত ধৰ্মবিশ্বাস লৈ তেওঁলোকৰ মাজত ভেদভাৱে দেখা দিয়াত সৰু বাৰভূএঞাসকলে ব্ৰহ্মপুত্ৰ নদীৰ দক্ষিণলৈ আঁতৰি আহি বৰ্তমানৰ নগাঁও জিলাৰ ৰামপুৰত ৰাজধানী পাতিলে। শান্তনুৰ বংশধৰ বৰ বাৰভূএঞাসকল পূৰ্বৰ স্থানতেই থাকিল। (এডৱাৰ্ড গেইট আৰু কনকলাল বৰুৱাৰ তথ্য মতে বৰ বাৰভূএঞাসকলেহে ৰামপুৰলৈ আহি ৰাজধানী পাতিছিল)। বৰং বাৰভূএঞাসকলে আইতাক ৰাণী লক্ষ্মীৰ নামেৰে নিজ ৰাজ্যৰ নাম লক্ষ্মীমপুৰ বুলি অভিহিত কৰিছিল। এই লক্ষ্মীমপুৰেই হ'ল বৰ্তমানৰ উত্তৰ লক্ষীমপুৰ। আজো ককাক সমুদ্ৰৰ দৰে এই বাৰভূএঞাসকলো আছিল ঘোৰ শাক্ত। এওঁলোকে শাস্ত্ৰ অধ্যয়ন কৰিছিল আৰু সংস্কৃতিসম্পন্ন লোকক অতি সমাদৰ কৰিছিল। এওঁলোকৰ ৰাজসভাত গুণী, জ্ঞানী মেধাৱী আৰু নিপুণ বিষয়াসকলৰ সমাবেশ ঘটিছিল। তেওঁলোক সামৰিক বিদ্যাতো সিদ্ধহস্ত আছিল। এওঁলোকৰ পৰাক্ৰমৰ ফলত এওঁলোকৰ চুবুৰীয়া শদিয়াৰ চুতীয়া আৰু দক্ষিণৰ কছাৰী ৰাজ্যৰ ৰজাসকলে নিজকে এই ৰাজ্যৰ পৰা আঁতৰাই ৰাখিছিল। পৰ্বতীয়া অঞ্চলৰ ভোট, অকা, ডফলা, মিৰিসকলেও বৰভূএঞাসকলৰ ওচৰত নতিস্বীকাৰ কৰিছিল।

বাৰভূএঞাসকলৰ উৎপত্তি সম্বন্ধে প্ৰচলিত আৰু এটা কাহিনী গুৰুচৰিত বা মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ জীৱন চৰিত পুথিত সন্নিবিষ্ট হৈছে। সেইমতে কমতাৰাজ দুৰ্লভ নাৰায়ণৰ গৌড়ৰ ৰজা ধৰ্মনাৰায়ণৰ যুঁজৰ অন্তত দুয়ো পক্ষৰ মাজত হোৱা সন্ধিমতে গৌড়ৰ ৰজাই দুৰ্লভ নাৰায়ণলৈ সাতঘৰ ব্ৰাহ্মণ আৰু সাতঘৰ কায়স্থ লোক প্ৰেৰণ কৰিছিল। এই সাতঘৰ কায়স্থৰ মুৰব্বীসকল আছিল শ্ৰীহৰি, শ্ৰীপতি, শ্ৰীধৰ, চিদানন্দ, সদানন্দ, হৰি তথা হৰিপাল আৰু চণ্ডীবৰ। এই সাতঘৰৰ লগতে হেনো আৰু পাঁচঘৰ কায়স্থ আহিছিল আৰু তেওঁলোকৰ মুৰব্বীসকল আছিল গান্ধৰ্ব ভূএঞা, শ্ৰীপতিদত্ত বুৰাখাঁ, লোহাবৰ আৰু চানুগিৰি। সাতঘৰ ব্ৰাহ্মণৰ মুৰব্বীসকলৰ নাম আছিল কৃষ্ণপণ্ডিত, ৰঘুপতি, ৰামবৰ, লোহাৰ, বায়ন, ধৰম আৰু মথুৰা। দুৰ্লভ নাৰায়ণে এই লোকসকলক কামৰূপৰ ভূটান পাহাৰৰ নামনিত মাটিবাৰী আৰু দাস-দাসী দি স্থাপন.কৰিছিল। এডৱাৰ্ড গেইটৰ মতে এই ভূএঞাসকলক দৰাচলতে ভূটানৰ নামনিত সীমান্ত ৰক্ষাৰ্থে

*৩ নকুলচন্দ্ৰ ভূএঞাৰ বাৰ ভূএঞাৰ চমু বুৰঞ্জীত বাৰভূএঞাসকলৰ বিষয়ে ভালেমান তথ্য সন্নিবিষ্ট হৈছে। এই পুথিৰ শান্তনু আৰু সামন্তৰ ধৰ্ম বিশ্বাসৰ তথ্য অধিকাংশ ঐতিহাসিকে সমৰ্থন কৰিছে। উল্লেখযোগ্য যে নকুলচন্দ্ৰ ভূএঞায়ে নিজেও বাৰভূএঞাৰ বংশধৰ আছিল।*

সংস্থাপিত কৰা হৈছিল। এইলোকৰ কৰ্মস্থল আছিল পৈমাগুৰি। এই ঠাইত ভূঞাসকলে এটা বান্ধ সাজি দিয়াৰ বাবে স্থানীয় লোকসকলে হেনো কৃতজ্ঞতা প্ৰকাশ কৰিছিল। এই লোকসকলৰ ভিতৰত চণ্ডীবৰ ভূঞা আছিল বুদ্ধিমন্তত জাকত জিলিকা আৰু সেয়ে গৌড়ৰ ৰজাই তেওঁক আটাইকেইঘৰ লোকৰ নেতা হিচাপে শিৰোমণি ভূঞা নাম দি পঠিয়াইছিল। চণ্ডীবৰ শিৰোমণি ভূঞা কায়স্থ আছিল আৰু তেওঁৰ ঘৰতেই মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে জন্মলাভ কৰিছিল। অৱশ্যে শংকৰদেৱৰ জন্মকালত চণ্ডীবৰ ভূঞা নগাঁৱৰ আলিপুখুৰীত বাস কৰিছিল। তেওঁ কেলেই ভূটানৰ নামনিৰ পৰা আহি নগাঁও পাইছিলহি এই বিষয়ে পুথিত লিখিছে যে পাহাৰৰ পৰা ভূটীয়াসকলে প্ৰায়ে নামনিলৈ আহি লুটপাত চলাইছিল। এবাৰ হেনো তেনে এক আক্ৰমণত ভূটীয়াসকলে চণ্ডীবৰৰ পুতেককে ধৰি ভালেমান লোকক ধৰি নিছিল। চণ্ডীবৰ ভূঞা আৰু অন্যান্যসকলে বন্দীকেইজনক মোকলাই আনিছিল যদিও সেইস্থানত থাকিবলৈ নিবিচাৰিলে আৰু ব্ৰহ্মপুত্ৰ পাৰ হৈ নগাঁৱৰ আলিপুখুৰী অঞ্চলত বসতি স্থাপন কৰিছিলহি।

ভূঞাসকলৰ আঁতিগুৰি সম্বন্ধে গামাথা বংশাৱলীত আন এটা তথ্যহে পৰিৱেশিত হৈছে। এই তথ্যমতে, কামৰূপলৈ অহা ভূঞাসকল আছিল কনৌজৰ অধিবাসী। মুছলমানসকলে কনৌজ আক্ৰমণ কৰি ব্ৰাহ্মণ হত্যাৰ লগতে গো বধ কৰিবলৈ ধৰাত তেওঁলোকৰ বহুতে হেনো প্ৰাণ লৈ গৌড় ৰাজ্যত সোমাইছিলহি। কিন্তু পৰৱৰ্তীকালত গৌড় ৰাজ্যখনো মুছলমানৰ হাতলৈ যোৱাত এই লোকসকলে কামৰূপ-কমতা তথা কমতা ৰাজ্যত আশ্ৰয় লৈছিলহি। এওঁলোকে কামৰূপ ৰাজ্যতো মুছলমানৰ আক্ৰমণ ঘটাত একগোট হৈ সেই আক্ৰমণ প্ৰতিহত কৰিছিল। তেওঁলোকৰ ভিতৰত এজনক শিৰোমণি ভূঞা খিতাপ দি তেওঁলোকে নেতা নিৰ্বাচন কৰিছিল। শিৰোমণি ভূঞাজনৰ আন এটা নাম আছিল গামাথা। ভূঞাসকলে গামাথাক দলপতি হিচাপে স্বীকাৰ কৰি তেওঁৰ আদেশ মতে চলিছিল। গামাথা বংশাৱলীৰ দ্বাৰা পৰিৱেশিত এই তথ্যটো একেষাৰতে অসত্য বুলিবও নোৱাৰি। দৰাচলতে ভূঞাসকলে এফালে কৃষকৰ সৈতে বন্ধুত্বপূৰ্ণ সম্বন্ধ ৰাখিছিল আৰু আনহাতে সুযোগ পালেই ৰজাকো প্ৰত্যাহ্বান জনাব পৰাকৈ নিজকে সাজু ৰাখিবলৈ বিচাৰিছিল। এনে ভূঞাসকলৰ কোনো কোনোৱে স্ব-ইচ্ছাই ৰজা, ছোটৰজা গামাথা বা শিৰোমণি, সমাজপতি আদি উপাধি লৈছিল। এনে ভূঞাসকল যথেষ্ট ক্ষমতাশালী হৈ উঠিছিল যদিও পিছলৈ অসমৰ পূবে আহোম ৰাজ্য আৰু পশ্চিমত কোচ ৰাজ্যই ঠন ধৰি উঠাত তেওঁলোকৰ উচ্চাকাংক্ষা নিজেই দমন কৰিবলগীয়াত পৰিছিল। কাৰণ ভালেমান মুছলমান ঐতিহাসিকেও গৌড়ৰ পৰা বহু হিন্দু পৰিয়াল আহি কামৰূপত আশ্ৰয় লোৱা কথাষাৰ সমৰ্থন কৰে। এই লোকসকলে গৌড়ৰ পূৰ্বে কনৌজতো হয়তো থাকিব পাৰে। এই কনৌজীয়া পুমুৱাসকলে গৌড়ত পুনৰবাৰ মুছলমানৰ আক্ৰমণৰ বলি হৈ কমতাপুৰলৈ উঠি আহিবও পাৰে। তেওঁলোকে কমতাপুৰৰ ওচৰত যিখন ঠাইত বাস কৰিছিল সেই ঠাইখনৰ নাম থৈছিল কনৌজপুৰ, ৰামচৰণ ঠাকুৰৰ গুৰুচৰিত পুথিখনেও কনৌজপুৰত থকা ভূঞাসকলে দলবদ্ধ হৈ মুছলমান আক্ৰমণকাৰীসকলক প্ৰত্যাহ্বান জনোৱাৰ কথা সমৰ্থন কৰিছে। এনেদৰে আক্ৰমণকাৰীসকলক প্ৰতিৰোধ কৰিবলৈ আগবঢ়া ভূঞাসকলৰ দলত চণ্ডীবৰ ভূঞাৰ পিতৃ লণ্ডাদেৱো আছিল বুলি জনা যায়। গুৰুচৰিত মতে, লণ্ডাদেৱক এই প্ৰতিৰোধৰ বাবে কমতা ৰজাই আদেশ দিছিল। উল্লেখযোগ্য যে সেই সময়ত কমতা ৰাজ্যৰ কোনো কোনো ৰজাক 'গৌড়েশ্বৰ' উপাধি ধাৰণ কৰা দেখা গৈছিল। গৌড়েশ্বৰ উপাধিটো সেইকালত এক অতি সম্মানসূচক উপাধি হোৱাৰ বাবে ৰামচৰণ ঠাকুৰে কমতেশ্বৰক গৌড়েশ্বৰ বুলি উল্লেখ কৰা দেখা গৈছে। প্ৰসিদ্ধ মুছলমান ঐতিহাসিক মিনহাজ উদ্দিনৰ দ্বাৰা ৰচিত 'তবাকৎ-ই-নাছিৰি' পুথিখনৰ মতেও বখতিয়াৰে গৌড় আক্ৰমণ কৰাত বহু ব্ৰাহ্মণ আৰু অন্যান্য হিন্দু পৰিয়ালে ততাতৈয়াকৈ সেই ৰাজ্য এৰি কামৰূপ আৰু জগন্নাথলৈ (উৰিষ্যা) পলায়ন কৰিছিল, সেয়ে, মুছলমানৰ আক্ৰমণৰ ফলত গৌড়দেশৰ পৰা কেতবোৰ লোক কামৰূপলৈ আহিবও পাৰে আৰু কমতা ৰজা দুৰ্লভ নাৰায়ণে তেওঁলোকক ভূটান পাহাৰৰ নামনিত বসতি কৰিবলৈকো দিব পাৰে। কিন্তু কমতেশ্বৰ দুৰ্লভ নাৰায়ণৰ অনুৰোধক্ৰমে গৌড়াধিপতি ধৰ্মনাৰায়ণে এই ভূঞাসকলক অসমলৈ পঠিয়াইছিল বুলি

পৰিবেশিত তথ্যটো মানি ল'বলৈ সৰহসংখ্যক আধুনিক ঐতিহাসিকে অস্বীকাৰ কৰিছে। নামনি অসমত দুর্লভ নাৰায়ণেহে কায়স্থ আৰু ব্ৰাহ্মণ ভূঞাসকলক সংস্থাপিত কৰিছিল বুলি কৰা দাবীটোও সত্য নহয়। কিয়নো দুর্লভ নাৰায়ণৰ বহু পূর্বৰে পৰা কামৰূপত ভূঞাসকলৰ অৱস্থিতিৰ প্রমাণৰ অভাব নাই। উদাহৰণ স্বৰূপে দুর্লভ নাৰায়ণলৈ কামৰূপত আনুমানিক ১৩৩০ খ্ৰীষ্টাব্দত ধর্মনাৰায়ণে দিয়া পৰিয়ালকেইটা সংস্থাপন কৰা বুলি কোৱা হয়। কিন্তু ১৩২৯ খ্ৰীঃত পুৰুষোত্তম দাসৰ বাউতকুছি দানপত্ৰত এই বুলি স্পষ্টভাৱে লিখা আছে যে তেওঁৰ পিতৃ জয়দেৱ আৰু ককাদেউতাক বাসুদেৱ কমতাৰাজ্যৰ অধীশ্বৰৰ তলতীয়া সামন্ত তথা জমিদাৰ আছিল। একেদৰে স্বনামধন্য ঐতিহাসিক ছাৰ যদুনাথ চৰকাৰৰ দ্বাৰা পৰিবেশিত তথ্য মতে ১২২৭ খ্ৰীঃত জিয়াউদ্দিন ইয়াজে কামৰূপ আক্ৰমণ কৰাৰ কালত তেওঁক ভালেমান ভূঞাই প্ৰত্যাহ্বান জনাইছিল। সেইদৰে লক্ষীমপুৰৰ ভূঞাসকলে মন্ত্ৰী সমুদ্ৰৰ বংশধৰ বুলি যি প্ৰাচীনত্বৰ দাবী কৰিবলৈ প্ৰয়াস পাইছে তেনে প্ৰাচীনত্ব কামৰূপৰ থলুৱা জমিদাৰৰ ক্ষেত্ৰতো প্ৰযোজ্য বুলি দাবী কৰিব পাৰি। তদুপৰি অসমৰ বৈষ্ণৱ গুৰু শ্ৰীমন্ত শংকৰদেৱৰ পূর্বপুৰুষ কায়স্থ ভূঞাসকলৰ সৈতে লখিমপুৰৰ ভূঞাসকলৰ যি সম্পর্ক স্থাপন কৰা হৈছে সেই সম্পর্কটোও অধিক সংখ্যক ঐতিহাসিকে মনে গঢ়া বুলি মত প্রকাশ কৰিছে।

ভূঞাসকল নিঃসন্দেহে যথেষ্ট চহকী আৰু প্ৰতিপত্তিশালী আছিল। ব্ৰহ্মপুত্ৰ উপত্যকাত এনে ভালেমান শক্তিশালী ভূঞাই বসবাস কৰিছিল। ৰজাৰ পৰা মাটি আৰু মাটি চহ কৰিবলৈ বনুৱা লাভ কৰা ভূঞাসকলে ৰাজশক্তি অলপ দুর্বল হোৱা যেন পালেই মূৰ দাঙি উঠাটো এটা সাধাৰণ ঘটনাত পৰিণত হৈছিল। জনজাতীয় কৰতলীয়া ৰজাসকল, তেওঁলোকৰ অধীনস্থ ক্ষমতাশালী বিষয়াসকল, পুৰণি শাসন ব্যৱস্থা মতে থকা উচ্চ শ্ৰেণীৰ বিষয়া বা তেওঁলোকৰ বংশধৰসকল, কনৌজপুৰীয়া কায়স্থ আদিক লৈ ভূঞা শ্ৰেণীটো গঠিত হৈছিল। কিন্তু ভূঞাসকল কেৱল কায়স্থ আছিল বুলিলে ভুল হ'ব। কাৰণত অসমত ব্ৰাহ্মণ ভূঞাও আছিল। দৰং ৰাজ বংশাৱলীতো ব্ৰাহ্মণ ভূঞাৰ বিষয়ে উল্লেখ আছে। তদুপৰি বংগৰ পৰা কৰ অহা সাতটা কায়স্থ পৰিয়ালৰ পৰা ভূঞাসকল উদ্ভৱ হৈছিল বোলা কথাষাৰ মানিবলৈকো টান। বৰং অসমৰ স্থানীয় লোকৰ উত্তৰণ হৈ ভূঞাসকলৰ উৎপত্তি ঘটিছিল বোলা কথাষাৰহে যুক্তিযুক্ত। ৰজাসকলৰ ক্ষমতা বৃদ্ধি হ'লে এই ভূঞাসকলে তেওঁলোকৰ তলতীয়া হ'বলৈ ইতস্ততঃ নকৰিছিল। বাহিৰা শত্ৰুক প্ৰতিৰোধ কৰিবলৈ এওঁলোকে ঐক্যবদ্ধভাৱে প্রচেষ্টা কৰা দৃষ্টান্তও বিৰল নাছিল। কিন্তু আৱশ্যক অনুভৱ কৰিলে নিজ নিজ ক্ষমতা বা মাটিৰ সীমা বিস্তাৰ কৰিবলৈ এওঁলোকে নিজৰ ভিতৰতে ক্ষমতাৰ দ্বন্দ্বত অৱতীর্ণ হোৱাটোও আছিল এক সাধাৰণ ঘটনাস্বৰূপ।

মধ্যযুগৰ ব্ৰহ্মপুত্ৰ উপত্যকাত সামন্তীয় শাসনৰ উত্থান আৰু বিস্তৃতিৰ ক্ষেত্ৰত ভূঞাসকলৰ অৰিহণা আছিল সীমাহীন। তেওঁলোকে নিজ নিজ এলেকাত খাজনা সংগ্ৰহ কৰি একো একোটা কোষ স্থাপন কৰিছিল। তেওঁলোকৰ নিজস্ব সৈন্যদল আছিল। প্ৰয়োজনবোধে সমূহীয়া প্ৰতিৰক্ষাৰ স্বাৰ্থত তেওঁলোকে ৰজাসকলকো সৈন্য যোগান ধৰিছিল। আৰ্থিকভাৱে অতি সচ্ছল হোৱাৰ বাবে ভূঞাসকলে বেহা-বেপাৰৰ ক্ষেত্ৰতো আগভাগ ল'বলৈ সক্ষম হৈছিল। তেওঁলোকৰ প্ৰত্যেকৰে ভালেমান বনুৱা, লগুৱা-লিকচৌ, দাস-দাসী আদি থকাৰ বাবে খেতিবাতিৰ ক্ষেত্ৰতো তেওঁলোকে সফলতা লাভ কৰিছিল। তেওঁলোকে খেতি পথাৰলৈ পানী যোগানৰ সুব্যৱস্থা কৰাৰ উপৰি আলি আৰু মথাউৰি বান্ধি জনকল্যাণৰ প্ৰতি তেওঁলোকৰ সজাগতা সম্বন্ধে ইংগিত দিছিল। ক্ষমতাশালী ভূঞাসকলে শিক্ষা-দীক্ষাৰ ক্ষেত্ৰতো যথেষ্ট পৃষ্ঠপোষকতা আগবঢ়াইছিল। ভূঞাসকলে নিজেও যথেষ্ট অধ্যয়ন কৰাৰ লগতে সাহিত্য, শিল্প আদিৰ শ্ৰীবৃদ্ধিৰ বাবেও অহোপুৰুষাৰ্থ কৰা দৃষ্টিগোচৰ হৈছিল। অসমত নৱ বৈষ্ণৱ আন্দোলনৰ গুৰি ধৰোতা শ্ৰীমন্ত শংকৰদেৱৰ অসমীয়া ভাষা কৃষ্টিৰ বিকাশৰ ক্ষেত্ৰত আগবঢ়োৱা অৱদান সর্বজনবিদিত। এইজন মহাপুৰুষো আছিল এজন অতিশয় প্ৰতিভাবান ভূঞা।

শ্ৰীমন্ত শংকৰদেৱে ভাগৱত পুৰাণৰ অনুবাদত নিজ বংশ পৰিচয় দিওঁতে নিজকে বাৰভূঞা পৰিয়ালৰ বুলি কৈছে। তেওঁ তেওঁৰ পিতৃ কুসুম্বৰক ভৌমিক, ককাদেউতা সূর্যবৰক মহা-বৰ দেশধাৰ আৰু আজোককাক ৰাজধৰক মন্ত্ৰগ্ৰামেশ্বৰ

বুলি উল্লেখ কৰিছে। এইবোৰ খিতাপ ব্যৱহাৰৰ পৰা এইটোৱেই প্ৰমাণিত হয় যে তেওঁৰ পূৰ্বপুৰুষসকল নেতা স্থানীয় ভূঞা তথা শিৰোমণি ভূঞা আছিল। তেওঁলোক কেতিয়াবা দলীয় নেতা নাইবা কেবাখনো গাঁৱৰ ভূঞাসকলৰ মুখ্য নেতা অথবা কেইবাখনো গাঁৱৰ মুখীয়াল নেতা আছিল। কামৰূপ বুৰঞ্জীমতে কেইবাখনো গাঁৱৰ সমষ্টিৰে একো একোটা চকলা গঠিত হৈছিল। প্ৰত্যেকটো চকলাত একোজনকৈ ভুনা বা ৰজা আছিল। এডৱাৰ্ড গেইটে কিন্তু স্পষ্টভাৱে কৈছে যে অসমৰ ভূঞাসকলৰ সৈতে উত্তৰ প্ৰদেশৰ বা বিহাৰৰ ভুঁইহাৰ তথা বাভনসকলৰ সৈতে অসমৰ ভূঞাসকলৰ কোনো সম্বন্ধ নাই। তদুপৰি ওপৰত উল্লেখ কৰাৰ দৰে অসমৰ সকলোবোৰ ভূঞা কায়স্থ নাছিল। কোচ ইতিহাসত ব্ৰাহ্মণ আৰু দৈৱজ্ঞ ভূঞাৰ বিষয়ে উল্লেখ আছে। পুৰণি অসমীয়া সাহিত্যতো ব্ৰাহ্মণ ভূঞাৰ বিষয়ে উল্লেখ পোৱা যায়। হৰিহৰ বিপ্ৰও আছিল এজন 'গ্ৰামেশ্বৰ' বা ভূঞা। সেইদৰে বংগৰ বাৰভূঞাসকলৰ মাজত মুছলমান, বাৰেন্দ্ৰ ব্ৰাহ্মণ নাইবা বসু, গুহ, সুৰ আদি উপাধিধাৰী কায়স্থ লোকো আছে। আবুল ফজলৰ আকবৰনামা আৰু আইন-ই-আকবৰীতো বংগৰ বাৰভূঞাসকলৰ বিষয়ে উল্লেখ আছে। এওঁলোক সকলোবোৰ মাটিৰ মালিক তথা জমিদাৰ আছিল যেন লাগে। আফঘান আৰু মুঘলসকলৰ উত্থান-পতনৰ দিনবোৰত বংগৰ বাৰভূঞাসকলৰ বিষয়ে ভালেমান তথ্যপাতি পোৱা যায়। যশোৰৰ ৰাজা প্ৰতাপাদিত্য, কেদাৰ ৰায়, ইছা খাঁ, আনোৱাৰ গাজী আদি এনে ধৰণৰ বাৰভূঞা আছিল যেন লাগে।

**হাড়িয়া মণ্ডল, বিশু আদি ঃ** অসমৰ কোচ ৰজাসকলৰ বংশাৱলীৰ মতে কোচসকলৰ আদি পুৰুষজনৰ নাম আছিল হাড়িয়া মণ্ডল। তেওঁৰ সৈতে ফুলগুৰিৰ ভূঞাসকলৰ সংঘৰ্ষ হোৱাত তেওঁক ভূঞাসকলে বন্দী কৰি থৈছিল। পিছত অৱশ্যে হাড়িয়া মণ্ডলে ভূঞাসকলৰ বশ্যতা স্বীকাৰ কৰি বছৰেকীয়া কৰ শোধাই থাকিব বুলি প্ৰতিশ্ৰুতি দিয়াত তেওঁক ভূঞাসকলে মুক্তি দিছিল। হাড়িয়া মণ্ডলৰ পুত্ৰ বিশুৱে পিতৃৰ মৃত্যুৰ পিছত মণ্ডল[8] হৈ ফুলগুৰিৰ ভূঞাসকলক এসেকা দিয়াৰ মনেৰে আক্ৰমণ কৰিছিল। প্ৰথমবাৰ তেওঁৰ অভিযান ব্যৰ্থ হৈছিল যদিও দ্বিতীয়বাৰ তেওঁ ফুলগুৰিৰ ভূঞাক হত্যা কৰিবলৈ সক্ষম হৈছিল। এই ঘটনাৰ পিছৰে পৰা বিশুৰ পৰাক্ৰম ক্ৰমান্বয়ে বৃদ্ধি পাইছিল। তেওঁ কৰ্ণপুৰৰ ভূঞাসকলকো দমন কৰিবলৈ সক্ষম হৈছিল বুলি দৰং বংশাৱলীয়ে দাবী কৰে। এই বংশাৱলীত বিশুৱে পৰাস্ত কৰা ভূঞাসকলৰ নাম সন্নিবিষ্ট হৈছে। সেই মতে এই ভূঞাসকলৰ তিনিজন ব্ৰাহ্মণ ভূঞা আছিল বৰভূঞা, সৰু ভূঞা আৰু ঔগুৰিৰ ভূঞা। এওঁলোকৰ বাহিৰে অন্যান্য পৰাজিত ভূঞাসকল আছিল দৈৱজ্ঞ চুটি ভূঞা, দীঘলা ভূঞা, কুসুম ভূঞা, কলীয়া ভূঞা, ডাৰগঞা ভূঞা, কবিলাস ভূঞা আৰু কৰ্ণপুৰ ভূঞা। পৰৱৰ্তীকালত বিশুৱে বিজনীৰ ভূঞা আৰু পাণ্ডুৰ অতি ক্ষমতাশালী ভূঞাক দমন কৰাৰ আঁচনি লয়। বিজনীৰ ভূঞাক তেওঁ সহজে দমন কৰিবলৈ সক্ষম হয়। কিন্তু পাণ্ডুৰ প্ৰতাপ ৰায় নামৰ ভূঞাজনক পোনছাটে আক্ৰমণ নকৰি তেওঁৰ ভায়েকক প্ৰথমতে হত্যা কৰাত প্ৰতাপ ৰায়ে ভয় খাই আহোম ৰাজ্যত আশ্ৰয় লয়গৈ। সুযোগ বুজি বিশুৱে পাণ্ডু অধিকাৰ কৰে। তাৰ পিছত বিশুৱে চাৰুভূঞাক নিজ অধীনলৈ অনি গুৱাহাটীলৈকে বিস্তৃত দক্ষিণ কামৰূপৰ বিশাল অঞ্চলটোৰ অধিকাৰী হয়।

ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰৰ ভূঞাসকলক দমন কৰি বিশুৱে উত্তৰ পাৰৰ বজালী, ক্ষেত্ৰী আৰু বাউসীৰ ভূঞাসকলক দমন কৰাৰ আঁচনি লয়। ইতিমধ্যে তেওঁ পৰাজিত কৰা চাৰু ভূঞাৰ সৈতে এইসকল ভূঞাৰ সদ্ভাৱ নথকাৰ কথা বিশুৱে গম পাই চাৰু ভূঞাৰ লগ লাগি এই ভূঞাকেইজনৰ মুৰব্বী তথা গামথা নাৰায়ণ ভূঞা আদি কৰি সকলোবোৰ ভূঞাকে নিজৰ তলতীয়া কৰিবলৈ বুধি পাঙে। কিন্তু বিশুৱে ভবা ধৰণে এই অভিযানত হেলাৰঙে জয়লাভ কৰাটো সম্ভৱ নাছিল। সেয়ে বিশুৱে সংগোপনে বাউসীৰ গন্ধৰ্ব ভূঞাক নিজৰ দললৈ আনি তেওঁৰ সৈতে লগলাগি নাৰায়ণ ভূঞাক প্ৰত্যাহ্বান জনায়। নাৰায়ণ ভূঞাক পৰাজিত কৰাৰ পিছত উত্তৰপাৰৰ ভূঞাসকলক দমন কৰাটো অতি সহজসাধ্য হৈ উঠিল। এইদৰে তেওঁ ভূঞাসকলক দমন কৰিবলৈ সক্ষম

** ৪ হাড়িয়া মণ্ডল বৰ্তমানৰ গোৱালপাৰা জিলাৰ খুণ্টাঘাট পৰগনাৰ চিকনগ্ৰাম নামৰ গাঁওৰ বাসিন্দা আছিল আৰু তেওঁ সেই গাঁৱৰ বাৰ ঘৰ মেচ বা কোচ পৰিয়ালৰ ওপৰত মণ্ডল নিযুক্ত হৈছিল। তেওঁৰ পিছত পুত্ৰ বিশুৱে সেই পদ লভিছিল।*

হৈছিল। কালক্ৰমত বিশুৱে বিশ্বসিংহ নাম লৈ কোচ ৰাজপাটত আৰোহণ কৰিছিল। কোচ ৰজা নৰনাৰায়ণৰ ৰাজত্বকালত তেওঁৰ ভাতৃ চিলাৰায়ে বাহুবলেৰে ভালেমান ৰাজ্য জয় কৰি বংগ তথা গৌড় বিজয়ৰ আঁচনি লৈছিল। কিন্তু বংগৰ নবাব চুলেইমান কৰবানিৰ (১৫৬৩-১৫৭২ খ্ৰীঃ) সেনাপতি কালাপাহাৰে চিলাৰায়কহে বন্দী কৰি বংগৰ নবাবৰ ওচৰলৈ প্ৰেৰণ কৰিছিল। ঐতিহাসিকসকলৰ মতে বিশুৰ দিনতেই ভূঞাসকলৰ শক্তি হ্ৰাস নকৰা হ'লে এই বিপদকালত তেওঁলোকে একগোট হৈ হয়তো কোচ ৰাজ্যখন ৰক্ষা কৰিব পাৰিলেহেঁতেন। অৱশ্যে মুছলমানসকলে কোচৰাজ্য জয় কৰিলেও কামৰূপত সৰহদিন থকা নাছিল। উৰিষ্যাত বিদ্ৰোহে দেখা দিয়াত তেওঁলোকে ততাতৈয়াকৈ তালৈ যাত্ৰা কৰাত কোচ ৰাজ্যখন ৰক্ষা পৰিছিল।

**চুহুংমুং আৰু ভূঞাসকল ঃ** আহোম ৰজা চুহুংমুঙে ১৫১২ খ্ৰীঃত হাবুং ৰাজ্যৰ পশ্চিমৰ পাণবাৰীৰ ভূঞাসকলৰ বিদ্ৰোহ দমনৰ বাবে এটা অভিযান পঠিয়াইছিল। এই বিদ্ৰোহ আহোমসকলে সহজে দমন কৰি হাবুং ৰাজ্যখনো সম্ভৱতঃ নিজৰ অধীনলৈ আনিছিল। পৰৱৰ্তী কালত আহোমসকলে চুতীয়া ৰাজ্যখন অধিকাৰ কৰাত আহোম ৰাজ্য পূবে ব্ৰহ্মকুণ্ডলৈকে বিস্তৃত হোৱাৰ উপৰি ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে ই সোৱণশিৰি নৈ পায়গৈ। সেইকালত সোৱণশিৰি আৰু বৰনদীৰ মধ্যৱৰ্তী ভূখণ্ড বাৰভূঞাসকলৰ অধীনত আছিল। ইয়াৰে সোৱণশিৰি আৰু মৰা ধনশিৰি নৈৰ মাজত থকা ভূঞাসকল আছিল মহাপ্ৰতাপী। সেয়ে চুহুংমুঙে এই ভূঞাসকলক দমন কৰিবলৈ সচেষ্ট হৈছিল। ইয়াৰে কেইবাজনো ভূঞাক তেওঁ সহজে বশ কৰিবলৈ সক্ষম হৈছিল যদিও অতি পৰাক্ৰমীকেইজনক দমন কৰাটো সিমান সহজসাধ্য নাছিল। সেয়ে তেওঁ কূটনীতি প্ৰয়োগেৰে ভূঞাসকলৰ একতা বিনষ্ট কৰিবলৈ তেওঁলোকৰ মাজৰ অতি পৰাক্ৰমীসকলক ব্ৰহ্মপুত্ৰৰ দক্ষিণে নগাঁৱৰ বৰদোৱাত সংস্থাপন কৰিলে। এনে কৰাৰ ফলত এই ভূঞাসকল বৰদোৱাৰ দক্ষিণত কছাৰীসকলৰ আক্ৰমণৰ শংকাত দিন কটাবলগীয়াত পৰিল আৰু ফলত চুহুংমুঙেও এই ভূঞাসকলৰ সম্ভাব্য বিৰুদ্ধাচৰণৰ পৰা ৰক্ষা পৰিল। পিছলৈ এই ভূঞাসকলে সম্ভৱতঃ নিজৰ নিৰাপত্তাৰ কথা চিন্তা কৰি আহোমৰ কৰতলীয়া হ'বলৈ আগ্ৰহ প্ৰকাশ কৰিলে। চুহুংমুঙৰ দিনত আহোম আৰু ভূঞাসকলৰ মাজত একতা আৰু সংহতি বিকাশৰ পথো আৱিষ্কৃত হ'ল। ভালেমান ভূঞা ল'ৰাক আহোম ৰজাই তামুলী আৰু পাচনি হিচাপে নিযুক্তি দিলে। ভূঞাসকলৰ পৰা আহোমসকলে গাত লোৱা বচোৱাল, টঙালি, তামোল খোৱা হাঁচটি আদিৰ ব্যৱহাৰ শিকিলে। এনে আদৰ্শ প্ৰদানে আহোম আৰু ভূঞাসকলৰ সম্বন্ধৰ উন্নতি কৰা দেখা গ'ল। পৰৱৰ্তীকালত আন এজন আহোম ৰজা চুক্লেনমুঙৰ (গড়গঞা ৰজা) দিনত ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ কেইবাজনো পৰাক্ৰমী ভূঞাক দমন কৰা হৈছিল। চুচেংফা তথা স্বৰ্গদেৱ প্ৰতাপ সিংহৰ দিনত ব্ৰহ্মপুত্ৰ নৈৰ উত্তৰ পাৰৰ ভৰলী আৰু সোৱণশিৰি নৈৰ মধ্যৱৰ্তী অঞ্চলৰ ভূঞাসকলে নিয়মিতভাৱে কৰ নিদিয়াত উদয় সিংহ অতি বিতুষ্ট হ'ল। এই বিদ্ৰোহী ভাবাপন্ন ভূঞাসকলৰ দলপতি উদয় ভূঞাই নিজকে স্বাধীন বুলি ঘোষণা কৰাত ৰজাই তেওঁ শিৰশ্চেদ কৰিবলৈ আদেশ দিয়ে আৰু অন্যান্য ভূঞাসকলক একগোট হৈ থাকিবলৈ নিদি ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত সিঁচৰতিভাৱে থাকিবলৈ আদেশ জাৰি কৰিলে।

শ্ৰীমন্ত শংকৰদেৱৰ পূৰ্বপুৰুষসকলে নগাঁৱৰ আলিপুখুৰীত বাস কৰিবলৈ লোৱাৰ কথা আগেয়ে উল্লিখিত হৈছে। লক্ষীমপুৰৰ অন্যান্য ভূঞাসকলৰ ভালেমানেও নগাঁৱত থাকিবলৈ লৈছিল। কমতা ৰাজ্যৰ ভূঞাসকলৰ কোনো কোনোজনেও বিভিন্ন স্থানত বসতি কৰিছিল। আহোম ৰজাসকলে ভূঞাসকলৰ পৰাক্ৰম দমন কৰিবলৈ তেওঁলোকক বিভিন্ন ঠাইত সংস্থাপিত কৰিছিল। এইদৰে ভূঞাসকল কালক্ৰমত সানমিহলি হৈ পৰাৰ ফলত গৌড়ৰ পৰা অহা ব্ৰাহ্মণ ভূঞাসকলৰ কোন ক'লৈ গ'ল সঠিকভাৱে জনা নাযায়।

**ভূঞা আৰু কছাৰীৰ বিবাদ ঃ** সৰু বাৰভূঞাসকলৰ সৈতে নগাঁৱত কছাৰীসকলৰ প্ৰায়ে খকাখুন্দা লগাত আহোমসকলে কছাৰীসকলকো খাচপুৰলৈ ঠেলি পঠিয়াইছিল। কছাৰীসকলে সেয়ে খাচপুৰতে ৰাজধানী পাতিছিল। সেইকালত চিলেট অঞ্চলৰ ভালেমান লোকে কছাৰী ৰাজ্যত আছিলহি। এওঁলোকৰ মাজত হিন্দু আৰু মুছলমান উভয় সম্প্ৰদায়ৰ লোক আছিল। কছাৰীসকলে

এই লোকসকলৰ বহুতকে বৰভূঞা আৰু ছোটভূঞা পাতিছিল। তদুপৰি এনে লোকৰ মাজৰ পৰা কেতবোৰ লোকক চৌধাৰী; মজুমদাৰ, লস্কৰ আদি বাব দিছিল। এওঁলোকৰ প্ৰধান কাম আছিল ৰাজহ সংগ্ৰহ। হিন্দু আৰু মুছলমান উভয় সম্প্ৰদায়ৰ লোককে এনে ধৰণৰ বিষয়াৰ পদ দিয়া হৈছিল। এনে বিষয়বাব প্ৰথমতে বংশগত নাছিল যদিও পিছলৈ এই পদবীবিলাক দাম লৈ বিক্ৰী কৰা হৈছিল বাবে ই বংশগত হৈ পৰে। কাছাৰৰ ভূঞাসকল ব্ৰহ্মপুত্ৰ উপত্যকাৰ ভূঞাসকলৰ দৰে মাটিৰ গৰাকী বা জমিদাৰ বা ক্ষুদ্ৰ ৰজা নাছিল। তেওঁলোক আছিল কছাৰী ৰজাৰ কৰ সংগ্ৰহকাৰী বিষয়াহে। অসমৰ ভূঞাসকলৰ ৰাজ্য আহোমৰ ৰাজ্যৰ অন্তৰ্গত হোৱাৰ পৰৱৰ্তী কালতহে কাছাৰৰ ভূঞাসকলৰ উৎপত্তি হৈছিল আৰু তেওঁলোকৰ ভূঞাসকল হিন্দু আৰু মুছলমান উভয় সম্প্ৰদায়ৰ আছিল।

**সামৰণি ঃ** অসমৰ ভূঞাসকল নিঃসন্দেহে যথেষ্ট প্ৰতিভাৱান আৰু ৰুচিসম্পন্ন লোক আছিল। ভূঞাসকল ক্ষমতাশালী আছিল আৰু ভৱিষ্যতে আৰু প্ৰতিপত্তিশালী হোৱাৰ সপোন দেখিছিল। অসমৰ মধ্যযুগৰ ৰাজনৈতিক ইতিহাসত ভূঞাসকলে গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল। চতুৰ্দশ খ্ৰীষ্টাব্দৰ পৰা ষোড়শ শতিকাৰ প্ৰাৰম্ভণিলৈকে অসমত এটা সুস্থিৰ চৰকাৰৰ প্ৰায় অনুপস্থিতিৰ সুযোগত ভূঞাসকলে যথেষ্ট ক্ষমতা অৰ্জন কৰা দেখা গৈছিল যদিও পিছত আহোম আৰু কোচ ৰাজ্যৰ উত্থানত তেওঁলোক ক্ৰমাৎ স্তিমিত হৈ পৰে। কিন্তু অসমৰ সভ্যতা-সংস্কৃতিৰ ক্ষেত্ৰত ভূঞাসকলে লেখত ল'বলগীয়া অৱদান আগবঢ়াইছিল। এইক্ষেত্ৰত শ্ৰীমন্ত শংকৰদেৱৰ নামটোৱেই প্ৰথমে ল'ব লাগিব। শ্ৰীমন্ত শংকৰৰ প্ৰচেষ্টাত অসমত মধ্যযুগৰ ভক্তি আন্দোলন আৰম্ভ হৈছিল। ভাগৱত পুৰাণ আৰু গীতাৰ মূল দৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত এই ভক্তি আন্দোলনে অসমৰ ৰাইজক এক নতুন চেতনাৰে জগাই তুলিছিল আৰু তেওঁলোকে এই ধৰ্মৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ জাতি-ধৰ্ম নিৰ্বিশেষে সকলো ধৰ্ম, বৰ্ণ আৰু শ্ৰেণীৰ লোকক একতাৰ এনাজৰীৰে বান্ধিছিল। এই ধৰ্মপ্ৰচাৰৰ তাড়নাত গুৰুজনাই গীত-মাত, নাটক আদিৰ মাধ্যমেৰে অসমৰ সভ্যতা-সংস্কৃতিৰ উন্নতি সাধনতেই কেৱল মাত্ৰ ব্যস্ত নাথাকি অসমৰ কৃষ্টিসভ্যতাক এখন বহল ক্ষেত্ৰলৈ লৈ যোৱাৰ বাবে প্ৰস্তুতি চলাইছিল। সত্ৰ আৰু নামঘৰসমূহ হৈ উঠিল সাংস্কৃতিক বিষয়ৰ আলোচনা-বিলোচনাৰ প্ৰাণকেন্দ্ৰ। নাম কীৰ্তনেৰে সমগ্ৰ অসম ৰজনজনাই উঠিল। ইয়াৰ বাহিৰেও অসমৰ প্ৰতিৰক্ষাৰ ক্ষেত্ৰতো ভূঞাসকলৰ অৱদান আছিল যথেষ্ট, বাৰভূঞাসকল প্ৰকৃতপক্ষে শাস্ত্ৰ অধ্যয়ন আৰু অস্ত্ৰ ধাৰক— এই দুয়োক্ষেত্ৰতে অতি আগবঢ়া আছিল। তেওঁলোকে পূবে চুতীয়া আৰু দক্ষিণে কছাৰী ৰজাৰ পৰা নিজকে ৰক্ষা কৰিবলৈ সমৰ্থ হৈছিল। পৰ্বতীয়া ভোট, অকা, দফলা, মিৰি আদি লোকসকলকো এওঁলোকে প্ৰয়োজনবোধে বশ কৰিবলৈ সক্ষম হোৱাটো মনকৰিবলগীয়া। সেইদৰে ১৪৯৮ খ্ৰীঃত বংগৰ নবাব হুছেইন ছাহে কমতাপুৰ দখল কৰাত ৰজা নীলাম্বৰ পলাই যোৱাত ভূঞাসকলে হুছেইন ছাহক স্বীকৃতি দিছিল যদিও এই আক্ৰমণকাৰীজনে অসম এৰি যোৱাত তেওঁলোকে সংঘবদ্ধ হৈ হুছেইনে অসমত এৰি যোৱা তেওঁৰ মানুহবিলাকক এই ৰাজ্যৰ পৰা খেদি দিছিলগৈ। এইদৰে অসমৰ পৰা ভূঞাসকলে বিতাড়িত কৰা শত্ৰুসকলৰ ভিতৰত তেওঁৰ পুত্ৰ দানিয়েলো আছিল। কোনো কোনো সূত্ৰমতে দানিয়েলক নিধন-কৰা হৈছিল।

ভূঞাসকল আছিল অতি পৰিশ্ৰমী। তেওঁলোক ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰতো যথেষ্ট আগবঢ়া আছিল। তদুপৰি ভূঞাসকলে মথাউৰি বন্ধা, খেতি পথাৰলৈ পানী যোগোৱাকে আদি কৰি বিভিন্ন জনকল্যাণমূলক কামত স্ব-ইচ্ছাই ব্ৰতী হৈছিল। ভূঞাসকলৰ আন এটা বিশেষ গুণ আছিল ধৰ্মীয় উদাৰতা। এওঁলোক একাধাৰে আছিল শাক্ত আৰু বৈষ্ণৱ। এহাতে তেওঁলোক আছিল সামন্তীয় ৰীতি-নীতিত আস্থাশীল আৰু আনহাতে জনহিতকৰ উদ্দেশ্যধৰ্মী সেৱাৰ কাৰ্যতো তেওঁলোক অগ্ৰগণী। ছাৰ এডৱাৰ্ড গেইটে ক'বৰ দৰে— 'প্ৰত্যেকজন ভূঞাই নিজ নিজ ৰাজ্যৰ ভিতৰত আন আন ভূঞাৰ আধিপত্য নিবিচাৰিছিল, কিন্তু উমৈহতীয়া শত্ৰুৰ সন্মুখীন হোৱাৰ ক্ষেত্ৰত তেওঁলোকে এনে সকলো ভেদাভেদ পৰিহাৰ কৰি একগোট হৈ শত্ৰুক খেদি গৈছিল।' কোনো কোনো ক্ষেত্ৰত অৱশ্যে দুই-এজন মইমতীয়া, স্বাৰ্থপৰ, অতি ক্ষমতালোভী আৰু অত্যাচাৰী স্বভাৱৰ ভূঞাৰ

অৱস্থিতিও নুই কৰিব নোৱাৰি। কিন্তু এনে ধৰণৰ ব্যতিক্ৰমসমূহ সকলো ক্ষেত্ৰতে সকলো শ্ৰেণীৰ মাজতে দেখা যায় আৰু তাত বিশেষ আশ্চৰ্য নহৈ এনে ব্যতিক্ৰমসমূহ অবাঞ্ছনীয় যদিও অস্বাভাৱিক নহয় বুলি ধৰিব লাগিব। তদুপৰি, সমাজত কেতিয়াবা বিদ্যা, জ্ঞান আদিতকৈ উচ্চ বংশৰ লোককহে কোনো কোনো ক্ষেত্ৰত অধিক গুৰুত্ব দিয়া হয়। এইক্ষেত্ৰত পুৰণি দিনৰে পৰা অসমত ভূঞাসকলৰ সম্বন্ধে থকা এটা ফকৰা-যোজনাই এই ৰাজ্যত তেওঁলোকৰ স্থান নিৰ্ণয়ত সহায় কৰিছে, এই ফকৰাটো হ'ল—

'ফটা হওক ছিটা হওক পাটৰ টঙালি
কণা হওক কুঁজা হওক ভূঞাৰ পোৱালি।'

অৰ্থাৎ অসমীয়াৰ মানত যেনেকৈ পাটৰ টঙালি উৎকৃষ্ট আৰু ই ফটা-ছিটা হ'লেও পাটৰ টঙালি হিচাপে ইয়াৰ এটা সম্মান আছে, ঠিক সেইদৰে ভূঞাৰ সন্তান কণা-কুঁজা হ'লেও তেওঁলোক উৎকৃষ্ট আৰু সম্মানীয়।— মধ্যযুগৰ অসমত বাৰভূঞাকে আদি কৰি অন্যান্য ভূঞাসকলৰ স্থান নিৰ্ণয়ত এই ফকৰা-যোজনাটোৰ কথাখিনিয়েই নিশ্চয় যথেষ্ট।

# দ্বিতীয় অধ্যায়
# কোচ ৰাজ্যৰ উত্থান-পতন

মধ্যযুগৰ অসমৰ ইতিহাসত কোচ ৰাজ্যৰ উত্থান-পতনে এক উল্লেখনীয় ভূমিকা গ্ৰহণ কৰিছিল। কোচসকলৰ উত্থানৰ পূৰ্বে বংগৰ হুছেইন ছাহে ১৪৯৮ খ্ৰীঃত কমতাপুৰৰ দুৰ্গ আক্ৰমণ কৰি সেই ৰাজ্যৰ ৰজা নীলাম্বৰক বন্দী কৰাৰ বিষয়ে ইয়াৰ পূৰ্বৰ অধ্যায়ত উল্লেখিত হৈছে। কিন্তু নীলাম্বৰে বন্দীশালৰ পৰা পলায়ন কৰি দাঁতি-কাষৰীয়া পাহৰত অঞ্চলত আত্মগোপন কৰাত কমতা ৰাজ্যৰ ৰূপনাৰাযণ, ঘোযাল খাঁ, মালকুমাৰ আৰু লক্ষ্মীনাৰায়ণকে আদি কৰি কেবাজনো প্ৰতাপশালী ভূঞাই হুছেইন ছাহক স্বীকৃতি দিছিল। কোচ ৰাজ্যখন নিজৰ তলতীয়া কৰিবলৈ ইমানদিনে দিবাস্বপ্ন দেখা হুছেইন ছাহে ভূঞাকেইজনৰ স্বীকৃতি পাই অতি সন্তুষ্টি লাভ কৰে আৰু তেওঁৰ পুত্ৰ দানিয়েলক হাজোৰ শাসনকৰ্তা হিচাপে নিযুক্তি দি নিজে গৌড়লৈ উভতি যায়। কিন্তু এই ঘটনাৰ কেইবছৰমানৰ পিছত কমতা ৰাজ্যৰ ভালেমান ভূঞাই একগোট হৈ দানিয়েলক হত্যা কৰাত ৰাজ্যখনত এক অৰাজকতাৰ সৃষ্টি হয়। সুযোগ বুজি কেইবাজনো ভূঞাই মূৰ দাঙি উঠি কমতা ৰাজ্যৰ অন্তৰ্গত কেতবোৰ অঞ্চলত স্বাধীনভাৱে ৰাজত্ব কৰিবলৈ লয়। কিন্তু ক্ষমতাশালী কেন্দ্ৰীয় চৰকাৰ এটা নথকাৰ বাবে সমগ্ৰ ৰাজ্যখনতে এক খেলি-মেলিয়ে দেখা দিয়ে। অৱশেষত বিশু বা বিশ্বসিংহ নামৰ এজন উপযুক্ত লোকে ভূঞাসকলক নিজ অধীনস্থ কৰি এনে অৰাজকতাৰ অন্ত পেলাই অসমত কোচ ৰাজ্যৰ পাতনি মেলে।

**কোচসকলৰ উৎপত্তি, ৰাজবংশী, ভাষা আদি :** কোচসকলৰ প্ৰকৃত পৰিচয়, উৎপত্তি আৰু জাতিবিষয়ক চৰিত্ৰ সম্বন্ধে ঐতিহাসিকসকলৰ মাজত যথেষ্ট মতভেদৰ সৃষ্টি হৈছে। তন্ত্ৰ আৰু পুৰাণত কোচসকলৰ বিষয়ে সঘনে উল্লেখিত হৈছে আৰু তেওঁলোকক বুজাবলৈ 'কবাচ' শব্দটো ব্যৱহাৰ কৰিছে। ১২শ শতিকাৰ শেষভাগত বংগৰ মহম্মদ বখতিয়াৰ খিলজীৰ সৈতে কামৰূপলৈ অহা ঐতিহাসিকৰ মতে এই ৰাজ্যৰ কোচ, মেচ আৰু জনজাতীয় লোকৰ সৈতে দক্ষিণ চাইবেৰিয়াৰ লোকসকলৰ সাদৃশ্য বিশেষভাৱে মন কৰিবলগীয়া। আনহাতেদি, কৰ্নেল ডেলটনৰ মতে কোচসকল প্ৰকৃততে দ্ৰাবিড়ীহে। কিন্তু ৰেজলীৰ মতে, তেওঁলোক মংগোল আৰু দ্ৰাবিড়ীসকলৰ এটা সংমিশ্ৰণহে মাথোন। এডৱাৰ্ড গেইটৰ মতে উত্তৰবংগ আৰু গোৱালপাৰা অঞ্চলৰ কোচ লোকসকলে নিজকে ৰাজবংশী বুলি কয়। ৰাজবংশীসকলক কোনো কোনো সূত্ৰই দ্ৰাবিড়সকলৰ বংশোদ্ভৱ বুলি ভাবে। আন কেতবোৰ সূত্ৰৰ মতে মানাহ নৈৰ পশ্চিম অঞ্চলৰ কোচসকলে হিন্দু ধৰ্ম গ্ৰহণ কৰি নিজকে ৰাজবংশী বুলি চিনাকি দিছিল। ব্ৰাখান হড়্গছ্ন নামৰ এজন পণ্ডিতে কোচসকলক বড়ো আৰু ধিমান বুলি দাবী কৰিছে। উল্লেখযোগ্য যে হড়্গছ্নৰ এই কথাষাৰৰ প্ৰতি বুকানন আৰু 'ঢাকা ব্লু বুকে'ও সমৰ্থন আগবঢ়াইছে। কিন্তু অধিক সংখ্যক ঐতিহাসিক আৰু অন্যান্য পণ্ডিতসকলৰ মতে কোচসকল নিঃসন্দেহে মংগোল লোকহে। এওঁলোকৰ সৈতে গাৰো আৰু মেচসকলৰ যথেষ্ট সামঞ্জস্য থকা বুলিও এইচাম লেখকে একবাক্যে স্বীকাৰ কৰিছে। সেইদৰে জলপাইগুৰি, কোচবিহাৰ আৰু গোৱালপাৰা অঞ্চলৰ ৰাজবংশী লোকসকল প্ৰকৃতপক্ষে কোচ বুলি কৰা দাবীৰ প্ৰতিও বহু পণ্ডিত লোকে সমৰ্থন দিছে। অন্যান্য অঞ্চলৰ কোচসকলৰ ক্ষেত্ৰতো মংগোলীয় আকৃতিৰ কথাষাৰ প্ৰযোজ্য। কোনো কোনো সূত্ৰমতে কোচ ৰজাসকলৰ দিনত কোচ আৰু ৰাজবংশীসকলৰ মাজত সংমিশ্ৰণ বৃদ্ধি পাইছিল। সেইদৰে গাৰো আৰু মেচসকলৰ সৈতেও কোচসকলৰ ভালেমান সাদৃশ্য চকুত পৰে। কোচ বা ৰাজবংশীসকলৰ গাৰ বৰণ

মংগোলীয়সকলৰ দৰে বগা আৰু পীত বৰণৰ নহ'লেও তেওঁলোকৰ আকৃতিৰ সৈতে মংগোলীয়সকলৰ যথেষ্ট মিল আছে। উল্লেখযোগ্য যে গোৱালপাৰা, ধুবুৰী, কোকৰাঝাৰ আদি ঠাইৰ বহু কোচ লোকে 'কোচ' শব্দটোৰ সলনি 'ৰাজবংশী' শব্দটো অধিক সন্মানজনক বুলি ভাবে বাবে নিজকে 'ৰাজবংশী' বুলি ক'বলৈ ভাল পায়। এনে ৰাজবংশীসকলৰ বহুতে নিজকে বিশুদ্ধ বুলিও ভাবে যদিও এওঁলোকৰ মাজত কিছুসংখ্যক 'মিশ্রিত' লোক দেখা যায়।

বৰ্তমানে বহু কোচ লোকে নিজকে ৰাজবংশী বুলি চিনাকি দিয়ে। কামৰূপতো এনে ধৰণে নিজকে ৰাজবংশী বুলি ক'বলৈ ভাল পোৱা ভালেমান লোক আছে। মন কৰিবলগীয়া যে বৰ্তমান যুগত কোচ শব্দটো দ্বি-অৰ্থত ব্যৱহৃত হয়। অসমত কোচ বুলিলে কেতবোৰ হিন্দু লোকক বুজায়। কছাৰী, লালুং, মিকিৰ আদি বিভিন্ন জনজাতীয় হিন্দু লোককো থোৰতে কোচ বুলি সামৰি থোৱাটোও চকুত নপৰা নহয়। দৰাচলতে ৰাজবংশী শব্দটোৰ ব্যৱহাৰে তেওঁলোকৰ জাতি নিৰূপণত কেতবোৰ খেলিমেলিহে লগাইছে। কিন্তু কোচ শব্দটোৱে কোনো ধৰ্ম বা বৰ্ণ নুবুজায়। ই প্ৰকৃততে এটা ফৈদহে বুজায়। কোচ ৰাজ্যৰ কথা কওঁতে এই পুথিত কোচসকলক এটা উপজাতি (Tribe) হিচাপে গণ্য কৰা হৈছে।

কোচসকলৰ নিজস্ব ভাষা আছিল যদিও বৰ্তমান এই ভাষা মৃতপ্ৰায়। কিন্তু কোচ ভাষাৰ যি দুই-এটা চানেকি পোৱা যায় তাৰ দ্বাৰা এই ভাষাৰ সৈতে গাৰোসকলৰ ভাষাৰ ভালেমান সাদৃশ্য চকুত পৰে।

১৬ শতিকাত ৰালক্ষ কিটছ্ নামৰ এজন পৰ্যটকে কোচ ৰাজ্যত ভ্ৰমণ কৰিছিল। এইজন পৰ্যটকৰ টোকাত এই বুলি উল্লেখিত হৈছে যে কোচ লোকসকলৰ কাণবোৰ অতি দীঘল। দৰাচলতে শৈশৱকালতেই এই লোকসকলৰ কাণবোৰ ফুটা কৰি বিশেষ উপায়েৰে ইয়াক দীঘল কৰি লোৱা হৈছিল। কোচসকলৰ মাজত এনে ধৰণৰ কাণ দীঘল কৰা লোক বৰ্তমান নাই যদিও কোনো কোনো অঞ্চলৰ গাৰোসকলৰ মাজত এই ৰীতিৰ এতিয়াও প্ৰচলন দেখা যায়। সেইদৰে পুৰণি কালত কোচ আৰু মেচৰ মাজত বিবাহৰ ক্ষেত্ৰত কোনো বাধা নাছিল যদিও কালক্ৰমত বহু কোচ লোকে হিন্দু ধৰ্মত দীক্ষিত হোৱাৰ পিছত এনে ধৰণৰ বিবাহত প্ৰতিবন্ধকতাৰ সৃষ্টি দৃষ্টিগোচৰ নোহোৱাকৈ থকা নাই। মনকৰিবলগীয়া যে মানাহ নৈৰ পূব অঞ্চলত ৰাজবংশী লোক প্ৰায় নাছিলেই আৰু সেই স্থানত কোচসকলৰ অধিকাংশই আছিল হিন্দু। ক্ষমতাশালী বহু কোচ লোকে দ্ৰুতগতিত হিন্দু ধৰ্মত শৰণ লৈছিল যদিও তেওঁলোকে হিন্দু নাম গ্ৰহণ কৰা নাছিল আৰু তেওঁলোকৰ মাজত পূৰ্বৰ জনজাতীয় নামৰ যথেষ্ট সমাদৰ আছিল। কিন্তু যিসকল মংগোলীয় লোকে হিন্দু ধৰ্ম লৈছিল, তেওঁলোক হিন্দু নাম গ্ৰহণত যথেষ্ট আগ্ৰহশীল যেন লাগিছিল। ফলত এইদৰে হিন্দু ধৰ্ম গ্ৰহণ কৰা মংগোলীয় লোকসকলে হিন্দু ধৰ্মাৱলম্বী কোচ লোকৰ সৈতে ঘনিষ্ঠ হৈছিল। পিছলৈ কোচসকলে পৰাক্ৰমী হৈ উঠি কোচ ৰাজ্য স্থাপন কৰাত ব্ৰাহ্মণসকলে হিন্দু ধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে আশাশুধীয়া চেষ্টা চলাইছিল।

**কোচ ৰাজ বংশৰ আদি পুৰুষ হাড়িয়া মণ্ডল ঃ** সম্ভৱতঃ ৰাজ অনুগ্ৰহ লাভৰ বাবে কোচ ৰজা বিশ্বসিংহৰ পূৰ্বপুৰুষসকলে নিজকে ক্ষত্ৰিয় আৰু দৈৱশক্তিৰ অধিকাৰী বুলি দাবী কৰিছিল। এনে কেতবোৰ সূত্ৰই কোচসকল প্ৰকৃততে দেৱতাৰ বংশোদ্ভৱ বুলি কেতবোৰ মনোৰম আখ্যান সৃষ্টি কৰিছিল। এনে ধৰণৰ দুটা জনপ্ৰিয় আখ্যান তলত সন্নিবিষ্ট কৰা হ'ল—

কোচসকলৰ আদি পুৰুষ বুলি অভিহিত হাড়িয়া মণ্ডল সম্বন্ধে প্ৰচলিত কাহিনীটো এনেধৰণৰ— হাড়িয়া মণ্ডল আছিল কোচ ৰাজ্যৰ প্ৰতিষ্ঠাতা বিশু তথা বিশ্বসিংহৰ পিতৃ। তেওঁ আছিল বৰ্তমানৰ গোৱালপাৰা জিলাৰ খুন্টঘাট পৰগনাৰ চিকনগ্ৰামৰ বাসিন্দা। সেই গাঁওখনত বসবাস কৰা ১২ঘৰ মেচ বা কোচ পৰিয়ালৰ ওপৰত তেওঁ আছিল মণ্ডল বা অধিকাৰী। তেওঁ হাজো নামৰ এজন কোচ বা মেচ লোকৰ দুগৰাকী কন্যা হীৰা আৰু জীৰাৰ পাণিগ্ৰহণ কৰিছিল। এদিন হাড়িয়া মণ্ডলে খেতিপথাৰত হাল বাই থাকোতে হীৰাই তেওঁৰ বাবে দুপৰীয়াৰ আহাৰ লৈ যোৱাৰ পথত তেওঁৰ 'স্বামী'ক লগ পালে। কিন্তু প্ৰকৃতপক্ষে সেইজন তেওঁৰ স্বামী নাছিল— স্বয়ং শিৱ তথা মহাদেৱে তেওঁৰ স্বামী হাড়িয়া মণ্ডলৰ ৰূপ ধৰি হীৰাক এইদৰে নিৰ্জন পথত লগ ধৰিছিলহি।

এইদৰে শিব আৰু হীৰাৰ মিলন ঘটাত সেই মিলনৰ ফলত হীৰা গৰ্ভৱতী হয়। আৰু কালক্ৰমত এটি পুত্ৰসন্তান লাভ কৰাত এই পুত্ৰটিৰ নাম থোৱা হয় বিশু। এইদৰে বিশুৰ জন্ম সংক্ৰান্ত কাহিনীটোৰ দ্বাৰা কোচ ৰাজবংশক দেৱোত্ত আৰোপ কৰা হ'ল আৰু ব্ৰাহ্মণ পণ্ডিতসকলে আনকি হীৰাকো শিৱৰ পত্নী পাৰ্বতী বা দুৰ্গাদেৱী বুলি ক'বলৈ প্ৰয়াস পালে। এইদৰে কোচ ৰাজবংশক দেৱতাৰ বংশোদ্ভৱ বুলি প্ৰচাৰ চলোৱা হ'ল। পৰৱৰ্তী কালত বিশু মহা পৰাক্ৰমী হৈ উঠি কোচ ৰাজ্য স্থাপন কৰিলে আৰু বিশ্বসিংহ নামেৰে জনাজাত হ'ল। হাড়িয়া মণ্ডলৰ আনগৰাকী পত্নী জীৰাৰো এটি পুত্ৰ সন্তান জন্ম হোৱাত সন্তানটিৰ নাম দিয়া হৈছিল শিশু।

বিশ্বসিংহৰ পূৰ্বপুৰুষসকল ক্ষত্ৰিয় আৰু দেৱতাৰ বংশোদ্ভৱ বুলি এচাম ব্ৰাহ্মণে ৰাজ অনুগ্ৰহ লাভ কৰিবলৈ ৰচনা কৰা আনটো আখ্যান মতে, অতি পুৰণিকালত সহস্ৰাৰ্জুন নামেৰে এজন সূৰ্যবংশৰ ৰজা আছিল। এদিন তেওঁ সৈন্য-সামন্ত লৈ মৃগয়া কৰিবলৈ গৈ নিশাৰ ভাগত ভগৱান পৰশুৰামৰ পিতৃ যমদগ্নি ঋষিৰ আলহী হ'লত ঋষিয়ে তেওঁৰ ঘৰত থকা কামধেনু গাইৰ সহায়ত ৰজা আৰু তেওঁৰ লগত যোৱা লোকসকলক আপ্যায়িত কৰিলে। এই গাইজনী যিকোনো সময়তে গাখীৰ দিয়াৰ বাবে জনাজাত আছিল। সেইবাবে ৰজাই এনে এজনী গাই ৰজাৰহে যোগ্য বুলি বিবেচনা কৰি ঋষিক গাইজনী খুজিলে। কিন্তু ঋষিয়ে গাইজনী দিবলৈ নিবিচৰাত ৰজাই বল প্ৰয়োগেৰে গাইজনী লৈ যায়। পৰশুৰাম সেই ঘটনাৰ সময়ত আশ্ৰমত নাছিল। পিছত যেতিয়া আশ্ৰমলৈ আহি তেওঁ এই ঘটনা আৰু লগতে পিতৃৰ অপমানৰ কথা গম পালে খণ্ডত অগ্নিশৰ্মা হৈ তেওঁ সহস্ৰাৰ্জুন ৰজাক হত্যা কৰি কামধেনুক পুনৰ আশ্ৰমলৈ লৈ আহিল। ইফালে পিতৃ বধত অতিশয় মৰ্মাহত আৰু ক্ৰোধান্বিত হোৱা সহস্ৰাৰ্জুনৰ পুত্ৰসকলে এদিন পৰশুৰাম তীৰ্থ ভ্ৰমণলৈ যোৱাৰ সুযোগত আশ্ৰমলৈ আহি ধ্যানমগ্ন যমদগ্নিক হত্যা কৰিলে। তীৰ্থ ভ্ৰমণৰ অন্তত আশ্ৰমলৈ আহি পৰশুৰামে এই ঘটনাৰ প্ৰতিশোধ ল'বলৈ প্ৰতিজ্ঞা কৰি পৃথিৱীৰ আটাইবোৰ ক্ষত্ৰিয়কে নিঃশেষ কৰিবলৈ ওলাল। প্ৰথমে তেওঁ সহস্ৰাৰ্জুনৰ কেইবাজনো পুত্ৰক বধ কৰিলে। কেৱল মাত্ৰ তেওঁৰ বাৰজন পুত্ৰই অসমৰ হাবিত আত্মগোপন কৰি প্ৰাণৰক্ষা কৰিবলৈ সক্ষম হ'ল। কালক্ৰমত এই বাৰজন পুত্ৰই মেচ জাতীয় কন্যা বিয়া কৰাই তেওঁলোকৰ ৰীতি-নীতি গ্ৰহণ কৰি এই স্থানতে থাকিবলৈ ল'লে। বিশু বা বিশ্বসিংহ এই লোকসকলৰেই বংশত জন্মগ্ৰহণ কৰিছিল। অৰ্থাৎ এই আখ্যানৰ দ্বাৰা বিশুক ক্ষত্ৰিয় বুলি দাবী কৰা হৈছিল। আখ্যানটোৱে মেচ আৰু কোচ দুয়োটা একে জাতি বুলিও ইংগিত দিয়ে। যিহেতু এই আখ্যান মতে, বিশ্বসিংহ সহস্ৰাৰ্জুন ৰজাৰ বংশধৰ আৰু তেওঁ ক্ষত্ৰিয়, গতিকে এই আখ্যানটোৱে সমাজত বিশ্বসিংহৰ সম্মান বৃদ্ধি কৰিলে। ইয়াৰ পিছত আখ্যান ৰচোতাসকলে বিশ্বসিংহৰ সম্মান বৃদ্ধিৰ বাবে দেৱতাৰ সৈতে তেওঁৰ সংযোগ স্থাপনৰ কথা চিন্তা কৰি ওপৰত উল্লিখিত হাড়িয়া মণ্ডলৰ পত্নীৰ গৰ্ভত স্বয়ং শিৱৰ পুত্ৰ বিশু বা বিশ্বসিংহৰ জন্ম হৈছিল বুলি আন এটা আন এটা আখ্যানৰ অৱতাৰণা কৰিলে।

**বিশু বা বিশ্বসিংহ (আনুমানিক ১৫১৫-১৫৪০ খ্ৰীঃ) ঃ** বিশু ৰূপে-গুণে এজন লেখত ল'বলগীয়া পুৰুষ আছিল। পিতৃ হাড়িয়া মণ্ডলৰ মৃত্যু হোৱাত তেওঁ মণ্ডল পদ লাভ কৰিছিল। বিশু আছিল অতি শক্তিমন্ত, সাহসী আৰু উচ্চাভিলাষী। উল্লেখযোগ্য যে হুছেইন ছাহে কমতাৰাজ্য জয় কৰাৰ কেইবাছৰমান পূৰ্বে বিশু আৰু শিশুৰ জন্ম হৈছিল।

হুছেইন ছাহে কমতা ৰাজ্য এৰি যোৱাৰ লগে লগে কেইবাজনো ভূঞা বৰ পৰাক্ৰমী হৈ উঠিছিল। বিশুৱে এই ভূঞাসকলৰ গৰ্ব খৰ্ব কৰিবলৈ মনস্থ কৰি ঔগুৰি আৰু লুকিৰ ভূঞাসকলক পৰাস্ত কৰিছিল। কিন্তু চাৰু ভূঞাক পৰাস্ত কৰাৰ ক্ষেত্ৰত বিশু সফল হোৱা নাছিল। কিন্তু কিছুদিনৰ মূৰত বিশুৱে পুনৰবাৰ দলবল গোটাই কোনো এক উৎসৱত ব্যস্ত থকা চাৰু ভূঞাক পৰাস্ত কৰিলে। ইয়াৰ পৰৱৰ্তী কালত বিশুৱে ফুলগুৰি, বিজনী আদিত আধিপত্য প্ৰতিষ্ঠা কৰি দক্ষিণ পাৰৰ সকলো ভূঞাকে সৈমান কৰি তেওঁ উত্তৰ পাৰৰ গামাথা নাৰায়ণ ভূঞাৰ অধীনত থকা বজালী, ক্ষেত্ৰী আৰু বাউসীৰ ভূঞাসকলক দমনাৰ্থে আঁচনি ল'লে। কিন্তু নাৰায়ণ ভূঞা অতি পৰাক্ৰমী হোৱাৰ বাবে তেওঁক পদানত কৰাটো বিশুৰ পক্ষে বৰ সহজসাধ্য নাছিল। সেয়ে কূটনীতিৰে বিশুৱে বাউসীৰ গন্ধৰ্ব ভূঞাক নাৰায়ণ ভূঞাৰ পক্ষ ত্যাগ কৰোৱাবলৈ সচেষ্ট হয় আৰু বিশুৰ এই প্ৰচেষ্টা ফলৱতী

হোৱাত নাৰায়ণ ভূঞাৰ শক্তি হ্ৰাস ঘটাত তেওঁ পৰাজয় বৰণ কৰিবলগীয়াত পৰে।

বিশুৱে দমন কৰা ভূঞাসকলৰ নাম দৰং ৰাজবংশাৱলীত সন্নিবিষ্ট হৈছে। সেই মতে এওঁলোকৰ তিনিজন ব্ৰাহ্মণ ভূঞা আছিল— বৰভূঞা, সৰুভূঞা আৰু ঔগুৰি ভূঞা। অন্যান্য ভূঞাসকল আছিল দৈৱজ্ঞ চুটি ভূঞা, দীঘলা ভূঞা, কুসুম ভূঞা, কলীয়া ভূঞা, ভবেগঞা ভূঞা, কবিলাস ভূঞা আৰু কৰ্ণপুৰ ভূঞা। ইয়াৰ পিছত বিজনীৰ ভূঞাক পৰাস্ত কৰে। পাণ্ডুৰ ভূঞা প্ৰতাপৰায়ে আহোম ৰাজ্যত আশ্ৰয় লোৱাত বিশুৱে পাণ্ডু নিজ অধীনলৈ নিয়ে। চাৰু ভূঞাক পৰাস্ত কৰাৰ ফলত তেওঁ গুৱাহাটীলৈকে সমগ্ৰ দক্ষিণ কামৰূপত আধিপত্য স্থাপন কৰিবলৈ সক্ষম হয়। দক্ষিণ আৰু উত্তৰ পাৰৰ আটাইবোৰ ভূঞাকে পদানত কৰি বিশুৱে এখন বিৰাট ৰাজ্য গঠন কৰি ১৫১৫ খ্ৰীঃত বিশ্বসিংহত নাম লৈ ৰাজপাটত আৰোহণ কৰিলে।* এডৱাৰ্ড গেইটৰ মতে বিশ্বসিংহৰ ৰাজ্যখনৰ সীমা পশ্চিমে কৰাতোৱা আৰু পুবে বৰনদীলৈকে বিস্তৃত আছিল।** বিশ্বসিংহৰ ভাতৃ শিশুক শিৱসিংহ নাম দি যুৱৰাজ বুলি ঘোষণা কৰা হ'ল। ভূটীয়াসকলৰ মাজত প্ৰচলিত কিংবদন্তি মতে ভূটান অঞ্চলতো কোচসকলৰ যথেষ্ট প্ৰতিপত্তি আছিল। সেইমতে ভূটানৰ গিৰিপথসমূহ আৰু পাহাৰৰ নামনিৰ উৰ্বৰা ভূমি অঞ্চল বিশ্বসিংহৰ অধীনস্থ আছিল বুলি দাবী কৰিব পাৰি। বিশ্বসিংহই চিকন গ্ৰামৰ পৰা ৰাজধানী স্থানান্তৰ কৰি কোচবিহাৰ নগৰত নতুন ৰাজধানী স্থাপন কৰিছিল।

**মুছলমানৰ অভিযান আৰু আহোম-কোচ সম্বন্ধ ঃ** বিশ্বসিংহৰ ৰাজত্বকালত ১৫২৭ আৰু ১৫৩২-১৫৩৩ খ্ৰীঃত দুবাৰকৈ তেওঁৰ ৰাজ্যৰ মাজেৰে আহি মুছলমানসকলে আহোম ৰাজ্য আক্ৰমণ কৰা ঘটনাটো লৈ ঐতিহাসিক আৰু ইতিহাসৰ ছাত্ৰ-ছাত্ৰীৰ মাজত যথেষ্ট প্ৰতিক্ৰিয়াৰ সৃষ্টি হোৱাটো স্বাভাৱিক। যদি বিশ্বসিংহ এজন ক্ষমতাশালী ৰজা আছিল তেন্তে তেওঁ কেনেই এই আক্ৰমণকাৰীসকলক ৰাধা দিবলৈ চেষ্টা নকৰিলে বা তেওঁলোকক ইমান সহজে তেওঁৰ ৰাজ্যৰ মাজেৰে আহিবলৈ দিলে ? এডৱাৰ্ড গেইটৰ মতে, মুছলমান আক্ৰমণকাৰীসকলে যি পথেৰে আহিছিল সেই পথটো তেওঁৰ ৰাজধানী কোচবিহাৰ নগৰৰ পৰা বহু দূৰৈত আছিল। দ্বিতীয়তে মুছলমানসকলৰ এই অভিযানকালত তেওঁলোকে কোচ ৰাজ্যত কোনো উপদ্ৰৱ কৰা নাছিল— তেওঁলোকৰ লক্ষ্য আছিল আহোম ৰাজ্যহে। গতিকে নতুনকৈ গঠিত চালুকীয়া কোচ ৰাজ্যখনৰ কোনো ক্ষয়-ক্ষতি নকৰাকৈ আহোম ৰাজ্যলৈ যোৱা মুছলমান আক্ৰমণকাৰীৰ দলটোক প্ৰত্যাহ্বান জনাবলৈ বিশ্বসিংহৰ নিজ ক্ষমতা সম্বন্ধে নিজৰে সন্দেহ থাকিবও পাৰে। এডৱাৰ্ড গেইটৰ এই অনুমানটো অন্যান্য ঐতিহাসিকেও সমৰ্থন কৰা দেখা গৈছে। কিয়নো ১৫৩৩ খ্ৰীঃত আহোম সেনাপতি তনমাম বা চন্‌খাম বৰগোহাঁয়ে বিশ্বসিংহক আক্ৰমণ কৰাত তেওঁ বিনাযুদ্ধে আত্মসমৰ্পণ কৰিছিল। ইয়াৰ পূৰ্বে হয়তো আহোম শক্তিক বাধা দিব পৰাকৈ তেওঁ নিজকে তেতিয়াও উপযুক্ত বুলি নভবাৰ বাবে জানি-শুনি তেওঁলোকক প্ৰত্যাহ্বান জনোৱাৰ পৰা বিৰত থকাটোকে শ্ৰেয় বুলি বিবেচনা কৰিছিল। অহোম স্বৰ্গদেউ চুহংমুং দিহিংগীয়া ৰজাৰ (১৪৯৭-১৫৩৯ খ্ৰীঃ) ৰাজত্বকালে সমসাময়িক ইতিহাসত এক বাচকৰনীয়া স্থান লাভ কৰিছিল। কিন্তু এইজন ৰজাৰ সৈতে কোচ ৰজা বিশ্বসিংহৰ সম্বন্ধৰ বিষয়ে কোচ ৰাজবংশাৱলী আৰু আহোম বুৰঞ্জীয়ে দাঙি ধৰা তথ্যসমূহৰ মাজত মিল নাই। আহোম বুৰঞ্জী মতে আহোমে মুছলমান সৈন্যৰ পিছে পিছে খেদি তেওঁলোকক কৰতোৱা নৈ পাৰ কৰি থৈ অহাৰ সময়ত বাটতে কোচ ৰাজ্যৰ ৰজা বিশ্বসিংহক আক্ৰমণ কৰি বশ্যতা স্বীকাৰ কৰোৱাইছিল। ফলত কোচ ৰাজ্য আহোমৰ 'থাপিত-সঞ্চিত' ৰাজ্যত পৰিণত হৈছিল। এই বিষয়ে উল্লিখিত তথ্য-

---

** Mughal North East Frontier Policp ৰ লেখক S. N. Bhattacharya ই সেই পুথিৰ ৭৭ পৃষ্ঠাত বিশ্ব সিংহই ১৫২৯-৩০ খ্ৰীঃৰ পূৰ্বে ৰাজপাট আৰোহণ কৰা নাছিল বুলি উল্লেখ কৰিছে।*

*** 'আসাম বুৰঞ্জী'ৰ লেখক গুণাভিৰাম বৰুৱাই (প্ৰকাশিত চন ১৯৭২ পৃষ্ঠা ৪২ ত) বিশুৰ ৰাজ্যৰ পুৱ সীমা বৰনদীৰ পুৱ দিশৰ দৰঙৰ মৰা ধনশিৰিলৈকে বিস্তৃত আছিল বুলি অনুমান কৰিছে। তেওঁৰ এই তথ্য খান চৌধুৰী আমানাতুল্লা আহমেদৰ দ্বাৰা লিখিত পুথি 'কোচ বিহাৰেৰ ইতিহাস'তো (পৃষ্ঠা ৮৮-৮৯) সমৰ্থিত হৈছে।*

পাতিসমূহৰ মাজত কিছু অসামঞ্জস্যতা থাকিলেও মুঠৰ ওপৰত এইদৰে ক'ব পাৰি যে বিশ্বসিংহৰ সমসাময়িক আহোম ৰজা চুহুংমুঙে তেওঁৰ নিজৰ ৰাজ্যখন পশ্চিম দিশলৈ সম্প্ৰসাৰণৰ বিষয়ে গুণাগঁথা কৰি থকাৰ কালতে বিশ্বসিংহয়ো কোচ ৰাজ্যখন পূব দিশলৈ বহলাবলৈ মনস্থ কৰিছিল। ফলস্বৰূপে আহোম আৰু কোচসকলৰ মাজত সংঘাত অৱশ্যম্ভাৱী হৈ উঠিছিল। যিসময়ত এই সংঘৰ্ষ হৈছিল সেই সময়ছোৱাত বিশ্বসিংহক এজন পৰাক্ৰমী ৰজা বুলি সকলোৱে জানিছিল আৰু সেইকালত তেওঁৰ ৰাজ্যৰ সীমা পূবে আছিল বৰনদী বা বৰনদীৰো পূবে থকা মৰা ধনশিৰি নৈ আৰু পশ্চিমত আছিল কৰতোৱা নৈ। ১৫৩২-১৫৩৩ খ্ৰীঃত আহোম সেনাপতি চনখাম বা তনখাম ঘৰ সন্দিকৈ বৰগোহাঁয়ে অসম আক্ৰমণ কৰিবলৈ অহা মুছলমান সেনাপতি তুৰ্বকক কৰতোৱা নৈলৈকে পিছে পিছে খেদি গৈছিল। পিছত অৱশ্যে বৰগোহাঁইজনে বংগৰ চুলতানৰ সৈতে বন্ধুত্ব স্থাপন কৰিছিল। এই বিজয় অভিযানৰ পৰা উভতি অহাৰ সময়তে তেওঁ হঠাতে কোচ ৰজা বিশ্বসিংহক আক্ৰমণ কৰিছিলহি। এনে আকস্মিক আক্ৰমণত প্ৰথমে অবাক হোৱা বিশ্বসিংহই আহোম সেনাপতিজনক প্ৰত্যাহ্বান জনোৱাৰ কথা ভাবিছিল যদিও তেওঁৰ দুজন মন্ত্ৰী কালকেতু আৰু ধুনা চৰ্দাৰে তেওঁক এই ক্ষেত্ৰত খৰতকীয়াকৈ কোনো সিদ্ধান্ত নল'বলৈ অনুৰোধ কৰিলে। তেওঁলোকে বিশ্বসিংহক বুজনি দিলে যে তেতিয়াও চালুকীয়া অৱস্থাত থকা কোচ ৰাজ্যখনে আহোমৰ দৰে এটা প্ৰতিষ্ঠিত শক্তিৰ বিৰুদ্ধে সততকাই প্ৰত্যাহ্বান নজনোৱাটোৱেই বুদ্ধিমানৰ কাম হ'ব। সেইবাবে সাতেপাঁচে গুণি বিশ্বসিংহই তনখাম বৰগোহাঁইক প্ৰত্যাহ্বান নজনাই তেওঁৰ ওচৰলৈ শান্তি প্ৰস্তাৱ প্ৰেৰণ কৰিলে। এইদৰে শান্তি প্ৰস্তাৱ আৰু ভাৰভেটীবলৈ বৰগোহাঁইজনক দেখা কৰা কোচ প্ৰতিনিধিজন আছিল ধুনা চৰ্দাৰ। শান্তিপ্ৰস্তাৱটোত কোৱা হৈছিল যে বিশ্বসিংহ আহোম ৰজাৰ অধীনত 'থাপিত সঞ্চিত' ৰজা হ'ব, বছৰি আহোম ৰজালৈ কেতবোৰ ঘোঁৰা পঠিয়াব আৰু বিপদৰ সময়ত আহোমলৈ সহায় আগবঢ়াব। বৰগোহাঁয়ে এই প্ৰস্তাৱত সন্মত হৈ কোচৰ সৈতে বন্ধুত্বপূৰ্ণ সম্বন্ধ স্থাপনত মান্তি হ'ল। এসময়ত আহোম ৰজাক বংগৰ চুলতানে হাৰমতী আৰু দাৰমতী নামৰ দুগৰাকী কুঁৱৰী বিয়া দি তেওঁলোকৰ লগত যৌতুক হিচাপে দিয়া গাঁওকেইখন তেওঁ বিশ্বসিংহলৈ উপহাৰ হিচাপে আগবঢ়ালে। এই গাঁওকেইখন সংকোচ নৈৰ পশ্চিম অঞ্চলত অৱস্থিত আছিল বুলি জনা যায়। কিন্তু তনখাম বা চনখাম বৰগোহাঁই আৰু বিশ্বসিংহৰ সম্বন্ধৰ বিষয়ে উল্লিখিত এই কাহিনীটোৰ ঐতিহাসিক মূল্য কিমান সেই সম্বন্ধে সন্দেহৰ অৱকাশ আছে। প্ৰথমতে এটা প্ৰশ্ন উদয় হয় যে আহোম স্বৰ্গদেৱৰ সৈতে কোনো আলোচনা নকৰাকৈ কিদৰে এজন বৰগোহাঁয়ে ৰজাই যৌতুকত পোৱা গাঁওকেইখন বিশ্বসিংহক দিছিল? ইয়াৰ উত্তৰত কোনো কোনো সূত্ৰমতে আহোম ৰজাই যিকোনো প্ৰকাৰে কোচ ৰজাক তেওঁৰ অধীনস্থ থাপিত সঞ্চিত ৰজা হিচাপে বিচাৰিছিল আৰু সেয়ে সেনাপতিজনে কোচ ৰজাক উক্ত গাঁওকেইখন উপহাৰস্বৰূপে আগবঢ়োৱাত তেওঁৰ খং উঠা নাছিল। দ্বিতীয়তে আৰু এটা প্ৰশ্ন উদয় হয় যে কোচ ৰাজ্যই আহোম ৰাজ্যক কি এনে মূল্যবান উপহাৰ দিছিল যে আহোম পক্ষই এই ৰাজ্যৰ ৰজাক কেইবাখনো গাঁও উপহাৰ দিবলৈ সিদ্ধান্ত লৈছিল? তৃতীয়তে থাপিত সঞ্চিত ৰজা হিচাপে যিহেতু আহোমসকলে এতিয়াৰে পৰা কোচ ৰজাক ৰক্ষণাবেক্ষণ দিয়াৰ প্ৰশ্নটোও জড়িত আৰু যিকোনো বিপদত ৰক্ষা কৰিবলৈ আহোতে এক বিৰাট অংকৰ অৰ্থ ব্যয়ৰ যথেষ্ট সম্বন্ধ থাকে সেইক্ষেত্ৰত কেলেই উপযাচি অনাহকতে বৰগোহাঁইজনে বিশ্বসিংহলৈ গাঁওকেইখন আগবঢ়ালে? ইয়াৰ উত্তৰত এইটোৱেই ক'ব পাৰি যে বোধকৰো আহোম ৰজা চুহুংমুঙে কোচক তলতীয়া কৰিবলৈ ইমানেই আগ্ৰহী আছিল যে এই কৃতকাৰ্যতাৰ বিনিময়ত তেওঁৰ কিবা লোকচান হ'লেও তেওঁ সেই বিষয়ত গুৰুত্ব দিয়া নাছিল। বৰং আহোম স্বৰ্গদেৱে বৰগোহাঁইৰ এই কৃতকাৰ্যতাত অতিশয় আনন্দ প্ৰকাশ কৰি তেওঁক 'বৰ-আজম' উপাধিৰে সন্মানিতহে কৰিছিল। এইদৰে আহোম আৰু কোচসকলৰ মাজত নতুন সম্বন্ধ স্থাপন হ'লত ১৫৩৭ খ্ৰীঃত বিশ্বসিংহই তেওঁৰ ভাতৃ শিশু তথা শিৱসিংহৰ সৈতে আহোম ৰাজ্য সভালৈ আহি স্বৰ্গদেউক সন্মান জনালেহি।

অৱশ্যে মুখত যিভাৱেই প্ৰকাশ নকৰক কিয় অন্তৰেদি বিশ্বসিংহই যে আহোমৰ অধীনত 'থাপিত সঞ্চিত' ৰজা হৈ থকাটো অপমানসূচক বুলি বিবেচনা কৰিছিল, সেই সত্যটো

সৰহ দিন লুকাই নাথাকিল। তেওঁ কিছুদিনলৈকে নিয়মিতভাৱে আহোম স্বৰ্গদেৱউক বছৰেকীয়া কৰ আদায় দিছিল যদিও পিছলৈ এইক্ষেত্ৰত হেলা কৰিবলৈ ল'লে। আহোম বুৰঞ্জী মতে ১৫৩৭ খ্ৰীঃত বিশ্বসিংহই আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ সসৈন্যে সাজি-কাচি ব্ৰহ্মপুত্ৰয়েদি বৰ্তমান নগাঁৱৰ অন্তৰ্গত শিংগৰিলৈকে আহিছিল। পিছে আদবাটতে ৰচদ-পাতিৰ অভাব হোৱাৰ লগতে যথেষ্ট কষ্ট হোৱাত উভতি গৈ মত পৰিবৰ্তন কৰি আহোমৰ সৈতে মিত্ৰতা কৰিবলৈহে সিদ্ধান্ত লৈছিল। সেইমতে ভাৰভেটীৰে এজন কটকী পঠিয়াই তেওঁ আহোম স্বৰ্গদেউৰ সৈতে মিত্ৰতা কৰিছিল।

**অন্যান্য অঞ্চল জয় ঃ** কালক্ৰমত বিশ্বসিংহই তেওঁৰ ৰাজ্যৰ দক্ষিণ-পশ্চিমাঞ্চলত বংগদেশৰ জলপাইগুৰি অঞ্চল জয় কৰিছিল বুলি জনা যায়। অৱশ্যে ঐতিহাসিক গুণাভিৰাম বৰুৱাই ক'বৰ দৰে বিশ্বসিংহই পাহাৰীয়া অঞ্চলৰ মুখিয়াল লোকসকলৰ ওপৰতো নিজ আধিপত্য স্থাপন কৰিছিল নে নাই সেই বিষয়ে সন্দেহৰ অৱকাশ আছে। তথাপি কেতবোৰ ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যৰ জমিদাৰ বা ৰজাসকলে তেওঁক বছৰি শস্যৰ মাধ্যমেৰে ৰাজহ শোধাইছিল যেন লাগে। এনে তথাকথিত কৰতলীয়া জমিদাৰী বা ৰাজ্যসমূহ আছিল ডিমৰুৱা, বেলতলা, ৰাণী, লুকি, বগাই, পাতাল, বকো, বনগাঁও, মৈৰাপুৰ, ভোলাগাঁও, ছয়গাঁও, বৰনগৰ দৰং, কৰাইবাৰী, আঠিয়াবাৰী, কমতাবাৰী আৰু বলৰামপুৰ। অৱশ্যে এই তথ্যটোও বহু ঐতিহাসিকে গ্ৰহণ কৰিবলৈ ইতস্ততঃ কৰা দেখা গৈছে!

**বিশ্বসিংহ- এটি মূল্যায়ন ঃ** বিশ্বসিংহ হিন্দু ধৰ্মৰ এজন নামজ্বলা পৃষ্ঠপোষক আছিল। তেওঁ আছিল শিব আৰু দুৰ্গাদেৱীৰ উপাসক। কিন্তু তেওঁ বৈষ্ণৱ, ব্ৰাহ্মণ, জ্যোতিষীসকলকো যথেষ্ট শ্ৰদ্ধা আৰু সমাদৰ কৰিছিল। তেওঁ কামাখ্যাদেৱীক পূজা কৰিছিল আৰু নীলাচল পাহাৰত ভাঙি-ছিঙি থকা দেৱীৰ মন্দিৰটোও পুনৰ নিৰ্মাণ কৰিছিল। কনৌজ, মিথিলা, নৱদ্বীপ, গৌড়, বাৰানসী আদিৰ পৰা ভালেমান গুণীজ্ঞানী ব্ৰাহ্মণ আৰু পণ্ডিত লোক আনি তেওঁ তেওঁলোকক নীলাচল আৰু অন্যান্য স্থানত স্থাপন কৰিছিল। তেওঁৰ দিনত কামাখ্যা মন্দিৰ পৌৰাণিক আৰু তান্ত্ৰিক পূজা-পাতল আৰু অধ্যয়নৰ কেন্দ্ৰবিন্দুত পৰিণত হৈছিল। বিশ্বসিংহই শাস্ত্ৰজ্ঞ পণ্ডিতসকলকে ধৰি বিভিন্ন গুণসম্পন্ন লোকলৈ উপযুক্ত পুৰস্কাৰ আৰু দান-দক্ষিণা আগবঢ়াইছিল। তদুপৰি কামাখ্যা দেৱীৰ পূজা-পাতল যাতে নিতৌ পূৰ্ণগতিত চলে তাৰবাবে আৱশ্যকীয় সকলো ধৰণৰ বন্দবস্তও তেওঁ কৰি দিছিল।

বিশ্বসিংহই চিকনগ্ৰামৰ পৰা ৰাজধানী তুলি নি কোচবিহাৰত ৰাজধানী স্থাপন কৰাৰ বিষয়ে আগতে উল্লেখ কৰা হৈছে। এই নতুন ৰাজধানীখনৰ সৌন্দৰ্য বৰ্ধন আৰু সা-সুবিধা প্ৰদানৰ ক্ষেত্ৰত তেওঁৰ অৱদান আছিল অনবদ্য। চিকনগ্ৰামৰ পৰা কেইমাইলমান আঁতৰত অৱস্থিত ভূটানত তেওঁৰ দিনৰ কেতবোৰ স্থাপত্যৰ ভগ্নাৱশেষ পোৱা গৈছে। ভগ্নাৱশেষে বিশ্বসিংহৰ দিনৰ স্থাপত্যৰ উচ্চ মানদণ্ডৰ চিনাকি দিছে। তেওঁৰ সিংহাসনখনৰ বিষয়ে সেই কালৰ তথ্যসমূহে সুন্দৰ বিৱৰণ দিছে। সিংহাসনৰ ওপৰত থকা ছাতিটো আছিল সাপৰ মূৰৰ আকৃতিৰ। ৰাজদণ্ডডালৰ মূৰটো আছিল হনুমানৰ মূৰৰ দৰে আৰু সেইবাবে এই দণ্ডডালক 'হনুমান দণ্ড' বোলা হৈছিল। দণ্ডডাল আছিল ৰূপেৰে নিৰ্মিত।

বিশ্বসিংহ আছিল, এজন প্ৰজাৰঞ্জক, বিদ্যাৎসাহী, পৰিশ্ৰমী আৰু সুদক্ষ ৰজা। তেওঁ ভাতৃ শিৱসিংহক যুৱৰাজ পাতিছিল। বাৰটা মেচ পৰিয়ালৰ মুখীয়ালসকলক লৈ তেওঁ এখন মন্ত্ৰীসভা পাতিছিল। তেওঁৰ মন্ত্ৰীসকলক কাজী বোলা হৈছিল। তদুপৰি তেওঁ উজীৰ, বৰুৱা, লস্কৰ, ভূঞা আদি কেতবোৰ বিষয়া নিযুক্তি দিছিল। এই বহুগুণী ৰজাজনৰ দিনত তেওঁৰ ৰাজ্যখনত লোকপিয়ল কৰা হৈছিল। অৱশ্যে এই পিয়লৰ দ্বাৰা প্ৰাপ্ত সংখ্যাটো সম্বন্ধে সন্দেহৰ অৱকাশ আছে। এই লোক পিয়ল মতে জনসংখ্যা ৫২,২৫,০০০জন বুলি নিৰ্ধাৰণ হৈছিল। দৰং ৰাজবংশাৱলীত উল্লেখিত এই সংখ্যাটো সঠিক নহয় যেন লাগে। এই সংখ্যাটোত অন্তৰ্গত লোকসকলক কৰ্মঠ লোক বুলি উল্লেখ কৰা হৈছে। সেই মৰ্মে প্ৰতিজন কৰ্মঠ লোকৰ পৰিয়ালত যদি ৪/৫জনকৈ অন্য সদস্য থাকে আৰু তথাকথিত কৰ্মঠ লোকজন যদি একোটা পৰিয়ালৰ মুৰব্বী হয়, তেন্তে সেই ৰাজ্যৰ মুঠ জনসংখ্যাৰ ওপৰত উল্লেখিত সংখ্যাতকৈ ৪/৫ গুণ অধিক হ'ব। বিশ্বসিংহৰ ৰাজ্যখনৰ সীমালৈ চাই সেই ৰাজ্যখনত এনে বিৰাট সংখ্যাৰ লোক বসবাস কৰাটো যে সম্ভৱপৰ

নহয় সি ধুকগ। সি যিকি নহওক, এনেদৰে পিয়ল কৰাৰ মূৰকত সকলো কৰ্মঠ লোক তথা পাইকক একো একোটা গোটত ভাগ কৰি প্ৰতি কুবিজন পাইকৰ ওপৰত একোজনকৈ ঠাকুৰীয়া, এশজনৰ ওপৰত এজন শইকীয়া, এহেজাৰজনৰ ওপৰত এজন হাজাৰী (হাজৰিকা?) তিনিহাজাৰজনৰ ওপৰত এজন ওমৰা আৰু ছয়ষষ্ঠি হাজাৰজন পাইক অথবা বাইশজন ওমৰাৰ এজনকৈ নবাব নিযুক্তি কৰা হৈছিল। বিশ্বসিংহৰ সৈন্যবাহিনীত এক বৃজন পৰিমাণৰ ঘোঁৰা, গাধ, উট আৰু ম'হ আছিল।

বিশ্বসিংহই প্ৰায় ২৫ বছৰকাল ৰাজত্ব কৰিছিল। তেওঁৰ ৰাণীৰ সংখ্যা আছিল ১৮ আৰু প্ৰত্যেকগৰাকীৰে একোজনকৈ পুত্ৰ আছিল। এওঁলোকৰ ভিতৰত সৰ্বশ্ৰেষ্ঠজন আছিল মল্লদেৱ আৰু এওঁকেই তেওঁ পৰৱৰ্তী ৰজা বুলি মনোনীত কৰিছিল। ১৫৪০ খ্ৰীঃত বিশ্বসিংহৰ মৃত্যু ঘটিছিল। মৃত্যুকাললৈকে বিশ্বসিংহৰ মনত এটা দুখ থাকি গৈছিল আৰু সেই দুখটো হ'ল আহোমৰ হাতৰ পৰা নিজ ৰাজ্যখন স্বাধীন কৰিব নোৱৰাৰ দুখ। সেয়ে তেওঁ তেওঁৰ পুত্ৰসকলক নিজ ৰাজ্যখন আহোমসকলৰ হাতৰ পৰা উদ্ধাৰ কৰিবলৈ সকীয়াই দিছিল।

**নৰনাৰায়ণ (১৫৪০-১৫৮৭):** বিশ্বসিংহৰ মৃত্যুকালত তেওঁ উত্তৰাধিকাৰী হিচাপে মনোনীত কৰি যোৱা মল্লদেৱ আৰু তেওঁৰ ভাতৃ শুক্লধ্বজ শিক্ষাগ্ৰহণ উপলক্ষে বাৰানসীত থকাৰ সুযোগ লৈ তেওঁৰ আন এজন পুত্ৰ নৰসিংহই ৰাজপাট অধিকাৰ কৰিছিল। কোনো কোনো সূত্ৰমতে নৰসিংহ বিশ্বসিংহৰ বৰপুত্ৰ আছিল আৰু আন কেতবোৰ সূত্ৰই তেওঁক তৃতীয় পুত্ৰ বুলিহে অভিহিত কৰিছে। সি যিকি নহওক, নৰসিংহৰ অভীষ্ট সিদ্ধি নহ'ল আৰু তেওঁ সৰহদিন ৰাজপাট ভোগ কৰিব নোৱাৰিলে। মল্লদেৱ আৰু শুক্লধ্বজৰ ধাইমাকে নৰসিংহই ৰাজপাট অধিকাৰ কৰাৰ বাতৰি গোপনে এই ভাতৃদ্বয়লৈ প্ৰেৰণ কৰাত দুয়ো ভতাভায়েকে নিজ ৰাজ্যলৈ উভতি আহে আৰু ৰাজপাট উদ্ধাৰৰ বাবে নৰসিংহৰ সৈতে এক দুৰ্যোৰ সংঘৰ্ষত লিপ্ত হয়। নৰসিংহই পৰাস্ত হৈ পৰিয়ালৰ সৈতে কোনোমতে মুকং দেশত সোমাইগৈ। মল্লদেৱ আৰু শুক্লধ্বজে তেওঁক পিছে পিছে খেদি তেওঁক মুকং দেশৰ পৰাও উলিয়াই পঠিয়ায়। কোনো মতে প্ৰাণ লৈ এইবাৰ নৰসিংহই প্ৰথমে নেপালত প্ৰৱেশ কৰিছিল যদিও পিছত তাৰ পৰাও আঁতৰি পলাবলৈ বাধ্য হয়। তেওঁ কিছুদিনলৈ কাশ্মীৰত থকাৰ মূৰত উভতি আহি ভূটান ৰাজ্যৰ একাংশত ৰজা হিচাপে থাকিবলৈ লয়। ছাৰ এছলি এডেনৰ মতে ভূটানত কোচ বংশৰ ৰজাই ৰাজত্ব কৰিছিল। তেওঁৰ দ্বাৰা উল্লেখিত কোচ ৰজাজন নৰসিংহ বা তেওঁৰ বংশধৰ হ'বও পাৰে।

**শুক্লধ্বজ বা চিলাৰায়ক যুৱৰাজ হিচাপে নিযুক্তি :** নৰসিংহ হাতৰ পৰা ৰাজপাট উদ্ধাৰ কৰি আনুমানিক ১৫৪০ খ্ৰীঃত মল্লদেৱে কোচ ৰাজ্যৰ ৰাজপাটত আৰোহণ কৰে। তেওঁ নৰনাৰায়ণ বা মল্ল নাৰায়ণ নাম লয় আৰু নিজ নামেৰে মোহৰ মৰায়। তেওঁ তেওঁৰ সুযোগ্য ভাতৃ শুক্লধ্বজক 'যুৱৰাজ' বুলি ঘোষণা কৰে। শুক্লধ্বজ এজন অতি সুদক্ষ সমৰ কৌশলী যোদ্ধা আছিল আৰু নৰনাৰায়ণে তেওঁ স্বৰ্গীয় পিতৃয়ে আদেশ দি যোৱা মতে তেওঁৰ প্ৰধান সেনাপতি পদত নিযুক্তি দিলে। শুক্লধ্বজে হেনো চিলা চৰাইৰ দৰে অতি ক্ষিপ্ৰ গতিত যুদ্ধ কৰিছিল আৰু সেয়ে তেওঁক চিলাৰায় নাম দিয়া হৈছিল। শুক্লধ্বজৰ সলনি চিলাৰায় নামটোহে অধিক জনপ্ৰিয় আছিল আৰু আনকি ইতিহাসতো তেওঁৰ এই নামটোহে অধিক ক্ষেত্ৰত ব্যৱহৃত হোৱা দেখা গৈছে।

নৰনাৰায়ণৰ সমসাময়িক আহোম ৰজা চুক্লেংমুঙে গড়গাঁৱত ৰাজধানী পাতিছিল বাবে তেওঁক গড়গএগ্ৰা ৰজা বোলা হৈছিল। প্ৰায় সমগ্ৰ উজনি অসম খণ্ডত এইজন আহোম ৰজাৰ প্ৰতিপত্তি বিস্তাৰ হৈছিল। এওঁৰ দিনতে আহোম আৰু কোচৰ মাজত কেইবাখনো ৰণ হৈছিল। ১৫৪৩ খ্ৰীঃত নৰনাৰায়ণৰ তিনিজন ভাতৃ ৰামসিংহ, দীপ সিংহ আৰু হেমধৰে প্ৰায় তিনি হাজাৰ সৈন্যৰ সৈতে কোচ ৰাজ্যৰ পূব সীমান্তত সীমা ৰক্ষাৰ দায়িত্বত আছিল। সেই সময়তে আহোম সৈন্যই কোচ সৈন্যসকলক প্ৰত্যাহ্বান জনাই দক্ষিণ পাৰৰ সলালৈ খেদি নিয়াত দুয়ো দলৰ মাজত সংঘৰ্ষ হৈছিল। আন এটা সূত্ৰমতে, নৰনাৰায়ণৰ ভাতৃ তিনিজনে ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে কলিয়াবৰৰ ওচৰত সলাত সীমান্ত ৰক্ষাৰ দায়িত্বত থকা কালত পাঁচজন আহোম নাৱৰীয়াই সীমা অতিক্ৰম কৰি তেওঁলোকৰ অধিকৃত অঞ্চলত গোপনে বেহা-বেপাৰ চলোৱাৰ বাবে সেই নাৱৰীয়াকেইজনক ধৰি বন্দী কৰি থৈছিল। এই ঘটনাক কেন্দ্ৰ কৰি আহোম আৰু কোচৰ মাজত

বিবাদ ঘণিভূত হোৱাত আহোম সেনাপতি বৰসন্দিকৈ আৰু ডেকা ৰজাই কোচ সীমান্তৰক্ষীসকলৰ ওপৰত আক্ৰমণ চলাইছিলহি। এই বিবাদে যুদ্ধৰ ৰূপ লোৱাত আহোমসকলেহে পৰাজয় বৰণ কৰিবলগীয়াত পৰিছিল। যুঁজত প্ৰায় এহেজাৰমান আহোম সৈন্য নিধন হৈছিল। এইদৰে আহোমসকলক যুঁজত পৰাস্ত কৰি কোচ সৈন্যদলৰ উৎসাহ বাঢ়িল আৰু নৰনাৰায়ণৰ ভাতৃ তিনিজনে এইবাৰ আহোম ৰাজ্যৰ কিছু অংশ দখল কৰিবলৈ যো-জা কৰাত যুঁজ আকৌ লাগিল। ১৫৪৬ খ্ৰীঃৰ জানুৱাৰী মাহত দুয়ো দলৰ থৈয়া-নথৈয়া যুঁজ আৰম্ভ হ'ল আৰু যুঁজত ৰামসিংহ, দীন সিংহ আৰু হেমধৰে প্ৰাণ হেৰুৱাৰ লগতে বহুতো কোচ সৈন্য হতাহত হ'ল।

এইদৰে আহোমসকলৰ সৈতে সংঘটিত দ্বিতীয়খন যুদ্ধত শোচনীয় পৰাজয়ৰ সন্মুখীন হোৱা কোচসকলে এই পৰাজয়ৰ পোটক তুলিবলৈ ১৫৪৬ খ্ৰীঃৰ শেষাৰ্ধত এক বিৰাট সৈন্যদল আহোম ৰাজ লৈ পঠিয়ালে। ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ দিকৰাই নদীৰ পাৰত উপস্থিত হোৱা এই সৈন্যদলক আহোম সৈন্যই প্ৰত্যাহ্বান জনাই নিশাৰ ভাগত আক্ৰমণ কৰি বিতত কৰি তোলা দেখা গ'ল। কিন্তু কোচ কাঁড়ী সৈন্যই আহোম সৈন্যক ছেদেলি-ভেদেলি কৰি পেলোৱাত তেওঁলোকে সলালৈ পিছ হুঁহকি আহিবলৈ বাধ্য হ'ল। কিন্তু যুদ্ধখনে পূৰ্ণ গতি লোৱাত অৱশেষত কোচসকলেহে পৰাজয় বৰণ কৰিবলগীয়াত পৰিল।

তৃতীয়খন যুদ্ধত পৰাজিত হৈও কোচ ৰজা নৰনাৰায়ণ নিৰুৎসাহ নহৈ ১৫৪৭ খ্ৰীঃত পুনৰবাৰ আহোমৰ বিৰুদ্ধে অভিযানৰ পাতনি মেলে। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰ হৈ কোচ সৈন্যই বৰ্তমানৰ লখিমপুৰৰ ওচৰৰ নাৰায়ণপুৰত কোঠ মাৰেহি। আনহাতেদি, পিছলা নৈৰ আনটো পাৰত আহোম সৈন্যয়ো কোঠ নিৰ্মাণ কৰা দেখা গ'ল। গড়গাঁৱৰ ৰজা চুক্লেংমুঙে তেওঁৰ সৈন্যসকলক তিনিভাগ কৰি দুভাগ নিজৰ সৈতে ৰাখি এভাগ কোচ সৈন্যক ঘেৰাও কৰিবলৈ পঠিয়ালে। ইতিমধ্যে কোচ সৈন্যদলে আগবাঢ়ি আহি পিছলা নৈৰ আনটো পাৰত থকা আহোমসকলক আক্ৰমণ কৰাত তেওঁলোকক আহোম সৈন্যসকলে সন্মুখ আৰু পিছফালৰ পৰা বেৰি ধৰিবলৈ সক্ষম হ'ল। এইদৰে কেউফালৰ পৰা শত্ৰুৰ দ্বাৰা পৰিবেষ্টিত হৈ প্ৰায় পাঁচ হাজাৰ কোচ সৈন্যই প্ৰাণ হেৰুৱালে। বিজয় গৌৰৱেৰে আহোম সৈন্যই শত্ৰু সৈন্যৰ কটা মূৰবিলাক আনি শিৱসাগৰৰ দাঁতি কাষৰীয়া ঠাই এখনত পুতি থ'লেগে। তেতিয়াৰ পৰা এই ঠাইখন হেনো মাথাদাং বা মথাদাং নামেৰে জনজাত হ'ল।

উপৰোক্ত ঘটনাৰ পিছত কোচ ৰজা নৰনাৰায়ণে সদ্যহতে আহোমৰ চুক্লেংমুঙে খোৰাৰজাক প্ৰত্যাহ্বান জনোৱা নাছিল। বৰং তেওঁ আহোমৰ সৈতে সম্ভাৱ স্থাপনৰ বাবেহে আগ্ৰহ প্ৰকাশ কৰিছিল। কিন্তু আহোমৰ পক্ষৰ পৰা তেওঁৰ এনে প্ৰচেষ্টাৰ প্ৰতি কোনো সঁহাৰি পোৱা নগ'ল। ইতিমধ্যে চুক্লেংমুঙৰ মৃত্যু ঘটাত তেওঁৰ পুত্ৰ চুখামফাই ৰাজপাট লভিছিল। ১৫৫২ খ্ৰীঃৰ পৰা ১৬০৩ খ্ৰীঃলৈকে ৰাজত্ব কৰা চুখামফাৰ ভৰি এখন খোৰা হোৱাৰ বাবে তেওঁক খোৰাৰজা বোলা হৈছিল। তেওঁৰ দিনৰ আটাইতকৈ উল্লেখযোগ্য ঘটনা হৈছে কোচৰজা নৰনাৰায়ণৰ ভাতৃ সেনাপতি চিলাৰায়ৰ আহোম ৰাজ্য আক্ৰমণ। কোচ ৰজাই আহোমৰ সৈতে বন্ধুত্ব কৰিবলৈ চেষ্টা কৰি কোনো সঁহাৰি নোপোৱাত ক্ষুব্ধ হৈ চিলাৰায়ক আহোমৰ অহংকাৰ চূৰ্ণ কৰিবলৈ আদেশ দিয়াত চিলাৰায়ে সেইমতে যো-জা কৰি তেওঁলোকৰ আন এজন ভাতৃ গোহাঁই কমলক কোচবিহাৰৰ পৰা হাবুঙলৈ এটা আলি সাজিবলৈ দিছিল। কোচবিহাৰৰ পৰা নাৰায়ণপুৰলৈকে সাজি উলিওৱা প্ৰায় ৩০০ মাইল দীঘল এই পথটো গোহাঁই কমল আলি নামেৰে প্ৰসিদ্ধ হৈছিল। এই সুদীৰ্ঘ আলিটোৰ দুয়োকাষে গছ ৰুই আৰু পুখুৰী খান্দি ইয়াক যাতায়াতৰ বাবে সুগম কৰিবলৈ কৰা প্ৰচেষ্টাক সকলোৱে শলাগিছিল। ইতিমধ্যে আহোমক প্ৰত্যাহ্বান জনাবলৈ আগবঢ়া কোচ সৈন্যদলক আহোম ৰজাই অতি কৌশলেৰে যুদ্ধৰ পৰা আঁতৰাই ৰাখিছিল। কোনো কোনো বুৰঞ্জীত এইদৰে উল্লেখ কৰা হৈছে যে আহোম ৰজাই বুদ্ধি কৰি তেওঁৰ সৈন্যসকলক লগুণ পিন্ধাই কপালত সেন্দুৰৰ ফোঁট দি গৰুৰ পিঠিত উঠাই কোচক প্ৰত্যাহ্বান জনাবলৈ পঠিওৱাত ব্ৰাহ্মণৰ প্ৰতি অতিশয় শ্ৰদ্ধাবান বুলি খ্যাত কোচসকলে যুঁজ নকৰি পিছ হুঁহকি গৈছিল। পিছত অৱশ্যে আহোমৰ এনে চক্ৰান্তৰ বিষয়ে অৱগত হৈ চিলাৰায়ে ক্ষিপ্ৰগতিত আগবাঢ়ি আহি আহোমৰ ৰাজধানী গড়গাঁও অভিমুখে যাবলৈ ধৰে। চিলাৰায়ৰ সন্মুখত

তিষ্ঠিব নোৱাৰি আহোম সৈন্য ছেদেলি-ভেদেলি হৈ পৰে আৰু আনকি আহোম ৰজা চুখামফাই ৰাজধানীৰ পৰা ততাতৈয়াকৈ পলাই গৈ নামৰূপৰ চৰাইখোৰোং পাহাৰত লুকাই থাকেগৈ। এইদৰে ৰাজধানী এৰি পলাই যোৱা বাবে ৰজা চুখামফাক ভগনীয়া ৰজা বোলা হৈছিল। ইয়াৰ পিছত চুখামফাই কোচৰ সৈতে এক অপমানজনক চুক্তি কৰিবলৈ বাধ্য হ'ল। সেই চুক্তিমতে তেওঁ নাৰায়ণপুৰৰ পৰা সমগ্ৰ উত্তৰখণ্ড কোচৰ হাতত সমৰ্পণ কৰিবলৈ বাধ্য হোৱাৰ উপৰি কেইবাজনো কোঁৱৰক ওল তথা জামিনস্বৰূপে কোচ ৰাজ্যলৈ পঠিয়াবলগীয়াত পৰিল। এনেদৰে ওল হিচাপে কোচ ৰাজ্যত থ'বলৈ মান্তি হোৱা কোঁৱৰৰ সংখ্যা আছিল পাঁচজন আৰু তেওঁলোকৰ লগতে তিনিজন ডাঙৰীয়াকো এইদৰে কোচ ৰাজ্যলৈ পঠিয়াবলৈ আহোম ৰজাই সন্মতি দিছিল বুলি জনা যায়। ইয়াৰ উপৰি তেওঁ ৬০টা হাতী, ৬০খন কাপোৰ আৰু এক বুজন পৰিমাণৰ সোণ-ৰূপ কোচ ৰজালৈ আগবঢ়াই তেওঁৰ বশ্যতা স্বীকাৰ কৰিবলৈকো বাধ্য হৈছিল। উল্লেখযোগ্য যে কোচ ৰাজসভাত ওল বা জামিনস্বৰূপে পঠিওৱা দলটোৰ আহোম ৰজাৰ নিজ ভাতৃ সুন্দৰ গোহাঁয়ো আছিল। আহোম আৰু কোচৰ মাজত এই যুদ্ধখন আৰু সন্ধি হৈছিল ১৫৬২ খ্ৰীঃত। ইয়াৰ পৰৱৰ্তীকালত নৰনাৰায়ণে ১৫৬৬ আৰু ১৫৭১ খ্ৰীঃত পুনৰ দুবাৰকৈ আহোমৰ বিৰুদ্ধে সৈন্য প্ৰেৰণ কৰিছিল যদিও দুয়োবাৰে তেওঁ নিজেহে পৰাস্ত হৈছিল বুলি জনা যায়।

**কছাৰী, মণিপুৰ, জয়ন্তীয়া আদি ৰাজ্যত কোচৰ অভিযান ঃ** ১৫৬২ খ্ৰীঃত আহোম ৰজাই কোচৰ সৈতে অপমানজনক সন্ধিখন কৰাৰ পিছত চিলাৰায়ে কছাৰী ৰাজ্যত আক্ৰমণ চলাই সেই ৰাজ্যৰ ৰজাক কোচৰ ওচৰত বশ্যতা স্বীকাৰ কৰিবলৈ বাধ্য কৰিছিল। কছাৰী ৰজাই সেইমৰ্মে কোচ ৰজাক বছৰি ৭০,০০০ ৰূপৰ মুদ্ৰা, ১০০০ সোণৰ মোহৰ আৰু ৬০টা হাতী দিবলৈ সন্মত হ'ল। চিলাৰায়ৰ পৰৱৰ্তী লক্ষ্য আছিল মণিপুৰ। মণিপুৰে হেনো বিনাযুদ্ধে তেওঁৰ বশ্যতা স্বীকাৰ কৰিছিল। মণিপুৰৰ ৰজাই হেনো স্বয়ং কোচবিহাৰলৈ গৈ মহাৰাজ নৰনাৰায়ণক বহু ধন-সোণ আৰু ৪০টা হাতী দিয়াৰ উপৰি কৰতলীয়া ৰজা হিচাপে বছৰি ১০টা হাতী, ৩০০ সোণৰ মোহৰ আৰু ২০,০০০ ৰূপৰ মুদ্ৰা কৰ হিচাপে শোধাবলৈ মান্তি হ'ল।

কোচ ৰাজবংশাৱলী মতে চিলাৰায়ে জয়ন্তীয়া ৰাজ্যত আক্ৰমণ চলোৱাত জয়ন্তীয়া ৰজা যুঁজত পৰে আৰু তেতিয়া চিলাৰায়ে তেওঁৰ পুত্ৰক ৰাজপাটত অধিষ্ঠিত কৰে। এই নতুন ৰজাজনে কোচসকলক বহু ধন-সোণ, ঘোঁৰা আৰু কেতবোৰ মূল্যৱান সা-সামগ্ৰী থিতাতে আগবঢ়োৱাৰ উপৰি বছৰেকীয়া কৰ হিচাপে ৭০টা ঘোঁৰা, ১০,০০০ ৰূপৰ মুদ্ৰা আৰু ৩০০ তৰোৱাল পঠিয়াবলৈ সন্মতি দিয়ে।

চিলাৰায়ৰ ৰাজ্য বিজয়ৰ ফলত চুবুৰীয়া ৰাজ্যৰ ৰজাসকলৰ পৰাজয় বৰণে খৈৰামৰ ৰজা বীৰ্যৱন্তক ইমানেই শংকিত কৰি তুলিছিল যে তেওঁ কোনো যুদ্ধ-বিগ্ৰহ নকৰাকৈয়ে নিজে আগবাঢ়ি আহি কোচৰ বশ্যতা স্বীকাৰ কৰি বছৰি ৯০০ সোণৰ মোহৰ, ১৫,০০০ ৰূপৰ মুদ্ৰা, ৫০টা ঘোঁৰা আৰু ৩০টা হাতী দিবলৈ প্ৰতিজ্ঞাবদ্ধ হৈছিল। তদুপৰি জয়ন্তীয়া ৰজা আৰু খৈৰামৰ ৰজাই নিজৰ নামত মোহৰ নামাৰি কোচৰজাৰ নামত মোহৰ উলিয়াব বুলিও মান্তি হৈছিল। ১৭৩১ খ্ৰীঃলৈ জয়ন্তীয়া ৰজাসকলে নিজৰ নামত মোহৰ মৰা নাছিল। এই সময়ৰ মোহৰত কেৱল জয়ন্তীয়া ৰজা বুলিহে লিখা আছিল; ৰজাৰ নাম নাছিল। খৈৰামৰ ৰজাক মহাৰাজ নৰনাৰায়ণৰ নামত মুদ্ৰা খোদিত কৰিবলৈ আদেশ দিয়াৰ উপৰি কোচ ৰজাৰ মুদ্ৰাতকৈ যে তেওঁৰ মুদ্ৰাৰ পাৰ্থক্য আছে সেই কথা বুজাবলৈ তেওঁৰ মুদ্ৰাবিলাকত একোডাল দগুৰ ছবি খোদিত কৰিবলৈ দিয়া হৈছিল বুলি জনা যায়। অৱশ্যে, বহু অনুসন্ধান কৰিও ঐতিহাসিকসকলে এতিয়ালৈকে এনে ধৰণৰ মুদ্ৰা পোৱা নাই। সেয়ে ঐতিহাসিকসকলে অনুমান কৰে যে সমসাময়িক অন্য ৰজাসকলকৈ বহুগুণে কম শক্তিশালী খৈৰামৰ ৰজাই বোধকৰো নিজে উপযাচি এই প্ৰস্তাৱ দিছিল যদিও ইয়াক কাৰ্যকৰী কৰাৰ পৰা নিজকে বিৰত ৰাখিছিল।

কোচ ৰাজবংশাৱলী মতে চিলাৰায়ে তিপ্পেৰাৰ* ৰজাকো পৰাজিত কৰি হত্যা কৰিছিল। মৃত ৰজাৰ পুত্ৰই

---

** ১৯৪৭ খ্ৰীঃ লৈ ত্ৰিপুৰাক তিপ্পেৰা বোলা হৈছিল (এডৱাৰ্ড গেইট)*

কোচৰ বশ্যতা স্বীকাৰ কৰিবলৈ মান্তি হোৱাত চিলাৰায়ে তেওঁকেই তিপ্পেৰা ৰাজ্যৰ সিংহাসনত বহুৱাইছিল আৰু নতুন ৰজাই কোচক বছৰি ১০০ সোণৰ মোহৰ, ১০,০০০ ৰূপৰ মুদ্ৰা আৰু ৩০টা ঘোঁৰা কৰ দিবলৈ প্ৰতিশ্ৰুতি দিছিল। কোচ বংশাৱলীৰ বাহিৰেও এখন আহোম বুৰঞ্জীত তিপ্পেৰা ৰাজ্য বিজয়ৰ বিষয়ে উল্লেখ থাকিলেও তিপ্পেৰাসকলৰ নিজৰ কোনো সূত্ৰত এই ঘটনাৰ উল্লেখ নাই। এই আহোম বুৰঞ্জীখননো কেতিয়া লিখা হৈছিল সেই সম্বন্ধে কোনো সঠিক উল্লেখ নথকাৰ বাবে এই বুৰঞ্জী পুথিখনৰ দ্বাৰা পৰিবেশিত তথ্যসমূহত সন্দেহৰ অৱকাশ আছে। ঐতিহাসিক কনকলাল বৰুৱাৰ বুৰঞ্জীয়ে চিলাৰায়ৰ ডিমৰুৱা ৰাজ্য বিজয় সম্বন্ধে উল্লেখ কৰিছে। সেইমতে ডিমৰুৱা ৰজাজনৰ নাম আছিল পাণ্ডেশ্বৰ বা প্ৰান্তেশ্বৰ। কিন্তু অন্যান্য বুৰঞ্জী পুথিসমূহত এই বুলি কোৱা হৈছে যে ডিমৰুৱাৰ ৰজা পূৰ্বে কছাৰী ৰজাৰ আশ্ৰয়ত আছিল আৰু কছাৰী ৰজা মেঘনাৰায়ণৰ দুৰ্ব্যৱহাৰত অতিষ্ঠ হৈ তেওঁ নিজে উপযাচি মহাৰাজ নৰনাৰায়ণৰ ছত্ৰছায়াত থাকিবলৈ বিচাৰিছিল। সুকুমাৰ মহন্তৰ ঘৰত প্ৰাপ্ত অসম বুৰঞ্জীয়েও এই তথ্য সমৰ্থন কৰিছে। এইদৰে আশ্ৰয় বিচাৰি অহা ডিমৰুৱাৰ ৰজা পাণ্ডেশ্বৰক মহাৰাজ নৰনাৰায়ণে হেনো জয়ন্তীয়া ৰাজ্যৰ সীমাত ১৮জন ক্ষুদ্ৰ ক্ষুদ্ৰ ৰজাই ৰাজত্ব কৰা এক ভূখণ্ড চোৰা-চিতা কৰাৰ দায়িত্ব দিছিল। অৱশ্যে ডিমৰুৱাৰ ৰজা পাণ্ডেশ্বৰ এজন দুৰ্বল ৰজা আছিল বুলি কোৱা কথাষাৰ শুদ্ধ নহয় যেন লাগে। কাঁৰণ কোনো কোনো সূত্ৰই পাণ্ডেশ্বৰেহে চিলাৰায়ক যুঁজত পৰাজিত কৰিছিল বুলি ক'ব খোজে। অৱশ্যে এনে দাবীৰ সত্যতা সম্বন্ধেও সন্দেহৰ অৱকাশ আছে।

**চিলেট বা শ্ৰীহট্ট আক্ৰমণ ঃ** চিলাৰায়ে হেনো চিলেট ৰাজ্য আক্ৰমণ কৰি সেই ৰাজ্যৰ ৰজাজনক হত্যা কৰিছিল। দৰং ৰাজবংশাৱলীত এই ৰজাজনক পাটছা বুলি অভিহিত কৰা হৈছে, নাম দিয়া নাই। ৰজাৰ ভায়েক আছুৰাজে কোচৰ বশ্যতা স্বীকাৰ কৰাত চিলাৰায়ে তেওঁকেই হেনো ৰজা পাতিছিল। আছুৰাজে কোচৰজা নৰনাৰায়ণক বছৰি ১০,০০০ সোণৰ মোহৰ, ৩,০০,০০০ ৰূপৰ মুদ্ৰা, ১০০ হাতী আৰু ২০০ ঘোঁৰা কৰ হিচাপে আগবঢ়াইছিল। অৱশ্যে চিলেটৰ কোন ঠাইত এই যুদ্ধখন হৈছিল সেই সম্বন্ধে কোনো উল্লেখ নাই। তদুপৰি চিলেট বা শ্ৰীহট্ট আক্ৰমণ কৰিবলৈ মন থাকিলে চিলাৰায়ে জয়ন্তীয়া ৰাজ্য বিজয়ৰ পিছতেই এই কাম কৰিব পাৰিলেহেঁতেন। তাকে নকৰি পৰৱৰ্তী কালত কেৱল মাত্ৰ চিলেট বিজয়ৰ বাবে চিলাৰায়ে কোচবিহাৰৰ পৰা ইমানদূৰ পথ অতিক্ৰম কৰি আহিছিল বুলি পৰিবেশিত তথ্যটোৰ সত্যাসত্য উদঘাটন কৰা উচিত বুলি এডবাৰ্ড গেইটে বিবেচনা কৰে। গেইটৰ দৰে অন্যান্য ঐতিহাসিকেও কোচসকলৰ চিলেট তথা শ্ৰীহট্ট অভিযানৰ তথ্যটো শুদ্ধ নহয় বুলি ভাবে।

উল্লেখযোগ্য যে ওপৰোল্লেখিত ৰাজ্যসমূহ কোচ ৰজাই নিজৰ ৰাজ্যৰ ভিতৰুৱা কৰি লোৱা নাছিল আৰু তেওঁলোকৰ স্বীকৃতি আদায় কৰি বছৰেকীয়া কৰৰ পৰিমাণ ঠিক কৰি লৈছিল মাত্ৰ।

দৰং ৰাজবংশাৱলী মতে নৰনাৰায়ণে গৌড়ৰ নবাব চুলেইমান কৰণাবিৰ ৰাজ্য আক্ৰমণ কৰিছিল। কিন্তু 'আকবৰনামা' আৰু ৰিয়াজউচ-চালাতিন' পুথিৰ মতে, চুলেইমান কৰৰানিয়েহে প্ৰথমে কোচ ৰাজ্যত আক্ৰমণ চলাইছিলহি। ৰিয়াজ-উচ-চালাতিন পুথিখনত এই বুলি উল্লেখিত হৈছে যে ১৫৬৭ খ্ৰীঃত প্ৰথমতে উৰিষ্যা জয় কৰি কৰৰানিয়ে ইয়াৰ এবছৰ পিছত অৰ্থাৎ ১৫৬৮ খ্ৰীঃত কোচৰ বিৰুদ্ধে অভিযান আৰম্ভ কৰিছিল। গৌড় সৈন্যদলৰ নেতৃত্বত আছিল সেই ৰাজ্যৰ প্ৰধান সেনাপতি কালাপাহাৰ। কালাপাহাৰ সম্বন্ধে ভালেমান কাহিনী শুনা গৈছিল। আদিতে তেওঁ হেনো এজন ব্ৰাহ্মণ আছিল আৰু পিছত ইছলাম ধৰ্ম গ্ৰহণ কৰি হিন্দু তীৰ্থস্থানত ধ্বংসলীলা চলাইছিল। কোচ ৰাজ্যত আক্ৰমণ চলাই তেওঁ চিলাৰায়ক যুদ্ধত সটুৱাইছিল। এতিয়ালৈকে কোনো যুদ্ধতে পৰাজয় বৰণ নকৰা চিলাৰায়ক বন্দী কৰি কালাপাহাৰে তেওঁক গৌড়ৰ নবাবৰ ওচৰলৈ পঠিয়াই দিছিল। কিন্তু ইতিমধ্যে উৰিষ্যাত বিদ্ৰোহে দেখা দিয়াৰ বাতৰি পাই কালাপাহাৰে কোচবিহাৰ জয় নকৰাকৈয়ে উভতি যাবলগীয়াত পৰিছিল। এইদৰে কামৰূপ আক্ৰমণৰ কালত কালাপাহাৰে কামাখ্যা, হাজো আৰু অন্যান্য স্থানৰ মন্দিৰসমূহ ভাঙিছিঙি গৈছিল বুলি শুনা যায় যদিও এই তথ্যৰ সত্যতা সম্বন্ধে সন্দেহৰ অৱকাশ আছে। কিয়নো দৰং

ৰাজবংশাৱলীত কালাপাহাৰৰ বিষয়ে কোনো উল্লেখ নাই। প্ৰচলিত জনবিশ্বাস আৰু কিংবদন্তিমতে কালাপাহাৰে ধ্বংস কৰি থৈ যোৱা কামাখ্যা মন্দিৰটো মহাৰাজ নৰনাৰায়ণে পুনৰ নিৰ্মাণ কৰিছিল। কিন্তু আধুনিক ঐতিহাসিকসকলে এই তথ্য মানি নলয়। কিয়নো নৰনাৰায়ণৰ মন্দিৰ পুনৰ নিৰ্মাণৰ কাল আছিল ১৫৬৫ খ্ৰীঃ আৰু কালাপাহাৰে এই মন্দিৰত ধ্বংস লীলা চলোৱা বুলি নিৰূপিত কাল হ'ল ১৫৬৮ খ্ৰীষ্টাব্দ। সেয়ে যদি কোনোবা কালাপাহাৰে মন্দিৰ আক্ৰমণ কৰিছিল, তেন্তে তেওঁ নিঃসন্দেহে গৌড়ৰ সেনাপতি কালাপাহাৰ হ'ব নোৱাৰে।

কোচ ৰাজ্যত অভিযান অসমাপ্ত অৱস্থাতেই এৰি থৈ উৰিষ্যাত বিদ্ৰোহ দমনৰ বাবে কালাপাহাৰ উভতি গৈছিল বুলি কোৱা হয় যদিও কোনো কোনো সূত্ৰই এইক্ষেত্ৰত এটা আন তথ্যহে পৰিৱেশন কৰিছে। সেইমতে ঐতিহাসিক কনকলাল বৰুৱাই আগবঢ়োৱা তথ্যই কয় যে মুছলমানৰ হাতত পৰাজয় ঘটাত কোচৰজা নৰনাৰায়ণে এই পৰাজয়ৰ পোটক তুলিবলৈ এক বৃজন সংখ্যাৰ সৈন্য গোটাইছিল, এইদৰে সৈন্য-সামন্ত সংগ্ৰহ কৰাৰ উপৰি প্ৰয়োজনবোধে আহোমৰ সৈতে থকা বিবাদৰ ওৰ পেলাই কোচ আৰু আহোম সেনাৰ যুটীয়া প্ৰচেষ্টাত মুছলমান আক্ৰমণকাৰীসকলৰ ওপৰত প্ৰতিশোধ লোৱাৰ কথাও তেওঁ চিন্তা কৰিছিল। নৰনাৰায়ণে এনেবোৰ আঁচনি গুণাগঁথা কৰাৰ সম্ভেদ পাইহে বোধকৰো কালাপাহাৰে উৰিষ্যাৰ বিদ্ৰোহৰ দোহাই দি নিজ ৰাজ্য অভিমুখে ততাতৈয়াকৈ যাত্ৰা আৰম্ভ কৰিছিল।

উল্লেখযোগ্য যে মুছলমান লেখকসকলৰ বিৱৰণীত কালাপাহাৰে বা গৌড়ৰ ৰজাই চিলাৰায়ক বন্দী হিচাপে ৰাখিছিল বুলি উল্লেখ নাই। আনহাতে, দৰং ৰাজবংশাৱলী মতে চিলাৰায়ে গৌড়ৰ ৰাজধানীত প্ৰায় এবছৰকাল অতিবাহিত কৰাৰ মূৰকত গৌড়ৰ ৰজাৰ মাতৃক সাপে দংশন কৰাত চিলাৰায়ে তেওঁক আৰোগ্য কৰিছিল। সেইবাবে কৃতজ্ঞতাৰ চিনস্বৰূপে গৌড়ৰ নবাবে তেওঁক মুক্তি দিছিল। তদুপৰি গৌড়ৰ ৰজাই চিলাৰায়ক হেনো নিজ কন্যা এগৰাকী বিয়া দি যৌতুক হিচাপে ভিতৰবন্দ, বহিৰ্বন্ধ, গড়াবাৰী, চেৰপুৰ আৰু দহকাউনীয়া নামেৰে পাঁচখন পৰগণা আগবঢ়াইছিল।

**কোচ-মোগল সম্বন্ধ :** চুলেইমান কৰৰানিৰ মৃত্যুৰ পিছত তেওঁৰ পুত্ৰ দাউদ কৰৰানি নবাব পদত অধিষ্ঠিত হৈছিল (১৫৭২-১৫৭৪ খ্ৰীঃ)। দাউদে মুঘলৰ বশ্যতা অস্বীকাৰ কৰি নিজকে স্বাধীন বুলি ঘোষণা কৰিছিল। সেই সময়ত দিল্লীৰ সম্ৰাট আছিল মহামতি আকবৰ (১৫৫৬-১৬০৬ খ্ৰীঃ) দাউদে এইদৰে মুঘল সম্ৰাটৰ বশ্যতা অগ্ৰাহ্য কৰাত মুঘল সেনাপতি মুনিম খাঁই দাউদৰ ৰাজ্যত আক্ৰমণ চলাইছিল (১৫৭৪ খ্ৰীঃ) আৰু তেওঁক (মুনিম খাঁক) সহায় কৰিছিল চিলাৰায়ে। প্ৰকৃতপক্ষে, পূব দিশৰ পৰা দাউদক আক্ৰমণ কৰি পৰাস্ত কৰাত চিলাৰায়ে মুনিম খাঁৰ অভিযানক এক ডাঙৰ সহায় কৰিছিল। এই ঘটনাৰ পিছত কোচৰজা নৰনাৰায়ণ আৰু মুঘল সম্ৰাট আকবৰৰ মাজত এক সৌহাৰ্দ্যপূৰ্ণ সম্বন্ধ গঢ়ি উঠাতো আছিল স্বাভাৱিক। পৰাজিত নবাব দাউদৰ হেনো শিৰশ্ছেদ কৰা হৈছিল। উল্লেখযোগ্য মুছলমান লেখকসকলৰ পুথিত কোচসকলে মুঘল সৈন্যক দাউদৰ পতনত সহায় কৰাৰ বিষয়ে কোনো ইংগিত দিয়া নাই। কিন্তু দৰং ৰাজবংশাৱলীমতে, দাউদে বংগৰ নবাব পদত অধিষ্ঠিত হোৱাৰ কালৰে পৰা নৰনাৰায়ণে তেওঁৰ পিতৃ চুলেইমান কৰৰানিৰ পূৰ্বৰ আক্ৰমণৰ বাবে গৌড়ৰজাৰ ওপৰত প্ৰতিশোধমূলক অভিযানৰ বিষয়ে চিন্তা কৰিছিল আৰু সেয়ে মুঘল সম্ৰাট আকবৰে গৌড় আক্ৰমণ কৰাত তেওঁলৈ নৰনাৰায়ণে সহায়ৰ হাত আগবঢ়াইছিল। মুছলমান ঐতিহাসিকসকলে কোচৰজাই মুঘল সৈন্যৰ গৌড় অভিযানকালত সহায় আগবঢ়াইছিল বুলি উল্লেখ নকৰিলেও 'আকবৰ নামা' নামৰ পুথিখনত ১৫৭৮ খ্ৰীঃত নৰনাৰায়ণে আকবৰৰ ৰাজসভালৈ ৫৪ টা হাতী আৰু বহু মূল্যৱান সা-সামগ্ৰী উপহাৰ হিচাপে পঠিয়াইছিল বুলি উল্লিখিত হৈছে। প্ৰকৃতপক্ষে আকবৰেও কোচ ৰজাৰ সৈতে মিত্ৰতাৰ প্ৰয়োজনীয়তা অনুভৱ কৰিছিল যেন লাগে। কাৰণ দাউদক নিধন কৰাৰ পিছতো গৌড় অঞ্চলত ভালেমান মুঘল বিৰোধী পাঠান চৰ্দাৰ আছিল আৰু পূব দিশৰ পৰা এই চৰ্দাৰসকলক দমন কৰাৰ বাবে তেওঁক কোচ সৈন্যৰ সহায়ৰ আৱশ্যক হৈছিল। কনকলাল বৰুৱাৰ মতে, ১৫৮৩ খ্ৰীঃত চিলাৰায়ে মুঘল সম্ৰাটৰ মিত্ৰৰূপে গৌড়ৰ পাঠান নেতা মাচুম কাবুলীৰ বিৰুদ্ধে যুদ্ধ কৰিছিল আৰু এইদৰে যুদ্ধ শেষ হোৱাৰ পূৰ্বেই তেওঁ দুৰাৰোগ্য বসন্ত ৰোগত পৰি গংগা নৈৰ তীৰত

মৃত্যুক আঁকোৱালি ল'বলগীয়াত পৰিছিল। কিন্তু আনহাতেদি মুছলমান লেখকসকলে ১৫৮১ খ্ৰীঃত কোচ ৰাজ্য দুভাগ বিভক্ত হৈ 'কোচবেহাৰ' আৰু কোচ-হাজোত পৰিণত হোৱাৰ বিষয়ে উল্লেখ কৰাৰ চাই এই তথ্যৰ সত্যতা সম্বন্ধে কিছু সন্দেহৰ উদ্ৰেক হৈছে। যদিওবা এই তথ্য সত্য হয়, এই ঘটনাৰ কাল অন্ততঃ ১৫৮১ হ'ব নোৱাৰে। কাৰণ চিলাৰায়ৰ মৃত্যুৰ কেইবছৰমান অতিবাহিত হোৱাৰ পিছতহে কোচ ৰাজ্য দুভাগত খণ্ডিত হৈছিল।

**কোচৰ আহোমৰ সৈতে বন্ধুত্ব ঃ** উল্লেখযোগ্য যে চিলাৰায়ে গৌড়ৰ নবাবৰ বন্দী হিচাপে দিন অতিবাহিত কৰাৰ কালত নৰনাৰায়ণে যিকোনো উপায়েৰে আহোমৰ সৈতে মিত্ৰতা স্থাপনৰ চেলু বিচাৰিছিল। বহু ভাবি-চিন্তি তেওঁ চুখামফাৰ দিনত সংঘটিত যুদ্ধৰ ফলত বন্দী কৰি অনা কোঁৱৰকেইজনৰ অন্যতম কোঁৱৰ সুন্দৰ গোহাঁইৰ সৈতে এই বুলি বাজী ধৰিলে যে তেওঁক পাশাখেলত হৰুৱাব পাৰিলে আহোম কোঁৱৰসকলক মুক্তি দিয়া হ'ব। সেই মতে পাশাখেল হোৱাত নৰনাৰায়ণে ইচ্ছা কৰি খেলত হাৰিল আৰু কোঁৱৰকেইজনক মুক্তি দিলে। এই ঘটনাৰ পিছত দুয়ো ৰাজ্যৰ মাজত ভাৰভেটীৰে সৈতে কটকীৰ মাধ্যমত এক সৌহাৰ্দ্যপূৰ্ণ সম্বন্ধ গঢ়ি উঠিছিল। নৰনাৰায়ণে এইদৰে চুবুৰীয়া আহোম ৰাজ্যৰ সৈতে বিবাদ মীমাংসাৰ বাবে কৰা প্ৰচেষ্টা নিশ্চয় শলাগিবলগীয়া, গৌড়ৰ সৈতে বিবাদ ঘটাৰ পিছত অযথা আহোমৰ সৈতে শত্ৰুতা নকৰি বন্ধুত্ব কৰাহে উচিত বুলি তেওঁ যি বিবেচনা কৰিছিল সেইটো প্ৰকৃতপক্ষে কোচ ৰাজ্যৰ নিৰাপত্তাৰ বাবে অতি আৱশ্যকীয় আছিল।

**কোচ ৰাজ্যৰ বিভাজন ঃ** চিলাৰায়ৰ মৃত্যুৰ পিছত কোচ ৰাজ্যখনক দুৰ্ভাগ্যই লগ নেৰা হ'ল। মহাৰাজ নৰনাৰায়ণৰ কোনো পুত্ৰ সন্তান নথকাৰ বাবে চিলাৰায়ক যুৱৰাজ পতা হৈছিল। মৃত্যুৰ সময়ত চিলাৰায়ে এজন পুত্ৰ এৰি গৈছিল। এই পুত্ৰজনৰ নাম আছিল ৰঘুদেৱ। নৰনাৰায়ণৰ মৃত্যুৰ পিছত ৰঘুদেৱে সিংহাসন পাব বুলি আটায়ে ধৰি লৈছিল। ৰঘুদেৱ নিজেও এই সম্পৰ্কে নিশ্চিন্ত আছিল। কিন্তু বৃদ্ধ বয়সত নৰনাৰায়ণে এটি পুত্ৰ লাভ কৰাত ৰঘুদেৱ চিন্তিত হ'ল। যিহেতু ৰজাৰ পুত্ৰহে তেওঁৰ উত্তৰাধিকাৰী হোৱাটো নিয়ম, সেয়ে ৰঘুদেৱৰ এই দুৰ্ভাৱনা হোৱাটো স্বাভাৱিক আছিল। চিলাৰায়ৰ মৃত্যুৰ কেইবছৰমান পাৰ হোৱাৰ পিছতে নিজৰ ভৱিষ্যৎ সম্বন্ধে সন্দিহান হৈ ৰঘুদেৱে তেওঁৰ নিজৰ পৰিয়াল আৰু অনুচৰসকলৰ সৈতে কোচ ৰাজ্যৰ ৰাজধানীৰ পৰা মৃগয়া কৰাৰ অজুহাতত পলায়ন কৰি কামৰূপৰ মানাহ নৈৰ তীৰৰ বৰনগৰত বাহৰ পাতিলেহি। এই ঠাইতে তেওঁ এটা গড় সাজি এখন সুৰক্ষিত নগৰ নিৰ্মাণ কৰি থাকিবলৈ ল'লে। তেওঁৰ এই গড়টোৰ নাম আছিল ঘিলাবিজয়পুৰ। বৰনগৰৰ পৰাই ৰঘুদেৱে কোচ ৰাজ্যৰ অৰ্ধাংশৰ দাবী তুলিলে। উল্লেখযোগ্য যে নৰনাৰায়ণ বৰ শান্তিপ্ৰিয় আৰু উদাৰমনৰ ৰজা আছিল। বিশেষকৈ ভতিজাক ৰঘুদেৱক তেওঁ বৰ মৰম-চেনেহ কৰিছিল বুলি জনা যায়। গতিকে ৰঘুদেৱৰ ব্যৱহাৰত ক্ষুণ্ণ হ'লেও নৰনাৰায়ণে তেওঁক ক্ষমা কৰি নিজ ৰাজ্যলৈ উভতাই নিবৰ বাবে চেষ্টা কৰিছিল। কিন্তু ৰঘুদেৱে কোনোপধ্যে তেওঁৰ প্ৰস্তাৱত সঁহাৰি নিদিয়াত তেওঁ কোচ ৰাজ্যৰ বিভাজনেই ইয়াৰ একমাত্ৰ সমাধান বুলি সিদ্ধান্তত উপনীত হ'ল। ১৫৮১ খ্ৰীঃত এইদৰে বিভাজিত হোৱা কোচ ৰাজ্যখনৰ পশ্চিম খণ্ডটোৰ নাম দিয়া হ'ল কোচবেহাৰ বা কোচবিহাৰ আৰু পূব খণ্ডই নাম পালে কোচ হাজো। সেইমতে, সোণকোষ নৈৰ পৰা ভৰলী নৈলৈকে কোচ হাজোৰ উত্তৰত থকা ভূটানৰ গিৰিপথসমূহ কোচ হাজোৰ অন্তৰ্গত হ'ল আৰু পূৰ্বৰ ৰাজ্যৰ পশ্চিম অঞ্চলটো কোচবিহাৰৰ ভাগত পৰিল। কোচবিহাৰৰ উত্তৰ অঞ্চলটোত থকা গিৰিপথসমূহ এতিয়াৰে পৰা কোচবিহাৰৰ অন্তৰ্গত হ'ল। এইদৰে কোচ হাজোৰ অধিপতি হৈ ৰঘুদেৱে নিজৰ নামত মোহৰ নামাৰি বৰদেউতাক নৰনাৰায়ণৰ নামত মোহৰ মাৰি তেওঁৰ কৰতলীয়া ৰজা হ'বলৈ মান্তি হ'ল। তেতিয়াৰে পৰা বুৰঞ্জী পুথিসমূহে কোচ হাজোক কামৰূপ আৰু কোচবেহাৰ বা কোচবিহাৰক কেৱল 'বেহাৰ' বুলি উল্লেখ কৰিবলৈ লয়। এইদৰে কোনো ৰক্তপাত নোহোৱাকৈ নৰনাৰায়ণে কোচ ৰাজ্যৰ বিভাজন শান্তিপূৰ্ণভাৱে সমাপ্ত কৰিছিল যদিও কেতবোৰ কাৰণত তেওঁ ৰঘুদেৱৰ বিৰুদ্ধে এখন যুঁজত অৱতীৰ্ণ হ'বলৈ বাধ্য হৈছিল। এই যুঁজত পৰাজয় বৰণ কৰি ৰঘুদেৱে পুনৰবাৰ নৰনাৰায়ণৰ বশ্যতা স্বীকাৰ কৰিছিল বুলি জনা যায়। ১৫৮৭ খ্ৰীঃত নৰনাৰায়ণৰ মৃত্যু ঘটে।

কোচ ৰাজ্যৰ বিভাজনে সেই ৰাজ্যখনৰ পতনৰ

আগজাননী বহন কৰিছিল। ভাতৃবিবাদ আৰু ক্ষমতাৰ প্ৰতিদ্বন্দ্বিতাই কোচ শক্তিক্ ক্ৰমাৎ দুৰ্বল কৰি তোলা দেখা গৈছিল।

**মহাৰাজ নৰনাৰায়ণৰ চৰিত্ৰ আৰু কৃতিত্বৰ মূল্যায়ন ঃ** মধ্যযুগৰ অসমৰ ইতিহাসত ১৫৪০ খ্ৰীঃৰ পৰা ১৫৮৭ খ্ৰীঃলৈকে প্ৰায় ৪৭ বছৰ ৰাজত্ব কৰা কোচ ৰাজ্যৰ ৰজা নৰনাৰায়ণ নিঃসন্দেহে এক অবিস্মৰণীয় নাম। এইজন ৰজাৰ দিনত কোচ ৰাজ্যৰ বিস্তৃতি আৰু গৌৰৱে সেই ৰাজ্যখনক সমগ্ৰ পূৰ্বাঞ্চলৰ অন্যতম জাকত জিলিকা ৰাজ্যত পৰিণত কৰিছিল। অতি ধাৰ্মিক, প্ৰজাৰঞ্জক, নম্ৰ, মৰমিয়াল আৰু বিদ্যোৎসাহী হিচাপে জনাজাত নৰনাৰায়ণ আছিল বিশ্বসিংহৰ পুত্ৰ আৰু ল'ৰালি কালৰ পৰা তেওঁৰ মল্লদেৱ নামটোহে অধিক জনপ্ৰিয় আছিল। তেওঁ শাস্ত্ৰত ব্যুৎপত্তি লাভৰ বাবে তেওঁৰ ভাতৃ শুক্লধ্বজৰ সৈতে বাৰানসীত এজন ব্ৰাহ্মণ পণ্ডিতৰ ওচৰত অধ্যয়ন কৰিছিল, সেইকালত এইদৰে ৰাজ্যৰ বাহিৰলৈ উচ্চ অধ্যয়নৰ বাবে যোৱা মল্লদেৱ আৰু শুক্লধ্বজেই প্ৰথম ৰাজকুমাৰ আছিল। পিছলৈ এই ভাতৃ দুজন যথাক্ৰমে নৰনাৰায়ণ আৰু চিলাৰায় নামেৰে প্ৰখ্যাত হৈছিল।

নৰনাৰায়ণৰ দিনত সংঘটিত ভালেমান যুঁজত বিজয় লাভ কৰাৰ ফলত তেওঁৰ প্ৰতিপত্তি আৰু সন্মান বৃদ্ধি ঘটিছিল। কিন্তু মনকৰিবলগীয়া যে তেওঁ এনে বিজিত ৰাজ্যসমূহক নিজ ৰাজ্যৰ অন্তৰ্গত নকৰি সেই ৰাজ্যসমূহৰ পৰা কৰতলীয়া ৰাজ্য হিচাপে স্বীকৃতি আদায় কৰি নিয়মীয়াকৈ বছৰেকীয়া কৰ সংগ্ৰহৰ ওপৰতহে অধিক গুৰুত্ব দিছিল। অৱশ্যে নৰনাৰায়ণে এইদৰে বিজয় গৌৰৱ বুটলিবলৈ সক্ষম হোৱাৰ মূলত আছিল তেওঁৰ ভাতৃ চিলাৰায়হে। চিলাৰায়ে তেওঁৰ হৈ বিজয় গৌৰৱ আৰ্জিছিল যদিও নৰনাৰায়ণ নিজেও এজন সুদক্ষ আৰু জ্ঞানী ৰজা আছিল। চিলাৰায় গৌড় ৰাজ্যত বন্দী হৈ থকাৰ কালত তেওঁ চুবুৰীয়া আহোম ৰাজ্যৰ সৈতে অনাহকতে বিবাদত লিপ্ত নহৈ তেওঁলোকৰ সৈতে মিত্ৰতাৰ যি নীতি গ্ৰহণ কৰিছিল সেই সিদ্ধান্তই তেওঁৰ মানসিক পৰিপক্কতা, উৎকৃষ্টতা আৰু দূৰদৰ্শিতাৰ পৰিচয় দিছিল। ঠিক সেইদৰে চিলাৰায়ৰ মৃত্যুৰ পিছত তেওঁৰ ভতিজাক তথা চিলাৰায়ৰ পুত্ৰ ৰঘুদেৱে তেওঁৰ ৰাজ্যৰ পৰা পলাই আহি পিছত ৰাজ্যখনৰ ভাগ বিচৰাত তেওঁ কোচ ৰাজ্যৰ বিভাজন ঘটাই একাংশ তেওঁক দিয়া ঘটনাই তেওঁৰ শান্তিপ্ৰিয়তা আৰু উচ্চখাপৰ মানসিকতাৰ কথাকে সূচাইছিল। কিন্তু এইটোও স্বীকাৰ্য যে কোচৰাজ্য বিভাজনৰ ফলত গৃহবিবাদ আৰু ক্ষমতাৰ প্ৰতিদ্বন্দ্বিতাই দুয়োখন কোচ ৰাজ্যৰে হানি কৰিছিল। কোচ ৰাজ্যৰ ভাতৃ বিবাদৰ সুযোগ লৈ পূবে আহোম আৰু পশ্চিমে মুঘল শক্তিয়ে তেওঁলোকৰ নিজ নিজ শক্তি বৰ্ধন কৰি সম্প্ৰসাৰণ নীতি গ্ৰহণ কৰাত কোচৰাজ্য দুখনৰ ভয়ানক বিপদ হৈছিল আৰু অস্তিত্বৰ সংগ্ৰামত এসময়ৰ মহাপৰাক্ৰমী নৰনাৰায়ণ আৰু চিলাৰায়ৰ বংশধৰসকল ম্লান হৈ পৰিছিল। এসময়ত নৰনাৰায়ণৰ নিৰ্দেশত তেওঁৰ ভাতৃ চিলাৰায়ে যিদৰে চুবুৰীয়া ভালেমান ৰাজ্যক কৰতলীয়া কৰি ভাৰতৰ পূব দিশত নিজ ৰাজ্যখনক এক নতুন ৰাজনৈতিক শক্তি হিচাপে গঢ়ি তুলিছিল, পৰৱৰ্তীকালত অনাহকতে কোচ ৰাজপৰিয়ালে ঘৰুৱা কন্দলত লিপ্ত হৈ নিজৰ ধ্বংস মাতি ননা হ'লে কোচ ৰাজ্যই যে আৰু ভালেমান কাল উন্নতিৰ চৰম শিখৰত অৱস্থান কৰিলেহেঁতেন সি ধ্ৰুপ।

প্ৰজাবৎসল আৰু মহৎ হৃদয়ৰ অধিকাৰী নৰনাৰায়ণে তেওঁৰ প্ৰজাসকলৰ মাজত অতিশয় জনপ্ৰিয়তা আৰ্জিছিল। তেওঁ প্ৰজাৰ প্ৰিয়পাত্ৰ হোৱাৰ আন এটা কাৰণ আছিল তেওঁৰ কল্যাণকামী আঁচনিসমূহ। বিখ্যাত গোহাঁই-কমল আলি এইজন ৰজাৰ দিনতে নিৰ্মিত হৈছিল। প্ৰজাৰ হিত চিন্তা কৰি তেওঁ এই সুদীৰ্ঘ আলিটোৰ দুয়োকাষে অসংখ্য গছ-গছনি ৰুইছিল। ৰাজ্যখনত যাতে অপৰ্যাপ্ত পানী থাকে সেই কথা চিন্তা কৰি তেওঁ ভালেমান পুখুৰী খন্দাইছিল। সমগ্ৰ ৰাজ্যখনতে তেওঁ মানুহ আৰু জীৱ-জন্তুৰ বাবে সুকীয়াকৈ চিকিৎসালয় স্থাপন কৰিছিল। পাণ্ডুৰ ওচৰত ব্ৰহ্মপুত্ৰৰ ঘাই সুঁতিটোৰ বেঁকা ভাজ এটা পোন কৰি যাতায়াতৰ সুবিধা কৰি দিছিল। মুছলমান লেখকসকলৰ মতে ব্ৰহ্মপুত্ৰৰ এটা সুঁতি হাজোৰ ওচৰেদি গৈছিল আৰু পিছত সুঁতিটো শুকাই গৈছিল। (আনুমানিক ১৬৩৬ খ্ৰীঃত)। প্ৰায় অৰ্ধশতাব্দীৰ পূৰ্বে নৰনাৰায়ণে (হাজোৰ ওচৰত নৈখনত খন্দা খালটো ক্ৰমান্বয়ে বাঢ়ি যোৱাৰ ফলত পিছলৈ সুঁতিটো এনেদৰে শুকাই গৈছিল বুলি কোৱা হয়।) নৰনাৰায়ণৰ এটা নিজৰ টাকশাল আছিল আৰু সেই টাকশালত ১৫৫৫ খ্ৰীঃত নিৰ্মিত মুদ্ৰা এতিয়াও দেখা যায়। এই মুদ্ৰাসমূহ বংগৰ নবাব হুছেইন

ছাহৰ মুদ্ৰাৰ আৰ্হিত নিৰ্মিত হৈছিল বুলি কোনো কোনো সূত্ৰই কয়। উল্লেখনীয় যে নৰনাৰায়ণে তেওঁৰ ৰাজ্যৰ বেহা-বেপাৰৰ উন্নতিৰ বাবেও যথেষ্ট চিন্তা কৰিছিল। ভবানন্দ নামৰ এজন সদাগৰক তেওঁ উত্তৰ-পূবৰ কেউখন ৰাজ্যত বিনা শুল্কে ব্যৱসায়ৰ অনুমতি দিছিল।

অতি ধাৰ্মিক বুলি খ্যাতি অৰ্জা নৰনাৰায়ণে কামাখ্যা মন্দিৰটো নতুনকৈ সজাই-পৰাই তুলিছিল। কোনো কোনো সূত্ৰই গৌড়ৰ কালাপাহাৰে এই মন্দিৰটো বেয়াকৈ ধ্বংস কৰি গৈছিল বাবে এনে ধৰণে পুনৰ নিৰ্মাণৰ প্ৰয়োজনীয়তাই দেখা দিছিল বুলি কয় যদিও উপযুক্ত প্ৰমাণৰ অভাৱত আধুনিক ঐতিহাসিকসকলে এই দাবীৰ সত্যতা সম্বন্ধে প্ৰশ্ন তুলিছে। অৱশ্যে কামাখ্যা মন্দিৰত নৰনাৰায়ণ আৰু চিলাৰায়ৰ দুটা শিলত কটা মূৰ্তিয়ে এই ভাতৃদ্বয়ে যে কামাখ্যা মন্দিৰটো পুনৰ নিৰ্মাণত অৰিহণা যোগাইছিল সেই তথ্যৰ সপক্ষে সাক্ষী দিয়ে। এই মূৰ্তিদ্বয়ৰ তলত লিখা শিলালিপিয়েও এই তথ্যৰ সত্যতাৰ ইংগিত বহন কৰিছে।** গতিকে নিঃসন্দেহে এই বুলি ক'ব পাৰি যে কালাপাহাৰে কামাখ্যা মন্দিৰ ধ্বংস কৰক বা নকৰক, নৰনাৰায়ণ আৰু চিলাৰায়ে যে এই মন্দিৰটো পুনৰ সজাই-পৰাই তুলিছিল, তাক লৈ অধিক বাক-বিতণ্ডা নিষ্প্ৰয়োজন।

নৰনাৰায়ণে কেৱল যে হিন্দু ধৰ্মৰ পৃষ্ঠপোষকতা কৰিছিল এনে নহয়। ব্ৰহ্মপুত্ৰ উপত্যকাত বসবাস কৰা কছাৰী, ৰাভা, লালুং আদি পুৰণি জনজাতীয় লোকসকলৰ ধৰ্মমতসমূহৰ ক্ষেত্ৰত তেওঁ কেতিয়াও হস্তক্ষেপ কৰা নাছিল। প্ৰকৃতপক্ষে তাহানিৰ কামৰূপ ৰাজ্যত জনজাতীয় ধৰ্মবিশ্বাসৰ প্ৰতি ৰজাসকলে কোনো ধৰণৰ অশ্ৰদ্ধা প্ৰদৰ্শন কৰা দেখা নাযায়। নৰনাৰায়ণো এইক্ষেত্ৰত ব্যতিক্ৰম নাছিল। বৰং অতি উদাৰমনা আৰু ধৰ্মনিৰপেক্ষ এই ৰজাজনে এক আদেশযোগে গোহাঁই-কমল আলিৰ উত্তৰাঞ্চলৰ জনজাতীয় লোকসকলক নিজ নিজ ধৰ্মবিশ্বাস অটুট ৰখাৰ অধিকাৰ দিয়াহে দৃষ্টিগোচৰ হৈছিল। কোচ সৈন্য দলৰ সৈতে আহোমৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ আহি সোণকোষ নৈৰ তীৰত জিৰণি লোৱাৰ কালত কছাৰীসকলে নিজ ধৰ্মমতে পূজা-পাতল কৰাৰ বিষয়েও বুৰঞ্জীয়ে সাক্ষী দিয়ে। কোচ ৰজাৰ ধৰ্মীয় উদাৰতাৰ বাবেই যে এইটো সম্ভৱ হৈছিল তাক দোহৰাৰ প্ৰয়োজন নাই। প্ৰকৃতপক্ষে নৰনাৰায়ণে ধৰ্ম বিষয়ক সকলো কামকাজৰ গুৰি ধৰিছিল। বংগদেশৰ পৰা ভালেমান ব্ৰাহ্মণ আনি কামাখ্যাত সংস্থাপন কৰি এই লোকসকলক তেওঁ পূজা-পাতালৰ দায়িত্ব দিছিল বুলিও জনা যায়। উল্লেখযোগ্য যে কামাখ্যা মন্দিৰ হ'ল শক্তিপূজাৰ কেন্দ্ৰবিন্দু। কামাখ্যা মন্দিৰক কেন্দ্ৰ কৰি তান্ত্ৰিক ধৰ্ময়ো গঢ় লৈছিল। নৰনাৰায়ণে কামাখ্যা মন্দিৰৰ পৃষ্ঠপোষকতা কৰিছিল। কিন্তু আনহাতে তেওঁ মহাপুৰুষ শ্ৰীমন্ত শংকৰৰ বৈষ্ণৱ ধৰ্মৰ প্ৰতি অগাধ শ্ৰদ্ধা প্ৰদৰ্শন কৰিছিল। নৰনাৰায়ণৰ পৃষ্ঠপোষকতাত এইজন বৈষ্ণৱ গুৰুৱে কোচবিহাৰৰ পৰা বহু দূৰ দূৰণিলৈ তেওঁৰ নৱ বৈষ্ণৱ ধৰ্মমত বিস্তাৰ কৰিবলৈ সক্ষম হৈছিল। কথিত আছে যে নৰনাৰায়ণে নিজেও শংকৰদেৱৰ শিষ্য হ'বলৈ ইচ্ছা কৰাত গুৰুজনে সেই সন্মান ল'বলৈ অমান্তি হৈছিল। কিন্তু নৰনাৰায়ণে তেওঁক বহুবাৰ দেখা কৰি ধৰ্মবিষয়ক দীঘলীয়া আলোচনা কৰিছিল বুলি জনা যায়। দৰাচলতে ৰাজনীতিতকৈ নৰনাৰায়ণৰ ধৰ্ম আৰু জ্ঞানস্পৃহা আছিল অধিক আৰু সেইবাবে হয়তো তেওঁ তেওঁৰ সুযোগ্য ভাতৃ চিলাৰায়ক ৰাজ্য বিস্তাৰৰ দায়িত্ব অৰ্পণ কৰিছিল। অৱশ্যে সেই বুলি তেওঁ ৰাজকাৰ্যত অৱহেলা কৰাৰ কোনো দৃষ্টান্ত নাই। নৰনাৰায়ণে আন এজন বৈষ্ণৱ গুৰু তথা শংকৰদেৱৰ শিষ্য মাধৱদেৱলৈকো পৃষ্ঠপোষকতা আগবঢ়াইছিল বুলি জনা যায়। কোনো কোনো সূত্ৰমতে নৰনাৰায়ণে শংকৰদেৱৰ ভতিজা জীয়ৰী (ভাগিনীয়েক?) কমলাপ্ৰিয়াক বিয়া কৰাইছিল। কিন্তু সৰহসংখ্যক সূত্ৰই চিলাৰায়ৰ সৈতেহে কমলাপ্ৰিয়াৰ বিবাহ সম্পন্ন হৈছিল বুলি সাক্ষী দিয়ে। নৱবৈষ্ণৱ ধৰ্মৰ প্ৰচাৰৰ ক্ষেত্ৰত চিলাৰায়ৰো যথেষ্ট অৱদান আছিল।

*** উক্ত শিলালিপিত লিখা কথাখিনিৰ অৰ্থ এনেধৰণৰ— "অতি দয়ালু মল্লদেৱৰ জয়। ধনুবিদ্যাত যি অৰ্জুনৰ দৰে আৰু মান কাৰ্যত যি দধিচী আৰু কৰ্ণৰ সমকক্ষ, সেইজন মল্লদেৱ সাগৰৰ দৰে মহৎ, শাস্ত্ৰতে, কন্দৰ্পকান্তি আৰু কামাখ্যা দেৱীৰ ভক্ত। তেওঁৰ ভাতৃ শুক্লদেৱে দুৰ্গদেৱীৰ পূজাৰ অৰ্থে চিকমিকিয়া শিলেৰে এই মন্দিৰ সাজে। বিশ্বজুৰি খ্যাতি অৰ্জা, সকলো বীৰৰ শিৰোমণি, দানত কল্পতৰু আৰু দেৱী ভক্তসকলৰ শ্ৰেষ্ঠ মল্লদেৱৰ ভাতৃজনে ১৪৮৭ শক (১৫ খ্ৰীঃ)ত নীলাচল পাহাৰত শিলেৰে এই মন্দিৰটো সাজি উলিয়ায়।"*

নৰনাৰায়ণ নিজে উচ্চ শিক্ষিত আছিল আৰু তেওঁ তেওঁৰ ভাতৃ চিলাৰায়ৰ সৈতে বাৰানসীত শাস্ত্ৰ অধ্যয়ন কৰিছিল বুলি আগতে উল্লেখ কৰা হৈছে। ৰজা হিচাপে তেওঁ শিক্ষাৰ প্ৰসাৰত যথেষ্ট গুৰুত্ব দিছিল। তেওঁৰ ৰাজসভাত গুণী-জ্ঞানীজনৰ উপস্থিতিয়ে তেওঁৰ জ্ঞান চৰ্চাৰ সাক্ষী বহন কৰিছিল। নব- বৈষ্ণৱ ধৰ্মৰ গুৰিব'ঠা ধৰা শ্ৰীমন্ত শংকৰদেৱ আৰু তেওঁৰ শিষ্য মাধৱদেৱক পৃষ্ঠপোষকতা আৰু শ্ৰদ্ধা জ্ঞাপন কৰাৰ উপৰি ৰাম সৰস্বতী, অনন্ত কন্দলী, পুৰুষোত্তম বিদ্যাবাগীশ, বকুল কায়স্থ আদিৰ দৰে স্বনামধন্য পণ্ডিত, কবি, সাহিত্যিক আৰু গুণবন্ত লোকক নৰনাৰায়ণে সমাদৰ কৰিছিল। এইদৰে গুণী-জ্ঞানীক সন্মান কৰাৰ লগতে তেওঁলোকলৈ উদাৰভাৱে পৃষ্ঠপোষকতা আগবঢ়োৱা নৰনাৰায়ণক সেয়ে অসমৰ 'বিক্ৰমাদিত্য' বুলি অভিহিত কৰা হয়। তেওঁৰ ৰাজসভা শুৱনি কৰা ৰাম সৰস্বতীয়ে সংস্কৃত মহাভাৰতৰ কেইবাটাও পৰ্ব অসমীয়ালৈ ভাঙনি কৰিছিল। পুৰুষোত্তম বিদ্যাবাগীশে সংস্কৃত ভাষাত ৰত্নমালা নামৰ ব্যাকৰণ এখন লিখি উলিয়াইছিল। অনন্ত কন্দলীয়ে ভাগৱত আৰু অন্যান্য কেইবাখনো পুথি সংস্কৃতৰ পৰা অসমীয়া ভাষালৈ অনুবাদ কৰি অসমৰ ভাষাৰ ভঁৰাল চহকী কৰিছিল। বকুল কায়স্থৰ 'লীলাৱতী' নামৰ অংকশাস্ত্ৰখন নৰনাৰায়ণৰ দিনৰ অন্যতম মূল্যৱান অৱদান হিচাপে স্বীকৃত হৈছিল। চিলাৰায়েও 'গীত গোবিন্দ'ৰ ওপৰত 'সাৰৱতী' নামেৰে এখন গ্ৰন্থ ৰচনা কৰি খ্যাতি আৰ্জিছিল। শংকৰদেৱ আৰু মাধবদেৱৰ গীত-মাত, নাম-প্ৰসংগ আদিয়েও সেইকাল এক সুকীয়া মৰ্যাদা দান কৰিছিল। মুঠৰ ওপৰত নৰনাৰায়ণৰ পৃষ্ঠপোষকতাত যে অসমীয়া ভাষা আৰু সাহিত্যই উন্নতিৰ চৰম শিখৰত উপনীত হ'বলৈ সক্ষম হৈছিল এই সম্বন্ধে কোনো দ্বিমত থাকিব নোৱাৰে। নৰনাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰা পুথিসমূহৰ ভাষা আছিল অতি প্ৰাঞ্জল আৰু সকলো বোধগম্য। এই বৈশিষ্ট্যৰ বাবে অসমীয়া ভাষা-সাহিত্যত নৰনাৰায়ণে নিজ অৱদানেৰে এক অতি সন্মানজনক স্থান লভিবলৈ সক্ষম হৈছিল।

**কোচ হাজো আৰু কোচবিহাৰ বা কোচবেহাৰ :** চিলাৰায়ৰ পুত্ৰ ৰঘুদেৱে মহাৰাজ নৰনাৰায়ণৰ পৰা কোচ ৰাজ্যৰ অৰ্ধাংশ দাবী কৰাত তেওঁ ক্ষুন্ন হৈছিল আৰু ৰঘুদেৱক পুনৰ কোচবিহাৰলৈ উভতি যাবলৈ অনুৰোধ কৰিছিল যদিও তেওঁ সেই কথা নমনাত শান্তিপ্ৰিয় নৰনাৰায়ণে তেওঁৰ ৰাজ্যখনৰ বিভাজনত সন্মতি দিছিল। সেইমতে ১৫৮১ খ্ৰীঃত কোচৰাজ্যৰ বিভাজন কৰি পূবৰ খণ্ডটো ৰঘুদেৱক দিয়া হৈছিল। এই খণ্ডটোৰ নতুন নামকৰণ কৰা হৈছিল কোচ হাজো। বৰ্তমানৰ দৰং আৰু শোণিতপুৰ জিলাৰ ভৰলী নৈলৈকে বিস্তৃত ভূখণ্ড, কামৰূপ, বৰপেটা, নলবাৰী, ধুবুৰী, কোকৰাঝাৰ, গোৱালপাৰা জিলা, গাৰোপাহাৰ আৰু ব্ৰহ্মপুত্ৰৰ পূৰণি সুঁতিৰ মাজত থকা মৈমনসিং জিলাৰ উত্তৰাঞ্চল এই নৱগঠিত কোচ হাজো ৰাজ্যৰ অন্তৰ্গত হৈছিল। অবিভক্ত কোচৰাজ্যৰ পশ্চিম অঞ্চলত থকা অঞ্চলটোক লৈ কোচবেহাৰ বা কোচবিহাৰ গঠিত হ'লত এই ৰাজ্যৰ অন্তৰ্গত হ'ল সমসাময়িক কোচবেহাৰ, দিনাজপুৰৰ অংশবিশেষ, জলপাইগুৰি আৰু ৰংপুৰ জিলা। ১৫৮৭ খ্ৰীঃত নৰনাৰায়ণৰ মৃত্যু ঘটাত তেওঁৰ পুত্ৰ লক্ষ্মীনাৰায়ণ এই অঞ্চলৰ ৰজা হৈছিল।

উল্লেখযোগ্য যে কোচ হাজোৰ ৰজা ৰঘুদেৱে নৰনাৰায়ণ জীয়াই থকালৈকে তেওঁক কথা দিয়া মতে নিজৰ নামত মোহৰ উলিওৱা নাছিল। আনহাতেদি, ৰঘুদেৱে কোচবিহাৰৰ পৰা পলাই আহি কোচ ৰাজ্যৰ অৰ্ধাংশ বিচৰা দিন ধৰি নৰনাৰায়ণৰ সৈতে তেওঁৰ বিশেষ সম্ভাৱো নাছিল। প্ৰকৃতপক্ষে নৰনাৰায়ণে তেওঁৰ ভাতৃ চিলাৰায়ক বৰ মৰম কৰিছিল আৰু সেইমৰ্মে চিলাৰায়ৰ পুত্ৰ ৰঘুদেৱকো তেওঁ যথেষ্ট আপডাল কৰি ডাঙৰ-দীঘল কৰিছিল। কিন্তু বুঢ়াকালত তেওঁ নিজে এজন পুত্ৰ লাভ কৰাত ভৱিষ্যতে যে এই শিশুটিয়েই উত্তৰাধিকাৰী সূত্ৰে ৰাজপাট লভিব এই কথা জানি ৰঘুদেৱে নৰনাৰায়ণৰ পৰা ৰাজ্যৰ ভাগ বিচাৰিছিল আৰু অনিচ্ছা সত্বেও বৰদেউতাকে তেওঁক সেই ভাগটো (কোচ-হাজো) দিছিল। পাৰিবাৰিক শান্তি ৰক্ষাৰ্থে এনেদৰে নৰনাৰায়ণে কোচৰাজ্য বিভাজনত মান্তি হৈছিল যেন লাগে। নৰনাৰায়ণৰ মৃত্যুৰ লগে লগে ৰঘুদেৱে কোচবিহাৰক কেৰেপ কৰি চলিবলৈ অমান্তি হ'ল আৰু নিজৰ নামত মোহৰ মাৰি স্বাধীনতা ঘোষণা কৰিলে। ৰঘুদেৱে এইদৰে নিজকে স্বাধীন বুলি কোৱাত কোচবিহাৰৰ শাসনাধিষ্ঠিত নতুন ৰজা লক্ষ্মীনাৰায়ণ বিতুষ্ট হ'ল আৰু কোচ হাজো আক্ৰমণ কৰি

ৰঘুদেৱক যুঁজত ঘটুৱাই তেওঁৰ ৰাজদণ্ডডাল কাঢ়ি আনিলে। লক্ষ্মীনাৰায়ণৰ এনে হস্তক্ষেপত অপমানিত বোধ কৰা ৰঘুদেৱে তেতিয়া পূববংগৰ ইচা খাঁ নামৰ পৰাক্ৰমী আফঘান চৰ্দাৰ এজনৰ লগ লাগিল। ইচা খাঁৰ সৈতে এইদৰে মিত্ৰতা কৰাৰ পূৰ্বে তেওঁ (ইচা খাঁই) কিন্তু কোচ হাজোকে আদি কৰি পূৰ্বৰ কোচ ৰাজ্যৰ অন্তৰ্গত অঞ্চলত আক্ৰমণৰ আঁচনিহে লৈছিল। এই কথা গম পাই বংগৰ মুঘল শাসনকৰ্তা মানসিঙে তেওঁক এশিকনি দিয়াৰ বাবেহে সাজু হৈছিল। কিন্তু এতিয়া ইচা খাঁ আৰু ৰঘুদেৱ একগোট হৈ কোচবিহাৰৰ লক্ষ্মীনাৰায়ণক আক্ৰমণ কৰিবলৈ আগবঢ়াত তেওঁ ভয় খাই বংগৰ মানসিঙৰ সাহাৰ্য্য প্ৰাৰ্থনা কৰিলে। লক্ষ্মীনাৰায়ণে আনকি মানসিঙৰ সৈতে মিত্ৰতা দৃঢ় কৰিবলৈ নিজৰ কন্যাক তেওঁলৈ বিয়া দিলে। লক্ষ্মীনাৰায়ণে যে তেওঁৰ পিতৃ নৰনাৰায়ণৰ সৈতে ১৫৭৮ খ্ৰীঃত মুঘল সম্ৰাট আকবৰৰ মিত্ৰতাৰ সুযোগ লৈ বংগৰ শাসনকৰ্তা আৰু মুঘলৰ সেনাপতি মানসিঙৰ শৰণাপন্ন হ'ব এই কথাটো ৰঘুদেৱে কিন্তু আগতেই অনুমান কৰিছিল। এইদৰে তেওঁ ভবা ধৰণে মুঘল আৰু লক্ষ্মীনাৰায়ণৰ পুনৰ সম্ভাৱ গঢ়ি উঠাত ৰঘুদেৱে মুঘলৰ শত্ৰু আফঘান চৰ্দাৰ ইচা খাঁৰ সৈতে বন্ধুত্ব কৰাত গুৰুত্ব দিলে। এইদৰে লক্ষ্মীনাৰায়ণ আৰু ৰঘুদেৱ দুয়ো যথাক্ৰমে মুঘল আৰু আফঘানৰ সৈতে মিতিৰালি কৰাৰ লগতে নিজৰ মাজত যুদ্ধ কৰি নিজৰ অজ্ঞাতসাৰে যে কিমান ডাঙৰ ভুল কৰিলে দুয়ো সেই কথাটো তলকিবই নোৱাৰিলে।

কিছুদিনৰ মূৰকত ৰঘুদেৱে বাহিৰবন্দ নামৰ ঠাইখনত আক্ৰমণ চলাইছিল। এই ঠাইখনৰ মাটি আছিল অতি উৰ্বৰ। তাহানিখন চিলাৰায়ে গৌড়ৰ নবাবৰ কন্যাক বিয়া কৰাই অন্যান্য কেইবাখনো গাঁৱৰ সৈতে এইখন গাঁৱো যৌতুক হিচাপে লাভ কৰিছিল। সেয়ে ৰঘুদেৱে এতিয়া এই গাঁওখন নিজ ৰাজ্যৰ অন্তৰ্গত কৰিবলৈ বিচাৰিছিল। এই গাঁওখন নিজৰ হাতলৈ আনি ৰঘুদেৱে লক্ষ্মীনাৰায়ণক আক্ৰমণ কৰাত তেওঁ বংগৰ চুবেদাৰ আৰু মুঘল সেনাপতি মানসিংহৰ সহায় লৈ ৰঘুদেৱকহে অতি শোচনীয়ভাৱে পৰাজিত কৰিলে। বিবুধি হৈ ৰঘুদেৱে ইচা খাঁৰ সহায় লৈ এই পৰাজয়ৰ পোটক তুলিবলৈ যো-জা কৰাৰ বিষয়ে জানিব পাৰি সুচতুৰ মানসিঙে বংগদেশতে ইচা খাঁক আক্ৰমণ কৰি ব্যতিব্যস্ত কৰি তোলাত তেওঁ ৰঘুদেৱক কোনো ধৰণৰ সামৰিক সাহায্য দিয়াত অপাৰগ হ'ল। এই ঘটনাৰ পিছত ৰঘুদেৱে পুনৰবাৰ লক্ষ্মীনাৰায়ণক প্ৰত্যাহ্বান জনোৱাৰ পৰা চিৰজীৱনলৈ নিজকে বিৰত ৰখা দেখা গ'ল।*[১] ১৬০৩ খ্ৰীঃত*[২] ৰঘুদেৱৰ মৃত্যু হয় আৰু তেওঁৰ পুত্ৰ পৰীক্ষিত নাৰায়ণে ৰাজপাটত আৰোহণ কৰে। কোনো কোনো সূত্ৰমতে তেওঁৰ সৰ্পদংশনত মৃত্যু ঘটিছিল। আন কেতবোৰ সূত্ৰমতে তেওঁক তেওঁৰ পত্নী আৰু দ্বিতীয় পুত্ৰ ইন্দ্ৰ নাৰায়ণৰ মাতৃয়েহে বিহ দি মাৰিছিল। ৰঘুদেৱৰ মৃত্যুত ইন্দ্ৰ নাৰায়ণক তেওঁৰ মাতৃয়ে ৰাজপাটত দিবলৈ চেষ্টা কৰিছিল যদিও মন্ত্ৰীসকলে পৰীক্ষিতকহে পিতৃৰ উত্তৰাধিকাৰী হোৱাৰ সপক্ষে মাত মাতিছিল। পিছত ৰাজপাট অধিষ্ঠিত হৈ পৰীক্ষিতে ইন্দ্ৰনাৰায়ণক বধ কৰিবলৈ আদেশ দিয়াত তেওঁ আহোম ৰাজ্যত আশ্ৰয় লৈছিল বুলি জনা যায়। আহোমসকলে তেওঁক এটা উচ্চপদত নিযুক্তি দি নিজ ৰাজ্যতে ৰাখিছিল।

ৰঘুদেৱ নিজে এজন সুশিক্ষিত ব্যক্তি হোৱাৰ উপৰি শিক্ষা-সংস্কৃতিৰো পৃষ্ঠপোষক আছিল বুলি জনা যায়। হাজোৰ হয়গ্ৰীৱ মাধৱ মন্দিৰৰ মণিকূট তেওঁ পুনৰ নিৰ্মাণ কৰিছিল। তেওঁ এই মন্দিৰক ভূমিদান দিছিল। কথিত আছে যে মন্দিৰ পুনৰ নিৰ্মাণ সম্পূৰ্ণ কৰি তেওঁ সেই উপলক্ষে নৰবলিৰ আয়োজনো কৰিছিল। এই মন্দিৰত প্ৰাপ্ত শিলালিপিৰ ভাষ্য আছিল এনেধৰণৰ ঃ

'বিশ্বসিংহ ত্ৰিভুবন অধিকাৰী আছিল। তেওঁৰ পুত্ৰ আছিল মহা জ্ঞানী-গুণী ৰজা মল্লদেৱ। তেওঁ সকলো শত্ৰু নিধন কৰিছিল। তেওঁ আছিল অতি ধাৰ্মিক আৰু পবিত্ৰ হৃদয়ৰ অধিকাৰী। প্ৰজাৰঞ্জক, বীৰ, গহীন-গম্ভীৰ এই ৰজাজন সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ আছিল। তেওঁৰ কনিষ্ঠ ভাতৃ শুক্লধ্বজে

*[১] *অসমদেশৰ বুৰঞ্জী, লক্ষ্মী দেৱী, এল বি এছ পাব্লিকেশন, পঞ্চম প্ৰকাশ ১৯৭৮ চন পৃষ্ঠা ৮৩।*

*[২] *ৰঘুদেৱৰ মৃত্যু ১৬০৩ খ্ৰীঃত হোৱা বুলি এডোৰ্বাড গেইটে উল্লেখ কৰি ইয়াৰ কাৰণ হিচাপে এই বুলি কৈছে যে উক্ত খ্ৰীঃত তেওঁ পৰৱৰ্তী ৰজা পৰীক্ষিতে নিজৰ নামত মুদ্ৰা উলিয়াইছিল। সেয়ে গুণাভিৰাম বৰুৱাকে আদি কৰি বিভিন্ন জনে লেখা মতে এই তাৰিখটো ১৫৯৩ খ্ৰীঃ হ'ব নোৱাৰে। আনহাতেদি, গৌৰীপুৰৰ ৰজাৰ কামান আৰু আন এখন শিলালিপি মতে সেইটো ১৫৯৭ খ্ৰীঃ হে হ'ব লাগে।*

ভালেমান ৰাজ্য জয় কৰিছিল। শুক্লধ্বজৰ পুত্ৰ আছিল ৰঘুবীৰ (ৰঘুদেৱ)। ৰঘুবংশৰ সৰ্বশ্ৰেষ্ঠ নায়কৰ দৰে এইজন ৰঘুবীৰো যশস্যা চৌদিশে বিয়পি পৰিছিল। নিয়তিৰ ইচ্ছানুসৰি তেওঁ কামৰূপৰ অধিপতি হৈছিল। তেওঁ আছিল দুষ্ট দমনকাৰী। দুখৰ অগ্নি দাহনত জ্বলি পুৰি থকা অগণন প্ৰজাৰ বাবে তেওঁ আছিল শান্তিদাতা শীতল পানীস্বৰূপ। উপযুক্ত বয়সত তেওঁ মণি পাহাৰত এটা মন্দিৰ সজাইছিল (১৫৮৩ খ্ৰীঃ) আৰু প্ৰখ্যাত আৰু সুদক্ষ ৰাজমিস্ত্ৰী শ্ৰীধৰে এই মন্দিৰ নিৰ্মাণ কাৰ্য সমাপন কৰিছিল।'

ৰঘুদেৱৰ পৰৱৰ্তী ৰজা পৰীক্ষিত সম্বন্ধে এডৱাৰ্ড গেইটে এইদৰে উল্লেখ কৰিছে যে ৰঘুদেৱে নৰনাৰায়ণৰ মৃত্যুৰ পিছত নিজকে স্বাধীন ৰজা বুলি ঘোষণা কৰি পশ্চিম কোচ ৰাজ্যক কৰ দিবলৈ অস্বীকাৰ কৰিছিল। ৰঘুদেৱে নিজৰ নামত মোহৰ মৰাত নৰনাৰায়ণৰ উত্তৰাধিকাৰী তথা পশ্চিম কোচ ৰাজ্যৰ ৰজা লক্ষ্মীনাৰায়ণে ইয়াৰ পোটক তুলিবৰ বাবে কূটনীতিৰ আশ্ৰয় লৈ ৰঘুদেৱৰ পুত্ৰ পৰীক্ষিতক উচটনি দি তেওঁৰ দ্বাৰা পিতৃৰ বিৰুদ্ধে বিদ্ৰোহ কৰাইছিল। কিন্তু ৰঘুদেৱে কঠোৰ হাতেৰে এই বিদ্ৰোহ দমন কৰি পৰীক্ষিতৰ সহযোগীসকলক মৃত্যুদণ্ড দি তেওঁক বন্দীশালত নিক্ষেপ কৰিছিল। পিছত পৰীক্ষিতে বন্দীশালৰ পৰা পলায়ন কৰি লক্ষ্মীনাৰায়ণৰ ৰাজ্যত আশ্ৰয় লৈছিল আৰু লক্ষ্মীনাৰায়ণে তেওঁক অতি মৰম-চেনেহেৰে ৰাখিছিল। কিন্তু কোচ-হাজোৰ ৰাজপাটত আৰোহণ কৰাৰ পিছত তেওঁ তেওঁৰ পিতৃ ৰঘুদেৱৰ দৰে পশ্চিম কোচৰাজ্য তথা কোচবিহাৰৰ ৰজা লক্ষ্মীনাৰায়ণক শত্ৰু বুলি গণ্য কৰিবলৈ লয়। পৰীক্ষিতে লক্ষ্মীনাৰায়ণক প্ৰত্যাহ্বান জনাই বাহিৰবন্দ নামৰ গাঁওখন হস্তগত কৰে। এইদৰে পৰীক্ষিতে তেওঁৰ বিৰোধিতা কৰিবলৈ লোৱাত লক্ষ্মীনাৰায়ণে প্ৰমাদ গণি ১৬০৮ খ্ৰীঃত বংগৰ মুঘল শাসনকৰ্তা শেখ আলাউদ্দিন চিস্তি বা ইছলাম খাঁক বছৰেকীয়া কৰ-কাটল শোধোৱাৰ প্ৰতিশ্ৰুতিৰে পৰীক্ষিতৰ বিৰুদ্ধে সাহায্য প্ৰাৰ্থনা কৰিলেগৈ। লক্ষ্মীনাৰায়ণৰ এনেধৰণৰ সমৰ প্ৰস্তুতিৰ বিষয়ে জানিব পাৰি পৰীক্ষিতে নিজৰ নিৰাপত্তাৰ বাবে আহোম ৰাজ্যৰ সৈতে মিত্ৰতা কৰাৰ বুধি পাঙিলে। কোনো কোনো সূত্ৰমতে লক্ষ্মীনাৰায়ণেও আহোমৰ মিত্ৰতা কামনা কৰিছিল। সেয়ে পৰীক্ষিতে ততাতৈয়াকৈ সেই বছৰতে তেওঁৰ জীয়ৰী মংগলদহী বা মংগলদৈক আহোম ৰজা চুচেংফা বা প্ৰতাপসিংহলৈ (১৬০৩-১৬৪১ খ্ৰীঃ) বিয়া দি কোচ-মুঘল মৰ্চাৰ বিৰুদ্ধে কোচ-আহোম মৰ্চাৰ সৃষ্টি কৰা দেখা গ'ল। এইদৰে কোচসকলৰ গৃহবিবাদৰ ফলত কোচ-মুঘল আৰু কোচ-আহোম মৰ্চা গঠনে ভৱিষ্যতৰ অসমৰ ইতিহাসত এটা গুৰুত্বপূৰ্ণ অধ্যায়ৰ সংযোজন ঘটালে।

পৰীক্ষিত আৰু লক্ষ্মীনাৰায়ণৰ মাজত বিবাদ ক্ৰমাৎ ঘনীভূত হোৱাত লক্ষ্মীনাৰায়ণে ১৬১২ খ্ৰীঃত নিজে ঢাকালৈ গৈ মানসিঙক এই বিবাদত হস্তক্ষেপ কৰিবলৈ অনুৰোধ জনায়। সেই সময়তে কৰাইবাৰীৰ দাঁতিকাষৰীয়া সুশাংগৰ ৰজা ৰঘুনাথেও পৰীক্ষিতক দুৰ্ব্যৱহাৰ সম্পৰ্কে অভিযোগ কৰা দেখা গৈছিল। ঢাকাৰ নবাব শেখ আলাউদ্দিন চিস্তি বা শেখ আলাউদ্দিন ফাটপুৰী-ইছলাম খাঁই পৰীক্ষিতৰ দৰে স্বাধীন ৰজা এজনক পদানত কৰিবলৈ উৎসাহ বোধ কৰি মুক্কাৰম খাঁ নামৰ এজন সেনাপতিৰ নেতৃত্বত ৩০০ হাতী, ৬০০০ ঘোঁৰা, ১০,০০০-১২,০০০ পদাতিক আৰু ৪০০-৫০০ যুদ্ধৰ নাৱৰে সুসজ্জিত বাহিনী এটা কোচ হাজো অভিমুখে প্ৰেৰণ কৰে। এই অভিযানত পৰীক্ষিতৰ ভয়ানক ক্ষতি হৈছিল। ছানগোনাৰ ওচৰৰ এখন নৌ যুদ্ধত পৰীক্ষিতৰ ৩০০খন যুদ্ধৰ নাও বিধ্বংস হয়। ইয়াৰ পিছত স্থলপথেদি আগবঢ়া দলটোৰ নেতৃত্ব লৈছিল ছেখ কামালে। তেওঁ বিজুলী সঞ্চাৰেৰে কৰাইবাৰী পৰগণাৰ হাটশিলাত উপস্থিত হৈ বাঁহৰ জোঙেৰে চাৰিওফাল বেৰি কোঠ মাৰিছিলগৈ। এই ঘটনাৰ সময়ত পৰীক্ষিত ধুবুৰীৰ দুৰ্গ এটাত আছিল আৰু তেওঁৰ লগত আছিল ১০,০০০ পদাতিক আৰু ৫০০ ঘোঁৰা। কিন্তু ছেখ কামানে তেওঁ আশা কৰা ধৰণে ধুবুৰী দখলত ব্যৰ্থ হ'ল। সেইবাবে তেওঁ ধুবুৰীখন ঘেৰাও কৰি থ'লে আৰু প্ৰায় এমাহৰ মূৰত ইয়াত পুনৰবাৰ আক্ৰমণ চলালে। উপায়হীন হৈ পৰীক্ষিতে ছেখ কামালক ১০০ হাতী, ১০০ ঘোঁৰা আৰু ২০ মোন মূল্যবান কাঠ উপহাৰ হিচাপে যাচি সন্ধিৰ প্ৰস্তাৱ আগবঢ়ায়। বংগৰ নবাবক এই বিষয়ে জনোৱাত তেওঁ পৰীক্ষিতে নিজে আহি বশ্যতা স্বীকাৰ কৰি তেওঁৰ ৰাজ্যখন বংগক গতাবলৈ নিৰ্দেশ দিয়ে। এনে চৰ্ত মানিবলৈ অস্বীকাৰ কৰি পৰীক্ষিতে আহোম ৰজাৰ সহায় বিচাৰে।

আহোমসকলে পৰীক্ষিতক সহায় কৰিবলৈ সন্মত হয় যদিও এই অভিযানত পৰীক্ষিতৰ আটাইবোৰ সৈন্য যাব লাগিব বুলি কোৱাত পৰীক্ষিত চিন্তাত পৰে আৰু মুছলমানৰ সৈতে যুঁজ দিবলৈ অন্য চিন্তা কৰিবলৈ লয়। সেইটো আছিল ৰমজান মাহ আৰু সেইবাবে বংগৰ পৰা অহা সৈন্যসকলে ধুবুৰীতে থাকি ৰমজানৰ ব্ৰত পালিবলৈ সিদ্ধান্ত লৈছিল। ইফালে আকৌ লক্ষ্মীনাৰায়ণে এই সৈন্যসকলৰ পৰা সহায় পাব বুলি আশা কৰি পৰীক্ষিতৰ বিৰুদ্ধে নিজ সৈন্য এদল পঠিয়াই দিয়ে। সেয়ে ভাবি-চিন্তি ধুবুৰীত থকা মকৰম খাঁই সত্ৰজিতৰ নেতৃত্বত এদল সৈন্যবাহিনীক লক্ষ্মীনাৰায়ণৰ সৈন্যৰ সৈতে একগোট কৰি পৰীক্ষিতৰ বিৰুদ্ধে অভিযান আৰম্ভ কৰে। ফলত পৰীক্ষিতে ধুবুৰীৰ পৰা পিছ হুঁহকি গৈ গদাধৰ নৈৰ ওচৰত খোপনি পোতেগৈ। আনহাতেদি বংগৰ সৈন্য দলো সেই ঠাইত উপস্থিত হৈ পৰীক্ষিতলৈ বয়বস্তু সৰবৰাহ কৰা পথটো আগচি ধৰে। পৰীক্ষিতেও যিকোনো উপায়েৰে ধুবুৰীত থকা শত্ৰুসকলক আক্ৰমণ কৰাৰ আঁচনি লৈ নাৱেৰে তেওঁৰ সৈন্যসকলক ধুবুৰী অভিমুখে পঠিয়াই দিয়ে। এই দলটোৱে শত্ৰুৰ হাতৰ পৰা ২৫০খন যুদ্ধৰ নাও কাঢ়ি আনিবলৈকো সক্ষম হয়। কিন্তু পৰীক্ষিতে নিজেহে এই যুদ্ধ লগা ঠাইখনত উপস্থিত হ'ব নোৱাৰিলে। তেওঁ ভাবিছিল যে নিশাৰ ভাগতে তেওঁ ধুবুৰী ওলাবগৈ। কিন্তু পালেগৈ পিছদিনা দুপৰীয়াহে। ফলত তেওঁলৈ বাট চাই থকা মুঘলৰ সৈন্যই তেওঁক খেদি যোৱাত পৰীক্ষিতে আকৌ গদাধৰ নৈৰ পাৰৰ পূৰ্বৰ ঠাইডোখৰলৈকে উভতি আহিবলৈ যত্ন কৰিলে। ইফালে মুঘল সেনাই পিছে পিছে খেদি অহাত তেওঁ আৰু পিছ হুঁহকি সোণকোষ নদী পালেহি। বৰনগৰ অভিমুখে আগবঢ়া পৰীক্ষিতক এইবাৰ লক্ষ্মীনাৰায়ণৰ সৈন্যদলও পিছ ল'লে। এনে অৱস্থাত পৰীক্ষিতে কোনোমতে পলাই পাণ্ডু পাইছিল যদিও অৱশেষত তেওঁ নিজে আত্মসমৰ্পণৰ প্ৰস্তাৱ আগবঢ়ালে। ফলত মুঘল সৈন্যৰ হাতত তেওঁ বন্দী হ'ল। তেওঁক প্ৰথমে ঢাকালৈ নি মুঘল সম্ৰাট জাহাংগীৰৰ নিৰ্দেশ মতে দিল্লীলৈ নিয়া হ'ল। মুছলমান লেখকসকলৰ মতে পৰীক্ষিতে বছৰি চাৰি লাখ টকাৰ কৰ শোধাবলৈ মান্তি হোৱাত জাহাংগীৰে তেওঁক মুক্তি দি তেওঁৰ ৰাজ্যখনো ওভতাই দিছিল। কিন্তু দিল্লীৰ পৰা গৃহ অভিমুখে যাত্ৰা কৰা পৰীক্ষিতৰ বাটতে প্ৰয়াগত মৃত্যু ঘটে আৰু ফলস্বৰূপে বৰনদীলৈকে বিস্তৃত তেওঁ ৰাজ্যখন মুঘলৰ হাতলৈ যায়। কোনো কোনো সূত্ৰমতে জাহাংগীৰে যদিও পৰীক্ষিতক মুক্তি দিছিল, ইছলাম খাঁ এই সিদ্ধান্তত অসন্তুষ্ট হৈছিল। মুক্তিলাভ কৰা পৰীক্ষিতে পুনৰ অশান্তি কৰিব বুলি ইছলাম খাঁই ধৰি লৈছিল। তদুপৰি এই সূত্ৰমতে, জাহাংগীৰে ধাৰ্য কৰা কৰৰ পৰিমাণ চাৰি লাখ নহয় সাত লাখহে আছিল। সি যিকি নহওক, পৰীক্ষিতৰ মৃত্যু ঘটাত এতিয়া সেইবোৰ কথা তল পৰিল আৰু তেওঁৰ ৰাজ্য মুঘলৰ হস্তগত হ'ল। এইদৰে কোচসকলৰ ঘৰুৱা বিবাদত ৰঘুদেৱে বংগৰ ইচা খাঁৰ সহায় লৈ যি এক মহাভুল কৰিছিল তাৰ কুফল তেওঁৰ পুত্ৰ পৰীক্ষিতে ভোগ কৰিবলগীয়াত পৰিল।

পশ্চিম কোচৰাজ্য তথা কোচবিহাৰৰ ৰজা লক্ষ্মীনাৰায়ণেও কোচৰ গৃহবিবাদত মুঘলৰ শৰণাপন্ন হৈ কৰা ভুলৰ প্ৰায়শ্চিত্ত কৰিবলগীয়াত পৰিছিল। ডঃ লক্ষ্মী দেবীৰ অসম দেশৰ বুৰঞ্জীমতে, মুঘলে লক্ষ্মীনাৰায়ণক প্ৰথমতে কোচ ৰাজ্যৰ পূব অংশৰ (মানাহ নৈৰ পূব অংশত) অস্থায়ী শাসনকৰ্তা পাতিছিল। কিন্তু তেওঁকো পিছত ছল কৰি ঢাকালৈ মাতি নি নতুন নবাব ছেখ কাছিম খাঁই বন্দী কৰি (১৬১৪ খ্ৰীঃৰ আগষ্ট মাহত) পৰীক্ষিতৰ সৈতে একেলগে সম্ৰাট জাহাংগীৰৰ ৰাজসভালৈ পঠিয়াইছিল*।

ইফালে পৰীক্ষিতৰ পৰাজয়ৰ বাতৰি পাই তেওঁৰ ভাতৃ বলীনাৰায়ণে কোচৰাজ্যৰ পৰা পলায়ন কৰি আহোম স্বৰ্গদেউ প্ৰতাপসিংহৰ আশ্ৰয় গ্ৰহণ কৰিছিল। এই ঘটনাকে আদি কৰি ভালেমান কাৰণবশতঃ মুছলমানসকলে আহোম ৰজাকো এশিকনি দিবলৈ আঁচনি লৈছিল। কিন্তু অতিশয় দূৰদৰ্শী প্ৰতাপসিংহই উপলব্ধি কৰিছিল যে আহোমসকলে মুঘলক বলে পৰাটো সহজসাধ্য নহ'ব। সেয়ে তেওঁ বুদ্ধি কৰি কোচ হাজো আৰু আহোম ৰাজ্যৰ মাজত দৰঙত এখন মধ্যস্থ ৰাজ্য স্থাপন কৰি বলীনাৰায়ণক সেই ৰাজ্যৰ ৰজা বুলি ঘোষণা কৰিছিল। এইদৰে আহোমৰ থাপিত সঞ্চিত ৰজা বলীনাৰায়ণে ধৰ্মনাৰায়ণ নাম লৈ এই ৰাজ্যভাৰ গ্ৰহণ

*লক্ষ্মীদেবী, অসম দেশৰ বুৰঞ্জী, সংশোধিত পঞ্চম প্ৰকাশ, ১৯৮৭ চন পৃষ্ঠা ১৮৪*

কৰিছিল। যিহেতু তেওঁ আহোমৰ কৰতলীয়া ৰজা আছিল, সেয়ে তেওঁৰ নিৰাপত্তাৰ দায়িত্বও আহোম স্বৰ্গদেৱৰেই আছিল।

পৰীক্ষিতৰ ৰাজ্যখন মুঘল সাম্ৰাজ্যৰ অন্তৰ্গত কৰি ইয়াক কোচ হাজো 'বিলাত' (বা বিলায়ত) বুলি ঘোষণা কৰা হয়। এই বিলাতখন মুঠতে চাৰিখন 'চৰকাৰ'ত ভাগ কৰি প্ৰতিখন 'চৰকাৰ'ক পুনৰ কেইবাখন পৰাগণাত ভাগ কৰা হয়। কোচ হাজো বিলাতত মুঘল শাসন প্ৰণালী জাপি দিয়াৰ উপৰি মকৰৰম খাঁৰ ভায়েক আব্দুচ চালামাক ইয়াৰ শাসনকৰ্তা বুলি ঘোষণা কৰা হয়। আব্দুচ চালামে খেলা নামৰ ঠাইত বাহৰ পাতিছিল। পিছে তেওঁৰ মৃত্যু ঘটাত মুকৰৰম খাই নিজে এই বিলাতৰ দায়িত্ব গ্ৰহণ কৰিছিল। তেওঁৰ কৰ্মস্থল আছিল হাজো। মুকৰৰম খাই আব্দুচ চালামৰ সৈতে ১০,০০০তকৈও অধিক লোক কোচ হাজো বিলাতত স্থাপন কৰিছিল। পিছত তেওঁ নিজে এই স্থানৰ গৱৰ্নৰ হোৱাত ভালেমান সম্ভ্ৰান্ত মুছলমান পৰিয়ালক বহু সা-সম্পত্তি আৰু ১০,০০০-১২,০০০কৈ পাইক দি এই ঠাইত প্ৰতিষ্ঠা কৰিছিল বুলি জনা যায়। বংগৰ পৰা অহা এই পৰিয়ালসমূহক সামৰিক সেৱাৰ বাবে যথেষ্ট পৰিমাণে ভূমিদান দিয়াও হৈছিল বুলি জনা যায়।

কোচসকলে অৱশ্যে ইমান সহজে মুঘলৰ বশ্যতা মানিবলৈ প্ৰস্তুত নাছিল আৰু সুযোগ পালেই ব্ৰহ্মপুত্ৰৰ দুয়ো পাৰে থকা মুঘলৰ ঘাটিবোৰত সৰু-সুৰা আক্ৰমণ নকৰাকৈ থকা নাছিল। এইবোৰ ঘটনাত আহোমসকলে উচটনি দিয়া বুলি সন্দেহবশতঃ মুঘলে আহোমসকলক এসেকা দিয়াৰ সিদ্ধান্ত লৈছিল। (মুঘল আৰু আহোমৰ মাজত এনে ধৰণৰ তিক্ততা আৰু তাৰ ফলত সংঘটিত যুঁজ-বাগৰৰ বিষয়ে এই পুথিৰ আহোম ৰাজ্য সংক্ৰান্ত অধ্যায়ত সন্নিবিষ্ট হৈছে।) ইফালে কোচ ৰাজ্যত থিতাপি লোৱা মুঘলসকলৰ নিজৰ মাজতে নানাধৰণৰ খিয়লা-খিয়লি আৰু হাই-কাজিয়াৰ সৃষ্টি হোৱা দেখা গৈছিল। তেওঁলোকৰ সেনাপতিসকলৰ মাজত অন্তৰ্দ্বন্দ্বৰ শেষ নাছিল। আহোমৰ বিৰুদ্ধে যো-জা কৰা অভিযানৰ নেতৃত্ব আবুবকৰ নামৰ এজনক অৰ্পণ কৰা বুলি শুনি হাজোৰ আব্দুচ চালামকে আদি কৰি কেইবাজনো উচ্চপদস্থ বিষয়াই অপমানবোধ কৰি পদত্যাগ কৰিছিল। ইফালে কোচবিহাৰ আৰু কামৰূপ তথা কোচ হাজোত মুঘলৰ বিৰুদ্ধে ব্যাপকভাৱে বিদ্ৰোহ হৈছিল। কোচবিহাৰৰ বিদ্ৰোহ সহজে দমন কৰিবলৈ সক্ষম হ'লেও কোচ হাজোৰ বিদ্ৰোহ দীঘলীয়া হৈছিল। নবাব শেখ কাছিমে এই বিদ্ৰোহ দমনত সফলতা লাভ কৰিব নোৱৰাৰ বাবে বিৰক্ত হৈ সম্ৰাট জাহাংগীৰে তেওঁক বংগৰ নবাব পদৰ পৰা আঁতৰাই ইব্ৰাহিম খাঁ ফইজংগক সেই পদত অধিষ্ঠিত কৰা দেখা গৈছিল। দৰাচলতে এইজন নবাবৰ পৰামৰ্শমতেই হেনো সম্ৰাট জাহাংগীৰে পৰীক্ষিত আৰু লক্ষ্মীনাৰায়ণ উভয়কে মুক্তি দি নিজ নিজ ৰাজ্যলৈ পঠিয়াই দিছিল। এইদৰে ঘৰমুৱা হৈ অহাৰ বাটত নৰিয়াত পৰি পৰীক্ষিতৰ মৃত্যু ঘটা বুলি ওপৰত উল্লেখ কৰা হৈছে।

**দৰঙৰ কোচ ৰাজবংশ :** মুঘলৰ হাতত পৰীক্ষিতৰ পৰাজয় ঘটাত তেওঁৰ ভায়েক বলীনাৰায়ণে ততাতৈয়াকৈ নিজ ৰাজ্যৰ পৰা পলায়ন কৰি আহোম ৰজা প্ৰতাপসিংহৰ আশ্ৰয় লয়গৈ (১৬১৫ খ্ৰীঃ)। এই ঘটনাৰ পিছত মুঘল সৈন্যই প্ৰতাপসিংহকো প্ৰত্যাহ্বান জনাইছিল। এই অভিযানত প্ৰতাপসিংহৰ বিৰোধী আখেক গোহাঁই আৰু ঢাকাৰ জমিদাৰ এজনৰ পুত্ৰ সত্ৰাজিতেও মুছলমান সৈন্যদলত যোগ দিছিল। ইয়াৰ ফলত সংঘটিত হোৱা স্থল আৰু জল যুদ্ধত মুছলমানসকলৰ পৰাজয় ঘটিছিল। এইদৰে যুঁজত জিকি প্ৰতাপসিংহই পৰীক্ষিতৰ ৰাজ্যৰ ভৰলী আৰু বৰনদীৰ মাজৰ ঠাইখিনি (দৰং অঞ্চল) মুঘলৰ। হাতৰ পৰা কাঢ়ি আনিবলৈ সক্ষম হৈছিল। ১৬১৬ খ্ৰীঃত আহোম ৰাজ্যত আশ্ৰয় লোৱা বলীনাৰায়ণক প্ৰতাপসিংহই দৰঙত তেওঁৰ কৰতলীয়া ৰজা হিচাপে প্ৰতিষ্ঠা কৰাত দৰং বা দৰংগ ৰাজবংশৰ উদ্ভৱ হ'ল। বলীনাৰায়ণৰ নতুন নাম হ'ল ধৰ্মনাৰায়ণ। সেই সময়তে ব্ৰহ্মপুত্ৰ উপত্যকাৰ ভালেমান সৰু সৰু ৰজাই স্বইচ্ছাই আহোমৰ লগ লাগিছিল। ৰাণী, লুকী, বেলতলা আৰু ডিমৰুৱাৰ ৰজাসকলে ধৰ্মনাৰায়ণৰ নেতৃত্বত আহোমৰ সৈতে লগ লাগি অসমৰ উমৈহতীয়া শত্ৰু বংগৰ মুছলমানসকলৰ বিৰোধিতা কৰাৰ প্ৰয়োজনীয়তা অনুভৱ কৰিছিল। এওঁলোকৰ সহায়ত ধৰ্মনাৰায়ণে পাণ্ডু অধিকাৰ কৰিছিল। ধৰ্মনাৰায়ণক প্ৰতাপসিংহয়ো সহায় কৰিছিল। পিছে হাজোৰ ওচৰত যুঁজ লগাত মুছলমানৰ হাতত

আহোমসকলেহে পৰাজয়বৰণ কৰিবলগীয়াত পৰিছিল। ইয়াৰ পিছত ধৰ্মনাৰায়ণ আৰু সৰু সৰু পৰ্বতীয়া ৰাজ্যৰ ৰজাসকলৰ লগলাগি প্ৰতাপসিংহই ১৬১৯ খ্ৰীঃত মুছলমানৰ হাতৰ পৰা ৰাণীহাটৰ দুৰ্গটো অধিকাৰ কৰিছিল। এই সময়তে প্ৰতাপসিংহই কোচবিহাৰৰ ৰজা লক্ষ্মীনাৰায়ণকো তেওঁৰ দলত যোগদানৰ বাবে আহ্বান জনাইছিল যদিও তেওঁৰ সেই উদ্দেশ্য ফলৱতী নহ'ল। ৰাণীহাটৰ যুদ্ধৰ এবছৰ নৌহওঁতেই ধৰ্মনাৰায়ণ আৰু আহোমৰ যুগ্ম শক্তি আকৌ মুছলমানৰ হাতত পৰাজিত হয়। ইয়াৰ পৰৱৰ্তীকালত আহোম আৰু মুছলমানসকলৰ কেবাখনো যুঁজ-বাগৰ লগাৰ পিছত হাজোৰ যুদ্ধত ধৰ্মনাৰায়ণে মুছলমান সেনাপতি আব্দুচ চালামক বন্দী কৰাত আহোম ৰজাই তেওঁক কোচ হাজো বা 'ঢেকেৰী ৰাজ্য' সমৰ্পণ কৰিছিল। কিন্তু ইয়াৰ পিছতো মুছলমানৰ সৈতে যুঁজ-বাগৰ চলি থাকিল আৰু ইয়াৰ ফলস্বৰূপে আহোমসকলে কলিয়াবৰত সোমালগৈ। সিংগৰি পৰ্বতত আশ্ৰয় লোৱা ধৰ্মনাৰায়ণৰ তাতেই মৃত্যু ঘটিল (১৬৩৭ খ্ৰীঃ)। মুছলমানসকলে মিৰ নুৰুল্লাক গুৱাহাটীৰ থানাদাৰ পাতিলে। ইতিমধ্যে কোচবিহাৰৰ ৰজা প্ৰাণনাৰায়ণেও মুছলমানৰ লগ লাগিছিল। এই কাৰ্যৰ দ্বাৰা তেওঁ কামৰূপ ৰাজ্যৰ হেৰোৱা অঞ্চলসমূহ ওভতাই পাবলৈ ইচ্ছা কৰিছিল। পিছে চামধৰা আৰু দুই মুনি শিলাৰ যুঁজত মুছলমানসকলেহে পৰাজয় বৰণ কৰা দেখা গ'ল।

ধৰ্মনাৰায়ণৰ মৃত্যুৰ পিছত আহোমসকলে তেওঁৰ পুত্ৰ মহেন্দ্ৰ নাৰায়ণক দৰঙত কৰতলীয়া ৰজা হিচাপে স্বীকৃতি দিয়ে। সেইবাবে দৰঙৰ ৰজাজনক আহোমৰ তলতীয়া গৰ্ভৰ্ণৰ বা শাসনকৰ্তা বুলিব পাৰি। প্ৰশাসনিক দায়িত্ব পালনকে ধৰি সকলোবোৰ গুৰুত্বপূৰ্ণ বিষয়ত দৰঙৰ ৰজাজনে গুৱাহাটীত থকা আহোম বৰফুকনৰ সৈতে পৰামৰ্শ কৰাৰ নিয়ম আছিল। উল্লেখযোগ্য যে কোচ আৰু আহোমসকলে মুছলমানৰ সৈতে যুঁজ-বাগৰ কৰি থকাৰ সময়ত সৃষ্টি হোৱা বেমেজালিৰ সুযোগ গ্ৰহণ কৰি ভূটীয়াসকলে ১৭ শতিকাৰ মাজভাগত নামনিলৈ নামি আহি গোঁহাই কমল আলি পাইছিলগৈ। এনে ধৰণে ভৈয়ামৰ এক বৃহৎ অঞ্চল দমন কৰা ভূটীয়াসকলৰ পৰা কোচ আৰু আহোমৰ ৰাজ্যখন ৰক্ষা কৰাৰ দায়িত্ব দৰঙৰ ৰজাৰ ওপৰতে পৰিছিল।

মহেন্দ্ৰনাৰায়ণৰ পৰৱৰ্তী ৰজা চন্দ্ৰনাৰায়ণে ১৬৪২ খ্ৰীঃত দৰঙৰ ৰাজপাটত আৰোহণ কৰিছিল। এইজন পৰাক্ৰমী আৰু কৰ্মদক্ষ ৰজাই আহোমৰ সৈতে লগলাগি ভূটীয়াসকলে জোৰকৈ কাঢ়ি নিয়া মাটিসমূহ পুনৰ উদ্ধাৰ কৰিছিল। গোঁহাই কমল আলিৰ দক্ষিণাঞ্চলটোও তেওঁ ভূটীয়াসকলৰ পৰা পুনৰ কাঢ়ি আনিবলৈ সক্ষম হৈছিল। ১৬৬০ খ্ৰীঃত চন্দ্ৰনাৰায়ণে শেষ নিশ্বাস ত্যাগ কৰাত দৰঙৰ সিংহাসনত অধিষ্ঠিত হৈছিল তেওঁৰ পুত্ৰ সূৰ্যনাৰায়ণ। তেওঁৰ দিনত পুনৰ মুছলমানৰ সৈতে বিবাদ ঘটাত তেওঁ শত্ৰুৰ হাতত বন্দী হয়। মুছলমানসকলে তেওঁক বন্দী অৱস্থাত দিল্লীলৈ পঠিয়াইছিল বুলি জনা যায়। এইদৰে সূৰ্যনাৰায়ণ পৰাজিত আৰু বন্দী হোৱাত তেওঁৰ ভায়েক ইন্দ্ৰনাৰায়ণ দৰঙৰ ৰজা হৈছিল। কিন্তু ৰজা হোৱাৰ কালত তেওঁৰ বয়স আছিল মাত্ৰ পাঁচ বছৰ। ইতিমধ্যে মহেন্দ্ৰনাৰায়ণৰ দিনৰে পৰা আহোমসকলে দৰঙী ৰজাৰ ক্ষমতা হ্ৰাস কৰা দেখা গৈছিল। এতিয়া নাবালক ইন্দ্ৰনাৰায়ণ আৰু উপদেষ্টাসকলৰ মাজত সম্ভাৱ আৰু বন্ধুত্বৰ অভাৱ দেখি আহোমসকলে পুনৰবাৰ দৰঙৰ ৰজাৰ ক্ষমতা হ্ৰাস কৰি নিজ ক্ষমতা বৃদ্ধিৰ বাবে সচেষ্ট হ'ল। সেইবাবে দৰঙত থকা ৬,০০০ মূলক'* গুৱাহাটীৰ বৰফুকনৰ অধীনলৈ অনাৰ লগতে যিসকল লোকে গা-খাটি দিব নালাগিছিল তেওঁলোককো কৰ দিবলৈ বাধ্য কৰিছিল। দৰঙৰ বাহিৰে কোচ হাজোৰ বা কামৰূপৰ অন্যান্য সকলো অঞ্চলত তেওঁৰ প্ৰতিপত্তি খৰ্ব কৰা হ'ল। প্ৰকৃতপক্ষে, দৰঙৰ বাহিৰে অন্যান্য আটাইবোৰ ৰাজ্যতে এতিয়া আহোমসকলৰহে ক্ষমতা বৃদ্ধি পালে। উল্লেখযোগ্য যে তেওঁক আনকি দৰঙৰ বাবেও কৰ আদায় দিবলৈ বাধ্য কৰা হ'ল। ইন্দ্ৰনাৰায়ণৰ দিনত কোচসকলে আহোমসকলক কিমান কৰ দিব পাৰে সেই হিচাপো কৰা হ'ল। এই হিচাপৰ আদেশ দিছিল স্বৰ্গদেউ ৰুদ্ৰসিংহই (১৭০৭ খ্ৰীঃ)। এনে সময়তে পূৰ্বৰ ৰজা সূৰ্য নাৰায়ণক মুঘলসকলে মুকলি কৰি দিয়াত তেওঁ নিজ ৰাজ্যলৈ উভতি আহি এইদৰে দৰঙৰ ৰজাৰ ক্ষমতা হ্ৰাস ঘটাত

---

** আহোমৰ দিনত প্ৰথম অৱস্থাত চাৰিজন আৰু পিছলৈ তিনিজন পাইকেৰে একোটা 'গোট'ৰ সৃষ্টি হৈছিল। গোটৰ অৰ্ন্তগত এজন মানুহক 'মূল' দুজনক 'দোৱাল' আৰু তিনিজনক 'তেৱাল' বোলা হৈছিল।*

অতি আচৰিত হয়। সূৰ্য নাৰায়ণে গুৱাহাটীৰ বৰফুকনৰ অধীনলৈ যোৱা 'মূল' মানুহখিনিক দৰঙলৈ উভটি আহিবলৈ নির্দেশ দিয়াত তেওঁৰ সৈতে আহোমৰ যুঁজ লাগে। যুঁজত বন্দী হোৱা সূৰ্যনাৰায়ণক আহোম ৰজাসভালৈ পঠিয়াই দিয়া হৈছিল। আহোম ৰাজসভাত উপস্থিত হৈ সূৰ্যনাৰায়ণে কৈছিল যে তেওঁৰ ভাতৃ ইন্দ্রনাৰায়ণ ৰজা হৈ থকাত তেওঁৰ আপত্তি নাই— তেওঁৰ আপত্তি হৈছে দৰঙৰ পৰা 'মূল' মানুহক গুৱাহাটীৰ বৰফুকনৰ অধীনলৈ স্থানান্তৰিত কৰাটোতহে। কিন্তু এই বিষয়ে ইন্দ্রনাৰায়ণে কোনো ধৰণৰ আপত্তি দেখুওৱাৰ পৰা নিজকে বিৰত ৰখাৰ বাবে সূৰ্যনাৰায়ণৰ আপত্তিত আহোমসকলে কোনো গুৰুত্ব আৰোপ নকৰিলে। সেয়ে আহোম ৰজাই তেওঁক আলপৈচান ধৰিবলৈ যোগাৰ দিয়া ৮০জন মানুহৰ সৈতে সূৰ্যনাৰায়ণে দৰঙলৈ উভতি আহি মংগলদৈৰ পূব অঞ্চলত নিজকে সংস্থাপন কৰিলেগৈ। কিছুদিনৰ মূৰত সূৰ্যনাৰায়ণ আৰু ইন্দ্রনাৰায়ণৰ মাজত পৈতৃক সম্পত্তিৰ ভাগ হ'ল আৰু নিজ নিজ পৰিয়ালৰ সৈতে তেওঁলোকে নিজৰ নিজৰ ভাগে থাকিবলৈ ল'লে। ১৭২৫ খ্ৰীঃত ইন্দ্রনাৰায়ণ মৃত্যুমুখত পৰিল।

১৭২৮ খ্ৰীঃত ইন্দ্রনাৰাযণৰ পৰবৰ্তী ৰজা আদিত্য নাৰায়ণৰ ৰাজত্বকালত তেওঁৰ ভাতৃ মধুনাৰায়ণ বা মোদনাৰায়ণে দৰঙৰ কোচ ৰাজ্যৰ দুই-তৃতীয়াংশ বলপূর্বকভাৱে দখল কৰি নিজকে 'বুঢ়া ৰজা' (জ্যেষ্ঠ ৰজা) বুলি দাবী কৰি আদিত্য নাৰাযণক 'ডেকা ৰজা' বুলি অভিহিত কৰিলে। সেইবাবে 'ডেকা ৰজা' আদিত্য নাৰায়ণ মধুনাৰায়ণৰ তলতীয়া ৰজাত পৰিণত হ'ল। এইদৰে দৰঙত একেলগে দুজন ৰজাৰ শাসন আৰম্ভ হ'ল। কিন্তু এনেধৰণে দুজন ৰজাৰ শাসন বা দ্বৈত শাসনে কোচ ৰজাসকলৰ ক্ষমতা বহু পৰিমাণে হ্ৰাস কৰিলে।

আহোমসকলে দৰঙৰ কোচ ৰজাসকলৰ ক্ষমতা হ্ৰাস কৰাৰ নীতি গ্ৰহণে কিন্তু আহোমসকলৰ শ্ৰীবৃদ্ধিত বিশেষ কোনো ধৰণৰ অৰিহণা যোগোৱা নাছিল। দৰঙৰ ৰজাৰ ক্ষমতা কৰ্তনে অস্থায়ীভাৱে আহোম ৰজাৰ প্ৰতিপত্তি বৃদ্ধি কৰিলেও আহোম আৰু কোচৰ মাজত গঢ়ি উঠা শত্ৰুতাই ভৱিষ্যতে আহোমৰ বিৰুদ্ধে কোচসকলৰ বিদ্ৰোহৰ পথহে মুকলি কৰিছিল। ১৮শ শতিকাৰ শেষাৰ্ধত যেতিয়া স্বৰ্গদেউ গৌৰীনাথ সিংহই মোৱামৰীয়া বিদ্ৰোহীসকলৰ আক্ৰমণৰ পৰা ৰক্ষা পাবলৈ গুৱাহাটীলৈ পলাই আহিছিল সেই সময়ছোৱাত কামৰূপৰ বিদ্ৰোহী হৰদত্ত বুজৰবৰুৱাৰ সৈতে দৰঙৰ ডেকা ৰজা দ্বিতীয় হংসনাৰায়ণে আহোম ৰজাৰ বিৰুদ্ধে এক বৃহৎ ষড়যন্ত্ৰত লিপ্ত হোৱা ঘটনাটো আছিল এই পুৰণি শত্ৰুতাৰেই প্ৰতিফল। কিন্তু এই বিদ্ৰোহ সফল নহ'ল আৰু দ্বিতীয় হংসনাৰায়ণ অৱশেষত আহোমৰ হাতত নিধন হ'বলগীয়াত পৰিল। গৌৰীসিংহই এইদৰে বিদ্ৰোহ দমন কৰি দ্বিতীয় হংসনাৰাণৰ পুত্ৰৰ কৃষ্ণনাৰায়ণক ডেকাৰজা নাপাতি দৰং ৰাজবংশৰে বিষ্ণুনাৰায়ণক সেই পদ দিয়ে। এইদৰে ডেকাৰজা পদৰ পৰা বঞ্চিত হৈ কৃষ্ণনাৰায়ণে হৰদত্ত চৌধুৰী প্ৰমুখ্যে বিদ্ৰোহীসকলৰ সৈতে লগ লাগে আৰু তেওঁলোকৰ পৰামৰ্শমতে হিন্দুস্তানী আৰু বাঙালী বৰকান্দাজ ভাড়া কৰিবলৈ বংগদেশলৈ পলায়ন কৰে। এইদৰে বংগদেশৰ পৰা বৰকান্দাজ আনি তেওঁ দৰং অধিকাৰ কৰি আহোম ৰজাৰ মনোনীত ডেকাৰজা বিষ্ণুনাৰায়ণক আঁতৰাই নিজে ডেকা ৰজা পদত অধিষ্ঠিত হয়। ইয়াৰ পিছত কৃষ্ণনাৰায়ণৰ বিদ্ৰোহ আৰু প্ৰত্যাহ্বানৰ প্ৰত্যুত্তৰ দিবলৈ আহোম ৰজাই ইষ্ট ইণ্ডিয়া কোম্পানীক সাহায্যৰ বাবে অনুনয়-বিনয় কৰাত বিশেষকৈ বৰকান্দাজ দমনৰ বাবে কোম্পানীয়ে কেপ্টেইন ৱেলছক অসমলৈ পঠিয়াইছিল। কেপ্টেইন ৱেলছে কৃষ্ণনাৰায়ণক পৰাজিত কৰি তেওঁক আহোম ৰজাৰ আনুগত্য স্বীকাৰ কৰিবলৈ কয়। ৱেলছৰ প্ৰস্তাৱমতে কৃষ্ণনাৰায়ণে আহোম ৰজাক স্বীকৃতি দিয়াত আহোম ৰজায়ো তেওঁক দৰঙৰ ৰজা বুলি মানি লয়।

অৱশ্যে কেপ্টেইন ৱেলছৰ মধ্যস্থতাত কৃষ্ণনাৰায়ণে আহোমৰ বশ্যতা স্বীকাৰ কৰিবলৈ বাধ্য হ'লেও তেওঁ অন্তৰেদি আহোমক শত্ৰু বুলিয়েই জ্ঞান কৰিছিল। সেয়ে পৰৱৰ্তীকালৰ আহোম ৰজা কমলেশ্বৰ সিংহৰ দিনত (১৭৯৫-১৮১১ খ্ৰীঃ) তেওঁ আহোমৰ বিৰোধিতা কৰিবলৈ মোৱামৰীয়া বিদ্ৰোহীসকলৰ পক্ষ লোৱা পৰিলক্ষিত হৈছিল। কৃষ্ণনাৰায়ণে বিজয় বৰমূৰা নামৰ এজন বিদ্ৰোহী আহোম কোঁৱৰৰ সৈতে হাত মিলোৱাত আহোম ৰজাই অতি সতৰ্কতা অৱলম্বন কৰিছিল বুলি জনা যায়। বিজয় বৰমূৰা ৰাজেশ্বৰ সিংহৰ পৰিনাতি আছিল। এইবোৰ কাৰণতে আহোম ৰজাই

কৃষ্ণনাৰায়ণক খেদি একে ৰাজবংশৰে সমুদ্ৰনাৰায়ণক দৰঙৰ ডেকা ৰজা হিচাপে প্ৰতিষ্ঠা কৰিছিল। আহোম ৰজাই বিচৰা মতে, সমুদ্ৰনাৰায়ণে মোৱামৰীয়া বিদ্ৰোহীসকলৰ ভয়ত পলাই যোৱা অসমীয়া প্ৰজাসকলক নিৰাপত্তাৰ প্ৰতিশ্ৰুতিৰে পুনৰ সংস্থাপন কৰা কাৰ্যত সহায় আগবঢ়োৱাৰ লগতে ভূটীয়াসকলে নামনিলৈ আহি মাটি দখল কৰাত বাধা দিবলৈ প্ৰতিশ্ৰুতিবদ্ধ হৈছিল। এইদৰে দৰঙৰ ৰজাসকলে আহোমৰ কৰতলীয়া হিচাপে প্ৰতিষ্ঠা লাভ কৰে। বৃটিছে অসম দখল কৰালৈকে এই ব্যৱস্থা অব্যাহত আছিল। আনহাতেদি কোচবিহাৰৰ ৰজাসকলে ব্ৰিটিছ আগমনৰ পূৰ্বে মুঘলক কৰ শোধাইছিল। বৃটিছৰ দিনত কোচবিহাৰ কৰদ মিত্ৰ ৰাজ্যত পৰিণত হৈছিল। ভাৰত স্বাধীন হোৱাৰ পৰৱৰ্তী কালত কোচবিহাৰ পশ্চিমবংগৰ সৈতে চামিল হয়।

**ৰালফ ফিট্‌ছৰ টোকা :** মহাৰাজ নৰনাৰায়ণৰ ৰাজত্বকালত ৰালফ্ ফিট্‌ছ নামে এজন পৰ্তুগীজ পৰ্যটকে কোচবিহাৰ ভ্ৰমণ কৰি কোচ ৰাজ্য সম্বন্ধে লিখা টোকা এটি যোগে সেই ৰাজ্যখনৰ সমসাময়িক আৰ্থ-সামাজিক জীৱনধাৰাৰ বিষয়ে কেতবোৰ সম্ভেদ পোৱা যায়। এইজন পৰ্যটকৰ বিৱৰণ মতে—

তান্দা নামৰ ঠাইখনৰ পৰা উত্তৰমুৱাকৈ ২৫ দিন গৈ থাকিলে যিখন ৰাজ্য পোৱা যায় সেইখন ৰাজ্যত কোচ ৰজাই ৰাজত্ব কৰিছিল। ইয়াৰ ৰজাজন হিন্দু ধৰ্মাৱলম্বী আৰু তেওঁৰ নাম হ'ল শুকেল কোচ। 'শুকেল' শব্দটোৰ দ্বাৰা তেওঁ নিশ্চয় 'শুক্ল' বা বগা বৰণৰ কথা বুজাইছিল। ছাৰ এডৱাৰ্ড গেইটকে আদি কৰি ভালেকেইজন ঐতিহাসিকে এই মতত উপনীত হৈছে যে শুকেল কোচ মানে ৰালেফ ফিটছে শুক্ল কোচ বা শুক্লধ্বজ ওৰফে চিলাৰায়ৰ কথাকে কৈছে। কিন্তু পৰ্যটকজনৰ এই ধাৰণাটো সত্য নহয়। কাৰণ তেওঁ ভাৰতলৈ আহিছিল ১৫৮০ খ্ৰীঃত আৰু এইদেশত ১৫৯১ খ্ৰীঃলৈকে আছিল। কিন্তু চিলাৰায় বা শুক্লধ্বজৰ মৃত্যু ঘটিছিল তেওঁ অহাৰ দুবছৰ পূৰ্বে অৰ্থাৎ ১৫৭৮ খ্ৰীঃত। সেইবাবে ঐতিহাসিকসকলে ভাবে যে সুন্দৰ সুঠাম শুকুলা তথা শ্বেতবৰ্ণৰ মহাৰাজ নৰনাৰায়ণকে তেওঁ শুকেল কোচ বুলি উল্লেখ কৰি গৈছে।

কোচ ৰাজ্যখন আছিল যথেষ্ট আহল-বহল আৰু ই কোচিন চীনৰ পৰা নাতি-দূৰৈত অৱস্থিত আছিল। কোচ ৰাজ্যৰ অধিবাসীসকলৰ মতে তেওঁলোকে কোচিন-চীনৰ পৰা জালুক আমদানি কৰিছিল। এই ৰাজ্যৰ বন্দৰটোৰ নাম আছিল চাচিগেট। (চিচিকোট)। এই ৰাজ্যৰ মানুহে বাঁহ বা বেতৰ দুয়োটা মূৰ জোঙাকৈ কাটি মাটিত জেওৰা দিয়ে। ৰাজ্যখনত শত্ৰুৰ আক্ৰমণৰ সময়ত তেওঁলোক নদীৰ পাৰ কাটি বানপানীৰে ৰাজ্যখন আঁঠুৱনীয়াকৈ বুৰাই থয় যাতে শত্ৰু সৈন্য বা ঘোঁৰাবিলাকে তাত প্ৰৱেশ কৰিব নোৱাৰে। যুদ্ধৰ সময়ত এই ৰাজ্যৰ লোকে নদীৰ পানীত বিহ মিহলাই দিয়ে। ৰাজ্যখনত প্ৰচুৰ পৰিমাণে কপাহী, পাটকাপোৰ আৰু কস্তুৰী উৎপন্ন হয়। ইয়াৰ মানুহবিলাকে এটা বিশেষ প্ৰক্ৰিয়াৰে সৰুৰে পৰা কাণবোৰ ডাঙৰ-দীঘল কৰি লয়। এই ৰাজ্যৰ সকলোবোৰ লোকেই হিন্দু। তেওঁলোকে কোনো প্ৰাণী হত্যা নকৰে। ৰাজ্যত ভেৰা, ছাগলী, কুকুৰ, মেকুৰী, চৰাই-চিৰিকটিকে আদি কৰি সকলোবোৰ জীৱ-জন্তুৰ বাবে চিকিৎসালয় আছে। বৃদ্ধ আৰু ৰুগীয়াক এই ৰাজ্যৰ লোকে মৃত্যুকাললৈকে নিজৰ লগত ৰাখি চোৱা-চিতা কৰে। যদি কোনো ব্যক্তিয়ে আন কোনো ঠাইৰ পৰা কোনো বেমাৰী পশু-পক্ষী আনে তেন্তে ইয়াৰ মানুহে পইচা বা আন কোনো সামগ্ৰীৰ বিনিময়ত তেনে প্ৰাণী কিনি লৈ চিকিৎসালয়ত চিকিৎসা দি পিছত মুক্তি দিয়ে। এওঁলোকে আনকি পৰুৱাকো মাংস খাবলৈ দিয়ে। কাজু বাদামক তেওঁলোকে পইচা হিচাপে ব্যৱহাৰ কৰাৰ উপৰি খাদ্য হিচাপে গ্ৰহণ কৰে।

ৰালফ্ ফিট্‌ছৰ এনে বৃত্তান্ত নিশ্চয় এক সুখপাঠ্য আৰু ই সমসাময়িক কোচৰাজ্য সম্বন্ধে এক মূল্যৱান সমল। অৱশ্যে ফিট্‌ছৰ টোকাটো অতিৰঞ্জনৰ দোষেৰে দোষগ্ৰস্ত। বিশেষকৈ পশু-পক্ষীৰ প্ৰতি থকা অত্যধিক মৰম-চেনেহৰ বিৱৰণটো যে অতিৰঞ্জিত সেই বিষয়ে কোনো সন্দেহ নাই। কোনো কোনো ঐতিহাসিকে অৱশ্যে ভাবে যে অতি ধাৰ্মিক আৰু দয়ালু মহাৰাজ নৰনাৰায়ণে হয়তো কোনো সাধু বা বৈষ্ণৱ লোকৰ প্ৰভাৱত ৰাজ্যখনত পশু-চিকিৎসালয় নিৰ্মাণ কৰিছিল আৰু তাত ৰুগীয়া পশু-পক্ষীক যথাযথ চিকিৎসা সেৱা আগবঢ়াইছিল আৰু ৰালফ ফিটছে তাকে দেখি অতি মুগ্ধ হৈছিল। তেওঁ হয়তো এনে দয়া-মায়াক এই ৰাজ্যৰ সকলো অধিবাসীৰে মানসিকতা বুলি ধৰি লৈছিল।

**কোচ ৰজাসকলৰ সাংস্কৃতিক অৱদান ঃ** ৰালফ ফিট্‌ছ্‌ৰ টোকাত কোচ লোকসকলৰ প্ৰকৃতি সম্বন্ধে কিছু আভাস পোৱা গৈছে। প্ৰকৃতপক্ষে বৃহৎ মংগোলীয় গোষ্ঠীৰ এটা ঠাল কোচসকল অসমৰ এটা পুৰণি জনজাতি। পুৰাণ আৰু তন্ত্ৰমতে 'কুৱাচ' শব্দৰ পৰা কোচ শব্দৰ উৎপত্তি ঘটিছিল। কিন্তু ভাষাতত্ত্ববিদসকলৰ মতে 'কোচ' শব্দটো 'কম্বোজ' শব্দৰ পৰাহে ওলাইছে। কম্বোজসকল মূলতঃ তিব্বতৰ পৰা অহা মংগোলীয় গোষ্ঠীৰ লোক আছিল আৰু এওঁলোকেই বোধকৰো কোচসকলৰ আদি পুৰুষ আছিল। কিন্তু ৰালচে ফিট্‌ছ্‌ৰ বৰ্ণনাত কোচসকলে কাণ দীঘল-ডাঙৰ কৰাৰ বিষয়ে উল্লেখিত হৈছে। মনকৰিবলগীয়া যে অসমৰ গাৰো জনজাতিৰ লোকৰ মাজতো কাণ দীঘল-ডাঙৰ কৰাৰ অভ্যাস আছিল। গতিকে এওঁলোক গাৰো লোকৰেই এটা ঠাল হ'বও পাৰে। ইয়াৰ বাহিৰেও কোচসকলৰ উৎপত্তি সম্বন্ধে আৰু বহুবোৰ সুত্ৰৰ বিষয়ে আগতে উল্লেখ কৰা হৈছে।

কোচসকলৰ অন্যতম প্ৰখ্যাত ৰজা নৰনাৰায়ণৰ পৃষ্ঠপোষকতাত তেওঁৰ ৰাজ্যখনত প্ৰাক-শংকৰী অসমীয়া কাব্য প্ৰবাহ বৈছিল। নৱ-বৈষ্ণৱ সাহিত্যৰ বিকাশতো নৰনাৰায়ণ আৰু তেওঁৰ সুযোগ্য ভাতৃ চিলাৰায়ৰ অৱদান আছিল অভিনৱ আৰু এই বিষয়েও ওপৰত উল্লিখিত হৈছে। শ্ৰীমন্ত শংকৰদেৱৰ শিষ্য মাধৱদেৱে কোচৰজা লক্ষ্মীনাৰায়ণ আৰু তেওঁৰ বিষয়া বিৰূপাক্ষ কাৰ্জীৰ পৰা যথেষ্ট ভক্তি, সেৱা আৰু অনুপ্ৰেৰণা লাভ কৰিছিল। কামৰূপৰ কোচসকলৰো সাহিত্য পৃষ্ঠপোষকতাৰ প্ৰতি ধাউতি আছিল যদিও বাস্তৱক্ষেত্ৰত কামৰূপৰ ৰজাসকলৰ পৃষ্ঠপোষকতাৰ ঐতিহ্য হ্ৰাস ঘটাত কোচবিহাৰ অসমীয়া ভাষা-সাহিত্যৰ ঘাই প্ৰবাহৰ পৰা বিচ্ছিন্ন হ'ল আৰু ইয়াৰ ফলত কোচবিহাৰৰ ভাষা-সাহিত্যত বংগীয় প্ৰভাৱ বিস্তাৰিত হ'ল। অৱশ্যে প্ৰতাপসিংহ স্বৰ্গদেৱে দৰঙী ৰাজ্য সৃষ্টি কৰি তাত বলীনাৰায়ণক ধৰ্মনাৰায়ণ নামেৰে সংস্থাপিত কৰাত তেওঁৰ পৰৱৰ্তী ৰজাসকলে মংগলদৈত ৰাজধানী পাতি সেই ঠাইখনক অসমীয়া সাহিত্যৰ এটা নতুন কেন্দ্ৰবিন্দুত পৰিণত কৰে। কোচ ৰাজ্যৰ পৃষ্ঠপোষকতা লাভ কৰি কিদৰে সেইকালৰ কবি, সাহিত্যিকে বিভিন্ন পুথি লিখিছিল সেই বিষয়েও ওপৰত উল্লিখিত হৈছে। দৰঙী ৰজাৰ পৃষ্ঠপোষকতা লাভ কৰা কবি-সাহিত্যিকসকল আছিল ৰাম সৰস্বতী, গোপীনাথ পাঠক, বিদ্যাপঞ্চানন, দামোদৰ দ্বিজ, শুভনাথ দ্বিজ সৰস্বতী, সুকবি নাৰায়ণ দেৱ, ৰতিকান্ত দ্বিজ, বলদেৱ সূৰ্যখৰি দৈৱজ্ঞ, সূৰ্যদেৱ সিদ্ধান্ত বাগীশ, কবিৰাজ সূৰ্যবিপ্ৰ, মধুনাৰায়ণ কোঁৱৰ আদি। উল্লেখযোগ্য যে দৰঙী ৰজা ধৰ্মনাৰায়ণে তেওঁৰ ৰাজ্যত দুৰ্গা আৰু মনসা পূজাৰ প্ৰচলন কৰিছিল। দুৰ্গা পূজা কেৱল ৰজাইহে পাতিব পাৰিছিল। কিন্তু ৰজাই মনসা পূজা কৰিবলৈ পুৰোহিত, বিষয়া সকলোকে উৎসাহ যোগাইছিল। এই দুইভাগ পূজাৰ সময়তে দৰঙৰ সুকবি নাৰায়ণদেৱৰ গীত বা সুকনান্নী গোৱাৰ নিয়ম আছিল। ধৰ্ম নাৰায়ণ ৰজাই ৰংগোৱা অৰ্থাৎ সুকনান্নী গোৱা ওজাৰ খেল বান্ধি দিছিল। আনহাতেদি কোচবিহাৰৰ অন্যতম কবি-সাহিত্যিক আছিল গোবিন্দ কবিশেখৰ। অন্যান্যসকলৰ ভিতৰত আছিল শ্ৰীনাথ ব্ৰাহ্মণ, দ্বিজ ৰামেশ্বৰ, কৃষ্ণ মিশ্ৰ আদি। কোচবিহাৰৰ দৰবাৰ গ্ৰন্থগাৰত মহাভাৰতৰ বিবিধ পৰ্বৰ অনুবাদকসকলৰ নাম পোৱা যায়। নৰনাৰায়ণ ৰজাৰ পাণ্ডিত্যৰ কথা শুনি শ্ৰীমন্ত শংকৰদেৱে ১৫৪৬ খ্ৰীঃত সংগীসকলৰ সৈতে কামৰূপত প্ৰৱেশ কৰি বৰপেটা অঞ্চলৰ পাটবাউসীত নিগাজীকৈ সত্ৰ স্থাপন কৰিছিল। পিছত তেওঁ কোচবিহাৰত মহাৰাজ নৰনাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰে। শংকৰী সাহিত্যৰ বিষয়ে এই পুথিৰ আহোমৰ দিনৰ সংস্কৃতি শিতানত বিশদভাৱে আলোচিত হৈছে। মুঠৰ ওপৰত কোচ ৰজাঘৰৰ পৃষ্ঠপোষকতাত কোচ ৰাজ্যত শংকৰ-মাধৱৰ সত্ৰসমূহেও ঠন ধৰি উঠিছিল। পাটবাউসী, মধুপুৰ সত্ৰকে ধৰি সেইকালত শংকৰদেৱৰ জীৱনকালত জড়িত অনুষ্ঠান-প্ৰতিষ্ঠানসমূহে আজিও ঐতিহাসিক-পণ্ডিতসকলক আকৰ্ষিত কৰি আহিছে। বিশ্বসিংহ ব্যক্তিগতভাৱে হিন্দু আৰু শাক্ত আছিল। তেওঁ শিৱ আৰু দুৰ্গাক পূজা কৰিছিল আৰু ভাগি-ছিগি যোৱা কামাখ্যা মন্দিৰটো পুনৰ নিৰ্মাণ কৰাইছিল। তেওঁ কনৌজ, মিথিলা, নৱদ্বীপ, গৌড়, বাৰানসী আদি ঠাইৰ পৰা ভালেমান লোকক তেওঁৰ ৰাজ্যলৈ আহি পৌৰাণিক আৰু তান্ত্ৰিক ধৰ্মৰ বিষয়ে গভীৰভাৱে অধ্যয়ন কৰাৰ সুযোগ দিছিল। তেওঁ জ্যোতিষ বিদ্যাৰো এজন পৃষ্ঠপোষক আছিল। কিন্তু নিজে এজন শাক্ত হৈও তেওঁ বৈষ্ণৱ ধৰ্মৰ প্ৰতি অতি উদাৰভাৱে পৃষ্ঠপোষকতা আগবঢ়াই

উচ্চ মানসিকতাৰ চিনাকি দিছিল। প্ৰকৃততে ধৰ্মীয় ক্ষেত্ৰত কোচ ৰজাসকলৰ উদাৰতা আছিল অতি প্ৰশংসনীয়। মনকৰিবলগীয়া যে বিশ্বসিংহৰ পুত্ৰ মল্লদেৱ আৰু শুক্লধ্বজৰ মাতৃ আছিল দুগৰাকী গৌড় ৰাজ্যৰ কুঁৱৰী, তেওঁৰ আন এজন পুত্ৰ নৰসিংহৰ মাতৃ আছিল এগৰাকী নেপালী মহিলা আৰু আন এজন সন্তান গোহাঁই কমলৰ মাতৃ আছিল কামৰূপীয়া। প্ৰকৃতপক্ষে কোচৰাজ্যৰ সংস্কৃতকৰণ প্ৰক্ৰিয়া বিশ্বসিংহৰ দিনতে আৰম্ভ হৈছিল আৰু নৰনাৰায়ণৰ দিনত এই প্ৰক্ৰিয়াটোৱেই পূৰ্ণ বিকাশৰ দিশে ধাৱমান হৈছিল। আনহাতেদি লক্ষ্মীনাৰায়ণ ৰজাৰ দিনত ৰজাই মাধৱদেৱৰ ধৰ্মক একপ্ৰকাৰ ৰাজধৰ্ম হিচাপে ঘোষণা কৰিছিল। মাধৱদেৱৰ অন্যতম শ্ৰেষ্ঠ অৱদান হ'ল নামঘোষা। ভক্তি-তত্ত্ব নিৰূপক গ্ৰন্থ হিচাপে নামঘোষা নিৰুপম। শংকৰী যুগৰ সাহিত্যৰ উপৰি গীত-মাত ভটিমা, নাট, ঝুমুৰা, বৰগীত আদিয়ে যে কোচ ৰাজ্যৰ সংস্কৃতিক এক বাচকবনীয়া ৰূপদান কৰিছিল তাত কোনো সন্দেহ নাই।

নৰনাৰায়ণ ৰজাৰ দিনৰ পৰা কোচৰাজ্যত মুদ্ৰা তৈয়াৰ কৰা হৈছিল। কোচসকলৰ নাৰায়ণী মুদ্ৰাৰ নাম উল্লেখযোগ্য, কিন্তু মুঘলৰ তলতীয়া হোৱাৰ পিছত কোচ ৰজাসকলে গোটা টকা তৈয়াৰ কৰাৰ অধিকাৰ হেৰুৱাইছিল। প্ৰাণনাৰায়ণৰ পৰৱৰ্তী কোচ ৰজাসকলে আধলি তৈয়াৰ কৰিব পাৰিছিল।

কোচসকলৰ দিনত ভালেমান মন্দিৰ সজা হৈছিল। বিশ্বসিংহৰ দিনত কামাখ্যা মন্দিৰৰ মেৰামতি হোৱাৰ বিষয়ে আগতে উল্লিখিত হৈছে। মন্দিৰত প্ৰাপ্ত ফলি মতে বিশ্বসিংহৰ পুত্ৰ নৰনাৰায়ণ ৰজাৰ দিনত তেওঁৰ ভাতৃ চিলাৰায়ে এই মন্দিৰ পুনৰ নিৰ্মাণ কৰি উলিয়াইছিল। চিলাৰায়ৰ পুত্ৰ কোচ হাজোৰ ৰজা ৰঘুদেৱে হাজোত বিষ্ণু তথা হয়গ্ৰীৱ মাধৱৰ মন্দিৰ নিৰ্মাণ কৰাইছিল। মন্দিৰৰ লিপি মতে, ইয়াৰ কাৰিকৰজন আছিল শ্ৰীধৰ আৰু ইয়াক নিৰ্মাণ কৰা হৈছিল ১৫০৫ শক অৰ্থাৎ ১৫৮৩ খ্ৰীষ্টাব্দত। আন এজন ৰজা প্ৰাণনাৰায়ণে ১৬৬৫ খ্ৰীঃত গোসাঁনীমাৰাইত কমতেশ্বৰ মন্দিৰ সজাইছিল। কোচৰজা নৰনাৰায়ণৰ ভাতৃ গোঁসাই কমলে কোচবিহাৰৰ পৰা উত্তৰ লখিমপুৰৰ ওচৰৰ নাৰায়ণপুৰলৈকে ৩৫০ মাইল দীঘল পথ নিৰ্মাণ কৰাৰ বিষয়ে ওপৰত উল্লিখিত হৈছে। কোচসকলৰ ইতিহাস সম্বলিত দুখন বংশাৱলীৰ এখন হ'ল আগেয়ে উল্লেখ কৰা দৰং ৰাজবংশাৱলী। এই বংশাৱলীৰ লেখক হ'ল হলধৰ ওৰফে বলদেৱ সূৰ্যখৰি দৈৱজ্ঞ। কোচসকলৰ ৰাজত্বৰ প্ৰথমৰ পৰা মুঘলৰ আক্ৰমণ আৰু বলীনাৰায়ণৰ আহোম ৰাজ্যলৈ পলায়নলৈকে ঘটনাৱলী তেওঁ এই পুথিত সন্নিৱিষ্ট কৰিছে। আনখন কোচৰজাৰ বংশাৱলী হ'ল 'ৰাজ্যোপখ্যান'। ১৯ শতিকাৰ প্ৰথমভাগত যদুনাথ ঘোষ নামৰ এজন কোচবিহাৰৰ ৰজা হৰেন্দ্ৰ নাৰায়ণৰ অধীনস্থ বিষয়াই এইখন পুথি লিখি উলিয়াইছিল। পুথিখনত বহু তথ্য পৰিৱেশিত হোৱা নাই। বিশেষকৈ মুঘল-কোচ বিবাদৰ বিষয়েও ইয়াত কোনো উল্লেখ নথকাতো মন কৰিবলগীয়া। এই পুথিখনত নৰনাৰায়ণ আৰু প্ৰাণনাৰায়ণৰ ৰাজত্বকালৰ বিষয়ে পণ্ডিতসকলে লিখি যোৱা কেতবোৰ তথ্য-পাতি সন্নিৱিষ্ট কৰা হৈছে যদিও লেখকে ভালেমান গুৰুত্বপূৰ্ণ বিষয় সমূলঞ্চে উল্লেখ কৰা নাই। তথাপি এই পুথিখনত ১৭ শতিকাৰ শেষ একুৰি বছৰৰ কেতবোৰ ঘটনাৰ উল্লেখে ইয়াৰ ঐতিহাসিক মূল্য বঢ়াইছে। যিহেতু এই কালছোৱাৰ কোচবিহাৰৰ ইতিহাসৰ তথ্য-পাতিৰ যথেষ্ট অভাৱ সেয়ে ৰচিনছনে পুথিখন ইংৰাজীলৈ অনুবাদ কৰিছে। ব্লচমেন, ছাৰ এডৱাৰ্ড গেইট আৰু ছাৰ যদুনাথ সৰকাৰে ইয়াক বিশেষ সমাদৰ নকৰিলেও আন কোনো কোনো ঐতিহাসিকে পুথিখনৰ ঐতিহাসিক মূল্যক অস্বীকাৰ কৰা নাই। ইয়াৰ উপৰি ৰালফ্ ফিটছ্ আৰু আন এজন পৰ্তুগীজ পৰ্যটক ষ্টিফেন কেচলাৰ বিৱৰণ, বিভিন্ন বুৰঞ্জী, মিনহাজউদ্দিন চিৰাজৰ তাৱাকাৎ-ই নাছিৰী নামৰ গ্ৰন্থ প্ৰত্নতাত্ত্বিক ভগ্নাৱশেষ, লিপি, মুদ্ৰাৰ আধুনিক ঐতিহাসিক, গৱেষক আদিৰ পৰাও কোচ ৰাজ্যৰ বিষয়ে তথ্য-পাতি পোৱা গৈছে। কামৰূপ-কমতাৰ ধ্বংসস্তূপৰ ওপৰত গঢ় লোৱা শক্তিশালী কোচৰাজ্যখনৰ ইতিহাস সম্বন্ধে আৰু অধিক আঁতিগুৰি মাৰি অধ্যয়নৰ যথেষ্ট প্ৰয়োজন এতিয়াও আছে।

# তৃতীয় অধ্যায়

# আহোম ৰাজ্য ঃ উত্থান আৰু পতন

# (১২২৮-১৮২৬ খ্ৰীষ্টাব্দ)

১৩শ শতিকাৰ পৰা ১৯শ শতিকাৰ প্ৰথমছোৱালৈকে অসমত আহোমসকলে ৰাজত্ব কৰিছিল। এই ৰাজবংশৰ প্ৰতিষ্ঠাতা আছিল চুকাফা। বিশ্ব ইতিহাসত এই ৰাজপৰিয়ালৰ লোকে এইদৰে সুদীৰ্ঘ ছশ বছৰ ৰাজত্ব কৰাৰ দৃষ্টান্ত বিৰল। এই সন্দৰ্ভত ইষ্ট ইণ্ডিয়া কোম্পানীৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড উইলিয়াম বেণ্টিংকৰ এযাৰি মন্তব্য মনকৰিবলগীয়া। তেওঁ কৈছিল যে ছশ বছৰজুৰি ৰাজত্ব কৰিবলৈ সক্ষম হোৱাৰ মূলতে আহোমৰ নিশ্চয় এটা ভাল দিশ আৰু উন্নত প্ৰশাসন ব্যৱস্থা থাকিব লাগিব। নিঃসন্দেহে আহোমসকলে অসমৰ ইতিহাসত এক অতি মৰ্যাদাপূৰ্ণ আসন গ্ৰহণ কৰিছিল। আহোমসকলৰ উৎপত্তিৰ কাহিনী, অসম আগমন, উত্থান-পতন আদিৰ উপৰি অসমৰ সাংস্কৃতিক জগতলৈ তেওঁলোকৰ বাচকবনীয়া অৱদানে ঐতিহাসিক আৰু ইতিহাসৰ ছাত্ৰ-ছাত্ৰীসকলক সৰ্বদা আকৰ্ষিত কৰি আহিছে।

**(ক) আহোমৰ উৎপত্তি ঃ** আহোমসকল আছিল টাই বা ঠাই গোষ্ঠীৰ বা শানসকলৰ বংশোদ্ভৱ। শানসকল প্ৰধানকৈ উজনি ব্ৰহ্মদেশৰ উত্তৰ আৰু পুবৰ পৰ্বতীয়া অঞ্চল আৰু পশ্চিম য়ুনানৰ লোক আছিল। তেওঁলোকৰ ভালেমান ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্য আছিল। এওঁলোকৰ ভিতৰত 'মউ' নামৰ জনজাতিৰ ৰাজ্যখন মুংগমই নামেৰে জনাজাত আছিল। মণিপুৰীসকলে 'মউ'সকলক 'পংগ' বুলিছিল। বহু লেখকে শান বা টাইসকলৰ আটাইবোৰ গোষ্ঠীকে সামৰি এওঁলোকৰ ৰাজ্যসমূহক সমষ্টিগতভাৱে 'পংগ' বুলি অভিহিত কৰাও পৰিলক্ষিত হৈছিল।

আহোমসকলৰ ইতিহাস লিখাৰ অভ্যাস আছিল আৰু তেওঁলোকৰ ইতিহাস বুৰঞ্জীসমূহ বহু মূল্যৱান তথ্য-পাতিৰে সমৃদ্ধ। নিৰ্ভৰযোগ্য আৰু ধাৰাবাহিক ঘটনাৱলী সহজ-সৰল আৰু বোধগম্য ভাষাত পৰিৱেশন কৰি আহোমৰ বুৰঞ্জীসমূহে পঢ়ুৱৈসকলৰ জ্ঞান বৃদ্ধিৰ লগতে মনোৰঞ্জন কৰিবলৈকো সক্ষম হৈছে। পুৰণি আহোম বুৰঞ্জীৰ দ্বাৰা পৰিৱেশিত কেতবোৰ তথ্য অৱশ্যে আছিল কাল্পনিক। উদাহৰণস্বৰূপে বিভিন্ন বুৰঞ্জীৰ পৰা সংগ্ৰহ কৰা আহোমৰ উৎপত্তিৰ কাহিনীটোলৈকে আঙুলিয়াব পাৰি। এই কাহিনীবোৰ স্বাভাৱিকতে নিৰ্ভৰযোগ্য নহয় যদিও যথেষ্ট সুখপাঠ্য। প্ৰকৃতপক্ষে পুৰণিকালত প্ৰায় বিশ্বৰ সকলোবোৰ ৰাজপৰিয়ালেই নিজৰ উৎপত্তিস্থান স্বৰ্গত বুলিয়েই কৈছিল। সেয়ে আহোমসকলো এইক্ষেত্ৰত ব্যতিক্ৰম নাছিল। আহোমৰ উৎপত্তি সম্বন্ধে কেইবাটাও আখ্যান আছে। ইয়াৰে প্ৰথমটো আখ্যান মতে—

সৃষ্টিৰ আদিতে পৃথিৱীখন শূন্য আছিল। আকাশত আছিল মাত্ৰ এটা মহাশক্তি। এই মহাশক্তিৰ নাম আছিল 'ফা'। ফাৰ কোনো শৰীৰ নাছিল যদিও ই এটা উজ্জ্বল ৰশ্মি বা পোহৰ বিতৰণ কৰিছিল। যিদৰে মৌমাখিবোৰ মৌচাকত থাকে ঠিক সেইদৰে ফা আকাশত সোমাই আছিল। এইদৰে বহু যুগ পাৰ হোৱাৰ পিছত এদিন ফাই শৰীৰ ধাৰণ কৰিলে। কালক্ৰমত ফাৰ শৰীৰৰ পৰা এটা জীৱৰ উৎপত্তি ঘটিল। এই নতুন জীৱটো আছিল এক প্ৰকাণ্ড কোকোৰাৰ আকৃতিৰ আৰু জীৱটোৱে ওপৰমুৱা হৈ পানীত উপঙি আছিল। ইয়াৰ পৰৱৰ্তী কালত ফাৰ শৰীৰৰ পৰা আৰু কেইবাবিধ জীৱৰ সৃষ্টি হ'ল। এই জীৱকেইটাৰ ভিতৰত আছিল এটা কাছ, ফণা থকা সাপ আঠটা আৰু দীঘল দাঁত থকা শুকুলা হাতী এটা। ইয়াৰ পিছত সোণবৰণীয়া ফোঁট থকা দুটা মকৰাৰ সৃষ্টি হোৱাত এই মকৰা দুটাৰ মল দম খাই ক্ৰমাৎ পানীৰ ওপৰত মাটিৰ সৃষ্টি হ'ল। মকৰা দুটাই জাল গুঠিবলৈ ল'লে আৰু

তাৰ ওপৰত সৃষ্টি হ'ল স্বৰ্গ। কিছু দিনৰ মূৰত ফাৰ শৰীৰৰ পৰা এগৰাকী স্ত্ৰীৰ উৎপত্তি ঘটিল আৰু স্ত্ৰীগৰাকীয়ে চাৰিটা কণী দিলে। কেইবাবছৰ জুৰি এই কণীকেইটাত উম দিয়াত এইবাৰ চাৰিটা পুত্ৰ সন্তান জন্মিল। ইয়াৰে প্ৰথম তিনিজনক ফায়ে পৃথিৱী, সাপ আৰু বজ্ৰকে শাসনৰ দায়িত্ব অৰ্পণ কৰি চতুৰ্থজনক অন্যান্য সৃষ্টিমূলক কামত খটুৱাবলৈ নিজৰ লগত ৰাখিলে। পৃথিৱীৰ দায়িত্বত থকা প্ৰথম পুত্ৰজনে কেইবাবাৰো পিতৃ ফাৰ নিৰ্দেশ নমনাত তেওঁৰ মৃত্যু হ'ল আৰু ফলত তেওঁ ভূত হ'বলগীয়াত পৰিল। মৃতকজনৰ পুত্ৰক ফায়ে পৃথিৱীৰ দায়িত্ব অৰ্পণ কৰাত তেওঁ ফাৰ কথা মতে চলিছিল বাবে তেওঁ মৃত্যুৰ পিছত দেৱতা হ'ল আৰু কালক্ৰমত তেওঁ গৃহস্থসকলৰ মংগলকামী দেৱতা হিচাপে শ্ৰদ্ধা লাভ কৰিলে। ইয়াৰ পৰৱৰ্তী কালত আৰু এটা ভূত (ক'ৰ পৰা উৎপত্তি হ'ল উল্লেখ নাই) আহি আঁহতগছ এজোপাত বাহ ল'লেহি। এইদৰে পৃথিৱীখন ফায়ে বিচৰা ধৰণে নচলা দেখি তেওঁ এইবাৰ এজন ঈশ্বৰ সৃষ্টি কৰিলে।

আন এটা আহোম আখ্যান মতে অতি প্ৰাচীনকালত এবাৰ সূৰ্যৰ কিৰণত ইমান তাপ নিৰ্গত হ'বলৈ ধৰিলে যে পৃথিৱীখন অতি উত্তপ্ত হ'ল আৰু ফলত পানীবোৰ শুকাবলৈ ধৰিলে। পিয়াহত অষ্ঠ-কণ্ঠ শুকাই বহুলোকৰ কৰুণ মৃত্যু ঘটিল। ইফালে কিন্তু সূৰ্যৰ তাপ হ্ৰাস হোৱাৰ কোনো লক্ষণেই দেখা নগ'ল। বৰং তাপ ইমান বেছি হ'ল যে ভূ-পৃষ্ঠত বহুবোৰ দীঘল দীঘল ফাট মেলি সেই ফাটবোৰেদি উতলা পানী নিৰ্গত হ'বলৈ ধৰিলে। ৰ'দৰ উত্তাপ আৰু উতলা পানীয়ে কেৱল দুটা প্ৰাণীৰ বাহিৰে আন সকলোবোৰ প্ৰাণীক মৃত্যুমুখলৈ ঠেলি দিলে। এই প্ৰাণী দুটাৰ মাজত এজন আছিল বৃদ্ধ লোক আৰু আনটো এজনী গাই গৰু। বৃদ্ধজনৰ নাম আছিল থাওলিপলিং। থাওলিপ্লিঙে গাইজনী লগত লৈ শিলেৰে নিৰ্মিত নাও এখনত উঠিলগৈ। ইফালে ভূপৃষ্ঠৰ ফাটবোৰেদি তপত পানী ওলায়েই থাকিল। ফলত বানপানীৰ সৃষ্টি হ'ল আৰু তেওঁলোকৰ নাওখনো উটুৱাই নিলে। নাওখন টলংভটংকৈ উত্তৰ-পূব দিশ অভিমুখে গৈ ইপা নামৰ ওখ পৰ্বতৰ শৃংগত উঠিহে থামিলগৈ। ইয়াৰ পিছত তপত বানপানীৰ প্ৰকোপ হ্ৰাস পাবলৈ ধৰিলে। কিন্তু বানপানীৰ অন্ত পৰিলেও বিপদৰ অন্ত নপৰিল। কাৰণ পানী শুকুৱাৰ লগে লগে মানুহ আৰু বিভিন্ন জীৱ-জন্তুৰ মৰাশবোৰ ওলাই পৰিল আৰু সেইবোৰ গেলি-পচি এনে ভেকেটা গোন্ধ ওলাবলৈ ধৰিলে যে সেই গোন্ধ স্বৰ্গলৈকে বিয়পি পৰিল। স্বৰ্গৰ দেৱতাসকলে গোন্ধত অতিষ্ঠ হৈ মৰাশবোৰ পুৰিবলৈ আকাশৰ পৰা জুই নিক্ষেপ কৰিবলৈ ধৰিলে। ফলত এইবাৰ এক ভয়ানক অগ্নিকাণ্ডই পৃথিৱীখন ছাটি ধৰিলে। জুইৰ তাপ অসহ্য হোৱাত থাওলিপ্লিঙে গাইজনী মাৰি তাইৰ পেটত আশ্ৰয় ল'লে। গাইজনীৰ পেটত এটা কোমোৰাৰ গুটি পাই গুটিটো তেওঁ মাটিত সিঁচি দিয়াত তাৰ পৰা এটা কোমোৰাৰ পুলি ওলাল আৰু ক্ৰমাৎ লহপহকৈ বাঢ়িবলৈ ধৰিলে। কোমোৰা পুলিটোৰ পৰা ওলোৱা ডালৰ সংখ্যা আছিল চাৰিটা। যিটো ডাল উত্তৰ দিশে গৈছিল সেই ডালটো অতিশয় জাৰ সহ্য কৰিব নোৱাৰি মৰি থাকিল। দক্ষিণলৈ যোৱা ডালটোও জুইত পৰি মৰিলগৈ। পশ্চিমলৈ গতি কৰা ডালটো বানপানীত বুৰি মৰিল আৰু কেৱল পূবদিশে যোৱা ডালটোহে বাচি থাকিল। এই ডালটো ইমান ডাঙৰ হ'লগৈ যে ইয়াক এখন সমতল ভূমি যেন লগা হ'ল আৰু বহুবোৰ মানুহ, পশু-পক্ষী আৰু গছ-গছনিৰে ভৰি পৰিল। এই মানুহ আৰু অন্যান্য প্ৰাণীবিলাকে ডালটোৰ পৰা নামিবলৈ চেষ্টা কৰি চিঞৰিবলৈ ধৰিলে। এওঁলোকৰ চিঞৰত সৰগৰ দেৱতা লেনডেনৰ কাণ তাল মাৰি গ'ল। সেইবাবে এনে গগন ফলা চিঞৰ-বাখৰৰ উৎস সম্বন্ধে সন্ধান উলিয়াবলৈ লেনডেনে পানথৈ নামৰ এজন দূত পৃথিৱীলৈ প্ৰেৰণ কৰিলে। পানথৈয়ে চিঞৰৰ উৎস বিচাৰি পাই লেনডেনক সেই সংবাদ দিয়াত তেওঁ তেওঁৰ বৰপুত্ৰ আইকালনক বজ্ৰ মাৰি কোমোৰাটো ফুটাই অহাৰ দায়িত্ব দিলে। সেইমতে এডাল যাঠি লৈ আইকালনে কোমোৰাটো খুঁচিবলৈ যোৱাত সেই ঠাইত থকা মানুহবোৰে কাকুতি-মিনতি কৰি তেওঁক সেই কাৰ্যৰ পৰা বিৰত কৰা দেখা গ'ল। কোমোৰাটোৰ আনটো নিশলৈ যাঠিডাল নিক্ষেপ কৰিবলৈ লোৱাত তাত থকা মানুহবোৰে ক'লে যাঠিডালেৰে কোমোৰাটো ফালি দিলে তেওঁলোক অনাহকতে মৃত্যুমুখত পৰিব, কিন্তু তেওঁলোকক যদি বাচি থাকিবলৈ দিয়া হয় তেন্তে তেওঁলোকে কৃষিকাৰ্য কৰি পৃথিৱীখন নদন-বদন কৰি তুলিব। তেওঁলোকৰ ক্ৰন্দন আৰু প্ৰাণ ভিক্ষাৰ নিবেদনত সঁহাৰি জনাই আইকালনে

তেওঁলোক থকা কোমোৰাৰ ফালটো ফুটোৱাৰ চেষ্টাও পৰিহাৰ কৰিলে। সেয়ে তেওঁ এইবাৰ কোমোৰাটোৰ যিটো দিশত গৰুবিলাক আছিল সেই দিশটো ফুটা কৰিবৰ মানসেৰে যাঠিডাল দণ্ডাৰ লগে লগে গৰুবোৰেও কান্দি-কাটি ক'বলৈ ধৰিলে যে সিহঁতক বাচি থাকিবলৈ দিলে সিহঁতে মানুহৰ উপকাৰ সাধন কৰিব আৰু বিশেষকৈ কৃষিকাৰ্যত সহায় আগবঢ়াই পৃথিবীখন শস্যশ্যামলা কৰি তুলিব। এইদৰে যিফালে আইকালনে যাঠিডাল টোঁৱায় সেইফালেই কান্দোনৰ ৰোল উঠাত তেওঁ কি কৰিব-নকৰিব একো থিৰাং কৰিব নোৱৰা হ'ল।

ইমানপৰে কোমোৰাটোৰ ফুলটো শুকাই লাগি থকা অংশটোত বহি থাওলিপলিঙে কোমোৰাটো সম্পৰ্কীয় ঘটনাৱলী চাই আছিল। এইবাৰ তেওঁ এই ঘটনাটোৰ ওৰ পেলাবলৈ ওলাল। সেই মৰ্মে তেওঁ মানুহবোৰক উদ্দেশ্য কৰি ক'লে যে, যদি তেওঁলোকে তেওঁক এটা আড়ম্বৰপূৰ্ণ ভোজভাতেৰে আপ্যায়ন কৰি ভৱিষ্যতে তেওঁক পূজা কৰিবলৈ অংগীকাৰ কৰে তেন্তে তেওঁ বহি থকা স্থানটোত আইকালনক যাঠিৰে খুঁচি ফুটা কৰিবলৈ দিব। তেওঁৰ প্ৰস্তাৱত সকলোৱে হয়ভৰ দিয়াত থাওলিপলিঙত ভোজভাত খুওৱা হ'ল। ইয়াৰ পিছত যাঠিৰে খুঁচি দিয়াত কোমোৰাটো দুফাল হ'ল তাৰ ভিতৰত থকা মানুহবোৰে নিৰাপদে ওলাই আহিল। ইফালে যাঠিৰ খোঁচত থাওলিপ্লং মৃত্যুমুখত পৰিল। এইদৰে মানুহ আৰু অন্যান্য পশু-পক্ষী, গছ-গছনি আদিৰ প্ৰাণ বচোৱা থাওলিপলিঙৰ আত্মাহুতিয়ে তেওঁক সকলোৰে শ্ৰদ্ধাৰে পাত্ৰ কৰি তুলিলে। তেতিয়াৰে পৰা তেওঁক সকলো লোকে পূজা কৰিবলৈ ল'লে। আহোম দেওধাই, অন্যান্য জনজাতিৰ পুৰোহিত আৰু জ্যোতিষীসকলে আজিও এই কাহিনীটো বিশ্বাস কৰাৰ লগতে থাওলিপ্লিঙকো পূজা কৰে।

আহোমৰ উৎপত্তি সম্বন্ধে দেওধাইসকলৰ দ্বাৰাও এটা কাহিনী পৰিৱেশিত হৈছে। সেই কাহিনী মতে সৰগৰ প্ৰধান দেৱতা লেংডনে তেওঁৰ পুত্ৰ থেনখামক মৰ্ত্যলৈ গৈ তাত এখন ৰাজ্য স্থাপনৰ নিৰ্দেশ দিছিল। থেনখামে স্বৰ্গ এৰি মৰ্ত্যত থাকিবলৈ কোনো ধৰণৰ উৎসাহ প্ৰদৰ্শন নকৰিলেও তেওঁৰ পুত্ৰদ্বয় খুনলুং আৰু খুনলাইক এই দায়িত্ব ল'বলৈ আদেশ দিয়ে। 'খুনলুং' মানে হ'ল বৰকোঁৱৰ আৰু খুনলাই হ'ল সৰুকোঁৱৰ। তেওঁলোক দুয়ো মৰ্ত্যলৈ যাবলৈ মান্তি হোৱাত লেংডনে তেওঁলোকক চোমদেও দেৱতাৰ মূৰ্ত্তি, হেংডাং বা যাদুৰ তৰোৱাল, দুটা ঢোল আৰু চাৰিটা কুকুৰা দি এই বুলি নিৰ্দেশ দিলে যে যিহেতু খুনলুং জ্যেষ্ঠ গতিকে তেওঁ মৰ্ত্যৰ ৰাজপাটত বহিব আৰু খুনলাই যিহেতু কনিষ্ঠ, তেওঁ হ'ব খুনলুঙৰ প্ৰধান পৰামৰ্শদাতা। প্ৰয়োজনবোধে তেওঁলোকে স্বৰ্গৰ পৰা কিবা বিচাৰিলে লগত দিয়া ঢোল দুটা বজাই লেংডনৰ কৰ্ণগোচৰ কৰিবলৈ নিৰ্দেশ পালে। সেইদৰে মন্ত্ৰ মতাৰ ক্ষেত্ৰত সহায় কৰিবলৈ তেওঁলোকক কুকুৰাকেইটা দিয়া হৈছিল বুলি জনা যায়।

আনুমানিক ৫৮৬ খ্ৰীঃত স্বৰ্গৰ পৰা খুনলুং আৰু খুনলাই হেনো মৰ্ত্যলৈ নামি আহিছিল। এইদৰে সোণৰ জখলা বা শিকলিৰে স্বৰ্গৰ পৰা নামি অহা কাহিনীটো বিশ্বৰ বহুবোৰ দেশত শুনিবলৈ পোৱা এটা সাধাৰণ কাহিনী। এনেদৰে অহা লোকসকলে পৃথিৱীত শাসন কৰিছিল বোলা কাহিনীটোও নতুন কাহিনী নহয়। আহোমৰ আদিপুৰুষ খুনলুং আৰু খুনলাইৰ ক্ষেত্ৰত তেওঁলোক দুয়ো এডাল লোৰ শিকলিৰে (মতভেদে সোণৰ শিকলি) স্বৰ্গৰ পৰা নামি আহি মঙৰি মুঙৰাম্ ৰাজ্যত অৱতৰণ কৰিছিল বুলি কোৱা হৈছে। এই ৰাজ্যখনত হেনো ৰজা নাছিল। কিন্তু ৰাজ্যখনত নামি খুনলুং আৰু খুনলায়ে দেখিলে যে তেওঁলোকে লেংডনে দিয়া কুকুৰাকে আদি কৰি বস্তুবোৰ ভুলতে স্বৰ্গতে এৰি আহিল। তেতিয়া লেংগো নামৰ মানুহ এজনে স্বৰ্গলৈ এই বস্তুসমূহ বিচাৰি আনি দিয়াত তেওঁ চীনদেশখন আৰু হেংডাংখন পুৰস্কাৰ হিচাপে আগবঢ়োৱা হ'ল। তাৰ পিছত খুনলুং আৰু খুনলায়ে মুংগৰিমুনৰামত এখন নগৰ নিৰ্মাণ কৰিলে। কিন্তু খুনলায়ে হঠাতে বিদ্ৰোহ কৰি খুনলুঙক ৰাজ্যখনৰ পৰা উলিয়াই দিয়াত তেওঁ চোমদেৱৰ মূৰ্ত্তিটো লৈ পশ্চিম দিশৰ মুঙখুমুঙজাওত নতুন ৰাজ্য এখন স্থাপন কৰিলেগৈ। খুনলুঙৰ সাতজন পুত্ৰ আছিল আৰু ইয়াৰে প্ৰথমজন আই-খুনলুঙক তেওঁ চোমদেউৰ মূৰ্তিটো দিছিল। তেওঁৰ পুত্ৰসকলৰ এজন হেনো ব্ৰহ্মদেশৰ (বৰ্তমান মায়ানমাৰ) আভাৰ ৰজা আছিল। সেই সূত্ৰে বোধকৰো ব্ৰহ্মৰ ৰজাই আহোম ৰজাক 'ভাইৰজা' বুলি মানিছিল।

ইফালে খুনলায়ে মুংগৰিমুনৰামত প্ৰায় ৭০ বছৰ ৰাজত্ব

কৰি স্বৰ্গী হৈছিল। তেওঁৰ পুত্ৰ আইজেপত্যাত্তফা নিঃসন্তান আছিল। তেওঁ প্ৰায় ৪০ বছৰ ৰাজত্ব কৰি মৃত্যুমুখত পৰাত মুংখুমুংজাও দেশৰ ৰাজকোঁৱৰ খাম্পাংকোক মাতি আনি এই ৰাজ্যৰ ৰাজপাট দিয়া হৈছিল। তেওঁৰ ৰাজত্বকাল আছিল ২৫ বছৰ। তেওঁ ৰাজ্যখন দুভাগ কৰি তেওঁৰ দুজন পুত্ৰক দুঠাইত ৰজা পাতিছিল। সেইমতে বৰপুত্ৰ খ্যামত্যাপফা নিজ ৰাজ্যতে থাকিল আৰু সৰুজনে ইটো ভাগ অৰ্থাৎ মাওলুঙত ৰাজত্ব কৰিছিল। এই কনিষ্ঠ পুত্ৰজনৰ নাম আছিল খ্যামত্যিপফাফ। ইফালে মুংখুমংজাওৰ ৰজা চাওচাংন্যেই কেতবোৰ শত্ৰুৰ ভয়ত নিজ ৰাজ্য এৰি মাওলুঙত আশ্ৰয় ল'বলৈ বাধ্য হৈছিল। সেইসময়ত মাওলুঙৰ ৰজা আছিল চাওতাইফুঙৰ পুত্ৰ পামেওপুং। তেওঁ আদৰ-সাদৰেকে চাওচাংন্যেওক নিজ ৰাজ্যত আশ্ৰয় দিয়াৰ লগতে নিজৰ ভনীগৰাকীকো তেওঁলৈ বিয়া দিলে। এই দম্পতী হালৰেই পুত্ৰ আছিল ভৱিষ্যতে অসমত আহোম ৰাজ্যৰ প্ৰতিষ্ঠাপক চুকাফা। উল্লেখযোগ্য যে মাওলুঙৰ ৰজা পামেওপুং নিঃসন্তান হোৱাৰ বাবে তেওঁ চুকাফাকে তেওঁৰ উত্তৰাধিকাৰী কৰিবলৈ মনস্থ কৰিছিল যদিও কিছুদিনৰ মূৰত তেওঁ নিজেও এটি পুত্ৰ লাভ কৰিলে। ফলত এই পুত্ৰজনেই এতিয়া যুৱৰাজ হ'ল। চুকাফাৰ জন্ম হৈছিল ১১৯৩ খ্ৰীঃত আৰু পামেওপুঙৰ পুত্ৰ চুখান্‌ফাই ১২১৩ খ্ৰীঃত জন্ম লভিছিল। ১২১৫ খ্ৰীঃত পামেওপুঙৰ মৃত্যু ঘটাত তেওঁৰ শিশুপুত্ৰজনে সিংহাসন লাভ কৰিলে। সেয়ে চুকাফাই ১২১৫ খ্ৰীঃতেই মাওলুঙৰ পৰা মুংকং (নেৰা ৰাজ্য) লৈ আঁতৰি গ'ল। এই ৰাজ্যৰ ৰজাঘৰৰ পৰা মনে মনে চোমদেওৰ মূৰ্তিটো লৈ তেওঁ এইবাৰ পাটকাই পৰ্বতৰ ওচৰে-পাঁজৰে থাকিবলৈ ল'লে। এইদৰে ১৩ বছৰ পাৰ হ'লত তেওঁ পাটকাই পাহাৰ অতিক্ৰম কৰি অসমত প্ৰৱেশ কৰিছিলহি।

আহোমৰ উৎপত্তি সম্বন্ধে ব্ৰাহ্মণসকলৰ দ্বাৰা পৰিবেশিত আখ্যান মতে বশিষ্ঠ মুনিৰ আশ্ৰমৰ ফুলনিত দেৱৰাজ ইন্দ্ৰই তেওঁৰ পত্নী শচীৰ সৈতে প্ৰেম কৰি থকা দেখি মুনি অতি ক্ৰোধান্বিত হয় আৰু ইন্দ্ৰক এই বুলি অভিশাপ দিলে যে তেওঁ আন এগৰাকী স্ত্ৰীৰ সৈতে সহবাস কৰিব লাগিব। সেইমতে এগৰাকী ছদ্মবেশধাৰী বিদ্যাধৰীৰ সৈতে ইন্দ্ৰ দেৱতাৰ মিলন ঘটাত এটি পুত্ৰ সন্তান ওপজে। এই সন্তানটি ইন্দ্ৰৰ বৰ প্ৰিয় আছিল। কালক্ৰমত ইন্দ্ৰৰ সন্তানজনৰ বহুতো পুত্ৰৰ জন্ম হয় আৰু তেওঁলোকৰ ভিতৰত জ্যেষ্ঠ দুজনেই আছিল মুংৰিমুঙৰামৰ খুনলুং আৰু খুনলাই।

আন এটা কাহিনীমতে চুকাফা আছিল মুংমিত কুপক্লিনদাও বা মুংমিত কেনলাওৰ ৰজা চ্যাওচাংন্যোও (ফু-চুংখাও)ৰ তৃতীয় পুত্ৰ আৰু পিতৃৰ মৃত্যুৰ পিছত ওঠৰ বছৰকাল (১২০৯-১২২৭ খ্ৰীঃ) নিজ ৰাজ্যত সুদক্ষভাৱে ৰাজকাৰ্য সমাপন কৰিছিল। তাৰ পিছত তেওঁ মাওলুং ৰজাৰ হাতত পৰাজিত হৈ তেওঁক বছৰি কৰ দিবলৈ বাধ্য হৈছিল। পিছত মাওলুঙৰ ৰজা চুখানফাৰ সৈতে চুকাফাৰ বিবাদ ঘটাত তেওঁ নিজ ৰাজ্য এৰি গুচি আহে (১২২৭ খ্ৰীঃ)।

উজনি ব্ৰহ্মাৰ শানসকলৰ কাহিনীৰ সৈতে আহোমসকলৰ কাহিনীৰ যথেষ্ট মিল আছে যদিও ৰজাসকলৰ নাম আৰু ৰাজ্যৰ নাম আদিৰ ক্ষেত্ৰত বহু অমিল দেখা যায়। উল্লেখযোগ্য যে শানসকলৰ বিৱৰণীত চুকাফাৰ অসম আগমনৰ বিষয়ে কোনো উল্লেখ নাই। শানসকলৰ মতে মংমউৰ ৰজাৰ ভায়েক ছমেলুঙকাই কেইবাবাৰো উজনি অসমত প্ৰৱেশ কৰি চুতীয়াসকলক পৰাস্ত কৰিছিল। চুকাফাই ব্ৰহ্মপুত্ৰ উপত্যকাৰ দক্ষিণ-পূবত ৰাজ্য স্থাপনৰ যো-জা কৰাৰ সময়তে শানৰাজ্যৰ কোনো এজন সেনাপতিয়েও আন পথেদি গৈ চুতীয়াসকলক পৰাস্ত কৰিছিল যেন লাগে। আহোমসকলে যি ঠাইত ৰাজ্য পাতিবলৈ ওলাইছিল চুতীয়াসকলৰ ৰাজ্যখন তাৰ উত্তৰ সীমাত অৱস্থিত আছিল।

চুকাফা সঠিক কোন ঠাইৰ পৰা আহিছিল সেই সম্বন্ধে বিভিন্ন সূত্ৰসমূহৰ মাজত মিল নাথাকিলেও তেওঁ মওলুঙৰ পৰা আহিছিল যেনেই লাগে। আহোমৰ দৰে শানসকলেও তেওঁলোকৰ আদি পুৰুষ স্বৰ্গৰ পৰা আহিছিল বুলি দাবী কৰে। তদুপৰি আহোমসকলৰ গঢ়পিত, ভাষা আৰু চাৰিত্ৰিক গুণাগুণসমূহ মন কৰিলে তেওঁলোকৰ সৈতে শানসকলৰ যথেষ্ট সামঞ্জস্য দৃষ্টিগোচৰ হয়। সেইদৰে শানফৈদৰ অন্তৰ্ভুক্ত খামতি, ফাকিয়াল, তুৰং, আইতনীয়া, খামজাং আদি লোকসকলে আহোমসকলৰ দৰে পাটকাই পৰ্বত পাৰ হৈ অসমলৈ আহিছিল। প্ৰকৃতপক্ষে আহোমসকলে ব্যৱহাৰ কথা পথেদিয়েই এইসকল লোকেও অসমত প্ৰৱেশ কৰিছিল। এই লোকসকল আছিল বৌদ্ধ ধৰ্মাবলম্বী। শানসকলৰ

ভিতৰত কেৱল আহোমসকলহে বৌদ্ধধৰ্মী নাছিল। কিন্তু মন কৰিবলগীয়া যে আহোমসকলে অসমত প্ৰৱেশ কৰাৰ বহু দিনৰ পিছতহে অন্যান্য শান লোকসকলে এই ৰাজ্যত প্ৰৱেশ কৰিছিল, এওঁলোকৰ ভিতৰত তুৰংসকলে ১৯শ শতিকাৰ প্ৰথমাৰ্ধতহে অসমত প্ৰৱেশ কৰিছিলহি।

**আহোমৰ ৰাজত্ব-উত্থান-ব্ৰহ্মপুত্ৰ উপত্যকাৰ ৰাজনৈতিক অৱস্থা**

**ত্ৰয়োদশ শতিকাৰ পৰা ষষ্ঠদশ শতিকাৰ ঘটনাৱলী**

**চুকাফা ঃ** ১২১৫ খ্ৰীঃত মাওলুং ৰাজ্য এৰি অহা চুকাফাৰ সৈতে আঠজন ডা-ডাঙৰীয়া, ৯০০০জন মুনিহ, তিনিগৰাকী কুঁৱৰী, দুটা হাতী, এজন হাতীৰ মাউত আৰু তিনিশ ঘোঁৰা আহিছিল বুলি জনা যায়। ডা-ডাঙৰীয়াসকলৰ মাজত জ্যেষ্ঠ ডাঙৰীয়া হিচাপে পৰিগণিত হৈছিল যথাক্ৰমে বুঢ়াগোহাঁই আৰু বৰগোহাঁই। যি ৯০০০জন মুনিহ আহিছিল তেওঁলোক আটায়ে সৈন্য নাছিল যেন লাগে। পাটকাই পৰ্বত আহি পোৱাৰ পূৰ্বে চুকাফাই মুংকুং বা নৰাৰাজ্যত দিনচেৰেক কটাইছিল বুলি জনা যায়। তাৰ পিছত অসমলৈ আহি থকাৰ কালত বাটে বাটে অ'ত-ত'ত কেতবোৰ সৰু-সুৰা গাঁৱত আক্ৰমণ চলাই হুকং উপত্যকাত প্ৰৱেশ কৰি সেই অঞ্চলৰ গাঁওসমূহো পদানত কৰিছিল। প্ৰায় ১৩ বছৰ কাল চুকাফাই পাটকাই পৰ্বতৰ ওচৰে-পাঁজৰে ঘূৰি-পকি ফুৰি অৱশেষত খামদাং নামৰ ঠাই এখনত প্ৰৱেশ কৰিলেহি। তাৰ পিছত তেওঁ দলেবলে একে নামৰ নদী এখন অতিক্ৰম কৰি নংগক্ৰাংগা হ্ৰদৰ পাৰত উপস্থিত হৈ দেখিলে যে নগাসকলে দলবান্ধি তেওঁলোকক আগচি ধৰিছেহি। বাট ভেটি ধৰা নগাসকলক যুঁজত পৰাস্ত কৰি চুকাফাই কাংখ্ৰমুং নামৰ এজন আহোম লোকক 'খামজংগীয়া গোহাঁই' উপাধি প্ৰদান কৰি খামজেঙ্ বা খামজেং অঞ্চলত এখন ৰাজ্য পাতি তেওঁক সেই ৰাজ্যৰ ৰজা বুলি ঘোষণা কৰিছিল। খামজংগীয়া গোহাঁয়ে চুকাফাক কৰ শোধাই থাকিবলৈ মান্তি হৈছিল।

পাটকাই পৰ্বতৰ পাংচো গিৰিপথেৰে অসম অভিমুখে আহি থকাৰ পথত চুকাফাই ভালেমান নগা গাঁও অতিক্ৰম কৰিবলগীয়া হৈছিল। ইয়াৰে কেতবোৰ গাঁৱত তেওঁক নগাসকলে আগভেটি ধৰাত চুকাফাই অতি নৃশংসভাৱে তেওঁলোকক দমন কৰিছিল। কথিত আছে যে চুকাফাই তেওঁৰ আগমনত বাধা দিয়া নগাসকলক বন্দী কৰি অতি নিষ্ঠুৰভাৱে হত্যা কৰিছিল। আগভেটি ধৰা নগালোকক তেওঁ আনকি পিতৃৰ মঙহ পুত্ৰক খাবলৈ দিয়া বা পুত্ৰৰ মঙহ পিতৃক খাবলৈ দিয়াৰ দৰে পাশৱিক অত্যাচাৰ কৰাও দেখা গৈছিল। কিন্তু যিসকল নগালোকে তেওঁক বাধা দিয়া নাছিল তেওঁলোকৰ বিৰুদ্ধে তেওঁ কোনোধৰণৰ অসংযত ব্যৱহাৰ কৰা নাছিল। সম্ভৱতঃ তেওঁৰ যাত্ৰাপথত বাধা দিয়া লোকসকলহে চুকাফাই নৃশংস ব্যৱহাৰ কৰিছিল যাতে তেওঁলোকৰ মাজত সন্ত্ৰাসৰ সৃষ্টি হয় আৰু ভৱিষ্যতে তেওঁক বা তেওঁৰ দলক আগভেটিবলৈ কোনোৱে সাহ গোটাব নোৱাৰে। চুকাফাই এনেদৰে নগাসকলক অকথ্য অত্যাচাৰ কৰাৰ বাতৰি পাই আন আন অঞ্চলৰ নগা লোকসকলে উপযাচি তেওঁৰ বশ্যতা স্বীকাৰ কৰাও দেখা গৈছিল। সেয়ে চুকাফাই এজন ডাঙৰীয়াক এই অঞ্চলসমূহৰ চোৱাচিতাৰ ভাৰ অৰ্পণ কৰি তেওঁৰ দলৰ অন্যান্য লোকসকলৰ সৈতে যথাক্ৰমে দংকাওৰং, খামঙাইপুং আৰু নামৰূপৰ ফালে আগবাঢ়িছিল। এইদৰে গৈ গৈ চুকাফাই দিহিং নৈৰ পাৰ ওলাইছিলগৈ যদিও সেই ঠাইখন তেওঁৰ পছন্দ নোহোৱাত নামনি অঞ্চলৰ তিপামলৈ যায়গৈ। তিপামৰ পৰা চুকাফাই মুঙক্লাং চেখৰুলৈ (অভয়পুৰ) গৈ তাত ভালেমান দিন কটাইছিল। কিন্তু বানপানীয়ে আমনি কৰাত তাৰ পৰা তেওঁ হাবুঙলৈ গৈ তাত প্ৰায় দুবছৰকাল অতিবাহিত কৰে। কিন্তু সেই ঠাইখনতো সঘনে বানপানী হৈ থকাত অশান্তি পাই তেওঁ এইবাৰ দিখৌ নৈৰ মোহনাত উপস্থিত হয়। তাৰ পিছত তেওঁ যথাক্ৰমে লিগিৰিগাঁও আৰু শিমলুগুৰিত কিছুদিন থাকি তাৰ পৰা চৰাইদেউলৈ গৈ সেই ঠাইতে এখন নগৰ স্থাপন কৰি থাকিবলৈ ল'লে। অৱশেষত চৰাইদেউখন তেওঁৰ অতি পছন্দ হ'ল আৰু এই উপলক্ষে তেওঁ দুটা ঘোঁৰা দেৱতাৰ নামত উছৰ্গা কৰিলে। এইদৰে দীঘলীয়া যাত্ৰাৰ লগতে বিভিন্ন স্থানত অস্থায়ীভাৱে বসবাস কৰাৰ মূৰকত ১২৫৩ খ্ৰীঃত চুকাফাই স্থায়ীভাৱে থাকিবলৈ ঠাই এটুকুৰা উলিয়াই ল'লে। দেওধনীসকলে সেই উপলক্ষে নুনিগছৰ ছাঁত বহি বিশেষ প্ৰাৰ্থনাৰ আয়োজন কৰিলে।

চুকাফাৰ আগমনকালত দিখৌ আৰু দিচাং নৈৰ মধ্যৱৰ্তী অঞ্চলটোত মৰাণ আৰু বৰাহী লোকসকলে বসবাস

কৰিছিল। সেইসময়ত মৰাণ আৰু বৰাহীসকলৰ ৰজা আছিল যথাক্ৰমে বদৌচা আৰু থাকুমথা। চুকাফাই হেনো শিমলুগুৰিত থকাৰ কালতে বদৌচা আৰু থাকুমথালৈ কটকীযোগে পত্ৰ পঠিয়াই তেওঁলোকৰ মিত্ৰ অতিথি হিচাপে সেই স্থানত বসবাস কৰা লোকসকলৰ সৈতে চা-চিনাকি হ'বলৈ আগ্ৰহ প্ৰকাশ কৰিছিল। প্ৰত্যুত্তৰত এই ৰজা দুজনে বহু উপহাৰ লৈ কেইজনমান লোকৰ সৈতে আহি চুকাফালৈ বন্ধুত্বৰ হাত আগবঢ়ালেহি। চুকাফাই অতিশয় আদৰ যত্ন কৰাৰ লগতে তেওঁলোকক তেওঁৰ বশ্যতা স্বীকাৰ কৰাইছিল। কিন্তু সকলো মৰাণ আৰু বৰাহী লোকে এনে ধৰণৰ বশ্যতা স্বীকাৰক মানি ল'বলৈ নিবিচৰাত চুকাফাই তেনে লোকসকলক ভোজভাতৰ লগতে প্ৰচুৰ পৰিমাণে মদ খুৱাই বলিয়া কৰি পিছত বধ কৰিলে। তেওঁৰ এনে ব্যৱহাৰত মৰাণ আৰু বৰাহীসকলে অতি ভয় খাই হেলাৰঙে চুকাফাৰ বশ্যতা স্বীকাৰ কৰিলেহি। চুকাফাই মৰাণসকলক খৰিভাৰী আৰু বাৰী চোৱা-চিতা কৰা কামত নিযুক্ত কৰিছিল। তেওঁ তেওঁৰ প্ৰতি অনুগত মৰাণ আৰু বৰাহী লোকসকলৰ সৈতে কোনো ধৰণৰ দুৰ্ব্যৱহাৰ কৰাৰ দৃষ্টান্ত নাই। তেওঁ হেনো নিজে মৰাণ আৰু বৰাহী ৰাজপৰিয়ালৰ চাৰিগৰাকী কন্যাক বিবাহ কৰিছিল। অন্যান্য আহোমসকলেও মৰাণ, বৰাহী আৰু চুতীয়া কন্যাৰ সৈতে বিয়া পাতিছিল। এইদৰে স্থানীয় লোকৰ সৈতে আদান-প্ৰদান আৰু বন্ধুত্বৰ হাত বঢ়াই চুকাফাই তেওঁৰ দূৰদৰ্শিতাৰ পৰিচয় দিছিল। চুকাফাই স্থানীয় লোকৰ মাজত ঘূৰি-পকি ফুৰিছিল। তেওঁ কৃষিৰ সম্প্ৰসাৰণ আৰু উৎকৃষ্টতাত অতি গুৰুত্ব দিয়া চকুত পৰিছিল। স্থানীয় লোকৰ সৈতে নিজে নাঙল ধৰি খেতি কৰি তেওঁলোকৰ এজন হৈ পৰা চুকাফাৰ জনপ্ৰিয়তা দিনে দিনে বৃদ্ধি পাইছিল। স্থানীয় লোকে তেওঁৰ পৰা উন্নতমানৰ কৃষিৰ কিটিপ লৈছিল। কৃষিৰ বাবে চুকাফাই স্থানীয় লোকৰ পৰা মাটি দখল নকৰি নিজে কষ্ট কৰি হাবি-বননি পৰিষ্কাৰ কৰি তেওঁৰ সৈতে অহা লোকসকলক কৃষিকাৰ্যত ব্যস্ত ৰাখিছিল। এনেধৰণৰ ব্যৱহাৰৰ ফলত চুকাফা আৰু স্থানীয় লোকৰ মাজত একতা আৰু সংহতিপূৰ্ণ সম্বন্ধ গঢ়ি উঠিছিল।

চুকাফাৰ ৰাজত্বকাল আছিল ১২২৮ৰ পৰা ১২৬৮ খ্ৰীঃলৈকে বিস্তৃত। তেওঁ এজন বাহুবলী, সাহসী, দৃঢ়মনা আৰু দূৰদৰ্শী পুৰুষেই নাছিল— তেওঁ আছিল এজন চতুৰ কূটনীতিবিদ। স্বাভাৱিকতে এটা প্ৰশ্ন উদয় হয় যে নগা পাহাৰৰ অঞ্চলত নগাসকলৰ প্ৰতি অতি নিষ্ঠুৰ ব্যৱহাৰ কৰা চুকাফাই কিহৰ বাবেনো মৰাণ আৰু বৰাহীসকলক ইমান ভোজ-ভাত খুৱাই আৰু সুব্যৱহাৰৰ দ্বাৰা তেওঁলোকৰ সৈতে এক মধুৰ সম্পৰ্ক গঢ়ি তুলিছিল? ইয়াৰ সদুত্তৰ এয়ে যে প্ৰথম অৱস্থাত এখন অচিনাকি ৰাজ্যত প্ৰৱেশ কৰা চুকাফাই হয়তো এটা ভয়াৱহ ৰূপ ধাৰণ কৰি তেওঁৰ যাত্ৰাপথত প্ৰতিবন্ধক জন্মোৱা লোকসকলৰ মাজত এক সন্ত্ৰাসৰ সৃষ্টি কৰাৰ প্ৰয়োজনীয়তা বোধ কৰিছিল। নাইবা, যিসকল লোকে তেওঁৰ আগমনক ভেটা দিব পাৰে বুলি সন্দেহ হৈছিল সেইসকলৰ সৈতেও তেওঁ কঠোৰ হোৱাটো আৱশ্যক বুলি ভাবিছিল। নগাসকলক সৈমান কৰাৰ ফলত তেওঁ স্বাভাৱিকতে এজন দুৰ্দান্ত বীৰ বুলি স্বীকৃত হোৱাৰ পিছত অন্যান্য লোকসকলৰ সৈতে কঠোৰ ব্যৱহাৰ কৰাৰ প্ৰয়োজনীয়তা নাইকিয়া হৈছিল। মন কৰিবলগীয়া যে যিসকল নগালোকে তেওঁৰ আগমনক প্ৰত্যাহ্বান জনাইছিল তেওঁলোককহে তেওঁ শত্ৰুজ্ঞান কৰি তেওঁৰ নিষ্ঠুৰতা প্ৰদৰ্শন কৰিছিল— সকলোকে নহয়। সেইদৰে বৰাহী, মৰাণ আৰু চুতীয়া লোকসকলে তেওঁক আমনি কৰা নাছিল বাবে তেওঁ সেইসকল লোকক শান্তি-সম্প্ৰীতিৰে বশ কৰিছিল। অৱশ্যে এওঁলোকৰ যিসকলে তেওঁৰ সেও মানিব খোজা নাছিল, তেওঁলোককো চুকাফাই সুখেৰে এৰা নাছিল। কিন্তু আনহাতেদি স্থানীয় লোকসকলক চুকাফাই ইমান সুব্যৱহাৰ কৰিছিল যে তেওঁলোকৰ মাজত এটা আলহী আৰু গৃহস্থৰ সম্বন্ধ গঢ়ি উঠিছিল। আহোমসকল যেন আলহী আৰু স্থানীয় লোকসকল অথিথিপৰায়ণ গৃহস্থ!

**চুকাফাৰ কৃতিত্ব :** চুকাফা আছিল এজন সুদক্ষ শাসক। তেওঁ বুঢ়াগোহাঁই আৰু বৰগোহাঁইক ডাঙৰীয়া বা মন্ত্ৰী হিচাপে নিযুক্তি দিছিল। চুকাফা আৰু তেওঁৰ সৈতে অহা লোকসকলে অসমখন দেখি ইমানেই মুগ্ধ হৈছিল যে এই ৰাজ্যৰ নাম দিছিল 'মুনডুন-চুনখ্যম' অৰ্থাৎ 'সোণৰ বাগিচাৰ দেশ'। চুকাফাই ব্ৰহ্মপুত্ৰ উপত্যকাৰ পূবে শদিয়াৰ পৰা পশ্চিমে মানাহলৈকে বিস্তৃত এখন ৰাজ্য স্থাপন কৰি অসমক প্ৰকৃতাৰ্থত এখন মনডুম-চুনখামতঁ পৰিণত কৰিছিল।

চুকাফাৰ এই নতুন ৰাজ্যখনত বৰ্ণপ্ৰথাৰ প্ৰচলন নাছিল। আহোমসকলৰ বুৰঞ্জী লিখাৰ অভ্যাস আছিল আৰু চুকাফাই বুৰঞ্জী লেখকসকলৰ পৃষ্ঠপোষকতা কৰিছিল। এইদৰে অসমত আহোম ৰাজ্যৰ ভেটি গঢ়া চুকাফাই ৰাজ্যখনৰ শ্ৰীবৃদ্ধিৰ পথ মুকলি কৰি গৈছিল। তেওঁৰ ব্যক্তিত্ব আছিল অসাধাৰণ আৰু চৰিত্ৰ আছিল অতি দৃঢ়। বৈদেশিক নীতিৰ ক্ষেত্ৰতো চুকাফাই নৰাৰজাৰ সৈতে মিত্ৰতা স্থাপনেৰে এক অভিলেখ সৃষ্টি কৰিবলৈ সক্ষম হৈছিল। তেওঁ নৰাৰজা নইচানফা বা চুখ্ৰানফালৈ পত্ৰ আৰু উপহাৰেৰে এজন কটকী পঠিওৱাত তেওঁ অতিশয় আনন্দিত হৈছিল আৰু প্ৰত্যুত্তৰত চুকাফালৈ অন্যান্য উপহাৰৰ লগতে পঠিয়াইছিল সোণবৰণীয়া টুপী আৰু ঘোঁৰা। আহোমসকলৰ আদি পুৰুষ খুনলুং আৰু খুনলাইৰ বংশধৰসকলে মান বা ব্ৰহ্মদেশতো ৰাজত্ব কৰিছিল। সেইবাবে যেতিয়া এইলোকসকল বা ৰজাঘৰে চুকাফাৰ বিষয়ে জানিলে তেতিয়া তেওঁলোকে চুকাফাক অতি মৰমেৰে 'ভাইৰজা' বুলিছিল।

**চুকাফাৰ পৰৱৰ্তী কেইজনমান ৰজা ঃ** চুকাফা স্বৰ্গগামী হোৱাত তেওঁৰ পুত্ৰ চুতেওফাই ১২৬৮ খ্ৰীঃত ৰাজপাটত বহিছিল। এডৱাৰ্ড গেইটৰ মতে দিখৌ নৈৰ পূৰ্বাঞ্চল তেওঁ কছাৰীসকলৰ পৰা নিজৰ দখললৈ নিছিল। কোনো সূত্ৰমতে চুতেওফাই ৰাজত্ব কৰা কালত নৰা বা মুংগকানৰ শানফৈদৰ লোকৰ সৈতে ব্ৰহ্মদেশৰ (বৰ্তমানৰ মায়ানমাৰ) মানতাৰাসকলৰ বিবাদ ঘনীভূত হৈছিল আৰু পিছলৈ দুয়ো পক্ষৰ মাজত এখন তয়াময়া যুঁজ লগাত নৰাসকলে শোচনীয়ভাৱে পৰাজিত হ'বলগীয়াত পৰিছিল। পৰাজিত, লাঞ্ছিত নৰাসকলে চুতেওফাৰ সহায় ভিক্ষা কৰাত চুতেওফাই হেনো এইদৰে কৈছিল যে নৰাৰজাৰ এগৰাকী কন্যাক তেওঁলৈ বিয়া দিলেহে তেওঁ তেওঁলোকক সহায় কৰিব। কিন্তু নৰাৰজাই তেওঁৰ এই বৈবাহিক মিত্ৰতাৰ প্ৰস্তাৱত অসন্মত হোৱাত চুতেওফাই বৰ অপমানিত বোধ কৰিলে আৰু ফলত দুয়োদলৰ মাজত এক দুৰ্বাদল কাজিয়াৰ সূত্ৰপাত ঘটিল। এই বাতৰি চুতেওফাৰ কাণত পৰাত তেওঁ নৰাৰজাক এশিকনি দিবলৈ এদল সৈন্য পঠিয়ালে যদিও তেওঁৰ সৈন্যদলক নৰা সৈন্যইহে আক্ৰমণ কৰি ছেদেলি-ভেদেলি কৰা দেখা গ'ল। আনহে নালাগে আহোমদলৰ নেতৃত্বত থকা বুঢ়াগোহাঁইকো নৰাসকলে হত্যা কৰিলে। এনে বিষম বাতৰিত অতিশয় ক্ৰুদ্ধ হৈ চুতেওফাই এইবাৰ বৰগোহাঁইৰ অধীনত আৰু এদল সৈন্য নৰাৰাজ্যলৈ পঠিয়ায়। কিন্তু বৰগোহাঁইজনে যুঁজ কৰাৰ সলনি শত্ৰুৰ ছাউনীত যোগ দিয়াহে দেখা গ'ল। সেয়ে বৰগোহাঁইজন যেতিয়া আহোম ৰাজ্যলৈ উভতি আহিল তেওঁক চুতেওফাই বহু কদৰ্থনা আৰু দুৰ্ব্যবহাৰ কৰি কাৰাগাৰত নিক্ষেপ কৰিলে। পিছত অৱশ্যে অন্যান্য ডা-ডাঙৰীয়াসকলৰ অনুনয়-বিনুনয় আৰু মধ্যস্থতাত চুতেওফাই বৰগোহাঁইক মুক্তি দিছিল।

নৰাসকল প্ৰকৃতপক্ষে কোন আছিল এই বিষয়টো লৈ ঐতিহাসিকসকল একমত নহয়। খুনলুং আৰু খুনলাইৰ দীঘলীয়া কাহিনীত খুনলুঙে বৰ্তমানৰ নৰাৰাজ্যখনৰ পশ্চিমভাগ বা ফাউকাং উপত্যকাৰ মুঙকাং অঞ্চল অধিকাৰ কৰিছিল বুলি কোৱা হৈছে। সেই সময়ৰ পৰা ১২১৫ খ্ৰীঃত চামলুঙফাৰ ৰাজ্য বিজয়লৈকে শান বংশাৱলীসমূহত এই স্থানক অস্পষ্টভাৱে নৰাৰাজ্য বুলি অভিহিত কৰা দৃষ্টিগোচৰ হয়। নৰাসকলৰ ৰাজ্যখন স্বাধীন ৰাজ্য আছিল যেন লাগে। কোনো কোনো সূত্ৰমতে নৰাসকল আছিল সুসভ্য আৰু তেওঁলোক বোধকৰো খামতিৰ পৰা বৰ্তমানৰ ৰাজ্যখনলৈ আহিছিল। আন এটা তথ্য মতে, নৰাসকল আছিল স্থানীয় লোক আৰু পিছত এওঁলোক 'মউ', খামতি আৰু শানসকলৰ সৈতে মিলি যায়। খামতি মোগায়ুংসকলৰ উপৰি উজনি অসমত এতিয়াও দুই-এজন নৰালোক আছে। এই লোকসকলে প্ৰধানতঃ সাহিত্য আৰু জ্যোতিষ শাস্ত্ৰত ব্যুৎপত্তি লাভ কৰা দেখা যায়। তেওঁলোক আছিল বৌদ্ধ ধৰ্মাৱলম্বী। সামাজিক জীৱনত এই লোকসকল অতি গণ্যমান্য বুলি বিবেচিত হৈছিল। প্ৰায় ১৩ বছৰ সুকলমে ৰাজ্যশাসন কৰাৰ অন্তত ১২৮১ খ্ৰীঃত চুতেওফাৰ মৃত্যু হয়।

উল্লেখযোগ্য যে চুতেওফাই কছাৰী ৰজাৰ পৰা দিখৌ নৈৰ পূব অঞ্চলটো নিজৰ দখললৈ নিছিল বুলি এডৱাৰ্ড গেইটে কৰা দাবী অধিকাংশ বুৰঞ্জীৰ তথ্যই সমৰ্থন নকৰে। অধিকাংশ বুৰঞ্জীৰ তথ্যমতে আহোমসকলে আহি অসমত প্ৰৱেশ কৰাৰ বহুকাল আগতেই কছাৰীসকল দিখৌ নৈৰ পশ্চিমলৈ আঁতৰি গৈছিল।

**চবিনফা (১২৮১-১২৯৩ খ্ৰীঃ) ঃ** চুতেওফাৰ পৰৱৰ্তী

ৰজা আছিল তেওঁৰ পুত্ৰ চবিন্‌ফা আৰু এইজনক ৰজাৰ শাসনকাল আছিল ১২৮১ খ্ৰীঃৰ পৰা ১২৯৩ খ্ৰীঃলৈকে বিস্তৃত। অৰ্থাৎ তেওঁৰ কাৰ্যকাল আছিল প্ৰায় ১২ বছৰ। তেওঁ তেওঁৰ ৰাজ্যৰ আহোম প্ৰজাসকলক সমানে দুভাগ কৰি বুঢ়াগোহাঁই আৰু বৰগোহাঁইক তেওঁলোকক চোৱা-চিতা কৰাৰ দায়িত্বভাৰ অৰ্পণ কৰিছিল। এওঁ চুকাফাৰ দ্বাৰা প্ৰতিষ্ঠিত ৰাজ্যখনৰ সীমাবৃদ্ধি কৰিব পৰা নাছিল বুলি জনা যায়। তেওঁৰ দিনত বুঢ়াগোহাঁই থাওৰুকে নৱপ্ৰতিষ্ঠিত আহোম ৰাজ্যখনত আহোমৰ শাসন প্ৰণালী নিয়াৰিকৈ বিস্তাৰ কৰিছিল বুলি বুৰঞ্জীসমূহে সাক্ষী দিয়ে। চুবিন্‌ফাই এগৰাকী মৰাণ ৰাজকুঁৱৰীৰ পাণিগ্ৰহণ কৰিছিল। দুজন পুত্ৰ লাভ কৰাৰ পিছত চুবিন্‌ফাৰ মৃত্যু ঘটিছিল।

**চুখাংফা (১২৯৩ -১৩৩২ খ্ৰীঃ) ঃ** চুবিন্‌ফাৰ পৰৱৰ্তী ৰজা চুখাংফাৰ ৰাজত্বকাল আছিল প্ৰায় ৩১ বছৰ। তেওঁ চুবিন্‌ফাৰ বৰ পুত্ৰ আছিল। চুখাংফাৰ দিনৰ আটাইতকৈ উল্লেখযোগ্য ঘটনা আছিল কমতাৰাজ্যৰ সৈতে সংঘৰ্ষ। উল্লেখযোগ্য যে চুকাফাৰ নেতৃত্বত আহোমসকলে অসমত প্ৰৱেশ কৰি যিখন ৰাজ্যৰ পাতনি মেলিছিল সেই ৰাজ্যখনে স্থানীয় লোকসকলক বশ কৰি এই স্থানত এক একতা আৰু সংহতিৰ পাতনি মেলিছিল। তেতিয়াৰে পৰা চুখাংফা ৰজাৰ দিনলৈকে বিশেষ যুদ্ধবিগ্ৰহ নোহোৱাত নতুনকৈ ভেটি স্থাপন কৰা ৰাজ্যখনত শান্তি বিৰাজ কৰিছিল। এই সময়ছোৱাত ৰাজ্যখনত লোকসংখ্যা যথেষ্ট বৃদ্ধি পাইছিল। আহোমসকলে এখন ৰাজ্য স্থাপন কৰা বাতৰিয়ে টাই ফৈদৰ বহুলোকক এই ৰাজ্যলৈ আহিবলৈ উৎসাহিত কৰাত আহোমসকলৰ আদি বাসভূমি আৰু ব্ৰহ্মদেশ আদিৰ পৰা এক বুজনসংখ্যক টাই লোক অসমত প্ৰৱেশ কৰিছিল যেন লাগে। এইদৰে লোকসংখ্যা বৃদ্ধি পোৱাৰ উপৰি স্থানীয় ভালেমান লোকে আহোম সমাজভুক্ত হৈ আৰু তেওঁলোকৰ সৈতে মিলি গৈ নিজকে আহোম বুলি চিনাকি দিছিল। ফলত এতিয়া আহোমৰ.সংখ্যা পূৰ্বতকৈ বহু পৰিমাণে বৃদ্ধি পালে আৰু সংখ্যাধিক্যতাই তেওঁলোকক চুবুৰীয়া ৰাজ্যৰ অধিক শক্তিশালী ৰজাসকলক প্ৰত্যাহ্বান জনাবলৈ উৎসাহিত কৰিলে। এই সময়ছোৱাতে পশ্চিম দিশৰ কমতা ৰাজ্যৰ সৈতে আহোমৰ বিবাদ আৰু সংঘৰ্ষৰ পাতনি মেলা খায়। সেই সময়ত কমতা ৰাজ্যত ৰাজত্ব কৰা ৰজাজন সম্ভৱতঃ আছিল প্ৰতাপধ্বজ (১৩০৫-১৩২৫ খ্ৰীঃ)। প্ৰতাপধ্বজ প্ৰকৃতপক্ষে কমতাৰাজ্যৰ মন্ত্ৰী আছিল আৰু সেই কালৰ ৰজা সিংহধ্বজক (১৩০০-১৩০৫ খ্ৰীঃ) বধ কৰি এই ৰাজ্যৰ ৰাজপাট দখল কৰিছিল। প্ৰতাপধ্বজ কায়স্থ আছিল। তেওঁৰ সমসাময়িক আহোম ৰজা চুখাংফাই হেনো তেওঁৰ ৰাজ্যৰ গাতে লাগি থকা চুতীয়া আৰু কছাৰীসকলক জোকাই নলৈ পোনপ্ৰথমে কমতা ৰজাকহে প্ৰত্যাহ্বান জনাইছিল। ফলত যিখন যুঁজ-বাগৰৰ সৃষ্টি হ'ল, তাত হেনো দুয়ো পক্ষৰে বহুলোক হতাহত হ'ল আৰু অৱশেষত যুঁজ কৰি কৰি ভাগৰ আৰু আমনি লগাত ডা-ডাঙৰীয়াসকলৰ পৰামৰ্শক্ৰমে আহোম ৰজাই কমতা ৰাজ্যৰ সৈতে মিত্ৰতা কৰিবলৈ ওলাল। আনহাতেদি কমতা ৰাজ্যৰ প্ৰতাপধ্বজেও যুদ্ধখন শেষ কৰিবলৈ সিদ্ধান্ত লয়। সেইমতে তেওঁ নিজ জীয়ৰী (কোনো কোনো সূত্ৰমতে ভগ্নী) ৰাজনী কুঁৱৰীক চুখাংফালৈ বিয়া দি তেওঁৰ সৈতে মিত্ৰতা কৰে। ৰাজনীৰ এটি পুত্ৰসন্তান জন্মাত নাম থোৱা হয় চাওপুলাই। চুখাংফা ৰজাৰ আন এগৰাকী ৰাণীয়েও তিনিটা সন্তান জন্ম দিয়ে। এই সন্তানকেইটিৰ নাম আছিল চুখ্ৰাংফা. চুতুফা আৰু ত্যাওখামৃতি।

**চুখ্ৰাংফা (১৩৩২ - ১৩৬৪ খ্ৰীঃ) ঃ** চুখাংফাৰ পৰৱৰ্তী ৰজা আছিল চুখ্ৰাংফা। এওঁ প্ৰজাৰ মাজত জনপ্ৰিয় নাছিল। তেওঁ চুখাংফাৰ বৰপুত্ৰ আছিল। ৰজা হৈ তেওঁ ভায়েক চাওপুলাইক চাৰিংগীয়া ৰজা পাতিছিল। উল্লেখযোগ্য যে যিজন ৰাজকোঁৱৰ সিংহাসনৰ উত্তৰাধিকাৰী তেওঁক চাৰিংগীয়া ৰজাৰ পদ দিয়া হৈছিল আৰু তেওঁৰ পিছতে সিংহাসনৰ উত্তৰাধিকাৰী আছিল তিপাম ৰজা। কিন্তু চাওপুলায়ে নিজে ৰজা হ'বলৈ মন কৰি তাফিখিন্ বৰগোহাঁইৰ সৈতে লগ লাগি ককায়েক চুখ্ৰাংফাৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিছিল। কিন্তু সেই ষড়যন্ত্ৰৰ কথা সদৰী হৈ পৰাত চাওপুলায়ে পলাই গৈ তেওঁৰ মোমায়েকৰ ঘৰত আশ্ৰয় লয়গৈ। মোমায়েক কমতা ৰজাই তেওঁক সহায় কৰিবলৈ মান্তি হৈ ভালেমান সৈন্য, অস্ত্ৰ-শস্ত্ৰ আদিৰ যোগাৰ দিয়াত চাওপুল্যায়ে দলেবলে আঠগাঁও হৈ চাৰিঙলৈ আগবঢ়াত চুখ্ৰাংফাই ভয় খাই চাওপুলাইৰ সৈতে সন্ধি কৰিছিল। তদুপৰি

চুহ্রাংফাই জানিছিল যে তেওঁক তেওঁৰ প্ৰজাই ভাল নাপায়। সেইৰাবে তেৰোঁ প্ৰজাসকলক বিশ্বাসত নলৈছিল। এতিয়া প্ৰজাসকলে চাওপুলাইক আদৰি ল'ব বুলি ভাবিহে তেওঁ বোধকৰো এইদৰে সন্ধি কৰিবলৈ সিদ্ধান্ত লৈছিল। এইদৰে চাওপুলাইৰ সৈতে বিবাদ মিটমাট কৰি ৰজাই তেওঁৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিবলৈ উচটোৱাৰ অভিযোগত বৰগোহাঁইজনক হত্যা কৰিবলৈ আদেশ জাৰি কৰিছিল। কিন্তু এই আদেশৰ সম্ভেদ পাই বৰগোহাঁয়ে কোনোমতে আত্মগোপন কৰি প্ৰাণৰক্ষা কৰিবলৈ সক্ষম হ'ল। পিছত অৱশ্যে সকলোবোৰ বিবাদ ওৰ পৰাত ৰজাই তেওঁক ক্ষমাদান দিয়াৰ লগতে পূৰ্বৰ পদতেই পুনৰ অধিষ্ঠিত হোৱাৰ সুযোগ দিয়ে। চুহ্রাংফাই চুবিনফাৰ দিনৰে পৰা শূন্য হৈ থকা বুঢ়াগোহাঁই পদটোত চাওফ্ৰংডাম গোহাঁইক নিযুক্তি দিছিল। চাওফ্ৰংডাম আছিল থাওৰুথ বৰগোহাঁইৰ বৰপুত্ৰ। প্ৰায় ৩২ বছৰজুৰি ৰাজত্ব কৰাৰ পিছত চুহ্রাংফা মৃত্যুমুখত পৰিছিল। সম্ভৱতঃ এই ৰজাজনৰ পুত্ৰসন্তান নাছিল। সেয়ে তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ ভায়েক চুতুফাই ৰাজপাট লাভ কৰিছিল।

**চুতুফা (১৩৬৪-১৩৭৬ খ্ৰীঃ) ঃ** চুতুফাই সিংহাসনত বহি চুতীয়া ৰজাৰ সৈতে আড়ম্বৰকৈ সখি পাতিছিল। কিন্তু চুতীয়া ৰজাই চক্ৰান্ত কৰি তেওঁক চফ্ৰাই নৈত বুৰাই হত্যা কৰিছিল। দৰাচলতে নামত সখি হ'লেও চুতীয়া ৰজাই চুতুফাক পেটে পেটে হিংসা কৰিছিল। চুতীয়া ৰজাই হেনো চপাওৰিলৈ আহি চুতুফাক কৈছিল যে তেওঁ যদি চফ্ৰাই নৈত আয়োজিত নৌবিহাৰলৈ আহে তেন্তে তেওঁ বৰ আনন্দ পাব। সখিৰ নিমন্ত্ৰণত কোনো ধৰণৰ সন্দেহ নকৰি চুতুফাই গা-ৰক্ষী নোহোৱাকৈয়ে চুতীয়া ৰজাৰ নাৱত উঠিছিলগৈ আৰু ইয়াৰ সম্পূৰ্ণ সুযোগ লৈ বন্ধুৰূপী চুতীয়া ৰজাই তেওঁক হত্যা কৰিছিল।

**মধ্যকালীন অৱস্থা ঃ প্ৰথমবাৰ মন্ত্ৰীৰ শাসন (১৩৭৬-১৩৮৫ খ্ৰীঃ) ঃ** বন্ধুৰ বিশ্বাসঘাতকতাত সকৰুণভাৱে মৃত্যুক আঁকোৱালি ল'বলগীয়া হোৱা চুতুফাৰ পিছত ডা-ডাঙৰীয়াসকলৰ আনকেইজন কোঁৱৰ ৰজা হোৱাৰ যোগ্যতা সম্বন্ধে সন্দেহ ওপজাত অৱশেষত তেওঁলোকে মুকলিভাৱে কোঁৱৰকেইজনক অযোগ্য বুলি ঘোষণা কৰিছিল। ইয়াৰ ফলত প্ৰায় চাৰি বছৰকাল বুঢ়াগোহাঁই আৰু বৰগোহাঁয়ে ৰাজ্য শাসনৰ দায়িত্বভাৰ নিজৰ কান্ধলৈ নিছিল। কিন্তু এই কালছোৱাত নানা অশান্তিয়ে দেখা দিয়াত তেওঁলোকে চুহ্রাংফাৰ কনিষ্ঠ ভাতৃ তথা চুখাংফাৰ পুত্ৰ ত্যাওখামতিক ৰজা পাতে।

**ত্যাওখামতি (১৩৮০-১৩৮৯ খ্ৰীঃ) ঃ** ৰাজপাটত আৰোহণ কৰি ত্যাওখামতিয়ে ভাতৃহন্তা চুতীয়া ৰজাক এশিকনি দিবলৈ মনস্থ কৰি যুদ্ধৰ বাবে প্ৰস্তুতি চলাবলৈ ধৰিলে। তেওঁৰ দুগৰাকী ৰাণী আছিল। চুতীয়া ৰজাৰ বিৰুদ্ধে যুদ্ধলৈ যোৱাৰ কালছোৱাত তেওঁ ৰাজ্য শাসনৰ ভাৰ বৰকুঁৱৰীক গতাই গৈছিল। সৰু কুঁৱৰীগৰাকী সেই সময়ত গৰ্ভৱতী আছিল। ইফালে বৰকুঁৱৰীগৰাকী আছিল নিঃসন্তান, তেওঁ অতিশয় হিংসাকুৰীয়াও আছিল। সৰুকুঁৱৰীক ত্যাওখামতি ৰজাই অতি মৰম কৰিছিল বাবে তেওঁৰ মনত বহু দুশ্চিন্তাই বাহ লৈছিল। তাতে আকৌ সন্তান জন্ম হ'লে আৰু বিশেষকৈ সন্তানটি যদি পুত্ৰ সন্তান হয়, তেতিয়া ভৱিষ্যতে সেই সন্তানটিয়েই ত্যাওখামতিৰ উত্তৰাধিকাৰী হ'ব— এই চিন্তাই তেওঁক জুৰুলা কৰিছিল। সেয়ে এতিয়া ৰজাই যুঁজলৈ যোৱাত আৰু তাতোকৈ ডাঙৰ কথা যে বৰকুঁৱৰীকেই ৰাজ্যৰ সকলো ভাৰ দি যোৱাত তেওঁ সৰুকুঁৱৰীক বিনাশ কৰাৰ পূৰ্ণ সুযোগ গ্ৰহণ কৰিলে। সময় নষ্ট নকৰি তেওঁ সৰু কুঁৱৰীগৰাকীৰ ওপৰত কেতবোৰ মনেসজা অপবাদ দি তেওঁক মৃত্যুদণ্ডৰ আদেশ দিয়ে। এই আদেশ মতে সৰু কুঁৱৰীক বধ কৰাৰ দায়িত্ব বুঢ়াগোহাঁইক দিয়া হ'লত সেইমতে বুঢ়াগোহাঁয়ে বৰকুঁৱৰীৰ আজ্ঞা পালন কৰিবলৈ ওলাল। কিন্তু সৰুকুঁৱৰীক সগৰ্ভা দেখি তেওঁক হত্যা নকৰি বুঢ়াগোহাঁয়ে হেনো মনে মনে ভুৰ বান্ধি তেওঁক দিহিং নৈত উটুৱাই দিয়াৰ দিহা দিলে। এইদৰে ভুৰখন নৈত উটি গৈ হাবুং গাঁৱৰ পাৰত লাগিল আৰু সেই গাঁৱৰে এজন ব্ৰাহ্মণে সৰুকুঁৱৰীক উদ্ধাৰ কৰি নিজ ঘৰলৈ লৈ আহিল। এই ব্ৰাহ্মণজনৰ ঘৰতে সৰু কুঁৱৰীয়ে এটা পুত্ৰসন্তান প্ৰসৱ কৰাৰ কিছুদিনৰ মূৰত তেওঁৰ মৃত্যু ঘটিল। ব্ৰাহ্মণ আৰু তেওঁৰ পত্নীয়ে এই মাউৰা সন্তানটিক অতি আপডালেৰে ডাঙৰ-দীঘল কৰিলে।

ইফালে ত্যাওখামতিয়ে চুতীয়া ৰজাৰ বিৰুদ্ধে যুঁজত জিকি ৰাজকাৰেঙলৈ উভতি অহাত বৰকুঁৱৰীয়ে সৰুকুঁৱৰীৰ

বিৰুদ্ধে বহুবোৰ মনেসজা অভিযোগ ৰজাক অৱগত কৰি এই বুলি পতিয়ন নিয়াবলৈ চেষ্টা কৰিছিল যে সৰুকুঁৱৰীৰ অপৰাধ আছিল অক্ষমণীয় আৰু তেওঁক মৃত্যুদণ্ড দিয়াৰ বাহিৰে তেওঁৰ উপায় নাছিল। ত্যাওখামতিয়ে কিন্তু বৰকুঁৱৰীৰ কথাত পতিয়ন নগ'ল। কিন্তু প্ৰতিপত্তিশালী বৰকুঁৱৰীয়ে কৰা অপৰাধৰ বাবে তেওঁ কিন্তু সকলো জানিও একো মাত নামাতিলে। ৰজাৰ এনে তিৰোতাসেৰুৱা স্বভাব আৰু কাপুৰুষালিয়ে ডা-ডাঙৰীয়াসকলক ইমানেই বিতুষ্ট কৰিলে যে কিছুদিনৰ মূৰত ষড়যন্ত্ৰ কৰি তেওঁলোকে প্ৰকাৰান্তৰে তেওঁক বধ কৰালে।

**দ্বিতীয়বাৰ মন্ত্ৰীৰ শাসন (১৩৮১-১৩৯৭ খ্ৰীঃ) ঃ** ত্যাওখামতিক হত্যা কৰাৰ পিছত আকৌ উপযুক্ত উত্তৰাধিকাৰীৰ সন্ধান চলিল। কিন্তু ৰজা হ'বৰ উপযুক্ত গুণ থকা কোঁৱৰৰ অভাৱ বুলি যুক্তি প্ৰদৰ্শন কৰি ডা-ডাঙৰীয়াসকলে দ্বিতীয়বাৰৰ বাবে ৰাজ্যশাসনৰ ভাৰ ল'লে। এইদৰে আঠ বছৰ কাল ডাঙৰীয়া তথা মন্ত্ৰীসকলে দ্বিতীয়বাৰৰ বাবে ৰাজ্য শাসন কৰি থকাৰ কালতে হাবুঙৰ ব্ৰাহ্মণৰ ঘৰত সৰুকুঁৱৰীৰ পুত্ৰজনৰ সন্ধান ওলোৱাত তেওঁক সন্মানেৰে ৰাজধানীলৈ আনি ৰাজপাট যাচিলে। আহোম মতে এই কোঁৱৰজনক নাম দিয়া হ'ল চুডাংফা। কিন্তু ইমান দিনে এজন ব্ৰাহ্মণৰ দ্বাৰা লালিত-পালিত হোৱাৰ বাবে তেওঁ বামুণী কোঁৱৰ নামেৰেহে অধিক জনাজাত হোৱা দেখা গ'ল।

**চুডাফাং বা বামুণী কোঁৱৰ (১৩৯৭-১৪০৭ খ্ৰীঃ) ঃ** ত্যাওখামতিৰ পুত্ৰ আৰু দৈৱ-দুৰ্বিপাকত পৰি হাবুং ৰাজ্যৰ এজন মৰমিয়াল ব্ৰাহ্মণৰ ঘৰত ডাঙৰ-দীঘল হোৱা কোঁৱৰজনে চুডাংফা নাম লৈ ৰাজপাটত বহিল। তেওঁ শিৱসাগৰৰ ওচৰৰ চৰগুৱাত নতুন ৰাজধানী পাতিছিল। নতুন ৰাজধানীত তেওঁ মহা আড়ম্বৰেৰে শিংগৰি ঘৰত উঠিছিল। শিংগৰি ঘৰত উঠা মানে ৰাজ্যাভিষেক উৎসৱ পালনেৰে ৰাজপাটত আৰোহণ কৰা। (আহোমৰ শাসন পদ্ধতিৰ বিষয়ে আলোচনা কৰা অধ্যায়ত শিংগৰি ঘৰত উঠা উৎসৱৰ বিষয়ে উল্লিখিত হৈছে।) মন কৰিবলগীয়া যে এইদৰে শিংগৰি ঘৰত উঠা চুডাংফাই আছিল প্ৰথম ৰজা।

**হিন্দু ধৰ্মৰ প্ৰভাৱ ঃ** উল্লেখযোগ্য যে তেওঁক তুলি-তালি ডাঙৰ-দীঘল কৰা ব্ৰাহ্মণ আৰু তেওঁৰ পত্নীক চুডাংফাই অতি শ্ৰদ্ধা কৰিছিল। তেওঁলোকৰ অবিহনে যে তেওঁ আৰু তেওঁৰ মাতৃৰ জীৱন বিনাশ ঘটিলহেঁতেন সেই কথা তেওঁ সদায়েই মনত ৰাখিছিল আৰু সেইবাবে কৃতজ্ঞতাৰ চিনস্বৰূপে ৰজা হৈ তেওঁ ব্ৰাহ্মণজনক সপৰিয়ালে ৰাজধানীলৈ আনি তেওঁলোকক উচ্চপদ দিছিল। ব্ৰাহ্মণজনক তেওঁ ভিতৰুৱাকৈ পৰামৰ্শদাতা হিচাপে লৈছিল। ব্ৰাহ্মণজনে হাবুং গাঁৱৰ পৰা আহোতে তেওঁৰ লগত শালগ্ৰাম শিল লৈ আহিছিল। এইদৰে ব্ৰাহ্মণৰ লগতে লক্ষ্মীনাৰায়ণৰ শালগ্ৰাম আহি ৰাজকাৰেং সোমোৱাত আৰু ৰাজ্যত হিন্দু ধৰ্মৰ প্ৰভাৱ বৃদ্ধি পোৱাত ভালেমান টাই বা আহোম লোক ৰজাৰ ওপৰত অসন্তুষ্ট হৈছিল। সেইদৰে চুডাংফাই চৰাইদেউৰ পৰা ৰাজধানীখন তুলি শিৱসাগৰৰ পৰা কিছু আঁতৰত তিপমীয়াসকলৰ বাসস্থান চৰগুৱাত নতুন ৰাজধানী স্থাপন কৰাত তিপমীয়াসকলেও বৰ বেজাৰ পাইছিল। তিপমীয়াসকলৰ অসন্তুষ্টিৰ বাতৰি পাই চুডাংফাই এদিন হেনো এটা প্ৰকাণ্ড ম'হ মাৰি ভালেমান তিপমীয়া লোকক তেওঁলোকৰ মুখীয়ালকেইজনৰ সৈতে ভোজ-ভাতলৈ নিমন্ত্ৰণ কৰি আনি বাছি বাছি মুখীয়ালকেইজনক হত্যা কৰাইছিল। এনে এক অদ্ভুত ধৰণৰ বিশ্বাসঘাতকতাৰে এই লোকসকলক নিধন কৰি চুডাংফাই কোনো অনুশোচনা কৰা নাছিল। কিন্তু তেওঁৰ এনে কাৰ্যই যে তিপমীয়াসকলক ঘোৰ শত্ৰুত পৰিণত কৰিব সেই কথা অনুমান কৰি তেওঁলোকক সন্তুষ্ট কৰিবলৈ চুডাংফা ৰজাই চুকানফা বা চৌ-হুংফা নামৰ এজন তিপমীয়া গোহাঁইৰ জীয়ৰী চাওনাচাঙক বিয়া কৰাইছিল। পিছে এই কুঁৱৰীগৰাকীৰ হেনো তাওচুলাই নামৰ এজন তিপমীয়া ডেকাৰ সৈতেহে অবৈধ প্ৰেম আছিল। এদিন তাওচুলায়ে ৰজা চুডাংফাৰ সৈতে ভাত খাই থাকোতে কুঁৱৰী চাওনাচাঙে হেনো ভিতৰৰ পৰা তেওঁলৈ অপলক দৃষ্টিৰে চাই আছিল। কথাটো গম পাই তাওচুলায়ে নিজ ঘৰলৈ গৈ এগৰাকী লিগিৰীৰ হাতত গোপনে চাওনাচাঙলৈ এটা বাখৰপতোৱা আঙঠি (আন কেতবোৰ সূত্ৰমতে দুডাল সোণৰ মালা) পঠিয়াইছিল। কিন্তু লিগিৰীজনীয়ে কথাটো ৰজাক অৱগত কৰিলত তাওচুলায়ে ভয়তে পলায়ন কৰি নৰা ৰজাৰ ওচৰ চাপিলগৈ। ইপিনে কথাটো শুনি চাওনাচাঙৰ পিতৃয়েও পলাই গৈ নৰা ৰাজ্যত আশ্ৰয় ল'লে। ইতিমধ্যে তাওচুলায়ে

নৰা ৰজা চুৰুমফাক এই বুলি বুজাইছিল যে অসমত আহোম ৰাজত্বৰ ঠাইত ব্ৰাহ্মণৰ ৰাজত্বৰ যো-জা চলিছে। তাওচুলাইৰ কথাত ভোলগৈ চুৰুমফাই তাচিন পৌ নামৰ এজন বৰগোহাঁইক এদল সৈন্যৰ সৈতে চুডাংফা বামুণী কোঁৱৰৰ বিৰুদ্ধে পঠিয়ালে। ইপিনে দাঁৰৰ ৰাতৰি দাঁৰে পাই থকা চুডাংফাই নিজে আগবাঢ়ি আহি কুঁহিয়াৰবাৰী নামৰ এডোখৰ ঠাইত নৰা সৈন্যসকলক পৰাজিত কৰিলেহি। নৰা সৈন্যসকল উভতি গৃহাভিমুখে যাবলৈ ধৰাত আহোমসকলে তেওঁলোকক পিছে পিছে খেদি গৈ পাটকাই পাহাৰ পালে আৰু এই ঠাইত আহোম আৰু নৰাসৈন্যৰ পুনৰ ভেটাভেটি হ'ল। তেতিয়াহে উৰহী গছৰ ওৰটো ওলাল আৰু তাচিন পোৱে গম পালে যে বামুণী কোঁৱৰ প্ৰকৃতপক্ষে আহোমহে— ব্ৰাহ্মণ নহয় আৰু তেওঁ আহোম ৰাজ্যখন ব্ৰাহ্মণ ৰাজ্যত পৰিণত কৰা বুলি অভিযোগো এক গোকাট মিছা কথা। তেতিয়া দুয়ো পক্ষৰ বৰগোহাঁই দুজনে যুদ্ধৰ সলনি সন্ধি কৰিলে। দুয়োজনে পানীত হাত জুবুৰিয়াই কুকুৰা কাটি পুনৰবাৰ যুদ্ধ নকৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হ'ল (১৪০১ খ্ৰীঃ)। এতিয়াৰে পৰা পাটকাই পাহাৰৰ নাম হ'ল পাটকাই চেংকোন (পাট— কাটি, কাই-কুকুৰা, চেং-শপত কাণ-খোৱা। অৰ্থাৎ কুকুৰা কাটি শপত খোৱা। পিছলৈ চেং শব্দটো ব্যৱহৃত নোহোৱাত পাহাৰখনৰ নাম পাটকাই হ'ল)। এই পাহাৰখন এটা পাহাৰ সমষ্টি আছিল বাবে ইয়াৰ পুৰণি নাম আছিল ডই-কাউ-ৰংগ (ডই-পাহাৰ, কাউ-নটা-ৰংগ-গোটখোৱা বা সমষ্টি)। এইদৰে আহোম আৰু নৰাসকলৰ মাজত বন্ধুত্বপূৰ্ণ মিত্ৰতা হোৱাত প্ৰমাদ গণি তাওচুলায়ে কমতাৰাজ্যত আশ্ৰয় লৈছিল গৈ। কমতা ৰজাই আশ্ৰিতজনক আহোম ৰজাৰ হাতত গতাই দিবলৈ ইতস্ততঃ কৰাত চুডাংফাই কমতা ৰাজ্য আক্ৰমণ কৰিবলৈ ওলাইছিল। এনে এক সম্ভাব্য বিপদৰ আগন্তুক দেখি কমতা ৰজাই যুঁজ নকৰি চুডাংফালৈ নিজৰ কন্যা ভাজনীক বিয়া দি তেওঁৰ সৈতে মিত্ৰতা স্থাপন কৰিলে। মিত্ৰতাৰ অৰ্থে আয়োজিত এই বিবাহৰ যৌতুক হিচাপে কমতেশ্বৰে চুডাংফাক দুটা হাতী, ভালেমান ঘোঁৰা, লগুৱা, লিগিৰী আৰু সোণ-ৰূপ দিছিল বুলি জনা যায়।

তিপাম, খাংজাং আৰু আইতন জনজাতীয় লোকসকলে চুডাংফাক কৰ দিবলৈ হোঁহকা-পিছলা কৰি থকাত তেওঁ এই লোকসকলক নিজৰ অধীনস্থ কৰিছিল বুলি জনা যায়। কোনো কোনো সূত্ৰমতে তেওঁলোকক কৰ নিদিবলৈ হেনো নৰা ৰজাইহে বুধি দিছিল আৰু এই কথাটো জানি চুডাংফাই এই লোকসকলক নৰাৰজাৰ বুধিত নচলিবলৈ সতৰ্ক কৰিছিল। চুডাংফাই মুঠতে ১০ বছৰ ৰাজত্ব কৰিছিল। এওঁৰ জীৱনটো আছিল বৈচিত্ৰ্যপূৰ্ণ— শুনি থাকিলে সাধু কথা যেনহে লাগে। ৰজা হিচাপে তেওঁক এজন কৃতকাৰ্য ৰজা বুলি স্বীকাৰ কৰিব লাগিব। তেওঁ হেনো এবাৰ কোনো এখন যুদ্ধত নিজে নেতৃত্ব দি জয়ী হৈছিল। গুণাভিৰাম বৰুৱাই তেওঁৰ বুৰঞ্জী পুথিত চুডাংফাক এজন অতি ভোগবিলাসী ৰজা বুলি বৰ্ণনা কৰিলেও আন বুৰঞ্জীসমূহ এই ক্ষেত্ৰত সম্পূৰ্ণ নীৰৱ হোৱালৈ চাই এই কথাষাৰ কিমানদূৰ সত্য সেই সম্বন্ধে সন্দেহৰ অৱকাশ আছে।

**চুজাংফা (১৪০৭-১৪২২ খ্ৰীঃ), চুফাকফা (১৪২২-১৪৩৯ খ্ৰীঃ) আৰু চুচেন্‌ফা (১৪৩৯-১৪৮৮ খ্ৰীঃ)**

চুডাংফা বামুণী কোঁৱৰৰ পৰৱৰ্তী ৰজা দুজন আছিল চুজাংফা আৰু চুফাকফা। এওঁলোকৰ ৰাজত্বকালত কোনো উল্লেখযোগ্য ঘটনা ঘটা নাছিল। পৰৱৰ্তী ৰজা চুচেনফা আছিল চুফাকফাৰ পুত্ৰ আৰু তেওঁৰ মাতৃ আছিল এগৰাকী তিপাম কুঁৱৰী। চুচেন্‌ফা এজন সাহসী আৰু প্ৰজাবৎসল ৰজা আছিল। টংচু নগাসকলে তেওঁৰ ৰাজ্যত উপদ্ৰৱ কৰাত তেওঁ এই লোকসকলৰ বিৰুদ্ধে নিজে এদল সৈন্যৰ নেতৃত্ব দি তেওঁলোকক কচু কটা দিছিল বুলি জনা যায়। এই যুঁজত আহোম সৈন্যৰো যথেষ্ট ক্ষয়-ক্ষতি হৈছিল। কোনো কোনো সূত্ৰমতে এই যুঁজত প্ৰায় ১৪০জন আহোম সেনা নিধন হৈছিল। কিন্তু যুঁজত চুচেন্‌ফাই নিজে নেতৃত্ব দিয়াৰ তথ্যটো ভুল বুলি আন কেতবোৰ সূত্ৰই ক'ব খোজে। এই তথ্যমতে যুঁজত আহোমসকলে পৰাজয়বৰণ কৰিছিল আৰু চুচেন্‌ফাই নিজেও কোনো মতে দোলা এখনত উঠি পলায়ন কৰি প্ৰাণ ৰক্ষা কৰিছিল। এই ঘটনাৰ পিছত বাণৰুকীয়া গোহাঁয়ে নেতৃত্ব দিয়া আহোম সৈন্য দলটোৱেহে যুঁজত জিকি টংচুসকলক বাৰুকৈয়ে এশিকনি দিছিল। আখাম্‌পা নগাসকলে আহোমৰ বশ্যতা স্বীকাৰ কৰি চুচেন্‌ফালৈ উপহাৰ পঠিয়াইছিল বুলি জনা যায়। আন কেতবোৰ সূত্ৰমতে অসমৰ পুব দিশৰ এজন ৰজায়ো তেওঁৰ সৈতে মিত্ৰতা কৰিছিল। কিন্তু এই ৰজাজননো

কোন আৰু তেওঁ কোন ৰাজ্যৰ ৰজা আছিল সেই বিষয়ে উল্লেখ নাই।

**চুহানফা (১৪৮৮-১৪৯৩ খ্রীঃ)**

চুহান্‌ফা আছিল চুচেন্‌ফাৰ পুত্ৰ। এওঁৰ দিনত টংচু আৰু আহোমৰ মাজত পুনৰ বিবাদ লাগি যুঁজ-বাগৰ হোৱাত টংচু নগাই আহোমৰ সেনাপতি ততেকাং বৰগোহাঁইৰ শিৰশ্চেদ কৰিছিল। ইয়াৰ পিছত অৱশ্যে নংগৰাংগ বৰগোহাঁয়ে টংচুসকলক যুঁজত ঘটুৱাই এই বিজয়ৰ চিনস্বৰূপে তিনিটা টংচু নগা পৰিয়াল, কিছুমান ল'ৰা-ছোৱালী, নগা যাঠি আদি লৈ আহিছিল। কিন্তু যুঁজত হাৰিও টংচুসকলে আহোমৰ বশ্যতা স্বীকাৰ কৰা নাছিল। ১৪৯০ খ্রীঃত আহোম আৰু কছাৰীৰ মাজত যুঁজ লাগিছিল। আহোম ৰজাই প্ৰথমে এই অভিযান পঠিয়াইছিল আৰু আহোম সৈন্যসকলে দিখৌ নৈ পাৰ হৈ ডাম্পুক নামৰ ঠাইত কোঠ মাৰিছিলগৈ। পিছে এই ঠাইতে কছাৰীসকলে আহোমক উভতি ধৰাত আহোম সৈন্য পিছ হুঁহকিবলৈ বাধ্য হৈছিল। উপায়হীন হৈ চুহান্‌ফাই এগৰাকী আহোম কুঁৱৰী কছাৰী ৰজালৈ বিয়া দি মিত্ৰতা কৰিছিল। এইদৰে যুঁজত জয়ী হৈ কছাৰীসকলৰ সাহ বাঢ়ে আৰু তেওঁলোকে আহোমৰ হাতৰ পৰা দিখৌ নৈৰ পূবপাৰৰ অঞ্চলটো কাঢ়ি লয়। ১৪৯৩ খ্রীঃত এজন আহোম বনুৱাই চুহান্‌ফাক বাঁহৰ জোঙেৰে খুঁচি মাৰিছিল বুলি জনা যায়।* গেইটৰ মতে তাইৰুংগবান ফৈদৰ কেতবোৰ লোকে ১৪৯৩ খ্রীঃত চুহেনফাক হত্যা কৰিছিল। এই লোকসকলে ৰাজভঁৰালৰ পৰা শস্য চুৰ কৰা চুহেনফা ৰজাই তেওঁলোকক শাস্তি দিছিল। পিছত এই লোকসকলক ৰাজ কাৰেঙৰ মেৰামতিৰ কামত লগোৱাত তেওঁলোকে এডাল জোঙা বাঁহেৰে ৰজাক খুচি হত্যা কৰিছিল। এই ঘটনাৰ আঁৰত বুঢ়াগোহাঁইৰ হাত আছিল বুলি বহুতে সন্দেহ কৰিছিল।

**চুপিম্‌ফা (১৪৯৩-১৪৯৭ খ্রীঃ)**

চাহান্‌ফাৰ পুত্ৰ চুপিমফাই ৰাজপাটত বহি তেওঁৰ পিতৃৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰা লোকসকলক বিচাৰি চলাথ কৰিছিল। সেইবাবে এই ষড়যন্ত্ৰত লিপ্ত বুঢ়াগোহাঁইজনে নিজে বিদ্ৰোহ কৰাত তেওঁক দণ্ড দি চুপিম্‌ফাই আন এজনক বুঢ়াগোহাঁইৰ পদ দিয়ে। পিতৃক হত্যা কৰা বনুৱাজনকো তেওঁ নৰ্চচা শূলত দি বধ কৰে। চুপিমফাই কাৰুংগপা নামৰ এজন নষ্টে নগা খুনবাও বা মুখীয়ালৰ সৈতে সখি পাতিছিল। কাৰংগপা বৰ দেখনিয়াৰ আছিল। এদিন তেওঁ চুপিম্‌ফা ৰজাক কৰ সোধাবলৈ অহাত ৰজাই তেওঁক অতি আদৰেৰে ভোজভাত খুৱাই থাকোতে ৰজাৰ চমুৱা কুঁৱৰী এগৰাকীয়ে বেৰৰ জলঙায়েদি কাৰংগপাক দেখি তেওঁক বৰ সুন্দৰ বুলি মন্তব্য দিছিল। ৰজাই এই কথা গম পাই খং কৰি চমুৱা কুঁৱৰীক কাৰংগপাক দি দিছিল। কিন্তু কুঁৱৰীগৰাকী গৰ্ভৱতী হোৱাৰ বাবে কাৰংগপাই হেনো নিবলৈ বিচৰা নাছিল। কিন্তু ৰজাই বৰকৈ কোৱাত কাৰংগপাই কুঁৱৰীক লগত লৈ গ'ল। পিছত চমুৱা কুঁৱৰীয়ে নগাচাঙত এটি পুত্ৰ সন্তান জন্ম দিছিল।

**চুহুংমুং দিহিংগীয়া ৰজা (১৪৯৭-১৫৩৭ খ্রীঃ) ঃ**

এজন সুদক্ষ ৰাজনীতিজ্ঞ আৰু বীৰ হিচাপে আহোম স্বৰ্গদেউসকলৰ মাজত এক বাচকবনীয়া আসন অধিকাৰ কৰা চুহুংমুঙে মহা সমাৰোহেৰে শিংগৰি ঘৰত উঠি ৰজা হৈছিল। এওঁ আছিল চুপিমফাৰ পুত্ৰ। দিহিংগীয়া ফৈদৰ কোঁৱৰসকলৰ ভিতৰত এওঁ আছিল সৰ্বশ্ৰেষ্ঠ আৰু সেইবাবে তেওঁ দিহিংগীয়া ৰজা হিচাপেও জনাজাত হৈছিল। এইজন ৰজাই 'স্বৰ্গনাৰায়ণ' নাম গ্ৰহণ কৰাৰ পৰা এওঁৰ ৰাজত্বকালত আহোমৰ ৰাজ্যত হিন্দু ধৰ্মৰ প্ৰতিপত্তি বৃদ্ধি সম্বন্ধে সহজে অনুমান কৰিব পাৰি।

**বৰপাত্ৰ গোঁহাই পদৰ সৃষ্টি ঃ** চুহংমুঙৰ পিতৃ চুপিম্‌ফাই তেওঁৰ চমুৱা কুঁৱৰী এগৰাকীয়ে নগা খুনবাও কাৰচেংগকে বেৰৰ জলঙায়েদি জুমি চাই তেওঁক দেখিবলৈ বৰ ভাল বুলি মন্তব্য কৰাৰ বাবে খঙতে খুনবাওৰ লগত অন্তঃসত্ত্বা কুঁৱৰীক নগাচাঙলৈ পঠিয়াই দিয়াৰ বিষয়ে আগতে উল্লেখ কৰা হৈছে। এই চমুৱা কুঁৱৰীয়ে নগাচাঙত এটি পুত্ৰ সন্তান জন্ম দিছিল। এদিন সেই ল'ৰাজনে চুহুংমুঙৰ ৰাজসভাত কৰ শোধাবলৈ অহাত দেখিবলৈ চকুত লগা ল'ৰাজনৰ আঁতিগুৰি লোৱাত তাৰ জন্ম-ৰহস্যৰ কাহিনীটো উদঘাটিত হ'ল। সেয়ে চুহুংমুঙে

---

** গেইটৰ মতে তাইৰুংবান ফৈদৰ কেতবোৰ লোকে ১৪৯৩ খ্রীঃত চুহেন্‌ফা ক হত্যা কৰিছিল। এই লোকসকলে ৰাজভঁড়ালৰ পৰা শস্য চুৰ কৰাৰ বাবে চুহেনফা ৰজাই তেওঁলোকক শাস্তি দিছিল। পিছত এই লোকসকলক ৰাজ কাৰেঙৰ মেৰামতিৰ কামত লগোৱাত তেওঁলোকে এডাল জোঙা বাঁহেৰে ৰজাক মুচি হত্যা কৰিছিল।*

বুঢ়াগোহাঁই আৰু বৰগোহাঁইৰ সৈতে পৰামৰ্শ কৰি এই সুলক্ষণ যুক্ত ল'ৰাজন নগাচাঙৰ পৰা নিজ ৰাজ্যলৈ লৈ আহে। প্ৰথমৰে পৰা ল'ৰাজনক দেখি মুগ্ধ হোৱা চুহুংমুঙে পুনৰবাৰ ডাঙৰীয়া দুজনৰ সৈতে আলোচনাত মিলিত হৈ তেওঁক বৰপাত্ৰ গোহাঁই নামৰ এটা পদ সৃষ্টি কৰি সেই পদত নিযুক্তি দিয়ে। ল'ৰাজনক কনচেং নাম দিয়া হ'ল আৰু এতিয়াৰে পৰা তেওঁৰ 'বৰপাত্ৰগোহাঁই' পদটো বুঢ়াগোহাঁই আৰু বৰগোহাঁইৰ সমমৰ্যাদাৰ বুলি গণ্য হ'ল।

**আইতনীয়া নগাৰ সৈতে বিবাদ ঃ** চুহুংমুং দিহিংগীয়া ৰজাৰ দিনত আইতনীয়া নগাসকলে বিদ্ৰোহ কৰাত তেওঁ বুঢ়াগোহাঁই আৰু বৰগোহাঁইৰ নেতৃত্বত এদল সৈন্য পঠিয়াই এওঁলোকক দমন কৰিছিল (১৫০৪ খ্ৰীঃ)। ১৫১২ খ্ৰীঃত সম্ভৱতঃ হাবুংৰাজ্যৰ পশ্চিম দিশত অৱস্থিত পাণবাৰী অঞ্চলৰ ভূএগসকলে মূৰ দাঙি উঠাত আহোম ৰজাই তেওঁলোককো বশ্যতা স্বীকাৰ কৰিবলৈ বাধ্য কৰিছিল।"সেই সময়ৰ পৰা হাবুং ৰাজ্যতো তেওঁৰ কৰ্তৃত্ব বিস্তাৰ হৈছিল যেন লাগে (১৫১২ খ্ৰীঃ)। অৱশ্যে আহোম আৰু অন্যান্য নগাসকলৰ মাজত কেইবছৰমান পিছত পুনৰ সম্বন্ধৰ অৱনতি ঘটিছিল। ১৫৩৫ খ্ৰীঃত চুহুংমুঙে খামজাংগৰ বিদ্ৰোহী নগাসকলক পৰাস্ত কৰিছিল। আহোমৰ বশ্যতা স্বীকাৰ কৰি খামজাংগীয়া নগাসকলে তেওঁলৈ এশটা মেঠোন উপহাৰ হিচাপে পঠিয়াইছিল। ১৫৩৬ খ্ৰীঃত তেওঁ তাবলুংগীয়া, জাকতুংগীয়া আৰু নানচংগীয়া কন্যাক বা কনিয়াক নগাসকলৰ বিদ্ৰোহ দমনাৰ্থে পুনৰ অভিযান পঠিয়াবলগীয়াত পৰিছিল। তাবলুংগীয়া আৰু জাকতুংগীয়াসকলে আহোম ৰজাক স্বীকৃতি দিবলৈ দীঘলীয়া সময় লোৱা নাছিল যদিও কনিয়াকসকলক দমন কৰাটো ইমান সহজসাধ্য নাছিল। বৰং কনিয়াকসকলৰ প্ৰচণ্ড প্ৰত্যাহ্বানৰ সন্মুখত তিষ্ঠিব নোৱাৰি আহোম সেনাই আনকি চাৰিটা বন্দুক এৰি থৈ পলাবলৈ বাধ্য হৈছিল। অৱশ্যে কিছুদিনৰ মূৰত তেওঁলোকে আহোমৰ সৈতে সন্ধি কৰি তেওঁৰ বশ্যতা স্বীকাৰ কৰে আৰু এৰি থৈ অহা বন্দুককেইটাও গতাই দিয়েহি। ১৫৩৬ খ্ৰীঃত মহংগৰ বৰদুৱৰীয়া আৰু পানীদুৱৰীয়া নগাসকলে বিদ্ৰোহ কৰাত চুহুংমুঙে তেওঁলোককো যুঁজত ঘটুৱাইছিল। ইয়াৰ ফলত মহংগৰ লোণৰ পুং তেওঁ হস্তগত কৰিছিল বুলি জনা যায়। এইদৰে চুহুংমুঙ ৰজাৰ দিনত আহোম-নগা বিবাদ ঘনীভূত হৈছিল যদিও অৱশেষত আহোমেই জয়লাভ কৰিবলৈ সক্ষম হৈছিল।

**আহোম-চুতীয়াৰ সংঘৰ্ষ ঃ** চুহুংমুঙৰ দিনত আহোম আৰু চুতীয়াৰ দীঘলীয়া বিবাদৰ অন্তত অৱশেষত সমগ্ৰ চুতীয়া ৰাজ্য আহোমৰ হস্তগত হৈছিল। কিন্তু এই বিবাদৰ সূত্ৰপাত ঘটাইছিল চুতীয়া ৰজা বীৰপালেহে। ১৫১৩ খ্ৰীঃত চুতীয়া ৰজা ধীৰ নাৰায়ণে আহোমক পৰাস্ত কৰিবলৈ মনস্থ কৰি এক শকত সৈন্যবাহিনী চুহুংমুঙৰ বিৰুদ্ধে পঠিয়াইছিল। কিন্তু আহোমক পদানত কৰাৰ বাবে ধীৰনাৰায়ণে দেখা দিবাস্বপ্নটো স্বপ্ন হৈয়েই ৰ'ল। আহোমৰ হাতত স্থল আৰু জল উভয় যুদ্ধতে শোচনীয়ভাৱে পৰাজয় বৰণ কৰিহে ধীৰ নাৰায়ণে বুজিলে যে আহোমক যুঁজত ঘটুৱাবলৈ তেওঁ যিমান সহজ হ'ব বুলি ভাবিছিল, বাস্তৱত তেওঁলোক সিমান দুৰ্বল নহয়। ইফালে সেই সময়ত চুহুংমুঙে দিচাং আৰু দিহিং নৈৰ মধ্যৱৰ্তী অঞ্চলটো হস্তগত কৰাত আহোমৰ শক্তি পূৰ্বতকৈও বৃদ্ধি পালে। অৱশ্যে এই পৰাজয়ৰ সাত বছৰৰ মূৰত চুতীয়াসকলে এবাৰ দিহিঙৰ দাঁতিকাষৰীয়া মুংখাঙত আহোমক প্ৰত্যাহ্বান জনাই পৰাস্ত নকৰাও নহয়। ১৫২২ খ্ৰীঃত চুতীয়া ৰজা নীতিপালে পুনৰ আহোমৰ সৈতে শক্তিৰ প্ৰতিদ্বন্দ্বিতাত নামি আহোম ৰাজ্য আক্ৰমণ কৰাত চুহুংমুঙে বুঢ়াগোহাঁই আৰু বৰগোহাঁইক তেওঁক দমন কৰাৰ ভাৰ দিছিল। নীতিপালে ইতিমধ্যে চেঁচা নৈৰ মুখত কোঠ মাৰিছিলহি। বুঢ়াগোহাঁই আৰু বৰগোহাঁয়ে আনহাতেদি ডিব্ৰু নৈৰ মুখত কোঠ মাৰিছিল। নীতিপালে গৈ সেই ঠাইতে আহোম ডাঙৰীয়া দুজনক আগভেটি ধৰিছিল যদিও তেওঁৰ সৈন্যসকলে আহোমক পৰাস্ত কৰিবলৈ সক্ষম নহ'ল। পুনৰবাৰ জল আৰু স্থল যুঁজত আহোমে শ্ৰেষ্ঠতা প্ৰমাণ কৰাত সৈন্যসকলে ছেদেলি-ভেলেলি হৈ পলাবলৈ ধৰিলে। এইবাৰ চুহুংমুঙে স্বয়ং এদল সৈন্য লৈ নীতিপালক পিছে পিছে খেদি গ'ল। এইদৰে তীব্ৰগতিত আহোমসকলে নীতিপালৰ ৰাজধানী শদিয়াত উপস্থিত হোৱাত উপায়হীন হৈ তেওঁ সন্ধিৰ প্ৰস্তাৱ আগবঢ়ালে। কিন্তু চুহুংমুঙে

নীতিপালৰ সন্ধিৰ প্ৰস্তাৱত তৎকালে সম্মতি নজনাই এই বুলি ক'লে যে তেওঁক কুবেৰ-দত্ত সম্পত্তি* নিদিলে তেওঁ সন্ধি নকৰে। নীতিপালে কুবেৰ-দত্ত সম্পত্তি দিবলৈ অস্বীকাৰ কৰাত পুনৰ যুঁজ-বাগৰ চলিল। এইবাৰ আহোমসকলে চুতীয়াসকলৰ পিছে পিছে খেদি গৈ চন্দ্ৰগিৰি বা চন্দনগিৰি পৰ্বত পালেগৈ। কিন্তু চুতীয়াসকলে পৰ্বতৰ ওপৰৰ পৰা প্ৰকাণ্ড প্ৰকাণ্ড শিলবোৰ নামনিত থকা আহোম সৈন্যৰ উদ্দেশ্যে নিক্ষেপ কৰিবলৈ ধৰাত কিছুদিনলৈ আহোম সৈন্যসকলে পৰ্বতটোত উঠিবলৈ সক্ষম নহ'ল। সন্মুখৰ পৰা পৰ্বতটো আৰোহণৰ ক্ষেত্ৰত বাধাপ্ৰাপ্ত হৈ আহোমসকলে অতি সংগোপনে পৰ্বতটোৰ পিছ ফাললৈ গ'ল আৰু কেতবোৰ লতা গছত ধৰি ধৰি শিখৰত উঠিলগৈ। পৰ্বতৰ ওপৰত থকা চুতীয়া সৈন্যসকলে নামনিত থকা আহোমসকলৰ পৰাজয় অৱশ্যম্ভাৱী বুলি ধৰিছিল আৰু সেয়ে হঠাতে দলে দলে আহোম সৈন্যক পৰ্বতৰ শিখৰত দেখি হতভম্ব হৈছিল। অৱশ্যে তেওঁলোকে আহোম সৈন্যৰ ওচৰত সহজে পৰাজয় বৰণ কৰা নাছিল। দুয়োদলৰ এক তয়াময়া যুঁজ লাগিছিল আৰু অৱশেষত চুতীয়া সৈন্যসকলৰ পৰাজয় ঘটিছিল। চুতীয়া ৰজা নীতিপাল (তেওঁৰ আন এটা নাম আছিল চন্দ্ৰনাৰায়ণ) আৰু তেওঁৰ পুত্ৰ সাধক নাৰায়ণৰ** এই যুঁজত মৃত্যু ঘটিছিল। এওঁলোকৰ কটা মূৰ দুটা চুহুংমুঙলৈ পঠিয়াই দিয়াত তেওঁ সেই দুটা দেওঘৰলৈ যোৱা দুৱাৰমুখত পুতি তাৰ ওপৰত শিল দিয়াইছিল। এই শিলেদি খোজ দি আহোম স্বৰ্গদেউসকলে হেনো দেওঘৰলৈ গৈ পূজা-অৰ্চনা কৰিছিল। কিন্তু আন কেতবোৰ সূত্ৰমতে, চুহুংমুঙে নাবালক সাধক নাৰায়ণক হত্যা নকৰি তেওঁক মাটিবাৰী দি প্ৰতিষ্ঠা কৰিছিল। অৱশ্যে, চুতীয়া ৰাজ পৰিয়ালৰ লোকসকলক তেওঁ ৰাজধানীৰ পৰা স্থানান্তৰিত কৰিছিল। তেওঁ চুতীয়া ৰাজ্যৰ ১২ টা পৰিয়াল দৰঙত প্ৰতিষ্ঠা কৰিছিল বুলি জনা যায়।

ইফালে, চুতীয়া ৰজা নীতিপাল বা চন্দ্ৰনাৰায়ণৰ যুঁজত মৃত্যু ঘটাত তেওঁৰ পত্নী সাধনীয়ে কুবেৰ দত্ত সম্পত্তি বুকুত বান্ধি লৈ নৈত জাঁপ দি আত্মহত্যা কৰিছিল। এইদৰে চুতীয়া ৰাজ্য নিজ অধীনলৈ আনিবলৈ সক্ষম হোৱা চুহুংমুঙে কিন্তু কুবেৰ-দত্ত সম্পত্তি হস্তগত কৰিবলৈ অক্ষম হৈছিল। সি যিকি নহওক, এতিয়াৰে পৰা চুতীয়া ৰাজ্য আহোমৰ হাতলৈ অহাত চুহুংমুঙে এই ৰাজ্যখন চোৱা-চিতা কৰিবৰ বাবে এজন বিষয়াক নিযুক্তি দিলে। এই বিষয়াজনক দিয়া পদটোৰ নাম দিয়া হ'ল 'শদিয়াখোৱা গোহাঁই'। ফ্ৰাচেনমুং বৰগোহাঁই নামেৰে ৰজাৰ এজন বিশ্বাসী ডাঙৰীয়াক এই পদত নিযুক্তি দিয়াত তেওঁ তেওঁৰ লগত আৰু এজন আহোম বিষয়া আৰু তিনিশ তিনিজন লোক লৈ নিজ পৰিয়ালৰ সৈতে শদিয়াত থাকিবলৈ ল'লে। এইদৰে চুতীয়া ৰাজ্য দখললৈ অনাৰ ফলত এতিয়া আহোম ৰাজ্যখন পুবে ব্ৰহ্মকুণ্ড আৰু ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে সোৱণশিৰি নৈলৈকে বিস্তৃত হ'ল।

**আহোম বাৰভূঞা সম্বন্ধ :** চুহুংমুঙৰ পৰৱৰ্তী অভিযান আছিল সোৱণশিৰি আৰু বৰনদীৰ মাজৰ ঠাইখিনিত থকা পৰাক্ৰমী বাৰভূঞাসকলৰ বিৰুদ্ধে আৰু তেওঁ ভূঞাসকলক দমন কৰিবলৈ সক্ষম হৈছিল। বাৰভূঞাসকলৰ বিষয়ে এই পুথিত আগতে বিস্তৃতভাৱে আলোচিত হৈছে। বাৰভূঞাসকল আছিল মাটিৰ গৰাকী। ভূঞা শব্দটোৱে শাসনকৰ্তাও বুজায়। কামৰূপ আৰু গোৱালপাৰা অঞ্চলত থকা ভূঞাসকলে প্ৰায় স্বাধীনভাৱে নিজ নিজ অঞ্চলত শাসন চলাইছিল। চুহুংমুঙৰ দিনত সোৱণশিৰিৰ পৰা মৰাধনশিৰী নৈৰ মধ্যৱৰ্তী অঞ্চলত ভালেমান ভূঞাই বসবাস কৰিছিল। এই ভূঞা বা বাৰভূঞাসকলৰ ক্ষমতা আৰু শক্তি আছিল যথেষ্ট। চুহুংমুঙে ভূঞা দমনৰ ক্ষেত্ৰত তেওঁৰ দূৰদৰ্শিতা আৰু কূটনীতিৰ পৰিচয় দিছিল। যিসকলক বলে পাৰে তেওঁ সেই ভূঞাসকলক হেলাৰঙে দমন কৰিছিল আৰু যিসকলক বলে পৰাটো কষ্টসাধ্য আছিল তেওঁলোকক সেই

---

** বীৰপাল নামৰ এজনে শদিয়াত চুতীয়া ৰাজ্য স্থাপন কৰিছিল। বীৰপালেহেনো এদিন সপোনত ধনেদেৱতা কুবেৰৰ পৰা নিৰ্দেশ পাইছিল যে পিছদিনা ৰাতিপুৱা তেওঁ এজোপা নিৰ্দিষ্ট গছৰ তললৈ গৈ যি পায় তাকে তেওঁৰ নিজৰ লগত ৰাখিব। সপোনৰ নিৰ্দেশমতে বীপাৰেল সেই ঠাইত গৈ এযোৰ ঢলে-তৰোৱাল আৰু এটা সোণৰ মেকুৰী পাইছিল। এয়ে আছি কুবেৰৰ দত্ত সম্পত্তি। এই সম্পত্তি যিমান দিন তেওঁ নিজৰ লগত ৰাখিব সিমান দিনলৈ তেওঁৰ ৰাজ্যখন তেওঁ নেহৰুৱাই বুলিও কুবেৰে তেওঁক কৈছিল।*

*** কোনো কোনো সূত্ৰমতে সাধক নাৰায়ণ তেওঁৰ খুলশালীহে-পুত্ৰ নহয়।*

স্থানৰ পৰা আনি বৰদোৱাত থাকিবলৈ দিছিল। বৰদোৱাত ভূঞাসকলক প্ৰতিষ্ঠা কৰাৰ অন্তৰালত চুহুংমুঙৰ এক কূটনৈতিক উদ্দেশ্য নিহিত আছিল। কিয়নো, বৰদোৱাৰ দক্ষিণৰ কছাৰী ৰাজ্যৰ বিদ্ৰোহীসকলে সেই স্থানত নতুনকৈ স্থাপিত হোৱা বাৰভূঞাসকলক আক্ৰমণ কৰাৰ যথেষ্ট সম্ভাৱনা আছিল। সেয়ে বৰদোৱাত থকা বাৰভূঞাসকলে কছাৰীসকলৰ সম্ভাব্য আক্ৰমণৰ পৰা সন্ত্ৰস্ত হৈ থকাৰ ফলত আহোমক আমনি কৰিবলৈ সময় আৰু সুযোগ নাপাব বুলি চুহুংমুঙৰ ধাৰণা হৈছিল। তেওঁৰ এই কূটনীতি সফল হৈছিল। বাৰভূঞাসকলে বৰদোৱাত থাকিবলৈ বাধ্য হৈ দিনে নিশাই কছাৰীসকলৰ আক্ৰমণৰ ভয়ত থাকি অৱশেষত এইবুলি ভাবিছিল যে কছাৰীৰ তলত থকাতকৈ আহোমৰ তলত থকাটোৱেই শ্ৰেয়। এইদৰে ভূঞাসকলক বুদ্ধিৰে বশ কৰি চুহুংমুঙে তেওঁলোকক কেতবোৰ নিচুকনি নীতিৰে সন্তুষ্ট ৰাখিবলৈকো সচেষ্ট হ'ল। সেইমতে তেওঁ ভূঞাসকলক ভালৰি লগাবলৈ সেইসকলৰ ভালেমান আৰ্হি গ্ৰহণ কৰিলে। যেনে— ভূঞাসকলে গাত লোৱা বচোৱাল, টঙালি আৰু তামোলখোৱা হাঁচটি আদি আহোম ৰজায়ো ব্যৱহাৰ কৰিবলৈ ল'লে। ৰজাক দেখি এইবোৰৰ ব্যৱহাৰ ক্ৰমান্বয়ে ডা-ডাঙৰীয়া, সম্ভ্ৰান্ত পৰিয়াল আদিৰ মাজতো বিস্তাৰিত হোৱাত ভূঞাসকলৰ মনবোৰ ভাল হ'ল। তদুপৰি আহোম ৰজাই ভালেমান ভূঞা ল'ৰাক তামুলী, পাচনি আদিৰ কাম দিয়াত সিবিলাক বৰ সন্তুষ্ট হ'ল।

**নৰাৰ সৈতে সম্প্ৰীতি স্থাপন ঃ** ১৫২৪ খ্ৰীঃত নৰাৰজাই চুহুংমুঙৰ ৰাজ্যত আক্ৰমণ চলাইছিল যদিও নিজেহে পৰাজিত হ'বলগীয়াত পৰিল। সেইবাবে তেওঁ নিজ ভগ্নীক চুহুংমুঙলৈ বিয়া দি তেওঁৰ সৈতে মিত্ৰতা কৰাৰ বাহিৰে গত্যন্তৰ বিচাৰি নাপালে। এই সন্ধিৰ পিছত নৰাৰজালৈ মিত্ৰতা আৰু সদিচ্ছাৰ চিনস্বৰূপে চুহুংমুঙেও তেওঁলৈ এগৰাকী আহোম কন্যা, এটা দঁতাল হাতী আৰু একুৰি ৰূপৰ চুলা লগোৱা জাপি উপহাৰ হিচাপে আগবঢ়াইছিল।

**আহোম কছাৰী বিবাদ ঃ** চুহুংমুঙৰ দিনত কনচেং বৰপাত্ৰ গোহাঁয়ে পূৰ্বতে চুহেন্‌ফাৰজাৰ দিনত দিখৌ নৈৰ পূব দিশত কছাৰীসকলে দখল কৰা মাটিখিনি উদ্ধাৰৰ চেষ্টাত এক অভিযান আৰম্ভ কৰাইছিল। ফলত কছাৰীসকলে ভয় খাই লৰালৰিকৈ যথাক্ৰমে নামদাং আৰু দেৰগাঁৱলৈ পলায়ন কৰিছিল। দেৰগাঁও আৰু মৰংগী কোনে পাব সেইটোও এক কূটনৈতিক বুদ্ধিৰে কনচেঙে সমাধান কৰা দেখা গৈছিল। দেৰগাঁও আহোমে নে কছাৰীয়ে পাব সেই প্ৰশ্নটোৰ মীমাংসা হ'ল এইদৰে— আহোম সেনাপতিয়ে ঘোষণা কৰিলে যে আহোম আৰু কছাৰী উভয়ে সেই ঠাইতে বলি উছৰ্গা কৰিব আৰু যেয়ে একে ঘাপতে বলি উছৰ্গা কৰিবলৈ সক্ষম হ'ব সেয়ে দেৰগাঁও লাভ কৰিব। সেই মতে বলি দিয়া প্ৰতিযোগিতা আৰম্ভ হ'লত আহোমে একে ঘাপে বলি দি দেৰগাঁৱখন দাবী কৰাত কছাৰীসকলে ঠাইখন আহোমক এৰি দিলে। মৰংগীৰ ক্ষেত্ৰত এইদৰে বাজী ধৰা হ'ল যে আহোম আৰু কছাৰীয়ে দুটা পুখুৰী খান্দিব আৰু যাৰে পুখুৰীত পানী ওলাব মৰংগী সেয়ে পাব। তাৰ পিছত দুয়ো পক্ষই পুখুৰী খন্দাত লাগিল। আহোমসকলে হেনো পুখুৰী অলপ খান্দিয়েই পুখুৰীৰ তলটো কুমাৰৰ মাটিৰে লেপি লৈ বাঁহৰ চুঙাৰে তাঁলে পানী কঢ়িয়াই আনি পুখুৰীত ভৰাই লৰালৰিকৈ কছাৰীসকলক মাতি দেখুৱালে যে আহোমৰ পুখুৰীত পানী ওলাল। এইদৰে বুধি কৰি মৰংগীও আহোমে হস্তগত কৰিলে। ইয়াৰ পিছত ১৫২৬ খ্ৰীঃত দেৰগাঁৱত সোমাই কছাৰীসকলে তিনিজন হাতী মাউতক হত্যা কৰি হাতীবোৰ লৈ যোৱাত পুনৰ আহোম-কছাৰীৰ বিবাদ আৰম্ভ হয়। এই বিবাদৰ ফলস্বৰূপে এটা সংঘৰ্ষত কছাৰীসকলৰ জয় হোৱাত চুহুংমুঙে তিনিওজন ডাঙৰীয়াকে বহু সৈন্য-সামন্ত দি কছাৰীসকলক পৰাস্ত কৰিবলৈ পঠিওৱাত তেওঁলোকে সফলতা লাভ কৰিছিল। কছাৰীসকলৰ ৰাজ্যখন আহোমে এইবাৰ তচনচ কৰি পেলোৱাত তেওঁলোকে আনকি সন্ধি নকৰাকৈয়ে প্ৰাণ লৈ পলাই গৈছিল। ১৫৩১ খ্ৰীঃত আকৌ আহোম-কছাৰীৰ সংঘৰ্ষৰ পুনৰাবৃত্তি ঘটাত এইবাৰো কছাৰীসকলে শোচনীয়ভাৱে পৰাজিত হয় আৰু তেওঁলোকৰ ৰজা খুনখুৰাই ডিমাপুৰত লুকাই থাকেগৈ। সেই সময়তে কছাৰী ৰাজ্যত আৰু এক অঘটন ঘটিল। ডেটচুং নামৰ এজন কছাৰী কোঁৱৰে নিজে কছাৰী ৰাজ্যৰ ৰাজপাট অধিকাৰ কৰাৰ মানসেৰে চুহুংমুঙলৈ এক কটকীযোগে এই বুলি বাতৰি দিলে যে প্ৰকৃতপক্ষে তেওঁহে কছাৰীসকলৰ ৰজা হ'ব লাগিছিল, কিন্তু খুনখুৰাই বলপূৰ্বকভাৱে সেই ৰাজ্যৰ

ৰাজপাটখন নিজৰ হাতলৈ নিছে। সেইবাবে এতিয়া তেওঁ এই সিংহাসনখন উদ্ধাৰৰ ক্ষেত্ৰত আহোম ৰজাই যেন তেওঁক সহায় কৰে। অৱশেষত ডেটচুঙে বহু ভাৱভেঁটী চুহুংমুঙলৈ পঠিওৱাৰ উপৰি নিজ ভগ্নীক তেওঁলৈ বিয়া দিয়ে আৰু চুহুংমুঙেও তেওঁক 'থাপিত সঞ্চিত' কছাৰী ৰজা হিচাপে স্বীকৃতি দিয়ে। ডেটচুঙে আহোমক বছৰেকীয়া কৰ শোধাবলৈকো প্ৰতিজ্ঞা কৰে। কিন্তু দিন যোৱাৰ লগে লগে ডেটচুঙে আহোমৰ 'থাপিত সঞ্চিত' ৰজা হিচাপে নাথাকি স্বাধীন হৈ থাকিবলৈ মন কৰে। এই বাতৰি পাই চুহুংমুং অতি ক্ৰোধান্বিত হয় আৰু ১৫৩০ খ্ৰীঃত পুনৰবাৰ কছাৰীসকলক প্ৰত্যাহ্বান জনায়। তয়াময়া যুঁজ লগাৰ ফলত ডিমাপুৰৰ পতন ঘটে আৰু ডেটচুঙে মাইবঙলৈ পলাই যায়। পিছত ডেটচুঙক হত্যা কৰি তেওঁৰ কটা মূৰটো চৰাইদেউত পুতি থোৱা হয়। এইদৰে চুহুংমুঙৰ দিনত আহোমে কছাৰীসকলৰ হাতৰ পৰা এক বিৰাট ভূখণ্ড কাঢ়ি ল'বলৈ সক্ষম হয়। এতিয়াৰে পৰা মাইবং কছাৰী ৰাজ্যৰ ৰাজধানী হয়। ধনশিৰী অঞ্চলৰ প্ৰশাসন চলাবলৈ আহোমে মৰংগীত মৰংগীখোৱা বিষয়া গোহাঁইৰ পদ সৃষ্টি কৰে।

**মুছলমানৰ আহোম ৰাজ্য আক্ৰমণ আৰু মূলা গাভৰুৰ বীৰত্ব ঃ** চুহুংমুঙৰ দিনৰ আন এটা অতি উল্লেখযোগ্য ঘটনা আছিল মুছলমানসকলৰ সৈতে আহোমসকলৰ সংঘৰ্ষ। তেওঁৰ দিনত মুছলমানে পোনপ্ৰথমবাৰ আহোম ৰাজ্য আক্ৰমণ কৰিছিল। ১৫২৭ খ্ৰীঃত বংগৰ পৰা বৰ উজীৰৰ (এওঁৰ প্ৰকৃত নাম জনা নাযায়) নেতৃত্বত এদল মুছলমান সৈন্য ব্ৰহ্মপুত্ৰ নৈৰে উজাই গৈ বুৰৈ নৈৰ ওচৰ পোৱাত আহোমে তেওঁলোকক প্ৰত্যাহ্বান জনায়। এই সংক্ৰান্তত লগা যুঁজ- বাগৰত মুছলমানসকলে পৰাজয় বৰণ কৰি তীব্ৰ গতিত নিজ ৰাজ্যলৈ আঁতৰি যায়।

ইয়াৰ কিছুদিন অতিবাহিত হোৱাৰ মূৰকত আকৌ এদল মুছলমান সৈন্যই ব্ৰহ্মপুত্ৰইদি উজাই তেমনি ওলোৱাত এইবাৰো আহোম সেনাই তেওঁলোকক ভেটা দিবলৈ সক্ষম হৈছিল। এইবাৰ তেওঁলোকে হেনো পঞ্চাশখন নাৱত আহিছিল। কিন্তু আহোমৰ সন্মুখত তিষ্ঠিব নোৱাৰি তেওঁলোকৰ সেনাপতিজনে হেনো নাও এৰি ঘোঁৰা চেঁকুৰাই কোনোমতে নিজ ৰাজ্য পাইছিলগৈ। এইদৰে দুবাৰকৈ মুছলমান সৈন্যই জলপথেৰে বংগৰ পৰা আহি আক্ৰমণ চলোৱাত আহোমসকলে সতৰ্কতা অৱলম্বন কৰি উত্তৰে ভৰলী নৈৰ মুখ আৰু শিংগৰী আৰু দক্ষিণে সলাত কোঠ মাৰি শত্ৰুদলে পুনৰ আক্ৰমণৰ বাবে সাহস কৰিলে তেওঁলোকক এসেকা দিবলৈ বাট চাই ৰ'ল। আহোমসকলে ভবা ধৰণেই মুছলমান আক্ৰমণকাৰীসকলে পুনৰবাৰ আহি শিংগৰিত আক্ৰমণ চলোৱাৰ লগে লগে ভৰলু আৰু সলাত বাহৰ পাতি থকা আহোম সৈন্যদল আহি তেওঁলোকৰ ওপৰত জঁপিয়াই পৰিলেহি। ফলত মুছলমান আক্ৰমণকাৰীসকল পুনৰ পৰাজিত হ'ল আৰু তেওঁলোকৰ সেনাপতি বিতমালিক ৰণত পৰিল। ১৫৩২ খ্ৰীঃত মুছলমান সৈন্য আকৌ আহিল। এইবাৰ তেওঁলোকৰ নেতৃত্ব লৈছিল সেনাপতি তুৰ্বকে। এই সৈন্যদলে শিংগৰি দুৰ্গৰ বিপৰীতে ছাউনী পাতিছিল। চুহুংমুঙে তেওঁৰ বৰপুত্ৰ চুক্লেন্‌ৰ নেতৃত্বত এদল আহোম সৈন্যক তুৰ্বকক আক্ৰমণ কৰিবলৈ পঠিয়াইছিল যদিও এইবাৰ আহোম সেনা পৰাস্ত হোৱাৰ উপৰি চুক্লেন্ নিজেও আহত হ'ল। এই যুঁজখনে আহোমৰ বাবে যেন দুৰ্ভাগ্য কঢ়িয়াই আনিছিল। এইবাৰ আহোমৰ এজন বাচকবনীয়া বীৰ ফ্ৰাচেন্‌মুং বৰগোহাঁইকে আদি কৰি এক বুজনসংখ্যক সৈন্য আৰু বছা বছা লোক ৰণত পৰিল। এইদৰে ৰণত জিকি মুছলমান সৈন্যদল আগবাঢ়ি গৈ কলিয়াবৰ পালেগৈ। ইতিমধ্যে চুক্লেন্ নিৰাময় হ'ল আৰু শত্ৰু সৈন্যক প্ৰত্যাহ্বানৰ বাবে তেওঁ নতুন উদ্যমেৰে সৈন্যদল সাজু কৰিবলৈ লওঁতেই মুছলমান সৈন্যই সলালৈ আহি তেওঁক আক্ৰমণ কৰিলেহি। এইবাৰো আহোম সৈন্যসকল পৰাস্ত হৈছিল যদিও তেওঁলোকে মনোবল অটুট ৰাখি মৰো জীউ কৈ যুঁজ চলাই যোৱাৰ ফলত মুছলমান সৈন্যসকল ঘোৰ বিপৰ্যয়ৰ সন্মুখীন হৈছিল। তেওঁলোকৰ সেনাপতিদ্বয় বংগাল আৰু তাজু যুঁজত নিধন হোৱাৰ উপৰি প্ৰায় এহাজাৰজন সৈন্যৰ মৃত্যু ঘটাত মুছলমানৰ শিবিৰত এক হাহাকাৰ অৱস্থাৰ সৃষ্টি হৈছিল। এই বিপৰ্যয়ৰ বাতৰি পাই পিছদিনাখনেই বংগৰ নবাব হুছেইন খাঁই পঠিওৱা আন এদল সৈন্যই আহি তুৰ্বকৰ হাত শক্তিশালী কৰিছিল যদিও পুনৰবাৰ দিকৰাই নৈৰ তীৰত তেওঁলোকে যুঁজত হাৰে। এইদৰে আৰু কেইখনমান যুঁজতো মুছলমানসকল পৰাস্ত হৈছিল। ইয়াৰ

শেষৰখন যুঁজ সংঘটিত হৈছিল ভৰলী নৈৰ তীৰত আৰু এই যুঁজত ফ্ৰাচেনমুং বৰগোহাঁইৰ বিধৱা পত্নী মুলাগাভৰুৱেও অতি পৰাক্ৰমেৰে যুঁজ দিছিলহি। মুলাগাভৰুৰ যুঁজত যোগদান আৰু যুদ্ধক্ষেত্ৰত তেওঁ দেখুওৱা বীৰত্বই আহোম সেনাসকলক নতুন উদ্যমেৰে যুঁজিবলৈ উৎসাহ যোগাইছিল। কিন্তু অৱশেষত মুলাগাভৰুও ৰণত পৰিছিল। ইয়াৰ পিছত যুদ্ধ চলি থকা অৱস্থাতে তুৰ্বক ঘোঁৰাৰ পৰা পৰি যোৱাত কনচেং বৰপাত্ৰ গোহাঁয়ে হেনো নিজ হাতেৰে তুৰ্বকৰ মূৰটো দুছেও কৰিছিল। পিছত তুৰ্বকৰ কটা মূৰটো নি চৰাইদেউত পুতি থোৱা হৈছিল। এইদৰে তুৰ্বকৰ আকস্মিক মৃত্যুত হতভম্ব হোৱা মুছলমান সৈন্যসকলক আহোম সেনাই খেদি নি কৰতোৱা নৈ পাৰ কৰি থৈ আহিছিল। বংগৰ পৰা অহা আন এজন সেনাপতি হুছেইন খাঁয়ো যুঁজত প্ৰাণ হেৰুৱাইছিল। আহোমৰ এই বিজয়ৰ অন্তত কৰতোৱা নৈক তেওঁলোকৰ ৰাজ্যৰ পশ্চিম সীমা বুলি কৈ তাত এটা পুখুৰী খান্দি তাৰ পাৰত দ'ল সজা হৈছিল। উল্লেখযোগ্য যে কৰতোৱা নৈৰ পাৰৰ পৰা উভতি অহাৰ সময়ত আহোম সেনাপতিয়ে গৌড়ৰ ৰজাৰ ওচৰলৈ কটকী প্ৰেৰণ কৰি তেওঁৰ সৈতে মিত্ৰতা কৰিছিল। সেয়ে কোনো কোনো ঐতিহাসিকে ভাবে যে যিসকল মুছলমান সৈন্যই আহি আহোম ৰাজ্য আক্ৰমণ কৰিছিলহি তেওঁলোকক বোধকৰো বংগৰ আন কোনোবা শাসনকৰ্তাইহে প্ৰেৰণ কৰিছিল— গৌড়ৰ ৰজাই নহয়। অৱশ্যে এই তথ্যৰ সত্যাসত্য এতিয়াও থিৰ কৰিব পৰা হোৱা নাই। মনকৰিবলগীয়া তুৰ্বকৰ দলৰ এই আক্ৰমণকাৰী মুছলমান সৈন্যৰ বহুতে আহোমৰ হাতত বন্দী হৈছিল। এইসকল লোক অসমতে থাকি যায়। কথিত আছে যে এই বন্দীসকলক হেনো আহোমসকলে প্ৰথমতে হাতীক ঘাঁহ খুওৱাৰ দায়িত্ব দিছিল। কিন্তু সেই কাম কৰিবলৈ অপাৰগ হোৱাত তেওঁলোকক খেতি কৰিবলৈ দিয়া হৈছিল যদিও সেই কামতো তেওঁলোক অনভিজ্ঞ বুলি প্ৰমাণিত হ'ল। উপায় নাপাই তেওঁলোকক পিতলৰ বাচন তৈয়াৰ কৰাৰ কাম দিয়াত সেই কামত তেওঁলোকে নিজকে উপযুক্ত বুলি প্ৰমাণ কৰিবলৈ সক্ষম হ'ল। পিতল পিটি পিটি তেওঁলোকে লোটা, কলহ, চৰিয়াকে আদি কৰি বিভিন্ন বাচন-পত্ৰ গঢ় দিবলৈ ধৰিলে। পিতল পিটি বা মাৰি বাচন তৈয়াৰ কৰাৰ বাবে তেওঁলোকে মৰীয়া নাম পালে। এইদৰে অসমত মৰীয়াসকলৰ উৎপত্তি ঘটিছিল বুলি কোৱা হয়। অৱশ্যে মৰীয়াৰ উৎপত্তি সম্বন্ধে আন কেতবোৰ সূত্ৰও আছে।

**আহোম-কোচ বিবাদ ঃ** চুহুংমুঙৰ দিনত আহোম-কোচৰ সম্বন্ধৰ বিষয়ে তথ্যৰ অভাৱ নহ'লেও এই তথ্যসমূহৰ মাজত যথেষ্ট মতভেদ দেখা যায়। আহোম বুৰঞ্জীয়ে কয় যে আহোমে মুছলমানসকলক নিজ ৰাজ্যৰ পৰা খেদি নি কৰতোৱা নৈ পাৰ কৰি থৈ অহাৰ সময়ত বাটতে কোচ ৰজা বিশ্বসিংহৰ ৰাজ্য আক্ৰমণ কৰি তেওঁক কৰতলীয়া কৰিছিল। এই পৰাজয়ৰ ফলত বিশ্বসিংহৰ ৰাজ্যখন আহোমৰ 'থাপিত-সাঞ্চিত ৰাজ্য'ত পৰিণত হৈছিল বুলি বুৰঞ্জীসমূহে দাবী কৰে। কিন্তু কোচ-ৰাজবংশাৱলী মতে ১৫৩৭ খ্ৰীঃত বিশ্বসিংহই আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ ব্ৰহ্মপুত্ৰয়েদি শিংগৰি ওলাইছিলগৈ। কিন্তু যেতিয়া তেওঁ দেখিলে যে এই অভিযান দীঘলীয়া হ'লে তেওঁৰ শিবিৰত ৰচদপাতিৰ অভাৱ হ'ব তেতিয়া তেওঁ আৰু আগনাবাঢ়ি বা আহোমক প্ৰত্যাহ্বান নজনোৱাকৈও উভতি যোৱাটোকে শ্ৰেয় বুলি বিবেচনা কৰিলে। ইয়াৰ পৰৱৰ্তীকালত বিশ্বসিংহই আহোমৰজাক প্ৰত্যাহ্বান জনোৱা সম্বন্ধে নিজৰ সিদ্ধান্ত সলনি কৰি তেওঁৰ সৈতে বন্ধুত্ব কৰিবলৈহে মন কৰিলে আৰু সেই মতে বহু ভাৰভেটীৰে আহোম ৰজাৰ ৰাজসভালৈ কটকী পঠিয়ালে। আহোম বুৰঞ্জীয়ে এই ঘটনাটো অস্বীকাৰ কৰা নাই। কিন্তু কৈছে যে বিশ্বসিংহই 'থাপিত-সাঞ্চিত ৰজা' হিচাপে আহোমৰ অধীনত থাকিবলৈ বিচৰা নাছিল আৰু সেয়ে আহোমক আক্ৰমণ কৰিবলৈ নৌপথেদি শিংগৰি পাইছিলহি যদিও ৰচদ-পাতিৰ অভাৱ হোৱাত যুদ্ধ নকৰাকৈয়ে উভতি গৈছিল। তেওঁ আহোম ৰজালৈ কটকীযোগে বহু উপহাৰো পঠিয়াইছিল। আধুনিক ঐতিহাসিকসকলে দুয়োটা তথ্যকে সমৰ্থন কৰি কয় যে আহোমে কোচসকলক পৰাস্ত কৰাৰ পিছত বিশ্বসিংহই তেওঁলোকক আক্ৰমণ কৰিবলৈ শিংগৰিলৈ আহিছিল যদিও উভতি গৈ ভাৰ-ভেটীৰে এজন কটকী পঠিয়াই আহোম ৰজা চুহুংমুঙৰ সৈতে মিত্ৰতাৰ হাত আগবঢ়াইছিল। ১৫৩৭ খ্ৰীঃত চুহুংমুং আৰু তেওঁৰ সাময়িক মণিপুৰৰ ৰজাৰ মাজত কটকী বিনিময়ৰ যোগেদি মিত্ৰতা স্থাপন হৈছিল আৰু তেতিয়াৰে পৰা দুয়ো দেশৰ মাজত

এক সৌহার্দ্যমূলক সম্বন্ধ গঢ়ি উঠিছিল। মণিপুৰৰ ৰজাই চুহুংমুঙলৈ তিনিগৰাকী কুঁৱৰী বন্ধুত্বৰ চিনস্বৰূপে প্ৰেৰণ কৰিছিল বুলি কোনো কোনো সূত্ৰই কয়।

**মণিপুৰৰ সৈতে মিত্ৰতা ঃ** বিয়াল্লিছ বছৰৰ দীঘলীয়া ৰাজত্বৰ অন্তত চুহুংমুঙে তেওঁৰ নিজ পুত্ৰ চুক্লেনমুঙৰ ষড়যন্ত্ৰৰ বলি হৈ প্ৰাণ হেৰুৱাইছিল। এই ষড়যন্ত্ৰৰ অন্তৰালত থকা কাহিনীটো আছিল এনেধৰণৰ—

আহোম-কছাৰী বিবাদ কালত আহোমসকলে ডিমাপুৰত উপস্থিত হ'লত আহোমৰ থাপিত-সাঞ্চিত কছাৰী ৰজা ডেটচুঙে তাৰ পৰা পলায়ন কৰিলে। ইফালে ডিমাপুৰৰ পতন ঘটাত ডেটচুঙৰ মাক আৰু তিনিগৰাকী ৰাজকুঁৱৰী আহোমৰ হাতত পৰিল। আহোমে মাকক হত্যা কৰি ৰাজকুঁৱৰী তিনিগৰাকীক আহোম ৰজাৰ কাৰেঙলৈ পঠিয়াই দিলে। আহোম ৰাজকোঁৱৰ চুকলেনমুঙে হেনো এই কন্যাকেইগৰাকীক বিয়া কৰিবলৈ মন কৰিছিল। কিন্তু চুহুংমুঙে হেনো ক'লে, 'এই কন্যাকেইগৰাকী মোকহে দিছে, সি ল'ব নাপায়।' এয়ে সম্ভৱতঃ আছিল পিতা-পুত্ৰৰ মনোমালিন্যৰ গুৰি। কিন্তু ইয়াৰ বাহিৰেও অন্যান্য কাৰণতো দুয়োৰে মাজত খকাখুন্দা লগা দেখা গৈছিল। মুছলমানৰ আক্ৰমণ কালত চুক্লেংমুঙে শত্ৰুদলৰ সৈতে লেনদেন কৰা বুলি চুহুংমুঙে সন্দেহ কৰিছিল। সেইবাবে তেওঁ হেনো চুক্লেনমুঙৰ মাতৃক বিশ্বাসঘাতকতা নকৰে বুলি পানীত হাত জুবুৰিয়াই শপত খুৱাইছিল। চুক্লেনমুঙে পিতৃক দেখা কৰিবলৈ আহি প্ৰচলিত নিয়ম অনুসৰি সন্মান নজনোৱাৰ বাবেও হেনো ৰজা তেওঁৰ ওপৰত বিতুষ্ট হৈছিল। এবাৰ হেনো কুকুৰা যুঁজ খেল লৈয়ো দুয়োৰো মাজত প্ৰকাশ্যে কথা কটাকটি হৈছিল। এইবোৰ ঘটনাই পিতা-পুত্ৰৰ সম্বন্ধৰ অৱনতিৰ কথাকে প্ৰমাণ কৰিছিল। অৱশেষত চুক্লেনমুঙে ৰতিৰাম নামৰ কছাৰী লগুৱা এজনক গোপনে পিতৃৰ শোৱনি কোঠাত সুমুৱাই দি তেওঁক তৰোৱালেৰে খুঁচি হত্যা কৰোৱায়। ৰজাক হত্যা কৰি ৰতিৰামে পলাবলৈ চেষ্টা কৰিছিল যদিও কাৰেঙৰ ৰখীয়াসকলে তেওঁক ধৰি মাৰি পেলায়।

**চুহুংমুঙৰ কৃতিত্ব আৰু চৰিত্ৰ ঃ** এইদৰে আহোমৰ অন্যতম শ্ৰেষ্ঠ ৰজা চুহুংমুঙে নিজ পুত্ৰৰ দ্বাৰা প্ৰেৰিত আততায়ীৰ হাতত শোকাবহভাৱে মৃত্যুমুখত পৰিছিল। এইজন বাহুবলী যোদ্ধা, বিচক্ষণ কূটনীতিবিদ, দূৰদৰ্শী ৰাজনীতিজ্ঞ আৰু সুদক্ষ শাসক হিচাপে নিজকে প্ৰতিষ্ঠা কৰা আহোম ৰজাৰ ৰাজত্বৰ কালছোৱাক বহুতে আহোম বুৰঞ্জীৰ 'সোণালী যুগ' বুলিও কয়। তেওঁ বকতাত ৰাজধানী স্থাপন কৰিছিল। আহোম ৰাজপৰিয়ালৰ মাজত মিলাপ্ৰীতি যাতে বজাই থাকে তাৰ বাবেও তেওঁ যথেষ্ট চিন্তা কৰিছিল আৰু সকলোবোৰ কোঁৱৰকে একোখনকৈ খাত-পাম দি প্ৰতিষ্ঠা কৰিছিল। সেই মৰ্মে তেওঁ ৰাজকোঁৱৰসকলক দিহিংগীয়া, তিপমীয়া, চাৰিংগীয়া, নামৰূপীয়া, তুংখুংগীয়া নামৰ পাঁচটা ফৈদত ভাগ কৰি এনে ধৰণৰ খাত-পামবোৰ দিয়াৰ উপৰি তেওঁলোকক ৰজা উপাধি দিছিল। চামগুৰিতো এজন ৰজা আছিল। ১৫১০ খ্ৰীঃত এইজন ৰজাৰ দিনতে অসমত পোনপ্ৰথমবাৰ লোক-পিয়ল হৈছিল। সেই উদ্দেশ্যে তেওঁ প্ৰজাসকলক বিভিন্ন খেলত ভাগ কৰি প্ৰতিটো খেলৰ পৰা মানুহৰ হিচাপ লৈ মুঠ জনসংখ্যা আৰু তেওঁলোকৰ অৱস্থা নিৰূপণ কৰিছিল। চুহুংমুঙৰ দিনত আহোম ৰাজ্যৰ সীমা বিস্তাৰ হৈছিল। ১৫১৬ খ্ৰীঃত আৰু ১৫২০ খ্ৰীঃত তেওঁ দুবাৰকৈ চুতীয়াসকলক পৰাজিত কৰিছিল। এই বাহুবলী ৰজাজনে আইতনীয়া, খামজাংগীয়া, তাবলুংগীয়া, জাকতুংগীয়া, নানচংগীয়া কন্যাক বা কনিয়াক, মহংগৰ বৰদুৱৰীয়া, পানী দুৱৰীয়া আদি ভালেমান নগালোকক দমন কৰি তেওঁৰ পৰাক্ৰমৰ চিনাকি দিছিল। তেওঁ দুবাৰকৈ কছাৰী ৰাজ্যতো সফল অভিযান চলাইছিল। ১৫২৭ খ্ৰীঃত আহোম ৰাজ্যত আক্ৰমণ কৰিবলৈ অহা মুছলমান সৈন্যক যুঁজত পৰাস্ত কৰি তেওঁলোকৰ পৰা ৪০টা ঘোঁৰা আৰু ২০/৪০টা মান কামান নিজ হস্তগত কৰিছিল। ইয়াৰ পিছতো তেওঁ দুবাৰকৈ মুছলমানৰ সৈন্যক শোচনীয়ভাৱে পৰাজিত কৰিবলৈ সক্ষম হৈছিল। পৰাক্ৰমী ভূঞাসকলকো তেওঁ পৰাভূত কৰিছিল। মণিপুৰৰ ৰজাই অতি আগ্ৰহেৰে তেওঁৰ সৈতে মিত্ৰতা কৰিছিল। কোচ ৰজা বিশ্বসিংহই আহোমৰ আকস্মিক আক্ৰমণৰ ফলত চুহুংমুঙৰ কৰতলীয়া বা থাপিত-সাঞ্চিত ৰজা হ'বলৈ মান্তি হ'বলগীয়াত পৰিছিল। পিছত বোধকৰো তেওঁ চুহুংমুঙৰ বিৰুদ্ধে অভিযান প্ৰেৰণ কৰি শিংগৰিলৈকে আগবাঢ়িছিল যদিও সেই অভিযান অকস্মাতে এৰি পুনৰ

কটকীযোগে ভাৰভেটী পঠিয়াই তেওঁৰ সৈতে মিত্ৰতাৰ হাত আগবঢ়াইছিল। উল্লেখযোগ্য যে মুছলমানৰ পৰা তেওঁ আগ্নেয় অস্ত্ৰৰ ব্যৱহাৰ শিকিছিল। অসমত খাৰ-বাৰুদ ব্যৱহাৰ কৰা ৰজা তেৱেঁই আছিল প্ৰথম। নতুনকৈ অধিকাৰ কৰা কেতবোৰ অঞ্চল চোৱাচিতা কৰিবলৈ তেওঁ কিছুমান নতুন পদবীৰ সৃষ্টি কৰি উপযুক্ত লোকক তেনে পদত অধিষ্ঠিত কৰিছিল। এনে পদবীৰ ভিতৰত আছিল শদিয়াৰ বাবে শদিয়াখোৱা গোহাঁই আৰু মৰংগীৰ বাবে মৰংগীখোৱা গোহাঁই। বৰপাত্ৰগোহাঁই পদবীৰো তেওঁ আছিল সৃষ্টিকাৰক। তেওঁৰ বিশাল ৰাজ্যখনত তেওঁ পাৰ্যমানে একতা আৰু সংহতি স্থাপনৰ বাবেও সচেষ্ট হৈছিল। ভূঞাসকলক দমন কৰিলেও তেওঁ তেওঁলোকৰ কেতবোৰ বস্তু সমাদৰ কৰিছিল। এনে বস্তুসমূহৰ ভিতৰত ভূঞাসকলৰ বচোৱাল, টঙালি, তামোলখোৱা হাঁচটি আদিৰ বিষয়ে উল্লেখ কৰিব পাৰি। ভূঞাসকলৰ ভালেমান ডেকা ল'ৰাক তেওঁ কৰ্মসংস্থাপন দিছিল। যিসকল মুছলমান বন্দীয়ে পিছলৈ অসম দেশতে থাকি গৈছিল সেইসকলক তেওঁ দুৰ্ব্যৱহাৰ নকৰি কৰ্মসংস্থানৰ সুবিধা দিয়াটোও মন কৰিবলগীয়া। চুতীয়া আৰু কোচ ৰাজ্যৰ পৰা তেওঁ ভালেমান কাৰিকৰী বিদ্যাত পাৰ্গত লোক আনি অসমত প্ৰতিষ্ঠা কৰিছিল। উল্লেখযোগ্য যে এইজন প্ৰতিভাশালী ৰজাৰ দিনত আহোম ৰাজপৰিয়ালৰ ওপৰত হিন্দু ধৰ্মৰ প্ৰভাৱ বৃদ্ধি হৈছিল। চুহুংমুঙে হিন্দু প্ৰভাৱৰ বাবে নিজেও স্বৰ্গনাৰায়ণ উপাধি গ্ৰহণ কৰিছিল যেন অনুমান হয়। এডবাৰ্ড গেইটে ভাবে যে এই 'স্বৰ্গনাৰায়ণ'ৰ পৰা পিছলৈ 'স্বৰ্গদেউ' শব্দটো ওলাইছিল। সম্ভৱতঃ এতিয়াৰে পৰা আহোম ৰজাসকলে কাকতে-পত্ৰে নিজকে স্বৰ্গদেউ বুলি ক'বলৈ ধৰে। এইজন ৰজাৰ দিনত শ্ৰীমন্ত শংকৰদেৱে বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল। (অৱশ্যে ৰজাৰ বাবে বনৰীয়া হাতী ধৰি দিব নোৱৰাৰ অপৰাধত দোষী সাব্যস্ত হৈ শংকৰদেৱে আহোম ৰাজ্য এৰি পশ্চিমৰ কোচ ৰাজ্যলৈ আঁতৰি গৈছিল বুলিও কেতবোৰ সূত্ৰই কয়।) উল্লেখযোগ্য যে বংগৰ চুলতানেও খানবিবি দাৰমতী আৰু খানবিবি হাৰমতী নামৰ দুগৰাকী কন্যাৰ লগত ঘোঁৰাঘাট, ফৰিয়াবাদ, পতলাদহ, এঘাৰ সেন্দুৰ আৰু ছেৰপুৰ নামৰ পাঁচখন ঠাই চুহুংমুঙলৈ উপহাৰ হিচাপে দি মিত্ৰতা কৰিছিল। তদুপৰি সমসাময়িক উৰিষ্যাৰ ৰজা প্ৰতাপ ৰুদ্ৰদেৱৰ (১৪৯৭-১৫৪০ খ্ৰীঃ) সৈতেও চুহুংমুঙে মিত্ৰতা স্থাপন কৰি পুৰীৰ জগন্নাথ মন্দিৰৰ দাঁতিত এটা পুখুৰী খন্দাইছিল। সম্ভৱতঃ মুছলমানসকলে কেইবাবাৰো অসম আক্ৰমণ কৰাৰ বাবে চুবুৰীয়া উৰিষ্যাৰ সৈতে মিত্ৰতা কৰি নিজ ৰাজ্যৰ প্ৰতিৰক্ষা সুদৃঢ় কৰাৰ চিন্তা কৰিয়েই চুহুংমুঙে এই মিত্ৰতা কৰিছিল। এইদৰে চুহুংমুঙে দিহিংগীয়া অসমৰ এজন অতি লেখত ল'বলগীয়া ৰজা আছিল। তেওঁক সমসাময়িক অসমৰ নিৰ্মাতা বুলিও অভিহিত কৰিব পাৰি। এইজন বহুমুখী প্ৰতিভাসম্পন্ন, দূৰদৰ্শী আৰু প্ৰজা হিতকাৰী ৰজাৰ দিনতে পূৰ্বৰ 'জোভিয়ান' পদ্ধতিৰে ষাঠি বছৰেৰে গণনা কৰি চন-তাৰিখ উলিওৱা নিয়মৰ ঠাইত হিন্দুসকলৰ শকাব্দ গ্ৰহণ কৰা হৈছিল বুলিও জনা যায়। এক বৈচিত্ৰ্যপূৰ্ণ ৰাজত্বৰে ইতিহাসৰ পাতত নাম থৈ যোৱা চুহুংমুঙে আজিকোপতি ঐতিহাসিকসকলৰ পৰা সমাদৰ পাবলৈ সক্ষম হৈছে আৰু লগতে আহোমসকলৰ এজন জাকত জিলিকা ৰজা হিচাপেও স্বীকৃত হৈ আহিছে।

**চুকলেনমুঙ বা গড়গঞা ৰজা (১৫৩৯-১৫৫৩ খ্ৰীঃ) ঃ** পিতৃহন্তা চুকলেন্‌মুঙে ৰাজপাটত বহি পিতৃ হত্যাৰ ক্ষেত্ৰত তেওঁৰ ভূমিকা যাতে কোনেও গম নাপায় সেইবাবে সচেষ্ট হোৱা দেখা গৈছিল। তেওঁ পিতৃ চুহুংমুঙক হত্যা কৰিবৰ বাবে নিযুক্তি কৰা লগুৱা ৰতিৰামক এই হত্যাকাণ্ডৰ নিশাতেই ৰাজকাৰেঙৰ প্ৰহৰীবিলাকে মাৰি পেলাইছিল। এতিয়া চুকলেন্‌মুঙে হত্যাকাৰী লগুৱাজনৰ ভায়েকে কেতিয়াবা হয়তো এই হত্যাকাণ্ডত তেওঁৰ হাত থকাৰ কথা প্ৰকাশ কৰিব বুলি শংকা কৰি তেওঁকো বধ কৰায়। কিন্তু আনহাতেদি ৰজা হিচাপে ৰাজ্যখনত তেওঁ এটা সুস্থিৰতা আনিবলৈ বিশেষভাৱে যত্নপৰ হোৱাও দেখা গৈছিল। তেওঁ গড়গাঁওলৈ ৰাজধানী তুলি নিছিল বাবে গড়গঞা ৰজা হিচাপে জনাজাত হৈছিল।

ব্ৰহ্মপুত্ৰৰ উত্তৰৰ ভূঞাসকলক তেওঁ দমন কৰিছিল। কপিলী নৈৰ পাৰৰ এনে কেইজনমান ভূঞাই প্ৰায়ে নানা ধৰণৰ অশান্তি কৰি থকাত তেওঁ সেইসকলক ৰাজধানীৰ ওচৰলৈ নি তাতেই থাকিবলৈ দিছিল। এইদৰে তেওঁলোকৰ ওপৰত সতৰ্ক দৃষ্টি ৰখাত এই ভূঞাকেইজনো সৈমান হোৱা চকুত পৰিছিল। বানফেৰা আৰু বানচুংগীয়া নগাসকলৰ

মাজত হোৱা সংঘৰ্ষত তেওঁ বানফেৰা নগাসকলৰ সপক্ষে যোগ দি তেওঁলোকক জয়ী কৰিছিল। অৱশ্যে যুঁজত পৰাজিত হৈও বানচংগীয়াসকলে আহোমৰ বশ্যতা স্বীকাৰ কৰা নাছিল। চুকলেন্‌মুঙে শ্যাম আৰু মুগডিংসকলৰ মাজত সীমা বিবাদ লগাত সেই বিবাদতো হস্তক্ষেপ কৰিছিল। মুগাউংসকলৰ হৈ মাত মতা কাৰণে তেওঁলোকে চুকলেন্‌মুঙৰ প্ৰতি কৃতজ্ঞতা জনাই চাওঁ-চিং কুঁৱৰীক তেওঁলৈ বিয়া দিছিল। সুশিক্ষিতা, সুৰুচিসম্পন্না আৰু দূৰদৰ্শী এই ৰাণীগৰাকীৰ কথামতেই হেনো চুকলেন্‌মুঙে গড়গাঁৱলৈ ৰাজধানী স্থানান্তৰ কৰিছিল। ৰাজধানীখনৰ চৌদিশে গড় বান্ধি আৰু পুখুৰী খন্দাই তেওঁ এই নগৰখনৰ শোভাবৰ্ধনৰ বাবেও ভালেমান আঁচনি হাতত লৈছিল বুলি জনা যায়। তেওঁৰ দিনতেই বৰআলিৰ পৰা নগা পাহাৰলৈকে বিস্তৃত নগা আলিটো নিৰ্মিত হৈছিল। এইজন ৰজাই ৰূপৰ মুদ্ৰাও উলিয়াইছিল। প্ৰকৃতপক্ষে এতিয়ালৈকে যিবোৰ আহোমৰ দিনৰ মুদ্ৰা আৱিষ্কৃত হৈছে তাৰ ভিতৰত চুকলেন্‌মুঙৰ ৰূপৰ মুদ্ৰা আটাইতকৈ পুৰণি। কাঁহিকুছি আৰু চাংগিনিমুখৰ মথাউৰিও এইজন ৰজাৰ দিনতে সজা হৈছিল। ১৫৪২ খ্ৰীঃত চুতীয়াসকলে বিদ্ৰোহ কৰাত তেওঁ সেই বিদ্ৰোহো দমন কৰিছিল।

চুকলেন্‌মুঙৰ দিনত কোচ আৰু আহোমৰ মাজত কেইবাবাৰো সংঘৰ্ষ হৈছিল। ১৫৪৩ খ্ৰীঃত ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে কোচ ৰাজ্যৰ পূব সীমাত পহৰা দি থকা কোচসকলক চুকলেন্‌মুঙৰ সৈন্যই আক্ৰমণ কৰাত তেওঁলোকে দক্ষিণপাৰৰ সলালৈ আঁতৰি আহিবলগীয়াত পৰিল। দীপসিংহ, হেমধৰ আৰু ৰামচন্দ্ৰ নামেৰে মহাৰাজ নৰনাৰায়ণৰ ভায়েককেইজন সেই সময়ত কোনো বিশেষ কাৰ্যৰ ব্যাবে পূব সীমান্ততেই আছিল। আহোমৰ আক্ৰমণৰ বাতৰি পাই তেওঁলোকে ততাতৈয়াকৈ প্ৰায় তিনিহাজাৰ সৈন্য গোটাই মৰা ধনশিৰি নৈৰ পাৰত থকা ভ্ৰমৰাকুণ্ডত গা ধোৱাৰ ছলেৰে গৈ তাৰ পৰা সলা ওলালগৈ। এইদৰে সেনাদলৰ শক্তি বৃদ্ধি কৰি কোচসকলে আহোমৰ সৈতে যুঁজৰ বাবে প্ৰস্তুতি চলালে। ইয়াৰ পিছতে কোচসকলে আহোম বৰসন্দিকৈৰ নাও এখন পাঁচজন লোকৰ সৈতে ধাৰি অনাত আকস্মিক যুঁজখন আৰম্ভ হ'ল। যুঁজত পৰাজয় বৰণ কৰি আহোম সৈন্যসকল পলাই যাবলগীয়াত পৰিল। ১৫৪৬ খ্ৰীঃৰ আৰম্ভণিৰ মাহটোতেই (জানুৱাৰি) পূবদিশত চাংলিমুখলৈ আগবঢ়া কোচসকলক আহোম সৈন্যই আক্ৰমণ কৰি বিতত কৰি তুলিলে আৰু তেওঁলোকে যুঁজত পৰাজয় বৰণকৰিবলগীয়াত পৰিল। এই যুঁজত কোচৰজাৰ তিনিওজন ভাতৃ অৰ্থাৎ দীপসিংহ, হেমধৰ আৰু ৰামচন্দ্ৰ নিহত হ'ল। এই বাতৰি পাই কোচৰজা নৰনাৰায়ণে সেই বছৰতেই তেওঁৰ ভাতৃ চিলাৰায়ক আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ পঠিওৱাত তেওঁ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেদি আহি দিক্ৰাই নৈৰ মুখ পালেহি। এই ঠাইতে আহোম সৈন্যই দুবাৰো কোচসকলক আক্ৰমণ কৰিছিল যদিও কোচ সৈন্যই তেওঁলোকৰ ওপৰত ধনু কাঁড়েদি তীব্ৰ আক্ৰমণ চলোৱাত তেওঁলোকে পলাবলৈ বাধ্য হ'ল। এইদৰে চুকলেনমুঙৰ সৈন্যসকল যুঁজত হাৰি ব্ৰহ্মপুত্ৰ পাৰ হৈ কলিয়াবৰত ছাউনী পাতিছিল যদিও কোচসকলে তেওঁলোকক খেদি গৈ আকৌ পৰাস্ত কৰিছিল। এইবাৰ আহোম সৈন্যদলে সলালৈ যোৱাত তালৈকেও কোচ সৈন্য গৈ তেওঁলোকৰ ওপৰত আক্ৰমণ চলোৱাৰ ফলত প্ৰায় একুৰিজন উচ্চপদস্থ বিষয়াকে ধৰি চুকলেনমুঙৰ ভালেমান সৈন্য নিহত হৈছিল। ইয়াৰ পিছত চুকলেনমুঙৰ সৈন্য এদলে হাতীত উঠি কোচ সৈন্যক খেদি যোৱাত তেওঁলোকে ততালিকে ব্ৰহ্মপুত্ৰ নৈয়েদি পলাই গ'ল।

এই যুঁজ-বাগৰবোৰ চলি থকা কালতে কোচসকলে কোচবিহাৰৰ পৰা নাৰায়ণপুৰলৈকে সাজি থকা আলিটো সম্পূৰ্ণ হ'বলৈ অলপহে বাকী আছিল। ইয়াৰ পিছৰ বছৰ আলিটো সজা হ'লত কোচসকলে নাৰায়ণপুৰলৈ আহি সেই ঠাইত দুৰ্গ নিৰ্মাণ কৰিবলৈ লৈছিল। কিন্তু চুকলেনমুঙে কোচসকলক নাৰায়ণপুৰত আক্ৰমণ নকৰি পিছলা নৈৰ পাৰত কোঠ মাৰিছিল। আহোমে এই নৈখনৰ পাৰত কোঠ মৰাত কোচসকলৰ এনে অৱস্থা হৈছিল যে তেওঁলোকে আগবাঢ়িব নোৱাৰে কিন্তু পিছুৱাব পাৰে। ভাবিচিন্তি তেওঁলোকে আহোমক আক্ৰমণ কৰাৰ পথটোকে বাছি ল'লে। কিন্তু কোচৰ এই সিদ্ধান্তই তেওঁলোকলৈ চৰম দুৰ্দশাহে কঢ়িয়াই আনিলে। বহু সৈন্য নিধন হোৱাত কোচসকলে যেনিয়ে তেনিয়ে পলাবলৈ ধৰাত আহোমে তেওঁলোকক বেৰি ধৰি ধৰি হত্যা কৰাত লাগিল। এইদৰে পিছলাপৰীয়া

ৰণত চুকলেনমুঙৰ সৈন্যই বিজয় লাভ কৰিলে। কথিত আছে যে এই যুঁজত প্ৰায় পাঁচ হাজাৰ কোচ সৈন্যৰ মৃত্যু ঘটিছিল আৰু আহোমসকলে এওঁলোকৰ মূৰবোৰ কাটি নি শিৱসাগৰ জিলাৰ এঠাইত জমা কৰে। এই ঠাইডোখৰ মঠাডাং নামেৰে জনাজাত হয়। (মঠা-মূৰ, ডাং- ভঁৰাল)।

যুঁজত জয়লাভ কৰি চুকলেনমুং ৰাজধানীলৈ উভতি আহি অতি ধুমধামেৰে ৰিখবন উৎসৱৰ যোজা কৰিছিল। উল্লেখনীয় যে চুকলেনমুঙে আহোমৰ দেৱতা চেমেদেউ আৰু হিন্দুৰ দেৱতা লক্ষ্মীনাৰায়ণ উভয়ৰে পূজা কৰিছিল। এনে কাৰ্যৰ দ্বাৰা তেওঁ একতা আৰু সংহতিৰ অন্যতম বাটকটীয়া হিচাপে ইতিহাসত এক মৰ্যাদাপূৰ্ণ আসন লভিবলৈ সক্ষম হৈছিল।

**চুখামফা বা খোৰা ৰজা (১৫৫২- ১৬০৩ খ্ৰীঃ)ঃ**

চুকলেনমং গড়গঞা ৰজাৰ পুত্ৰ চুখাম্‌ফাই ৰাজপাট আৰোহণ কৰাৰ প্ৰায় লগে লগেই নিজ ৰাজবংশৰ সাঁতজন ৰাজকোঁৱৰৰ ষড়যন্ত্ৰৰ সন্মুখীন হৈছিল। অৱশ্যে বৰগোহাঁইৰ পৰামৰ্শমতে এই ষড়যন্ত্ৰকাৰী কেইজনক ক্ষমাদান কৰা সত্বেও তেওঁলোকে বিদ্ৰোহী মনোভাব পৰিত্যাগ নকৰাত তেওঁ সেইসকলক বধ কৰিবলৈ নিৰ্দেশ দিবলগীয়াত পৰিল (১৫৫৯ খ্ৰীঃ)। হাতীত উঠি এদিন চিকাৰলৈ যাওঁতে কেনেবাকৈ হাতীৰ পৰা পৰি যোৱাত তেওঁৰ ভৰি এখন খোৰা হৈছিল আৰু সেইবাবে তেওঁ খোৰা ৰজা বুলিও জনাজাত হৈছিল।

খামজাংগৰ দাঁতিকাষৰীয়া হাতীখোক, আইতনীয়া, পাপুক আৰু খামতেংগীয়া নগাসকলে বিদ্ৰোহ কৰাত চুখাম্‌ফাই সেই বিদ্ৰোহ দমন কৰিছিল। পশ্চিম দিশৰ পৰা কোচসকলৰ সম্ভাব্য আক্ৰমণৰ পৰা নিজ ৰাজ্যখন ৰক্ষা কৰাৰ বিষয়ে চিন্তা কৰি চুখামফাই আইমেক বুঢ়াগোহাঁইক সেনাপতি হিচাপে নিযুক্তি দিছিল। সেইমৰ্মে বোকা আৰু সলাত দুটা দুৰ্গ সাজি তাত ভালেমান সৈন্য ৰখা হৈছিল। ইতিমধ্যে কছাৰীসকলৰ সৈতে যুঁজ-বাগৰ কৰাৰ কালত কোচসকলে হেনো আহোমৰ কেইবাখনো গাঁৱত বিস্তৰ ক্ষতি কৰিছিল। এই ঘটনা লৈ আহোম আৰু কোচৰ বিবাদ ঘনীভূত হোৱাত দুয়োপক্ষৰ মাজত যুদ্ধৰ সূত্ৰপাত হয়। কোচ সৈন্যৰ নেতৃত্বত অহা সেনাপতি টিপুয়ে ব্ৰহ্মপুত্ৰয়েদি উজাই আহি দিখৌনৈৰ মুখত উপস্থিত হোৱা বুলি শুনি চুখামফাৰ সৈন্যই তেওঁলোকক খেদি যায়। কোচসকলে ততাতৈয়াকৈ হানদিয়া নৈলৈ উভতি যায়। এই ঠাইতে আহোম আৰু কোচ সৈন্যৰ যুঁজ লগাত আহোম সৈন্যহে পৰাস্ত হয়।

কোচৰজা নৰনাৰায়ণে হেনো আহোমৰ সৈতে বন্ধুত্ব কৰিবলৈ চেষ্টা কৰি প্ৰত্যাখ্যিত হৈছিল। সেয়ে ক্ষুব্ধ হৈ নৰনাৰায়ণে হেনো তেওঁৰ ভাতৃ চিলাৰায়ক আহোম ৰজাৰ দৰ্পচূৰ্ণ কৰিবলৈ পাচিছিল। সেই সময়তে হেনো চিলাৰায়ে তেওঁৰ ভাতৃ গোহাঁই কমলক গোহাঁই কমল আলিটো সম্পূৰ্ণ কৰিবলৈ কৈছিল। ইয়াৰ পিছত আহোম আৰু কোচৰ মাজত হোৱা জল আৰু স্থল যুদ্ধ উভয়তে আহোমে চিলাৰায়ৰ হাতত শোচনীয়ভাৱে পৰাজয় বৰণ কৰিছিল। পৰৱৰ্তী কালত চিলাৰায়ে হেনো আকৌ আহোমৰ ৰাজ্যত আক্ৰমণ কৰি তেওঁলোকৰ কঁকাল ভাঙিছিল। যুঁজত আহোম সৈন্য পৰাজিত হোৱাত কোচ সৈন্যই হেনো আহোম ৰাজ্যত পিয়াপি দি ফুৰিবলৈ লৈছিল আৰু গতি বিষম দেখি চুখামফা পলাই গৈ নামৰূপৰ চৰাই-খোৰোঙত লুকাই আছিলগৈ। এইদৰে পলাই যোৱাৰ বাবে চুখামফা এইবাৰ ভগনীয়া ৰজা নামেৰে জনাজাত হৈছিল। এখন আহোম বুৰঞ্জীত এই বিষয়ে এই বুলি লিখা আছে যে চুখামফাই হেনো তেওঁৰ এনে পৰাজয় হ'ব বুলি আগৰে পৰা জানিছিল। কিয়নো তেওঁ এদিন গা ধুই থাকোতে হেনো ক'ৰবাৰ পৰা এজনী চিলা উৰি আহি তেওঁৰ এপদ অলংকাৰ থপিয়াই নিছিলহি। এনেদৰে অলংকাৰ থপিয়াই নিয়াতো আছিল দুৰ্ভাগ্যৰ সংকেত আৰু সেয়ে এতিয়া চিলাৰায়ে আক্ৰমণ কৰিবলৈ অহাত তেওঁৰ হাতৰ পৰা ৰক্ষা পাবলৈ তেওঁ চৰাই খোৰোঙত লুকাইছিলগৈ। সি যিকি নহওক, চিলাৰায়ৰ হাতত আহোম সৈন্য ছেদেলি-ভেদেলি হ'ল আৰু বিজয় উল্লাসেৰে চিলাৰায়ে গড়গাঁও প্ৰৱেশ কোঠ মাৰিলেগৈ।

এই পৰাজয়ৰ তিনিমাহৰ পিছত আইখেক্ বুঢ়াগোহাঁইক চুখামফাই সন্ধিৰ বাবে কোচৰ ওচৰলৈ পঠিওৱাত কোচে বহুবোৰ চৰ্তৰ বিনিময়ত সন্ধিৰ বাবে মান্তি হ'ল। এই অপমানজনক সন্ধিমতে চুখামফাই ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ এক বিৰাট অঞ্চল কোচৰ হাতত তুলি দিবলৈ বাধ্য হোৱাৰ উপৰি নিজ ভাতৃ সুন্দৰ গোহাঁইকে আদি কৰি কেইবাজনো কোঁৱৰক

জামিন স্বৰূপে কোচ ৰাজ্যলৈ পঠিয়াবলগীয়াত পৰিল। ইয়াৰ উপৰি কোচে দাবী কৰা মতে, ৬০টা হাতী, ৬০খন কাপোৰ আৰু বুজন পৰিমাণৰ সোণ-ৰূপ যুদ্ধৰ ক্ষতিপূৰণ হিচাপে দিলে। ইয়াৰ পিছত শৰৎকালত নতুনকৈ জয় কৰা অঞ্চলসমূহ চোৱাচিতা কৰিবৰ বাবে নাৰায়ণপুৰত এদল সৈন্য ৰাখি কোচবিহাৰলৈ উভতি গ'ল। চিলাৰায় যোৱাৰ লগে লগে চুখামফাই নিজ ৰাজধানীলৈ আহি সকলোবোৰ ক্ষয়-ক্ষতিৰ বিচাৰ ল'লেহি। আহোমৰ বিপৰ্যয়ৰ বাবে তেওঁ আইখেক বুঢ়াগোহাঁইক সম্পূৰ্ণভাৱে জগৰীয়া কৰি পদচ্যুত কৰি কনখাম্ নামৰ এজনক তেওঁৰ পদত নিযুক্তি দিলে। কনখামক আৱশ্যক অনুসৰি দুৰ্গ সাজি আৰু পাহাৰৰ ওপৰত বৰতোপ স্থাপন কৰি যিকোনো উপায়েৰে ভৱিষ্যতে শত্ৰুৰ আগমনক বাধা দিবলৈ কাঢ়া নিৰ্দেশ দিয়া হ'ল। দিখৌ নৈৰ মুখতো এটা দুৰ্গ সজা হ'ল। সলা উদ্ধাৰ কৰি তাতো এটা শক্তিশালী দুৰ্গ সাজি উলিওৱা হ'ল। কনখামে নাৰায়ণপুৰো কোচৰ হাতৰ পৰা উদ্ধাৰ কৰিলে। দৰঙৰ কোচসকলৰ আশ্ৰিত ভূঞাসকলক দমন কৰিবলৈ তেওঁ সলাল গোহাঁইক দায়িত্ব দিলে।

১৫৬৩ খ্ৰীঃত চুতীয়াসকলে নামৰূপ আৰু তিপাম আক্ৰমণ কৰিছিল। এই আক্ৰমণৰ কালত তিপাম ৰজাৰ হাতীটো কেইবা ঠাইতো শৰবিদ্ধ হোৱাত ৰজা যুদ্ধক্ষেত্ৰৰ পৰা পলাই যাবলগীয়াত পৰে। ইফালে আহোমৰ বৰসন্দিকৈয়ে শদিয়াত চুতীয়াসকলক যুঁজত ঘটুৱাবলৈ সক্ষম হয়। যুঁজত কেইবাহাজাৰ চুতীয়া সৈন্যই প্ৰাণ হেৰুৱায় আৰু মুঠতে ৩০০০জনক আহোমসকলে বন্দী কৰে। ইয়াৰ পিছত ১৫৭২ খ্ৰীঃত পুনৰবাৰ চুতীয়াসকলে বিদ্ৰোহ কৰাত চুখামফাই কঠোৰ হাতেৰে তেওঁলোকক দমন কৰে। ১৫৬৩ খ্ৰীঃত আহোমক আক্ৰমণ কৰা আন এজন ৰজাক ঢেকেৰি ৰজা বুলি বুৰঞ্জীত উল্লেখ কৰা হৈছে। এইজন সঠিক কোন ঠাইৰ ৰজা আছিল বা তেওঁৰ নাম কি আছিল এই বিষয়ে জনা নাযায়। অৱশ্যে কোনো কোনো সূত্ৰমতে, এই ঢেকেৰি ৰজাজনৰ নাম আছিল পমান, পৰাণ বা থিক্‌মন্। এডৱাৰ্ড গেইটৰ মতে সাধাৰণতে সেইকালত ঢেকেৰি শব্দটো মঙলদৈ আৰু নগাঁৱৰ চাপৰি অঞ্চলৰ লোকক বুজাবলৈ ব্যৱহাৰ কৰা হৈছিল। কিন্তু এতিয়া আলোচিত এই ঢেকেৰি ৰজাজন সম্ভৱতঃ নগাঁৱৰ চাপৰিৰ আছিল। আহোম ডেকা ৰজাৰ দুজন পুত্ৰই বিদ্ৰোহ কৰি ঢেকেৰি ৰাজ্যলৈ পলায়ন কৰাত এই ৰজাজনে তেওঁলোকক আশ্ৰয় দিছিল। ঢেকেৰি ৰজাই এই দুজন আশ্ৰয়প্ৰাৰ্থীৰ সহায়ত আহোম ৰজাৰ বিপক্ষে অস্ত্ৰধাৰণ কৰিছিল। কিন্তু মুৰাভগা নামৰ ঠাইত তেওঁৰ সৈন্য দল শোচনীয়ভাৱে পৰাজিত হৈ যুঁজৰ ঠাইতে অস্ত্ৰ-শস্ত্ৰ পেলাই থৈ প্ৰাণ লৈ পলাইছিল বুলি জনা যায়। বহুসংখ্যক ঢেকেৰি সৈন্য ৰণত পৰাত তেওঁলোকৰ কটা মূৰবোৰ কাঁহিকুহি আৰু নাৰায়ণপুৰত দ'মাই থোৱা হৈছিল। ডেকা ৰজাৰ পুত্ৰ এজনো ধৰা পৰাত তেওঁক আহোম সেনাই হত্যা কৰিছিল। ১৫৬৪ খ্ৰীঃত আহোম সৈন্যই ভেলা ৰজাকো পৰাস্ত কৰিছিল বুলি বুৰঞ্জীয়ে সাক্ষী দিয়ে। কিন্তু ভেলা ৰজাজনৰো নাম, আঁতিগুৰি বা বাসস্থান সম্বন্ধে একো জনা নাযায়।

ইতিমধ্যে বংগৰ চুলেইমান কৰৱানিৰ হাতত কোচ সৈন্যৰ শোচনীয় পৰাজয় ঘটাত আৰু বিশেষকৈ চিলাৰায় বন্দী হোৱাত চুখামফায়ো কোচৰ সৈতে হোৱা সন্ধিখন মানি চলিবলৈ অস্বীকাৰ কৰিলে। এই বিপদৰ সময়ত কোচ ৰজা নৰনাৰায়ণে আহোমৰ লগত শত্ৰুতা কৰাতকৈ মিত্ৰতা কৰি তেওঁলোকৰ সৈতে সদ্ভাৱ স্থাপন কৰাটোহে শ্ৰেয় বুলি বিবেচনা কৰি কোচ ৰাজ্যত বন্দী কৰি ৰখা আহোম পণবন্দীসকলক মুক্তি দিয়াৰ কথা ভাবিলে। সেয়ে তেওঁ বুধি কৰি এইবুলি ক'লে যে যদি আহোম বন্দীসকলে তেওঁক পাশাখেলত হৰুৱাব পাৰে তেন্তে তেওঁ তেওঁলোকক মুক্তি দিব। সেইমতে পাশাখেলত বহি নৰনাৰায়ণে ইচ্ছা কৰি নিজে পাশাখেলত হাৰি আহোম বন্দীসকলক মুকলি কৰি দিলে। এইদৰে ছল কৰি নৰনাৰায়ণে যিসকলক মুক্তি দিছিল তেওঁলোকৰ মাজত আহোম কোঁৱৰ সুন্দৰ গোহাঁয়ো আছিল। সুন্দৰ গোহাঁয়ে আহোম ৰজাক কোচ ৰাজ্যত মাটিৰ প্ৰতিমা গঢ়ি দুৰ্গা পূজা কৰাৰ বিষয়ে কোৱাত ৰজাই হেনো অসমৰ পৰা কোচৰাজ লৈ খনিকৰ পঠিয়াই এইদৰে প্ৰতিমা গঢ়া শিল্প শিকাই আনিছিল। খনিকৰে আহি অন্যান্য খনিকৰসকলক এই শিল্প শিকাইছিলহি। এইদৰে অসমত কোচবিহাৰৰ আৰ্হিত দুৰ্গা পূজাৰ আয়োজন কৰা হৈছিল। কোচৰজাই আহোম বন্দীসকলক মুকলি কৰি দি তেওঁলোকৰ সৈতে গজসিংহ বা পাতাল.সিংহ নামেৰে এজন কোচ

কটকী, এগৰাকী কোচ ৰাজকুঁৱৰী আৰু তাঁতী, সোণাৰী আদি বিভিন্ন বৃত্তিৰ লোকক আহোম ৰাজ্যলৈ পঠিয়াইছিল। চুখাম্‌ফাই এইদৰে কোচ ৰাজ্যৰ পৰা অহা মানুহখিনিক নামদাং নৈ পাৰৰ এডোখৰ ঠাইত থাকিবলৈ দিয়াত সেই ঠাইখনৰ নাম হ'লগৈ ভটীয়াপাৰা। কোচ কটকীজন নিজৰ ৰাজ্যলৈ উভতি যোৱাত চুখামফাই তেওঁৰ লগতে বহু উপহাৰৰ সৈতে এজন আহোম কটকীক কোচ ৰজাৰ ওচৰলৈ পঠিয়ালে। এইদৰে প্ৰতিদ্বন্দ্বী ৰজা দুজনৰ মাজত মিত্ৰতা স্থাপন হ'ল যদিও সেই মিত্ৰতা চিৰস্থায়ী হোৱা নাছিল। ইয়াৰ পৰৱৰ্তী কালত চুখামফাৰ দিনতেই আহোমৰ হাতৰ পৰা কোচ ৰজাই অধিকৃত অঞ্চলসমূহ পুনৰ উদ্ধাৰৰ বাবে যুঁজ-বাগৰ আৰম্ভ কৰা দেখা গ'ল। এই সংক্ৰান্তত কোচ সৈন্যই দুবাৰকৈ আহোম সৈন্যৰ হাতত পৰাজয়বৰণ কৰিবলগীয়াত পৰিছিল। কোচসকলক যুঁজত ঘটুৱাই এইদৰে চুখাম্‌ফাই ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে ভৰলী নৈলৈকে আহোম ৰাজ্যৰ পশ্চিম সীমা বিস্তাৰ কৰিবলৈ সক্ষম হ'ল। তদুপৰি কোচৰ পক্ষৰ ভালেমান সৈন্য, নাও, বৰতোপ আদি চুখামফাৰ হস্তগত হয়।

ইতিমধ্যে ১৫৬৯ খ্ৰীঃত ফুছেন্ত নামৰ এজন নগা বিদ্ৰোহীয়ে আহোমৰ বিপক্ষে এটা অভিযানৰ নেতৃত্ব লৈছিল যদিও তেওঁৰ এই অভিযান সমূলঞ্চে ব্যৰ্থ হোৱাত তেওঁ পাপুক নামৰ ঠাই এখনত গৈ লুকাবলৈ বাধ্য হৈছিল। ১৫৭৩ খ্ৰীঃত চুখামফাই পুনৰবাৰ আইতনীয়া নগাসকলৰ ৰাজ্য আক্ৰমণ কৰি তেওঁলোকৰ পৰা ভালেমান বয়-বস্তু লুটি আনিছিল বুলি জনা যায়।

চুখামফাৰ দিনত ১৫৭৬ খ্ৰীঃত মুংকাঙৰ নৰাৰজাই এক আহোমবিৰোধী অভিযান আৰম্ভ কৰিছিল। সেই মৰ্মে নৰা সৈন্য খামজাঙত উপস্থিত হোৱাত আহোম সৈন্য আহি পানীগাঁৱত তেওঁলোকক প্ৰত্যাহ্বান জনাইছিল যদিও পিছত কিন্তু দুয়ো পক্ষই যুঁজ নকৰি নিজৰ মতে সন্ধি কৰিলে। সন্ধিৰ চৰ্ত মানি চুখাম্‌ফাই নৰাৰজাক মুঠ ১৬,০০০ টকা দিছিল। বিনিময়ত নৰা ৰজাই তেওঁৰ এগৰাকী কন্যাক আহোম ৰজালৈ পঠিওৱাৰ বাবে প্ৰতিশ্ৰুতিবদ্ধ হৈছিল। কিন্তু নৰাৰজাই সন্ধিৰ চৰ্ত ভাঙি জীয়েকৰ ঠাইত ভনী এগৰাকীকহে পঠিয়াই দিয়াত চুখাম্‌ফাৰ বৰ খং উঠিল। খঙৰ ভমকত তেওঁ নৰাৰজাৰ জীয়েকক অপহৰণ কৰিবলৈ তিনিজন মানুহ সেই ৰাজ্যলৈ পঠিয়াইছিল যদিও তেওঁলোকে নিজেহে নৰা সৈন্যৰ হাতত পৰিল। এইবাৰ নৰাৰজাৰো বৰ খং উঠিল আৰু এদল সৈন্য পঠিয়াই আহোমসকলক প্ৰথমবাৰ পৰাস্ত কৰিবলৈ সক্ষম হ'লেও দ্বিতীয়বাৰ কেঁচা নৈ পাৰত তেওঁৰ সৈন্যদলেহে এক শোচনীয় পৰাজয়ৰ সন্মুখীন হ'ল।

১৫৭৭ খ্ৰীঃত পুনৰবাৰ তিনিজন লোকে কোচ ৰজাৰ বিপক্ষে বিদ্ৰোহ কৰিছিল। এই লোক তিনিজন আছিল— গাভৰু নায়ক, বৰদাদু আৰু বৰকাইথ। কিন্তু তেওঁলোকৰ বিদ্ৰোহ বিফল হোৱাত লোককেইজনে ১৪০০জন সমৰ্থনকাৰীৰে সৈতে আহি চুখাম্‌ফাৰ আশ্ৰয় লয়হি। চুখামফাই তেওঁলোকক গাজাল নামৰ ঠাইত সংস্থাপন দিছিল। ১৫৮৬ খ্ৰীঃত কোচহাজো ৰাজ্যৰ ৰঘুদেৱে তেওঁৰ কন্যা সানকলাক চুখাম্‌ফালৈ বিয়া দি মিত্ৰতা স্থাপন কৰিছিল। ৰঘুদেৱে তেওঁৰ জীয়েকৰ লগতে ২টা হাতী, ৭টা ঘোঁৰা আৰু ১০০জন লগুৱা চুখামফালৈ দিছিল বুলি জনা যায়। বিনিময়ত চুখামফায়ো ৰঘুদেৱলৈ ২২টা হাতী আৰু ১২টা ঘোঁৰা পঠিয়াইছিল বুলি জনা যায়।

কোনো কোনো সূত্ৰমতে কোচ ৰজা নৰনাৰায়ণেও চুখাম্‌ফালৈ এগৰাকী ৰাজ্যকন্যা বিয়া দি তেওঁৰ সৈতে বৈবাহিক মিত্ৰতা কৰাৰ কথা মনতে পাঙিছিল যদিও ইচ্ছা পূৰ্ণ হোৱাৰ পূৰ্বেই তেওঁৰ মৃত্যু ঘটাত ই বাস্তৱত পৰিণত নহ'ল। ইপিনে নৰনাৰায়ণৰ মৃত্যুৰ পিছত তেওঁৰ পুত্ৰ লক্ষ্মীনাৰায়ণৰ সৈতে চিলাৰায়ৰ পুত্ৰ বা কোচহাজোৰ ৰজা ৰঘুদেৱৰ বিবাদ ঘনীভূত হৈছিল। এতিয়া ৰঘুদেৱে আহোম ৰজা চুখামফালৈ নিজৰ জীয়েকক বিয়া দি মিত্ৰতা স্থাপন কৰা দেখি লক্ষ্মীনাৰায়ণে এই বৈবাহিক মিত্ৰতাৰ ক্ষেত্ৰত পিছ হুঁহকি যোৱা দেখা গ'ল।

চুখাম্‌ফাৰ দিনত শ্ৰীশংকৰদেৱ আৰু মাধৱদেৱৰ শিষ্যসকলে আহোম ৰাজ্যত মহাপুৰুষীয়া ধৰ্ম প্ৰচাৰ কৰিছিল বুলি জনা যায়। তেওঁলোকে ভালেমান সত্ৰ, নামঘৰ আদিও স্থাপন কৰিছিল। চুখামফাৰ ৰাজ্যত এফালে দুৰ্গা পূজা আৰু আনফালে বৈষ্ণৱ ধৰ্ম প্ৰচাৰে তেওঁৰ ধৰ্মনিৰপেক্ষ দৃষ্টিভংগী আৰু উদাৰতাৰ চিনাকি দিছিল।

চুখাম্‌ফাৰ পিতৃ চুকলেন্‌মুঙৰ দিনত ১৫৪৮ খ্ৰীঃত এটা

বৰ ভুঁইকঁপ হৈছিল বুলি আগেয়ে উল্লেখ কৰা হৈছে। এইবাৰ চুখামফাৰ দিনতো পুনৰবাৰ বৰ ভুঁইকঁপে বিস্তৰ ক্ষয়-ক্ষতি কৰিছিল বুলি জনা যায়। ভুঁইকঁপৰ প্ৰবল জোকাৰণিত ৰাজকাৰেঙৰ এটা অংশ খহি পৰাত ভালেমান পালি-প্ৰহৰী হতাহত হৈছিল।

চুখাম্‌ফা বৰ চিকাৰপ্ৰেমী ৰজা আছিল। চিকাৰ কৰিবলৈ গৈ হাতীৰ পৰা পৰি তেওঁৰ ভৰি এখনো খোৰা হৈছিল। চুখামফাই বিভিন্ন ঠাইত কাৰেংঘৰ সজাইছিল। তেওঁৰ দিনত ভালেমান প্ৰাকৃতিক দুৰ্যোগে লগ এৰা নিদিয়া হৈছিল। বৰ ভুঁইকঁপত তেওঁৰ ৰাজ্যখন যথেষ্ট ক্ষতিৰ সন্মুখীন হৈছিল আৰু তেওঁৰ কাৰেংঘৰ এটাৰ একাংশ খহি পৰাত ভালেমান পালি-প্ৰহৰীয়াৰ মৃত্যু ঘটিছিল। তেওঁৰ আন দুটা কাৰেঙৰ এটা জুই লাগি আৰু আনটো বজ্ৰ পৰি বেয়াকৈ ক্ষতিগ্ৰস্ত হৈছিল। ১৫৬৯ খ্ৰীঃত জাক জাক কাকতি ফৰিঙে তেওঁৰ খেতিবাতিৰ যথেষ্ট ক্ষতি কৰিছিল। দুৰ্ভাগ্যই লগ এৰি নিদিয়া চুখাম্‌ফাৰ দিনত বানপানীয়ে ৰুদ্ৰমূৰ্তি ধাৰণ কৰাত খেতিবাতিৰ যথেষ্ট ক্ষতি হোৱাৰ উপৰি প্ৰায় আকালৰ সৃষ্টি হৈছিল। ১৫৭৪ খ্ৰীঃত বসন্ত ৰোগে মহামাৰীৰ ৰূপ ধাৰণ কৰি বহুলোকৰ মৃত্যু ঘটাইছিল।

উল্লেখযোগ্য যে চুখামফাৰ দিনৰ ঘটনাৱলীৰ চন-তাৰিখৰ ক্ষেত্ৰত বিভিন্ন সূত্ৰৰ মতৰ মিল নাই। দৰাচলতে চুকাফাৰ দিনৰ পৰা চুখাম্‌ফা খোৰা ৰজাৰ দিনলৈকে ঘটিত বিভিন্ন ঘটনাসমূহৰ চন-তাৰিখ বিভিন্ন বুৰঞ্জী আৰু অন্যান্য সূত্ৰত ভিন ভিন ধৰণে পৰিৱেশিত হৈছে।

### (গ) আহোম-মুছলমানৰ বিবাদৰ কালছোৱা (প্ৰতাপসিংহৰ পৰা উদয়াদিত্য সিংহলৈ ৰাজনৈতিক অন্যান্য ঘটনা প্ৰবাহ (১৬০৩-১৬৭১ খ্ৰীঃ)

### চুচেংফা বা প্ৰতাপ সিংহ বা বুঢ়া-ৰজা (১৬০৩-১৬৪১ খ্ৰীঃ) ঃ

যিসকল আহোম ৰজাৰ ৰাজত্বকালে ইতিহাসৰ পাতত এক বাচকবনীয়া অধ্যায়ৰ সৃষ্টি কৰি গৈছে তেওঁলোকৰ ভিতৰত চুচেংফা তথা প্ৰতাপ সিংহ অন্যতম। অতি প্ৰতিভাসম্পন্ন, জ্ঞানী-গুণী এই জাকতজিলিকা ৰজাজনৰ বুদ্ধিমত্তাৰ শলাগ লৈ তেওঁক বুদ্ধ স্বৰ্গনাৰায়ণ নামেৰেও অভিহিত কৰা হৈছিল। ৰজা হ'বৰ সময়ত তেওঁৰ বয়স ভাটি দিয়াৰ বাবে তেওঁ বুঢ়া-ৰজা বুলিও জনাজাত আছিল।

প্ৰতাপ সিংহৰ সমসাময়িক জয়ন্তীয়া ৰজা যশোমাণিকৰ সৈতে কছাৰী ৰজাৰ মনোমালিন্য ঘটিছিল। দৰাচলতে সোতৰ শতিকাৰ আৰম্ভণিত কছাৰী ৰজা যশনাৰায়ণ বা আৰিমৰ্দন বা শত্ৰুদমনে জয়ন্তীয়া ৰাজ্যৰ ৰজা ধনমাণিকক পৰাস্ত কৰি তেওঁৰ কৰতলতীয়া কৰিছিল। যশনাৰায়ণে দুগৰাকী জয়ন্তীয়া কুঁৱৰীৰ পাণিগ্ৰহণ কৰিছিল বুলিও বুৰঞ্জীয়ে কয়। ধনমাণিকৰ পৰ্বতীয়া জয়ন্তীয়া ৰজা আছিল তেওঁৰ ভাগিন যশমাণিক আৰু তেওঁক কছাৰী ৰজা যশনাৰায়ণেই ৰজা পাতিছিল। কিন্তু যশমাণিকে কছাৰীৰ অধীন হৈ থাকিবলৈ ইচ্ছা নকৰি যিকোনো উপায়েৰে স্বাধীন হোৱাৰ এটা অদম্য ইচ্ছা মনত পুহি ৰাখিছিল। কছাৰীৰ সৈতে যুঁজ দিব পৰাকৈ সৈন্যবল নথকাত তেওঁ যিটো কাম নিজে কৰিব নোৱাৰে সেইটো কাম আহোম ৰজাৰ দ্বাৰা কৰাবলৈ বুদ্ধি সাজি নিজৰ কন্যাক প্ৰতাপসিংহলৈ বিয়া দিয়াৰ প্ৰস্তাৱ কৰি লগতে এই বুলি কৈ পঠিয়ালে যে আহোম ৰজাই যাতে কন্যাগৰাকীক কছাৰী ৰাজ্যৰ মাজেৰে নিজ ৰাজ্যলৈ নিয়াৰ ব্যৱস্থা কৰে। প্ৰতাপ সিংহই জয়ন্তীয়া ৰজাৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে আৰু জয়ন্তীয়া কুঁৱৰীক কছাৰী ৰাজ্যৰ মাজেৰে অনাৰ বাবে সেই ৰাজ্যৰ ৰজা যশনাৰায়ণৰ অনুমতি বিচাৰিলে। জয়ন্তীয়া ৰাজ্য আৰু আহোম ৰাজ্যৰ মাজত অহা-যোৱা কৰিবলৈ অন্য এটা পথ থকা সত্ত্বেও এইদৰে তেওঁৰ ৰাজ্যৰ মাজেৰে অহা-যোৱা কৰিবলৈ দিয়াত কছাৰী ৰজাই আপত্তি দৰ্শালে আৰু ইয়াতে ক্ষান্ত নাথাকি আহোম ৰাজ্যৰ অন্তৰ্গত এখন গাঁৱত আক্ৰমণ চলালেহি। প্ৰকৃতপক্ষে চিলাৰায়ৰ হাতত আহোমসকলে শোচনীয়ভাৱে পৰাজিত হোৱাৰ দিন ধৰি কছাৰী ৰজাঘৰে তেওঁলোকক হেয় চকুৰে চাবলৈ ধৰিছিল। এতিয়া এইদৰে আহোম ৰজাৰ প্ৰস্তাৱটো প্ৰত্যাখ্যান কৰাৰ উপৰি এই ৰাজ্যৰ অন্তৰ্গত গাঁৱত আক্ৰমণ কৰাত প্ৰতাপসিংহ অতিশয় ক্ৰুদ্ধ হয় আৰু যিকোনো উপায়েৰে জয়ন্তীয়া কুঁৱৰীক কছাৰী ৰাজ্যৰ মাজেদি আনিবলৈ বদ্ধপৰিকৰ হয়। এইদৰে যশোমানকৰ কূটনীতিৰ ফলত ঠিক তেওঁ আশা কৰা ধৰণে আহোম-কছাৰীৰ বিবাদ ঘটিল। ১৬০৬ খ্ৰীঃত প্ৰতাপ সিংহই কলং নৈৰে প্ৰথমে ৰহা আৰু তাৰ পিছত কপিলীলৈকে এদল' সৈন্য পঠিওৱাত এই

সৈন্যদলে কছাৰী ৰজাৰ বশ্যতা স্বীকাৰ কৰা এজন মুখীয়াল লোকক আক্ৰমণ কৰেগৈ। ইয়াৰ পিছত যুঁজখন সম্প্ৰসাৰিত হ'ল আৰু আহোম সৈন্যই সাতগাঁও হৈ ধৰমটিকাত কছাৰীসকলক শোচনীয়ভাৱে পৰাজিত কৰে। কছাৰীসকলে পিছ হুঁহকি মাইবং পায়হি আৰু এই স্থানলৈকে তেওঁলোকক পিছে পিছে খেদি অহা আহোম সৈন্যক পৰাস্ত কৰে। এই বাতৰি পাই প্ৰতাপ সিংহই নিজে এদল সৈন্যৰ নেতৃত্ব দি ধনশিৰি নৈয়েৰে আহি ডেম্‌লাই নামৰ ঠাইত কছাৰী সৈন্যদলক ছেদেলি-ভেদেলি কৰেহি। ইয়াৰ এমাহ পিছতে মহাসমাৰোহেৰে জয়ন্তীয়া কুঁৱৰীক কছাৰী ৰাজ্যৰ মাজেৰে আহোম ৰাজ্যলৈ নিয়া হয় (১৬০৬ খ্ৰীঃ)। জয়ন্তীয়া কুঁৱৰীক এইদৰে নিয়াৰ পিছত আহোম ৰজাই ৰহাত সুন্দৰ গোহাঁইৰ অধীনত এটা শকত আহোম বাহিনী এৰি আনবোৰ সৈন্য নিজ ৰাজ্যলৈ লৈ যায়।

সুন্দৰ গোহাঁয়ে কছাৰীসকলক কৰ শোধাবলৈ নিৰ্দেশ দি এই নিৰ্দেশ পালন নকৰিলে মাইবং আক্ৰমণ কৰিব বুলি ভাবুকি দিছিল। সুন্দৰ গোহাঁয়ে এই আক্ৰমণৰ বাবে আগবঢ়াৰ সময়তে তেওঁৰ পুত্ৰ আখেক গোহাঁয়ে তেওঁক প্ৰতাপ সিংহ বিৰুদ্ধে কেতবোৰ কথা লগোৱাত তেওঁৰ হেনো এই অভিযানত মন-কাণ নবহা হ'ল। ইপিনে আলেখলেখ চাই থকা কছাৰীসকলো এনে পৰিস্থিতিৰ সুযোগ লৈ আহোম সেনাদলক প্ৰত্যাহ্বান জনাই যুঁজ দি সুন্দৰ গোহাঁইকে আদি কৰি ভালেমান আহোম সৈন্য নিধন কৰিলেহি। এই ঘটনাৰ পিছত কছাৰী ৰজা যশনাৰায়ণে প্ৰতাপ নাৰায়ণ নাম লৈছিল। এওঁৰ মৃত্যুত ভীমবল নাৰায়ণে ৰাজপাট আৰোহণ কৰিছিল। আহোম সৈন্যৰ পৰাজয়ৰ বাতৰিয়ে প্ৰতাপ সিংহক যথেষ্ট মানসিক অশান্তি দিলেও সেই সময়তে মুঘলসকলে আহোম ৰাজ্যত আক্ৰমণ চলাবলৈ প্ৰস্তুতি চলোৱাৰ পৰিপ্ৰেক্ষিতত তেওঁ কছাৰীৰ সৈতে যুঁজ-বাগৰ কৰি শক্তিক্ষয় নকৰাটোৱেই সমীচীন হ'ব বুলি বিবেচনা কৰিলে। এইদৰে বৰ্হিঃশত্ৰুৰ আক্ৰমণৰ বাবে পূৰ্ণোদ্যমে প্ৰস্তুতি চলাই থখা প্ৰতাপসিংহই এনে বিপদকালত বৰং কছাৰীসকলৰ সৈতে মিত্ৰতা কৰা উচিত বুলিহে সিদ্ধান্ত লোৱা দেখা গ'ল। তেওঁৰ এনে সিদ্ধান্তই নিঃসন্দেহে তেওঁৰ দূৰদৰ্শিতাৰ চিনাকি দিছিল। প্ৰতাপ সিংহই কছাৰী ৰজা ভীমবলৰ ওচৰলৈ বহু ভাৰ-ভেটীৰে বন্ধুত্বৰ প্ৰস্তাৱ কৰাৰ লগতে হেনো এই বুলি কৈ পঠিয়ালে যে তেওঁ সুন্দৰ গোহাঁইক কছাৰীসকলক আক্ৰমণ কৰিবলৈ কোৱা নাছিল আৰু তেওঁ নিজ ইচ্ছাতহে এইদৰে কছাৰীসকলক আক্ৰমণ কৰিছিল। কছাৰী ৰজাই প্ৰতাপ সিংহৰ কথাত বিশ্বাস কৰি বন্ধুত্বৰ প্ৰস্তাৱ গ্ৰহণ কৰি আহোমৰ সৈতে বৈবাহিক সম্বন্ধ স্থাপনৰ আগ্ৰহ প্ৰকাশ কৰিলত তেওঁলৈ এজন উচ্চ আহোম বিষয়াৰ কন্যাক আগবঢ়োৱা হ'ল। এই কন্যাগৰাকীক বহু বয়-বস্তুৰে বুঢ়াগোহাঁই ডাঙৰীয়াই আগবঢ়াই থৈ আহিছিল গৈ। এইদৰে কছাৰীসকলৰ সৈতে বন্ধুত্বস্থাপন কৰি প্ৰতাপ সিংহই কেনে পৰিস্থিতিতনো সুন্দৰ গোহাঁইৰ অধীনত থকা আহোম সৈন্যসকলৰ বিপৰ্যয় ঘটিবলৈ পালে সেই সম্বন্ধে ভু লৈ বুজিব পাৰিলে যে এই সমুদায় অঘটনৰ বাবে প্ৰকৃতপক্ষে আখেক গোহাঁইহে দায়ী। সেয়ে প্ৰতাপ সিংহই আখেক গোহাঁইক বৰ্খাস্ত কৰিলত তেওঁ ব্ৰহ্মপুত্ৰৰ উত্তৰ কেইজনমান মুখীয়াল লোকক হাত কৰি আহোমৰ বিৰুদ্ধে থিয় হ'বলৈ মন কৰিছিল। কিন্তু পিছলৈ এনে আঁচনিৰ কৃতকাৰ্যতা সম্বন্ধে নিজৰে সন্দেহ হোৱাত তেওঁ তেওঁৰ আঁচনি সামৰি প্ৰথমে কোচ ৰজা পৰীক্ষিতৰ সহায় ভিক্ষা কৰিছিল যদিও বিমুখ হোৱাত পলাই গৈ বংগৰ মুঘল শাসকৰ ওচৰ চাপিছিলগৈ।

১৬০৮ খ্ৰীঃত প্ৰতাপ সিংহই কোচ ৰজা পৰীক্ষিতৰ কন্যা মংগলদহীক বিয়া কৰায়। মহা ধুমধামেৰে এই বিয়া পাতি পৰীক্ষিতে জীয়েকৰ লগত ছটা লগুৱা-লিকচৌৰ পৰিয়াল আৰু ছাব্বিছগৰাকী লিগিৰী আহোম ৰাজ্যলৈ পঠিয়াইছিল। বিনিময়ত প্ৰতাপ সিংহয়ো পৰীক্ষতলৈ বাইশটা হাতী পঠিয়াইছিল বুলি জনা যায়।

কিন্তু প্ৰতাপ সিংহৰ ৰাজত্বকালৰ আটাইতকৈ গুৰুত্বপূৰ্ণ ঘটনা আছিল মুছলমানৰ আক্ৰমণ। তেওঁৰ দীঘলীয়া ৰাজত্বকালৰ অধিকাংশ দিন এই বিবাদতেই অতিবাহিত হৈছিল। ১৬১৫ খ্ৰীঃত আৰম্ভ হোৱা এই বিবাদৰ ওৰ পৰিছিল ১৬৩৯ খ্ৰীষ্টাব্দতহে। এই বিবাদৰ অন্তৰালত ভালেমান কাৰণ নিহিত আছিল। যেনে— মুঘলৰ অধীনস্থ বংগৰ মুছলমান সৈন্যসকলে কোচ ৰজা পৰীক্ষিতৰ ৰাজ্য আক্ৰমণ কৰাত তেওঁৰ ভায়েক বলীনাৰায়ণে আহোম ৰজা প্ৰতাপ সিংহৰ আশ্ৰয় লৈছিলগৈ (১৬১৫ খ্ৰীঃ) আৰু এই আশ্ৰয়দানৰ বাবে

মুছলমান আক্ৰমণকাৰীসকলে আহোমকো শত্ৰুৰূপে গণ্য কৰিবলৈ লৈছিল। বুদ্ধিমান আৰু দূৰদৰ্শী আহোম ৰজা প্ৰতাপ সিংহই ভালদৰে জানিছিল যে সমসাময়িক বংগৰ মুছলমান বা মুঘলসকলৰ সৈতে আহোমৰ বিবাদ দীঘলীয়া হ'লে এইসকলক বাধা দিব পৰাকৈ আহোমৰ শক্তি নহ'ব। সেয়ে ভাবি-চিন্তি তেওঁ কোচহাজো আৰু আহোম ৰাজ্যৰ মধ্যৱৰ্তী এখন স্থানত বলীনাৰায়ণক ৰজা হিচাপে প্ৰতিষ্ঠা কৰিবলৈ ওলাল। সেই মৰ্মে অৱশেষত দৰঙত এখন মধ্যৱৰ্তী ৰাজ্য পাতি বলীনাৰায়ণক সেই ৰাজ্যৰ ৰাজপাট দিয়া হ'ল। ইয়াৰ ফলত বলীনাৰায়ণ আৰু মুঘলৰ অধীনস্থ বংগৰ সীমা হ'ল বৰনদী। আহোমৰ কৰতলতীয়া ৰজা আছিল সেয়ে 'থাপিত-সাঞ্চিত ৰজা' হিচাপে তেওঁক যিকোনো শত্ৰুৰ আক্ৰমণৰ ক্ষেত্ৰত ৰক্ষা কৰাৰ দায়িত্বও আহোম ৰজাই ল'লে। প্ৰতাপসিংহৰ এনে ব্যৱস্থায়ো মুছলমানসকলক ক্ষুব্ধ কৰিছিল। উল্লেখযোগ্য যে সেইকালত বংগদেশৰ পৰা বহুবোৰ মুঘল ব্যৱসায়ীয়ে বৰনদী পাৰ হৈ আহি মনে মনে অসমত সোমাই হাতী, পহু, গান্ধকলাই, জালুক, সোণ থকা বালি, দুষ্প্ৰাপ্য বনদৰব আৰু মূল্যৱান কাঠ লৈ পলাই গৈছিল। এনেধৰণৰ চোৰাংবেপাৰীসকল আনকি ভৰলু নৈৰ মুখ পাইছিলগৈ। আহোম ৰজাই বহুবাৰ আপত্তি দৰ্শাইছিল যদিও এই সন্দৰ্ভত বংগৰ শাসনকৰ্তাৰ পৰা কোনো ধৰণৰ সদুত্তৰ পোৱা নাছিল। দৰাচলতে বংগৰ শাসনকৰ্তাই এনেধৰণৰ চোৰাং কাৰবাৰীসকলক প্ৰশ্ৰয়হে দিছিল। বৰং এইদৰে চোৰাং কাৰবাৰীসকলৰ প্ৰশ্ন লৈ দুয়ো ৰাজ্যৰ মাজত বিবাদ ঘনীভূত হোৱাটোহে মুছলমানসকলৰ বাবে অধিক কাম্য আছিল যেন লাগে। এনে বিবাদ লাগি যুঁজৰ সৃষ্টি হ'লে আৰু ভাল, কাৰণ, তেতিয়া তেওঁলোকে যুঁজত পৰাজিতসকলৰ পৰা ৰাজ্য কাঢ়ি লৈ পূব দিশত মুঘলৰ ৰাজ্য অধিক বিস্তাৰ কৰিবলৈ সক্ষম হ'ব। অসম অধিকাৰ কৰিব পাৰিলে মুঘলসকলৰ বাবে তিব্বত আৰু চীন দেশত প্ৰৱেশৰ পথ ওলাব আৰু এই প্ৰবেশে তেওঁলোকৰ বাবে দক্ষিণ-পূব এছিয়াৰ দেশসমূহৰ বাণিজ্যৰ পথ সুপ্ৰশস্ত কৰি তুলিব। সেইবাবে অসম জয় কৰাটো আছিল মুঘলৰ অন্যতম উদ্দেশ্য আৰু সেই কাৰ্যৰ সফল ৰূপায়ণৰ বাবে বংগৰ জনবল আৰু ধনবল তেওঁলোকে ব্যৱহাৰ কৰিছিল। এনেবোৰ প্ৰস্তুতি কাৰ্য আৰু আঁচনিৰ দিবা-স্বপ্ন দেখি থকাৰ কালতে অসমৰ কলিয়াবৰত এজন মুছলমান বণিকক আহোম সৈন্যই ধৰি চোৰাংচোৰা বুলি ভাবি হত্যা কৰাত আহোম-মুছলমান সম্বন্ধৰ অৱনতি ঘটিল। প্ৰায় একে সময়তে ৰতনচাহ নামৰ এজন মুছলমান ব্যৱসায়ীয়ে বৰনদী পাৰ হৈ আহি শিংগৰী অঞ্চলৰ পৰা চোৰাংকৈ অগৰু কাঠ সংগ্ৰহ কৰি থাকোতে ধৰা পৰে আৰু আহোম সৈন্যই তেওঁৰ বয়বস্তু কাঢ়ি লৈ খেদি পঠিয়ায়। এই শেষৰ ঘটনা দুটাই বংগৰ মুঘল শাসনকৰ্তা ছেইখ কাছিম খাঁক অতি বিতুষ্ট কৰে আৰু তেওঁ ছৈয়দ হাকিম, চৈয়দ আবা-বকৰ আৰু বংগৰ ভূষণ অঞ্চলৰ জমিদাৰৰ পুত্ৰ পাণ্ডুৰ থানাদাৰ সত্ৰাজিতৰ নেতৃত্বত দহ হাজাৰ সৈন্য আৰু চাৰিশ নাও দি আহোম ৰাজ্যৰ বিৰুদ্ধে অভিযানৰ নিৰ্দেশ দিয়ে। এই দলটোৰ লগত বংগৰ শাসনকৰ্তাৰ ওচৰত আশ্ৰয় লৈ থকা সুন্দৰ গোহাঁইৰ পুত্ৰ আখেক বা আইখেক গোহাঁয়ো আহিছিল।

আক্ৰমণকাৰীসকলে কলং নৈৰে কলিয়াবৰ পাইছিলহি, আহোম সৈন্যও ভৰলীৰ পাৰত তেওঁলোকক প্ৰত্যাহ্বান জনাবলৈ ৰৈ আছিল। নৈখনত ডাঠ কুঁৱলী পৰাৰ সুযোগ লৈ মুছলমান সৈন্যই আহোমক অকস্মাতে আক্ৰমণ কৰি পৰাস্ত কৰিছিল। এইদৰে প্ৰথমখন যুঁজত আহোমক পৰাজিত কৰি বিজয়ী দলটোৱে কিন্তু আগবাঢ়ি অহা নাছিল। ইতিমধ্যে প্ৰতাপ সিংহই আন এটা সৈন্যদল ভৰলী লৈ পঠিয়াই দলটিক যিকোনো প্ৰকাৰে শত্ৰু সৈন্যক আক্ৰমণ কৰি বিতত কৰিবলৈ কৰা নিৰ্দেশ দিছিল যদিও দলটোৰ নেতৃত্বত অহা সেনাপতিজনে তেনে কৰিবলৈ শংকা কৰিলে। এইদৰে আদেশ পালনত ব্যতিক্ৰম কৰা সেনাপতিক প্ৰতাপসিংহই তৎক্ষণাৎ বৰ্খাস্ত কৰি তেওঁৰ ঠাইত আন এজনক যুঁজৰ দায়িত্ব দিলে। এই সময়তে আহোমসকলে বুধি কৰি আখেক গোহাঁইক ক্ষমাদানৰ প্ৰতিশ্ৰুতিৰে নিজৰ দললৈ আনিবলৈ সক্ষম হ'ল। এইদৰে আখেক গোহাঁইক নিজ দললৈ আনি আহোমৰ যথেষ্ট লাভ হৈছিল। এওঁৰ পৰামৰ্শ মতে এদিন নিশাৰ ভাগত তেওঁলোকে মুছলমান সৈন্যক অকস্মাতে জল আৰু স্থল উভয়তে আক্ৰমণ কৰি পৰাজিত কৰিলে। কিন্তু দেশদ্ৰোহী আখেক গোহাঁইক প্ৰতাপ সিংহই মনে প্ৰাণে ক্ষমা কৰা নাছিল। এনে লোকৰ কোনো সঁজাত নাই বুলি তেওঁ ভৰলীৰ যুঁজৰ পিছত আখেক বা আইখেক গোহাঁইক প্ৰাণদণ্ড

দিছিল। কিংবদন্তি মতে আখেকক জীয়াই জীয়াই গাৰ ছাল বখলিয়াই অতি যন্ত্ৰণা দি তিলতিলকৈ হত্যা কৰা হৈছিল। ইফালে ভৰলুৰ যুঁজত এনেদৰে আকস্মিকভাৱে আহোম সৈন্যৰ আক্ৰমণত মুছলমান সৈন্যসকল বিবুধিত কৰি যেনি তেনি পলাবলৈ লোৱাত চাৰিওফালে আহোম সৈন্যই তেওঁলোকক জাকে জাকে বেৰি লৈ প্ৰথমে বন্দী কৰি পিছলৈ হত্যা কৰিছিল বুলি জনা যায়। মুঘল সেনাপতি আবু বকৰো এই যুঁজত নিধন হৈছিল। সত্ৰাজিতৰ পুতেকক হেনো কামাখ্যা মন্দিৰলৈ নি বলি দিয়া হৈছিল। বাহাৰিস্তান-ই-গায়বিৰ মতে, এই আক্ৰমণত প্ৰায় ৫০০০ মুছলমান সৈন্য ৰণত পৰিছিল আৰু ৯০০০জন বন্দী হৈছিল। তাৰে ৩০০০জন পলাই গৈছিল। ইয়াৰে প্ৰায় ২০০০জনক হাজোৰ পৰা যোৱা আন এটা দলে উদ্ধাৰ কৰিছিল। এই যুঁজত হত্যা কৰি শত্ৰুসকলৰ কটা মূৰবোৰ হেনো এঠাইত দ'ম কৰি সজাই থোৱা হৈছিল। বিজিতসকলৰ ভালেমান হাতী, ঘোঁৰা, যুঁদ্ধৰ নাও, বৰতোপ, বন্দুক, খাৰ-বাৰুদ আদি আহোমৰ হস্তগত হৈছিল। এই অভিযানৰ অন্তত হৰ্ষোল্লাসেৰে প্ৰতাপ সিংহই ৰাজধানীত ৰিখবন উৎসৱৰ আয়োজন কৰিছিল। আনহাতেদি এই যুদ্ধত শোচনীয়ভাৱে পৰাজয় ঘটাৰ বাতৰি পাই মুঘলে বংগৰ শাসনকৰ্তা কাছিম খাঁক তেওঁৰ পদৰ পৰা বৰ্খাস্ত কৰিছিল। যুঁজখনত জয়লাভ কৰি নিঃসন্দেহে আহোম সৈন্যদলৰ মনোবল যথেষ্ট পৰিমাণে বৃদ্ধি পাইছিল।

বলীনাৰায়ণক আহোম ৰজা প্ৰতাপসিংহই দৰঙত কৰতলতীয়া হিচাপে ৰজা পতাৰ বিষয়ে আগেয়ে উল্লেখিত হৈছে। বলীনাৰায়ণে ৰজা হৈ ধৰ্মনাৰায়ণ নাম লৈছিল। ইফালে আকৌ কামৰূপত মুঘলৰ আধিপত্য বিস্তাৰ হোৱাত স্থানীয় লোকসকল অতি বিতুষ্ট হৈছিল। খুতাঘাটৰ ৰজা আৰু ধমধমাৰ সনাতন কোচ নামৰ দুজন লোকে প্ৰকাশ্যে মুঘলৰ বিৰোধিতা কৰিছিল। মুঘলে দক্ষিণকূল তথা দক্ষিণ কামৰূপ অঞ্চলত আধিপত্য বিস্তাৰৰ বাবে সচেষ্ট হোৱাত সেই অঞ্চলৰ জনজাতীয় লোকসকলে তেনে প্ৰচেষ্টাত বাধা দিবলৈ মাৰ বান্ধি থিয় দিবলৈ সাজু হৈছিল। এই প্ৰতিৰোধকাৰী লোকসকলৰ নেতৃত্ব দিছিল সুমেৰু বৰকাইথ, পৰশুৰাম, বেলতলাৰ ৰজা মাচুগোবিন্দ, যাদু নাইক আদি মুঠতে ১৮জন ৰজাই। এওঁলোকে প্ৰায় ১৮,০০০ পাহাৰীয়া সৈন্যৰ এটা শক্তিশালী দল গঠন কৰিছিল। ইফালে ভৰলীৰ যুঁজত বিজয়ী হোৱাৰ পিছত ব্ৰহ্মপুত্ৰৰ দক্ষিণৰ বহুতো ৰজা বা জমিদাৰসকলে আহোম ৰজাক মিত্ৰ বুলি মানিছিল। এনে ধৰণৰ ৰজাসকলৰ ভিতৰত এজন আছিল ডিমৰুৱাৰ ৰজা। ব্ৰহ্মপুত্ৰ আৰু কলং নৈৰ সংগমস্থলত এই ৰাজ্যখন অৱস্থিত আছিল। ডিমৰুৱা ৰাজ্যৰ পূৰ্বপুৰুষজনৰ নাম আছিল প্ৰাণেশ্বৰ বা পান্থেশ্বৰ বা গান্থেশ্বৰ। এই ৰাজবংশৰ মংগল ৰজাই আহোমৰ সৈতে মিত্ৰতা কৰিছিল আৰু এই মিত্ৰতাৰ ফলত মংগলে কছাৰী ৰজা ভীমবলৰ পৰা নিজ ৰাজ্যখন ৰক্ষা কৰিবলৈ সক্ষম হৈছিল।

১৬১৭ খ্ৰীঃত ধৰ্মনাৰায়ণৰ নেতৃত্বত ওপৰত উল্লিখিত ১৮জন ৰজাই ১৮,০০০ সৈন্যৰে মুঘল অধিকৃত পাণ্ডুকোঠ আক্ৰমণ কৰিছিল বুলি ওপৰত উল্লিখিত হৈছে। এই দলটোক সহায় কৰিবলৈ আহোম ৰজা প্ৰতাপ সিংহয়ো এদল সৈন্য পঠিয়াইছিল। এই শক্তিশালী মৰ্চাৰ আক্ৰমণত মুঘল সৈন্যই পাণ্ডু এৰি পিছ হুঁহকিবলৈ বাধ্য হৈছিল। ইফালে তিনিজন গোহাঁই আৰু এটা বিৰাট সৈন্যবাহিনী লৈ স্বয়ং প্ৰতাপ সিংহই যুঁজলৈ ওলাই আহি চামধৰা দুৰ্গত বাহৰ পাতিলেহি। তেওঁ পঠিওৱা সৈন্যদলে হেলাৰঙে মুঘলৰ হাতৰ পৰা আগিয়াঠুটিৰ দুৰ্গটো কাঢ়ি ল'লে। মুঘল সৈন্যই হাজোলৈ ভটিয়াই যাবলৈ বাধ্য হ'ল।

হাজোৰ যুদ্ধত প্ৰথম অৱস্থাত আহোম সৈন্য দল বিজয়ী হ'লেও অৱশেষত কিন্তু পৰাজিত হোৱা দেখা গ'ল। আহোম দলৰ বিস্তৰ ক্ষতি হ'ল আৰু প্ৰায় ৪,০০০জন সৈন্যই প্ৰাণ হেৰুৱালে। থকবক্ বুঢ়াগোহাঁয়ো ৰণত পৰিল। উল্লেখযোগ্য যে প্ৰতাপসিংহই এই যুদ্ধখন কৰিবলৈ আদেশ দিয়া নাছিল। আগিয়াঠুটিৰ যুদ্ধৰ পিছত শত্ৰু দলটো হাজোলৈ আঁতৰি যোৱাত তেওঁ কিছুদিনলৈ বিশ্ৰাম লোৱাৰ কথাহে ভাবিছিল। কিন্তু আহোম সৈন্যৰ ছাউনীৰ ওচৰে-পাঁজৰে এদিন কেইজনমান মুছলমান অশ্বাৰোহীয়ে ঘূৰা-পকা কৰা দেখা পাই তেওঁলোকক খেদি খেদি হাজোত উপস্থিত হোৱা আহোম সৈন্যই যুঁজত জয় অৱশ্যম্ভাৱী বুলি ধৰি লৈ নিজে নিজে স্থল আৰু জল যুদ্ধ আৰম্ভ কৰিলে। প্ৰথম অৱস্থাত জয়লাভ কৰি এওঁলোকে পুনৰবাৰ বহলাই যুঁজখন কৰিবলৈ ওলোৱাৰ কালতে মিৰ্জানাথনৰ নেতৃত্বত অহা মুঘল

বাহিনীৰ হাতত তেওঁলোকে শোচনীয়ভাৱে পৰাজিত হ'ল। সেয়ে প্ৰতাপ সিংহই এইদৰে বিনা অনুমতিত যুদ্ধ কৰি পৰাজয় বৰণ কৰিবলগীয়াত পৰা অৱস্থাৰ সৃষ্টিকাৰক বিষয়াসকলক কঠোৰভাৱে শাস্তি দিছিল। কথিত আছে যে এই যুঁজত হোৱা ক্ষয়-ক্ষতি আৰু অপমানজনক পৰাজয়ৰ বাবে তেওঁ চামধৰাত এখন বিচাৰ সভা পাতি বিনাঅনুমতিত যুদ্ধ কৰা, বিষয়াসকলৰ শিৰচ্ছেদৰ আদেশ দিছিল। আন কেইজনমানক চোৰাত পাতত নিক্ষেপ কৰি অনাহাৰে মৰিবলৈ দিছিল। বুঢ়াগোহাঁই আৰু চাৰিং ৰজাক গাহৰি গৰালত ভৰাই থৈছিল। আহোম বিষয়াসকলে ৰজাৰ অনুমতি নোহোৱাকৈ আৰম্ভ কৰা এই যুঁজখনত যুঁজ কোনে আৰম্ভ কৰিছিল সেইবোৰ কথা নাভাবি একে সময়তে ধৰ্মনাৰায়ণ আৰু যদু নামৰ আন এজনেও মুঘলক আক্ৰমণ কৰিছিল বুলি জনা যায়। এওঁলোকক স্থানীয় বহু লোকে স্বতঃস্ফুৰ্তভাৱে সহায় কৰিছিল। যদু নামৰ লোকজনৰ সবিশেষ জনা নাযায়। কোনো কোনো সূত্ৰই তেওঁক চুতীয়া আৰু আন সূত্ৰবোৰে কছাৰী লোক বুলি বৰ্ণনা কৰিছে।

এইদৰে হঠাতে হোৱা যুদ্ধখনত পৰাজয় বৰণ কৰাৰ ফলত যি বিপৰ্যয়ৰ সৃষ্টি হৈছিল সেই সময়তে লাঙি পানীসিয়া নামৰ এজন সেনাপতিয়ে পলৰীয়া আহোম সৈন্যদলক পুনৰ একগোট কৰি ৰাজ্যখনত সুস্থিৰ অৱস্থা এটা আনিবলৈ সক্ষম হোৱাত প্ৰতাপসিংহ অতি সন্তুষ্ট হয় আৰু লাঙি পানীসিয়াক বৰফুকন নামেৰে এটা নতুন পদ সৃষ্টি কৰি সেই পদত নিযুক্তি দিয়ে। বৰফুকন পদটো বৰ্তমানৰ গভৰ্ণৰ পদৰ সমকক্ষ আছিল যেন লাগে। কলিয়াবৰৰ পৰা আৰম্ভ কৰি পশ্চিমৰ ৰাজ্যখণ্ডৰ সকলো শাসনভাৰৰ দায়িত্ব বৰফুকনক দিয়া হয়। বৰফুকনৰ মুখ্য কাৰ্যালয় আছিল গুৱাহাটীত। একেদৰে বৰফুকন পদৰ সমকক্ষ আন এটা পদৰ নাম দিয়া হয় বৰবৰুৱা। কলিয়াবৰৰ পূবত যিবিলাক ঠাই তিনিজন ডা-ডাঙৰীয়াৰ বাবে নিৰ্দিষ্ট স্থানৰ বাহিৰত আছিল সেই ঠাইসমূহৰ শাসন ব্যৱস্থা এইজন বিষয়াৰ হাতত দিয়া হ'ল। সেই মৰ্মে বৰবৰুৱা পদত পোনপ্ৰথমে অধিষ্ঠিত হৈছিল সুকৃতি বা মোমাই তামুলী (শৰাইঘাট যুঁজৰ প্ৰখ্যাত সেনাপতি স্বনামধন্য লাচিত বৰফুকন মোমাই তামুলী বৰবৰুৱাৰ পুত্ৰ আছিল)।

প্ৰতাপসিংহৰ নেতৃত্বত মুছলমানৰ বিৰুদ্ধে যে এখন মৰ্চা গঠিত হৈছিল। সেই মৰ্চাৰ গুৰি ধৰিছিল ভালেমান ক্ষুদ্ৰ ক্ষুদ্ৰ জনজাতীয় ৰজাসকলে। দৰাচলতে কোচ ৰজা ধৰ্মনাৰায়ণ বা বলীনাৰায়ণ, ডিমৰুৱা, ৰাণী, লুকি, বেলতলা আদিৰ ৰজাসকলে একত্ৰিতভাৱে এই মৰ্চা গঠন কৰি উপলব্ধি কৰিছিল যে ইয়াৰ বাবে উপযুক্ত নেতৃত্ব ল'ব পৰা এজনেই আছে আৰু তেওঁ হ'ল আহোম ৰজা প্ৰতাপসিংহ। ক্ষুদ্ৰ ক্ষুদ্ৰ ৰজাসকলে স্বইচ্ছাই এইদৰে প্ৰতাপসিংহক নেতৃত্ব দিবলৈ ওলোৱাত তেৰোঁ সেই নেতৃত্ব গ্ৰহণ কৰি হাতীবৰুৱাৰ নেতৃত্বত ৮০,০০০ সৈন্য কামৰূপলৈ পঠিয়াইছিল। হাতীবৰুৱাৰ সৈতে পূৰ্বতে উল্লেখ কৰা সুমেৰু বৰকাইথ আৰু ধৰ্মনাৰায়ণো আহিছিল। ৰাণীহাটৰ পৰা আৰম্ভ হোৱা এই অভিযানকালত তেওঁলোকে ১৬১৮ খ্ৰীঃত মুঘল তথা মুছলমানৰ দুৰ্গসমূহ আক্ৰমণৰ চেষ্টা চলাই বিশেষ অগ্ৰগতি লাভ কৰা নাছিল যদিও সেই সময়তে মুঘল সৈন্যৰ কিছু আঁতৰত এটা বিৰাট দুৰ্গ সাজি উলিওৱা হৈছিল। কথিত আছে যে প্ৰায় ৫০ হাজাৰ লোকে একে নিশাৰ ভিতৰতে এই দুৰ্গটো সাজিছিল। ১৬১৯ খ্ৰীঃত ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যৰ ৰজাসকলে ৰাণীহাটৰ দুৰ্গটো মুছলমানৰ হাতৰ পৰা উদ্ধাৰ কৰিবলৈ চেষ্টা কৰি বিফল হোৱাত প্ৰতাপসিংহৰ সাহায্য প্ৰাৰ্থনা কৰিছিল। প্ৰতাপ সিংহই সেই অনুৰোধ ৰক্ষা কৰি যিটো সৈন্যদল পঠিয়াইছিল তেওঁলোকৰ সৈতে দৰঙীৰ ধৰ্মনাৰায়ণো গৈছিল। প্ৰায় পাঁচমাহ জুৰি যুঁজ-বাগৰৰ অন্তত এই দুৰ্গটো মুছলমানৰ হাতৰ পৰা উদ্ধাৰ হৈছিল।

সেই সময়তে কোচবিহাৰৰ ৰজা লক্ষ্মীনাৰায়ণে মুঘল তথা মুছলমানৰ সহায়ত কামৰূপত কোচ বিদ্ৰোহীসকলৰ বিৰুদ্ধে অভিযানত ব্যস্ত থকাকালত প্ৰতাপ সিংহই তেওঁকো নিজ দললৈ আহিবলৈ আমন্ত্ৰণ জনাইছিল। কিন্তু লক্ষ্মীনাৰায়ণে সেই অনুৰোধৰ প্ৰতি সঁহাৰি নজনালে। লক্ষ্মীনাৰায়ণে অৱশ্যে এই সময়তে মুঘলৰ হাতৰ পৰা পাৰিলে কামৰূপৰ কোচ ৰাজ্যখন নিজৰ হাতলৈ কেনেকৈ নিব পাৰি সেই চিন্তাও নকৰা নহয়। সেয়ে তেওঁ যেতিয়া দেখিলে যে যুদ্ধ কৰি কৰি আহোম আৰু মুঘল উভয় দলেই ভাগৰি পৰিছে তেতিয়া তেওঁ এই যুঁজ-বাগৰৰ অৱসান ঘটাবলৈ মধ্যস্থতাকাৰীৰ ভূমিকা লোৱাৰ বাবে সচেষ্ট হ'ল। এই ধৰণে মধ্যস্থতা কৰি তেওঁ মুঘলৰ পৰা কামৰূপ উদ্ধাৰৰ

আশা পোষণ কৰি বীৰু কাজী নামৰ এজন কটকীক প্ৰতাপ সিংহৰ ওচৰলৈ পঠিয়ালে। সেইমতে বীৰু কাজী আহোমৰ ৰাজসভালৈ অহাত প্ৰতাপ সিংহই তেওঁক মুঘলৰ চোৰাংচোৱা বুলি সন্দেহ কৰি বন্দী কৰি থৈ ক'লে যে লক্ষ্মীনাৰায়ণে প্ৰথমে যুদ্ধখনৰ অৱসান ঘটাওক আৰু সেই কাম কৰিলেহে তেওঁ বন্দীজনক মুক্তি দিব। ফলত লক্ষ্মীনাৰায়ণৰ মধ্যস্থতাকাৰীৰ ভূমিকাৰ কোনো অগ্ৰগতি নহ'ল আৰু পূৰ্বৰ দৰে যুঁজ চলি থাকিল।

উপৰোক্ত ঘটনাৰ কিছুদিনৰ পিছতেই মুছলমানে ধৰ্মনাৰায়ণৰ দুৰ্গ আক্ৰমণ কৰাত তেওঁ আহোমৰ সৈতে লগলাগি যুঁজ দিও দুৰ্গ ৰক্ষা কৰিব নোৱাৰিলে। এইদৰে ৰাণীহাটৰ যুঁজৰ কেইমাহমান যাওঁতেই দক্ষিণ কালত পুনৰ মুঘলৰ শাসন আৰম্ভ হ'ল। এই ঘটনাসমূহৰ অন্তৰালত পাণ্ডুৰ বিদ্ৰোহী থানাদাৰ সত্ৰাজিতৰ ভূমিকাও আছিল বিশেষভাৱে লক্ষণীয়। মুছলমান আৰু আহোমৰ মাজত সন্ধি বা শান্তি হোৱাটো সত্ৰাজিতেও কামনা নকৰিছিল। সেই সময়তে বংগ আৰু আহোমৰ মাজত যুঁজ চলি থকাৰ সুযোগত সত্ৰাজিতে মুছলমানক কৰ দিবলৈ বন্ধ কৰিছিল। এই যুঁজ যিমান দিন চলি থাকিব সিমান দিনলৈ তেওঁৰ ক্ষমতা আৰু আধিপত্যত যে বাধা দিবলৈ মুছলমানৰ সময় বা সুবিধা নহ'ব এই কথাটো সত্ৰাজিতে বঢ়িয়াকৈ বুজিছিল আৰু সেয়ে বৰফুকন পানীসিয়াক হাত কৰি তেওঁ আহোম আৰু মুছলমানৰ শান্তি প্ৰচেষ্টাত আউল লগাইছিল। পানীসিয়া বৰফুকনে যে সত্ৰাজিতৰ উদ্দেশ্য ধৰিব পৰা নাছিল সেইটো সহজেই অনুমেয়। সত্ৰাজিতে দৰাচলতে আহোম আৰু মুছলমান উভয়ৰে বিশ্বস্ত হোৱাৰ ভাও জুৰি নিজ কাৰ্যসিদ্ধিৰ চেষ্টা কৰিছিল। বেলতলাৰ প্ৰাক্তন বিদ্ৰোহী ৰজা মাচু গোবিন্দই পলাই গৈ লুকীত লুকাই থকাত সত্ৰাজিতে তেওঁক ধৰি আনি আহোমৰ হাতত গতাই দিব বুলি কৈ মনে মনে তেওঁক বংগদেশলৈ পঠিয়াই দিয়াৰ দৃষ্টান্তয়ো তেওঁৰ দুমুখীয়া নীতিৰ সাক্ষী দিয়ে। পানীসিয়া বৰফুকনে সত্ৰাজিতৰ চলাহী কথাত ভোল গ'লেও প্ৰতাপসিংহই তেওঁৰ চতুৰালি ধৰিব পাৰিছিল আৰু সেয়ে তেওঁৰ সৈতে লগলাগি আহোমৰ ক্ষতি কৰা বাবে বৰফুকনক লঘোনে ৰাখি মাৰিবলৈ আদেশ দিছিল। আনহাতেদি সত্ৰাজিতে কোচ ৰজা ধৰ্মনাৰায়ণক গোৱালপাৰাত মুছলমানৰ অধিকৃত অঞ্চল কেতবোৰ অধিকাৰ কৰিবলৈ উচটাইছিল। ইফালে আকৌ বংগৰ হৰিকেশ নামৰ এজন বিষয়াই নিজ ৰাজ্যত কেতবোৰ দুৰ্নীতি কৰি আহোম ৰাজ্যত আশ্ৰয় লৈ থকাৰ কথা গম পাই সেই ৰাজ্যৰ মুঘল শাসনকৰ্তাই প্ৰতাপসিংহক এই আশ্ৰিতজনক উভতাই পঠিয়াবলৈ কৈছিল। তেতিয়া হেনো প্ৰতাপসিংহই এই বুলি চুঙা চাই সোপা দিছিল যে যেনেকৈ মাচুগোবিন্দক তেওঁলোকে আশ্ৰয় দিছে তেনেকৈয়ে আহোমেও হৰিকেশক আশ্ৰয় দিছে। এই উত্তৰ শুনি বংগৰ পৰা এদল সৈন্যক হৰিকেশক ধৰি নিবলৈ পঠিওৱা হৈছিল যদিও বৰলীয়া নৈৰ তীৰত এই সৈন্যদল পৰাস্ত হয়। এইবোৰ ঘটনাৰ পৰিপ্ৰেক্ষিতেতে যুদ্ধৰত দল দুটাৰ যুঁজ কৰি কৰি ভাগৰ লাগিলেও শান্তি স্থাপন নহ'ল। বৰং ১৬৩৫ খ্ৰীঃত যুঁজখন বিস্তৃতভাৱেহে হ'ল আৰু আহোম আৰু জনজাতীয় মৰ্চাই মুছলমানসকলক পাণ্ডু, শৰাইঘাট, আগিয়াঠুটি আদিৰপৰা খেদি নিয়াত তেওঁলোকে হাজো অঞ্চললৈ হুঁহকি গ'ল। এই যুঁজ-বাগৰৰ কালতে মুছলমানসকলৰ দলত অহা এজন ইউৰোপীয় লোকে চৰাই চিকাৰ কৰি থকা দেখা পাই আহোমে তেওঁক বন্দী কৰি গাড়গাঁৱত আনি ৰাখিলে। মন কৰিবলগীয়া যে অসমত ইউৰোপৰ লোকৰ এয়ে আছিল প্ৰথম প্ৰৱেশ। ইয়াৰ পিছত খৰালি কালত হাজোৰ ওচৰত সংঘটিত যুঁজত মুছলমান সৈন্যৰ শোচনীয় পৰাজয় ঘটিছিল। এই সময়ছোৱাতে দৰঙীৰ কোচ ৰজা ধৰ্মনাৰায়ণৰ সহযোগিতাৰ বাবে প্ৰতাপসিংহই তেওঁক উত্তৰখণ্ড অঞ্চল (ঢেকেৰী ৰাজ্য)ৰ শাসনৰ ভাৰ দিলে আৰু পৰীক্ষিতৰ পুত্ৰ চন্দ্ৰনাৰায়ণক কৰৈবাৰী অঞ্চলৰ হাতশিলাত কৰতলতীয়া জমিদাৰ হিচাপে প্ৰতিষ্ঠা কৰি কৃতজ্ঞতা জনালে। হাজোৰ যুঁজত জয়ী হৈ আহোমে কামৰূপ আৰু গোৱালপাৰা জিলাৰ ভালেমান অঞ্চলো মুছলমানৰ হাতৰ পৰা উদ্ধাৰ কৰিবলৈ সক্ষম হ'ল। হাজোৰ যুদ্ধত পৰাজিত হৈ মুছলমান সেনাপতি আব্দুছ ছালামে আহোমৰ বশ্যতা স্বীকাৰ কৰাত আহোমে তেওঁলোকৰ উচ্চ খাপৰ বিষয়াসকলক মাটিবাৰী দি শিলপানী অঞ্চলত থাকিবলৈ দিলে আৰু বাকী বন্দীসকলক লগুৱা হিচাপে আহোম বিষয়াসকলৰ মাজত ভাগ কৰি দিয়া হ'ল। বাকী যিবোৰ মুছলমান সৈন্য হাজোৰ পৰা হুঁহকি যাবলৈ

সক্ষম হৈছিল তেওঁলোকে গৈ ভাতকুছি পাইছিলগৈ। সেইসময়তে প্ৰতাপ সিংহই নেতা বৰফুকনৰ বিৰুদ্ধে বহুবোৰ কথা শুনি তেওঁক বৰ্খাস্ত কৰি সৰু চকুৱা গোহাঁইক বৰফুকন পাতিছিল। ১৬৩৭ খ্ৰীঃত নতুন বৰফুকন ভাটকুছিত থকা মুছলমান সৈন্যৰ ওপৰত আক্ৰমণ চলাইছিল বুলি জনা যায়।

ইফালে ১৬৩৭ খ্ৰীঃতেই বংগৰ নবাব ইছলাম খাঁই তেওঁৰ ভাতৃ মিৰ জৈনুদ্দিন আৰু তেওঁৰ সহকাৰী আহুল্লায়াৰ অধীনত এক বিৰাট ফৌজ আহোমৰ বিৰুদ্ধে পঠিয়ালে। কোচ ৰজা প্ৰাণনাৰায়ণে মুছলমানৰ পৰা কামৰূপ ৰাজ্যখন পোৱাৰ আশাত এই শত্ৰুদলৰ লগ লাগিছিলহি। এই সৈন্য দলে প্ৰথমেই কৈৰাবাৰী অধিকাৰ কৰাত কোচ জমিদাৰ চন্দ্ৰনাৰায়ণে সেই ঠাইৰ পৰা প্ৰাণ লৈ পলাইছিল। ধুবুৰীত সত্ৰাজিত বন্দী হ'লত তেওঁক ঢাকালৈ পঠিয়াই দিয়া হৈছিল আৰু কিছুদিনৰ পিছত তেওঁক তাতেই হত্যা কৰা হৈছিল বুলি জনা যায়। মুছলমান সৈন্যসকলে আহোমক যোগীঘোপা, কালাপানী বাৰেপইতা, আগিয়াঠুটি, শ্ৰীঘাট আৰু কাজিৰত পৰাস্ত কৰি কলিয়াবৰলৈ পিছ হুঁহকি যাবলৈ বাধ্য কৰিছিল। পিছত আহোম সৈন্যই কামৰূপ এৰি নিজ ৰাজ্যলৈ উভতি যোৱাটোকে শ্ৰেয় বুলি বিবেচনা কৰিছিল। দৰংগী ৰজা ধৰ্মনাৰায়ণো এইবাৰ মহা বিপৰ্যয়ৰ সন্মুখীন হ'ল। তেওঁক শত্ৰুসৈন্যই খেদি যোৱাত তেওঁ শিংগৰি পৰ্বতত লুকালগৈ আৰু তাতেই তেওঁ আৰু তেওঁৰ পুত্ৰই মহামাৰীত আক্ৰান্ত হৈ মৃত্যুমুখত পৰিল। কোনো কোনো সূত্ৰমতে ধৰ্মনাৰায়ণ আৰু তেওঁৰ পুত্ৰক শত্ৰুৱে বন্দী কৰি হত্যা কৰিছিল। উত্তৰপাৰ আৰু দক্ষিণৰ গোৱালপাৰা অঞ্চলৰ জমিদাৰসকলেও বশ্যতা স্বীকাৰ কৰিছিল। সেই সময়তে মোমাই তামুলী বৰবৰুৱাক প্ৰতাপসিংহই সেনাপতিৰ দায়িত্ব অৰ্পণ কৰাত এইবাৰ আহোম-মুঘলৰ যুঁজৰ পট পৰিৱৰ্তন ঘটা দেখা যায়।

অতি তাকৰ সময়তে নৱনিযুক্ত সেনাপতি মোমাই তামুলী বৰফুকনে তেওঁৰ সৈনদল পুনৰ সজাই-পৰাই তুলি শত্ৰুসৈন্যক প্ৰত্যাহ্বান জনালে (১৬৩৮ খ্ৰীঃৰ অক্টোবৰ মাহ)। চামধৰা দুৰ্গৰ ওচৰত যুঁজ আৰম্ভ হ'ল। চামধৰা আৰু দুইমুনি শিলাৰ যুঁজত মুছলমান সৈন্যদলে গা কৰিব নোৱাৰি গুৱাহাটীলৈ হুহকি গ'ল। জৈনুদ্দিন নিজে কামৰূপৰ পৰা পলাই ঢাকা ওলালগৈ। আহুল্লায়া খাঁই গুৱাহাটীতে কোঠ মাৰি কামৰূপৰ শাসন চলাই থাকিল। আহোমে কাজলি দুৰ্গ পুনৰ অধিকাৰ কৰে। ইফালে দুয়ো পক্ষই যুঁজ কৰি কৰি ভাগৰি পৰি ভালেমান দিনৰে পৰা শান্তি বিচৰাৰ বিষয়ে আগতেই উল্লেখ কৰা হৈছে। এইবাৰ আহোমৰ শিবিৰতো ৰছদ-পাতিৰ অভাৱ ঘটে। গতিকে ১৬৩৯ খ্ৰীঃৰ ফেব্ৰুৱাৰী মাহত দুয়ো পক্ষই সন্ধি কৰিলে। সন্ধিৰ চৰ্ত মতে উত্তৰ পাৰৰ বৰনদী আৰু দক্ষিণপাৰৰ অসুৰ আলি দুয়ো দলৰ মাজত সীমা হিচাপে নিৰ্ধাৰিত হ'ল। কিন্তু মন কৰিবলগীয়া যে এই দীঘলীয়া যুঁজবাগৰৰ অন্ত পৰিলেও কামৰূপ কিন্তু মুছলমান তথা মুঘলৰ হাততে ৰ'ল।

ইতিমধ্যে ১৬৩৭ খ্ৰীঃত কছাৰী ৰজা ভীমবলৰ মৃত্যু ঘটাত তেওঁৰ পুত্ৰ ইন্দ্ৰবল ৰজা হ'ল। তেওঁ প্ৰতাপসিংহৰ সৈতে মিত্ৰতা কৰাৰ উদ্দেশ্যেৰে কটকী প্ৰেৰণ কৰাত প্ৰতাপসিংহৰ নিৰ্দেশ মতে বৰফুকনে হেনো এইবুলি উত্তৰ দিছিল যে তেওঁলোক এতিয়া মুছলমানৰ বিৰুদ্ধে অভিযানত ব্যস্ত আৰু সেইবাবে কটকীজন পিছত আহিব লাগে। কছাৰী ৰজাই লিখা চিঠিখনৰ ভাষা সৌজন্যমূলক নহয় বুলি আহোমসকলে ভাবিছিল। মন কৰিবলগীয়া যে সেই সময়ত পূৰ্বৰ ধনশিৰিৰ পথটো এৰি কছাৰীসকলে কলিয়াবৰৰ পথটোহে ব্যৱহাৰ কৰিবলৈ লৈছিল। এইদৰে নতুনকৈ ব্যৱহাৰ হোৱা পথটোৰ ওপৰত দৃষ্টি ৰাখিবলৈ প্ৰতাপসিংহই তিনিজন বিষয়াক ৰহা, জাগী আৰু কাজলিত প্ৰতিষ্ঠা কৰিছিল আৰু এওঁলোক যথাক্ৰমে ৰহিয়াল বৰুৱা, জাগীয়লীয়া গোহাঁই আৰু কাজলীমুখীয়া গোহাঁই নামেৰে জনাজাত হৈছিল।

সুদীৰ্ঘ ৩৮ বছৰ ৰাজত্বৰ অন্তত ১৬৪১ খ্ৰীঃত প্ৰতাপসিংহৰ মৃত্যু ঘটিছিল। এইজন অতি ক্ষমতাশালী আৰু মেধাসম্পন্ন ৰজাৰ ৰাজত্বকালৰ অধিকাংশ সময় বংগৰ মুছলমান তথা মুঘলৰ সৈতে সংঘটিত যুঁজতেই অতিবাহিত হৈছিল। ইয়াৰ বাহিৰেও কছাৰী আৰু ভূঞাসকলৰ সৈতেও তেওঁৰ ভালেমান খকাখুন্দা লাগিছিল। তাহানিখন চিলাৰায়ৰ আক্ৰমণৰ দিনৰ পৰাই ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ ভৰলী আৰু শোৱণশিৰি অঞ্চলৰ ভূঞাসকলে আহোমক কৰ শোধাবলৈ এৰিছিল। ১৬২৩ খ্ৰীঃত উদয় ভূঞা নামৰ এজন নিজকে স্বাধীন বুলি দাবী কৰিছিল। আন কেইবাজন ভূঞায়ো তেওঁৰ

দৃষ্টান্ত লোৱাত প্ৰতাপ সিংহই উদয় ভূঞাক প্ৰাণদণ্ড দিয়াত আন ভূঞাসকলে বিদ্ৰোহ ভাব এৰি পুনৰ কৰ দিছিল যদিও দিবলৈ ওলাইছিল যদিও ৰজাৰ নিৰ্দেশত আহোম সৈন্যই উদয় ভূঞাৰ সমৰ্থনকাৰীসকলক ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰত থৈ আহিছিলগৈ। আহোম ৰজাই তেওঁলোকক উত্তৰ পাৰলৈ আহিবলৈ নিষেধ কৰি কঢ়া আদেশ জাৰি কৰা সত্ত্বেও কেইজনমানে পলু সংগ্ৰহ কৰিবলৈ এই পাৰলৈ অহাত তেওঁলোকক ধৰি হত্যা কৰা হৈছিল। কছাৰী ৰাজ্যখন সুৰক্ষিত কৰিবৰ বাবে প্ৰতাপ সিংহই অভয়পুৰ, দিহিং আৰু নামদাঙৰ পৰা ৪০০ আহোম পৰিয়াল আনি মৰংগীত প্ৰতিষ্ঠা কৰিছিল। বহিঃশত্ৰুৰ বিৰুদ্ধে কছাৰী ৰজাৰ সৈতে মিত্ৰতা কৰিলেও দূৰদৃষ্টিৰ চিনাকি দিছিল। সেইদৰে কোচহাজোৰ ৰজা আৰু ব্ৰহ্মপুত্ৰৰ দক্ষিণৰ ক্ষুদ্ৰ ক্ষুদ্ৰ জনজাতীয় ৰজাৰ মৰ্চাৰ সৈতে মিলিত হৈ বংগৰ মুছলমানৰ বিৰুদ্ধে এক বিৰাট শক্তিৰ সৃষ্টি কৰি তেওঁ এক দৃষ্টান্তৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছিল। ছাৰ এডবাৰ্ড গেইটে ক'বৰ দৰে জয় আৰু পৰাজয়ৰ উভয়ৰে সন্মুখীন হৈ অৱশেষত তেওঁ মুছলমান তথা মুঘলৰ সৈতে সন্ধি কৰিছিল। কিন্তু বিশ্বাসঘাতক বুলি প্ৰমাণিত লোকৰ প্ৰতি তেওঁৰ এটা জাতক্ৰোধ আছিল আৰু এনে লোকৰ চলাহী কথা আৰু চক্ৰান্ত তেওঁ ধৰিব পাৰিছিল। তেনে লোকক তেওঁ কেতিয়াও ক্ষমা নকৰিছিল। আখেক বা আইমেক গোহাঁইৰ ক্ষেত্ৰত তেওঁ গ্ৰহণ কৰা কঠোৰ নীতিয়ে এই কথাৰ জ্বলন্ত প্ৰমাণ দাঙি ধৰিছে। প্ৰতাপ সিংহ আছিল এজন প্ৰজা বৎসল ৰজা, কিন্তু দোষীক তেওঁ সদায় অতি কঠোৰ শাস্তি দিবলৈ কুণ্ঠা নকৰিছিল। তেওঁ ৰাজ্যখনত ভালেমান চোৰাংচোৱাও নিযুক্ত কৰিছিল।

প্ৰতাপসিংহ এজন সতৰ্ক আৰু সুদক্ষ ৰজা আছিল। তেওঁ ভালদৰে জানিছিল যে ৰজা হিচাপে তেওঁৰ প্ৰধান দায়িত্ব হৈছে ৰাজ্যৰ নিৰাপত্তা ৰক্ষা। সেয়ে তেওঁ নিজ ৰাজ্যখনৰ প্ৰতিৰক্ষা আৰু নিৰপত্তাৰ ওপৰত তীব্ৰ দৃষ্টি ৰাখিছিল। ভূঞাসকলক দমন কৰিবলৈ তেওঁ তেওঁলোকক বিভিন্ন ঠাইত সিঁচৰতি কৰি ৰাখিছিল। বিদ্ৰোহী উদয় ভূঞাক মৃত্যুদণ্ড দিবলৈ তেওঁ কোনোধৰণৰ ইতস্ততঃ বোধ কৰা নাছিল। তেওঁৰ চোকা দৃষ্টিৰ পৰা বৰফুকন, বৰগোহাঁই, বুঢ়াগোহাঁই আদিও সাৰি নগৈছিল। তেওঁৰ আদেশত ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰত থৈ অহা ভূঞাসকলক উত্তৰপাৰলৈ আহিলে কঠোৰ শাস্তি দিয়া হ'ব বুলি বিষয়াসকলে ভালদৰে বুজাই দিয়া সত্ত্বেও সেই আদেশ নামানি তেওঁলোকৰ কেইজনমানে উত্তৰপাৰলৈ অহাত প্ৰতাপসিংহই তেওঁলোককো হত্যা কৰিবলৈ আদেশ দিছিল। তেওঁৰ এজন বিশ্বস্ত বিষয়া ভৰালী বৰুৱাক কোনো এক অপৰাধৰ বাবে প্ৰাণদণ্ড দিছিল। তেওঁ আনকি উচ্চপদস্থ বিষয়াসকল কোনো অপৰাধত দোষী বুলি সাব্যস্ত হ'লে তেওঁলোককো কঠোৰ শাস্তি দিয়াৰ ফলত এই ৰজাজনৰ ৰাজ্যত এক অভাৱনীয় সুশৃংখল বাতাৱৰণ সৃষ্টি হৈছিল। কছাৰীসকলে আহোমৰ সৈতে মিত্ৰতা স্থাপন কৰাৰ লগতে পূৰ্বৰ ধনশিৰিৰ পথটো এৰি তেওঁৰ ৰাজ্যৰ মাজেদি অহা-যোৱা কৰাত প্ৰতাপ সিংহই নতুনকৈ তিনিজন বিষয়া, যেনে ৰহিয়াল বৰুৱা, জাগীয়লীয়া গোহাঁই আৰু কাজলীমুখী গোহাঁইক যথাক্ৰমে ৰহা, জাগী আৰু কাজলীমুখত নিযুক্ত কৰা ঘটনাই তেওঁ যে কিমান সতৰ্ক আৰু দূৰদৰ্শী আছিল সেইটোৱেই প্ৰমাণ কৰে। সেইদৰে এইজন ৰজাৰ দিনত ৰাজ্যখন নিয়াৰিকৈ চলাবৰ বাবে কলিয়াবৰৰ ভাটিৰ ৰাজ্যখণ্ডৰ বাবে বৰফুকন আৰু কলিয়াবৰ উজনিত বুঢ়াগোহাঁই, বৰগোহাঁই আৰু বৰপাত্ৰ গোহাঁইৰ ক্ষমতাৰ বাহিৰত থকা অঞ্চলটো তদাৰক কৰাৰ বাবে এজন বৰবৰুৱাক নিযুক্তি দিয়াটোও মন কৰিবলগীয়া। মোমাই তামুলীৰ দৰে এজন উপযুক্ত লোকক বৰবৰুৱা পদ দি প্ৰতাপ সিংহই প্ৰমাণ দিছিল যে তেওঁ গুণীজনক সমাদৰৰ ক্ষেত্ৰত কোনো কাৰ্পণ্য নকৰে। প্ৰতাপসিংহৰ বহুবোৰ সজ কামৰ গুৰিতে আছিল এইজন মোমাই তামুলী বৰবৰুৱা। পিছলৈ এই অভিজ্ঞ বিষয়াজনক প্ৰতাপসিংহই সেনাপতি পদ দিয়াত তেৰোঁ মুছলমানৰ হাতৰ পৰা আহোমৰ হৃত গৌৰৱ যথেষ্ট পৰিমাণে পুনৰুদ্ধাৰ আৰু পুনৰ সংস্থাপনৰ ক্ষেত্ৰত তেওঁৰ এজন প্ৰভূত সহায়ক হিচাপে নিজকে প্ৰমাণিত কৰিব পাৰিছিল। ইয়াৰ দ্বাৰা এইটোৱেই প্ৰমাণিত হয় যে মানৱ চৰিত্ৰ অধ্যয়নৰ ক্ষেত্ৰত প্ৰতাপ সিংহৰ অভাৱনীয় দূৰদৃষ্টি আছিল।

মিৰি (মিচিং), ডফলা (নিচি) আৰু চাৰিদুৱাৰৰ ভূটীয়াসকলে প্ৰায়ে আহি নামনিৰ গাঁওবোৰত লুটপাত কৰাৰ

বাবে প্ৰতাপসিংহই এক অভিনৱ পন্থাৰে এই সমস্যাৰ সমাধান কৰিছিল। তেওঁ এই লোকসকলক ভৈয়ামৰ কেতবোৰ নিৰ্দিষ্ট গাঁৱৰ পৰা পচা তুলিবলৈ দিছিল। এই 'পচা' প্ৰথাৰ দ্বাৰা এই পৰ্বতীয়া জনজাতীয় লোকসকলে তেওঁৰ প্ৰয়োজনীয় বস্তুবোৰ প্ৰতিবছৰে নিৰ্দিষ্ট সময়ত সংগ্ৰহ কৰি নিছিলহি। তদুপৰি এইদৰে অহা লোকসকলৰ গতিবিধি লক্ষ্য কৰিবলৈ কেতবোৰ বিশেষ বিষয়াৰ পদৰ সৃষ্টি কৰা হৈছিল। সীমান্তৰ দায়িত্বত থকা পৰ্বতৰ নগাসকলক নামনিত কেতবোৰ মাটি বা 'খাট' দান কৰা হৈছিল। নগাসকলক দিয়া খাতক 'নগাখাত' বোলা হৈছিল। এনেবোৰ ব্যৱস্থাৰ উপৰি সুৰক্ষাৰ বাবে প্ৰতাপসিংহই ৰাজধানী গড়গাঁৱৰ চাৰিওফালে গড় মৰাইছিল। তেওঁৰ দিনত ৰাজগড়, মহংগৰ গড় লাদৈগড়, দোপগড়, কোটোহা গড়, লখৌগড়, আগিয়াঠুটি, চিনাতলিৰ গড় আদি নিৰ্মাণ কৰা হয়। চামধৰা, চফ্ৰাই, সীতা, কাজলী আদি স্থানত তেওঁ অতি সুৰক্ষিত দুৰ্গ নিৰ্মাণ কৰিছিল। কছাৰী ৰাজ্যৰ ওপৰত চকু দিবলৈ তেওঁ ভালেমান লোকক কছাৰী আৰু আহোম ৰাজ্যৰ সীমাত সংস্থাপন কৰিছিল। পাতল বসতি অঞ্চললৈ তেওঁ ঘনবসতি অঞ্চলৰ পৰা মানুহ তুলি নি বহুৱাইছিল। প্ৰাকৃতিক দুৰ্যোগৰ পৰা ৰক্ষাৰ বাবে তেওঁ ভালেমান মথাউৰি নিৰ্মাণ কৰাইছিল। পানীৰ সুব্যৱস্থাৰ বাবে পুখুৰী খন্দাইছিল।

ৰাজত্বৰ অধিকাংশ সময় যুদ্ধ-বিগ্ৰহৰ বাবে অতি ব্যস্ত হৈ থকা সত্ত্বেও প্ৰতাপ সিংহই ভালেমান প্ৰজাহিতকৰ কাম কৰিছিল। ডৰিকাম্ব শিলৰ সাঁকোকে ধৰি ভালেমান সাঁকো নিৰ্মাণৰ উপৰি যাতায়াতৰ সুবিধাৰ কাৰণে এই প্ৰজাৰঞ্জক ৰজাজনে বৰ আলি, চতাই আলি, পৰ্বতীয়া আলি, জবকাৰ আলি, দোপগড় আলি (নগা-আহোম ৰাজ্যৰ সীমাত) সজাইছিল। এইজন কৰ্মোৎসাহী এই ৰজাজনৰ দিনতেই অভয়পুৰ, ডৰিকা, গজপুৰ আৰু মথুৰাপুৰত নতুন নগৰ নিৰ্মিত হৈছিল। ৰামদিয়াত তেলী আৰু শুৱালকুছিত তাঁতীসকলক সংস্থাপিত কৰা ৰজাও আছিল এইজনেই। কুটীৰ শিল্পক উৎসাহ দিয়াৰ ক্ষেত্ৰটো এইজন ৰজাই অকণো কাৰ্পণ্য কৰা নাছিল। কুটীৰ শিল্প আৰু কৃষি কাৰ্যৰ দ্বাৰা গ্ৰামাঞ্চল নদন-বদন কৰিবলৈকো এইজন ৰজাই প্ৰজাক যথেষ্ট উৎসাহ যোগাইছিল। তেওঁৰ দ্বাৰা নিযুক্ত মোমাই তামুলী বৰবৰুৱাই মহিলাসকলৰ বাবে তাঁতশাল বাধ্যতামূলক কৰাটোও মনকৰিবলগীয়া, প্ৰজাৰ আৰ্থিক উন্নতিৰ বাবে তেওঁ ৰাজ্যখনৰ ব্যৱসায়-বাণিজ্যৰ উন্নতিবিধানৰ ক্ষেত্ৰতো অহোপুৰুষাৰ্থ কৰিছিল। ৰাজ্যখনৰ বহু ঠাইত প্ৰতাপ সিংহই হাট-বজাৰ বহুৱাইছিল। মোমাই তামুলী বৰবৰুৱাই এইজন ৰজাৰ উৎসাহ লভি ৰাজ্যখনত পাইক আৰু খেল প্ৰথা প্ৰৱৰ্তন কৰিছিল। আহোম ৰাজ্যত তেওঁৰ দিনৰ পৰাই পাইক প্ৰথাৰ প্ৰচলন ঘটিছিল। প্ৰত্যেকজন প্ৰাপ্তবয়স্ক প্ৰজাক পাইক বোলা হৈছিল। চাৰিজন পাইকেৰে একোটা গোটৰ সৃষ্টি হৈছিল। কুৰিজন পাইকৰ ওপৰত এজন বৰা, এশজনৰ ওপৰত শইকীয়া, হাজাৰজনৰ ওপৰত হাজৰিকা আদি বিষয়া পদৰ সৃষ্টি কৰা হৈছিল। সেইদৰে প্ৰজাসকলক কেতবোৰ খেলত ভাগ কৰি প্ৰতিটো খেলত একোজনকৈ দলপতি বা মুৰব্বী নিযুক্তি দিয়া হৈছিল। এনে প্ৰথাসমূহৰ দ্বাৰা নতুন মাটি ভাঙি অধিক শস্য উৎপাদন কৰা, বিদেশী আক্ৰমণৰ সময়ত আৱশ্যকীয় সৈন্য সংগ্ৰহ কৰা, কুটীৰ শিল্পৰ উন্নতি বিধান, গাঁওসমূহৰ আত্মনিৰ্ভৰশীলতা বৃদ্ধি আৰু ৰাজকোষ টনকিয়াল হৈছিল। প্ৰতাপসিংহৰ ৰাজ্যত সকলো প্ৰজাই ৰজাঘৰৰ পৰা সমান ব্যৱহাৰ লাভ কৰাটোও মন কৰিবলগীয়া।

বিদ্যোৎসাহী, গুণী-জ্ঞানী প্ৰতাপ সিংহই শিক্ষাৰ ক্ষেত্ৰত মুক্তহস্তে পৃষ্ঠপোষকতা আগবঢ়াইছিল। তদুপৰি অসমীয়া ভাষাক এইজন ৰজায়েই ৰাজকীয় ভাষা হিচাপে স্বীকৃতি দিছিল। সেইকালত আহোম ৰাজ্যত ৰজা আৰু বিষয়াসকলৰ মাজত টাই ভাষা ব্যৱহৃত হ'লেও সকলো শ্ৰেণী আৰু গোষ্ঠীৰ মাজত এটা উমৈহতীয়া ভাষাৰ যি প্ৰয়োজনীয়তাই দেখা গৈছিল তাৰ অভাৱ পূৰণ কৰিছিল অসমীয়া ভাষাই আৰু এই ক্ষেত্ৰত এই ভাষাটোৱে আহোম ৰাজ্যৰ পৃষ্ঠপোষকতা লাভ কৰাটো মন কৰিবলগীয়া। এইজন ৰজাৰ দিনৰে পৰা অসমীয়া ভাষাতো বুৰঞ্জী লিখা নিয়ম প্ৰৱৰ্তিত হয়।

প্ৰতাপ সিংহৰ দিনত ব্ৰাহ্মণসকলৰ প্ৰতিপত্তি বৃদ্ধি হোৱাৰ লগতে মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰো যথেষ্ট বিকাশ ঘটিছিল। নৱবৈষ্ণৱ আন্দোলনে জনজাতীয় সমাজত ভাঙোন অনাৰ লগতে অজনজাতীয় সমাজৰ সংমিশ্ৰণ

প্ৰক্ৰিয়া এটিৰ সৃষ্টি হৈছিল বুলি কোনো কোনো মহলে ভাবে। তেওঁলোকৰ মতে, নববৈষ্ণৱ ধৰ্মই সাংগঠনিক চৰিত্ৰ, দাৰ্শনিক ভিত্তি আৰু পাইক বা খেল প্ৰথাৰ মাধ্যমেৰে সমগ্ৰ জনজাতীয় জীৱনধাৰাৰ ওপৰত যি প্ৰভাৱ পেলাইছিল সেই প্ৰভাৱে সমাজৰ মুল চৰিত্ৰটো লাহে লাহে সামন্তীয় চৰিত্ৰলৈ ৰূপান্তৰিত কৰিছিল। অৱশ্যে আহোমসকলে এতিয়াও চোমদেউৰ পূজাক যথেষ্ট গুৰুত্ব দিছিল। যুদ্ধ যাত্ৰাৰ পূৰ্বে দেওধাইসকলে কুকুৰাৰ ঠেংেৰে মংগল চোৱাৰ পৰম্পৰাগত নিয়মে এতিয়াও সমাজত যথেষ্ট আদৰ পাইছিল। আহোমৰ ধৰ্মীয় ৰীতি-নীতিসমূহক আদৰণি জনালেও ৰজাই হিন্দু পুৰোহিতসকলৰ নীতি-নিয়ম কেতবোৰো মানিছিল। মেছাগড়ৰ পুখুৰী খন্দা হ'লত পুৰোহিতৰ দ্বাৰা পূজা-পাতলৰ আয়োজন কৰা হৈছিল। ৰজাৰ আদেশক্ৰমে দেৰগাঁও আৰু বিশ্বনাথত শিৱমন্দিৰ সজা হৈছিল। হিন্দু মন্দিৰ আৰু ব্ৰাহ্মণসকলক ৰজাই ভূমিদান দিয়াটোও মন কৰিবলগীয়া। প্ৰতাপ সিংহই তেওঁৰ ৰাজ্যখনত চুবুৰীয়া দেশসমূহৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, সাজপাৰ, অলংকাৰ, চাল-চলন, ভাবধাৰা আদি জানিবলৈ ইচ্ছা কৰিছিল আৰু সেইবাবে ভালেমান কটকীক সন্ন্যাসী বা বৰাগীৰ ছদ্মবেশত বিভিন্ন দিশলৈ প্ৰেৰণ কৰিছিল। এই লোকসকলেও এনেবোৰ বা-বাতৰি সংগ্ৰহ কৰি ৰজাক জনাইছিলহি। এনেদৰে বিভিন্ন বাৰ্তা-সংগ্ৰহকাৰী কটকীসকলৰ 'খেল'ক 'নঙঠা বৰাগীৰ খেল' বোলা হৈছিল। তদুপৰি প্ৰতাপ সিংহই বিদেশলৈ কটকী পঠিওৱাৰ ক্ষেত্ৰত ব্ৰাহ্মণসকলক উপযুক্ত বুলি অগ্ৰাধিকাৰ দিয়া দেখা গৈছিল। চুখাম্‌ফা খোৰা ৰজাৰ দিনত কোচৰ সৈতে যুঁজিবলৈ যিসকল আবামুণ লোকক বামুণ সজোৱা হৈছিল সেই বামুণসকলে লগুণবোৰ ব্যৱহাৰ কৰি থকাৰ বাবে প্ৰতাপসিংহই লেকাই চেতিয়াক তেনে লগুণবোৰ গুচাবলৈ পাচিলে। ৰাজ আজ্ঞা মানি লেকাই চেতিয়াই মাত্ৰ আঠঘৰ বামুণকহে লগুণ ৰাখিবলৈ দি অন্যানাসকলক লগুণ গুচাবলৈ নিৰ্দেশ দিলে। আগলৈকো এই বামুণসকলৰ যাতে চিনাকিত অসুবিধা নহয় তাৰবাবে লেকাই চেতিয়াই এই আঠঘৰ বামুণৰ নামৰ অন্তত 'আল' লগাই আঠঘৰৰ আঠটা নাম দিলে। এই ঘটনাটোৰ পৰাই 'লগুণৰ গুৰি লেকাই চেতিয়া' বোলা কথাষাৰৰ উদ্ভৱ হৈছে।

প্ৰতাপ সিংহই হাতীধৰা চাবলৈ বৰ ভাল পাইছিল। জামিৰগুৰিত ৰূপহী পুখুৰী আৰু নগৰ কৰি হাতীগড় বান্ধি তেওঁ এজাহাৰ হাতী ধৰিছিল। সেইবাবে জামিৰগুৰিয়ে 'গজপুৰ' নাম পায় আৰু তেওঁ নিজে 'গজপতি' উপাধি গ্ৰহণ কৰে।

প্ৰতাপসিংহ প্ৰকৃতপক্ষে আছিল একতা আৰু সংহতিৰ প্ৰতীক। কিয়নো ক্ষুদ্ৰ ক্ষুদ্ৰ জনজাতিৰ মৰ্চাই এইজন ৰজাক স্বীকৃতি দি তেওঁলোকৰ উমৈহতীয়া কাম-কাজত তেওঁৰ নেতৃত্বহে কামনা কৰিছিল। সেয়ে প্ৰতাপসিংহক কেৱল আহোমৰ ৰজা নুবুলি অসমবাসী সকলো লোকৰে ৰজা বোলা উচিত। মুঠৰ ওপৰত অসম বুৰঞ্জীৰ অন্যতম শ্ৰেষ্ঠ ৰজা প্ৰতাপ সিংহ যে কেতবোৰ বাচকবনীয়া বৈশিষ্ট্যৰ অধিকাৰী আছিল সেইটো এটা চিৰন্তন সত্য।

পিতৃ চুখাম্‌ফাৰ ৰাজত্বকালৰ দৰে প্ৰতাপসিংহৰ দিনতো ভালেমান প্ৰাকৃতিক দুৰ্যোগ ঘটিছিল বুলি বুৰঞ্জীসমূহত উল্লেখিত হৈছে। এই সন্দৰ্ভত বুৰঞ্জীসমূহত লিপিবদ্ধ হোৱা দুৰ্যোগসমূহৰ ভিতৰত ১৬১৮ খ্ৰীঃৰ গৰু আৰু ম'হৰ মহামাৰী, ১৬৪১ চনত কাকতি ফৰিঙৰ ব্যাপক আক্ৰমণত খেতি-বাতিৰ বিস্তৰ ক্ষতি, বজ্ৰপাতত দুটা ৰাজপ্ৰাসাদ, চোমদেউ দেৱতাৰ মূৰ্তি ৰখা ঘৰ, বিশ্বনাথৰ মন্দিৰ আৰু ৰজাৰ হাতীশালৰ ক্ষতি আদিয়েই প্ৰধান।

**চুৰম্‌ফা বা ভগা ৰজা (১৬৪১-১৬৪৪)ঃ**

ইতিহাসৰ পাতত নিজৰ নাম যুগমীয়া কৰি থৈ যোৱা প্ৰতাপ সিংহৰ পুত্ৰসকলৰ গাত কিন্তু পিতৃৰ কোনো গুণেই দেখা নগৈছিল। প্ৰতাপ সিংহৰ পুত্ৰ আছিল তিনিজন আৰু তেওঁলোকৰ নাম আছিল যথাক্ৰমে চুৰাম্‌ফা, চুত্যিন্‌ফা আৰু চাই। ৰজাৰ মৃত্যুৰ আগে আগে কেউজন পুত্ৰই তেওঁক যথেষ্ট সেৱা আগবঢ়াইছিল বুলি জনা যায়। এওঁলোকৰ ভিতৰত কনিষ্ঠ চাইকোঁৱৰে কিন্তু জ্যেষ্ঠ ভাতৃ দুজনক আঁতৰাই নিজে সিংহাসনখন দখল কৰিবলৈ মনে মনে বুধি পাঙিছিল। কিন্তু বৰপুত্ৰ চুৰাম্‌ফাই এই বিষয়ে জানিব পাৰি তেওঁৰ আনজন ভাতৃ চুত্যিন্‌ফাক ক'লে যে তেওঁ যিহেতু জ্যেষ্ঠ সেয়ে সিংহাসন তেওঁৰহে প্ৰাপ্য আৰু সিংহাসন প্ৰাপ্তিৰ তেওঁক সহায় কৰিলে চুত্যিনফাকেই তেওঁ যুৱৰাজ বুলি ঘোষণা কৰিব। চুৰাম্‌ফা যিহেতু নিঃসন্তান আছিল সেয়ে তেওঁ

চুত্যিন্‌ফাক তেওঁৰ উত্তৰাধিকাৰী বুলি ঘোষণা কৰাত কোনো বাধা নাছিল। চুৰাম্‌ফাৰ এই প্ৰস্তাৱটো তেওঁৰ মনে ধৰাত চুত্যিন্‌ফাই তেওঁক সহায় কৰিবলৈ মান্তি হ'ল। ইতিমধ্যে ককায়েক দুগৰাকীক বধ কৰিবলৈ চাই কোঁৱৰে ৰাজধানী নগৰত সৈন্য-সামন্ত গোটাবলৈ লৈছিল। এনে সন্ধিক্ষণতে প্ৰতাপসিংহৰ মৃত্যু ঘটিল আৰু ডাঙৰ কোঁৱৰ দুজনে নগৰৰ দুৱাৰবোৰ বন্ধ কৰি চাইকোঁৱৰ আৰু তেওঁৰ সহযোগী ষড়যন্ত্ৰকাৰীসকলক বন্দী কৰিলে। ইফালে ৰাজ্যৰ ডা-ডাঙৰীয়াসকলে চুৰাম্‌ফাতকৈ চুত্যিন্‌ফাকহে ৰাজপাট দিবলৈ বিচাৰিছিল। কিন্তু চুত্যিনফাই ককায়েকক বিশ্বাসঘাতকতা কৰিবলৈ অমান্তি হোৱাত অৱশেষত চুৰামফা ৰজা হ'ল। চাইকোঁৱৰে আকৌ এবাৰ ৰজা হ'বলৈ ষড়যন্ত্ৰ কৰি ধৰা পৰাত তেওঁক হত্যা কৰা হ'ল।

চুৰাম্‌ফা ৰজাৰ ভালেমান চৰিত্ৰ দোষৰ কথা বুৰঞ্জীসমূহত উল্লেখিত হৈছে। তেওঁৰ হেনো পিতৃৰ উপপত্নী এগৰাকীৰ সৈতে বৰ লেটিপেটি আছিল। তাৰ পিছত তেওঁৰ চকু পৰিলগৈ এগৰাকী বিবাহিতা চেতিয়া মহিলাৰ ওপৰত আৰু সেয়ে তেওঁৰ স্বামীক বিহ দি হত্যা কৰি মহিলাগৰাকীক ৰাজকাৰেঙলৈ লৈ আনি প্ৰধান মহিষীৰ সন্মান দিলে। এইগৰাকী ৰাণীয়ে তেওঁৰ পূৰ্বৰ স্বামীৰ ভতিজা এজনক তোলনীয়া পুত্ৰ হিচাপে লৈছিল আৰু ৰাজকাৰেঙলৈ অহাৰ কালত এই ল'ৰাজনকো লগত আনিছিল। ৰাণীয়ে এইজন ল'ৰাক যুৱৰাজ পাতিবলৈ দিনে-নিশাই ৰজাক কুতুৰি থকাত তিৰোতা-সেকুৰা ৰজাই তেওঁৰ ভাতৃ চুত্যিন্‌ফাক দিয়া প্ৰতিশ্ৰুতি ভংগ কৰি এই ল'ৰাজনকহে তেওঁৰ উত্তৰাধিকাৰী বুলি ঘোষণা কৰিলে। কিছুদিনৰ মূৰত এই ল'ৰাজনৰ মৃত্যু ঘটাত ৰাণীয়ে চুত্যিন্‌ফাৰ পুত্ৰ এজনেহে এই ল'ৰাটিক বিহ খুৱাই মাৰিছে বুলি হুলস্থূল লগালে আৰু ৰজায়ো এই অভিযোগত বিশ্বাস কৰি চুত্যিন্‌ফাক ক'লে যে তেওঁ পুত্ৰজনে কৰা অপৰাধৰ বাবে তেওঁৰ মৃত্যুদণ্ড প্ৰাপ্য আৰু সেই দণ্ড ল'বৰ বাবে তেওঁৰ পুত্ৰক ৰজাৰ হাতত গতাই দিব লাগে। ইয়াতে ক্ষান্ত নাথাকি ৰজাই চুত্যিনফাৰ সকলো সা-সম্পত্তি বাজেয়াপ্ত কৰিবলৈকো আদেশ দিলে। ইফালে আকৌ ৰাণীয়ে এই বুলি জেদ ধৰিলে যে তেওঁৰ মৃত তোলনীয়া পুত্ৰজনে সিপুৰীত একেলগে ওমলিবলৈ প্ৰত্যেকজন ডা-ডাঙৰীয়াই একোজনকৈ পুত্ৰক মৃতকৰ সৈতে জীয়াই জীয়াই পুতিবলৈ দিব লাগে। ৰজায়ো সেইমৰ্মে আদেশ জাৰি কৰাত ডা-ডাঙৰীয়াসকল জাঙুৰ খাই উঠিল আৰু তেওঁক ৰজা ভাঙি চুত্যিন্‌ফাক ৰজা পাতিবলৈ সিদ্ধান্ত ল'লে। চুত্যিনফাই হেনো প্ৰথমে এইদৰে ৰজা হ'বলৈ মান্তি হোৱা নাছিল। কিন্তু পিছত ডা-ডাঙৰীয়াসকলে বাৰে বাৰে কোৱাত তেওঁ সেই অনুৰোধত হয়ভৰ দিলে। চুৰাম্ফা ৰজাই তেওঁৰ বিৰুদ্ধে এনে ষড়যন্ত্ৰৰ বিষয়ে হেনো জনা নাছিল আৰু ভায়েক চুত্যিন্‌ফাই সসৈন্যে এইদৰে তেওঁক বেৰি ধৰাত বৰ আচৰিত হৈছিল। সি যিকি নহওক, তেওঁক ৰাজপাটৰ পৰা নমাই দূৰৈৰ পাহাৰ এটালৈ নিৰ্বাসিত কৰা হ'ল। এইদৰে ৰাজপাটৰ পৰা বিতাড়িত হোৱাৰ বাবে তেওঁ 'ভগাৰজা' নাম পালে। নিৰ্বাসনত থকা চুৰাম্ফাক পিছলৈ বিহ খুৱাই হত্যা কৰা হৈছিল বুলি জনা যায়।

চুৰাম্ফা ৰজাৰ ৰাজ্য বা প্ৰজাৰ প্ৰতি কোনো উল্লেখযোগ্য অৱদান নাছিল। সলাগুৰিৰ পথ নিৰ্মাণ আৰু কছাৰী ৰজাৰ কটকীক অপমান কৰাৰ বাহিৰে তেওঁ কোনো উল্লেখযোগ্য কাম কৰাও নাছিল। তেওঁ সিংহাসনত বহাৰ কিছুদিন পিছত কছাৰী ৰজা ইন্দ্ৰবলে আহোম ৰাজ পৰিয়ালৰ সৈতে বৈবাহিক সম্বন্ধ স্থাপনৰ বাবে আগ্ৰহ কৰি তেওঁক এগৰাকী ৰাজকন্যা খুজি কটকী পঠিয়াইছিল। সেইমৰ্মে কটকীয়ে চুৰাম্ফা ৰজাক দিয়া চিঠিখনত তেওঁ ৰজা হোৱাৰ বাবে কছাৰী ৰজাই তেওঁলৈ অভিনন্দনো জনাইছিল। কিন্তু এই পত্ৰখনত ব্যৱহাৰ কৰা ছীল-মোহৰটো লৈ কেনা লাগিল। চিঠিখনত সিংহৰ ছীল-মোহৰ দেখি চুৰাম্ফাৰ বৰ খং উঠিল। সিংহৰ ছীল-মোহৰ স্বাধীন ৰজাইহে ব্যৱহাৰ কৰিব পাৰে— 'থাপিত সাঞ্চিত' বা কৰতলতীয়া ৰজাই নহয়। সেয়ে চিঠিখনৰ ছীল-মোহৰটো দেখি খঙত অগ্নি শৰ্মা হৈ চুৰাম্ফাই চিঠিখন ফালি দলিয়াই দিয়াৰ লগতে কটকীজনকো ৰজাসভাৰ পৰা পঠিয়াই উলিয়াই দিবলৈ আদেশ দিলে। কটকীজনক ৰজাই দেখাও নকৰিলে বুলি কোনো কোনো বুৰঞ্জীয়ে সাক্ষী দিয়ে।

**চুত্যিন্‌ফা বা নৰিয়া ৰজা (১৬৪৪-১৬৪৮ খ্ৰীঃ) ঃ**

চুত্যিনফা হেনো চিৰৰুগীয়া আছিল আৰু সেইবাবে তেওঁক নৰিয়া ৰজা বোলা হৈছিল। ৰাজহাড়ডাল বেঁকা হৈ যোৱাৰ বাবে তেওঁক কোকোৰা ৰজা নামৰেও পৰিচিত

আছিল। ৰাজপাটত উঠি যিসকল লোকে তেওঁৰ ৰজা হোৱা বাবে অসন্তুষ্ট হোৱা বুলি গম পাইছিল সেইসকলক ধৰি আনি তেওঁ মৃত্যুদণ্ড দিছিল। তেওঁ হেনো মহা ধুমধামেৰে শিংগৰি ঘৰত উঠিছিল। চুত্যিন্‌ফাই বহুধৰণৰ খেল-ধেমালিৰ পৃষ্ঠপোষকতা কৰিছিল। এই ৰজাজনে যিবোৰ খেল অতিশয় উপভোগ কৰিছিল সেইবোৰৰ ভিতৰত হাতী যুঁজ, হাতী আৰু বাঘৰ যুঁজ, হাতী আৰু আৰু ঘঁৰিয়ালৰ যুঁজ আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। চুত্যিন্‌ফা ৰজা হোৱাৰ পিছত তেওঁৰ এগৰাকী ৰাণীয়ে নিজ স্বাৰ্থসিদ্ধিৰ বাবে ৰজাক এই বুলি লগাইছিল যে তেওঁৰ প্ৰধান মহিষী বা পাটমাদৈগৰাকীৰ পুত্ৰ এজনে বৰপাত্ৰ গোহাঁইৰ লগলাগি তেওঁৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিছে। এইদৰে কথা লগোৱা ৰাণী বা মাদৈগৰাকী বুঢ়াগোহাঁইৰ ভনীয়েক আছিল আৰু পাটমাদৈগৰাকী আছিল বৰপাত্ৰ গোহাঁইৰ জীয়ৰী। মাদৈগৰাকীৰ এনেবোৰ কথাৰ কোনো ধৰণৰ বিচাৰ নকৰাকৈয়ে ৰজাই কোঁৱৰজনক নিশাৰ সাঁজ একেলগে খাবলৈ নিমন্ত্ৰণ কৰি আনি হত্যা কৰিলে। ইয়াৰ পিছত বৰপাত্ৰ গোহাঁইজনকো ধৰি আনি বধ কৰা হ'ল। বৰমাদৈগৰাকীকো ৰজাই তেওঁৰ পদৰ পৰা নমাই দি কথা লগোৱা মাদৈগৰাকীক বৰমাদৈ পাতিলে। এইদৰে ৰজাৰ আসৈ পাই এইগৰাকী পাটমাদৈয়ে হেনো ৰজাৰ আন এজন পুত্ৰ খহুৱা গোহাঁইৰ বিৰুদ্ধে নানা ধৰণৰ অভিযোগ আনি তেওঁকো ৰজাৰ দ্বাৰা বধ কৰাবলৈ এক অপচেষ্টা চলাইছিল। অৱশেষত তেওঁৰ সেই চেষ্টা ফলৱতী নহ'ল।

১৬৪৮ খ্ৰীঃত তাগিন ডফলাসকলে (নিচি) পাহাৰৰ নামনিলৈ আহি প্ৰজাসকলক লুটপাত কৰাকে ধৰি নানা ধৰণে অত্যাচাৰ কৰাত চুত্যিন্‌ফাই বুঢ়াগোহাঁই, বৰগোহাঁই আৰু বৰপাত্ৰগোহাঁইক এই অত্যাচাৰ বন্ধ কৰিবলৈ পঠিয়াইছিল। ডাঙৰীয়াকেইগৰাকীয়ে ডিক্ৰুং নৈয়েদি উজাই গৈ ডফলাসকলক আক্ৰমণ কৰিছিল যদিও তেওঁলোকৰ ধনু-কাঁড়ৰ সমুখত তিষ্ঠিব নোৱাৰি পলাবলৈ বাধ্য হৈছিল। এই ধৰণৰ যুঁজ-বাগৰত ভালেমান আহোম সৈন্য হতাহত হৈছিল। এইদৰে ডাঙৰীয়াকেইগৰাকীয়ে ডফলাসকলক দমন কৰিব নোৱৰাত চুত্যিন্‌ফা ইমান অসন্তুষ্ট হ'ল যে বুঢ়াগোহাঁই আৰু বৰগোহাঁইক নানা কদৰ্থনা কৰি তিৰোতাৰ সাজ পিন্ধাই ৰাইজৰ আগলৈ উলিয়াই দি চূড়ান্ত অপমান কৰিলে। এই ঘটনাৰ পিছত ডফলাসকলৰ বিৰুদ্ধে পুনৰবাৰ অভিযান পঠিওৱাত তেওঁলোকে চুবুৰীয়া মিৰি (মিচিং) লোকৰ সহায় লৈ আহোমসকলক ব্যতিব্যস্ত কৰিবলৈ চেষ্টা কৰিলে। কিন্তু এইবাৰ তেওঁলোক সফল নহ'ল আৰু আহোমসকলে তেওঁলোকৰ ভালেমান গাঁৱত জুই লগাই বিস্তৰ ক্ষতিসাধন কৰা দেখা গ'ল। ভালেমান বিজিত লোকক বন্দী হিচাপে ধৰি অনাৰ লগতে বিজয়ীসকলে তেওঁলোকৰ গাঁওসমূহৰ পৰা প্ৰায় ৫০০ মান গৰু লৈ আহিল। এইদৰে আহোম সৈন্যক বাধা দিবলৈ অক্ষম হৈ এইবাৰ ১২খন ডফলা গাঁৱৰ মানুহ একেলগে আহোমৰ ৰাজ্যলৈ আহি বশ্যতা স্বীকাৰ কৰিলেহি।

চুত্যিন্‌ফাৰ দিনৰ আন এটা উল্লেখযোগ্য ঘটনা আছিল নগা পাহাৰলৈ পঠিওৱা অভিযান। খামজংগীয়া নগা কেইজনমানৰ অনুৰোধ ক্ৰমে তেওঁ এই অভিযানৰ আদেশ দিছিল বুলি জনা যায়। খামজংগীয়া গাঁওসমূহত চুবুৰীয়া গাঁৱৰ খামতেং, চিকিদু আদি নগাসকলে প্ৰায়ে আহি নানাধৰণৰ উপদ্ৰৱ কৰি থকা বুলি অভিযোগ লৈ এই নগাসকলে আহোম ৰজাৰ সাহায্য প্ৰাৰ্থনা কৰিছিলহি। খামতেংগীয়া নগাসকলৰ সৈতে পূৰ্বেও কেইবাবাৰ আহোমসকলৰ থকা-খুন্দা লাগিছিল বাবে চুত্যিন্‌ফাই প্ৰধানকৈ এই লোকসকলক দমন কৰাটো উচিত হ'ব বুলি বিবেচনা কৰিলে। এই অভিযানত জয়ী হৈ আহোমসকলে গাঁওসমূহত লুটপাত কৰি বহু বয়-বস্তু লৈ উভতি আহিছিল। ইয়াৰ পিছত খামতেংগীয়া নগা ৰজা, তেওঁৰ ভায়েক আৰু কেতবোৰ মুখীয়ালে ভাৰ-ভেটী লৈ চুত্যিনফাক দেখা কৰি তেওঁৰ বশ্যতা মানি চলিবলৈ প্ৰতিশ্ৰুতি দিছিল। চুত্যিন্‌ফাই এইসকলক হেনো ফুলাম বৰকাপোৰ পাতি বহুৱাই একেলগে আহাৰ কৰি তেওঁলোকক ভালেমান উপহাৰ আদি দি মিত্ৰ হ'ল আৰু তেওঁলোকৰ বশ্যতাৰ প্ৰস্তাৱটোত হয়ভৰ দিলে।

কছাৰী ৰজা ইন্দ্ৰবল নাৰায়ণৰ ইতিমধ্যে মৃত্যু হোৱাত বীৰদৰ্প নাৰায়ণ সেই ৰাজ্যৰ ৰজা হৈছিল। এইজন ৰজায়ো আহোম ৰজাৰ ওচৰলৈ কটকী পঠিয়াই এই ৰাজ্যৰ সৈতে সম্ভাৱ স্থাপন কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰিছিল। কিন্তু এইবাৰৰ পত্ৰখনতো কছাৰী ৰজাই নিজকে স্বাধীন ৰজা হ'ব বুলি কোৱাৰ বাবে কটকীজনক আহোম ৰজাই ওভতাই পঠিয়ালে।

চুত্যিন্ফা ৰজায়ো সৰহদিন ৰাজত্ব কৰিবলৈ নাপালে। তেওঁৰ ৰবপুত্ৰ তথা বৰকোঁৱৰ চুতামলাই শুকুলাহুদু বুঢ়াগোহাঁইৰ সৈতে ষড়যন্ত্ৰ কৰি চুত্যিন্ফাক বধ কৰি নিজকে ৰজা বুলি ঘোষণা কৰিলে।

**চুতাম্লা বা জয়ধ্বজ সিংহ (১৬৪৮ - ১৬৬৩ খ্ৰীঃ) :**

চুতাম্লাই জয়ধ্বজ সিংহ নাম লৈ ৰাজপাটত বহি তেওঁৰ বিৰোধিতা কৰা লোকসকলক কঠোৰ হাতেৰে দমন কৰিছিল। তেওঁ শিংগৰি ঘৰত উঠা উপলক্ষে ৰাজধানীত বহু ধৰণে আনন্দোৎসৱ পালন কৰা হৈছিল। মহাসমাৰোহেৰে চোমদেউৰ পূজা হৈছিল। ৰজাই কোনো গুণী আৰু মুখীয়াল লোকসকলক নানা ধৰণৰ উপহাৰেৰে সম্মানিত কৰাৰ উপৰি ব্ৰাহ্মণসকলকো ভালেমান দান-দক্ষিণা কৰিছিল। চুবুৰীয়া জয়ন্তীয়া ৰজায়ো কটকীযোগে চুতাম্লাক অভিনন্দন জনাইছিল। ডফলা, কছাৰী আৰু গুৱাহাটীৰ মুছলমান গভৰ্ণৰেও তেওঁক অভিনন্দন জনোৱাৰ লগতে ভালেমান উপহাৰ আগবঢ়ালে। এইদৰে জয়ধ্বজ সিংহ বা চুতাম্লাৰ সিংহাসন আৰোহণক সকলোৱে স্বাগতম জনালে আৰু এই চুতাম্লাৰ সিংহাসন আৰোহণক সকলোৱে স্বাগতম জনালে আৰু এই উপলক্ষে আয়োজিত ৰং-ৰইহচতো কোনো কোনোৱে ভাগ ল'লেহি। অৱশ্যে জয়ন্তীয়া ৰাজ্যৰ সীমান্ত অঞ্চলৰ গোভা, নেলী আৰু খলা ৰাজ্য তেওঁক ওভতাই দিবলৈ অনুৰোধ জনাইছিল। জয়ধ্বজ সিংহই অৱশ্যে এনে অনুৰোধৰ প্ৰতি সঁহাৰি নজনালে।

আহোম ৰজাই জয়ন্তীয়া ৰজাৰ অনুৰোধ মতে ৰাজ্যকেইখন ওভতাই নিদিয়াত জয়ন্তীয়া ৰজা বিতুষ্ট হ'ল আৰু এই প্ৰত্যাখ্যানৰ প্ৰত্যুত্তৰত ১৬৪৮ খ্ৰীঃত জয়ন্তীয়া ৰাজ্যৰ সীমাত বেপাৰ কৰা জয়হৰি মুদৈ নামৰ বেপাৰী এজনক ধৰি লৈ যায় আৰু তেওঁৰ বয়-বস্তুসমূহো কাঢ়ি লয়। কিছুদিনৰ পিছত জয়ধ্বজ সিংহৰ অনুৰোধ ক্ৰমে বেপাৰীজনক জয়ন্তীয়া ৰজা যশমন্তৰায়ে মুক্তি দিছিল যদিও তেওঁৰ পৰা লুটি নিয়া বয়-বস্তুবোৰ ওভতাই দিয়াৰ কোনো ব্যৱস্থা নকৰিলে। জয়ন্তীয়া ৰজাৰ এনে ব্যৱহাৰে জয়ধ্বজ সিংহক অতি কষ্ট কৰিলে। সেইবাবে তেওঁ জয়ন্তীয়াসকলক এসেকা দিয়াৰ মানসেৰে সোণাপুৰৰ পৰা ভালেমান জয়ন্তীয়া বেপাৰী আটক কৰিলে আৰু জয়ন্তীয়াসকলক আহোম ৰাজ্যত বেপাৰ নকৰিবলৈ সকীয়াই দিলে। ইয়াতে ক্ষান্ত নাথাকি জয়ধ্বজ সিংহই জয়ন্তীয়া ৰাজ্যৰ পৰা আহোম ৰাজ্যলৈ অহা পথটোও বন্ধ কৰি থ'লে। পথ বন্ধ হোৱাত জয়ন্তীয়াসকল শ'লঠেকত পৰিছিল যদিও এইদৰেই আঠবছৰ পাৰ হ'ল। পিছত জয়ন্তীয়া ৰজাই কলিয়াবৰত থকা আহোম বৰফুকনলৈ কটকী পঠিয়াই আহোম ৰজাৰ সৈতে বিবাদ ওৰ পেলাবলৈ সদিচ্ছা প্ৰকাশ কৰাত আটক কৰি ৰখা জয়ন্তীয়া বেপাৰীসকলক মুক্তি দি আহোম-জয়ন্তীয়া ৰাজ্যৰ মাজৰ পথটো পুনৰ মুকলি কৰি দিয়া হৈছিল।

ইয়াৰ পৰৱৰ্তী কালছোৱাত আহোমৰ সৈতে কন্যাক বা কনিয়াক নগাসকলৰ হাই-কাজিয়া হ'ল। ১৬৫০ খ্ৰীঃত লাক্মা নামৰ কন্যাক নগাৰ এটা দলে আহোম ৰাজ্যত আক্ৰমণ চলাই লুটপাত কৰাৰ লগতে দুজন ডাঙৰ মানুহ আৰু চাৰিটা সৰু সৰু ল'ৰা-ছোৱালীক হত্যা কৰি কটা মূৰবোৰ লৈ পুনৰ পাহাৰলৈ উভতি যোৱাত জয়ধ্বজ সিংহৰ নিৰ্দেশ মতে আহোম সৈন্য এদলে নগাপাহাৰলৈ গৈ কেতবোৰ ঘৰবাৰী জুই লগাই পুৰি লগতে বয়-বস্তু লুট কৰি লৈ আহিল। এই ঘটনাৰ চাৰি বছৰ পিছত লাকমাসকলে পুনৰ উপদ্ৰৱ কৰাত আকৌ ভালেমান ডফলা লোকেও এই অভিযানত গৈছিল। ইমান দিনে আহোম সৈন্যই নগাসকলৰ বিৰুদ্ধে কৰা অভিযানত পৰাপক্ষত পাহাৰৰ মূধত উঠিবলৈ নিবিচাৰিছিল। কিন্তু এইবাৰ ৰজাৰ আদেশমতে পাহাৰ বগাবলৈ ধৰাত নগাসকলে প্ৰমাদ গণি আহোম ৰজালৈ এগৰাকী ছোৱালী দিয়াৰ প্ৰতিশ্ৰুতিৰে সন্ধিৰ প্ৰস্তাৱ আগবঢ়ালে। এই প্ৰস্তাৱ পাই আহোম ৰজাই হেনো ক'লে যে লাক্মা নগাৰজাজনে পাহাৰৰ পৰা নামি আহি আহোম কটকীৰ সৈতে সন্ধি কৰকহি। কিন্তু সন্ধিৰ প্ৰস্তাৱ দিও লাক্মা ৰজাই হেনো আহোম কটকীজনক চক্ৰান্ত কৰি বধ কৰাৰ বাবেহে সচেষ্ট হৈছিল। কটকীজনে হেনো কোনোমতে নিজৰ প্ৰাণ বচাবলৈ সক্ষম হ'ল। এই বাতৰি পাই এইবাৰ এক বৃজন সংখ্যক আহোম সৈন্যই পাহাৰ বগাই লাক্মা গাঁওসমূহত আক্ৰমণ চলালেগৈ। এনে আক্ৰমণৰ সন্মুখত তিষ্ঠিব নোৱাৰি লাক্মা লোকসকলে যেয়ে যিফালে পাৰে পলাবলৈ ধৰিলে আৰু সৰহভাগেই ডাঠ হাবি অঞ্চলত লুকাই থাকিলগৈ। আহোম সৈন্যয়ো তেওঁলোকৰ গাঁওবোৰত জুই

লগাই দি নিজ ৰাজ্যলৈ উভতি আহিল। এই অভিযানত ভয়ংকৰভাৱে ক্ষতিগ্ৰস্ত হৈ লাক্‌মা ৰজাই নিজে আহি নামচাঙত আহোম ৰজাক দেখা কৰি তেওঁৰ বশ্যতা স্বীকাৰ কৰিলে। এই সাক্ষাৎকালত লাক্‌মা ৰজাই জয়ধ্বজ সিংহক এই বুলি অনুৰোধ জনালে যে চাংদৈ ম্লানদৈ নামৰ পাহাৰখন তেওঁক দিব লাগে। ইতিমধ্যে লাক্‌মাসকলে আহোমক স্বীকৃতি দিয়াৰ বাবে জয়ধ্বজ সিংহয়ো তেওঁৰ অনুৰোধত সন্মতি দিয়া দেখা গ'ল।

জয়ধ্বজ সিংহৰ ৰাজত্বকালত মিৰি (মিচিং)সকলৰ সৈতেও বিবাদ ঘটিছিল। চৈয়নীয়া নামৰ মিৰি খেল এটাই কেইজনমান আহোম প্ৰজাক হত্যা কৰাৰ বাবে তেওঁলোকৰ বিৰুদ্ধে আহোম ৰজাই এটা অভিযান পঠিয়াইছিল। প্ৰথমতে মিৰিসকলে আহোম সৈন্যক প্ৰত্যাহ্বান জনালেও পিছত তেওঁলোক পিছ হুঁহকিবলৈ বাধ্য হৈছিল। আহোম সৈন্যই মিৰিগাঁও অভিমুখে আগবাঢ়ি থকাৰ কালতে কেইবাখনো মিৰি গাঁও একগোট হৈ দুখন অসমীয়া গাঁও আৰু প্ৰায় এশখন নাও ধ্বংস কৰে। কিন্তু আহোম সৈন্যদল তথাপিও আগবাঢ়ি থকাত মিৰিসকলে ভাৰ-ভেটীৰে আহি আহোম ৰজাৰ বশ্যতা স্বীকাৰ কৰিলে। এইদৰে আহোমৰ সৈতে মিত্ৰতা কৰি মিৰিসকলে হেনো তেওঁলোকে বধ কৰা দুজন আহোম প্ৰজাৰ ঠাইত ১২ জনকৈ জীৱিত মিৰি লোক আহোমক দিবলৈ সন্মত হৈছিল। তেওঁলোকে যিবোৰ বয়-বস্তু বছৰি আহোম ৰজাক কৰ হিচাপে শোধাবলৈ মান্তি হৈছিল তাৰ ভিতৰত আছিল মেথোন, ঘোঁৰা, কাছ, 'মিৰিজীম' কাপোৰ, চিকৰা দা, নানা ধৰণৰ মণি ইত্যাদি।

জয়ধ্বজ সিংহৰ দিনত আহোমৰ সৈতে ভূটীয়াসকলৰো সংঘৰ্ষ ঘটিছিল। ১৬১৬ খ্ৰীঃত আহোম ৰজা প্ৰতাপ সিংহই বলীনাৰায়ণ বা ধৰ্মনাৰায়ণক কোচ হাজোৰ অন্তৰ্গত দৰঙীৰ ৰজা পাতিছিল। ইতিমধ্যে ভূটীয়াসকলে ভূটান পাহাৰৰ নামনি অঞ্চলৰ ভালেমান ঠাই অধিকাৰ কৰা দেখি ধৰ্মনাৰায়ণে এই অঞ্চলসমূহ আহোমৰ সহায়ত ভূটীয়াসকলৰ সম্প্ৰসাৰণত বাধা দিবলৈ মন কৰে। কিন্তু ইতিমধ্যে আহোম-মুঘলৰ যুঁজ চলি থকা কালত বলীনাৰায়ণ মৃত্যুমুখত পৰে আৰু সুযোগ বুজি ভূটীয়াসকলে গোহাঁই কমল আলিলৈকে বিস্তৃত সাৰুৱা ভূমিখণ্ডও নিজ দখললৈ নিয়ে। জয়ধ্বজ সিংহৰ সমসাময়িক দৰঙী ৰজা চন্দ্ৰনাৰায়ণে ভূটীয়াসকলৰ পৰা মাটি উদ্ধাৰ কৰিবলৈ যুঁজ দিছিল যদিও নিজেই পৰাজিত হ'বলগীয়াত পৰিল। তেতিয়া ভূটীয়াসকলে চন্দ্ৰনাৰায়ণৰ মাধ্যমেৰে জয়ধ্বজ সিংহলৈ কেইবাটাও ঘোঁৰা, কস্তুৰী, কম্বল, চোঁৱৰ আদি ভাৰ-ভেটী দি এই বুলি অনুৰোধ জনালে যে তেওঁলোকে দখল কৰা মাটিখিনি তেওঁলোকক দিব লাগে। তেওঁলোকৰ অনুৰোধ জয়ধ্বজ সিংহই মানিবলৈ অস্বীকাৰ কৰি চন্দ্ৰনাৰায়ণক ভ্ৰমৰাকুণ্ড বা ভৈৰৱকুণ্ডলৈকে সমুদায় মাটি উদ্ধাৰ কৰিবলৈহে ক'লে। জয়ধ্বজে এই অভিযানত চন্দ্ৰনাৰায়ণৰ সৈতে যুটীয়াভাৱে ভূটীয়াসকলক প্ৰত্যাহ্বান জনাবলৈ ভালেমান আহোম সৈন্যও পঠিয়ালে। ইয়াৰ ফলত যিখন যুঁজ-বাগৰ হ'ল তাত আহোম সৈন্য দলে জয় লাভ কৰিলে। ফলত ভূটীয়াসকলে আহোম ৰজাক অধিস্বামী হিচাপে স্বীকৃতি দি নামনিৰ মাটিখিনি তেওঁলোকক দিবলৈ আহোম ৰজাৰ ওচৰত পুনৰবাৰ আৰ্জি দিলে। ইতিমধ্যে তেওঁলোকে আহোম বিষয়াসকলকো বহু উপহাৰ আদি দি ৰজাক কৈ মাটিখিনি দিয়াৰ বাবে খাতনি ধৰিলে। এইদৰে ভেটী লোৱা বিষয়াসকলে জয়ধ্বজ সিংহক এইদৰে বুজালে যে ভূটীয়াসকলৰ দখলত থকা মাটিৰ আধাখিনি স্বৰ্গদেৱে লৈ বাকীখিনি তেওঁলোকক দিব পাৰে। জয়ধ্বজ সিংহই এই প্ৰস্তাৱত মান্তি হ'লত গোহাঁই কমল আলিলৈকে গোটেইখিনি মাটি ভূটীয়াক দিয়া হ'ল। অৱশ্যে আহোম বিষয়াসকলে এইদৰে ভূটীয়াৰ সৈতে চুক্তি কৰিলে যে বছৰি আহাৰ মাহৰ পৰা আহিন মাহলৈকে চাৰি মাহৰ বাবে আহোম চৰকাৰক সমৰ্থন কৰিব লাগিব। ভূটীয়াসকলে এই ব্যৱস্থাত মান্তি হৈছিল। ভূটীয়াসকলে এইদৰে যিখিনি মাটি ভোগ কৰিবলৈ পাইছিল তাৰ বাবে তেওঁলোকে আহোম ৰজাক কৰ দিব লাগিছিল। এইদৰে জয়ধ্বজ সিংহৰ দিনত পূৰ্বৰ দৰং আৰু কামৰূপ জিলাৰ পোনে পোনে পৰ্বতৰ দাঁতিৰ পৰা গোহাঁই কমল আলিলৈকে বিস্তৃত উৰ্বৰ সমতল ভূখণ্ড দুৱাৰকেইখনৰ সৈতে ভূটীয়াসকলৰ দখল লৈ গৈছিল।

১৬৫৭ খ্ৰীঃৰ শেষাৰ্ধত মুঘল সম্ৰাট ছাহজাহানৰ শাৰীৰিক অৱস্থাৰ ক্ৰমাৎ অৱনতি ঘটিবলৈ ধৰাত তেওঁৰ পুত্ৰ চাৰিজনৰ মাজত সিংহাসন লৈ এক গৃহযুদ্ধৰ সূচনা

ঘটিছিল। সুযোগ বুজি কোচ ৰজা প্ৰাণনাৰায়ণে মুঘলৰ অধীনস্থ গোৱালপাৰা আৰু কামৰূপৰ উত্তৰাংশ নিজ দখললৈ নিবলৈ সচেষ্ট হৈছিল। আহোম ৰজা জয়ধ্বজ সিংহয়ো মুঘলৰ হাতৰ পৰা পূৰ্বৰ আহোম অধিকৃত স্থানসমূহ উদ্ধাৰৰ এয়ে সুৱৰ্ণ সুযোগ বুলি ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰেদি গুৱাহাটী অভিমুখে ৰাওনা হ'ল। এই বাতৰি পাই মিৰ নুৰুল্লা গুৱাহাটীৰ পৰা পলাই গ'ল আৰু জয়ধ্বজ সিংহই গুৱাহাটী, পাণ্ডু আৰু শৰাইঘাট নিজ দখললৈ নিবলৈ সক্ষম হ'ল। উল্লেখযোগ্য যে মিৰ নুৰুল্লা আছিল এজন মুঘল শাসনকৰ্তা আৰু তেওঁক মুঘল সম্ৰাটে হাজোত থাকিবলৈ দিছিল। কোচ ৰজা প্ৰাণনাৰায়ণে হাজো আক্ৰমণ কৰিবলৈ অহা বুলি শুনি মিৰ নুৰুল্লাই সেই স্থানৰ পৰা পলাই আহি গুৱাহাটীত আছিল আৰু এতিয়া আহোম ৰজাই গুৱাহাটী উদ্ধাৰ কৰিবলৈ অহাত তেওঁ তাৰপৰাও প্ৰাণ লৈ পলাই গ'ল।

ইতিমধ্যে প্ৰাণনাৰায়ণে জয়ধ্বজ সিংহলৈ এই বুলি প্ৰস্তাৱ দিছিল যে কোচ আৰু আহোম মিলি মুঘলক খেদি ব্ৰহ্মপুত্ৰৰ উত্তৰাংশ কোচে আৰু দক্ষিণাংশ আহোমে লওক। কিন্তু জয়ধ্বজ সিংহই এই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিলে। বৰং ১৬১৫ খ্ৰীঃৰ জুলাই মাহত কোচ সৈন্যক দুবাৰকৈ পৰাজিত কৰি পিছে পিছে খেদি গৈ সোণকোষ নৈ পাৰ কৰি থ'লেগৈ। ইয়াৰ ফলত সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকাত এতিয়া আহোমৰ আধিপত্য বিস্তাৰ হ'ল। এনে অভূতপূৰ্ব বিজয়ত উৎফুল্লিত হৈ জয়ধ্বজ সিংহৰ সৈন্যদলে আৰু আগুৱাই ঢাকালৈকে বংগদেশৰ অন্তৰ্গত কেইবাখনো ঠাইত আক্ৰমণ কৰিছিলগৈ।

কামৰূপ ৰাজ্যখন প্ৰায়ে আহোম আৰু মুঘলৰ মাজত বিবাদৰ কাৰণ হৈ পৰা দেখি এই অঞ্চলৰ বহুলোকক আহোমসকলে তেওঁলোকৰ ৰাজ্যৰ পূব খণ্ডলৈ নি তাতেই সংস্থাপিত কৰিছিল। অৱশ্যে মঠ-মন্দিৰ, সত্ৰ আদিৰ সৈতে সংশ্লিষ্ট লোকসকলৰ ক্ষেত্ৰত আহোম ৰজাই এনে নীতি গ্ৰহণ কৰা নাছিল। ইতিমধ্যে দিল্লীৰ ৰাজপাট লৈ দেখা দিয়া গৃহ যুদ্ধখনৰ অন্তত ঔৰংজেবে নিজকে সম্ৰাট বুলি ঘোষণা কৰিছিল। ঔৰংজেবৰ অন্যতম বিশ্বস্ত অনুগামী তথা তেওঁৰ সেনাপতি মিৰজুমলাই ঢাকা অধিকাৰ কৰিছিল আৰু সেইবাবে তেওঁক ঔৰংজেবে ঢাকাৰ চুবেদাৰ বা শাসনকৰ্তা পাতিছিল। মিৰজুমলাই ঢাকাত থিতাপি লোৱাত জয়ধ্বজ সিংহই তেওঁলৈ কটকী পঠিয়াই জনাইছিল পাণ্ডু, শৰাইঘাট, গুৱাহাটীকে আদি কৰি যিবোৰ ঠাইত আহোমে দখল কৰিছে, প্ৰকৃতপক্ষে সেই ঠাইবোৰ যাতে কোচসকলৰ হাতত নপৰে তাৰ বাবেহে তেনে কৰিছে আৰু এতিয়া তেওঁ কোনো বিষয়াক পঠিয়াই এই ঠাইবোৰ চমজি ল'ব পাৰে। এই বাতৰি পাই মিৰজুমলাই ৰচিদ খাঁক আহোমৰ হাতৰ পৰা এই অঞ্চলবোৰ চমজি ল'বলৈ পঠিয়ালে। কিন্তু ৰচিদ খাই সেই উদ্দেশ্যে ধুবুৰী আহি পোৱাত আহোম সৈন্যই তেওঁক লগ নধৰি মানাহ নদীৰ মুখত যোগীঘোপাত ৰৈ থকা দেখা গ'ল। আহোমসকলৰ গতিবিধি দেখি ৰচিদ খাঁক তেওঁলোকক সন্দেহ কৰি তেওঁলোকৰ পিছে পিছে খেদি নগৈ সসৈন্যে ধুবুৰীতে কোঠ মাৰি ৰৈ থাকিবলৈ সিদ্ধান্ত ল'লে। ইফালে ধুবুৰীত মুঘল সৈন্যক ভেটা নিদি সৈন্যবাহিনী লৈ পিছ হুঁহকি অহা বাবে আহোম সেনাপতিজনক ৰজাই ককৰ্থনা কৰি খণ্ডতে শিকলিৰে বান্ধি থ'লে আৰু বাদুলি ফুকনক নেওগ ফুকন আৰু সেনাপতি পাতিলে। বাদুলি ফুকনক ৰজাই যোগীঘোপাৰ দুৰ্গটো যুদ্ধৰ বাবে প্ৰস্তুত কৰিবলৈ ক'লে। যোগীঘোপাৰ বিপৰীতে থকা পঞ্চতন্ত্ৰতো ৰজাৰ আদেশ মতে এটা দুৰ্গ ততাতৈয়াকৈ সাজি উলিওৱা হ'ল। এই সকলোবোৰ বাতৰি যেতিয়া সম্ৰাট ঔৰংজেবক অৱগত কৰা হ'ল। তেতিয়া তেওঁ অতিশয় ক্ৰুদ্ধ হৈ আহোম ৰজাক ভালদৰে এশিকনি দিবলৈ সিদ্ধান্ত ল'লে। সেইমৰ্মে সম্ৰাটৰ আদেশ মতে ১৬৬১ খ্ৰীঃৰ ১৯ ডিচেম্বৰত মিৰজুমলাৰ সৈন্যদল আহি কোচবিহাৰত সোমালহি। কোচবিহাৰৰ পতন হ'ল। কোচবিহাৰৰ পৰা প্ৰেমনাৰায়ণ পলাই গৈ ভুটান পাহাৰত লুকাই থাকিল। এইদৰে কোচবিহাৰক পৰাজিত কৰি মিৰজুমলাই সেই ঠাইত ৫০০০ সৈন্যৰ ফৌজ এটা থৈ আন এদল সৈন্যৰ সৈতে ১৬৬২ খ্ৰীঃৰ ৪ জানুৱাৰীত অসম অভিমুখে ৰাওনা হ'ল। ৰঙামাটিত ৰচিদ খাঁই মিৰজুমলাক আদৰিবলৈ ৰৈ আছিল। এই যাত্ৰাকালত মিৰজুমলাই হেনো বৰ আহুকাল পাইছিল। তেওঁ অহা পথটো হেনো যথেষ্ট দুৰ্গম আছিল। ঠায়ে ঠায়ে আছিল গভীৰ অৰণ্য আৰু নৈ। মুঠৰ ওপৰত এই যাত্ৰা আছিল অতি কষ্টসাধ্য। ডাঠ হাবিৰ মাজেৰে আগবাঢ়িবলগীয়া হোৱাত ওৰে দিনটো গৈ থাকিলেও ৪/৫ মাইলৰ অধিক অতিক্ৰম কৰিব পৰা

নগৈছিল। বুৰঞ্জীসমূহৰ মতে মিৰজুমলাৰ লগত আহিছিল ১২,০০০ অশ্বাৰোহী আৰু ৩০ হাজাৰ পদাতিক। ইয়াৰ বিপৰীতে আহোমৰ দুৰ্গত হেনো প্ৰায় ১২০০০ পদাতিক সৈন্যহে আছিল। তাতে আকৌ মহামাৰীত আক্ৰান্ত হৈ এই সৈন্যদলটোও অতি দুৰ্বল হৈ পৰিছিল। সেয়ে তেওঁলোকে শত্ৰুক নামমাত্ৰ বাধা দি পিছ হুঁহকি গৈ শ্ৰীঘাট আৰু পাণ্ডু পাইছিলগৈ। ফাতিহা-ই-ইব্ৰিয়া পুথিত প্ৰাপ্ত বৰ্ণনা মতে যোগীঘোপা এটা ওখ আৰু মজবুত দুৰ্গ আছিল। দুৰ্গটোৰ চাৰিওফালে কেতবোৰ গতি খান্দি তাত কেতবোৰ বাঁহৰ জোং সুমুৱাই থোৱা হৈছিল যাতে অশ্বাৰোহী সৈন্যসকলে সেই গাঁতত পৰি মহা বিপৰ্যয়ৰ সম্মুখীন হয়। দৰাচলতে মুঘলৰ কেতবোৰ ঘোঁৰা এই গাঁতত পৰি মৰিছিল। এই গাঁতবোৰৰ পৰা এটা গুলি মাৰিলে যিমানদূৰ যাব প্ৰায় সিমান দূৰত্বত এটা ডাঙৰ খাবৈ আছিল। এই খাবৈটোৰ পৰা কিছু আঁতৰত বাঁহৰ জোং পুতি থোৱা আৰু এটা খাবৈ আছিল। এই খাবৈটো আছিল তিনিগজ দ। এইদৰে সুৰক্ষিত দুৰ্গটোৰ দক্ষিণে আছিল ব্ৰহ্মপুত্ৰ আৰু পূবে মানাহ নৈ।

যোগীঘোপাৰ পৰা আহোম সৈন্যদল পলাই যোৱাত মিৰজুমলাই গুৱাহাটী অভিমুখে আগবাঢ়িছিল। তেওঁ তেওঁৰ সৈন্যসকলক দুভাগত ভগাই এভাগক ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰেদি আগবাঢ়িবলৈ দি নিজে মানাহ নৈ পাৰ হৈ প্ৰধান সৈন্যদলটোৰ সৈতে উত্তৰ পাৰেদি আগবাঢ়িল। মিৰজুমলাই যিবোৰ ডাঙৰ ডাঙৰ নাও ব্যৱহাৰ কৰিছিল তেনে নাৱক 'ঘৰাব' বোলা হৈছিল। তেনে একো একোখন ঘৰাবত ৫০/৬০ কৈ সৈন্য আৰু ১৪টাকৈ বন্দুক নিব পৰা গৈছিল। প্ৰতিখন ঘৰাবৰ সৈতে চাৰিখনকৈ কোশ বা বৰ্শা থকা নাও আছিল। মিৰজুমলাৰ ঘৰাবসমূহ পৰিচালনাৰ দায়িত্ব আছিল পৰ্তুগীজ নাবিকসকল। দৰাচলতে এনে বিদেশী নাবিকসকল আগ্নেয় অস্ত্ৰৰ ব্যৱহাৰত অতি পাৰ্গত হোৱাৰ বাবে মুঘলে তেওঁলোকক ঘৰাবসমূহ পৰিচালনাৰ দায়িত্ব অৰ্পণ কৰিছিল।

ইফালে যোগীঘোপা পতনৰ বাতৰি পাই উদ্বিগ্ন হৈ জয়ধ্বজ সিংহই লৰালৰিকৈ এদল সৈন্যক শ্ৰীঘাট আৰু পাণ্ডুলৈ পঠিয়াইছিল যাতে তেওঁলোকে মুঘলসকলৰ গুৱাহাটী আগমন মাজবাটতে ৰোধ কৰিব পাৰে। কিন্তু এই সৈন্যদলে তেওঁলোকৰ গন্তব্য স্থল পোৱাৰ পূৰ্বেই মুঘল সৈন্য সেই ঠাই পালেহি। ইতিমধ্যে আন এটা কথাত বিতুষ্ট হৈ আহোম বিষয়াসকলৰ ঠেহ লগত তেওঁলোকে যুদ্ধলৈ মন-কাণ নকৰা হ'ল। জয়ধ্বজ সিংহই মনথিৰ ভৰালী নামৰ এজন গুদাম মহৰীক পৰ্বতীয়া ফুকনৰ পদবী দি তেওঁক নৌবাহিনীৰ প্ৰধান হিচাপে নিযুক্তি দিয়াটোৱেই আছিল আন আহোম বিষয়াসকলৰ অভিমান, বিতুষ্টি আৰু যুদ্ধৰ বাবে অনীহাৰ কাৰণ। উত্তৰ পাৰেদি যোৱা আহোম সৈন্যৰ দলটোৱে প্ৰায় বিনাযুদ্ধে কাজলী অভিমুখে যাবলৈ ধৰাত মুঘল সৈন্যদলে আহি দক্ষিণ পাৰেদি অহা দলটোক বেৰি ধৰিলে। ফলত যিখন যুদ্ধ হ'ল তাত বহুবোৰ ৰণুৱাৰ মৃত্যু ঘটিল। এই দলৰ অৱশিষ্ট মুঘল সেনাসকলে শ্ৰীঘাট দুৰ্গৰ ওচৰত ভালেমান প্ৰকাণ্ড প্ৰকাণ্ড কাঠ পেলাই পথটো অৱৰুদ্ধ কৰি থকাৰ কালতে মুঘল সৈন্যই তেনে বাধা নেওচি গুৱাহাটী অধিকাৰ কৰিলেহি। উল্লেখযোগ্য যে সেই সময়ত গুৱাহাটীৰ অধিক অংশ উত্তৰ পাৰতহে আছিল। ইয়াৰ পিছত এদিন নিশাৰ ভাগত মুঘল সৈন্যই বেতডলা দুৰ্গত আক্ৰমণ কৰি সেই দুৰ্গৰ সৈন্যসকলক হত্যা কৰিলে।

এইবোৰ বাতৰি যেতিয়া কাজলীত উপস্থিত হোৱা আহোমসকলৰ কাণত পৰিল, তেতিয়া তেওঁলোকে ভৰলী নৈৰ মুখত থকা চামধৰালৈ পলায়ন কৰিলে। চামধৰাত কিন্তু আহোমসকলে সাধ্যানুসৰে মুঘল সৈন্যক ভেটা দিবলৈ চেষ্টা কৰা দেখা গ'ল। আহোম সৈন্যৰ যিটো দলক উত্তৰ পাৰত থোৱা হৈছিল সেই দলটোত বৰগোহাঁই, বৰপাত্ৰ গোহাঁই, তিপাম ৰজাকে ধৰি ভালেমান উচ্চপদস্থ বিষয়া আৰু ৰাজকোঁৱৰ আছিল। দক্ষিণ পাৰৰ দলটোৰ পৰিচালনাত আছিল ভিতৰুৱাল গোহাঁই আৰু তেওঁক সহায় কৰিছিল বৰফুকন, শদিয়াখোৱা গোহাঁইকে আদি কৰি ভালেমান নেতৃস্থানীয় বিষয়াই। অতি ক্ষিপ্ৰগতিৰে এইবাৰ চামধৰা আৰু শিমলুগড়ৰ দুৰ্গ যুঁজৰ বাবে সুৰক্ষিত ক ৰা হ'ল।

মিৰজুমলাই গুৱাহাটীত তিনি দিন বাহৰ পাতি থকা কালত দৰঙী ৰজাই উপযাচি তেওঁৰ বশ্যতা স্বীকাৰ কৰিছিল বুলি জনা যায়। সেইদৰে মিৰজুমলাই চামধৰা অভিমুখে গৈ থকা কালত ডিমৰুৱাৰ ৰজাই নিজ ভতিজাকক তেওঁৰ ওচৰলৈ পঠিয়াইছিল। এই সম্পৰ্কত ডিমৰুৱা ৰজাই মিৰজুমলাক হেনো জনাইছিল যে অসুস্থতাৰ বাবে তেওঁ

নিজে আহি তেওঁক লগ ধৰিব নোৱাৰিলে। যেতিয়াবাৰী মাহৰ ২৮ তাৰিখে মিৰজুমলাৰ দলটোৱে শিমলুগড়ৰ দাঁতিত ছাউনী পাতিলেহি। কিন্তু আচৰিত ধৰণে এইবাৰো আহোম সৈন্যই শত্ৰুক ভেটা নিদি নিজে পলাই গ'ল। শিমলুগড়ৰ দুৰ্গটো আছিল অতি মজবুত। মিৰজুমলাই এই গড়টোৰ গাঁথনি আৰু গড়ৰ ভিতৰত থকা আয়োজন দেখি হেনো তবধ মানিছিল। ইয়াৰ পিছত মুঘল সৈন্যই চামধৰাত উপস্থিত হোৱাৰ বহু পূৰ্বে আহোম সৈন্যই সেই দুৰ্গটোও এৰি পলাল। এইদৰে চামধৰা আৰু শিমলুগড় দুৰ্গ প্ৰায় বিনা বাধাৰে মুঘলে দখল কৰিবলৈ সক্ষম হ'ল আৰু মিৰজুমলাই এই সুযোগতে কলিয়াবৰত এজন মৌজাদাৰ নিযুক্ত কৰা দেখা গ'ল। ইয়াৰ পিছত মিৰজুমলা বাহিনী শলাগড়ত উপস্থিত হোৱাত জয়ধ্বজ সিংহই তেওঁলৈ সন্ধিৰ প্ৰস্তাৱ আগবঢ়ালে। কিন্তু মিৰজুমলাই এই প্ৰস্তাৱ অগ্ৰাহ্য কৰাত আহোম কটকীজন বিফল মনোৰথ হৈ উভতি যাবলগীয়াত পৰিল। মিৰজুমলাৰ দলটো এইবাৰ লখৌগড়ৰ অভিমুখে উজাবলৈ ধৰাত আহোম সেনাসকলে তেওঁলোকক ভেটা দিবলৈ চেষ্টা কৰিছিল যদিও সেই চেষ্টা আছিল নামমাত্ৰ। আনহাতেদি এইবাৰ মিৰজুমলাৰ প্ৰধান লক্ষ্যস্থান আছিল গড়গাঁও।

বুৰঞ্জীসমূহৰ তথ্য মতে, লখৌ নামৰ ঠাইখন দিহিং আৰু ব্ৰহ্মপুত্ৰৰ সংগমস্থলত অবস্থিত আছিল। বৰ্তমানৰ লোহিত নৈখন যিটো পথেৰে বৈ গৈছে তেতিয়া সেই পথটোৰেদি ব্ৰহ্মপুত্ৰ নৈখনহে বৈ গৈছিল। সেই সময়ত মাজুলীৰ অস্তিত্ব নাছিল। বৰ্তমানৰ মাজুলীৰ উত্তৰত উক্ত নৈখন আছিল আৰু ইয়াৰ দক্ষিণত ব্ৰহ্মপুত্ৰৰ পথটো লৈছিল দিহিং নৈয়ে। দিছাং আৰু দিখৌ নৈৰ পানীৰে লগলাগি দিহিং নৈখন বৈ গৈ উত্তৰ দিশত ব্ৰহ্মপুত্ৰৰ লগ লাগিছিল। ইফালে বুঢ়ী দিহিং নৈখনে বৰ্তমানে যি ঠাইত ব্ৰহ্মপুত্ৰৰ লগ লাগিছে তাতকৈ ভালেমান পূবতহে দিহিং নৈ আহি ব্ৰহ্মপুত্ৰ নৈত পৰিছিলহি। তেতিয়াৰ দিনত দিমৌ নৈখন কাজলীমুখলৈকে হেনো অকলশৰে বৈ আছিল। এইখন নদীৰ এটা অংশ হেনো এতিয়াও মাজুলীত আছে আৰু ই বৰ্তমানে টুনি নৈ নামেৰে পৰিচিত। ইয়াৰে আন এটা ভাগ কলং নৈ নামেৰে জনাজাত। পিছত সপ্তদশ শতিকাত এটা প্ৰাকৃতিক দুৰ্যোগৰ পিছতহে মাজুলী দ্বীপটোৰ সৃষ্টি হৈছিল। ইফালে মিৰজুমলাই জয়ধ্বজ সিংহৰ সন্ধিৰ প্ৰস্তাৱৰ প্ৰত্যাখ্যান কৰাত তেওঁ ভয় খাই প্ৰথমে তিপাম আৰু তাৰপৰা আৰু আগবাঢ়ি নামৰূপত প্ৰৱেশ কৰিছিল। এইদৰে ৰাজধানী গড়গাঁও এৰি পলাই যোৱাৰ বাবে জয়ধ্বজ সিংহই ভগনীয়া ৰজা নাম পাইছিল। এইবাৰ মাৰ্চ মাহৰ ১৭ তাৰিখে মিৰজুমলাই গড়গাঁও সোমাইছিলহি। এইদৰে গড়গাঁওলৈ অহাৰ পথত ভালেমান পলৰীয়া আহোম সৈন্যই তেওঁৰ দলত যোগ দিছিলহি কোনো কোনো সূত্ৰই কয়। গড়গাঁৱত থকা ৰাজহাউলিত সোমাই এই হাউলিৰ কাৰুকাৰ্য দেখি মিৰজুমলা মুগ্ধ হৈছিল বুলি জনা যায়।

গড়গাঁৱত এটা টাকশাল পাতি মিৰজুমলাই হেনো মুঘল সম্ৰাটৰ নামত মোহৰ মৰাইছিল। এই ৰাজধানী নগৰত ৮২ টা হাতী, প্ৰায় তিনি লাখ টকা মূল্যৰ সোণ-ৰূপ আৰু ১৭০টা শস্যৰ ভঁৰাল তেওঁৰ হস্তগত হৈছিল। এনে একো একোটা ভঁৰালত হেনো ১০০০ৰ পৰা ১০,০০০ মোনলৈকে ধান আছিল। মিৰজুমলাৰ অসম অভিযানত আহোমৰ ১০০০তকৈও অধিক নাও, ৯০০০টা তোপ আৰু অন্যান্য বন্দুক, এক বুজন পৰিমাণৰ খাৰ-বাৰুদ আৰু ৬৭৫টা বৰতোপ মুঘলৰ হাতত পৰিছিল। ইয়াৰে নাওসমূহৰ প্ৰত্যেকতে ৬০ৰ পৰা ৮০জনলৈকে নাওচালক আছিল আৰু বৰতোপৰ হিলৈ একোটাৰ ওজন আছিল ২০০ পাউণ্ডতকৈও অধিক।

মিৰজুমলাই বাৰিষাকালতো প্ৰথমে লখৌত আৰু পিছলৈ মথুৰাপাৰত কটাবলৈ সিদ্ধান্ত লৈছিল। আনহাতেদি তেওঁ মিৰ মুৰতাজা নামৰ এজনক গড়গাঁৱত থাকিবলৈ দি আহোমৰ পৰা পোৱা বৰতোপ আৰু অন্যান্য সামগ্ৰীসমূহ ঢাকালৈ পঠিয়াবলৈ নিৰ্দেশ দিছিল। তদুপৰি তেওঁ ভালেমান চকী প্ৰতিষ্ঠা কৰিছিল। ৰামদাং, ত্ৰিমোহিনী, গজপুৰ, দেৱালগাঁও, দামপানী, শিলপানী, অভয়পুৰ আদিৰ উপৰি ব্ৰহ্মপুত্ৰৰ দাঁতিত গুৱাহাটীলৈকে আৰু ভালেমান ঠাইত এনে চকীবোৰ সজা হৈছিল বুলি জনা যায়। দিহিং নৈৰ পাৰত অযোধ্যাৰ পৰা অহা এদল সৈনিকক পহৰা দিয়াৰ কামত নিযুক্তি দিয়া হৈছিল।

ধাৰাসাৰ বৰষুণৰ ফলত সেইবাৰ অসমৰ বহুতো ঠাইত বানপানী হ'ল। লাহে লাহে বাৰিষাকাল আৰম্ভ হ'ল। মুঘল সৈন্যৰ যাতায়াত আৰু যোগাযোগ ব্যৱস্থাৰ যথেষ্ট ক্ষতি হ'ল, খাদ্যবস্তুকে আদি কৰি বিভিন্ন অত্যাৱশ্যকীয় সামগ্ৰীও

বজাৰত কমি আহিবলৈ ধৰিলে। চাৰিওফালে সৃষ্টি হ'ল প্ৰতিকূল অৱস্থা। আকাশ আৰু মহামাৰীয়েও বহুলোকৰ মৃত্যু ঘটালে। বাৰিষাকালত আহোমসকলে বিশেষ উল্লেখযোগ্য কোনো অভিযান হাতত নল'লেও তেওঁলোকে সুযোগ পালেই সৰু সুৰাকৈ মুঘলসকলক আক্ৰমণ কৰিছিল। নেৰানেপেৰাকৈ বৰষুণ দি থকা কালৰ মাজতে আহোমসকলে মুঘলৰ ছাউনীসমূহলৈ যোৱা পথবোৰ কাটি দি আনকি তেওঁলোকৰ অত্যাৱশ্যকীয় সামগ্ৰী সংগ্ৰহৰ ক্ষেত্ৰত যথেষ্ট অসুবিধাৰ সৃষ্টি কৰিছিল। কেতিয়াবা মুঘল ছাউনীৰ পৰা ক্ষুদ্ৰ ক্ষুদ্ৰ দল বান্ধি সৈন্যসকল ওলাই আহিলেও তেওঁলোকক আহোম সৈন্যই আক্ৰমণ কৰা দেখা গৈছিল। এবাৰ হেনো গজপুৰত হঠাতে আহোম সৈন্যই আক্ৰমণ কৰি দুৰ্গত থকা মুঘল সৈন্যদলক মহটিয়াই নিছিল। ঘোৰ বাৰিষাকালত আহোম সৈন্যই মুঘলৰ 'ঘৰাব'বোৰত আক্ৰমণ কৰি পৰিচালকসকলক হত্যা কৰাটোও এটা সাধাৰণ ঘটনাত পৰিণত হৈছিলগৈ। দেওপানীৰ দুৰ্গটোৰ চাৰিওফালে খাৱৈ কাটি মুঘল সৈন্যক বাহিৰলৈ ওলাব নোৱৰা কৰি থৈছিল। পিছত যেনিবা এদল মুঘল সৈন্যই বাহিৰৰ পৰা আহি এওঁলোকক উদ্ধাৰ কৰিছিলহি। ইফালে মুষলধাৰে বৰষুণ দি থকাত বানপানী মুঘলে চকীবোৰ উঠাই দিবলৈ বাধ্য হ'ল। উপায় নাপাই মিৰজুমলাই বানপানীত আবদ্ধ হৈ থকা মুঘল সৈন্যক কোনোমতে উদ্ধাৰ কৰি গড়গাঁও আৰু মথুৰানগৰত থাকিবলৈ দিলে। যিবোৰ চকী মুঘলে এৰি আহিল, আহোম সৈন্যই সময় নষ্ট নকৰি বাৰিষাৰ মাজতে সেইবোৰ নিজ দখললৈ নিলে। নেৰানেপেৰা বৰষুণৰ মাজতে আহোম সৈন্যই সঘনে আক্ৰমণ চলাই এবাৰ আনকি মুঘলৰ দুৰ্গও অধিকাৰ কৰিলেহি। ইফালে ভূতৰ ওপৰত দানহৰ দৰে সংক্ৰামকভাৱে পেটৰ অসুখকে আদি কৰি বিভিন্ন ৰোগে দেখা দিলে। খাদ্যসামগ্ৰীৰো দাম অত্যধিকভাৱে বাঢ়ি গ'ল। এবাৰ মুঘল ছাউনীত সংক্ৰামক পেটৰ অসুখ এনেদৰে হ'ল যে ছাউনীত থকা ১৫০০জন সৈন্যৰ ভিতৰত ৫০০জনহে বাচি থাকিল। এইদৰে অসমৰ জলবায়ুৰে নুশুজাত মুঘল সৈন্যসকলৰ দুখ-কষ্ট কুলাই-পাচিয়ে নধৰা হ'ল আৰু তেওঁলোকে নিজ নিজ গৃহলৈ যাবলৈ উত্ৰাৱল হৈ উঠিল।

ছেপ্টেম্বৰ মাহত বানপানীৰ প্ৰাদুৰ্ভাৱ কমিল। মিৰজুমলাই কেইবাবাৰো চেষ্টা কৰি বিফল হোৱাৰ মূৰকত অৱশেষত দিখৌ নৈত থকা তেওঁৰ নৌবাহিনীৰ সৈতে কোনোমতে সংযোগ ৰক্ষা কৰিবলৈ সমৰ্থ হ'ল। অন্যান্য স্থানত সিঁচৰতি হৈ পৰা মুঘলসকলেও এতিয়া পুনৰবাৰ গড়গাঁৱৰ সৈতে সম্পৰ্ক স্থাপন কৰিলে। মুঘলৰ ছাউনীবোৰ আকৌ সক্ৰিয় হ'ল। ইয়াকে দেখি জয়ধ্বজ সিংহই পুনৰবাৰ আগেভাগে নামৰূপত লুকালগৈ। বাদুলিফুকনৰ শিবিৰৰ ওচৰত আকৌ আহোম-মুঘলৰ এখন যুঁজ লাগিল। যুঁজত বহু কষ্ট কৰিহে মুঘলে নিজক ৰক্ষা কৰিছিল। কিন্তু কিছুদিনৰ মূৰত বাদুলি ফুকনৰ সৈতে আন বহুতো আহোম বিষয়াৰ মনোমালিন্য ঘটাত তেওঁ মুঘলৰ শিবিৰত যোগ দিলে। ভালেমান আহোম সৈন্যই তেওঁৰ দৃষ্টান্ত লোৱা দেখা গ'ল। মিৰজুমলাই বাদুলি ফুকনক গড়গাঁও আৰু নামৰূপৰ মধ্যৱৰ্তী অঞ্চলত চুবেদাৰ হিচাপে নিযুক্তি দিলে। কিন্তু ইয়াৰ পিছত মিৰজুমলাৰ নিজৰে স্বাস্থ্য ভাগি পৰিল। তেওঁক নৰিয়াই এনেদৰে কাহিল কৰিলে যে তেওঁ চলি ফুৰি থাকিবলৈকো অক্ষম হ'ল। পাল্কীত উঠিহে ইখন ঠাইৰ পৰা সিখন ঠাইলৈ যাবলগীয়াত পৰিল। তেওঁৰ সৈন্যবাহিনীয়েও গৃহ প্ৰত্যাৰ্পণৰ বাবে ব্যাকুল হৈ উঠিল। এনে সন্ধিক্ষণত আহোম ৰজায়ো বাৰে বাৰে সন্ধি কৰিবলৈ প্ৰস্তাৱ দি থকাত উপায়হীন হৈ মিৰজুমলাই আহোমৰ সৈতে সন্ধি কৰিবলৈ মান্তি হ'ল। এইদৰে মিৰজুমলাৰ অসম অভিযানৰ শেষ অধ্যায় আৰম্ভ হ'ল আৰু এই সিদ্ধান্তক তেওঁৰ লগত অহা সৈন্যসকলে আদৰণি জনালে।

'ফাতেহা-ই-ইব্ৰিয়া' পুথিৰ মতে সন্ধিৰ বাবে মিৰজুমলাই প্ৰধানকৈ চাৰিটা চৰ্ত আগবঢ়াইছিল। এই চৰ্তকেইটা হ'ল—

(১) গড়গাঁওলৈকে আটাইবোৰ অঞ্চলত মুঘলৰ আধিপত্য।

(২) ৫০০ হাতী, ৩০,০০০তোলা সোণ আৰু ৰূপ।

(৩) সম্ৰাটৰ হাৰেমলৈ এগৰাকী ৰাজকুঁৱৰী আৰু

(৪) বছৰি ৫০টা হাতী।

অৱশেষত ১৬৬৩ খ্ৰীঃৰ জানুৱাৰী মাহত তিপামৰ ঘিলাধাৰীঘাট বা ঘিলাধাৰী ঘাটত আহোম আৰু মুঘলৰ মাজত সন্ধি-পত্ৰখন স্বাক্ষৰিত হয় আৰু সেইমৰ্মে—

আহোমে মুঘলক গুৱাহাটীসহ নামনি অসম এৰি দিয়ে। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে ভৰলী আৰু দক্ষিণপাৰে কলং নদী

আহোম মুঘলৰ সীমা নিৰ্ধাৰিত হয়। যুদ্ধৰ ক্ষতিপূৰণ হিচাপে আহোম ৰজাই মুঘল সম্ৰাটক ২০,০০০ তোলা সোণ, ১,২০,০০০ তোলা ৰূপ আৰু ৪০টা হাতী দিয়াৰ উপৰি প্ৰথম বছৰত ৩,০০,০০০ তোলা ৰূপ আৰু ৯০টা হাতী দিবলৈকো প্ৰতিশ্ৰুতিবদ্ধ হ'ল। বাৰ্ষিক কৰ হিচাপে ২০টা হাতী দিবলৈকে আহোম ৰজাই সন্মতি জনায়। ইয়াৰ উপৰি জয়ধ্বজ সিংহৰ জীয়েক ৰমণী গাভৰু আৰু তিপাম ৰজাৰ জীয়েকক মুঘল হাৰেমলৈ পঠিয়াবলৈকো আহোম ৰজা সন্মত হ'ল। ১৬৬৮ খ্ৰীঃত ৰমণী গাভৰুক ঔৰংজেবৰ পুত্ৰ মহম্মদ আজমলৈ বিয়া দিয়া হৈছিল। ৰমণী গাভৰুক মুছলমান নাম দিয়া হৈছিল ৰহমত বানু। 'মাছিৰ-ই-আলমগিৰি'ৰ মতে এই বিবাহত কইনাৰ সৈতে ১,৮০,০০০ টকা যৌতুক দিয়া হৈছিল। এই সকলোখিনি বছৰেকীয়া কৰ সম্পূৰ্ণৰূপে আদায় নিদিয়ালৈকে আহোম ডাঙৰীয়াসকলৰ ছজন পুত্ৰক মুঘল দৰবাৰত 'ওল' হিচাপে ৰাখিবলৈকো আহোম ৰজাই সন্মতি জনালে। ইয়াৰ বাহিৰেও বাদুলিফুকনৰ পৰিয়ালকে ধৰি সকলোবোৰ যুদ্ধবন্দীক মুক্তি দিয়া চৰ্তটোও আহোম ৰজাই মানি ল'লে। ঘিলাধাৰী ঘাটৰ সন্ধিৰ প্ৰস্তাৱ প্ৰথমে মুঘলে নে আহোমে পঠিয়াইছিল সেই সম্বন্ধে বিভিন্ন সূত্ৰসমূহ একমত নহয়। মুছলমান লেখকসকলৰ মতে আহোম ৰজাৰ সন্মতিক্ৰমে এই সন্ধিৰ চৰ্তসমূহ লিখা হৈছিল। কিন্তু কিছুমান আহোম বুৰঞ্জী মতে আহোমসকলে সন্ধিৰ এই চৰ্তসমূহত মান্তি হ'বলৈ টান পাইছিল। এইদৰে সন্ধি কৰি ক্ষতিপূৰণ মাত্ৰ একাংশহে আহোমসকলে আদায় দিছিল। তাকে লৈ অসুস্থ মিৰজুমলাই ১৬৬৩ খ্ৰীঃৰ ফেব্ৰুৱাৰী মাহত(মতভেদে ৯ জানুৱাৰী) ঢাকা অভিমুখে ৰাওনা হৈছিল। গুৱাহাটী এৰাৰ আগেয়ে তেওঁ ৰচিদ খাঁক গুৱাহাটীৰ মৌজাদাৰ হিচাপে নিযুক্তি দি গৈছিল। গৃহাভিমুখে আগবঢ়া মিৰজুমলা আদবাটতে ইমান বেছি অসুস্থ হ'ল যে ঢাকালৈ পোৱাৰ পূৰ্বেই নাওতে তেওঁ শেষ নিশ্বাস ত্যাগ কৰিলে (৩০ মাৰ্চ, ১৬৬৩ খ্ৰীঃ)।

ডঃ শচীন্দ্ৰ নাথ ভট্টাচাৰ্যৰ মতে, মিৰজুমলাৰ অসম অভিযান ধ্বংস আৰু লুণ্ঠনৰ বাহিৰে আন একো নাছিল আৰু আলেকজেণ্ডাৰৰ ভাৰত আক্ৰমণৰ দৰেই ই আছিল এক নিষ্ফল অভিযান। যদি একো একোটা অভিযানৰ সাৰ্থকতা ইয়াৰ শেষ পৰিণতিৰ ওপৰত নিৰ্ভৰ কৰে বুলি ধৰা হয়, তেন্তে সেই দৃষ্টিকোণৰ পৰা বিচাৰ কৰিলে মিৰজুমলাৰ অসম অভিযান আছিল নিঃসন্দেহে এক অসাৰ্থক আৰু অশুভ ফল সৃষ্টিকাৰক অভিযান। মিৰজুমলাৰ সৈতে অহা পৰ্যটক ছিহাবউদ্দিন আলিছেও তেওঁৰ অসম অভিযানক নিৰৰ্থক বুলি মন্তব্য কৰা দেখা গৈছে। এইদৰে মিৰজুমলাৰ অসম অভিযান সম্বন্ধে সমসাময়িক আৰু পিছৰ ভালেমান লেখকে কটূক্তি কৰিলেও এটা কথা মন কৰিবলগীয়া যে মুঘলসকলৰ আটাইবোৰ অসম অভিযানৰ মাজত এই অভিযানটোহে আছিল একমাত্ৰ কৃতিত্বপূৰ্ণ সফল অভিযান। আনহাতেদি এই অভিযান কালত আহোম ৰাজ্যৰ স্বৰ্গদেউজনে শত্ৰু আহি ৰাজধানী নৌপাওঁতেই পলাই গৈ লুকাই থাকি আওপাকে শত্ৰুৰ হাতত ৰাজ্যখন এৰি দিয়াৰ নিচিনা অদ্ভুত আৰু অবিবেচক ঘটনাও অসমত কেতিয়াও ঘটা নাছিল। মিৰজুমলাৰ অভিযানৰ আন এটা মন কৰিবলগীয়া দিশ আছিল যে এইদৰে ৰজাবিহীন ৰাজ্য এখন হেলাৰঙে জিনিও কিন্তু ইয়াত মুঘলসকলে স্থায়ীভাৱে বিশেষ একো কৰিব নোৱাৰিলে। সমগ্ৰ অভিযানটোৰ গতিবিধি চাই এনে যেন লাগে যে ধন-সোণ লুটিবলৈকেহে যেন মিৰজুমলা আৰু তেওঁৰ দলটো এই ৰাজ্যলৈ আহিছিল। এই দৃষ্টিকোণৰ পৰা চালে তেওঁৰ অভিযানক এক নিষ্ফলকাম অভিযান বুলি অভিহিত কৰাটো যুক্তিযুক্ত বুলিয়েই ক'ব লাগিব। মিৰজুমলাৰ অভিযানৰ ক্ষেত্ৰত আন এটা মনকৰিবলগীয়া কথা যে তেওঁৰ গৃহাভিমুখে প্ৰত্যাৱৰ্তনৰ লগে লগে জয়ধ্বজ সিংহ বকতালৈ উভতি আহিছিল। মিৰজুমলা যোৱাৰ লগে লগে ডিমৰুৱা। বেলতলা, দৰং, ৰাণী আদি ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যৰ ৰজাসকলেও পুনৰ মুঘলৰ বশ্যতা অস্বীকাৰ কৰিছিল। আহোমসকলে মুঘলৰ কোনো ৰীতি-নীতিও গ্ৰহণ কৰা নাছিল। আনহে নালাগে তেওঁ যুদ্ধৰ ক্ষতিপূৰণো আদায় কৰিব পৰা নাছিল।

মিৰজুমলাৰ অভিযানৰ ক্ষেত্ৰত সততে এটা প্ৰশ্ন উদয় হয় যে তেওঁ ইমান হেলাৰঙে কিদৰে আহোম ৰাজ্য বিজয় কৰিবলৈ সক্ষম হৈছিল? এই প্ৰশ্নৰ উত্তৰত ক'ব পাৰি যে—আহোমসকলৰ পৰাজয়ৰ প্ৰথমটো কাৰণ আছিল, সমসাময়িক স্বৰ্গদেউ জয়ধ্বজ সিংহৰ দুৰ্বলতা আৰু

অদূৰদৰ্শিতা। প্ৰকৃতপক্ষে জয়ধ্বজ সিংহই মুঘলৰ বিৰুদ্ধে যুঁজিবলৈ প্ৰতাপ সিংহৰ দৰে কোনো উঁমৈহতীয়া শক্তিগোষ্ঠীৰ সৃষ্টি কৰিব পৰা নাছিল আৰু তেওঁ নিজেও শত্ৰুৰ বিৰুদ্ধে হোৱা যুঁজত উপযুক্ত নেতৃত্ব দিব পৰা নাছিল। দ্বিতীয়তে জয়ধ্বজ সিংহই মনথিৰ ভৰালীৰ দৰে এজন কনিষ্ঠ বিষয়াক হঠাতে বৰফুকনতকৈও অধিক ক্ষমতা দি সেনাধ্যক্ষ হিচাপে নিযুক্তি দিয়াত অন্যান্য আহোম বিষয়াসকলে অপমানবোধ কৰিছিল আৰু সেইবাবে তেওঁলোকে মুঘলক বিশেষ বাধা দিয়াও নাছিল। তৃতীয়তে জয়ধ্বজ সিংহই কামৰ পৰা বৰ্খাস্ত কৰা বাদুলি ফুকন আৰু লগতে ভোটাই ডেকা আদিয়েও মুঘলৰ দলত যোগ দি শত্ৰুক সহায় কৰিছিল। এইসকল লোকে দাঁড়ৰ বাতৰি দাঁড়ে মুঘলক দিছিল। চতুৰ্থতে, পূৰ্বৰ মুছলমান অভিযানসমূহত অহা ভালেমান সৈন্য অসমত ৰৈ গৈছিল আৰু ইয়াতে স্থানীয় লোকৰ সৈতে বিয়া-বাৰু কৰি মিলি গৈছিল। কিন্তু এতিয়া মিৰজুমলাৰ অভিযান কালত এনে লোকসকলে মুঘলক বহু তথ্যৰ সম্ভেদ দিছিল। পঞ্চমতে মিৰজুমলাৰ বিজয়ৰ অন্যতম কাৰণ আছিল তেওঁৰ লগত অহা পৰ্তুগীজ আৰু ইংৰাজ সৈন্যসকল। এই সৈন্যসকল নৌ আৰু স্থল উভয় যুদ্ধৰ ক্ষেত্ৰত অতি পাৰ্গত আছিল। সৰ্বশেষত মুঘলৰ বিজয়ৰ কাৰণ আছিল মিৰজুমলাৰ ব্যক্তিত্ব, বীৰত্ব, মনোবল, দৃঢ়তা আৰু সাংগঠনিক ক্ষমতা।

মিৰজুমলাই অসম এৰি যোৱাত জয়ধ্বজ সিংহই কামৰূপৰ পৰা বকতালৈ আহি মুঘলৰ সৈতে সংঘটিত যুঁজত পৰাজিত হোৱাৰ বাবে দায়ী বুলি দোষী সাব্যস্ত কৰি ভালেমান লোকক শাস্তি দিবলৈ ধৰিলে। যুদ্ধ পৰিচালনা কালত নিজ কৰ্তব্যত অবহেলা কৰা বুলি তেওঁ বৰগোহাঁইক তৰোৱালৰ গদাৰে মাৰি মৃত্যু ঘটালে। যুদ্ধৰ সময়ত বিশ্বাসঘাতকতা কৰা বা কৰ্তব্যত ফাঁকি দিয়াৰ বাবে আন ভালেমান বিষয়াকো গুৰুতৰ শাস্তি বিহিলে। এইদৰে শাস্তিদান পৰ্বটো ক্ৰমাৎ দীঘলীয়া হ'বলৈ ধৰাত অৱশেষত আতন বুঢ়াগোহাঁয়ে হস্তক্ষেপ কৰি জয়ধ্বজ সিংহক এই কাৰ্যৰ পৰা বিৰত কৰিবলগীয়া হ'লগৈ। ইয়াৰ পিছত ডা-ডাঙৰীয়াসকলে একগোট হৈ চুবুৰীয়া জয়ন্তীয়া, কছাৰী আৰু কোচ ৰজাৰ সৈতে বুজাবুজিৰ যোগেদি ভৱিষ্যতে মুঘলৰ আক্ৰমণ হ'লে কি কৰিব, কি নকৰিব এইবোৰ চিন্তা-চৰ্চা কৰিবলৈ ধৰিলে। এই ৰাজ্যসমূহেও বাহিৰা শত্ৰুৰ আক্ৰমণকালত একগোট হোৱাৰ বাবে প্ৰতিশ্ৰুতিবদ্ধ হ'ল।

জয়ধ্বজ সিংহই হিন্দু ধৰ্মৰ প্ৰতি অতি আকৃষ্ট হোৱা পৰিলক্ষিত হৈছিল। আউনীআটী আৰু জখলাবন্ধাত তেওঁ সত্ৰ স্থাপন কৰিছিল। এইজন ৰজাই আউনীআটী সত্ৰৰ সত্ৰাধিকাৰ হিচাপে নিৰঞ্জন বাপুক প্ৰতিষ্ঠা কৰি স্বয়ং তেওঁৰ শিষ্য হৈছিল। কোচবিহাৰৰ পৰা বনমালী গোহাঁইক নিমন্ত্ৰণ কৰি আনি তেৱেঁই জখলাবন্ধাত স্থাপন কৰিছিল। অৱশ্যে কোনো কোনো সূত্ৰ মতে ব্ৰাহ্মণসকলৰ উচটনিত তেওঁ কেইবাজনো গণ্য-মান্য মহাপুৰুষীয়া লোকক নিধন কৰিছিল। তদুপৰি ৰাজ্য শাসনৰ ক্ষেত্ৰত তেওঁৰ ৰাণী দুগৰাকীৰ প্ৰভাৱ সম্বন্ধেও কোনো কোনো বুৰঞ্জীয়ে উল্লেখ কৰি এই বুলি কৈছিল যে ৰাজ্যখনত এই দুগৰাকী মাদৈৰ কথাই যেন আইন আছিল। আনহাতেদি, জয়ধ্বজ সিংহৰ দিনত ভালেমান প্ৰজাহিতকৰ কাম হোৱাটোও মনকৰিবলগীয়া। তেওঁৰ দিনত চেউনি আলি, ভোমোৰাগুৰি আলি আদিৰ উপৰি আলিকৈঁকুৰিৰ পৰা নামদাঙলৈকে এটা আলি বন্ধা হৈছিল। ভাটিয়াপাৰাৰ পুখুৰীটোও এওঁৰ দিনতেই সম্পূৰ্ণকৈ খান্দি উলিয়াইছিল।

মিৰজুমলাৰ প্ৰত্যাৱৰ্তনৰ পিছত জয়ধ্বজ সিংহই বকতালৈ অহাৰ কথা ওপৰতউল্লিখিত হৈছে। ১৯৬৩ খ্ৰীঃৰ নৱেম্বৰ মাহত তেওঁ গড়গাঁৱলৈ আহি নগৰখন এটা ধ্বংসস্তূপত পৰিণত হোৱা দেখি শোকত ম্ৰিয়মাণ হৈছিল। মুঘল সৈন্যই ৰাজ মৈদামবোৰ খান্দি তাৰ পৰাও ধন-সোণ হস্তগত কৰি লৈ যোৱা বাতৰিয়েও তেওঁৰ মনত বৰ আঘাত হানিছিল। এই ঘটনাৰ অলপ দিনৰ পিছতেই মাত্ৰ ৯ দিন অসুখত ভুগি তেওঁৰ মৃত্যু ঘটিছিল। সেয়ে পৰাজয়ৰ গ্লানিয়ে যে তেওঁক খুলি খুলি খাইছিল সেইটো সহজে অনুমেয়।

**ছিহাবুদ্দিন তালিছৰ টোকা ঃ**

মিৰজুমলাৰ সৈতে ছিহাবুদ্দিন তালিছ নামৰ এজন ঐতিহাসিক পৰ্যটক অসমলৈ আহিছিল। ফাতিহা-ই-ইব্ৰিয়া নামৰ পুথি এখনত তেওঁ সমকালীন অসমৰ বিষয়ে এটি টোকা লিখি গৈছে। ব্ৰচমেন নামৰ এজন ব্ৰিটিছ লেখকে এই টোকাটোৰ মূল কথাখিনি Asiatic society of Bengal, (1872, Vol XII Pt–1)

আগবঢ়াইছে। স্বনামধন্য সুপণ্ডিত আৰু ঐতিহাসিক ছাৰ যদুনাথ সৰকাৰে Journal of Bihar and Orissa Reseacrh Society (1915, Vol 1 pt II page 179) নামৰ গৱেষণামূলক আলোচনীত এই টোকাটোৰ এক সুন্দৰ আৰু সাৱলীল ভাঙনি সন্নিবিষ্ট কৰিছে আৰু ছাৰ এডৱাৰ্ড গেইটেও A History of Assamত এই বৰ্ণনা পৰিবেশন কৰিছে। সমসাময়িক অসম সম্বন্ধে তেওঁ এজন সমালোচকৰ দৃষ্টিৰে যিখিনি কথা লিখিছে তেনে বৰ্ণনা স্থানীয় পুথিসমূহত পোৱা নাযায় আৰু সেইবাবে তালিছৰ টোকাই অসম ইতিহাসত এক মৰ্যাদাপূৰ্ণ আসন অধিকাৰ কৰিবলৈ সক্ষম হৈছে। ছিহাবুদ্দিন তালিছৰ টোকাৰ মূল কথাখিনি এনে ধৰণৰ—

**সাধাৰণ বৈশিষ্ট্য ঃ** হাবি-বননি আৰু জীৱ-জন্তুৰে ভৰা অসম এখন ভয়লগা ৰাজ্য। ই বংগদেশৰ উত্তৰ-পূবে অৱস্থিত। ব্ৰহ্মপুত্ৰ নৈ এই ৰাজ্যৰ মাজেদি পূবৰ পৰা পশ্চিমলৈ বৈ গৈছে। গুৱাহাটীৰ পৰা শদিয়ালৈকে (পশ্চিমবংগৰ পৰা পূবলৈ) ই প্ৰায় ২০০ । উত্তৰে গাৰো (?), মিৰি (মিচিং), মিচিমি, ডফলা (নিচি) আৰু লান্দা (অ'কা?) আদিৰ বাসস্থানলৈকে ই একেৰাহে আনুমানিক ৭/৮ দিন ভ্ৰমণৰ পথ। দক্ষিণৰ পৰ্বতমালাই খাছী, কাছাৰ আৰু গোনেশ্বৰৰ (দক্ষিণ গাৰো পাহাৰ?) সীমা চুইছে আৰু পথালিকৈ ই নগাভূমি পাইছেগৈ... ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰক উত্তৰকূল আৰু দক্ষিণপাৰক দক্ষিণকূল বোলা হৈছিল। গুৱাহাটীৰ পৰা মিৰি (মিচিং) আৰু মিচিমিসকল বাস কৰা অঞ্চললৈকে উত্তৰকূল বিস্তৃত আছিল। নাককাটি ৰাণীৰ ৰাজ্যৰ পৰা শদিয়ালৈকে থকা ভূখণ্ড আছিল দক্ষিণ কূল.... কলিয়াবৰৰ পৰা গড়গাঁওলৈকে লানি নিছিগাকৈ ঘৰ-দুৱাৰ আৰু ফলমূলৰ বাগিচা দৃষ্টিগোচৰ হৈছিল। বাটৰ দুয়োকাষে আছিল আকাশলংঘী বাঁহ গছ। বনৰীয়া অঞ্চল আৰু বাগিচাসমূহত ৰমক-জমককৈ ফুলা ফুলবোৰ আছিল সুগন্ধি আৰু চালে চকুৰোৱা। বাঁহনিসমূহৰ পৰা আৰম্ভ কৰি পাহাৰসমূহৰ নামনিলৈকে আছিল খেতিপথাৰ আৰু ফলমূলৰ বাগিচা। লখৌগড়ৰ পৰা গড়গাঁওলৈ এই পথছোৱাতো একে ধৰণৰ বাটপথ, থকা ঘৰ আৰু বাগিচা চকুত পৰিছিল। এই ঠাইৰ পৰা যাতায়াতৰ বাবে এটা ওখ আৰু আহল-বহল পথ আছিল।

ধাননি পথাৰ আৰু বাগিচাসমূহ আছি সুদূৰলৈকে বিস্তৃত। পথাৰৰ মাটিবোৰ সমান— কতো ওখ-চাপৰ নাছিল। এনেহে লাগিছিল যে পথাৰৰ সীমাই দূৰৈৰ আকাশৰ সীমা চুইছেগৈ। উত্তৰকূলত প্ৰজাৰ ঘনবসতি আছিল। এই অঞ্চলৰ খেতিবাতিও আছিল নদন-বদন। কিন্তু প্ৰতিৰক্ষাৰ ক্ষেত্ৰত দক্ষিণকূলহে আছিল অধিক সুৰক্ষিত। সেয়ে অসমৰ ৰজাসকলে দক্ষিণকূলতহে থাকিবলৈ লৈছিল।

ব্ৰহ্মপুত্ৰ নৈপাৰৰ অঞ্চলসমূহৰ বতৰ দেশী আৰু বিদেশী উভয়কে সুজিছিল। এই বতৰো যথেষ্ট স্বাস্থ্যকৰ। কিন্তু ভিতৰুৱা অঞ্চলৰ বতৰে স্থানীয় লোকৰ ক্ষতি নকৰিলেও বহিৰাগতসকলৰ বাবে ই আছিল অসহনীয়। বছৰৰ আঠমাহেই ইয়াত বৰষুণ হয় আৰু আনকি শীতৰ মাহ চাৰিটাও ই বৰষুণমুক্ত নহয়। শীত আৰু সেমেকা বতৰৰ ৰোগসমূহ স্থানীয় লোকতকৈ বিদেশী লোককহে অধিক আমনি কৰে। জহৰ দিনত স্থানীয় লোকতকৈও পেটৰ অসুখ আদিয়ে বিদেশীসকলকহে বেছি কষ্ট দিয়ে। বংগদেশত সচৰাচৰ দেখা কুষ্ঠ, বগাকুষ্ঠ, ভৰি উখহা, ডিঙি উখহা, নাইবা ছালৰ বেমাৰসমূহ এই ৰাজ্যত দেখা নাযায়। দীঘলীয়া লেকেটালগা ৰোগসমূহৰ পৰাও এই ৰাজ্যৰ লোকসকল মুক্ত। কিন্তু ইয়াৰ পাহাৰীয়া অঞ্চলৰ জলবায়ু দেশী-বিদেশী সকলো লোকৰ বাবে বৰবিহসম। এই ৰাজ্যৰ পৰ্বতবোৰ মনত দুখ, ত্ৰাস আৰু নৈৰাশ্য ভাব সৃষ্টিকাৰক।

**শস্য আৰু গছ-গছনি ঃ** পাহাৰ-ভৈয়াম উভয়ৰে গছ-গছনিবোৰ অতি ঘন আৰু ওখ-ডাঙৰ। ইয়াৰ নৈসমূহ যথেষ্ট দ আৰু বহল। পুখুৰীৰ সংখ্যা লেখহীন। বংগ আৰু হিন্দুস্থানৰ অন্যান্য ঠাইত সচৰাচৰ দেখা বহুবোৰ ফলমূল আৰু বনৰীয়া গছ-গছনি এই ৰাজ্যতো হয়। কিন্তু হিন্দুস্তানৰ আন অঞ্চলসমূহত নেদেখা ফল-মূলো ইয়াত পোৱা যায়। কিছুমান ফল-মূল খেতি কৰা হয়, আন কিছুমান বনৰীয়া ফলমূল হাবিয়ে বননিয়ে নিজে নিজে গজাও দেখা যায়। নাৰিকল আৰু নিমগছৰ সংখ্যা তাকৰ। কিন্তু জালুক আৰু বিভিন্ন প্ৰকাৰৰ নেমু টেঙা উভৈনদী। আম প্ৰচুৰ পৰিমাণে হয় আৰু খাবলৈকো সোৱাদ, কিন্তু অ'হীয়া নহ'লেও আমবোৰ পোকে খোৱা আৰু ৰস্মালো নহয়। এই ৰাজ্যৰ

মাটিকঁঠালবোৰ বেছ ডাঙৰ ডাঙৰ, সোৱাদ আৰু ৰসাল। ইয়াত বগা, ক'লা, আৰু ৰঙা আদি নানা বৰণৰ কুঁহিয়াৰ পোৱা যায়। কিন্তু কুঁহিয়াৰবোৰ অতি টান বাবে খাওঁতাৰ দাঁত ভঙাৰ উপক্ৰম ঘটে। এই ৰাজ্যৰ আদাবোৰ ৰসাল....

ৰাজ্যখনৰ প্ৰধান শস্য হ'ল ধান। কিন্তু ইয়াত লাহীধান পাববলৈ নাই। মচুৰ দাইল, ঘেঁহু আৰু বাৰ্লিৰ খেতি ইয়াত নাই। মাটি অতি উৰ্বৰা হেতু কিবা এবিধ গুজি দিলেই লহপহকৈ বাঢ়ি আহে। এই ৰাজ্যত নিমখ অতি দুৰ্বল আৰু দামো অধিক। পাহাৰৰ দুই-এঠাইত নিমখ পোৱা গ'লেও সেইবোৰ তিতা আৰু চোক বেছি। কোনো কোনো লোকে কলবোৰ ডোখৰ ডোখৰকৈ কাটি ৰ'দত শুকাই জুইত পোৰে। তাৰ পিছত মাটিত চাৰিটা খুঁটা পুতি এখন পাতল কাপোৰ তৰি কাপোৰখনৰ তলত এটা পাত্ৰ থয়। কলৰ ছাইবোৰ কাপোৰখনত ঢালি দি তাত মাজে মাজে অলপ অলপকৈ পানী ছটিয়াই থাকে। ফলত এবিধ ক'লা পানী ওঁলাই পাত্ৰটোত জমা হয়। কিছুমান স্থানীয় লোকে এই ক'লা আৰু তিতা পানীবোৰ নিমখৰ সলনি ব্যৱহাৰ কৰা দেখা যায়।

**জীৱ-জন্তু :** কুকুৰা, শৰালি, ৰাজহাঁহ, ছাগলী, খাহী ছাগলী, বনৰীয়া কুকুৰা আদি প্ৰচুৰ আৰু সহজলভ্য। এনে জীৱ-জন্তুৰ মাংসও অতি সোৱাদ। এই ৰাজ্যৰ কুকুৰা যুঁজ চাবলগীয়া। একোটা নিশকতীয়া কুকুৰাই যদি বলী নোদোকা কুকুৰাৰ সৈতে যুঁজ দিয়ে, নিশকতীয়াটোৱে কিন্তু কেতিয়াও যুঁজ নকৰাকৈ পৃষ্ঠভংগ নিদিয়ে। বৰং প্ৰাণ নোযোৱালৈকে যুঁজে। অসমৰ হাবিত ডাঙৰ ডাঙৰ বলিষ্ঠ দেখিবলৈ ধুনীয়া কিন্তু উগ্ৰ স্বভাৱৰ হাতী দেখা যায়। হৰিণা, নীলগাই, যুঁজাৰু ৰামছাগলী আৰু ড'ৰিক চৰাইৰ সংখ্যাও অগণন। ৰাজ্যখনত গাধ, উট আৰু ঘোঁৰা দেখা নাযায়।

**ধাতু আৰু মুদ্ৰা :** ব্ৰহ্মপুত্ৰৰ বালিৰ পৰা সোণ কমোৱা হয়। এনে কামত ১০-১২ হাজাৰ অসমীয়া লোক নিযুক্ত থাকে আৰু তেওঁলোকে বছৰি এতোলাকৈ সোণ ৰজা ঘৰত দিয়ে। অৱশ্যে এই সোণ নিম্নমানৰ আৰু এতোলা সোণৰ দাম ৮-৯ টকাহে মাত্ৰ। বহ্মপুত্ৰৰ যিকোনো ঠাইৰ বালিৰ পৰা সোণ কমাব পাৰি বুলি ইয়াৰ স্থানীয় লোকে কয়। অৱশ্যে এই সোণ কমোৱাৰ প্ৰক্ৰিয়া কেৱল এক বিশেষ শ্ৰেণীৰ অসমীয়া লোকেহে জানে। ৰজাৰ ছীলমোহৰ মৰা সোণ-ৰূপৰ মোহৰ আৰু কড়িয়েই এই ৰাজ্যৰ মুদ্ৰা। ইয়াত তামৰ মুদ্ৰাৰ প্ৰচলন নাই। গড়গাঁৱৰ পৰা ১১ দিনৰ বাটকুৰি বাট গ'লে মিৰি (মিচিং) আৰু মিচিমি গাঁওবোৰ পায়। ইয়াত হাতী আৰু কস্তুৰী পহু পোৱা যায়। এই গাঁওবোৰত তাম, ৰূপ আৰু টিনো পায়। নামৰূপ, শদিয়া আৰু লখৌগড় সুগন্ধি, ৰংচণ্ডীয়া আৰু বেছ ওজন থকা অগৰু কাঠৰ বাবে বিখ্যাত।

**কৰ-কাটল :** মুঘল সাম্ৰাজ্যৰ দৰে এই ৰাজ্যৰ শাসন ব্যৱস্থা হোৱা হ'লে ইয়াৰ মাটিৰ খাজনা, হাতী বিক্ৰী কৰি পোৱা ধন আৰু অন্যান্য উৎসৰ পৰা সংগৃহীত মুঠ ৰাজহৰ পৰিমাণ ৪০-৫০ লাখ টকা হ'লহেঁতেন। কিন্তু ইয়াত কৃষকৰ পৰা কোনো কৰ লোৱাৰ নিয়ম নাই। কিন্তু প্ৰতি ঘৰৰ তিনিজন মানুহৰ এজনে ৰজাঘৰত পালপাতি বন কৰিব লাগে আৰু যদিহে এই কাৰ্যত হেলা কৰা হয় তেন্তে মৃত্যুদণ্ড অনিবাৰ্য। সেইকাৰণে প্ৰজাসকলে ৰজাৰ ইচ্ছা আৰু আদেশ মতে চলে।

**অতীতৰ বিদেশী আক্ৰমণসমূহ :** বিগত দিনবোৰত কোনো বিদেশী ৰজাই এই ৰাজ্য জয় কৰা নাছিল নাইবা কোনো বিদেশীয়ে এই ভূমিত খোজ কঢ়াও নাছিল। এই ৰাজ্যলৈ অহা-যোৱা কৰিবলৈ কোনো আহল-বহল পথো নাছিল। এই ঠাইৰ লোকেও বাহিৰলৈ নগৈছিল। এই ৰাজ্যৰ ৰজাই কোনো বিদেশী আহিবলৈ নিদিছিল নাইবা নিজৰ প্ৰজাসকলকো বিদেশলৈ নপঠিয়াইছিল। আগেয়ে ৰজাৰ আদেশমতে বছৰেকত এবাৰ একোদল লোকে গুৱাহাটীৰ সীমাত বেপাৰ কৰিবলৈ গৈছিল। তেওঁলোকে সোণ, কস্তুৰী, অগৰু কাঠ, জালুক, জটা মাংসী আৰু পাটৰ কাপোৰ আদিৰ বিনিময়ত নিমখ, য-খাৰ, গন্ধক আদি সংগ্ৰহ কৰিছিল। ... মুঠৰ ওপৰত ইয়াত কোনো বিদেশী সৈন্য প্ৰৱেশ কৰিলে তেওঁৰ মৃত্যু নিশ্চিত আছিল। কোনো বিদেশী যানবাহন ইয়াত প্ৰৱেশ কৰা মানেই আছিল মৃত্যুৰ দুৱাৰডলিলৈ আগুৱাই যোৱা। পুৰণিকালত কোনো বিদেশী সৈন্যই এনে ভুল কৰিলে নিশাৰ ভাগত স্থানীয় লোকৰ আক্ৰমণত হাৰাশাস্তি হৈছিল। নিশাৰ ভিতৰতে এই আক্ৰমণত কৃতকাৰ্য হ'ব নোৱাৰিলে তেওঁলোকে আক্ৰমণকাৰীসকলে আগুৰাই যোৱা পথৰ দুয়োকাষে বাস কৰা কৃষকসকলৰ ঘৰ-বাৰী উদং

কৰি পাহাৰলৈ খেদি নিছিল যাতে শত্ৰুপক্ষই কোনো এজন মানুহ বিচাৰি নাপায় আৰু কাৰো ঘৰত চাকি এগছো নজ্বলে। ফলত এই ঠাইবোৰ দেখাত এৰাবাৰীৰ দৰে লাগিছিল আৰু বিদেশীসকলেও কোনো শংকা নকৰি ৰাজ্যখনৰ ভিতৰলৈ সোমাই গৈছিল। হাবি-বননিৰে ঠাহ খাই থকা দুৰ্গ পথেদি আগুৱাই ৰাজ্যৰ মাজমজিয়া পায় মানে শীতকাল পাৰ হৈ বাৰিষা কাল আৰম্ভ হৈছিল। তেতিয়া লেথাৰি নিছিগা বৰষুণকো আওকাণ কৰি পাহাৰলৈ আঁতৰি যোৱা লোকসকলে শত্ৰুক চাৰিওফালৰ পৰা আক্ৰমণ কৰিছিলহি। এনে আক্ৰমণ আৰু ৰচদপাতিৰ অভাৱে বিদেশী আক্ৰমণকাৰীসকলক শ'লঠেকত পেলাইছিল। খাবলৈ নাপাই দুৰ্বল হোৱা বিদেশী সৈন্যক এই সুযোগতে মাৰি-কাটি খাণ্ডাং কৰি নাইবা বন্দী কৰি নিয়া হৈছিল।

এবাৰ বংগৰ চুলতান হুছেইন ছাহে ২০,০০০জন পদাতিক, অশ্বাৰোহী আৰু অসংখ্য নাও লৈ অসম অভিযানলৈ অহাত এই ৰাজ্যৰ ৰজাজন পলাই গৈ পাহাৰত লুকাই আছিল। ৰজা পলাই যোৱাত গাঁও-ভূঁইৰ মানুহবোৰেও শত্ৰুৰ ভয়ত পলাইছিল। তাকে দেখি হুছেইন ছাহে তেওঁৰ পুত্ৰ দানিয়েলক এদল সৈন্যৰে সৈতে এই ৰাজ্যত এৰি থৈ গৈছিল। এই ৰাজ্যৰ ৰজা আৰু প্ৰজাসকল উভতি আহিলে তেওঁলোকক পৰাজয় কৰাৰ বাবে তেওঁ দানিয়েলক নিৰ্দেশ দিছিল। কিছুদিনৰ মূৰত দুৰ্ঘোৰ বাৰিষা আৰম্ভ হ'ল। অসমৰ সেমেকা মাটিত দুটোপালমান পানী পৰিলেই বোকাময় হৈছিল আৰু এনে অৱস্থাত বিদেশী সৈন্যসকলৰ যাতায়াতত যে ব্যাঘাত ঘটিব সেইটো সহজে অনুমেয়। ধাৰাষাৰ বৰষুণ আৰু খাদ্যাভাৱে দানিয়েলৰ শিবিৰবাসীক জুৰুলা কৰাৰ কালতে ইমানদিনে পাহাৰত লুকাই থকা স্থানীয় ৰজাজনে সসৈন্যে দানিয়েলক প্ৰতি আক্ৰমণ কৰিছিল। ইফালে দানিয়েলক স্বীকৃতি দিয়া স্থানীয় লোকসকলেও এতিয়া ৰজাৰ পক্ষ লোৱাত আৰু বিশেষকৈ শিবিৰত খাদ্যৰ অভাৱ ঘটাত ক্ৰমাৎ নিশকতীয়া হৈ অৱশেষত এই শত্ৰুদলে পৰাজয় আৰু মৃত্যুবৰণ কৰিবলগীয়াত পৰিছিল। এই পৰাজিত সৈন্যসকলৰ কিছুমানক যুদ্ধবন্দী হিচাপেও ৰখা হৈছিল আৰু এওঁলোক পিছলৈ এই ৰাজ্যতে থাকি গৈছিল। বৰ্তমানৰ বহুবোৰ স্থানীয় মুছলমান লোকক এওঁলোকৰেই বংশধৰ বুলি কোনো কোনো সূত্ৰই কয়। এইদৰে বহিৰাগত লোকসকলৰ কোনেও এই ৰাজ্যৰ পৰা উভতি যাবলৈ সক্ষম নহৈছিল। এই ৰাজ্যৰ লোকসকলৰ নীতি-নিয়মসমূহ বাহিৰৰ লোকে গম নাপাইছিল। হিন্দুস্তানৰ লোকসকলে এই ৰাজ্যৰ লোকসকলক বিধৰ্মী আৰু যাদুকৰ বুলি ভাবিছিল। এইখন এখন যাদু-মন্ত্ৰৰ দেশ আৰু এবাৰ ইয়াত প্ৰৱেশ কৰিলে ওলাই যাব নোৱাৰি বুলি বিদেশী লোকসকলৰ মনত এটা ধাৰণাৰ সৃষ্টি হোৱা দেখা গৈছিল।

**অসমৰ ৰজাসকল :** বহু সৈন্য সামন্ত, অনুগত প্ৰজা, লগুৱা-লিকচৌ আৰু বিশাল সা-সম্পত্তিৰ গৰাকী অসমৰ ৰজাসকল বৰ আত্মবিশ্বাসী আৰু অহংকাৰী। ৰজাৰ ৰণুৱাসকলো হৃষ্ট-পুষ্ট আৰু বাহুবলী। ৰজাৰ পৰ্বত প্ৰমাণ হাতীবোৰ দেখিলে ভয় লগা। বৰ্তমানৰ অসমৰ ৰজা জয়ধ্বজ সিংহক 'স্বৰ্গী' (স্বৰ্গদেউ) বোলা হয়। অতি দাম্ভিক, মদগৰ্বী, খঙাল কিন্তু 'বুদ্ধিহীন' এই ৰজাজনে বিশ্বাস কৰে যে তেওঁৰ পূৰ্ব পুৰুষসকলে সোণৰ জকলাৰে স্বৰ্গৰ পৰা এই দেশলৈ আহি ৰাজ্যখন বৰ ভাল লগাত ইয়াৰ পৰা আৰু উভতি নগ'ল। এই চেৰাবলিয়া ৰজাজন অতি নিষ্ঠুৰ। লঘু দোষত তেওঁ গুৰুতৰ শাস্তি বিহে। সামান্য অপৰাধৰ বাবে একোজন দোষীৰ লগতে তেওঁৰ পৰিয়ালটোও মাৰি-কাটি উজাৰ কৰি দিয়ে। এইক্ষেত্ৰত তেওঁ তেওঁৰ পূৰ্বপুৰুষসকলক চেৰাই গৈছিল। তেওঁৰ ৰাণীসকলে কেৱল কন্যা সন্তান জন্ম দি থকাত তেওঁৰ ভয় হ'ল যে তেওঁৰ পিছত কোনোবা অন্য লোকে সিংহাসন পাব আৰু সেইবাবে তেওঁ তেওঁৰ আজো ককা, ককাককে আদি কৰি সম্বন্ধীয়া আটাইবোৰ পুৰুষকে হত্যা কৰিবলৈ ল'লে। মুঠৰ ওপৰত কাৰোবাৰ ওপৰত কিবা কথাত সন্দেহ হ'লেই তেওঁ সেইজন লোকৰ বংশটোকে নিৰ্মূল কৰি থয়। এই ৰজাজন হিন্দু ধৰ্মত বিশ্বাসী যদিও তেওঁ নিজকে এজন অৱতাৰ বুলি গণ্য কৰে আৰু সেইবাবে কোনো দেৱ-দেৱীৰ ওচৰত মূৰ নোদোঁৱায়।

**জনসাধাৰণ :** এই ৰাজ্যৰ লোকৰ কোনো ধৰ্ম বা জাত-পাতৰ বিচাৰ নাই। সকলো বস্তুকে খায় আৰু সকলো লোকৰ হাতেৰে খাদ্য গ্ৰহণ কৰে। মুছলমান হওক বা অমুছলমানেই হওক নৰমাংসৰ বাহিৰে জীয়া বা মৰা সকলো জন্তুৰে মাংস খায়। স্থানীয় লোকসকলে অনবৰতে কেঁচা তামোল খাই

থকা দেখা যায়। এওঁলোক কিন্তু ঘিউ নাখায় আৰু ঘিউৰ গোন্ধটোও বেয়া পায়। এই ৰাজ্যৰ মানুহবোৰ বেছ হৃষ্ট-পুষ্ট, যুঁজাৰু, ৰক্তপিপাসু, বৰ কঠুৱা আৰু নিষ্ঠুৰ। এওঁলোকে অতি হেলাৰঙে আনক মাৰে আৰু নিজেও মৰিবলৈ ভয় নকৰে। মিছা কথা কোৱা, বিশ্বাসঘাতকতা কৰা নাইবা প্ৰবঞ্চনা কৰাৰ ক্ষেত্ৰত পৃথিৱীত এওঁলোকৰ সমকক্ষ কোনো নাই। এওঁলোকে দাড়ি-চুলি নাৰাখে। এনে কৰিলে বিদেশীৰ অনুকৰণ কৰাৰ অপৰাধত মূৰ কটা যায়। দীঘল কিচ্‌মিচীয়া ক'লা চুলিৰে বগী, লনি আৰু মসৃণ ছালৰ মহিলাসকলক আঁতৰৰ পৰা অতি সুন্দৰী যেন লাগিলেও প্ৰকৃতপক্ষে এওঁলোকৰ অংগ-প্ৰত্যংগসমূহৰ আনুপাতিকতা নাই বাবে ওচৰৰ পৰা এওঁলোকক আগঢ়াহে দেখি। মহিলাসকলে মূৰত ওৰণি নলয় আৰু মুখ নাঢাকি মুকলিভাৱে হাটে-বজাৰে ঘূৰি ফুৰে। ৰজাৰ তিৰোতাই হওক বা খেতিয়কৰ তিৰোতাই হওক কোনেও কাৰো আগত মুখ ঢকাৰ প্ৰয়োজন অনুভৱ নকৰে। একোজন পুৰুষে চাৰি-পাঁচগৰাকীকৈ মহিলাক বিয়া কৰায়— দুগৰাকী বিবাহ কৰা পুৰুষৰ সংখ্যা অতি তাকৰ। তিৰোতা সাল-সলনি আৰু আনকি বেচা-কিনাও চলে। অসমীয়া লোকে আঁঠুকাঢ়ি বহি সন্মান প্ৰদৰ্শন কৰে। সকলো লোকে ৰজাৰ আগত আঁঠুকাঢ়ি মূৰ দোঁৱায়। অসমীয়া লোকে গাধ, উট আৰু ঘোঁৰা দেখিলে বৰ আচৰিত হৈ চায়। এওঁলোকে বহুত মূল্য দি গাধ কিনে। ঘোঁৰালৈ ইমান ভয় কৰে যে কেনেবাকৈ ধৰিব পাৰিলে ঘোঁৰাৰ পিছ ঠেংখন কাটি খোৰা কৰি দিয়ে। কেতিয়াবা উট দেখিলে এওঁলোকে উট চাবলৈ জুম বান্ধেহি। অশ্বাৰোহী সৈন্য দেখিলে অসমীয়া সৈন্য পলাই ফাট মাৰে বা পলাব নোৱাৰিলে হাত দাঙি আত্মসমৰ্পণ কৰে। কিন্তু আনহাতেদি একো একোজন অসমীয়া পদাতিক সৈন্যই অনায়াসে ১০জন মুছলমানৰ বিৰুদ্ধে যুঁজ দি জয়ী হোৱাৰ দৃষ্টান্তও বিৰল নহয়। অসমীয়া লোকে হাতী পোহে কিন্তু নেবেচে। হাতী বেচা বৰ গৰ্হিত কাম বুলি বিবেচনা কৰে। এই ৰাজ্যৰ মানুহে দাড়ি-চুলি আৰু গোঁফ নাৰাখে আৰু কোনোবাই ৰাখিলে বিদেশীৰ অনুকৰণ কৰিছে বুলি তেনে লোকক হত্যা কৰিবলৈকো কুণ্ঠাবোধ নকৰে। পূব ভাৰতৰ অন্যান্য লোকৰ ভাষাৰ সৈতে এইসকল লোকৰ ভাষাৰ যথেষ্ট অমিল। তেজাল চেহেৰাৰ মানুহবোৰৰ চেহেৰাত তেওঁলোকৰ শক্তি আৰু বীৰত্ব ফুটি ওলায়। পুৰণি অসমীয়া বাসিন্দাসকলৰ মাজত দুটা ভাগ আছিল— 'কলিতা' আৰু অসমীয়া। বহুক্ষেত্ৰত 'কলিতা'সকল 'অসমীয়া' লোকতকৈ অধিক আগত। এওঁলোক দৃঢ়প্ৰতিজ্ঞ লোক নাছিল কিন্তু কঠিন কৰ্ম মুঠেও কৰিব নোৱাৰিছিল।

**স্থানীয় মুছলমান লোক :** যিসকল মুছলমানে এই ৰাজ্যত বন্দী হৈ ইয়াতে থাকি গৈছিল তেওঁলোকে কালক্ৰমত স্থানীয় লোকৰ সৈতে মিলি গৈছিল। 'ইছলাম' নাইবা মুছলমান নামটোৰ বাহিৰে তেওঁলোকৰ আচাৰ-ব্যৱহাৰ, মাত-কথা আদি অসমীয়া মানুহৰ দৰে। এওঁলোকে আজান দিবলৈ নাজানিছিল। মুঠৰ ওপৰত এই স্থানীয় মুছলমান লোকসকল নামতহে মুছলমান আছিল। তাতোকৈ ডাঙৰ কথা যে বাহিৰৰ মুছলমানতকৈ এওঁলোকে স্থানীয় অসমীয়া লোকৰ সৈতে মিলা-প্ৰীতি কৰিহে অধিক আনন্দিত হৈছিল।

**সাজপাৰ আৰু আচবাব-পত্ৰ :** এই ৰাজ্যৰ পুৰুষসকলে মিহি কাপোৰ পিন্ধে, টঙালি মাৰে আৰু মূৰতো এখন কাপোৰ বান্ধি লয়। কান্ধত এখন চাদৰ পেলাই থয়। কোনো কোনোৱে জাৰৰ দিনত হাত খৰা 'জেকেট'ৰ দৰে এবিধ চোলা পিন্ধে। এই ৰাজ্যৰ লোকে পাগুৰী নামাৰে, জোতা, কোট আৰু পায়জামা নিপিন্ধে। ধুনীয়া ফুলাম পাট-কাপোৰ এই দেশত তৈয়াৰ হয়। ৰজা আৰু ফুকনসকলে বহিবৰ বাবে সিংহাসন ব্যৱহাৰ কৰে। সম্ভ্ৰান্ত আৰু মুখীয়াল লোকসকলে কাঠেৰে সজা দোলা ব্যৱহাৰ কৰে। এই ৰাজ্যৰ লোকে একোডাল গোটা নফলা কাঠৰ পৰা ধুনীয়া আচবাব-পত্ৰ যেনে আসন, সিংহাসন, চন্দুক, চকী, কাঁহী আৰু অন্যান্য লাগতিয়াল বস্তু সাজে। তেওঁলোকে এনে ধৰণে আচবাব-পত্ৰ গঢ়াৰ সময়ত কাঠবোৰ জোৰা নলগাইছিল। স্থানীয় লোকে শুবৰ বাবে খাত-পালেং ব্যৱহাৰ নকৰিছিল। যিসকলে পাৰে তেওঁলোকে মাথোঁ তক্তা একোখন পাৰি শোৱা দেখা গৈছিল।

**নাও আৰু যুদ্ধজাহাজ (নাও) হিচাপে আদি :** আহোমসকলে ব্যৱহাৰ কৰা যুদ্ধৰ নাওসমূহৰ নাম আছিল 'বচ্‌ৰি'। একোখন সমান জোৰা নলগোৱা কাঠৰ পৰা এনে বচৰি 'একোখন সজা হৈছিল। কিন্তু বংগৰ 'কোচা' নাওবোৰতকৈ 'বচ্‌ৰি' নাওবোৰৰ গতি শ্লথ। ৰাজ্যখনত অগণন

নাও আছিল। মিৰজুমলাই গৃহাভিমুখে যোৱাৰ কালত তেওঁৰ বয়-বস্তুবোৰ কঢ়িয়াবলৈ যিবোৰ নাও লৈছিল সেই নাওবোৰ আছিল অসমীয়া লোকৰ। বংগদেশৰ 'কোচা' নাও আৰু 'বচ্‌ৰি'ৰ মাজত পাৰ্থক্য ইমানেই যে 'কোচা'ৰ মূৰটো জোঙা আৰু থিয় কিন্তু বচ্‌ৰিৰ মূৰ সমান। বচ্‌ৰি সাজিবলৈ বুঢ়া কাঠৰ মাজৰ খণ্ডটো ব্যৱহাৰ কৰা হয় বাবে এইবোৰ বৰ মজবুত আছিল। অসমৰ লোকে হিলৈ আৰু খাৰ-বাৰুদৰ ব্যৱহাৰ জানিছিল। হিলৈবিলাক উচ্চমানৰ আছিল। বাৰুদ তৈয়াৰ কৰিবলৈ মুঘল সাম্ৰাজ্যৰ পৰা কেঁচামাল সংগ্ৰহ কৰা হৈছিল।

**ঘৰ-দুৱাৰ ঃ** অসমত ঘৰ-দুৱাৰ সাজিবৰ বাবে কাঠ, বাঁহ, খেৰ আদি ব্যৱহাৰ কৰা হৈছিল। কেৱল গড়গাঁও নগৰৰ প্ৰৱেশ দ্বাৰ আৰু দুই-চাৰিটা মন্দিৰৰ বাহিৰে এই ৰাজ্যৰ অন্যান্য ইটা, শিল বা বোকামাটিৰে ঘৰ সজা চকুত নপৰে। ধনী-নিৰ্ধনী সকলোৱে এই ৰাজ্যত কাঠ, বাঁহ আৰু খেৰেৰে ঘৰ সাজে।

**সৈন্যবাহিনী ঃ** যিসকল লোকে ৰজাৰ হাউলি আৰু শোৱনি কোঠাৰ চৌদিশে পহৰা দিয়ে, সেই লোকসকলক বোলা হয় চাউদাং। এনে ধৰণৰ প্ৰায় ৭-৮ হাজাৰজন চাউদাং আছিল। চাউদাংসকলৰ আহোম ৰজাৰ প্ৰতি অগাধ বিশ্বাস থকা বাবে তেওঁলোক স্বৰ্গদেউৰ অতি অনুগত আছিল। চাউদাংসকলে প্ৰয়োজন হ'লে ঘাতকৰ কামো কৰিছিল। আহোম ৰাজ্যত শত্ৰুৱে আক্ৰমণ কৰিলে সকলোবোৰ প্ৰজাকে যুদ্ধৰ বাবে সাজু হ'বলৈ আহ্বান জনোৱা হৈছিল। কোনো কাৰণতেই এই আদেশৰ পৰা ৰেহাই পোৱাৰ উপায় নাছিল। তেওঁলোকে শিয়ালে হোৱা দিয়াৰ দৰে একেলগে চিঞৰ-বাখৰ কৰি শত্ৰু সৈন্যক আগভেটা দি তেওঁলোকৰ বিপক্ষে অস্ত্ৰধাৰণ কৰাটো বাধ্যতামূলক আছিল। সেয়ে এমুঠি অসমীয়া সৈন্যই কেতিয়াবা হাজাৰ হাজাৰ আক্ৰমণকাৰীক বাধা দিয়া দেখা যায়। অসমৰ সৈন্যসকলে ধনু-কাঁড় নাইবা উন্মুক্ত তৰোৱাল হাতত লৈ মৰো জীউকৈ শত্ৰুৰ ওপৰত জঁপিয়াই পৰে। এনেধৰণৰ প্ৰকৃত অসমীয়া সৈন্যৰ সংখ্যা প্ৰায় ২০,০০০জন। সৈন্যসকলে মঙলবাৰৰ দিনটোক অতি পবিত্ৰ দিন বুলি ধৰি সেইদিনা যুদ্ধ আৰম্ভ কৰাটোহে পছন্দ কৰে। নিশাৰ ভাগত শত্ৰুক আক্ৰমণ কৰি ছেদেলি-ভেদেলি কৰাত তেওঁলোকৰ সমকক্ষ কোনো নাই। সাধাৰণ লোকৰ মাজত কেতিয়াবা কিছুমানে সুবিধা কৰিব পাৰিলেই যুঁজৰ পৰা ফালৰি নকটা নহয়। এনে লোকসকলৰ মাজত এফাকি কবিতা বৰ প্ৰিয়, কিয়নো এই কবিতাটোত এইবুলি কোৱা হৈছে যে যেয়ে ভয় কৰে তেওঁলোক অধিক সুৰক্ষিত আৰু যেয়ে ভয় নকৰে তেওঁলোকৰ বাবে ধ্বংসৰ দুৱাৰ সদায়েই উন্মুক্ত। সেয়ে এই শ্ৰেণীৰ লোকে যুঁজৰ সময়ত অস্ত্ৰ শস্ত্ৰাদি দলিয়াই দি পলাই যোৱাটোৱেই স্বাভাৱিক।

**মৃতকৰ সৎকাৰ ঃ** আহোমসকলে মৃতকক কবৰ দিয়ে। সৰ্বসাধাৰণৰ ক্ষেত্ৰত মৃতকৰ লগত কেতবোৰ বয়-বস্তু দি মূৰটো পূব মুৱাকৈ থৈ মৃতদেহ সমাধিস্থ কৰা হয়। ৰজা আৰু সম্ভ্ৰান্ত লোকক মৈদামত কবৰ দিয়া হয়। ৰজাৰ লগত অজস্ৰ সা-সম্পত্তি, দৈনন্দিন জীৱনৰ লাগতিয়াল সকলোবিধ বয়বস্তু দিয়াৰ উপৰি ভালেকেইগৰাকী ৰাণী বা পত্নী আৰু লগুৱা-লিকচৌক মাৰি শৱদেহৰ সৈতে মৈদামত পুতি দিয়া হয়। মৃতকৰ মূৰটো বৰ টানকৈ বান্ধি কাঠ বা বাঁহৰ খুঁটাৰে ভালদৰে ঢাকি দিয়া হয়। মৈদামত জ্বলাবলৈ যথেষ্ট পৰিমাণে তেল দি এগছ চাকি দিয়া হয় আৰু চাকিটো জ্বলাবলৈ এজন লিগিৰাক জীয়াই জীয়াই পুতি দিয়া হয়। মৃতকৰ ব্যৱহাৰৰ বাবে বুজন পৰিমাণৰ সোণ-ৰূপৰ বাচন-পত্ৰ, কাপোৰ-কানি, দলিচা আৰু খোৱা-বস্তু আদি দিয়া হয় যাতে কেইবাবছৰলৈকে তেওঁলোকে সেইবোৰ ব্যৱহাৰ কৰিব পাৰে। উল্লেখযোগ্য যে, মুঘলসকলে এনে ধৰণৰ ১০টা মৈদাম খান্দি প্ৰায় ৯০ হাজাৰ টকা মূল্যৰ সা-সম্পত্তি পাইছে। প্ৰায় আশী বছৰ আগেয়ে মৈদামত কবব দিয়া এগৰাকী ৰাণীৰ মৈদাম খান্দোতে এটা সোণৰ সঁফুৰাত পাণ-তামোলো পোৱা গৈছে আৰু এই পাণবোৰ হেনো সেউজীয়া হৈয়েই আছে।

**ৰাজধানী গড়গাঁও ঃ** একো একোটা ওখ, বহল আৰু মজবুত আলি আছে। প্ৰাচীৰৰ পৰিবৰ্তে নগৰৰ চাৰিওকাষে শাৰী শাৰীকৈ বহুতবোৰ বাঁহ গছ ৰোৱা হৈছে। প্ৰায় দুই ক্ৰোশ প্ৰস্থৰ এক বিস্তৃত অঞ্চলত লেছাৰি নিকিগাগৈ এনেদৰে বাঁহগছ ৰুই প্ৰতিৰক্ষাৰ ব্যৱস্থা কটকটীয়া কৰি থৈছে। কিন্তু গড়গাঁও নগৰৰ সজা ঘৰবাৰীসমূহৰ ক্ষেত্ৰত এনে শৃংখলাবদ্ধতাৰ অভাৱ চকুত পৰে। অ'ত এটা ত'ত এটাকৈ অতি বিশৃংখলভাৱে এই ঘৰবোৰ সজা হৈছে। দিখৌ নৈৰ

দুয়োপাৰে আছে অসংখ্য লোকৰ বসতি। পাণ-তামোলৰ ৰজাৰ এখনো আছে। অসমীয়া লোকে বজাৰত খাদ্যবস্তু ক্রয় নকৰে। নিজে খেতিবাতি কৰি বছৰটোৰ বাবে প্রয়োজনীয় খাদ্যশস্য তেওঁলোকে নিজেই গোটাই লয়। গড়গাঁও নগৰখনৰ আকৃতিটো দেখিলে ই ঘূৰণীয়া আৰু বহল আছিল যেন লাগে। ৰাজপ্রাসাদৰ চাৰিওফালে গড় আদি সাজি তাৰ অলপ আঁতৰত একোডৰা ঘনকৈ বাঁহনি ৰখা হৈছে যাতে সেই বাঁহনিৰ মাজেদি কোনো যাব নোৱাৰে, তাৰ পৰা অলপ দূৰৈত এজন মানুহ ডুব যোৱা গভীৰতাৰ খাল খন্দা হৈছে, সকলো সময়তে এই খালটো পানীৰ পৰিপূৰ্ণ কৰি ৰখা হয়। এনে ধৰণৰ প্রতিৰক্ষাৰ ব্যৱস্থাই মুঠতে ঘূৰণীয়াকৈ প্রায় ১ ক্রোশ আৰু ১৪ শিকলিৰ দূৰত্বৰ স্থান অধিকাৰ কৰিছে। ইয়াৰ ভিতৰত থকা ঘৰবোৰ ওখ, আহল-বহল আৰু খেৰেৰে সজা। ৰাজকাৰেঙৰ বাহিৰেও গড়গাঁৱৰ অন্যান্য ঠাইত ৰজাৰ পৰিয়ালৰ লোক বা ৰাজবিষয়াসকলে বাস কৰিছিল। ইয়াৰ মানুহে চাংঘৰত থাকিহে ভাল পায়।

**ৰাজ প্ৰাসাদ বা কাৰেং :** ৰজাক সাক্ষাতৰ বাবে থকা কোঠা অৰ্থাৎ চ'ৰা ঘৰটোক 'হোলোং' বোলে। ই দীঘলে ১২০ হাত আৰু ভিতৰৰ পৰা জুমিলে বহলে ৩০ ফুট। প্রায় ৪ বৰ্গফুট পৰিধিৰ ৬৬টা প্রকাণ্ড প্রকাণ্ড খুঁটাৰ ওপৰত ই অৱস্থিত। এই খুঁটাবোৰ ইমান মসৃণ যে ইয়াক কুন্দত কটা যেনহে লাগে। কিন্তু কাঠ কটা মেচিন থকাৰ প্রমাণ নাই বাবে সেইবোৰ হাতেদি কটা বুলি ধৰিব লাগিব। ৰাজকাৰেংটোৰ কাঠৰ কাৰুকাৰ্যৰ সৌন্দৰ্য লেখানৰে প্রকাশ কৰাটো অসম্ভৱ। বোধকৰো এনে ধৰণৰ কাঠৰ অপূৰ্ব মূৰ্তি আৰু কাৰুকাৰ্য পৃথিৱীৰ ক'তোৱেই নাই। ৰাজকাৰেঙৰ ধুনীয়া কাঠৰ বেৰ। ঘৰৰ মূধচ আৰু খুঁটাসমূহৰ তলে-ওপৰে থকা কাঠৰ অপূৰ্ব কাৰুকাৰ্যসমূহ চালে চকুৰোৱা। এনেধৰণৰ কাঠৰ বেৰবোৰত পিতলৰ আইনা খটুওৱা আছে। এই আয়নাবোৰ এনে ধৰণেৰে ঘঁহি-পিহি চকচকীয়া কৰি ৰখা হৈছে যে তাত বেলিৰ কিৰণ পৰিলে চকু ছাঁট মাৰি ধৰে। ১২,০০০ লোকে এবছৰ খাটি এই ৰাজকাৰেংটো সাজি উলিয়াইছে বুলি জনা যায়। কাৰেঙৰ একোণত মুখামুখিকৈ থকা চাৰিটা খুঁটাৰ প্ৰত্যেকতে ৯টাকৈ আঙঠি লগোৱা আছে। ৰজাই যেতিয়া এই কাৰেঙত থাকিবলৈ ইচ্ছা কৰে তেতিয়া খুঁটা চাৰিটাৰ মাজৰ ঠাইখিনিত এখন সিংহাসন থোৱা হয় আৰু তাৰ ওপৰত খুঁটাৰ ৯টা আঙঠিত ৯খন ভিন ভিন ৰঙৰ চন্দ্ৰাতপ আৰি দিয়া হয়। ৰজা আহি চন্দ্ৰাতপৰ তলত বহিলে ঢোল আৰু দুন্দুভি বজোৱা হয়। দুন্দুভি 'গঙ'ৰ দৰে এবিধ বাদ্য। ৰজাই যেতিয়া সভা বা দৰবাৰ পাতে বা ক'ৰবালৈ যাত্ৰা কৰে বা ডা-ডাঙৰীয়াসকলে নতুনকৈ লাভ কৰা পদৱী গ্ৰহণ কৰিবলৈ যায় তেতিয়াও ঢোল-দুন্দুভি বজোৱা হয় (মতভেদে, এনেবোৰ অনুষ্ঠানত জয়ঢোল, তাল, ঢাক আদি বজোৱা হয়।)

ৰাজপ্ৰাসাদৰ চাৰিবেৰৰ বাহিৰত এটা সুন্দৰ, আহল-বহল আৰু পৰিষ্কাৰ ঘৰত ৰজাসকলে বসবাস কৰে। গড়গাঁও নগৰ আৰু ৰাজপ্ৰাসাদ বাস্তৱিকতে অতি মনোৰম।

এইদৰে মিৰজুমলাৰ সৈতে অহা প্ৰখ্যাত ঐতিহাসিক পৰ্যটক ছিহাবুদ্দিন তালিছৰ টোকাত সমসাময়িক অসমৰ সামাজিক আৰু সাংস্কৃতিক জীৱনৰ কিছু তথ্য-পাতি পোৱা যায়। স্থানীয় ভাষা নুবুজাৰ বাবে নাইবা উপযুক্ত লোকৰ পৰা সকলো সময়তে তথ্যপাতি সংগ্ৰহ কৰিব নোৱৰাৰ বাবে বিদেশী লেখকসকলৰ টোকাসমূহ সদায়েই দোষমুক্ত নহয়। এনেবোৰ দৃষ্টিকোণৰ পৰা ছিহাবুদ্দিন তালিছৰ টোকাৰ সম্বন্ধেও দুটা-এটা প্ৰশ্ন উঠিব পাৰে। পৰিষ্কাৰকৈ বুজি নোপোৱাকৈয়ে কিছুমান কথা লিখিবলৈ যোৱাত তেওঁৰ বিৱৰণটো সম্পূৰ্ণ ক্ৰটিমুক্ত নহয় বুলি সমালোচনা কৰাৰ থল নোহোৱাও নহয়। কিন্তু এনে ধৰণৰ দুই-এটা ভুল ক্ৰটিৰ বাহিৰে তেওঁৰ সেই বিস্তৃত বিৱৰণীৰ নিঃসন্দেহে এনে ঐতিহাসিক মূল্য আছে আৰু সেয়ে আজিকোপতি এইজন পণ্ডিত লোকৰ টোকাটো ঐতিহাসিক, গৱেষক আৰু ছাত্ৰ-ছাত্ৰীৰ মাজত ইমান জনপ্ৰিয় হৈ আছে।

**চুপুংমুং বা চক্ৰধ্বজ সিংহ (১৬৬৩-১৬৭০ খ্ৰীঃ) :**

জয়ধ্বজ সিংহৰ পুত্ৰ নথকাত তেওঁৰ ইচ্ছামতে তেওঁৰ মৃত্যুৰ পিছত চাৰিও ৰজা চুপুংমুং কোঁৱৰক আমন্ত্ৰণ কৰি আনি ৰাজপাটত অধিষ্ঠিত কৰা হৈছিল। চুপুংমুং আৰু জয়ধ্বজৰ মাজত সঠিক কি সম্বন্ধ আছিল জনা নাযায়। কোনো কোনো সূত্ৰমতে চুপুংমুং দেওৰ নামৰ পূৰ্বৰ চাৰিংৰজা এজনৰ নাতি আছিল। বুৰঞ্জীসমূহৰ কোনো কোনোখনত চুপুংমুঙক জয়ধ্বজৰ ভাতৃ আৰু আন কেতবোৰত ভতিজা

বুলিও কোৱা হৈছে। আকৌ কিছুমান সূত্ৰমতে জয়ধ্বজৰ নিজৰো দুজন পুত্ৰ আছিল আৰু তেওঁলোক ৰাজপাটত বহিবৰ বাবে যোগ্য নাছিল বাবেহে এইদৰে চাৰিংৰজা চুপুংমুঙক মাতি আনি ৰজা পতা হৈছিল। অৱশ্যে এই শেষৰ তথ্যটো কোনেও সমৰ্থন কৰা নাই। মনকৰিবলগীয়া যে ছিহাবুদ্দিন তালিছেও তেওঁৰ টোকাত জয়ধ্বজ সিংহ অপুত্ৰক আছিল বুলি স্পষ্টভাৱে উল্লেখ কৰিছে।

চুপুংমুঙে বৰ ধুমধামেৰে ৰাজপাট আৰোহণ কৰিছিল আৰু হিন্দু মতে চক্ৰধ্বজ সিংহ নাম লৈছিল। বহু ব্ৰাহ্মণ আৰু গণকক ভোজ-ভাত খুৱাই নানাধৰণৰ উপহাৰেৰে সন্মান জনাইছিল। চুবুৰীয়া জয়ন্তীয়া ৰজাই এজন কটকীযোগে নতুন আহোম ৰজাক অভিনন্দন জনাইছিল। মুঘল আক্ৰমণৰ সময়ত তেওঁলোকৰ পক্ষত যোগ দিয়া দৰঙৰ কোচ ৰজাজনেও তেওঁক কটকীযোগে নানা উপহাৰ আদি পঠিয়াই ওলগনি জনোৱাত পুনৰবাৰ দৰঙৰ কোচসকলৰ সৈতে আহোমসকলৰ সদ্ভাৱ স্থাপনৰ পথ মুকলি হৈছিল।

মুঘল সম্ৰাট ঔৰংগজেবৰ তৰফৰ পৰা দুজন আৰু গুৱাহাটীৰ থানাদাৰৰ পক্ষৰ পৰা দুজন কটকী আহিও তেওঁক দেখা কৰিছিল। মুঘল সম্ৰাটৰ কটকীদ্বয় দুৰবেগ আৰু ৰুস্তমবেগে নতুন আহোম ৰজাজনক ভালেমান উপহাৰ দিছিল। তেওঁলোকে অনা পত্ৰখনত হেনো আহোমসকলে মুঘলক বহুত কৰ দিবলগীয়া আছে বুলিও উল্লেখ কৰা হৈছিল। উল্লেখযোগ্য যে মুঘল সম্ৰাটৰ কটকীদ্বয়ে অনা পত্ৰখনত হেনো প্ৰকৃতপক্ষে জয়ধ্বজ সিংহলৈ লিখা হৈছিল। সেই মতে তেওঁলোক লখৌত উপস্থিত হৈ জয়ধ্বজ সিংহৰ ইতিমধ্যে মৃত্যু হোৱা বুলি শুনি কিংকৰ্তব্যবিমূঢ় হৈ গুৱাহাটীলৈ মুঘল থানাদাৰ ৰচিদ খাঁক লগ ধৰি পৰামৰ্শ বিচৰাত তেওঁ সেই উপহাৰ, পত্ৰাদি নতুন ৰজা চক্ৰধ্বজক দিবলৈ কৈছিল। কটকী দুজনে সেইমৰ্মে চক্ৰধ্বজৰ ওচৰলৈ যোৱাত তেওঁলোকক ৰজাই লেচাংগৰ বাহৰত দৰবাৰ পাতি সাক্ষাৎ কৰিলে। মুঘল বাদচাহৰ উপহাৰসমূহৰ ভিতৰত 'শিৰপাও' নামৰ এটা হলৌচোলা আছিল। চোলাটো মূৰৰ পৰা ভৰিলৈকে দীঘল আছিল। মুঘলৰ কটকীয়ে কৈছিল যে তেওঁলোকৰ সাক্ষাতৰ সময়ত ৰজাই এই 'শিৰপাও' পিন্ধিলে সম্ৰাটৰ প্ৰতি শ্ৰদ্ধা জনোৱা হ'ব। কিন্তু অতি স্বাধীনচেতীয়া চক্ৰধ্বজ সিংহই এইদৰে মুঘলৰ চোলা পিন্ধিবলৈ ইতস্ততঃ কৰি বিষয়াসকলৰ আগত হেনো এই বুলি কৈছিল 'মোৰ পূৰ্বপুৰুষ ৰজাসকলৰ কোনেও কেতিয়াও বংগাল (বিদেশী) বাদচাহৰ পোছাক পিন্ধা নাছিল। মই এই পোছাক পিন্ধাতকৈ মৰি যোৱাই ভাল।' প্ৰকৃতপক্ষে 'শিৰপাও'টো যে পৰাধীন কৰতলতীয়া ৰজাৰ চিন হিচাপেহে মুঘল সম্ৰাটে তেওঁলৈ পঠিয়াইছে এই কথাটো চক্ৰধ্বজে বুজি পাই বৰ অপমানিত বোধ কৰিছিল। ইতিমধ্যে ৰচিদ খাঁৰ তৰফৰ পৰা অহা দুজন কটকী তাজাবেগ আৰু শেখ কামালেও কিছুমান উপহাৰ আৰু পত্ৰ লৈ চক্ৰধ্বজক দেখা কৰিবলৈ আহিছিল। ৰচিদ খাঁৰ পত্ৰখনতো মুঘলক বাকী থকা কৰ আদায় দিয়াৰ বাবে আহোম ৰজাক তাগিদা দিয়া হৈছিল। ইফালে 'শিৰপাও'ক কেন্দ্ৰ কৰি ৰজাই মানসিক অশান্তি পোৱাত ডা-ডাঙৰীয়াসকলে বুধি কৰি ৰজাক নৰিয়া হোৱাৰ ভাও জুৰি এখন আঁৰ কাপোৰৰ আঁৰত জিৰণি লৈ থাকিবলৈ পৰামৰ্শ দিলে। সেইদৰে ৰজাই জিৰণি লৈ থকাত ডা-ডাঙৰীয়াসকলে কটকী দুজনক ৰজাৰ অসুস্থতাৰ অজুহাত দেখুৱাই ক'লে যে অসুস্থ ৰজাজনক শিৰপাওটো পিন্ধিবলৈ তেওঁলোকে জোৰ কৰিব নালাগে। কটকী দুজনেও সেই কথা মানিলেও তেওঁলোকক আঁৰ কাপোৰৰ ভিতৰলৈ মাতি নিয়া হ'ল। তেওঁলোকে চক্ৰধ্বজ সিংহৰ সন্মুখত 'শিৰপাও'টো থ'লত পূৰ্বৰ বন্দৱস্ত মতে তাৰপৰা শিৰপাওটো ৰাজভঁৰাললৈ লৈ যোৱা হ'ল।

গুৱাহাটীৰ মুঘল থানাদাৰে বঁটা-বাহনৰ সৈতে পঠিওৱা কটকী দুজন আছিল তাজাখাঁ আৰু চেখ কামাল। এওঁলোকক ৰজাই অনাড়ম্বৰভাৱে অভ্যৰ্থনা কৰিছিল বুলি জনা যায়। তাৰ পিছত চক্ৰধ্বজ সিংহৰ দ্বাৰা প্ৰেৰিত কটকীয়ে মুঘল সম্ৰাটক জনালে যে সম্ৰাটৰ সৈতে আহোম ৰজাই যি সীমা ঠিক কৰিছিল সেই সীমা সম্ৰাটে ৰখা নাই আৰু পূৰ্বৰ প্ৰতিশ্ৰুতি মতে বন্দীসকলকো উটাই দিয়া নাই। ঔৰংজেবে ইয়াৰ উত্তৰত হেনো এই বুলি কৈ পঠিয়াইছিল যে কোচ ৰাজ্যৰ ভিতৰত নথকা যিখিনি মাটি মুঘলৰ দখলত আছে সেইখিনি আহোম ৰজাক এৰি দিয়া হ'ব। কিন্তু এই চিঠিৰ প্ৰত্যুত্তৰ চক্ৰধ্বজে নিদিলে আৰু মুঘলক পেচ্ছকচ দিয়াৰো প্ৰয়োজনীয়তা অনুভৱ নকৰিলে। ইফালে ৰচিদ খাঁৰ পৰাও

পেচকচৰ বাবে তাগিদা অহাত ৰজাই এই বুলি গা এৰা দিলে যে বৰ্তমান ৰাজভঁৰালত ধন নাই আৰু হাতী দিয়াৰ ক্ষেত্ৰত ক'লে বোলে হাতীবোৰক এতিয়াও সম্পূৰ্ণকৈ প্ৰশিক্ষণ দিয়া হোৱা নাই। এইদৰে মুঘল সম্ৰাট ঔৰংগজেৱ আৰু গুৱাহাটীৰ মুঘল থানাদাৰ ৰচিদ খাঁক কোনো ধৰণৰ কৰ-কাটল, যুদ্ধৰ ক্ষতিপূৰণ আদি দিয়াৰ পৰা চক্ৰধ্বজ সিংহ বিৰত থাকিল। ইফালে ৰচিদ খাঁই পঠিওৱা কটকীজনক কেন্দ্ৰ কৰিও কেতবোৰ জেং লাগিল। আহোমৰ ৰাজসভাত সাক্ষাৎকাৰীসকলে ৰজাক দেখা কৰিবলৈ গ'লে পৰম্পৰাগতভাৱে আঁঠুকাঢ়ি ৰজাক সন্মান জনাব লাগিছিল। কিন্তু ৰচিদ খাঁৰ কটকীয়ে সেইদৰে সন্মান জনাবলৈ অমান্তি হোৱাত ৰজাই কটকীজনক দেখা নকৰিলে। পিছত অৱশ্যে কটকীয়ে ৰজাই বিচৰা ধৰণেৰে তেওঁৰ সৈতে সাক্ষাৎ কৰিছিল। কিন্তু তথাপিও চক্ৰধ্বজে তেওঁক প্ৰাপ্য টকা আৰু হাতী নিদিলে। ইয়াৰ কিছুদিনৰ মূৰত নেওগ, ফুকন আৰু তেওঁৰ সহযোগী কেইজনমানে মনে মনে মুঘলৰ সৈতে বন্ধুত্ব কৰিবলৈ বিচাৰিছে বুলি গম পাই চক্ৰধ্বজে তেওঁলোকক মৃত্যুদণ্ড দিছিল বুলি জনা যায়।

১৬৬৫ খ্ৰীঃত বানফেৰা নগাসকলক বানচংগীয়া নগাসকলে আক্ৰমণ কৰাত তেওঁলোকে আহোমসকলৰ সহায় বিচাৰি অহাত চক্ৰধ্বজে তেওঁলোকক বিমুখ নকৰি তেওঁলোকৰ সাহাৰ্য্যাৰ্থে এদল সৈন্য দিছিল। ফলত বানচংগীয়া নগাসকলে মহা বিক্ৰমেৰে যুঁজ দিছিল যদিও অৱশেষত যুঁজত হাৰিছিল। কিন্তু আহোমসকলে পাহাৰৰ পৰা নামি অহাৰ লগে লগে এই দুদল নগাৰ মাজত আকৌ বিবাদ লাগিল। বাতৰি পাই চক্ৰধ্বজে আকৌ সৈন্য পঠিয়ালে। বানচংগীয়াসকলে বহু যুঁজ দি নিজৰ দুৰ্গটো শত্ৰুৰ হাতত পৰিব দিয়া নাছিল যদিও আহোম সৈন্যৰ বৰতোপৰ আগত তিষ্ঠিব নোৱাৰি পৃষ্ঠভংগ দিলে। অৱশ্যে কিছুদিনৰ মূৰত তেওঁলোকেও আহোমৰ সৈতে এক বুজাবুজিলৈ আহি বশ্যতা স্বীকাৰ কৰিছিলহি। ইতিমধ্যে মিৰি (মিচিং)সকলৰ নেতৃত্বত কেতবোৰ দফলা (নিচি), দেউৰী আৰু চুতীয়া লোকেও আহোমৰ বিৰুদ্ধে সম্মিলিতভাৱে যুঁজ দিয়াৰ আঁচনি লৈছিল যদিও আহোমৰ বিৰাট সৈন্যবাহিনীৰ পয়োভৰ দেখি তেওঁলোকে আহোমক জোকাই নোলোৱাটোৱেই শ্ৰেয় বুলি বিবেচনা কৰা দেখা গ'ল। তথাপি আহোমে তেওঁলোকক খেদি দি কিছুমান মানুহ ধৰি আনিছিলগৈ।

১৬৬৫ খ্ৰীঃত অসমত আগে-পিছে নোহোৱা খৰাং বতৰ সৃষ্টি হোৱাত পানীৰ অভাৱত খেতিপথাৰবোৰ শুকাই গৈছিল। খোৱা পানীটুপি বিচাৰি মানুহে গভীৰ নাদ-খান্দিহে কোনোমতে অলপ পানী পাইছিল।

১৬৬৭ খ্ৰীঃত পুনৰবাৰ আহোম আৰু মুঘলৰ বিবাদ আৰম্ভ হ'ল। গুৱাহাটীত ৰচিদ খাঁৰ পৰৱৰ্তী থানাদাৰ ফিৰোজা খাঁই আহোমক বাকী থকা পেচকচ্ অনতিবিলম্বে আদায় দিবলৈ কঢ়া নিৰ্দেশ দিলে। এইদৰে আহোমৰ পৰা মুঘলৰ কিমাননো পেচকচ বাকী আছিল সেইটো ভালদৰে জনা নাযায়। কাৰণ তেওঁলোকে কেতিয়াবা টকা-পইচা আৰু কেতিয়াবা হাতী দিছিল। সেইসময়ত যদি এটা হাতীৰ মূল্য ২০০০ টকা বুলি ধৰা হয় তেন্তে সেই হিচাপ মতে আহোমে এতিয়াও ১,১২,০০০ টকা মুঘলক দিবলগীয়া আছিল।

ইতিমধ্যে চক্ৰধ্বজ সিংহই মুঘলৰ বিৰুদ্ধে যুঁজ দিবলৈ মনতে থিৰাং কৰি চামধৰা আৰু পতাকলাঙৰ দুৰ্গ নিৰ্মাণ কৰিবলৈ লৈছিল আৰু সৈন্য সংখ্যাও যথেষ্ট বৃদ্ধি কৰাত লাগিছিল, প্ৰায় দুবছৰ ধৰি এইদৰে যুঁজৰ প্ৰস্তুতি চলোৱা হৈছিল। ফিৰোজ খাঁৰ পত্ৰ পাই তেওঁ এইবাৰ মুঘলৰ বিৰুদ্ধে যুঁজ দিয়াৰ কথা ভাবিবলৈ লোৱাত আতন বুঢ়াগোহাঁইকে আদি কৰি ডা-ডাঙৰীয়াসকলে পূৰ্বতে মুঘলৰ হাতত কেইবাবাৰো লটি-ঘটি হোৱাৰ কথা মনত পেলাই ৰজাক এইদৰে মুঘলক জোকাই নল'বলৈ উপদেশ দিছিল। কিন্তু কাৰো হাক বচন নামানি ৰজাই যুদ্ধ কৰাৰ বাবে চূড়ান্ত সিদ্ধান্ত লোৱাহে দেখা গ'ল। তদুপৰি ৰজাই দেওধানীৰ যোগেদি মণ্ডল চোৱাত তেওঁলোকেও ৰজাক জয়ী হ'ব বুলি আশাৰ বাণী শুনালে। ফলত, ৰজাক মুঘলক প্ৰত্যাহ্বান জনোৱাৰ পৰা কোনেও ধৰি ৰাখিব নোৱাৰিলে। ১৬৬৭ খ্ৰীঃত ইন্দ্ৰদেৱতালৈ পূজা আৰু উছৰ্গা আগবঢ়াই চক্ৰধ্বজ সিংহই গুৱাহাটী উদ্ধাৰ কৰিবলৈ বুলি মুঘলৰ বিৰুদ্ধে যুঁজ দিবলৈ ওলাল। মোমাই তামুলী বৰবৰুৱাৰ পুত্ৰ লাচিত বৰফুকনক তেওঁ যুঁজৰ সেনাপতিৰ দায়িত্ব দিলে। এইদৰে আহোম আৰু মুঘলৰ মাজত পুনৰ যুঁজ আৰম্ভ হ'ল। ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰৰ কাজলী আৰু বাঁহবাৰীত থকা মুছলমানৰ দুৰ্গ আহোমৰ হাতত

পৰিল। দুগুণ উৎসাহেৰে এইবাৰ আহোম দলে কাজলী আৰু লতাশিলত গড় মাৰি গুৱাহাটী অভিমুখে আগবাঢ়িল। এই যাত্ৰাকালত কেইবা ঠাইতো মুছলমান সৈন্যৰ সৈতে ছেগা-চোৰাকাকৈ যুঁজ লাগিলেও তেওঁলোকৰ গুৱাহাটী যাত্ৰাত ব্যাঘাত ঘটা নাছিল। তেওঁলোকে দুমাহ জুৰি গুৱাহাটী আৰু পাণ্ডু অৱৰোধ কৰি থকাৰ কালত কেইবাবাৰো শত্ৰু সৈন্যই তেওঁলোকক প্ৰতি আক্ৰমণ কৰিলেও তাৰ দ্বাৰা তেওঁলোকৰ বিশেষ ক্ষয়-ক্ষতি হোৱা নাছিল। এইদৰে অৱশেষত চক্ৰধ্বজ সিংহৰ সৈন্য দলে গুৱাহাটী পুনৰ উদ্ধাৰ কৰি হৰ্ষোল্লাসেৰে সেই নগৰত প্ৰৱেশ কৰি বহু মুঘল সৈন্যক নিধন কৰিছিল। বৰতোপকে আদি কৰি বহুবোৰ সম্পত্তি আহোম সৈন্যদলৰ হাতত পৰাত তাৰ এক বুজন সংখ্যা ৰজাৰ বাবে থৈ বাকী অংশ তেওঁলোকে নিজৰ মাজতে ভগাই লৈছিল। অৱৰোধ হৈ থকা পাণ্ডুও তেওঁলোকে দখল কৰিছিল। এই অভিযান কালত আহোমদলক জয়ন্তীয়া, ৰাণী, লুকী, বেলতলা, ডিমৰুৱা আদি ৰজাসকলেহে সহায় কৰিছিল বুলি জনা যায়।

এইদৰে আহোমৰ সৈতে পুনৰ যুঁজ-বাগৰ লগাত মুঘলৰ সাহায্যাৰ্থে বংগৰ পৰা ভালেমান নৌযুঁজাৰু পঠিওৱা হৈছিল। কিন্তু আগিয়াঠুটিকে ধৰি কেবাঠাইতো যুঁজ দি এই নৌযুঁজাৰুসকলে আহোমৰ হাতত পৰাজিত হোৱা দেখা গ'ল। আগিয়াঠুটিৰ পৰা তেওঁলোকে মানাহ নৈৰ ফালে পলাই গৈছিল যদিও পিছে পিছে খেদি যোৱা আহোম সৈন্যদলে তেওঁলোকক অতি শোচনীয়ভাৱে পৰাস্ত কৰিছিল। যুদ্ধবন্দীসকলৰ বিষয়া শ্ৰেণীৰ লোকক গড়গাঁৱলৈ পঠিয়াই দি অন্যান্যসকলক অতি নিৰ্মমভাৱে আহোমসকলে কচুকটা দিছিল বুলি জনা যায়। তদুপৰি এই যুঁজত মুঘলৰ দুজন সেনাপতি চৈয়দ চানা আৰু চৈয়দ ফিৰোজকো পৰাস্ত আৰু বন্দী কৰি চক্ৰধ্বজ সিংহৰ সৈন্যদলে এক নতুন অভিলেখৰ সৃষ্টি কৰিছিল।

কামৰূপৰ মণিকৰ্ণেশ্বৰ দেৱালয়ৰ দাঁতিত কানাইবৰশী শিলালিপি মতে ১৫৮৯ শকত (১৬৬৭ খ্ৰীঃ) চৈয়দ চানা আৰু চৈয়দ ফিৰোজক যুঁজত ঘটুৱাই আহোমসকলে সেই ঠাইত এটা দুৰ্গ সাজিছিল। শিলঘাটত পোৱা বৰতোপ এটাৰ গাত সংস্কৃত ভাষাত এইদৰে লিখা আছে যে ৰজা চক্ৰধ্বজ সিংহই মুছলমানক পুনৰবাৰ ১৫৮৯ ঘটুৱাই এই বৰতোপটো হস্তগত কৰি শত্ৰু নিধনৰ গৌৰব অৰ্জন কৰিছিল। ডিকমত প্ৰাপ্ত আন এটা বৰতোপত খোদিত তথ্য মতে এই ঘটনাৰ এবছৰ পিছত আহোমৰ হাতত পুনৰবাৰ মুছলমানৰ পৰাজয় ঘটিছিল।

এইদৰে যুঁজত জয়ী হৈ চক্ৰধ্বজ সিংহ অতি আনন্দিত হৈছিল। তেওঁ হেনো এইদৰে কৈছিল 'এতিয়াহে মই সুখেৰে ভাত এগৰাহ খাওঁ।' বিজয়ী সেনাপতি, ডা-ডাঙৰীয়া আদিলৈ বিভিন্ন উপহাৰ পঠিয়াই তেওঁলোকক তেওঁ কৃতজ্ঞতা আৰু সন্মান যাচিলে। এতিয়াৰে পৰা গুৱাহাটী হ'ল আহোমৰ প্ৰাচীন প্ৰশাসনিক কেন্দ্ৰ আৰু ইয়াৰ দায়িত্বত থাকিল বৰফুকন। এই বিজয়ৰ ফলত মানাহ পৰ্যন্ত সমগ্ৰ কামৰূপ খণ্ড আহোমৰ হাতলৈ আহিল। শৰাইঘাট আৰু পাণ্ডুৰ দুৰ্গ সুৰক্ষিত কৰা হ'ল। মুছলমানৰ হাতৰ পৰা অধিকৃত অঞ্চলসমূহত আহোমৰ শাসন প্ৰৱৰ্তন কৰাৰ উপৰি আহোম ৰজাই এটা লোক পিয়লৰ ব্যৱস্থা কৰি দেশৰ কৰ্মঠ লোকৰ হিচাপ এটাও ৰাখিলে। ইয়াৰ পিছত ১৬৬৮ খ্ৰীঃত ৰঙামাটিত মুছলমানৰ সেনাপতি ইন্দ্ৰদমনৰ সৈতে আহোমৰ যুঁজ লগাত অৱশেষত তেওঁহে পৰাস্ত হ'বলগীয়াত পৰিছিল।

অসমত এইদৰে মুছলমানসকলৰ বিপৰ্যয়ৰ বিষয়ে অৱগত হৈ মুঘল সম্ৰাট ঔৰংজেৱে অতি অপমানিত বোধ কৰি এইবাৰ সেনাপতি ৰাম সিংহৰ নেতৃত্বত এটা বিৰাট সৈন্যদল অসম আক্ৰমণাৰ্থে প্ৰেৰণ কৰিলে। এই সেনাদলত আছিল ১৮,০০০ অশ্বাৰোহী, ৩০,০০০ পদাতিক আৰু ১৫,০০০ কাঁড়ী সৈন্য। অৱশ্যে এনে স্থলসৈন্যৰ বিপৰীতে ৰামসিংহৰ নৌবাহিনীৰ নাৱৰ সংখ্যা আছিল মাত্ৰ ৩০খনহে। ৰামসিংহ অহাৰ বতৰা পাই আহোম সৈন্যই মানাহ সীমান্ত চকীৰ পৰা আঁতৰি অহাত ৰামসিংহৰ সৈন্যদলে হেলাৰঙে গুৱাহাটীৰ ওচৰ পালেহি। গুৱাহাটীৰ পূৰ্বৰ থানাদাৰ ৰচিদ খাঁও ৰামসিংহৰ অভিযানত আহিছিল। ৰামসিংহৰ আগমনত আহোম সৈন্যই মানাহ নৈ পাৰৰ সীমান্ত চকীৰ পৰা আঁতৰি অহাৰ কাৰণ আছিল এয়ে যে সেই সময়ত মুঘলক বাধা দিবৰ বাবে গুৱাহাটী আৰু ইয়াৰ ওচৰে-পাঁজৰেহে বিশেষ ব্যৱস্থা গ্ৰহণ কৰা দেখা গৈছিল। ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে এই অঞ্চলটোত ভালেমান গড় সাজি সুৰক্ষাৰ ব্যৱস্থা কৰা হৈছিল। ব্ৰহ্মপুত্ৰৰ উত্তৰে আমিনগাঁৱৰ শৰাইঘাটৰ দুৰ্গত

আতন বুঢ়াগোহাঁই, পাণ্ডুত বৰগোহাঁই, কুৰুবাত বৰপাত্ৰ গোহাঁই, নৰকাসুৰ পাহাৰলৈকে বিস্তৃত অসুৰ আলিত কলীয়া ফুকন, গুৱাহাটীৰ ইটাখুলি বা শুক্ৰেশ্বৰৰ নামনি ভাগত স্বয়ং লাচিত বৰফুকন আৰু নৌবিভাগৰ দায়িত্বত নাওবৈচা ফুকনে প্ৰতিৰক্ষাৰ ব্যৱস্থা সুদৃঢ় কৰি থৈছিল। আনহাতেদি, ৰামসিংহই আহি হাজো দখল কৰি বাহৰ পাতিছিল। ৰামসিংহক ভেটা দিবলৈ লাচিত বৰফুকনে লৰালৰিকৈ শৰাইঘাটৰ চাৰিওকাষে কোঠ মৰাইছিল। কিন্তু এই কাম শেষ নোহোৱাত বুদ্ধি কৰি লাচিতে এজন কটকী প্ৰেৰণ কৰি ৰামসিংহক তেওঁৰ আগমনৰ উদ্দেশ্য সুধি এৰাতি সময় উলিয়াইছিল আৰু গড় সম্পূৰ্ণ কৰাৰ দায়িত্ব মোমায়েকক দিছিল। কিন্তু সেই কামত হেলা কৰাত তেওঁ 'দেশতকৈ মোমাই ডাঙৰ নহয়' বুলি মোমাইক হত্যা কৰে আৰু ফলত বনুৱাসকলে ভয়তে নিশাৰ ভিতৰতে গড়টো সম্পূৰ্ণ কৰে। শৰাইঘাটৰ এই গড়টোকে 'মোমাইকটা গড়' বোলে। ইয়াৰ পিছত লাচিতে বিনাযুদ্ধে এক ইঞ্চি মাটিও এৰি নিদিয়ে বুলি ঘোষণা কৰাত ৰামসিংহ আৰু আহোমৰ মাজত যুদ্ধ হয়। শৰাইঘাটৰ গড় ভাঙিবলৈ অপাৰগ হৈ ৰামসিংহ দৰঙলৈ যায়। দৰঙত হোৱা দুখনকৈ যুদ্ধত ৰাম সিংহই জয় লাভ কৰিছিল যদিও নৌযুদ্ধত হাৰি তেওঁ হাজোলৈ পিছ হুঁহকি যায়। ইপিনে হাজোত ৰামসিংহ আৰু পূৰ্বৰ গুৱাহাটীৰ থানাদাৰ ৰচিদ খাঁৰ মাজত বিবাদ আৰম্ভ হয়। ৰচিদ খাঁ এজন প্ৰাক্তন থানাদাৰ হোৱাৰ বাবে সেনাপতি ৰামসিংহৰ তলতীয়া বিষয়া হিচাপে চিহ্নিত হৈছিল। কিন্তু ৰচিদ খাঁই এইদৰে তেওঁৰ তলত থাকি যুঁজ কৰিবলৈ ভাল পোৱা নাছিল। ইফালে ৰাম সিংহই ৰচিদ খাঁক গোপনে আহোমৰ সৈতে যোগাযোগ ৰখা বুলি সন্দেহ কৰিছিল। তেওঁলোকৰ বিবাদ ইমান ঘনীভূত হৈছিল যে এদিন হেনো ৰামসিহই ৰচিদ খাঁৰ তম্বুৰ ৰছীবোৰ কাটি দি তেওঁক শিবিৰৰ পৰা ওলাই যাবলৈ আদেশ দিছিল। এই বিবাদৰ সুযোগ লৈ আহোম সৈন্যই শুৱালকুছিৰ ওচৰত নৌ আৰু স্থলযুদ্ধত মুঘলক শোচনীয়ভাৱে পৰাস্ত কৰিছিল। চেঁচা আৰু আগিয়াঠুটিৰ যুঁজতো ৰামসিংহ পৰাজিত হৈছিল।

ৰামসিংহই হাজোৰ পৰা আগৰাঢ়ি আহি দলিবাৰীৰ ওচৰৰ আলাবৈ পাহাৰত কোঠ মাৰিছিলহি। এই কোঠৰ সন্মুখত এখন বহল পথাৰ আছিল। পথাৰখন ব্ৰহ্মপুত্ৰ নৈৰ পাৰলৈকে বিস্তৃত আছিল। এইখিনিতে ৰামসিংহই চক্ৰধ্বজ সিংহক অপমান কৰাৰ উদ্দেশ্যে ব্যক্তিগত যুদ্ধৰ বাবে আহ্বান জনালে। চক্ৰধ্বজ সিংহৰ বৰ খং উঠিল আৰু তেওঁ 'মুঘলৰ সামান্য ভৃত্য এজনৰ সৈতে যুঁজ নকৰোঁ' বুলি কৈ বৰফুকনক তৎক্ষণাৎ মুঘল সৈন্যক আক্ৰমণ কৰিবলৈ আদেশ দিলে। কিন্তু বৰফুকনে এনেদৰে মুকলি পথাৰত যুঁজ কৰিলে বিপদ হ'ব বুলি বাৰে বাৰে চক্ৰধ্বজ সিংহক বুজাবলৈ চেষ্টা কৰিলেও তেওঁ নিজ সিদ্ধান্তত অলৰ-অচৰ হৈ থকাত এইদৰে যুঁজ কৰিবলৈ বাধ্য হ'ল। মুকলি পথাৰত মুঘলৰ অশ্বাৰোহী সৈন্যৰ সৈতে যুঁজিবলৈ প্ৰস্তুতি নথকাৰ বাবে আলাবৈৰ এই যুদ্ধত আহোম সৈন্য চৰম বিপৰ্যয়ৰ সন্মুখীন হ'ল প্ৰায় ১০,০০০ আহোম সৈন্য ৰণত পৰিল। অৱশ্যে এই বিজয়ৰ দ্বাৰা ৰামসিংহৰ দলটোৰ যে বিশেষ কিবা লাভ হৈছিল এনে নহয়। কাৰণ, গুৱাহাটীৰ গড় তেতিয়াও আহোমৰ হাততেই আছিল। অলপ দিনৰ পিছত ৰামসিংহইহে সন্ধিৰ প্ৰস্তাৱ আগবঢ়াইছিল। যুদ্ধ কৰি কৰি ভাগৰি পৰা আহোমসকলেও সন্ধিৰ বাবে ইচ্ছুক হোৱা দেখা গ'ল। এই সংক্ৰান্তত কটকীৰ আদান প্ৰদান চলি থকাৰ কালতে চক্ৰধ্বজ সিংহৰ মৃত্যু ঘটিল। আলাবৈৰ যুঁজৰ পৰাজয়ৰ গ্লানিয়ে তেওঁক যেন খুলি খুলি খাইছিল আৰু সেয়ে তেওঁৰ মৃত্যুৰ কাৰণ আছিল বুলি জনা যায়।

**চুন্যাতফা বা উদয়াদিত্য সিংহ (১৬৭০-১৬৭৩ খ্ৰীঃ) ঃ** চক্ৰধ্বজ সিংহৰ মৃত্যুৰ পিছত তেওঁৰ ভায়েক মাজু গোহাঁয়ে ৰাজপাট আৰোহণ কৰি আহোম মতে চুন্যাতফা আৰু হিন্দুমতে উদয়াদিত্য সিংহ নাম লৈছিল। এইজন ৰজাৰ দিনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ অধ্যায় হ'ল আহোম-মুঘলৰ সংঘৰ্ষ আৰু বিখ্যাত শৰাইঘাটৰ ৰণ। ইয়াৰ বাহিৰেও তেওঁৰ ৰাজত্বকালত ডফলা (নিচি) আৰু চুতীয়াসকলৰ সৈতেও তেওঁৰ যুঁজ-বাগৰ চলিছিল।

মুঘল সেনাপতি ৰামসিংহই উদয়াদিত্য সিংহৰ জ্যেষ্ঠ ভ্ৰাতা চক্ৰধ্বজ সিংহৰ দিনতেই সন্ধিৰ প্ৰস্তাৱ আগবঢ়াইছিল। উদয়াদিত্য ৰজা হোৱাৰ পিছতো এই সন্ধিৰ কথা-বতৰা চলিয়েই আছিল। ৰামসিংহই এই সন্দৰ্ভত কটকীযোগে এইবুলি প্ৰস্তাৱ আগবঢ়াইছিল যে আহোম আৰু মুঘলৰ মাজত পূৰ্বৰ (১৬৩৯ খ্ৰীঃৰ) সীমাটোৱেই থাকক। এইদৰে

কেইবাবাৰো প্ৰস্তাৱ দিয়াত অৱশেষত বৰফুকনেও তেওঁৰ প্ৰস্তাৱত হয়ভৰ দিয়াৰ কথা চিন্তা কৰিছিল। কিন্তু ৰাজমন্ত্ৰী বাঁহগড়ীয়া আতন বুঢ়াগোহাঁইৰ পৰামৰ্শ মতে উদয়াদিত্যই এই প্ৰস্তাৱ মানি ল'বলৈ অস্বীকাৰ কৰিলে।

ইতিমধ্যে দিল্লীৰ সম্ৰাট ঔৰংজেবে ৰামসিংহক উচ্চ পদমৰ্যাদা দান কৰাত ৰামসিংহয়ো উৎসাহিত হৈ আহোমৰ বিৰুদ্ধে পুনৰ যুদ্ধৰ প্ৰস্তুতি আৰম্ভ কৰা দেখা গ'ল। বংগৰ সেনাপতি মুনাৱাৰ খাঁৰ নেতৃত্বত এদল সৈন্য আহি ৰামসিংহৰ দলটো অধিক শক্তিশালী কৰি তুলিলে। ইফালে আন এদল মুছলমান সৈন্য দৰঙত প্ৰৱেশ কৰিছিলগৈ। ১৬৭০ খ্ৰীঃত যুদ্ধ আৰম্ভ হ'ল। কিন্তু আপ্ৰাণ চেষ্টা কৰিও মুঘল সৈন্যই পাণ্ডু আৰু শৰাইঘাটৰ গড় ধ্বংস কৰিব পৰা নাছিল। আনহাতেদি দৰঙেদি গুৱাহাটীলৈ আগবাঢ়িলৈ চেষ্টা কৰা দলটোকো ৰাণীৰ ৰজাই বাট-ভেটা দিছিল। কোনোপধ্যে স্থলযুদ্ধত গা কৰিব নোৱাৰি ৰামসিংহই নৌ যুদ্ধ কৰাটোহে শ্ৰেয় বুলি ভাবি বংগৰ পৰা ৪০খন নাও ভৰাই নৌসেনা আনিছিল। এই সেনাসকলে ব্যৱহাৰ কৰা নাওবোৰ সুদক্ষ ইউৰোপীয় লোকে পৰিচালনা কৰিছিল বুলি জনা যায়। কামাখ্যা পাহাৰ আৰু শুক্লেশ্বৰৰ মাজৰ বালিচৰখিনিক 'আন্ধাৰু বালি' বোলা হয়। সেই ঠাইৰে এঠাইত থকা গড়টোৰ একাংশ ভগা বুলি শুনি ৰামসিংহই আক্ৰমণ চলাইছিল। পিছে সেই ভগ্ন অংশটো মেৰামতি কৰি লোৱাত ৰামসিংহৰ মনৰ আশা মনতেই মাৰ গ'ল। ইফালে পাণ্ডুৰ ৰাংগলি বুৰুজৰো একাংশ খহি গৈছিল যদিও অসমীয়া সৈন্যই অতি ক্ষিপ্ৰতাৰে ইয়াক মেৰামতি কৰি লয়। আন্ধাৰু বালিয়েদি গড়ৰ ভিতৰত সোমাব নোৱাৰি কামাখ্যাৰ নামনিৰ তমৰাজুঘাটত থকা আহোমৰ নৌবাহিনীটো লৰালৰিকৈ অশ্বক্ৰান্তলৈ পলাই গ'ল। সেই সময়ত লাচিত বৰফুকনৰ শকত নৰিয়া হোৱাত তেওঁ শয্যাশায়ী হৈ পৰিছিল। আন দুজন সেনাপতিৰো একে ধৰণে নৰিয়া হোৱাত অসমীয়া সৈন্যদলৰ মনোবল টুটিব বুলি শংকা কৰি লাচিতে নৰিয়া গাৰেই যুঁজৰ অলেখলেখ চাই আছিল। আহোম সেনাসকলে কেনেবাকৈ স্থলযুদ্ধত শত্ৰুৱে চাৰিওফালৰ পৰা বেৰি ধৰিব বুলি শংকা কৰি পিছ হঁহকিবলৈ ধৰা দেখি নৰিয়া গাৰেই লাচিতে যুঁজত নামি পৰিল। তেওঁৰ নেতৃত্বত সৈন্যদল দুগুণ উৎসাহেৰে যুঁজ দি স্থল আৰু জল উভয় যুঁজতে মুঘল সৈন্যক ঘটুৱাবলৈ ধৰিলে। এই ঘটনা সম্বন্ধে বুৰঞ্জীসমূহৰ বৰ্ণনা মতে, আহোম সৈন্যদলে নাওসমূহ পশ্চাপসৰণৰ কাৰণে সাজু কৰাত লাচিতে কটকী পঠিয়াই তেওঁলোকক তেনে নকৰিবলৈ ক'লে আৰু নিজৰ বাবে সাতখন নাও প্ৰস্তুত কৰিবলৈ আদেশ দিলে। এই কালছোৱাত অশ্বক্ৰান্ত যুদ্ধৰ দায়িত্বত থকা মিৰি সন্দিকৈ পৰিয়ালৰ হাজৰিকা নামৰ এজন সেনাপতিয়েও আহোম সৈন্যসকলক একগোট কৰি ৰাখিবলৈ সক্ষম হৈছিল। সেইসময়মতে তীৰকঁপে জ্বৰ উঠি প্ৰায় লৰচৰ কৰিব নোৱাৰা অৱস্থা হোৱা সত্ত্বেও লাচিতে মৰো-জীউ কৰি যুঁজলৈ ওলাল। দৈৱজ্ঞ চূড়ামণি অচ্যুতানন্দ দলৈয়ে যাত্ৰাৰ শুভলক্ষণ গণনা কৰি দিয়া মতে, লাচিতে আহি পূৰ্বে সাজু কৰি থোৱা সাতখন নাৱৰ এখনত উঠিলহি। লাচিতে এইদৰে নৰিয়া গাৰে নাৱত উঠি শত্ৰুক খেদি যোৱাত পিছ হঁহকিবলৈ বিচৰা আহোম সৈন্যদলেও দুগুণ উৎসাহেৰে তেওঁৰ লগ লাগিলহি। ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে থকা বৰতোপবোৰে পুনৰ গৰজি উঠি কাণতাল মাৰি ধৰিলে। ধাৰাসাৰে শত্ৰুৰ গাৰৈ গোলাবৰ্ষণ চলিল। স্থলসৈন্যই ধনু-কাঁড়েৰে শত্ৰুৰ ওপৰত আক্ৰমণ কৰিলে। কামাখ্যা, ইটাখুলি আৰু অশ্বক্ৰান্তৰ মাজৰ ঠাইখিনিত ইমান নাও জমা হ'ল যে আহোম সেনাদলে নাৱৰ ওপৰেদি খোজকাঢ়ি ইপাৰ-সিপাৰ যাবলৈ আৰম্ভ কৰিলে। এইদৰে বিখ্যাত শৰাইঘাটৰ যুদ্ধত ১৬৭১ খ্ৰীঃৰ মাৰ্চ মাহত আহোমৰ হাতত মুঘল সৈন্যই পৰাজয় বৰণ কৰিলে। ৰামসিংহই পৰাজয়ৰ গ্লানিৰে সসৈন্যে প্ৰত্যাৱৰ্তনৰ দিহা কৰিলে। কথিত আছে ইতিমধ্যে কাঁড়, হিলৈ আৰু বৰতোপৰ গুলীৰ পৰা ৰক্ষা পাবলৈ ভালেমান মুঘল সৈন্য ঘোঁৰাৰে সৈতে নাৱৰ পৰা পানীত বাগৰি পৰিছিল। এইদৰে ৰণৰ পৰা পৃষ্ঠভংগ দিয়া ৰামসিংহই হেনো যাবৰ সময়ত এইবুলি কৈছিল 'বৰ নবাব লাচিত বৰফুকন সামান্য বীৰ নহয়।' ইয়াৰ পিছত আহোম সৈন্যদলে মুঘলক খেদি নি মানাহ নৈৰ সিপাৰ কৰি থৈ আহিল। ইতিহাসখ্যাত শৰাইঘাটৰ ৰণৰ কিছুদিন পিছতে লাচিত বৰফুকনৰ শাৰীৰিক অৱস্থা অতি বেয়াৰ ফালে ঢাল খালে তেওঁ মৃত্যুক আঁকোৱালি ল'বলগীয়াত পৰিল। এইজন স্বনামধন্য দেশপ্ৰেমিক বীৰৰ কৰ্তব্যনিষ্ঠা, ধৈৰ্য আৰু বীৰত্বই ইতিহাসত তেওঁৰ নাম জিলিকাই থৈছে।

ইফালে পৰাজিত মুঘল সেনাপতি ৰামচন্দ্ৰই মানাহৰ সিপাৰে ১৬৭৬ খ্ৰীঃলৈকে বাহৰ পাতি পুনৰ আহোম ৰাজ্য আক্ৰমণ কৰি শৰাইঘাটৰ পৰাজয়ৰ পোটক তোলাৰ আকাংক্ষা কৰিলেও তেওঁৰ সেই মনৰ আশা মনতেই মাৰ গৈছিল। শৰাইঘাটৰ যুঁজত মুঘলৰ চৰম পৰাজয় ঘটিছিল। ১৬৭১ খ্ৰীঃৰ এপ্ৰিল মাহত ৰামসিংহে ভটিয়াই গ'ল। গোৱালপাৰাৰ বিপৰীতে হাদিৰাত চকী কৰি পূৰ্বৰ সীমাকে বাহাল ৰাখি লাচিতে অসমৰ মান ৰক্ষা কৰিবলৈ সমৰ্থ হ'ল। ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰত মানাহ নদীয়েই মুঘল আৰু আহোমৰ ৰাজ্যৰ সীমা হিচাপে থাকিল। ৰামসিংহই বিফল মনোৰথ হৈ অসমৰ পৰা বিদায় ল'লে। শৰাইঘাটৰ পৰাজয়ে মুঘল ৰাজ্যত ছাঁ পেলাইছিল। সম্ৰাট ঔৰংজেবৰ সৈন্যবাহিনী যে অজেয় নহয় এই সত্যটো সকলোৱে হৃদয়ংগম কৰিছিল। আওপাকে ই মুঘলৰ পতনতো ইন্ধন নোযোগোৱাকৈ থকা নাছিল। ৰামসিংহৰ সৈতে অহা শিখগুৰু টেগ বাহাদুৰেও আহোম সৈন্যৰ প্ৰশংসা কৰিছিল বুলি জনা যায়। উত্তৰ-পূব দিশত শৰাইঘাটৰ পৰাজয়ে মুঘলৰ অধীনস্থ শক্তিসমূহক মূৰ দাঙি উঠিবলৈ সাহস যোগাইছিল। শৰাইঘাটৰ যুদ্ধত আহোমৰ বিজয় গৌৰৱ বৃদ্ধি পোৱাৰ লগতে এই বিজয়ত মন্ত্ৰী আতন বুঢ়াগোহাঁই আৰু সেনাপতি লাচিত বৰফুকনৰ দেশপ্ৰেম, সৎসাহস, বীৰত্ব আৰু দূৰদৰ্শিতাৰ দৃষ্টান্তও জড়িত হৈ আছিল।

এয়ে আছিল বিখ্যাত শৰাইঘাটৰ যুদ্ধ। যুদ্ধ লগা ঠাইখনক বুৰঞ্জীসমূহত শৰাইঘাট বুলি কোৱা হৈছে যদিও দৰাচলতে পাণ্ডুৰ উত্তৰে থকা আমিনগাঁও নামৰ গাঁওখনকহে 'শৰাই' বোলা হৈছিল। কিন্তু গুৱাহাটীক কেন্দ্ৰ কৰি হোৱা এই যুঁজখনক শৰাইঘাটৰ যুদ্ধ বোলা হৈছিল আৰু অসমৰ যিসকলে এই যুদ্ধত যোগদান কৰিছিল তেওঁলোকক শৰাইঘটীয়া বোলা হৈছিল। শৰাইঘাট আৰু শৰাইঘটীয়া— এই দুয়োটাক শব্দই অসমৰ ইতিহাসত অতি সন্মানজনক স্থান লাভ কৰি আহিছে। উল্লেখযোগ্য যে লাচিত বৰফুকনৰ সমসাময়িক আৰু এজন বীৰে দাক্ষিণাত্যৰ পৰা সম্ৰাট ঔৰংগজেবক প্ৰত্যাহ্বান জনাই ব্যতিব্যস্ত কৰি তুলিছিল। এইজন বীৰ ছত্ৰপতি শিৱাজীয়েও ঐতিহাসিকসকলৰ দৃষ্টি আকৰ্ষণ কৰি আহিছে। একেদৰে ভাৰতৰ উত্তৰ-পূবে লাচিতৰ অভ্যুত্থানেও অসম দেশৰ প্ৰতি দেশ-বিদেশৰ পঢ়ুৱৈ সমাজ আৰু ছাত্ৰ-ছাত্ৰীক আকৰ্ষিত কৰা দেখা গৈছে। উল্লেখযোগ্য যে, ইয়াৰ পৰৱৰ্তীকালত লালুকসোলা বৰফুকনে গুৱাহাটীখন মুঘলৰ হাতত গতাই দিছিল যদিও গদাধৰ সিংহৰ দিনত ইটাখুলিৰ যুদ্ধত তেওঁলোকে পুনৰ পৰাজয় বৰণ কৰিছিল আৰু সেইখনেই আছিল আহোম-মুঘলৰ শেষ যুদ্ধ শৰাইঘাটৰ যুদ্ধত জয় লাভ কৰি উদয়াদিত্য সিংহই দৰঙৰ সূৰ্যনাৰায়ণক আহোমৰ কৰতলতীয়া ৰজা পাতিছিল। সেইদৰে লক্ষ্মীনাৰণৰ পুত্ৰ গন্ধৰ্ব নাৰায়ণক বেলতলাৰ ৰজা হিচাপে অধিষ্ঠিত কৰা হৈছিল। বৰবৰুৱা আৰু বৰগোহাঁইক উজনি অসম চোৰা-চিতা আৰু বিশেষকৈ প্ৰতিৰক্ষা ব্যৱস্থাক সক্ষম কৰি ৰাখিবলৈ নিৰ্দেশ দিয়াও হৈছিল। কিন্তু মুঘলসকলে পুনৰ অসম অভিযানত বিশেষ কাণষাৰ দিয়া চকুত নপৰিল।

**ডফলাৰ বিৰুদ্ধে অভিযান ঃ** শৰাইঘাটৰ যুঁজৰ পিছত উদয়াদিত্য সিংহৰ দিনত সংঘটিত দুটা আৰু ডাঙৰ ঘটনা আছিল ডফলা (নিচি) আৰু চুতীয়াৰ বিৰুদ্ধে অভিযান। ১৬৭২ খ্ৰীঃৰ প্ৰথম ভাগত লক্ষীমপুৰৰ দাঁতিত থকা পূবপৰীয়া বা ভাগিন ডফলাসকলৰ তিনিজন গাঁওবুঢ়াই আহোম ৰজাক কৰ দিবলৈ বন্ধ কৰাৰ উপৰিও গাগলডুবিৰ তাইবান নামৰ গাঁও এখনত প্ৰৱেশ কৰি তিনিজন লোকক হত্যা কৰিলে। তাৰ পিছত তেওঁলোকে সেই গাঁৱৰ ৪০ জন লোকক ধৰি নিলে। এই গাঁওবুঢ়া তিনিজনৰ নাম আছিল হৰগাম, ৰাধাগাম আৰু তামিগাম। তাইবান গাঁৱৰ মানুহে এইবিষয়ে ৰজাঘৰত জনোৱাত ৰজাই বৰবৰুৱাৰ নেতৃত্বত এদল সৈন্য ডফলা দমনৰ বাবে পঠিয়াবলৈ ইচ্ছা কৰি এই বিষয়ে ডা-ডাঙৰীয়াসকলকো এষাৰ সোধাটো ভাল হ'ব বুলি ভাবিলে। সেইমতে সুধিলত আতন বুঢ়াগোহাঁয়ে হেনো এই বুলি কৈ ৰজাক এই অভিযানৰ বাবে নিৰুৎসাহ কৰিছিল যে ডফলাসকলক হেনো সহজে ধৰাটো উজু নহয়। বুৰঞ্জীসমূহৰ মতে তেওঁ এইদৰে মন্তব্য কৰিছিল যে যদি এন্দুৰৰ গাঁতত হাতী সোমাব পাৰে তেতিয়াহে ডফলাক ধৰিব পৰা যাব। তথাপি ৰজাই আতন বুঢ়াগোহাঁইৰ মন্তব্যৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ নকৰি বৰবৰুৱাৰ নেতৃত্বত ডফলাৰ বিৰুদ্ধে এটি অভিযান পঠিয়ালে। সেইমতে বৰবৰুৱাই সোৱণশিৰি নৈৰে গৈ প্ৰথমে ৰঙামাটিত কোঠ মাৰিছিলগৈ আৰু অলপ দিন সেই ঠাইতে থাকি তাৰ পৰা দুলং নৈৰ মুখত অৱতীৰ্ণ হৈছিল। কিন্তু বৰবৰুৱাই পোনছাটেই

ডফলাসকলক আক্রমণ নকৰি মিত্ৰতা কৰাৰ ওপৰতহে অধিক গুৰুত্ব দিছিল। সেইমৰ্মে তেওঁ তিতা আৰু টুবা নামৰ দুজন কটকীক ডফলাসকলৰ ওচৰলৈ পঠিয়াইছিল। কিন্তু ডফলাসকলে তেওঁলোকক বিশেষ সৌজন্য নেদেখুৱাত তলে-তলে বৰবৰুৱাই ডফলাসকলক আক্ৰমণৰ বাবেহে প্ৰস্তুতি চলোৱা দেখা গ'ল। পিছত বৰবৰুৱাই তেওঁলোকক ধৰিবলৈ বহুত মানুহ লগত লৈ নিজেই এই অভিযানৰ নেতৃত্ব দিছিল। কিন্তু এইদৰে এটা শকত আহোম বাহিনীয়ে তেওঁলোকক আক্ৰমণ কৰিবলৈ অহা বুলি গম পাই ডফলাসকলে অতি কম সময়ৰ ভিতৰতে পলাই গৈ গভীৰ অৰণ্যত লুকাই থাকিল। এই ঘটনাত আহোমৰ বিশেষ কোনো ক্ষয়-ক্ষতি হোৱা নাছিল। কিন্তু এইদৰে যুদ্ধ নকৰি গুচি অহাৰ বাবে ৰজা উদয়াদিত্যই বিচাৰ সভা এখনৰ নামত এক প্ৰসহন কৰি বৰবৰুৱাক হত্যা নকৰি পদচ্যুত কৰাহে উচিত হ'ব বুলি মন্তব্য কৰা শুনা গ'ল। ৰজাই ডফলাসকলক হত্যা নকৰি এনেদৰে হঠাতে তেওঁৰ প্ৰতি সদয় হোৱাৰ মূলতে আছিল তেওঁৰ ওপৰত ৰাজমাওৰ প্ৰভাৱ। ৰাজমাৱেহে হেনো তেওঁক এইদৰে বৰবৰুৱাক হত্যা নকৰি নিৰ্বাসন দিয়াৰ বাবে মান্তি কৰাইছিল।

ইতিমধ্যে, চুতীয়াসকলৰ সৈতে আহোমৰ মিত্ৰতাত কেতবোৰ কেৰোণ লাগিল। লুকাতং নামৰ চুতীয়া খেল এটাই দুখন মিৰি (মিচিং) গাঁওত আক্ৰমণ চলাই সেইবাজনো মিৰিলোকক ধৰি নিয়াত মিৰিসকলে আহোমক বছৰেকীয়া কৰ দিবলৈ অস্বীকাৰ কৰিলে। দৰাচলতে চুতীয়া দলটোৱে হেনো মিৰিসকলে আহোমক বছৰেকীয়া কৰ হিচাপে দিবলৈ অনা মাৰ নাওসমূহো লৈ যোৱাত এতিয়া মিৰিসকলে টকা-পইচাৰ অভাৱৰ অজুহাত দেখুৱাই আহোমক কৰ দিবলৈ অমান্তি হ'ল। এইদৰে চুতীয়াসকলে অযথা মিৰিসকলক উপদ্ৰৱ কৰাত উদয়াদিত্য সিংহই চুতীয়াসকলক এসেকা দিয়াৰ বাবে এদল সৈন্য পঠিয়ালে। কিন্তু এই অভিযানৰ আৰম্ভণীতেই দেউৰী টাইকাফি টাইকাতেং আদি আন কেইবাটাও চুতীয়া খেলে লুকাতেং চুতীয়াসকলৰ লগ লগা দেখি আহোম ৰজাই চুতীয়াসকলক বিনাযুদ্ধে বশ কৰিবলৈ সচেষ্ট হ'ল। কিন্তু চুতীয়াসকলে আহোমৰ এই প্ৰচেষ্টাৰ প্ৰতি কোনো ধৰণৰ সঁহাৰি নজনোৱাত উদয়াদিত্যই তেওঁলোকৰ গাঁওবোৰত জুই লগাই দিয়াৰ ভাবুকি দিলত টাইকাকি চুতীয়া খেলে তেওঁলোকৰ আঠজন লোকক মিৰি কটকীৰ হাতত আহোম ৰজাৰ ওচৰলৈ পঠিয়াই দিলে। তেতিয়া উদয়াদিত্যই এইবুলি টাইকাকি চুতীয়া খেলক জনালে যে মিৰিসকলৰ পৰা চুতীয়াসকলে যিবোৰ মাৰ নাও চুৰ কৰি নিছে সেইবোৰ ভালে ভালে ওভোতাই দি এই বন্দী আঠজন চুতীয়াক মোকলাই নিয়কহি। কিন্তু ইতিমধ্যে উদয়াদিত্য সিংহৰ মৃত্যু হোৱাত তেওঁৰ পৰবৰ্তী ৰজা ৰামধ্বজৰ দিনতহে চুতীয়াসকলৰ সৈতে আহোমৰ বিবাদৰ ওৰ পৰিছিল। অবশেষত চুতীয়াসকলে আহোমক কৰ-কাটল দি থাকিব বুলি প্ৰতিশ্ৰুতিবদ্ধ হৈছিল। ৰামধ্বজ সিংহৰ দিনত দিয়া এই প্ৰতিশ্ৰুতি চুতীয়াসকলে আহোম ৰাজত্বৰ শেষলৈকে মানি চলিছিল। উদয়াদিত্য সিংহৰ দিনত আৰু ভালেমান বিবাদ, ষড়যন্ত্ৰ আদি হৈছিল। তেওঁ সিংহাসনত বহাৰ প্ৰায় লগে লগে তেওঁৰ প্ৰাণনাশৰ চেষ্টা চলিছিল। কিন্তু এই ষড়যন্ত্ৰৰ কথা সদৰী হৈ পৰাত তেওঁ যেনিবা সেই যাত্ৰালৈ ৰক্ষা পৰিছিল। অৱশ্যে এই দোষীসকলৰ অধিকাংশকেই ৰজাই ক্ষমাদান কৰি এৰি দিছিল। কিন্তু তেওঁৰ দিনত আহোম-মুঘলৰ বিবাদ কালত যিসকল স্থানীয় লোকে মুঘলৰ প্ৰতি সহানুভূতি দেখুৱাইছিল তেনে লোকসকলক তেওঁ নামৰূপত এখন বিচাৰ সভা পাতি বিচাৰ কৰিছিল। এডৱাৰ্ড গেইটৰ মতে এনেদৰে ধৃত লোকসকলৰ মাজত চক্ৰপাণি নামৰ এজন পূজাৰীও আছিল। চক্ৰপাণি হেনো মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ প্ৰখ্যাত গুৰু শ্ৰীমন্ত শংকৰদেৱৰ পৰিয়ালৰ লোক আছিল। কিন্তু আহোম সৈন্যই তেওঁক ধৰিবলৈ অহা বুলি শুনি চক্ৰপাণিয়ে ৰাজ্য এৰি আঁতৰি গ'ল। ইতিমধ্যে ৰজাই চক্ৰপাণি এজন অতি সুপণ্ডিত আৰু ধাৰ্মিক ব্যক্তি বুলি জানি তেওঁক ক্ষমাদানৰ প্ৰতিশ্ৰুতিৰে পুনৰ নিজ ৰাজ্যলৈ ওভতাই আনিছিল। চক্ৰপাণিৰ পাণ্ডিত্যত মুগ্ধ হৈ ৰজাই পিছলৈ তেওঁক চামগুৰিত ভূমিদান দি ৰাজগুৰু পাতিছিল। কিছুদিনৰ পিছত চক্ৰপাণি ৰাজগুৰুৰ প্ৰতি ৰজাৰ ভক্তিভাব ইমান বৃদ্ধি পালে যে তেওঁৰ বিষয়া, কৰ্মচাৰী, প্ৰজা সকলোকে তেওঁৰ শিষ্য হ'বলৈ নিৰ্দেশ দিলে। ৰজাৰ এনে অতিশৰ্য্যাত বিৰক্তি আৰু অপমানিত বোধ কৰি ডা-ডাঙৰীয়াসকলে ৰজাৰ ভায়েকৰ সৈতে লগ লাগি তেওঁৰ

বিৰুদ্ধে ষড়যন্ত্ৰ কৰিলে। এই ষড়যন্ত্ৰৰ কথা গম পাই ৰজাই ৰাজধানীৰ প্ৰৱেশদ্বাৰসমূহ বন্ধ কৰি ৰাজধানীৰ বাহিৰতে তেওঁৰ ভায়েকক বন্দী কৰিবলৈ কড়া নিৰ্দেশ দিলে। সেইমতে ৰাজধানীৰ প্ৰৱেশদ্বাৰসমূহ বন্ধ কৰাও হ'ল। কিন্তু তাৰে এখন বন্ধ দুৱাৰ বলপূৰ্বকভাৱে খুলি ৰজাৰ ভায়েককে আদি কৰি ষড়যন্ত্ৰকাৰীসকলে ৰাজধানীৰ ভিতৰলৈ আহি ৰজা আৰু ৰাজপৰিয়ালৰ বহুতকে বন্দী কৰিলে। যিসকল ডা-ডাঙৰীয়াই ৰজাৰ ভায়েকৰ এনে ষড়যন্ত্ৰত সমৰ্থন নজনালে তেওঁলোকক হত্যা কৰা হ'ল। উদয়াদিত্যৰ তিনিগৰাকী ৰাণীয়েও এই সংক্ৰান্তত প্ৰাণ হেৰুৱাবলগীয়াত পৰিল। উদয়াদিত্যক বন্দী কৰি চৰাইদেউ পাহাৰলৈ নি ১৬৭৩ খ্ৰীঃৰ ভাদ মাহত বিহ দি মৰাতেই ক্ষান্ত নাথাকি এই ষড়যন্ত্ৰকাৰীসকলে সকলো নষ্টৰ মূল বুলি দোষী সাব্যস্ত কৰি ৰাজগুৰু চক্ৰপাণিকো নৰ্টচা শূলত দি হত্যা কৰিলে। এই আটাইকেউটা ঘটনা ঘটিছিল ১৬৭৩ খ্ৰীঃত। সৰহসংখ্যক বুৰঞ্জীত এই ৰাজগুৰুজনৰ নামটো পৰমানন্দ সন্ন্যাসী বুলি উল্লেখ কৰিছে। তেওঁক কোনোৱে বৃন্দাবন আৰু কোনোৱে গকুলপুৰৰ পৰা আহিছিল বুলিও কয়। উদয়াদিত্যক হত্যা কৰাৰ বাবে ৰচিত ষড়যন্ত্ৰৰ মূলতে আছিল তেওঁৰ ভায়েক সৰু গোহাঁই আৰু ডেবেৰা হাজৰিকা (পিছলৈ ডেবেৰা বৰবৰুৱা)।

## সংকটৰ যুগ (ৰামধ্বজ সিংহ— চুলিকফা ১৬৭৩—১৬৮৯ খ্ৰীঃ)

শৰাইঘাটৰ যুদ্ধৰ পৰবৰ্তী কালছোৱাত অসমৰ ইতিহাসত এক ৰাজনৈতিক সংকট আৰু অস্থিৰতাৰ যুগৰ সৃষ্টি হৈছিল আৰু এই সময়ছোৱাতে সুযোগ বুজি কেইজনমান ডা-ডাঙৰীয়াই ক্ষমতাৰ অপব্যৱহাৰ কৰি ৰাজ্যখনত এক ৰাজনৈতিক অস্থিৰতাৰ সৃষ্টি কৰিছিল। সেইবাবে কোনো কোনো ঐতিহাসিকে এই সময়ছোৱাক অসমৰ ইতিহাসৰ 'বিপ্লৱৰ যুগ' বুলি অভিহিত কৰাও দেখা গৈছে। এই অস্থিৰ যুগত প্ৰধানকৈ তিনিজন ডা-ডাঙৰীয়াৰ ভূমিকা আছিল বিশেষভাৱে উল্লেখযোগ্য, আৰু তেওঁলোক আছিল— ডেবেৰা হাজৰিকা, আতন বুঢ়াগোহাঁই আৰু লালুকসোলা বৰফুকন।

ডেবেৰা হাজৰিকাৰ আন এটা নাম আছিল লেচাই আৰু তেওঁক উদয়াদিত্য সিংহৰ পৰবৰ্তী ৰজা ৰামধ্বজে উজনিৰ বৰবৰুৱা পদ দিছিল। প্ৰকৃতপক্ষে সৰুগোহাঁই তথা ৰামধ্বজে তেওঁৰ জ্যেষ্ঠ ভাতৃ উদয়াদিত্যক হত্যা কৰা ষড়যন্ত্ৰত ডেবেৰাৰ ভূমিকাৰ শলাগ লৈ তেওঁক এইদৰে বিষয়বাব দি সম্মান আৰু শলাগ জনাইছিল। আতন বুঢ়াগোহাঁই আছিল অভিজ্ঞ, বিচক্ষণ আৰু ক্ষমতাশালী ৰাজমন্ত্ৰী আৰু তেওঁ এই সংকটময় যুগত বিভিন্ন ৰজা ভঙা-পতাৰ ইতিহাসৰ স'তে জড়িত আছিল। এওঁ কিন্তু কেইবাবাৰো ৰাইজে তেওঁক ৰজা হ'বলৈ কৰা অনুৰোধ প্ৰত্যাখ্যান কৰিছিল। লালুকসোলা বৰফুকন আছিল স্বনামধন্য দেশপ্ৰেমিক বীৰ লাচিতৰ ককায়েক। মুঘল সেনাপতি ৰামসিংহই পৰাজিত হৈ নিজ ৰাজ্যলৈ উভতি যোৱাৰ কিছু দিনৰ পিছত নৰিয়াত ভুগি থকা লাচিত বৰফুকন স্বৰ্গগামী হৈছিল। ভায়েকৰ মৃত্যুৰ পিছত লালুকসোলা বা নিমাতীয়ে গুৱাহাটীৰ বৰফুকনৰ বিষয়বাব লাভ কৰিছিল। কিন্তু লালুকসোলা অতিশয় স্বাৰ্থপৰ আৰু অদূৰদৰ্শী লোক আছিল আৰু আহোম ইতিহাসৰ সংকটপূৰ্ণ কালছোৱাত দেখা দিয়া ৰাজনৈতিক অশান্তি আৰু অস্থিৰতাৰো তেওঁ আছিল অন্যতম সৃষ্টিকাৰক।

উদয়াদিত্য সিংহৰ দিনৰ পৰাই আহোম ৰাজ্যত কেতবোৰ স্বাৰ্থপৰ ডা-ডাঙৰীয়াই ৰাজনৈতিক অশান্তিৰ সৃষ্টি কৰিছিল। এইজনা ৰজাৰ দিনত মুঘলৰ সৈতে সংঘটিত বিবাদ কালত শত্ৰুসকলৰ গতিবিধি লক্ষ্য কৰাৰ প্ৰয়োজনসাপেক্ষে ভালেমান উচ্চ বিষয়াই গুৱাহাটীত বাহৰ পাতিছিলগৈ। সেয়ে ৰাজ্যখনৰ প্ৰতিৰক্ষাত বিষয়াসকল ব্যস্ত হৈ থকাৰ সময়তে সিংহাসন লাভৰ প্ৰত্যাশী সৰুগোহাঁয়ে লেচাই তথা ডেবেৰাৰ সহায়ত ককায়েক উদয়াদিত্য সিংহৰ বিৰুদ্ধে এক গভীৰ ষড়যন্ত্ৰত লিপ্ত হৈছিল। ডেবেৰাৰ সহায়ত উদয়াদিত্য সিংহক তেওঁৰ ভায়েক সৰু গোহাঁয়ে হত্যা কৰি ৰামধ্বজ নাম লৈ সিংহাসন দখল কৰিলে (১৬৭৩ খ্ৰীঃত) আৰু ডেবেৰাক বৰবৰুৱা পাতিলে।

### ৰামধ্বজ সিংহ (১৬৭৩—৭৫ খ্ৰীঃ) ঃ

ৰামধ্বজ সিংহৰ নাম আছিল চুক্লেনফা। কিন্তু তেওঁক সৰহসংখ্যক লোকে সৰুগোহাঁই বুলিছিল। এই ৰজাজন আছিল বৰ ৰুগীয়া। ৰাজত্বৰ তৃতীয় বছৰত ৰজাৰ স্বাস্থ্যৰ

অৱনতি ঘটাত তেওঁ ডাঙৰীয়াসকলক মাতি আনি তেওঁৰ পৰৱৰ্তী ৰজা কোন হ'ব সেই বিষয়ে আলোচনা কৰি উদয়াদিত্য সিংহ ৰজাৰ পুত্ৰ কলীয়া গোহাঁইক তেওঁৰ উত্তৰাধিকাৰী বুলি ঘোষণা কৰিলে। উল্লেখযোগ্য যে, ইতিমধ্যে ৰজা ৰামধ্বজ সিংহৰ সৈতে ডেবেৰাৰ মনোমালিন্য হৈছিল। ৰজাৰ এগৰাকী কুঁৱৰীৰ সৈতে ডেবেৰাৰ অবৈধ প্ৰণয়ৰ বিষয়ে জানিব পাৰি তেওঁ ডেবেৰাৰ প্ৰতি অতি বিতুষ্ট হৈছিল আৰু সেইবাবে উত্তৰাধিকাৰী মনোনয়নৰ দৰে গুৰুত্বপূৰ্ণ কথা তেওঁৰ সৈতে আলোচনা কৰাৰ প্ৰয়োজনবোধ কৰা নাছিল। ইফালে আকৌ ইমান ডাঙৰ সিদ্ধান্ত এটাৰ বিষয়ে ৰজাই তেওঁক এষাৰ নোকোৱাত ডেবেৰা অতি ক্ষুণ্ণ হৈছিল। ডেবেৰাৰ প্ৰতি বিৰক্ত ৰজাই টংচু সন্দিকৈ নামৰ এজনক ডেবেৰাক হত্যা কৰিবলৈ পাচিলে। কিন্তু এই বিষয়ে গম পাই ডেবেৰাই টংচু আৰু ৰজা ৰামধ্বজ দুয়োজনকে হত্যা কৰালে (১৬৭৫ খ্ৰীঃ)।

**তিপমীয়া ৰজা, তুংখুঙীয়া কোঁৱৰ আৰু চুহুং (১৬৭৫ খ্ৰীঃ)**

ৰামধ্বজ সিংহক ডেবেৰাই হত্যা কৰোৱাৰ পিছত আৰু দুজন সিংহাসন প্ৰাৰ্থী তেওঁৰ হত্যাকাণ্ডৰ বলি হৈছিল। তেওঁলোক আছিল— তিপমীয়া ৰজা আৰু তুংখুঙীয়া কোঁৱৰ। তিপমীয়া ৰজা নাৰাণগোহাঁয়ে সিংহাসন অধিকাৰ কৰিবলৈ আহোতে তেওঁক নিধন কৰা হ'ল। তুংখুঙীয়া কোঁৱৰক দুদিনমান ৰজা পাতি ডেবেৰাই চামগুৰীয়া ফৈদৰ খামজাং বা চুহুং কোঁৱৰক সিংহাসন দিছিল (১৬৭৫ খ্ৰীঃ)। চুহুং কোঁৱৰে ৰজা হৈ বুজি পালে যে ডেবেৰাই তেওঁক নামত মাত্ৰ ৰজা পাতি সকলো ক্ষমতা নিজৰ হাতত ৰাখিবলৈ চেষ্টা কৰিছে। সেয়ে তেওঁ কেনেকৈনো ডেবেৰাৰ হাতৰ পৰা ৰক্ষা পায় সেই বিষয়ে চিন্তা কৰিবলৈ ধৰিলে। চুহুং ৰজাৰ কুঁৱৰী আছিল স্বনামধন্য মোমাই তামুলী বৰবৰুৱাৰ জীয়েক। এইগৰাকী কুঁৱৰীয়ে ডেবেৰাক চকু পাৰি দেখিব নোৱাৰিছিল আৰু এনে ক্ষমতালোভী বিষয়াৰ হাতত পুতলা ৰজা হৈ নাথাকি তেওঁক হত্যা কৰিবলৈ ৰজাক পৰামৰ্শ দিছিল। কিন্তু এই কথা গম পাই ডেবেৰাই ৰজা-ৰাণী উভয়কে হত্যা কৰিছিল। চুহুঙে মাত্ৰ কুৰি দিনহে ৰাজত্ব কৰিছিল।

**গোবৰ ৰজা (১৬৭৫ খ্ৰীঃ)**

চুহুং ৰজাক হত্যা কৰি ডেবেৰাই তুংখুঙীয়া ফৈদৰ গোবৰ কোঁৱৰক নামত মাত্ৰ ৰাজপাটত বহুৱাই প্ৰকৃতপক্ষে নিজেই ৰাজকাৰ্য চলাবলৈ ল'লে। ইতিমধ্যে ডেবেৰাৰ মইমতালিত অতিষ্ঠ হৈ ভালেমান ফুকন, ৰাজখোৱা আৰু হাজৰিকা আদি বিষয়াই গুৱাহাটীলৈ গৈ বাঁহগড়ীয়া আতন বুঢ়াগোহাঁইৰ শৰণাপন্ন হ'লগৈ। তেওঁলোকে বুঢ়াগোহাঁইক ক'লে যে তেওঁৰ নিচিনা এজন ব্যক্তি জীয়াই থকা অৱস্থাতো ৰাজধানীত ডেবেৰাৰ দৰে এজন অশিষ্ট বিষয়াই নানা ধৰণৰ অশান্তিকাৰক আৰু অশালীন কাৰ্য চলাই থকাটো বৰ পৰিতাপৰ কথা হৈছে। সেইবাবে এতিয়া বুঢ়াগোহাঁই ডাঙৰীয়াই ৰাজধানীলৈ আহি এইজন অত্যাচাৰী বিষয়াক দমন কৰি ৰাজ্যখনত থান-থিতাপি লগাব লাগে। পৰিস্থিতিৰ গুৰুত্ব বুজি আতন বুঢ়াগোহাঁয়ে তেওঁলোকৰ কথাত হয়ভৰ দিলে। ইতিমধ্যে ডেবেৰাই গুৱাহাটীত থকা বৰগোহাঁইক এইবুলি নিৰ্দেশ দিছিল যে বৰফুকনক ৰাজধানীলৈ পঠিয়াব লাগে। বৰগোহাঁইৰ মাধ্যমেৰে এই বাতৰি পাই বৰফুকন বৰ চিন্তিত হ'ল আৰু বুজিব পাৰিলে যে তেওঁৰ বাবে বিপদ আসন্ন। কিংকৰ্তব্যবিমূঢ় হৈ বৰফুকনো আতন বুঢ়াগোহাঁইৰ ওচৰলৈকে গ'ল। এইবাৰ এইদৰে একগোট হোৱা মানুহখিনিয়ে ইজনে সিজন প্ৰতি গোপনীয়তাৰ শপত লৈ ৰাজধানীলৈ বুলি ওলাল। কিন্তু কেনেবাকৈ ডেবেৰাই তেওঁলোকৰ অভিসন্ধি জানিব পাৰি নিজে তেওঁলোকক আগচিবলৈ আগবাঢ়ি আহিল। কিন্তু এইদৰে বুঢ়াগোহাঁইৰ নেতৃত্বাধীন দলটোক প্ৰত্যাহ্বান জনোৱা ডেবেৰাক এইবাৰ তেওঁৰ নিজ ৰখীয়া আৰু অন্যান্য সৈন্যসকলে এৰি পলাল। এনে এক পুতৌ লগা অৱস্থাৰ সন্মুখীন হোৱা ডেবেৰায়ো পলাবলৈ যো-জা কৰিছিল। কিন্তু পিছে পিছে খেদি দৈ ধৰি অনা ডেবেৰাক এইবাৰ বৰফুকনৰ হাতত গতাই দিয়া হ'লত তেওঁক মৃত্যুদণ্ড দিয়া হ'ল। এইদৰে বহুলোকক নিজৰ ইচ্ছামতে হত্যা কৰি ৰাজ্যখনত বিভীষিকাৰ সৃষ্টি কৰা মহা অত্যাচাৰী ডেবেৰা বৰবৰুৱাৰ জীৱনাবসান ঘটিল। ইয়াৰ পিছত গোবৰ ৰজাকো হত্যা কৰা হ'ল। প্ৰকৃতপক্ষে ডেবেৰাই দিয়া ৰাজপাটত বহি গোবৰ ৰজাই কোনোমতে এমাহমান কালহে ৰাজপাট খাবলৈ সক্ষম হৈছিল।

**চুজিনফা (১৬৭৫—১৬৭৭খ্ৰীঃ):**

ডেবেৰা বৰবৰুৱা আৰু গোবৰ ৰজাক হত্যা কৰি ডা-ডাঙৰীয়াসকলে আতন বুঢ়াগোহাঁইকে ৰজা হ'বলৈ অনুৰোধ কৰিছিল। কিন্তু তেওঁ ৰাজপাটলৈ লোভ নকৰিলে। কিন্তু আনহাতেদি ৰাজকাৰ্য পৰিচালনাৰ ক্ষেত্ৰত তেওঁ স্বইচ্ছাই যথেষ্ট গুৰুভাৰ গ্ৰহণ কৰিছিল। মুঘলৰ আক্ৰমণকালৰ পৰা শৰাইঘাটৰ যুদ্ধলৈকে অসমৰ ইতিহাসত উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰা আতন বুঢ়াগোহাঁইৰ এই সময়ৰে পৰা ক্ষমতা বৃদ্ধি পাইছিল। এতিয়া গোবৰ ৰজাক হত্যা কৰি দিহিংগীয়া ফৈদৰ চুজিনফা কোঁৱৰক আতন বুঢ়াগোহাঁয়ে ৰাজপাট দিছিল যদিও প্ৰকৃতপক্ষে ৰাজ্যখন নিজেই চলাইছিল। এইদৰে আতন বুঢ়াগোহাঁইৰ ক্ষমতা ক্ৰমাৎ বৃদ্ধিত ৰাজ পৰিয়ালৰ লোক আৰু বিষয়াসকলে প্ৰমাদ গণিছিল। চুজিনফা ৰজায়ো তেওঁৰ পূৰ্বৰ ৰজাসকলৰ হত্যাৰ কথা সুঁৱৰি বুঢ়াগোহাঁইকে আদি কৰি আটাইবোৰ ডা-ডাঙৰীয়াক তেওঁৰ প্ৰতি আনুগত্যৰ শপত লোৱাৰ কথা উলিয়াইছিল। ৰজাৰ বৰকুঁৱৰীগৰাকীয়োও এইদৰে আতন বুঢ়াগোহাঁইৰ ক্ষমতা বৃদ্ধি হোৱাটো শুভলক্ষণ নহয় বুলি কৈ ৰজাক তেওঁৰ ক্ষমতা খৰ্ব কৰিবলৈ কুতুৰি আছিল। আৱশ্যকবোধ কৰিলে সুবিধা বুজি আতন বুঢ়াগোহাঁইক হত্যা কৰিবলৈকো বৰকুঁৱৰীয়ে হেনো ৰজাক মন্ত্ৰণা দিছিল। কিন্তু এনেবোৰ কথা লুকাই নাথাকিল। ফলত আতন বুঢ়াগোহাঁয়ে ৰজাক ধৰি আনি বন্দীশালত থৈ চকু কঢ়ালে। তাৰ পিছত চাৰিজন পুত্ৰৰে সৈতে চুজিনফা ৰজাক নিৰ্মমভাৱে হত্যা কৰা হ'ল। ইয়াৰ পিছত ৪৫ দিন বুঢ়াগোহাঁয়ে নিজেই ৰাজ্য চলালে। কিন্তু বিষয়াসকলে তেওঁক বাৰে বাৰে ৰজা হ'বলৈ অনুৰোধ কৰা সত্বেও তেওঁ ৰাজপাটত বহিবলৈ অস্বীকাৰ কৰিলে। এইদৰে দ্বিতীয়বাৰৰ বাবে ৰাজপাট গ্ৰহণৰ অনুৰোধ প্ৰত্যাখ্যান কৰা বুঢ়াগোহাঁয়ে কিন্তু ৰাজ্যৰ সকলো ক্ষমতা নিজৰ হাতলৈ নিয়া দেখা গ'ল। চুজানফা সবংশে নিধন হ'লত এইবাৰ আতন বুঢ়াগোহাঁইৰ নিৰ্দেশক্ৰমে ৰাজপাট লাভ কৰিলে পৰ্বতীয়া কোঁৱৰ চুডৈফাই।

**চুডৈফা (১৬৭৭—১৬৭৯ খ্ৰীঃ):**

আতন বুঢ়াগোহাঁইৰ পছন্দমতে সিংহাসন লাভ কৰা চুডৈফা তেওঁৰ হাতৰ পুতলা হ'বলগীয়াত পৰিছিল। বুঢ়াগোহাঁইৰ নিৰ্দেশমতে তেওঁ বৰবৰুৱাকে আদি কৰি ভালেমান ক্ষমতা আৰু প্ৰভাৱশালী বিষয়াক পদচ্যুত কৰিবলগীয়াও হ'ল। সেই সময়ত গুৱাহাটীৰ বৰফুকন আছিল লালুকসোলা। এওঁ আছিল স্বনামধন্য বীৰ লাচিত বৰফুকনৰ ককায়েক। কিন্তু লাচিতৰ দৰে দেশৰ কথা চিন্তা নকৰি এইজন বৰফুকনে নিজৰ হিতৰ বাবে অধিক চিন্তা কৰিছিল বুলি কোনো কোনো সমালোচকে মত প্ৰকাশ কৰা শুনা গৈছিল। এতিয়া কথা হ'ল একেখন ৰাজ্যতে দুজন ক্ষমতাশালী বিষয়া— আতন বুঢ়াগোহাঁই আৰু লালুকসোলা বৰফুকন থাকে কেনেকৈ? ফলত স্বাভাৱিকতেই এই দুই বিষয়াৰ মাজত এক দ্বন্দ্বৰ সৃষ্টি হ'ল। আতন বুঢ়াগোহাঁয়ে ইতিমধ্যে লালুকসোলা বৰফুকনৰ বিৰুদ্ধে ভালেমান অভিযোগ আনি তেওঁক গড়গাঁৱলৈ মাতি পঠিয়ালে। এই নিৰ্দেশমতে গড়গাঁৱলৈ গ'লে যে তেওঁক মৃত্যুদণ্ড দিয়া হ'ব সেই বিষয়ে আগতীয়াকৈ গম পাই লালুকসোলা বৰফুকনে ভাবি চিন্তি চাই এই বিষয়ে ৰজাক কৈ একো লাভ যে নহ'ব সেই কথা হৃদয়ংগম কৰিলে আৰু এনে বিপদ কালত তেওঁক বংগদেশত থকা মুঘলসকলেহে তৰাব পাৰিব বুলি বিবেচনা কৰি মনে মনে বংগৰ নবাব আজমক লগ ধৰিলেগৈ।

আজম বা আজমতৰা আছিল মুঘল সম্ৰাট ঔৰংজেবৰ পুত্ৰ। তাহানিখন জয়ধ্বজ সিংহৰ যিগৰাকী জীয়েকক ঘিলাঝাৰীৰ সন্ধিমতে মুঘলৰ হাৰেমলৈ পঠিয়াইছিল সেইগৰাকী ৰমণী গাভৰুক আজমে বিয়া কৰাইছিল। ৰমণী গাভৰুক মুছলমান ধৰ্মত দীক্ষিত কৰি তেওঁৰ নাম দিয়া হৈছিল ৰহমত বানু। সেই সম্বন্ধ মতে বংগৰ নবাব আজম আছিল লালুকসোলা বৰফুকনৰ ভাগিন জোঁৱায়েক। কোনো কোনো সূত্ৰমতে নবাব আজমক লগ ধৰিবলৈ লালুকসোলা বৰফুকন নিজে যোৱা নাছিল— কটকীৰ যোগেদিহে তেওঁলৈ পত্ৰ প্ৰেৰণ কৰি সমসাময়িক অসমৰ ৰাজনৈতিক সংকট আৰু অস্থিৰতাৰ বিষয়ে অৱগত কৰিছিল। সি যি কি নহওক, মুঠৰ ওপৰত লালুকসোলা বৰফুকনে নবাব আজমক জনোৱা কথাখিনিৰ মূল কথাটো আছিল এনে ধৰণৰ— নবাবে গুৱাহাটী অধিকাৰ কৰিব লাগে। এই উদ্দেশ্যে নবাবৰ সৈন্য গুৱাহাটীলৈ আহিলে তেওঁ নিজেই গুৱাহাটীখন নবাবৰ বাবে এৰি দিব। সেইমৰ্মে নবাবে তেওঁৰ পুত্ৰ মহম্মদ আজমৰ

নেতৃত্বত এদল সৈন্যক গুৱাহাটী দখল কৰিবলৈ পঠিয়ালে (১৬৭৯ খ্রীঃ ফেব্রুৱাৰী)। মুঘলৰ এই অভিযানৰ কথা চুডেফাৰ কাণত পৰাত তেওঁ ততাতৈয়াকৈ এদল সৈন্যক শত্রুৰ হাতৰ পৰা গুৱাহাটী ৰক্ষাৰ্থে পঠিয়াইছিল যদিও তেওঁলোক আহি নৌপাওঁতেই বৰগোহাঁয়ে মুঘলৰ হাতত গুৱাহাটী গটাই দিলে (১৬৭৯ খ্রীঃৰ মাৰ্চ মাহ)। এইদৰে বংগৰ নবাবৰ সৈন্যই গুৱাহাটী অধিকাৰ কৰাৰ পিছতহে লালুকসোলাই গড়গাঁও অভিমুখে যাত্ৰা কৰিলে। ইতিমধ্যে আতন বুঢ়াগোহাঁইৰ ক্ষমতাবৃদ্ধিত শংকিত হোৱা ভালেমান বিষয়াই তেওঁৰ বিৰুদ্ধাচৰণ কৰাৰ কথা মনতে পাঙিছিল। এতিয়া গড়গাঁৱলৈ যোৱাৰ পথত এনে বিষয়াসকলৰ মনৰ কথা গম পাই লালুকসোলাই তেওঁৰ সৈতে যোগ দিবলৈ সেইসকলক আহ্বান জনোৱাত তেওঁলোকৰ ভালেকেইজনে সেই আহ্বানৰ প্ৰতি সঁহাৰি জনালেহি। যিসকলে তেনে কৰিবলৈ মান্তি নহ'ল তেওঁলোকৰ কেইবাজনকো লালুকসোলাৰ আদেশত হত্যা কৰা হ'ল বুলি জনা যায়। এইদৰে গড়গাঁও পায় মানে আতন বুঢ়াগোহাঁইৰ বিৰোধী ভালেমান লোকে তেওঁৰ শিবিৰত যোগ দিলেহি। ফলত গড়গাঁৱত প্ৰৱেশ কৰি লালুকসোলাই আতন বুঢ়াগোহাঁই আৰু চুদৈফা ৰজা উভয়কে হত্যা কৰিলে। ইয়াৰ ফলত লালুকসোলা বৰফুকনৰ ক্ষমতা অতিশয় বৃদ্ধি পালে। নিজৰ ক্ষমতা লাভৰ স্বাৰ্থত মুঘলৰ হাতত গুৱাহাটী এৰি দিয়া লালুকসোলাই ইয়াৰ পিছত চামগুৰি ফৈদৰ ১৪ বছৰীয়া কোঁৱৰ চুলিকফাক ৰাজপাটত অধিষ্ঠিত কৰিলে।

**চুলিকফা বা ল'ৰা ৰজা (১৬৭৯—১৬৮১ খ্রীঃ)**

চুলিকফা ৰজাই ৰাজপাটত বহাৰ সময়ত তেওঁৰ বয়স আছিল মাত্ৰ ১৪ বছৰ। সেয়ে তেওঁক বহুতে ল'ৰা ৰজা বুলিছিল। সিংহাসনত আৰোহণ কৰাৰ কালত তেওঁক হিন্দুমতে নাম দিয়া হৈছিল ৰত্নধ্বজ। লালুকসোলা বৰফুকনে নিজৰ মাত্ৰ ৫ বছৰীয়া জীয়েকক ল'ৰা ৰজালৈ বিয়া দি বৰকুঁৱৰীৰ বাব দিছিল। এইদৰে ল'ৰা ৰজাক ৰাজপাটত বহুৱাই লালুকসোলা নিজে হৰ্তা-কৰ্তা হৈ পৰিল। প্ৰকৃতপক্ষে লালুকসোলাৰ উচটনিত চুলিকফাই আতন বুঢ়াগোহাঁইক হত্যা কৰোৱাইছিল বুলি জনা যায়। গুৱাহাটীৰ পৰা যুৱৰাজ মহম্মদ আজমে এজন মুঘল কটকীক গড়গাঁৱলৈ পঠিওৱাত লালুকসোলাই এই কটকীজনক মেটেকাৰ ঘৰতে আহোম স্বৰ্গদেৱে পিন্ধা সমুদায় আ-অলংকাৰ, সাজপাৰ আদি নিজে পিন্ধি স্বৰ্গদেৱসকলে কটকী তোলোতে তৰা ৭খন চন্দ্ৰতাপ মূৰৰ ওপৰত তৰি স্বৰ্গদেৱে কটকী তোলাৰ দৰে মহা আড়ম্বৰেৰে কটকী তুলিছিল।

এইদৰে ল'ৰা ৰজাক পুতলা-ৰজা হিচাপে ব্যৱহাৰ কৰি নিজে সকলো ক্ষমতাৰ অধিকাৰী হোৱা লালুকসোলা বৰফুকনে ইয়াৰ পিছত ল'ৰা ৰজাৰ সিংহাসননো কিদৰে সুৰক্ষা কৰিব পাৰি সেই বিষয়ে চিন্তা কৰি এক অভিনৱ সিদ্ধান্তত উপনীত হ'ল। আহোমসকলৰ নিয়মমতে ৰজাজনৰ শৰীৰটো নিখুঁত হ'ব লাগে। লালুকসোলাই দেখিলে সেই সময়ত ল'ৰা ৰজাক আঁতৰাই ৰজা হ'ব পৰাকৈ নিখুঁত শৰীৰৰ ৰাজপৰিয়ালৰ ল'ৰাৰ অভাৱ নাই আৰু সেইবাবে ৰাজপাটত বহিব পৰা এনে ল'ৰা বিলাক বা অন্যান্য লোকৰ অংগক্ষত কৰিব লাগে যাতে ল'ৰা ৰজাক খেদি তেওঁলোক ৰজা হ'ব নোৱাৰে। এইদৰে ভবা মতেই কাম হ'ল আৰু ৰাজপাটৰ সম্ভাব্য প্ৰাৰ্থীসকলক ধৰি আনি অংগক্ষত কৰা হ'ল। কোনো কোনো সূত্ৰমতে লালুকসোলা বৰফুকনৰ ক্ষমতাৰ লিপ্সা দিনে দিনে বৃদ্ধি পোৱাত মুঘলৰ সহায়ত নিজে ৰজা হোৱাৰ কথাও ভাবিছিল আৰু সেয়ে ৰাজপাটৰ সম্ভাব্য প্ৰাৰ্থীসকলৰ অংগক্ষতৰ ব্যৱস্থা কৰিছিল। অৱশ্যে লালুকসোলাৰ নিৰ্দেশত কোন কোন লোক অংগক্ষতৰ বলি হৈছিল সেইসকলৰ নাম বুৰঞ্জীসমূহত উল্লেখিত হোৱা নাই। সি যি কি নহওক, এই অংগক্ষত অভিযানৰ পৰা হাত সাৰিবলৈ যিজন ৰাজকোঁৱৰে মনে মনে আহোম ৰাজ্য এৰি নগাপাহাৰত লুকালগৈ তেওঁৰ নাম আছিল লাংগি গদাপাণি।

গদাপাণি আছিল অতি সুলক্ষণযুক্ত, শক্তিমন্ত আৰু দেখনিয়াৰ ৰাজকোঁৱৰ। তেওঁ গোবৰ ৰজাৰ পুত্ৰ আছিল। বিবাহিত এই যুৱকজনৰ পত্নী আছিল লাইথেপেনা বৰগোহাঁইৰ জীয়ৰী জয়মতী আৰু শিশু পুত্ৰদ্বয় আছিল লাই আৰু লেচাই। অকলশৰীয়াভাৱে থকা লাংগি গদাপাণিয়ে তেওঁক ৰজাৰ চৰে বিচাৰি ফুৰাৰ বিষয়ে জানিব পাৰি পত্নীৰ পৰামৰ্শ অনুসৰি শিশু পুত্ৰদ্বয়ক বুকুত বান্ধি লৈ নগা পাহাৰত আত্মগোপন কৰিলেগৈ। ইফালে ৰজাৰ চৰে গদাপাণিক চাৰিওফালে বিচাৰি চলাথ কৰাৰ মূৰকত কোনো শুংসূত্ৰ

উলিয়াব নোৱাৰি তেওঁৰ পত্নী জয়মতী কুঁৱৰীক ধৰি আনি ৰজাক ভেটিলেহি। বহু সোধাপোছা কৰিও জয়মতী কুঁৱৰীৰ মুখৰ পৰা গদাপাণিৰ সন্ধেদ উলিয়াব নোৱাৰি ল'ৰা ৰজাৰ আদেশত তেওঁক জেৰেঙা পথাৰলৈ নি তাতেই এডাল গছত বান্ধি লৈ চাওডাঙৰ হতুৱাই হেনো চমতাৰ কোব, তপত লোৰ দাগ, চোৰাতৰ পাতৰ কোব আদি অকথ্য শাস্তি দিয়া হ'ল। কিন্তু পতিব্ৰতা এই নাৰীয়ে তথাপি স্বামীৰ সন্ধেদ নিদিলে। এইদৰে যমৰ যন্ত্ৰণা সহ্য কৰি ১৬০১ শকৰ চ'ত মাহৰ ১৩ তাৰিখে (১৬৮০ খ্ৰীঃৰ ২৭ মাৰ্চ বা তাৰ ওচৰা-উচৰি তাৰিখ) এইদৰে জয়মতী কুঁৱৰীয়ে দেহত্যাগ কৰাৰ বাবে 'মহাসতী' নাম পালে। (এইখিনিতে বোধকৰো এটা কথা উল্লেখ কৰা উচিত হ'ব যে, জয়মতী কুঁৱৰীৰ সৈতে সংশ্লিষ্ট তথ্যপাতি সম্বন্ধে কোনো কোনো ঐতিহাসিক পণ্ডিতৰ মাজত কেতবোৰ মতভেদৰ সৃষ্টি হৈছে আৰু সেইবাবে এই বিষয়টোৰ ওপৰত অধিক অধ্যয়ন আৰু গৱেষণাৰ প্ৰয়োজন।)

ল'ৰা ৰজাৰ দিনত সংঘটিত সমুদায় ঘটনাৱলীৰ পশ্চাদপটত লালুকসোলাৰ হাত আছিল বুলি বুৰঞ্জীয়ে কয়। কিন্তু তেওঁৰ প্ৰভুত্ব সৰহ দিন নিটিকিল। শদিয়াৰ তাম্ৰেশ্বৰীৰ মন্দিৰত নৰবলি দিবলৈ চুলিকফা ল'ৰা ৰজাই হেনো এজন নিখুঁত বলি যোগাৰ কৰিবলৈ কৈছিল। সেই মৰ্মে লালুকসোলাই নগাঁৱৰ ভোটাই শইকীয়া নামৰ এজন দেখনিয়াৰ আৰু জবৰজং গা-ৰখীয়াৰ ওপৰত চকু দিলে। যিহেতু নৰবলি দি ৰাজ্যখন অপায়-অমংগলৰ পৰা মুক্ত কৰাৰ মানসেৰে ৰজাই এই নৰবলিৰ আয়োজন কৰিছিল, সেইবাবে ভোটাইৰ দৰে সুন্দৰ সুঠাম স্বাস্থ্যবান ডেকাক বলি দিলে গোসানী অতি সন্তুষ্ট হ'ব বুলি লালুকসোলাই ভাবিছিল। কিন্তু কথাটো ভোটাই শইকীয়াৰ কাণত পৰিল। খঙৰ ভমকত ভোটায়ে তেওঁৰ দুজন বন্ধু মাধৱ তামুলী আৰু আঘোণা কছাৰীক লগত লৈ এদিন নিশা লালুকসোলাক হত্যা কৰিলে ১৬০১ শকৰ ১০ আঘোণ। ১৬৮০ খ্ৰীঃ ২৬ নবেম্বৰ বা তাৰ ওচৰা-উচৰি তাৰিখ।) কোনো কোনো বুৰঞ্জী মতে, লালুকসোলা বৰফুকনৰ দম্ভালি, মইমতালি আৰু নানাধৰণৰ অত্যাচাৰত অতিষ্ঠ বিষয়াসকলে তেওঁক হত্যা কৰিবলৈ ভোটাই শইকীয়াক নিযুক্ত কৰিছিল। লালুকসোলাৰ মৃত্যুত সকলোৰে যেন স্বস্তিৰ নিশ্বাস পেলাইছিল। বৰফুকনৰ তিনিজন পুত্ৰ আৰু দুজন ভায়েককো হত্যা কৰাত কলিয়াবৰত বৰফুকন হৈ থকা তেওঁৰ তৃতীয়জন ভায়েকে কোনোমতে প্ৰাণ লৈ বংগৰ মুছলমানসকলৰ আশ্ৰয় লৈছিলগৈ। লালুকসোলাৰ এইজন ভাতৃৰ নাম আছিল ভাতধৰা ফুকন। ইফালে লালুকসোলাক হত্যা কৰাৰ পিছত ভোটাই শইকীয়াক বহুলোকে বৰ বিপজ্জনক লোক বুলি ভাবিবলৈ লৈছিল। এইবোৰ কথা জানিব পাৰি ভোটায়ে নিজেও হেনো বেছ সাৱধানে চলিছিল। কিন্তু তথাপি তেওঁক ধৰি আনি বন্দীশালত ৰখা হৈছিল। পিছত বন্দী অৱস্থাতেই তেওঁৰ নাক-কাণ কাটি চকু দুটাও কাঢ়ি পেলোৱা হৈছিল বুলি শুনা যায়।

ইফালে নগাপাহাৰত লুকাই থকা গদাপাণিয়ে ছদ্মবেশত প্ৰথমতে নাজিৰা অঞ্চলত আত্মগোপন কৰি থাকি তাৰ পৰা দক্ষিণপাট সত্ৰ আৰু আউনীআটীৰ সত্ৰত আশ্ৰয় বিচাৰি নিৰাশ হৈ ভিনিহিয়েক বন্দৰ বৰফুকনৰ ঘৰত আছিলগৈ। তেওঁ ৰাণীৰ এগৰাকী গাৰো মহিলাৰ ঘৰত কৃষক বনুৱা ৰূপে থাকি পেটৰ ভাত মোকলাইছিল বুলিও কোনো কোনো সূত্ৰই কয়। ইতিমধ্যে ল'ৰা ৰজা চুলিকফাৰ অতপালি দিনে দিনে বৃদ্ধি পোৱাত ডা-ডাঙৰীয়াকে আদি কৰি বহুবোৰ লোক বিৰক্ত হৈছিল। তেওঁৰ সমৰ্থনকাৰীসকলৰ সংখ্যা ক্ৰমাৎ দ্ৰুতগতিত হ্ৰাস পাবলৈ ধৰাত তেওঁৰ গুৰু দক্ষিণপাট সত্ৰৰ গোসাঁয়েও প্ৰজাসকলক ৰজাৰ লগ নেৰিবলৈ আবেদন জনাইছিল যদিও কোনো ফল নহ'ল। কলিয়াবৰত বিষয়াসকলে মেল পাতি লাংগি গদাপাণিক ৰাজপাট দিবলৈ সিদ্ধান্ত ল'লে। বুঢ়াগোহাঁই, বৰগোহাঁই আৰু কেইবাজনো গড়গঞা বিষয়াই ছল কৰি কলিয়াবৰৰ সভাত যোগ দিলেহি। কলিয়াবৰতে ১৬৮১ খ্ৰীঃৰ আগষ্ট মাহত গদাপাণিক ৰজা বুলি ঘোষণা কৰা হ'ল। গদাপাণি বিষয়াসকলৰ সৈতে নাৱেৰে উজাই আহি গড়গাঁৱত প্ৰৱেশ কৰিলত বহুতো সমৰ্থনকাৰী আগবাঢ়ি আহি তেওঁক সন্মান জনালেহি। এইবোৰ বাতৰি পাই চুলিকফাই পলাবলৈ লৈছিল যদিও ধৰা পৰিল। বন্দী অৱস্থাত তেওঁক নামৰূপলৈ নিৰ্বাসন দি পিছত তাতেই হত্যা কৰা হ'ল।

এইদৰে শৰাইঘাট যুদ্ধৰ পিছৰ পৰা চুলিকফা ল'ৰা ৰজা

বা ৰত্নধ্বজ সিংহৰ দিনলৈকে ৰজাসকলক কেইজনমান ক্ষমতাশালী ডা-ডাঙৰীয়াই ভঙা-পতা কৰি অৱশেষত গদাপাণিক ৰাজপাট দিলে। ৰজা হৈ গদাপাণিয়ে গদাধৰ সিংহ নাম লৈছিল। এইজন অতি প্ৰতাপী ৰজাৰ দিনত ডা-ডাঙৰীয়াসকলৰ ক্ষমতাৰ অপব্যৱহাৰৰ অৱসান ঘটিছিল। দুৰ্নীতি আৰু ষড়যন্ত্ৰৰ অধ্যায়ৰো যতি পৰাত বহিঃশত্ৰুৰ বিৰুদ্ধে মাৰ বান্ধি থিয় হ'ব পৰাকৈ আহোম শক্তিয়ে পুনৰ জীৱন লাভ কৰিলে।

### গৌৰৱৰ যুগ (গদাধৰ সিংহ-ৰাজেশ্বৰ সিংহ ঃ ১৬৮১—১৭৬৯ খ্ৰীঃ)

#### গদাধৰ সিংহ (১৬৮১—১৭১৪ খ্ৰী ঃ) ঃ

১৬৮১ খ্ৰীঃত লাংগি গদাপাণিয়ে শিংগৰি ঘৰত উঠিলত অসমৰ ইতিহাসত এক গৌৰৱৰ যুগৰ শুভাৰম্ভণি ঘটিল। তেওঁৰ দিনত দেখা দিয়া বিভিন্ন ঘৰুৱা ষড়যন্ত্ৰক কঠোৰ হাতেৰে দমন কৰাৰ উপৰিও লালুকসোলা বৰগোহাঁইৰ দিনতে মুঘলৰ হস্তগত হোৱা গুৱাহাটী পুনৰ উদ্ধাৰ কৰি এইজন ৰজাই সুখ্যাতি আৰ্জিছিল। ৰজা হৈ গদাপাণিয়ে আহোম মতে চুপাতফা আৰু হিন্দুমতে গদাধৰ সিংহ নাম লৈছিল। গদাধৰ সিংহ আছিল গোবৰ ৰজাৰ পুত্ৰ আৰু তুংখুঙীয়া বংশোদ্ভৱ। নাহৰকটীয়াৰ দাঁতিকাষৰীয়া তুংখুংগ বা তুংখুং বা তিংখাং নামৰ ঠাইখনৰ পৰা অহাৰ বাবে তেওঁলোকক তুংখুঙীয়া বোলা হৈছিল। প্ৰকৃতপক্ষে এওঁলোক আছিল আহোম ৰজাঘৰীয়া লোক। চুংহুমুং ৰজাৰ দিনত দিহিং, চাৰিং, তিপাম, চামগুৰি, তুংখুংগ, নামৰূপ আদি ঠাইত ৰাজকোঁৱৰসকলক 'ৰজা' উপাধি দি স্থাপন কৰা হৈছিল আৰু গদাপাণি তুংখুংগৰ এনে ৰাজকোঁৱৰ বা 'ৰজা'ৰ বংশধৰ আছিল।

ৰাজত্বৰ প্ৰাৰম্ভণিতেই তেওঁ কেইবাটাও বিদ্ৰোহৰ সন্মুখীন হৈছিল। আনহে নালাগে গদাপাণিয়ে চুলিকফা ল'ৰা ৰজাৰ দিনত নিজ প্ৰাণ বচাবলৈ অ'ত ত'ত আশ্ৰয় বিচাৰি ফুৰাৰ কালত তেওঁক আশ্ৰয় দিয়াৰ লগতে সযত্নে ৰখা তেওঁৰ ভিনিহিয়েক বন্দৰ বৰফুকনেও পানীফুকনৰ লগলাগি তেওঁৰ বিৰুদ্ধে ষড়যন্ত্ৰত নামিছিল। চোৰাংচোৰাযোগে এই সংবাদ পাই গদাপাণি তথা গদাধৰ ৰজাই দুয়োজনকে ধৰি আনি তিনিজনা গোহাঁইৰ সমুখত বিচাৰ কৰাইছিল। দুয়োজন দোষী সাব্যস্ত হোৱাত পূৰ্বৰ উপকাৰৰ কথা সুঁৱৰি তেওঁলোকক প্ৰাণদণ্ড নিদি তেওঁলোকৰ 'বৰফুকন' আৰু 'পানীফুকন' পদ কাঢ়ি লোৱা হৈছিল। ইয়াৰ উপৰিও গদাধৰে তেওঁৰ বিৰুদ্ধাচৰণ কৰা লোকসকলক বিচাৰি উলিয়াই তেওঁলোকক কঠোৰ শাস্তি দিছিল। এই ক্ষেত্ৰত তেওঁ স্থান-কাল-পাত্ৰ আদিৰ কথা চিন্তা নকৰি দোষৰ পৰিমাণ অনুসৰি মৃত্যুদণ্ড, নিৰ্বাসন, চমতাৰ কোব, অংগহানিকে আদি কৰি বিভিন্নজনক বিভিন্ন শাস্তি দিছিল। ইয়াৰ পিছত যিজনক বুঢ়াগোহাঁই হিচাপে নিযুক্তি দিয়া হ'ল তেওঁৰ বিৰুদ্ধেও গোচৰ পালে যে তেওঁ বাটৰ পৰা কিছুমান গৰু ধৰি নি বিক্ৰী কৰি ধন ঘটিছে। বিচাৰত তেওঁ দোষী সাব্যস্ত হোৱাত ৰজাই তেওঁক সপুত্ৰে মৃত্যুদণ্ড দিলে। এনে ধৰণে শাস্তিৰ ক্ষেত্ৰত কঠোৰতা প্ৰদৰ্শন কৰাৰ বাবে ৰাজ্যখনলৈ শৃংখলা ঘূৰি আহিছিল আৰু ৰজাৰ ক্ষমতাও নিকপকপীয়া হৈ উঠিছিল।

গদাধৰ সিংহৰ দিনত সংঘটিত বিখ্যাত ইটাখুলিৰ যুদ্ধখনেই (১৬৮২ খ্ৰীঃ) আছিল আহোম আৰু মুঘলৰ মাজত শেষ যুদ্ধ। উল্লেখযোগ্য যে, লালুকসোলা বৰফুকনে নিজৰ স্বাৰ্থ ৰক্ষাৰ্থে গুৱাহাটীখন মুঘলৰ হাতত তুলি দিছিল। ৰাজপাটত উঠিয়েই গদাধৰে গুৱাহাটী পুনৰ উদ্ধাৰক মহান কৰ্তব্য বুলি ধৰি এটা শক্তিশালী সৈন্য বাহিনী প্ৰস্তুত কৰিছিল। গদাধৰৰ ৰণসজ্জা দেখি মুঘলসকলে গুৱাহাটীৰ শুক্ৰেশ্বৰৰ ওচৰৰ ইটাখুলিত কোঠ মাৰি আছিল। ইয়াৰ আগে আগে আহোম সৈন্যই হেলাৰঙে বাঁহবাৰী আৰু কাজলিৰ দুৰ্গ মুঘলৰ হাতৰ পৰা মুক্ত কৰিছিল। আহোম সৈন্যসকলৰ নেতৃত্বত আছিল তিনিওজন ডাঙৰীয়া। বৰনদীৰ ওপৰত হোৱা নৌযুদ্ধতো মুঘল সৈন্যই গা কৰিব নোৱাৰি খৰধৰকৈ ইটাখুলিলৈ পিচ হুঁহকি গৈছিল। মুঘল সৈন্যৰ নেতৃত্বত আছিল ফৌজদাৰ মাছুম বা মনছুৰ খাঁ। এডৱাৰ্ড গেইটৰ মতে এই নামটো বোধকৰো মনছুৰ নহয় মনচবদাৰহে। ইটাখুলিত আহোম সৈন্যদলে মুঘলক চাৰিওফালৰ পৰা বেঢ়ি ধৰিলত তেওঁলোকে যুদ্ধত হাৰি যেনিয়ে তেনিয়ে পলাবলৈ ধৰে। আহোম সৈন্যই এওঁলোকক খেদি নি মানাহলৈ পাৰ কৰি আহেগৈ। এই ৰণত আহোম সৈন্যই তেওঁলোকৰ শৌৰ্য-বীৰ্যৰ প্ৰকৃত পৰিচয় দাঙি ধৰিবলৈ সক্ষম হৈছিল। মুঘলসকলে তেওঁলোকৰ অস্ত্ৰ-শস্ত্ৰ বয়বস্তুসমূহ যি'য'ত আছে ত'তে এৰি

পলাইছিল। বুৰঞ্জীসমূহৰ মতে ইটাখুলিৰ ৰণত আহোম সৈন্যই যিমানবোৰ বন্দুক-বাৰুদ, সা-সম্পত্তি, টকা-পইচা আদি পাইছিল পূৰ্বৰ কোনো এখন ৰণত সিমান বস্তু পোৱা নাছিল। ইটাখুলিৰ ৰণত মুঘলৰ পৰা কাঢ়ি ৰখা তিনিটা বৰতোপ এতিয়াও আছে। লক্ষীমপুৰৰ উপায়ুক্তৰ বাসভৱনৰ সমুখত প্ৰাপ্ত এনে এটি বৰতোপৰ গাত এইদৰে লিখা আছে "ৰজা গদাধৰ সিংহই গুৱাহাটীত মুছলমানসকলক পৰাস্ত কৰি ১৬০৫ শকত (১৬৮২ খ্ৰীঃ) এই অস্ত্ৰ লাভ কৰে।" মুঘলৰ পৰা এইদৰে পোৱা বৰতোপ এটা এতিয়াও গুৱাহাটীৰ যাদুঘৰত সংৰক্ষিত আছে। ইটাখুলিৰ ৰণত মুঘলৰ সেনাপতি মনছুৰ খাঁয় চৰম পৰাজয় সমুখীন হৈছিল। তৃতীয় বৰতোপটো ডিকমত পোৱা গৈছিল। ইটাখুলিৰ ৰণৰ পিছত দুয়ো পক্ষই মানাহ নৈকে দুয়ো ৰাজ্যৰ সীমা বুলি মানি লৈছিল। উল্লেখযোগ্য যে ইটাখুলিৰ ৰণৰ সময়ত আহোমৰ হস্তগত হোৱা হাতী, ঘোঁৰা, ম'হ, বিভিন্ন আকৃতিৰ বৰতোপ, বন্দুক, তৰোৱাল, বৰ্শাকে আদি কৰি সা-সামগ্ৰীসমূহ ৰজাৰ আজ্ঞামতে এই বিজয়ৰ নেতৃত্বত থকা বিষয়াসকলৰ মাজত ভগাই দিছিল। কথিত আছে যে, পূৰ্বতে মুঘলৰ আশ্ৰয় লোৱা ভাতধৰা ফুকন এই ৰণত সপুত্ৰে আহোম সেনাৰ হাতত বন্দী হোৱাত গদাধৰ সিংহই এই দুয়োজনকে মানুহে কোনো দিনে পাহৰিব নোৱাৰাকৈ দৃষ্টান্ত ৰাখি শাস্তি দিছিল। সেইমৰ্মে প্ৰথমে হেনো ভাতধৰা ফুকনৰ পুত্ৰক বধ কৰি মৃতকৰ মাংসৰে আঞ্জা ৰান্ধি পিতৃক খুৱাই তাৰ পিছতহে তেওঁক বধ কৰা হৈছিল। ইটাখুলিৰ ৰণত পৰাজিত মুঘল সেনাপতি মনছুৰ খাঁই আহোমৰ নৌ শক্তিৰ ক্ষমতা দেখি তেওঁলোকক প্ৰশংসা কৰিবলৈ বাধ্য হৈছিল।

গদাধৰ সিংহৰ দিনত শদিয়াৰ মিৰি (মিচিং)সকলে এদিন নিশাৰ ভাগত শদিয়াখোৱা গোহাঁই, কানু গোহাঁই আৰু ৰূপ সন্দিকৈৰ ঘৰত অগ্নিসংযোগ কৰাত তেওঁলোকৰ ল'ৰা-তিৰোতাকে ধৰি পৰিয়ালৰ ভালেমান লোক-পুৰি মৰিল। শদিয়া খোৱা গোহাঁয়ে অকলে কোনোমতে প্ৰাণৰক্ষা কৰিবলৈ সক্ষম হ'ল। ইয়াতে ক্ষান্ত নাথাকি আক্ৰমণকাৰীসকলে চুবুৰীয়া গাঁওসমূহতো লুটপাট কৰি প্ৰায় ২০০ জন লোকক হত্যা কৰিলেগৈ। গদাধৰে এই বাতৰি পাই ততাতৈয়াকৈ মৌপিয়া নাওবৈচা ফুকনক মিৰিসকলক দমনাৰ্থে পঠিওৱাত দুয়ো পক্ষৰ যুঁজ লাগিল। যুঁজত মিৰিসকলৰ ৪ জন লোকৰ মৃত্যু ঘটাৰ উপৰিও পুৰুষ-তিৰোতা, ল'ৰা-ছোৱালী, বুঢ়া মেথাকে ধৰি ভালেমান লোক আহোমৰ হাতত পৰিল। মিৰিসকলৰ এক বৃজনসংখ্যক তৰোৱাল, দা, অন্যান্য ঘৰুৱা সা-সঁজুলি, মেঠোন আদি আহোম সৈন্যৰ হস্তগত হ'ল। গদাধৰ সিংহই ভৱিষ্যতে যাতে মিৰিসকলে আকৌ আক্ৰমণ কৰিব নোৱাৰে সেই কথা চিন্তা কৰি দিহিং নৈক সীমা হিচাপে লৈ অসমীয়া গাঁওবোৰ ভিতৰ কৰি এটা মাটিৰ গড় সজালে। মিৰিসকলৰ সৈতে বছৰেকীয়া কৰৰ বন্দবস্ত কৰাৰ উপৰিও তেওঁলোকৰ সৈতে ন-কৈ 'পচা' বন্দবস্ত কৰাও হ'ল। মিৰিসকলৰ সৈতে আহোমৰ এই বিবাদ ঘটিছিল ১৬৮৩ খ্ৰীঃত। এডৱাৰ্ড গেইটৰ মতে এই চনটো ১৬৮৫ হে আছিল। নাওবৈচা ফুকনে সুকলমে মিৰিসকলৰ দায়িত্ব পালন কৰিছিল (১৬৮৭ খ্ৰীঃ) শদিয়াখোৱা গোহাঁয়ে মিৰিসকলৰ বিৰুদ্ধে হোৱা অভিযানত ভালদৰে মন-কাণ নিদিয়াৰ বাবে ৰজাৰ খং উঠি তেওঁক পদচ্যুত কৰিছিল বুলি জনা যায়।

গদাধৰ সিংহৰ ৰাজত্বকালত কোনো কোনো অঞ্চলত নগাসকলেও নানাধৰণে অশান্তিৰ সৃষ্টি কৰাত ৰজাই তেওঁলোককো দমন কৰিছিল। দৈয়াং অঞ্চলৰ অসমীয়া গাঁওবোৰত কেতবোৰ লঠা নগাই আহি মানুহৰ ঘৰবাৰীত লুটপাত কৰি জুই লগাই দিয়াৰ উপৰিও কিছুমান লোকক দাস হিচাপে খটুৱাবলৈ ধৰি নিছিল। এনেবোৰ অভিযোগ পাই গদাধৰ সিংহই তামচেং চিংহাই ফুকনৰ নেতৃত্বত এদল আহোম সৈন্যক এই গাঁওসমূহ ৰক্ষা কৰাৰ লগতে তাত নগাসকলৰ উপদ্ৰৱ বন্ধ কৰিবলৈ পাচিলে। এই সৈন্যদলক দেখি লুটপাত কৰিবলৈ অহা লঠা নগাসকলে পলাবলৈ ধৰিছিল যদিও তেওঁলোকক পিছে পিছে খেদি গৈ আহোম সৈন্যই তেওঁলোকৰ ঘৰবিলাকত জুই লগাই দিছিল। এইদৰে আহোমৰ প্ৰতি আক্ৰমণত তিষ্ঠিব নোৱাৰি লঠা নগাসকলে আহোম ৰজাৰ বশ্যতা স্বীকাৰ কৰিবলৈ নিজে আগবাঢ়ি আহিছিল। এই উপলক্ষে নানা বয়বস্তু উপহাৰ দিয়াৰ উপৰিও তেওঁলোকৰ দুগৰাকী কন্যা আহোম ৰজালৈ আগবঢ়াইছিল।

১৬৯২ খ্ৰীঃত বুঢ়ীদিহিং অঞ্চলত আহোমৰ হাতত থকা লোণপুঙত এজাক নামচংগীয়া কন্যাক বা কনিয়াক নগা

লোকে হঠাতে আক্ৰমণ কৰি ২৩ জন লোকক হত্যা কৰাত গদাধৰ সিংহই তামচেং চিংফাই ফুকনকে এইসকল লোকক দমন কৰাৰ ভাৰ দিলে। তামচেং ফুকন এইবাৰো নগাসকলক দমন কৰাত কৃতকাৰ্য হ'ল। যিসকলক আক্ৰমণকাৰী কন্যাক নগালোকে আহোমৰ বশ্যতা স্বীকাৰ কৰাৰ ক্ষেত্ৰত থেৰো-গেৰো কৰিলে সেইসকলক বধ কৰা হ'ল আৰু যিসকলে বিনাচৰ্তে বশ্যতা স্বীকাৰ কৰিলে তেওঁলোকক বঁটা-বাহন দি নিজ নিজ গাঁওলৈ যাবলৈ দিয়া হ'ল।

আহোমৰ সিংহাসনত তুংখুঙীয়া ৰাজবংশৰ প্ৰতিষ্ঠাপক মহা ক্ষমতাশালী ৰজা গদাধৰ সিংহই কোনো কোনো বৈষ্ণৱ লোকক সদ ব্যৱহাৰ নকৰা বুলি কেতবোৰ সূত্ৰত প্ৰকাশ। কিন্তু তেওঁ কি পৰিপ্ৰেক্ষিতত এইসকল লোকক সদ্ব্যৱহাৰে কৰা নাছিল সেইটোও ভালদৰে চালিজাৰি চোৱা উচিত। প্ৰকৃতপক্ষে, গদাধৰ সিংহই তেওঁৰ ঘটনাবহুল জীৱনত উপকাৰ কৰা আৰু উপকাৰ নকৰা— এই দুয়োবিধ লোকৰ কথা হৃদয়ত গাঁঠি থৈছিল। সেয়ে বিশেষ কিছুমান লোকৰ প্ৰতি তেওঁ কঠোৰ হোৱাৰ কাৰণসমূহ খুঁচৰিলে দেখা যায় যে— (১) চুলিকফা ল'ৰা ৰজাৰ হাতত পৰি ঘুণীয়া হোৱাৰ আশংকাত তেওঁ যেতিয়া ছদ্মবেশ ধৰি চাৰিওফালে পলাই ফুৰিছিল সেই সময়ত কেইখনমান সত্ৰই তেওঁক অপমান কৰি খেদি দিছিল আৰু আন কোনো কোনো সত্ৰাধিকাৰে তেওঁৰ প্ৰতি ভাল ব্যৱহাৰ কৰিছিল। গদাধৰে এইবোৰ ভাল আৰু বেয়া ব্যৱহাৰৰ কথা মনত ৰাখিছিল। ৰজা হৈ তেওঁ বিপদৰ বন্ধুসকলকঁ পুৰস্কৃত কৰিছিল। নগা পাহাৰৰ পৰা আহি ছদ্মবেশেৰে ঘূৰি ফুৰা কালত তেওঁ বোকাখাতৰ অৰ্জুন দৈৱজ্ঞক লগ পাইছিল। এই দৈৱজ্ঞজনে গদাধৰ (তেতিয়াৰ গদাপাণি কোঁৱৰ)ক অতি ভাল ব্যৱহাৰ কৰি তেওঁৰ হাত চাই ভৱিষ্যতে ৰজা হ'ব বুলি কৈ তেওঁক ভাটিৰফালে যাবলৈ উপদেশ দিছিল। তেওঁৰ এনে সদ্ব্যৱহাৰে নিৰাশ হৈ পৰা গদাপাণিক সঞ্জীৱিত কৰি নতুন উৎসাহেৰে কাম কাজ কৰিবলৈ শক্তি দিছিল। সেয়ে, বিপদকালৰ এই উপকাৰী হিঁতৈষীজনক ৰজা হৈ গদাধৰে সোণৰ লগুণ পিন্ধাই দলৈৰ পদত অধিষ্ঠিত কৰিছিল। কিন্তু পূৰ্বৰ দুৰ্দিনৰ কালত যিসকল গোসাঁয়ে তেওঁক বেয়া ব্যৱহাৰ কৰিছিল সেইসকলক তেওঁ শুদাই এৰা নাছিল। তেওঁক বেয়া ব্যৱহাৰ কৰি এতিয়া ৰোষত পৰা এনে দুজন ব্যক্তি আছিল আউনীআটীৰ কেশৱ গোসাঁই আৰু দক্ষিণপাটৰ ৰামবাপু। এই দুয়োজন গোসাঁই আছিল ল'ৰা ৰজাৰ সমৰ্থক আৰু তাহানি গদাপাণিয়ে আশ্ৰয় বিচাৰি যোৱাত তেওঁক অপমান কৰি খেদাই দিছিল। সেয়ে এতিয়া গদাপাণিয়ে ৰজা হৈ দুয়োজনকে ধৰি আনি শাস্তি দিবলৈ ওলোৱাত, কেনেবাকৈ আউনীআটীৰ কেশৱ গোহাঁয়ে কথাটো জানিব পাৰি কোনোমতে প্ৰাণ লৈ শদিয়াত গৈ লুকাই থাকিল। কথিত আছে যে, আউনীআটি সত্ৰত গদাপাণিয়ে আশ্ৰয় ল'বৰ মনেৰে সোমোৱাত এজন ভকতে হেনো 'এইটো ক'ৰ মানুহ, ইয়াৰ পৰা গুচি যা' বুলি কৈ তামোলৰ পিক পেলোৱাত তেওঁৰ গাতে তাৰ ছাটি পৰিছিলহি। সেইবাবে গদাধৰে এতিয়া সেই অপমানৰ হোৰ তুলিবলৈ বিচাৰিছিল। আনহাতেদি ল'ৰা ৰজা চুলিকফা হেনো দক্ষিণপাট সত্ৰৰ ছোট বনমালী বাপুৰ শিষ্য আছিল আৰু সেইবাবে আশ্ৰয় প্ৰাৰ্থী গদাপাণিক এই সত্ৰত আশ্ৰয় দিয়া নাছিল। পিছত কলিয়াবৰত বিষয়াসকলে মিলি গদাপাণিক ৰজা পাতিলত তেওঁ বিষয়াসকলৰ সৈতে নাৱেৰে গড়গাঁৱলৈ যাত্ৰা কৰাৰ কালতো ৰামবাপুয়ে তেওঁক সমৰ্থন দিবলৈ উৎসাহ দেখুওৱা নাছিল। সেয়ে ক্ষমতাত অধিষ্ঠিত হৈ গদাধৰে ৰামবাপুক ধৰাই আনি নানা ধৰণে অপমান কৰি নাক-কাণ কাটি আৰু চকু কাঢ়ি প্ৰতিশোধ লৈছিল। তাতে ক্ষান্ত নাথাকি তেওঁৰ সা-সম্পত্তি বাজেয়াপ্ত কৰি সত্ৰৰ সোণ-ৰূপৰ মূৰ্তি গলাই নষ্ট কৰিছিল। তাৰ পিছত ৰামবাপুৰ শিষ্য কেতবোৰক ধৰি আনি শাস্তি দিয়াৰ পিছতহে যেন গদাধৰৰ খং পাতলিছিল। (২) ওপৰত উল্লিখিত কাৰণসমূহৰ উপৰি গদাধৰ সিংহই বৈষ্ণৱ সত্ৰসমূহৰ প্ৰতি সদয় নোহোৱাৰ মূলতে আৰু কেতেবোৰ কাৰণ নিহিত আছিল। যেনে, সমসাময়িক অসমত শ্ৰীশংকৰদেৱৰ বৈষ্ণৱ ধৰ্মই জনপ্ৰিয়তা লাভ কৰিছিল। বিভিন্ন সত্ৰৰ গোসাইসকলে এই ধৰ্ম প্ৰচাৰত আগভাগ লৈছিল আৰু দিনে দিনে তেওঁলোকৰ শিষ্যৰ সংখ্যা বাঢ়িছিল। বহু ডা-ডাঙৰীয়া এই ধৰ্মৰ প্ৰতি আকৃষ্ট হৈছিল। তেওঁলোকে নাইবা বহুতো আহোম লোক আৰু আনকি অন্যান্য ৰজাঘৰেও বৈষ্ণৱ গোসাঁইসকলক সন্মান কৰাত তেওঁলোকৰ প্ৰতিপত্তি দিনে দিনে বাঢ়িছিল। সত্ৰৰ গোসাঁই, মহন্ত আৰু ভকতসকলেও

লাহে লাহে ৰাজ অনুগ্ৰহ পাই বাৰ্ষিক কৰ নিদিয়া হৈছিল। এওঁলোকৰ বহুতকে বাৰ্ষিক কৰ মাফ দিয়াও হৈছিল। এইদৰে সত্ৰাধিকাৰসকল একো একোটা বিৰাট সম্পত্তিৰ অধিকাৰী হৈ উঠিছিল। তেওঁলোকৰ বহুতে ৰাজ-আড়ম্বৰেৰে জীৱন নিৰ্বাহ কৰিছিল। বহুতৰ আনকি ৩০,০০০ পুৰাতকৈও (১ পুৰা = ৪ বিঘা) মাটি আছিল। এনে মাটিত তেওঁলোকে পাইক খটুৱাইছিল। কোনো কোনো সত্ৰাধিকাৰীয়ে নিজেই প্ৰজাসকলক বৰা, শইকীয়া, হাজৰিকা, ৰাজখোৱা, ফুকন আদি উপাধি প্ৰদান কৰিবলৈ লৈছিল। ফলস্বৰূপে সত্ৰাধিকাৰসকলৰ অধীনত থকা একো একোখন সত্ৰ কেতবোৰ ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যত উপনীত হোৱাৰ উপক্ৰম হোৱাত ৰজা গদাধৰ সিংহই স্বাভাৱিকতে সত্ৰসমূহৰ পৰা বিপদৰ আশংকা কৰি তেওঁলোকৰ অধিকাৰ আৰু প্ৰতিপত্তি খৰ্ব কৰাত গুৰুত্ব দিছিল। (৩) সত্ৰসমূহক লৈ গদাধৰ সিংহৰ আন এটা অসন্তুষ্টিৰ কাৰণ আছিল ভকতৰ ক্ৰমবৰ্ধমান সংখ্যা। সেই কালত প্ৰত্যেক প্ৰজাই পাইক খাটিব লাগিছিল যদিও ভকত হ'লে পাইক খটাৰ পৰা অব্যাহতি পাইছিল। সেয়ে পাইক খটাৰ পৰা নিস্তাৰ পাবলৈ দলে দলে পাইকসকলে ভকত হ'বলৈ ধৰাত ভকতৰ সংখ্যা অভাৱনীয়ৰূপে বাঢ়িছিল। উল্লেখযোগ্য যে, অকল বৰদোৱাতে ভকতৰ সংখ্যা আছিল ২০০০ জন আৰু বৰদোৱাৰ পৰা মাজুলীলৈকে ভকতৰ সংখ্যা ৩০০০ জন হৈছিলগৈ। এইদৰে ভকতৰ সংখ্যা দিনে দিনে বাঢ়ি যোৱাত ৰাজহুৱা কাম-কাজত অতিশয় ক্ষতি হৈছিল। সেয়ে গদাধৰ সিংহই ভকতসকলৰ বহুতকে ধৰি আনি কামত লগাইছিল। বৰ্তমান শিৱসাগৰত থকা ধোদৰ আলিটো এনে ভকতৰ দ্বাৰাই বন্ধোৱা হৈছিল। কিছুমান সত্ৰৰ পৰা ভকতবোৰ ধৰাই নি চেউনি, বচা আদি আওহতীয়া ঠাইত সংস্থাপন কৰাও দেখা গৈছিল। (৪) বৈষ্ণৱ ধৰ্মৰ জনপ্ৰিয়তা বৃদ্ধিৰ লগে লগে সত্ৰৰ গোসাঁইসকলে ৰাজনীতিতো সোমাই পৰিছিল। ল'ৰা ৰজাক সমৰ্থন দিয়াৰে পৰা আৰম্ভ কৰি নানা ধৰণৰ ৰাজনীতিৰ গতি নিৰ্ধাৰণত সত্ৰৰ গোসাঁইসকলে আগভাগ লোৱা অভ্যাসটো গদাধৰ সিংহই ভাল পোৱা নাছিল আৰু ইয়াক যিকোনো উপায়ে বন্ধ কৰিবলৈ বিচাৰিছিল। (৫) গদাধৰ সিংহ এজন অতি শক্তিমন্ত পুৰুষ আছিল। তেওঁ নিজে যথেষ্ট পৰিমাণে মদ-মাংস খাইছিল আৰু বিচাৰিছিল যে তেওঁৰ প্ৰজাসকলেও একেদৰে খাই বৈ আৱশ্যক অনুযায়ী শত্ৰুৰ সৈতে যুঁজিব পৰাকৈ সুস্থ-সবল হৈ থাকক। গোসাঁইসকলে প্ৰজাক অহিংস ধৰ্ম ল'বলৈ কেৱল হৰিভজন কৰি মদ-মাংস নাখাবলৈ আহ্বান জনোৱাত তেওঁ অতি বিৰক্তিবোধ কৰিছিল। তেওঁৰ প্ৰশ্ন আছিল যে, যদি প্ৰজাসকলে কেৱলীয়া ভকত হৈ কেৱল মাত্ৰ হৰিগুণ গোৱাতেই মত্ত হৈ থাকে, তেন্তে যুদ্ধ কৰিব কোনে? (৬) গদাধৰ নিজে আছিল ঘোৰ শাক্ত। শাক্তপন্থী ব্ৰাহ্মণসকলে বৈষ্ণৱ সত্ৰ আৰু সত্ৰাধিকাৰসকলৰ ক্ৰমবৰ্ধমান জনপ্ৰিয়তা দেখি ঈৰ্ষান্বিত হৈছিল। এই লোকসকলক দমন কৰি নাৰাখিলে ভৱিষ্যতে তেওঁলোক নিশ্চয় বিপদৰ কাৰণ হ'ব বুলি এই ব্ৰাহ্মণসকলে ৰজাক মন্ত্ৰণা দিছিল যে যিকোনো উপায়েৰে এই লোকসকলক হাতৰ মুঠিলৈ নিয়াটো আৱশ্যক। এই চাম লোকে ৰজাক সত্ৰ আৰু সত্ৰাধিকাৰসকলক দমন আৰু অত্যাচাৰ কৰিবলৈকো উচটাইছিল বুলি কোনো কোনো মহলে ভাবে। (৭) সত্ৰ আৰু আহোম ৰজাঘৰৰ মাজত প্ৰতিদ্বন্দ্বিতাৰ ভাব নতুন নাছিল। অৱশ্যে কোনো কোনো আহোম ৰজা ইয়াৰ ব্যতিক্ৰম নোহোৱাও নহয়। ভালেমান আহোম ৰজা, ৰজাৰ পৰিয়াল আৰু সপৰিয়ালে ডাঙৰীয়াসকলৰ বহুতে সত্ৰসমূহৰ পৃষ্ঠপোষকতা কৰাটোও এটা সাধাৰণ নিয়মত পৰিণত হৈছিল। সেইদৰে বহুতে সত্ৰসমূহৰ ক্ৰমবৰ্ধমান উন্নতিত ঈৰ্ষিত নোহোৱাকৈও থকা নাছিল। এতিয়া স্বয়ং ৰজাই এই লোকসকলৰ প্ৰতি ক্ৰোধ আৰু বিৰক্তিভাব পোষণ কৰা বাবে ৰজাক দেখি ভালেমান লোকেও সত্ৰসমূহৰ প্ৰতি বেয়া ভাব পোষণ কৰিবলৈ লৈছিল। (৮) সত্ৰৰ গোসাঁইসকলৰ ঐশ্বৰ্য-বিভূতি আৰু ক্ৰমবৰ্ধমান শক্তি প্ৰকৃতপক্ষে গদাধৰ সিংহৰ চিন্তাৰ কাৰণ হৈ উঠিছিল। এনে ধৰণৰ প্ৰতিপত্তি আৰু জনপ্ৰিয়তাক খৰ্ব নকৰিলে এই সত্ৰ আৰু ইয়াৰ সত্ৰাধিকাৰসকলে ৰাজ্যৰ নিৰাপত্তা আৰু শ্ৰীবৃদ্ধিত আঘাত হানিব বুলিও গদাধৰৰ শংকা ইমানদূৰ বৃদ্ধি পাইছিল যে তেওঁ মোৱামৰীয়া সত্ৰৰ সত্ৰাধিকাৰ বৈকুণ্ঠনাথৰ জনপ্ৰিয়তা আৰু প্ৰতিপত্তি খৰ্ব কৰিবলৈকে তেওঁক ধৰি আনি প্ৰথমে নামৰূপলৈ নিৰ্বাসন দিয়েই ক্ষান্ত নাথাকি পিছলৈ তেওঁক

হত্যা কৰিহে শান্তি পাইছিল। ইফালে জখলাবন্ধাৰ গোসাঁয়ে দুৰ্দিনত তেওঁক সহায় কৰাৰ কথা কৃতজ্ঞতাৰে স্মৰণ কৰি তেওঁক গদাধৰ সিংহই পুৰস্কৃত কৰিছিল।

অৱশ্যে পিছলৈ কেতবোৰ নিৰ্দোষী লোক অনাহকতে তেওঁৰ ৰোষৰ বলি হোৱাৰ উমান পাই গদাধৰে ওপৰত গ্ৰহণ কৰা দমন নীতি বন্ধ কৰিছিল। এইদৰে অনাহকত অত্যাচাৰৰ বলি হোৱা লোকক তেওঁ ক্ষতিপূৰণ দিয়াৰ ব্যৱস্থাও কৰিছিল। সেয়ে, বৈষ্ণৱ সত্ৰসমূহৰ প্ৰতি তেওঁ গ্ৰহণ কৰা কঠোৰ নীতিৰ অন্তৰালত কিবা ধৰ্মীয় কাৰণ আছিল বুলি ধৰিলে নিশ্চয় গদাধৰ সিংহৰ প্ৰতি অবিচাৰ কৰা হ'ব। বৰং মৃত্যুশয্যাত তেওঁ পুত্ৰ ৰুদ্ৰসিংহক গোসাঁইসকলক পুনৰ সংস্থাপন কৰিবলৈহে নিৰ্দেশ দি গৈছিল বুলি জনা যায়। অৱশ্যে, তেওঁৰ দুখৰ দিনত কেইজনমান সত্ৰাধিকাৰীয়ে তেওঁৰ প্ৰতি দেখুওৱা অনীহা ভাবৰ বাবে তেওঁলোকৰ প্ৰতি তেওঁ বিৰূপ মনোভাব গ্ৰহণ কৰি তেওঁলোকৰ প্ৰতিপত্তি হ্ৰাস কৰাটো তেওঁ এটা ৰাজনৈতিক আৱশ্যকতা বুলি ভাবিছিল। পাইক হ'বলৈ মন নকৰি ভকত হৈ পাইক খটাৰ পৰা নিষ্কৃতি লাভৰ চেষ্টা কৰা ভকতসকলক নিৰুৎসাহ কৰাটোও ৰজা হিচাপে তেওঁৰ অন্যতম কৰ্তব্য বুলি গণ্য কৰিছিল।

সমসাময়িক স্থাপত্য, ভাস্কৰ্য আদিৰ উন্নতি বিধানতো এইজন বহুমুখী প্ৰতিভাৰ অধিকাৰী ৰজা গদাধৰৰ যথেষ্ট অৰিহণা আছিল। এওঁৰ দিনতে উমানন্দৰ মন্দিৰটো সাজি উলিওৱা হৈছিল (১৬৯৪ খ্ৰীঃ)। ধোদৰ আলি, কেইবাখনো শিলৰ সাঁকো আৰু ভালেমান পুখুৰী এইজন ৰজাৰ দিনতে খন্দা হৈছিল। কোচবিহাৰ আৰু বংগদেশৰ পৰা অভিজ্ঞ পিয়লকাৰী আনি তেওঁ অসমত মাটিৰ জোখ-মাপ কৰাইছিল। তেওঁ নিজেও এই ধৰণে মাটিৰ পিয়লৰ কাম বংগদেশৰ মুছলমান লোকৰ পৰা শিকি লৈছিল। অৱশ্যে পিয়লৰ কাম শেষ নৌহওঁতেই তেওঁৰ মৃত্যু ঘটাত তেওঁৰ পৰৱৰ্তী ৰজা ৰুদ্ৰসিংহইহে এই কাম সম্পূৰ্ণ কৰিছিল। উল্লেখযোগ্য যে, তেওঁ ব্ৰাহ্মণসকলক ভূমি দান দিছিল আৰু সেই উপলক্ষে তামৰ ফলি উলিয়াইছিল। একেদৰে তেওঁ ভালেমান মন্দিৰকো ভূমিদান দি তামৰ ফলি উলিয়াইছিল। অসমত এইদৰে তামৰ ফলিৰ ব্যৱহাৰ কৰা তেৱেঁই আছিল প্ৰথম আহোম ৰজা।

অসমৰ কলা-কৃষ্টিৰ উন্নতি বিধান আৰু প্ৰজাৰ মংগলাৰ্থে বহুবোৰ কাম কৰি প্ৰায় ১৫ বছৰ কাল ৰাজত্ব কৰি ১৬৯৬ খ্ৰীঃৰ ফেব্ৰুৱাৰী মাহত গদাধৰ সিংহ স্বৰ্গী হয়। তেওঁৰ শৱদেহ মহাসমাৰোহেৰে চৰাইদেউ পাহাৰত সমাধিস্থ কৰা হৈছিল। তাৰ পিছত মৃত ৰজাৰ এটি প্ৰতিকৃতি সাজি ধুনীয়া সাজ-পাৰ, আ-অলংকাৰেৰে সুশোভিত কৰি শ্ৰাদ্ধৰ দিনলৈকে এই মূৰ্তিৰ আগত নানা ধৰণৰ খাদ্যসম্ভাৰ আগবঢ়োৱা হৈছিল। এই কাম নিয়াৰিকৈ কৰিবৰ বাবে কেইবাজনো লোকক বিশেষভাৱে নিযুক্তি দিয়া হৈছিল। তেওঁৰ শ্ৰাদ্ধ উপলক্ষেও বহু লোকক ম'হ আৰু হাঁহৰ মাংসকে ধৰি বহুবোৰ খাদ্যৰে ভোজ-ভাতেৰে আপ্যায়িত কৰা হৈছিল।

এইদৰে গদাধৰ সিংহই নিজৰ প্ৰচেষ্টাত নানাধৰণৰ ব্যক্তিগত আৰু ৰাজহুৱা আহুকালৰ সমাধা কৰি নিজকে এজন শক্তিশালী ৰজা হিচাপে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল। প্ৰবল আত্মবিশ্বাস, বুদ্ধি, ৰাজনৈতিক প্ৰখৰতা আৰু কৌশলৰ বলত তেওঁ আহোম ৰাজ্যখন কেতবোৰ স্বাৰ্থান্বেষী আৰু ক্ষমতাশালী ডা-ডাঙৰীয়া আৰু অন্যান্য পাবত গজা বিষয়াসকলৰ হাতৰ পৰা ৰজাৰ হাতৰ মুঠিলৈ নিয়াৰ ক্ষেত্ৰত এক অভূতপূৰ্ব অৰিহণা যোগাইছিল। ৰাজত্বৰ প্ৰথমছোৱাত ৰাজ্যৰ স্বাৰ্থৰ খাতিৰত তেওঁ যদিও কেইবাজনো গোসাঁই মহন্তৰ ক্ষমতা কৰ্তন কৰিছিল আৰু এই সংক্ৰান্ততে তেওঁলোকক দমন কৰিবলৈ কেতবোৰ কঠোৰ ব্যৱস্থা হাতত লৈছিল। অৱশ্যে তেনে ব্যৱস্থাই অযথা কেতবোৰ নিৰীহ লোকৰ ক্ষতি সাধন কৰা বুলি গম পাই তেওঁ তেনে ব্যৱস্থাসমূহ বন্ধ কৰি আৱশ্যকবোধে ক্ষতিগ্ৰস্তসকলক ক্ষতিপূৰণ দি তেওঁৰ বহল অন্তৰৰ পৰিচয় দিছিল।

**চুখ্ৰামফা বা ৰুদ্ৰসিংহ (১৬৯৬—১৭১৪ খ্ৰীঃ)**

যিসকল আহোম স্বৰ্গদেৱে তেওঁলোকৰ বাচকবনীয়া অৱদানেৰে অসম বুৰঞ্জীত নাম চিৰস্থায়ী কৰি গৈছে তেওঁলোকৰ মাজত ৰুদ্ৰসিংহ এটা ভোটাতৰাৰ দৰে জিলিকি আছিল। এইজন বহু গুণসম্পন্ন, প্ৰখৰ ৰাজনীতিজ্ঞ আৰু মেধাসম্পন্ন ৰুদ্ৰসিংহক অ.হোমৰ শ্ৰেষ্ঠ ৰজা বুলি আখ্যা দিয়া হয়। তেওঁ আছিল গদাধৰ সিংহৰ বৰপুত্ৰ। তেওঁৰ ঘৰুৱা নাম আছিল লাই কোঁৱৰ। ৰজা হৈ তেওঁ আহোমমতে

চুখ্ৰামফা আৰু হিন্দুমতে ৰুদ্ৰসিংহ নাম লৈছিল। বুৰঞ্জীসমূহত ৰুদ্ৰসিংহ নিৰক্ষৰ আছিল বুলি কোৱা হৈছে। কিন্তু আক্ষৰিক জ্ঞান নাথাকিলেও তেওঁ এজন জ্ঞানী ৰজা আছিল আৰু বিশেষকৈ ৰাজনীতি আৰু কূটনীতিৰ ক্ষেত্ৰত তেওঁ অসাধাৰণ বুদ্ধি ধাৰণ কৰিছিল। ৰজাৰ সাংস্কৃতিক জীৱনলৈকো তেওঁৰ অৰিহণা আছিল চিৰস্মৰণীয়।

তেওঁৰ পিতৃ স্বৰ্গদেউ গদাধৰ সিংহই বিভিন্ন কাৰণৰ বশৱৰ্তী হৈ ৰাজত্বৰ আগছোৱাত বৈষ্ণৱ সত্ৰ কেতবোৰৰ বিৰুদ্ধে দমননীতি গ্ৰহণ কৰিছিল যদিও পিছলৈ যেতিয়া গম পাইছিল এনে কৰোতে কেতবোৰ নিৰ্দোষ লোকেই অযথা নিকাৰ ভুঞ্জিবলগীয়াত পৰিছে তেতিয়া তেওঁ সেই নীতি ত্যাগ কৰিছিল। ৰাজত্বৰ শেষ অধ্যায়ত তেওঁ পূৰ্বতে দমন কৰা গোসাঁই মহন্তসকলৰ প্ৰতি সদয় হৈ মৃত্যুশয্যাত বৰপুত্ৰ লেচাইক এই লোকসকলক পুনৰ প্ৰতিষ্ঠাৰ সুযোগ দিবলৈ নিৰ্দেশ দিছিল। এইজন লেচাই কোঁৱৰেই ৰজা হৈ ৰুদ্ৰসিংহ নাম লৈছিল আৰু ৰাজত্বৰ প্ৰাৰম্ভণিতেই তেওঁ যিবোৰ আঁচনি হাতত লৈছিল তাৰ ভিতৰত গোসাঁই মহন্ত আদিৰ পুনৰ সংস্থাপনে অগ্ৰাধিকাৰ লাভ কৰিছিল। তেওঁ চেউনী, বচা আৰু গড়গাঁৱৰ পৰা বামুণীয়া গোসাঁইসকলক মাজুলীলৈ তুলি নি সেই ঠাইতে যেতিয়া থকা-মেলাৰ সুবিধা আগবঢ়ালে এতিয়াৰে পৰা মাজুলী এই গোসাঁই মহন্তসকলৰ প্ৰধান ঠাই হ'ল। এই ব্যৱস্থাৰ দ্বাৰা এহাতে তেওঁ পুনৰ সংস্থাপনৰ বাবে নানা সা-সুবিধা আগবঢ়াই এইসকল লোকক সন্তুষ্ট আৰু কৃতজ্ঞ কৰিলে আৰু আনহাতেদি তেওঁলোকৰ ওপৰত সতৰ্ক দৃষ্টি ৰক্ষাৰ ক্ষেত্ৰতো তেওঁৰ সুবিধা হ'ল। ৰুদ্ৰসিংহৰ পিতৃ গদাধৰ সিংহৰ দিনত প্ৰাণৰ সংশয়ে দেখা দিয়াৰ বাবে আউনীআটী সত্ৰৰ সত্ৰাধিকাৰ কেশৱদেৱে শদিয়াত লুকাইছিলগৈ। এতিয়া ৰুদ্ৰসিংহই তেওঁক মাতি আনি সত্ৰখন উভতাই দিলে। তদুপৰি এজন তীক্ষ্ণবুদ্ধিৰ কূটনীতিবিদ হোৱাৰ বাবে ৰুদ্ৰসিংহই স্বয়ং এইজন গুৰুৰ শিষ্যত্ব গ্ৰহণ কৰিলে। এনে কৰাৰ ফলত তেওঁৰ একেলগে দুটা ডাঙৰ লাভ হ'ল। ইয়াৰে এটা হ'ল সত্ৰাধিকাৰ আৰু তেওঁৰ অন্যান্য শিষ্যসকলৰ মাজত তেওঁ এজন বহল অন্তঃকৰণৰ মহানুভৱ ব্যক্তি হিচাপে স্বীকৃত হ'ল আৰু আনহাতেদি কেশৱদেৱ সত্ৰাধিকাৰৰ যোগেদি তেওঁ আন আন ব্ৰাহ্মণ্য সত্ৰসমূহৰ ওপৰত বহলভাৱে প্ৰভাৱ বিস্তাৰ কৰিবলৈ সক্ষম হ'ল। এইদৰে ৰুদ্ৰসিংহৰ জনপ্ৰিয়তাৰ ক্ষেত্ৰখন যথেষ্ট বহল হৈ পৰিল।

ইয়াৰ পৰৱৰ্তীকালত ৰুদ্ৰসিংহই ১৭০২ খ্ৰীঃত গড়গাঁওত এখন বিৰাট ধৰ্মসভাৰ আয়োজন কৰাত তাত বহুলোকৰ সমাবেশ ঘটিছিল। এই জনাকীৰ্ণ সভাখনতে তেওঁ ঘোষণা কৰিলে যে এতিয়াৰে পৰা শূদ্ৰ মহন্ত বা মেধিসকলে ব্ৰাহ্মণসকলক শৰণ দিব নোৱাৰিব, কাৰণ কোনো শাস্ত্ৰতে এনে কৰাৰ বিধান নাই। কি কাৰণৰ বশৱৰ্তী হৈ হঠাতে ৰুদ্ৰসিংহই এনে এটা গুৰুত্বপূৰ্ণ নিৰ্দেশ জাৰি কৰিলে, তাক জনা নাযায় যদিও অনুমান কৰিব পাৰি যে ইয়াৰ দ্বাৰা তেওঁ এহাতে তেওঁৰ গুৰু সত্ৰাধিকাৰ কেশৱদেৱক সন্তুষ্টি দিবলৈ চেষ্টা কৰিলে আৰু আনহাতেদি এনে ব্যৱস্থা হাতত লৈ তেওঁ ব্ৰাহ্মণ আৰু অব্ৰাহ্মণ গোসাঁই-মহন্ত আৰু মেধিসকলৰ মাজত বিভাজন সৃষ্টি কৰিবলৈ সমৰ্থ হ'ল। এনে ব্যৱস্থাৰ ফলত সকলোবোৰ মহন্ত আৰু মেধিৰ মাজত থকা পূৰ্বৰ সৌহাৰ্দ্য পূৰ্ণ সম্বন্ধৰ অৱনতি ঘটিল। সেইবেলিও সত্ৰসমূহে যথেষ্ট ক্ষমতা লাভ কৰি ক্ৰমাৎ আনকি ৰজাঘৰকো কেৰেপ নকৰা হোৱাৰ কালত এইদৰে মহন্ত আৰু মেধিৰ মাজত এক মনোমালিন্যৰ সৃষ্টি কৰি ৰুদ্ৰসিংহই এতিয়া এই দুয়োটা দলকে তেওঁৰ আঙুলিৰ ইংগিতেৰে চলাবলৈ সক্ষম হ'ল।

বৰহাটত আহোমৰ অধিকাৰত থকা লোণশাল ৰক্ষাৰ বাবে সেই ঠাইত এটা দুৰ্গ সজা হৈছিল। ১৭০১ খ্ৰীঃৰ ডিচেম্বৰ মাহত ষাঠিজন নগালোকে যাঠি, জোং, দা আদি লৈ এই দুৰ্গটোত হৈ হৈ কৈ প্ৰৱেশ কৰি কেতবোৰ আহোম লোকক কাটি থৈ গ'লহি। বাতৰি পাই ৰুদ্ৰসিংহই ১৭০২ খ্ৰীঃৰ মাৰ্চ মাহত এই নগা লোকসকলক দমনাৰ্থে বচাং ফুকনৰ নেতৃত্বত এদল সৈন্য পঠিয়ায়। কিন্তু ফুকনে পোনছাটেই নগাসকলক আক্ৰমণ কৰি কেইজনমান সৈন্যক নগা গাঁৱলৈ গৈ তেওঁলোকৰ আগমনৰ অভিপ্ৰায় জনালে। তেতিয়া এই নগা লোকসকলেও অনাহকত ফুকনৰ সৈন্যক বাধা দিবলৈ গৈ বিপদ চপাই অনাতকৈ তেওঁলোকৰ পূৰ্বৰ কুকৰ্মৰ বাবে ক্ষমা খোজাটোৱেই ভাল হ'ব বুলি বিবেচনা কৰিলে। সেইবাবে কেইবাজনো নগা মুখীয়াল শ্ৰেণীৰ লোক এই আহোম সৈন্য দলৰ সৈতে আহি তেওঁলোকৰ অহাৰ উদ্দেশ্য বিৱৰি কোৱাত

ফুকনে তেওঁলোকক স্বৰ্গদেউৰ ওচৰত হাজিৰ কৰালে। নগাসকলে ৰুদ্ৰসিংহৰ ওচৰত মূৰ দোঁৱাই ক্ষমা খোজাত ভৱিষ্যতে তেনে নকৰিবলৈ সকীয়াই দি ৰুদ্ৰসিংহই তেওঁলোকক ক্ষমা কৰিলে। এইদৰে নগা লোকসকলৰ সৈতে বন্ধুত্ব ভাব প্ৰদৰ্শন কৰি তেওঁ সেইলোকসকলক বিদায় কালত নানা উপহাৰ আদিও প্ৰদান কৰিলে। এই নগাসকল বৰদুৱৰীয়া, পানীদুৱৰীয়া আৰু নষ্টে নগা আছিল।

ৰুদ্ৰসিংহ স্বৰ্গদেউৰ ৰাজত্বকালত যিবোৰ চুবুৰীয়া ৰাজ্যৰ সৈতে সংঘৰ্ষ ঘটিছিল সেইসমূহৰ ভিতৰত কছাৰীসকলৰ সৈতে ঘটা বিবাদ আছিল অন্যতম। প্ৰতাপসিংহৰ দিনত সুন্দৰ গোহাঁইক পৰাজিত কৰি কছাৰীসকলে নিধন কৰাৰে পৰা আহোমসকলৰ এই লোকসকলৰ প্ৰতি খং উঠি আছিল। কিন্তু মুছলমানসকলৰ সৈতে সেই সময়ছোৱাতে আহোমৰ সংঘৰ্ষ হৈ থকাৰ বাবে সুন্দৰ গোহাঁইৰ হত্যাৰ বাবে কছাৰীসকলৰ ওপৰত প্ৰতিশোধ ল'বলৈকো তেওঁলোকে আহৰি পোৱা নাছিল। এইদৰে ১৭ শতিকাৰ অধিকাংশ সময় আহোম-মুছলমানৰ যুঁজ-বাগৰতেই অতিবাহিত হোৱাত আহোমসকলৰ ব্যস্ততাৰ পূৰ্ণ সুযোগ লৈ কছাৰীসকলে আহোমৰ থাপিত সাধিত ৰজা হৈ থাকিবলৈ নিবিচাৰিলে। কছাৰী ৰজা তাম্ৰধ্বজে ৰুদ্ৰসিংহৰ দিনত প্ৰকাশ্যে নিজকে স্বাধীন ৰজা বুলি ঘোষণা কৰাত আহোমসকলে তেওঁৰ বিৰুদ্ধে যি অভিযান আৰম্ভ কৰিলে, সেই অভিযান এক সুদীৰ্ঘ কাল জুৰি চলিছিল। ৰুদ্ৰসিংহই ১৭০৬ খ্ৰীঃত তেওঁৰ সৈন্যদলক দুভাগ কৰি প্ৰথমটো ভাগক বৰবৰুৱাৰ নেতৃত্বত ধনশিৰি নৈয়েদি আৰু দ্বিতীয়টো ভাগক পানীফুকনৰ নেতৃত্বত কপিলীয়েদি কছাৰীৰ বিৰুদ্ধে প্ৰেৰণ কৰিলে। বিশ্বনাথৰ পৰা যাত্ৰা কৰি বৰবৰুৱাৰ দলটোৱে চামগুৰিৰ দুৰ্গ পাইছিল; তেওঁৰ দলত মুঠতে ৩৭,০০০ জন সৈন্য আছিল। এইদৰে আহোতে তেওঁ যাত্ৰাপথত নগাচকী, দেওপানী, দিলাও, কাকজান, তিনিমুৰুনী আদি ঠাইত একো একোটা কোঠ মাৰি কিছুসংখ্যক সৈন্য এৰি গৈছিল। ইয়াৰ পিচত নোমাল পৰ্বতৰ নামনিত আহোম-কছাৰীৰ সংঘৰ্ষ হোৱাত কছাৰীসকল পৰাস্ত হৈ লাঠি পৰ্বতলৈ আঁতৰি গৈছিল। এই সংঘৰ্ষত প্ৰায় এশজনমান কছাৰী সৈন্য নিহত হৈছিল। প্ৰকৃতপক্ষে, আহোমৰ সৈন্য সংখ্যা দেখি কছাৰী সৈন্যসকলৰ সৰহভাগেই যুদ্ধ নকৰাকৈয়ে পলাবলৈ আৰম্ভ কৰিছিল আৰু যিসকলে পলাবলৈ বাট পোৱা নাছিল সেইসকলৰ সৈতেহে আহোমদলৰ সংঘৰ্ষ লাগিছিল। নোমাল পৰ্বতৰ নামহিৰা দুৰ্গৰ পৰা লাঠি পৰ্বতৰ দূৰত্ব আছিল প্ৰায় ৯ মাইল। এই ঠাইৰ পৰা কছাৰীসকলে কেতবোৰ সৰু সৰু দলত ভাগ হৈ হাবি-বননি কাটিবলৈ লওঁতেই আহোম সৈন্য দলটো সেইখিনি ঠাই পালেহিয়েই। ফলত আকৌ যুঁজ লাগিল। এই যুঁজতো ভালেমান কছাৰী সৈন্য নিধন হ'ল। আনবোৰে যিমান পাৰে লগৰীয়াসকলৰ মৃতদেহবোৰ লৈ সেই স্থান ত্যাগ কৰি আমলখি নামৰ ঠাইত ৰ'লগৈ। কিন্তু তাত অলপ সময় কটোৱাৰ পিছতেই বাতৰি পালে যে আহোম সৈন্যদল আহি তৰাং নামৰ ঠাইত অলপ জিৰণি লৈছে। আমলখি আৰু তৰাঙৰ দূৰত্ব মাত্ৰ ৪ মাইল। সেয়ে সময় নষ্ট নকৰি কছাৰীসকলে অতি খৰধৰকৈ আকৌ পলাবলৈ ধৰিলে।

ইফালে আহোমসকলেও বিনা বাধাৰে নাজেৰেঙৰ মাজেদি ৯ মাইল আঁতৰৰ মাইবঙত প্ৰৱেশ কৰিলেগৈ। মাইবঙত লুটপাত চলাই আহোমসকলে অন্যান্য ভালেমান সা-সামগ্ৰীৰ সৈতে ১টা বৰতোপ আৰু ৭০০ বন্দুক, ৫০০ তৰোৱাল, ২২০ মোন গন্ধক, ৩২০ জন মানুহ, ৬০ টা হাতী, ৮০০ গৰু আদি সংগ্ৰহ কৰিলে। এইদৰে হেলাৰঙে মাইবং জয় কৰি বৰবৰুৱাই মাইবঙৰ উত্তৰে কিছুদূৰৈত অৱস্থিত মাহুৰ নামৰ ঠাইত বাহৰ পাতি তেওঁৰ অভিযানৰ কৃতকাৰ্যতাৰ বাতৰি স্বৰ্গদেউ আৰু বৰফুকনলৈ প্ৰেৰণ কৰিলে। উল্লেখযোগ্য যে বৰবৰুৱাৰ দলটো মাইবঙত সোমোৱাত কছাৰী ৰজা তাম্ৰাধ্বজে ক্ষিপ্ৰ গতিত তাৰ পৰা পলাই গৈ খাছপুৰত আশ্ৰয় ল'লৈগৈ। বৰবৰুৱাৰ নেতৃত্বাধীন দলটোত আহোম সৈন্যৰ উপৰিও কিছু সংখ্যক মিৰি সৈন্যও আছিল। যাত্ৰাকালত ডাঠ হাবিৰ মাজেৰে আগবাঢ়োতে বৰবৰুৱাৰ দলটোক কেইবা ঠাইত নগাসকলেও মাজে মাজে আগচিবলৈ চেষ্টা কৰোতে এই মিৰি সৈন্যসকলে তেওঁলোকক পৰাস্ত কৰিছিল বুলি জনা যায়।

কছাৰীসকলৰ বিৰুদ্ধে পানীফুকনৰ নেতৃত্বত যোৱা দ্বিতীয়টো দলে কপিলীয়েদি গৈ ৰহাত উপস্থিত হৈছিল। ৰহাৰ পৰা কছাৰী ৰাজ্যলৈ যাবলৈ কোনো সুগম পথ

নথকাত এই সৈন্যদলে হাবি-বননিৰ মাজেৰে গছ-লতা কাটি পথ উলিয়াবলগীয়াত পৰিছিল। এইদৰেই মহা কষ্টৰ মাজেদি দলটো তেতেলিগুৰিত বৈছিলগৈ। এই দলটোত মুঠতে ২৪,০০০ জন পাইক সৈন্য আছিল। তেওঁলোকে আটায়ে মিলি হাবি-বননি কাটি আগবাঢ়োতে বহুত সময় লাগিছিল আৰু এদিনত মাত্ৰ এমাইলমানহে আগবাঢ়িব পাৰিছিল। এইদৰে বহু কষ্টৰে তেওঁলোকে ডেমেৰাত উপস্থিত হৈছিল। ডিমেৰালৈ আগবঢ়াৰ সময়ত এই লোকসকলে শালগাঁও, মাদুৰ, লাংগুৰ, ধৰ্মপুৰ আদি কেইবাখনো কছাৰী গাঁৱত আক্ৰমণ চলাই তহিলং কৰিছিল। ধৰ্মপুৰত কামাখ্যা দেৱীৰ মন্দিৰ এটাও আছিল বুলি জনা যায়। পানীফুকনৰ দলটোক কছাৰীসকলে যাত্ৰাপথত আক্ৰমণ কৰিবলৈ বিচাৰিছিল যদিও সংখ্যাধিক্য দেখি সেই কামৰ পৰা নিজকে বিৰত ৰাখিলে আৰু বৰং সেই অঞ্চলৰ গাঁও-ভূঁইৰ কছাৰীসকলে মাইবঙৰ ফালে পলাই যোৱাহে দেখা গ'ল। সেয়ে পানীফুকনৰ দলটোৱে শত্ৰু দলৰ পৰা বাধা নোপোৱাকৈ ডিমেৰাত উপস্থিত হ'ল আৰু তাত ৩০০০ জন সৈন্য থৈ বাকীসকলে পাহাৰীয়া পথেদি ২৩ মাইল আঁতৰৰ নাদেৰাং নামৰ ঠাইলৈ আগবাঢ়িল। এই পথছোৱা আছিল অতি দুৰ্গম। এই চৰম কষ্টসাধ্য যাত্ৰাৰে লক্ষ্যস্থান নাদেৰাং পাওঁতে মুঠ ১৩ দিন লাগিছিল। এই স্থানতে তেওঁ বৰবৰুৱাৰ পত্ৰযোগে মাইবং অধিকাৰৰ বাতৰি পায়। এই বাতৰিয়ে যেন পানীফুকনৰ ভাগৰুৱা দলটোৰ বাবে সঞ্জীৱনীৰ কাম কৰিছিল। এইবাৰ নতুন উৎসাহেৰে এই দলটোৱে মাত্ৰ দুদিনত ১৭ মাইল দুৰ্গম পথ অতিক্ৰম কৰি মাইবং পায়গৈ। পানীফুকনৰ দলটোৰ লগত আছিল ৩২২ জন যুদ্ধবন্দী আৰু যাত্ৰাপথত পোৱা গাঁওবোৰ লুট কৰি অনা বহু সা-সামগ্ৰী, অস্ত্ৰ-শস্ত্ৰাদি।

মাইবঙৰ স্যেঁমেকা আৰু গুপগুপীয়া বতৰে আহোমসকলক সুজা নাছিল। সৈন্যসকলৰ বহুধৰণৰ অসুখ-বিসুখ হ'বলৈ ধৰিলে। স্বয়ং বৰবৰুৱায়ো নৰিয়াপাটীত পৰিবলগীয়া হ'ল। ইপিনে তেওঁলোকৰ লাগতিয়াল বয়-বস্তুৰো অভাৱ ঘটিবলৈ ধৰিলে। মাইবং বিজয় কৰি দুদিনমান মহা আনন্দেৰে হৈ-চৈ কৰাৰ পিছত তেওঁলোকৰ আমনি লাগিল আৰু সেই বাবে ভালেমান দিন তেওঁলোকে একো নকৰাকৈয়ে অতিবাহিত কৰিলে। ইপিনে ৰহাত বাহৰ পাতি থকা ৰুদ্ৰসিংহই তেওঁলোকক খাছপুৰলৈ গৈ তাম্ৰধ্বজক ধৰি আনিবলৈ নিৰ্দেশ দিছিল যদিও সৈন্যসকলৰ অনিচ্ছাৰ বাবে দলটোৱে আজি যাওঁ, কালি যাওঁ কৰি অবাবতে সময় নষ্ট কৰা দেখা গৈছিল। ইফালে ৰহাত থকা ৰুদ্ৰসিংহৰ এওঁলোকৰ ওপৰত ভয়ানক খং উঠিলত তেওঁ অতি কটু ভাষাৰে তেওঁলোকক খাছপুৰলৈ যাবলৈ আজ্ঞা কৰিলে। ৰজাৰ খং উঠা দেখি এইবাৰ পানীফুকনে তাম্ৰধ্বজক বিচাৰি গৈছিল, কিন্তু নৰিয়াত ভুগি থকাৰ বাবে কিছুদুৰ গৈয়েই তেওঁ মৃত্যুমুখত পৰিল বাবে খাছপুৰলৈ যোৱা অভিযান আধৰুৱা হ'ল। ইফালে কছাৰীৰ বিৰুদ্ধে পঠিওৱা দুয়োটা দলৰে বহু কষ্ট আৰু বেমাৰ-আজাৰ আদি হোৱাৰ বাতৰি পাই ডা-ডাঙৰীয়াসকলে ৰুদ্ৰসিংহক এই আঁচনি ত্যাগ কৰিবলৈ বুজনি দিলে। তেওঁলোকৰ বুজনিত অৱশেষত তেওঁ এই আঁচনি ত্যাগ কৰিলে। পানীফুকনক প্ৰত্যাৱৰ্তনৰ বাবে নিৰ্দেশ গ'ল। সেইমৰ্মে প্ৰত্যাবৰ্তন কৰাৰ প্ৰাককালত তেওঁ মাইবঙৰ ইটাৰ দুৰ্গটো ধ্বংস কৰি ঘৰ-বাৰীসমূহত জুই লগাই দিছিল। আহোমৰ মাইবং অধিকাৰৰ স্মৃতি যুগমীয়া কৰিবলৈ সেই নগৰত ১৩ ফুট ওখ এটা স্মৃতিস্তম্ভও সজা হৈছিল। অৱশ্যে সময়ৰ সোঁতত সেই স্মৃতিস্তম্ভটোৰো চিন-মোকাম নাইকিয়া হ'ল। আহোমসকলৰ এই অভিযান কালত মাইবঙলৈ যোৱাৰ বাবে বিশেষ বাটপথ নাছিল, কিন্তু এতিয়া এই অভিযানৰ ফলত বাট-পথ ওলাইছিল বাবে প্ৰত্যাৱৰ্তন কালত দলটোৱে বিশেষ কষ্ট পোৱা নাছিল আৰু পূৰ্বৰ তুলনাত অতি কম দিনৰ ভিতৰতে নিজ ৰাজ্যলৈ উভতি আহিবলৈ সক্ষম হৈছিল। পানীফুকনে মাইবঙৰ পৰা কিছু আঁতৰত থকা ডিমেৰাত এদল পাইক সৈন্য এৰি আহিছিল। কিন্তু বাৰিষাকালৰ নেৰানেপেৰা বৰষুণত লাগতিয়াল বয়বস্তুৰ অভাৱ ঘটাত আৰু লগতে নানা ধৰণৰ বেমাৰ-আজাৰে এই দলটোক জুৰুলা কৰাৰ বাৰ্তা পাই ৰুদ্ৰসিংহই এই দলটোকো ঘৰলৈ উভতি আহিবলৈ অনুমতি দিলে। এইদৰে এক ঘটনাবহুল অভিযানৰ অন্তত আহোম দলটো নিজ ৰাজ্যলৈ প্ৰত্যাৱৰ্তন কৰিলে। কিন্তু যিজন কছাৰী ৰজাৰ বিপক্ষে সেই অভিযান কৰা হৈছিল সেইজন ৰজা তাম্ৰধ্বজৰ কি হ'ল সেই বিষয়ে এতিয়া চোৱা যাওক।

আহোমসকলৰ বৰবৰুৱাৰ নেতৃত্বত যোৱা সৈন্যদলটো বিজয় গৌৰৱেৰে মাইবঙত প্ৰৱেশ কৰিবলৈ অহাৰ বাতৰি পাই তাম্ৰধ্বজে খাছপুৰৰ ফালে পলাই যোৱাৰ কথা আগতে উল্লিখিত হৈছে। তেওঁ হেনো খাছপুৰৰ পৰা জয়ন্তীয়া ৰজা ৰামসিংহলৈ আহোমৰ বিৰুদ্ধে যুঁজিবলৈ সাহাৰ্য প্ৰাৰ্থনা কৰিছিল। ৰামসিঙেও তেওঁক সহায় কৰিবলৈ মান্তি হৈ সৈন্য সামন্ত যোগাৰ কৰিবলৈ ধৰিছিল। কিন্তু এনেতে তাম্ৰধ্বজে তেওঁলৈ কটকীৰ যোগেদি বাৰ্তা পঠিয়ালে যে আহোমসকলে নিজ ৰাজ্যলৈ উভতি গ'লগৈ যেতিয়া তেওঁক সাহাৰ্যৰ দৰকাৰ নহ'ব। কিন্তু ইতিমধ্যে ৰামসিঙৰ মগজুত এটা দুষ্ট বুদ্ধিয়ে বাহ লৈছিল। তেওঁ জানিছিল যে আহোমৰ অভিযান কালত কছাৰী সৈন্যবিলাকে নিজ প্ৰাণ ৰক্ষাৰ্থে অ'ত ত'ত লুকাই থকাত তাম্ৰধ্বজে নিজৰ সৈতে বিশেষ সৈন্য-সামন্ত আনিব পৰা নাই। সেয়ে এতিয়া যদি তেওঁ তাম্ৰধ্বজক বন্দী কৰি থয় তেন্তে কছাৰী ৰাজ্যখনৰ কিছু অংশ হ'লেও তেওঁ দখল কৰিবলৈ সমৰ্থ হ'ব। তেওঁলৈ দ্বিতীয়বাৰ কটকীযোগে বাৰ্তা পঠিওৱাৰ কালত তাম্ৰধ্বজ বিক্ৰমপুৰ (বৰ্তমানৰ কাছাৰ জিলা)ত আছিল। সেয়ে ৰামসিঙে মুলাগুল নামৰ ঠাইলৈ আগবাঢ়ি গৈ তাম্ৰধ্বজক বালেশ্বৰ নামৰ ঠাইলৈ নিমন্ত্ৰণ কৰিলে। সেইমতে তাম্ৰধ্বজ আহিলত তেওঁক বন্দী কৰি ৰামসিঙে নিজ ৰাজধানী জয়ন্তীপুৰলৈ লৈ আহিল। ৰাম সিঙৰ এনে বিশ্বাসঘাতকতাত তাম্ৰধ্বজ হতভম্ব হ'ল যদিও একো কৰিবলৈ তেওঁৰ শক্তি নাছিল। এনেদৰে কিছুদিন অসহায় অৱস্থাত বন্দী হিচাপে থকাৰ কালতে তেওঁ দুজন আহোম বৈৰাগীৰ হাতত ৰুদ্ৰসিংহলৈ গোপনে এখন পত্ৰ প্ৰেৰণ কৰিবলৈ সমৰ্থ হ'ল। পত্ৰখনত তেওঁ ৰুদ্ৰসিংহক ক্ষমা খোজাৰ উপৰিও ৰামসিঙৰ হাতৰ পৰা তেওঁক উদ্ধাৰ কৰিবলৈ সানুনয়ে প্ৰাৰ্থনা জনোৱাত স্বৰ্গদেৱে ৰামসিঙক তাম্ৰধ্বজক মুক্তি দিবলৈ অনুৰোধ জনাই কটকী পঠিয়ালে। কিন্তু ৰামসিঙে এই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰাত ৰুদ্ৰসিংহই বৰবৰুৱা আৰু বৰফুকনৰ নেতৃত্বত দুটা শক্তিশালী সৈন্যদল জয়ন্তীপুৰলৈ পঠিয়ালে (১৭০৭ খ্ৰীঃ ডিচেম্বৰ মাহ)। বৰবৰুৱাৰ দলটোৱে ডেমেৰাৰ বাটেৰে কছাৰী ৰাজ্যৰ মাজেৰে গৈ হেলাৰঙে বালেশ্বৰ আৰু মুলাগুলত থকা জয়ন্তীয়া সৈন্য শিবিৰত আক্ৰমণ চলোৱাত সেই শিবিৰ দুটা বিধ্বস্ত হ'ল।

মুলাগুলৰ পৰা বৰবৰুৱাই ৰামসিঙক তাম্ৰধ্বজক মুকলি কৰি দিবলৈ বাৰ্তা পঠিওৱাত ৰামসিঙে বন্দী তাম্ৰধ্বজক সপৰিয়ালে মুক্তি দিয়ে। কিন্তু ইয়াৰ পিছত যেতিয়া বৰবৰুৱাই তেওঁক তাম্ৰধ্বজৰ পৰা হস্তগত কৰা সকলোবোৰ বয়বস্তুও আহোমৰ হাতত জমা দিবলৈ ক'লে তেতিয়া ৰামসিঙৰ খং উঠিল আৰু আহোম সৈন্যদলক আক্ৰমণ কৰিবলৈ ওলাল। কিন্তু আহোম সৈন্য দলৰ পৰাক্ৰমৰ কথা ইতিমধ্যে চাৰিওফালে বিয়পি পৰিছিল আৰু জয়ন্তীয়া ৰাজ্যৰ বিষয়াসকলেও এই বিষয়ে নুশুনাকৈ থকা নাছিল। সেয়ে এতিয়া মহাপৰাক্ৰমী আহোম দলক প্ৰত্যাহ্বান জনোৱা মানে যে নিজৰ ধ্বংসক নিমন্ত্ৰণ কৰি অনা এই কথাটোকে তেওঁলোকে নিজ ৰজাক বুজাবলৈ চেষ্টা কৰিলে। ৰজাই প্ৰথমে তেওঁলোকৰ হাক বচন শুনিবলৈ বিচৰা নাছিল যদিও বহু বুজনিৰ মূৰত মান্তি হ'ল আৰু আহোমৰ সৈতে মিত্ৰতা কৰাৰ উদ্দেশ্যে নিজৰ বৰপুত্ৰ, বিষয়া আৰু ৩০টা হাতীৰে বৰবৰুৱাৰ কোঠলৈ গ'ল। বৰবৰুৱাৰ সৈতে কথা-বতৰা হৈ উভতি আহিবলৈ লোৱাত তেওঁক আহিব নিদি বৰকোঁৱৰৰ সৈতে আহোমে বন্দী কৰি থ'লে। বৰবৰুৱাই এইদৰে সপুত্ৰে ৰামসিঙক আটক কৰি ৰুদ্ৰসিংহলৈ সেই বাতৰি দিয়াত স্বৰ্গদেৱে লৰালৰিকৈ বৰফুকনকো বৰবৰুৱাক লগ দিবলৈ জয়ন্তীপুৰলৈ পঠিয়ালে। বৰফুকনে গোভাৰ পথেৰে আহিবলৈ লোৱাত মাজ পথত কেইবাবাৰো জয়ন্তীয়াসকলে আগভেটা দিছিল যদিও তেওঁ সেইসকলক পৰাস্ত কৰি বৰবৰুৱাক লগ ধৰিলেগৈ।

তাৰ পিছত কছাৰী আৰু জয়ন্তীয়া ৰজাক মাইবং আৰু গোভাৰ পথেৰে বিশ্বনাথত বাহৰ পাতি থকা স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ সমুখত হাজিৰ কৰোৱা হ'ল। জয়ন্তীয়া ৰজাৰ সাজপাৰ, মণিমুক্তা, অস্ত্ৰ-শস্ত্ৰ, হাতী আৰু ঘোঁৰাবিলাক স্বৰ্গদেৱে নিজে লৈ বাকী থকা লুটৰ সা-সামগ্ৰীসমূহ সৈন্যসকলৰ মাজত ভগাই ল'বলৈ দিলে। তিনিগৰাকী জয়ন্তীয়া কুঁৱৰী আৰু জয়ন্তী দেবীৰ মূৰ্তিও স্বৰ্গদেৱৰ ভাগত পৰিল। মিৰজুমলাৰ আক্ৰমণৰ সময়ত যিসকল আহোম প্ৰজাই পলাই গৈ খাছপুৰ অঞ্চলত লুকাইছিলগৈ সেইসকলক এতিয়া নিজ ৰাজ্যলৈ উভতিবলৈ ৰজাই আহ্বান জনালে।

বৰবৰুৱা আৰু বৰফুকনৰ তত্বাৱধানত জয়ন্তীপুৰত এদল আহোম সেনা ৰাখিবলৈকো তেওঁ আদেশ দিলে। এইবোৰ নির্দেশ দিয়াৰ পিছত ১৭০৮ খ্রীঃৰ ফেব্রুৱাৰী মাহত কছাৰী আৰু জয়ন্তীয়া ৰাজ্য আহোম ৰাজ্যৰ অন্তর্ভুক্ত বুলি ঘোষণা কৰা হ'ল। এই ৰাজ্য দুখন নিজ দখললৈ নিয়াৰ বিষয়ে ৰুদ্রসিংহই চিলেটত থকা মুছলমান ফৌজদাৰ মতিউল্লাকো জনাইছিল আৰু মতিউল্লায়ো সেই সংবাদৰ প্রাপ্তি স্বীকাৰ কৰি সৌজন্যমূলক উত্তৰ দিছিল বুলি জনা যায়।

ৰুদ্রসিংহই এইদৰে জয়ন্তীয়া ৰজা ৰামসিংক বন্দী কৰি ৰখাত জয়ন্তীয়া ৰাজ্যৰ বিষয়াসকল অতি ক্ষুব্ধ হৈছিল। সেয়ে উৰহীৰ খং ভগা ঢাৰিত জৰাৰ দৰে এই লোকসকলে জয়ন্তীয়া ৰাজ্যত থকা আহোমসকলক খেদিবলৈ ওলাল। জয়ন্তীয়া সৰুকোঁৱৰ আৰু মন্ত্রী বৰদলৈয়ে আহোমবিৰোধী এই অভিযানত সক্রিয় সহযোগিতাৰ বাবে নর্ত্তুং, খৈৰাম আৰু ৰাণীৰ ৰজাকো আবেদন জনালে। তাৰ পিছত জয়ন্তীয়াসকলে তেওঁলোকৰ ৰাজ্যৰ পৰা আহোম বিতাৰণৰ অভিযান আৰম্ভ কৰিলে। বৰফুকনে গোভাৰ পথেৰে জয়ন্তীয়া ৰাজ্যলৈ যাওঁতে বাটত কেতবোৰ দুর্গ সজাৰ বিষয়ে আগতে উল্লেখ কৰা হৈছে। এতিয়া জয়ন্তীয়া ৰাজ্যৰ পৰা আহোমসকলক খেদাৰ লগতে সেই দুর্গবোৰতো আক্রমণ চলিল। এইদৰে বহু ৰক্তপাত, ধ্বংসলীলা আদি চলাৰ পিছত জয়ন্তী দেবীৰ মূর্ত্তিটোও তেওঁলোকে উদ্ধাৰ কৰিবলৈ সক্ষম হ'ল। এইবোৰ বাতৰি পাই ৰুদ্রসিংহই আৰু এদল সৈন্য পঠিয়াই দিয়াত সেই সৈন্যসকলে য'তে ত'তে যিমান জয়ন্তীয়া লোকক দেখিলে মহটিয়াই যাবলৈ ধৰিলে। কিন্তু এইদৰে কেইদিনমান যোৱাৰ পিছত জয়ন্তীয়াসকলৰ প্রতি-আক্রমণত তিষ্ঠিব নোৱাৰি আহোম সৈন্যদলহে পলাবলৈ বাধ্য হ'ল। বৰফুকন আৰু বৰবৰুৱায়ো কোনোমতে আহি গোভা পালেহি।

এনেদৰে নানা ঘটনাবহুল আক্রমণ আৰু প্রতি-আক্রমণৰ অন্তত ৰুদ্রসিংহই বিশ্বনাথত এখন ডাঙৰ দৰবাৰ পাতি কছাৰী আৰু জয়ন্তীয়া ৰজাক সৌজন্যমূলক সম্বর্ধনা জনাই আহোমৰ বশ্যতা স্বীকাৰ কৰিলে দুয়োকে মুক্তি দিয়াৰ প্রতিশ্রুতি দিছিল। সেইমতে কছাৰী ৰজা তাম্ৰধ্বজে আহোম স্বর্গদেৱৰ বশ্যতা স্বীকাৰ কৰাত তেওঁক মুক্তি দিয়া হ'ল। কিন্তু জয়ন্তীয়া ৰজাই এই সম্বন্ধে থেৰোগেৰো কৰি বহু সময় নষ্ট কৰা দেখা গৈছিল। পিছত অৱশ্যে তেওঁ সেও মানিলে। তেতিয়া ৰুদ্র সিংহই এইবুলি ঘোষণা কৰিলে যে যদি জয়ন্তীয়া ৰাজ্যৰ বিষয়াসকলে তেওঁক যথাযোগ্য সন্মান জনাই তেওঁলোকৰ ৰজাক খোজেহি তেন্তে তেওঁ ৰজা ৰামসিংক তেওঁলোকৰ লগতে নিজ ৰাজ্যলৈ পঠিয়াই দিব। কিন্তু ঘোষণাৰ পিছতেই ৰামসিং বসন্ত ৰোগত আক্রান্ত হৈ মৃত্যুমুখত পৰিল। তেতিয়া তেওঁৰ জ্যেষ্ঠ পুত্ৰ বৰকোঁৱৰে তেওঁৰ দুগৰাকী ভনীয়েকক ৰুদ্রসিংহলৈ বিয়া দি ঘৰলৈ যাবলৈ বিচৰাত তেওঁ তেওঁক গুৱাহাটীৰ বৰফুকনৰ ওচৰলৈ পঠিয়াই দি জয়ন্তীয়া ৰাজ্যৰ বিষয়াসকলক এইবুলি সম্ভেদ দিয়ালে যে যদি তেওঁলোকে আহি তেওঁলোকৰ বৰকোঁৱৰক খোজেহি তেন্তে আহোম ৰজাই তেওঁক মুক্তি দিব। কিন্তু এইদৰে মাতি পঠিওৱা সত্বেও জয়ন্তীয়া ৰাজ্যৰ বিষয়াসকলে বোধকৰো ভয় কৰি আগবাঢ়ি নাহিলত আহোমসকলে বৰকোঁৱৰক পুনৰ বন্দী কৰি থ'লে আৰু পুনৰবাৰ জয়ন্তীয়া ৰাজ্য আক্রমণ কৰা যো-জা কৰিলে।

জয়ন্তীয়া ৰাজ্যত পুনৰ অভিযানকালত ৰুদ্রসিংহই বৰদোৱাত বাহৰ পাতিছিল। আহোম সৈন্যদলক দুটা ভাগ কৰি তেওঁ এদলক গোভা আৰু আনটো দলক কপিলীৰ বাটেৰে জয়ন্তীয়া ৰাজ্যলৈ আগবাঢ়িবলৈ দিছিল। সেই আজ্ঞানুসৰি সৈন্য দলে যাত্রা কৰি যাত্রাপথত পোৱা গাঁওসমূহত লুটপাত কৰি ক্ষতি কৰিছিল। নর্ত্তংগ নামৰ ঠাই এখনত উপস্থিত হৈ গাঁওখন আক্রমণৰ যো-জা কৰাত গাঁৱৰ মানুহে তেওঁলোকক আক্রমণ নকৰিবলৈ কাকুতি-মিনতি কৰি ক'লে যে প্রকৃততে জয়ন্তীয়া বিষয়াসকলে তেওঁলোকৰ বৰকোঁৱৰক খুজিলেই মুক্তি দিব বুলি আহোমসকলে দিয়া প্রতিশ্রুতিত পতিয়ন যোৱা নাই আৰু সেইবাবে যদি তেওঁলোকক এবাৰ বৰকোঁৱৰক চাবলৈ দিয়া হয় তেন্তে এই ভুল ধাৰণা আঁতৰিব। তেতিয়া আহোমসকলে জয়ন্তীয়া বিষয়াসকলে তেওঁলোকৰ ওচৰলৈ আহিলে কোনো ধৰণৰ অন্যায় কৰা নহ'ব বুলি বাৰম্বাৰ আশ্বাস দিয়া সত্বেও জয়ন্তীয়া বিষয়াসকল পতিয়ন নগ'ল। বৰং জয়ন্তীয়া লোকসকলে ধনু-কাঁড়েৰে আহোমক আক্রমণ কৰিব ধৰিলে। এইদৰে কাঁড় বৰষিবলৈ লোৱা জয়ন্তীয়াসকলৰ ওচৰত

আহোমৰ বৰ খং উঠিল আৰু এইবাৰ য'তে জয়ন্তীয়া গাঁও দেখিলে তাতেই সেই গাঁওবোৰ মহটিয়াই যাব ধৰিলে। এনে সময়তে সেই স্থানলৈ বৰকোঁৱৰক লৈ অহা হ'ল আৰু তেৰোঁ তেওঁৰ বিষয়াসকলক আহোমক লগ ধৰিবলৈ কোৱা সত্ত্বেও প্ৰাণৰ ভয়ত কোনো নাহিল। তেতিয়া আহোমসকলে বৰকোঁৱৰক বৰদোৱাত বাহৰ পাতি থকা ৰুদ্ৰসিংহৰ ওচৰলৈকে উভতাই পঠিয়ালে।

বৰকোঁৱৰৰ কুঁৱৰীগৰাকীয়ে বহু কাকূতি কৰি ৰুদ্ৰসিংহক এইবুলি কোৱালে যে যদি বন্দী বৰকোঁৱৰক ফুলগুৰিলৈ পঠিয়াই দিয়ে তেন্তে জয়ন্তীয়া লোকে তাৰ পৰা তেওঁক আগবঢ়াই আনিবগৈ। কুঁৱৰীগৰাকীৰ এনে বিনম্ৰ অনুৰোধত ৰুদ্ৰসিংহৰ মনটো কুমলিল আৰু বঁটা-বাহন দি বৰকোঁৱৰক জাগীলৈ পঠিয়াই দিলে। তাৰ পাছত জয়ন্তীয়া ৰাজ্য আৰু সেই ৰাজ্যৰ অধীনস্থ গোভা, নেলী আৰু খলাৰ সম্ভ্ৰান্ত বিষয়াসকলে ভাৰে-ভেটীয়ে কলঙৰ পাৰলৈ আহি ৰুদ্ৰসিংহ আৰু বৰফুকনক সেৱা জনাই বৰকোঁৱৰক লৈ গ'লহি। এইদৰে মুক্তি পাই আহোম ৰজাৰ বশ্যতা স্বীকাৰ কৰি তেওঁক বছৰি ৬টা হাতী আৰু বৰফুকনলৈ ১টা হাতী আৰু কাপোৰ-কানি কৰ হিচাপে পঠিওৱাৰ প্ৰতিশ্ৰুতিৰে বৰকোঁৱৰ অৱশেষত নিজ ঘৰমুৱা হ'ল। তদুপৰি যাবৰ সময়ত তেওঁ এইবুলিও প্ৰতিশ্ৰুতি দি গ'ল যে আহোম ৰজাৰ তলত খাটিবলৈ তেওঁ কেতবোৰ জয়ন্তীয়া লোকক এই ৰাজ্যলৈ পঠিয়াই দিব।

কিছুদিনৰ পিছত বৰকোঁৱৰে গোভাৰ পৰা ভালেকেইজন লোক আহোম ৰজাৰ তলত খাটিবলৈ পঠিওৱাৰ লগতে অসম আৰু জয়ন্তীয়া ৰাজ্যৰ মাজত থকা গিৰিপথসমূহ খুলি দিবলৈ অনুৰোধ কৰাত ৰুদ্ৰসিংহই সেই গিৰিপথসমূহ মুকলি কৰি দিয়ে। এইদৰে আহোম আৰু জয়ন্তীয়া ৰাজ্যৰ মাজত পুনৰ শান্তি-সৌহাৰ্দ্য স্থাপনৰ পথ উন্মোচন হ'ল আৰু দুয়ো ৰাজ্যৰ মাজত নতুন উৎসাহেৰে বেহা বেপাৰো চলিল। কিছুদিন এইদৰে শান্তিৰে পাৰ হোৱাৰ মূৰকত বৰকোঁৱৰে আহোম ৰজা আৰু বৰফুকনক কৰ নিদিয়া হ'লত ৰুদ্ৰসিংহ অতি বিতুষ্ট হ'ল। পুনৰবাৰ আহোমৰ জয়ন্তীয়া অভিযানৰ অন্তত বৰকোঁৱৰক বন্দী কৰি এই ৰাজ্যলৈ লৈ অহা হ'ল। দুয়ো ৰাজ্যৰ মাজত থকা দুৱাৰসমূহ আহোমে পুনৰ বন্ধ কৰিলে আৰু সেইদৰে তেওঁলোকৰ মাজত চলা বেহা-বেপাৰো বন্ধ হ'ল। তেতিয়াৰে পৰা চৈধ্য বছৰ কাল বৰকোঁৱৰ আহোম ৰাজ্যতে বন্দী হৈ থাকিল। ৰুদ্ৰসিংহই পুনৰবাৰ জয়ন্তীয়াৰ সৈতে বুজাপৰালৈ আহিবলৈ চেষ্টা নকৰিলে।

ৰুদ্ৰসিংহৰ দিনত আহোম আৰু জয়ন্তীয়াৰ সুদীৰ্ঘ বিবাদ কালত আহোমসকলৰ মূল উদ্দেশ্য সফল হৈছিল— অৰ্থাৎ তেওঁলোকে জয়ন্তীয়াসকলক পৰাজিত কৰাৰ ক্ষেত্ৰত বিফল হোৱা নাছিল। কিন্তু পৰাজিত জয়ন্তীয়াসকলে অতি কম দিনৰ বাবেহে তেওঁৰ বশ্যতা স্বীকাৰ কৰি কৰ-কাটল দিছিল। তাৰ পিছত পুনৰ কৰ দিবলৈ বন্ধ কৰাত আহোমে পুনৰবাৰ অভিযান চলাইছিল। জয়ন্তীয়াসকলে যি পৰিমাণৰ কৰৰ প্ৰতিশ্ৰুতি দিছিল তাৰ তুলনাত আহোমসকলে এই অভিযানসমূহৰ ফলত বহুত ক্ষতিগ্ৰস্ত হৈছিল। লাভালাভৰ প্ৰশ্নটো উত্থাপন কৰিলে দেখা যায় যে এই অভিযানৰ ফলত আহোমসকলে লাভ কৰিছিল ২২৭৩ টা বন্দুক, ১০৯টা হাতী, ১২০০ ৰূপৰ মোহৰ আৰু অন্যান্য লুটৰ সামগ্ৰী। তদুপৰি তাহানিখন মিৰজুমলাৰ আক্ৰমণকালত অসমৰ পৰা পলাই গৈ খাছপুৰ আৰু জয়ন্তীপুৰত আশ্ৰয় লোৱা ২২০০ জন অসমীয়া প্ৰজাক তেওঁলোকে নিজ ৰাজ্যলৈ লৈ আনিছিল। আনহাতেদি এই অভিযানত আহোমসকলে ১২ জন উচ্চ বিষয়াকে ধৰি ২৩৬৬ জন লোক হেৰুৱাইছিল। জয়ন্তীপুৰত হোৱা গণহত্যাৰ বাহিৰে পৰাজিত জয়ন্তীয়াসকলৰ নিহতৰ সংখ্যা বিজয়ী আহোমৰ তুলনাত তাকৰ আছিল। তদুপৰি জয়ন্তীয়া ৰাজ্যখন পোনপটীয়াভাৱে দখললৈ আনিবলৈ নোৱাৰাৰ বাবে ৰুদ্ৰসিংহই বৰবৰুৱা আৰু বৰফুকনকে জগৰীয়া কৰি শাস্তি দিবলৈ ওলাইছিল। অৱশ্যে অন্যান্য ডা-ডাঙৰীয়াসকলৰ অনুৰোধত তেওঁ যেনিবা সেই কাৰ্যৰ পৰা নিজকে বিৰত ৰাখিলে। জয়ন্তীয়া অভিযানত আহোমৰ বহুত ক্ষয়-ক্ষতি হ'ল, কিন্তু মনকৰিবলগীয়া যে ৰুদ্ৰ সিংহৰ দিনত আহোম আৰু জয়ন্তীয়াৰ মাজ কোনো স্থায়ী শান্তি স্থাপন নহ'ল।

ৰুদ্ৰসিংহৰ দিনৰ আন এটা অতি উল্লেখযোগ্য ঘটনা আছিল বংগ বিজয়ৰ প্ৰস্তুতি। এই অভিযানৰ দ্বাৰা তেওঁ কৰতোৱালৈকে ৰাজ্যৰ সীমা বৃদ্ধি কৰিবলৈ বিচাৰিছিল বুলি বুৰঞ্জীয়ে সাক্ষী দিয়ে। সম্ভৱ হ'লে সমগ্ৰ পূবভাৰত মুছলমানৰ

হাতৰ পৰা পুনৰ উদ্ধাৰ কৰাটোও তেওঁৰ অন্যতম উদ্দেশ্য আছিল যেন লাগে। এই সম্বন্ধে তেওঁ তিনিজন ডাঙৰীয়াৰ উপৰিও বৰফুকন, বৰবৰুৱা আদিৰ সৈতেও পৰামৰ্শ কৰাত তেওঁলোকেও এই পৰিকল্পনাত উৎসাহ যোগাইছিল। ভাৰতৰ বিভিন্ন স্থানৰ হিন্দু ৰজা আৰু জমিদাৰসকললৈ এই অভিযানত সহযোগিতা কামনা কৰি তেওঁ পত্ৰও প্ৰেৰণ কৰিছিল। ত্ৰিপুৰাৰজালৈ এই সংক্ৰান্তত লিখা চিঠিখনত তেওঁ স্পষ্টভাবে উল্লেখ কৰিছিল যে মুঘলসকলৰ প্ৰতিপত্তি বৃদ্ধি হোৱাত বৈদিক ধৰ্মৰ স্থিতি বিপদাপন্ন হৈছে আৰু সেইবাবে ধৰ্মৰক্ষাৰ্থে সাজু হোৱাৰ প্ৰয়োজনীয়তাই দেখা দিছে। তেওঁ আনকি অম্বৰৰ ৰজালৈকো এনে পত্ৰ পঠিয়াইছিল। অৱশ্যে সৰ্বভাৰতীয় ক্ষেত্ৰত তেওঁৰ এই আঁচনিয়ে কিমানদূৰ সঁহাৰি লাভ কৰিছিল জনা নাযায়। কিন্তু কছাৰী, জয়ন্তীয়া, ডফলা আৰু স্থানীয় কোনো কোনো জনজাতীয় লোকে তেওঁৰ এনে আঁচনিত যোগ দিবলৈ আগবাঢ়ি আহিছিল। এইক্ষেত্ৰত কছাৰী আৰু জয়ন্তীয়াসকলেও সহযোগিতা কৰিবলৈ ওলোৱাটো মন কৰিবলগীয়া। এইদৰে ৰুদ্ৰসিংহই বংগ অভিযানৰ বাবে প্ৰায় ৪,০০,০০০ সৈন্য গোটাইছিল। আহোমৰ মুছলমান তথা মুঘলৰ বিৰুদ্ধে এনেধৰণৰ এইটোৱেই আছিল প্ৰথম আৰু শেষ প্ৰস্তুতি। এই অভিযানৰ আঁচনি প্ৰস্তুতি পৰ্বতেই হ'ল। কাৰণ এই প্ৰস্তুতিকালত উত্তৰ গুৱাহাটীত বাহৰ পাতি থকাৰ কালতে অকস্মাতে নৰিয়াত পৰি ১৭১৪ খ্ৰীঃৰ আগষ্ট মাহত ৰুদ্ৰসিংহই মৃত্যুবৰণ কৰিলে। তেওঁৰ পৰৱৰ্তী ৰজা শিৱসিংহই এনে এটা উচ্চাকাংক্ষী আঁচনিক বাস্তৱৰূপ দিবলৈ শংকিত হ'ল আৰু সেয়ে এনে এক অভাৱনীয় আঁচনিৰ নেতৃত্ব দিবলৈ কোনো আগবাঢ়ি নহাত আহোমৰ বংগ অভিযানৰ প্ৰচেষ্টাৰ অপমৃত্যু ঘটিল। কিন্তু ৰুদ্ৰসিংহৰ হঠাতে জীৱনাৱসান নোহোৱাহেঁতেন তেওঁৰ এই অভিযানে যে আহোম ৰজাক এক সৰ্বভাৰতীয় ভিত্তিৰ নেতৃত্বৰ সন্মান দিলেহেঁতেন সি ধ্ৰুৱ। ৰাজ্য পৰিচালনাৰ সুবিধাৰ বাবে ৰুদ্ৰসিংহৰ দিনত ৫ টা নতুন খেল সৃষ্টি কৰা হৈছিল। এই খেলকেইটা হ'ল— কাকতি, কটকী, বৈৰাগী, খাউণ্ড আৰু দলৈ। কাকতিসকলে ৰজাঘৰৰ ধনৰ জমা-খৰচ, পাইক আৰু মাটিৰ হিচাপ ৰাখিছিল। তাঁতীসকলৰ তাঁতশালৰ সূতা আৰু বনকৰা গুণাৰ হিচাপো তেওঁলোকে কৰিছিল। কটকীসকলে ৰজাৰ পত্ৰাদি অন্য ৰজাৰ ওচৰলৈ নিছিল। কাকতি আৰু কটকীসকলৰ মাজত তিনিটাকৈ ভাগ আছিল, যেনে বৰকাকতি, মাজু কাকতি আৰু সৰু কাকতি আৰু একেদৰে কটকীসকলৰ ভিতৰতো বৰ, মাজু আৰু সৰু কটকী আছিল। কাকতিসকলৰ ভিতৰত চাংকাকতিসকলৰ ৰজাঘৰৰ সৈতে সম্বন্ধ আছিল। গুৱাহাটীৰ বৰফুকনৰ তাত চাংকাকতি নাছিল; খোলা কাকতি, বৰকাকতি আৰু কাকতি সংস্ৰৱহে আছিল। সেইদৰে বৰকটকীসকলেহে ৰজা, মহাৰজা, নবাব আদিৰ ওচৰলৈ আহোম ৰজাৰ পত্ৰ আদি লৈ গৈছিল। অন্যান্য কটকীসকলে ৰাজ্যৰ ভিতৰতে এজন বিষয়া বা কৰ্মচাৰীৰ পত্ৰাদি আন এজন বিষয়া বা কৰ্মচাৰীলৈ নিছিল। পত্ৰৰ বাহিৰেও কটকীসকলে আন খা-খবৰ লৈও এইদৰে অহা-যোৱা কৰিছিল। বৈৰাগীসকলে ভেশছন ধৰি ঘূৰি-পকি আন ৰাজ্যৰ বা-বাতৰি ৰীতি-নীতি সাজপাৰ আদি ৰজাক জনাইছিল আৰু এনে ৰীতি-নীতি ৰজাৰ পছন্দ হ'লে তেওঁ তাক নিজ ৰাজ্যত প্ৰৱৰ্তন কৰিছিল। খাউণ্ডসকলে অন্য ৰাজ্যলৈ গৈ ৰজাৰ বয়বস্তু ক্ৰয় কৰিছিল। মৃত ৰজা আৰু ডা-ডাঙৰীয়াসকলৰ অস্থি বিসৰ্জন আৰু দান-দক্ষিণা আদিৰ কামো এওঁলোকে কৰিছিল। দলৈসকল জ্যোতিষ শাস্ত্ৰত পাৰ্গত আছিল। এওঁলোকে জ্যোতিষ শাস্ত্ৰমতে গণনা কৰি দেশৰ ভাল-বেয়া সম্বন্ধে ভৱিষ্যদ্বাণী কৰিব লাগিছিল। ৰজা, ডাঙৰীয়া, অন্যান্য গোহাঁইকে আদি কৰি বিশিষ্ট ব্যক্তিৰ কোষ্ঠী বা জন্ম পত্ৰিকা আদিও এওঁলোকেই প্ৰস্তুত কৰাৰ নিয়ম আছিল। দলসকলৰ মাজতো তিনিটা শ্ৰেণী আছিল— বৰ, মাজু আৰু সৰু দলৈ। যিসকলৰ জ্যোতিষ শাস্ত্ৰত বিশেষ পাৰ্গতালি আছিল তেওঁলোকক বৰদলৈ বোলা হৈছিল।

সমকালীন শিক্ষা-সংস্কৃতি আৰু শিল্প জগতত ৰুদ্ৰসিংহ আছিল এটি অবিস্মৰণীয় নাম। তেওঁ ব্ৰাহ্মণসকলৰ ল'ৰাই পঢ়িবৰ বাবে বহুতো টোল স্থাপন কৰিছিল। মেধাবী ব্ৰাহ্মণ ছাত্ৰক অসমৰ বাহিৰত শিক্ষা লাভৰ সুযোগ দিছিল। এনে বহুতো ছাত্ৰই বিশেষকৈ বংগদেশলৈ গৈ নামকৰা শিক্ষানুষ্ঠানত শিক্ষা গ্ৰহণ কৰিবলৈ সক্ষম হৈছিল। তেওঁৰ ৰাজসভা শুৱনি কৰা প্ৰখ্যাত পণ্ডিতসকলৰ ভিতৰত 'শংখচূড় বধ' নাটক আৰু 'দুষ্যন্ত চৰিত্ৰমালাৰ ৰচক কবিৰাজ চক্ৰৱৰ্তী

আছিল এটি উজ্জ্বল নক্ষত্র স্বৰূপ। কৃবিৰাজে 'ব্ৰহ্ম বৈৱৰ্ত' পুৰাণৰ অসমীয়া ভাঙনি কৰিছিল। (অৱশ্যে এই পুথি তিনিখন শিৱসিংহৰ দিনতহে লিখা হৈছিল। ৰুদ্ৰসিংহৰ ৰাজসভাৰ কবি হিচাপে থকাৰ কালত কবিৰাজ চক্ৰবৰ্তীয়ে 'গীত গোবিন্দ'ৰ ভাঙনি কৰিছিল।) বিভিন্ন সূত্ৰৰ পৰা প্ৰাপ্ত তথ্য মতে ৰুদ্ৰসিংহ নিৰক্ষৰ আছিল। কিন্তু তেওঁ আছিল এজন প্ৰকৃত জ্ঞানী লোক আৰু ৰাজ্যখনত শিক্ষাৰ প্ৰসাৰৰ বাবে তেওঁ অহোপুৰাষাৰ্থ কৰিছিল। ৰুদ্ৰসিংহই বহুতো শিল্পী কাৰিকৰ বংগদেশৰ পৰা আনি অসমত সংস্থাপিত কৰিছিল। মুঘল বাদছাহৰ দৰে তেবোঁ জোতা আৰু পাগুৰি ব্যৱহাৰ কৰিছিল। স্থানীয় কলা-কৃষ্টিৰ তেওঁ আছিল এজন মহা উৎসাহী পৃষ্ঠপোষক। তেওঁৰ দিনত সপ্তাহজোৰা বিহু উৎসৱ পালন কৰা হৈছিল। নৃত্য-গীতৰ উৎকৰ্ষ সাধনৰ বাবে তেওঁ গায়ন বৰুৱা পদৰ সৃষ্টি কৰিছিল। ৰুদ্ৰসিংহই নিজেও গীত ৰচনা কৰিছিল আৰু গাইছিল। খেল-ধেমালিৰ পৃষ্ঠপোষকতাত কোনো ধৰণৰ কাৰ্পণ্য নকৰা ৰুদ্ৰসিংহ শেনচোৱা বৰুৱা, কুকুৰাচোৱা বৰুৱা আদি পদৰো সৃষ্টিকাৰক আছিল। মাতৃ জয়মতীৰ স্মৃতিত তেওঁ জয়সাগৰ পুখুৰী খান্দিছিল আৰু জয়দ'ল সাজিছিল। কোচবিহাৰৰ পৰা নিপুণ কাৰিকৰ আনি তেওঁ মেটেকাত ৰংপুৰ নামৰ এখন চালে চকুৰোৰা নগৰ পাতিছিল। কাঠ আৰু বাঁহেৰে তেওঁ এটা প্ৰকাণ্ড ৰংঘৰো সাজিছিল। তদুপৰি ফাকুৱা দ'ল, ৰংনাথৰ দ'ল, নামডাঙৰ শিলৰ সাঁকো, ডিমৌৰ শিলৰ সাঁকো, খৰিকটীয়া ডুবৰিজাঁন, মেটেকাৰ আলি আদিয়ে এইজন ৰজাৰ সজকামৰ নিদৰ্শন দাঙি ধৰিছিল।

ৰুদ্ৰসিংহৰ দিনত অসমৰ বেহা-বেপাৰেও ঠন ধৰি উঠিছিল। দেশৰ বিভিন্ন স্থানৰ সৈতে যোগাযোগ স্থাপন কৰাৰ উপৰি চুবুৰীয়া তিব্বত আৰু ইয়াৰ দাঁতিকাষৰীয়া অঞ্চলতো এইজন ৰজাৰ দিনত অসমৰ এক ৰমৰমীয়া বেহা-বেপাৰ চলিছিল। বংগ আৰু মধ্যভাৰতৰ বিভিন্ন স্থানলৈ হাতীৰ দাঁত, মজাঠি, মেজাংকৰি, মুগা, এড়ীকাপোৰ আদি ৰপ্তানি কৰা হৈছিল। এইবোৰ ঠাইৰ পৰা অনা ব্যয়বস্তুৰ ভিতৰত বিভিন্ন সাজ-পোছাক, কাপোৰ, আ-অলংকাৰ, মণি-মুক্তা আদি আছিল উল্লেখযোগ্য সামগ্ৰী। অসমৰ বিভিন্ন শিল্পক উৎসাহ দি এইজন ৰজাই অসমক অৰ্থনৈতিকভাবে উন্নত কৰাৰ ক্ষেত্ৰত এক অভূতপূৰ্ব অৱদান যোগাইছিল।

অসমত ৰাজত্ব কৰি যোৱা শ্ৰেষ্ঠ আহোম ৰজাসকলৰ ভিতৰত ৰুদ্ৰসিংহ অন্যতম বুলি সকলোৱে একমুখে স্বীকাৰ কৰি আহিছে। কোনো কোনো সূত্ৰই তেওঁক শ্ৰেষ্ঠতম বুলি ক'বলৈকো প্ৰয়াস পাইছে। ডক্টৰ সুনীতি কুমাৰ চেটাৰ্জীয়ে তেওঁক 'পূব ভাৰতৰ শিৱাজী' আখ্যা দিছে। ডক্টৰ সূৰ্যকুমাৰ ভূঞাই তেওঁক 'মহান ৰুদ্ৰসিংহ' বুলি অভিহিত কৰিছে। আনহাতেদি কোনো কোনো ক্ষেত্ৰত ঐতিহাসিকসকলে এইজন ৰজাৰ কেতবোৰ দোষ-ত্ৰুটি সম্বন্ধেও আঙুলিয়াই দিছে। যিহেতু সৰহ সংখ্যক ঐতিহাসিকে তেওঁ শ্ৰেষ্ঠ বা সৰ্বশ্ৰেষ্ঠ বুলি আখ্যা দিছে সেয়ে এই দাবীৰ ন্যায্যতা সম্বন্ধে এটি সমীক্ষাৰ আৱশ্যকতাই দেখা দিছে।

সৰ্বশ্ৰেষ্ঠতাৰ দাবী কৰিব পৰাকৈ ৰুদ্ৰসিংহৰ নিঃসন্দেহে বহুবোৰ গুণ আছিল। যেনে— (১) ৰুদ্ৰসিংহ আছিল এজন শক্তিমন্ত, উৎসাহী আৰু পৰাক্ৰমী ৰজা। ভায়েক লেচাই কোঁৱৰে তেওঁৰ বিৰুদ্ধে বিদ্ৰোহ কৰাত তেওঁ ভায়েকৰ চকু কাঢ়ি বন্দীশালত নিক্ষেপ কৰাৰ বাবে কোনো কোনো মহলে তেওঁক সমালোচনা কৰিবলৈ চেষ্টা কৰিলেও তাৰ প্ৰত্যুত্তৰত নিশ্চয় এইদৰে ক'ব পাৰি যে তেওঁ তেনে কৰিবলৈ বাধ্য হৈছিল। কাৰণ, তাকে নকৰাহেঁতেন তেওঁৰ নিজৰে প্ৰাণৰ আশংকা আছিল। তেওঁ নগাসকলৰ বিদ্ৰোহ দমন কৰিছিল। কছাৰী আৰু জয়ন্তীয়াসকলৰ সৈতে সংঘটিত দীৰ্ঘ বিবাদৰ অন্তত তেওঁ দুয়োদলকে সৈমান কৰিছিল। ৰুদ্ৰসিংহই বংগ অভিযানৰ বাবে প্ৰায় ৫ লাখ সৈন্যৰ সৈতে যুঁজৰ প্ৰস্তুতি চলোৱাৰ কালতে তেওঁৰ মৃত্যু নোহোৱাহেঁতেন তেওঁ সেইকালতে মুঘলৰ বিৰুদ্ধে এক সৰ্বভাৰতীয় সফল অভিযানৰ নেতৃত্ব দি ভাৰত বুৰঞ্জীত এক বাচকবনীয়া স্থান গ্ৰহণ কৰিবলৈ সক্ষম হ'লহেঁতেন। (২) বৈষ্ণৱসকলৰ প্ৰতি গ্ৰহণ কৰা নীতিয়ে তেওঁৰ উদাৰ মনোভাব আৰু দূৰদৃষ্টিৰ পৰিচয় দাঙি ধৰিছে। বৈষ্ণৱসকলৰ প্ৰতি সুব্যৱহাৰ কৰি তেওঁ সমসাময়িক অসমত দেখা দিয়া অনাৱশ্যক ধৰ্মীয় অস্থিৰতাৰ উপশম ঘটাইছিল। বৈষ্ণৱসকলক ন্যায্য সন্মান দিয়াৰ উপৰি তেওঁলোকৰ বাবে সত্ৰ স্থাপন কৰি নিৰাপত্তা দিছিল। সত্ৰসমূহ তদাৰক কৰিবৰ বাবে সত্ৰীয়া বৰুৱাক নিযুক্তি দি তেওঁ এক অতি আদৰ্শনীয় অভিলেখ সৃষ্টি কৰিছিল।

তেওঁ স্বয়ং আউনীআতি সত্ৰৰ সত্ৰাধিকাৰৰ ওচৰত দীক্ষা লৈ আহোম আৰু বৈষ্ণৱৰ মাজত একতা আৰু সমন্বয়ৰ যোগসূত্ৰ স্থাপন কৰিবলৈ সক্ষম হৈছিল। আনহাতেদি মেধি বা শূদ্ৰ মহন্তসকলক ব্ৰাহ্মণক শৰণ দিয়াত বাধা আৰোপ কৰি তেওঁ গোসাঁই মহন্তসকলৰ সৈতে তেওঁলোকৰ মাজত এক বিভাজন আনি দুয়োপক্ষকে এক কূটনীতিৰে নিজৰ হাতৰ মুঠিত ৰাখিবলৈকো সক্ষম হৈছিল। এইদৰে সত্ৰসমূহৰ মাজত প্ৰভাৱ বিস্তাৰ কৰি ৰুদ্ৰসিংহই তেওঁৰ ধৰ্মীয় নীতিৰ এক দূৰদৰ্শিতাৰ চিনাকি দিছিল বুলিও ক'ব পাৰি। আনহাতেদি শাক্ত ধৰ্মী এই ৰজাজনে ধৰ্মৰ প্ৰতি অগাধ শ্ৰদ্ধা প্ৰদৰ্শন কৰি মন্দিৰ, দ'ল আদি সাজি শাক্তসকলৰ মাজতো জনপ্ৰিয়তা লভিছিল। (৩) ৰুদ্ৰসিংহ আছিল অতি জ্ঞানী-গুণী আৰু গুণীসকলৰো তেওঁ মূল্য বুজিছিল। শিক্ষা, সংগীত, সাহিত্য, স্থাপত্য আদিৰ ক্ষেত্ৰতো তেওঁ আছিল এজন অতি উৎসাহী পৃষ্ঠপোষক। তেৱেঁই সপ্তাহ জোৰা বিহু উৎসৱৰ প্ৰচলন কৰিছিল বুলি ওপৰত উল্লেখ কৰা হৈছে। বিভিন্ন খেল-ধেমালিতো তেওঁ উৎসাহ যোগাইছিল। শিল্পীসকলে তেওঁৰ ৰাজসভাতযথাযোগ্য সম্মান লভিছিল। তেওঁ বহুবোৰ টোল স্থাপন কৰিছিল। নিজে নিৰক্ষৰ হৈয়ো তেওঁ এজন জ্ঞানী লোক হিচাপে নিজকে সমাজত প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল। মেধাৱী ব্ৰাহ্মণ ছাত্ৰসকলক তেওঁ ৰাজ্যৰ বাহিৰলৈ উচ্চ শিক্ষা লাভ কৰিবলৈ পৃষ্ঠপোষকতা কৰাটোও মন কৰিবলগীয়া। (৪) ৰুদ্ৰসিংহৰ দিনৰ স্থাপত্য আৰু ভাস্কৰ্যই আহোমৰ গৌৰৱৰ দিনৰ সাক্ষ্য বহন কৰি আহিছে। মাতৃ মহাসতী জয়মতীৰ পুণ্য স্মৃতিত তেওঁ সজা জয়সাগৰ পুখুৰী আৰু জয়দ'লে আজিও তেওঁৰ মাতৃ ভক্তি আৰু স্থাপত্য প্ৰেমৰ নিদৰ্শন দাঙি ধৰিছে। কোচবিহাৰৰ পৰা ঘনশ্যাম নামেৰে এজন বিখ্যাত কাৰিকৰ আনি তেওঁ ৰংপুৰ নগৰীখন ইটাৰে সজাই পৰাই তুলিছিল। সেইবাবে ৰজাই ঘনশ্যামক মুক্তহস্তে পুৰস্কৃত কৰিছিল। কিন্তু বিদায়ৰ সময়ত ঘনশ্যামৰ পৰা এখন কাকত ওলাই পৰিল। সেই কাকতখনত আহোম ৰাজ্যৰ মেপ আৰু প্ৰজাৰ সম্পূৰ্ণ বিবৰণ দেখি ৰুদ্ৰ সিংহৰ বুজিবলৈ বাকী নাথাকিল যে তেওঁ এজন চোৰাংচোৱাও আৰু নিশ্চয় সেই কাকতখন মুছলমানক দি তেওঁ আহোম ৰাজ্যৰ বিঘিনি ঘটাব খুজিছে। সেয়ে ৰুদ্ৰসিংহই ঘনশ্যামক মৃত্যুদণ্ড দিবলৈকো কুণ্ঠাবোধ কৰা নাছিল। এই কাৰ্যৰ দ্বাৰা ৰজা হিচাপে দায়িত্ব পালনত যে তেওঁ অবিচল নাছিল সেইটোৱেই প্ৰমাণিত হৈছিল। ৰংনাথ বা ৰংগনাথৰ দ'ল, ফাকুৱা দ'ল, নামদাং আৰু আৰু ডিমৌৰ শিলৰ সাকোঁ, খৰিকটকীয়া, মেটেকা আদি আলি, জয়দ'ল, জয়সাগৰ নিৰ্মাণ আদিৰ বিষয়েও ওপৰত উল্লিখিত হৈছে। কাঠ আৰু বাঁহেৰে তেওঁ এটি ৰংঘৰো সাজিছিল। (৫) ৰাজ্য শাসনৰ ক্ষেত্ৰতো তেওঁ ভালেমান অৱদান যোগাইছিল। কাকতি, কটকী, খাউণ্ড, বৈৰাগী আৰু দলৈ খেলৰ সৃষ্টিকাৰকো আছিল এইজন ৰজাই। গাঁওসমূহৰ পুনৰ সংগঠন এওঁৰ দিনতেই হৈছিল। গদাধৰ সিংহৰ দিনত আৰম্ভ কৰা লোকপিয়লৰ কাৰ্য তেওঁ সমাধা কৰিছিল। (৬) মুঘল ৰাজ্যৰ ভালেমান সাজপাৰ, আচাৰ-ব্যৱহাৰ আৰু আ-অলংকাৰাদি গ্ৰহণ কৰি তেওঁ অসম আৰু পশ্চিম ভাৰতৰ মাজত এক সাংস্কৃতিক সমন্বয়ৰ বিকাশৰ সুযোগ লৈছিল। (৭) সাংগঠনিক ক্ষমতাৰ বাবেও ৰুদ্ৰসিংহই নিঃসন্দেহে শ্ৰেষ্ঠতাৰ দাবী কৰিব পাৰে। বংগ অভিযানৰ প্ৰস্তুতিৰ কালত অসমৰ কছাৰী, জয়ন্তীয়া, ডফলা আদিৰ বাহিৰেও ত্ৰিপুৰাৰ ৰজাৰ সহযোগিতা আদায় কৰাটোৱে তেওঁৰ অসাধাৰণ সাংগঠনিক প্ৰতিভাৰে সাক্ষ্য বহন কৰি আহিছে। বংগ আৰু মধ্য ভাৰতলৈকো এই সন্দৰ্ভত পত্ৰাদি পঠিয়াই তেওঁ মুঘলৰ বিৰুদ্ধে এটা সৰ্বভাৰতীয় সংগঠন কৰিবলৈ লোৱা প্ৰচেষ্টায়ো তেওঁৰ মনৰ দৃঢ়তা আৰু আত্মবিশ্বাসৰ চিনাকি দিছিল। (৮) অসমৰ সৈতে ভাৰতৰ বিভিন্ন অঞ্চল আৰু তিব্বতকে ধৰি চুবুৰীয়া ৰাজ্যৰ সৈতে বেহা-বেপাৰৰ বাবে তেওঁ কৰা পৃষ্ঠপোষকতাও এই ক্ষেত্ৰত বিশেষভাৱে উল্লেখনীয়। (৯) কিন্তু এইখিনিতে এটা কথা মন কৰিবলগীয়া যে ব্ৰাহ্মণ আৰু শূদ্ৰ মহন্তসকলৰ মাজত ভেদাভেদ অনাৰ বাবে তেওঁ যথেষ্ট সমালোচিতও হৈছে। বংগৰ পৰা ব্ৰাহ্মণ পণ্ডিত অনাৰ বাবেও তেওঁক বহুতে ভাল বোলা নাই। তেওঁৰ এনে পন্থা গ্ৰহণে ৰজাৰ ধৰ্ম (শাক্ত) আৰু প্ৰজাৰ ধৰ্ম (মহাপুৰুষীয়া বৈষ্ণৱ) মাজত যি দ্বন্দ্বৰ সৃষ্টি কৰিছিল কালক্ৰমত সিয়ে মোৱামৰীয়া বিদ্ৰোহৰ পটভূমি সৃষ্টি কৰিছিল বুলিও কোনো কোনো মহলে মত প্ৰকাশ কৰিছে। (১০) ৰুদ্ৰসিংহৰ জয়ন্তীয়া অভিযানো সমালোচনাৰ উৰ্দ্ধত নাছিল। জয়ন্তীয়া

ৰজাক তেওঁ বন্দী কৰিছিল সঁচা, কিন্তু এই দীৰ্ঘ অভিযানত আহোম পক্ষৰো বহু ক্ষয়-ক্ষতি হৈছিল যদিও জয়ন্তীয়াসকলৰ সৈতে তেওঁলোকৰ মিত্ৰতা হোৱা নাছিল। (১১) ৰুদ্ৰসিংহই তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ পাঁচজন পুত্ৰকে এজন এজনকৈ ৰজা হ'বলৈ দিয়া নিৰ্দেশটোও এটা ভুল পন্থাৰ সৃষ্টিকাৰক বুলি সমালোচিত হৈছে। ইয়াৰ ফলত আটাইকেইজন ৰাজকোঁৱৰে ৰজা হ'বলৈ ইচ্ছা কৰাত অযথা কেতবোৰ সমস্যাৰ উদ্ভৱ হোৱাৰ বাবে সমালোচকসকলে ৰুদ্ৰসিংহকে দায়ী কৰিছে। (১২) মুঘলৰ আচাৰ-ব্যৱহাৰ আৰু সাজপাৰ আদি গ্ৰহণ কৰা বাবেও বহু-লোকে ৰুদ্ৰসিংহক সুদৃষ্টিৰে চোৱা নাছিল।

বয়স ভাটি দি অহাৰ লগে লগে ৰুদ্ৰসিংহৰ ধৰ্ম কৰ্মৰ প্ৰতি অতি নিষ্ঠা দেখা গৈছিল। পিতৃ গদাধৰৰ দৰে তেৰোঁ শাক্ত আছিল। আউনীআটীৰ সত্ৰাধিকাৰক সসন্মানেৰে তেওঁৰ নিজৰ সত্ৰত পুনৰ প্ৰতিষ্ঠা কৰি ৰুদ্ৰসিংহই তেওঁক গুৰু মানিছিল যদিও এতিয়া এজন নৈষ্ঠিক হিন্দু শাক্ত হিচাপে তেওঁ শাক্ত গুৰুৰ শৰণ লোৱাৰ কথা ভাবিলে। কিন্তু আহোম ৰাজ্যত যিসকল গোসাঁই বা শাক্ত গুৰু আছে তেওঁলোক তেওঁৰ প্ৰজা বাবে ৰুদ্ৰসিংহই তেওঁলোকক সেৱা জনোৱাৰ বাবে প্ৰস্তুত নাছিল। গতিকে গুৰু ভজিবলৈ তেওঁ এজন গুৰু ৰাজ্যখনৰ বাহিৰৰ পৰা অনাৰ কথা চিন্তা কৰিলে। অৱশেষত এজন গুৰুৰ বিষয়ে সম্ভেদ পোৱাত তেওঁ সেইজন গুৰুক নিমন্ত্ৰণ কৰিলে। এই গুৰুজন আছিল বংগদেশৰ নদীয়া জিলাৰ শান্তিপুৰৰ ওচৰৰ মালিপোতাৰ অধিবাসী বিখ্যাত শাক্ত মহন্ত কৃষ্ণৰাম ভট্টাচাৰ্য ন্যায়বাগীশ। ৰুদ্ৰসিংহৰ নিমন্ত্ৰণ পাইছিল যদিও এইজন গুৰুৱে নিজ স্থানৰ পৰা আহি আহোম ৰাজ্যত প্ৰতিষ্ঠিত হ'বলৈ ইতস্ততঃ কৰিছিল। সেইবাবে ৰুদ্ৰসিংহই তেওঁলৈ এই বুলি বতৰা পঠিয়ালে যে যদি তেওঁ আহে তেন্তে তেওঁক কামাখ্যা মন্দিৰৰ ভাৰ দিয়া হ'ব। কামাখ্যা হ'ল শাক্ত ধৰ্মৰ অন্যতম প্ৰাণবিন্দুস্বৰূপ। সেয়ে এনে এক সন্মানীয় বাব গ্ৰহণ কৰিবলৈ কৃষ্ণৰাম ভট্টাচাৰ্যই স্বাভাৱিকতে আগ্ৰহী হ'ল আৰু সেইমৰ্মে তেওঁ আহোম ৰাজ্যলৈ আহিল। উল্লেখযোগ্য যে প্ৰচলিত বিশ্বাস অনুসৰি গুৰুৰ ওচৰত শৰণ ল'লে গুৰুৱে শিষ্যক গুপ্তমন্ত্ৰ দান কৰে আৰু তেওঁৰ ইহকাল আৰু পৰকালত ঐশ্বৰিক ৰক্ষণা বেক্ষণ দিয়ে। গুৰু ভজিবলৈ উত্ৰাৱল হোৱা ৰুদ্ৰসিংহই এইদৰে বংগদেশৰ পৰা বিশেষভাৱে নিমন্ত্ৰণ কৰি অনা গুৰুজন সম্বন্ধে বহুবোৰ জল্পনা কল্পনা কৰি তেওঁক সাধাৰণ মানুহতকৈ বেলেগ ধৰণৰ বৈশিষ্টসম্পন্ন লোক হ'ব বুলি আশা কৰি থাকোতে গুৰুজন শশৰীৰে আহি পালে। তেতিয়াহে ৰুদ্ৰসিংহই উপলব্ধি কৰিলে যে, আন দহজন মানুহৰ দৰে এই গুৰুজনো এজন সাধাৰণ মানুহহে; তেওঁ ভবাৰ দৰে দেৱতাৰ শাৰীৰ লোক নহয়। সেইবাবে তেওঁ নিজ মত সলালে আৰু শৰণ ল'বলৈ অনিচ্ছা প্ৰকাশ কৰি গুৰুজনক ওভতাই পঠিয়াবলৈ মনস্থ কৰিলে। ৰজাৰ এনে ব্যৱহাৰত কৃষ্ণৰাম ভট্টাচাৰ্যই অতি অপমানিত বোধ কৰিলে আৰু গৃহাভিমুখে যাত্ৰা কৰিলে। কথিত আছে যে, গুৰুজন উভতি যোৱাৰ পিছতে এটা ভয়ংকৰ ভুঁইকঁপ হৈ ভালেমান মন্দিৰ ভাগিলত ৰুদ্ৰসিংহই ভাবিলে যে গুৰুৰ গাত নিশ্চয় ঐশ্বৰিক শক্তি আছে আৰু তেওঁক এইদৰে ওভতাই পঠিওৱাটো উচিত হোৱা নাই। সেয়ে তেওঁ কাবৌকোকালি কৰি গুৰুক আকৌ ওভতাই আনি বহু মাটিবাৰী দি কামাখ্যাত স্থাপন কৰিলে। কামাখ্যা পৰ্বতত থকাৰ বাবে তেওঁ পৰ্বতীয়া গোসাঁই নামেৰে জনাজাত হ'ল। ইয়াৰ পিছত ৰুদ্ৰসিংহই হেনো গুৰুৰ ওচৰত দীক্ষা ল'বলৈ আগ্ৰহ কৰিছিল। কিন্তু কৃষ্ণৰাম ভট্টাচাৰ্যই তেওঁক নিজে দীক্ষা দিবলৈ নগৈ এজন ব্ৰাহ্মণৰ হাতত বেলপাতত ৰঙা চন্দনেৰে বীজমন্ত্ৰ লিখি ৰজালৈ পঠিওৱাত ৰুদ্ৰসিংহই তেওঁক গুৰুৱে অৱজ্ঞা কৰা যেন ভাবি সেই বীজমন্ত্ৰ গ্ৰহণ নকৰিলে। অৱশ্যে, তেওঁ তেওঁৰ পুত্ৰসকল আৰু অন্যান্য ব্ৰাহ্মণসকলকো কৃষ্ণৰাম ভট্টাচাৰ্যকে গুৰু ভজিবলৈ নিৰ্দেশ দিছিল।

ৰুদ্ৰসিংহৰ পাঁচজন পুত্ৰ আছিল। মৃত্যুশয্যাত থকা কালত তেওঁ কেউটি পুত্ৰকে কাজিয়া-পেচাল নকৰি মিলাপ্ৰীতিৰে থাকি ইজনৰ পিছত সিজনকৈ সিংহাসনত বহিবলৈ নিৰ্দেশ দি যায়। এই নিৰ্দেশ দিয়াৰ কেইদিনমান পিছতেই তেওঁৰ মৃত্যু হয় (আগষ্ট মাহ, ১৭১৪ খ্ৰীঃ)। ৰুদ্ৰসিংহৰ মৃত্যুৰ পিছত তেওঁৰ শৱদেহ মনিকৰ্ণেশ্বৰ পাহাৰৰ দাঁতিত হিন্দুমতে সৎকাৰ কৰা হৈছিল বুলি জনা যায়। যি ঠাইত তেওঁৰ চিতা জ্বলোৱা হৈছিল সেই ঠাইডোখৰতে পিছলৈ প্ৰমত্ত সিংহই ৰুদ্ৰেশ্বৰ মন্দিৰ সজাইছিল। কিন্তু বুৰঞ্জীসমূহে পৰিবেশন কৰা

তথ্যমতে তেওঁৰ শৱদেহ আহোম নিয়মেৰে যথাবিহিতভাৱে চৰাইদেউ পাহাৰতহে সমাধিস্থ কৰা হৈছিল।

ৰুদ্ৰসিংহৰ পাঁচজন পুত্ৰ আছিল বুলি ওপৰত উল্লেখ কৰা হৈছে। কিন্তু এই পাঁচজন পুত্ৰ একেগৰাকী মাতৃৰ সন্তান নাছিল। শিৱসিংহ আৰু প্ৰমত্ত সিংহ আছিল এগৰাকী মাতৃৰ সন্তান। তৃতীয়জন পুত্ৰ বৰজনা গোহাঁই আছিল আন এগৰাকী ৰাণীৰ পুত্ৰ। তৃতীয় এগৰাকী ৰাণীৰ পুত্ৰ আছিল ৰাজেশ্বৰ সিংহ আৰু চতুৰ্থ এগৰাকীৰ পুত্ৰ আছিল লক্ষ্মীসিংহ। লক্ষ্মীসিংহৰ গাৰ বৰণ ক'লা আছিল বাবে ৰুদ্ৰসিংহই এই পুত্ৰজনক দেখিব নোৱাৰিছিল বুলি জনা যায়। কিন্তু দেখিব নোৱাৰিলেও তেওঁক ভৱিষ্যতে ৰজা পাতিব নালাগে বুলি কোৱাও নাছিল। ৰজাৰ নিৰ্দেশক্ৰমে তেওঁৰ মৃত্যুৰ পিছত পাঁচজন পুত্ৰৰ প্ৰথমজন শিৱসিংহই ৰাজপাট লাভ কৰিছিল।

### শিৱসিংহ বা চুতানফা (১৭১৪—১৭৪৪ খ্ৰীঃ)

চুতেনফা বা শিৱসিংহৰ সুদীৰ্ঘ ত্ৰিশ বছৰীয়া ৰাজত্ব কালে অসমৰ ইতিহাসত এক নতুন দিশ সংযোজন কৰিছিল। এওঁৰ দিনত ঘটা কেতবোৰ ঘটনাৰ ফলাফল আছিল সুদূৰপ্ৰসাৰী। ভালেমান সজ কাম কৰিলেও বিশেষকৈ ধৰ্মনীতিৰ ক্ষেত্ৰত তেওঁ উদাৰতা প্ৰদৰ্শন কৰিব নোৱাৰাৰ বাবে অসমৰ আকাশত যি বিদ্ৰোহৰ ডাৱৰ পুঞ্জীভূত হৈছিল প্ৰায় ৫০ বছৰৰ মূৰত সি এক তুমুল ধুমুহাৰ সৃষ্টি কৰি মোৱামৰীয়া বিদ্ৰোহৰ ৰূপত আহোম ৰাজ্যৰ অৱনতি আৰু পতনৰ পথ উন্মোচন কৰিছিল। অৱশ্যে পৰৱৰ্তী কালত সংঘটিত মোৱামৰীয়া বিদ্ৰোহৰ বাবে কেৱল শিৱসিংহৰ দিনত ঘটা কেতবোৰ অঘটনেই যদিও একমাত্ৰ কাৰণ আছিল বুলি ডাঠি ক'ব নোৱাৰি তথাপি এই বিদ্ৰোহৰ ডাৱৰ গোড়াপগুনৰ ক্ষেত্ৰত এইজন স্বৰ্গদেউ আৰু তেওঁৰ বৰৰজা ফুলেশ্বৰীৰ ভুল নীতি যে দায়ী আছিল সেই সত্যটোও অস্বীকাৰ কৰিব নোৱাৰি।

শিৱসিংহৰ পিতৃ ৰুদ্ৰসিংহৰ দিনতে বংগদেশৰ কৃষ্ণৰাম ভট্টাচাৰ্য ন্যায়বাগীশক কামাখ্যাত প্ৰতিষ্ঠা কৰা হৈছিল আৰু পিতৃৰ নিৰ্দেশ ক্ৰমে শিৱসিংহই তেওঁৰ ওচৰত দীক্ষা লৈছিল। কৃষ্ণৰাম ভট্টাচাৰ্যক পৰ্বতীয়া গোসাঁই বোলা হৈছিল। শিৱসিংহই তেওঁক উজনি আৰু নামনিতো ভালেমান মাটিবাৰী দিছিল বুলি জনা যায়। তেওঁৰ বৰকুঁৱৰী ফুলেশ্বৰীয়েও ভট্টাচাৰ্যৰ ওচৰত দীক্ষা লৈছিল। এইদৰে ৰজাঘৰীয়া পৃষ্ঠপোষকতা পাই কৃষ্ণৰাম ভট্টাচাৰ্যৰ প্ৰতিপত্তি বৃদ্ধি হোৱাটো স্বাভাৱিক। তেওঁ গোটেই অসমতে বংগদেশৰ প্ৰচলিত আৰ্হিৰে বিবাহাদি ক্ৰিয়াকাণ্ড চলাবলৈ ধৰাত এই ৰাজ্যৰ পণ্ডিতসকলৰ মাজত এক তীব্ৰ প্ৰতিক্ৰিয়াই দেখা দিলে। পুৰণি নিয়ম-নীতিত কৃষ্ণৰাম ভট্টাচাৰ্যৰ হস্তক্ষেপত স্থানীয় পণ্ডিতসকল জাঙুৰ খাই উঠিল, তেওঁলোকে মুকলিকৈ নৱাগত ন্যায়বাগীশৰ সৈতে বাদানুবাদ আৰু তৰ্কযুদ্ধত অৱতীৰ্ণ হ'ল। এই তৰ্কযুদ্ধত কৃষ্ণৰাম ভট্টাচাৰ্যই হাৰ মানিবলগীয়া হোৱাত শিৱসিংহই হস্তক্ষেপ কৰি এইমতে আজ্ঞা কৰিলে যে ন্যায়বাগীশৰ শিষ্যসকলহে কেৱল নব্য স্মৃতিমতে ক্ৰিয়াকাণ্ড কৰিব আৰু অন্যান্যসকলে নিজ পছন্দমতে পুৰণি কামৰূপীয়া স্মৃতিমতে চলিব। শিৱসিংহৰ ৰাজত্বকালৰ প্ৰথমাৰ্দ্ধত দেখা দিয়া আন এটা ঘটনা আছিল ডফলা (নিচি)সকলৰ নামনিৰ অসমীয়া গাঁওসমূহত উপদ্ৰৱ। ১৭১৭ খ্ৰীঃৰ জানুৱাৰী মাহত ভালেমান তাগিন ডফলা লোকে দল বান্ধি পাহাৰৰ পৰা নামি আহি এনে গাঁওসমূহত সোমোৱাত এওঁলোকক দমন কৰিবলৈ শিৱসিংহই এদল সৈন্য পঠিয়াবলগীয়া হৈছিল। সৈন্যসকলে গৈ ডফলাসকলক এই গাঁওসমূহৰ পৰা খেদি পঠিয়াবলৈ সক্ষম হৈছিল। ভৱিষ্যতে যাতে এনে ধৰণৰ উপদ্ৰৱ নহয় তাৰ বাবে প্ৰতিকাৰৰ চিন্তা কৰি তেওঁ ডফলা পাহাৰৰ দাঁতিয়েদি এটা গড় সাজিবলৈ নিৰ্দেশ দিয়াত তেওঁলোকে এইদৰে নামনিলৈ অহাৰ মুদা মৰিছিল।

শিৱসিংহৰ ৰাজত্বৰ কিছুদিনৰ পিছতেই দেওধাই, বাইলুং, জ্যোতিষী আৰু পণ্ডিতসকলে ৰজাৰ 'ছত্ৰভংগ যোগ' পৰিছে বুলি কৈছিল। এনে ভৱিষ্যদ্বাণীত চিন্তিত আৰু আতংকিত হৈ শিৱসিংহই কৃষ্ণৰাম ভট্টাচাৰ্যৰ সৈতেও এই বিষয়ে আলোচনা কৰাত তেৱোঁ চিন্তিত হৈ তেওঁক ৰাজ কাৰ্যৰ পৰা বিৰত থকাটোৱেই সমীচীন হ'ব বুলি মত প্ৰকাশ কৰিছিল। সেয়ে সাতে-পাঁচে ভাবিগুণি শিৱসিংহই তেওঁ বৰকুঁৱৰী ফুলেশ্বৰীক 'বৰ ৰজা' উপাধিৰে সিংহাসনত বহুৱাই নিজে উপদেষ্টা হিচাপে ৰাজকাৰ্য পৰিচালনা কৰিবলৈ ধৰিলে। এইদৰে 'বৰৰজা' পদত অধিষ্ঠিত হৈ ফুলেশ্বৰী

কুঁৱৰীয়ে প্ৰমথেশ্বৰী (দুৰ্গা গোসাঁনীৰ আন এটা নাম) নাম লৈছিল। ফুলেশ্বৰী কুঁৱৰী অতি উচ্চাকাংক্ষী আছিল। 'বৰ ৰজা' হিচাপে ৰজা শিৱসিংহৰ সৈতে তেওঁৰ নামটোও মোহৰত যুক্ত হৈছিল। ফুলেশ্বৰী কুঁৱৰীৰ পূৰ্বৰ নাম আছিল ফুলমতী নাচনী। তেওঁ চিনাতলীয়া নটৰ কন্যা আছিল। তেওঁ আছিল অতি ৰূপৱতী আৰু তেওঁৰ ৰূপ-লাৱণ্যত মুগ্ধ হৈ শিৱসিংহই তেওঁক বিয়া কৰাই বৰকুঁৱৰী পাতিছিল। ফুলেশ্বৰীৰ যে কেৱল ৰূপ আছিল এনে নহয় গুণৰ ক্ষেত্ৰতো তেওঁ এগৰাকী আগশাৰীৰ ৰাণী আছিল। বিশেষকৈ শিক্ষাৰ ক্ষেত্ৰত তেওঁৰ পৃষ্ঠপোষকতা আছিল অতি প্ৰশংসনীয়। তেওঁ কেইবাখনো টোল স্থাপন কৰিছিল। ৰংপুৰত স্থাপিত পঢ়াশালিখন 'বৰৰজাৰ পঢ়াশালি' বুলি জনাজাত হৈছিল। ৰংপুৰত স্ত্ৰীশিক্ষাৰ বাবে তেওঁ এখন পঢ়াশালি প্ৰতিষ্ঠা কৰি ইয়াৰ যোগেদি মহিলাসকলক বোৱা-কটাও শিকাইছিল। গৌৰীসাগৰৰ দ'ল-পুখুৰী খন্দাৰ উপৰি শিৱ, বিষ্ণু আৰু দেৱী দ'ল তেওঁৰ নিৰ্দেশতেই সজা হৈছিল। সেই দৃষ্টিকোণৰ পৰা ফুলেশ্বৰী কুঁৱৰীক এগৰাকী স্থাপত্যপ্ৰেমী বুলিও স্বীকাৰ কৰিব লাগিব। কিন্তু 'বৰকুঁৱৰী' আৰু 'বৰৰজা' হৈ তেওঁ স্বজন প্ৰীতিৰে কৰা কেতবোৰ কাম-কাজে সম্ভ্ৰান্ত আহোমসকলক বিতুষ্ট কৰিছিল। তেওঁ শিৱ সিংহৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰি নিজৰ ককায়েকক বৰপাত্ৰ গোহাঁইৰ পদ দিয়াত আহোম বিষয়াসকল অসন্তুষ্ট হৈছিল। ইয়াতে ক্ষান্ত নাথাকি নিজৰ দদায়েক দুজনক যথাক্ৰমে তিপাম ৰজা আৰু ঢেকিয়াল বৰুৱা পতাত সম্ভ্ৰান্ত লোকসকলৰ চকু থিয় দিছিল। তদুপৰি ফুলেশ্বৰীয়ে মাকক পুৰণি মেল, কেঁকোৰা দোলা আৰু সোণ টুপেৰে জাপি দিয়াত এনে অসন্তুষ্টি আৰু বৃদ্ধি পাইছিল। আনহাতেদি বৰৰজা ফুলেশ্বৰীয়ে সাহিত্যৰ পৃষ্ঠপোষকতাৰ ক্ষেত্ৰত ভালেমান প্ৰশংসনীয় অৱদান যোগাইছিল। তেওঁৰ পৃষ্ঠপোষকতাত অনন্ত আচাৰ্য্যই লিখিছিল 'আনন্দ-লহৰী' আৰু কবিচন্দ্ৰ দ্বিজে লিখিছিল 'কাম-কুমাৰহৰণ', ধৰ্মপুৰাণ আদি। কবিৰাজ চক্ৰৱৰ্ত্তীয়েও 'দুষ্যন্ত চৰিত্ৰমালা' বা 'শকুন্তলা কাব্য', 'শংখচূড়বধ' আৰু 'ব্ৰহ্মবৈবৰ্ত পুৰাণ'ৰ অংশবিশেষ আদি লিখাত এইগৰাকী ৰাণী আৰু ৰজা শিৱসিংহৰ পৃষ্ঠপোষকতা লাভ কৰিছিল বুলি উল্লেখ কৰিছে। কিন্তু এইদৰে বহুবোৰ সজগুণৰ অধিকাৰী হৈও ফুলশ্বৰীৰ কেতবোৰ কাম-কাজ আৰু মইমতীয়া স্বভাৱে অসমৰ ইতিহাসত কেতবোৰ গুৰুতৰ সমস্যা সংযোজন কৰি গৈছে। ফুলেশ্বৰী বৰৰজা এগৰাকী নৈষ্ঠিক শাক্ত আছিল আৰু তেওঁ কৃষ্ণৰাম ভট্টাচাৰ্যৰ শিষ্যা হৈ তেওঁৰ নিৰ্দেশমতে চলিবলৈ লৈছিল। তুংখুঙীয়া বুৰঞ্জীমতে তেওঁ ঠাকুৰীয়া মহন্তসকলক মতাই আনি আউনীআটী আৰু গড়মূৰ সত্ৰৰ সত্ৰাধিকাৰৰ ওচৰত মূৰ দোঁৱাবলৈ আজ্ঞা কৰিছিল। ভাগৱতী দেউৰীৰ তত্বাৱধানত শালগ্ৰাম, ভাগৱত দি পূজা-সেৱা কৰিবলৈ নিৰ্দেশ দিছিল। তেওঁ ব্ৰাহ্মণসকলক বহু মাটি বাৰীও দান কৰিছিল। কিন্তু ঠাকুৰীয়া (শূদ্ৰ) মহন্তসকলে দেৱী পূজা নকৰে বুলি জানি তেওঁ বৰ অসন্তুষ্ট হৈ এবাৰ মহা পয়োভৰেৰে দুৰ্গা পূজা পাতি তালৈ মোৱামৰীয়া বা মায়ামৰা মহন্তকে ধৰি ভালেমান মহন্ত, মেধি আদিক নিমন্ত্ৰণ কৰি আনি বলেৰে তেওঁলোকক মূৰ্ত্তি সেৱা কৰাই কপালত বলিৰ তেজেৰে ফোঁট দি তেওঁলোকৰ ধৰ্মভাৱত চৰম আঘাত আৰু অপমান হানি এক মহাভুল কৰা দেখা গ'ল। মহাপ্ৰতাপী শূদ্ৰ বৈষ্ণৱ মোৱামৰীয়া মহন্ত আৰু শিষ্যসকলে এই অপমানৰ হোৰ তুলিবলৈ তেতিয়াই অংগীকাৰ কৰিছিল। এইদৰে নিজ ধৰ্ম-বিশ্বাসত অন্ধ হৈ তেওঁৰ ধৰ্মক প্ৰজাৰ ওপৰত জাপি দিয়া ফুলশ্বৰী কুঁৱৰী আহোম ৰাজত্বকালত 'বৰৰজা' পদ লাভ কৰা প্ৰথম মহিলা আছিল।

১৭৩১ খ্ৰীঃত বৰৰজা ফুলেশ্বৰীৰ মৃত্যু ঘটাত শিৱসিংহই তেওঁৰ ভনীয়েক আৰু সলাল গোহাঁইৰ বোৱাৰী দ্ৰৌপদীক বিয়া কৰি তেওঁক অম্বিকা বা মদাম্বিকা নাম দি 'বৰৰজা' পাতে। এইগৰাকী বৰৰজায়ো শিৱসিংহৰ নামৰ সৈতে যুটীয়াভাৱে মোহৰ মৰাইছিল। এওঁ সোণৰ কলচীৰে শিৱ দ'ল সজাইছিল আৰু পুখুৰী খন্দাইছিল। এইগৰাকী বৰৰজাৰ শিৱ দৌলটো অসমৰ আটাইবোৰ দ'লৰ ভিতৰত ওখ আছিল। ই ওখই ৮৩$\frac{১}{২}$ হাত আছিল আৰু ৪$\frac{১}{২}$ একৰ মাটিজুৰি এই দ'লটো নিৰ্মিত হৈছিল। উল্লেখযোগ্য এইগৰাকী সাহিত্যৰ প্ৰতি ধাউতি থকা বৰৰজাৰ পৃষ্ঠপোষকতাত সুকুমাৰ বৰকাইথে 'হস্তীবিদ্যাৰ্ণৱ' নামৰ বিখ্যাত পুথিখন ৰচনা কৰিছিল। হস্তী সম্বন্ধীয় সকলোবোৰ তথ্য-পাতিৰে সমৃদ্ধ এই সচিত্ৰ আৰু আকৰ্ষণীয় পুথিখনে আজিও সকলোৰে

দৃষ্টি আৰু প্ৰশংসা অৰ্জন কৰি আহিছে। অসমৰ ভূতপূৰ্ব চীফ কমিছনাৰ চাৰ আৰ্চডেল্ আৰ্লে এই পুথিখন চাই অতি মুগ্ধ হৈ এই বুলি মন্তব্য কৰিছিল যে ইউৰোপৰ যিকোনো পুথিভঁৰাল বা যাদুঘৰত এই পুথিখন এক সন্মানজনক স্থান লাভৰ যোগ্য। ১৭৩৮ খ্ৰীঃত অম্বিকা কুঁৱৰী বৰৰজাৰ মৃত্যু হয়।

শিৱসিংহৰ ৰাজত্বকালত তৃতীয় গৰাকী বৰ ৰজা আছিল সৰ্বেশ্বৰী কুঁৱৰী। এওঁৰ পূৰ্বৰ নাম আছিল অনাদৰী আৰু তেওঁ সলাল গোহাঁইৰ জীয়ৰী আছিল। এইগৰাকী বৰৰজাৰ দিনত কেৰ্বী ৰাজমাতৰ দল সজা হয়। ৰজাৰ নামৰ সৈতে এওঁৰো যুগ্ম মোহৰ উলিওৱা হৈছিল।

শিৱসিংহৰ দিনত কামৰূপ আৰু বকতাত মাটিৰ পিয়ল হৈছিল। এই পিয়লৰ কাগজবোৰক 'পেৰা কাগজ' বোলা হৈছিল আৰু সেইবোৰ সযত্নে ৰখা হৈছিল। এইবোৰ তাহানিৰ দিনৰ মূল্যৱান নথি-পত্ৰ। তেওঁৰ দিনত মাটিবোৰ দেঁৱোত্তৰ, ধৰ্মোত্তৰ, ব্ৰহ্মোত্তৰ আৰু নানকাৰ বা নিকৰ শ্ৰেণীভুক্ত কৰা হৈছিল। মন্দিৰ, দেৱালয়সমূহত ভূমিদান কৰাৰ ক্ষেত্ৰত তেওঁ এজন অগ্ৰণী আছিল। উল্লেখযোগ্য যে আহোম যুগৰ যি ৪৮ খন ভূমিদান সংক্ৰান্ত তামৰ ফলি পোৱা গৈছে তাৰ ভিতৰত ১৯ খনেই আছিল শিৱসিংহৰ দিনৰ। এইজন ৰজাৰ দিনত চোৰাংচোৱাসকলে অতি নিষ্ঠাৰে ৰাজ্যৰ সকলো বাতৰি ৰজাক জনাইছিল। কোনোবাই কিবা হাতে-কামে কৰিলেতো কথাই নাই। আনকি কিবা কথা লাহেকৈ উচ্চাৰণ কৰিলেও চোৰাংচোৱাই কথাবোৰ বিজুলী সঞ্চাৰে ৰজাৰ কাণত পেলাইছিল। শিৱসিংহৰ দিনত আন ভালেমান জনহিতকৰ কাম হৈছিল। বৰৰজা কেইগৰাকীৰ দিনত নিৰ্মাণ কৰা বিভিন্ন স্থাপত্যৰ বিষয়ে ওপৰত উল্লেখিত হৈছে। শিৱসিংহৰ নিৰ্দেশতেই অশ্বক্ৰান্ত আৰু দীৰ্ঘেশ্বৰীৰ দ'ল সজোৱা হয়। তেওঁৰ ধাইমাকে শিৱসাগৰত বন্ধোৱা আলিটো আজিও ধাই আলি নামেৰে পৰিচিত।

১৭৩৯ খ্ৰীঃত বিল, গডউইন, লিষ্টাৰ আৰু মিল নামেৰে ৪ জন ইউৰোপীয় লোক ৰংপুৰলৈ অহাত শিৱসিংহই নগৰৰ প্ৰধান দুৱাৰৰ ওচৰত তেওঁলোকক সাক্ষাৎ দিছিল। সাক্ষাৎ কালত এই বিদেশী লোক কেইজনে ৰজাক ভৰি চুই সেৱা কৰি সন্মান জনাইছিল বুলি জনা যায়।

শিৱসিংহৰ দিনতে ৰাজ অনুগ্ৰহ পাই হিন্দু ধৰ্ম ঠন ধৰি উঠে আৰু এক বুজন সংখ্যক আহোম লোকে এইসময়তে হিন্দু ধৰ্ম গ্ৰহণ কৰা দেখা যায়। ৰজা শিৱসিংহ আৰু তেওঁৰ বৰৰজাসকলে তেওঁলোকৰ অধিক সময় মন্দিৰ আৰু দ'ল-দেৱালয় স্থাপনত অতিবাহিত কৰিছিল। মন্দিৰ, দল-দেৱালয়ৰ পূজা-সেৱাৰ বাবে নিযুক্ত পূজাৰীসকলক ভৰণ-পোষণৰ বাবে পাইক নিবন্ধনেৰে ভূমিদান কৰা হৈছিল। আহোমৰ পুৰোহিত দেওধাই, বাইলুং আদিয়ে পূৰ্বৰ আহোমসকলৰ দৰে নিজ ধৰ্ম ৰাখিবলৈ চেষ্টা কৰিছিল যদিও তেওঁলোকৰ এই প্ৰচেষ্টাৰ ফলাফল সন্তোষজনক আছিল বুলি ক'ব নোৱাৰি। তথাপি চোমদেউৰ পূজাকে আদি কৰি আহোমসকলৰ কেতবোৰ নিয়ম-নীতি তেতিয়াও প্ৰচলিত আছিল। শিৱসিংহৰ ধৰ্মনীতিৰ এটি সমীক্ষা কৰিলে দেখা যায় যে শাক্ত ধৰ্মৰ অধিক পৃষ্ঠপোষকতা কৰি আনহাতে বৈষ্ণৱসকলৰ ওপৰত বলপূৰ্বকভাৱে সেই ধৰ্ম জাপি দিবলৈ গৈ তেওঁৰ বৰৰজা ফুলেশ্বৰী কুঁৱৰীয়ে কৰা পয়মালৰ ক্ষেত্ৰত তেওঁ কোনো হস্তক্ষেপ নকৰি ভুল কৰিছিল। আহোমৰ সৈতে বৈষ্ণৱসকলৰ বিৰোধ চুহুংমুং দিহিংগীয়া ৰজাৰ দিনতো আছিল। শংকৰ আৰু মাধৱদেৱে তেতিয়াই আহোম ৰাজ্য এৰি কোচবিহাৰলৈ গৈছিল। কিন্তু সেইসময়ত বৈষ্ণৱসকলক ধৰি আনি শাক্ত ধৰ্মত দীক্ষিত কৰাৰ প্ৰয়াস কৰা নাছিল— কোনো বৈষ্ণৱক কপালত বলিৰ তেজেৰে ফোঁট দিয়া হোৱা নাছিল নাইবা আন ধৰণে অপমান কৰাও নাছিল। ৰজা গদাধৰ সিংহৰ দিনতো এচাম বৈষ্ণৱলোক নিৰ্যাতিত হোৱাৰ বাবে তেওঁলোক ক্ষুব্ধ হৈছিল। কিন্তু লক্ষণীয় যে গদাধৰে তেওঁক পূৰ্বতে দুৰ্ব্যৱহাৰ কৰা বৈষ্ণৱসকলকহে বেয়া ব্যৱহাৰ কৰিছিল নাইবা পাইকসকলে ভকত হৈ পাইকখটাৰ অব্যাহতি পোৱাৰ চেষ্টাত বিধি-পথালি দিছিল। অৱশ্যে মোৱামৰীয়া মহন্ত বৈকুণ্ঠনাথক হত্যা কৰি গদাধৰেও তেওঁলোকক জোকাই লৈছিল। ৰুদ্ৰ সিংহয়ো শাক্ত ধৰ্মৰ প্ৰতি অত্যধিক পৃষ্ঠপোষকতাৰে বৈষ্ণৱসকলক অসন্তুষ্ট কৰিছিল সঁচা, কিন্তু শিৱসিংহৰ দিনৰ দৰে জোৰকৈ বৈষ্ণৱ ধৰ্মী লোকক দুৰ্গা দেবীৰ মূৰ্তি সেৱা কৰোৱা বা বলিৰ ফোঁট দিয়াৰ দৰে ঘটনাত তেওঁলোকে ইন্ধন যোগোৱা নাছিল। এইদৰে মোৱামৰীয়া মহন্তৰ দৰে প্ৰতাপী মহন্তসকলক অনাহকতে জোকাই

নোলোৱাহেঁতেন বোধকৰো ভৱিষ্যতে মোৱামৰীয়া বিদ্ৰোহ নহ'লহেঁতেন। বৰৰজা ফুলেশ্বৰীয়ে একপক্ষীয় ধৰ্মনীতি গ্ৰহণ কৰাৰ সময়ত তেওঁক এইক্ষেত্ৰত কোনো বাধা প্ৰদান নকৰাৰ বাবে শিৱসিংহক দোষাৰোপ কৰিবই লাগিব। তদুপৰি আহোমসকলে এইদৰে হিন্দু ধৰ্ম গ্ৰহণ কৰাত বৰ্ণ প্ৰথা অনুসৰি তেওঁলোকক নিম্ন বৰ্ণৰ লোক বুলি অন্য হিন্দুসকলে গণ্য কৰিবলৈ লৈছিল। এইদৰে আহোমসকলৰ মৰ্যাদা ক্ষুণ্ণ হোৱাৰ কালত শিৱসিংহই এক নিষ্ক্ৰিয় ভূমিকা লোৱাটোও নিশ্চয় এক মহা ভুল হৈছিল আৰু তেওঁৰ এনে ভূমিকাই অনাগত দিনৰ বাবে এক অশুভ ইংগিত দিছিল।

### প্ৰমত্ত সিংহ বা চুনেনফা (১৭৪৪—১৭৫১ খ্ৰীঃ)

ৰুদ্ৰসিংহই মৃত্যুকালত তেওঁৰ পাঁচোজন পুত্ৰকে জ্যেষ্ঠতানুসৰি ৰজা হ'বলৈ নিৰ্দেশ দি যোৱাৰ বাবে তেওঁৰ মৃত্যুৰ পিছত প্ৰথমজন ৰাজকোঁৱৰ শিৱসিংহই ৰাজপাটত আৰোহণ কৰিছিল বুলি আগতে উল্লেখ কৰা হৈছে। শিৱসিংহৰ মৃত্যু পিছত সেয়ে তেওঁৰ জ্যেষ্ঠ পুত্ৰক সিংহাসন নিদি তেওঁৰ পিছৰজন ভায়েক চুনেনফা বা প্ৰমত্ত সিংহক সেই সন্মান যচা হৈছিল। প্ৰমত্ত সিংহই স্থাপত্যৰ ক্ষেত্ৰত ভালেমান অৱদান যোগাইছিল। গড়গাঁৱৰ শিলৰ দুৱাৰ, নতুন পকীঘৰ আৰু ৰংপুৰৰ পকীঘৰ এইজন ৰজাৰ দিনতে সজা হৈছিল। এওঁ গুৱাহাটীৰ শুক্ৰেশ্বৰ মন্দিৰ নিৰ্মাণ কৰে। উত্তৰ গুৱাহাটীত ৰুদ্ৰসিংহ স্বৰ্গী হোৱা ঠাইত তেওঁ ৰুদ্ৰেশ্বৰ মন্দিৰ নিৰ্মাণ কৰিছিল। তেওঁ মন্দিৰত পাইক নিবন্ধনেৰে মাটি-বাৰীও দান কৰিছিল। এওঁৰ দিনতো লোক পিয়লৰ কাম-কাজ চলি আছিল বুলি জনা যায়।

### ৰাজেশ্বৰ সিংহ (১৭৫১—১৭৬৯ খ্ৰীঃ)

ৰুদ্ৰসিংহৰ নিৰ্দেশনাযায়ী তেওঁ পিছত তেওঁৰ প্ৰথম আৰু দ্বিতীয়জন পুত্ৰ যথাক্ৰমে শিৱসিংহ আৰু প্ৰমত্ত সিংহ ৰজা হোৱাৰ অন্তত ৰাজপাট পাব লাগিছিল তেওঁৰ তৃতীয় পুত্ৰ মোহনমালা গোহাঁয়ে। কিন্তু তেওঁৰ মুখত বসন্তৰ দাগ থকাৰ বাবে তেওঁক ৰজা নাপাতি ডা-ডাঙৰীয়াসকলে চতুৰ্থজন পুত্ৰ বোন্দা গোহাঁই তথা চুৰেমফা বা ৰাজেশ্বৰ সিংহকহে ৰজা মনোনীত কৰিছিল। এওঁৰ দিনত ভালেমান উল্লেখযোগ্য ঘটনা ঘটিছিল।

এইজন ৰজাৰ দিনত ডফলাসকলে (বৰ্তমান তেওঁলোক 'নিচি' নামেৰে জনাজাত) সীমান্তৱৰ্তী অসমীয়া গাঁওসমূহত বয়-বস্তু লুটপাত আৰু অন্যান্য উপদ্ৰৱ কৰাত ৰাজেশ্বৰ সিংহই তেওঁলোকক দমনাৰ্থে ভালেমান ব্যৱস্থা গ্ৰহণ কৰিছিল। ১৭৫৮ খ্ৰীঃত ডফলাসকলে ঘিলাধাৰীৰ ওচৰত কেইবাবাৰো আহোম সেনাক আক্ৰমণ কৰাত ৰাজেশ্বৰ সিংহই সেই অঞ্চলত দুৰ্গ সাজি ডফলাসকলক পাহাৰৰ পৰা ভৈয়ামলৈ আহি উপদ্ৰৱ নকৰিবলৈ সকীয়াই দিছিল। এইদৰে ডফলাবিলাকে ভৈয়ামলৈ আহিবলৈ নোৱাৰা হ'লত তেওঁলোকৰ বৰ অসুবিধা হৈছিল। তেওঁলোকৰ গিৰিপথবোৰ আহোম সৈন্যৰ পহৰাৰ ফলত প্ৰায় নিষ্ক্ৰিয় হৈ পৰাত তেওঁলোকে পূৰ্বতে নামনিৰ পৰা ধৰি নিয়া আহোম লোকসকলক ওভটাই দিছিল। তেওঁলোকৰ এটা দলে ভাৰে-ভেটিয়ে ৰাজেশ্বৰ সিংহক শ্ৰদ্ধা জনাইছিলহি। কিন্তু ডফলাসকলৰ ওপৰত আগৰে পৰা খং উঠি থকা ৰাজেশ্বৰ সিংহৰ এই ডফলা দলটো দেখি সেই খং দুগুণে চৰিল আৰু তেওঁলোকক বন্দী কৰি থ'লে। এই ঘটনাৰ বাতৰি পাই বন্দী ডফলাকেইজনৰ আত্মীয়-স্বজনে আহি ভৈয়ামৰ পৰা ৩৫ জন অসমীয়া লোক আৰু ২ টা বৰতোপ কাঢ়ি নিলেহি। পিছত অৱশ্যে আহোম ৰজাই ডফলাৰ সৈতে বুজাবুজি কৰিবলৈ সন্মত হ'ল। দুয়ো পক্ষৰ মাজত বন্দী বিনিময় হোৱাৰ উপৰি ডফলাৰ সৈতে নতুনকৈ 'পচা' বন্দৱস্ত হ'ল। সেই মৰ্মে পাহাৰৰ নামনিৰ কেতবোৰ নিৰ্দিষ্ট গাঁৱৰ প্ৰত্যেক পৰিয়ালৰ পৰা ডফলাসকলে বছৰি ১ পুৰা ধান আৰু ৩২০ টা কড়ি সংগ্ৰহ কৰাৰ নতুন ব্যৱস্থা প্ৰৱৰ্তন হ'ল। ডফলাসকলেও ইয়াৰ বিনিময়ত ভৱিষ্যতলৈ ভৈয়ামত উপদ্ৰৱ নকৰাৰ বাবে প্ৰতিশ্ৰুতিবদ্ধ হ'ল।

মিকিৰসকলে (বৰ্তমান তেওঁলোকে নিজকে আৰ্লেং বোলে) ৰাজেশ্বৰ সিংহৰ দিনত আহোম ৰজাৰ প্ৰাপ্য কৰ দিবলৈ নিবিচৰাত ৰজাই তেওঁলোকৰ বিৰুদ্ধে দুটা অভিযান প্ৰেৰণ কৰিছিল। এই অভিযানৰ এটা আছিল স্থল আৰু আনটো নৌ অভিযান আৰু এই দল দুটাই যথাক্ৰমে চপানলা আৰু কপিলী নৈৰে আগবাঢ়িছিল। দুয়োটা দল পাহাৰত উঠি একগোট হৈ মিকিৰ গাঁওবোৰত জুই লগাই দি বহুতো বয়-বস্তু লুট কৰি ওভতি অহাৰ পথত ৰহাত ৰ'লহি। আহোম সৈন্যই এইদৰে মিকিৰসকলৰ পৰা লুট কৰি অনা বয়-বস্তুৰ

ভিতৰত টুপী, ছুৰী, দা, কোৰ, যাঠি, ছাগলী আদি উল্লেখযোগ্য। এই ঘটনাৰ পিছত মিকিৰসকলে দল বান্ধি আহি আহোমৰ ওচৰত শান্তি প্ৰাৰ্থনা কৰিলত ৰাজেশ্বৰ সিংহৰ নিৰ্দেশ মতে সেনাপতি দুজনে মিটমাট কৰিলে। মিকিৰসকলকো বহুবোৰ বয়-বস্তু উপহাৰ দিয়া হ'ল। উল্লেখযোগ্য যে মিকিৰ তথা আৰ্লেংসকলৰ বিৰুদ্ধে এইটোৱেই আছিল আহোমৰ প্ৰথম আৰু শেষ অভিযান।

ৰাজেশ্বৰ সিংহৰ সমসাময়িক কছাৰী ৰজা আছিল সন্ধিকাৰী। তেওঁক আহোম ৰজাই ৰাজসভালৈ নিমন্ত্ৰণ জনোৱাত তেওঁ সেই অনুৰোধ প্ৰত্যাখ্যান কৰিছিল। তেওঁৰ এনে ব্যৱহাৰত বিতুষ্ট হৈ ৰাজেশ্বৰ সিংহই কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ অধীনত কছাৰী ৰাজলৈ এটা অভিযান প্ৰেৰণ কৰে। এই দলটোৰ আগমনৰ কথা জানিব পাৰি সন্ধিকাৰীয়ে নিজে আগবাঢ়ি আহি ৰাজেশ্বৰ সিংহক ভাৰ-ভেটি দি দেখা কৰিছিলহি। সেই সময়ছোৱাতে ব্ৰহ্মদেশৰ (বৰ্তমানৰ 'মায়ানমাৰ') মান সৈন্যই মণিপুৰ ৰাজ্যত আক্ৰমণ কৰাত সেই ৰাজ্যৰ ৰজা জয়চন্দ্ৰই আহি কছাৰী ৰাজ্যত আশ্ৰয় লৈছিলহি। সেয়ে সন্ধিকাৰীৰ ভয় হ'ল যে মণিপুৰৰ পিছত নিশ্চয় মানবিলাকে তেওঁৰ ৰাজ্যতো আক্ৰমণ চলাবহি আৰু এনে সময়ত অনাহকত আহোমৰ সৈতে শত্ৰুতা নকৰাটোৱেই বুদ্ধিমানৰ কাম হ'ব বুলি ভাবি তেওঁ নিজে আহি ৰাজেশ্বৰ সিংহক দেখা কৰিছিলহি। কছাৰী ৰজাৰ সৈতে তেওঁৰ ৰাজ্যত আশ্ৰয় লোৱা মণিপুৰৰ ৰজা জয়চন্দ্ৰও আহোম ৰাজ্যলৈ আহিছিল। ৰাজেশ্বৰ সিংহই কছাৰী ৰজা সন্ধিকাৰীয়ে তেওঁৰ আদেশ অমান্য কৰাৰ বাবে তেওঁক তিৰস্কাৰ কৰিছিল বুলি জনা যায়। পিছত অৱশ্যে তেওঁৰ সৈতে মিত্ৰতা কৰিবলৈ সিদ্ধান্ত লৈ তেওঁ কছাৰী ৰজাক নিজ ৰাজলৈ ওভতি যাবলৈ অনুমতি দিছিল। কছাৰী ৰজা সন্ধিকাৰীয়ে ৰাজেশ্বৰ সিংহক আহি দেখা কৰা ঘটনাটো কোনো কেনো সূত্ৰই অলপ বেলেগ ধৰণে পৰিৱেশন কৰিছে। কিছুমান বুৰঞ্জীমতে কছাৰী ৰজা ৰামৰ খুৰায়েক সন্ধিকাৰীয়ে তিপ্ৰেৰাৰ আক্ৰমণৰ পৰা ৰক্ষা পাবলৈ আহোম ৰজাৰ সহায় বিচাৰিছিল। তিপ্ৰেৰাৰ আক্ৰমণত হেনো ৰাম মণিপুৰলৈ আৰু সন্ধিকাৰীয়ে মাইবঙলৈ পলাই গৈছিল। কিন্তু কছাৰীসকলৰ সৈতে তিপ্ৰেৰাৰ এনে বিবাদৰ বিষয়ে আন আন সূত্ৰসমূহ সম্পূৰ্ণ নিমাত।

কছাৰী ৰজা সন্ধিকাৰীৰ সৈতে আহি মণিপুৰৰ ৰজা জয়চন্দ্ৰই ৰাজেশ্বৰ সিংহক সাক্ষাৎ কৰাৰ কথা ওপৰত উল্লেখ কৰা হৈছে। ৰাজেশ্বৰ সিংহৰ দিনত চুবুৰীয়া ৰাজ্য মণিপুৰত ব্ৰহ্মদেশৰ মানসকলে আক্ৰমণ কৰাত ৰজা জয়চন্দ্ৰই ইষ্ট ইণ্ডিয়া কোম্পানীৰ সহায় বিচাৰি নিৰাশ হৈ কছাৰী ৰজা সন্ধিকাৰীৰ আশ্ৰয় লৈছিল। এনেতে সন্ধিকাৰীৰ সৈতে আহোমৰ মনোমালিন্য হোৱাৰ অন্তত সন্ধিকাৰীয়ে আহোম ৰজাক দেখা কৰি সেই মনোমালিন্যৰ অৱসান ঘটাইছিল। এইদৰে আহোম ৰজাক সাক্ষাৎ কৰাৰ কালত সন্ধিকাৰীৰ সৈতে তেওঁৰ আশ্ৰয়ত থকা মণিপুৰৰ ৰজা জয়চন্দ্ৰও আহিছিল। তেওঁ তেওঁৰ দেশৰ পৰা বৰ্মীসকলক বিতাড়িত কৰিবৰ বাবে ৰাজেশ্বৰ সিংহৰ সহায় ভিক্ষা কৰাত তেওঁ ডা-ডাঙৰীয়াসকলৰ সৈতে আলোচনা কৰি তেওঁ সহায় কৰিব বুলি কথা দিয়ে আৰু সেই মৰ্মে এক বুজন সংখ্যক ৰণুৱাও গোটায়। কিন্তু সমস্যা হ'ল যে কোনে এই সৈন্য দলৰ নেতৃত্ব গ্ৰহণ কৰিব? ৰজাই যিজনকে কয় তেঁৱেই শাৰীৰিক অক্ষমতাকে আদি কৰি ভালেমান অসুবিধাৰ অজুহাতত সেই গুৰুভাৰ ল'বলৈ অনিচ্ছা প্ৰকাশ কৰা দেখা গ'ল। বিষয়াসকলৰ এনে ব্যৱহাৰৰ পৰা সেই সময়ত আহোমৰ মাজত যে সাহিয়াল আৰু কৰ্মোৎসাহী লোকৰ অভাৱ সেই সত্যটো জলজল পটপটকৈ ওলাই পৰিছিল। বিষয়াসকলৰ এনে ধৰণৰ ইতস্ততঃ ভাবে ৰজা ৰাজেশ্বৰ সিংহকো অতি বিতুষ্ট কৰা দেখা গ'ল। খঙৰ ভমকত ৰজাই এনে বিষয়াসকলৰ বিষয়-বাব কাঢ়ি লৈ সা-সম্পত্তি জব্দ কৰাও দেখা গ'ল। অৱশেষত যেনিবা হৰনাথ ভিতৰুৱাল ফুকনে প্ৰায় ৪০,০০০ ৰণুৱাৰ সৈতে মণিপুৰ অভিমুখে যাত্ৰা আৰম্ভ কৰিলে। দীঘলীয়া পথেৰে মণিপুৰলৈ নগৈ এটা নতুন পথেৰে সোনকালে মণিপুৰত উপস্থিত হ'বৰ বাবে তেওঁ চৰাইদেউৰ দক্ষিণে থকা পাহাৰবোৰৰ মাজেদি যাবলৈ ধৰাত ডাঠ হাবিৰ মাজত সোমায়গৈ। তাৰ পিছত তেওঁ পথ হেৰুওৱাৰ ফলত এই বিৰাট সৈন্য দলটোৰ সৈতে যথেষ্ট নিকাৰ ভুঞ্জিবলগীয়াত পৰে।

বাট-পথ বিচাৰি নাপাই তেওঁলোকে ডাঠ হাবি কাটি পথ উলিয়াবলগীয়াত পৰিল। ফলত দলটোৰ সীমাহীন কষ্ট হ'ল।

তেওঁলোকে ভালদৰে আগবাঢ়িবও পৰা নাছিল। কষ্ট পাই বহুতবোৰ ৰণুৱাৰ মাজ পথতে মৃত্যু ঘটিল। ৰ'দ-বৰষুণ আৰু খাদ্যাভাৱেও তেওঁলোকক অশেষ কষ্ট দিলে। ঘন হাবিত ভালেমান সৈন্যৰ সাপৰ কামোৰতো প্ৰাণ গ'ল। তাতে আকৌ ভূতৰ ওপৰত দানবৰ দৰে ঠায়ে ঠায়ে নগালোক কেতবোৰে তেওঁলোকক যাঠি, জোং, দা আদিৰে খেদি আহি ভালেমান সৈন্যক মাৰি থৈ গ'ল। বহু ৰণুৱাৰ অনাহাৰ আৰু নানা বেমাৰ-আজাৰত মৃত্যু ঘটিল। যেতিয়া এই সৈন্যসকলৰ দুখ-দুৰ্দশাৰ বাতৰি ৰাজেশ্বৰ সিংহৰ কাণত পৰিল তেতিয়া তেওঁ দলটোক উভতি আহিবলৈ ক'লে। প্ৰায় আধামৰা হৈ কোনোমতে এই অভিযানত যোৱা দলটো প্ৰত্যাৱৰ্তন কৰাৰ পিছত ৰাজেশ্বৰ সিংহই এই অভিযানৰ সেনাপতিৰ দায়িত্ব লোৱা ভিতৰুৱাল ফুকনক হেনো এনেদৰে বাট-পাথ হেৰুৱাই সৈন্যদলক আধামৰা কৰাৰ লগতে অভিযানটোৰ ব্যৰ্থতাৰ বাবে বহু ককৰ্থনা কৰি শাস্তি বিহিছিল। এই অভিযান তথা ৰণযাত্ৰা কালত দুৰ্গম হাবিত নানা গছ-লতা কাটি পথ উলিয়াব লগীয়া হোৱাৰ বাৰে এই অভিযানটো 'লতা-কটা ৰণ' নামেৰে পৰিচিত হৈছিল।

ইয়াৰ পিছত মণিপুৰলৈ পঠিওৱা দ্বিতীয় অভিযানটোৰ দায়িত্ব ৰজাই দিছিল তেওঁৰ এজন প্ৰিয় বিষয়া গেন্ধেলা বৰবৰুৱাক (পিছলৈ এওঁ কীৰ্তিচন্দ্ৰ বৰবৰুৱা নামেৰে জনাজাত হৈছিল।) গেন্ধেলা বৰবৰুৱাৰ পুত্ৰ খংগিয়া ফুকনে এদল সৈন্য লৈ মণিপুৰলৈ আগবাঢ়িল। এই দলটো ৰহাত ৰ'লগৈ আৰু মন্মথ নগা বৰা নামৰ আন এজনৰ দায়িত্বত ১০,০০০ সৈন্যৰ এটা দলে জয়চন্দ্ৰৰ সৈতে মিৰানলৈ গ'ল। এই ঠাইৰ পৰা কেতবোৰ নগা সৈন্য লৈ জয়চন্দ্ৰই মণিপুৰলৈ যাত্ৰা কৰিলে। ইতিমধ্যে মান বা বৰ্মীসকলে মণিপুৰত কেলেম্বা নামৰ এজনক ৰজা পাতি নিজ দেশলৈ উভতি গৈছিল। জয়চন্দ্ৰই দ্বিতীয় অভিযানকাৰী দলৰ সহায়ত তেওঁক নিজ ৰাজ্যৰ পৰা খেদি দিছিল। ডক্টৰ ব্ৰাউনৰ 'ষ্টেটিছটিকেল একাউণ্ট অব আসাম'ৰ মতে এই ৰজাজনৰ নাম আছিল বৈৰাং আৰু তেওঁক ধৰি মৃত্যুদণ্ড দিয়া হৈছিল। মানৰ মনোনীত এই ৰজাজনক সবংশে নিধন কৰাৰ পিছত জয়চন্দ্ৰই ৰাজেশ্বৰ সিংহৰ সাহায্যৰ বাবে অশেষ কৃতজ্ঞতা প্ৰকাশ কৰি বহু ভাৰ-ভেটি পঠিয়াইছিল। ৰাজেশ্বৰ সিংহৰ বাবেহে যে তেওঁ পুনৰ নিজ ৰাজ্য আৰু সিংহাসন উদ্ধাৰত সক্ষম হৈছে সেই কথা মনত ৰাখি জয়চন্দ্ৰই নিজ কন্যা কুৰংগনয়নীক বহু যৌতুকেৰে তেওঁলৈ বিয়া দিছিল। এইদৰে মণিপুৰত সফল অভিযানৰ নেতৃত্ব দি সগৌৰবেৰে বাঁটা-বাহন আৰু ৰজালৈ সুন্দৰী ৰাজকুঁৱৰী লৈ অহা গেন্ধেলা বৰবৰুৱাৰ কৃতকাৰ্যতাক ভূয়সী প্ৰশংসা কৰি ৰাজেশ্বৰ সিংহই তেওঁক 'কীৰ্তিচন্দ্ৰ' নামেৰে সন্মান জনাইছিল। ৰাজেশ্বৰ সিংহই কুৰংগনয়নীক বিধিমতে বিয়া কৰাই বৰকুঁৱৰী পাতিছিল। কুৰংগনয়নীৰ সৈতে যিসকল মণিপুৰী লোক আহিছিল তেওঁলোকক ৰজাই দিচৈ নৈৰ পাৰত স্থাপন কৰিলে। মণিপুৰী লোকক অসমীয়া মানুহে 'মগলৌ' বা মগল বুলিছিল বাবে সেই ঠাইডোখৰ তেতিয়াৰে পৰা 'মগলুখাট' নামেৰে জনাজাত হ'ল। কুৰংগনয়নীয়ে সেই ঠাইতে এটা পুখুৰী খন্দাইছিল আৰু সেই পুখুৰীটোক স্থানীয় লোকে নাম দিলে 'মগলু জীয়েকৰ পুখুৰী'।

১৭৬৯ খ্ৰীঃত জয়ন্তীয়া ৰজাই আহোম ৰাজ্যৰ সীমাত সৈন্যৰ সমাবেশ ঘটোৱা দেখি ৰাজেশ্বৰ সিংহই তেওঁ তেনে কৰাৰ অভিপ্ৰায় সম্বন্ধে জানিবৰ বাবে কটকী পঠোৱাৰ কথা চিন্তা কৰিছিল। কিন্তু ডা-ডাঙৰীয়াসকলে তেওঁক পৰামৰ্শ দিলে যে জয়ন্তীয়া ৰজাই যেতিয়া আক্ৰমণৰ যো-জা কৰা নাই, সেই ক্ষেত্ৰত তেওঁক উপযাচি একো নোসোধাই ভাল। কিন্তু এনে ধৰণৰ পৰামৰ্শ ৰজাৰ মনঃপূত নহ'ল আৰু তেওঁ এই বিষয়ে আতি গুৰি উলিয়াবলৈ কীৰ্তিচন্দ্ৰ বৰবৰুৱাক ভাৰ দিলে। বৰবৰুৱাই সেই উদ্দেশ্যে কিছুসংখ্যক সৈন্যৰে ৰহালৈকে আগবাঢ়ি যোৱাত জয়ন্তীয়া সৈন্যসকল নিজেই লৰালৰিকৈ আঁতৰি যোৱা দেখা গ'ল।

এজন বহু গুনৰ অধিকাৰী আৰু উপযুক্ত ৰজাৰ সকলোবোৰ গুণ থকা সত্বেও ৰাজেশ্বৰ সিংহ অতি এলেহুৱা আৰু বিলাসী লোক আছিল। কৰ্মবিমুখ এই ৰজাজনে শাসনৰ সকলো দায়িত্ব কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ হাততেই এৰি দিছিল। এইদৰে ৰজাৰ পৰা আসে পাই কীৰ্তিচন্দ্ৰই গপতে গংগাটোপ হৈ ডা-ডাঙৰীয়া, গুৰু-গোসাঁই কাকো নমনা হৈছিল। কীৰ্তিচন্দ্ৰ বৰবৰুৱা বকতিয়ালৰ কাড়ী খেলৰ লোক আছিল আৰু তেওঁৰ প্ৰকৃত নাম আছিল গেন্ধেলা। এওঁ প্ৰমত্ত সিংহৰ দিনতেই বৰবৰুৱা নিযুক্ত হৈছিল। মণিপুৰ অভিযানত

সফলতা লাভ কৰাত ৰাজেশ্বৰ সিংহই তেওঁক কীৰ্তিচন্দ্ৰ নাম দিয়েই ক্ষান্ত নাথাকি প্ৰশাসনীয় কাম-কাজৰ সকলোধৰণৰ গুৰু দায়িত্ব তেওঁৰ ওপৰতেই ন্যস্ত কৰিছিল। কীৰ্তিচন্দ্ৰ আছিল এজন প্ৰখৰ বুদ্ধিসম্পন্ন আৰু তড়িৎ কৰ্মা ব্যক্তি। সেয়ে তেওঁৰ দ্ৰুত উন্নতিৰ পথ উজু হৈ উঠিল। কিন্তু এইদৰে ৰজাৰ প্ৰিয়পাত্ৰ হৈ সকলো ক্ষেত্ৰতে ৰজাৰ সৌহাৰ্তস্বৰূপ হৈ পৰা কীৰ্তিচন্দ্ৰৰ ভেম দিনে দিনে বাঢ়ি যোৱাত সম্ভ্ৰান্ত ডা-ডাঙৰীয়াসকল মহা বিৰক্ত হ'ল।

নুমলী বৰগোহাঁই নামৰ এজন লোক 'চকৰি ফেঁটী' নামৰ বুৰঞ্জীত বকতিয়ালৰ গেন্ধেলা বৰবৰুৱাৰ ঘৰক 'জলমবটা' (জলম তথা দহি বটা লোক) আৰু অনা আহোম বুলি উল্লেখ কৰাত কীৰ্তিচন্দ্ৰ খঙত জাঙুৰ খাই উঠি নৰাদেশৰ পৰা তেওঁৰ নিজৰ আত্মীয় লোক আনি নিজকে আহোম বুলি প্ৰমাণিত কৰিছিল। ইয়াতে ক্ষান্ত নাথাকি তেওঁ ৰাজেশ্বৰ সিংহক বুজাইছিল এইদৰে স্বাৰ্থান্বেষী লোকে ৰজা ঘৰকে আদি কৰি আন লোকৰ কথাও বেয়াকৈ লিখিব পাৰে আৰু সেইবাবে বুৰঞ্জীসমূহ গোটাই আনি ভালদৰে চোৱা-চিতা কৰাটো অতি আৱশ্যক। তেওঁৰ কথাত ৰাজেশ্বৰ সিংহই হয়ভৰ দিয়াত কীৰ্তিচন্দ্ৰৰ আদেশত য'তে যিমান বুৰঞ্জী পালে আনি দ'ম কৰিলে। যিবিলাক বুৰঞ্জীত বিশেষকৈ তেওঁক বা তেওঁৰ পৰিয়ালক ইংগিত কৰি কিবা লিখাৰ প্ৰমাণ পালে সেইবোৰ পুৰি নষ্ট কৰা হ'ল। এই অগ্নিকাণ্ডত ভালেমান বুৰঞ্জী পুথি পুৰি নিঃশেষ হ'ল। এইদৰে যিবোৰ বুৰঞ্জীত বিষম কথাৰ উল্লেখ আছিল সেইবোৰ নষ্ট কৰি, যিবোৰত আপত্তিজনক কথা একো নাছিল সেইবোৰ নিজ নিজ গৰাকীক ওভতাই দিয়া হ'ল।

ওপৰত উল্লেখ কৰাৰ দৰে জুই লগাই ভালেমান বুৰঞ্জী ধ্বংস কৰাৰ বাবে কীৰ্তিচন্দ্ৰ বৰবৰুৱা বহু লোকৰ ৰোষত পৰিল। বহুবোৰ মূল্যবান তথ্য সম্বলিত বুৰঞ্জী এইদৰে ধ্বংস হোৱাত এচাম লোকৰ অতি খং উঠিল আৰু ৰজাৰ আঁসে পাই উভতি নচা কীৰ্তিচন্দ্ৰক প্ৰাণে মাৰিবলৈ ওলাল। এদিন তেওঁ ৰাজ কাৰেঙত প্ৰৱেশ কৰাৰ কালত এনে এদল লোকে তেওঁক মাৰিবলৈ খেদি যোৱাত তেওঁ প্ৰাণ লৈ পলাল। আনহাতে ভালেকেইজন ষড়যন্ত্ৰী ধৰা পৰাত তেওঁলোকৰ কেইজনমানক প্ৰাণদণ্ড দি বাকীবোৰক নাক-কাণ কাটি, অংগচ্ছেদ কৰি এৰি দিয়া হ'ল।

ৰুদ্ৰসিংহৰ তৃতীয় পুত্ৰ বৰজনা গোহাঁই বা মোহনমালা গোহাঁইৰ গাত বসন্তৰ দাগ থকাৰ বাবে ডাঙৰীয়াসকলে তেওঁক ৰাজপাট গ্ৰহণৰ বাবে অযোগ্য বুলি কৈ তেওঁৰ ভায়েক বোন্দা গোহাঁইক ৰাজেশ্বৰ সিংহ নামেৰে ৰজা পতাৰ বিষয়ে আগেয়ে উল্লেখিত হৈছে। ৰাজ সিংহাসনৰ পৰা বঞ্চিত হৈ মোহনমালা গোহাঁয়ে ৰাজেশ্বৰ সিংহৰে বিৰুদ্ধে এটা দল সংগঠনৰ চেষ্টা কৰিছিল। মোহনমালাই যেতিয়া গম পালে যে মোৱামৰীয়া মহন্তয়ো ভালেমান দিনৰ পৰা আহোম ৰজাৰ প্ৰতি বীতশ্ৰদ্ধ হৈ উঠিছে তেতিয়া তেওঁ এই মহন্তগৰাকীৰ সমৰ্থন আদায়ৰ বাবে সচেষ্ট হৈ তেওঁক এই বুলি কোৱাইছিল যে যদি তেওঁলোকৰ সমৰ্থনত তেওঁ ৰজা হ'ব পাৰে তেন্তে মোৱামৰীয়া মহন্তক তেওঁ আটাইবোৰ মহন্তৰ ওপৰত স্থান দিব। এই প্ৰতিশ্ৰুতিৰ পিছত মোৱামৰীয়া মহন্তই মোহনমালা গোহাঁই আৰু তেওঁৰ লগৰীয়া সমৰ্থকসকলক বিশ্বাসত লৈছিল।

ইয়াৰ পিছত মোৱামৰীয়া মহন্ত অষ্টভুজদেৱে তেওঁৰনো কিমান শিষ্য আছে সেইটো ভালদৰে জানিবলৈ ইচ্ছা কৰাত তেওঁৰ পুত্ৰ গাগিণি বায়নে যোৰহাটৰ মালৌ পথাৰৰ দ ঠাই এডোখৰত সত্ৰ স্থাপন কৰিব বুলি কৈ প্ৰতিজন শিষ্যকে সেই ঠাইত এচপৰাকৈ মাটি দিবলৈ আহ্বান জনালে। এই আহ্বানত সঁহাৰি দি দলে দলে শিষ্যসকলে আহি এমুঠিকৈ মাটি দি যোৱাত সেই ঠাই ডোখৰত এটা ওখ ভেটি সৃষ্টি হ'ল। এই ভেটিটোকে 'বৰভেটি' বোলা হয়। ভেটিটো দেখি মোৱামৰীয়া মহন্তই অনুমান কৰিলে যে প্ৰয়োজনবোধে তেওঁ প্ৰায় ৮ লাখ লোক গোটাব পাৰিব। বৰভেটিত সত্ৰ আৰু নামঘৰ পাতি মহন্তই শিষ্যসকলৰ মাজত আহোম বিৰোধী প্ৰচাৰ অভিযান চলাবলৈ ধৰিলে।

এনে প্ৰস্তুতিৰ বিৰুদ্ধে জানিব পাৰি ৰাজেশ্বৰ সিংহই দিহিঙৰ শিলিখাতলীয়া মহন্তক বহু ভাৰ-ভেটিৰে হাত কৰি মোৱামৰীয়া মহন্তৰ গতি-বিধিৰ ওপৰত চকু ৰাখিবলৈ আজ্ঞা দি তেওঁক ৰজাঘৰীয়া বিষয়বাব দিলে আৰু কীৰ্তিচন্দ্ৰ বৰবৰুৱাই তেওঁৰ ওচৰত শৰণ লৈ তেওঁক অতি ক্ষমতাশালী কৰি তুলিলে। এনেবোৰ কাণ্ড-কাৰখানা প্ৰত্যক্ষ কৰি মোৱামৰীয়া মহন্তয়ো আহোমৰ বিৰুদ্ধে বিদ্ৰোহৰ বাবে নিজৰ

বল বৃদ্ধিৰ আয়োজনত লাগিল। দিহিঙৰ শিলিখাতলীয়া মহন্তৰ যোগেদি সকলোবোৰ বাতৰি পাই থকা কীৰ্তিচন্দ্ৰই মোৱামৰীয়াসকলৰ প্ৰস্তুতি সম্বন্ধে ৰজাক অৱগত কৰাত তেওঁৰ আদেশমতে মোৱামৰীয়াসকলৰ ওপৰত নানাধৰণৰ অত্যাচাৰ আৰম্ভ হ'ল। উল্লেখযোগ্য যে দিহিঙৰ এই মহন্তজনৰ সা-সম্পত্তি আৰু প্ৰতিপত্তি যথেষ্ট আছিল আৰু সেইবাবেই কীৰ্তিচন্দ্ৰই এইজন মহন্তক মোৱামৰীয়া মহন্তৰ সমকক্ষ কৰিবলৈ ৰজাক পৰামৰ্শ দিয়াত ৰজাই তেওঁক আনকি বিষয়বাব দিবলৈকো কুণ্ঠাবোধ কৰা নাছিল।

এইবোৰ ঘটনাৰ কালতে ৰজাই ১৭৬৯ খ্ৰীঃৰ জেঠ মাহত নৰিয়া পাটীত পৰিল আৰু ২১ দিনৰ মূৰত তেওঁৰ মৃত্যু ঘটিল। ৰাজেশ্বৰ সিংহৰ দিনত গড়গাঁও আৰু ৰংপুৰত তলাতল ঘৰ নিৰ্মিত হৈছিল। বশিষ্ঠাশ্ৰম, মণিকৰ্ণেশ্বৰ আৰু চিত্ৰাচল বা নৱগ্ৰহৰ দেৱালয়ত তেওঁ দ'ল সজাইছিল। কামাখ্যাৰ নাতি গোসাঁইৰ ওচৰত দীক্ষা লৈ তেওঁকো এইজন ৰজাই ভালেমান মাটিবাৰী দিছিল। তেওঁৰ ৰাজত্বকালত দেৰগাঁওৰ পুৰণি দ'লটো ব্ৰহ্মপুত্ৰ নদীয়ে খহাই নিয়াত তেওঁ নেঘেৰিটিঙত নতুনকৈ দ'ল নিৰ্মাণ কৰি দিছিল। ৰাজশ্বেৰ সিংহ নিজে শাক্ত আছিল আৰু তেওঁৰ দিনত বিভিন্ন ধৰ্ম-সম্প্ৰদায়ৰ মাজত মতভেদ হৈ ৰাজ্যখনৰ শান্ত বাতাৱৰণ দূষিত কৰিছিল। কিন্তু মইমতালি স্বভাৱৰ এই ৰজাজনৰ ভালেমান গুণ আছিল। কিন্তু তেওঁ কৰ্মবিমুখ হোৱাৰ বাবে তেওঁ তেওঁৰ গুণাৱলী আৰু উপযুক্ততা চাই যিমান কাম কৰিব লাগিছিল তাৰ চাৰিভাগৰ এভাগো কৰি যাব নোৱাৰিলে। কিন্তু তেওঁৰ দিনত প্ৰজাৰ আৰ্থিক স্বচ্ছলতা বিৰাজ কৰিছিল আৰু সাধাৰণতে প্ৰজাসকলৰ দিনবোৰ ভাল ধৰণেই অতিবাহিত হৈছিল।

আলি-পদূলি আদি সাজি তেওঁ প্ৰজাৰ উপকাৰ সধাও দেখা গৈছিল। তেওঁ আছিল এজন শিক্ষিত লোক আৰু সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত এজন আগ্ৰহী পৃষ্ঠপোষক হিচাপেও তেওঁ সুনাম আৰ্জিছিল। তেওঁ নিজেও আছিল সুকবি আৰু 'কবি চূড়ামণি' বুলি পৰিচিতও হৈছিল। তেওঁ এজন নাট্যকাৰো আছিল আৰু 'কীচক বধ' নামৰ এখন নাটক ৰচনা কৰিছিল।

কিন্তু ৰাজ্য শাসনকালত তেওঁ কীৰ্তিচন্দ্ৰ বৰবৰুৱাক অনাহকতে প্ৰাধান্য দিবলৈ গৈ নিজৰে ক্ষতি কৰিছিল। কীৰ্তিচন্দ্ৰই তেওঁৰ পৰা আসৈ পাই যিকোনো লোককে যেতিয়াই তেতিয়াই অপমান কৰি আহোম ৰাজ্যত যি এক বিষাক্ত বাতাৱৰণৰ সৃষ্টি কৰিছিল তাৰ ফলত এই সময়ৰে পৰা আহোম ৰাজত্বৰ অৱনতিৰ দিন আৰম্ভ হৈছিল। বহুতো বুৰঞ্জী লিখকে সেয়ে ৰাজেশ্বৰ সিংহৰ দিনৰ পৰাই আহোমৰ পতনৰ দিন আৰম্ভ হৈছিল বুলি ক'ব খোজে। ৰজাই কেৱল কীৰ্তিচন্দ্ৰ বৰবৰুৱাক প্ৰাধান্য দিয়াত ডা-ডাঙৰীয়াকে ধৰি অন্যান্য বিষয়া শ্ৰেণী আৰু সম্ভ্ৰান্তলোক তেওঁৰ ওপৰত ইমান বিতুষ্ট হৈছিল যে তেওঁলোকে বাধ্যত পৰিহে তেওঁক ৰজা হিচাপে স্বীকৃতি দিছিল। তেওঁৰ কথা কোনেও শুনিবলৈ নিবিচাৰিছিল আৰু তেওঁৰ আজ্ঞা পালনৰ প্ৰতিও কাৰো আগ্ৰহ নাছিল। মোৱামৰীয়া মহন্তকে ধৰি বিভিন্নজনক অনাহকতে তুচ্ছ-তাচ্ছিল্য কৰি ৰাজেশ্বৰ সিংহই যি ভুল কৰিছিল তাৰেই অন্যতম ফলশ্ৰুতি আছিল আহোমৰ অৱনতি। ৰাজেশ্বৰ সিংহৰ ৰাজত্বকালে অনাগত দিনবোৰৰ বাবে অশুভ ইংগিত কঢ়িয়াই আনিছিল আৰু বিশেষকৈ মোৱামৰীয়া বিদ্ৰোহৰ বীজ দুগুণে অংকুৰিত হ'বলৈ ধৰাত আহোম ৰাজত্বৰ ভেটি দুৰ্বল হ'বলৈ আৰম্ভ কৰিছিল।

**(চ) আহোম ৰাজ্যৰ অৱনতি আৰু পতন— মোৱামৰীয়া বিদ্ৰোহ, ৰাজভবন আৰু মানৰ আক্ৰমণ আদি (লক্ষ্মীসিংহ বা চুন্যেউফা— মানৰ দিন ১৭৬৯—১৮২৬ খ্ৰীঃ)**

**লক্ষ্মীসিংহ বা চুন্যেউফা (১৭৬৯—১৭৮০)ঃ**

লক্ষ্মীসিংহ বা চুন্যেউফা স্বৰ্গদেউৰ দিনত আহোম ৰাজ্যত ভালেমান গুৰুত্বপূৰ্ণ ঘটনা ঘটিছিল। এইজন ৰজাৰ দিনতে আৰম্ভ হৈছিল বিখ্যাত মোৱামৰীয়া বিদ্ৰোহ। এই বিদ্ৰোহৰ ফলত লক্ষ্মীসিংহই কিছুদিনৰ বাবে সিংহাসনচ্যুত হৈ জয়দ'লত বন্দী হিচাপে দিন কটাবলগীয়াত পৰিছিল। এওঁ আছিল ৰুদ্ৰসিংহৰ কনিষ্ঠ পুত্ৰ। ৰাজেশ্বৰ সিংহৰ মৃত্যুৰ পিছত কোন ৰজা হ'ব সেই প্ৰশ্নটোৱেও যথেষ্ট মতানৈক্যৰ সৃষ্টি কৰিছিল। ৰাজেশ্বৰ সিংহৰ টান নৰিয়াৰ বাতৰি পাই কীৰ্তিচন্দ্ৰ বৰবৰুৱাই ততাতৈয়াকৈ ৰাজধানী আহি ওলাইছিল আৰু নামৰূপৰ ৰজা ৫৩ বছৰীয়া লক্ষ্মীসিংহক সিংহাসনৰ ন্যায্য উত্তৰাধিকাৰী বুলি সজোৰে দাবী কৰিছিল। তেওঁ সকলো ডা-ডাঙৰীয়া আৰু বিষয়াসকলক এই বুলি ডাঠি কৈছিল যে

ৰুদ্ৰসিংহ স্বৰ্গদেৱে তেওঁৰ মৃত্যুশয্যাত এওঁৰ পাঁচজন পুত্ৰই ইজনে সিজনৰ পিছত ৰাজপাট লাভ কৰিব বুলি যিহেতু ইচ্ছা প্ৰকাশ কৰিছিল সেয়ে এতিয়া সিংহাসনৰ একমাত্ৰ দাবীদাৰ হ'ল লক্ষ্মী সিংহ। কিন্তু ডা-ডাঙৰীয়া আৰু বিষয়াসকলৰ মাজৰ কেইজনমানে ক'লে যে তেওঁলোকে তেনে কথা কেতিয়াও শুনা নাই। তেওঁলোকে সকলোকে মনত পেলাই দিলে যে লক্ষ্মীসিংহক ৰুদ্ৰসিংহই দেখিব নোৱাৰিছিল আৰু তেওঁৰ গাৰ বৰণ মলিয়ন হোৱাৰ উপৰি দেখা-শুনাতো আন ৰাজকোঁৱৰকেইজনৰ সৈতে তেওঁৰ মিল নথকাত আনকি তেওঁক নিজৰ সন্তান বুলি ক'বলৈকো ইতস্ততঃ কৰিছিল। সেইবাবে এতিয়া ৰাজেশ্বৰ সিংহৰ ডাঙৰ পুত্ৰজনকহে ৰাজপাট দিয়া উচিত। এইবোৰ নানাজনৰ নানা মতপ্ৰকাশৰ অন্তত অৱশেষত লক্ষ্মীসিংহকে ৰাজপাট দিবলৈ সকলোৱে মিলি সিদ্ধান্ত লোৱা দেখা গ'ল। সেই মৰ্মে সিংহাসনখন অৱশেষত লক্ষ্মীসিংহৰ ভাগতেই পৰিল। এইদৰে কীৰ্তিচন্দ্ৰ বৰুৱাৰ প্ৰভাৱ, প্ৰতিপত্তি আৰু সদিচ্ছাৰ ফলত সিংহাসন লাভ কৰা লক্ষ্মীসিংহৰ দিনত স্বাভাৱিকতে তেওঁৰ প্ৰতিপত্তি আৰু বৃদ্ধি পালে।

আনহাতে জন্মত গণ্ডগোল থকা বুলি সন্দেহ কৰি এইজন ৰজাক স্বীকাৰ নকৰে বুলি কোৱাত কামাখ্যাৰ পৰ্বতীয়া গোঁহাইৰ প্ৰতি অসন্তুষ্ট হোৱা লক্ষ্মীসিংহই আন এজন পুৰোহিত আনিলে। এই পুৰোহিতজনৰ নাম আছিল ৰমানন্দ ভট্টাচাৰ্য। ঘোৰ শাক্ত এই পুৰোহিতজনক ন-গোসাঁই হিচাপে প্ৰতিষ্ঠা কৰিছিল। ন-গোসাঁইজন পহুমৰীয়া গোসাঁই নামেৰেও জনাজাত আছিল।

ৰাজপাট নিষ্কণ্টক কৰিবৰ ভাবে লক্ষ্মীসিংহই ৰাজেশ্বৰ সিংহৰ পুত্ৰদ্বয় তিপাম আৰু চাৰিংগীয়া ৰজাক নামৰূপলৈ নিৰ্বাসন দিছিল। ৰাজেশ্বৰ সিংহৰ শৱদেহ ব্ৰহ্মপুত্ৰৰ পাৰত দাহ কৰি ছাঁইখিনি তেওঁ আহোম নিয়মেৰে চৰাইদেউত পুতি থোৱালে। এইদৰে হিন্দু মতে মৃত আহোম ৰজাৰ শৱ দাহ কৰি তেওঁ গোড়া আহোম লোকসকলৰ অপ্ৰিয়ভাজন হৈছিল।

ৰজা হিচাপে লক্ষ্মীসিংহ এজন এলেহুৱা আৰু অকৰ্মণ্য শাসক আছিল বুলি সমালোচকসকলে মত পোষণ কৰা দেখা যায়। তেওঁ ৰুদ্ৰসাগৰ নামৰ বিশাল পুখুৰী এটা খন্দাইছিল। দিখৌ নদীৰ ওপৰত এখন দলং সাজিবলৈ মনস্থ কৰি তাৰ বাবে ৰংপুৰৰ তলাতল ঘৰৰ চূড়া খহাই ইটা যোগাৰ কৰিছিল, সেই দলং সজাৰ আঁচনি বাস্তৱত পৰিণত নহ'ল। ৰংপুৰৰ বগী দল নিৰ্মাণৰ কাম অৱশ্যে তেওঁ সম্পূৰ্ণ কৰিছিল।

কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ হাতত অতিশয় ক্ষমতা দান কৰি তেওঁ অন্যান্য ডা-ডাঙৰীয়া বিষয়াসকল আৰু প্ৰজাৰ মনত গভীৰ অসন্তুষ্টিৰ সৃষ্টি কৰিছিল। তেওঁৰ ৰাজত্বৰ সমুদায় কালত কীৰ্তিচন্দ্ৰ বৰবৰুৱাই যেন এটা কুগ্ৰহৰ দৰে তেওঁৰ ওপৰত ভৰ কৰিছিল। এইজন ৰজাই সকলো ক্ষেত্ৰতে কীৰ্তিচন্দ্ৰৰ ওপৰত নিৰ্ভৰ নকৰি যদি আন ডা-ডাঙৰীয়াসকলৰ পৰাও কিছু সজ পৰামৰ্শ ল'লেহেঁতেন বা অন্ততঃ নিজৰ বুদ্ধি বিবেচনাৰেও চলিলেহেঁতেন তেন্তে তেওঁৰ দিনত মোৱামৰীয়াসকলৰ পুঞ্জীভূত অসন্তোষৰ এক সৰ্বনাশী বিস্ফোৰণ নঘটিলেহেঁতেন আৰু ৰাজভগনৰ দৰে গুৰুত্বপূৰ্ণ দুৰ্ঘটনাও সংঘটিত নহ'লহেঁতেন।

**প্ৰথম মোৱামৰীয়া বিদ্ৰোহৰ সূত্ৰপাত, বিস্তৃতি আদি ঃ** নিৰপেক্ষ দৃষ্টিৰে বিচাৰ কৰিলে দেখা যায় যে মোৱামৰীয়া বিদ্ৰোহৰ বাবে কেৱল লক্ষ্মীসিংহহে দায়ী আছিল সেইটো নহয়। প্ৰকৃতপক্ষে তেওঁ সিংহাসন আৰোহণ কৰাৰ বহু পূৰ্বৰে পৰা মোৱামৰীয়া সত্ৰ আৰু আহোম ৰজা ঘৰৰ সম্বন্ধৰ অৱনতি ঘটিছিল। সেয়ে সদ্যহতে মোৱামৰীয়া বিদ্ৰোহৰ কাৰণসমূহ বিশ্লেষণ কৰি ইয়াৰ প্ৰকৃতি নিৰ্ণয়ৰ চেষ্টা নকৰি এই অধ্যায়ৰ প্ৰথম ভাগত যি দুজন ৰজাৰ দিনত মোৱামৰীয়া বিদ্ৰোহ হৈছিল তেওঁলোকৰ ৰাজত্বকালৰ অন্যান্য ঘটনাসমূহ আলোচনা কৰা যাওক। ইয়াৰ লগতে মোৱামৰীয়া বিদ্ৰোহে তেওঁলোকৰ ৰাজত্বকালত কি ধৰণৰ গতি লৈছিল আৰু কিদৰে সেই বিদ্ৰোহ নিষ্প্ৰভ হ'ল আদি সম্বন্ধেও আলোকপাত কৰা যাওক। তিনিওটা মোৱামৰীয়া বিদ্ৰোহৰ সূত্ৰপাত আৰু বিস্তৃতি আদিৰ বিষয়ে বৰ্ণনা কৰাৰ পিছত এই বিদ্ৰোহৰ বিভিন্ন কাৰণ আৰু প্ৰকৃতি নিৰ্ণয়ৰ চেষ্টা কৰিলেহে বোধকৰো মোৱামৰীয়া বিদ্ৰোহ সম্বন্ধে খৰচি মাৰি এক বহল ভিত্তিত আলোচনা সম্ভৱ হ'ব। বিদ্ৰোহ শেষ হোৱাৰ পিছতো মোৱামৰীয়াবিলাকে পৰৱৰ্তী ৰজা কমলেশ্বৰ সিংহৰ দিনতো মূৰ দাঙি উঠিছিল। সেইবাবে মোৱামৰীয়া বিদ্ৰোহৰ সমীক্ষা এইজন ৰজাৰ ৰাজত্বকালতহে কৰাটো উচিত হ'ব।

মোৱামৰীয়া বিদ্ৰোহ আৰম্ভ হয় ১৭৬৯ খ্ৰীঃত। প্ৰথম মোৱামৰীয়া বিদ্ৰোহ হয় লক্ষ্মীসিংহৰ দিনত আৰু দ্বিতীয় আৰু তৃতীয়টো বিদ্ৰোহ হয় গৌৰীনাথ সিংহৰ দিনত। ইষ্ট ইণ্ডিয়া কোম্পানীৰ কেপ্টেইন ৱেলছে আহি গৌৰীনাথ সিংহক এই বিদ্ৰোহ দমনৰ ক্ষেত্ৰত সহায় আগবঢ়াইছিল। কিন্তু ৱেলছৰ প্ৰত্যাবৰ্তনৰ পিছত পুনৰ বিভিন্ন ঠাইত বিদ্ৰোহ মূৰ দাঙি উঠিছিল। শেষৰ ফালে অৱশ্যে বিদ্ৰোহবোৰ বিভিন্ন ঠাইত ছেগা চোৰোকাকৈ হৈছিল আৰু বিদ্ৰোহীসকলৰ মাজত সংগঠনৰ অভাৱ দেখা গৈছিল। যিবোৰ ঘটনাৰ পৰিপ্ৰেক্ষিতত লক্ষ্মীসিংহৰ দিনত প্ৰথম মোৱামৰীয়া বিদ্ৰোহে দেখা দিলে সেইবোৰ আছিল এনে ধৰণৰ—

লক্ষ্মীসিংহ স্বৰ্গদেৱে কীৰ্তিচন্দ্ৰৰ হাতত ৰাজ্যৰ প্ৰায় সকলো ক্ষমতা অৰ্পণ কৰাৰ ফলত এই বৰবৰুৱাজন গপতে গংগাটোপ হৈ উঠিছিল। এইজন কীৰ্তিচন্দ্ৰই লক্ষ্মীসিংহৰ আগৰজন ৰজা ৰাজেশ্বৰ সিংহৰ দিনতো নানা ধৰণৰ মইমতালি কৰি ডা-ডাঙৰীয়াকে আদি কৰি সাধাৰণ প্ৰজাকো বিতুষ্ট কৰাৰ বিষয়ে আগেয়ে উল্লেখ কৰা হৈছে। এতিয়া লক্ষ্মীসিংহ স্বৰ্গদেৱক ৰাজপাট লাভৰ সময়ত সমৰ্থন কৰি কীৰ্তিচন্দ্ৰ তেওঁৰ অতি প্ৰিয়পাত্ৰ হৈ পৰিল। ফলত ৰাজ্যখনত এতিয়া যেন লক্ষ্মীসিংহ হ'ল বহি ৰজা আৰু কীৰ্তিচন্দ্ৰ উঠি ৰজা! এনে সন্ধিক্ষণতে এদিন লক্ষ্মীসিংহৰ সৈতে একেখন নাৱেৰে কীৰ্তিচন্দ্ৰই ক'ৰাবলৈ যাওঁতে মাজপথতে মোৱামৰীয়া মহন্তক ব্ৰহ্মপুত্ৰৰ পাৰত থিয় হৈ থকা দেখিলে। ৰঁজাক দেখি মহন্তই তেওঁক সেৱা জনাই সন্মান জনালে যদিও কীৰ্তিচন্দ্ৰক দেখিও হেনো নেদেখা ভাও জুৰিলে। এই ঘটনাটোৱে কীৰ্তিচন্দ্ৰক ইমানেই উত্তেজিত কৰিলে যে তেওঁ মহন্তজনক অতি কটু ভাষাৰে তিৰস্কাৰ কৰাৰ মূৰকতহে তেওঁৰ খঙৰ ভমক কমিল। মোৱামৰীয়া মহন্তৰ দৰে এজন সন্মানীয় ব্যক্তিৰ পক্ষে এনে ধৰণে কীৰ্তিচন্দ্ৰৰ তিৰস্কাৰ সহ্য কৰাটো টান হ'ল। এই ঘটনাটোৱে মোৱামৰীয়া সত্ৰৰ শিষ্যসকলকো অতি বিতুষ্ট কৰা দেখা গ'ল। ইয়াৰ কিছুদিন পিছত ঘটা আৰু এক ঘটনাই মোৱামৰীয়াসকলক উত্তেজিত কৰিলে।

১৭৬৯ খ্ৰীঃৰ ছেপ্টেম্বৰ মাহৰ ১৫ তাৰিখে মোৱামৰীয়া সত্ৰৰ শিষ্য আৰু মৰাণসকলৰ হাতীচুংগীখেলৰ দুজন নেতা নাহৰখোৰা শইকীয়া আৰু ৰাঘৱ নেওগে আহোম ৰজা আৰু অন্যান্য বিষয়াসকলক বাৰ্ষিক হিচাপে দিবলগীয়া হাতীকেইটা দিবলৈ আহি কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ অনুমতি নোলোৱাকৈ প্ৰথমে ৰজা আৰু অন্যান্য বিষয়াসকলক হাতী দিয়াৰ পিছত অৱশেষত যিটো হাতী বাকী ৰ'ল সেইটোহে নি তেওঁক দিলেগৈ। ইয়াতে অপমান পাই কীৰ্তিচন্দ্ৰই হাতীটো বহু ধৰণে চাই চিতি ভালেমান খুঁত উলিয়াই দুয়োজনকে বহু ককৰ্থনা কৰি মূৰ খুৰাই ৰাঘৱ নেওগক মাটিত পেলাই ২০ টা কোব শোধালে আৰু নাহৰখোৰাক কাণ কাটি গতিয়াই খেদি পঠিয়ালে। কীৰ্তিচন্দ্ৰৰ এনে দুৰ্ব্যৱহাৰত লাজে-অপমানে নাহৰখোৰা শইকীয়া আৰু ৰাঘৱ মৰাণে তেওঁলোকৰ গুৰু মোৱামৰীয়া সত্ৰাধিকাৰৰ ওচৰলৈ গৈ আহোম ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ অনুমতি বিচৰাত সত্ৰাধিকাৰ মহন্তই তৎকালে অনুমতি নিদি বহু ভাবি-চিন্তি চাই এটা নিৰ্দিষ্ট সীমাৰ ভিতৰত থাকি এই বিদ্ৰোহৰ বাবে সন্মতি দিলে। মোৱামৰীয়া মহন্তই হেনো মৰাণসকলক বিদ্ৰোহ কৰি আহোমৰ হাতৰ পৰা ৰাজদণ্ড কাঢ়ি আনিবলৈ হাক দি কৈছিল যে বিদ্ৰোহৰ অন্তত তেওঁলোকে তুংখুঙীয়া ফৈদৰ কোঁৱৰ এজনকহে ৰজা পতা উচিত হ'ব। এইদৰে বিদ্ৰোহৰ প্ৰস্তুতি আৰম্ভ হ'ল। কীৰ্তিচন্দ্ৰৰ দ্বাৰা অপমানিত হোৱাৰে পৰা মোৱামৰীয়া মহন্তৰ মনতো এটা বিক্ষোভৰ ভাব আছিল যদিও তেওঁ অতি সংযতভাৱেহে এই বিদ্ৰোহ হোৱাটো বাঞ্ছা কৰিছিল। ইয়াৰ পিছত মোৱামৰীয়া মহন্তই তেওঁৰ ভালেমান শিষ্য একগোট কৰি নামৰূপলৈ গ'ল। নামৰূপত মহন্তক আদৰিবলৈ অসংখ্য মৰাণ আৰু কছাৰী শিষ্য ৰৈ আছিল। মহন্তৰ পুত্ৰ বায়নে এই সময়তে 'নামৰূপীয়া ৰজা' উপাধি গ্ৰহণ কৰিলে।

এই সময়তে লক্ষ্মীসিংহ স্বৰ্গদেৱৰ ককায়েক মোহনমালা গোহাঁয়েও বিদ্ৰোহী দলত যোগ দিয়েছি। মুখত বসন্তৰ দাগ থকাৰ বাবে এওঁক সিংহাসন লাভৰ পৰা বঞ্চিত কৰাৰ বিষয়ে আগেয়ে উল্লেখ কৰা হৈছে। কিছুদিন পিছত মোৱামৰীয়া বিদ্ৰোহীৰ দলত যোগ দিয়া আন দুজন ৰাজকোঁৱৰ আছিল ৰাজেশ্বৰ সিংহৰ পুত্ৰ চাৰুসিংহ আৰু ৰত্নেশ্বৰ। মোহনমালা গোহাঁইক মৰাণ বিদ্ৰোহীসকলে জয় লাভ কৰিলে ৰজা পাতিম বুলি কথা দিছিল। এইজন ৰাজকোঁৱৰক বহু বিষয়া

আৰু সাধাৰণ প্ৰজায়ো পছন্দ কৰিছিল বুলি জনা যায়। সেয়ে মোৱামৰীয়াসকলে মোহনমালা গোহাঁইৰ জৰিয়তে কীৰ্তিচন্দ্ৰৰ বিৰোধী বিষয়াসকলৰো সহায় লাভ কৰিব বুলি আশা কৰিছিল।

এইবোৰ বাতৰি পাই লক্ষ্মীসিংহই বায়নক ধৰিবলৈ সৈন্য পঠিওৱাত এই সৈন্য দল পৰাস্ত হ'ল। ইয়াৰ পিছত ডিব্ৰু নৈৰ পাৰৰ যুঁজত মোৱামৰীয়াসকল হাৰিছিল যদিও পিছলৈ মোৱামৰীয়াসকলক হৰুৱাব নোৱৰা হ'ল। এইদৰে ১৭৬৯ খ্ৰীঃৰ ভিতৰত মোৱামৰীয়াসকলে প্ৰায় ৭০০০ সেনাৰে এটা বাহিনী প্ৰস্তুত কৰিলে। এনে সময়তে কীৰ্তিচন্দ্ৰ বৰবৰুৱাই মৰাণ জনজাতিৰ ঘন বসতিপূৰ্ণ অঞ্চলত কিছুমান মানুহক কাঠ কাটিবলৈ পঠিওৱাত মৰাণসকলে তেওঁলোকক মাৰিবলৈ খেদি আহিল। এই বাতৰি পাই কীৰ্তিচন্দ্ৰই বেজ টেকেলা বৰাৰ নেতৃত্বত প্ৰায় ২০০০ সৈন্য পুনৰবাৰ সেই অঞ্চললৈ প্ৰেৰণ কৰাত আকৌ মৰাণসকলে খেদি আহিল। ফলত দুয়ো পক্ষৰে যুঁজ-বাগৰ লাগিল। মৰাণসকলে প্ৰাণটাকি যুঁজ দিলে। যুঁজত নাহৰ খোৱা শইকীয়াৰ পত্নীদ্বয় ৰাধা আৰু ৰুক্মিনীয়ে মহা পৰাক্ৰমেৰে শত্ৰুক প্ৰত্যাহ্বান জনাই সকলোকে তভক খুৱাইছিল। এওঁলোকৰ আক্ৰমণত পিচ হুহঁকিবলৈ আৰম্ভ কৰা আহোম সেনাসকলৰ মুখে মুখে এটা গুজব বিয়পি পৰিছিল যে ৰাধা, ৰুক্মিণীয়ে তীব্ৰ গতিত আহোম সেনাৰ ওপৰত আক্ৰমণ চলোৱাৰ বাহিৰেও নিজ আঁচল পাতি গুলীবোৰ ধৰিছে— তেওঁলোক সাধাৰণ তিৰোতা নহয়, কোনোবা দেৱীহে! এই যুঁজত আহোমদলৰ শোচনীয় পৰাজয় ঘটিল আৰু ইতিমধ্যে হাজাৰ বিজাৰ শিষ্য আহি লগ লগাত মোৱামৰীয়া দলটোৱে আগবাঢ়ি আহি চেঁচা নদীৰ ওচৰত শিবিৰ পাতিলেহি।

মোৱামৰীয়াসকৰ সমৰ্থকৰ সংখ্যা দিনে দিনে বৃদ্ধি পাবলৈ ধৰিলে। বিদ্ৰোহীসকলৰ শক্তি, মনোবল আৰু দৃঢ়তা দেখি ৰাজমন্ত্ৰী ঘনশ্যাম বুঢ়াগোহাঁইয়ে লক্ষ্মীসিংহক এই বুলি পৰামৰ্শ দিছিল যে, মোৱামৰীয়াসকলৰ শক্তিক অৱমূল্যায়ন কৰা উচিত নহয়। এই শক্তি দিনে দিনে বৃদ্ধি পাবলৈ ধৰিছে আৰু যিকোনো মুহূৰ্তত তেওঁলোকে আহোম ৰজাক চৰম বিপদত পেলোৱাৰ আশংকাই দেখা দিছে। সেয়ে এওঁলোকৰ সৈতে যুঁজ নকৰি এটা বুজাবুজিলৈ অহাটোহে ভাল হ'ব। কিন্তু দূৰদৃষ্টিসম্পন্ন বুঢ়াগোহাঁই ডাঙৰীয়াৰ পৰামৰ্শত স্বৰ্গদেৱ লক্ষ্মীসিংহই কোনো গুৰুত্ব নিদিলে আৰু পুনৰবাৰ কীৰ্তিচন্দ্ৰৰ পৰামৰ্শহে গ্ৰহণ কৰিলেগৈ। সেইমতে ১৪,০০০ সৈন্যদল গোটাই হৰনাথ ভিতৰুৱাল ফুকনৰ নেতৃত্বত পুনৰবাৰ মোৱামৰীয়া বিদ্ৰোহ দমনৰ বাবে অভিযান আৰম্ভ হ'ল। চেঁচা নদীৰ দলং পাৰ হৈ এই সৈন্যদল মোৱামৰীয়াৰ কোঠৰ ফালে আগবঢ়াৰ চেষ্টা কৰি থাকোতে বিদ্ৰোহী দলে দলং ভাঙি আহোম দলৰ খাদ্য সৰবৰাহত বিঘিনি ঘটোৱাত তেওঁলোক শ'লঠেকত পৰিল। এই সুযোগতে পুনৰবাৰ মোৱামৰীয়া বিদ্ৰোহীয়ে আহোম সৈন্যক পৰাজিত কৰিবলৈ সক্ষম হ'ল।

এইবাৰ মোৱামৰীয়া বিদ্ৰোহীসকলে দুগুণ উৎসাহেৰে চৰাইদেউ পাহাৰ অতিক্ৰম কৰি গড়গাঁৱৰ ফালে আগবাঢ়িল। ইতিমধ্যে লক্ষ্মীসিংহৰ নিৰ্দেশানুসৰি গুৱাহাটীৰ বৰফুকনে গড়গাঁও অভিমুখে সৈন্য পঠিয়াইছিল যদিও তেওঁলোক আহি পোৱাৰ আগতেই হাজাৰ বিজাৰ মোৱামৰীয়া সৈন্যই গড়গাঁও সোমালেগৈ। এইদৰে প্ৰায় হেলাৰঙে গড়গাঁও সোমাবলৈ সক্ষম হোৱা বিদ্ৰোহীসকলে হৈ হৈ কৰি ৰংপুৰলৈ আগবাঢ়িল। ইতিমধ্যে গুৱাহাটীৰ বৰফুকনে পঠিওৱা সৈন্যদল এটা ৰাজধানী পোৱাত লক্ষ্মীসিংহই সৈন্যসকলক তিনি ভাগত ভাগ কৰি একোজনকৈ বিষয়াৰ নেতৃত্বত তিনিটা ভিন ভিন পথেৰে বিদ্ৰোহীসকলক ভেটিবলৈ পাচিলে। সৈন্যসকলক নেতৃত্ব দিয়াসকল আছিল— দিহিংগীয়া ফুকন বৰপাত্ৰ গোহাঁই আৰু গুৱাহাটীৰ ডেকাফুকন। কিন্তু বিদ্ৰোহীৰ সমুখত তেওঁলোক তিষ্ঠিব নোৱাৰিলে। এইদৰে আহোম ৰজাই ৰাজধানী ৰক্ষা কৰিবলৈ চেষ্টা কৰি থকাৰ কালতে ৰাজধানীত থকা কেতবোৰ ৰাজ বিষয়া, কৰ্মচাৰী আৰু মোৱামৰীয়া শিষ্যই গুপুতে বিদ্ৰোহীসকলক যুদ্ধৰ গোপনীয় সম্ভেদ যোগাইছিল বুলি জনা যায়। কীৰ্তিচন্দ্ৰ আৰু কীৰ্তিচন্দ্ৰৰ আতিশয্যৰ বাবে ৰজা লক্ষ্মীসিংহক দায়ী কৰা ভালেমান লোকে এই সময়তে বিদ্ৰোহী দলত যোগ দিয়াত ৰজাঘৰীয়া সৈন্যদলৰ বিপৰ্যয় দুগুণে বাঢ়িছিল।

গতি বিষম দেখি স্বৰ্গদেৱ লক্ষ্মীসিংহ, কীৰ্তিচন্দ্ৰ বৰুৱা, বুঢ়াগোহাঁই, বৰ গোহাইকে ধৰি ভালেমান বিষয়াই নাৱেৰে

গুৱাহাটীলৈ বুলি পলাবলৈ ধৰাত বিদ্ৰোহীদলে তেওঁলোকৰ পিছে পিছে খেদি গৈ সোনাই নৈ পাৰ হ'বলৈ চেষ্টা কৰি থকা অৱস্থাতে ধৰা পেলাই বন্দী কৰি আনিলে। স্বৰ্গদেৱ লক্ষ্মীসিংহক জয়দ'লত বন্দী কৰি থৈ কীৰ্তিচন্দ্ৰ বৰবৰুৱা আৰু তেওঁৰ পুত্ৰসকলক লোহা লগাই হাতীশালত থাকিবলৈ দিলে। বিদ্ৰোহীৰ হাতত বন্দী হোৱা কেইবাজনো লোকক হত্যা কৰা হৈছিল যদিও তেওঁলোকে অধিক সংখ্যক লোকক প্ৰাণে নামাৰি বন্দী কৰিহে ৰাখিছিল।

বিদ্ৰোহীসকলে এইদৰে জয়লাভ কৰাৰ মূৰকত মোৱামৰীয়া মহন্তৰ পুত্ৰ বায়নক ৰজা পাতিবলৈ বিচাৰিছিল। কিন্তু মহন্তই বায়নক ৰজা হ'বলৈ হাক দি নাহৰখোৰা শইকীয়াৰ পুত্ৰ ৰমাকান্তকহে ৰাজপাট দিবলৈ পৰামৰ্শ দিছিল। পিতৃৰ এনে হস্তক্ষেপত গাগিনি বায়ন ক্ষুণ্ণ হৈছিল বুলি জনা যায়। এইদৰে ৰমাকান্ত ৰজা হ'ল।

নাহৰৰ পুত্ৰ দুজনক যথাক্ৰমে তিপাম আৰু চাৰিঙৰ ৰজা বুলি ঘোষণা কৰা হ'ল। বিদ্ৰোহৰ অন্যান্য নেতাসকলকো উচ্চ বিষয়বাব দি পূৰ্বৰ আহোম বিষয়াসকলৰ বাসভৱনসমূহত থাকিবলৈ দিয়া হ'ল। ৰাঘৱ মৰাণ বৰবৰুৱা হ'ল। তেওঁ লক্ষ্মীসিংহ আৰু ৰাজেশ্বৰ সিংহৰ কুঁৱৰীসকলক নিজৰ কৰি ল'লে। এইদৰে বলপূৰ্বকভাৱে ধৰি নিয়া কুঁৱৰীসকলৰ ভিতৰত মণিপুৰৰ কুৰংগনয়নীও আছিল। উল্লেখযোগ্য যে, ৰাজেশ্বৰ সিংহৰ মৃত্যুৰ পিছত লক্ষ্মীসিংহই কুৰংগনয়নীক বিয়া কৰাই কুঁৱৰী কৰি লৈছিল। এতিয়া ৰাঘৱ মৰাণে কুৰংগনয়নীক জোৰকৈ নিজৰ ভাৰ্যা হিচাপে ৰাখিলে। ১৭৬৯ খ্ৰীঃত ৰমাকান্ত ৰজাৰ নামেৰে ন-চুকীয়া মোহৰ মৰা হ'ল। অৱশ্যে তেওঁ নামতহে ৰজা হ'ল, শাসনৰ ঘাই জৰীডাল ৰাঘৱ মৰাণে ৰাখিলে। ৰাঘ মৰাণে কীৰ্তিচন্দ্ৰৰ বাসভৱনটো দখল কৰিলে। তেওঁ তিনিজন বিদ্ৰোহী নেতাক বুঢ়াগোহাঁই, বৰগোহাঁই আৰু বৰপাত্ৰ গোহাঁইৰ বিষয়বাব দিলে। সকলোবোৰ উচ্চ পদত নিজৰ লোকক নিযুক্তি দি সৰু সুৰা পদত পূৰ্বৰ ৰজা দিনৰ মানুহখিনিকে থাকিবলৈ দিলে। উল্লেখযোগ্য যে বিদ্ৰোহীসকলে ৰংপুৰ অধিকাৰ কৰাৰ বাতৰি পাই পূৰ্বৰ প্ৰতিশ্ৰুতি অনুসৰি ৰাজপাটিত বহিবলৈ বুলি মোহনমালা গোহাঁই আহি উপস্থিত হৈছিল যদিও ৰাঘ মৰাণৰ নিৰ্দেশত তেওঁক হত্যা কৰা হৈছিল। আহোমৰ সিংহাসন দাবী কৰিব পৰা আন কেইবাজনকো বধ কৰি ৰাঘৱ মৰাণে ৰাজপাটখন নিষ্কণ্টক কৰিবলৈ সচেষ্ট হৈছিল। এইদৰে ৰমাকান্তই মুঠতে প্ৰায় ৫ মাহ জুৰি ৰাজপাট অধিকাৰ কৰিবলৈ সক্ষম হৈছিল (১৭৬৯ ৰ ২১ নৱেম্বৰৰ পৰা ১৭৭০ খ্ৰীঃৰ ১১ এপ্ৰিললৈ)।

মোৱামৰীয়াসকলৰ দিনত কীৰ্তিচন্দ্ৰ বৰবৰুৱা, বুঢ়াগোহাঁই, বৰগোহাঁই আদি বিষয়াক হত্যা কৰা হ'ল। ৰাঘ মৰাণে হেনো এদিন বন্দী লক্ষ্মীসিংহকো চাবলৈ যোৱাত তেওঁ হেনো ইমান লেতুসেতু হৈ পৰিল যে ৰাঘৱৰ তেওঁক মাৰিবলৈ সত নগ'ল। ইতিমধ্যে ৰাঘ মৰাণে উজনি অসমৰ আটাইবোৰ সত্ৰৰ গোসাঁইসকলক ধৰ্মীয় ক্ষেত্ৰত মোৱামৰীয়া মহন্তক স্বীকৃতি দিবলৈ আদেশ দিলে। ইমানদিনে আহোম ৰজাঘৰৰ পৰা পৃষ্ঠপোষকতা লাভ কৰি অহা আউনীআটী আৰু দক্ষিণপাট সত্ৰক ৮০০০ কৈ আৰু গড়মূৰ আৰু কুৰুৱাবাহী সত্ৰক ৪০০০ কৈ ৰূপৰ মুদ্ৰা জৰিমনা ভৰোৱা হ'ল। তুংখুঙীয়া বুৰঞ্জীমতে এই সময়তে আউনীআটীৰ বাগীশ বাপুৰ নাক-কাণ কাটি চকু কঢ়া হৈছিল। উল্লেখযোগ্য যে ৰাঘৱ মৰাণে নিৰ্দেশ দিলেও মোৱামৰীয়া মহন্তই যিকোনো লোককে সতকাই শিষ্য কৰি লোৱাৰ পৰা নিজকে বিৰত কৰিছিল। অনিচ্ছুক লোকক জোৰকৈ শিষ্য কৰিলেও তাৰ ফল শুভ নহ'ব বুলি তেওঁ বিশ্বাস কৰিছিল।

ৰমাকান্তক ৰজা পাতি এইদৰে ৰাঘ মৰাণৰ নিৰ্দেশত শাসন চলি থাকিল। কিন্তু ৰাজ্যৰ বহু লোক আৰু বিষয়া আৰু সম্ভ্ৰান্ত ঘৰৰ লোকে ৰমাকান্তক ৰজা বুলি মানিবলৈ ভাল পোৱা নাছিল। বাধ্যত পৰি তেওঁক ৰজা বুলি মৌখিক স্বীকৃতি দিয়াৰ বাবে এইজন ৰজাৰ প্ৰতি তেওঁলোকৰ কোনো আন্তৰিকতা নাছিল। এই কথা গম পাই ৰমাকান্তই তেওঁৰ বিষয়াসকলৰ সৈতে আলোচনা কৰি এনে বিৰোধী লোক কেইবাজনকো হত্যা কৰাৰ মূৰকত বন্দী ৰজা লক্ষ্মীসিংহ আৰু আন আন আহোম বিষয়াকো হত্যা কৰাটোকে সমীচীন হ'ব বুলি বিবেচনা কৰিলে। এই বাতৰি সদৰী হ'বলৈ বেছি সময় নালাগিল। ৰজাক বধ কৰিবলৈ সিদ্ধান্ত লোৱা বুলি জানি তেওঁৰ সমৰ্থনকাৰীসকলে জিকাৰ খাই উঠিল। সেইবাবে ৰমাকান্তক আঁতৰাই পুনৰ লক্ষ্মীসিংহক ৰজা পতাৰ বাবে তেওঁলোকে ষড়যন্ত্ৰ ৰচনা কৰিলে। মনকৰিবলগীয়া

যে মণিপুৰী কুঁৱৰী কুৰংগনয়নীকো এই ষড়যন্ত্ৰৰ বিষয়ে অৱগত কৰাত তেৱোঁ ইয়াৰ অংশীদাৰ হ'বলৈ আগবাঢ়িল।

মন কৰিবলগীয়া যে মোৱামৰীয়া বিদ্ৰোহীসকলে ৰংপুৰ অধিকাৰ কৰি ৰমাকান্তক ৰজা পতা দিন ধৰি তেওঁলোকৰ মাজত অন্তৰ্দ্বন্দ্বই দেখা দিছিল। দৰাচলতে মোৱামৰীয়া মহন্তৰ পুত্ৰ গাগিনি ৰায়নেহে ৰজা হ'বলৈ বিচাৰিছিল আৰু তেওঁৰ ভালেমান সমৰ্থকো নাছিল। কিন্তু মোৱামৰীয়া মহন্তই ৰমাকান্তকহে ৰজা হ'বলৈ দিলে। সেইবাবে ৰমাকান্তক ওফৰাইনো কেনেকৈ ৰাজপাটত বহিব পাৰি এনে এটা চিন্তাই দিনে নিশাই গাগিনিক যেন খুলি খুলি খাইছিল। আনহাতে হাতীচুংগী মৰাণসকলেও ৰমানন্দ ৰজা হোৱাটো ভালপোৱা নাছিল আৰু সেইবাবে তেওঁলোকে নামৰূপৰ ফালে নোমল নামৰ এজনক ৰজা পাতি এখন সুকীয়া ৰাজ্য স্থাপনৰ বাবে সচেষ্ট হৈছিল। ৰমাকান্তৰ বিৰোধী আন এজন নেতা আছিল শগুনমূৰীৰ গোবিন্দ গাঁওবুঢ়া। গাগিনি বায়নেও এতিয়া গাঁওবুঢ়াৰ লগ লাগি ক্ষমতা লাভৰ আখৰাত ব্যস্ত হৈছিল। এনেবোৰ ঘটনাই প্ৰমাণ কৰিছিল যে ৰমাকান্তৰ ৰাজপাট নিষ্কণ্টক নাছিল। তাতে এতিয়া আকৌ তেওঁৰ বিৰুদ্ধে আহোম ডা-ডাঙৰীয়া কেইজনমানকে ধৰি ভালেমান লোকে গোপন ষড়যন্ত্ৰ চলোৱাত ৰাঘৱ মৰাণে জোৰকৈ পত্নী কৰি লোৱা কুৰংগনয়নীয়েও তেওঁলোকৰ ষড়যন্ত্ৰত ইন্ধন যোগাইছিল। এইদৰে ষড়যন্ত্ৰক বাস্তৱ ৰূপ দিয়াৰ যো-জা চলিল।

ব'হাগ বিহুৰ দিন আগবাঢ়ি অহাত মৰাণসকলৰ অধিকাংশই বিহু উপলক্ষে ৰাজধানী এৰি নিজ গাঁৱলৈ। সেইবাবে সুযোগ বুজি বহু সংখ্যক আহোম সৈন্য আৰু অন্যান্যলোকে মৰাণৰ সাজ-পোছাক পিন্ধি নিশাৰ ভাগত হুঁচৰি গাবলৈ ৰাঘ মৰাণৰ চোতালত উপস্থিত হ'লহি। তেওঁলোকে ঢোলত চাপৰ মাৰিলত কুৰংগনয়নীয়ে আগতে তেওঁলোকৰ সৈতে কৰি থোৱা বন্দবস্ত মতে ৰাঘক জগাই দি হুঁচৰি দলক সেৱা কৰিবলৈ ক'লে। ৰাঘই অভ্যাসমতে হাতত তৰোৱালখন লৈ চোতাললৈ ওলাই যাবলৈ খোজাত কুৰংগনয়নীয়ে এই বুলি কৈ তেওঁৰ হাতৰ পৰা তৰোৱালখন লৈ থ'লে যে নিজৰ জাতি-ভাইসকলে হুঁচৰি গাবলৈ আহিছে আৰু তেওঁলোকক দেখা-সাক্ষাৎ কৰি সেৱা আগবঢ়াবলৈ যাওঁতে হাততনো কেলেই আকৌ তৰোৱালখন নিব লাগে? ৰাঘয়ো ভাবিলে যে কুঁৱৰীয়ে সজ কথাকে কৈছে আৰু সেইবাবে শুদা হাতে হুঁচৰি দলক লগ ধৰিবলৈ ওলাই আহিল। ইয়াৰ পিছত হুঁচৰি শেষ হ'লত ৰাঘ মৰাণে যেতিয়া ৰাইজক সেৱা জনাবলৈ আঁঠু লৈ মূৰ দোঁৱালে, লগে লগে পিছফালৰ পৰা কুৰংগনয়নীয়ে তেওঁৰ হাতৰ পৰা লৈ থোৱা তৰোৱালখনেৰে তেওঁৰ ডিঙিত পূৰ্ণহতীয়া কোব শোধালত তেওঁ বাগৰি পৰিল। লগে লগে আন ষড়যন্ত্ৰীসকলে তেওঁক বধ কৰিলে। এইদৰে ৰাঘৱক হত্যা কৰাৰ পিছত ষড়যন্ত্ৰকাৰীসকলে দুগুণ উৎসাহেৰে মৰাণ সেনা-বিষয়া যাকে য'তে পালে এফালৰ পৰা মাৰি-কাটি যাবলৈ ধৰিলে। ৰজা ৰমাকান্তই পলাবলৈ লৈছিল যদিও অতি সহজে তেওঁলোকৰ হাতত পৰিল আৰু তেওঁক বন্দী কৰা হ'ল।

ইয়াৰ পিছত জয়দ'লত বন্দী হৈ থকা আহোম ৰজা লক্ষ্মীকান্ত সিংহক মুকলি কৰি অনা হ'ল। মহাসমাৰোহেৰে লক্ষ্মী সিংহই শিংগৰি ঘৰত উঠি আকৌ এবাৰ ৰজা হ'ল।

ইফালে ৰাজ্যখনত মোৱামৰীয়া হত্যাৰ অভিযান চলিল। মোৱামৰীয়া গোসাঁইক ধৰি আনি নানা ধৰণে শাস্তি দি অৱশেষত শূলত দিয়া হ'ল। ৰমাকান্তৰ ভাগ্যতো অনুৰূপ শাস্তি যুটিল। গাগিনি বায়নকো বধ কৰা হ'ল। আনহে নালাগে নাহৰখোৰা শইকীয়াৰ পত্নীদ্বয় ৰাধা-ৰুক্মিণীও এই বধ যজ্ঞৰ বলি হ'বলগীয়াত পৰিল। বুঢ়া-মেথা, পো-পোৱালিকে ধৰি বহুবোৰ লোক এইদৰে নিধন হোৱাত কিছুসংখ্যক মৰাণ লোক আৰু মোৱামৰীয়া শিষ্যই পুনৰ বিদ্ৰোহৰ কথা আলচিবলৈ ল'লে। লক্ষ্মীসিংহই দ্বিতীয়বাৰ ৰাজপাটত উঠিয়েই এনেদৰে হত্যালীলা চলোৱা কাৰ্যত হাতীচুংগী মৰাণসকলৰো খঙ উঠিল। এওঁলোকে ৰমাকান্ত ৰজা হোৱাত ক্ষুব্ধ হৈ শগুনমূৰীৰ গোবিন্দ গাওঁবুঢ়াৰ লগ হৈ নামৰূপ অঞ্চলত নোমল নামৰ এজনক ৰজা পতাৰ কথা পূৰ্বে উল্লেখ কৰা হৈছে। এওঁলোক ৰমাকান্তৰ সমৰ্থক নহ'লেও আহোম ৰজাই এইদৰে মৰাণ আৰু মোৱামৰীয়াসকলক মাৰিবলৈ লোৱাত বৰ অসন্তুষ্ট হৈছিল আৰু পুনৰবাৰ বিদ্ৰোহ কৰি লক্ষ্মীসিংহক আঁতৰোৱা উচিত বুলি মতপোষণ কৰিছিল। এই লোকসকলে ভবা ধৰণে নামৰূপৰ পৰা আহোমৰ বিৰুদ্ধে বিদ্ৰোহ আৰম্ভ কৰি দুবাৰকৈ

আহোম সৈন্যক পৰাভূত কৰিবলৈ সক্ষম হৈছিল। পিছত যেনিবা মণিপুৰৰ পৰা অহা এদল সৈন্যক এই লোকসকলক দমন কৰিবলৈ দিয়াত এওঁলোকে দিচাঙৰ পাৰত এই বিদ্ৰোহীসকলক পৰাস্ত কৰিবলৈ সক্ষম হৈছিল। কিন্তু ইয়াৰ পিছতো চুংগীসকলে ডাঠ হাবিত দুৰ্গ সাজি তাৰ পৰা মাজে সময়ে আহোম সৈন্যক ব্যতিব্যস্ত কৰি তুলিছিল। কিন্তু পিছত লাহে লাহে চুংগীসকলৰ বিদ্ৰোহৰো শাম কাটে।

কিন্তু লক্ষ্মীসিংহই দ্বিতীয়বাৰ ৰজা হৈও ৰাজ্যখনত শান্তি দেখা নাপালে। ১৭৪৪ খ্ৰীঃৰ শেষাৰ্ধত কলিতা ফুকন নামৰ এজনে আহোম ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল যদিও সফলকাম নহ'ল। নাৰায়ণপুৰৰ প্ৰজাসকলৰ পৰা এইজন বিষয়াৰ বিৰুদ্ধে বহুবোৰ অভিযোগ পাই তেওঁক ৰজাই কামৰ পৰা খেদাই দিছিল। কোনো কোনো সূত্ৰমতে লক্ষ্মীসিংহক কেইজনমান বিষয়াইহে কলিতাফুকনৰ বিৰুদ্ধে কথা লগোৱাত লক্ষ্মীসিংহই তেওঁলোকৰ কথাত বিশ্বাস কৰি কলিতাফুকনক কামৰ পৰা বৰ্খাস্ত কৰিছিল। লাজে-অপমানে কলিতাফুকনে লোহিতৰ উত্তৰ দিশে থকা তামোলবাৰীলৈ গৈ মিৰহাং নাম লৈ নিজকে ৰজা বুলি দাবী কৰিছিল। তেওঁ এজন সৈন্য যোগাৰ কৰাৰ উপৰি আহোমক প্ৰত্যাহ্বান কৰিবলৈ বিচাৰিছিল। তেওঁ কেঁচামাটিত এটা দুৰ্গও সাজিছিল। তেওঁৰ এনেধৰণৰ কাৰ্য-কলাপৰ বাবে আহোম ৰজাই তেওঁক ধৰিবলৈ মানুহ পঠিওৱাত তেওঁ পলাই গ'ল। মাজ পথতে ধৰা পৰাত তেওঁক বন্দী কৰি অনা লোককেইজনক তেওঁ বহু টকা-পইচা দি আকৌ পলাইছিল যদিও অৱশেষত তেওঁ পুনৰবাৰ ধৰা পৰে। এইবাৰ তেওঁ ডফলাসকলৰ ওচৰত আশ্ৰয় বিচৰাত তেওঁলোকে তেওঁৰ সেই অনুৰোধক আওকাণ কৰিলে। ফলত তেওঁ পুনৰবাৰ ধৰা পৰিল আৰু এইবাৰ তেওঁক হত্যা কৰি আহোমসকলে তেওঁৰ পৰা নিস্তাৰ পালে।

ইফালে আকৌ এসময়ত খামজাঙৰ পৰা নৰা নামৰ এজনে আহি অসম ওলোৱাত তেওঁক আহোম ৰজাই শদিয়াত মাটিবাৰী দি সংস্থাপিত কৰিছিল। কিন্তু নৰাই কিছুসংখ্যক মিচিমি আৰু চুতীয়া লোকৰ সহযোগত আহোম ৰজাৰ বিৰোধিতা কৰাত ৰজাই তেওঁক শদিয়াৰ পৰা ধৰি নিবলৈ এদল বিশ্বস্ত লোক পঠিয়ালে। ইতিমধ্যে নৰাই শদিয়াখোৱা গোহাঁইকো হত্যা কৰাত ৰজাঘৰ অতি বিতুষ্ট হৈছিল। সেইবাবে এতিয়া কিছুসংখ্যক আহোম সৈন্যক নৰাক ধৰিবলৈ পঠিওৱাত নৰায়ো ততাতৈয়াকৈ শদিয়া এৰি ডাঠ হাবিত লুকাইছিলগৈ। পিছত অৱশ্যে তেওঁ ধৰা পৰাত তেওঁক আহোম ৰজাই শাস্তি দিছিল।

মোৱামৰীয়া প্ৰথম বিদ্ৰোহে লক্ষ্মীসিংহ স্বৰ্গদেৱক জুৰুলা কৰিছিল। বন্দী হৈ থকা কালৰে পৰা মানসিক সুখ শান্তি নোহোৱা হ'লত তেওঁৰ স্বাস্থ্যও একেবাৰে ভাঙি পৰিছিল। ১৭৮০ খ্ৰীঃৰ ডিচেম্বৰ মাহত তেওঁ মৃত্যুবৰণ কৰিছিল। তেওঁ প্ৰকৃতপক্ষে এজন দুৰ্বল ৰজা আছিল আৰু নিজৰ বৰবীয়াকৈ স্থিৰ সিদ্ধান্ত ল'ব নোৱাৰিছিল। ৰাজত্বকালত তেওঁ দেওধাই, বাইলুংসকলৰ কথা শুনিব নে গণকৰ গণনা মতে কাম কৰিব তাকে লৈও তেওঁক যথেষ্ট বিমোৰত পৰা দেখা গৈছিল। তেওঁ দ্বিতীয়বাৰৰ বাবে ৰাজপাট লাভ কৰাত দেওধাইসকলে এইবুলি তেওঁক বুজনি দিছিল যে তেওঁ এইদৰে বিদ্ৰোহৰ সন্মুখীন হোৱাৰ উপৰি তেওঁলোকৰ হাতত বন্দী হ'বলগীয়া হোৱাৰ মূলতে আছিল তেওঁৰ কেতবোৰ কুকৰ্ম। এই কুকৰ্মৰ ভিতৰত এটা হ'ল তেওঁৰ পূৰ্বপুৰুষৰ ধৰ্ম নীতি উলংঘন। উদাহৰণস্বৰূপে তেওঁলোকে ৰাজেশ্বৰ সিংহৰ শৱদেহ মৈদামত সমাধিস্থ কৰাৰ সলনি লক্ষ্মীসিংহই কাৰো হাক বচন নামানি তেওঁক হিন্দুমতে চিতাত জ্বলাই দি বৰ ভুল কৰিছিল বুলি পতিয়ন নিয়াইছিল। পিছলৈ ৰজাই বিশ্বাস কৰিছিল যে সেই ভুলৰ প্ৰায়শ্চিত্ত হিচাপেই তেওঁৰ অদৃষ্টত বন্দী দশা সংযোজিত হৈছিল। সেয়ে দেওধাই বাইলুংসকলে দিয়া দিহা-পৰামৰ্শ অনুসৰি মাটিৰে ৰাজেশ্বৰ সিংহৰ এটা প্ৰতিকৃতি সাজি ৰিখৱন উৎসৱ পাতি এই প্ৰতিকৃতিক 'জীৱনদান' কৰা হ'ল। তাৰ পিছত স্বৰ্গৰ দেৱতাসকললৈ পূজা এভাগ আগবঢ়াই তাৰ পিছত সেই প্ৰতিকৃতিক আহোম নিয়মেৰে মৈদামত সমাধিস্থ কৰি লক্ষ্মীসিংহই তেওঁৰ সেই তথাকথিত ভুলৰ প্ৰায়শ্চিত্ত কৰিলে। ইফালে আকৌ ৰজাক তেওঁৰ গুৰু ন-গোসাঁয়ে তাৰা দেৱী (তথা দুৰ্গা বা কালী)ৰ পূজা পাতি দান-দক্ষিণা কৰি ৰাজ্যৰ সকলো অপায়-অমংগলৰ প্ৰতিকাৰ কৰিবলৈ কোৱাত তেওঁ গুৰুজনৰ এই নিৰ্দেশো গুৰুত্ব সহকাৰে পালন কৰিছিল। এইদৰে ৰজাই আকৌ হিন্দু নিয়মমতে পূজা-

পাতল, দান-দক্ষিণা আদি কৰিবলৈ লোৱাত দেওধাই, বাইলুংগুৰ কোনেও সেই দান-দক্ষিণা ল'বলৈ নাহিল। লক্ষ্মীসিংহৰ দিনত ঘটা এনেবোৰ ঘটনাই এই ৰজাজনৰ দুৰ্বলতাৰহে চিনাকি দিছিল। তেওঁৰ চাৰিত্ৰিক দৃঢ়তা নাছিল বাবে আনৰ কথাত অতি সহজে ভোল গৈছিল। ফলত বিভিন্নজনৰ প্ৰভাৱত তেওঁ লেহুকা বাঁহৰ দৰে হালি পৰিছিল।

লক্ষ্মীসিংহৰ ৰাজত্বৰ শেষ অধ্যায়ত তেওঁ দৰঙী প্ৰজাৰ বিক্ষোভৰ সন্মুখীন হ'বলগীয়াত পৰিছিল। প্ৰতাপ সিংহ স্বৰ্গদেৱৰ দিনতে কোচ ৰজা পৰীক্ষিতৰ ভায়েক বলীনাৰায়ণক ধৰ্মনাৰায়ণ নামেৰে দৰঙত 'থাপিত-সাঞ্চিত' ৰজা পতা হৈছিল। ১৬৩৯ খ্ৰীঃত আহোম আৰু মুঘলৰ মাজত হোৱা সন্ধিমতে বৰনদীৰ পৰা পশ্চিমলৈ আহোমৰ অধিকাৰত থকা কামৰূপৰ অংশটোও ধৰ্মনাৰায়ণৰ অধীনস্থ কৰাত দৰঙী ৰজাৰ ক্ষমতা বৃদ্ধি পাইছিল। লক্ষ্মীসিংহৰ দিনত দৰঙীৰ প্ৰায় ৪০০০জন প্ৰজাই ৰংপুৰত ৰজাক লগ ধৰি তেওঁলোকৰ অসুবিধাসমূহ ব্যক্ত কৰি তাৰ আশু প্ৰতিকাৰৰ বাবে খাটনি ধৰিছিল। তেওঁলোকে আনকি মাটি পিয়ল ৰদ কৰিবলৈকো চৰকাৰক দাবী জনাইছিল। এই বিদ্ৰোহী ভাবাপন্ন লোকসকলৰ দাবী আওকাণ কৰিলে বিপদ হ'ব বুলি ভাবি তেওঁ দৰঙীৰ প্ৰজাৰ দাবীসমূহ মানি লৈছিল। এইদৰে লক্ষ্মীসিংহই সকলো ক্ষেত্ৰতে নিজক প্ৰতিৰক্ষা কৰা নীতি এটা লৈ চলিছিল। এনে নীতিয়ে তেওঁ যে এজন দুৰ্বল মনৰ ৰজা সেইটোৱেই প্ৰমাণ কৰিছিল।

## গৌৰীনাথ সিংহ বা চুহিৎপংফা (১৭৮০—১৭৯৫ খ্ৰীঃ), মোৱামৰীয়া দ্বিতীয় আৰু তৃতীয় বিদ্ৰোহ, নামনি অসম আৰু দৰঙৰ বিদ্ৰোহ, কেপ্টেইন বেলছৰ আগমন আদি ঃ

স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহ আৰু লক্ষ্মীসিংহৰ ৰাজত্বকালত আহোম ৰাজ্যৰ যি অৱনতি আৰম্ভ হৈছিল, সেই অৱনতিৰ গতি ক্ষিপ্ৰতৰ হৈছিল গৌৰীনাথ সিংহৰ দিনত। এই ৰজাৰ দিনতে হৈছিল মোৱামৰীয়াৰ দ্বিতীয় আৰু তৃতীয় বিদ্ৰোহ। তদুপৰি দৰঙী প্ৰজাৰ বিদ্ৰোহেও তেওঁক চিন্তিত কৰি তুলিছিল। প্ৰকৃতপক্ষে এই ৰজাজন ঘোৰ মোৱামৰীয়া বিৰোধী আছিল। লক্ষ্মী সিংহই তেওঁৰ মৃত্যুৰ পূৰ্বে গৌৰীনাথক ৰজা পাতিবলৈ কৈ গৈছিল। তেওঁ পিতৃৰ শৱদেহ হিন্দুমতে দাহ কৰি শ্ৰাদ্ধাদিৰ অন্তত ছাইখিনি মি চৰাইদেউ পাহাৰত আহোমমতে মৈদাম দিয়াইছিল। গৌৰীনাথ পহমৰীয়া গোসাঁই ৰমানন্দ আচাৰ্যৰ শিষ্য আছিল। এইজন ৰজাৰ দিনত দুজন অভিজ্ঞ লোকে বুঢ়াগোহাঁই হিচাপে কাৰ্য নিৰ্বাহ কৰিছিল। এওঁলোকৰ প্ৰথমজন আছিল কুঁৱৈগঞা ঘনশ্যাম বুঢ়াগোহাঁই। এইজন বুঢ়াগোহাঁই স্বৰ্গী হোৱাত তেওঁৰ পুত্ৰ পূৰ্ণানন্দই বুঢ়াগোসাঁই পদ খাইছিল। গৌৰীসিংহৰ ঘটনা বহুল ৰাজত্ব কালত মোৱামৰীয়া বিদ্ৰোহৰ উপৰি কামৰূপত হৰদত্ত বুজৰবৰুৱা আৰু দৰঙত কোচ ৰজা কৃষ্ণনাৰায়ণৰ বিদ্ৰোহে গভীৰ সমস্যাৰ সৃষ্টি কৰিছিল। অৱশেষত গৌৰীনাথ সিংহই ইষ্ট ইণ্ডিয়া কোম্পানীৰ সাহায্য ভিক্ষা কৰাত কেপ্টেইন্ বেলছৰ নেতৃত্বত কোম্পানীয়ে এদল সৈন্য পঠিয়াইছিল। কেপ্টেইন বেলছৰ আগমনে সমসাময়িক আহোম ৰাজ্যত বিদ্ৰোহ দমনৰ ক্ষেত্ৰত অৰিহণা যোগাইছিল সঁচা কিন্তু আনহাতে সেইসময়ৰ পৰা কোম্পানীৰ অসম আগমনৰ পথ মুকলি হৈছিল। এইটোও সঁচা যে কেপ্টেইন বেলছৰ অসম অভিযান শেষ নৌহওঁতেই কোম্পানীৰ নৱ-নিযুক্ত গভৰ্ণৰ ছাৰ জন ছোৰে অহস্তক্ষেপ নীতিৰ দোহাই দি তেওঁক অসমৰ পৰা মাতি নিছিল। কিন্তু এই নীতি এটা স্থায়ী নীতি আছিল বাবে ভৱিষ্যতে কোম্পানীয়েও এই নীতি ত্যাগ কৰি অসম দখল কৰিছিলহি।

**মোৱামৰীয়াৰ দ্বিতীয় বিদ্ৰোহ ঃ** গৌৰীনাথ সিংহই মহা ধুমধামেৰে শিংগৰীঘৰত উঠি ৰজা হোৱাৰ পিছৰে পৰা মোৱামৰীয়াসকলক দমন কৰাৰ উদ্দেশ্যেৰে তেওঁলোকৰ ওপৰত পুনৰ নানা ধৰণৰ অত্যাচাৰ আৰম্ভ কৰাত দ্বিতীয় মোৱামৰীয়া বিদ্ৰোহৰ পটভূমি ৰচিত হ'বলৈ সৰহ দিন নালাগিল। এদিন (১৭৮২ খ্ৰীঃৰ এপ্ৰিল মাহ) গৌৰীনাথ সিংহই মাছ মাৰিবলৈ গৈ উভতি আহোঁতে ৰাতি হৈছিল। ৰাতিৰ এন্ধাৰৰ সুযোগ লৈ ভালেমান মোৱামৰীয়া বিদ্ৰোহীয়ে হাতত জোঁৰ লৈ ৰজাৰ লগত অহা লোকৰ মাজত সোমাই গড়গাঁৱত প্ৰৱেশ কৰিবলৈ সক্ষম হৈছিল। নগৰৰ ভিতৰত তেওঁলোকে ৰজাৰ মানুহ যাকে য'তে পালে কাটি-মাৰি খাস্তাং কৰাত লাগিল। তাৰ পিছত এই বিদ্ৰোহীৰ দলটোৱে শিংগৰীঘৰত জুই লগাই দিয়াৰ উপৰি হত্যাকাণ্ড অব্যাহত ৰখাত প্ৰমাদ গণি ৰজাই কোনোমতে হাতীত উঠি

ৰাতিৰ ভিতৰতে ৰংপুৰ পালেগৈ। মোৱামৰীয়া বিদ্ৰোহীয়েও ৰজাৰ পিছে পিছে আহি ৰংপুৰ ওলালত ঘনশ্যাম বুঢ়াগোহাঁয়ে এদল সৈন্যৰ সৈতে বিদ্ৰোহীৰ সৈতে যুঁজ দি ৰাজধানীখন ৰক্ষা কৰিবলৈ সমৰ্থ হ'ল। তেওঁ বিদ্ৰোহীসকলক উভতি পলাবলৈ বাধ্য কৰাত ৰজা, ৰাজধানী আৰু প্ৰজাসকল ৰক্ষা পৰিল। তাৰ পিছত ৰজাৰ আদেশত বহু মোৱামৰীয়া লোকক হত্যা কৰা হ'ল। এই ঘটনাৰ কিছুদিনৰ পিছতে ঘনশ্যাম বুঢ়াগোহাঁইৰ মৃত্যু ঘটিল আৰু তেওঁৰ স্থলাভিষিক্ত হ'ল তেওঁৰ পুত্ৰ পূৰ্ণানন্দ। ইতিমধ্যে মোৱামৰীয়া বিদ্ৰোহীসকল পুনৰ সংঘবদ্ধ হৈ ৰাজধানী ৰংপুৰত সোমাই ভালেমান লোকক হত্যা কৰি, লুটপাত কৰাৰ মূৰকত নগৰখন জ্বলাই দিয়াৰ চেষ্টা কৰিছিল। এনে ধৰণৰ আক্ৰমণৰ ফলত বহু বিষয়া শ্ৰেণীৰ লোককে ধৰি অন্যান্য লোকেও ৰাজধানী এৰি প্ৰাণ লৈ পলাইছিল। অৱশেষত পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে যেনিবা মোৱামৰীয়া বিদ্ৰোহীসকলক দমন কৰিবলৈ সক্ষম হোৱাত গৌৰীনাথ সিংহৰ ৰাজত্বৰ আৰম্ভণিতে দেখা দিয়া দ্বিতীয় মোৱামৰীয়া বিদ্ৰোহৰ অন্ত পৰিল।

**মোৱামৰীয়াৰ তৃতীয় বিদ্ৰোহ ঃ** পূৰ্ণানন্দ বুঢ়াগোহাঁই আছিল অতি দূৰদৰ্শী। তেওঁ বুজিছিল যে মোৱামৰীয়াসকলে বাৰেকোপতি এইদৰে আহোম ৰজাৰ বিৰোধিতা কৰাৰ বাবে ৰজাঘৰো বহু পৰিমাণে দায়ী আছিল। ৰজাঘৰে দুৰ্ব্যৱহাৰ নকৰাহেঁতেন মোৱামৰীয়াৰ প্ৰথম বিদ্ৰোহে নিশ্চয় ইমান ব্যাপকতা লাভ কৰিব নোৱাৰিহেঁতেন। সেই বিদ্ৰোহ দমন কৰাৰ পিছত পুনৰ্ব্বাৰ বিদ্ৰোহৰ সমৰ্থকসকলক বিচাৰি বিচাৰি শাস্তি নিদিয়াহেঁতেন হয়তো মোৱামৰীয়াসকলে দ্বিতীয়বাৰ বিদ্ৰোহ নকৰিলেহেঁতেন। পূৰ্ণানন্দৰ পিতৃ ঘনশ্যাম বুঢ়াগোহাঁয়েও সেইবাবে মোৱামৰীয়াসকলৰ সৈতে এটা বুজাবুজিলৈ অহাটোহে উচিত বিবেচনা কৰিছিল। এতিয়া পূৰ্ণানন্দ বুঢ়াগোহাঁয়েও এক ধৰণে উপলব্ধি কৰি ৰজাক বুজাইছিল যে মোৱামৰীয়াসকলৰ প্ৰতি দমন নীতি পৰিহাৰ কৰি ভাল ব্যৱহাৰ কৰিলে বিদ্ৰোহ নিজে নিজে শাম কাটিব। কিন্তু ৰজা গৌৰীনাথ সিংহই এই বিচক্ষণ ৰাজনীতিজ্ঞ বুঢ়াগোহাঁইজনৰ কথাত কাণসাৰ নিদিলে। বৰং বৰবৰুৱাৰ সৈতে পৰামৰ্শ কৰি তেওঁ মোৱামৰীয়াৰ ওপৰত দুগুণ অত্যাচাৰ আৰম্ভ কৰি বুঢ়া-মেথা, পুৰুষ-তিৰোতা, ল'ৰা-ছোৱালী যাকে য'তে পালে মাৰিবলৈ আদেশ দিয়াত প্ৰচণ্ড গতিত মোৱামৰীয়া নিধনৰ অভিযান চলিল। এনেধৰণৰ দমন নীতিৰ ফলত অচিৰেই তৃতীয় মোৱামৰীয়া বিদ্ৰোহৰ পাতনি মেল খালে।

তৃতীয়বাৰৰ কাৰণে মোৱামৰীয়াসকলে বিদ্ৰোহ আৰম্ভ কৰাত এই বিদ্ৰোহে অসমৰ পূব চুকত ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰত বিশেষভাৱে ব্যাপকতা লাভ কৰা দেখা গ'ল। হাজাৰ হাজাৰ বিদ্ৰোহীয়ে 'মৰিও যাওঁ মাৰিও যাওঁ, গুৰুৰ ঋণ শুজি যাওঁ' বুলি ধ্বনি কৰি ৰজাঘৰীয়া সৈন্যৰ ওপৰত যেন জঁপিয়াই পৰিবলৈ ধৰিলে। ৰজাৰ অনুৰোধক্ৰমে ৰাণী, লুকি আৰু বেলতলাৰ ৰজায়ো আহোম ৰজাঘৰীয়া সৈন্যক সহায় কৰিবলৈ আগবাঢ়িছিল যদিও মোৱামৰীয়া বিদ্ৰোহৰ ভয়ংকৰ ৰূপ দেখি তভক খাই ৰ'ল। পিছত এই সৈন্যদলটোক মাজুলীৰ পহুমৰালৈ পঠিয়াই দিয়া হ'ল। ইফালে বিদ্ৰোহীসকলে গড়মূৰ সত্ৰ সোমালগৈ। এইদৰে সত্ৰখন দখল কৰাৰ সময়ত তেওঁলোকে নামমাত্ৰ বাধাৰহে সম্মুখীনে হৈছিল। তাৰ পিছত বিদ্ৰোহীসকলে দুগুণ উৎসাহেৰে গুৱাহাটীৰ পৰা অহা দলটোক আক্ৰমণ কৰি বিপৰ্যস্ত কৰি তোলা দেখা গৈছিল। এই সৈন্যদলৰ বিপৰ্যয়ৰ বাতৰি পাই ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত থকা আনটো ৰজাৰ সমৰ্থকসকলে ততাতৈয়াকৈ লোহিত আৰু দিহিং পাৰ হৈ সোণাৰিত বাঁহৰ পাতি থকা বুঢ়াগোহাঁইৰ লগ লাগিলগৈ। কিন্তু সোণাৰি শিবিৰত সংঘবদ্ধ হৈ যুঁজ দিও এওঁলোকে মোৱামৰীয়াক দমন কৰিবলৈ ব্যৰ্থ হৈ ৰাজধানীত ৰজাক লগ ধৰি এইবাৰৰ বিদ্ৰোহীসকলে সৃষ্টি কৰা ভয়ংকৰ বিপজ্জনক অৱস্থাৰ বিষয়ে বিৱৰি ক'লেগৈ। ৰজাঘৰীয়া সৈন্যসকলে ৰাজধানীলৈ প্ৰত্যাৱৰ্তনৰ আগে আগে যিখন যুঁজত মোৱামৰীয়াৰ হাতত পৰাজয় নিশ্চিত বুলি পলাবলৈ লৈছিল সেই যুঁজৰ ঠাইডোখৰৰ নাম আছিল ভাটিয়াপাৰা। এইখন যুঁজত পৰাজিত হোৱা বুঢ়াগোহাঁই আৰু তেওঁৰ দলটোৰ পিছে পিছে মোৱামৰীয়া বিদ্ৰোহীসকলে আহি ৰংপুৰ পাইছিলহি যদিও নগৰখন দখল কৰিব পৰা নাছিল। ইয়াৰ পিছত মোৱামৰীয়া বিদ্ৰোহীসকল মাজুলীলৈ উভতি গৈছিল। ইতিমধ্যে গৌৰীনাথ সিংহই মোৱামৰীয়া তৃতীয় বিদ্ৰোহ দমনৰ বাবে চুবুৰীয়া মণিপুৰ, কছাৰী আৰু জয়ন্তীয়া ৰাজ্যলৈ সহায়

বিচৰাত কছাৰী আৰু জয়ন্তীয়া ৰজাই তেওঁক সহায় কৰিবলৈ মন নকৰিলে যদিও মণিপুৰৰ ৰজাই সৈন্য সাহায্য আগবঢ়াইছিল। কিন্তু তেওঁলোক আহি নৌপাওঁতে আকৌ দলে দলে মোৱামৰীয়া বিদ্ৰোহীসকলে ৰংপুৰ নগৰলৈ আহিবলৈ আৰম্ভ কৰা দেখা গ'ল। বিদ্ৰোহীসকলে ৰংপুৰৰ দুৱাৰডলি পোৱাত গৌৰীনাথ সিংহই ভালেমান বিষয়াৰে সৈতে গুৱাহাটীলৈ বুলি নাও যাত্ৰা আৰম্ভ কৰিলে। ইফালে ৰাজধানীৰ ওচৰত বিদ্ৰোহীসকলে পূৰ্ণানন্দ বুঢ়াগোহাঁই, ৰবৰুৱা আৰু আন কেইজনমান বিষয়াৰ নেতৃত্বত থকা ৰজাঘৰীয়া দলৰ তীব্ৰ বাধাৰ সন্মুখীন হ'ল। ফলত সৃষ্টি হ'ল আন এখন তয়াময়া যুঁজ।

ইফালে গৌৰীনাথ সিংহই দলে-বলে গুৱাহাটী পালেহি আৰু ইয়াৰ পৰা বৰফুকনে যোগাৰ কৰি থোৱা ১৩,০০০ জন সৈন্যৰ (কোনো কোনো সূত্ৰমতে ৩০,০০০ জন) সৈন্যৰ দল এটা পানীফুকনৰ সৈতে বুঢ়াগোহাঁইক সহায় কৰিবলৈ পঠিয়ালে। ইফালে তাকৰীয়া সৈন্যৰ বুঢ়াগোহাঁই আৰু মুষ্টিমেয় বিষয়াই ৰাজধানী ৰক্ষা কৰিবলৈ অসমৰ্থ হ'ল। মোৱামৰীয়া বিদ্ৰোহীয়ে ৰংপুৰত প্ৰৱেশ কৰিবলৈ লোৱাত পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে সাহায্য বিচাৰি ভটীয়নি মুৱা হৈ আহি থকাৰ কালতহে কাজিৰঙাৰ ওচৰত গুৱাহাটীৰ পৰা যোৱা পানীফুকনৰ দলটোক লগ পালেগৈ। এই সৈন্যদলক তিনিটা ভাগ কৰি দুটা ভাগ যথাক্ৰমে ঢেকিয়াল ফুকন আৰু পানীফুকনৰ নেতৃত্বত দি তৃতীয় দলটো নিজে পৰিচালনা কৰি বুঢ়াগোহাঁয়ে পুনৰবাৰ ৰাজধানী উদ্ধাৰ কৰিবলৈ আগবাঢ়িল। ইতিমধ্যে মোৱামৰীয়াসকলে ৰংপুৰ দখল কৰাৰ উপৰি গড়গাওঁলৈকে বিস্তৃতি লাভ কৰি গজগজীয়া হৈ বহিছিল। গড়গাঁৱত থকা ৰাজ প্ৰাসাদত জুই লগাই দিয়াৰ উপৰি ওচৰ-পাঁজৰে থকা গাঁও-ভূইতো বিদ্ৰোহীসকলে অগ্নিসংযোগ, লুটপাত আৰু হত্যালীলাৰে এক তাণ্ডৱৰ সৃষ্টি কৰে। বহু ৰজাঘৰীয়া প্ৰজাই মোৱামৰীয়াৰ হাতত প্ৰাণ যোৱাৰ আশংকাত নিজেও বিদ্ৰোহীদলত যোগ দি প্ৰাণ ৰক্ষা কৰিছিল।

বুঢ়াগোহাঁই, ঢেকিয়াল ফুকন আৰু পানীফুকনৰ নেতৃত্বত অহা তিনিওটা দলে ৰাজধানী উদ্ধাৰৰ বাবে চেষ্টা কৰি বিফল হ'বলগীয়াত পৰিল। তদুপৰি ৰজাৰ সমৰ্থনকাৰী এই দলকেইটাও প্ৰথম কেইবাখনো যুঁজত বিদ্ৰোহীৰ হাতত পৰাজিত হ'ল। তথাপি বুঢ়াগোহাঁয়ে সৈন্যবোৰক একগোট কৰি বৰ আলিৰ পৰা খৰিকটীয়া আলিলৈকে নামদাং নদীৰ পাৰত ঠায়ে ঠায়ে কোঠ মাৰি মোৱামৰীয়াৰ অগ্ৰগতিত হেঙাৰ দি থাকিল। এনে ভয়ংকৰ বিপদকালত ৰাজেশ্বৰ সিংহৰ চতুৰ্থজন পুত্ৰ 'পাট কোঁৱৰে' আহি বুঢ়াগোহাঁইক সহায় কৰিলেহি। তেওঁৰ সাহায্যত শিৱসাগৰ উদ্ধাৰ কৰিব পৰা গ'ল। কিন্তু ইয়াৰ কিছুদিনৰ পিছত পাটকোঁৱৰক মোৱামৰীয়াসকলে বন্দী কৰি হত্যা কৰিলে। ইফালে মোৱামৰীয়া বিদ্ৰোহে দিনে দিনে ব্যাপকতা লাভ কৰিছিল। তথাপি ১৭৮৯ খ্ৰীঃৰ মাৰ্চ মাহলৈকে নামদাং নৈৰ পাৰৰ কোঠৰ পৰাই বুঢ়াগোহাঁয়ে বিদ্ৰোহীসকলক কোনোমতে বাধা দি আছিল। মাজে-সময়ে গুৱাহাটীৰ পৰা একোটা সৈন্যদল আহিছিল যদিও তেওঁ বিদ্ৰোহ দমন কৰিব পৰাকৈ শক্তি গোটাব পৰা নাছিল। প্ৰত্যাক্ৰমণ বাদ দি সেয়ে তেওঁ যেন কেৱল প্ৰতিৰক্ষাত মন দিবলৈ বাধ্য হৈছিল। এইদৰে ১৭৮৬ খ্ৰীঃৰ এপ্ৰিল মাহত বুঢ়াগোহাঁয়ে দিঁচৈ নৈৰ পাৰত যিটো কোঠ মাৰিছিল তাতেই পিছলৈ যোৰহাট নগৰৰ সৃষ্টি হৈছিল। দিঁচৈ নৈৰ এই কোঠৰ দুয়োপাৰে দুখন হাট বহিছিল বাবে 'যোৰহাট' শব্দটোৰ সৃষ্টি হৈছিল আৰু যোৰহাটতে পিছলৈ গৌৰীনাথ সিংহই ৰাজধানী স্থানান্তৰ কৰিছিল। এই কোঠৰ বাহিৰেও নামদাং, গৌৰীসাগৰ, মেলেং, লাদৈগড় আদি ঠাইসমূহতো যুঁজ-বাগৰ চলিছিল। সেই সময়তে বুঢ়াগোসাঁইৰ নিৰ্দেশত দিঁচৈ নৈৰ পাৰৰ দুৰ্গবোৰ বেঢ়ি কালিয়নী পাহাৰৰ পৰা নগা পাহাৰৰ দাঁতিলৈকে এটা মাটিৰ গড় সাজি উলিওৱা হৈছিল। গড়টো কেতবোৰ বিয়াগোম আকৃতিৰ কাঠৰ খুঁটাৰ দ্বাৰা সুৰক্ষিত কৰা হৈছিল। এই গড়ৰ ভিতৰৰ পৰা বুঢ়াগোহাঁয়ে যুঁজ পৰিচালনা কৰিছিল। মোৱামৰীয়া বিদ্ৰোহীয়ে বহু চেষ্টা কৰিও এই গড়টো পাৰ হ'ব পৰা নাছিল। এই গড়টো পাৰ হ'ব নোৱাৰাৰ বাবে ইয়াৰ নাম হৈছিল বিবুধি গড়। এই সময়ছোৱাতে মণিপুৰৰ ৰজা জয়চন্দ্ৰয়ো সসৈন্যে আহি আহোমক ৰক্ষা কৰিবলৈ বৃথা চেষ্টা কৰাৰ মূৰকত হতাশ হৈ নিজ দেশলৈ উভতি গৈছিল।

তৃতীয় মোৱামৰীয়া বিদ্ৰোহ কালৰ এই সময়ছোৱাত সমগ্ৰ ৰাজ্যখনতে এক সৰ্বনাশী অৰাজকতাৰ সৃষ্টি হৈছিল।

ৰজাঘৰৰ সৈন্য আৰু বিদ্ৰোহী উভয়ে উভয়ক অত্যাচাৰ কৰিছিল। বিশেষকৈ বিদ্ৰোহীৰ হাতত মৃত্যু বৰণ কৰাৰ পূৰ্বে বৰং তেওঁলোকৰ সৈতে লগলাগি প্ৰাণ বচোৱাৰ কথাহে চিন্তা কৰিছিল। এইদৰে বিদ্ৰোহকালীন সংকটত পৰি থৰকাছুটি হেৰুৱালগীয়া হোৱাত ৰজাঘৰীয়া বহুতো লোকে এতিয়া বিদ্ৰোহীৰ সৈতে হাত মিলাবলৈহে যত্ন কৰা বুলি চৰৰ যোগেদি গম পাই ৰজা গৌৰীনাথ সিংহ অতি বিচলিত হৈছিল। অৱশ্যে ৰজাই এইবোৰ কথা জনাৰ পূৰ্বেই পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে প্ৰজাৰ এনে হতাশা ভাব দূৰ কৰিবলৈ যত্নপৰ হৈছিল আৰু বহু বুদ্ধি-কৌশলেৰে এই লোকসকলক শত্ৰু শিবিৰত যোগদানৰ পৰা বিৰত কৰিছিল। এনেধৰণৰ বুদ্ধিভ্ৰষ্ট হোৱা লোকসকলক তেওঁ কেতিয়াবা ডাবি-ধমকিৰে আৰু কেতিয়াবা মৰমেৰে বুজনি দিছিল। কেতিয়াবা আকৌ খাদ্য বা বস্ত্ৰ বা আন উপহাৰ দিও তেওঁলোকক নিজৰ পক্ষত ৰাখিছিল।

মোৱামৰীয়া বিদ্ৰোহৰ অত্যাচাৰ দিনে দিনে বৃদ্ধি পাইছিল। মাৰধৰ, লুটপাত আদি সাধাৰণ ঘটনাত পৰিণত হৈছিল। বহুতে পেটৰ ভোকত ল'ৰা-ছোৱালী বিক্ৰী কৰিছিল। ঘৰ-বাৰী জ্বলাই দিয়া, গৰু-ম'হ কাঢ়ি নিয়া, বিনা কথাত যিকোনো লোককে অপমান কৰা আদি ঘটনাই বহুবোৰ প্ৰজাক চুবুৰীয়া পাহাৰ আৰু আনকি বংগদেশত গৈ আশ্ৰয় ল'বলৈকো বাধ্য কৰিছিল। এনে সময়তে ঠায়ে ঠায়ে কেতবোৰ স্বয়ম্ভু পালি ৰজা ওলাল। দিহিঙৰ পূবে বেঙমৰাত মৰাণসকলৰ সৰ্বানন্দ, ৰংপুৰত মোৱামৰীয়াৰ অধিকৃত অঞ্চলত ভৰতসিংহ ৰজা হৈছিল। ছুকুৰা নামৰ এজনে ভৰতসিংহৰ বৰবৰুৱা হিচাপে নিযুক্তি লভিছিল। লোহিতনৈৰ উত্তৰৰ জাপৰিভিটাত মোৱামৰীয়া বিদ্ৰোহীয়ে এজন তাঁতীক ৰজা বুলি ঘোষণা কৰিছিল। মাজুলী অঞ্চলত হুলিয়া নামৰ এজন লোক মহা ক্ষমতাশালী হৈ উঠিছিল। শদিয়াত খামতিসকলে নিজৰে এজনক বৰৰজা আৰু আন এজনক ডেকাৰজা পাতিছিল। সৰ্বানন্দই নিজৰ নামত মোহৰ মৰাইছিল। এই মোহৰসমূহত তেওঁক 'স্বৰ্গদেউ সৰ্বানন্দ' বুলি উল্লেখ কৰা হৈছিল। ভৰতসিংহৰ মোহৰত তেওঁক ভগদত্তৰ বংশৰ বুলি লিখা আছিল। .

পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে প্ৰায় অকলশৰে মোৱামৰীয়াৰ সৈতে যুঁজ দি আছিল আৰু এবাৰ মোৱামৰীয়াসকলক খেদি নি লদাইগড় ওলাইছিলগৈ। উল্লেখযোগ্য যে মোৱামৰীয়া বিদ্ৰোহত আহোম ৰজাক সহায় কৰিবলৈ আহি মণিপুৰৰ ৰজাই বিদ্ৰোহীৰ হাতত পৰাজিত হৈ নিজ ৰাজ্যলৈ উভতি যোৱাৰ কালত বুঢ়াগোহাঁইক প্ৰায় ১০০০ সৈন্য দি গৈছিল। কিন্তু এই সৈন্যসকল তেওঁৰ একো কামত নাহিল। তথাপি তেওঁ বিপদৰ সময়ত সহায়ৰ হাত আগবঢ়োৱাৰ বাবে মণিপুৰৰ ৰজাৰ শলাগ লৈছিল।

**কামৰূপ, দৰঙৰ বিদ্ৰোহ :** ইতিমধ্যে এই সময়ছোৱাতে আৰু ভালেমান ঘটনা ঘটিছিল। মোৱামৰীয়া বিদ্ৰোহে এক ভয়াৱহ ৰূপ ধাৰণ কৰাত আনকি আহোম ৰজাই পলাই আহি গুৱাহাটীত সোমাই থকা সম্বন্ধে আগেয়ে উল্লেখিত হৈছে। এই ঘটনাবহুল কালছোৱাত কামৰূপ আৰু দৰং অঞ্চল কেনেবাকৈ মোৱামৰীয়া বিদ্ৰোহৰ প্ৰকোপৰ পৰা ৰক্ষা পৰি আছিল। কামৰূপৰ লোকসকলে আহোম ৰজাক বৰ ভাল নাপাইছিল। তেওঁলোকৰ মাজত এটা ধাৰণা আছিল যে আহোমসকলে কামৰূপৰ লোকক কোনো কথাতে বিশ্বাস নকৰে। মোৱামৰীয়াৰ তৃতীয় বিদ্ৰোহ কালত আহোম ৰজা আহি গুৱাহাটীত থাকিবলৈ লোৱাত তেওঁক এই ঠাইৰ পৰা বিতাড়িত কৰিবলৈ কামৰূপৰ হৰদত্ত বুজৰবৰুৱা নামৰ এজন চৌধুৰীয়ে কেইজনমান সহযোগীৰ সৈতে বুধি পাঙিছিল। তেওঁ গৈ দৰঙৰ প্ৰথম আৰু দ্বিতীয় হংসনাৰায়ণ নামৰ বুঢ়া আৰু ডেকাৰজাক আহোম ৰজাৰ বিৰুদ্ধে আয়োজিত ষড়যন্ত্ৰত যোগ দিবলৈ আহ্বান জনায়। তেওঁৰ এই আহ্বানত ডেকাৰজা দ্বিতীয় হংসনাৰায়ণে সহাঁৰি দিলে। তেওঁৰ এই সঁহাৰিৰ মূল কাৰণ আছিল হৰদত্ত বুজৰবৰুৱাৰ প্ৰতিশ্ৰুতি— এই প্ৰতিশ্ৰুতিমতে আহোমক পৰাস্ত কৰিব পাৰিলে কামৰূপ খণ্ড দৰঙৰ লগত চামিল কৰা হ'ব। এইদৰে হৰদত্তৰ বুধিমতে আহোমৰ বিৰুদ্ধে যুঁজত নমা ডেকা দ্বিতীয় হংসৰাজ যুঁজত হাৰি শত্ৰুৰ হাতত বন্দী হোৱাৰ মূৰকত তেওঁক বধ কৰা হয়। তেওঁৰ পুত্ৰ আছিল কৃষ্ণনাৰায়ণ। ১৭ বছৰ বয়সীয়া কৃষ্ণনাৰায়ণক ডেকাৰজা নাপাতি সেই ৰাজবংশৰে বিষ্ণুনাৰায়ণ নামৰ এজনক সেই পদত অধিষ্ঠিত কৰাত কৃষ্ণনাৰায়ণে প্ৰতিবাদ জনাইছিল যদিও আহোমে সেই প্ৰতিবাদক সম্পূৰ্ণৰূপে আওকাণ কৰিছিল। তেতিয়া

কৃষ্ণনাৰায়ণে হৰদত্ত চৌধুৰীকে আদি কৰি কেইবাজনো লোকৰ লগত আলোচনা কৰি কোচবিহাৰত থকা ইষ্ট ইণ্ডিয়া কোম্পানীৰ কমিছনাৰ ডগলাছৰ ওচৰত সহায়ৰ বাবে আবেদন জনাইছিল। কৃষ্ণনাৰায়ণে হেনো কমিছনাৰজনক এই মৰ্মে আবেদন কৰিছিল যে, যদি কোম্পানী চৰকাৰে তেওঁক সহায় কৰে তেন্তে আগেয়ে কোচসকলে মুগলক স্বীকাৰ কৰাৰ দৰে এতিয়া তেওঁ কোম্পানী চৰকাৰক স্বীকৃতি দি কৰতলতীয়া ৰজা হিচাপে থাকিবলৈ প্ৰস্তুত। কিন্তু তেওঁৰ আবেদন-নিবেদনত কমিছনাৰ ডগলাছে কোনো ধৰণৰ আগ্ৰহ নেদেখুওৱাত এইবাৰ কৃষ্ণনাৰায়ণে আহোম ৰজাৰ বিপক্ষে বিদ্ৰোহ কৰিবলৈ মানসিকভাৱে প্ৰস্তুত হৈ বংগদেশৰ ৰংপুৰৰ পৰা প্ৰায় ৩,০০০ জন হিন্দুস্তানী আৰু বাঙালী বৰকান্দাজ সৈন্য ভাৰা কৰি ভূটান আৰু বিজনীৰ পথেৰে ১৭৯১ খ্ৰীঃৰ ডিচেম্বৰ মাহত দৰঙত আহোমে পতা ডেকাৰজা বিষ্ণুনাৰায়ণক খেদি নিজকে ৰজা বুলি ঘোষণা কৰিলে। বিষ্ণুনাৰায়ণক ইমান হেলাৰঙে খেদিব পাৰি কৃষ্ণনাৰায়ণৰ নিজৰ ওপৰত বিশ্বাস বাঢ়িল আৰু সেইবাবে দৰঙত অলপ সৈন্য ৰাখি বাকী সৈন্যসকল লগত লৈ উত্তৰ কামৰূপ হস্তগত কৰাৰ উদ্দেশ্যেৰে উত্তৰ গুৱাহাটীত প্ৰৱেশ কৰিলেহি।

এইবোৰ ঘটনা ঘটাৰ কিছুদিন আগৰে পৰা কামৰূপ আৰু দৰঙৰ বিদ্ৰোহৰ বাতাৱৰণে আহোম ৰজা গৌৰীনাথক চিন্তিত কৰিছিল। গুৱাহাটীত থকাটো নিৰাপদ নহয় বুলি অনুভৱ কৰি তেওঁ সেয়ে নগাঁৱত থাকিবলৈ লৈছিল। ১৭৯০ খ্ৰীঃৰ পৰা ১৭৯২ খ্ৰীঃলৈকে তেওঁ নগাঁৱতে আছিল। মণিপুৰৰ ৰজা জয়চন্দ্ৰয়ো তেওঁক নগাঁৱতে দেখা কৰিছিলগৈ। কিন্তু এই কালছোৱাত ৰজাৰ সৈতে বাহৰ পাতি থকা বিষয়া আৰু সৈন্যসকলে নানা বয়-বস্তু দাবী কৰি নগঞা ৰাইজক অতিষ্ঠ কৰি তুলিছিল। মাজে মাজে ৰাইজৰ পৰা ডকা-হকা দিও বয়-বস্তু লৈ গৈছিল। কেতিয়াবা আকৌ বিষয়াসকলৰ আদেশত স্থানীয় লোকক ধৰি নি জোৰ-জুলুমকৈ নানা ধৰণৰ কাম কৰাইছিল। বাৰীৰ তামোল-পাণ, ফলমূল, শাক-পাচলিৰ পৰা আৰম্ভ কৰি বিভিন্ন শস্যসমূহো তেওঁলোকে পথাৰৰ পৰা লৈ যোৱাটো যেন এটা নিত্য নৈমিত্তিক ঘটনাত পৰিণত হৈছিল।

আহোমসকলৰ এনেবোৰ উৎপাত দিনে দিনে বাঢ়ি যোৱাত নগঞা ৰাইজৰ ধৈৰ্যৰ বান্ধ ভাঙিল। ভুক্তভোগীসকলে দুবাৰ দুজন নেতাৰ অধীনত ৰজাৰ ছাউনী ঘেৰাও কৰিছিলহি। প্ৰথমবাৰ সিন্ধুৰা হাজৰিকা আৰু দ্বিতীয়বাৰ এজন বৈৰাগীয়ে এই প্ৰতিবাদী দলৰ নেতৃত্ব দিছিল। প্ৰতিবাদীসকলে লাঠি, টাঙোন, দা, যাঠি, জোং আদি লৈ খেদি অহাত ৰজাই অধিক বিপদৰ আশংকা কৰি কলঙেদি পলাই যাবলৈ বাধ্য হ'ল। তেওঁ অলপ দিনৰ বাবে আউনীআটী আৰু দক্ষিণপাট সত্ৰত গোসাঁইসকলৰ আশ্ৰয়ত থাকি তাৰ পৰা পুনৰবাৰ গুৱাহাটীলৈ উভতি গৈছিল। নগঞা ৰাইজৰ খেদা খাই গৌৰীনাথে নগাঁও এৰিছিল ১৭৯২ খ্ৰীঃৰ ১১ জুনত। এইদৰে ৰজাক খেদিবলৈ সফলকাম হোৱা বাবে নগাঁৱৰ ৰাইজক এতিয়াও 'ৰজা-খেদা নগঞা' বোলা হয়।

গুৱাহাটীলৈ উভতি আহি গৌৰীনাথ সিংহ আৰু বিপদতহে পৰিল। দৰঙৰ কৃষ্ণনাৰায়ণে তেওঁৰ দ্বাৰা মনোনীত ডেকা ৰজাক আঁতৰাই নিজে ৰজা হোৱাৰ উপৰি এতিয়া উত্তৰ কামৰূপ নিজ দখললৈ নিয়াৰ প্ৰচেষ্টাত উত্তৰ গুৱাহাটী পাইছিলহি। এইবাৰ গৌৰীনাথে ৰংপুৰৰ (বৃটিছ অধিকৃত ৰংপুৰ জিলা) কলেক্টৰ লুমছডেনৰ সহায় ভিক্ষা কৰিলে। গোৱালপাৰাত থকা ৰাউছ নামৰ এজন নিমখৰ ভাৰপ্ৰাপ্ত ইংৰাজ বিষয়ায়ো হেনো ইতিমধ্যে বুঢ়াগোহাঁইক বংগদেশৰ পৰা কেতবোৰ ভেৰোণীয়া সৈন্য গোটাই দিবলৈ গাত লৈছিল। এইজন নিমখৰ বিষয়াই আহোম ৰজাক সহায় কৰিবলৈ অনুৰোধ জনাই কলেক্টৰ লুমছডেনলৈকো পত্ৰ লিখিছিল। কোচবিহাৰৰ কমিছনাৰ ডগ্লাছেও এই ক্ষেত্ৰত কোম্পানি চৰকাৰে আহোম ৰজাক সহায় কৰাৰ পক্ষপাতী আছিল। গৌৰীনাথেও ইতিমধ্যে গুৱাহাটীৰ পৰা ৰিকা মজুমদাৰ আৰু দত্ত খাউন্দক কোম্পানী চৰকাৰৰ সহায় বিচাৰিবলৈ কলিকতালৈ প্ৰেৰণ কৰিছিল। ডগ্লাছ, ৰাউছ আৰু লুমছডেনৰ সহযোগিতাত সেই সময়ৰ ইষ্ট ইণ্ডিয়া কোম্পানীৰ গভৰ্ণৰ জেনেৰেল লৰ্ড কৰ্ণৱালিছে আহোম ৰজাৰ সহায় কৰাৰ কথাটো ভালদৰে চালিজাৰি চাই এই মতত উপনীত হৈছিল যে, যিহেতু আহোমক বিৰুদ্ধে কৰা সৈন্যবোৰ বংগদেশৰ পৰা ভাৰা কৰি নিয়া হৈছে আৰু বংগ যিহেতু কোম্পানীৰ অধিকৃত অঞ্চল, সেয়ে কোম্পানীয়ে আহোম ৰাজ্যৰ পৰা সেই সৈন্যবোৰ উলিয়াই দিয়া উচিত।

তেওঁ সেইমৰ্মে এই ভেৰোণীয়া সৈন্যৰ দলপতিবিলাকক নির্দেশ দিয়া সত্ত্বেও তেওঁলোকে সেই আদেশত কর্ণপাত নকৰাত অৱশেষত লর্ড কর্ণৱালিছে এই সৈন্যবোৰক অসমৰ পৰা উলিয়াই দিবলৈ ইংৰাজ ফৌজ পঠিয়াবলৈ সিদ্ধান্ত ল'লে। এই দলটোৰ নেতৃত্বত আছিল কেপ্টেইন ৱেলছে।

**কেপ্টেইন ৱেলছৰ আগমন ঃ** ১৭৯২ খ্রীঃৰ ছেপ্টেম্বৰ মাহত কেপ্টেইন ৱেলছৰ অধিনায়কত্বত ৬টা ইংৰাজ সৈন্যদল অসম অভিমুখে ৰাওনা হ'ল। প্ৰতিটো দলতে সৈন্য সংখ্যা আছিল ৬০ জন। লেফটেনেণ্ট মেকগ্ৰেগৰ আছিল এই সৈন্যসকলৰ তত্ত্বাৱধায়ক আৰু ছাৰ্জে কামৰ দায়িত্বত আহিছিল এনছিং উদ। এই দলৰ সৈতে অহা চিকিৎসকজনৰ নাম আছিল ডক্টৰ জন পিটাৰ ওৱেদ। ১৭৯২ খ্রীঃৰ নৱেম্বৰ মাহত দলটো আহি গোৱালপাৰা পালেহি। উল্লেখযোগ্য যে ১৭৬৫ খ্রীঃৰ পৰাই গোৱালপাৰা ইষ্ট কোম্পানী অধিকৃত ৰংপুৰ জিলাৰ অন্তৰ্গত আছিল। ৰংপুৰ সেই সময়ত বেহা-বেপাৰৰ কেন্দ্ৰবিন্দু স্বৰূপ আছিল। ইয়াৰ বিপৰীতে নৈৰ সিপাৰে যোগীঘোপাত এটা সামৰিক চকী আছিল। যোগীঘোপাত ইংৰাজৰ কোনো স্থায়ী অসামৰিক বিষয়া নাছিল আৰু আৱশ্যকবোধে কাচিৎহে ৰংপুৰৰ পৰা এনে বিষয়াই যোগীঘোপাত পদাৰ্পণ কৰিছিল। যোগীঘোপাত বাস কৰা সেইসময়ৰ একমাত্ৰ ইংৰাজজন আছিল ৰাউছ। তেওঁ ১৭৬৮ খ্রীঃৰ পৰাই সেই ঠাইত লোণৰ বেপাৰ কৰিছিল আৰু পিছলৈ কোম্পানী চৰকাৰৰ হৈ লোণৰ বিষয়াস্বৰূপে সেৱা আগবঢ়াইছিল। এতিয়া কেপ্টেইন ৱেলছ অসমলৈ অহাৰ সময়ত কোম্পানীৰ উৰ্ধতন কৰ্তৃপক্ষই তেওঁক প্ৰথমে গোৱালপাৰাত সোমাই অসম সম্বন্ধে বিশদ বিৱৰণ এটা প্ৰস্তুত কৰি সেইটো কোম্পানীলৈ পঠিওৱাৰ নিৰ্দেশ দিছিল। সেই টোকাৰ ওপৰত নিৰ্ভৰ কৰি তেওঁ অভিযান কালত কি কৰিব লাগিব-নালাগিব আদি বিষয়ে কোম্পানিয়ে তেওঁক জনাব বুলি কৈছিল। সেই মৰ্মে ১৭৯২ খ্রীঃৰ ৮ নৱেম্বৰত কেপ্টেইন ৱেলছে গোৱালপাৰা পাই যোগীঘোপাৰ ৰাউছৰ পৰা অসম সম্বন্ধে এটা দীঘলীয়া বিৱৰণ সংগ্ৰহ কৰিছিল।

সেই সময়তে দৰঙৰ গাদীচ্যুত ডেকাৰজা বিষ্ণুনাৰায়ণেও কেপ্টেইন ৱেলছক অসমৰ সাম্প্ৰতিক ঘটনাৱলী সম্বন্ধে জানিবলৈ দিছিল। কথিত আছে বিষ্ণুনাৰায়ণে গৌৰীনাথ সিংহই তেওঁলৈ লিখা চিঠি এখনকো কেপ্টেইন ৱেলছক দেখুৱাইছিল। বিষ্ণুনাৰায়ণলৈ লিখা এই চিঠিখনত গৌৰীনাথ সিংহই নিজকে অধিক মালপত্ৰৰে বোজাই কৰা ডুবি থকা জাহাজ এখনৰ সৈতে তুলনা কৰি নিজৰ দুৰ্দশাৰ কথা লিখিছিল। সকলো কথা ভালদৰে অৱগত হৈ কেপ্টেইন ৱেলছে বুজি পালে যে কলিকতা এৰাৰ সময়ত অসমৰ ঘটনাৱলীসমূহৰ সমাধান কৰাটো যিমান উজু হ'ব বুলি ভাবি আহিছিল, তাতকৈ প্ৰকৃত ছবিখন যথেষ্ট আউললগা আৰু যদি ইংৰাজে এই ক্ষেত্ৰত কিবা কৰিব লাগে তেন্তে তৎক্ষণাৎ নকৰিলে ঘটনাসমূহত আৰু অধিক জঁট লগাৰ যথেষ্ট সম্ভাৱনা আছে। সেয়ে, উৰ্ধতন কৰ্তৃপক্ষৰ নিৰ্দেশলৈ বাট নাচাই তেওঁ গৌৰীনাথ সিংহক সহায় কৰিবলৈকে সিদ্ধান্ত ল'লে। এই সিদ্ধান্তৰ বিষয়ে গভৰ্ণৰ জেনেৰেল লৰ্ড কৰ্ণৱালিছলৈ এখন পত্ৰ লিখি তেওঁ ১৬ নৱেম্বৰত গুৱাহাটী অভিমুখে ৰাওনা হ'ল।

তিনিদিন ধৰি নাৱেৰে আহি নগৰবেৰাৰ ওচৰেদি উজাই আহি থকাৰ সময়ত তেওঁলোকে আন কেইখনমান নাও দেখা পালে। নাওখনত কেইজনমান লগুৱাৰে সৈতে স্বয়ং ৰজা গৌৰীনাথ সিংহক দেখা পাই তেওঁ অতি আচৰিত হ'ল। পিছত কথা-বতৰা পাতি জানিলে যে পাকৰিগুৰিৰ পৰা ভালেমান মাছমৰীয়ালোক লগত লৈ কোনোবা এজন 'বৈৰাগী ৰজা'ই যোৱা নিশাতেই (১৮ নৱেম্বৰ) গৌৰীনাথ সিংহৰ গুৱাহাটীৰ বাহৰৰ ওচৰত ভালেমান ঘৰ-বাৰীত অগ্নি সংযোগ কৰিবলৈ লোৱাত তেওঁ এইদৰে প্ৰাণৰ শংকাত পলাইছে। অৰ্থাৎ বৈৰাগীৰ দলে আহি জুই লগাই দিয়াত ৰজাৰ লগত থকা লোকসকলে কোনো বাধা প্ৰদানৰ চেষ্টা নকৰি যেয়ে যিকালে পাৰে পলাই পত্ৰং দিয়াত ৰজাই নিজেও নাৱত উঠি পলাইছিল।

গৌৰীনাথ সিংহৰ অৱস্থা সেইসময়ত অতি পুতৌ লগা হৈছিল। তেওঁ বাৰেপতি কেপ্টেইন ৱেলছক এটা কথাকে নিবেদন কৰিছিল যে তেওঁ ৰজাৰ সৈতে একেলগে আহিব লাগে কাৰণ এইদৰে লগত ইংৰাজ সৈন্য দেখিলে তেওঁক নিশ্চয় বহুতে উপযাচি সহায় কৰিবহি। তেওঁৰ এনে অনুনয় বিনয় শুনি কেপ্টেইন ৱেলছে তেওঁক লগত লৈ গুৱাহাটী অভিমুখে আগবাঢ়িছিল। গৌৰীনাথে ঠিকেই আন্দাজ

কৰিছিল। বৈৰাগীৰ আক্ৰমণত প্ৰাণ লৈ পলোৱা বৰবৰুৱাই মাজ পথতে আহি তেওঁক সংগ দিছিল। সেইদৰে নাওবোৰ হাতীমৰা পোৱাত ৰাণীৰ ভগা ৰজা হাতীমুৰায়ো তেওঁক সহায় কৰিবলৈ আগবাঢ়ি আহিছিল। এইদৰে কেপ্টেইন ৱেলছৰ নেতৃত্বত নাওবোৰ আহি গুৱাহাটীৰ পৰা প্ৰায় ৮ মাইল দূৰৈত ৰ'লহি। সেই ঠাইতে গৌৰীনাথ সিংহৰ আৰু তেওঁলোকৰ নাওবোৰ ৬০ জন বৃটিছ সেনাৰ দায়িত্বত থৈ কেপ্টেইন ৱেলছৰ দলটোৱে বৰবৰুৱা আদি কেইজনমান বিষয়া লগত লৈ নিশাৰ ভাগতেই গুৱাহাটীলৈ যাত্ৰা আৰম্ভ কৰিছিল। এইবাৰ তেওঁলোকে স্থলপথ হিচাপে বৰ্তমানৰ 'ট্ৰাংকৰোড'টো ব্যৱহাৰ কৰিছিল।

ধাৰাপুৰ, জালুকবাৰী আৰু মালিগাঁও পাৰ হৈ গুৱাহাটীৰ দুৱাৰদলিত উপস্থিত হোৱাত তেওঁলোকৰ ভৰিৰ শব্দত প্ৰহৰীবিলাকে সাৰ পাইছিল যদিও ইংৰাজ সৈন্য দেখি তেওঁলোকৰ মুখৰ মাত হৰিল আৰু দলটোক বাধা দিবলৈ কোনো চেষ্টা নকৰি নিজেহে পলাই গ'ল। হাতত সাৰে ভৰিত সাৰে কেপ্টেইন ৱেলছৰ দলটোৱে ভৰলু নৈৰ কাঠৰ দলং পাৰ হৈ পোনছাটেই বৈৰাগী ৰজাৰ চোতালত উপস্থিত হোৱাত তেওঁলোকক দেখি সকলোবোৰ হতভম্ব হ'ল। বৈৰাগী ৰজাৰ ঘৰতেই ৬০জন লোকক বন্দী কৰি তেওঁলোকক ৰজাঘৰীয়া লোকৰ হাতত গতাই দিয়া হ'ল। মন কৰিব লগীয়া যে এই বন্দীকেইজনক কোনেও মাৰিবলৈ বা কাটিবলৈ চেষ্টা নকৰিলে। কেপ্টেইন ৱেলছৰ দলটোকো কোনেও জোকাই ল'বলৈ সাহ নকৰিলে। সেয়ে এই দলটোৱে দিনটো তম্বু আদি টানি নিজৰ বাহৰ ঠিকঠাক কৰাতে ব্যস্ত থাকিল। নিশাৰ ভাগত গৌৰীনাথ সিংহই পুনৰবাৰ হৈ-চৈ কৰি গুৱাহাটীত প্ৰৱেশ কৰিলে। এইবাৰ কেপ্টেইন ৱেলছে ৰজাৰ নিৰাপত্তাৰ ব্যৱস্থা কটকটীয়া কৰিবলৈ কেইজনমান ইংৰাজ চিপাহীক তেওঁৰ দেহৰক্ষী হিচাপে নিয়োগ কৰিলে।

কেপ্টেইন ৱেলছে গুৱাহাটীত থকাৰ কালতে গভৰ্ণৰ জেনেৰেল লৰ্ড কৰ্ণৱালিছে তেওঁলৈ পঠিওৱা চিঠিৰ উত্তৰ আহি পাইছিল। গভৰ্ণৰ জেনেৰেলে দিয়া উত্তৰৰ সাৰমৰ্ম আছিল এনে ধৰণৰ— সদ্যহতে কেপ্টেইন ৱেলছ পৰিস্থিতিৰ গুৰুত্ব বুজি যি কৰিলে ভাল হয় তাকে কৰিব পাৰে, কিন্তু তাকে কৰোতে যিমানদূৰ পাৰে কোনো ৰক্তপাত নকৰিবলৈ চেষ্টা কৰিব লাগে। তদুপৰি সমস্যাবহুল এই ৰাজ্যখনত যিমান সোনকালে সম্ভৱ শান্তি ঘূৰাই অনাৰ বাবেও চেষ্টা কৰিব লাগে। অৱশ্যে যদি কৃষ্ণনাৰায়ণে শত্ৰুতা কৰিবলৈ আগবাঢ়ে তেন্তে তেওঁক কঠোৰভাৱে সমুচিত উত্তৰ দিয়াৰ ক্ষেত্ৰতো ইংৰাজসকলে কাৰ্পণ্য কৰাৰ কোনো প্ৰশ্ন নুঠে।

ইষ্ট ইণ্ডিয়া কোম্পানীৰ গভৰ্ণৰ জেনেৰেলে কেপ্টেইন ৱেলছক অসমলৈ পঠিওৱাৰ মূল উদ্দেশ্য আছিল বংগৰ পৰা কৃষ্ণনাৰায়ণে অনা বৰকান্দাজবিলাকক পুনৰ নিজ স্থানলৈ ওভতাই পঠিওৱা। সেই সময়ত কৃষ্ণনাৰায়ণ নিজে উত্তৰ গুৱাহাটীৰ অশ্বক্ৰান্তৰ কিছু আঁতৰৰ টিলা এটাত সসৈন্যে বাহৰ পাতিছিল আৰু উত্তৰ গুৱাহাটীৰ গোটেইবোৰ পাহাৰ অঞ্চলত বৰকান্দাজ সৈন্যবিলাকে পিয়াপি দি ফুৰিছিল। কেৱল অশ্বক্ৰান্ত পাহাৰতেই প্ৰায় ৭০০জন বৰকান্দাজ আছিল। কৃষ্ণনাৰায়ণৰ নিজৰ লগতো প্ৰায় ১৫০০জনমান বৰকান্দাজ আছিল বুলি জনা যায়। এতিয়া কেপ্টেইন ৱেলছে কৃষ্ণনাৰায়ণক আক্ৰমণ নকৰি তেওঁৰ সৈতে এটা বুজাপৰালৈ আহিবলৈ চেষ্টা কৰি তেওঁক এইবুলি কোৱালে যে তেওঁ বিনাযুদ্ধে এটা শান্তিপূৰ্ণ মীমাংসাৰ বাবে আগ্ৰহী। বৰকান্দাজসকলৰ দলপতিসকলকো ক'লে যে যদি তেওঁলোকে বুজাপৰালৈ আহে তেন্তে তেওঁলোকক পাবলগীয়া দৰমহা আদি সম্পূৰ্ণকৈ দিয়া হ'ব আৰু লগতে বংগত তেওঁলোকৰ যি সা-সম্পত্তি ইংৰাজে বাজেয়াপ্ত কৰিছে সেইবোৰো ঘূৰাই দিয়া হ'ব। কিন্তু কৃষ্ণনাৰায়ণ বা বৰকান্দাজ কোনেও এই আহ্বানত ভালদৰে সঁহাৰি নিদি এৰাধৰাকৈ উত্তৰ দিয়াত কেপ্টেইন ৱেলছে এই বুলি সংবাদ পঠিয়ালে যে কৃষ্ণনাৰায়ণে অনতি বিলম্বে আহি তেওঁৰ আনুগত্য প্ৰকাশ কৰিব লাগে। কিন্তু কৃষ্ণনাৰায়ণে বা বৰকান্দাজৰ দলপতি কোনোৱে কেপ্টেইন ৱেলছক দেখা নকৰিলে।

এইদৰে কৃষ্ণনাৰায়ণে কেপ্টেইন ৱেলছৰ সৈতে লুকাভাকু খেলিবলৈ লোৱাৰ মূৰকত ১৭৯২ খ্ৰীঃৰ ৬ ডিচেম্বৰত ৱেলছে তেওঁৰ ২৮০জন সৈন্য লৈ অশ্বক্ৰান্ত মন্দিৰৰ ওচৰত উপস্থিত হ'ল। প্ৰথম অৱস্থাত কৃষ্ণনাৰায়ণৰ সৈন্যই তেওঁৰ দলটোক একো হকাবাধা নকৰিলেও পিছত কেইবাবাৰো

তেওঁলোকে ইংৰাজ দলটোক আগভেটা দিলে। দৰাচলতে সেই সময়ত সেই অঞ্চলটোত কৃষ্ণনাৰায়ণৰ দলত প্ৰায় ৩,০০০জন সৈন্য আছিল। গতিকে তেওঁলোকে ২৮০জন ইংৰাজ সৈন্যক হেলাৰঙে আক্ৰমণ কৰি নিঃশেষ কৰিব বুলি নিশ্চিতভাৱে ধৰি লৈছিল। কিন্তু আচৰিত ধৰণে কেপ্টেইন ৱেলছৰ দলটোহে জয়ী হ'ল। তেওঁৰ পক্ষৰ মাত্ৰ ৬জন লোক আহত হোৱাৰ বিপৰীতে কৃষ্ণনাৰায়ণৰ পক্ষৰ ২০জন লোক নিহত, ৪০জন আহত আৰু বহুবোৰ সৈন্যক ৱেলছৰ সৈন্যদলে বন্দী কৰিলে। পাহাৰৰ পৰা ইংৰাজ দলটোৱে ৪০টা বৰতোপ হস্তগত কৰিবলৈকো সক্ষম হ'ল।

এইদৰে যুঁজত পৰাজিত হৈ কৃষ্ণনাৰায়ণে ডিচেম্বৰ মাহৰ শেষাৰ্ধত বৰনদীৰ পূবে মংগলদৈ অঞ্চলত পুনৰবাৰ যুঁজৰ আখৰা আৰম্ভ কৰাত ৱেলছে লেফটেনেণ্ট উইলিয়ামছৰ নেতৃত্বত তিনিটা বাহিনীক কৃষ্ণনাৰায়ণৰ বিৰুদ্ধে পঠিয়ালে। খাটিকুচিৰ ওচৰত উইলিয়ামছৰ প্ৰায় ৫০০ বৰকান্দাজে প্ৰত্যাহ্বান জনাইছিল যদিও যুঁজত তিষ্ঠিব নোৱাৰি ভূটানৰ সীমা অঞ্চলত লুকালগৈ। এই যুঁজ-বাগৰত তেওঁলোকৰ প্ৰায় ১০০ জন বৰকান্দাজ হতাহত হ'ল।

কেপ্টেইন ৱেলছ পুনৰবাৰ দৰঙৰ ৰজাক মাতি পঠিওৱাৰ মূৰকত মে মাহত কৃষ্ণনাৰায়ণে তেওঁৰ দলত বাকী থকা ৪০০জন বৰকান্দাজৰ সৈতে গুৱাহাটীলৈ আহিবলগীয়াত পৰিল। বৰকান্দাজবিলাকক এইবাৰ কোম্পানী অধিকৃত ৰংপুৰ জিলালৈ পঠিয়াই দিয়ে। সেই ঠাইতে তেওঁলোকক বাকী থকা দৰমহা আদি সম্পূৰ্ণকৈ আদায় দিয়া হৈছিল। এইদৰে কৃষ্ণনাৰায়ণে কেপ্টেইন ৱেলছৰ ওচৰত বশ্যতা স্বীকাৰ কৰিবলৈ অহাত তেওঁৰ সৈতে কামৰূপৰ হৰদত্ত চৌধুৰীৰ পুত্ৰ এজনো আহিছিল বুলি জনা যায়। কৃষ্ণনাৰায়ণক এই সাক্ষাৎ কালত এটা কথা সোঁৱৰাই দিয়া হৈছিল যে তেওঁ ৰজা নহয় ভূমিৰ মালিকহে, অৰ্থাৎ জমিদাৰৰ অৱশেষত ১৭৯৩ খ্ৰীঃৰ ২৪ মে' তাৰিখে গৌৰীনাথ সিংহৰ কৰতলীয়া হিচাপে কৃষ্ণনাৰায়ণক দৰঙৰ সিংহাসন ওভতাই দিয়া হ'ল। অৱশ্যে, পূৰ্বৰ নিয়ম অনুসৰি তেওঁৰ ৰাজ্যত প্ৰশাসন আৰু ৰাজনৈতিক ক্ষেত্ৰৰ সমূহ দায়িত্ব বৰফুকনৰ ওপৰত অৰ্পণ কৰা হ'ল। কৃষ্ণনাৰায়ণৰ অনুৰোধ ৰক্ষা কৰি কেপ্টেইন ৱেলছে তেওঁৰ দেহৰক্ষী হিচাপে কেইবাজনো সৈন্যক তেওঁৰ ৰাজ্যলৈ পঠিয়াইছিল। ইয়াৰ কিছুদিনৰ পিছত ভূটানত লুকাই থকা বৰকান্দাজ কেতবোৰ আহি আহোম ৰাজ্যত সোমোৱাত তেওঁলোকক তাৰ পৰা তৎক্ষণাৎ বাহিৰ কৰি পঠিওৱা হৈছিল।

দৰঙৰ ডেকাৰজাৰ পুনৰ সংস্থাপন আৰু বৰকান্দাজসকলৰ প্ৰত্যাবৰ্তনৰ যো-জা চলি থকাৰ কালত আহোম ৰাজ্যত আৰু ভালেমান ঘটনা ঘটিছিল। অসমৰ পৰা বংগৰ বৰকান্দাজসকলক পুনৰ বংগলৈ উভতি যাবলৈ বাধ্য কৰাটোৱেই যে কেপ্টেইন ৱেলছৰ অসম আগমনৰ মুখ্য উদ্দেশ্য আছিল সেই বিষয়ে পূৰ্বতে উল্লেখ কৰা হৈছে। সেইবাবে দৰঙত কৃষ্ণনাৰায়ণক পুনৰ প্ৰতিষ্ঠা কৰাৰ লগতে বৰকান্দাজবিলাককো বংগলৈ ওভতাই পঠিওৱাৰ পিছত কেপ্টেইন ৱেলছৰ অভিযানো অন্ত পৰিবৰ হ'ল। কিন্তু কৃষ্ণনাৰায়ণৰ বশ্যতা স্বীকাৰ আৰু বৰকান্দাজৰ প্ৰত্যাবৰ্তনৰ ভালেমান দিন আগৰে পৰা সেই সময়ৰ অসমত আৰু ভালেমান নতুন ঘটনা ঘটিছিল। গৌৰীনাথ সিংহই এটা কথা বঢ়িয়াকৈ বুজিছিল যে কেপ্টেইন ৱেলছৰ সহায়তহে মোৱামৰীয়াবিলাককো দমন কৰিব পৰা যাব। সেয়ে তেওঁ এতিয়া কেপ্টেইন ৱেলছক মোৱামৰীয়া বিদ্ৰোহ দমনৰ বাবে খাটনি ধৰিলে। কেপ্টেইন ৱেলছে ব্যক্তিগতভাৱে গৌৰীনাথ সিংহৰ আবেদনক্ৰমে মোৱামৰীয়া বিদ্ৰোহ দমনৰ বাবে আগ্ৰহী আছিল। সেয়ে গৌৰীনাথ সিংহই কোম্পানিৰ গভৰ্ণৰ জেনেৰেললৈ এই মৰ্মে আৰ্জি পঠিয়ালে। তেতিয়া ৱেলছেও পত্ৰ যোগে তেওঁক জনালে যে যদি কোম্পানিয়ে তেওঁক মোৱামৰীয়া বিদ্ৰোহ দমন কৰিবলৈ আজ্ঞা দিয়ে তেন্তে তেওঁক আৰু দুই বেটেলিয়ন সৈন্য, বয়বস্তু অনা-নিয়াৰ বাবে 'ছিক্স-পাউণ্ডাৰ', আৰু বলদে টনা গাড়ী লাগিব। ৱেলছৰ পত্ৰৰ উত্তৰত গভৰ্ণৰ জেনেৰেলে এই বুলি জনাইছিল যে, যদি মোৱামৰীয়াক দমন কৰিব লাগে তেন্তে গৌৰীনাথ সিংহক বুজাই দিয়া উচিত যে তেওঁ তেওঁৰ বিদ্ৰোহী প্ৰজাৰ সৈতে এটা বুজাপৰালৈ আহিবলৈ চেষ্টা কৰা উচিত। বিশেষকৈ তেওঁ দৰঙৰ কৃষ্ণনাৰায়ণৰ সৈতে মিত্ৰতা কৰিলে তেওঁৰ লাভহে হ'ব, কাৰণ তেতিয়া আহোম আৰু দৰঙী সৈন্যই এক গোট হৈ মোৱামৰীয়া বিদ্ৰোহ দমন কৰিব পাৰে আৰু বংগৰ পৰা সৈন্য ভাৰা কৰিও নিব নালাগে।

গভৰ্ণৰ জেনেৰেলে ভবাৰ দৰে কেপ্টেইন ৱেলছেও ভাবিছিল যে যিহেতু গৌৰীনাথ সিংহৰ শত্ৰুৰ সীমাসংখ্যা নাই সেইবাবে তেওঁৰ এতিয়া প্ৰধান কৰ্তব্য শত্ৰু হ্ৰাস কৰা। সেয়ে যিমানে তেওঁ শত্ৰুক ক্ষমাদান কৰি তেওঁলোকৰ পৰা সম্ভাৱ আদায় কৰিবলৈ সক্ষম হ'ব সিমানেই তেওঁৰ মংগল। কিন্তু এনেধৰণৰ উপদেশ বা পৰামৰ্শ গ্ৰহণ কৰা ভকত নাছিল গৌৰীনাথ সিংহ। প্ৰতিশোধৰ দাবানলে তেওঁৰ সৰ্বশৰীৰত যেন এক জ্বলা-পোৰা কৰিছিল আৰু তেওঁৰ এনে চিন্তাত ইন্ধন যোগাইছিল বৰবৰুৱাকে ধৰি ভালেমান বিষয়াই।

ৱেলছে তেওঁৰ ৰাজ্যখনৰ পৰা বৰকান্দাজসমূহক বাহিৰ কৰি দিয়াত তেওঁৰ জিঘাংসাই এক ভয়ানক ৰূপ ধাৰণ কৰিলে আৰু আনকি ৱেলছৰ পৰামৰ্শও আওকাণ কৰি তেওঁৰ পূৰ্বৰ শত্ৰুবিলাকক অতি কঠোৰ শাস্তি দিবলৈ ধৰিলে। বৰকান্দাজবিলাকৰ সৈতে ৱেলছে যুঁজবাগৰ কৰি থকাৰ কালতো সুযোগ বুজি তেওঁ শত্ৰু বুলি গণ্য কৰা লোকক হত্যা কৰিলে। মুঠৰ ওপৰত ৱেলছৰ সহায়ত গুৱাহাটী পুনৰ উদ্ধাৰ কৰা দিনকে ধৰি তেওঁ শত্ৰু নিধন অভিযান আৰম্ভ কৰা দেখা গ'ল। সেই সময়ছোৱাতে তেওঁ ১১৩ জন মানুহক বধ কৰিলে। ইয়াৰে ২৪জন লোকক ৱেলছে ক্ষমাদান কৰিবলৈ কোৱা সত্ত্বেও তেওঁ সেই লোকসকলৰ প্ৰাণনাশ কৰিবলৈ কুণ্ঠাবোধ নকৰিলে। ৭০জন বন্দীক একো খাবলৈ নিদি মৃত্যুৰ মুখলৈ ঠেলি দিয়াৰ দৰে গৰ্হিত কাম কৰিবলৈকো তেওঁ কুণ্ঠাবোধ নকৰিলে।

এনেবোৰ প্ৰতিশোধমূলক ব্যৱস্থাৰে পুনৰ শত্ৰু বঢ়োৱাৰ বাবে ৱেলছে ৰজা গৌৰীনাথক তিৰস্কাৰো কৰিছিল যদিও তেও পূৰ্বৰ দৰেই শত্ৰু নিধন অব্যাহত ৰখাত ৱেলছে তেওঁক কুপৰামৰ্শ দিয়াৰ অভিযোগত অভিযুক্ত কৰি বৰবৰুৱা আৰু চোলাধৰা ফুকনক বন্দী কৰি কাৰাগাৰত থ'লে। ৱেলছে ৰজাক বৰফুকনক বৰ্খাস্ত কৰিবলৈ কৈছিল যদিও তেওঁক এই ক্ষেত্ৰত এই বিষয়াজনৰ বিৰুদ্ধে আনকি তৰ্জনি জোকাৰাও দেখা নগ'ল। বৰং ৰজাই হেনো ৱেলছকহে এইদৰে উভতি যুক্তি দিলে যে ৰজা হৈও যদি অপৰাধী বুলি জনা লোকক কোনো শাস্তি দিব নোৱাৰে তেন্তে তেওঁনো কিহৰ ৰজা? এনে ৰজা হোৱাতকৈ নোহোৱাও ভাল। ৰজাৰ এনেধৰণৰ উত্তৰত ৱেলছ অতি অসন্তুষ্ট হ'ল। তেওঁ ৰজাৰ ক্ষমতা খৰ্ব কৰি এজন বৰফুকনক নিযুক্তি দি তেওঁকহে নামনি অসমৰ প্ৰশাসন চলাবলৈ দিলে। ইয়াৰ পিছত ৱেলছে গুৱাহাটীৰ পৰা দুখন জাননী জাৰি কৰিছিল— প্ৰথমখন জাননী যোগে তেওঁ প্ৰজাসকলক ন্যায় বিচাৰৰ আশ্বাস দি তেওঁলোকৰ কিবা গোচৰ আদি থাকিলে সেই গোচৰবোৰ তেওঁক কেইটামান নিৰ্দিষ্ট দিনত অৱগত কৰিবলৈ কৈছিল। দ্বিতীয়খন জাননী যোগে ডা-ডাঙৰীয়া আৰু বিষয়া শ্ৰেণীক গুৱাহাটীলৈ আহি ৰজাক বৰ্তমানৰ দুৰৱস্থাৰ পৰা ৰক্ষা কৰিবলৈ কোৱা হৈছিল।

কেপ্টেইন ৱেলছৰ এনে ব্যৱহাৰৰ পিছত গৌৰীনাথ সিংহও বহু পৰিমাণে শান্ত হৈছিল। ইয়াৰ কিছু দিনৰ পিছত গৌৰীনাথ সিংহ আৰু ৱেলছৰ মাজত এখন চুক্তি হৈছিল। সেই চুক্তিৰ প্ৰধান চৰ্তকেইটা হ'ল— (১) বৰবৰুৱাকে ধৰি যিসকল বিষয়াই প্ৰজাক নানাধৰণে হাৰাশাস্তি কৰিছিল তেওঁলোকক বৰ্খাস্তকৰণ। (২) অন্যান্য সকলোকে ক্ষমাদান আৰু (৩) বিচাৰ নকৰাকৈ কোনো লোকৰ অংগক্ষত বা মৃত্যুদণ্ড হ'ব নোৱাৰিব। এই চুক্তিৰ পিছত গুৱাহাটীলৈ সকলো ডাঙৰীয়া আৰু বিষয়াসকলক মাতি আনি এখন সন্মিলন যোগে সকলোকে একগোট হৈ ৰজাৰ কৰ্তৃত্ব পুনৰ সংস্থাপন কৰি সুশাসনৰ ব্যৱস্থা কৰিবলৈ আহ্বান জনোৱা হ'ল। সেইসময়তে আৰু এটা ঘটনা হ'ল। গৌৰীনাথ সিংহৰ লগত থকা কেতবোৰ বংগদেশীয় ভেৰোণীয়া সৈন্যই প্ৰজাক নানা ধৰণে অত্যাচাৰ কৰাৰ কথা সদৰী হ'ল। এই ভেৰোণীয়া সৈন্যসকলে দৰঙৰ ৰজাক কেপ্টেইন ৱেলছৰ কাৰ্যকলাপ আদি সম্বন্ধে গোপনে সংবাদ প্ৰেৰণ কৰাৰ প্ৰমাণো পোৱা গ'লত তেওঁলোকক ধৰি বংগৰ ৰংপুৰলৈ পঠিয়াই দিয়া হ'ল।

ইতিমধ্যে ইষ্ট ইণ্ডিয়া কোম্পানিয়ে কেপ্টেইন ৱেলছৰ অনুৰোধৰ প্ৰতি সঁহাৰি জনাই বংগৰ পৰা আৰু ৬টা ফৌজ অসমলৈ পঠিয়াইছিল। কিন্তু তেওঁলোক আহি পায়হি মানে মৌচুমী বতাহৰ আগমন ঘটাত, ধাৰাসাৰ বৰষুণ আৰম্ভ হ'ল। সেয়ে বাৰিষা কালটো তেওঁ গুৱাহাটীতে অতিবাহিত কৰিবলৈ সিদ্ধান্ত ল'লে। এইদৰে ১৭৯৩ খ্ৰীঃৰ এপ্ৰিলৰ পৰা নবেম্বৰ মাহলৈকে কেপ্টেইন ৱেলছ গুৱাহাটীতেই থাকিল। মোৱামৰীয়াৰ বিৰুদ্ধে তেওঁৰ অভিযান ইয়াৰ পিছৰ বছৰৰ জানুৱাৰী মাহতহে আৰম্ভ হ'ল। ফেব্ৰুৱাৰী মাহত মেকগ্ৰেগৰৰ

নেতৃত্বত কোম্পানিৰ ফৌজ এটাই যোৰহাটত পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াক লগ ধৰাৰ বাতৰি পাই মোৱামৰীয়া বিদ্ৰোহীসকলে যোৰহাট নগৰখন ঘেৰাও কৰি থৈছিল। কিন্তু মেকগ্ৰেগৰ আৰু এনচাইন উদৰ নেতৃত্বাধীন ইংৰাজ সৈন্যদলে তেওঁলোকক শোচনীয়ভাৱে পৰাজিত কৰিলে। এইদৰে এমুঠিমান ইংৰাজ সৈন্যই মোৱামৰীয়াসকলৰ এক বিৰাট দলক যুঁজত ঘটুৱাই দুগুণ উৎসাহেৰে ৰাজধানী ৰংপুৰ ওলালেগৈ। ৰংপুৰত বিদ্ৰোহীসকলক পৰাস্ত কৰাৰ বাতৰি পাই গৌৰীনাথ সিংহই কলিয়াবৰৰ পৰা নাৱেদি ৰংপুৰলৈ আহিল। কেপ্টেইন ৱেলছে ৰজাক সম্বৰ্ধনা জনাবলৈ এখন জনাকীৰ্ণ দৰবাৰ পাতি ৰজা, ডাঙৰীয়া আৰু অন্যান্যসকলৰ পৰা বিদায় ল'বলৈ ওলোৱাত ৰজা-প্ৰজা আটাইবোৰে তেওঁক আৰু কিছুদিন ৰ'বলৈ খাটনি ধৰিলে। কেপ্টেইন ৱেলছ সন্মত হ'ল। পৰৱৰ্তী দিনবোৰত তেওঁ অসমত শান্তি স্থাপনৰ বাবে শান্তিপূৰ্ণ উপায়েৰে বিদ্ৰোহীসকলক বশ কৰাৰ ওপৰত জোৰ দিয়া দেখা গ'ল। তেওঁ বিদ্ৰোহীসকলক এইবুলি এখন জাননী পঠিয়ালে যে তেওঁলোকে যদি বিদ্ৰোহ ত্যাগ কৰি স্বেচ্ছাই আত্মসমৰ্পণ কৰে তেন্তে তেওঁলোকক শাস্তি বিধান কৰা নহ'ব। ইয়াৰ পিছত ৱেলছৰ উপৰ্যুপৰি অনুৰোধ এৰিব নোৱাৰি গৌৰীনাথ সিংহয়ো এখন জাননী জাৰী কৰিলে যে যদি মোৱামৰীয়া বিদ্ৰোহীয়ে নিজে আহি ক্ষমা বিচাৰে তেন্তে তেওঁলোকক ক্ষমা কৰা হ'ব। কিন্তু এদিন দুদিনকৈ এমাহ যোৱাৰ পিছতো কোনো বিদ্ৰোহীয়ে আহি ক্ষমা বিচৰা দেখা নগ'ল। ফলত ৱেলছে ধৰি ল'লে যে মোৱামৰীয়াসকলক অস্ত্ৰ আৰু শক্তিৰে জয় কৰাৰ বাহিৰে গত্যন্তৰ নাই। সেই উদ্দেশ্যৰে ১৯ এপ্ৰিলত ৱেলছে বাঘমৰা আৰু ৰংপুৰত থকা মোৱামৰীয়াবিলাকক দমনাৰ্থে দুটা ফৌজ পঠিয়ালে। কিন্তু এই অভিযানত কেইমাহমান নৌযাওঁতেই তেওঁ কলিকতাৰ পৰা উৰ্ধ্বতন কৰ্তৃপক্ষৰ নিৰ্দেশ পাই এই দুয়োটা ফৌজকে তেওঁলোকৰ অভিযান আধৰুৱাকৈ এৰি উভতি আহিবলৈ নিৰ্দেশ দিয়া দেখা গ'ল।

ইষ্ট ইণ্ডিয়া কোম্পানিৰ উৰ্ধ্বতন কৰ্তৃপক্ষৰ হঠাতে এনেধৰণৰ নিৰ্দেশৰ কাৰণৰ মূলতে আছিল এজন নতুন গভৰ্ণৰ জেনেৰেলৰ নিযুক্তি। ১৭৯৩ খ্ৰীঃৰ ডিচেম্বৰ মাহত গভৰ্ণৰ জেনেৰেল লৰ্ড কৰ্ণৱালিছৰ কাৰ্যকাল অন্ত পৰাত তেওঁৰ ঠাইত নতুন গৰ্ভনৰ জেনেৰেল হিচাপে নিযুক্ত হৈছিল চাৰ জন ছোৰ। সেই সময়ত ইংলেণ্ড চৰকাৰে অন্য ৰাজ্যৰ আভ্যন্তৰীণ বিষয়ত অহস্তক্ষেপ নীতি গ্ৰহণ কৰাৰ পৰিপ্ৰেক্ষিতত কোম্পানি চৰকাৰেও সেই নীতি গ্ৰহণ কৰিছিল। ফলত নতুন গভৰ্ণৰ জেনেৰেলে কেপ্টেইন ৱেলছক অসমৰ আভ্যন্তৰীণ বিবাদত হস্তক্ষেপ কৰাৰ পৰা নিজকে আতৰাই আনিবলৈ নিৰ্দেশ দিলে। এই নিৰ্দেশে অসমৰ ৰজা আৰু অন্যান্য বিষয়াবৰ্গৰ লগতে প্ৰজাকো বিবুধিত পেলাইছিল। কাৰণ এই নিৰ্দেশমতে অসমৰ মোৱামৰীয়া অভিযান শেষ নকৰাকৈয়ে এতিয়া ৱেলছে কলিকতালৈ উভতি যাবলগীয়া হ'ব। সেয়ে আনকি অসমৰ ৰজায়ো নতুন গভৰ্ণৰ জেনেৰেলক কেপ্টেইন ৱেলছক আৰু কিছুদিনলৈ এই ৰাজ্যত থাকিবলৈ দিবলৈ অনুৰোধ জনাই পত্ৰ লিখিছিল। তেওঁ আনকি চিপাহী বিলাকৰ খৰচ বহন কৰিব বুলিও তেওঁক জনাইছিল। দৰাচলতে কেপ্টেইন ৱেলছ এজন অতি কৰ্মদক্ষ বিষয়া আছিল। তেৱেঁই গৌৰীনাথ সিংহক মোৱামৰীয়াবিলাকৰ প্ৰতি অতি কঠোৰ নহ'বলৈ সকীয়াই দিছিল। কিন্তু তেওঁ এইটোও ভালদৰে জানিছিল যে তেওঁ যদি এতিয়া কলিকতালৈ উভতি যায়গৈ তেন্তে গৌৰীনাথ সিংহই পূৰ্বৰ মোৱামৰীয়া বিদ্ৰোহী আৰু তেওঁলোকক সহায় আৰু সমৰ্থন কৰাসকলক ধৰি কঠোৰ শাস্তি দিব। একেদৰে ক্ষমাদান আৰু আলাপ-আলোচনাৰে দৰঙৰ ৰজাকো তেওঁ আহোমক স্বীকাৰ কৰিবলৈ বাধ্য কৰিছিল। কেপ্টেইন ৱেলছ প্ৰকৃতপক্ষে অতি তড়িৎকৰ্মা, বিচক্ষণ আৰু দৃঢ়মনা লোক আছিল। প্ৰশাসনীয় ক্ষমতা আৰু চাৰিত্ৰিক দৃঢ়তাই তেওঁৰ গুণমুগ্ধসকলৰ সংখ্যা বৃদ্ধি কৰিছিল। কেপ্টেইন ৱেলছ আনকি প্ৰজা আৰু পূৰ্বৰ মোৱামৰীয়া বিদ্ৰোহীসকলৰো আস্থাভাজন হোৱাৰ সন্ধিক্ষণতে এইদৰে উৰ্ধ্বতন কৰ্তৃপক্ষৰ নিৰ্দেশত যাবলৈ ওলোৱাত সকলোৰে মনত শংকা উপজিছিল যে তেওঁ অসম এৰি যোৱাৰ লগে লগে এই ৰাজ্যত এক মহা অৰাজকতা আৰু বিশৃংখল অৱস্থাৰ সৃষ্টি হ'ব। আহোম ৰজাক বিদ্ৰোহীসকলক ক্ষমাদান কৰিবলৈ কেপ্টেইন ৱেলছেহে বাধ্য কৰাইছে আৰু তেওঁ দৃশ্যপটৰ পৰা আঁতৰ হ'লেই গৌৰীনাথ সিংহই যে পূৰ্বৰ শত্ৰুসকলৰ ওপৰত প্ৰতিশোধ ল'ব সেইটোও সকলোৱে জানিছিল।

দৰঙৰ কৃষ্ণনাৰায়ণেও যে বাধ্য হৈহে আহোমৰ সৈতে এক বুজাপৰালৈ আহিছিল সেইটোও কাৰো অবিদিত নাছিল। গতিকে মৃত্যুদণ্ডৰ হাত সাৰিবলৈ হয় তেওঁ ৰাজ্যৰ পৰা পলাব নাইবা পুনৰবাৰ বৰকান্দাজ ভাৰা কৰি আনি ৰাজ্যত এক মহা পয়মালৰ সৃষ্টি কৰিব। সেয়ে, সমসাময়িক অসমৰ অশান্তিময় পৰিবেশৰ একমাত্ৰ ত্ৰাণকৰ্তা কেপ্টেইন বেলছে এই ৰাজ্যত আৰু কিছুদিনলৈ হ'লেও থকাটো যে অত্যন্ত দৰকাৰ সেই কথাটো সকলোৱে উপলব্ধি কৰিছিল। কেপ্টেইন বেলছৰ নিজৰো এই ৰাজ্যত আৰু কিছুদিন অতিবাহিত কৰি সকলোবোৰ লেঠা সামৰি যোৱাৰ ইচ্ছা আছিল আৰু সেই কথা তেওঁ নিজৰ বৰীয়াকৈ নতুন গভৰ্ণৰ জেনেৰেলক পত্ৰযোগে অৱগত কৰিছিল। কিন্তু সকলোবোৰ অৰণ্য-ৰোদনত পৰিণত হ'ল। গভৰ্ণৰ জেনেৰেলৰ আদেশক্ৰমে সেয়ে কেপ্টেইন বেলছ কলিকতালৈ যাবলৈ ওলাল।

যিসকল মোৱামৰীয়া বিদ্ৰোহীয়ে কেপ্টেইন বেলছৰ আবেদনত সঁহাৰি নিদি পুনৰ আহোম ৰজাৰ বিৰুদ্ধাচৰণেৰে ৰাজ্যখনত অশান্তিৰ জুই জ্বলাবলৈ সুযোগৰ অপেক্ষাত আছিল, তেওঁলোকে কেপ্টেইন বেলছে প্ৰত্যাৱৰ্তন কৰিব বুলি বাতৰি পাই হৰ্ষোল্লাস কৰিছিল। কেপ্টেইন বেলছে উভতি আহিবলৈ লোৱাৰ প্ৰায় লগে লগেই মোৱামৰীয়া বিদ্ৰোহী কেতবোৰ দিখৌ নৈ পালেহিয়েই। এদলে আহি ৰংপুৰত সোমাই শস্যৰ ভঁৰাল লুটি নিলেহি। বেলছ চিন্তিত হ'ল। মোৱামৰীয়া বিদ্ৰোহীয়ে যে কেৱল আহোমকহে উপদ্ৰৱ কৰিব তাৰ কি নিশ্চয়তা আছে? তেওঁলোকে ইংৰাজ ফৌজকোতো আক্ৰমণ কৰিব পাৰে— এইবুলি ভাবি বেলছে অসম এৰাব পূৰ্বে অন্ততঃ শেষবাৰলৈ তেওঁলোকক এখুন্দা দিয়াৰ সিদ্ধান্ত ল'লে। সেইমতে মে' মাহৰ ৫ তাৰিখে নিশা দুপৰ হোৱাত বেলছে মোৱামৰীয়া শিবিৰত আক্ৰমণ কৰাত তেওঁলোকে কিন্তু ততাতৈয়াকৈ পলাবলৈ সক্ষম হ'ল। মোৱামৰীয়া দলটোৱে দৰিকা নৈৰ পাৰত বাহৰ পাতি তাৰ পৰা গৰিলা পদ্ধতিৰে যুঁজ দি থাকিল। বেলছেও আগবাঢ়ি গৈ তেওঁলোকক ১২ মে' তাৰিখে আক্ৰমণ কৰিলেগৈ। এইবাৰ কিন্তু বিদ্ৰোহীসকলে পূৰ্বৰ দৰে পলাই নগৈ বেলছৰ বিৰুদ্ধে প্ৰতি-আক্ৰমণ চলাইছিল। বিদ্ৰোহীদলত আছিল প্ৰায় ৪ হাজাৰ সৈন্য আৰু সেয়ে বেলছৰ এমুঠি সৈন্যক তেওঁলোকে অনায়াসে পৰাজিত কৰিব পাৰিব বুলি নিশ্চিত হৈছিল। সেইবাবে বেলছৰ ফৌজলৈ তেওঁলোকে বন্দুক আৰু কাঁড়েৰে প্ৰত্যাহ্বান জনাবলৈ ইতস্ততঃ কৰা নাছিল। কিন্তু এনে প্ৰত্যাহ্বান সত্বেও বেলছৰ এমুঠি সৈন্যাই অতি সাহস আৰু দৃঢ়তাৰে তেওঁলোকলৈ চোঁচা লোৱাত বিদ্ৰোহীসকলৰ মনোবল টুটিছিল আৰু যেয়ে যেনি পাৰে পলাবলৈ লৈছিল। মোৱামৰীয়া শিবিৰত জুই দি বেলছৰ দলটো ৰংপুৰলৈ উভতি আহিছিল। এই যুঁজত বেলছে মাত্ৰ ২ জন সৈন্য হেৰুৱাইছিল।

ইয়াৰ পিছত অনিচ্ছা সত্বেও নিৰুপায় হৈ বেলছ কলিকতা অভিমুখে ৰাওনা হৈছিল। সেইবাবে তেওঁ প্ৰথমে বংগৰ অধীনত থকা ৰংপুৰলৈ যাত্ৰা কৰিছিল। ৩০ মে' তাৰিখে তেওঁ গুৱাহাটী আহি পোৱাত বহুতো লোক গোট খাই তেওঁক অসম এৰি নাযাবলৈ কাবৌ-কোকালি কৰিছিল। কিন্তু এই ক্ষেত্ৰত বেলছে নিজৰবৰীয়াকৈ সিদ্ধান্ত লোৱাৰ কোনো উপায় নাছিল। সেয়ে উপায়হীন হৈ অতি গধুৰ মনেৰে কেপ্টেইন ওৱেলছে পুনৰ যাত্ৰা আৰম্ভ কৰি জুলাই মাহৰ ৩ তাৰিখে ইংৰাজ কোম্পানি অধিকৃত অঞ্চলত প্ৰৱেশ কৰিলেগৈ।

ইফালে অনাগত দিনবোৰত অসমত এক অভাৱনীয় অৰাজকতাই দেখা দিব বুলি কেপ্টেইন বেলছে যিদৰে ভাবিছিল, বাস্তৱত সেইটোৱেই হৈছিল। মোৱামৰীয়া বিদ্ৰোহীসকলে পুনৰ নিজকে নতুন উদ্যম আৰু সাহসেৰে সজাই-পৰাই তুলি ৰাজধানী ৰংপুৰ অভিমুখে আহিবলৈ লৈছিল। ৰজা গৌৰীনাথ সিংহই তেওঁৰ বাবে ৰংপুৰ নিৰাপদ নহয় বুলি জানি বিষয়াবৰ্গৰ সৈতে ততাতৈয়াকৈ যোৰহাটত উপস্থিত হৈছিল। পিছলৈ যোৰহাটেই আহোম ৰাজ্যৰ ৰাজধানী হৈছিল। মোৱামৰীয়া বিদ্ৰোহীসকলে ৰংপুৰ আহি পোৱাৰ পূৰ্বেই ৰজা আৰু বিষয়াবৰ্গই পলাবলৈ সক্ষম হোৱাত কেতবোৰ সম্ভাব্য নৃশংস ৰক্তপাতৰ পৰা অসমখন ৰক্ষা পৰিছিল। তথাপি ৰংপুৰ অধিকাৰ কৰি মোৱামৰীয়া বিদ্ৰোহীয়ে বহুলোকক হতাহত কৰিছিল। ইফালে ৰজা গৌৰীনাথৰো উৎপাত চৰিছিল। যিসকলে কেপ্টেইন ওৱেলছৰ পৰা ৰক্ষণাবেক্ষণ পাইছিল তেওঁলোকক গৌৰীনাথে অতি দুৰ্ব্যৱহাৰ কৰিছিল। ওৱেলছৰ ইচ্ছানুসৰি

বৰবৰুৱা পদ লাভ কৰা ব্যক্তিজনৰ পৰা সকলোবোৰ ক্ষমতা কাঢ়ি অনা হৈছিল। বৰফুকনক বিশ্বাসঘাতক বুলি বহু অত্যাচাৰ কৰি অৱশেষত ৰজাৰ আদেশত হত্যা কৰা হৈছিল। ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ কৰা বৈৰাগী ৰজাক দিয়া হৈছিল মৃত্যুদণ্ড। সলাল গোহাঁইকো হত্যা কৰা হৈছিল। যিসকল প্ৰজাই মোৱামৰীয়াৰ পক্ষ লৈছিল তেওঁলোকক ৰজাই মহা অত্যাচাৰ কৰিবলৈ লৈছিল। ৰজাৰ শাস্তিৰ ভয়াৱহতাই বহুতকে আত্মহত্যাৰ পথ বাছিবলৈকো বাধ্য কৰিছিল বুলি জনা যায়। ইফালে আকৌ ৰাজ্যখনৰ বিশৃংখলাৰ পূৰ্ণ সুযোগ লৈ বংগৰ পৰা অহা হাজৰা সিং নামৰ এজন ভেৰোণীয়া সৈন্যই নিজকে গুৱাহাটীৰ বৰফুকন বুলি ঘোষণা কৰিছিল। এই পাবত গজা বৰফুকনজনে কিছুদিনৰ মূৰত আন এজন লোকক নগদ ১০ হাজাৰ টকাৰ বিনিময়ত বৰফুকন পদটো বেচি দিছিল। কিছু দিনৰ মূৰত এইজন বৰফুকনৰ পৰা পদটো কাঢ়ি নি আন এজনে ৬০ হাজাৰ টকাত সেই পদটো পুনৰবাৰ বেচিছিল! এই নতুন বৰফুকনে কামাখ্যা, হাজো আৰু আন আন মন্দিৰসমূহৰ সোণ, ৰূপৰ মূৰ্তি আৰু বাচনপত্ৰসমূহ গলাই সেইবোৰ বেচি যথেষ্ট ধন আৰ্জিছিল। অৱশেষত বংগৰ পৰা কেইজনমান সৈন্য ভাড়া কৰি আনিহে এই হাজৰা সিং নামৰ নপতা বৰফুকনজনক খেদিব পৰা গৈছিল।

কেপ্টেইন ৱেলছৰ দুজন সৈন্য-বিষয়াক বহু ভাৰ-ভেটী দি গোৰীনাথ সিংহই তেওঁলোকক নিজ ৰাজ্যত ৰাখিবলৈ সমৰ্থ হৈছিল। এই দুজন সৈন্য-বিষয়াৰ সহায়ত গৌৰীনাথে অসমত ইংৰাজ আৰ্হিত এটা ফৌজ গঠন কৰিছিল। বিষয়া দুজনে এই ফৌজক নিয়মিতভাৱে প্ৰশিক্ষণ দিয়াৰ উপৰিও তেওঁলোকৰ বাবে কলিকতাৰ পৰা একেধৰণৰ পোছাক আৰু বন্দুক অনাইছিল। এই ফৌজটো গঠন হ'লত আহোম ৰজাৰ মনোবল বাঢ়িছিল। আনহাতে মোৱামৰীয়া বিদ্ৰোহীসকলেও এই ফৌজটো দেখি কিছু পৰিমাণে হ'লেও শংকিত নোহোৱাকৈ থকা নাছিল। উল্লেখযোগ্য যে, এই ফৌজটো গঠন হোৱাৰ পূৰ্বে আহোম সৈন্যই বৰতোপহে ব্যৱহাৰ কৰিছিল। অৱশ্যে ওৱেলছ অসমত থকাৰ সময়ত ৰাজ্যখনত প্ৰায় ২০০০টা বন্দুক দেখিছিল বুলি উল্লেখ কৰি গৈছে। কিন্তু বন্দুক আছিলহে— বন্দুক চলোৱা লোকৰ সংখ্যা আছিল অতি নগণ্য। এতিয়া ইংৰাজ কোম্পানি সৈন্যৰ আৰ্হিত গঠিত ফৌজটোৱে সেই অভাৱ পূৰণ কৰিলে।

মোৱামৰীয়া কৈৱৰ্ত লোকসকলে শদিয়াত তেওঁলোকৰ এজন ৰজা পাতিছিল। পিছত খামতিসকলে এইজন ৰজাক খেদাই সেই ঠাইখন অধিকাৰ কৰিছিল। খামতিৰ মুখীয়ালজনে নিজকে এতিয়া 'শদিয়াখোৱা গোহাঁই' বুলি চিনাকি দিছিল। এইদৰে গৌৰীনাথৰ দিনত আহোমে শদিয়াৰ ওপৰত নিজৰ আধিপত্য হেৰুৱাবলগীয়াত পৰিছিল। খামতিসকলে 'বুঢ়া ৰজা' আৰু 'ডেকা ৰজা' নাম দি দুজন খামতি লোকক নিজৰ ৰজা বুলি ঘোষণা কৰিছিল।

কেপ্টেইন ৱেলছৰ প্ৰত্যাবৰ্তনৰ দুবছৰ পাৰ নৌহওঁতেই ১৭৯৪ খ্ৰীঃৰ ১৯ ডিচেম্বৰত গৌৰীনাথ সিংহৰ মৃত্যু ঘটিছিল। ৰজাৰ মৃত্যু হোৱাত বুঢ়াগোহাঁয়ে এই বাতৰি গোপন কৰি বৰবৰুৱাক ৰজাই তেওঁক লগ পাব বিচাৰিছে বুলি মাতি পঠিয়াইছিল। সেইমৰ্মে তেওঁ আহিলত প্ৰথমে ৰজাৰ আজ্ঞা বুলি তেওঁক বন্দী কৰি পিছত হত্যা কৰা হৈছিল। এইদৰে বুঢ়াগোহাঁয়ে তেওঁৰ পৰম শত্ৰু বৰবৰুৱাক বধ কৰিহে ৰজাৰ মৃত্যুৰ বাতৰি প্ৰকাশ কৰিছিল। তাৰ পিছত ৰজাই মৃত্যুৰ পূৰ্বে গদাধৰ সিংহৰ বংশৰ এজনক ৰজা পাতিবলৈ কৈ গৈছে বুলি কৈ বুঢ়াগোহাঁয়ে কিনাৰাম নামৰ এজনক ৰাজপাট দিয়াইছিল।

বিভিন্ন সূত্ৰৰ পৰা প্ৰাপ্ত বিৱৰণসমূহে গৌৰীনাথ সিংহক এজন অকামিলা অথচ মদগৰ্বী, ৰক্তপিপাসু আৰু ৰাজকাৰ্যৰ প্ৰতি অমনোযোগী ৰজা বুলি সাক্ষী দিছে। কেপ্টেইন ওৱেলছে তেওঁৰ সম্বন্ধে এই বুলি লিখি গৈছে 'এই অকৰ্মণ্য, পৰনিৰ্ভৰশীল ৰজাজনে কেৱল শুই-বহি দিন কটাইছিল। তেওঁক দেখা কৰিবলৈ বিচাৰিলে হয় গা ধুই থকা নাইবা প্ৰাৰ্থনা কৰি থকা নাইবা আফিং খাই থকা বুলিহে উত্তৰ পোৱা গৈছিল।' আন আন সূত্ৰ মতে তেওঁ আছিল অত্যন্ত প্ৰতিশোধপৰায়ণ ৰজা। স্বাভাৱিক অৱস্থাতো তেওঁ মানুহক কষ্ট দি ভাল পাইছিল। অতি নিষ্ঠুৰ বুলি জনাজাত এই ৰজাজনে হেনো সদায়েই লগত কেইজনমান ঘাতক শ্ৰেণীৰ লোক লৈ ফুৰিছিল যাতে ইংগিত দিলেই এই লোককেইজনে তেওঁৰ ৰোষৰ বলি হোৱাজনক হত্যা কৰিব পাৰে। ৰজা আৰু তেওঁৰ ফলীয়া বিষয়া শ্ৰেণীৰ দুৰ্ব্যৱহাৰে মোৱামৰীয়া বিদ্ৰোহক অধিক সক্ৰিয় হোৱাৰ সুযোগ দিছিল।

মোৱামৰীয়াসকল অজেয় নাছিল— তেওঁলোক ইমান ডাঙৰ শক্তি নাছিল যে সকলো শান্তিকামী প্ৰজাই মাৰ বান্ধি থিয় দিলে তেওঁলোকক দমন কৰিব পৰা নাযাব। কিন্তু সেইদৰে সকলো শান্তিপ্ৰিয় লোকক একগোট কৰিব পৰা ক্ষমতা বা ব্যক্তিত্ব গৌৰীনাথ সিংহৰ যে নাছিল সেইটো সহজে অনুমেয়। মোৱামৰীয়াসকলক ক্ষমাদান কৰি তেওঁলোকক ৰাজ্যৰ ঘাইসুঁতিৰ সৈতে মিলি যাবলৈ সুযোগ দিয়াহেঁতেনো বোধকৰো মোৱামৰীয়া বিদ্ৰোহে এনে ভয়াবহ ৰূপ ধাৰণ নকৰিলেহেঁতেন। কিন্তু গৌৰীনাথ সিংহৰ সিমানখিনি উদাৰতা, দূৰদৰ্শিতা আৰু কূটনৈতিক জ্ঞান নাছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ বিচক্ষণতা আৰু অভিজ্ঞতা পৰিপুষ্ট উপদেশ বা পৰামৰ্শসমূহলৈকো তেওঁ বিশেষ মন-কাণ দিয়া নাছিল। কেপ্তেইন ওৱেলছে তেওঁক শান্তি স্থাপনৰ চেষ্টা কৰিব পৰাকৈ এক বাতাবৰণৰ সৃষ্টি কৰিবলৈ কোৱাত তেওঁ ভয়ানক অসন্তুষ্ট হোৱা দেখা গৈছিল। ৰাজ্যশাসন আৰু প্ৰজাক ৰক্ষণাবেক্ষণ দিয়াৰ দৰে গধুৰ দায়িত্ব পালনত ব্যৰ্থ ৰজাজনৰ প্ৰতি আনকি প্ৰজাৰ আনুগত্য ক্ৰমাৎ হ্ৰাস পাইছিল। গৌৰীনাথ সিংহকসৰহ সংখ্যক প্ৰজাই ভয় কৰিহে মানি চলিছিল— ভালপায় নহয়। এইজন ৰজাৰ দিনত প্ৰজাৰ 'পানীত হাঁহ নচৰা'ৰ দৰে অৱস্থা হৈছিল। এসময়ত নদন বদন খেতিয়ে দূৰ-দিগন্ত চুমি থকা অঞ্চলবোৰ মোৱামৰীয়া বিদ্ৰোহৰ ফলত খেতি শূন্য হৈ পৰিছিল। এসময়ত ধানৰ কেইবাটাও ভঁৰাল থকা লোকে হাবিত লুকাই থাকি বনৰীয়া ফল-মূল, কচু, অভক্ষ মাংস খাই কোনোমতে জীয়াই আছিল। নামনি অসমত ডকাইত শ্ৰেণীৰ লোকৰ সংখ্যা বাঢ়িছিল। তদুপৰি ৰজাৰ লগৰীয়া লোক তথা বিষয়া শ্ৰেণী বা অন্যান্য কৰ্মচাৰীসকলেও প্ৰজাৰ পৰা ঢাহি-মুহি বয়বস্তু কাঢ়ি নিছিল। এই লোকসকল প্ৰকৃতপক্ষে ডকাইত শ্ৰেণীতকৈ কোনোগুণে উন্নত নাছিল। মোৱামৰীয়াৰ ওপৰত কৰা অত্যাচাৰৰ কথা বাদেই আনকি নিজৰ অনুগত প্ৰজাৰ ওপৰত অত্যাচাৰৰ প্ৰকোপ চৰাৰ বাবে গৌৰীনাথ সিংহক নগাঞা ৰাইজে খেদি দিয়াৰ উদাহৰণটোৱেই আছিল তেওঁৰ ব্যৰ্থ শাসনৰ এক জ্বলন্ত প্ৰমাণ।

**কেপ্তেইন ৱেলছৰ বিৱৰণ ঃ** স্বৰ্গদেউ গৌৰীনাথ সিংহৰ দিনত ইষ্ট ইণ্ডিয়া কোম্পানিৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড কৰ্ণৱালিছে ৰজাৰ অনুৰোধক্ৰমে তেওঁৰ ৰাজ্যখনক বিশেষকৈ নামনি খণ্ডত বৰকান্দাজৰ অত্যাচাৰৰ পৰা ৰক্ষা কৰিবলৈ কেপ্টেইন ৱেলছক ৬টা সৈন্যৰ কোম্পানিৰে সৈতে অসমলৈ পঠিয়াইছিল বুলি ওপৰত উল্লিখিত হৈছে। এই অভিযানৰ আৰম্ভণি হৈছিল ১৭৯২ খ্ৰীঃত। কিন্তু নামনি অসমক আহোম ৰজাৰ অনুৰোধক্ৰমে বৰকান্দাজৰ হাতৰ পৰা ৰক্ষা কৰাৰ বাহিৰেও কেপ্টেইন ৱেলছৰ আগমনৰ অন্তৰালত বৃটিছ অধিকৃত বংগৰ সৈতে এই ৰাজ্যখনৰ বেহা-বেপাৰৰ এটা যোগসূত্ৰ স্থাপনৰ ইচ্ছা লুকাই আছিল যেন লাগে। ওৱেলছৰ সৈতে সহকাৰী হিচাপে আহিছিল মেক গ্ৰেগৰ, এনচাইন উড আৰু ডক্টৰ জন পিটাৰ ওৱেদ নামৰ এজন চিকিৎসক। সেই সময়ত গোৱালপাৰাৰ লোণ বিষয়া ৰাউছৰ কৰ্মক্ষেত্ৰ আছিল যোগীঘোপা। ওৱেলছে গুৱাহাটীলৈ অহাৰ পথত গোৱালপাৰাত আত্মগোপন কৰি থকা দৰঙৰ বিতাড়িত ৰজা বিষ্ণুনাৰায়ণ আৰু ৰাউছৰ পৰা সমকালীন অসমৰ ৰাজনৈতিক অৱস্থাৰ বিষয়ে ভু লৈছিল। তাৰ পিছত তেওঁ নামনি অসম বৰকান্দাজৰ হাতৰ পৰা ৰক্ষা কৰিছিল। অসমলৈ বৰকান্দাজ মাঁতি আনি আহোম ৰজা প্ৰত্যাহ্বান জনোৱা দৰঙৰ কৃষ্ণনাৰায়ণকো তেওঁ আহোম ৰজাৰ সৈতে এটা বুজাপৰালৈ আনি বৰকান্দাজৰ হাতৰ পৰা ৰাজ্যখনক ৰক্ষা কৰিছিল। তাৰ পিছত ৰজাৰ অনুৰোধক্ৰমে মোৱামৰীয়া বিদ্ৰোহীক দমন কৰি গৌৰীনাথ সিংহক বিদ্ৰোহীসকলক ক্ষমা কৰিবলৈ পৰামৰ্শ দিছিল। বিদ্ৰোহৰ ফলত অসমৰ আইন-শৃংখলা, আৰ্থিক অৱস্থা আদি অতি শোচনীয় হৈ পৰা দেখি তাৰ প্ৰতিকাৰৰ প্ৰধান উপায় হিচাপে শান্তি স্থাপন যে একমাত্ৰ সজ উপায় সেই সম্বন্ধে গৌৰীনাথ সিংহক পতিয়ন নিয়াবলৈ চেষ্টা কৰি থকাৰ কালতে কলিকতাত থকা ইষ্ট ইণ্ডিয়া কোম্পানিৰ নতুন গৱৰ্ণৰ জেনেৰেল ছাৰ জন ছোৰৰ নিৰ্দেশত কেপ্তেইন ওৱেলছে ব্যক্তিগতভাৱে অনিচ্ছুক হ'লেও বাধ্যত পৰি অসম ত্যাগ কৰি কলিকতালৈ উভতি গৈছিল। অসমত থকা কালছোৱাত অতি ব্যস্ততাৰ মাজতো টৌতে খৰ মাৰি তেওঁ এই ৰাজ্যখনৰ বিষয়ে এটি টোকা লিখি গৈছিল। সেই টোকা মতে—

ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে দাঁতিকাষৰীয়া পাহাৰসমূহলৈকে বিস্তৃত গুৱাহাটী আছিল এখন ঘন জনবসতিপূৰ্ণ বিস্তৃত আৰু

সুৰক্ষিত নগৰ। এই নগৰখনৰ একাংশত থকা বিৰাট গড়টোত ভিন ভিন আকাৰৰ মুঠ ১১৩ টা কামান বা বৰতোপ আছিল আৰু ইয়াৰে ৩টা আছিল ইউৰোপত তৈয়াৰী। ব্ৰহ্মপুত্ৰ নৈৰ পৰা প্ৰায় ১০০ গজ দূৰত্বত ৬ ফুট ইটাৰ প্ৰাচীৰেৰে আৱৰা এখন আহল-বহল সুৰক্ষিত ঠাইৰ ভিতৰত এটা ইমান প্ৰকাণ্ড ঘৰ আছিল যে তেওঁৰ সৈতে অহা আটাইবোৰ সৈন্যই তাত ভালদৰে থাকিবলৈ জুৰিছিল।

আহোম ৰাজ্যৰ ৰাজধানী ৰংপুৰ আছিল এখন আহল-বহল জনবসতিপূৰ্ণ নগৰী। এই নগৰৰ পৰিধি আছিল ২০ মাইল। এই নগৰতো গুৱাহাটীত থকাৰ দৰে এডোখৰ সুৰক্ষিত ঠাই আছিল কিন্তু এই ঠাইডোখৰ প্ৰায় ভগ্ন অৱস্থাপ্ৰাপ্ত হৈছিল। চালে চকুৰোৱা নদন বদন খেতিৰে ৰংপুৰৰ খেতি পথাৰবোৰ জকমকাই আছিল। সম্ভ্ৰান্ত বিষয়া শ্ৰেণীৰ মাটি আছিল বহুত আৰু এনে খেতি মাটিত দাসৰ (পাইক) হতুৱাই খেতি কৰাইছিল। কিন্তু খেতিত উৎপন্ন বস্তু কেতিয়াও বজাৰত বেচিবলৈ অনা নহৈছিল। গতিকে শস্য সংগ্ৰহ কৰিবলৈ হ'লে লোণ বা কানি (আফিং) দিলেহে শস্য পোৱা গৈছিল।

অসমত বয়বস্তুৰ দাম অতি সস্তা আছিল। সাধাৰণ মানুহৰ বস্তুতকৈ টকাৰ নাটনিহে আছিল অধিক। তথাপি অসমৰ অৰ্থনৈতিক অৱস্থা যথেষ্ট সচ্ছল আছিল যেন লাগে। সেইবাবে ৰজা গৌৰীনাথ সিংহই সৈন্যসকলৰ ভৰণ-পোষণৰ বাবে যাৱতীয় সকলো বয়বস্তুৰ যোগান ধৰিবলৈ সক্ষম হৈছিল। অসমত লোণৰ চাহিদা আছিল প্ৰচুৰ আৰু সেইবাবে বংগদেশৰ পৰা বছৰি ১,২০,০০০ মোন লোণ আমদানি হৈছিল। নগা পাহাৰ আৰু শদিয়া অঞ্চলতো কিছু পৰিমাণে লোণ পোৱা গৈছিল। কিন্তু লোণৰ অতিপাত দাম হোৱাৰ বাবে সৰ্বসাধাৰণ ৰাইজৰ লোণ ক্ৰয় কৰাৰ সামৰ্থ্যই নাছিল। সেই সময়ত লোণৰ এক ৰমৰমীয়া চোৰাং কাৰবাৰ চলিছিল। সমসাময়িক বংগৰ সৈতে অসমৰ বেহা-বেপাৰৰ সম্বন্ধ আছিল। চুবুৰীয়া ভূটীয়া, মিৰি (মিচিং), ডফলা (নিচি), নগা, খামতি আদি লোকৰ সৈতেও অসমৰ বেহা-বেপাৰ চলিছিল। সেই সময়ত গুৱাহাটীৰ বৰফুকনে ৰাজহ সংগ্ৰহকাৰীসকলৰ পৰা মুঠ ৰাজহ আদায় কৰিছিল ৯০,০০০ টকা আৰু ইয়াৰে প্ৰায় ২৬,০০০ টকাহে ৰাজভঁৰালত জমা দিছিল। অসমৰ প্ৰাকৃতিক সম্পদ আছিল অগাধ। এই সম্পদৰ প্ৰাচুৰ্যৰ বাবে অসমৰ ৰজাই সৈন্য বাহিনীৰ খা-খৰচ যোগোৱাটো বিশেষ কঠিন কাম নাছিল।

কেপ্টেইন ৱেলছে তেওঁৰ বিৱৰণীত আহোমৰ শাসন প্ৰণালী সম্বন্ধেও ভালেখিনি তথ্য সংযোজন কৰিছে। প্ৰধান তিনিজন ডা-ডাঙৰীয়াৰ বাহিৰেও অন্যান্য বিষয়া, পাইক প্ৰথা আদিৰ বিষয়েও তেওঁ উল্লেখ কৰিছে। তেওঁৰ বিৱৰণী বা টোকাত মোহনমালা গোহাঁই, কীৰ্তিচন্দ্ৰ বৰবৰুৱা, মোৱামৰীয়া বিদ্ৰোহ, দৰং ৰজাৰ বিদ্ৰোহ, প্ৰজাৰ ক্ষোভ, ৰজা গৌৰীনাথ সিংহৰ কুশাসন আৰু ৰাজনৈতিক অদূৰদৰ্শিতা আদি বিষয়সমূহো সামৰি লৈছে। নামনি আৰু উজনি অসমত কেপ্টেইন ৱেলছে নিজে কিদৰে বিদ্ৰোহ দমন কৰিছিল সেই বিষয়েও এই টোকাত ভালেমান তথ্য পৰিবেশিত হৈছে। এনে বিদ্ৰোহৰ শেষাৰ্ধত ইষ্ট ইণ্ডিয়া কোম্পানিয়ে নতুনকৈ গ্ৰহণ কৰা অহস্তক্ষেপ নীতিৰ ফলত কেপ্টেইন ওৱেলছে অসম এৰি যাবলৈ বাধ্য হোৱাত এই ৰাজ্যখনৰ ভৱিষ্যৎ সম্বন্ধে চিন্তা কৰি হতাশ হৈ পৰা দেখা গৈছিল। তেওঁৰ প্ৰত্যাৱৰ্তনৰ ফলত যাতে পুনৰবাৰ মোৱামৰীয়াসকলে বিদ্ৰোহৰ চেষ্টা নকৰে সেইবাবে সতৰ্ক হ'বলৈ তেওঁ ৰজা-প্ৰজা সকলোকে আহ্বান জনাই তেওঁৰ টোকাটো সামৰিছিল।

কেপ্টেইন ৱেলছৰ অসম আগমন নিঃসন্দেহে এই ৰাজ্যখনৰ বাবে আছিল এটা অতি গুৰুত্বপূৰ্ণ অধ্যায়। আহোম ৰজাই পোনপ্ৰথমবাৰৰ বাবে এইদৰে এটা বিদেশী শক্তিক আমন্ত্ৰণ কৰি আনি ৰাজ্যখনত বিদ্ৰোহ দমন কৰোৱাৰ ফলত সমকালীন অসমত কিছু পৰিমাণে শান্তি স্থাপন হৈছিল সঁচা, কিন্তু এই শান্তি যুগমীয়া হোৱা নাছিল। তথাপি তেওঁৰ আগমন নঘটাহেঁতেন অসমত এই বিদ্ৰোহসমূহৰ ফলত অধিক ৰক্তপাত যে হ'লহেঁতেন সি ধুৰুপ। তেওঁৰ আগমনৰ বাবে পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে ৰাজ্যখনত এটা ইংৰাজ আৰ্হিৰ ফৌজ গঠনত সফলতা লভিছিল। অসম আৰু বংগৰ মাজত বাণিজ্যিক প্ৰসাৰতাৰ পথো কেপ্টেইন ৱেলছৰ আগমনৰ বাবে অধিক সম্প্ৰসাৰিত হোৱাৰ সুযোগ ওলাইছিল। ৰজা গৌৰীনাথ সিংহৰ সৈতে এক চুক্তিমতে অসমত আমদানি আৰু ৰপ্তানি সামগ্ৰীৰ মাজত শতকৰা ১০ ভাগ কৰ ধাৰ্য

হৈছিল। ধান-চাউলৰ ওপৰত কোনো কৰ লগোৱা হোৱা নাছিল। গুৱাহাটী আৰু কান্দাহাৰ চকীত দুয়োপক্ষৰ একোজনকৈ শুল্ক বিষয়াই কৰ সংগ্ৰহ কৰিছিল। তাতোকৈ ডাঙৰ কথা আছিল ইংৰাজৰ বাহিৰে আন কোনো ইউৰোপীয় লোকে অসমত বসবাস কৰিব নোৱাৰিব বুলি গ্ৰহণ কৰা নীতি। এইদৰে ইষ্ট ইণ্ডিয়া কোম্পানি বা অসম ৰজাৰ অনুমতি নোলোৱাকৈ ইংৰাজৰ বাহিৰে এই ৰাজ্যত কোনো ইউৰোপীয় লোকে প্ৰৱেশ নোৱাৰিব বুলি কৰা চৰ্তটোৱে অদূৰ ভৱিষ্যতত অসমত ইংৰাজৰ প্ৰৱেশ পথ যে উন্মুক্ত কৰিছিল কোনো সন্দেহ নাই। কেপ্টেইন ৱেলছৰ অসম আগমনৰ আৰু এটা গুৰুত্বপূৰ্ণ দিশ আছিল এয়ে যে তেওঁক অসম ৰজাৰ বাৰম্বাৰ অনুৰোধ সাপেক্ষেহে ইষ্ট ইণ্ডিয়া কোম্পানিয়ে অসমলৈ পঠিয়াইছিল। ফলত, পূৰ্বতে কোনো বিদেশীক প্ৰশ্ৰয় নিদিয়া আহোম ৰাজ্যত এতিয়াৰ ৰজাজনে অস্ত্ৰ-শস্ত্ৰৰে সজ্জিত বিদেশী শক্তিক নিমন্ত্ৰণ কৰি আনি নিজকে ৰক্ষা কৰিলে!

কেপ্টেইন ৱেলছে অৱশ্যে অসমক বিদ্ৰোহীৰ হাতৰ পৰা মুক্ত কৰাৰ ক্ষেত্ৰত কোনো ধৰণৰ হেমাহি কৰা নাছিল। এমুঠি সৈন্যৰ সহায়ত হাজাৰ হাজাৰজন বিদ্ৰোহীক দমন কৰি কৰ্মদক্ষতাৰ চিনাকি দিবলৈকো তেওঁ সক্ষম হৈছিল। কিন্তু অসমৰ সৈতে ইষ্ট ইণ্ডিয়া কোম্পানিৰ বাণিজ্যিক সম্বন্ধৰ অধিক প্ৰসাৰত গুৰুত্ব দি তেওঁ এই ৰাজ্যত লোণৰ ব্যৱসায় প্ৰসাৰ কৰাৰ উপৰি আফু খেতি কৰিবলৈ উৎসাহ দিছিল আৰু আফুৰ উৎপাদনে অসমৰ লোকক কানিৰ দৰে বৰবিহ পান কৰিবলৈ সুযোগ আগবঢ়াইছিল। সেয়ে, অসমত কানিৰ ব্যৱসায়ৰ পথ প্ৰশস্ত কৰাৰ বাবে কেপ্টেইন ওৱেলছক নিশ্চয় দোষাৰোপ কৰিব লাগিব।

**কমলেশ্বৰ সিংহ (১৭৯৫-১৮১১ খ্ৰীঃ), কামৰূপৰ বিদ্ৰোহ, মোৱামৰীয়াৰ পুনৰ বিদ্ৰোহ আদি ঃ**

গৌৰীনাথ সিংহৰ মৃত্যুৰ পিছত পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ প্ৰচেষ্টাত কিদৰে গদাধৰ সিংহৰ বংশৰ চাৰিং ৰজা কদম দীঘলা গোহাঁইৰ পুত্ৰ কিনাৰামে ৰাজপাট লাভ কৰিছিল সেই বিষয়ে আগেয়ে উল্লেখ কৰা হৈছে। ৰজা হৈ তেওঁ আহোমৰ সৈতে চুক্লিংফা আৰু হিন্দু মতে, কমলেশ্বৰ সিংহ নাম লৈছিল। এইজন ৰজাই তেওঁক ৰাজপাট দিয়া বুঢ়াগোহাঁই পূৰ্ণানন্দৰ হাততে ৰাজকাৰ্য পৰিচালনাৰ দায়িত্ব অৰ্পণ কৰা দেখা গৈছিল। কমলেশ্বৰ সিংহৰ দিনত নামনি অসমত দন্দোৱা দ্ৰোহে গা কৰি উঠিছিল। আনহাতেদি মোৱামৰীয়াসকলেও পুনৰ বিদ্ৰোহৰ প্ৰস্তুতিৰে আহোম ৰজাক প্ৰত্যাহ্বানৰ বাবে প্ৰস্তুতি চলাইছিল। এইজন ৰজাৰ ৰাজত্বকালতে চিংফৌ, খামতি, নগা আৰু ভূটীয়াসকলৰ সৈতেও নানা ধৰণৰ সংঘাত আৰু সংঘৰ্ষ হোৱাত ৰাজ্যখন পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই প্ৰায় অকলশৰেই চম্ভালিবলগীয়াত পৰিছিল।

**কামৰূপৰ বিদ্ৰোহ তথা দন্দুৱাদ্ৰোহ (১৭৯৫ খ্ৰীঃ)**

কমলেশ্বৰ সিংহই ৰাজপাটত বহাৰ কিছুদিন পিছতেই কামৰূপত হৰদত্ত আৰু বীৰদত্ত চৌধুৰী নামৰ দুজন ভাই-ককায়ে আহোম ৰজাৰ বিপক্ষে এক বিদ্ৰোহৰ গুৰি ধৰিছিল। এওঁলোকক বোধকৰো কোচবিহাৰ আৰু বিজনীৰ ৰজাই গোপনে সহায় কৰিছিল। তেওঁলোকৰ উদ্দেশ্য আছিল কামৰূপৰ পুনৰ উদ্ধাৰ। হৰদত্ত চৌধুৰীয়ে পূৰ্বতেও দৰঙৰ কৃষ্ণনাৰায়ণৰ সৈতে লগলাগি গৌৰীনাথ সিংহৰ দিনত বিদ্ৰোহ কৰিছিল। এইবাৰ তেওঁৰ ভায়েক বীৰদত্তৰ সৈতে একগোট হৈ বিদ্ৰোহৰ বাবে ভালেমান হিন্দুস্তানী আৰু শিখ বৰকান্দাজ সৈন্য ভাড়া কৰিছিল। কামৰূপৰ লোকে এনে বৰকান্দাজ সৈন্যসকলক ডুমডুমীয়া বা দন্দুৱা বুলিছিল বাবে এই বিদ্ৰোহক দন্দুৱা দ্ৰোহ বা ডুমডুমীয়া দ্ৰোহ বোলা হয়। এই বিদ্ৰোহৰ বাবে গুৱাহাটীৰ বৰফুকনেও প্ৰকাৰান্তৰে উৎসাহ যোগোৱা বুলি অভিযোগ তুলি পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে তেওঁক নিলম্বিত কৰি কলীয়া ভোমোৰাক বৰফুকন পদ দিছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁই সেইকালত উজনি অসমৰ পুনৰ গঠনত অতিশয় ব্যস্ত থকাৰ বাবে বৰফুকনক সহায় কৰাটো তেওঁৰ পক্ষে সম্ভৱপৰ নাছিল। কিন্তু সুসংগঠক, স্থিতপ্ৰজ্ঞ, দূৰদৃষ্টিসম্পন্ন আৰু বিচক্ষণ কলীয়া ভোমোৰা বৰফুকনে বেলতলা, ডিমৰুৱা ৰজা আদিৰ সহযোগত ব্ৰহ্মপুত্ৰৰ উত্তৰ

* *কিন্তু আন এক সূত্ৰমতে ১৭ শতিকাত ৰজা ৰামসিংহই লাচিত বৰফুকনলৈ আফুগুটি উপহাৰ হিচাপে পঠিয়াইছিল।* Comprehensive Vol III ed. H.K.B. pq 110

পাৰত হৰদত্ত আৰু বীৰদত্তক পৰাস্ত কৰিবলৈ সক্ষম হৈছিল। হৰদত্ত চৌধুৰীক মৃত্যুদণ্ড দি বীৰদত্ত চৌধুৰীক চকু কাঢ়ি তেওঁ ৰাজধানী যোৰহাটলৈ পঠিয়াই দিলে। বৰকান্দাজবিলাকক দমন কৰি তেওঁলোকক অসমৰ পৰা বাহিৰ কৰি দি কলীয়া ভোমোৰাই সেই বিদ্ৰোহ সম্পূৰ্ণভাৱে দমন কৰাত কমলেশ্বৰ সিংহই তেওঁক 'প্ৰতাপ বল্লভ' উপাধিৰে সন্মান যাচিছিল।

উল্লেখযোগ্য যে, অসমৰ সমসাময়িক পৰিস্থিতিলৈ লক্ষ্য ৰাখি দূৰদৰ্শী কলীয়া ভোমোৰা বৰফুকনে ইষ্ট ইণ্ডিয়া কোম্পানিৰ সৈতে এটা যোগসূত্ৰ ৰখাৰ বাবে পূৰ্ণানন্দ বুঢ়াগোহাঁইলৈ এটা পৰামৰ্শ আগবঢ়াইছিল। কিন্তু এই পৰামৰ্শক পূৰ্ণানন্দই কোনো ধৰণৰ গুৰুত্ব আৰোপ কৰা দেখা নগ'ল। এই পৰামৰ্শ কাৰ্যকৰী কৰাহেঁতেন বৰ্মী তথা মানৰ আক্ৰমণত অসমৰ ইমান দুৰ্গতি নহ'লহেঁতেন বা অসমে স্বাধীনতা হেৰুৱাবলগীয়াও নহ'লহেঁতেন বুলি কোনো কোনো মহলে মতপোষণ কৰে। শিলঘাটৰ ওচৰত ব্ৰহ্মপুত্ৰৰ ওপৰত এখন দলং সজাৰ বাবে তাহানি দিনতেই কলীয়া ভোমোৰা বৰফুকনে আঁচনি লৈছিল। কিন্তু তেওঁৰ মৃত্যু ঘটাত সেই কাম সম্পূৰ্ণ নহ'ল। সেই দলঙৰ আঁচনিখন সম্প্ৰতি চৰকাৰৰ উদ্যোগত ৰূপায়িত কৰাৰ ফলত ব্ৰহ্মপুত্ৰৰ ওপৰত কলীয়া ভোমোৰাৰ দলঙৰ সপোনে এটা বাস্তৱ ৰূপ লাভ কৰিবলৈ সক্ষম হৈছে।

### পুনৰ মোৱামৰীয়া বিদ্ৰোহৰ প্ৰস্তুতি— জনজাতিৰ সংযোগ

কেপ্টেইন ৱেলছে গৱৰ্নৰ জেনেৰেলৰ আদেশক্ৰমে কোম্পানি অধিকৃত বংগলৈ উভতি যাবলগীয়া হোৱাত অসমত মোৱামৰীয়া বিদ্ৰোহৰ বীজ সম্পূৰ্ণৰূপে ধ্বংস নহ'ল। গৌৰীনাথ সিংহই কেপ্তেইন ওৱেলছে দিয়া পৰামৰ্শ তেওঁ অসম এৰাৰ প্ৰায় লগে লগেই দলিয়াই পেলাইছিল। ওৱেলছে তেওঁক বিদ্ৰোহীসকলক ক্ষমাদান কৰি পুনৰ তেওঁলোকৰ ওপৰত কোনো ধৰণৰ শাস্তিমূলক ব্যৱস্থা নল'বলৈ ৰজাক দঢ়াই দঢ়াই কৈ গৈছিল; কিন্তু গৌৰীনাথ সিংহৰ প্ৰাণত তেতিয়া জাগিছিল এক মহা প্ৰতিশোধমূলক জিঘাংসা। সেয়ে এইক্ষেত্ৰত তেওঁ ওৱেলছ বা বুঢ়াগোহাঁইৰ দূৰদৰ্শী পৰামৰ্শসমূহ গ্ৰহণ নকৰি পুনৰবাৰ মোৱামৰীয়াৰ ওপৰত প্ৰতিশোধ ল'বলৈ আৰম্ভ কৰাত ৰাজ্যখনৰ শান্তি প্ৰতিষ্ঠাৰ ক্ষেত্ৰত আকৌ ভয়ংকৰ জটিলতাৰ সৃষ্টি হ'ল। ৰজাৰ নীতিয়ে ৰাজ্যখনৰ কোনো শ্ৰেণীৰ উপকাৰ সাধা নাছিল। বৰং শান্তিপ্ৰতিষ্ঠাৰ পথত হেঙাৰ দি ৰজাই ৰাজ্যখনত পুনৰ এক অশান্তময় অৰাজকতাৰ সৃষ্টি কৰিলে। মোৱামৰীয়া বিদ্ৰোহীসকলে অ'ত-ত'ত আত্মগোপন কৰি সুবিধা পালেই অশান্তি কৰিবলৈ ল'লে। তাতোকৈ ডাঙৰ ঘটনা ঘটিল গৌৰীনাথ সিংহৰ পৰৱৰ্তী ৰজা কমলেশ্বৰ সিংহৰ দিনত। ডফলা, চিংফৌ আৰু খামতিসকলে এইজন ৰজাৰ দিনত মোৱামৰীয়া বিদ্ৰোহীৰ লগলাগি আহোমৰ বিৰুদ্ধে থিয় দিলে। অৱশ্যে এই বিদ্ৰোহসমূহ বেলেগে বেলেগে হৈছিল। কেনেবাকৈ এই আটাইবোৰ জনজাতি একগোট হোৱাহেঁতেন পুনৰবাৰ অসমত এক ভয়ানক বিপদৰ সৃষ্টি হ'লহেঁতেন। ডফলাসকলে ফোঁপাই নামৰ এজনৰ নেতৃত্বত বিদ্ৰোহ কৰি শিলঘাট পাইছিলহি। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে এই ঠাইতে তেওঁলোকক সফলতাৰে বাধা প্ৰদান কৰিবলৈ সক্ষম হ'ল। বিদ্ৰোহীসকলক উচটনি দিয়া বুলি সন্দেহ কৰি আহোমসকলে মোৱামৰীয়া মহন্ত পীতাম্বৰ দেৱগোস্বামীক আটক কৰি ৰাজধানী যোৰহাটলৈ লৈ গৈছিল। এই বিদ্ৰোহত যোগ দিয়া ভালেমান মুখীয়াল লোকক পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ নিৰ্দেশ মতে কঠোৰ শাস্তি বিহা হৈছিল।

ইয়ালে আকৌ ৰাজ্যখনৰ পূবদিশত চিংফৌ আৰু খামতিসকলেও মোৱামৰীয়া বিদ্ৰোহীৰ লগ লাগি কমলেশ্বৰ সিংহৰ ৰাজ্যখনত এক অশান্ত পৰিৱেশৰ সৃষ্টি কৰিছিল। উল্লেখযোগ্য যে চিংফৌ বিদ্ৰোহীসকলে কমলেশ্বৰ সিংহৰ আগৰজন ৰজা গৌৰীনাথ সিংহৰ ৰাজত্বকালতে মূৰ দাঙি উঠিছিল। সেইজন ৰজাৰ ৰাজত্বকালত চিংফৌসকলে খামতিসকলক আক্ৰমণ কৰি তেওঁলোকৰ পৰা শদিয়াৰ পূবে পাটকাই পৰ্বতৰ নামনিত থকা বুঢ়ীদিহিং, নোৱাদিহিং আৰু টেংগাপানী নৈৰ মাজত থকা উৰ্বৰ সমতল ভূমিখণ্ড কাঢ়ি লৈছিল। এতিয়া কমলেশ্বৰ সিংহৰ দিনত ১৭৯৭ খ্ৰীঃত এই অঞ্চলৰ চিংফৌসকলে আহোম সেনাৰ হাতত পৰাজিত হৈছিল। পৰাজয়ৰ হোৰ তুলিবলৈ এইবাৰ চিংফৌসকলে মোৱামৰীয়া বিদ্ৰোহীৰ লগ লৈ পূব অসমৰ ভালেকেইখন গাঁৱত আক্ৰমণ কৰাৰ লগতে লুটপাট কৰি অগ্নিসংযোগ

কৰিছিল। চিংফৌসকলৰ কাকুতি-মিনতিলৈ সঁহাৰি জনাই ব্ৰহ্মদেশেও তেওঁলোকক সহায় কৰিবলৈ এদল সৈন্য পঠিয়াইছিল বুলি জনা যায়। ইফালে এইদৰে ভৈয়ামৰ গাঁওসমূহত আক্ৰমণ কৰি গণ্ডগোল কৰা ইজক হ্ৰাশান্তি কৰিবলৈ ধৰাত ৰজাই ডাঙৰীয়াসকলৰ সৈতে পৰামৰ্শক্ৰমে ডেকাফুকনক এই বিদ্ৰোহীসকলক দমনৰ বাবে পঠিয়াইছিল। ডেকা ফুকনৰ এই অভিযান সফল হৈছিল। এইদৰে চিংফৌসকলে যুঁজত পৰাজিত হোৱাত বুঢ়াগোহাঁয়ে তেওঁলোকৰ সৈতে শত্ৰুভাৱ দূৰ কৰিবৰ মানসেৰে তেওঁলোকৰ প্ৰতি মিত্ৰতাৰ হাত আগবঢ়াইছিল। সেইমৰ্মে চিংফৌসকলৰ দলপতি বিচানগুক ৰঙিলী গাভৰু নামৰ এগৰাকী আহোম কন্যা আৰু বহুবোৰ লগুৱা-লিগিৰী উপহাৰ স্বৰূপে দিছিল। বিচানগুে এই কন্যাগৰাকীক ব্ৰহ্মদেশৰ ৰজা বদৌপায়ালৈ আগবঢ়াইছিল।

শদিয়াৰ খামতিসকলৰ সৈতে গৌৰীনাথ সিংহৰ দিনতে বিবাদ ঘটিছিল। শদিয়াখোৱা গোহাঁইক খেদি এইজন ৰজাৰ দিনতে খামতিসকলে শদিয়াখন নিজ দখললৈ নিছিল। ১৭৯৯ খ্ৰীঃত কমলেশ্বৰ সিংহৰ দিনত খামতিসকলে পুনৰবাৰ মূৰ দাঙি উঠাত আহোমসকলে তেওঁলোকক দমন কৰি তেওঁলোকৰ বুঢ়া ৰজাকে ধৰি ভালেমান লোকক আটক কৰিছিল। বিদ্ৰোহ দমনৰ বাবে যোৱা আহোম ৰণুৱাৰ দলটোক প্ৰত্যাহ্বান জনাই ভালেমান খামতি বিদ্ৰোহী হতাহত হৈছিল। বিজয়ী আহোমে খামতি বন্দীসকলৰ কিছুমানক যোৰহাটৰ উত্তৰে দিচৈ নৈৰ পাৰত আৰু আন কিছুমানক তিতাবৰত থাকিবলৈ দিছিল। উল্লেখযোগ্য যে নৰা, ফাঁকিয়াল আদি শান জাতিৰ লোকে খামতি বিদ্ৰোহীসকলক সমৰ্থন কৰা দেখা গৈছিল। ইয়াৰ বাহিৰেও ভালেসংখ্যক মিৰি আৰু মিচিমি লোকেও এই বিদ্ৰোহীসকলৰ দলত যোগ দি আহোম ৰজাৰ বিৰুদ্ধে থিয় দিছিল। এই আটাইবোৰ বিদ্ৰোহীকে আহোমসকলে দমন কৰিছিল। অৱশ্যে পৰৱৰ্তীকালত বৰ্মী বা মানৰ আক্ৰমণকালত খামতিসকলে পুনৰবাৰ বিদ্ৰোহ কৰি শদিয়াখন আহোমৰ হাতৰ পৰা কাঢ়ি লৈছিল।

ইফালে বুঢ়াগোহাঁই পূৰ্ণানন্দই জয়ন্তীয়া আৰু কছাৰী ৰাজ্যত আশ্ৰয় লোৱা মোৱামৰীয়া বিদ্ৰোহীসকলক নিজ ৰাজ্যলৈ আনি ক্ষমাদানেৰে সংস্থাপিত কৰিবলৈ মন কৰিছিল। সেইবাবে তেওঁ এই ৰজাসকলক তেওঁলোকৰ ৰাজ্যত আশ্ৰয় লৈ থকা মোৱামৰীয়াসকলক আহোম ৰাজ্যলৈ ওভতাই পঠিয়াবলৈ অনুৰোধ জনাই কটকীযোগে পত্ৰ প্ৰেৰণ কৰিছিল। কিন্তু এই সন্দৰ্ভত লিখা চিঠিবোৰৰ কোনো উত্তৰ তেওঁলোকে নিদিলে। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে দৰাচলতে ভূতপূৰ্ব মোৱামৰীয়া বিদ্ৰোহী নাইবা বিদ্ৰোহৰ সময়ত তেওঁলোকক সহায় কৰা অন্যান্য লোকসকলক ক্ষমাদান কৰাৰ কথা ভাবিছিল। ভালেমান দিন চিঠিপত্ৰৰ উত্তৰ নিদি অৱশেষত যেনিবা ১৮০৫ খ্ৰীঃৰ অক্টোবৰ মাহত জয়ন্তীয়া ৰজাই এই বিষয়ে এখন চিঠি আহোমৰ ৰজালৈ পঠিয়াইছিল। কিন্তু এই চিঠিখনত কেতবোৰ খুঁত থকা বুলি আহোম ৰজাই জয়ন্তীয়া কটকীক গালি-শপনি দি ৰাজসভাৰ পৰা খেদাই দিছিল। এই চিঠিখন পঠিওৱা জয়ন্তীয়া ৰজাজনৰ নাম আছিল ৰামসিং। কটকীৰ হাতে পঠিওৱা তেওঁৰ চিঠিখনত সচৰাচৰ এনে পত্ৰত ব্যৱহৃত সন্মানীয় ভাষাৰ তাৰতম্য ঘটাত আহোম ৰজাৰ এনে খং উঠিছিল বুলি জনা যায়। যিসকল ভূতপূৰ্ব মোৱামৰীয়া বিদ্ৰোহী তেওঁলোকে পুনৰ আহোম ৰাজ্যলৈ উভতি আহিবলৈ ভয় কৰিছিল। মোৱামৰীয়া বিদ্ৰোহ কালত সাধাৰণ কৃষক প্ৰজাৰ বৰ দুৰৱস্থা হৈছিল। ৰজাঘৰৰ পৰা তেওঁলোকক বিদ্ৰোহীৰ হাতৰ পৰা কোনেও ৰক্ষা কৰিবলৈ নহাত এই কৃষকসকলৰ বহুতে মোৱামৰীয়া বিদ্ৰোহীৰ লগ হ'বলৈ বাধ্য হৈছিল। পিছত যেতিয়া মোৱামৰীয়া বিদ্ৰোহীসকলে হাৰিবলৈ ধৰিলে আৰু প্ৰাণৰক্ষাৰ্থে গৈ চুবুৰীয়া জয়ন্তীয়া আৰু কছাৰী ৰাজ্যত আশ্ৰয় ল'লৈগে এনে কৃষক, মিস্ত্ৰী আদি লোকসকলেও ভয়তে তেওঁলোকৰ লগতে গৈছিল। এতিয়া পূৰ্ণানন্দৰ অভয় বাণীত অতি কমসংখ্যক লোকহে জয়ন্তীয়া ৰাজ্যৰ পৰা উভতি আহিছিল। পিছত জয়ন্তীয়া ৰজাৰ কটকীজনক অপমান কৰি আহোম ৰজাই ৰাজসভাৰ পৰা খেদি পঠিওৱাত এই লোকসকলৰ শংকা বাঢ়িল আৰু তেওঁলোকে আহোম ৰাজ্যলৈ আহিবলৈ নিবিচাৰিলে। এইদৰে এই লোকসকলক নিজ ৰাজ্যলৈ অনাও নহ'ল কিন্তু আহোম আৰু জয়ন্তীয়াৰ মাজত সম্বন্ধহে বেয়া হ'ল। এই ঘটনাৰ পিছত আহোম আৰু জয়ন্তীয়া বিবাদৰো পুনৰ আবৃত্তি ঘটা নাছিল।

ইফালে ১৮০৩ খ্রীঃত কছাৰী আৰু আহোম ৰাজ্যৰ মাজত মোৱামৰীয়া বিদ্ৰোহীক উচটাই দিয়া প্ৰশ্নটো লৈ বিবাদৰ সৃষ্টি হ'ল। মিকিৰ পাহাৰ (বৰ্তমানৰ কাৰ্বি আংলং) আৰু যমুনা নৈৰ মাজৰ ধৰমপুৰৰ ওচৰে-পাঁজৰে বহুতো পূৰ্বৰ মোৱামৰীয়া বিদ্ৰোহীয়ে আত্মগোপন কৰি আছিল। আহোমৰ বাৰম্বাৰ অনুৰোধ উপেক্ষা কৰি কছাৰী ৰজাই এই লোকসকলক উভটাই নিদিয়াত বিতুষ্ট হৈ আহোম ৰজাই লোকসকলক বলেৰে ধৰি আনিবলৈ সৈন্য পঠিয়ালে। সেইমৰ্মে আহোম সেনাই ৰহা হৈ যমুনামুখত উপস্থিত হৈ কছাৰী আৰু মোৱামৰীয়াৰ যুগ্ম দল এটাক পৰাজিত কৰিলেগৈ। কিন্তু এই বিজয়ৰ আনন্দ মাৰ নৌযাওঁতেই কছাৰী আৰু মোৱামৰীয়াসকলে একগোট হৈ খেদি আহি নগাঁৱৰ দাঁতিকাষৰীয়া কেতবোৰ গাঁৱত সোমাই লুটপাত কৰি জুই লগাই দিছিলহি। দিনে দিনে বহুসংখ্যক লোকে আহি কছাৰী আৰু মোৱামৰীয়াৰ পক্ষ লোৱাত তেওঁলোকৰ সংখ্যা আৰু শক্তি অভাৱনীয় ৰূপে বৃদ্ধি পাইছিল। এওঁলোকৰ সন্মুখত তিষ্ঠিব নোৱাৰি আহোম ৰণুৱাসকলে ততাতৈয়াকৈ গুৱাহাটী অভিমুখে পলায়ন কৰিছিল। এই যুঁজ-বাগৰত আহোম দলে ৫৪০ জন ৰণুৱা হেৰুৱাইছিল আৰু তাতোকৈ অধিক লোক আহত হৈছিল। এই পৰাজয়ৰ বাতৰিয়ে বুঢ়াগোহাঁইক উৎকণ্ঠিত কৰিছিল। তেওঁ লৰালৰিকৈ এটা শকত সৈন্যদল গোট খুৱাই শত্ৰুক দমন কৰিবলৈ পঠিওৱাত তেওঁলোকে নগাঁৱত কছাৰী আৰু মোৱামৰীয়াক পৰাস্ত কৰি ৰহালৈকে খেদি নিছিল। তাৰ পৰা শত্ৰুৰ পিছে পিছে খেদি ডবকাত উপস্থিত হৈ কেতবোৰ গাঁৱত জুই লগাই দিছিলগৈ। এই সময়তে কছাৰী আৰু মোৱামৰীয়া বিদ্ৰোহীৰ নিজৰ ভিতৰতে কাজিয়া লগাত কছাৰীসকলৰ এটা বুজন অংশই আহোমৰ সপক্ষে যুঁজিবলৈ লৈছিল। পিছত এইদৰে তেওঁলোকৰ পক্ষ লৈ যুঁজ দিয়া কছাৰীসকলক আহোমসকলে বেবেজীয়া অঞ্চলত মাটিবাৰী দি প্ৰতিষ্ঠা কৰিছিল বুলি জনা যায়। এই সময়তে কাছাৰত আশ্ৰয় লৈ থকা মোৱামৰীয়াসকলে ৰাজেশ্বৰ সিংহৰ পুত্ৰ বিজয় বৰমুৰা গোহাঁইক তেওঁলোকৰ ৰজা পাতিছিল। কছাৰী ৰজা কৃষ্ণচন্দ্ৰয়ো প্ৰথম অৱস্থাত এই বিদ্ৰোহীসকলক সমৰ্থন কৰিছিল। ফলত নগাঁৱৰ ওচৰত মোৱামৰীয়াসকলে জয়লাভ কৰিছিল। এই খিনিতে বুঢ়াগোহাঁয়ে কূটনীতিৰে কছাৰী ৰজাক হাত কৰিছিল। কিছুদিন বিৰতিৰ পিছত পুনৰবাৰ কছাৰী আৰু মোৱামৰীয়া একগোট হোৱা বুলি গম পাই ১৮০৫ খ্ৰীঃত আহোমসকলে তেওঁলোকক প্ৰত্যাহ্বান জনাইছিল। এইবাৰৰ যুঁজ-বাগৰত ভালেমান লোক হতাহত হোৱাত কছাৰী সৈন্যসকলে তেওঁলোকৰ সহযোগী মোৱামৰীয়াসকলৰ সৈতে কোনোমতে প্ৰাণ লৈ পলাই যাবলৈ বাধ্য হয়। এওঁলোকৰ কিছুমান খাছপুৰ, কিছুমানে জয়ন্তীয়া ৰাজ্য আৰু আনবোৰে নিজ নিজ গাঁওবোৰলৈ পলাই যায়। এই বিবাদৰ পিছত আহোম আৰু কছাৰী ৰজাৰ বিবাদৰো অন্ত পৰে।

১৮০১ খ্ৰীঃত কিছুসংখ্যক মোৱামৰীয়াই চিংফৌ আৰু খামতিসকলৰ লগ হৈ ভৰত সিঙৰ নেতৃত্বত বিদ্ৰোহ কৰিছিল যদিও আহোমসকলে তেওঁলোকক দমন কৰে আৰু দুয়োপক্ষৰ মাজত যুঁজ লগাত ভৰত সিঙৰ মৃত্যু ঘটে। কমলেশ্বৰ সিংহৰ দিনতে ১৮০৫ খ্ৰীঃত ডিব্ৰু নৈৰ পূবত মৰাণসকলেও বেঙামৰাত সৰ্বানন্দক ৰজা বুলি ঘোষণা কৰিলে। মৰাণসকলে কেইবাবাৰো সাহায্য বিচাৰি ব্ৰহ্মদেশৰ ৰজালৈ ৰামনাথ বৰবৰুৱা নামেৰে এজন কটকী পঠিয়াই বিমুখ হৈছিল যদিও তেওঁলোকে বাৰেকোপতি এইদৰে সাহায্যৰ বাবে অনুনয়-বিনুনয় কৰি থকাত দুবাৰমান বৰ্মী সৈন্য দলে তেওঁলোকক সহায় কৰাৰ বাবে আহিছিল। কিন্তু অতি সতৰ্ক বুঢ়াগোহাঁইৰ চকুক এই সাহায্যকাৰী দলে ফাঁকি দিব নোৱাৰিলে। যথাসময়ত বহু ভাৰ-ভেটীৰে বৰ্মী সৈন্যক এনে কাৰ্যৰ পৰা তেওঁ নিৰস্ত কৰিবলৈ সক্ষম হ'ল। এইদৰে বৰ্মীৰ সাম্ভাব্য আক্ৰমণৰ পৰা অসমক ৰক্ষা কৰি বুঢ়াগোহাঁয়ে কূটনীতিৰে মৰাণসকলৰ প্ৰতি মিত্ৰতাৰ হাত আগবঢ়োৱা দেখা গ'ল। তেওঁ মৰাণসকলক সদয় ব্যৱহাৰ কৰি তেওঁলোকৰ নেতাক 'বৰসেনাপতি' উপাধিৰে শদিয়াৰ দক্ষিণে ব্ৰহ্মপুত্ৰ আৰু বুঢ়ী দিহিঙৰ মধ্যৱৰ্তী অঞ্চলত কৰতলতীয়া শাসক হিচাপে নিযুক্তি দিলে। এই ঠাইডোখৰক মটক ৰাজ্য নাম দিয়া হ'ল। মটক ৰাজ্যৰ শাসনভাৰ পাই সৰ্বানন্দই আহোম ৰজাক বছৰেকীয়া কৰ হিচাপে হাতীৰ দাঁত, মুগা-কাপোৰ আদি দিবলৈ সন্মত হৈছিল। এই ঘটনাৰ পিছত মোৱামৰীয়াসকলৰ বিদ্ৰোহেও শাম কাটিছিল।

কমলেশ্বৰ সিংহৰ দিনত এইদৰে মোৱামৰীয়া আৰু

অন্যান্য জনজাতি লোকে বিদ্ৰোহ কৰি থকাত ৰাজ্যখনত যি অৰাজকতাৰ সৃষ্টি হৈছিল তাৰ সুযোগ লৈ বৰহটীয়া নক্টে নগা আৰু তিৰুৱলীয়া নগাসকলেও আহোম ৰাজ্যৰ ভিতৰলৈ সোমাই আহি নানাধৰণৰ উপদ্ৰৱ কৰিবলৈ লৈছিল। এবাৰ বৰহটীয়া নক্টে নগাই কেইবাখনো গাঁৱত লুটপাত কৰাত ১৮০৭ খ্ৰীঃত আহোম ৰজাই তেওঁলোকক দমন কৰিবলৈ সৈন্য পঠিয়ালত তেওঁলোকে পৰাস্ত হৈ ঘৰবাৰী এৰি ডাঠ হাবি অঞ্চলত লুকাই থাকিলগৈ। তেতিয়া আহোম ৰজাই তেওঁলোকে ভৈয়ামলৈ অহা পথটো বন্ধ কৰি দিয়াত অৱশেষত তেওঁলোকে ৰজাৰ ওচৰত আহি আঁঠু ল'বলৈ বাধ্য হয়। ১৮০৯ খ্ৰীঃত তিৰুদুৱাৰৰ তিৰুৱলীয়া নগাসকলে আহোমৰ গাঁও কেতবোৰত উপদ্ৰৱ কৰিবলৈ লোৱাত আহোম সৈন্যক তেওঁলোকক দমনাৰ্থে পঠিওৱা হ'ল। যুঁজত হাৰি তিৰুৱলীয়া (কন্যাক বা কনিয়াক) নগাসকলে ঘৰবাৰী এৰি হাবিলৈ পলাই গ'ল। আহোম সৈন্যই তেওঁলোকক বিচাৰি নাপাই তেওঁলোকৰ ঘৰবাৰীত অগ্নিসংযোগ কৰি উভতি আহিল। উল্লেখযোগ্য যে এই নগা লোকসকলে আহোমৰ বশ্যতা স্বীকাৰ নকৰাকৈ থাকিল।

কমলেশ্বৰ সিংহৰ দিনত আহোম আৰু ভূটীয়াৰ বিবাদেও পুনৰ গা কৰি উঠিছিল। মোৱামৰীয়া বিদ্ৰোহীসকলে পুনৰ মূৰ দাঙি উঠাৰ ফলত ৰাজ্যখনত পুনৰ বিশৃংখল অৱস্থাৰ সুযোগ লৈ অন্যান্য লোকে মূৰ দাঙি উঠাৰ কালতে পাহাৰৰ পৰা কেতবোৰ ভূটীয়া লোকে নামি আহি অসমৰ ভালেমান লোক দাস খাটিবৰ বাবে ধৰি নিছিলহি। কেতবোৰ মোৱামৰীয়া বিদ্ৰোহীয়েও ভূটানৰ গিৰিপথবোৰত সোমাই তাৰ পৰা কেনেকৈ আহোম ৰাজ্যত উপদ্ৰৱ কৰিব পাৰি সেই সম্বন্ধে নানা জল্পনা-কল্পনা কৰিবলৈ লৈছিল। আনেহে নালাগে, দৰঙৰ বিদ্ৰোহী ৰজা কৃষ্ণনাৰায়ণ আৰু তেওঁৰ সহযোগী কামৰূপৰ হৰদত্ত চৌধুৰীয়েও ১৭৯২-৯৩ খ্ৰীঃত কেপ্তেইন ওৱেলছৰ হাতত পৰাজিত হৈ ভূটানৰ কিল্লিং দুৱাৰত লুকাইছিলগৈ। পিছত কৃষ্ণনাৰায়ণে বংগৰ পৰা অনা বৰকান্দাজবিলাকেও আহোমৰ হাতত পৰাজিত হৈ অসম এৰি বংগলৈ গৈছিল যদিও তেওঁলোকৰ অলপসংখ্যক লোকে এই ভূটীয়া পাহাৰতেই লুকাইছিলগৈ। এই আটাইবোৰ লোকেৰেই উদ্দেশ্য আছিল একেটাই— আহোম ৰাজ্যত উপদ্ৰৱ কৰা। উল্লেখযোগ্য যে, ভূটানত দুজন ৰজাৰ যুগ্ম শাসন চলিছিল— এজন আছিল দেব ৰজা আৰু আনজন ধৰ্মৰজা। ইয়াৰে দেবৰজাজনে দৰঙৰ বিদ্ৰোহী কৃষ্ণনাৰায়ণক আহোম ৰজাৰ বিৰুদ্ধে যুঁজিবলৈ ভূটীয়া সৈন্য কেতবোৰ দিয়াত আহোম আৰু ভূটীয়াৰ বিবাদ ঘনীভূত হৈছিল। পিছত ১৮৩২ খ্ৰীঃত কমলেশ্বৰ সিংহ ৰজাৰ দিনত গুৱাহাটীৰ প্ৰতাপ বল্লভ বৰফুকনে এইদৰে ভূটানৰ সৈতে বিবাদ নকৰি চুবুৰীয়া ৰাজ্য দুখনৰ মাজত মিলাপ্ৰীতিৰ দৰকাৰ বুলি কৈ দুজন অসমীয়া কটকীক ভাৰ-ভেটীৰে সৈতে ভূটানলৈ পঠিওৱাত ভূটানৰ ৰজাই তেওঁলোকক যথাযোগ্য সন্মান জনাই বহুবোৰ উপহাৰ দি তেওঁলোকৰ লগতে দুজন ভূটীয়া কটকীক আহোম ৰাজ্যলৈ পঠিয়াইছিল। ভূটীয়া কটকী দুজনে আহোম ৰজাক জনাইছিল যে ভূটানৰ নামনিৰ পৰা গোহাঁই কমল আলিৰ উত্তৰলৈকে ভূটীয়াসকলে যিখিনি মাটি দখল কৰি আছে তাৰবাবে তেওঁলোকে নিয়মীয়াকৈ কৰ দি আছে। তৎসত্ত্বেও অসম-ভূটান সীমাত থকা বুজৰবৰুৱা, বৰকাইথ আৰু চৌধুৰী আদি আহোম বিষয়াসকলে গোহাঁই কমল আলি পাৰ হৈ ভূটীয়া লোকক অত্যাচাৰ কৰি অহাটো এটা নিত্য নৈমিত্তিক ঘটনাত পৰিণত হৈছে। সেয়ে ভূটানৰ ৰজাই এইবোৰ ক্ষেত্ৰত আহোম ৰজাৰ হস্তক্ষেপ বিচাৰিছে। আহোম ৰজাই সেইবাবে অতি শীঘ্ৰে দুয়ো ৰাজ্যৰ মাজত সীমা ঠিকঠাক কৰি শান্তি ৰক্ষা কৰিব লাগে। কমলেশ্বৰ সিংহই কটকী দুজনক আদৰ-সাদৰ কৰি ভালেমান উপহাৰ দি সন্মান যচাৰ অন্তত তেওঁলোকৰ নিজ দেশলৈ উভতি গ'ল। ইয়াৰ পিছত আহোম ৰজাই বৰফুকনক মাতি ভূটীয়া কটকীৰ অভিযোগৰ তদন্ত কৰিবলৈ দিয়াত তেওঁ তদন্ত কৰি দেখিলে যে ভূটীয়াসকলেহে গোহাঁই কমল আলিৰ সীমা চেৰাই আহি আহোম ৰাজ্যৰ মাটি দখল কৰিছেহি। উল্লেখযোগ্য যে ভূটীয়াসকলে যাতে সীমা উলংঘন কৰি অসমৰ সীমাত সোমাই উপদ্ৰৱ কৰিব নোৱাৰে সেইবোৰ চোৱাচিতাৰ বাবে দৰঙৰ ৰজাক দায়িত্ব দিয়া হৈছিল। এইদৰে ভূটীয়াসকলে আহোম ৰাজ্যৰ মাটি দখল কৰাৰ বাবে ৰজা বিতুষ্ট হৈ ১৮০৫ খ্ৰীঃত দৰঙৰ বৰৰজা কৃষ্ণনাৰায়ণ আৰু ডেকা ৰজা হৰনাৰায়ণক বৰ্খাস্ত কৰি তেওঁলোকৰ বংশৰে সমুদ্ৰনাৰায়ণক দৰঙৰ ৰজা পাতি এই নতুন ৰজাজনক ভূটীয়াসকলক পূৰ্বৰ

সীমালৈ পঠিয়াই দিবলৈ আদেশ দিয়ে।

কমলেশ্বৰ সিংহৰ দিনত পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ প্ৰচেষ্টাত এইদৰে অসম ৰাজ্যত দেখা দিয়া বহুবোৰ জঞ্জালৰ মোখনি মাৰি ৰাজ্যখনলৈ সুখ-শান্তি ঘূৰাই আনিব পৰা গৈছিল। ৰাজ্যখনত শান্তি বিৰাজ কৰাত ৰজাই কলীয়া ভোমোৰাৰ মাধ্যমেৰে কামাখ্যাত এটা তামৰ ঘৰ সজাবলৈ নিৰ্দেশ দিয়ে। গুৱাহাটীৰ ছত্ৰাকাৰৰ দেৱালয়ো সেই সময়তে সজা হয়। এইজন ৰজাৰ দিনত ভালেমান পুখুৰী খন্দোৱাৰ উপৰিও আলি-পদূলিৰ উন্নতকৰণৰ প্ৰতিও যথেষ্ট মনোনিৱেশ কৰা দেখা যায়। ৰজাঘৰৰ পৃষ্ঠপোষকতাত শ্ৰীকান্ত সূৰ্যবিপ্ৰই ৰামায়ণৰ লংকাকাণ্ডৰ অসমীয়া অনুবাদ কৰা কাৰ্যই তেওঁৰ সাহিত্যানুৰাগৰ পৰিচয় দাঙি দিছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ সুকুমাৰ কলাৰ প্ৰতি থকা আকৰ্ষণৰ বিষয়েও বুৰঞ্জীয়ে সাক্ষী দিয়ে। এওঁলোক দুয়ো ৰজা আৰু মন্ত্ৰীৰ প্ৰচেষ্টাত ৰংপুৰ নগৰখনো পুনৰ সজাই পৰা তোলা হৈছিল বুলি জনা যায়। ১৮১১ খ্ৰীঃৰ জানুৱাৰি মাহত বসন্ত ৰোগত কমলেশ্বৰ সিংহৰ মৃত্যু হয়। তেওঁৰ মৃত্যুৰ পিছত চন্দ্ৰকান্ত সিংহই ৰাজপাটত আৰোহণ কৰে।

### মোৱামৰীয়া বিদ্ৰোহ — এটি সমীক্ষা

অসম বুৰঞ্জীত মোৱামৰীয়া বিদ্ৰোহে এক গুৰুত্বপূৰ্ণ অধ্যায় সংযোজিত কৰিছে। এই বিদ্ৰোহ আৰম্ভ হৈছিল ১৭৬৯ খ্ৰীঃত। প্ৰথমটো মোৱামৰীয়া বিদ্ৰোহ হৈছিল লক্ষ্মীসিংহৰ দিনত, দ্বিতীয় আৰু তৃতীয় বিদ্ৰোহটো হয় গৌৰীনাথ সিংহৰ ৰাজত্বকালত। এই বিদ্ৰোহে এক ব্যাপক আকাৰ ধাৰণ কৰাত অসমত ভালেমান দিন ধৰি মহা অশান্তিৰ সৃষ্টি হৈছিল। অৱশেষত এই বিদ্ৰোহৰ কালতে নামনি অসম আৰু দৰঙতো আহোমৰ বিৰুদ্ধে দুটা বিদ্ৰোহ হোৱাত সমগ্ৰ ৰাজ্যখনতে যি এক বিশৃংখলাৰ সৃষ্টি হৈছিল সেই অৱস্থাৰ পৰা ৰাজ্যখনক ৰক্ষা কৰিবলৈ ইষ্ট ইণ্ডিয়া কোম্পানিৰ সাহায্য বিচৰা হৈছিল। নামনি অসম আৰু দৰঙৰ বিদ্ৰোহত কোম্পানিৰ অধীনস্থ বংগ দেশৰ পৰা কেতবোৰ বৰকান্দাজ ভাড়ালৈ অনাৰ বাবে উপদ্ৰৱ বৃদ্ধি পাইছিল। আহোমৰ ৰজাৰ পক্ষৰ পৰা সাহায্য বিচৰাত প্ৰথমে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে অসমলৈ এনেদৰে সাহায্য আগবঢ়াবলৈ বিচৰা নাছিল। কিন্তু পিছত যেতিয়া কোম্পানিক কোৱা হ'ল যে তেওঁলোকৰ অধীকৃত অঞ্চলৰ বৰকান্দাজ আহি অসমৰ সুখ শান্তি নষ্ট কৰিছে আৰু এই লোকসকলৰ পৰা অসমক ৰক্ষাৰ ক্ষেত্ৰত তেওঁলোকৰ এটা নৈতিক দায়িত্ব আছে, তেতিয়াহে কোম্পানিয়ে এই ৰাজ্যলৈ কেপ্টেইন ৱেলছৰ নেতৃত্বত ৬টা ফৌজ পঠিয়াইছিল। এই ৬টা ফৌজৰ প্ৰতিটোতে ৬০জনকৈ সৈন্য আছিল। এইদৰে কেপ্টেইন ৱেলছক অসমলৈ পঠিওৱা কোম্পানিৰ গভৰ্নৰ জেনেৰেলজন আছিল লৰ্ড কৰ্ণৱালিছ। লৰ্ড কৰ্ণৱালিছক এইদৰে অসমৰ ৰজাৰ সহায়ৰ বাবে সৈন্য পঠিয়াবলৈ ৰংপুৰৰ কলেক্টৰ লুমছডেন আৰু যোগীঘোপাত থকা লোণ বিষয়া ৰাউছেও অনুৰোধ কৰিছিল বুলি জনা যায়। ইষ্ট ইণ্ডিয়া কোম্পানিৰ কেপ্টেইন ৱেলছৰ নেতৃত্বত অহা দলটোৱে বৰকান্দাজ দমনত সফলতা লাভ কৰাৰ পিছত আহোম ৰজা আৰু ডা-ডাঙৰীয়াৰ অনুৰোধক্ৰমে আৰু গভৰ্নৰ জেনেৰেল লৰ্ড কৰ্ণৱালিছৰ অনুমতি সাপেক্ষে কিদৰে সফলতাৰে মোৱামৰীয়া বিদ্ৰোহ দমন কৰিছিল সেই বিষয়ে সবিশেষ আগয়ে উল্লেখ কৰা হৈছে। কিন্তু বিদ্ৰোহ দমনৰ পিছত আৰু অলপ কাম কৰিবলৈ বাকী থকা সত্ত্বেও কোম্পানিৰ নতুন গভৰ্নৰ জেনেৰেল ছাৰ জন ছোৰে অহস্তক্ষেপ নীতিৰ দোহাই দি কেপ্টেইন ৱেলছক কলিকতালৈ উভতি যাবলৈ নিৰ্দেশ দিয়াত অনিচ্ছা সত্ত্বেও তেওঁ মোৱামৰীয়া অভিযান সামৰি গুৱাহাটীৰ পৰা বংগ অধিকৃত গোৱালপাৰা অভিমুখে ৰাওনা হৈছিল (১ জুলাই ১৭৯৪ খ্ৰীঃ)। কেপ্টেইন ৱেলছৰ প্ৰত্যাৱৰ্তনৰ পিছতো কমলেশ্বৰ সিংহৰ দিনলৈকে মোৱামৰীয়া বিদ্ৰোহীয়ে অ'ত ত'ত কেতিয়াবা বিভিন্ন জনজাতিৰ লগলাগি আৰু কেতিয়াবা নিজৰবৰীয়াকৈ আহোমৰ বিৰুদ্ধে যুঁজিছিল। কিন্তু বিদ্ৰোহবোৰ বেলেগ বেলেগ ঠাইত হৈছিল আৰু মোৱামৰীয়াসকলৰ মাজত সংগঠনৰো অভাৱ ঘটিছিল।

মোৱামৰীয়াসকল মায়ামৰা বা মোৱামৰা সত্ৰৰ শিষ্য আছিল। এওঁলোকৰ সৰহভাগ লোক আছিল মৰাণ। ইয়াৰ বাহিৰেও চুতীয়া, কছাৰী. কৈৱৰ্ত, আহোম আৰু কিছুসংখ্যক বৰ্ণহিন্দুও এই সত্ৰৰ শিষ্য আছিল। মায়ামৰা সত্ৰৰ প্ৰতিষ্ঠাপক আছিল অনিৰুদ্ধদেৱ ভূঞা। এওঁ শূদ্ৰ সম্প্ৰদায়ৰ লোক আছিল। মোৱামৰীয়া মহন্তসকলে জনজাতি আৰু তথাকথিত অবৰ্ণ হিন্দু লোককো শিষ্য হিচাপে আঁকোৱালি

লৈছিল। এই সত্ৰৰ সত্ৰাধিকাৰসকল যথেষ্ট সমৃদ্ধিশালী আৰু ক্ষমতাশালী আছিল।

মোৱামৰীয়া বিদ্ৰোহৰ কাৰণসমূহো আছিল বহুত। এই বিদ্ৰোহৰ কাৰণসমূহ ব্যাখ্যা কৰিলে দেখা যায় যে, ইয়াৰ অন্যতম মুখ্য কাৰণ আছিল শাক্ত আৰু বৈষ্ণৱৰ বিবাদ আৰু ইয়াৰ পটভূমি ৰচনা হৈছিল লক্ষ্মীসিংহৰ ৰাজত্বকালৰ বহু পূৰ্বে। দৰাচলতে চুহুংমুং দিহিংগীয়া ৰজাৰ দিনৰ পৰাই আহোমসকলৰ ওপৰত ব্ৰাহ্মণ্যবাদৰ প্ৰভাৱ বিস্তাৰ হৈছিল। তলত মোৱামৰীয়া বিদ্ৰোহৰ কাৰণসমূহ থূলমূলকৈ আলোচনা কৰা হ'ল—

(১) আহোম ৰজাসকল আছিল সামন্তবাদী, এই সামন্তবাদী ৰজাসকলে গড়মূৰ, দক্ষিণপাট, আউনীআটী, কুৰুৱাবাহী আদি সত্ৰৰ ব্ৰাহ্মণ সত্ৰাধিকাৰসকলক যিদৰে সন্মান কৰিছিল তেনে্ত সন্মান আৰু পৃষ্ঠপোষকতা মায়ামৰা সত্ৰৰ সত্ৰাধিকাৰক কৰা নাছিল। কিন্তু মায়ামৰা সত্ৰৰ শূদ্ৰ সত্ৰাধিকাৰে সমাজৰ সকলো স্তৰকে আঁকোৱালি লোৱাৰ বাবে এই সত্ৰৰ জনপ্ৰিয়তা অভাৱনীয় ৰূপে বৃদ্ধি পাইছিল। ফলত শূদ্ৰ আৰু অশূদ্ৰ সত্ৰৰ মাজত ইৰ্ষাভাৱ বৃদ্ধি হৈছিল। আহোম ৰজাসকলে শূদ্ৰ-প্ৰধান মায়ামৰা সত্ৰৰ প্ৰতি বিভেদকামী মনোভাৱ গ্ৰহণ কৰাৰ বাবে এই সত্ৰৰ লোকৰ মাজত অসন্তুষ্টিৰ সৃষ্টি হৈছিল। (২) মায়ামৰা সত্ৰৰ শিষ্যসকলে সত্ৰাধিকাৰক আহোম ৰজাতকৈ উচ্চ জ্ঞান কৰিছিল। ফলত প্ৰতাপসিংহ স্বৰ্গদেউৰ দিনৰ পৰাই প্ৰকাশ্যে ৰজা আৰু মোৱামৰীয়াসকলৰ মাজত এক বিভেদ আৰু বিৰোধৰ সৃষ্টি হৈছিল। (৩) চুৰামফা ভগাৰজাৰ দিনত মায়ামৰা মহন্ত নিত্যানন্দই নিজকে আহোম স্বৰ্গদেউৰ সমকক্ষ বুলি দাবী কৰা বাবে ভয়ানকভাৱে ৰুষ্ট ৰজাই তেওঁক হত্যা কৰাইছিল। (৪) জয়ধ্বজ সিংহৰ দিনতো মায়ামৰা মহন্ত আৰু শিষ্যসকলৰ ওপৰত নানা অত্যাচাৰ চলোৱা হৈছিল। (এই বিষয়ে এইজন ৰজাৰ ৰাজত্বকালত সবিশেষ বৰ্ণনা কৰা হৈছে।) (৫) উদয়াদিত্য সিংহই শূদ্ৰ মহন্তসকলক তেওঁৰ গুৰু পৰমানন্দ বৈৰাগী নামৰ এজন ব্ৰাহ্মণৰ ওচৰত শৰণ ল'বলৈ আদেশ দিয়াত এই মহন্তসকলৰ মনত আহোম ৰজাৰ প্ৰতি এক তীব্ৰ বিৰূপ ভাব সৃষ্টি হৈছিল। (৬) গদাধৰ সিংহই মায়ামৰা মহন্ত বৈকুণ্ঠ নাথক নামৰূপত নিৰ্বাসন দি পিছত হত্যা কৰাইছিল। (গদাধৰ সিংহই ল'ৰা ৰজাৰ দিনত ছদ্মবেশেৰে অনাই-বনাই ঘূৰি ফুৰোতে এই সত্ৰত আশ্ৰয় বিচাৰি অপমানিত হোৱাৰ বাবে ৰজা হৈ এই মহন্তজনৰ ওপৰত প্ৰতিশোধ হৈছিল বুলি কোৱা হয়।) গদাধৰৰ এই কাৰ্যই মোৱামৰীয়াসকলৰ অসন্তুষ্টি দুগুণে বৃদ্ধি কৰিছিল। (৭) ৰুদ্ৰসিংহই এখন ধৰ্ম মহাসভা পাতি ধৰ্ম সম্বন্ধে নানা আলোচনা-বিলোচনা কৰাৰ লগতে ব্ৰাহ্মণসকলে শূদ্ৰ গুৰুৰ শৰণ ল'ব নালাগে বুলি নিৰ্দেশ জাৰি কৰাত মায়ামৰা সত্ৰৰ শূদ্ৰ মহন্ত, মেধিসকল অতি ক্ষুণ্ণ হৈছিল। (৮) শিৱ সিংহৰ দিনত বৰৰজা ফুলেশ্বৰী কুঁৱৰীয়ে বলপূৰ্বকভাৱে মোৱামৰীয়া মহন্তসকলক দুৰ্গা পূজাত বলিৰ তেজেৰে ফোঁট দি নিৰ্মালি গ্ৰহণ কৰিবলৈ বাধ্য কৰাত মহন্তসকলৰ মনত উমি উমি জ্বলি থকা বিদ্ৰোহৰ অগণি দুগুণে জ্বলি উঠিছিল। (৯) ৰাজেশ্বৰ সিংহৰ দিনত কীৰ্তিচন্দ্ৰ বৰবৰুৱাই মোৱামৰীয়াৰ বিৰুদ্ধে কটু মন্তব্য দিয়াত মোৱামৰীয়া মহন্ত অষ্টভুজদেৱৰ পুত্ৰ গাগিনি বায়নৰ ইমান খং উঠিল যে তেওঁ মোৱামৰীয়া সত্ৰৰনো কিমান শিষ্যবল আছে তাকে চাবলৈ যোৰহাটৰ দাঁতিৰ মালৌ পথাৰত থকা গাঁতত প্ৰত্যেকজন শিষ্যকে এচপৰাকৈ মাটি দিবলৈ আহ্বান কৰিছিল। শিষ্যসকলে সেইমৰ্মে মাটি দিয়াত সেই ঠাইত এটা প্ৰকাণ্ড ভেটিৰ সৃষ্টি হৈছিল। এই ভেটিটোৰেই নাম হ'ল বৰভেটি। বৰভেটিৰ সৃষ্টিয়ে মোৱামৰীয়া শিষ্যৰ জনবল সম্বন্ধে প্ৰমাণ দিয়াত মায়ামৰা সত্ৰৰ বিদ্ৰোহী ভাবাপন্ন শিষ্যসকলৰ মনোবল শতগুণে বৃদ্ধি পালে। (১০) লক্ষ্মীসিংহৰ দিনত কীৰ্তিচন্দ্ৰ বৰুৱাক নমস্কাৰ নিদি তেওঁৰ প্ৰতি অসৌজন্যমূলক মনোভাব প্ৰদৰ্শন কৰা বুলি মোৱামৰীয়া মহন্তৰ বিৰুদ্ধে অভিযোগ তুলি তেওঁক মতাই আনি তিৰস্কাৰ কৰাত মোৱামৰীয়াসকলৰ খং দুগুণে চৰিছিল। ইয়াৰ পিছত আহোম ৰজাক কৰ হিচাপে হাতী দিবলৈ অহা মোৱামৰীয়া শিষ্য নাহৰখোৰা শইকীয়া আৰু ৰাঘ নেওগক তেওঁলে অনা হাতীটোত খুঁত থকা বুলি কীৰ্তিচন্দ্ৰই দুয়োকে চৰম অপমান আৰু অত্যাচাৰ কৰাত মোৱামৰীয়া বিদ্ৰোহৰ সৃষ্টি হ'ল। (১১) আহোম সিংহাসনৰ পৰা বঞ্চিত তিনিজন ৰাজকোঁৱৰ— ৰুদ্ৰসিংহৰ পুত্ৰ মোহনমালা গোহাঁই আৰু ৰাজেশ্বৰ সিংহৰ দুই পুত্ৰ চাৰু সিংহ আৰু ৰত্নেশ্বৰে মোৱামৰীয়া বিদ্ৰোহীৰ সৈতে যোগদান

কৰাত বিদ্রোহী মোৱামৰীয়াসকলৰ মনোবল বৃদ্ধি পালে। (১২) পাইক প্ৰথাৰ দ্বাৰা নিষ্পেষিত সাধাৰণ প্ৰজা এচামেও মোৱামৰীয়া বিদ্রোহত যোগ দি আহোম ৰজাৰ বিৰোধিতা কৰিবলৈ আগবাঢ়ি আহিছিল।

মোৱামৰীয়া বিদ্রোহৰ প্ৰকৃতি নিৰ্ণয় কৰিবলৈ গ'লে প্ৰকৃততেনো এই বিদ্রোহে কি বিচাৰিছিল সেই সম্বন্ধে নানা ধৰণৰ প্ৰশ্ন উদয় হয়। এই সন্দৰ্ভত স্বাভাৱিকতে পোনপ্ৰথমে যিটো প্ৰশ্ন মনলৈ আহে সেই প্ৰশ্নটো হ'ল, মোৱামৰীয়া বিদ্রোহে ৰাজতন্ত্ৰৰ বিৰোধিতা কৰিছিল নে কেৱল ৰজাৰ পৰিবৰ্তন বিচাৰিছিল? এই প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ সৰহসংখ্যক চিন্তাবিদে এই মতত উপনীত হৈছে যে, এই বিদ্রোহে ৰাজতন্ত্ৰ ওফৰাবলৈ বিচৰা নাছিল। বিচাৰিছিল ৰজাসকলৰ মনোভাবৰ পৰিবৰ্তনহে। কাৰণ যেতিয়া মোৱামৰীয়া মহন্তই তেওঁৰ শিষ্যসকলক বিদ্রোহ কৰিবলৈ অনুমতি দিছিল তেতিয়া তেওঁ এষাৰ কথা দৃঢ়ভাৱে কৈছিল যে, আহোমসকলে বৰ কষ্টকৈ এই ৰাজ্যখন স্থাপন কৰিছে। হাবি-বননিৰে ভৰপূৰ ঠাইখনক জনবসতিপূৰ্ণ এনে এখন ঠাইত পৰিণত কৰাৰ বাবে তেওঁলোকৰ ওচৰত আটায়ে কৃতজ্ঞ থাকিব লাগে। আহোমৰ হাতৰ পৰা ৰাজদণ্ডও কাঢ়ি আনিব নালাগে। মাত্ৰ তুংখুঙীয়া ফৈদৰ এজনকহে ৰজা পাতিব লাগে। মোৱামৰীয়া মহন্তৰ এই উক্তিয়ে প্ৰমাণ কৰে যে তেওঁলোকৰ বিদ্রোহ ৰাজতন্ত্ৰ বিৰোধী অভ্যুত্থান নাছিল। আনহাতেদি আকৌ বহুতো ঠাইত পাইকসকলে আহোমৰ শাসনকালৰ শোষণৰ পৰা মুক্তি বিচাৰিছিল। সেইফালৰ পৰা এই বিদ্রোহৰ প্ৰকৃতিক কৃষক বিদ্রোহ তথা গণ বিপ্লৱৰ সৈতে তুলনা কৰিব পাৰি। মোৱামৰীয়া বিদ্রোহৰ সময়ত সুযোগ বুজি কৃষক পাইকসকলে অস্ত্ৰ ধাৰণ কৰি সশস্ত্ৰ বিদ্রোহৰ গুৰি ধৰিছিল বুলিও ক'ব পাৰি। কিন্তু আটাইতকৈ গুৰুত্বপূৰ্ণ কথাটো হ'ল— ব্ৰাহ্মণ্যবাদ আৰু মহাপুৰুষীয়া শূদ্ৰ-মহন্তৰ ক্ৰমবৰ্ধমান বিৰোধ যাৰ ফলত মোৱামৰীয়া বিদ্রোহৰ পটভূমি ৰচিত হৈছিল। সেয়ে কোনো কোনো মহলে এই বিদ্রোহক এক ধৰ্ম যুদ্ধহে বোলে। কিন্তু মন কৰিবলগীয়া যে মোৱামৰীয়া বিদ্রোহ সু-সংগঠিত বিদ্রোহ নাছিল। আনহাতেদি আনকি সাধাৰণ প্ৰজায়ো মোৱামৰীয়া ৰজা ৰমাকান্ত আৰু বিষয়াসকলক অন্তৰেৰে গ্ৰহণ কৰিব পৰা নাছিল। মোৱামৰীয়া ৰাজত্বৰ পতনৰ পিছত অসমত পুনৰবাৰ আহোম ৰজা ক্ষমতালৈ আহে। আনহাতেদি মোৱামৰীয়াসকলৰ পতনৰ পিছত তেওঁলোকৰ নিজৰ মাজতে নানা বিভেদ হৈ নতুন নতুন সামন্তৰ সৃষ্টি হ'ল। গাগিনিবায়ন, ডেকা মহন্ত, ৰমানন্দ, সৰ্বানন্দ, ভৰত সিংহকে ধৰি ভালেমান নতুন সামন্তই মূৰ দাঙি উঠি নিজ নিজ শক্তি আৰু ক্ষমতা বৃদ্ধিৰ বাবে সচেষ্ট হ'ল। আনহাতেদি মোৱামৰীয়া বিদ্রোহীৰ আতিশয্যৰ ফলত প্ৰজাৰ দুখ-দুৰ্দশা বাঢ়িল। বহুতো প্ৰজাই অত্যাচাৰিত হোৱাতকৈ মোৱামৰীয়া দলত যোগদান কৰাটোৱেই বুদ্ধিমানৰ কাম হ'ব বুলি ভাবি তেওঁলোকৰ লগ লাগিল। ই ফালে আকৌ সুবিধা পালেই আহোম ৰজাসকলেও মোৱামৰীয়াসকলক অত্যাচাৰ কৰাৰ বহু দৃষ্টান্ত আছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ আৰু কেপ্তেইন ওৱেলছে গৌৰীনাথ সিংহক সজ পৰামৰ্শ দি কৈছিল যে, মোৱামৰীয়া বিদ্রোহী আৰু তেওঁলোকৰ সহায়কাৰীসকলক অত্যাচাৰ নকৰি ভাল ব্যৱহাৰ কৰিলে দুনাই বিদ্রোহ হোৱাৰ কোনো ভয় নাথাকিব। গৌৰীনাথ সিংহই তেওঁলোকৰ পৰামৰ্শ গুৰুত্বসহকাৰে লোৱা নাছিল। আনকি মোৱামৰীয়া বিদ্রোহে শামকটাৰ পিছত তেওঁ অ'ত ত'ত লুকাই থকা বিদ্রোহীসকলক ধৰি আনি তেওঁলোকক কঠোৰভাৱে শাস্তি দিছিল। কমলেশ্বৰ সিংহও এই ক্ষেত্ৰত ব্যতিক্ৰম নাছিল। মুঠৰ ওপৰত গৌৰীনাথ আৰু কমলেশ্বৰ এই দুয়োজন ৰজাৰ মোৱামৰীয়াৰ প্ৰতি থকা অবিশ্বাস আৰু প্ৰতিশোধৰ ভাবে তেওঁলোকৰ সামন্তযুগীয় মনোভাৱেই ব্যক্ত কৰিছিল মাথোন। চুবুৰীয়া চিংফৌ, খামতি, কছাৰী, ডফলা আদি লোকসকলেও সময়ে সময়ে মোৱামৰীয়া বিদ্রোহীৰ লগ হোৱাটোও বিশেষভাৱে মন কৰিবলগীয়া। এই লোকসকলে একগোট হৈ আহোমক আক্ৰমণ কৰাহেঁতেন অসমৰ বুৰঞ্জীৰ গতি নিশ্চয় আন কোনোবা দিশে ধাৱিত হ'লহেঁতেন কিন্তু তেওঁলোকৰ সাংগঠনিক দুৰ্বলতাৰ বাবে এই শক্তিসমূহে আহোমক পৰাভূত কৰিব নোৱাৰিলে। আনহাতেদি ইষ্ট ইণ্ডিয়া কোম্পানিৰ সহায়ত মোৱামৰীয়া বিদ্রোহ দমন কৰি আহোম ৰজাঘৰে নিজেই অসমত বৃটিছ সাম্ৰাজ্যবাদৰ পথ মুকলি কৰিছিল।

মোৱামৰীয়া বিদ্রোহৰ ফলাফলসমূহ বিশ্লেষণ কৰিলে

দেখা যায় যে, এই বিদ্ৰোহৰ ফলত অসমৰ প্ৰশাসনিক চৰিত্ৰৰ পৰিৱৰ্তন হোৱা নাছিল। এই বিদ্ৰোহৰ ফলত কেৱল আহোম ৰজাই কেইবাবাৰো ৰাজধানীৰ পৰা আঁতৰি পলাবলৈ বাধ্য হৈছিল। কিন্তু স্থান পৰিৱৰ্তন হ'লেও তেওঁলোক গাদীচ্যুত হোৱা নাছিল। মোৱামৰীয়াসকলে নাহৰখোৰা শইকীয়াৰ পুত্ৰ ৰমাকান্তক ৰাজপাটত বহুৱাইছিল যদিও তেওঁ মাত্ৰ ৫ মাহমানহে ৰাজত্ব কৰিবলৈ সক্ষম হ'ল। মোৱামৰীয়াসকলৰ উপযুক্ত নেতাৰ অভাৱ, অনভিজ্ঞতা আৰু বিভিন্নজনৰ ক্ষমতাৰ প্ৰতিদ্বন্দিতাই ৰমাকান্তৰ ৰাজত্বৰ দিন চমু চপাই আনিলে। মোৱামৰীয়াৰ আতিশয্যত বিৰক্ত হৈ ডা-ডাঙৰীয়া আৰু মণিপুৰী ৰাণী কুৰংগয়নীয়ে ষড়যন্ত্ৰ কৰি ৰাঘ মৰাণক হত্যা কৰিলে। পিছলৈ নাহৰখোৰা, ৰাঘ মৰাণ, ৰমাকান্তকে আদি কৰি সকলোবোৰ মোৱামৰীয়া নেতাক বধ কৰি আকৌ লক্ষ্মীসিংহকে ৰজা পতা হ'ল। এই বিদ্ৰোহৰ সময়ত সৃষ্টি হোৱা অৰাজকতাময় পৰিবেশৰ সুবিধা লৈ কামৰূপত হঁৰদত্ত চৌধুৰী আৰু দৰঙত কৃষ্ণনাৰায়ণেও বিদ্ৰোহ কৰিছিল। নগাঁৱত সিন্ধুৰা হাজৰিকাই গৌৰীনাথ সিংহক খেদি পঠিয়াইছিল। অৱশেষত ইষ্ট ইণ্ডিয়া কোম্পানিৰ কেপ্টেইন ৱেলছক উৰ্ধ্বতম কৰ্তৃপক্ষই নামনি অসমৰ বিদ্ৰোহ দমন কৰিবলৈ পঠিওৱাত তেওঁ আহি সাফল্যৰে দায়িত্ব পালন কৰিছিল। আহোম ৰজাৰ অনুৰোধক্ৰমে কোম্পানিৰ গৱৰ্ণৰ জেনেৰেলৰ অনুমতিসাপেক্ষে তেওঁ মোৱামৰীয়া বিদ্ৰোহ দমন কৰিছিল। কেপ্টেইন ৱেলছ আৰু পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ পৰামৰ্শ গ্ৰহণ কৰি ৰজা গৌৰীনাথ সিংহই এৰা ধৰাৰ মনোভাৱেৰে তেতিয়াই মোৱামৰীয়া বিদ্ৰোহীসকলৰ সৈতে এটা বুজা-পৰালৈ অহাহেঁতেন মোৱামৰীয়া বিদ্ৰোহৰো ইয়াতে অন্ত পৰিলহেঁতেন। কিন্তু কাৰো হাকবচন নামানি তেওঁ বিদ্ৰোহীৰ ওপৰত প্ৰতিশোধমূলক ব্যৱস্থা লোৱাত এই বিদ্ৰোহৰ যি বীজ ৰৈ গৈছিল কমলেশ্বৰ সিংহৰ দিনত ই আকৌ সক্ৰিয় হৈ পুনৰ ছেগা-চোৰোকাকৈ অ'ত-ত'ত বিদ্ৰোহৰ চেষ্টা চলিছিল। ইয়াৰ লগতে আৰম্ভ হৈছিল নামনিৰ দন্দুৱাদ্ৰোহ, উজনিৰ চিংফৌ, ডফলা, খামতি, নক্টে নগা, তিৰুদুৱাৰৰ তিৰুৱলীয়া কন্যাক নগাৰ উপদ্ৰৱ। আনকি ভূটানৰ দুৱাৰ অঞ্চলতো বিভিন্ন ধৰণৰ বিশৃংখলা আৰু বিদ্ৰোহৰ চেষ্টা চলিছিল। আনহে নালাগে বৰ্মী সৈন্য আহিও বিদ্ৰোহীসকলক দুবাৰমান সহায় কৰিবলৈ উদ্যত হৈছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে বহু প্ৰবন্ধ কৰি এই বিদ্ৰোহসমূহ দমন কৰাৰ উপৰিও বহু ভাৰভেটী দি বৰ্মী সৈন্যসকলক ওভতাই পঠিয়াইছিল। বিদ্ৰোহৰ ফলত মোৱামৰীয়া সত্ৰৰো একো লাভ হোৱা নাছিল। কমলেশ্বৰ সিংহৰ দিনত এই সত্ৰৰ মহন্ত পীতাম্বৰদেৱক বন্দী কৰি যোৰহাটলৈ লৈ যোৱা হৈছিল। এই সত্ৰৰ গাগিনি বায়নে ৰজা হ'বলৈ আশা কৰিছিল যদিও তেওঁক তেওঁৰ পিতৃয়ে ৰজা হ'বলৈ নিদি ৰমাকান্তকহে ৰাজপাট দিয়াৰ পৰামৰ্শ দিছিল। যিকেইজন ৰাজকোঁৱৰে এই বিদ্ৰোহৰ সুযোগতে ৰাজপাট দখলৰ সপোন দেখিছিল তেওঁলোকৰ আশাতো চেঁচাপানী পৰিল। মোৱামৰীয়া বিদ্ৰোহে কেতবোৰ সামন্তৰহে সৃষ্টি কৰিলে। গাগিনি বায়ন, পীতাম্বৰদেৱ, ভৰত সিংহ, সৰ্বানন্দৰ পৰা আৰম্ভ কৰি ৰমানন্দ, ৰাঘ মৰাণ আদি প্ৰত্যেকেই একো একোজন স্বয়ম্ভু সামন্ত হ'বলৈ সচেষ্ট হোৱা দেখা গ'ল। ইফালে মোৱামৰীয়া বিদ্ৰোহৰ ফলত খেতি-বাতিৰ প্ৰভূত ক্ষতিসাধন হোৱাত ৰাজ্যখনত অৰ্থনৈতিক দুৰৱস্থাৰ সৃষ্টি হৈছিল। এই বিদ্ৰোহ দমন কৰা কেপ্তেইন ওৱেলছে ৰাজ্যখনত আফু খেতিৰ প্ৰচলন কৰাত পিছলৈ অসমত কানি সেৱনকাৰীৰ সংখ্যা অভাৱনীয়ৰূপে বৃদ্ধি পাইছিল। কানি ৰৰবিহে সামাজিকভাৱে অসমৰ বিস্তৰ ক্ষতি কৰিছিল। মোৱামৰীয়া বিদ্ৰোহে এই বিদ্ৰোহৰ অন্যতম প্ৰধান কাৰণ তথা ব্ৰাহ্মণ্যবাদ আৰু শাক্ত ধৰ্মৰ মাজত দেখা দিয়া দ্বন্দ্বৰ ক্ষেত্ৰতো কোনো সুমীমাংসা দিব পৰা নাছিল। মুঠৰ ওপৰত ৰাজ্যখনৰ সংহতি আৰু অৰ্থনীতিত কুঠাৰাঘাত কৰা মোৱামৰীয়া বিদ্ৰোহে অসমক জুৰুলা কৰাৰ লগতে এই ৰাজ্যৰ প্ৰতি ইষ্ট ইণ্ডিয়া কোম্পানীৰ দৃষ্টি আকৰ্ষণ কৰিছিল। যদিও সেই সময়ছোৱাত কোম্পানিয়ে 'অহস্তক্ষেপ নীতি' গ্ৰহণ কৰিছিল, অদূৰ ভৱিষ্যতত সেই নীতিৰ পৰিৱৰ্তন হৈ অসমতো বৃটিছৰ সম্প্ৰসাৰণ নীতিৰ গোড়াপত্তন হৈছিল। এইদৰে অসমৰ সমসাময়িক আৰু ভৱিষ্যতকালত মোৱামৰীয়া বিদ্ৰোহৰ ফলাফলে এক নতুন দিক নিৰ্ণয়কাৰীৰ ভূমিকা গ্ৰহণ কৰাটোও নিশ্চয় এক মন কৰিবলগীয়া বিষয়।

**চন্দ্ৰকান্ত সিংহ বা চুডিংফা (প্ৰথম ৰাজত্ব ১৮১০—১৮১৮ খ্ৰীঃ, দ্বিতীয় ৰাজত্ব ১৮১৯—১৮২১ খ্ৰীঃ) অসমত বৰ্মী বা মানৰ আক্ৰমণ ইত্যাদি**

কমলেশ্বৰ সিংহৰ মৃত্যুৰ পিছত ৰাজপাটত অধিষ্ঠিত হৈছিল তেওঁৰ ভাতৃ চন্দ্ৰকান্ত সিংহ, এওঁৰ আহোম নাম আছিল চুডিংফা। কোমল বয়সীয়া এই ৰজাজনৰ দিনত ৰাজ্য শাসনৰ সকলো ক্ষমতা পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ হাততে ন্যস্ত আছিল।

চন্দ্ৰকান্ত ৰজাৰ ওপৰত এজন কুকুৰাচোৱা বৰাৰ পুত্ৰ সৎৰামৰ কুপ্ৰভাৱ পৰিছিল। এইজন বৰাৰ নাম আছিল ভূত আৰু এওঁৰেই পুত্ৰ সৎৰাম ল'ৰালি কালৰ পৰা চন্দ্ৰকান্তৰ নলে-গলে লগা বন্ধু আছিল। চন্দ্ৰকান্তই ৰাজপাট লাভ কৰাত এতিয়া সৎৰামৰো দোপতদোপে উন্নতি হ'বলৈ ধৰিলে। ৰাজ অনুগ্ৰহ লাভ কৰা সৎৰামৰ চাৰিংগীয়া ফুকনৰ পদত অধিষ্ঠিত হ'বলৈ সৰহ দিন নালাগিল। তাতোকৈ ডাঙৰ কথা, চন্দ্ৰকান্ত সিংহই সৎৰামৰ পৰামৰ্শ লৈহে সকলোবোৰ কাম-কাজ কৰিবলৈ ল'লে। পিছলৈ ৰজাই সৎৰামক অত্যধিক মৰ্যাদা দিবলৈ যোৱাত ৰাজসভাত এক অভাৱনীয় পৰিস্থিতিৰ সৃষ্টি হ'ল। ল'ৰামতীয়া ৰজাই তেওঁৰ বন্ধুক ৰাজ সিংহাসনৰ ওচৰতে বহিবলৈ আসন দিয়াত ডা-ডাঙৰীয়াসকলৰ সন্মানত আঘাত লাগিছিল। সৎৰামে এইদৰে ৰজাৰ প্ৰায় গাতে লাগি বহি থকাৰ বাবে ডা-ডাঙৰীয়াসকলে ৰজাক সেৱা জনাওঁতে তেওঁকো সেৱা জনোৱাৰ দৰে হৈছিল। এই কথাতে ডা-ডাঙৰীয়াসকল অতি বিতুষ্ট হৈছিল। ইফালে বন্ধুৰ পৰামৰ্শত চলা ৰজাই পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ পৰামৰ্শমতে ৰাজ্যশাসন কৰিবলৈ ভাল পোৱা নাছিল আৰু সৎৰামেও হেনো বুঢ়াগোহাঁইক হত্যা কৰিবলৈ বুধি পাঙিছিল। কিন্তু এই ষড়যন্ত্ৰৰ কথা সদৰী হোৱাত সৎৰাম আৰু তেওঁৰ সহযোগী ষড়যন্ত্ৰকাৰীসকলক বন্দী কৰি বিচাৰত আটাইকেইজনকে মৃত্যুদণ্ড বিহা হৈছিল। কিন্তু ৰজা চন্দ্ৰকান্তৰ কাকুতি-মিনতিৰ বাবে সৎৰামক হত্যা নকৰি নামৰূপলৈ নিৰ্বাসন দিয়া হৈছিল। অৱশ্যে বুঢ়াগোহাঁইৰ ইংগিতত নামৰূপতেই সৎৰামক নগাই খুঁচি মাৰিছিল। সৎৰামৰ এই ঘটনাটোকেই বুৰঞ্জীত 'ভূতৰ পুতেকৰ খবৰ' বোলে।

চন্দ্ৰকান্তই বেঙেনাআটী সত্ৰৰ এজন ভকতৰ জীয়ৰী পদ্মাৱতীক বিয়া কৰিবলৈ ওলোৱাত ডা-ডাঙৰীয়াসকল বিৰক্ত হৈছিল। ৰজাই বিয়া কৰাই কুঁৱৰী পাতিবলৈ হ'লে ডা-ডাঙৰীয়াসকলৰ সন্মতিৰ দৰকাৰ আছিল। তদুপৰি সম্ভ্ৰান্ত আহোম পৰিয়ালৰ ছোৱালীকহে ৰজাই বিয়া কৰোৱাৰ নিয়ম আছিল। সেইবাবে ডা-ডাঙৰীয়াসকলে ৰজাৰ ইচ্ছাত বিধি-পথালি দি কৈছিল যে পদ্মাৱতীক বিয়া কৰিব নালাগে আৰু যদি বিয়া কৰায় তেওঁক কুঁৱৰীৰ পদ নিদি চমুৱা কুঁৱৰী হিচাপেহে ৰাখিব লাগে। কিন্তু চন্দ্ৰকান্তই কাৰো হাকবচন নামানি পদ্মাৱতীক বিয়া কৰাই কুঁৱৰীৰ পদ দিলে। ৰজাৰ এই কাৰ্যত ডা-ডাঙৰীয়াসকলে নাক কোঁচাই এইগৰাকী কুঁৱৰীক সেৱা নজনাবলৈ ঠিক কৰিলে।

**অসমত বৰ্মী তথা মানৰ আক্ৰমণ ঃ**

ইতিমধ্যে কলীয়া ভোমোৰা বৰফুকনৰ মৃত্যু হোৱাত ৰঙাচিলা দুৱৰাৰ বংশৰ বদনচন্দ্ৰ তেওঁৰ স্থলাভিষিক্ত হৈছিল। কিন্তু নতুনকৈ বৰফুকন পদ পোনা বদনচন্দ্ৰ হেনো এজন মইমতীয়া স্বভাৱৰ ভেমাল লোক আছিল। অলপ দিন নৌযাওঁতেই তেওঁৰ অত্যাচাৰ-উৎপীড়ণত প্ৰজাসকল অতিষ্ঠ হৈ উঠিছিল। বদনচন্দ্ৰ বৰফুকনৰ তিনিজন পুত্ৰ আছিল। জন্মি, পিয়লি আৰু নুমলি নামৰ এই ল'ৰাকেইজনো হেনো অতি অত্যাচাৰী আছিল। কথিত আছে যে, বৰফুকনৰ পুতেকহঁতে মাজে-সময়ে এটা দতাঁল হাতীক ভাং খুৱাই গুৱাহাটী নগৰৰ মাজমজিয়াত মেলি দি নিজে নিৰাপদ দূৰত্বৰ পৰা হাতীটোৰ কাণ্ড-কাৰখানা চাই আনন্দত কিৰিলি মাৰিছিল। ভাং খাই পগলা হোৱা হাতীটোৱে নিৰীহ প্ৰজাৰ ঘৰ-দুৱাৰ ভাঙি আৰু মানুহ মাৰি ফুৰা দেখি বৰফুকনৰ পুত্ৰসকলৰ হেনো আনন্দৰ সীমা নোহোৱা হৈছিল। এইবোৰ অত্যাচাৰ, অনাচাৰৰ বাতৰি পাই পূৰ্ণানন্দ বুঢ়াগোহাঁই অতি ৰুষ্ট হৈছিল। এই সময়তে তেওঁ গম পাইছিল যে সৎৰামে তেওঁক হত্যা কৰিবলৈ যি ষড়যন্ত্ৰ কৰিছিল সেই ষড়যন্ত্ৰৰ অন্যতম মন্ত্ৰণাদাতা আছিল স্বয়ং বদনচন্দ্ৰ। সেয়ে তেওঁ বদনক উপযুক্ত শাস্তি দিয়াটো উচিত বুলি বিবেচনা কৰিলে। সেইবাবে গুৱাহাটীৰ পৰা বদন বৰফুকনক ধৰি আনিবলৈ বুঢ়াগোহাঁয়ে মহেশ্বৰ পৰ্বতীয়া ফুকনক গুৱাহাটীলৈ পঠিয়ালে। উল্লেখযোগ্য যে বদন বৰফুকনৰ জীয়ৰী পিজৌ গাভৰু পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ পুত্ৰ ওৰেষনাথ ঢেকিয়াল

ফুকনৰ পত্নী আছিল। কিন্তু এইদৰে সম্বন্ধত মিতিৰ হ'লেও বুঢ়াগোহাঁই আৰু বৰফুকনৰ মাজত সম্ভাব নাছিল। তেওঁলোকৰ প্ৰধান দ্বন্দ্ব আছিল ক্ষমতাৰ দ্বন্দ্ব। সংৰামক প্ৰকৃতপক্ষে বদনচন্দ্ৰই পূৰ্ণান্দক হত্যা কৰিবলৈ উচটনি দিছিল নে নাই সেইটোও সঠিকভাৱে জনা নাযায়। কিন্তু পূৰ্ণানন্দই বদনৰ বিৰুদ্ধে এই অভিযোগ আনিছিল। এইবোৰ কাৰণতে এতিয়া বদনচন্দ্ৰক গুৱাহাটীৰ পৰা ধৰি আনিবলৈ পৰ্বতীয়া ফুকনক পঠিওৱাৰ বাতৰিটো পিজৌ গাভৰুৱে কাণত পৰাত তেওঁ লৰালৰিকৈ দেউতাকক এই বাতৰি দিয়ালে। ফলত প্ৰায় বিজুলী সঞ্চাৰেৰে বদন বৰফুকনে পুত্ৰকেইজনক লগত লৈ গুৱাহাটী এৰি নাৱেৰে কলিকতালৈ যাত্ৰা কৰিলে। ২৬ চেপ্তেম্বৰ ১৮১৫ খ্ৰীঃত কলিকতাত তেওঁ ইষ্ট ইণ্ডিয়া কোম্পানিৰ সহায় ভিক্ষা কৰি বিফল মনোৰথ হৈ কলিকতাত থকা ব্ৰহ্মদেশৰ কটকীৰ সৈতে সেই দেশৰ ৰজা বডৌপায়াৰ সহায় বিচাৰেগৈ। বদনচন্দ্ৰ বৰফুকনে হেনো বডৌপায়াক এই বুলি জনাইছিল যে, চন্দ্ৰকান্ত সিংহ নামতহে অসমৰ ৰজা হৈ আছে— ৰাজ্যৰ সকলো দায়িত্ব আৰু ক্ষমতা হস্তগত কৰিছে ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁয়েহে। গতিকে এতিয়া বডৌপায়াই তেওঁৰ 'ভাইৰজা' চন্দ্ৰকান্তক এনে বিপদৰ পৰা ৰক্ষা কৰিব লাগে। বদনচন্দ্ৰৰ এনেবোৰ কথা শুনি বডৌপায়াৰ অন্যতম কুঁৱৰী ৰঙিলী গাভৰুৱেও ৰজাক বদনক সহায়ৰ বাবে কুতুৰিবলৈ ধৰিলে। উল্লেখযোগ্য যে ৰঙিলী গাভৰু আৰু বদনচন্দ্ৰ একে বংশৰ আছিল বাবে বৰ্মী ৰজাৰ কুঁৱৰী গৰাকী বদনৰ প্ৰতি ইমান সদয় হৈছিল। কোনো কোনো সূত্ৰমতে বৰ্মী ৰজাই অসমত এটা ঘাটি পাতিবলৈ এনেয়েও মন কৰি আছিল। সেয়ে সাতে পাঁচে ভাবি বডৌপায়াই বদনক সহায় কৰিবলৈ মান্তি হ'ল। ফলত ১৮৩৬ খ্ৰীঃৰ শেষাৰ্ধত বদনচন্দ্ৰই বৰ্মী ৰজাৰ পৰা প্ৰায় ৮ হাজাৰ সৈন্য লৈ অসমলৈ যাত্ৰা আৰম্ভ কৰিলে। বডৌপায়াই বদনক অসমলৈ অহাৰ পথত তেওঁৰ তলতীয়া ৰাজ্যসমূহৰ পৰা সৈন্য গোটাই নিবলৈ কোৱাত বদনে আৰু প্ৰায় ৮ হাজাৰ সৈন্য গোটাবলৈ সক্ষম হৈছিল। সেয়ে প্ৰায় ১৬ হাজাৰ বৰ্মী বা মান সৈন্য লৈ ১৮১৭ খ্ৰীঃৰ মাৰ্চ মাহত বদনচন্দ্ৰ বৰফুকনে অসম আহি পালেহি। ১৮১৭ ৰ পৰা ১৮২১ খ্ৰীঃৰ ভিতৰত অসমত বৰ্মী তথা মান সৈন্যই তিনিবাৰ আক্ৰমণ কৰিছিল।

১৮১৭ খ্ৰীঃত অসমত মানৰ প্ৰথম আক্ৰমণ হয়। এইদৰে বদনচন্দ্ৰই মান সেনা লৈ আক্ৰমণ কৰিবলৈ অহা বুলি শুনি পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে ৬ টা অসমীয়া সৈন্যৰ ফৌজক মান সৈন্যক ভেটিবলৈ পঠিয়াইছিল যদিও কোনো ফল নধৰিলে। ঘিলাঝাৰীত দুয়ো দলৰ মাজত যুঁজ লাগিছিল যদিও অসমীয়া সৈন্যই গা কৰিব নোৱাৰিলে। এই পৰাজয়ৰ বাতৰি পাই বুঢ়াগোহাঁই উৎকণ্ঠিত হ'ল। এনেতে তেওঁলৈ বাতৰি আহিল যে এই বিৰাট মান সৈন্য দলৰ সৈতে বদনচন্দ্ৰ বৰফুকনো আহিছে। এই বাতৰি পোৱাৰ অলপ পিছতেই পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ মৃত্যু হ'ল। বহুতে ক'ব খোজে যে এনে এক বিৰাট সৈন্যদলৰ হাতত পৰাজয় অৱশ্যম্ভাৱী বুলি জানি তেওঁ হীৰা চেলেকি আত্মহত্যা কৰিছিল। কিন্তু পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ দৰে এজন সৎসাহসী, নিষ্ঠাবান আৰু দেশপ্ৰেমিক বিষয়াই এইদৰে যুঁজত পৰাজিত হোৱাৰ ভয়ত আত্মহত্যা কৰিছিল বুলি ওলোৱা গুজবটো মানি ল'বলৈ টান। সেয়ে অধিকসংখ্যক বুৰঞ্জীবিদৰ মতে এইদৰে বিদেশী সৈন্য লৈ বদনচন্দ্ৰই নিজ দেশত আক্ৰমণ চলাবলৈ অহা বুলি শুনি অতিশয় ক্ৰুদ্ধ আৰু উত্তেজিত হোৱাৰ ফলতেহে নিশ্চয় তেওঁৰ এনে আকস্মিক মৃত্যু ঘটিছিল। পূৰ্ণানন্দৰ আকস্মিক বিয়োগত তেওঁৰ পুত্ৰ ৰুচিনাথক বুঢ়াগোহাঁই পদবী দিয়া হ'ল। ৰুচিনাথ বুঢ়াগোহাঁই তেওঁৰ পিতৃৰ সমান উপযুক্ত নাছিল। ৰাজনীতিৰ মেৰপাক তেওঁ বিশেষ বুজিব নোৱাৰিছিল। পিতৃৰ দৰে সাংগঠনিক ক্ষমতাও তেওঁৰ নাছিল। ৰাজ্যখনৰ এনে এক ভয়ানক বিপদৰ সময়ত নেতৃত্ব দিব পৰাকৈ তেওঁৰ সাহস, বিচক্ষণতা আৰু দূৰদৰ্শীতাও নাছিল। ঘিলাঝাৰীৰ যুঁজৰ পিছত মানসেনাই কঁঠালগুৰিৰ যুঁজত পুনৰবাৰ অসমীয়া সৈন্যক বিষমৰূপে ঘটুৱাই ক্ৰমান্বয়ে যোৰহাট অভিমুখে আগবঢ়াত পৰাজয় নিশ্চিত বুলি জানি ৰুচিনাথে ৰজা চন্দ্ৰকান্তক গুৱাহাটীলৈ পলাই যাবলৈ বাৰে বাৰে অনুৰোধ কৰিছিল যদিও ৰজাই তেওঁৰ কথাত কাণ নিদিলে। এইদৰে ৰজাই ৰাজধানী এৰিবলৈ নিবিচৰাত ৰুচিনাথৰ সন্দেহ হ'ল যে, হয়তো চন্দ্ৰকান্ত সিংহই বদন বৰফুকনৰ হাতত তেওঁক ধৰাই দিব পাৰে কাৰণ বদন বৰফুকনৰ খং পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ ঘৰৰ প্ৰতিহে, ৰজা চন্দ্ৰকান্তৰ প্ৰতি নহয়। ইয়াকে ভাবি ৰুচিনাথে নিজে

সপৰিয়ালে গুৱাহাটীলৈ পলাই গ'ল। ইপিনে মান সৈন্য লৈ বদনচন্দ্ৰ যোৰহাট সোমালেহি। তেওঁ নিজে বুঢ়াগোহাঁই পদ ল'লে। মান সৈন্যৰ সহযোগত এইদৰে বুঢ়াগোহাঁই হৈ বদনচন্দ্ৰই চন্দ্ৰকান্ত সিংহকে ৰজা হিচাপে ৰাখিলে। তাৰ পিছত অসমৰ পৰা বহুতো ধন-সোণ আৰু মান ৰজা বড়ৌপায়ালৈ আহোম ৰজাই আগবঢ়োৱা কুঁৱৰী হেমো আইদেউক লৈ মান সৈন্যদল নিজ দেশ অভিমুখে ৰাওনা হ'ল। বদনচন্দ্ৰই ৰুচিনাথৰ পৰিয়ালৰ যাকে য'তে পালে মাৰিলে। মান সৈন্যয়ো যাবৰ সময়ত অসমৰ গাঁও-ভূঁইত সোমাই নানা ধৰণৰ অকথ্য অত্যাচাৰ কৰিছিল বুলি জনা যায়। এইদৰে অসমত বৰ্মী বা মানৰ প্ৰথম অভিযান শেষ হ'ল।

মান সৈন্যদল উভতি যোৱাৰ পিছত বদনচন্দ্ৰ আৰু ধনী বৰবৰুৱাৰ মাজত কিছুমান বিষয়ত মতানৈক্য ঘটিল। ইফালে বদনচন্দ্ৰৰ ক্ষমতা বৃদ্ধি পোৱাত ৰাজমাও নুমলীকে ধৰি বহুতো লোকে কেনেকৈনো তেওঁৰ কুকাৰ্যসমূহৰ অন্ত পেলাব পাৰি দিনে নিশাই সেই চিন্তাত নিমগ্ন হোৱা দেখা গ'ল। অৱশেষত ৰাজমাও নুমলী, ধনী বৰবৰুৱা আৰু নিৰ্ভয় নাৰায়ণ বৰগোহাঁইৰ নেতৃত্বত বদনচন্দ্ৰৰ বৈৰীসকলে ষড়যন্ত্ৰ কৰি ১৮১৮ খ্ৰীঃত ৰূপসিংহ চুবেদাৰৰ হতুৱাই তেওঁক হত্যা কৰিলে। এইদৰে এক সফল ষড়যন্ত্ৰৰে বদনচন্দ্ৰৰ হাতৰ পৰা পৰিত্ৰাণ পাই ৰাজমাৱে গুৱাহাটীত থকা ৰুচিনাথ বুঢ়াগোহাঁইক এইবোৰ ঘটনাৰ সবিশেষ জনাই তেওঁক ৰাজধানীলৈ উভতি আহিবলৈ বাতৰি পঠিয়ালে। কিন্তু ইতিমধ্যে ৰুচিনাথে তেওঁৰ পিতৃ পূৰ্ণানন্দৰ আকস্মিক মৃত্যুৰ বাবে চন্দ্ৰকান্ত সিংহও আংশিকভাৱে দায়ী আছিল বুলি ধৰি লৈছিল। চন্দ্ৰকান্তৰ ইংগিততেই বদনচন্দ্ৰ বৰফুকনে মান সৈন্য অসমলৈ মাতি আনিছিল বুলি এটা বদ্ধমূল ধাৰণায়ো তেওঁৰ অন্তৰত ঠাই পাইছিল। সেয়ে নিজৰ নিৰাপত্তাৰ কথা চিন্তা কৰি ৰুচিনাথে কিছুমান হিন্দুস্তানী চিপাহী ভাড়া কৰি তেওঁৰ লগত যোৰহাটলৈ নিছিল। ৰুচিনাথে এইদৰে চিপাহী আদি লৈ অহা বুলি শুনি চন্দ্ৰকান্ত সিংহই যোৰহাটৰ পৰা ততাতৈয়াকৈ পলাই পুৰণি ৰাজধানী ৰংপুৰত আছিলগৈ। এইদৰে যোৰহাটত প্ৰৱেশ কৰি চন্দ্ৰকান্ত নথকাৰ সুযোগ লৈ ৰুচিনাথ বুঢ়াগোহাঁয়ে ৰাজেশ্বৰ সিংহৰ পৰিনাতি ব্ৰজনাথ কোঁৱৰৰ পুত্ৰ পুৰন্দৰ সিংহক ৰজা পাতিলে। কথিত আছে যে, ৰুচিনাথে ব্ৰজনাথ কোঁৱৰকে সিংহাসন দিব বিচাৰিছিল। কিন্তু তেওঁ ঘুণীয়া আছিল বাবে তেওঁৰ পুত্ৰ পুৰন্দৰক সিংহাসন দিবলৈ সিদ্ধান্ত লৈছিল। তাৰ পিচত চন্দ্ৰকান্ত সিংহক বন্দী কৰি আনি তেওঁৰ কাণ ফুটাই ঘুণীয়া কৰিছিল যাতে তেওঁ ভৱিষ্যতে সিংহাসনত বহিব নোৱাৰে। এইদৰে চন্দ্ৰকান্ত সিংহৰ অংগক্ষত কৰি তেওঁক যোৰহাটৰ ওচৰৰ তৰাতলিত বন্দী কৰি থোৱা হ'ল।

পুৰন্দৰ সিংহই ৰাজপাটত আৰোহণ কৰিছিল ১৮১৮ খ্ৰীঃৰ মাৰ্চ মাহত আৰু ইয়াৰ পিছত এবছৰ পূৰ্ণ নহওঁতেই ১৮১৯ খ্ৰীঃৰ ফেব্ৰুৱাৰী মাহত বৰ্মী তথা মানসকলে অসমত দ্বিতীয় অভিযানৰ পাতনি মেলিছিলহি। ইতিমধ্যে পুৰন্দৰ সিংহ আৰু ৰুচিনাথে অংগক্ষত কৰা চন্দ্ৰকান্ত সিংহই লাজে অপমানে একোনাই হৈ গোপনে বদনচন্দ্ৰ বৰফুকনৰ ফলীয়া কেইজনমান লোকক হাত কৰি তেওঁলোকক বৰ্মী ৰজাৰ ওচৰলৈ পঠিয়াই বদনৰ হত্যা আৰু তেওঁৰ নিজৰ দুৰ্দশাৰ কথা জনাইছিল। বৰ্মী ৰজাই তেওঁৰ মিত্ৰ চন্দ্ৰকান্তক সহায় কৰিবলৈ তেওঁৰ আন এজন বিখ্যাত সেনাপতি আলুমিংগিক সৈন্য-সামন্তৰে পঠিওৱাত মানৰ দ্বিতীয় অভিযান হৈছিল। এই সৈন্যদলৰ সৈতে পাতাল বৰুৱা নামৰ ব্ৰহ্মদেশত থকা অসমীয়া লোকো আহিছিল। ১৮১৯ খ্ৰীঃৰ ফেব্ৰুৱাৰী মাহৰ ১৭ তাৰিখে জাঁজীৰ ওচৰৰ ফুলপানীছিগাত (মতান্তৰে নাজিৰাত) মান আৰু অসমীয়া সৈন্যৰ থৈয়া-নথৈয়া যুঁজ লাগিছিল। এই যুঁজত অসমীয়া সৈন্যদল বিজয়ী হৈছিল। কিন্তু যুদ্ধত পৃষ্ঠভংগ দিয়া মান সেনাৰ পিছে পিছে তেওঁলোকে খেদি নোযোৱাত মান সেনাই পুনৰ সংঘবদ্ধভাৱে তেওঁলোকক আক্ৰমণ কৰিলেহি। এইবাৰ মান সৈন্যই তেওঁলোক অহা পথত যাক য'তে পালে মহটিয়াই নিয়াৰ ফলত বহু স্থানীয় লোকৰ মৃত্যু ঘটিল। এইদৰে বহু লোকক মাৰি কাটি খাণ্ডাং কৰি মান সৈন্যই পুৰন্দৰ সিংহ আৰু ৰুচিনাথক ধৰিবলৈ ৰাজধানী যোৰহাট অভিমুখে আগবঢ়া বুলি গম পাই তেওঁলোক দুয়ো প্ৰাণ লৈ গুৱাহাটী অভিমুখে যাত্ৰা কৰিলে। মান সৈন্যই যোৰহাট পাই চন্দ্ৰকান্ত সিংহক পুনৰবাৰ ৰাজপাটত অধিষ্ঠিত কৰিলে (১৮১৯ খ্ৰীঃ)। বদনচন্দ্ৰ বৰফুকনৰ পুত্ৰ এজনক তেওঁলোকে বৰফুকনৰ পদ

দিলে আৰু পাতাল বৰবৰুৱাক দিলে বৰবৰুৱাৰ বিষয়বাব। তাৰ পিছত চন্দ্ৰকান্ত সিংহৰ সৈতে শত্ৰুতা কৰা লোকসকলক ধৰি আনি আৰম্ভ কৰিলে অকথ্য অত্যাচাৰ। পুৰন্দৰ সিংহ আৰু ৰুচিনাথৰ আত্মীয়-স্বজন আৰু অন্যান্য সমৰ্থনকাৰীসকলো এনে অত্যাচাৰৰ বলি হ'ল। তাৰ পিছত মান সৈন্যই স্থানীয় লোককো নানা ধৰণে শাস্তি দি লুটপাত কৰি পুৰন্দৰ সিংহ আৰু ৰুচিনাথক ধৰিবলৈ গুৱাহাটী অভিমুখে আগবাঢ়িল। তেওঁলোকৰ যাত্ৰাপথত যিমানবোৰ গাঁও-ভূঁই পালে এই সকলোবোৰতে আক্ৰমণ কৰি যাবলৈ ধৰাত ভুক্তভোগীসকলৰ অৱস্থা পানীত হাঁহ নচৰা বিধৰ হ'লগৈ। অৱশ্যে মান সৈন্য অহা বুলি গম পাই বহুবোৰ লোকে আগেয়েই গাঁও-ভূঁই এৰি পলোৱাত কথমপি প্ৰাণৰক্ষা কৰিবলৈ সক্ষম হ'ল। ৰুচিনাথে গুৱাহাটীত মান সেনাক ৰোধ কৰিবলৈ বিফল চেষ্টা কৰাৰ মূৰকত পুৰন্দৰ সিংহৰ সৈতে চিলমাৰি হৈ বংগদেশত কোম্পানিৰ আশ্ৰয় ল'লেগৈ। কিন্তু অহস্তক্ষেপ নীতিৰ দোহাই দি ইষ্ট ইণ্ডিয়া কোম্পানিয়ে পুৰন্দৰ আৰু ৰুচিনাথে সাহায্যৰ বাবে কৰা কাকুতি-মিনতি সম্পূৰ্ণভাৱে আওকাণ কৰাত তেওঁলোকে অসমত চন্দ্ৰকান্ত সিংহক ৰাজপাটৰ পৰা বঞ্চিত কৰাৰ আশা এৰিবলৈ বাধ্য হ'ল। ইফালে পুৰন্দৰ সিংহ আৰু ৰুচিনাথক ধৰিবলৈ বিফল হোৱা মান সেনাপতি আলুমিংগিয়ে মিংগিমাহা তিলোৱা নামৰ এজন সেনাপতিক ২০০০ জন সৈন্যৰ সৈতে অসমত এৰি থৈ নিজে বাকী সৈন্যদলৰ সৈতে ব্ৰহ্মদেশলৈ উভতি গ'ল (১৮১৯ খ্ৰীঃৰ এপ্ৰিল মাহ)। এইদৰে অসমত মানৰ দ্বিতীয় অভিযানৰ অন্ত পৰে।

মানৰ সহায়ত পুনৰ ৰাজপাট লাভ কৰা চন্দ্ৰকান্ত সিংহ কিন্তু এইবাৰ নামতহে ৰজা হৈছিল। ১৮১৯ খ্ৰীঃৰ পৰা ১৮২৪ খ্ৰীঃলৈকে এই দীঘলীয়া কালছোৱাত প্ৰকৃতপক্ষে মানসকলেই অসমত শাসনকাৰ্য চলাইছিল। আলুমিংগিয়ে হেনো তেওঁ অসমত এৰি যোৱা সেনাপতি আৰু সৈন্যসকলক স্থানীয় লোকৰ ওপৰত অত্যাচাৰ নকৰিবলৈ নিৰ্দেশ দি গৈছিল। কিন্তু কিছুদিনৰ মূৰত পুৰন্দৰ সিংহই পুনৰ অসমৰ ৰাজপাট দখল কৰিবলৈ চেষ্টা চলাইছে বুলি শুনি মান সৈন্যই ষড়যন্ত্ৰত যোগ দিয়াৰ অভিযোগত ভালেমান আহোম বিষয়াক হত্যা কৰিছিল। মানৰ এনেধৰণৰ কাৰ্যই আনকি চন্দ্ৰকান্ত সিংহকো আমনি দিছিল। ইয়াৰ উপৰি এই সৈন্যসমূহৰ নানাধৰণৰ অতপালিবোৰ সহ্য কৰাটোও চন্দ্ৰকান্তৰ পক্ষে টান হৈছিল। এনে সন্ধিক্ষণতে মান সেনাপতি মিংগিমাহা তিলোৱাই পাতাল বৰবৰুৱাৰ হাতত অসম শাসনৰ সমুদায় দায়িত্ব অৰ্পণ কৰি নিজে ব্ৰহ্মদেশলৈ উভতি যায় (১৮২০ খ্ৰীঃৰ জানুৱাৰি)। ইতিমধ্যে ১৮১৯ খ্ৰীঃতেই ব্ৰহ্মদেশৰ ৰজা বডৌপায়াৰ মৃত্যু ঘটাত তেওঁৰ স্থলাভিষিক্ত হৈছিল তেওঁৰ নাতি বাগ্যীদোৱা (১৮১৯—১৮৩৭ খ্ৰীঃ)। মিংগিমাহা তিলোৱা ব্ৰহ্মদেশলৈ উভতি যোৱাত পাতাল বৰবৰুৱাই হেনো চন্দ্ৰকান্ত সিংহক মান ৰজাৰ আজ্ঞাবাহী হৈ ৰাজ্য চলোৱাৰ পৰা নিষ্কৃতি পাবলৈ উপদেশ দিছিল। এই উপদেশ চন্দ্ৰকান্ত সিংহৰো মনে ধৰিছিল। সেইবাবে মিংগিমাহা তিলোৱা যোৱাৰ পিছত ভৱিষ্যতে যাতে পুনৰ মান সৈন্যই অসমত সোমাব নোৱাৰে সেই উদ্দেশ্যে উজনিৰ দীঘলী ঘাট বা জয়পুৰত মান অহা পথটোৰ মুখতে এটা গড় খান্দিবলৈ আদেশ দিলে আৰু এই কাৰ্যৰ ভাৰ দিয়া হ'ল পাতাল বৰবৰুৱাক। ব্ৰহ্মদেশৰ নতুন ৰজা বাগ্যীদোৱাই অসমৰ দাৰৰ বাতৰি দাৰে পাইছিল বাবে এনেধৰণৰ মান-বিৰোধী কাৰ্যকলাপৰ বিৰোধিতা কৰাৰ আৱশ্যকতা অনুভৱ কৰি তেওঁ নিজে ৰজা হোৱাৰ বাবে চন্দ্ৰকান্ত সিংহলৈ উপহাৰ পঠিওৱাৰ ছলেৰে ১৮২১ খ্ৰীঃৰ মাৰ্চ মাহত মিংগিমাহা তিলোৱাৰ নেতৃত্বত এদল শক্তিশালী সৈন্য অসমলৈ পঠিয়াইছিল। এই সৈন্যদলৰ সৈতে সজাতি ফুকনো আহিছিল। এই অভিযানেই আছিল মানৰ তৃতীয় অভিযান।

মানৰ তৃতীয় অভিযানত অহা দলটোৱে গড় নিৰ্মাণ কৰি থকা অৱস্থাতে পাতাল বৰবৰুৱাক হত্যা কৰাৰ উপৰি তেওঁৰ লগত থকা লোকসকলক নানা ধৰণে অত্যাচাৰ কৰিলে। মানৰ অকথ্য অত্যাচাৰৰ পৰা আনকি পাতাল বৰবৰুৱাৰ পত্নীগৰাকীয়েও হাত সাৰি যোৱা নাছিল। ইয়াৰ পিছত মান সৈন্যই জয়পুৰ অধিকাৰ কৰিলে। এনেবোৰ ঘটনাৰ উমান পাই চন্দ্ৰকান্ত সিংহই আতংকিত হৈ কলিবৰ বুঢ়াগোহাঁইক ৰাজধানী ৰক্ষাৰ ভাৰ দি নিজে গুৱাহাটী অভিমুখে ভটিয়াই গ'ল (১৮২১ খ্ৰীঃৰ এপ্ৰিল মাহ)। ইফালে মিংগিমাহা তিলোৱাই ৰাজধানী অধিকাৰ কৰি চন্দ্ৰকান্ত সিংহক

সিংহাসন ল'বলৈ কেইবাৰাৰো মাতি পঠিওৱা সত্ত্বেও তেওঁ প্ৰাণৰ আশংকা কৰি সেই আহ্বানত সঁহাৰি নজনালে। তেতিয়া মানসকলে বগা কোঁৱৰৰ পুত্ৰ যোগেশ্বৰ সিংহক অসমৰ ৰজা হিচাপে ঘোষণা কৰিলে (১৮২১ খ্ৰীঃৰ নবেম্বৰ মাহ)। যোগেশ্বৰ সিংহ আছিল মান ৰজা বডোপায়াৰ পত্নী আহোম কুঁৱৰী হেমো আইদেউৰ ভাতৃ। ১৮১৭ খ্ৰীঃত এইগৰাকী কুঁৱৰীক চন্দ্ৰকান্ত সিংহই বডৌপায়ালৈ আগবঢ়াইছিল। কিন্তু যোগেশ্বৰ সিংহও নামতহে ৰজা হ'ল আৰু সৰ্বক্ষমতাৰ অধিকাৰী হ'ল মানসকলহে। মিংগিমাহাৰ লগত অহা বিৰাট সৈন্যদলটো একে ঠাইত থৈ ভৰণ-পোষণ দি থকাটো এটা সমস্যা হোৱাত তেওঁ এই দলটোক কেতবোৰ ক্ষুদ্ৰ-ক্ষুদ্ৰ দলত ভাগ কৰি অসমৰ বিভিন্ন স্থানত থাকিবলৈ দিলে। এইদৰে মান সৈন্যই প্ৰায় সমগ্ৰ অসমখনেই ছাটি ধৰিলে। কেৱল মাত্ৰ উজনিৰ দিহিং আৰু ব্ৰহ্মপুত্ৰৰ মধ্যবৰ্তী অঞ্চলৰ মটকসকলে বসবাস কৰা ঠাইখিনিত বৰসেনাপতিয়ে কোনোমতে স্বাধীনভাৱে চলি থাকিবলৈ সক্ষম হোৱা দেখা গ'ল।

ইফালে মানসেনাৰ তৃতীয় অভিযানৰ অগ্ৰগতিৰ আলেখ-লেখ চাই থকা চন্দ্ৰকান্ত সিংহয়ো নিষ্ক্ৰিয় হৈ নাথাকি অসম উদ্ধাৰৰ বাবে জল্পনা-কল্পনা কৰি আছিল। অৱশেষত তেওঁ কোম্পানি অধিকৃত অঞ্চলৰ পৰা কেতবোৰ ভেৰোণীয়া সৈন্য সংগ্ৰহ কৰি গুৱাহাটী উদ্ধাৰৰ বাবে আগবাঢ়ি আহিল। চন্দ্ৰকান্তই প্ৰাণপণে যুঁজিছিল। দুই-এখন যুঁজত পৰাজিত হ'লেও তেওঁ আন কেইবাখন যুঁজত মান সৈন্যদলক ওফৰাই গুৱাহাটী উদ্ধাৰ কৰিবলৈ সক্ষম হৈছিল। তাৰপৰা তেওঁ যোৰহাট অভিমুখে আগবাঢ়ি শত্ৰু সৈন্যৰ ভেটাভেটি হৈছিলগৈ। চন্দ্ৰকান্ত সিংহই মৰো-জীউকৈ যুঁজিছিল। কিন্তু এনেধৰণৰ বীৰত্ব প্ৰদৰ্শন আৰু ৰণাংগনৰ সফলতা সত্ত্বেও দুৰ্ভাগ্যই তেওঁৰ লগ এৰা নাছিল। ইতিমধ্যে ব্ৰহ্মদেশৰ প্ৰসিদ্ধ সেনাপতি মিংগিমাহা বান্দুলাই ২০০০জন বছা বছা সৈন্য লৈ ১৮২২ খ্ৰীঃৰ ১৯ এপ্ৰিল মাহত ৰংপুৰ পাইছিলহি। ১৮২২ খ্ৰীঃৰ ১৯ এপ্ৰিলত যোৰহাটৰ ওচৰত ম'হগড় নামৰ ঠাইৰ যুঁজত প্ৰাণটাকি যুঁজ দিয়া চন্দ্ৰকান্তৰ শিবিৰত অস্ত্ৰ-শস্ত্ৰ, খাৰ-বাৰুদৰ নাটনি হোৱাত তেওঁ বাধ্য হৈ ৰণাংগনৰ পৰা পিছ হুঁহকিবলৈ বাধ্য হ'ল। এইদৰে দুৰ্ভাগ্যবশতঃ চন্দ্ৰকান্তই পৰাজয়ৰ গ্লানি মূৰত লৈ যুঁজৰ পৰা পৃষ্ঠভংগ দিবলগীয়া হোৱাত তেওঁৰ শত্ৰুদলৰ উৎসাহ বৃদ্ধি পায় আৰু তেওঁলোকে বিজয়ৰ হৰ্ষোল্লাসেৰে অসমৰ আকাশ-বতাহ কঁপাই তোলে। ম'হগড়ৰ যুঁজত হাৰি চন্দ্ৰকান্তই পুনৰবাৰ কোম্পানি অধিকৃত গোৱালপাৰাত আশ্ৰয় ল'লেগৈ। প্ৰকৃততে ম'হগড়ৰ যুদ্ধখনেই আছিল আহোম ৰজাৰ ৰাজ্য ৰক্ষাৰ বাবে সংঘটিত শেষ গুৰুত্বপূৰ্ণ যুদ্ধ। অৱশ্যে ইয়াৰ পিছতো চন্দ্ৰকান্তই কিছু সৈন্য-সামন্ত যোগাৰ কৰি হাদিৰাচকীত মানসেনাৰ সৈতে যুঁজ দি অসম উদ্ধাৰৰ চেষ্টা কৰিছিল। কিন্তু সেইবাৰো তেওঁ কৃতকাৰ্য নহৈ পুনৰ কোম্পানি অধিকৃত অঞ্চলত লুকাবলগীয়াত পৰিছিল। হাদিৰাচকীৰ যুঁজৰ পিছত অসমত ছশ বছৰীয়া আহোম ৰাজত্বৰ অবসান ঘটে।

ম'হগড় আৰু হাদিৰাচকীৰ যুঁজৰ পিছত মানসকলেই অসমৰ অভিভাৱক হৈ পৰিল। অসম অধিকাৰ কৰি তেওঁলোকে প্ৰজাৰ ওপৰত নানা অত্যাচাৰ কৰিবলৈ ধৰিলে। কোম্পানিৰ ৰাজ্যত আশ্ৰয় লৈ থকা চন্দ্ৰকান্ত সিংহ আৰু পুৰন্দৰ সিংহক উভোতাই নিদিলে তাৰ ফল বিষময় হ'ব বুলি তেওঁলোকে আনকি কোম্পানিলৈকো সাৱধানবাণী পঠিয়ালে। কোম্পানিলৈ প্ৰেৰণ কৰা চৰম পত্ৰত এইবুলিও লিখা হ'ল যে, যদি তেওঁলোকে চন্দ্ৰকান্ত সিংহক বৰ্মীৰ হাতত গতাই নিদিয়ে তেওঁলোকে এক বিশাল সৈন্যৰে কোম্পানিৰ ৰাজ্যত প্ৰৱেশ কৰিবলৈ বাধ্য হ'ব। যদি কোম্পানিয়ে চন্দ্ৰকান্তক ধৰাই নিদিয়ে তেন্তে যিকোনো প্ৰকাৰে তেওঁলোকে তেওঁক ধৰিবই আৰু তাকে কৰোতে যদি কিবা ভয়াবহ অৱস্থাৰ সৃষ্টি হয় তাৰ বাবে কোম্পানি নিজেহে দায়ী হ'ব লাগিব। কিন্তু এনেধৰণৰ চিঠি-পত্ৰৰ দ্বাৰা কেৱল মুখৰ খজুৱতীহে মৰা হ'ল। বৰ্মীসকলে চন্দ্ৰকান্তক ধৰিব নোৱাৰিলে আৰু আনকি ইংৰাজসকলেও চন্দ্ৰকান্তনো ক'ত লুকালেগৈ ভালদৰে নাজানিলে। দৰচলতে কোম্পানিৰ তলতীয়া কৰ্মচাৰীসকলক বহু ভাৰ ভেটী দি চন্দ্ৰকান্ত এইদৰে লুকাবলৈ সক্ষম হৈছিল বুলি জনা যায়। অৱশ্যে কিছুকালৰ মূৰত বৰ্মীসকলৰ ছলাহী কথাত ভোল গৈ চন্দ্ৰকান্ত সিংহ যোৰহাটলৈ উভতি আহিছিল। বৰ্মীসকলে হেনো কেনেবাকৈ চন্দ্ৰকান্তই আত্মগোপন কৰা ঠাইৰ সন্ধেদ উলিয়াই তেওঁক

এইদৰে বুজনি দিবলৈ সক্ষম হৈছিল যে দৰাচলতে তেওঁৰ বিৰুদ্ধে তেওঁলোকৰ কোনো বিদ্ৰুৰ ভাব নাই আৰু প্ৰকৃততে তেওঁলোকে মাতি থকা সত্ত্বেও চন্দ্ৰকান্ত সিংহ নহাতহে উপায় নাপাই তেওঁলোকে যোগেশ্বৰ সিংহক ৰাজপাট দিবলগীয়াত পৰিছিল। কিন্তু এনেবোৰ কথাত পতিয়ন গৈ চন্দ্ৰকান্ত উভতি অহাত বৰ্মীসকলে তেওঁক বন্দী কৰি ৰংপুৰলৈ লৈ গৈছিল (১৮২৩ খ্ৰীঃৰ ফেব্ৰুৱাৰী)। এইদৰেই বন্দী অৱস্থাতেই চন্দ্ৰকান্তই কালাতিবাহিত কৰি থাকিবলৈ বাধ্য হৈছিল। ইপিনে মিংগিমাহা বান্দুলাই তেওঁৰ বিৰাট সৈন্য বাহিনীটোৰ ভৰণ-পোষণৰ বাবে বয়বস্তু যোগাৰ কৰি হাৰাশাস্তি হোৱা দেখা গৈছিল। সেয়ে তেওঁ সৰহ সংখ্যক সৈন্যৰ সৈতে নিজে ব্ৰহ্মদেশ অভিমুখে যাত্ৰা আৰম্ভ কৰিছিল। ইয়াৰ পিছত বৰ্মী ৰজাই অসমৰ অধিকৃত অঞ্চলসমূহ শাসনৰ বাবে নিজ ৰাজ্যৰ পৰা এজন গভৰ্ণৰ পঠিয়াইছিল। এই নতুন প্ৰশাসকজনে স্থানীয় লোকক বেয়া ব্যৱহাৰ কৰা নাছিল বুলি জনা যায়। বৰং তেওঁ আইন-শৃংখলা পুনৰ প্ৰৱৰ্তন কৰাৰহে পক্ষপাতী আছিল। তেওঁ অনাহকত প্ৰজাৰ ওপৰত অত্যাচাৰ আৰু লুটপাত কৰাটো বন্ধ কৰিছিল। বিনা বিচাৰে যাতে কোনো প্ৰজাক শাস্তিদান কৰা নহয় তাৰ প্ৰতিও তেওঁ সতৰ্ক দৃষ্টি ৰাখিছিল। এই নতুন গভৰ্ণৰজনে ভালেমান নতুন নতুন বিষয়া নিযুক্তি দি এক সুনিয়ন্ত্ৰিত শাসন ব্যৱস্থা প্ৰৱৰ্তন কৰিছিল। কিন্তু এই প্ৰশাসকজন অহাৰ পূৰ্বে বৰ্মী তথা মান সৈন্যাই অসমত যি অবৰ্ণনীয় অত্যাচাৰ কৰিছিল সেই অত্যাচাৰৰ বিৱৰণী পাঠ কৰিলে আজিও আতংকত পচুৰৈসকলৰ গাৰ নোম শিয়ৰি উঠে।

অসমত.মান সেনাই অমানৱীয় অত্যাচাৰ কৰিছিল বুলি বুৰঞ্জীয়ে সাক্ষী দিয়ে। 'মানৰ দিন' বুলিলে বহু দিনলৈকে অসমীয়া লোকৰ ত্ৰাসত হাত-ভৰি লুকাইছিল। অত্যাচাৰৰ কোবত বহুতো লোকে হাবি-বননিয়ে আশ্ৰয় লৈছিলগৈ। মানৰ আক্ৰমণ কালত অসমৰ ৰজাই পলাই গৈ ইংৰাজ কোম্পানিৰ ৰাজ্যত আশ্ৰয় লোৱাৰ বিষয়ে আগেয়ে উল্লিখিত হৈছে। পৰৱৰ্তী কালত সেই মানৰ ছলাহী কথাত ভোল গৈ নিজ ৰাজ্যলৈ উভতি আহি কিদৰে বন্দী হ'বলগীয়াত পৰিছিল সেই বিষয়েও ওপৰত কোৱা হৈছে। মানৰ আক্ৰমণত অসমত অৰ্থনৈতিক দুৰৱস্থাৰ সৃষ্টি হৈছিল। প্ৰজাৰ খেতি-বাতি নষ্ট হোৱাৰ উপৰি মান সেনাই তেওঁলোকৰ সা-সম্পত্তি লুটপাত কৰি অত্যাচাৰ কৰিছিল। তদুপৰি মানে প্ৰত্যেকজন প্ৰজাৰ পৰা উচ্চহাৰত কৰ আদায় কৰিছিল। এনে দুৰৱস্থাৰ কালতে চুবুৰীয়া চিংফৌ, খামতিকে আদি কৰি ভালেমান জনজাতি লোকেও বিদ্ৰোহীসকলৰ লগলাগি প্ৰজাক অত্যাচাৰ কৰিছিল বুলি বুৰঞ্জীয়ে সাক্ষী দিয়ে। আনেহে নালাগে কেতবোৰ স্থানীয় লোকে ভূতৰ ওপৰত দানহৰ দৰে মানৰ কেশ ধৰি নিজৰ গাঁও-ভূঁইৰ লোকৰ ওপৰত অত্যাচাৰ কৰিবলৈ লৈছিল। ইয়াৰ কিছুদিন পিছত মান সেনা গৈ কাছাৰত সোমোৱাত তেওঁলোকৰ সৈতে বৃটিছৰ যুদ্ধ হয় (১৮২৪ খ্ৰীঃ)। যুঁজত পৰাজিত হৈ অৱশেষত ইয়াণ্ডাবুৰ সন্ধিৰে মানসকলে অসমৰ ওপৰত তেওঁলোকৰ সকলো দাবী প্ৰত্যাহাৰ কৰিবলৈ বাধ্য হয় (১৮২৬ খ্ৰীঃৰ ২৪ ফেব্ৰুৱাৰী)।

### পূৰ্ণানন্দ বুঢ়াগোহাঁই, বদন চন্দ্ৰ বৰফুকন, অসমত মান অনাৰ বাবে দায়ী কোন ইত্যাদি

পূৰ্ণানন্দ বুঢ়াগোহাঁই এজন অতি বিচক্ষণ, উৎসাহী আৰু পৰাক্ৰমী বীৰ আছিল। তেওঁ একাধাৰে সুদীৰ্ঘ ৩১ বছৰ (১৭৮৬—১৮১৬ খ্ৰীঃলৈ) তিনিজন ৰজাৰ বুঢ়াগোহাঁই হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। এওঁলোক হ'ল গৌৰীনাথ সিংহ, কমলেশ্বৰ সিংহ আৰু চন্দ্ৰকান্ত সিংহ। পূৰ্ণানন্দৰ পিতৃ ঘনশ্যামো বুঢ়াগোহাঁই আছিল। দ্বিতীয় মোৱামৰীয়া বিদ্ৰোহৰ কালত গৌৰীনাথ সিংহ শত্ৰুৰ দ্বাৰা জুৰুলা হোৱাৰ কালতে ঘনশ্যাম বুঢ়াগোহাঁইৰ মৃত্যু হোৱাত পূৰ্ণানন্দই বুঢ়াগোহাঁই পদ পাইছিল।

অতি তীক্ষ্ণবুদ্ধিসম্পন্ন আৰু দূৰদৰ্শী পূৰ্ণানন্দই মোৱামৰীয়া বিদ্ৰোহৰ আঁতিগুৰি আৰু গতি-বিধি অলপ অধ্যয়ন কৰিয়েই বুজিছিল যে, ৰজাৰ পক্ষই দমন-নীতি গ্ৰহণ কৰাৰ ফলতে এই বিদ্ৰোহ ঘটিছে। ৰজাঘৰৰ ভুল নীতিৰ বাবেহে যে ব্ৰাহ্মণ্যবাদ আৰু শূদ্ৰ-মহন্তৰ মাজত থকা সংঘাতে মোৱামৰীয়া বিদ্ৰোহৰ ৰূপ ধাৰণ কৰিছে, এই বিষয়ে তেওঁৰ অকণো সন্দেহ নাছিল। সেয়ে তেওঁ গৌৰীনাথ সিংহক মোৱামৰীয়া বিদ্ৰোহীসকলৰ প্ৰতি সদয় ব্যৱহাৰ কৰিবলৈ পৰামৰ্শ দিছিল। কিন্তু ৰজাই পূৰ্ণানন্দৰ এনে দূৰদৰ্শী আৰু

সজ্জ বুদ্ধিত গুৰুত্ব নিদি বৰবৰুৱা আৰু আন কেইজনমান বিষয়াৰ পৰামৰ্শ মতে মোৱামৰীয়া বিদ্ৰোহীসকলক ধৰি আনি অত্যাচাৰ কৰাত মোৱামৰীয়াসকলৰো জেদ বাঢ়িল আৰু তেওঁলোকেও ৰজাঘৰক ফেৰ পাতি ধৰিলে। কিন্তু আহোম সৈন্য মোৱামৰীয়াৰ হাতত বাৰেপতি পৰাজিত হোৱাত ৰজাই উপায় নাপাই পূৰ্ণানন্দ আৰু বৰবৰুৱাৰ হাতত ৰংপুৰৰ দায়িত্ব দি নিজে গুৱাহাটীলৈ পলাই গ'ল। এই বিপদৰ কালছোৱাত পূৰ্ণানন্দই অতি বিচক্ষণতাৰে মোৱামৰীয়া বিদ্ৰোহীসকলক বাধা দিছিল। ইফালে গৌৰীনাথ সিংহই গুৱাহাটীৰ পৰা পানীফুকনৰ নেতৃত্বত পঠিওৱা সৈন্যদল আহি পোৱাৰ আগতেই মোৱামৰীয়া বিদ্ৰোহীসকলে গড়গাঁও অধিকাৰ কৰিছিল। গড়গাঁৱৰ পৰা পলাই অহা আহোম সৈন্যৰ দল এটাক বুঢ়াগোহাঁয়ে কাজিৰঙাৰ ওচৰত পাই তেওঁলোকক আকৌ ওভতাই নিছিল। তাৰ পিছত ইতিমধ্যে ছেদেলি ভেদেলি হৈ চাৰিওফালে পলাই যোৱা সৈন্যবোৰক পুনৰ একগোট কৰি নামদাং নৈপাৰৰ বৰআলিৰ পৰা খৰিকটীয়া আলিলৈকে কেইবাটাও কোঠ মাৰি অসীম সাহসেৰে বিদ্ৰোহীক বাধা দিবলৈ সক্ষম হৈছিল। কলিয়নী পাহাৰৰ পৰা নগা পাহাৰলৈকে বিস্তৃত সুদৃঢ় বিবুধি গড়টোও তেওঁ সাজি উলিয়াইছিল। ১৭৯০ খ্ৰীঃত বুঢ়াগোহাঁয়ে দিচৈ নৈৰ পাৰত এটা শক্তিশালী কোঠ পাতে। পিছলৈ এই ঠাইতে যোৰহাট নগৰ হ'লত আহোমৰ ৰাজধানীও তালৈ তুলি নিয়া হয়। প্ৰকৃতপক্ষে ১৭৮৬ ৰ পৰা ১৭৯২ খ্ৰীঃলৈকে কেবল পূৰ্ণানন্দৰ সাহসতেই বলীয়ান হৈ আহোম সৈন্যই মোৱামৰীয়া বিদ্ৰোহীক বাধা দি আছিল। ৰজা পলাই যোৱাত আৰু আনহাতে মোৱামৰীয়া বিদ্ৰোহ শাম কটাৰ কোনো লক্ষণ নেদেখি বহুতো প্ৰজাই তেতিয়া বিদ্ৰোহীৰ লগ লাগিবলৈ যো-জা কৰিছিল। এই কথা গম পাই পূৰ্ণানন্দই তেওঁলোকৰ বহুতকে ককৰ্থনা কৰি, শাস্তি দি, মৰমেৰে বুজাই-বঢ়াই আৰু কেতিয়াবা বয়বস্তুৰে ভেটী দি হ'লেও মোৱামৰীয়াৰ পক্ষ গ্ৰহণ কৰাৰ পৰা বিৰত ৰাখিছিল। ইয়াৰ পিছত, গৌৰীনাথ সিংহৰ অনুৰোধক্ৰমে কেপ্টেইন ওৱেলছে আহি নামনি অসমত বিদ্ৰোহ দমন কৰাৰ কালত পূৰ্ণানন্দই অকলশৰে সুদীৰ্ঘ সাত বছৰ উজনি অসম ৰক্ষা কৰি আছিল। পিছত কেপ্টেইন ৱেলছৰ সহযোগত তেওঁ মোৱামৰীয়াৰ হাতৰ পৰা ৰাজ্যখন ৰক্ষা কৰিবলৈ সক্ষম হয়। ডফলা (নিচি)সকলে মোৱামৰীয়া বিদ্ৰোহীৰ লগ লগাত তেওঁ সেইসকলকো দমন কৰে। খামতি আৰু চিংফৌৰ বিদ্ৰোহো তেওঁৰ চেষ্টাতে শাম কাটে। খামতিৰ এই বিদ্ৰোহত নৰা, ফাঁকিয়াল, আবৰ, মিৰি, মিচিমিসকলেও সহায় কৰিছিল। এই আটাইবোৰ লোককে দমন কৰি বুঢ়াগোহাঁয়ে বন্দীসকলক ভাল ব্যৱহাৰ কৰি তেওঁলোকক পুনৰ সংস্থাপনৰ সুযোগ দিছিল। বাঁৰীৰ পুতেক নামেৰে নিজৰ সম্বন্ধীয় লোক এজনক শদিয়াখোৱা গোহাঁই হিচাপে নিযুক্তি দি সেই অঞ্চলতো শান্তি ঘূৰাই আনিছিল। মানৰ আক্ৰমণৰ সময়লৈকে খামতিসকলে আহোমৰ বিৰোধিতা কৰা নাছিল। কমলেশ্বৰ সিংহৰ দিনত সকলো প্ৰশাসনৰ মুৰব্বী দৰাচলতে পূৰ্ণানন্দহে আছিল। এই সময়তে তেওঁ বৃটিছৰ আৰ্হিত সৈন্যদল গঠন কৰিছিল। তাৰ পিছত মোৱামৰীয়া বিদ্ৰোহত ভাগি যোৱা লোকসকলক পুনৰ সংস্থাপন কৰি লগতে মোৱামৰীয়া বিদ্ৰোহীৰ লগ লাগি আহোম ৰজাৰ বিৰুদ্ধে যুঁজ দিয়া লোকসকলকো ক্ষমাদান কৰাত এই বিদ্ৰোহীসকলৰ প্ৰভাৱ টুটিছিল। অৱশ্যে বিদ্ৰোহত যোগ দিয়া কিছুসংখ্যক লোক এনে অভয়দান সত্ত্বেও উভতি অহা নাছিল।

পূৰ্ণানন্দ বুঢ়াগোহাঁই নিঃসন্দেহে এজন নিষ্ঠাবান দেশপ্ৰেমিক আছিল। সেইবাবে ৰাজধানীৰ পৰা ৰজা পলাই যোৱাৰ পিছতো তেওঁ মৰো-জীউকৈ মোৱামৰীয়াৰ বিৰুদ্ধে যুঁজিছিল। নিজৰ জীৱন বিপন্ন কৰিও তেওঁ বিদ্ৰোহীৰ হাতৰ পৰা অসমক ৰক্ষা কৰি অসাধাৰণ কৰ্তব্যনিষ্ঠাৰ চিনাকি দিছিল। ভূটানৰ সৈতে সদ্ভাব স্থাপনৰ উদ্দেশ্যেৰে তেওঁ সেই দেশলৈ দুজন কটকী প্ৰেৰণ কৰাটোও মন কৰিবলগীয়া। কলীয়া ভোমোৰা বৰফুকনৰ দৰে বিচক্ষণ আৰু দায়িত্বশীল বিষয়াক নামনি অসম চোৰা-চিতাৰ ভাৰ দিয়াটোও তেওঁৰ দূৰদৃষ্টিৰ অন্যতম জ্বলন্ত প্ৰমাণ। সেইদৰে দৰঙী ৰজা কৃষ্ণনাৰায়ণে ভূটানৰ সীমান্তবৰ্তী অঞ্চলত দায়িত্ব পালনত বিফল হোৱাত পূৰ্ণানন্দই তেওঁক ভাঙি সমুদ্ৰনাৰায়ণক ৰজা পাতিবলৈকো দ্বিধাবোধ কৰা নাছিল। বুঢ়াগোহাঁই পূৰ্ণানন্দৰ গভীৰ চিন্তাধাৰা আৰু অৰ্ন্তদৃষ্টি আছিল অতুলনীয়। উদাহৰণস্বৰূপে এটা ঘটনাৰ বিষয়ে উল্লেখ কৰিব পাৰি—

ৰজা কমলেশ্বৰ সিংহই শূদ্ৰ-মহন্তৰ শৰণ লোৱাত ব্ৰাহ্মণ-মহন্তসকল অসন্তুষ্ট হোৱাটো তেওঁ লক্ষ্য কৰিছিল আৰু এনে ক্ষেত্ৰত তেওঁ নিজে যদি ব্ৰাহ্মণ-মহন্তৰ ওচৰত দীক্ষা লয় তেন্তে ৰজা আৰু বুঢ়াগোহাঁইৰ মাজত এক সংঘাতৰ সৃষ্টি হ'ব বুলি আশংকা কৰি তেওঁ কোনো গুৰুৰ দীক্ষা গ্ৰহণৰ পৰা নিজকে বিৰত ৰাখিছিল। এই সাধাৰণ ঘটনাটোৰ পৰাই তেওঁৰ চিন্তা শক্তিৰ পৰিপক্কতা আৰু দেশৰ প্ৰতি থকা গভীৰ ভালপোৱাৰ প্ৰমাণ পোৱা যায়।

কিন্তু পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে বদন বৰফুকনৰ ক্ষেত্ৰত গ্ৰহণ কৰা নীতিৰ এটি পৰ্যালোচনা কৰিলে দেখা যায় যে এইক্ষেত্ৰত তেওঁ সমালোচনাৰ উৰ্ধত নাছিল। বদন বৰফুকনৰ বিষয়ে নানাধৰণৰ অভিযোগ থকাত তেওঁক ভাণ্ডি কলীয়া ভোমোৰাক বৰফুকন পতা হৈছিল। তেনেস্থলত কলীয়া ভোমোৰাৰ মৃত্যুত সেইজন বদনকে পুনৰ বৰফুকন পতাত পূৰ্ণানন্দই আপত্তি নকৰিলে কেলেই? পূৰ্ণানন্দৰ পুত্ৰ ওৰেষনাথ ঢেকিয়াল ফুকনে বদনৰ কন্যা পিজৌ গাভৰুৰ পাণিগ্ৰহণ কৰাত দুয়োখন ঘৰ মিতিৰ হোৱাৰ বাবে যদি পূৰ্ণানন্দই তেওঁক বৰফুকন পতাত বাধা নিদিলে তেন্তে সেইটো পক্ষপাতিত্বমূলক কাম হৈছিল বুলিব লাগিব। কিন্তু পিছলৈ বদনে তেওঁৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰা বুলি গম পাই তেওঁক ধৰিবলৈ লোক পঠিওৱাত তেওঁ গৈ মান সৈন্য আনি অসম চাৰখাৰ কৰিছিল।

তদুপৰি প্ৰাচীন সামন্তযুগীয়া আহোম প্ৰশাসন যন্ত্ৰটোৰ বিশেষ পৰিবৰ্তন ঘটোৱাৰ কথাও পূৰ্ণানন্দই চিন্তা কৰা নাছিল। কিন্তু পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ বাবেহে যে মোৱামৰীয়া বিদ্ৰোহীয়ে আহোম ৰাজ্য সেই দিনতে ধ্বংস কৰিব পৰা নাছিল, সিও অনস্বীকাৰ্য।

**বদন বৰফুকন ঃ**

ৰঙাচিলা দুৱৰাঘৰৰ বদনচন্দ্ৰ গুৱাহাটীৰ বৰফুকন আছিল। ১৭৯৫ খ্ৰীঃত নামনি অসমত হোৱা দন্দুৱাদ্ৰোহৰ বাবে বদনক দোষী সাব্যস্ত কৰি তেওঁক নিলম্বিত কৰি কলীয়াভোমোৰাক বৰফুকনৰ পদ দিয়া হৈছিল। কলীয়াভোমোৰাৰ মৃত্যুৰ পিছত তেওঁ পুনৰ বৰফুকন পদত নিযুক্ত হৈছিল।

বদন বৰফুকন এজন কাৰ্যদক্ষ বৰফুকন হিচাপেই প্ৰথম অবস্থাত পৰিগণিত হৈছিল। কিন্তু পিছলৈ নানাধৰণৰ অপকৰ্মৰ সৈতেহে তেওঁৰ নাম বেছিকৈ জড়িত হোৱা দেখা গৈছিল। কামৰূপৰ পৰা সংগৃহীত ৰাজহৰ এক বিৰাট অংক তেওঁ আত্মসাৎ কৰিছিল বুলি জনা যায়। তদুপৰি, এই ৰাজহ তেওঁ নিজে ব্যয় কৰাৰ বাবে অনুমতি বিচাৰিছিল। অৱশ্যে পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ তীক্ষ্ণ দৃষ্টিৰ বাবে তেওঁৰ এই প্ৰাৰ্থনা নামঞ্জুৰ হ'ল। ইয়াৰ বাহিৰেও বৰফুকনৰ পুত্ৰসকলে প্ৰজাৰ ওপৰত নানা অকথ্য অত্যাচাৰ কৰি তেওঁলোকৰ পৰা ঢাহি-মুহি অৰ্থ সংগ্ৰহ কৰিছিল। আনেহে নালাগে কামাখ্যা, হাজো আদি ধৰ্মস্থানৰ সোণ-ৰূপকে ধৰি টকা-পইচালৈকে তেওঁ আত্মসাৎ কৰাৰ অভিযোগ শুনা গৈছিল। তেওঁৰ তিনিজন পুত্ৰ জন্মি, পিয়লি আৰু নুমলীয়ে হাতীক ভাং খুৱাই বলিয়া কৰি গুৱাহাটী নগৰৰ মাজমজিয়াত এৰি দিছিল আৰু হাতীয়ে প্ৰজাৰ ওপৰত কৰা উপদ্ৰৱ দূৰৈৰ পৰা চাই আনন্দ উপভোগ কৰিছিল। আকৌ কেপ্তেইন ওৱেলছে অসমত আফুখেতি কৰাৰ পিছত এই ৰাজ্যত কানিয়াৰ সংখ্যা বঢ়াত পূৰ্ণানন্দই আফু খেতি বন্ধ কৰিবলৈ কৰা প্ৰচেষ্টাতো বদনে বিধি-পথালি দিছিল। নামনি অসমৰ বিদ্ৰোহৰ সৈতেও তেওঁ জড়িত আছিল বুলি অভিযোগ শুনা গৈছিল। অৱশ্যে বিভিন্ন সূত্ৰযোগে পোৱা এই অভিযোগসমূহ অতিৰঞ্জিত হ'বও পাৰে।

কিন্তু এটা কথা সত্য যে, ক্ষমতাপ্ৰিয় বদনে আন এজন ক্ষমতাশালী ডাঙৰীয়া আৰু সম্বন্ধত তেওঁৰ বিয়ৈ পূৰ্ণানন্দৰ প্ৰতি এটা জাত-ক্ৰোধ আৰু ঈৰ্ষাৰ ভাব পোষণ কৰিছিল। ৰজা চন্দ্ৰকান্তৰ সখি সৎৰামে পূৰ্ণানন্দক হত্যাৰ বাবে চলোৱা ষড়যন্ত্ৰত বদনো জড়িত আছে বুলি অভিযোগ আনি তেওঁক ধৰিবলৈ চেষ্টা কৰাত বদন পলাই গৈ প্ৰথমে বৃটিছৰ সহায় বিচাৰি পিছলৈ মান ৰজাৰ সহায় ভিক্ষা কৰে। সেইমতে তেওঁৰ অনুৰোধত অসমত মানৰ আক্ৰমণ আৰম্ভ হয়। মানৰ আক্ৰমণৰ পিছতে বদন বুঢ়াগোহাঁই হৈ পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ ফলীয়া ভালেমান লোকক হত্যা কৰিলে। তেওঁৰ অত্যাচাৰত ৰাজ্যৰ সৰু-বৰ বহু লোক অতিষ্ঠ হৈছিল অৱশেষত ৰূপসিং চুবেদাৰৰ হতুৱাই তেওঁক হত্যা কৰা হ'ল বুলি জানিব পাৰি সকলোৱে স্বস্তিৰ নিশ্বাস পেলাইছিল।

## অসমলৈ মান অনাৰ বাবে দায়ী কোন?

অসমলৈ মান অনাৰ বাবে দায়ী কোন— এই প্ৰশ্নটো লৈ বহু বাক-বিতণ্ডাৰ থল আছে। সাধাৰণতে, অসমলৈ বৰ্মী বা মান সৈন্য আনি এই ৰাজ্যৰ লোকৰ ওপৰত নানাধৰণে উপদ্ৰৱ কৰি ৰাজ্যখন চাৰখাৰ কৰাৰ বাবে বদনচন্দ্ৰ বৰফুকনেই দায়ী বুলি কোৱা হয়। প্ৰথমবাৰ মানৰ আক্ৰমণৰ পিছতেই বদনক হত্যা কৰা হৈছিল যদিও ইয়াৰ পিছতো দুবাৰকৈ মানৰ আক্ৰমণ আৰু অবৰ্ণনীয় অত্যাচাৰ হৈছিল। মানৰ আক্ৰমণৰ দৰে নিষ্ঠুৰ দুৰ্যোগ অসমীয়া লোকে কেতিয়াও পোৱা নাছিল। সেইবাবে এই আক্ৰমণৰ বাবে দায়ীজনো অসমীয়া ৰাইজৰ সমালোচনাৰ পাত্ৰ হৈ ৰ'ব। বদন বৰফুকনক সেয়ে অসম বুৰঞ্জী আৰু অন্যান্য সাহিত্যত অতি চোকা সমালোচনা কৰা হৈছে। কিন্তু আধুনিক যুগৰ সমালোচক আৰু ঐতিহাসিকসকলে মানৰ আক্ৰমণৰ বাবে বদন বৰফুকন আৰু পূৰ্ণানন্দ বুঢ়াগোহাঁই উভয়কে দায়ী কৰি এই দিশত নতুন দৃষ্টিভংগী কেতবোৰ দাঙি ধৰিছে।

গুৱাহাটীৰ বৰফুকন বদনচন্দ্ৰ ক্ষমতালোভী আৰু অৰ্থলোভী হোৱাৰ উপৰি অত্যাচাৰী আছিল। তেওঁৰ পুত্ৰকেইজনো অতি নৃশংস স্বভাৱৰ আছিল বুলি জনা যায়। এইবোৰ কথা অৱশ্যে অতিৰঞ্জিতও হ'ব পাৰে। বদন বৰফুকনক নানা অভিযোগৰ বাবে বৰ্খাস্ত কৰি কলীয়াভোমোৰাক বৰফুকন পতা হৈছিল। তেনেস্থলত কলীয়াভোমোৰাৰ মৃত্যুৰ পিছত আকৌ বদনকে বৰফুকন পতা কাৰ্যত পূৰ্ণানন্দই কিয় প্ৰতিবাদ নকৰিলে? বৰফুকন হৈ বদনে নানা ধৰণৰ কুকাৰ্য কৰাৰ লগতে চন্দ্ৰকান্ত সিংহৰ সখি সংৰামৰ সৈতে হেনো ষড়যন্ত্ৰ কৰি পূৰ্ণানন্দক হত্যা কৰাৰ আঁচনি লৈছিল। এই কথা গম পাই তেওঁক পূৰ্ণানন্দই বন্দী কৰিবলৈ বিচৰাত বদনৰ জীয়েক আৰু পূৰ্ণানন্দৰ বোৱাৰী পিজৌ গাভৰুৱে দেউতাকক সেই কথা জনাই দিলে। ফলত বদন কলিকতালৈ পলাই গৈ ইষ্ট ইণ্ডিয়া কোম্পানিৰ ওচৰত সহায় ভিক্ষা কৰি বিফল হৈ মান কটকীৰ সৈতে ব্ৰহ্মাৰ ৰজা বড়োপায়াৰ ওচৰলৈ গ'ল। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে তেওঁৰ 'ভাইৰজা' চন্দ্ৰকান্ত সিংহৰ সকলো ক্ষমতা হস্তগত কৰি কিদৰে তেওঁক শ'লঠেকত পেলাইছে এই বিষয়ে তেওঁ বড়োপায়াক বিৱৰি কোৱাত বড়োপায়াই তেওঁক সহায় কৰিলে। বড়োপায়াৰ আহোম কুঁৱৰী ৰংগিলী বা ৰঙিলী গাভৰুৱেও হেনো ৰজাক বদনক সহায় কৰিবলৈ অনুৰোধ জনাইছিল। ৰঙিলী আৰু বদনচন্দ্ৰ বৰফুকন দুয়ো একে দুৱৰা বংশোদ্ভৱ আছিল। সেয়ে অসমলৈ মান সেনা অনাৰ বাবে ৰঙিলী গাভৰু, মান কটকী আদিৰো কিছু পৰিমাণে হাত আছিল। পিছলৈ অসমত ইংৰাজ ৰাজত্বৰ পাতনি মেলা ইষ্ট ইণ্ডিয়া কোম্পানিয়ে বদনৰ ক্ষেত্ৰত অহস্তক্ষেপ নীতি নোলোৱাহেঁতেন হয়তো মানৰ অবৰ্ণনীয় অত্যাচাৰৰ পৰা অসমবাসী ৰক্ষা পৰিলহেঁতেন।

চন্দ্ৰকান্ত সিংহ অসমৰ ৰাজপাটত থকাৰ কালত পূৰ্ণানন্দ বুঢ়াগোহাঁই ৰাজ কাৰ্যত সৰ্বেসৰ্বা হৈ উঠিছিল। অতি বিচক্ষণ, দূৰদৰ্শী আৰু দেশপ্ৰেমিক হ'লেও বদন বৰফুকনৰ প্ৰতি যে তেওঁ এক ঈৰ্ষাভাৱ পোষণ কৰিছিল সেই সত্যটো সৰ্বজনবিদিত। এই বিষয়া দুজনৰ ঘোৰ মনোমালিন্য আছিল আৰু কোনে কাক ওফৰাব পাৰে তাৰ বাবে এক ভয়ানক প্ৰতিদ্বন্দ্বিতা চলিছিল। এইধৰণে অনবৰত এটা বৈৰীভাৱ পোষণ কৰি পূৰ্ণানন্দই বদনক হোৱাই নোহোৱাই প্ৰতি কথাতে সন্দেহ কৰিছিল বাবেই বদনে বিদেশী শক্তিৰ ওচৰ চাপিবলগীয়াত পৰিছিল। পূৰ্ণানন্দৰ সকলো আদেশ মানিবলৈ বদন সাজু নাছিল। কিন্তু বুঢ়াগোহাঁই হিচাপে পূৰ্ণানন্দইনো বদনৰ তথাকথিত অপকৰ্মসমূহ চাই থাকে কেনেকৈ? আনহাতে, ব্যক্তিগত ঈৰ্ষা আৰু আক্ৰোশৰ বাবে বদনে কেলেই বিদেশী সৈন্যক অসমলৈ মাতি আনিব লাগিছিল? কিন্তু মন কৰিবলগীয়া যে, বদনে মান সৈন্যক অসমীয়া প্ৰজাক অত্যাচাৰ কৰিবলৈ কোৱা বুলি কোনো বুৰঞ্জীয়ে কোৱা নাই। দৰাচলতে বৰ্মী ৰজাই পশ্চিম দিশলৈ চকু দি আছিলেই। তেওঁ আৰাকান পৰ্বত পাৰ হৈ অসমত ঘাটি পাতিবলৈ ইচ্ছুক আছিল। আনহে নালাগে, মোৱামৰীয়া বিদ্ৰোহৰ সময়তো দুবাৰকৈ মান সৈন্য অসমলৈ অহাত পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে তেওঁলোকক ভাৰ-ভেটী দিহে ওভতাই পঠিয়াইছিল। আকৌ এবাৰ কছাৰীসকলৰ সহায়ত অসমৰ ৰজা হ'বলৈ চেষ্টা কৰা বিজয় বৰমূৰা গোহাঁইক সহায় কৰিবলৈকো কিছুসংখ্যক মান সেনা অসমলৈ আহিছিল। সেয়ে এতিয়া অসমলৈ মান সেনা অহাৰ বাবে বদনে কৰা আহ্বানত বৰ্মী ৰজা বড়োপায়া নিশ্চয় অত্যন্ত সুখী হৈছিল।

নহ'লে তেওঁ বদনে খোজাৰ লগে লগে তেওঁক ইমানবোৰ মানসেনা দিব কেলেই? বদনৰ মৃত্যুৰ পিছতো দুবাৰকৈ মান সৈন্য আহিছিল। সেয়ে অসমলৈ এইদৰে সৈন্য পঠিওৱাৰ বাবে মান ৰজাসকলো পৰোক্ষভাৱে জগৰীয়া আছিল। মানৰ দ্বিতীয় আৰু তৃতীয় অভিযানৰ বাবে দায়ী আছিল চন্দ্ৰকান্ত সিংহ। তেওঁ অকামিলা হোৱাৰ বাবেহে পূৰ্ণানন্দৰ ক্ষমতা বৃদ্ধি পাইছিল। প্ৰকৃতপক্ষে চন্দ্ৰকান্ত সিংহ মানৰ বৈৰী নাছিল। মানসকলে বৈৰী বুলি ভাবিছিল পূৰ্ণানন্দ বুঢ়াগোহাঁইকহে। মানৰ প্ৰথম আক্ৰমণতে পূৰ্ণানন্দৰ মৃত্যু ঘটাত তেওঁৰ পুত্ৰ ৰুচিনাথ বুঢ়াগোহাঁই হৈছিল। ৰুচিনাথেও মানৰ সৈতে চন্দ্ৰকান্তৰ সংযোগ থকা বুলি সন্দেহ কৰি পুৰন্দৰক ৰজা পাতিছিল। তেওঁ চন্দ্ৰকান্ত সিংহক ঘুণীয়া কৰাত চন্দ্ৰকান্তই মানুহ পঠিয়াই আকৌ মান সৈন্যক মাতি আনিছিল। মানৰ সহায়ত পুনৰ ৰাজ্য লাভ কৰি চন্দ্ৰকান্তই তেওঁলোকৰ হাতৰ পুতলা হ'বলৈ নিবিচৰাত তৃতীয়বাৰ মানৰ আক্ৰমণ হৈছিল।

এইদৰে বৰফুকন, বুঢ়াগোহাঁই, স্বৰ্গদেউ আদিৰ মাজত দেখা দিয়াৰ ক্ষমতাৰ প্ৰতিদ্বন্দ্বিতা, ব্যক্তিগত আক্ৰোশ আৰু ঈৰ্ষাই অসমৰ বুৰঞ্জীত মানৰ আক্ৰমণৰ দৰে এক অনাকাংক্ষিত আৰু অনাৱশ্যক অধ্যায়ৰ সৃষ্টি কৰিছিল। কিন্তু এনে এটা অবাঞ্ছিত অধ্যায়ৰ পাতনি মেলি অসমৰ স্বাধীনতা বিভ্ৰান্ত কৰাৰ পটভূমি ৰচনা কৰাৰ বাবে অসমৰ ৰাইজে বদন বৰফুকনকে আজিও দেশদ্ৰোহী বুলি আখ্যা দি আহিছে।

**আহোম ৰাজ্যৰ পতনৰ কাৰণসমূহ ঃ**

ত্ৰয়োদশ শতিকাৰ প্ৰাৰম্ভণিতেই ভাৰতৰ উত্তৰ-পূব প্ৰান্তত অৱস্থিত অসমলৈ আহি আহোমসকলে ইয়াতে থিতাপি লৈ সুদীৰ্ঘ ৬০০ বছৰ কাল ৰাজত্ব কৰিছিল। মধ্যযুগৰ অসম ইতিহাসৰ অন্যতম কেন্দ্ৰবিন্দু আছিল এই আহোম ৰাজ্য। আহোমসকল আছিল টাই বা শান বংশৰ লোক আৰু অসমত ৰাজত্ব কৰাৰ কালত ভাৰতৰ তুৰ্ক, আফঘান আৰু মুঘলসকলৰ সৈতে এওঁলোক সুদীৰ্ঘকাল যুদ্ধত লিপ্ত হৈও তেওঁলোকৰ তলতীয়া হ'বলগীয়া হোৱা নাছিল। কিন্তু তেওঁলোকৰ এনে সামৰিক খ্যাতিও এদিন ম্লান হ'ল। উনৈশ শতিকাৰ আৰম্ভণিৰে পৰা বিশেষকৈ গৃহকন্দলৰ ফলত অসমত বৰ্মীসকলৰ অভিযান আৰু অত্যাচাৰৰ মূৰকত বৃটিছসকলে অসমৰ ৰাজনৈতিক মঞ্চত প্ৰৱেশৰ সুবিধা পালে আৰু তাৰেই তৎকালীন ফলশ্ৰুতি হ'ল আহোম ৰাজ্যৰ পতন। কিয়নো অসমক কেন্দ্ৰভূমি হিচাপে লৈ ইংগ-বৰ্মী যুদ্ধ হ'ল আৰু এই যুঁজত বৰ্মীসকলক পৰাজিত কৰি ইংৰাজে তেওঁলোকৰ সৈতে ইয়াণ্ডাবুৰ সন্ধি কৰিলে (২৪ মাৰ্চ ১৮২৬ খ্ৰীঃ)। এই সন্ধিৰ দ্বিতীয় চৰ্তটোৰ ভুল ব্যাখ্যা কৰি সাম্ৰাজ্যবাদী ইষ্ট ইণ্ডিয়া কোম্পানিয়ে অসমত নিজ প্ৰশাসন আৰম্ভ কৰিলে। অৱশ্যে যিকোনো এটা কাৰণত এখন ৰাজ্যৰ পতন ঘটিব নোৱাৰে। পতনৰ কাৰণসমূহ সদায়েই সমষ্টিগতহে হয়। সেয়ে বিভিন্ন ঐতিহাসিকে আহোমসকলৰ পতনৰ কাৰণ সম্বন্ধে নানা অধ্যয়ন আৰু চিন্তা-চৰ্চা কৰি যিবিলাক কাৰণক ইয়াৰ বাবে দায়ী কৰিছে তাৰ এটা চমু খতিয়ান দাঙি ধৰা হ'ল—

উত্থান আৰু পতন ইতিহাসৰ এক চিৰাচৰিত ঘটনা। সেইবাবে বহুতো ঐতিহাসিকৰ মতে স্বৰ্গৰ দেৱতা লেংদেং ইন্দ্ৰৰ বংশধৰ বুলি দাবী কৰা আহোমসকলৰো বোধকৰো এদিন স্বৰ্গীয় আশীৰ্বাদৰ সময় উকলিল আৰু তাৰ ফলস্বৰূপে তেওঁলোকৰ পতনো অৱশ্যম্ভাবী হৈ উঠিল। এই কথাষাৰৰ দ্বাৰা এইটোৱেই বুজাব খোজা হৈছে যে এসময়ত স্বৰ্গৰ প্ৰধানৰ দেৱতাৰ সৈতে নিজৰ জন্ম সূত্ৰ স্থাপন কৰি গৌৰব কৰা আহোমসকলৰো এসময়ত মতিভ্ৰম হ'লগৈ আৰু সেইবাবে নিজৰ ভিতৰতে কাজিয়া-পেচাল কৰি ৰাজ্যখন বিদেশীৰ হস্তগত হোৱাৰ পথ নিজেই সুগম কৰিলে।

আহোম ৰজাসকল আছিল স্বেচ্ছাচাৰী। যদিও আহোম ৰাজ্যত তিনিজন গোহাঁয়ে আনকি ৰজা ভঙা-পতা কৰিব পাৰিছিল, কাৰ্যক্ষেত্ৰত কিন্তু ৰজাজন অতি ক্ষমতাশালী হ'লেও তেওঁ নিজৰ ইচ্ছাৰে ৰাজ্য চলাব পাৰিছিল আৰু তেওঁলোকে কোনো বিশৃংখলা নোহোৱাকৈ সুকলমেই ৰাজ্য শাসন কৰা দেখা গৈছিল। কিন্তু ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ পৰৱৰ্তী ৰজাসকলৰ এনে ক্ষমতা আৰু কাৰ্যদক্ষতা দুয়োটাই নাছিল। লক্ষ্মীসিংহ স্বৰ্গদেউ জুৰুলা হৈছিল মোৱামৰীয়াৰ বিদ্ৰোহত। গৌৰীনাথ সিংহ আছিল প্ৰত্যুৎপন্নহীন অথচ মহা মদগৰ্বী আৰু কমলেশ্বৰ সিংহ, চন্দ্ৰকান্ত সিংহ, পুৰন্দৰ সিংহ প্ৰভৃতিও সুদক্ষ ৰজা নাছিল। এনে ৰজাসকল ডা-ডাঙৰীয়াসকলৰ ওপৰত যথেষ্ট নিৰ্ভৰশীল আছিল। তদুপৰি ডা-ডাঙৰীয়াসকলৰ মাজত অনৈক্যৰ হেতু ৰাজ্যখনৰ

আভ্যন্তৰীণ অৱস্থাৰ দিনে দিনে অৱনতি ঘটিছিল।

আহোমসকলে দিন যোৱাৰ লগে লগে পূৰ্বৰ ৰজাসকলৰ শৌৰ্য-বীৰ্য যথেষ্ট পৰিমাণে হেৰুৱাইছিল। মন কৰিবলগীয়া যে ৰাজেশ্বৰ সিংহৰ দিনত বৰ্মীসকলৰ বিৰুদ্ধে মণিপুৰৰ ৰজাক সহায় কৰিবলৈ মন কৰি ৰজাই সৈন্যদলৰ দলপতি বিচাৰি পোৱা নাছিল। তেওঁ যাকেই দলপতি হ'বলৈ কৈছিল তেৱেঁই কিবা নহয় কিবা অজুহাত উলিয়াই তেওঁক যুঁজলৈ নপঠিয়াবলৈ কাবৌ-কোকালি কৰা দেখা গৈছিল। অৱশেষত যেনিবা হৰনাথ ভিতৰুৱাল ফুকনে এই দায়িত্ব গ্ৰহণ কৰি ৰজাৰ সন্মান ৰক্ষা কৰিছিল। এই দৃষ্টান্তৰ পৰা আহোমসকলৰ কিদৰে শৌৰ্য-বীৰ্যৰ পতন ঘটিছিল সি সহজে অনুমেয়।

ঐতিহাসিক এডৱাৰ্ড গেইটে বৈষ্ণৱ ধৰ্মৰ প্ৰচলনে বহুতকে ভক্ত হ'বলৈ উৎসাহিত কৰাত আহোমসকলৰ মাজত এক সোৰোপা স্বভাৱে গঢ় লৈছিল বুলি মন্তব্য কৰিছে। পাইক হিচাপে বাধ্যতামূলকভাৱে গা-খাটি বলগীয়া হোৱা লোকসকলে পাইক খটাৰ পৰা ৰক্ষা পাবলৈ দলে দলে ভকত হৈছিল। সেয়ে খং কৰি গদাধৰ সিংহই বৈষ্ণৱসকলৰ বিৰুদ্ধে ব্যৱস্থা গ্ৰহণৰ প্ৰমাণ আছে। যিহেতু পাইকসকলেই আছিল যোদ্ধা, গতিকে বৈষ্ণৱ ধৰ্মৰ প্ৰসাৰে আহোমৰ সৈন্যবল আৰু মনোবল উভয়ৰে যে ক্ষতিসাধন কৰিছিল সেইটো নুই কৰিব নোৱাৰি।

আহোমৰ দিনত পাইকসকল আছিল একাধাৰে সৈনিক, খেতিয়ক, শ্ৰমিক। কিন্তু বহুবোৰ পাইকে নিজে গা-খাটি দিয়া লোকসকলৰ পৰা কেতিয়াবা দাসৰ দৰে ব্যৱহাৰ পোৱাত ক্ষুব্ধ হৈছিল। তেওঁলোকে নিজৰ স্বাধীনতাকণো উপভোগ কৰিবলৈ নাপাইছিল। পাইকসকলৰ এনে অসন্তুষ্টি পুঞ্জীভূত হৈ আহোম ৰাজত্বৰ দিন ক্ৰমাৎ চমু চপাই আনিছিল।

আহোম ৰজাসকলৰ নিয়মীয়া সৈন্যবাহিনী নাছিল। আহোম ৰাজত্বৰ শেষৰফালেহে বৃটিছৰ অনুকৰণত পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে এটা নিয়মীয়া সৈন্য বাহিনী গঠন কৰিছিল। মুছলমান লেখকসকলৰ মতে আহোমৰ অশ্বাৰোহী সৈন্য নাছিল আৰু অশ্বাৰোহী সৈন্যক তেওঁলোকে বৰ ভয় কৰিছিল। আকৌ, বৰ্মীসকলৰ আক্ৰমণৰ সময়ত পাইকসকলে যুদ্ধ নকৰি পলাই হাবিত লুকাইছিলগৈ। পিছলৈ পাইক সৈন্যৰ অভাৱত চন্দ্ৰকান্ত সিংহই আনকি ভাড়াতীয়া হিন্দুস্তানী চিপাহী আনি বৰ্মীৰ বিৰুদ্ধে যুদ্ধ কৰিবলগীয়া হৈছিল।

আগতে উল্লেখ কৰাৰ দৰে আহোম ৰজাসকলৰ মাজত কোনো কোনো ৰজা যিদৰে স্বেচ্ছাচাৰী আছিল। ঠিক সেইদৰে কোনো কোনো ডা-ডাঙৰীয়াও যথেষ্ট ক্ষমতাশালী আছিল আৰু তেওঁলোকে কাৰো হাক বচন নামানিছিল। ১৬৭১ ৰ পৰা ১৬৮১ খ্ৰীঃলৈকে দুৰ্বল ৰজাসকলৰ ঠাইত ডাঙৰীয়াসকলেহে ৰাজকাৰ্য চলাইছিল। ডাঙৰীয়াসকলৰ ক্ষমতাৰ অপব্যৱহাৰত বহু সময়ত প্ৰজাসকল ক্ষুণ্ণ হৈছিল। তেওঁলোকৰ মাজত সময়ে সময়ে একতাৰো অভাৱ হৈছিল। কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ দৰে তিনিজন গোহাঁইকো কেৰেপ নকৰা বিষয়াৰ বাবে তেওঁলোকৰ নিজৰ মাজতেই নানা মনোমালিন্য আৰু বাদ-বিবাদ ঘটি ৰাজ্যখনৰ ৰাজনৈতিক বাতাৱৰণ বিষাক্ত কৰি তুলিছিল।

স্বৰ্গদেউ ৰুদ্ৰসিংহই শূদ্ৰ মহন্তক উচ্চ বৰ্ণৰ লোকক দীক্ষা দিব নোৱাৰে বুলি আদেশ জাৰি কৰিছিল। সেইদৰে গদাধৰ সিংহই যিসকল সত্ৰাধিকাৰে তেওঁক বিপদকালত সহানুভূতি দেখুৱাইছিল, তেওঁলোকৰ প্ৰতিহে সদয় আছিল। বৰৰজা ফুলেশ্বৰীয়ে দুৰ্গা গোসাঁনীক উৎসৰ্গা কৰাৰ বলিৰ তেজেৰে মোৱামৰীয়া মহন্তসকলক ফোঁট দিয়াত যি অসন্তুষ্টিৰ বীজ ৰোপণ হৈছিল সিয়ে কালক্ৰমত মোৱামৰীয়া বিদ্ৰোহৰ অন্যতম কাৰণ হিচাপে আহোমৰ বিৰুদ্ধে দেখা দিছিল। তদুপৰি কীৰ্তিচন্দ্ৰ বৰবৰুৱাই মোৱামৰীয়া ৰাঘৱ মৰাণ আৰু নাহৰখোৰা শইকীয়াৰ প্ৰতি কৰা দুৰ্ব্যৱহাৰেও মোৱামৰীয়াসকলক আহোমৰ বিৰুদ্ধাচৰণ কৰাৰ সুযোগ দিছিল।

মোৱামৰীয়া বিদ্ৰোহে আহোমসকলক এটা তীব্ৰ জোকাৰণি দিছিল। তেওঁলোকে আহোমসকলক পৰাজয় কৰি প্ৰমাণিত কৰিছিল যে, তেওঁলোক অজেয় নহয় আৰু তেওঁলোকৰ কোনো ধৰণৰ দেৱত্বও নাই। এনেবোৰ উপলব্ধিয়ে আহোমৰ প্ৰতি থকা সৰ্বসাধাৰণৰ শ্ৰদ্ধা আৰু আস্থাত আঘাত হানিছিল।

মগদৰ্বী অথচ ৰজা হিচাপে সমূলি অনুপযুক্ত গৌৰীনাথ সিংহই কেপ্টেইন ৱেলছৰ কথা নুশুনি মোৱামৰীয়া বিদ্ৰোহীৰ

লগত যিসকল পাইক প্ৰজাই যুঁজ নকৰি পলাই গৈছিল সেইসকলকো দণ্ড বিহাত প্ৰজাই ৰজাৰ প্ৰতি আস্থা হেৰুৱাইছিল।

যদিও বদন বৰফুকন আৰু পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ মাজত দেখা দিয়া দুৰ্ঘোৰ বিবাদৰ বাবে বৰ্মীসকলে অসম আক্ৰমণ কৰাৰ সুযোগ লভিছিল বুলি কোৱা হয়, প্ৰকৃতপক্ষে সেই কথাটো সম্পূৰ্ণ শুদ্ধ নহয়। দৰাচলতে, বৰ্মীসকলে বহুদিনৰে পৰা অসমক তেওঁলোকৰ এটা সামৰিক ঘাটি হিচাপে ব্যৱহাৰ কৰিবলৈ বিচাৰিছিল। অসমত বৰ্মী ৰাজত্ব সম্প্ৰসাৰণ কৰিবলৈহে যে বডৌপায়াই বদন বৰফুকনক ১৬,০০০ সৈন্য দিছিল সেই কথাটো স্পষ্ট। ইয়াৰ পূৰ্বেও বৰ্মীসকলৰ সহযোগত বিজয় বৰমুৰা গোহাঁই নামৰ এজনে আহোমৰ সিংহাসন দখল কৰিবলৈ প্ৰচেষ্টা চলোৱাৰ কালতে বৰ্মীসকলে তেওঁক সক্ৰিয় সহযোগিতা আগবঢ়াইছিল। তদুপৰি, মোৱামৰীয়া বিদ্ৰোহৰ কালতো বৰ্মীসকলে কেইবাবাৰো অসম আক্ৰমণৰ বাবে আগবাঢ়ি অহাত পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে বহু ভাৰ-ভেটী দিহে ৰাজ্য ৰক্ষা কৰিছিল।

প্ৰথম অৱস্থাত বৃটিছে অসমলৈ আনকি প্ৰৱেশ কৰিবলৈকো ইতস্ততঃ কৰিছিল যদিও পিছলৈ কাছাৰ আৰু মণিপুৰত বৰ্মীসকলৰ প্ৰৱেশে তেওঁলোকক চিন্তিত কৰিছিল। সেই বাবে অসমলৈ নিমন্ত্ৰণ কৰি অনা ইষ্ট ইণ্ডিয়া কোম্পানিয়ে যথাক্ৰমে নামনি আৰু উজনি অসমত বিস্তাৰ লাভ কৰা দেখা গৈছিল। আনকি গোমধৰ কোঁৱৰকে আদি কৰি ভালেকেইজনে বিদ্ৰোহ কৰা সত্ত্বেও কোম্পানিয়ে অসমত খোপনি পুতি বহাৰ চিন্তাহে কৰা দেখা গৈছিল।

অসমত নিযুক্ত প্ৰথম বৃটিছ কমিছনাৰ ডেভিড স্কটে এই ৰাজ্যত ১৮২৬ ৰ পৰা ১৮৩১ খ্ৰীঃলৈকে আছিল। বৃটিছে যদিও পুৰন্দৰ সিংহক উজনিৰ ৰজা হিচাপে সংস্থাপিত কৰিছিল, কৰ শোধাবলৈ অক্ষম হোৱাত তেওঁৰ পৰা সিংহাসন পুনৰ কাঢ়ি লোৱা দেখা গৈছিল।

এইদৰে বিখ্যাত আহোম ৰাজবংশৰ ৰাজত্বৰ ওৰ পৰিছিল। ইবনে খালাদুন নামৰ বিখ্যাত আৰব ঐতিহাসিকজনৰ মতে একো একোটা ৰাজবংশৰ পৰিধি ২০০ বছৰতকৈ অধিক নহয়, কিন্তু অসমত আহোম ৰাজবংশই একেধাৰে ৬০০ বছৰকাল ৰাজত্ব কৰি তেওঁৰ এই মতক ভুল বুলি প্ৰমাণিত কৰি গৈছে। আনকি বৃটিছ গভৰ্নৰ জেনেৰেল লৰ্ড উইলিয়াম বেণ্টিংকেও এইদৰে কৈছিল যে আহোম বংশৰ ৰজাসকল নিশ্চয় কেতবোৰ সদগুণৰ অধিকাৰী আছিল বাবেহে এনে দীঘলীয়া ৰাজত্ব চলাবলৈ সক্ষম হৈছিল। এইদৰে বহু প্ৰশংসিত আহোমসকলৰো এদিন পতন ঘটিছিল আৰু অসমত সূত্ৰপাত ঘটিছিল বৃটিছ ৰাজত্বৰ।

## চতুৰ্থ অধ্যায়

# আহোমৰ শাসন প্ৰণালী, পৰ্বতীয়া জনজাতিৰ সৈতে সম্বন্ধ, সামাজিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক জীৱনধাৰা আদি

১৩ শ শতিকাৰ পৰা ঊনৈশ শতিকাৰ প্ৰথমছোৱালৈকে অসমত আহোমসকলে ৰাজত্ব কৰিছিল। এই ৰাজবংশৰ প্ৰতিষ্ঠাতা আছিল চুংকাফা। তেওঁ চীনৰ ওচৰৰ মাওলুং ৰাজ্যৰ পৰা আহিছিল। চুকাফাই প্ৰতিষ্ঠা কৰা আহোম ৰাজবংশই যিদৰে সুদীৰ্ঘ ছশ বছৰ ৰাজত্ব কৰি গ'ল, তেনে দৃষ্টান্ত বিৰল। ছশ বছৰজুৰি ৰাজত্ব কৰিবলৈ সক্ষম হোৱাৰ মূলতে আহোমৰ নিশ্চয় এটা ভাল দিশ তথা উন্নত প্ৰশাসন ব্যৱস্থা থাকিব লাগিব। কোৱা বাহুল্য যে, আহোম যুগৰ শাসন প্ৰণালী, পৰ্বতীয়া জনজাতিৰ সৈতে সম্বন্ধ, আৰ্থ-সামাজিক আৰু সাংস্কৃতিক জীৱন ধাৰায়ো এক উচ্চ মননশীলতা আৰু মাৰ্জিত ৰুচিৰ চিনাকি দিবলৈ সক্ষম হৈছিল।

**আহোম শাসন প্ৰণালী ঃ**

আহোম ৰাজ্যৰ প্ৰথম ৰজা চুকাফাই ১২২৮ খ্ৰীঃত সিংহাসনত আৰোহণ কৰিছিল আৰু তেওঁৰ বংশৰ ৰজাসকলে ১৮২৬ খ্ৰীঃৰ ইয়াণ্ডাবু সন্ধিৰ কিছু আগতেই ৰাজপাট হেৰুৱাবলগীয়াত পৰিছিল। চৰাইদেউত ৰাজধানী পাতি চুকাফাই এই ক্ষুদ্ৰ ৰাজ্যৰ ভেটি স্থাপন কৰিছিল। সেই সময়ত এই অঞ্চলৰ ভালেমান ঠাই ডাঠ অৰণ্যৰে ভৰপূৰ আছিল। সেই অঞ্চলটোত কোনো কোনো জনজাতীয় লোকেও বসবাস কৰিছিল আৰু তেওঁলোকৰ স্থায়ী খেতি-বাতি নাইবা উন্নত অৰ্থনীতিৰ অভাৱ দেখা গৈছিল। কিন্তু চুকাফাই বহন কৰিছিল এক স্থায়ী কৃষিভিত্তিক সমাজৰ সংস্কৃতি আৰু স্থানীয় ৰাইজক মৰম আৰু সুব্যৱহাৰেৰে আকৃষ্ট কৰি তেওঁলোকৰ সহযোগত তেওঁ এই নতুন বসতি স্থানতো এক কৃষিভিত্তিক অৰ্থনীতি আৰু সাংস্কৃতিক ধাৰাৰ জন্ম দিছিল। স্থানীয় লোকৰ সহযোগিতা আৰু সদিচ্ছাত চুকাফাৰ নৱপ্ৰতিষ্ঠিত ৰাজ্যখনে ঠন ধৰি উঠিবলৈ বেছিপৰ নালাগিল।

**কেন্দ্ৰীয় শাসন, ৰজাৰ স্থান ঃ** আহোমকলৰ কেন্দ্ৰীয় শাসনৰ মুখ্য নায়কজন আছিল ৰজা নিজে। প্ৰকৃতপক্ষে ৰজাজন আছিল সৰ্ব ক্ষমতাৰ অধিকাৰী। অৱশ্যে শাসন সম্বন্ধীয় দায়িত্ব পালনৰ ক্ষেত্ৰত ৰজাই তেওঁৰ তিনিজন মন্ত্ৰীৰ সৈতে আলোচনা কৰিছিল। এই মন্ত্ৰী তিনিজনক ডাঙৰীয়া বোলা হৈছিল। এওঁলোক আছিল বুঢ়াগোহাঁই, বৰগোহাঁই আৰু বৰপাত্ৰ গোহাঁই। কিন্তু অতি ক্ষমতাপন্ন আৰু প্ৰভাৱশালী ৰজাসকলে ডাঙৰীয়াসকলৰ মতামতলৈ কেৰেপ নকৰি নিজমতে ৰাজ্য শাসন কৰাও দেখা গৈছিল। প্ৰতাপ সিংহ, গদাধৰ সিংহ, ৰুদ্ৰ সিংহ আদি এই শ্ৰেণীৰ ৰজা আছিল। আনহাতেদি চুচৈফা, ল'ৰা ৰজা, কমলেশ্বৰ সিংহ আদিৰ দৰে দুৰ্বল ৰজাসকলক মন্ত্ৰীসকলেহে চলাইছিল। আহোম ৰজাসকলক চাওফা বোলা হৈছিল। 'চাও'ৰ শব্দাৰ্থ হ'ল ৰজা আৰু 'ফা' মানে স্বৰ্গ। সেইমতে 'চাওফা' মানে হ'ল স্বৰ্গৰ দেৱতা। কিন্তু ডক্টৰ পদ্মেশ্বৰ গগৈৰ মতে 'চাও' মানে সন্মান বা খ্যাতি আৰু সেয়ে 'চাওফা' শব্দটো যিকোনো সন্মানীয় বা খ্যাতিসম্পন্ন ব্যক্তিৰ ক্ষেত্ৰত প্ৰযোজ্য। উল্লেখযোগ্য যে আদিতে আহোম ৰজাসকলে নিজকে দেৱতাৰ বংশ বুলি দাবী কৰা নাছিল যদিও তেওঁলোকৰ উৎপত্তি সম্বন্ধে থকা দীঘলীয়া কাহিনীটোত তেওঁলোক লেংদন তথা ইন্দ্ৰ দেৱতাৰ বংশধৰ বুলি কোৱা হৈছিল।

**ৰজা নিৰ্বাচন ঃ** আহোম ৰজাজনৰ মৃত্যু হ'লে তেওঁৰ জেষ্ঠ পুত্ৰজনকেই তেওঁৰ উত্তৰাধিকাৰী বুলি গ্ৰাহ্য কৰি ৰাজপাট দিয়াৰ নিয়ম আছিল। কিন্তু কোনো কোনো ক্ষেত্ৰত ইয়াৰ ব্যতিক্ৰম নোহোৱাও নহয়। ৰুদ্ৰ সিংহ স্বৰ্গদেৱে তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ চাৰিওজন পুত্ৰকে ইজনৰ পিছত সিজনকৈ ৰজা হ'বলৈ আদেশ দিছিল। কোনো কোনো

ক্ষেত্রত ৰজাৰ ভতিজা বা সম্বন্ধীয় কোঁৱৰ একোজনৰ ভাগ্যতো সিংহাসন প্ৰাপ্তি দেখা গৈছিল। কিন্তু ৰজা নিৰ্বাচিত হ'বলৈ প্ৰাৰ্থীজন ৰাজকোঁৱৰ হোৱাৰ নিয়ম আছিল। উল্লেখযোগ্য যে ডা-ডাঙৰীয়াসকলেও ৰজা ভঙা-পতা কৰিব পাৰিছিল। আহোমৰ ৰজা নিৰ্বাচনৰ আৰু এটা গুৰুত্বপূৰ্ণ নিয়ম আছিল যে ৰজাজনৰ কোনো ধৰণৰ অংগক্ষত থাকিব নালাগিব। কিন্তু এই নিয়মটো আহোমৰ শাসন প্ৰণালীত সপ্তদশ শতাব্দীৰ শেষ ভাগতহে সংযোজিত হৈছিল। আহোমৰ ৰাজপাটত ল'ৰা ৰজাক নিষ্কণ্টক কৰিবলৈ কেতবোৰ স্বাৰ্থজড়িত মহলৰ দ্বাৰাহে এই নিয়মটো উলিওৱা হৈছিল। ল'ৰা ৰজাজন যাতে কোনো ধৰণৰ প্ৰত্যাহ্বানৰ সন্মুখীন নহয় সেই বিষয়ে নিশ্চিন্ত হ'বলৈ এই ন্যস্তস্বাৰ্থৰ লোকসকলে সিংহাসনৰ সম্ভাব্য প্ৰাৰ্থী ৰাজকোঁৱৰসকলক ধৰি অংগক্ষত কৰি ফুৰিছিল। সাধাৰণতে এনে ধৰণৰ সম্ভাব্য প্ৰাৰ্থীসকলৰ কাণ একোখন ফুটাই দি তেওঁলোকক ঘুণীয়া বুলি সিংহাসন লাভৰ পৰা বঞ্চিত কৰা হৈছিল। কিন্তু ল'ৰা ৰজাই ৰাজপাট অধিকাৰৰ পূৰ্বে ঘুণীয়া হ'লে ৰাজপাট পাব নোৱাৰে— এনে কোনো নিয়ম নাছিল। প্ৰকৃতপক্ষে আহোমৰ ৰাজত্বকালছোৱা আছিল বহুবোৰ যুঁজ-বাগৰেৰে ভৰপূৰ। ৰজাসকলে প্ৰায়ে নিজেও যুঁজলৈ গৈছিল বাবে তেওঁলোক ঘুণীয়া নোহোৱাকৈ থাকিব বুলি আশা কৰিবও নোৱাৰি। উদাহৰণ স্বৰূপে চুখামফা ৰজাই সিংহাসন প্ৰাপ্তিৰ পূৰ্বেই হাতীৰ পিঠিৰ পৰা পৰি খোৰা হৈছিল যদিও তেওঁক সিংহাসন লাভৰ পৰা বঞ্চিত কৰা হোৱা নাছিল। বৰং তেওঁ 'খোৰা ৰজা' বুলিহে বিখ্যাত হৈছিল। চুত্যিংফা ৰজা আছিল চিৰৰুগীয়া আৰু সেইবাবে তেওঁক 'নৰিয়া ৰজা' বোলা হৈছিল। এইবোৰ তথ্যই প্ৰমাণ কৰে যে আদিতে আহোমৰ ৰজা নিৰ্বাচনৰ বাবে 'ঘুণীয়া' বা 'ৰুগীয়া' আদি প্ৰশ্নৰ অৱতাৰণা কৰা নহৈছিল।

**ৰাজপাট আৰোহণৰ নিয়ম, শিংগৰি বা শিঙৰি ঘৰত উঠা উৎসৱ :** আহোমৰ সিংহাসন আৰোহণৰ নিয়ম আছিল বৰ দীঘলীয়া। চুকাফাই চৰাইদেউত আহোমৰ ৰাজধানী স্থাপন কৰিছিল বুলি আগেয়ে উল্লেখ কৰা হৈছে। অৱশ্যে পৰৱৰ্তী ৰজাসকলৰ দিনত ৰাজধানীৰ স্থান সলনি হৈছিল। কিন্তু চৰাইদেউ পাহাৰটো আহোমসকলে অতি পবিত্ৰ স্থান বুলি গণ্য কৰিছিল আৰু সেইবাবে আহোমৰ ৰজাৰ পদৰ বাবে নিৰ্বাচিত ৰাজকোঁৱৰজনে হাতীত উঠি 'চোমদেউ'ৰ মূৰ্তি আৰু 'হেংদাং' লৈ চৰাইদেউলৈ গৈ এডাল আঁহতৰ পুলি ৰুই তাৰপৰা পাতেৰে সজা ঘৰত প্ৰৱেশ কৰিব লাগিছিল। ৰজাৰ সৈতে প্ৰধান ৰাণীগৰাকীও গৈছিল। ৰজা-ৰাণী উভয়ে উত্তম বস্ত্ৰ আৰু আ-অলংকাৰ পিন্ধিছিল। চোমদেউ আছিল আহোম ৰাজ পৰিয়ালৰ কুলদেৱতা। ৰজাই কুলদেৱতাৰ বিগ্ৰহটো ডিঙিত পিন্ধিছিল আৰু মূৰত পিন্ধিছিল দেউকতৰা চৰাইৰ পাখি লগোৱা টুপী। তাৰ পাছত পাতেৰে সজা ঘৰটোত দেওধায়ে ৰজা-ৰাণীৰ গাত মন্ত্ৰপূত পানী ছটিয়াই দিছিল। তাৰ পিছত দুয়ো হোলোংঘৰ বা চোলোংঘৰত প্ৰৱেশ কৰি এখন ওখ বাঁহৰ চাঙত বহিছিল। চাঙৰ তলত এজন মানুহ, এটা গৰু, এটা ছাগলী, কুকুৰা আদি ৰখা হৈছিল। ৰজা-ৰাণীৰ গাত দেওধায়ে ছটিওৱা মন্ত্ৰপূত পানী চাঙেদি সৰকি তলত থকা মানুহটো আৰু আন জীৱ-জন্তুকেইটাৰ গাত পৰিছিল। এই নিয়ম পালনৰ অৰ্থ আছিল যে স্বৰ্গদেউজন মানুহ, পশু-পক্ষী সকলোৰে গৰাকী। ইয়াৰ পিছত ৰজা-ৰাণী দুয়ো ভালদৰে গা-পা ধুই উৎকৃষ্ট সাজপাৰ, আ-অলংকাৰেৰে সুসজ্জিত হৈ শিঙৰিঘৰত প্ৰৱেশৰ যো-জা কৰিছিল। শিঙৰিঘৰত প্ৰৱেশ কৰাৰ পূৰ্বে ৰজাই হেংডাঙৰ একে ঘাপতে এটা গাহৰি বলি দিয়াৰ নিয়ম আছিল। ৰজা-ৰাণীয়ে শিঙৰিঘৰত প্ৰৱেশ কৰি সোণৰ সিংহাসনত বহিছিল। শিঙৰিঘৰটো আছিল শিঙৰি কাঠেৰে সজা আৰু ৰাজ অভিষেকৰ দিনা এই ঘৰটো চালে চকুৰোৱাকৈ সজোৱা হৈছিল। শিঙৰিঘৰত ৰজা-ৰাণীক দেওধাই, বাইলুংসকলে আহোমমতে পূজা আৰু স্তুতিপাঠ কৰি আশীৰ্বাদ কৰিছিল। শিঙৰিঘৰত উঠাৰ পিছত ৰজাৰ নামত সোণ-ৰূপৰ মোহৰ মৰা হয় আৰু ডাঙৰীয়া, অন্যান্য বিষয়া আৰু ধাৰ্মিক লোকসকলক ভোজন কৰাই প্ৰত্যেকজনকে মৰ্যাদানুসৰি বস্ত্ৰালংকাৰ উপহাৰ আগবঢ়োৱা হয়। ৰজাই এইদৰে শিঙৰিঘৰত উঠাৰ এমাহৰ ভিতৰতে এই উৎসৱত উপস্থিত নথকা কৰতলতীয়া ৰজা আৰু অন্যান্য বিষয়াসকলে আহি ৰজাক ভাৰভেটীৰে সৈতে প্ৰণাম কৰাৰ নিয়ম আছিল। ৰুদ্ৰ সিংহ স্বৰ্গদেৱে সিংহাসনত আৰোহণ কৰাৰ আগলৈকে শিঙৰিঘৰত উঠিবলৈ যাওঁতে হেনো ৰজাই

হেংডাংগেৰে একে ঘাপতে মানুহ এজন বধ কৰাৰ নিয়ম আছিল। কিন্তু ৰুদ্ৰ সিংহই হেনো নৰবলিৰ ঠাইত ম'হ বলিৰ নিয়ম প্ৰবৰ্তন কৰিছিল। মন কৰিবলগীয়া যে শিঙৰিঘৰত উঠোতে প্ৰধান দেওধায়ে ৰজাক যি উপদেশ শুনাইছিল তাৰ মানে আছিল এনেধৰণৰ— ৰজাৰ প্ৰধান কৰ্তব্য হৈছে প্ৰজাক পুত্ৰবৎ পালন। প্ৰজাৰ জীৱন, ধৰ্ম আৰু সা-সম্পত্তিৰ নিৰাপত্তা দান তেওঁৰ অন্যতম কৰ্তব্য আৰু ৰাজ্যত শান্তি-শৃংখলাৰ ৰক্ষণাবেক্ষণ হৈছে তেওঁৰ প্ৰধান লক্ষ্য। এনেধৰণৰ কৰ্তব্য আৰু দায়িত্ব পালনৰ উপদেশসমূহে নিঃসন্দেহে আহোমসকলৰ দায়িত্বজ্ঞানৰ এক বাস্তৱ ৰূপ দাণ্ডি ধৰাত সফল হৈছিল। উল্লেখযোগ্য যে শিঙৰি ঘৰত উঠা উৎসৱ পালন কৰা প্ৰথমজন ৰজা আছিল চুডাংফা বা বামুণী কোঁৱৰ।

**ৰাজপৰিয়াল ঃ** চুহুংমুং ৰজাৰ দিনত ৰাজ পৰিয়ালৰ কোঁৱৰসকলক তেওঁলোকৰ ভৰণ-পোষণৰ বাবে কেতবোৰ খাত-পাম আদি দিয়া হৈছিল। এনে খাত-পামসমূহক 'মেল' বোলা হৈছিল। এই মেলবিলাক আছিল বিভিন্ন স্থানত অৱস্থিত আৰু ঠাইসমূহৰ নাম অনুসৰি ইয়াৰ নাম হৈছিল; যেনে চাৰিংগীয়া, তিপমীয়া, দিহিংগীয়া, নামৰূপীয়া আৰু তুংখুংঙীয়া। কিছুদিনৰ মূৰত চামগুৰিয়া নামেৰে আৰু এখন 'মেল'ৰ সৃষ্টি হৈছিল। এই মেলসমূহৰ ভিতৰত তিপমীয়া, চাৰিংগীয়া আৰু নামৰূপীয়া মেলৰ গৰাকীকেইজনক 'ৰজা' উপাধি দিয়া হৈছিল। কোনো কাৰণত সিংহাসনৰ উত্তৰাধিকাৰী বাছিবলৈ হ'লে এই তিনিজন ৰজাৰ পৰা জ্যেষ্ঠতা আৰু যোঁগ্যতা অনুসৰি প্ৰাৰ্থী নিৰ্বাচিত হৈছিল। এই মেলমসূহৰ পৰা উপযুক্ত সিংহাসন প্ৰাৰ্থী নাথাকিলেহে আন ফৈদকেইটাৰ পৰা প্ৰাৰ্থী বিচাৰি উলিওৱা হৈছিল। সেইবাবেই বোধকৰো বাঁহগড়ীয়া আতন বুঢ়াগোহাঁয়ে তেওঁক ৰজা হ'বলৈ কৰা অনুৰোধ প্ৰত্যাখ্যান কৰিছিল। আনহাতে ক্ষমতালোভী লালুকসোলা বৰফুকনে এই নিয়ম নামানি ৰাজপাটত বহিবলৈ হাবিয়াহ কৰিছিল। 'মেল'সমূহৰ গুৰুত্ব অনুসৰি এইবোৰ চোৱা-চিতাৰ দায়িত্ব অৰ্পণ কৰা হৈছিল একোজন ফুকন বা বৰুৱাৰ ওপৰত। ৰজাৰ বৰকুঁৱৰীক দিয়া হৈছিল 'ৰাইডঙীয়া মেল'। দ্বিতীয় বা পৰ্বতীয়া কুঁৱৰীয়ে লাভ কৰিছিল 'পৰ্বতীয়া মেল'। ৰজাৰ অন্যান্য কুঁৱৰীসকলে পাইছিল 'পুৰণি মেল' আৰু 'ন-মেল'। ৰজাৰ অন্যান্য কুঁৱৰীসকলে পাইছিল 'পুৰণি মেল' আৰু 'ন-মেল'। ৰাজমাওক দিয়া হৈছিল 'খংগীয়া মেল'। ৰজাৰ ধাইমাক আৰু আইতাকে পাইছিল যথাক্ৰমে 'কলিচেঙান মেল' আৰু 'এনাইঘৰীয়া মেল'। ৰজাৰ ভগ্নী, জীয়ৰী, বোৱাৰী আৰু ভাগিনীয়েক আদিক দিয়া হৈছিল 'গাভৰু মেল'।

আহোম শাসন পদ্ধতি তিনিজৰ গোহাঁইৰ ভূমিকা আৰু পদমৰ্যাদা আছিল লেখত ল'বলগীয়া। প্ৰথমতে এনে গোহাঁই আছিল দুজন— বুঢ়াগোহাঁই আৰু বৰগোহাঁই। চুহুংমুং দিহিংগীয়া ৰজাই আন এজন গোহাঁইৰ পদ সৃষ্টি কৰিছিল। নতুন গোহাঁইজনক বৰপাত্ৰ গোহাঁই বোলা হৈছিল। ৰজাই নিজৰ বৈমাত্ৰেয় ভাতৃ এজনক কিদৰে এই পদ দিছিল সেই সম্বন্ধে চুহুংমুং ৰজাৰ দিনৰ বিৱৰণৰ তৃতীয় অধ্যায়ত উল্লিখিত হৈছে। যিদৰে আহোম ৰাজত্ব কালত কোনো এটা পৰিয়ালৰ লোকহে ৰাজপাটত বহিব পাৰে। ঠিক সেইদৰে প্ৰত্যেকজন প্ৰধান গোহাঁইৰ পৰিয়ালৰ লোকেহে গোহাঁই হ'ব পাৰে। অৰ্থাৎ গোহাঁই তিনিজনৰ পদ আছিল বংশানুক্ৰমিক। সাধাৰণতে গোহাঁই এজনৰ মৃত্যু হ'লে তেওঁৰ বৰপুত্ৰজন গোহাঁই হৈছিল। অৱশ্যে ইয়াৰ ব্যতিক্ৰমো নঘটা নহয়। কেতিয়াবা বৰপুত্ৰজনক গোহাঁই পাতিব পাৰিছিল। তদুপৰি গোহাঁই এজনৰ কোনো দোষ-ত্ৰুটি পালে ৰজাই তেওঁক বৰ্খাস্ত কৰিবও পাৰিছিল। গোহাঁই তিনিজনক ৰজাই নিযুক্তি দিছিল। গোহাঁইকেইজনৰ ক্ষমতা আছিল অসীম। তেওঁলোকে একগোট হৈ আনকি ৰজা ভঙা-পতা কৰিবও পাৰিছিল। বিশেষকৈ ৰজাজন দুৰ্বল হ'লে শাসনৰ এনাজৰীডাল গোহাঁই তিনিজনৰ হাতলৈ গৈছিল। কিন্তু প্ৰভাৱশালী, ক্ষমতাবান আৰু শক্তিশালী ৰজাৰ ক্ষেত্ৰত গোহাঁইসকলে ৰজাক মানি চলা দেখা গৈছিল। আনহাতেদি কেতিয়াবা গোহাঁই তিনিজনৰ সৈতে ভাল সম্বন্ধ থকাজনে প্ৰচলিত নিয়মমতে গোহাঁইসকলৰ মতসাপেক্ষে ৰজা হোৱাৰ নিয়ম বুলি তেওঁলোকৰ সহযোগত ৰাজ সিংহাসন অধিকাৰ কৰিছিল। ৰজা নিৰ্বাচনৰ সময়ত গোহাঁই তিনিজনে লগ লাগি কেতিয়াবা কোনো এজন ৰজাক ৰজা ভাণ্ডিলে গোহাঁইসকলে প্ৰচলিত নিয়ম অনুসৰি তেওঁৰ বৰপুত্ৰ বা আন ওচৰ-সম্বন্ধীয়ক ৰজা পাতিব লাগিলেও তেনে কৰিলে কিবা বিপদ হ'ব বুলি ভাবি দূৰ সম্বন্ধীয়জনক ৰজা পাতিছিল।

কেতিয়াবা নিজৰ স্বাৰ্থৰ প্ৰশ্নটো আগত ৰাখিহে একোজন গোহাঁয়ে সিংহাসন প্ৰাৰ্থীৰ যোগ্যতা নিৰ্ধাৰণ নকৰাও নহয়। এইদৰে বুঢ়াগোহাঁইৰ বিশেষ অনুগ্ৰহৰ ফলত চুজিনফা আৰু চুদাইফা ৰজা হৈছিল। উল্লেখযোগ্য যে, প্ৰত্যেকজন গোহাঁইক কেই বাটাও পৰিয়ালৰ দায়িত্ব দিয়া হৈছিল। এনে পৰিয়ালসমূহ নিৰ্দিষ্ট গোহাঁইজনৰ তলতীয়া আছিল আৰু তেওঁলোকে সেই গোহাঁইজনৰ বাহিৰে আন বিষয়াৰ তলত কাম নকৰিছিল। ৰাজ্যৰ প্ৰশাসনীয় দায়িত্ব পালনৰ উপৰিও গোহাঁইকেইজনে বাট-পথ, মন্দিৰ নিৰ্মাণ আদি কামৰো তদাৰক কৰিছিল। বেতনৰ সলনি গোহাঁইকেইজনে কেতবোৰ বিশাল অঞ্চল লাভ কৰিছিল। এনেধৰণৰ অঞ্চলসমূহক 'খাত' বা 'বিলাত' বোলা হৈছিল। বুঢ়াগোহাঁই আৰু বৰগোহাঁইৰ 'বিলাত' বা 'খাতত' গা-খাটি দিবলৈ ১০,০০০ জনকৈ পাইক দিয়া হৈছিল। তিনিজন গোহাঁইৰ ভিতৰত বুঢ়াগোহাঁইজনক বয়োজ্যেষ্ঠ বুলি গণ্য কৰি অধিক সন্মান কৰা হৈছিল। গোহাঁই তিনিজনৰ ভিতৰত যিকোনো এজনক ৰজাই ৰাজমন্ত্ৰী পাতিছিল। সাধাৰণতে বুঢ়াগোহাঁইজনকে ৰাজমন্ত্ৰীৰ মৰ্যাদা দিয়া হৈছিল। যিজন ৰাজমন্ত্ৰী হয় তেওঁক নিয়মিত সংখ্যক পাইকৰ উপৰিও ১০০০ পাইক আৰু কিছু মাটিবাৰী অধিককৈ দি তেওঁৰ পদমৰ্যাদাৰ প্ৰতি সন্মান জনোৱা হৈছিল। দিখৌৰ পৰা শদিয়াৰ পশ্চিমলৈকে বিস্তৃত বিৰাট ভূখণ্ড বুঢ়াগোহাঁইৰ ক্ষমতাধীন অঞ্চল আছিল। বৰগোহাঁইৰ 'বিলাত' বা 'খাত'ৰ অন্তৰ্গত আছিল দিখৌৰ পৰা কলিয়াবৰলৈকে বিস্তৃত ভূখণ্ড। এই গোহাঁই দুজনৰ অধিকাৰৰ বাহিৰত থকা ডফলা পাহাৰৰ পৰা ব্ৰহ্মপুত্ৰলৈ আৰু উত্তৰে লক্ষীমপুৰৰ গেৰেলুৱা নৈৰ পৰা পিছলালৈকে চুতীয়া, বৰাহী আদি লোকসকলে বাস কৰা অঞ্চলসমূহক লৈ গঠিত হৈছিল বৰপাত্ৰ গোহাঁইৰ 'খাত' বা বিলাত। গোহাঁইসকলৰ বিলাত বা খাতত ১০,০০০ জন নিয়মীয়া পাইক থকাৰ কথা ওপৰত উল্লেখ কৰা হৈছে। পৰৱৰ্তী কালত অসমৰ চীফ কমিছনাৰ হিচাপে দায়িত্বভাৰ পালন কৰা ডেভিদ স্কটে এনে পাইকৰ কামৰ পইচাৰ হিচাপেৰে মূল্যায়ন কৰি বছৰি প্ৰায় ৯০,০০০ টকা বুলি উল্লেখ কৰিছিল। এইদৰে আহোমৰ দিনত গোহাঁই আৰু অন্যান্য বিষয়াসকলকো বেতনৰ সলনি ভূমি দিয়া হৈছিল। ভূমিৰ উপৰিও পাইকসকলৰ দ্বাৰা তেওঁলোকলৈ শ্ৰমৰ যোগান ধৰা হৈছিল।

আহোম ৰাজ্যৰ পৰিসৰ বৃদ্ধি হোৱাত ৰাজ্যখনৰ প্ৰশাসন নিয়াৰিকৈ চলাবলৈ অধিক বিষয়া নিযুক্তিৰ কথা চিন্তা কৰা হ'ল আৰু ইয়াৰ ফলত সৃষ্টি হ'ল বৰফুকন, বৰবৰুৱা আৰু অন্যান্য বিষয়াসকলৰ পদসমূহ। এই বিষয়াসকলৰ ভিতৰত বৰফুকন আৰু বৰবৰুৱাৰ পদমৰ্যাদা অধিক আছিল। প্ৰকৃতপক্ষে গোহাঁই তিনিজন, বৰফুকন আৰু বৰবৰুৱা— এই পাঁচজন উচ্চ ক্ষমতাপন্ন বিষয়াক একেলগে পাত্ৰ-মন্ত্ৰী বোলা হৈছিল। কিন্তু মন কৰিবলগীয়া যে তেওঁলোকে আধুনিক মন্ত্ৰীসভাৰ দৰে একেলগে সমূহীয়াকৈ দায়িত্ব পালন নকৰি গাইগুটীয়াভাৱে কাম কৰিছিল। পিছৰ পদ দুটা প্ৰতাপ সিংহৰ দিনৰ পৰা সৃষ্টি হৈছিল। এনে পদবোৰ বংশানুক্ৰমিক নাছিল। অৱশ্যে উপযুক্ত বুলি বিবেচিত হ'লে মৃতজনৰ পৰিয়ালৰ লোককো এই পদ দিয়া দেখা গৈছিল। বাৰঘৰ সম্ভ্ৰান্ত পৰিয়ালৰ পৰা এই পদত নিযুক্তি দিয়া হৈছিল। তিনিজন গোহাঁইৰ পৰিয়ালৰ লোকক এই পদবী দিলে সেই পৰিয়ালটো অতি ক্ষমতাশালী হৈ উঠিব বুলি শংকা কৰি তেওঁলোকৰ মাজত উপযুক্ত প্ৰাৰ্থী থাকিলেও তেওঁলোকক বৰফুকন বা বৰবৰুৱা পদ দিয়া নহৈছিল। বৰফুকন আছিল নামনি অসমত ৰজাৰ প্ৰতিনিধি বা শাসনকৰ্তা। প্ৰথম অৱস্থাত বৰফকুনজনে নগাঁৱৰ কলং আৰু ব্ৰহ্মপুত্ৰৰ মধ্যৱৰ্তী অঞ্চলহে চোৰা-চিতা কৰিছিল আৰু তেওঁৰ সদৰ ঠাই আছিল কলিয়াবৰ। কিন্তু আহোম ৰাজ্য ক্ৰমাৎ পশ্চিম দিশলৈ আগবাঢ়ি অহাত কলিয়াবৰৰ পৰা গোৱালপাৰালৈকে বিস্তৃত বিৰাট ভূখণ্ডৰ দায়িত্ব বৰফুকনৰ ওপৰত ন্যস্ত হয় আৰু তেওঁৰ সদৰ ঠাই গুৱাহাটীলৈ স্থানান্তৰিত হয়। যিহেতু গুৱাহাটী আহোম ৰাজধানীৰ পৰা ভালেমান দূৰৈত অৱস্থিত সেয়ে বৰফুকনৰ পদটো বৰবৰুৱাৰ পদতকৈ অধিক গুৰুত্বপূৰ্ণ বুলি বিবেচিত হৈছিল। বৰফুকন বৰ ক্ষমতাশালী বিষয়া আছিল আৰু প্ৰজাসকলে তেওঁক বৰ ভয় কৰি চলা দেখা গৈছিল। সেয়ে বহুক্ষেত্ৰত একোজন বৰফুকনে প্ৰজাৰ ওপৰত অত্যাচাৰ কৰিলেও তেওঁৰ বিৰুদ্ধে কোনেও মাত মাতিবলৈ সাহ নকৰিছিল। আহোম শাসন প্ৰণালীত মৃত্যুদণ্ড দিয়াৰ অধিকাৰ কেৱল ৰজাৰহে আছিল। অৱশ্যে গোহাঁই তিনিজনেও ৰক্তপাত নোহোৱাকৈ মৃত্যুদণ্ড দিয়াৰ ক্ষমতা

ভোগ কৰিছিল। একেদৰে বৰফুকনেও তেওঁৰ নিজৰ বিচাৰচ'ৰাত বিচাৰ কৰি দোষীজনক আৱশ্যক বোধ কৰিলে পানীত জুবুৰিয়াই মৰাৰ ক্ষমতা পাইছিল। বৰফুকনৰ খাতত ১৪,০০০জন পাইকে কাম কৰিছিল, অৱশ্যে ইয়াৰ ৭ শতাংশ অৰ্থাৎ ৯৮০জন পাইকহে তেওঁ নিজৰ লগত ৰাখিব পাৰিছিল। ইয়াৰ উপৰিও বৰফুকনক নিজববীয়াকৈ খেতি কৰিবলৈ ১০০০ পূৰা মাটি অতিৰিক্ত মঞ্জুৰি দিয়া হৈছিল। তেওঁৰ নিজৰ বাবে ১০০জন লগুৱা ৰাখিব পাৰিছিল। বৰফুকনসকলৰ বাহুবল, জনবল আৰু অৰ্থবল আছিল লেখত ল'বলগীয়া। কেপ্টেইন ৱেলছে গুৱাহাটীৰ বৰফুকনৰ বিষয়ে এইদৰে লিখি গৈছে যে এই বিষয়াজনে তেওঁৰ তলতীয়া কৰ সংগ্ৰহকাৰী বিষয়াৰ পৰা মুঠ ৯০,০০০ টকা ৰাজহ পাইছিল যদিও তাৰ ২৬,০০০ মান টকাহে ৰাজকোষত জমা দিছিল। বদনচন্দ্ৰ বৰফুকনৰ জীয়েকৰ বিয়াত কইনাৰ লগত দিয়া সমলৰ হিচাপটো চালেই বৰফুকনসকলৰ অতি সচ্ছল অৱস্থাৰ এটা চানেকি পোৱা যায়। এই বিয়াৰ কইনাৰ লগত দিয়া হৈছিল ২টা হাতী, ১০ টা ঘোঁৰা, ৫০০ ম'হ, ১০০ গৰু, ১০০ লগুৱা-লিকচৌ, ৩০০ পেৰা (বাকচ) কাপোৰ, ১৮ যোৰকৈ সোণ আৰু ৰূপৰ বাচন-বৰ্তন, সোণেৰে তৈয়াৰী এডাল ঘোঁৰাৰ জিন আৰু বহু পৰিমাণৰ সোণ আৰু ৰূপৰ গহনা ইত্যাদি।

উজনিৰ শদিয়াৰ পৰা কলিয়াবৰলৈকে যিবোৰ ঠাই গোহাঁইসকলৰ বাবে নিৰ্দিষ্ট অঞ্চলৰ অন্তৰ্ভুক্ত নাছিল সেই ঠাইবোৰৰ দায়িত্বত আছিল বৰবৰুৱা। তেওঁ তেওঁৰ বাবে নিৰ্দিষ্ট অঞ্চলৰ কৰ-কাটল সংগ্ৰহ কৰিছিল আৰু এনেদৰে সংগ্ৰহ কৰা কৰৰ ৭ শতাংশ ব্যক্তিগত খা-খৰচৰ বাবে লাভ কৰিছিল। ইয়াৰ উপৰিও বিভিন্ন অপৰাধৰ বাবে জৰিমনা কৰিও বৰবৰুৱাই যথেষ্ট আয় কৰা দেখা গৈছিল। বৰবৰুৱাই ন্যায় বিচাৰৰ তদাৰক কৰিছিল আৰু যুঁজৰ সময়ত সেনাপতিৰ দায়িত্বভাৰ লৈছিল।

আহোম ৰাজ্যত সুশাসনৰ বাবে কেতবোৰ স্থানীয় প্ৰশাসকক দায়িত্ব দিয়া হৈছিল। সীমান্ত অঞ্চলত নিযুক্ত প্ৰাদেশিক শাসনকৰ্তা মৰ্যাদাৰ বিষয়াসকলক 'ৰজা' আৰু 'দাঁতিয়লীয়া গোহাঁই' বোলা হৈছিল। যেনে শদিয়াত আছিল শদিয়াখোৱা গোহাঁই। মৰঙী আৰু সলাত আছিল যথাক্ৰমে মৰঙীখোৱা গোহাঁই আৰু সলাল গোহাঁই। এই তিনিজন দাঁতিয়লীয়া গোহাঁইক সাধাৰণতে মন্ত্ৰী গোহাঁইৰ পৰিয়ালৰ পৰা লোৱা হৈছিল। অন্যান্য দাঁতিয়লীয়া বিষয়া আছিল— জাগীত জাগীয়লীয়া গোহাঁই আৰু ৰহাত ৰহিয়াল বৰুৱা। ৰহিয়াল বৰুৱাজন তিনিজন গোহাঁইৰ পৰিয়ালৰ নাছিল। যেতিয়া যিজন বৰবৰুৱা ক্ষমতাত থাকে সেইজন বিষয়াৰ পৰিয়ালৰ লোকক এই পদ দিয়া হৈছিল। সেইদৰে ৰজাৰ পুত্ৰ বা ককাই-ভাই আদিক চাৰিং, তিপাম, নামৰূপ, তিংখাং আৰু চামগুৰিত স্থানীয় শাসনৰ ভাৰ দিয়া হৈছিল। এওঁলোকক ৰজাৰ ওচৰ সম্পৰ্কৰ লোক হোৱাৰ বাবে 'ৰজা' বোলা হৈছিল। এই ৰজাসকলৰ ভিতৰত সাধাৰণতে চাৰিঙৰ ৰজাজনক ৰজাৰ উত্তৰাধিকাৰী বছা হৈছিল বা এইজন ৰজাৰ মান-মৰ্যাদা আন ৰজাসকলতকৈ অধিক আছিল। এনে ধৰণে স্থানীয় শাসনৰ ভাৰপ্ৰাপ্ত ৰজাসকলৰ নিজ নিজ খাত বা বিলাত আছিল। কোনো কোনো ঠাইত স্থানীয় জমিদাৰ, মুখীয়াল বা 'ৰজা'জনে আহোম ৰজাৰ বশ্যতা স্বীকাৰ কৰি তেওঁক নিয়মীয়াকৈ বাৰ্ষিক কৰ, যুদ্ধৰ সৈন্য-পাইক আৰু আন কামৰ বাবে পাইক দিবলৈ মান্তি হ'লে আহোম ৰজাই তেওঁলোকক নিজ নিজ অঞ্চলৰ দায়িত্বত থাকিবলৈ দিছিল। ৰাণীৰ ৰজাই আহোম ৰজাক কৰ দিয়াৰ পৰা নিস্তাৰ পাইছিল। দৰং, ডিমৰুৱা, ৰাণী, বৰদুৱাৰ, ন-দুৱাৰ, বেলতলা, নেলী, লুকী, গোভা, ভোল গাঁও, মৈৰাপুৰ, পান্তান, বনগাঁও, চহৰী, বাৰপূজীয়া, টৌপাকুছিয়া, মায়াং, থিং, তেতেলীয়া, আদিৰ ৰজাসকল এনে ধৰণৰ ৰজা আছিল। তেওঁলোকে নিজ নিজ স্থানত কৰ-কাটল সংগ্ৰহ কৰাৰ উপৰিও ন্যায়বিচাৰৰ ক্ষেত্ৰতো চোৱা-চিতা কৰিছিল। অৱশ্যে প্ৰয়োজনবোধ কৰিলে এনে ধৰণৰ ৰজাৰ বিৰুদ্ধে কোনোবাই কিবা আপত্তি দৰ্শাব খুজিলে আহোম ৰজা বা বৰফুকনৰ ওচৰত আবেদন কৰিব পাৰিছিল। সাধাৰণতে এওঁলোকে বংশ পৰম্পৰাভাৱে ৰাজত্ব কৰিলেও আহোম ৰজাৰ বিৰুদ্ধে কোনো কাম কৰিলে তেওঁলোকক আহোম ৰজাই পদচ্যুত কৰা দেখা গৈছিল। পৰ্বতীয়া ৰজাসকলৰ ক্ষেত্ৰত কিন্তু ব্যৱস্থা আছিল সুকীয়া আৰু তেওঁলোকে নিয়মীয়াকৈ কৰ শোধাই থাকিলে তেওঁলোকক নিজ নিজ ৰাজ্যত স্বাধীনভাৱে স্থানীয় শাসন চলাবলৈ দিয়া হৈছিল।

অন্যান্য বিষয়াসকলৰ ভিতৰত ফুকনসকলে আটাইতকৈ মৰ্যাদাপূৰ্ণ বিষয়বাব খাইছিল। ফুকনসকলৰ ভিতৰত ছয়জনক চৰুৱা ফুকন বোলা হৈছিল। এওঁলোকে যুটীয়াভাৱে বৰবৰুৱাক শাসনকাৰ্যত পৰামৰ্শ আৰু সহায় কৰাৰ উপৰিও নিজ নিজ দায়িত্ব পালন কৰিছিল। এওঁলোক আছিল— নাওবৈচা ফুকন, ভিতৰুৱাল ফুকন, ন-ফুকন, দিহিংগীয়া ফুকন, ডেকাফুকন আৰু নেওগ ফুকন। নাওবৈচা ফুকনজন ৰাজকীয় নৌবাহিনীৰ দায়িত্ব আছিল আৰু তেওঁৰ তলত এহেজাৰজন লোকে কাম কৰিছিল। ঠিক সেইদৰে গুৱাহাটীৰ বৰফুকনক পৰামৰ্শ দিছিল পানীফুকন, ডেকা ফুকন, দিহিংগীয়া ফুকন, নেওগ ফুকন আৰু চেতিয়া ফুকনে। বৰফুকনে সকলো দৰকাৰী কামত এওঁলোকৰ পৰামৰ্শ ল'ব লাগিছিল। পানীফুকনৰ পাইকৰ সংখ্যা আছিল ৬ হাজাৰজন। ডেকা ফুকনৰ তলত কাম কৰিছিল ৪ হাজাৰজনে। চেতিয়া ফুকনৰ সংখ্যা আছিল দুজন।

ওপৰত উল্লিখিত ফুকনসকলৰ উপৰিও আৰু ভালেমান ফুকন আছিল। তেওঁলোকৰ নাম আৰু দায়িত্ব আছিল এনে ধৰণৰ— খাৰঘৰীয়া ফুকন (ৰণৰ বাবে খাৰ-বাৰুদ, গুলী, হিলৈ আদি ৰখা খাৰঘৰৰ দায়িত্বত থকা বিষয়া), চোলাধৰা ফুকন (ৰজাক সাজপাৰ আৰু অলংকাৰ আদি পিন্ধোৱাৰ দায়িত্ব), নাওবৈচা ফুকন (নৌযুদ্ধত নাওৰে সহায় কৰাজন), চাংৰুং ফুকন (ৰণক্ষেত্ৰত বাসস্থান সজাৰ দায়িত্বপ্ৰাপ্তজন), গন্ধীয়া ফুকন (দায়িত্ব— খাৰ বাৰুদ তৈয়াৰীৰ বাবে খাৰ, গন্ধক আদি সঠিক জোখত মিহলোৱা) ইত্যাদি। পৰ্বতীয়া ফুকন (এওঁ আছিল ব্ৰাহ্মণ আৰু তেওঁ ৰাণীক সোধ- পোছ কৰিছিল। তামুলী ফুকনে ৰাজকাৰেঙৰ ফুলনিৰ তদাৰক কৰিছিল। দেৱলীয়া ফুকনে হিন্দু মন্দিৰসমূহ চোৱা-চিতা কৰিছিল। সেইদৰে লগুৱা- লিকচৌ আদিৰ দায়িত্ব থকাজনক বোলা হৈছিল জলভাৰী ফুকন। এইসকল ফুকনৰ উপৰিও আন এজন উচ্চ পদাধিকাৰী বিষয়া আছিল ন্যায় সোধা ফুকন। এইজন ফুকনে ৰজাৰ হৈ ন্যায় বিচাৰৰ দায়িত্ব গ্ৰহণ কৰিছিল।

আহোম শাসন প্ৰণালীত আন এচাম লেখত ল'বলগীয়া বিষয়া আছিল বৰুৱাসকল। এনে প্ৰায় কুৰিজনতকৈয়ো অধিক বৰুৱাক বিভিন্ন দায়িত্ব দিয়া হৈছিল। এওঁলোক আছিল— ভাণ্ডাৰী বৰুৱা (কোষাধ্যক্ষ), চাওদংগীয়া বৰুৱা, দুলীয়া বৰুৱা, বেজবৰুৱা, হাতী বৰুৱা, ঘোঁৰা বৰুৱা ইত্যাদি। চাওদংগীয়া বৰুৱাৰ কাম আছিল চাওদাংসকলক চোৱা-চিতা আৰু মৃত্যুদণ্ড কাৰ্যকৰী কৰা। দুলীয়া বৰুৱাই ৰজাঘৰৰ দোলাসমূহৰ যত্ন লৈছিল আৰু বেজবৰুৱাই ৰাজপৰিয়ালৰ বেমাৰ-আজাৰৰ চিকিৎসা কৰিছিল। খনিকৰ বৰুৱা আছিল ৰাজ্যৰ মুখ্য খনিকৰ তথা কাৰিকৰ। ৰাজ্যৰ প্ৰধান সোণাৰী আৰু মোহৰ তৈয়াৰৰ দায়িত্বত থকাজন হ'ল সোণাধৰ বৰুৱা। সেইদৰে যথাক্ৰমে হাতী আৰু ঘোঁৰাৰ দায়িত্বত থকাজন আছিল হাতীবৰুৱা আৰু ঘোঁৰা বৰুৱা।

অন্যান্য পদ ভোগকাৰীৰ ভিতৰত আছিল ৰাজখোৱা, কটকী, কাকতি আৰু দলৈ ৰাজখোৱা আছিল মুঠতে ১২ জন আৰু তেওঁলোক প্ৰত্যেককে ৩০০০ জনকৈ পাইক দিয়া হৈছিল। তেওঁলোকক নানা ধৰণৰ জনকল্যাণমূলক কামৰ ভাৰ দিয়া হৈছিল। কোনো কোনো ক্ষেত্ৰত তেওঁলোকে গোচৰ সুধিছিল। ৰাজখোৱাসকলে বৰবৰুৱাৰ অধীনত কাম কৰিছিল। কটকীসকলে ৰজাৰ প্ৰতিনিধি

** আহোম ৰাজ্যত চুবুৰীয়া দেশৰ কটকী আহিলে তেওঁক যথাযোগ্য সম্মান জনাই আদৰ সাদৰ কৰা হৈছিল। তেওঁলোকৰ কটকী তোলাৰ নিয়ম আছিল এনে ধৰণৰ— কোনো চুবুৰীয়া দেশৰ কটকী আহিলে তেওঁ ৰাজ্যত প্ৰৱেশ কৰিবলৈ অনুমতি বিচাৰি সীমান্তত অপেক্ষা কৰিছিল। আহোম ৰজাই কটকী অহাৰ বাতৰি পালে তেওঁক ৰাজধানীলৈ অনাৰ বাবে যান-বাহনৰ ব্যৱস্থা কৰিছিল। ৰাজধানীত কটকীজনক প্ৰথম দিনাখন বৰবৰুৱাই আৰু পৰৱৰ্তী তিনিদিন তিনিজন গোহাঁয়ে ভোজ-ভাতেৰে আপ্যায়ন কৰিছিল। ইয়াৰ পিছৰ চাৰিদিনো একেদৰে ভোজভাতৰ আয়োজন কৰি এই চাৰিওজন বিষয়াই কটকীৰ আগমনৰ উদ্দেশ্য সম্বন্ধে বুজ লৈছিল। ইয়াৰ পিছ দিনা এজন বৰুৱা আহি কটকীক আহোম ৰজাৰ ওচৰলৈ নিছিল। ৰজাই কটকীজনক ভালেমান উপহাৰ দি তেওঁৰ আগমনৰ উদ্দেশ্য শুনিছিল। আগমনৰ উদ্দেশ্য ব্যাখ্যা কৰি কটকীজনে তেওঁৰ ৰজা বা শাসনকৰ্তাজনে পঠিওৱা চিঠি-পত্ৰ ৰজাৰ ওচৰত অৰ্পণ কৰিছিল। ইয়াৰ পিছৰ দিনকেইটাতো কটকীজনৰ যাৱতীয় খা-খৰচ আদি ৰাজভঁৰালৰ পৰা যোগান ধৰা হৈছিল। কটকীজনে নিজ ৰাজ্যলৈ প্ৰত্যাবৰ্তন কৰাৰ সময়ত তেওঁক আহোম কটকীসকলে সীমান্তলৈকে আগবঢ়াই দিছিল। উল্লেখযোগ্য যে, উচ্চ শ্ৰেণীৰ কটকী বা ৰাজদূতক বৈৰাগী বোলা হৈছিল আৰু বৈৰাগীসকলক সাধাৰণ কটকীতকৈ অধিক সম্মান জনোৱাৰ লগতে মূল্যবান উপহাৰ দিয়া হৈছিল।*

হিচাপে বিভিন্ন ৰাজ্যলৈ ৰজাৰ প্ৰস্তাৱ-পত্ৰ আদি অনা-নিয়া কৰিছিল। তেওঁলোকৰ কাম-কাজবোৰ আছিল দূতৰ দৰে।* কাকতিসকল আছিল লেখক। দলৈসকল আছিল জ্যোতিষশাস্ত্ৰ বিশাৰদ। যিকোনো বিশেষ কাম-কাজৰ বাবে শুভ দিনবোৰ এওঁলোকেই নিৰ্ণয় কৰিছিল।

আহোমৰ শাসন প্ৰণালীত প্ৰতিজন প্ৰজাই বনুৱা আৰু প্ৰয়োজন হ'লে ৰণুৱা হিচাপে কাম কৰিছিল। ৰাজপৰিয়াল, ৰজা ঘৰীয়া বিষয়া, পুৰোহিত শ্ৰেণীৰ লোক, উচ্চ শ্ৰেণীৰ লোক আৰু তেওঁলোকৰ লগুৱাসমূহৰ বাহিৰে বাকী থকা প্ৰত্যেকজন মুনিহ প্ৰজাই পোন্ধৰ বছৰৰ পৰা পঞ্চাশ বছৰ বয়সলৈকে ৰাজ্য আৰু ৰজাৰ হকে গা-খাটি দিয়াৰ নিয়ম আছিল। এনে বনুৱা প্ৰজাক পাইক বোলা হৈছিল। আহোম ৰাজ্যখনৰ পৰিধি বিস্তৃত হোৱাত শাসনৰ গাঁথনি বৃদ্ধি হৈছিল বাবে এই পাইক প্ৰথাক সুসংগঠিত কৰি তোলাৰ প্ৰয়োজনীয়তাই দেখা দিছিল। উল্লেখযোগ্য যে, আহোম ৰাজত্বৰ আৰম্ভণিকালত তেওঁলোকে উজনি অসমত লগ পোৱা লোকসকল তেতিয়াও জনজাতীয় স্তৰতেই আছিল। সেই কালত মাটিৰ কোনো অভাৱ নাছিল। খেতিৰ উপযোগী মাটিও আছিল অজস্ৰ। আহোমসকল আছিল সফল কৃষিজীৱী আৰু তেওঁলোকে অসমত এক স্থায়ী আৰু উন্নতমানৰ কৃষিৰ ব্যৱস্থা কৰিছিল। তেওঁলোকৰ এই সফল কৃষি ব্যৱস্থাৰ সম্প্ৰসাৰণ কৰিবৰ বাবে যি জনশক্তিৰ আৱশ্যক হৈছিল তেওঁলোকৰ নিজৰ দলত সিমান জনশক্তি নথকাত তেওঁলোকে স্থানীয় জনজাতীয় লোকসকলৰ পৰা শ্ৰম শক্তি গোটাবলৈ লৈছিল। আহোমসকলে স্থানীয় লোকসকলৰ সৈতে মিলাপ্ৰীতিৰে থাকিবলৈ লৈছিল আৰু স্থানীয় লোকেও তেওঁলোকক শত্ৰুজ্ঞান কৰা নাছিল। এইদৰে নৱাগত আহোম আৰু স্থানীয় লোকসকলে ইদলে সিদলৰ ওচৰ চাপি গৈছিল। প্ৰীতিৰ ভাবেৰে আহোমসকলে স্থানীয় লোকক বশ কৰিছিল। কোনো কোনো ক্ষেত্ৰত প্ৰয়োজন বোধ কৰিলে দমন নীতি প্ৰয়োগ কৰি হ'লেও স্থানীয় জনজাতীয় লোকক বশ কৰি আহোমসকলে তেওঁলোকৰ পৰা কৃষক বনুৱা সংগ্ৰহ কৰিছিল। ইতিমধ্যে নৱ-প্ৰতিষ্ঠিত আহোম ৰাজ্যখনৰ দ্ৰুত সম্প্ৰসাৰণৰ ফলত তেওঁলোকৰ নিৰাপত্তা আৰু প্ৰতিৰক্ষাৰ বাবেও জনশক্তিৰ আৱশ্যক হৈছিল। সেয়ে শ্ৰমৰ বাবে গোটাই লোৱা কৃষি বনুৱাসকলকে প্ৰয়োজন হ'লে তেওঁলোকে ৰণুৱা হিচাপেও ব্যৱহাৰ কৰিবলৈ লৈছিল। আহোম ৰাজ্যত ৰজা-ৰাজপৰিয়ালৰ বাহিৰেও যিসকল পাত্ৰ-মন্ত্ৰী আৰু অন্যান্য বিষয়া আদি আছিল তেওঁলোকক বেতন হিচাপে মাটি দিয়া হৈছিল। এনে মাটিত শ্ৰম দিবৰ কাৰণেও জনশক্তিৰ প্ৰয়োজন হৈছিল। এইবোৰ কাৰণতে আহোমৰ দ্বাৰা প্ৰতিষ্ঠিত ৰাজ্যখনত কৃষক-বনুৱা আৰু ৰণুৱাৰ কাম কৰিবলৈ যি জনশক্তিৰ প্ৰয়োজন হৈছিল তাৰ ফলত 'পাইক প্ৰথা'ৰ জন্ম হৈছিল। যিসকল প্ৰজাই কৃষক, বনুৱা আৰু ৰণুৱাৰ কাম কৰিছিল তেওঁলোকক পাইক বোলা হৈছিল। প্ৰথম অৱস্থাত চাৰিজন পাইকেৰে একোটা 'গোট' সৃষ্টি হৈছিল। এনে গোটৰ একোজন পাইকক 'পোৱা পাইক' বোলা হৈছিল। গোটৰ ডাঙৰ সমষ্টিক বোলা হৈছিল 'খেল'। ৰাজেশ্বৰ সিংহৰ দিনৰ পৰা তিনিজন পাইকেৰে একো একোটা 'গোট' হৈছিল। এই তিনিজন পাইকক যথাক্ৰমে 'মূল', 'তেৱাল' আৰু 'দেৱাল' বোলা হৈছিল। এওঁলোকে পাল পাতি এবাৰত একোজনকৈ ৰজাঘৰত ৩/৪ মাহ গা-খাটি দিছিল। এজনে খাটিবলৈ গ'লে আন দুজন পাইকে তেওঁলোকৰ নিজৰ মাটিবাৰী, খেতি-বাতি আদি চাই-চিতি দিয়াৰ নিয়ম আছিল। কৃষিকাৰ্যৰ উপৰিও পাইকসকলে আলি-পদূলি বন্ধা, পুখুৰী খন্দা, ঘৰবাৰী সজা, গড়খাৱৈ খন্দা আদি ভালেমান কাম কৰিব লাগিছিল। সেইদৰে যুঁজৰ সময়ত তেওঁলোকে ৰণলৈকো যাবলগীয়াত পৰিছিল। এইদৰে ওপৰত উল্লেখ কৰাৰ দৰে পাইকসকলে কৃষক, বনুৱা, লিগিৰা আৰু সৈনিকৰ চাহিদাও পূৰণ কৰিছিল। যুঁজত কেতিয়াবা গোটৰ দুজন আৰু কেতিয়াবা তিনিওজন যাবলগীয়াত পৰিছিল।

১৬০৯ খ্ৰীঃত প্ৰতাপসিংহ স্বৰ্গদেউৰ দিনত মোমাই তামুলী বৰবৰুৱাই পাইকৰ সংগঠনসমূহক এক শৃংখলবদ্ধ ৰূপ দিছিল। (মোমাই তামুলীয়ে হেনো আদিতে এজন ব্ৰাহ্মণৰ ঘৰত বন কৰিছিল। তেওঁ এখন ধুনীয়া তামোলবাৰী পাতিছিল। প্ৰতাপসিংহই এই বাৰীখন দেখি অতি মুগ্ধ হৈ মোমাই তামুলী যে এজন অতি নিষ্ঠাবান আৰু পৰিশ্ৰমী লোক সেই কথা বুজি পাই তেওঁক ৰাজকাৰেঙলৈ নি লিগিৰা পাতিছিল। কোনো কোনো বুৰঞ্জীয়াতে তামোলৰ বাৰীখন

তেওঁৰ নিজৰ আছিল। যিকি নহওক, মোমাই তামুলী এজন অতি কৰ্মী আৰু গুণী লোক হোৱাৰ বাবে গুণীৰ গুণৰ সমাদৰ কৰা ৰজাই তেওঁক বৰবৰুৱা পাতিছিল। আহোম ৰাজ্যৰ পাইক আৰু খেল প্ৰথাক এক সাংগঠনিক ৰূপ দিয়াত এইজন বৰবৰুৱাৰ অৱদান আছিল বিশেষভাবে লেখত ল'বলগীয়া।) মোমাই তামুলী বৰবৰুৱাই কুৰিজন পাইকৰ ওপৰত এজন বৰা, এশজন পাইকৰ ওপৰত এজন শইকীয়া, এহেজাৰজনৰ ওপৰত এজন হাজৰিকা, তিনি হাজাৰৰ ওপৰত এজন ৰাজখোৱা আৰু ছহাজাৰজনৰ ওপৰত এজন ফুকনক নিযুক্তি দিছিল। যুদ্ধৰ সময়ত এই বিষয়াসকলে নিজ নিজ পাইকখিনি গোট খুৱাই যুঁজলৈ গৈছিল। আহোমৰ নিয়মিত সৈন্যবাহিনী নথকাত এই পাইকসকলৰ দ্বাৰাই যুঁজ চলোৱা হৈছিল। গৌৰীনাথ সিংহ স্বৰ্গদেউৰ দিনৰ পৰাহে নিয়মীয়া সৈন্যবাহিনী গঠনৰ প্ৰচেষ্টা হাতত লোৱা হৈছিল। কিন্তু ইয়াৰ পূৰ্বে যুদ্ধ বা তেনে কোনো জৰুৰী অৱস্থাত একোটা গোটৰ কেতিয়াবা $\frac{৩}{৪}$ নাইবা $\frac{২}{৩}$ অংশ পাইকে দেশৰ হৈ কাম কৰিবলৈ যাব লাগিছিল। এইদৰে পাইকৰ ওপৰত ৰাষ্ট্ৰৰ অধিকাৰ অতি কটকটীয়া আছিল। উল্লেখযোগ্য যে, ৰাজ্যৰ বাবে কাম কৰাৰ উপৰিও পাইকসকলে তেওঁলোকৰ বিষয়াসকলৰ ঘৰতো খাটিবলগীয়া হৈছিল। পাইক প্ৰথাৰ মাধ্যমেৰে জনজাতীয় সমাজ আৰু উৎপাদন ব্যৱস্থাৰ পৰিবৰ্তন ঘটি আহোম-সামন্তীয় প্ৰথাৰ সৈতে ই মিলি গৈছিল। পাইক প্ৰথাত শোষণৰ যথেষ্ট থল আছিল। বিশেষকৈ বিষয়া শ্ৰেণীটোৱে তেওঁলোকক শোষণ কৰা দেখা গৈছিল।

পাইকসকলে এনেদৰে বিনামূলীয়াকৈ ৩/৪ মাহ খাটি দিয়াৰ বাবে তেওঁলোকক ভাল শালি খেতি হোৱা দুপূৰা মাটি খেতিৰ বাবে দিয়া হৈছিল। এনে মাটিৰ বাবে তেওঁলোকে কৰ দিব নালাগিছিল। এনে মাটিক 'গা-মাটি' বোলা হৈছিল। বছৰত ৩/৪ মাহ বাধ্যতামূলক কাম কৰি বাকীকেইমাহ তেওঁলোকে নিজস্ব দুপূৰা মাটিত খেতি-বাতি কৰিছিল। এজন প্ৰজাই যিমান দিন পাইক খাটিছিল সিমান দিনলৈকেহে এই ধৰণে কৰমুক্ত মাটি দুপূৰা পাইছিল। পাইকজনৰ বয়স পঞ্চাশ বছৰ হোৱাৰ লগে লগে সেই মাটি তেওঁৰ পৰা নি আন এজন পাইকক দিয়া হৈছিল। অৱশ্যে সাধাৰণতে পিতৃ পাইকজনৰ পঞ্চাশ বছৰ বয়স হ'লে সেই মাটি তেওঁৰ পুত্ৰক দিয়াত বিশেষ সমস্যাৰ সৃষ্টি নহৈছিল। যিসকল পাইকে কৰমুক্ত দুপূৰা মাটিতকৈ বেছি মাটিত খেতি কৰে তেওঁলোকে তাৰ বাবে বছৰি এটকা কৰ দিব লাগিছিল।

পাইকসকলক সাধাৰণতে দুভাগে ভাগ কৰা হৈছিল— এভাগক 'কাঁড়ী' আৰু আনভাগক 'চমুৱা' বোলা হৈছিল। যিসকলে বাধ্যতামূলকভাৱে গা-খাটিবলগীয়া হৈছিল তেওঁলোক আছিল কাঁড়ী পাইক। যিসকল প্ৰজাই পাইক খাটিবলৈ মন নকৰে তেনে প্ৰজাই ৰজাঘৰক দুটকা (কোনো কোনো সূত্ৰমতে তিনি টকা) বাৰ্ষিক কৰ দিছিল আৰু এনে প্ৰজাক চমুৱা বোলা হৈছিল। চমুৱা শ্ৰেণীৰ পাইকৰ পৰা বৰা, শইকীয়া, হাজৰিকা, বৰুৱা আদি বিষয়াসকলক নিযুক্তি দিয়া হৈছিল। আনহাতেদি, বৃত্তিজীৱী সোণাৰী, কঁহাৰ আদি প্ৰজা কাঁড়ী পাইক শ্ৰেণীৰ অন্তৰ্গত আছিল। এচাম পাইকক মন্দিৰৰ কাম-কাজ চলাবলৈ দান হিচাপে আগবঢ়োৱা হৈছিল। এওঁলোকক 'দেৱলীয়া' বোলা হৈছিল। চমুৱা শ্ৰেণীৰ পৰা নিযুক্ত হোৱা বিষয়াসকলৰ ওপৰত কিবা কথাত অসন্তুষ্ট হ'লে পাইকসকলে তেওঁলোকক ভাঙিবও পাৰিছিল। মন কৰিবলগীয়া যে, যদিও পাইকসকলে গা-খাটি দিবলৈ অনিচ্ছুক হ'লে বছৰেকীয়া কৰ দি চমুৱা হ'বলৈ সুবিধা পাইছিল, সৰহসংখ্যক পাইকৰে এনেদৰে বছৰত ২/৩ টকা সংগ্ৰহ কৰাৰ সামৰ্থ্য নাছিল। আনহাতেদি, বৃত্তিজীৱী কাঁড়ী পাইকসকলেও নিৰ্দিষ্ট হাৰত ৰজাক কৰ দিব লাগিছিল। মাটিৰ ওপৰত পাইকৰ কোনো স্বত্ব নথকাৰ বাবে ৰজাই তেওঁলোকৰ মাটি যেতিয়াই মন যায় অধিগ্ৰহণ কৰিব পাৰিছিল। পাইকসকল প্ৰকৃতপক্ষে দাস নাছিল। বৰ্বৰ দাস প্ৰথা আৰু পাইক প্ৰথা একে আছিল বুলি ক'লেও ভুল হ'ব। কাৰণ পাইকসকলে কোনো কোনো ক্ষেত্ৰত নিজৰ মাজতে সভা পাতি সংঘবদ্ধ হৈ বিষয়া ভঙা-পতা কৰিব পাৰিছিল। সাংগঠনিকভাৱে বনুৱা, কাৰিকৰ, কৃষক বা সৈনিক আদি পাইকৰ পৰা সংগ্ৰহ কৰিলেও তেওঁলোক দাস নাছিল। বছৰৰ কেওমাহ তেওঁলোকে পাইক হিচাপে খাটিবও নালাগিছিল। কিন্তু আনহাতেদি যিহেতু নিৰ্দিষ্ট সময়ৰ বাবে তেওঁলোকে বাধ্যতামূলকভাৱে গা-খাটিবলগীয়াত পৰিছিল, সেয়ে তেওঁলোকৰ অৱস্থা যে অৰ্ধ-দাসৰ দৰে আছিল সেই কথাও

অস্বীকাৰ কৰিব নোৱাৰি। কোনো কোনো ক্ষেত্ৰত পাইকসকলক ব্যক্তিগত সম্পত্তিৰ দৰে ব্যৱহাৰ কৰাৰ দৃষ্টান্তও বিৰল নাছিল। কিন্তু তেওঁলোকৰ ব্যক্তিগত স্বাধীনতা নাছিল বুলি একেবাৰতে ক'লেও ভুল হ'ব। কাৰণ তেওঁলোকে নিৰ্দিষ্ট হাৰত কৰ শোধাই পাইক খটাৰ পৰা অব্যাহতি লাভ কৰাও দেখা গৈছিল। তদুপৰি এইটোও ঠিক যে পাইকসকলৰ মাজত পাইক প্ৰথাটো বৰ জনপ্ৰিয়ও নাছিল। এই প্ৰথাটোৱে সাম্যবাদৰ অধিকাৰৰ পৰা প্ৰজাক বঞ্চিত কৰিছিল। সেইবাবে বহুতো পাইকে এই প্ৰথাৰ পৰা পৰিত্ৰাণ পাবলৈ ইচ্ছা কৰিছিল। সত্ৰৰ ভকত হ'লে পাইক খাটিব নালাগে বাবে বহুতো পাইক ভকত হোৱা দেখা হৈছিল। আন বহুতে মন্দিৰৰো ভকত হৈছিল। কোনো কোনো পাইকে পাইক খটাতকৈ বিষয়াসকলৰ ঘৰত লিগিৰা হিচাপে থাকিবলৈ ইচ্ছা কৰিছিল। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত বহুতো পাইকে বিদ্ৰোহীৰ লগ হোৱা দেখা গৈছিল।

পাইকৰ কেতবোৰ 'গোট' একলগ কৰি তেওঁলোকক একেলগে কেতবোৰ নিৰ্দিষ্ট কাম কৰিবলৈ দিয়া হৈছিল। এনেধৰণৰ ডাঙৰ সমষ্টিবিলাকক 'খেল' বোলা হৈছিল। প্ৰথম অৱস্থাত একো একোটা অঞ্চলৰ সকলোবোৰ পাইকৰ গোট একলগ কৰি একো একোটা স্থানীয় খেল সৃষ্টি কৰা হৈছিল। যেনে, ডিমৰুগুৰীয়াৰ গোটসমূহ একগোট কৰি 'ডিমৰুগুৰীয়া খেল' কৰা হৈছিল। সেইদৰে চামগুৰিৰ গোটৰ সমষ্টিক বোলা হৈছিল 'চামগুৰীয়া খেল' ইত্যাদি। কিন্তু পিছলৈ খেলসমূহ নিৰ্দিষ্ট একোটা কৰ্ম বা বৃত্তিৰ নামেৰেহে পৰিচিত হৈছিল, যেনে, হাতীধৰা খেল, নাওবৈচা খেল, ধেনুসজা খেল, খৰিযোগীয়া খেল আদি। একোটা খেলৰ পৰিচালনাৰ বাবে একো একোজন বিষয়া বা 'খেলদাৰ' নিযুক্ত কৰা হৈছিল। উচ্চ বিষয়া বা ৰজাৰ আদেশমতে খেলদাৰসকলে নিজ নিজ খেলৰ লোকক একগোট কৰি ৰজাঘৰীয়া কাম-কাজ আৰু প্ৰয়োজন হ'লে ৰণ কৰিবলৈ পাঠিওৱাৰ নিয়ম আছিল। খেলৰ পাইকসকলে খেলটোৰ বাবে নিৰ্দিষ্ট কৰি দিয়া কামৰ বাহিৰে সাধাৰণতে অন্যান্য খেলৰ কাম কৰিব নোৱাৰিছিল। তেওঁলোকে বিভিন্ন খেলবিলাকৰ দ্বাৰা সামূহিক সংগঠন কৰি কোনো ব্যৱসায় কৰাৰ সুবিধাও নাপাইছিল বাবে তেওঁলোকৰ মাজত বাণিজ্যিক সংগঠন বা 'গিল্ড' দেখা নগৈছিল।

খেলদাৰসকলে ৰজাঘৰীয়া কামৰ কাৰণে তেওঁলোকৰ নিজ নিজ খেলৰ লোকসকলক প্ৰস্তুত কৰিছিল। একো একোটা খেলত নিৰ্দিষ্টসংখ্যক পাইক নাছিল আৰু খেলসমূহত পাইকৰ সংখ্যা আছিল ১০০-ৰ পৰা ৩০০০ জনৰ ভিতৰত। ডাঙৰ খেলসমূহ আছিল একো একোজন ফুকনৰ তত্ত্বাৱধানত যেনে, নাওশলীয়া ফুকন, খাৰঘৰীয়া ফুকন আদি। সৰু খেলবিলাক ৰাজখোৱা বা বৰুৱাৰ অধীনত ৰখা হৈছিল। উল্লেখযোগ্য যে, একোটা খেলত সংগঠন ভিত্তিত মাটি দিয়া হৈছিল। পাইকসকলক খেলদাৰসকলে খেতিৰ বাবে মাটি দিছিল। একোটা খেলক এইদৰে সংগঠন ভিত্তিত মাটি দিয়াৰ ব্যৱস্থাটোত জনজাতীয় চৰিত্ৰৰ গোষ্ঠীগত মালিকীস্বত্বৰ লক্ষণ দেখা যায়। কিন্তু জনজাতীয় সমাজৰ সাম্যবাদী আদৰ্শ এই ব্যৱস্থাত নাছিল। খেলদাৰ বা পাইকসকলে দেশৰ প্ৰতিৰক্ষাৰ বাবে খাটিব লাগিছিল আৰু যুঁজ কৰিবলগীয়াও হৈছিল। কিন্তু তাৰ বাবে তেওঁলোকক সুকীয়াকৈ কোনো মাননি দিয়া নহৈছিল। পাইক হিচাপে খটাৰ উপৰিও যুঁজ কৰাটোও আছিল তেওঁলোকৰ বাবে বাধ্যতামূলক। সেয়ে পাইকসকলে এনেধৰণে বাধ্যতামূলক নিয়ম-নীতি পালন কৰাৰ উপৰিও নানাধৰণে শোষণৰ বলি হৈ অতিষ্ঠ হোৱা দেখা গৈছিল। এনে বাধ্যবাধকতাই তেওঁলোকৰ মনত এক পলায়নবাদী মনোভাবৰ সৃষ্টি কৰিছিল। কোনো কোনো বুৰঞ্জীবিদে আহোমৰ খেল প্ৰথাক মুঘলসকলৰ মনচবদাৰী প্ৰথাৰ সৈতে তুলনা কৰাও দেখা গৈছে। আহোমৰ শাসন ব্যৱস্থাত যিজন বিষয়াৰ তলত যিমানসংখ্যক পাইক থাকে সেইমতে বিষয়াৰ পদমৰ্যাদা নিৰ্ণয় কৰিছিল। যেনে, বৰা, শইকীয়া, হাজৰিকা, বৰুৱা, ৰাজখোৱা, ফুকন আদি। ঠিক সেইদৰে মুঘলৰ মনচবদাৰসকলকো তেওঁলোকৰ অধীনত থকা সৈন্যৰ সংখ্যা অনুসৰি দহ হাজাৰী, সাত হাজাৰী, পাঁচ হাজাৰী আদি মনচবদাৰৰ পদবী দিয়া হৈছিল।

আহোমৰ দিনত প্ৰচলিত পাইক প্ৰথামতে গা-খাটি দিয়াৰ বাবে প্ৰতিজন পাইকে খেতিবাতি কৰিবলৈ দুপূৰাকৈ মাটি পাইছিল। এই মাটিৰ বাবে তেওঁলোকে কৰ দিব নালাগিছিল। ইয়াৰ বাহিৰেও ইচ্ছা কৰিলে তেওঁলোকে ঘৰ-দুৱাৰ সাজিবলৈ

বা বাৰী কৰিবলৈ হাবি-বননি কাটি মাটি উলিয়াই ল'ব পাৰিছিল। কিন্তু দৰঙৰ বাহিৰে আন ঠাইত এনে মাটিৰ পূৰা প্ৰতি বছৰি এটকাকৈ ৰাজহ দিব লাগিছিল। এনে মাটি ৰজাই ইচ্ছা কৰিলে অধিগ্ৰহণ কৰিব পাৰিছিল। ইয়াৰ উপৰিও পাইকসকলে ঘৰ সাজিবলৈ বাৰী মাটি ৰাখিব পাৰিছিল। প্ৰথম অৱস্থাত এনে মাটিৰ বাবে কোনো ৰাজহ লোৱা হোৱা নাছিল যদিও পিছলৈ এনে 'বাৰী-মাটিৰ' ওপৰতো বছৰি এটকাকৈ ৰাজহ দিব লাগিছিল। উল্লেখযোগ্য যে, এনে বাৰী মাটিৰ ওপৰত ৰাজহ দিলেও পাইকৰ স্থায়ী স্বত্ব নাছিল আৰু ৰজাই ইচ্ছা কৰিলে তেওঁলোকক সেই ঠাইৰ পৰা উঠাই নি আন ঠাইত সংস্থাপিত কৰিব পাৰিছিল। ৰাজ পৰিয়ালৰ লোক, পাত্ৰ-মন্ত্ৰীসকলে কেতবোৰ বিস্তীৰ্ণ ভূখণ্ড পাইছিল। এনে ভূখণ্ডক 'মেল', 'খাত' বা 'বিলাত' বোলা হৈছিল। এনে মাটিব বাবে ৰাজহ সংগ্ৰহ কৰা নহৈছিল। পাত্ৰ-মন্ত্ৰীসকলে ৰজাঘৰৰ পৰা পোৱা ভূ-সম্পত্তি বা পাইকৰ ওপৰত কেৱল বিষয় ভোগ কৰা কালতহে তেওঁলোকৰ স্বত্ব পাইছিল। কিবা কাৰণত পাত্ৰ-মন্ত্ৰীসকল নিলম্বিত হ'লে এনে ধৰণৰ ভূ-সম্পত্তি আৰু পাইকৰ সেৱাৰ পৰাও বঞ্চিত হৈছিল। আহোম উচ্চ বিষয়াসকলে পূৰ্বচৰ্ত হিচাপে কিছুমান মাটি পাইছিল। সেইবোৰ মাটি কোনো বিষয়বাব বা পদবী আদিৰ বাবে বেতন হিচাপে পোৱা 'খাত', 'বিলাত' বা 'মেল'ৰ পৰা পৃথক আছিল আৰু তেওঁলোকৰ এনে মাটিৰ স্বত্বৰ ওপৰত ৰজাই কোনো ধৰণৰ অধিকাৰ খটুৱাব নোৱাৰিছিল। উদাহৰণস্বৰূপে এনে মাটিৰ স্বত্ব সংক্ৰান্ত বিবাদ এটাৰ বিষয়ে উল্লেখ কৰিব পাৰি। চুহুংমুং দিহিংগীয়া বা দিহিঙীয়া স্বৰ্গদেৱে গড়গাঁও নগৰ পাতিবলৈ হেমেনা নামৰ এজন উচ্চ বংশৰ আহোম লোকৰ বাৰী মাটি অধিগ্ৰহণ কৰিবলৈ চেষ্টা কৰিছিল যদিও উক্ত লোকজনে প্ৰতিবাদ কৰাত ৰজা হৈও স্বৰ্গদেৱে তেওঁৰ মাটি ল'ব পৰা নাছিল। ৰজাৰ মাক, কুঁৱৰীসকল, ৰাজকোঁৱৰ, ভগ্নী আৰু অন্যান্য ওচৰ সম্পৰ্কীয় লোকে ভোগ কৰা 'খাত' বা 'মেল'সমূহৰ ব্যক্তিৰ পৰিবৰ্তন হ'লে সেইবোৰৰ অধিকাৰো হস্তান্তৰ হৈছিল। কিন্তু আটাইতকৈ সৰহসংখ্যক 'খাত' আছিল ৰজাৰ আৰু তেওঁৰ কেইবা ঠাইতো ৰাজভঁৰাল আছিল। প্ৰকৃতাৰ্থত ৰজা আছিল সমুদায় মাটিৰ মালিক। কিন্তু তেওঁ সকলো মাটিৰ ওপৰত যে তেওঁৰ অধিকাৰ খটুৱাব নোৱাৰিছিল সেই বিষয়ে ওপৰত উল্লেখ কৰা হৈছে। তদুপৰি ৰজা মাটিৰ মালিক হ'লেও তেওঁ সত্ৰাধিকাৰ, পুৰোহিত, দ'ল-দেৱালয় আদিৰ বাবে দিয়া মাটি অধিগ্ৰহণ নকৰিছিল।

পুৰোহিত শ্ৰেণী আৰু সত্ৰাধিকাৰসকলৰো নিজৰ যথেষ্ট মাটি-বাৰী আছিল। মোৱামৰীয়া সত্ৰাধিকাৰ অষ্টভুজদেৱৰ হেনো ১০/১২খন খাত, ৪০০০/৫০০০ ম'হ, ৮০০০/১০,০০০ জন লগুৱা-লিকচৌ আৰু অসংখ্য কৰমুক্ত ভকত আছিল। সেইদৰে আউনীআটী সত্ৰৰ মাটি আছিল প্ৰায় ২২০০০ একৰ আৰু দক্ষিণপাট সত্ৰৰ মাটিৰ পৰিমাণ ১০৪০০—১২,০০০ একৰ আছিল। সেইদৰে ইংৰাজে অসম দখল কৰাৰ সময়ত কামৰূপৰ কোনো এজন ব্ৰাহ্মণৰ মাটিৰ পৰিমাণ আছিল ৪৫,০০০ বিঘা। জৰ্জ ব'গলেৰ মতে খেতিৰ বাবে সাৰুৱা বুলি বিবেচিত উৎকৃষ্ট মাটিবোৰৰ অধিকাংশই আছিল ব্ৰাহ্মণসকলৰ হাতত। ১৮৪১ খ্ৰীঃত দাস আয়োগ (Slavery Commission)ৰ আগত সাক্ষী দি তেওঁ এই তথ্য দাঙি ধৰিছিল বুলি জনা যায়।

আহোমৰ কৰতলতীয়া ৰজাসকলে নিজ নিজ স্থানৰ শাসন চলাইছিল। আহোম ৰজাৰ বিৰুদ্ধে কিবা বিদ্ৰোহৰ চেষ্টা কৰিলে বা ৰজাৰ বিৰোধী কোনো কামত লিপ্ত হ'লে দোষীজনক কঠোৰ শাস্তি দিয়া হৈছিল আৰু এনে শাস্তিৰ পৰা কৰতলতীয়া 'ৰজা'সকলো সাৰি যাব নোৱাৰিছিল। আহোম স্বৰ্গদেউৰ বিৰুদ্ধে ষড়যন্ত্ৰ, বিদ্ৰোহ আদিত লিপ্ত হ'লে তেনে জমিদাৰ বা 'ৰজা'ক পদচ্যুত কৰা হৈছিল। দৰং, ডিমৰুৱা, ৰাণী, বৰদুৱাৰ, ন-দুৱাৰ, বেলতলা, লুকী, ভোলাগাঁও, মৈৰাপুৰ, বনগাঁও, পন্তান, নেলী, গোভা, খলা, চহৰী, বাৰপূজীয়া, টোপাকুছিয়া, মায়াং, ধিং, তেতেলীয়া, শালমাৰা, গৰখীয়া, বাখৰ গাঁও, ভূৰবন্ধা আদিৰ কৰতলতীয়া 'ৰজা'সকলে আহোম স্বৰ্গদেউক বাৰ্ষিক কৰ আৰু কিছুসংখ্যক পাইক দিব লাগিছিল।

কামৰূপ অঞ্চলত আহোমৰ শাসন ব্যৱস্থা পূৰামাত্ৰাই বলৱৎ হোৱা নাছিল। কামৰূপ খণ্ড আছিল বৰফুকনৰ অধীনত আৰু তেওঁ ইয়াক ২৬ টা পৰগণা বা জিলাত ভাগ কৰিছিল। প্ৰতি পৰগণাতে এজোকনকৈ 'চৌধুৰী' আছিল। 'চৌধুৰী'জন সামন্ত জমিদাৰৰ লেখীয়া ক্ষমতাপন্ন বিষয়া

আছিল। চৌধুৰীসকলে তালুকদাৰ, পাটগিৰি আদি কনিষ্ঠ বিষয়াৰ দ্বাৰা প্ৰত্যেকজন প্ৰজাৰ পৰা গা-মুৰি বছৰি ২ টকাকৈ কৰ সংগ্ৰহ কৰিছিল আৰু তাৰ বাবে চৌধুৰীৰ পৰা আৰম্ভ কৰি পাটগিৰিলৈকে প্ৰত্যেকজন বিষয়াই মাটিৰ একো একোটা অংশ নিজৰবৰীয়াকৈ পাইছিল। গুৰু চৰিত পুথিসমূহৰ মতে ৰাজহ বিষয়াসকলৰ বহুতে দুৰ্নীতিত লিপ্ত আছিল। তেওঁলোকে নিৰ্দিষ্ট হাৰতকৈ প্ৰজাৰ পৰা অধিক কৰ সংগ্ৰহ কৰিছিল। প্ৰজাৰ পৰা এইদৰে চাহি-মুহি কৰ সংগ্ৰহ কৰাৰ বাবে বহুতো প্ৰজাই কৰ শোধাবৰ বাবে পইচা সংগ্ৰহ কৰিবলৈ চহকী লোকৰ ঘৰত বন্ধা বা দাস খাটিবলগীয়াত পৰিছিল। বুকানন হেমিল্টনৰ*

* *An Account of Assam (Gauhati-1963)* পৃষ্ঠা ৩৩-৩৬

বিৱৰণীত প্ৰকাশ যে, কৰ সংগ্ৰহকাৰীৰ শোষণ আৰু অত্যাচাৰত কামৰূপৰ ভালেমান প্ৰজাই নিজ ৰাজ্য এৰি ইংৰাজ শাসিত অঞ্চলত আশ্ৰয় লৈছিলগৈ। উজনি অসমৰ দৰে কামৰূপতো বহুতো মাটি দ'ল-দেৱালয়, সত্ৰ, ব্ৰাহ্মণ বা পুৰোহিতক দিয়া হৈছিল। ইয়াৰে বিনা খাজনাৰ মাটিসমূহক নিষ্পিখেৰাজ আৰু আধা-খাজনা মাফ দিয়া মাটিক লাখেৰাজ বোলা হৈছিল। কামৰূপৰ বহুত মাটি বিনা খাজনাই ধৰ্মোত্তৰ, দেৱোত্তৰ আৰু ব্ৰহ্মোত্তৰ কৰি দিয়া হৈছিল। ফলত কামৰূপৰ খেতিৰ বাবে উপযোগী ২,২০,৫২০ (২ পুৰা = প্ৰায় ৩ একৰ) মাটিৰ প্ৰায় আধাখিনি এনেদৰে দান কৰাৰ ফলত মুঠ বাৰ্ষিক ৰাজহৰ পৰিমাণ ঘাটি প্ৰায় ৩২,০০০ টকা মানহে হৈছিলগৈ। আনহাতেদি কামৰূপৰ পাইকসকলে উজনিৰ পাইকৰ দৰে টকা-পইচাৰ পৰিবৰ্তে গা-খাটি দিয়াৰ নিয়ম প্ৰবৰ্তন হোৱা নাছিল। কামৰূপৰ পাইকে টকা-পইচাৰ মাধ্যমেৰে কৰ দিছিল। কামৰূপৰ খেতিয়কে নাঙলে পতি 'নাঙল কৰ', দৰঙৰ খেতিয়কে পৰিয়ালে পতি 'চৰু কৰ' দিছিল। ইয়াৰ উপৰিও শাৰীৰিক শ্ৰম দিয়াৰ পৰিবৰ্তে তেওঁলোকে সময়ে সময়ে গা-ধন বা কাটল দিবলগীয়া হৈছিল। অধিক মাটিত খেতি কৰিলে সেই মাটিৰ বাবদ তেওঁলোকে ওপৰঞ্চি কৰ দিব লাগিছিল। পাহাৰীয়া জনজাতিসকলে কপাহ খেতি কৰা বাবে কোৰে পতি 'কোৰ কৰ' দিছিল। সেইদৰে সোণোৱাল আৰু কঁহাৰসকলে বছৰি দিবলগীয়া কৰৰ পৰিমাণ আছিল ৫ টকা; মাছমৰীয়া আৰু তেলীসকলে দিছিল ৩ টকা আৰু তাঁতীসকলে ২ টকা। বেহা-বেপাৰ কৰা লোকে বিক্ৰীকৰ, ফাটকৰ (বজাৰ কৰ), হাটকৰ, ঘাটকৰ, জলকৰ (মাছমৰীয়াসকলৰ ওপৰত লগোৱা কৰ) আদি দিছিল।

সোণোৱালসকলৰ দ্বাৰা চৰকাৰে নৈৰ বালিত সোণ কমোৱাইছিল। এই সোণ কমোৱা ব্যৱসায়ৰ দ্বাৰা আহোম ৰজাৰ ঘৰে বছৰি ৮০,০০০—১,০৮,০০০ টকালৈকে বাৰ্ষিক আয় কৰিছিল। তদুপৰি কৰতলতীয়া ৰজাসকলেও বছৰি কৰ শোধাইছিল। বনজ সম্পদ আৰু ব্যৱসায় বাণিজ্যৰ পৰাও আহোম ৰজাঘৰৰ এক বুজন পৰিমাণৰ আয় হৈছিল। কিন্তু এনেদৰে টকা-পইচাৰ মাধ্যমেৰে সংগ্ৰহ কৰা কৰতকৈ কৃষিজাত সামগ্ৰী আৰু অন্যান্য বস্তুৰ মাধ্যমেৰেহে আহোম ৰজাঘৰৰ অধিক আয় হৈছিল।

আহোম যুগত ৰজা আছিল মাটিৰ গৰাকী। কিন্তু তেৰোঁ সকলো সময়তে মাটি অধিগ্ৰহণ কৰাৰ কোনো অধিকাৰ নাছিল। কিন্তু মনকৰিবলগীয়া যে ৰজাঘৰৰ পৰা মাটিবাৰী পাই সম্ভ্ৰান্ত পৰিয়াল আৰু পুৰোহিতসকলেও তেওঁলোকৰ আৰ্থিক অৱস্থা যথেষ্ট টনকিয়াল কৰি লৈছিল। ফলত তেওঁলোক সাধাৰণ পাইক প্ৰজাতকৈ এটা পৃথক শ্ৰেণীত পৰিণত হৈছিল। আনকি বিত্তশালী লোকৰ মাজতো শ্ৰেণী বিভাগ আছিল। তদুপৰি সামন্ত প্ৰথাৰ দৰে অসমতো প্ৰতিজন কনিষ্ঠ বিষয়াই জ্যেষ্ঠজনক সোধ-পোছ সেৱা জনাব লাগিছিল। এনেবোৰ সামন্তবাদী নিয়মৰ বাবে আহোমৰ শাসন প্ৰণালীৰ প্ৰকৃতি নিৰ্ণয়ত অসুবিধা আহি পৰিছে। আহোম ৰাজ্যখন প্ৰকৃততে সামন্ততান্ত্ৰিক হয় নে নহয় সেই বিষয়টোৰেও বহু তৰ্ক- বিতৰ্কৰ সৃষ্টি কৰিছে। কিন্তু কেতবোৰ কাৰণে আহোমৰ শাসন প্ৰণালীক সম্পূৰ্ণ সামন্তবাদী বুলি ন'কৈ ইয়াক অৰ্ধ-সামন্ততান্ত্ৰিক বুলিলেও হয়।

আহোমৰ দিনত ন্যায় বিচাৰৰ ভাৰ ন্যস্ত হৈছিল তিনিজন গোহাঁই (অৰ্থাৎ বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰগোহাঁই), বৰফুকন আৰু বৰবৰুৱাৰ ওপৰত। তেওঁলোকে নিজ নিজ অঞ্চলত নিজে নাইবা তেওঁলোকৰ তলতীয়া বিষয়াৰ দ্বাৰা গোচৰ লৈছিল। ফলত ফুকন, ৰাজখোৱা আৰু বৰুৱাসকলেও গোচৰ লৈছিল। কিন্তু এনে তলতীয়া বিষয়াৰ ৰায়দানত সন্তুষ্ট

নহ'লে ডাঙৰীয়াসকলৰ ওচৰত আপীল কৰিব পৰা গৈছিল। বৰবৰুৱা আৰু বৰফুকনৰ বিচাৰত অসন্তুষ্ট হোৱাসকলে ৰজাৰ ওচৰত আপীল কৰিব পাৰিছিল। গুৰুতৰ বুলি বিবেচিত গোচৰৰ ৰজাই নিজে বিচাৰ কৰিছিল। তদুপৰি ৰজাৰ হৈ ন্যায় সোধা ফুকনে গোচৰৰ আপীল শুনিছিল। প্ৰত্যেকজন বিচাৰকে কাকতি, গণক, পণ্ডিত আদিৰ মতামত লৈহে বিচাৰ কৰিছিল। পিছলৈ আহোমসকলে হিন্দু আইনসমূহ গ্ৰহণ কৰিছিল। মোৱামৰীয়া বিদ্ৰোহৰ আগলৈকে আহোমৰ দিনৰ ন্যায় বিচাৰ খৰতকীয়া আৰু পক্ষপাতিত্বহীন আছিল। আহোমৰ দিনত যৌথ পৰিয়ালৰ প্ৰচলন আছিল। কিন্তু সাধাৰণতে চহকী আৰু সম্ভ্ৰান্ত পৰিয়ালৰ মাজতহে এনে যৌথ পৰিয়াল দেখা গৈছিল। পিতৃৰ মৃত্যুত পুত্ৰসকলে মৃত পিতৃৰ ধন-সোণ আদি ভগাই লোৱা দেখা গৈছিল। কন্যাসকলে এনে সা-সম্পত্তিৰ ভাগ নাপাইছিল।

আহোমৰ ফৌজদাৰী আইন আছিল অতি কঠোৰ। অংগক্ষত, অংগহানি, লো তপতাই শৰীৰত দাগ দিয়া, অনাহাৰে মৃত্যুদণ্ড, জীয়াই জীয়াই কুঠাৰেৰে ফলা, জীয়াই জীয়াই পুতি থোৱা। নৰ্চচা শূলত দিয়া, ফাঁচি দিয়া, হাতীৰে গচকোৱা, জীয়াই জীয়াই পুৰি মৰা, শালত চেপা, ভূৰত তুলি নৈত উটাই দিয়া, ডিঙিত বান্ধি ওলোমাই থোৱা, নিৰ্বাসন দিয়া, আদি শাস্তিৰ প্ৰচলন আছিল। তদুপৰি চকু কঢ়াটো এটা সাধাৰণ শাস্তিত পৰিণত হৈছিল। বেতেৰে কোবোৱা, চমতাৰে কোবোৱা, হাত-ভৰি খোৱা কৰা, চোঁচোৰাই নিয়া, নাক-কাণ কটা, পানীত ডুবাই মৰা, তপত তেলত ভজা, আদিও সততে পোৱা শাস্তিৰ ভিতৰত পৰিছিল। কেউবিধ শাস্তিৰ ভিতৰত ফাঁচি দিয়াটো সন্মানজনক শাস্তি বুলি বিবেচিত হৈছিল। ফৌজদাৰী গোচৰৰ কোনো বিৱৰণী সংৰক্ষণ কৰা নহৈছিল। কিন্তু দেৱানী গোচৰৰ ক্ষেত্ৰত শুনানিৰ বিৱৰণ গোচৰৰ জয়িদলৰ হাতত অৰ্পণ কৰা হৈছিল। মাটি-বাৰী সংক্ৰান্ত বিচাৰসমূহ পুৰণি স্মৃতিশাস্ত্ৰৰ বিধানমতে নিষ্পত্তি কৰা হৈছিল। বিচাৰৰ বাবে কোনো লিখিত নিয়ম-নীতি নাছিল। বিচাৰকৰ বিচাৰবোধৰ ওপৰতেই সাধাৰণতে ন্যায় বিচাৰৰ দায়িত্ব অৰ্পিত হৈছিল। পিছলৈ আহোমসকলৰ বিচাৰত মনু আৰু যাজ্ঞবল্ক্যৰ প্ৰভাৱ পৰা দেখা গৈছিল। উল্লেখযোগ্য যে সকলো বিচাৰকে মৃত্যুদণ্ড দিব নোৱাৰিছিল। সাধাৰণতে ৰজাইহে সকলো খৰৰ মৃত্যুদণ্ড দিব পাৰিছিল। তিনিজন গোহাঁই, বৰবৰুৱা আৰু বৰফুকনে মৃত্যুদণ্ড দিব পাৰিলেও তেনে মৃত্যুদণ্ড ৰজুছেদ নোহোৱাকৈহে দিব পাৰিছিল। আহোম ৰাজ্যত কোনো প্ৰজাক যাতে অন্যায়ভাৱে কঠোৰ শাস্তি দিয়া নহয় তাৰ প্ৰতি চকু দিয়া হৈছিল যদিও অন্যায়ভাৱে কঠোৰ শাস্তি দিয়া নহয় তাৰ প্ৰতি চকু দিয়া হৈছিল যদিও বহু সময়ত লঘু পাপত যে গুৰু শাস্তি নহৈছিল সেই দাবী ডাঠি কৰিব নোৱাৰি। উদাহৰণস্বৰূপে গৌৰীনাথ সিংহৰ দিনত মোৱামৰীয়া বিদ্ৰোহীক শাস্তি দিয়াৰ নামত বহুলোকে অনাহকতে অতি অমানৱীয় শাস্তি ভুগিছিল। কেতিয়াবা কোনো ষড়যন্ত্ৰ বা কুচক্ৰান্তৰ বলি হৈও বহুতো লোকে অন্যায়ভাৱে গুৰুতৰ শাস্তি ভোগাৰ দৃষ্টান্তও নিচেই তাকৰ নাছিল। ইয়াৰ উপৰিও কাঁড়ী পাইক প্ৰজাসকলে প্ৰয়োজনবোধে সাধাৰণতে নামঘৰত বিচাৰ সভা পাতি তেওঁলোকৰ ওপৰৰ বিষয়া যেনে বৰা, শইকীয়া, হাজৰিকা আদিক বৰ্খাস্ত কৰাৰ সিদ্ধান্ত ল'ব পাৰিছিল। সেইদৰে তিনিজন গোহাঁয়েও আৱশ্যকবোধ কৰিলে আনকি ৰজাকো ক্ষমতাচ্যুত কৰিব পাৰিছিল।

ত্ৰয়োদশ শতিকাৰ প্ৰথমছোৱাত অসমলৈ আহি ৰাজ্য স্থাপন কৰিবলৈ সক্ষম হোৱা চুকাফাই এই ৰাজ্যলৈ আগমন কালত যিসকল লোকৰ দ্বাৰা মাজপথত বাধাপ্ৰাপ্ত হৈছিল সেইসকল লোকক অমানৱীয়ভাৱে শাস্তিদান কৰিছিল যাতে তেওঁৰ আগমনত কোনেও বাধা দিবলৈ সাহ নকৰে। কিন্তু অসমত প্ৰৱেশ কৰি উজনি অঞ্চলত কেইবাখনো ঠাই সলাই চৰাইদেউত থাকিবলৈ লোৱা সময়ছোৱাৰ ভিতৰত স্থানীয় লোকৰ সৈতে তেওঁৰ ব্যৱহাৰত কোনো উগ্ৰতা দেখা যোৱা নাছিল। বৰং তেওঁৰ সুব্যৱহাৰ আৰু বন্ধুত্বপূৰ্ণ ভাবে তেওঁৰ প্ৰতি স্থানীয় লোকক আকৰ্ষিত কৰিছিল আৰু এনে সদিচ্ছাৰ ফলতেই চুকাফাই এই ৰাজ্যত নিজ শাসন বিস্তাৰ কৰিবলৈ সক্ষম হৈছিল। ইয়াৰ পৰৱৰ্তীকালত কোচ, কছাৰী, জয়ন্তীয়া আদি বিভিন্ন ৰাজ্যৰ সৈতে আহোমৰ সংঘৰ্ষ হৈছিল আৰু তেওঁলোকে ক্ৰমান্বয়ে পশ্চিম অঞ্চললৈ ৰাজ্য বিস্তাৰ কৰি মানাহ নদী পাইছিলগৈ। আহোমসকলে এই নদীৰ তীৰলৈকে আগবাঢ়ি অহাত ইতিমধ্যে অসমত প্ৰতিষ্ঠা লাভৰ বাবে আগ্ৰহী মুগলৰ সৈতে বিবাদত লিপ্ত হ'বলগীয়াত পৰে।

ইয়াৰ ফলত মিৰজুমলাৰ আক্ৰমণ, ঘিলাধাৰী ঘাটৰ সন্ধি আদি হয় আৰু অৱশেষত ইটাখুলিৰ যুঁজেৰে এই বিবাদৰ ওৰ পৰে। আনহাতেদি অসমত মোৱামৰীয়া আন্দোলনত জুৰুলা হৈ আহোম ৰজাই ইষ্ট ইণ্ডিয়া কোম্পানিৰ সাহায্য লোৱাত কোম্পানিৰ ইংৰাজ মালিকসকলে অসমলৈ অহাৰ সুবিধা লয়। গৃহ বিবাদৰ সুযোগ লৈ ইয়াৰ পৰৱৰ্তীকালত বৰ্মী তথা মানসকলে অসম আগমনৰ সুবিধা লয় আৰু পিছলৈ অসমৰ হৰ্তাকৰ্তা হ'বলৈ আগবাঢ়ে। অৱশেষত ইংৰাজ আৰু বৰ্মীৰ যুদ্ধত বৰ্মীসকলে পৰাজয় বৰণ কৰি ১৮২৬ খ্ৰীঃৰ ২৪ ফেব্ৰুৱাৰীত ইংৰাজৰ সৈতে সন্ধি কৰি অন্যান্য চৰ্তৰ লগতে অসমৰ ওপৰত সকলো দাবী ত্যাগ কৰে। ইয়াৰ পিছতেই অসমত ইংৰাজসকলৰ সাম্ৰাজ্যবাদৰ প্ৰসাৰণ ঘটে। থূলমূলকৈ আহোমৰ দিনত অসমৰ বৈদেশিক সম্বন্ধৰ মূল ইতিবৃত্ত ইমানেই। কিন্তু মন কৰিবলগীয়া যে আহোমসকলে উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন শক্তিৰ সৈতে যুঁজ-বাগৰ কৰিলেও তেওঁলোকে এই অঞ্চলৰ বাহিৰৰ শক্তিৰ সৈতে মিলা-মিচা কৰিবলৈ বিশেষ আগ্ৰহী নাছিল। মিৰজুমলাৰ সৈতে অসমলৈ অহা ঐতিহাসিক ছিহাবুদ্দিন তালিছেও উল্লেখ কৰি গৈছে যে অসমৰ আহোম ৰজাসকলে কোনো বিদেশী শক্তিৰ সৈতে সম্পৰ্ক স্থাপনত আগ্ৰহী নাছিল। কিন্তু সাম্ৰাজ্যবাদী মুঘলসকলৰ সৈতে আহোমে আত্মৰক্ষাৰ বাবে সংঘৰ্ষত লিপ্ত হ'বলগীয়াত পৰিছিল আৰু ইয়াৰ দ্বাৰা তেওঁলোকে মুঘলৰ হাতৰ পৰা নিজ ৰাজ্যখনৰ স্বাধীনতা আৰু অখণ্ডতা ৰক্ষা কৰিবলৈ সক্ষম হৈছিল। অৱশ্যে ৰুদ্ৰসিংহ স্বৰ্গদেউৰ দিনতহে প্ৰকৃতাৰ্থত অসমৰ বৈদেশিক নীতিয়ে এটা নিৰ্দিষ্ট ৰূপ প্ৰকাশ কৰিবলৈ সমৰ্থ হয়। ৰুদ্ৰসিংহই আনকি মুঘলসকলৰ সৈতেও এটা ৰাজনৈতিক আৰু সাংস্কৃতিক সম্বন্ধ গঢ়িবলৈ ইচ্ছা প্ৰকাশ কৰে। আনহাতেদি তেওঁ মুঘল সাম্ৰাজ্যক প্ৰত্যাহ্বান জনাবলৈকো প্ৰস্তুতি চলায়। তেওঁ সেইমৰ্মে উত্তৰ-পূৰ্বাঞ্চলৰ ভালেমান শক্তিৰ সৈতে যোগাযোগ কৰি মুঘলৰ বিৰুদ্ধে এক বিশাল বাহিনী তৈয়াৰ কৰিবলৈ লৈছিল। ইয়াৰ বাবে তেওঁ সৰ্বভাৰতীয় শক্তিৰ সৈতে যোগাযোগ কৰিবলৈ সচেষ্ট হৈ অম্বৰৰ অধিপতি আৰু ভালেমান হিন্দু ৰজা আৰু জমিদাৰলৈ গোপনে পত্ৰ প্ৰেৰণ কৰিছিল। ত্ৰিপুৰাৰ ৰজায়ো তেওঁক সহায় কৰিবলৈ হাত আগবঢ়াইছিল। সৰ্বভাৰতীয় ক্ষেত্ৰত ৰুদ্ৰসিংহই কিমান সক্ৰিয় সহযোগিতা পাইছিল সেই সম্বন্ধে জানিবলৈ তথ্যপাতিৰ অভাৱ। কিন্তু তেওঁ কছাৰী, জয়ন্তীয়া ৰজা আৰু স্থানীয় ভালেমান জমিদাৰৰো সঁহাৰি পাইছিল। আনেহে নালাগে কছাৰী ৰজাই তেওঁক ১৪,০০০ আৰু জয়ন্তীয়া ৰজাই ১০,০০০ সৈন্যৰে সঁহাৰি জনাইছিল। ফলত ৰুদ্ৰসিংহৰ অধীনত প্ৰায় ৪০,০০০ হাজাৰ সৈন্য গোট খাইছিল। কিন্তু এই অভিযানৰ যোঁ-জা কৰি থকাৰ কালতে ৰুদ্ৰসিংহৰ মৃত্যু হ'ল আৰু তেওঁৰ মুঘলৰ বিৰুদ্ধে অভিযানৰ প্ৰথম প্ৰচেষ্টা 'বংগজয়ৰ' আঁচনিও সিমানতে ওৰ পৰিল। তেওঁৰ পৰৱৰ্তী ৰজা শিৱ সিংহই এনেধৰণৰ পৰিকল্পনাৰ সৈতে জড়িত হ'বলৈ অনিচ্ছুক হোৱাত অসমৰ সৰ্বভাৰতীয় ৰাজনীতিত প্ৰৱেশৰ প্ৰচেষ্টাৰো এক অকাল মৃত্যু ঘটিল।

চুবুৰীয়া জনজাতীয় ৰাজ্যসমূহৰ সৈতে আহোমে গ্ৰহণ কৰা নীতি সম্বন্ধে ইয়াৰ পৰৱৰ্তী অধ্যায়ত উল্লেখ কৰা হৈছে। মুঠৰ ওপৰত আহোমসকলে এনে ৰাজ্যসমূহৰ সৈতে সম্ভাৱহে বিচাৰিছিল। অৱশ্যে নানা কাৰণবশতঃ এনে এটা পৰ্বত-ভৈয়ামৰ সম্প্ৰীতি সম্পূৰ্ণভাৱে গঢ়ি উঠা নাছিল। তথাপি কটকী, বৈৰাগী আদিৰ মাধ্যমেৰে চুবুৰীয়া ৰাজ্যসমূহৰ সৈতে এটা সুসম্পৰ্ক ৰক্ষা কৰি চলিবলৈ আহোমসকলে কৰা প্ৰচেষ্টা আছিল প্ৰশংসনীয়। কিন্তু আনহাতেদি সৰ্বভাৰতীয় সংযোগৰ ফলত অসমত যি ধৰ্মীয় প্ৰভাৱ পৰিছিল আহোম ৰাজ্যৰ বাবে সেই প্ৰভাৱ হিতকৰ নাছিল। এই ধৰ্মীয় প্ৰভাৱে শাক্ত আৰু বৈষ্ণৱৰ মাজত অনৈক্যৰ বীজ সিঁচি ভৱিষ্যতে মোৱামৰীয়া বিদ্ৰোহৰ পটভূমি ৰচনা কৰাত অসমত বৃটিছৰ আগমন ঘটিছিল আৰু এই আগমনে ভৱিষ্যতে পৰাধীনতাৰ আগজাননী দিছিল।

ছশ বছৰীয়া ৰাজত্বকালত আহোমসকলে বহুতো যুদ্ধ-বিগ্ৰহ কৰিলেও তেওঁলোকৰ নিয়মিত বেতনভোগী সৈন্যদল নাছিল। মোৱামৰীয়া আৰু নামনি অসমৰ বিদ্ৰোহৰ পিছত গৌৰীনাথ সিংহৰ দিনতহে অসমত পশ্চিমীয়া সৈন্যৰ আৰ্হিত আহোম সৈন্যক প্ৰশিক্ষণ দিয়া হৈছিল। ইংৰাজসকলৰ সামৰিক প্ৰশিক্ষণেৰে অসমতো এদল সৈন্য গঠনৰ ওপৰত পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে গুৰুত্ব দি কেপ্টেইন ওৱেলছৰ দলৰ দুজন চিপাহীক বহু অৰ্থ দি অসমত ৰাখি থৈছিল। এই চিপাহী

দুজনে পশ্চিমীয়া আৰ্হিত আহোম সৈন্যক প্ৰশিক্ষণ দিছিল। কিন্তু ইয়াৰ পূৰ্বে কেৱল মাত্ৰ আহোমসকলৰ ৰাজধানীত ৰজা আৰু ডা-ডাঙৰীয়াসকলৰ প্ৰতিৰক্ষাৰ বাবে কমসংখ্যক সৈন্যৰে গঠিত এটা ক্ষুদ্ৰ ফৌজ আছিল। ইয়াৰ বাহিৰে পাইকসকলৰ দ্বাৰাই আহোমসকলে নিজ ৰাজ্যৰ প্ৰতিৰক্ষা বাহিনীৰ কাম-কাজ চলাইছিল। পাইকসকলে সাধাৰণতে কৃষক আৰু বনুৱা হিচাপে সেৱা আগবঢ়োৱাৰ উপৰিও আৱশ্যক হ'লে যুঁজৰ ৰণুৱা হিচাপেও কাম কৰিছিল। উল্লেখযোগ্য যে, কোনো নিৰ্দিষ্ট আৰু নিয়মীয়া প্ৰশিক্ষণ নোহোৱাকৈয়ে তেওঁলোকে একো একোখন ডাঙৰ ৰণত নিজ নিজ শৌৰ্য বীৰ্য আৰু যুদ্ধকৌশলেৰে বিজয় লাভ কৰিছিল। অৱশ্যে নিজ নিজ খেলদাৰসকলে এই পাইকসকলক প্ৰয়োজন অনুসৰি ব্যৱহাৰ কৰিব পৰাকৈ সামৰিক সেৱাৰ কিছুমান কথা নিশ্চয় শিকাই-বুজাই লৈছিল আৰু সেইবাবে পাইকসকলে পদাতিক, নৌ সেনা, গোলন্দাজ বা বন্দুকধাৰী হিচাপে কাম কৰিবলৈ সক্ষম হৈছিল। তদুপৰি হস্তীবাহিনী, চোৰাংচোৱা বাহিনী আদিত প্ৰয়োজনবোধে পাইকসকলে নিজ নিজ পাৰদৰ্শীতা প্ৰদৰ্শন কৰিছিল। অৱশ্যে অশ্বাৰোহী হিচাপে পাইকসকলে বিশেষ পাৰ্গতালি দেখুৱাব পৰা নাছিল বুলি বিভিন্ন সূত্ৰমতে জনা যায়। যুদ্ধৰ বাতৰি আহিলে খেলদাৰসকলে অতি কম সময়ৰ ভিতৰতে যথেষ্টসংখ্যক ৰণুৱা গোটাব পৰাটো মন কৰিবলগীয়া। আহোমৰ কৰতলতীয়া ৰজা বা জমিদাৰসকলে একেদৰে যুদ্ধ-বিগ্ৰহৰ সময়ত একো একোটা কৰ্মদক্ষ সৈন্যবাহিনীৰ যোগান ধৰা দেখা গৈছিল।

যুঁজৰ সময়ত সাধাৰণতে উজনি অসমত বৰবৰুৱা আৰু নামনি অসমত বৰফুকনে ৰণুৱাসকলৰ নেতৃত্ব দি যুঁজলৈ ওলাইছিল। এনে ক্ষেত্ৰত সাধাৰণতে এই দুজন বিষয়াক ৬ জনকৈ ফুকনে যুদ্ধৰ কামত সহায় কৰিছিল। বৰবৰুৱাৰ অধীনস্থ এনে ফুকনসকল আছিল— ভিতৰুৱাল ফুকন, ন-ফুকন, দিহিংগীয়া ফুকন, ডেকা ফুকন, নেওগ ফুকন আৰু নাওবৈচা ফুকন। এই কেউজন ফুকনক ঠাৰতে 'চ'ৰাৰ ফুকন' বোলা হৈছিল। বৰফুকনৰ অধীনস্থ ফুকনসকল আছিল— পানীফুকন, ডেকা ফুকন, দিহিংগীয়া ফুকন, নেক্ ফুকন আৰু চেতিয়া ফুকন (দুজন)। ইয়াৰ বাহিৰেও পাত্ৰ-মন্ত্ৰী বা ডা-ডাঙৰীয়াসকলেও প্ৰয়োজন সাপেক্ষে যুঁজৰ সেনাপতিৰ দায়িত্ব পালন কৰিছিল। কোনো কোনো ক্ষেত্ৰত স্বয়ং ৰজায়ো যুঁজলৈ ওলাইছিল।

অসমৰ সৈন্যসকলে নৌ সেনা হিচাপে বিশেষ পাৰদৰ্শিতা প্ৰদৰ্শন কৰিছিল। নৌ বিভাগটো পৰিচালনাৰ দায়িত্ব অৰ্পিত হৈছিল নাওশলীয়া ফুকনৰ ওপৰত। অসমীয়া পদাতিক সৈন্যৰ সংখ্যা আছিল যথেষ্ট। 'বাহাৰিস্তান ই ঘাইবী' নামৰ ফাৰ্চী গ্ৰন্থখনৰ মতে এনে পদাতিক সৈন্য সংখ্যা আছিল প্ৰায় ২,০০,০০০ জন। অসমীয়া পদাতিক সৈন্যসকলৰ বল-বিক্ৰমে আনকি মুছলমান আক্ৰমণকাৰীসকলৰ পৰা প্ৰশংসা লাভ কৰিবলৈ সক্ষম হৈছিল। মিৰজুমলাৰ সৈতে অসম পৰিভ্ৰমণলৈ অহা ছিহাবুদ্দিন তালিছ নামৰ লেখকজনৰ উক্তিৰ পৰাই এই সম্বন্ধে ভালদৰে অনুমান কৰিব পাৰি। অসমীয়া সৈন্যৰ শক্তি প্ৰদৰ্শনত মুগ্ধ হৈ তেওঁ অকপটে স্বীকাৰ কৰি গৈছে যে একোজন অসমীয়া সৈন্যই কমেও ১০ জনকৈ মুছলমান সৈন্যৰ লগত একেবাৰতে যুঁজ দি প্ৰায়ে তেওঁলোকক পৰাজিত কৰিবলৈ সক্ষম হৈছিল। মুঘল সেনাপতি ৰামসিংহ আৰু শিখ গুৰু টেগ বাহাদুৰেও শৰাইঘাটৰ যুঁজত অসমীয়া সৈন্যৰ বাহুবল আৰু মনোবল দেখি প্ৰকাশ্যে তেওঁলোকৰ প্ৰশংসা কৰিছিল। ইয়াৰ বাহিৰেও খাৰঘৰীয়া ফুকনৰ তত্ত্বাৱধানত অসমীয়া সৈন্যই বন্দুক, বাৰুদ, বৰতোপ আদি সাজিছিল। খাৰ ঘৰত যুঁজৰ এনেবোৰ সা-সঁজুলি নিৰ্মিত হৈছিল। বিশেষকৈ বন্দুক আৰু বৰতোপ চালনাত অসমীয়া সৈন্যৰ ব্যুৎপত্তি আছিল লেখত ল'বলগীয়া। আনকি নৌবাহিনীয়ে ব্যৱহাৰ কৰা নাওবোৰতো বন্দুক, বৰতোপ আদি সাজু কৰি ৰখা হৈছিল। আহোমৰ হস্তী বাহিনীটোৱেও যুঁজৰ সময়ত যথেষ্ট সেৱা আগবঢ়াইছিল। এই বাহিনীটো চোৱা-চিতা কৰিছিল হাতী বৰুৱা নামৰ এজন বিষয়াই। মৰাণসকলৰ হাতীচুংগী নামৰ খেলটোৱে ৰজা ঘৰলৈ হাতী যোগান ধৰিছিল। বয়বস্তুৰ সৰবৰাহ, শত্ৰুৰ দুৰ্গ বা প্ৰাচীৰ আদি ধ্বংসৰ কামত হস্তী বাহিনীটো ব্যৱহৃত হৈছিল। একেদৰে যুদ্ধ আৰু শান্তি উভয় ক্ষেত্ৰতে অতি লাগতিয়াল বুলি প্ৰমাণিত হৈছিল চোৰাংচোৱা বিভাগটো। অৱশ্যে অসমৰ অশ্বাৰোহী বিভাগটোৱে আন বিভাগকেইটাৰ দৰে সাফল্যৰ গৌৰব

আৰ্জিবলৈ সক্ষম হোৱা নাছিল। অসমৰ ভৌগোলিক আৰু প্ৰাকৃতিক পৰিবেশেও অশ্ববাহিনীৰ উন্নতিৰ ক্ষেত্ৰত বিশেষ সুবিধা দিব পৰা নাছিল। ঘোঁৰা যোগানৰ ক্ষেত্ৰতো অসমত বিশেষ সুবিধা নাছিল। ছিহাবুদ্দিন তালিছৰ মতে অসমীয়া পদাতিক সৈন্যই মুছলমান অশ্বাৰোহীসকলক দেখিলে ভয়তে পলাই গৈছিল। কিন্তু আনহাতেদি নদ-নদীৰে ভৰা এই দেশখনত নৌবাহিনীটো আছিল যথেষ্ট শক্তিশালী আৰু নৌ-যুঁজাৰু হিচাপে অসমীয়া সৈন্যৰ পাৰ্গতালি আছিল চমকপ্ৰদ।

আহোমৰ সামৰিক বাহিনীৰ সমৰ কৌশলেও তেওঁলোকক বিভিন্ন যুঁজত জয়লাভ কৰাৰ পথ প্ৰশস্ত কৰি তুলিছিল। সাধাৰণতে নেৰানেপেৰা বৰষুণ দিয়া অসমত বাৰিষাকালত স্থানীয় সৈন্যসকলে যুঁজ নকৰি আঁতৰি গৈছিল। এইদৰে স্থানীয় সৈন্যসকলৰ চিন-মোকাম নেদেখি বহিৰাগত শত্ৰুদলে তেওঁলোকে ভয়তে পলাই যোৱা বুলি ধৰি লৈ ৰাজ্যৰ ভিতৰলৈ বিনাদ্বিধাই আগবাঢ়ি যোৱাৰ কালতে চেগ বুজি তেওঁলোকে শত্ৰুসেনাৰ যানবাহন আৰু ৰচদ পাতি যোগানৰ ব্যৱস্থা বন্ধ কৰি দি তেওঁলোকক শ'লঠেকত পেলাইছিল। সমুখ যুঁজত ঘটুৱাব নোৱাৰা সৈন্যসকলক তেওঁলোকে নিশাৰ এন্ধাৰত অকস্মাতে আক্ৰমণ কৰি ব্যতিব্যস্ত কৰি তোলাৰ লগতে মাৰিকাটি খাণ্ডাং কৰাৰ সুযোগ লৈছিল। কেতিয়াবা আহোম সৈন্যসকলে শত্ৰুক বিপদত পেলাবলৈ নদীৰ বান্ধ কাটি দি কৃত্ৰিম বানপানীৰ সৃষ্টি কৰি বিব্ৰত কৰিছিল। কেতিয়াবা ওখ পৰ্বতৰ ওপৰৰ পৰা ডাঙৰ ডাঙৰ শিল বগৰাই দি শত্ৰুপক্ষৰ পথ ভেটা দিছিল নাইবা পানীত থকা শত্ৰুৰ নৌবিভাগৰ অগ্ৰগতিত প্ৰতিবন্ধতাৰ সৃষ্টি কৰিছিল। বিশেষকৈ মিৰজুমলাৰ দৰে বিখ্যাত সেনাপতিজনেও আহোমৰ এনেধৰণৰ সমৰ কৌশলৰ ফলত যথেষ্ট ক্ষতিগ্ৰস্ত হ'বলগীয়াত পৰিছিল। তেওঁৰ শিবিৰত এইদৰে কৃত্ৰিম বানপানী আৰু অত্যাৱশ্যকীয় সামগ্ৰীৰ অভাৱ সৃষ্টি কৰাত অৱশেষত তেওঁ ইমান জলা-কলা হৈছিল যে তেওঁ কেনেকৈনো এই ৰাজ্যখন এৰি যাব পাৰে সেই চেষ্টাত ব্যস্ত হৈ উঠা দেখা গৈছিল। মন কৰিবলগীয়া যে আহোমসকলে যুঁজৰ বাবে সম্পূৰ্ণ প্ৰস্তুতি নোহোৱা পৰ্যন্ত যিকোনো উপায়েৰে শত্ৰুৰ আক্ৰমণত বিলম্ব ঘটুওৱাৰ কৌশল লৈছিল। যুদ্ধ কৰিবলৈ সিদ্ধান্ত লৈয়ো এনে ক্ষেত্ৰত তেওঁলোকে শত্ৰুৰ শিবিৰলৈ দূত পঠিয়াই তেওঁলোকৰ আগমনৰ উদ্দেশ্য জনাৰ ভাও ধৰিছিল। এইদৰে শত্ৰুৰ আক্ৰমণত বিলম্ব ঘটাই সকলো শক্তি প্ৰয়োগ কৰি ততাতৈয়াকৈ নিজৰ সৈন্যদলৰ যুঁজৰ প্ৰস্তুতি সম্পূৰ্ণ কৰি তেওঁলোকে শত্ৰুৰ আক্ৰমণলৈ বাট চাই ৰৈছিল নাইবা কেতিয়াবা নিজে আগবাঢ়ি আহি যুঁজ দিছিলহি। আহোমৰ সামৰিক প্ৰশাসনত দুৰ্গসমূহেও প্ৰতিৰক্ষাৰ কামত যথেষ্ট অৰিহণা যোগাইছিল। যুদ্ধযাত্ৰাৰ দিন-বাৰ আদিৰ নিৰ্বাচন বা যুদ্ধৰ ফলাফল আদি সম্বন্ধে ভৱিষ্যদ্বাণীৰ ক্ষেত্ৰত জ্যোতিষীসকলৰ ভূমিকাও আছিল যথেষ্ট লেখত ল'বলগীয়া। কিন্তু, যিহেতু পাইকসকলে কৃষক আৰু বনুৱা হিচাপে শ্ৰম কৰাৰ উপৰিও প্ৰয়োজনবোধে যুঁজলৈ ওলাবলৈ বাধ্য হৈছিল আৰু এই কামৰ বাবে তেওঁলোকক কোনো অতিৰিক্ত মাননি দিয়াৰ ব্যৱস্থা নাছিল, সেইবাবে কোনো কোনো ক্ষেত্ৰত এনে ৰণুৱাসকলে যুঁজ কৰিবলৈ আগ্ৰহ নকৰিছিল। মোৱামৰীয়া বিদ্ৰোহ, নামনি অসমৰ বিদ্ৰোহ আৰু মানৰ আক্ৰমণৰ সময়ত যুঁজৰ প্ৰতি ৰণুৱাসকলৰ এনে অনীহা ভাবে অসমৰ প্ৰতিৰক্ষাৰ ক্ষেত্ৰত চৰম বিপৰ্যয়ৰ সৃষ্টি কৰা দেখা গৈছিল। একেদৰে যুঁজৰ সেনাপতিৰ দায়িত্ব গ্ৰহণ কৰাৰ ক্ষেত্ৰতো বহু সময়ত ডা-ডাঙৰীয়া বা অন্যান্য বিষয়াসকলৰ আগ্ৰহৰ অভাৱ ঘটিছিল।

**পৰ্বতীয়া জনজাতিৰ সৈতে আহোমসকলৰ সম্বন্ধ ঃ**

ব্ৰহ্মপুত্ৰ উপত্যকাৰ উজনি ভাগত প্ৰায় ছশ বছৰকাল ৰাজত্ব কৰি যোৱা আহোমসকলৰ দ্বাৰা অধিকৃত অঞ্চলটোক বুজাবলৈ অসম নামটো প্ৰচলিত হয় আৰু এই ৰাজ্যখনেই পিছলৈ উত্তৰ-পূৰ্বাঞ্চলৰ বৃহত্তম ৰাজ্য হিচাপে স্বীকৃতি লাভ কৰে। ফলস্বৰূপে প্ৰাচীন প্ৰাগজ্যোতিষ-কামৰূপ-কমতা ৰাজ্যৰ অস্তিত্বও এই নামৰ সৈতে বিলীন হৈ পৰে। বিভিন্ন জনগোষ্ঠীৰ বাসভূমি উত্তৰ-পূৰ্বাঞ্চলত আজিও অতি আধুনিক চিন্তাধাৰাৰ লোকৰ পৰা আৰম্ভ কৰি প্ৰাচীন চিন্তাধাৰাৰ লোক দেখা যায়। দৰাচলতে, ভৌগোলিক দিশৰ পৰা চাবলৈ গ'লে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলতেই বিভিন্ন জন-প্ৰব্ৰজনৰ সমাবেশ চকুত পৰে। উত্তৰ আৰু উত্তৰ-পূব দিশৰ

বিভিন্ন গিৰিপথেদি বিভিন্ন সময়ত বিভিন্ন জনগোষ্ঠীৰ প্ৰব্ৰজন ঘটিছিল। এনে গিৰিপথসমূহেদি বিশেষকৈ মংগোলীয় জনগোষ্ঠীৰ তিব্বত-বৰ্মী লোকসকলৰ প্ৰব্ৰজনৰ সোঁত বৈছিল যেন লাগে। গংগা-ব্ৰহ্মপুত্ৰ উপত্যকাইদিও বহুলোকৰ আগমন ঘটিছিল। তৃতীয় পথটো আছিল বংগোপ সাগৰেদি অহা পথ। এই পথেদি বিশেষকৈ দ্ৰাবিড় আৰু নেগ্ৰিটসকলৰ প্ৰৱেশ ঘটিছিল। পূৰ্বাঞ্চললৈ অহা প্ৰব্ৰজনকাৰীসকলৰ ভিতৰত অষ্ট্ৰিক-ভাষী চিন্তেংসকলক অতি পুৰণি বুলি পণ্ডিতসকলে অনুমান কৰে। যিসকলে বিভিন্ন সময়ত এই ঠাইলৈ আহিল তেওঁলোকৰ ভিতৰত মংগোলীয় গোষ্ঠীৰ ইণ্ডো-চীন শাখাৰ তিব্বত-বৰ্মী, দ্ৰাবিড়, নেগ্ৰিট, অষ্ট্ৰ-এছিয়াটিক আৰু আৰ্যসকলেই আছিল প্ৰধান। কিছুসংখ্যক নগা আৰু মিকিৰ (কাৰ্বি) জনজাতিক অষ্ট্ৰ-এছিয়াটিকসকলৰ বংশধৰ বুলি কোনো কোনো নৃ-তত্ত্ববিদে ক'ব খোজে। এই লোকসকলৰ বহুতে প্ৰথমে ব্ৰহ্মপুত্ৰ উপত্যকা অঞ্চলত বসবাস কৰিছিল যদিও পিছত মংগোলীয়সকলৰ দ্বাৰা বিতাড়িত হৈ পাহাৰীয়া অঞ্চলত থাকিবলৈ লৈছিল যেন লাগে। অসমৰ দক্ষিণ অঞ্চলত থকা নগাসকলৰ কিছুসংখ্যক লোক নেগ্ৰিট গোষ্ঠীৰ বুলি কোৱা হয়। কিন্তু উত্তৰ-পূৰ্বাঞ্চলৰ পাহাৰে-পৰ্বতে থকা অধিকসংখ্যক লোক মংগোলীয় গোষ্ঠীৰহে। এওঁলোকৰ ভিতৰত ইণ্ডোচীন ফৈদৰ তিব্বত-বৰ্মী শাখাৰ লোকৰ সংখ্যাই অধিক। এই লোকসকলেনো সঠিক কেতিয়া আহি উত্তৰ-পূৰ্বাঞ্চলত প্ৰৱেশ কৰিছিলহি জনা নাযায়। খাছীয়া-জয়ন্তীয়াসকলৰ অঞ্চলসমূহক বাদ দি বৰ্তমান অসমৰ দাঁতিকাষৰীয়া পাৰ্বত্য অঞ্চল আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ অধিকাংশ ঠাইত এই মংগোলীয় গোষ্ঠীৰ লোকৰ সমাবেশ ঘটিছিল। কোচ, কছাৰী, মৰাণ, চুতীয়া, বড়ো, ৰাভা, তিৱা, মচ, হাজং, মিচিং আদি আপাতনি ইত্যাদি এই গোষ্ঠীৰ লোক। আহোমসকলো এই ইণ্ডোচীন গোষ্ঠীৰ অন্তৰ্গত লোক। খামতি, ফাকিয়ালে, আইতনীয়া, খামজাং আদিও মংগোলীয় জনগোষ্ঠীৰ ভিতৰত পৰে। তদুপৰি অসমত বাস কৰা আটাইতকৈ পুৰণি লোকসকলকো মংগোলীয়সকলৰেই প্ৰজাতি বুলি পণ্ডিতসকলে ধাৰণা কৰে। মংগোলীয়সকলক প্ৰধানকৈ দুভাগে ভাগ কৰা হয়— (১) উত্তৰ অসমৰ ভাগ আৰু (২) অসম-ব্ৰহ্মভাগ। বৰ্তমানৰ অৰুণাচল প্ৰদেশৰ মিচিং, মিচিমি, নিচি, আদি, আপাতনি ইত্যাদি লোকসকলক ইয়াৰে প্ৰথমভাগত ধৰা হয়। দ্বিতীয় ভাগত পৰে আও, আংগামী, চেমা, ৰেংমা আদি নগাগোষ্ঠীৰ লোকসকল। এওঁলোকৰ উপৰিও বড়োসকলকো এই ভাগত ধৰিব পাৰি। এসময়ত শদিয়াৰ পৰা ধুবুৰীলৈকে বিস্তৃতভাৱে সিঁচৰতি হৈ থকা বড়ো গোষ্ঠীৰ অন্তৰ্গত বহুতো জনজাতিয়ে বসবাস কৰিছিল। কছাৰী, ৰাভা, গাৰো, কোচ, লালুং, ডিমাচা, মেচ, হাজং, হোজাই আদিও এই জনগোষ্ঠীৰ লোক। এই লোকসকলৰ কোনো কোনোৱে নিজ নিজ অঞ্চলত ৰাজনৈতিকভাৱে নিজ আধিপত্য স্থাপন কৰাও দেখা গৈছিল। কালক্ৰমত উত্তৰ ভাৰতৰ কিছুসংখ্যক আৰ্য লোক আহি ব্ৰহ্মপুত্ৰ উপত্যকা পাইছিল। সেইকালত এই স্থানক কিৰাত ভূমি বা ম্লেছ দেশ বোলা হৈছিল। ওপৰত উল্লিখিত বড়োসকলকে ধৰি মংগোলীয় আৰু অষ্ট্ৰিক গোষ্ঠীৰ লোকসকলক থোৰতে কিৰাত বুলি প্ৰাচীন গ্ৰন্থসমূহে উল্লেখ কৰিছিল যেন লাগে। আৰ্যসকলৰ প্ৰভাৱত স্থানীয় কিৰাত-মংগোলীয় লোকসকল ক্ৰমাৎ হিন্দু ধৰ্মৰ ফালে ঢাল খোৱাৰ ফলত এই সমগ্ৰ অঞ্চলটোত হিন্দুকৰণ নীতিয়ে গা কৰি উঠে। আৰ্যসকলৰ সংস্কৃত নিয়ম-নীতিৰ জনপ্ৰিয়তা বৃদ্ধি পোৱাত ব্ৰহ্মপুত্ৰ উপত্যকাত এটা আৰ্যগোষ্ঠীৰ সৃষ্টি হয় আৰু সংখ্যাত অতি তাকৰ হ'লেও ই এটা শক্তিশালী গোষ্ঠী হিচাপে গঢ় লয়। উল্লেখযোগ্য যে আৰ্যসকলৰ লগত সাদৃশ্য থকা আলপাইন গোষ্ঠীৰ লোকসকলো বহু প্ৰাচীন কালৰ পৰা এই অঞ্চলৰ অধিবাসী আছিল।

অসমৰ দাঁতিকাষৰীয়া পৰ্বতীয়া অঞ্চলত অতি প্ৰাচীন কালৰ পৰা বসবাস কৰি অহা জনজাতীয় লোকসকলৰ মাজত সাৰুৱা সমভূমি অঞ্চলৰ আৰ্যকৰণ বা সংস্কৃতকৰণৰ প্ৰভাৱে বিশেষ গা কৰি উঠা নাছিল। তেওঁলোকৰ কৃষি উৎপাদনৰ গতি আছিল শ্লথ আৰু সভ্যতা-সংস্কৃতিও আছিল সুকীয়া। ত্ৰয়োদশ শতিকাত উত্তৰ-পূৰ্বাঞ্চলত প্ৰৱেশ কৰি চুকাফাই যেতিয়া আহোম ৰাজ্যৰ পাতনি মেলিছিল সেই সময়ত দাঁতিকাষৰীয়া পৰ্বতীয়া জনজাতিসকলৰ বহুতো লোকৰ জীৱন ধাৰণৰ পদ্ধতি আদিম অৱস্থাতেই আছিল। আহোমসকলে নতুনকৈ বসবাস কৰিবলৈ লোৱা স্থানত উন্নতমানৰ কৃষিকাৰ্য আৰম্ভ কৰিছিল। স্থানীয়

জনজাতিসকলৰ সৈতে স্বয়ং চুকাফাই অতি বন্ধুত্বৰ ভাব প্ৰকাশ কৰাত তেওঁলোকে আহোমসকলক বন্ধু হিচাপে লৈছিল। চুকাফাৰ উন্নতমানৰ কৃষি পদ্ধতিৰ দ্বাৰা কৃষিৰ বিকাশ হোৱাত পৰ্বতীয়া জনজাতিসকলৰ দৃষ্টি ভৈয়ামৰ নদন-বদন খেতিপথাৰসমূহত পৰিছিল। তেওঁলোকে কেতিয়াবা তেওঁলোকৰ সা-সামগ্ৰীৰ সৈতে আহোমসকলৰ খেতিৰ শস্য বিনিময় কৰিছিল। কেতিয়াবা আকৌ দলেবলে পৰ্বতৰ নামনিলৈ আহি ডকা হকা দিও শস্য লুটি নিচিলহি। এইদৰে প্ৰধানকৈ অৰ্থনৈতিক কাৰণবশতঃ আহোম আৰু পৰ্বতীয়া জনজাতিৰ মাজত এটা সম্পৰ্ক স্থাপন হৈছিল। পিছলৈ এই সম্পৰ্ক কেবল অৰ্থনৈতিক কাৰণতে সীমাবদ্ধ হৈ থকা নাছিল। কালক্ৰমত বহিশত্ৰুৰ হাতৰ পৰা উত্তৰ-পূৰ্বাঞ্চল ৰক্ষাৰ বাবেও আহোম আৰু পৰ্বতীয়া জনজাতিৰ সম্পৰ্ক ৰক্ষাৰ প্ৰশ্নটো আহি পৰিছিল। এনে সম্পৰ্ক ৰক্ষাৰ ক্ষেত্ৰত আহোমসকলৰ পৰোক্ষ দুটা নীতি গ্ৰহণযোগ্য আছিল। প্ৰথমটো হ'ল পৰ্বতীয়া জনজাতিৰ প্ৰতি বন্ধুত্বৰ হাত প্ৰসাৰিত কৰা। কিন্তু এই সৌহাৰ্দ্যপূৰ্ণ নীতি বহুক্ষেত্ৰত বিফল হ'লত দ্বিতীয় নীতি এটাৰ প্ৰয়োজনে দেখা দিলে আৰু স্বাভাৱিকতে এই নীতিটো হ'ল সামৰিক শক্তি প্ৰয়োগৰ নীতি। কিন্তু পৰ্বতীয়া অঞ্চলৰ ভৌগোলিক অৱস্থানে আহোমৰ এই দ্বিতীয় নীতিৰ সফলতাৰ অন্তৰায় হিচাপে থিয় দিছিল। সেইবাবে আহোমসকলে বহু চিন্তা-ভাবনা কৰি পৰ্বতীয়া জনজাতিৰ সৈতে সুসম্পৰ্ক স্থাপন কৰিবলৈ যিবোৰ নীতি লৈছিল তাৰ ভিতৰত উল্লেখযোগ্য আছিল— পচা প্ৰথা, খাত প্ৰথা, সীমান্ত অঞ্চলত বিষয়া নিযুক্তি, গিৰিপথ ব্যৱহাৰৰ ক্ষেত্ৰত মীমাংসা, বেহা-বেপাৰ, ভোজ-ভাতৰ আয়োজন, বৈবাহিক সম্বন্ধ স্থাপন আদি। তলত অসমৰ দাঁতিকাষৰীয়া পাহাৰীয়া অঞ্চলৰ সৈতে আহোমসকলে গ্ৰহণ কৰা এনে নীতিসমূহৰ বিষয়ে এটি চমু আভাস দিয়া হ'ল। কিন্তু এই আভাস দিয়াৰ পূৰ্বে কি বিশেষকৈ কাৰণবশতঃ আহোমসকলে এনেবোৰ নীতি গ্ৰহণ কৰিবলগীয়া হৈছিল সেই বিষয়েও আন কিছুমান কথা জনাটো আৱশ্যক। মুঠৰ ওপৰত আহোমসকলে পৰ্বতীয়া জনজাতিসকলৰ ক্ষেত্ৰত এটা বন্ধুত্বপূৰ্ণ দৃষ্টিভংগী লৈছিল। বিশেষ আৱশ্যক নহ'লে এই লোকসকলৰ সৈতে আহোমসকলে সংঘৰ্ষত লিপ্ত নহৈছিল। তাহানিৰ অসমৰ দাঁতিকাষৰীয়া পৰ্বতীয়া জনজাতিসকলে ঝুমখেতি কৰিলেও তেওঁলোকৰ উৎপাদিত খাদ্যশস্যৰ নাটনি হৈছিল আৰু সেইবাবে তেওঁলোকে ভৈয়ামৰ আহোম ৰাজ্যৰ অন্তৰ্গত গাঁওসমূহলৈ দলবান্ধি নামি আহি খেতিপথাৰ তচনচ কৰি খাদ্যশস্য লুটি নিছিলহি। কেতিয়াবা এনে গাঁওসমূহৰ মানুহ ধৰি নি তেওঁলোকে লগুৱা কৰি ৰাখিছিল। কোনো কোনো জনজাতীয় লোকে এইদৰে সীমান্ত অঞ্চলত লুটপাত কৰি, ঘৰবাৰী তহিলং কৰি বা জুই লগাই দি বং চোৰাৰ অভিযোগো পোৱা গৈছিল। এইবোৰ কাৰণতে পৰ্বতীয়া জনজাতিৰ সৈতে আহোমসকলে এটা সতৰ্ক নীতি গ্ৰহণ কৰাৰ প্ৰয়োজনীয়তাই দেখা দিছিল। বিশেষকৈ এই লোকসকলে যাতে সঘনে আহি আহোম ৰাজ্যৰ প্ৰজাক আমনি নিদিয়ে তাৰ বাবে সজাগ আহোম ৰজাই তলত উল্লেখিত নীতিসমূহ গ্ৰহণ কৰিছিল। পচা প্ৰথা প্ৰবৰ্তন কৰিছিল স্বৰ্গদেউ প্ৰতাপসিংহই। তেওঁ ভূটীয়া, অকা, ডফলা (নিচি), মিৰি (মিচিং) আদি পৰ্বতীয়া জনজাতীয় লোকসকলক গিৰিপথৰ কেতবোৰ গাঁৱৰ পৰা সা-সামগ্ৰী নিয়াৰ বন্দোবস্ত কৰি দিছিল। এনেদৰে নিৰ্দিষ্ট গাঁওসমূহৰ লোকে এই লোকসকলক তেওঁলোকৰ প্ৰয়োজনীয় সকলো বস্তুৰ যোগান দিছিল। এই নীতিক 'পচা সংগ্ৰহ নীতি' বোলা হৈছিল। গঞাসকলে কিমান পচাৰ যোগান দিছে সেইটো হিচাপ কৰি এনে গাঁওসমূহক আহোম ৰজাই সম পৰিমাণৰ খাজনা ৰেহাই দিছিল। এই প্ৰথাৰ ফলত সীমান্ত অঞ্চলৰ গাঁওসমূহ পৰ্বতীয়া জনজাতিসকলৰ সঘন আক্ৰমণৰ পৰা ৰক্ষা পৰিছিল। উল্লেখযোগ্য যে মিচিমি আৰু জয়ন্তীয়াসকলে পচা সংগ্ৰহ কৰিছিল।

আহোমসকলে বিশেষকৈ নগাসকলক অসম-নগা পাহাৰ সীমান্তত কেতবোৰ 'খাত' বা ভূমিদান কৰিছিল। এনে খাতবোৰক নগা খাত বোলা হৈছিল। নগা-কটকী নামৰ কেতবোৰ আহোম বিষয়াই এই খাতবোৰ নগাসকলৰ হকে চলাইছিল আৰু এনে খাতত উৎপন্ন খাদ্যবস্তুৰ যোগান ধৰিছিল। কোনো কোনো খাতত নগাসকলক শুকান মাছ খাবৰ বাবে প্ৰাইক নিবন্ধনেৰে কেতবোৰ বিল দিয়াও হৈছিল। নগাসকলৰ দৰে কিছুসংখ্যক মিকিৰ (কাৰ্বি) লোকনো খাত-পাম আদি দিয়া হৈছিল। ভূটান পাহাৰৰ পৰা ভৈয়ামলৈ

আহিবলৈ ১৮ টা যাই গিৰিপথ আছে। এই পথবোৰক দুৱাৰ বোলা হয়। ১৭ শতিকাত ভুটীয়াসকলে ভুটানৰ নামনিৰ পৰা গোহাঁই কমল আলিলৈকে থকা সাৰুৱা অঞ্চলটো দখল কৰিছিল। আহোমে সেই অঞ্চলৰ গিৰিপথ কেইটাৰ সৈতে অঞ্চলটোত ভুটীয়াসকলৰ প্ৰভুত্ব মানি ল'বলগীয়াত পৰিছিল। সেইমৰ্মে হোৱা চুক্তিমতে দৰঙৰ সীমাৰ বুৰিগুমা, কিল্লিং আৰু কৰিয়াপাৰৰ দুৱাৰকেইখন ভুটীয়াসকলে প্ৰতিবছৰে আহাৰ মাহৰ পৰা আহিন মাহলৈ আহোম ৰজাৰ হাতত সমৰ্পণ কৰিব লাগিছিল। পুন্যাথৰ আৰু কৰিয়াপাৰৰ দুৱাৰ কেইখন অসম সীমান্তত পৰা বাবে ভুটীয়া ৰজাই তাৰ বাবে আহোম ৰজাক বছৰেকীয়া কৰ দিব লাগিছিল। কেতিয়াবা কোনো কথাত বিবাদ ঘটিলে এই দুৱাৰ বা গিৰিপথবোৰ বন্ধ কৰি দি আহোমসকলে তেওঁলোকক শ'লঠেকত পেলাইছিল। সীমান্ত অঞ্চলত দৃষ্টি দিবলৈ দুৱৰী নিযুক্ত কৰা হৈছিল। একে ধৰণে অন্যান্য পৰ্বতসমূহৰ পৰা নামনিলৈ অহাৰ বাবেও দুৱাৰ বা গিৰিপথ আছিল। পৰ্বতীয়া জনজাতীয় লোকৰ সৈতে অৰ্থনৈতিক আৰু ৰাজনৈতিক সম্বন্ধৰ প্ৰতি সজাগ দৃষ্টি ৰাখিবলৈ আহোমসকলে কেতবোৰ বিষয়া নিযুক্তি দিছিল। নগা পাহাৰৰ দাঁতিত নগা-কটকী, আবৰ, মিৰি (মিচিং) আৰু মিচিমিসকলৰ প্ৰতি চকু দিবলৈ শদিয়াত শদিয়াখোৱা গোহাঁই নিযুক্ত হৈছিল। মিৰি বৰুৱাই নামনিৰ মিৰিসকলক চোৱাচিতা কৰিছিল। সেইদৰে, সলাল গোহাঁয়ে আঁকা আৰু ডফলা (নিচি), বৰফুকন আৰু দৰঙী ৰজাই ভুটীয়া, মৰঙী বা মৰংগী খোৱা গোহাঁই আৰু ৰহিয়াল বৰুৱাই মিকিৰ আৰু লগতে ভৈয়ামৰ কছাৰী, জাগীয়াল গোহাঁই আৰু কাজলীমুখীয়া গোহাঁয়ে জয়ন্তীয়াসকলৰ প্ৰতি সতৰ্ক দৃষ্টি ৰাখিছিল। এই বিষয়াসকলক থোৰতে দাঁতিয়লীয়া বিষয়া বোলা হৈছিল। তেওঁলোকে সীমান্তৰ নিৰাপত্তাৰ উপৰিও উক্ত জনজাতীয় লোকসকলৰ সৈতে বন্ধুত্বপূৰ্ণ সম্বন্ধ ৰক্ষা কৰাৰ দায়িত্বভাৰো পালন কৰিছিল।

আহোমসকলে পৰ্বতীয়া জনজাতিসকলৰ সৈতে বৈবাহিক সম্বন্ধৰ দ্বাৰাও মিত্ৰতা আৰু সংহতি স্থাপনৰ চেষ্টা কৰিছিল। প্ৰতাপ সিংহৰ অন্যতমা ৰাণী আছিল জয়ন্তীয়া কুঁৱৰী। গদাধৰ সিংহই দুগৰাকী নগা কন্যাৰ পাণি গ্ৰহণ কৰিছিল। ৰুদ্ৰসিংহই দুগৰাকী জয়ন্তীয়া কুঁৱৰী বিয়া কৰাইছিল। এনে সম্বন্ধৰ দ্বাৰা পৰ্বতীয়া জনজাতিৰ সৈতে আহোমসকলে সৌহাৰ্দ্যৰ পথ মুকলি কৰিছিল। সেইদৰে আহোমৰ কন্যাকো জনজাতীয় লোকলৈ বিয়া দিয়া হৈছিল। আহোম আৰু পৰ্বতীয়া জনজাতিৰ মাজত প্ৰায়ে বৰভোজৰ আয়োজনতো আহোমসকলে আগভাগ লোৱা দেখা গৈছিল। উপহাৰ আদিৰ আদান-প্ৰদানৰ দ্বাৰাও বন্ধুত্ব গাঢ় কৰাৰ প্ৰচেষ্টা চলিছিল। গদাধৰ সিংহই ৰজা হোৱাৰ পূৰ্বে ভালেমান দিন নগা পাহাৰত লুকাই আছিল। নগা লোকৰ ঘৰত ডাঙৰ-দীঘল হোৱা স্বৰ্গদেউ চুপিমফাৰ পুত্ৰ কলচেঙক স্বৰ্গদেউ চুহংমুঙে ৰাজধানীলৈ আনি তেওঁৰ বাবে বৰপাত্ৰ গোহাঁই পদ সৃষ্টি কৰি তেওঁ যথাযোগ্য সন্মান দেখুৱাইছিল। শৰাইঘাটৰ যুদ্ধৰ বীৰ মিৰি সন্দিকৈ এজন মিৰি (মিচিং) লোক আছিল। নগাসকলৰ এজনে বৰফুকনৰ বিষয়বাব খাইছিল। ইয়াৰ বাহিৰেও বহুবোৰ পৰ্বতীয়া জনজাতি লোকক আহোমসকলে সৰু বৰ নানা কামত নিযুক্তি দিছিল।

আহোম আৰু পৰ্বতীয়া জনজাতিসকলৰ মাজত বেহা-বেপাৰৰ সম্বন্ধ আছিল। তেওঁলোকে সাধাৰণতে বয়বস্তুৰ বিনিময় কৰি এনে বেহা-বেপাৰৰ সম্বন্ধ গঢ়ি তুলিছিল। সীমান্ত অঞ্চলত হাট বহিছিল। এইদৰে ব্যৱসায়িক লেনদেনৰ দ্বাৰা আহোম আৰু পৰ্বতীয়া জনজাতিসকলৰ মাজত সম্প্ৰীতিৰ বান্ধোন দৃঢ় হৈছিল।

আহোমসকলে পৰ্বতীয়া জনজাতিসকলৰ ওপৰত নিজৰ নীতি-নিয়ম বা প্ৰশাসনিক ব্যৱস্থাসমূহ জাপি দিবলৈ চেষ্টা নকৰিছিল। নিতান্ত প্ৰয়োজন নহ'লে তেওঁলোকৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ কৰাৰ পৰাও আহোসকলে নিজকে বিৰত ৰাখিছিল। অৱশ্যে চুকাফাই প্ৰথমবাৰ এই ৰাজ্যলৈ আহোতে তেওঁৰ আগমনত অন্তৰায়ৰ সৃষ্টি কৰা কেতবোৰ নগা লোকৰ প্ৰতি অতি কঠোৰ ব্যৱস্থা হাতত লৈছিল। তেওঁ এনে কৰাৰ কাৰণ আছিল যাতে তেওঁৰ আগমনত আন কোনো লোকে বাধা দিবলৈ সাহস নকৰে। সেইবাবে চুকাফাই সেই সময়ত তেওঁক বাধা দিয়া নগাসকলৰ প্ৰতি দৃষ্টান্তমূলকভাৱে অমানবীয় ব্যৱহাৰ কৰিছিল। কিন্তু এই ঘটনাৰ বাহিৰে অন্যান্য ৰজাসকলৰ দিনত পৰ্বতীয়া জনজাতিসকলৰ প্ৰতি কঠোৰ ব্যৱহাৰ দৃষ্টান্ত পোৱা নাযায়।

এতিয়া আহোমসকলৰ সৈতে সমসাময়িক কেতবোৰ

পৰ্বতীয়া জনজাতিৰ সম্বন্ধৰ বিষয়ে এটি খতিয়ান দাঙি ধৰা যাওক—

উল্লেখযোগ্য যে, ভৈয়ামৰ লগত লেনদেন কৰা পৰ্বতীয়া জনজাতিৰ প্ৰায়বোৰকেই আহোমসকলে অসমীয়া নামেৰে নামকৰণ কৰিছিল। উদাহৰণস্বৰূপ বৰ্তমান অৰুণাচল প্ৰদেশৰ কামেং জিলাত মধ্যযুগৰ পৰাই বসবাস কৰা অঁকাসকলক অকা নাম আহোমসকলেই দিছিল। অকাসকলৰ প্ৰকৃত নাম হ'ল 'হুছ'। কিন্তু তেওঁলোকে নিজেও পিছলৈ আহোমে দিয়া অকা নামটোহে পছন্দ কৰিছিল যেন লাগে। অকাসকল ভৈয়ামৰ অসমীয়া লোকে হাজাৰি খোৱা অকা আৰু কপাহচোৰ অকা বুলিছিল। যিসকল অকাক এহেজাৰ পাইক বা সীমান্ত অঞ্চলৰ বহতীয়া লোক দিয়া হৈছিল তেওঁলোক হাজাৰিখোৱা অকা নামেৰে পৰিচিত হৈছিল। যিসকল অঁকাই সীমান্তৰ ভৈয়ামলৈ আহি গাঁওবিলাকৰ পৰা বয়বস্তু, বাৰীৰ ফলমূল, শস্য আৰু বিশেষকৈ কপাহ লুট কৰি নিছিল তেওঁলোকে 'কপাহচোৰ' নাম পাইছিল। আহোম ৰজাই অকাসকলক পচা তুলিবলৈ সুবিধা কৰি দিয়াত তেওঁলোকে অকা তিৰোতাই পিন্ধা কাপোৰ, কপাহী সূতা আৰু প্ৰত্যেক পৰিয়ালৰ পৰা একোখনকৈ গামোচা লৈছিল। সীমান্ত অঞ্চলৰ গাঁওসমূহৰ লোকৰ দ্বাৰা অকাসকলে বহুতো কাম কৰাই লৈছিল। এনে ধৰণে কাম কৰি দিয়া লোকক বহতীয়া বোলা হৈছিল। পচা সংগ্ৰহৰ কাম শেষ হ'লে আহোম ৰজাই এনে গাঁওবোৰৰ প্ৰজাক অকাসকলক দিয়া বয়বস্তুৰ বাবদ হিচাব কৰি বছৰেকীয়া কৰৰ পৰিমাণ হ্ৰাস কৰিছিল।

মিৰিসকলে নিজকে মিচিং বুলি চিনাকি দিয়ে। 'মি' শব্দৰ অৰ্থ হ'ল মানুহ। 'য়াচিং' মানে হ'ল বগা বা ভাল। সেয়ে মিচিং মানে হ'ল 'আমি বগা মানুহ' বা 'ভাল মানুহ'। তেওঁলোকে অনা-মিৰিসকলক 'মি' (মানুহ) + 'কি পাগ' (লেখত ল'ব নোৱাৰা অৰ্থাৎ বেয়া) = 'লেখত ল'ব নোৱাৰা বেয়া মানুহ বুলিছিল।' 'মিৰি' শব্দটো অসমীয়া মানুহে দিয়া নামহে। এই অঞ্চলৰ পৰ্বতীয়া লোকে 'মিৰু' দেওধাইসকলক মি-ৰ-উ বুলিছিল। এই মি-ৰ-উ শব্দৰ পৰাই মিৰি শব্দটো সৃষ্টি হৈছিল বুলিও কোনো কোনো লোকে অনুমান কৰে। বৰ্তমান মিৰি তথা মিচিংসকল শদিয়াৰ পৰা তেজপুৰলৈকে বিয়পি আছে। সোৱণশিৰি আৰু ব্ৰহ্মপুত্ৰৰ বাহিৰেও সৰু-সুৰা বহুতো নৈ-উপনৈ আদিৰ পাৰতো মিৰি গাঁও দেখা যায়। মিচিংসকল তিব্বত-বৰ্মী তথা মংগোলীয় লোকে। এওঁলোক ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ দিহিং, দিবং আৰু সোৱণশিৰি নৈৰ পাৰত বাস কৰিছিল। অসমৰ লোকে পৰ্বতত থকা মিৰিসকলক পৰ্বতীয়া বা ঘাচী মিৰি আৰু আনভাগক ভৈয়ামৰ মিৰি বুলিছিল। বৰ্তমান আবৰ পাহাৰত থকা মিয়ং আৰু দাম্ৰ নামৰ দুটা জনজাতীয় ফৈদৰ পৰা মিৰিসকলে ফাটি আহিছিল বুলি অনুমান হয়। অসমত চুতীয়া ৰাজত্বৰ শেষ আৰু আহোম ৰাজত্বৰ আৰম্ভণি কালতে বহুবোৰ মিৰি লোক ভৈয়ামলৈ নামি আহিছিল বুলি কোৱা হয়। এডৱাৰ্ড গেইটৰ মতে 'মিৰি' মানে হ'ল মধ্যস্থতা কৰা মানুহ।' ভৈয়ামৰ লোকৰ সৈতে আবৰ (আদি) জনজাতিৰ ব্যৱসায়িক সম্বন্ধত মধ্যস্থতা কৰাৰ বাবে এওঁলোকক অসমীয়া লোকে হেনো 'মিৰি' নাম দিছিল। পৰ্বতীয়া মিৰি তথা মিচিংসকলক আহোম ৰজাই পচা সংগ্ৰহৰ সুবিধা দিছিল যদিও তেওঁলোকে প্ৰায়ে আহোম ৰাজ্যত সোমাই উপদ্ৰৱ কৰিছিল। ১৬৫৫ খ্ৰীষ্টাব্দত জয়ধ্বজ সিংহ স্বৰ্গদেৱৰ ৰাজত্বকালত এনেধৰণৰ উপদ্ৰৱত অতিষ্ঠ হৈ আহোমসকলে মিৰিসকলক বল প্ৰয়োগেৰে বশ কৰিবলগীয়াত পৰিছিল বুলি বুৰঞ্জীয়ে কয়। চক্ৰধ্বজ সিংহ আৰু গদাধৰ সিংহৰ দিনতো মিৰিসকলে আবৰ আৰু দেউৰীসকলৰ সৈতে লগ লাগি আহোম ৰাজ্যৰ সীমাৰ ভিতৰলৈ আহি লুটপাত আৰু অগ্নিসংযোগ কৰিছিল। গদাধৰ সিংহৰ দিনত ১৬০৩ খ্ৰীষ্টাব্দত শদিয়াৰ মিৰিসকলে শদিয়াখোৱা গোহাঁই, কানু গোহাঁই আৰু ৰূপ সন্দিকৈৰ ঘৰত জুই লগাই দি তেওঁলোকৰ ল'ৰা-তিৰোতাক পুৰি মৰাৰ বাবে স্বৰ্গদেৱে মৌপিয়া নাওবৈচা ফুকনৰ অধীনত এদল সৈন্য পঠিয়াই যুঁজত মিৰিসকলক পৰাস্ত কৰি তেওঁলোকৰ বহুতকে বন্দী কৰি অনাৰ উপৰিও তেওঁলোকৰ পৰা ভালেমান তৰোৱাল, মেঠন আৰু নানা ঘৰুৱা সা-সঁজুলি কাঢ়ি আনিছিল। মিৰিসকলৰ উপদ্ৰৱৰ পৰা ৰক্ষা পৰিবলৈ দিহিং নৈ সীমা হিচাপে লৈ অসমীয়া গাঁওবোৰ ভিতৰ কৰি এটা মাটিৰ গড় সজা হ'ল। তদুপৰি মিৰিসকলৰ সৈতে নতুনকৈ পচা সংগ্ৰহৰ ব্যৱস্থা কৰি তেওঁলোকক আহোম ৰজাক বছৰেকীয়া কৰ দিবলৈ

বাধ্য কৰিলে। নাওবৈচা ফুকনে ১৬৮৭ খ্ৰীষ্টাব্দৰ ভিতৰত এনে কামবোৰ সমাধা কৰিছিল বুলি জনা যায়। মিৰিসকলৰ লিখিত ভাষা নাছিল। তেওঁলোকে অসমীয়া ভাষাৰ মাধ্যমেৰে ওচৰ-চুবুৰীয়া লোকৰ সৈতে ভাবৰ আদান-প্ৰদান কৰিবলৈ লৈছিল। এইদৰে লাহে লাহে মিৰিসকলে ভৈয়াম অঞ্চলত বন্ধুভাৱেৰে থাকিবলৈ লোৱাত তেওঁলোকক কেন্দ্ৰ কৰি দেখা দিয়া সমস্যাসমূহো হ্ৰাস পাইছিল।

'আবৰ' নামটোও অসমীয়া লোকে দিয়া নাম। যিসকল লোকক ভৈয়ামৰ লোকে বশ কৰিব নোৱাৰিছিল তেওঁলোকক 'আবৰ' নাম দিয়া হৈছিল বুলি জনা যায়। আবৰসকলক 'আদি' বোলা হয়। আদিসকল চীনদেশৰ মংগোলীয় জাতিৰ এটা ঠেঙুলি। আন কেতবোৰ সূত্ৰই তেওঁলোকক তিব্বত-বৰ্মী গোষ্ঠীৰ লোক বুলি কয়। এওঁলোকে আবৰ আৰু মিচিমি পাহাৰৰ ভালেমান ঠাইত বিয়পি পৰিছিল। আহোম ৰাজত্বৰ আৰম্ভণি কালতেই তেওঁলোকৰ অসমৰ দাঁতি-কাষৰীয়া অঞ্চলত বসবাস কৰিবলৈ লৈছিল। এওঁলোকৰ বিভিন্ন ঠাল বা ফৈদ আছে যেনে, পাদাম, গালং, মিঞং, পাচি, পাংগি ইত্যাদি। ইয়াৰ বাহিৰেও এওঁলোকৰ মাজত বহুতো সৰু সৰু ভাগ আছে, যেনে জাম্, দাই, ইৰিং, টামুক, পেৰমে, লেগ, পোটিন আদি। মিৰি তথা মিচিংসকলৰ সৈতে আবৰ বা আদিসকলৰ ভাষাৰ মিল আছে আৰু এওঁলোক বৰ্তমান অৰুণাচলৰ চিয়াং জিলাত বাস কৰে। আবৰসকলক আহোম ৰজাই পচা সংগ্ৰহৰ সুবিধা দিছিল যদিও এওঁলোকে প্ৰায়ে আহোম ৰাজ্যত নানাধৰণে উপদ্ৰৱ কৰিছিল। এওঁলোকক আহোম ৰজাই অৰ্থনৈতিক সুবিধা দান কৰাৰ উদ্দেশ্যেৰে শদিয়াত এখন হাট বহুৱাইছিল যদিও এওঁলোকৰ উপদ্ৰৱ শাম কটা নাছিল বুলি জনা যায়। আবৰসকলে হাটলৈ আহি মছলা, মজাঠি, লা, সোণ, উঁণ, কপাহী কাপোৰ আদিৰ বিনিময়ত শস্য সংগ্ৰহ কৰাও দেখা গৈছিল। ইয়াৰ উপৰিও তেওঁলোকে ভৈয়ামৰ নৈৰ বালিৰ পৰা কমোৱা সোণৰ অংশ এটাও লৈছিল। ভৈয়ামৰ নৈসমূহত ধৰা মাছৰ ভাগো তেওঁলোকে দাবী কৰিছিল। এইদৰে চেষ্টা কৰিও আহোমসকলে আবৰ তথা আদিসকলক বশ কৰিব পৰা নাছিল। এওঁলোকে আহোম ৰাজ্যৰ সীমান্তত প্ৰায়ে উপদ্ৰৱ কৰাত শদিয়া পৰা ডিব্ৰুগড়লৈকে বিস্তৃত ভূখণ্ডত জনসংখ্যা অতি সীমিত হৈ পৰিছিল বুলি জনা যায়।

ডফলাসকলৰ উৎপত্তি সম্বন্ধে কোনো লিখিত প্ৰমাণ নাই। তেওঁলোকে নিজকে আবোটানি নামেৰে এটা পাহাৰী জাতিৰ পৰা উদ্ভৱ হোৱা বুলি দাবী কৰে। হিমালয়ৰ দক্ষিণফালৰ পাহাৰৰ অংশবোৰত প্ৰায় পাঁচ হাজাৰৰ পৰা চৈধ্য হাজাৰ ফুট উচ্চতালৈকে এই লোকসকলে বসবাস কৰে। চুবুৰীয়া আপাতানীসকলৰ সৈতে ডফলা জাতিৰ কোনো সামঞ্জস্য চকুত নপৰে। বছৰটো দুভাগ কৰি ডফলাসকলে গ্ৰীষ্ম আৰু শীতকালৰ খেতি কৰে। খেতিৰ বাবে তেওঁলোকে বতৰৰ ওপৰত নিৰ্ভৰ কৰি চলে। পৰ্বতত যেতিয়া কেতবোৰ বিশেষ চৰাই আৰু পোক ওলায় তেতিয়া তেওঁলোকে খেতিৰ কাম আৰম্ভ কৰে। ইগো নামৰ পোকবিলাকৰ আবিৰ্ভাৱ হ'লে তেওঁলোকে ঝুম খেতি আৰম্ভ কৰে। পাকো চৰায়ে সুৰ লগাই যেতিয়া গীত জুৰে তেতিয়া আৰম্ভ কৰে গোমধানৰ খেতি। পিপি, চেয়ো আদি ওলালে কৰে ধান খেতি। এবিধ বনৰীয়া গছৰ সূতাৰে তেওঁলোকে ধুনীয়া কাপোৰ বয়। পদু নামৰ উলেৰেও এবিধ কাপোৰ তেওঁলোকে তৈয়াৰ কৰে। যুদ্ধৰ সময়ত তেওঁলোকে তাচেহং আঁহেৰে তৈয়াৰী এবিধ অতি ডাঠ পোছাক পিন্ধে আৰু পিঠিখন মেঠোনৰ ছালেৰে তৈয়াৰী ঢালেৰে ঢাকি লয়। তেওঁলোকৰ যুঁজত কোনো সেনাপতি নাথাকে, সমূহীয়াভাৱে তেওঁলোকে যুঁজ দিয়ে। তেওঁলোক বৰ প্ৰতিশোধপৰায়ণ বুলি জনা যায়। যুদ্ধবন্দীসকলক তেওঁলোকে সাধাৰণতে কাটি পেলায়। কোনো কোনো ক্ষেত্ৰত গুৰুতৰ দোষ নকৰাজনক ভৰিত কাঠ লগাই বন্দী কৰি থয় আৰু বহু ধন বা অন্যান্য মূল্যবান বস্তু বা জন্তুৰ বিনিময়তহে এনে বন্দীক মুক্তি দিয়ে। আহোম ৰাজত্বকালত ভালেমান ডফলা লোকে ভৰলী আৰু সোৱণশিৰি নদীৰ মাজৰ পৰ্বতীয়া অঞ্চলত বাস কৰিছিল। ডফলাসকলে বাস কৰা গাঁওসমূহৰ সৈতে ভৈয়ামলৈ অহা যোৱা কৰিবলৈ কেতবোৰ গিৰিপথ আছিল। যিসকল ডফলা লোকে বৰ্তমানৰ শোণিতপুৰ আৰু দৰং জিলাৰ দাঁতিয়েদি যোৱা গিৰিপথ ব্যৱহাৰ কৰিছিল তেওঁলোকক অসমীয়া লোকে পশ্চিমৰ ডফলা নাম দিছিল আৰু যিসকলে বৰ্তমানৰ

লক্ষীমপুৰ জিলাৰ ভিতৰৰ গিৰিপথবিলাক ব্যৱহাৰ কৰিছিল তেওঁলোকক বুলিছিল তাগিন ডফলা। ডফলাসকলক প্ৰতাপ সিংহ স্বৰ্গদেৱে পচা তুলিবলৈ সুবিধা দিছিল। গদাধৰ সিংহ স্বৰ্গদেৱে আহোম ৰাজ্যৰ কেতবোৰ পাইকেৰে ডফলাবহতীয়াৰ 'খেল' সৃষ্টি কৰিছিল। এনে পাইকক ওৱেফলা পাইক বোলা হৈছিল। ওৱেফলা পাইক বা ডফলা বহতীয়াসকলক ডফলা পৰ্বতৰ দুৱাৰত প্ৰতিষ্ঠা কৰি তেওঁলোকক ডফলাসকলৰ বাবে কেতবোৰ কামকাজ কৰিবলৈ দিছিল। প্ৰতি দহজন ডফলা বহতীয়া বা ওৱেফলা পাইকে বছৰেকত ডফলাসকলক যোগান ধৰিবলগীয়া বয়বস্তুৰ তালিকাখন আছিল এনে ধৰণৰ— এখন বৰকাপোৰ, এখন চেলেং কাপোৰ, এখন গামোচা, এখন দা, গৰু দহটা আৰু নিমখ চাৰিসেৰ। ডফলা বহতীয়া বা ওৱেফলা পাইকসকল প্ৰকৃততে আহোম ৰাজ্যত নানা দোষত অপৰাধী বুলি সাব্যস্ত হোৱা লোক আছিল। কিন্তু তত্ৰাচ আহোম ৰাজ্যত ডফলাৰ উপদ্ৰৱ হ্ৰাস নোপোৱাত স্বৰ্গদেউ ৰুদ্ৰসিংহই তেওঁলোকক দমনাৰ্থে অভিযান পঠিয়াবলগীয়াত পৰিছিল। কিন্তু, পিছত ৰুদ্ৰসিংহই বংগ অভিযানৰ যো-জা কৰাৰ কালত ৬০০ জন ডফলা ৰণুৱাই তেওঁৰ দলত যোগ দিছিলহি। ৰুদ্ৰসিংহৰ এই অভিযান বাস্তৱত কাৰ্যকৰী হোৱাৰ পূৰ্বেই তেওঁৰ মৃত্যু ঘটাত এই ডফলাসকল নিজ নিজ গৃহলৈ উভতি গৈছিল। ইয়াৰ পৰৱৰ্তীকালত মোৱামৰীয়া বিদ্ৰোহে অসমক জুৰুলা কৰাৰ সুযোগ লৈ ডফলাসকলে তেওঁলোকৰ বহতীয়া পাইকৰ সৈতে একগোট হৈ আহোম ৰাজ্যত আক্ৰমণ চলাইছিলহি। তেওঁলোকে আনকি ভালেমান বৰকান্দাজো ভাৰা কৰি আনিছিল। এনে ধৰণৰ ডফলা অভিযানকাৰীসকলে আনকি কলিয়াবৰ পাইছিলহি। ইয়াৰ পিছত ডফলাসকলে আহোমৰ হাতত পৰাজয় বৰণ কৰিলেও ১৭৯৪ খ্ৰীষ্টাব্দত পুনৰবাৰ মোৱামৰীয়াসকলৰ সপক্ষে আহোমৰ ৰাজ্যত লুটপাত আৰু হত্যাকাণ্ডৰ পাতনি মেলিছিলহি। কিন্তু পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে তেওঁলোকক পুনৰবাৰ দমন কৰি আহোমৰ অনুগত হৈ থাকিব বুলি শপত খুৱাইছিল। ডফলা ৰাজ্যৰ লোকসংখ্যা ৫০,০০০ জনতকৈ অধিক নাছিল। কিন্তু লোকসংখ্যা তাকৰ হ'লেও এই লোকসকলৰ উপদ্ৰৱে আহোম ৰাজ্যত তেওঁলোকৰ বিৰুদ্ধে এক জনমত গঠন কৰা দেখা গৈছিল।

পৰ্বতীয়া জনজাতিসকলৰ ভিতৰত মিচিমিসকলে আহোম ৰাজ্যত সবাতোকৈ কম উপদ্ৰৱ কৰিছিল বুলি জনা যায়। মিচিমিসকলৰ প্ৰধান ভাগ আছিল তিনিটা— ইদু (চুলিকটা মিৰি), টাৰাও (টাইন, টাও বা বা ডিগাৰু) আৰু কামান (মিজু)। ইয়াৰ বাহিৰেও মিথুন বা বেবেজীয়া নামেৰে চুলিকটা বা ইদু মিচিমিসকলৰ এটা ডাঙৰ খেল আছে। টাৰাওসকলে নামেৰে তেওঁলোকৰ পূৰ্বপুৰুষসকলে ব্ৰহ্মদেশৰপৰা আহিছিল বুলি কয়। টাৰাওসকল বেহা-বেপাৰৰ বিশেষ পাৰদৰ্শী— এফালে ভৈয়ামৰ আহোম ৰাজ্য আৰু আনফালে তিব্বতৰ সৈতে থকা এওঁলোকৰ বেহা-বেপাৰৰ সম্বন্ধই এই কথাৰ সপক্ষে সাক্ষী বহন কৰে। কামানসকলৰ মতে তেওঁলোকৰ পূৰ্বপুৰুষসকল আহিছিল ব্ৰহ্মদেশৰ কাচিনৰ পাৰ্বত্য অঞ্চলৰ পৰা। ইদুসকল অতি সাহসী আৰু যুদ্ধপ্ৰিয় বাবে অন্যান্য মিচিমিসকলে তেওঁলোকক বৰ সমীহ কৰি চলা দেখা গৈছিল। আনকি পিছলৈ অসমত ৰাজত্ব কৰা ইষ্ট-ইণ্ডিয়া কোম্পানিৰ বিষয়াসকলেও ইদুসকল যাতে শদিয়া অঞ্চললৈ নাহে তাৰ বাবে সতৰ্ক দৃষ্টি ৰাখিছিল। বৰ্তমান কালত ইদুসকলক দিবাং আৰু ইয়াৰ শাখা উপত্যকা অঞ্চলত বসবাস কৰা দেখা যায়। ১৬৭৫ খ্ৰীষ্টাব্দত মিচিমিসকলে আহোম ৰাজ্যৰ সীমাত সোমাই উপদ্ৰৱ কৰাত আহোম সেনাপতি দিহিঙীয়া বৰগোহাঁইৰ নেতৃত্বত যোৱা সৈন্যদলে তেওঁলোকক পৰাভূত কৰিবলৈ সমৰ্থ হয়। আহোম ৰজাই মিচিমিসকলক দিবং নৈৰ কাষৰীয়া অঞ্চলত থাকিবলৈ অনুমতি দি বছৰি চাৰি পাৰ্চিকৈ মিচিমি তিতা ৰজাঘৰলৈ পঠিয়াবলৈ আদেশ দিছিল। শদিয়াৰ ওচৰৰ দেওপানী নৈৰ পাৰৰ এখন শিলালিপিত এই আদেশ বা সিদ্ধান্ত লিপিবদ্ধ অৱস্থাত পোৱা গৈছে।

খামতিসকল বিৰাট শ্বান বা টাই জাতিৰেই অন্যতম শাখা। অন্যান্য টাইসকলৰ দৰে আদিৰে এই লোকসকলেও চীনৰ পশ্চিম অঞ্চলত বসবাস কৰিছিল। টাই বা শ্বানসকলৰ এটি প্ৰধান শাখা হ'ল শ্যামদেশৰ লোকসকল। ব্ৰহ্মদেশও এই শাখাৰ লোকক 'শ্বানগ্যাই' বোলা হয়। ইয়াৰ অৰ্থ হ'ল 'শ্বানসকলৰ বৃহত্তম শাখা'। ১২২৮ খ্ৰীষ্টাব্দত চুকাফাৰ অধীনলৈ অহা শ্বানসকলে ব্ৰহ্মপুত্ৰ উপত্যকা পাইছিলহি।

চুকাফাই অসমত আহোম ৰাজ্যৰ পাতনি মেলিছিল। অষ্টাদশ শতিকাত ব্ৰহ্মাৰ ৰজা আলমপ্ৰাৰ দিনত শ্যানসকলৰ আন কেতবোৰ শাখা অসমলৈ আহিছিল। এনেদৰে অহা ফাকে বা ফাকিয়াল, খামজাং বা খাময়াং, নৰা, তুৰংগ, আইতনীয়া আৰু খামতি তেওঁলোকৰ মূল ঠাইৰ ধৰ্ম আৰু সংস্কৃতি লৈ অসমত প্ৰৱেশ কৰিছিলহি। খামতিসকলৰ আদি বাসস্থান য'তেই নহওক কেলেই, অসমলৈ অহাৰ পূৰ্বে তেওঁলোকে উত্তৰ ব্ৰহ্মাৰ ইৰাৱতী নৈৰ স্লি-খা শাখাৰ পাৰৰ মুংখামতি-লং বা বৰখামতি বা মানচি দেশত বসবাস কৰিছিল আৰু তাৰপৰা পোনতে যোৰহাটৰ দক্ষিণাঞ্চলত কিছুদিন থাকি টেঙাপানী নৈৰ পাৰলৈ আহিছিল। কিন্তু সম্ভৱতঃ চিংফৌসকলৰ পৰা বাধা পাই শদিয়ালৈ আগবাঢ়িছিল। গৌৰীনাথ সিংহ স্বৰ্গদেউৰ দিনত মোৱামৰীয়া বিদ্ৰোহে অসমখন ছানি ধৰাৰ কালতে খামতিসকলে শদিয়াখোৱা গোহাঁইক হত্যা কৰি তেওঁলোকৰ নিজ লোক এজনক শদিয়াখোৱা গোহাঁই পদত অধিষ্ঠিত কৰিছিল (১৭৭৪ খ্ৰীঃত)। পিছলৈ আহোমসকলে খামতি শদিয়াখোৱা গোহাঁইক স্বীকৃতি দিছিল। পিছত বৃটিছেও এইজন শদিয়া খোৱা গোহাঁইকে স্বীকৃতি প্ৰদান কৰিছিল। আহোমসকলে স্বীকৃতি দিয়াৰ পিছতো খামতিসকলে মিৰি, মিচিমি আৰু আবৰসকলক সহযোগী হিচাপে আহোমৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল। আহোম ৰজাই খামতি বিদ্ৰোহীসকলক সফলতাৰে দমন কৰিছিল। কিন্তু ইয়াৰ পিছতো অসমত মানৰ আক্ৰমণৰ সুযোগ লৈ খামতিসকলে পুনৰবাৰ শদিয়া নিজৰ অধীন কৰিবলৈ সক্ষম হয়। অসমত কোম্পানি শাসনৰ আৰম্ভণিত ডেভিড স্কট চাহাবে চৌচালম শদিয়াখোৱা গোহাঁইক স্বীকৃতি দি তেওঁক শদিয়া অঞ্চলৰ অসমীয়া প্ৰজাৰ পৰা কৰ-কাটল সংগ্ৰহ কৰাৰ ভাৰ দিছিল। ডেলটনৰ মতে, উত্তৰ-পূব সীমান্তৰ জনজাতিসকলৰ মাজত খামতিসকল জ্ঞান, কলা, সভ্যতা আদিৰ ক্ষেত্ৰত সবাতোকৈ আগবঢ়া। বৌদ্ধ ধৰ্মৰ প্ৰভাৱত এওঁলোকৰ মাজত শিক্ষাৰো যথেষ্ট প্ৰসাৰ দেখা যায়।

অসমত প্ৰৱেশ কৰাৰ পূৰ্বে ব্ৰহ্মদেশৰ ইৰাৱতী আৰু পাটকাই পৰ্বতৰ মাজৰ অঞ্চলসমূহত বসবাস কৰা চিংফৌসকলে মোৱামৰীয়া বিদ্ৰোহৰ সময়ত বুঢ়ী দিহিং, নোৱাদিহিং আৰু দেওপানী অঞ্চলত সোমাইছিলহি বুলি জনা যায়। সেই অঞ্চলত থকা খামতিসকলক তেওঁলোকে খেদি দি বুঢ়ীদিহিঙৰ পাৰৰ নামৰূপত নিজ উপনিবেশ স্থাপন কৰিছিল। মান আক্ৰমণৰ সময়ত চিংফৌসকলে অসমত নানা উপদ্ৰৱ কৰিবলৈ লৈছিল। ভালেমান অসমীয়া কৃষক তেওঁলোকে ধৰি নি নিজ অঞ্চলত বহতীয়া কৰি ৰাখিছিল। চিংফৌ আক্ৰমণত অসমৰ পূব অঞ্চলৰ ভালেমান লোকে পলাই গৈ হাবিয়ে-বননিয়ে লুকাবলৈ বাধ্য হৈছিল। এনে বিপদৰ সন্মুখীন হৈ পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে চিংফৌ ৰজা বিচানঙলৈ সম্ভাব দেখুৱাই ১৮০৫ খ্ৰীঃত তেওঁলৈ এগৰাকী সম্ভ্ৰান্ত বংশৰ আহোম কন্যা আগবঢ়াইছিল। কিন্তু ৰঙিলী গাভৰু নামৰ এই কন্যাগৰাকী বিচাঙে নি ব্ৰহ্মাৰ ৰজা বডৌপায়াক দিছিলগৈ। পৰৱৰ্তীকালত ইংৰাজে বৰ্মীসকলক পৰাস্ত কৰাত ১৮২৪-২৫ খ্ৰীঃত চিংফৌসকলে শদিয়াখোৱা গোহাঁইক বন্দী কৰে আৰু কিছুমান বৰ্মী সৈন্যৰ সহযোগত মটক ৰাজ্যৰ বৰ সেনাপতিৰ ওপৰতো আক্ৰমণ চলায়। পিছত ইংৰাজ সৈন্য আগবাঢ়ি অহাত বৰ্মী সৈন্যদল নিজ দেশলৈ যায়গৈ আৰু চিংফৌসকলে ইংৰাজৰ সৈতে মিত্ৰতামূলক সন্ধি কৰে। চিংফৌসকলৰ লাটোৰা, লাটাও, বিছা আৰু ডফা গামে অসমৰ পৰা নিয়া বহতীয়া আৰু অন্যান্য সা-সম্পত্তিসমূহ ঘূৰাই দি বৃটিছৰ সৈতে শান্তিৰে বসবাস কৰাৰ প্ৰতিশ্ৰুতি দিয়ে। হান্নে নামৰ পণ্ডিত এজনৰ মতে চিংফৌসকল ব্ৰহ্মাৰ ইৰাৱতী নৈৰ পূবপাৰৰ কাকু বা কাখ্যেনসকলৰ সৈতে একে গোষ্ঠীৰ লোক। উত্তৰ শ্যান সাম্ৰাজ্যখন ভাগি যোৱাত কাখ্যেনসকলে উজনি অসম আৰু ভামোৰ মধ্যৱৰ্তী ভালেমান অঞ্চল দখল কৰিছিলহি আৰু মোৱামৰীয়া বিদ্ৰোহৰ সুযোগ লৈ তেওঁলোকৰ মাজৰ চিংফৌসকলে অসমত প্ৰৱেশ কৰিছিল। ১৮২৬ খ্ৰীঃৰ জুন মাহত ডেভিড স্কট শদিয়ালৈ যাওঁতে ২৮ জন চিংফৌ গামৰ ১৬ জনেই আহি তেওঁক লগ ধৰিছিলহি। এওঁলোকৰ পৰা কেপ্টেইন নিউভিলে পূৰ্বতে আহোম ৰাজ্যৰ পৰা বন্দী কৰি নিয়া মুঠ ৬ হাজাৰ অসমীয়া বহতীয়া উদ্ধাৰ কৰিছিল বুলি জনা যায়।

অসমৰ পূব সীমান্তত উত্তৰা-দক্ষিণাকৈ শাৰী শাৰী কেতবোৰ পৰ্বত আছে। ব্ৰহ্মদেশ আৰু অসমৰ মাজৰ এই ঠাইখিনিত ঘন হাবি আৰু তাৰ মাজে মাজে পাহাৰীয়া নৈ

ক্ষেত্ৰবোৰ বৈ যোৱা দেখা যায়। এই পৰ্বতসমূহৰ লোকসকলক নগা বোলা হয়। নগা শব্দটো ভৈয়ামৰ লোকেহে দিয়া যেন লাগে। 'নগ' মানে পৰ্বত অৰ্থাৎ পৰ্বতত বাস কৰা মানুহ। কোনো কোনো সূত্ৰমতে সংস্কৃতৰ নগ্ন বা হিন্দীৰ নংগা শব্দৰ পৰা নগা শব্দটোৰ সৃষ্টি হৈছে। আন এটা সূত্ৰই আকৌ কয় যে, কছাৰীসকলে বৰ্তমানৰ নগা লোকসকলক নাগৰা (নাগ্ৰা) বুলিছিল। নাগৰা মানে হ'ল যুদ্ধপ্ৰিয় জাতি আৰু নাগৰা শব্দটোৰ পৰাই নগা শব্দৰ উৎপত্তি ঘটিছিল। বহুতে আকৌ ক'ব খোজে যে, নগাসকলে সাপ পূজা বা নাগ পূজা কৰিছিল বাবে তেওঁলোকক নগা বোলা হয়। কোনোৱে আকৌ এই বুলিও কয় যে মহাভাৰতত দ্বাপৰ যুগত বৰ্তমানৰ নগা পৰ্বত বিশাল নাগলোক বা অঠাই পানীৰ হ্ৰদ আছিল। ইয়াক পাতালপুৰী বুলিও কোৱা হৈছিল। বব্ৰুবাহনে তেওঁ পিতৃৰ মূৰটো দুছেও কৰি দিয়াত শ্ৰীকৃষ্ণই হেনো তেওঁক নাগলোকলৈ গৈ মণি আনিবলৈ উপদেশ দিছিল। সেইমৰ্মে বব্ৰুবাহনে নাগলোকৰ পৰা মণি আনি সেই মণিৰ স্পৰ্শেৰে কটা মূৰ জোৰা লগাই পিতৃ অৰ্জুনক পুনৰ জীৱনদান দিছিল। উল্লেখযোগ্য যে নগাসকলৰ শাখা-প্ৰশাখা বহুত, যেনে আংগামী, আও, চেমা আৰু লথা বা লঠা হ'ল প্ৰধান শাখা। ইয়াৰ বাহিৰেও আছে জেলিয়াং, ৰেংমা, য়ুমচুংগৰ, চাংতাম, কন্যাক, ফোম, কাল্য কন্যাক, চাং, খেমুন্যগান ইত্যাদি। মণিপুৰত বাস কৰা নগাসকল হ'ল কাবুই, মাও নগা আৰু টাংখুল। নগাসকলৰ প্ৰতিটো শাখাৰে উৎপত্তি সম্বন্ধে কেতবোৰ আখ্যান আছে। তেওঁলোকৰ প্ৰত্যেকৰে নিজ নিজ উপ-ভাষা বা দোৱান আছে যদিও তেওঁলোকৰ বেলেগ বেলেগ শাখাৰ মাজত কথা-বতৰাৰ ক্ষেত্ৰত অসমীয়া ভাষাহে ব্যৱহাৰ কৰে। এই ভাষাটোক নগা-অসমীয়া বোলা হয়। আহোম ৰজাসকলে লঠা নগাসকলক মাটি বৃত্তি দিছিল বুলি জনা যায়।

চুকাফাই অসমলৈ অহাৰ পথত যিসকল নগালোকে তেওঁক বাধা দিছিল তেওঁলোকক অতি কঠোৰ আৰু অমানৱীয় ব্যৱহাৰ কৰিছিল যাতে তেওঁক কোনেও দুনাই আগভেটা নিদিয়ে। ইয়াৰ বাহিৰে নগালোকসকলক অযথা দুৰ্ব্যৱহাৰৰ কোনো অভিসন্ধি যে তেওঁৰ নাছিল ই ধ্ৰুৱপ। চুচেনফা ৰজাৰ দিনত টংচু নগাই বিদ্ৰোহ কৰাত (১৪৮৭ খ্ৰীঃ) আহোম আৰু নগাৰ মাজত যুঁজ লাগে আৰু এই যুঁজত সম্ভৱতঃ আহোমসকল পৰাজিত হ'বলগীয়াত পৰে। এই যুঁজত টংচু নগাই আহোমৰ সেনাপেতি তাওকাং বৰগোহাঁইৰ শিৰচ্ছেদ কৰিছিল। পিছত অৱশ্যে নগাংৰাজ বৰগোহাঁইয়ে টংচুসকলক পৰাজিত কৰিছিল। চুপিমফা ৰজাই কাৰংগপা নামৰ এজন নষ্টে ৰজা বা খুনবাওৰ সৈতে সখি পাতিছিল। এদিন কাৰংগপাই কৰ শোধাবলৈ অহাত চুপিমফাই তেওঁক আদৰ সাদৰকৈ ভোজ-ভাত খুৱাই থাকোতে ৰজাৰ চমুৱা কুঁৱৰী এগৰাকীয়ে কাংগপাক জুমি চাই তেওঁক বৰ সুন্দৰ বুলি মন্তব্য দিছিল। তাকে শুনি ৰজাই চমুৱা কুঁৱৰীক কাৰংগপাক দি দিছিল। অনিচ্ছা সত্ত্বেও গৰ্ভৱতী কুঁৱৰীগৰাকীক কাৰংগপাই নগা পাহাৰলৈ নিছিল আৰু তাতেই তেওঁ এটি পুত্ৰ সন্তান জন্ম দিছিল। পিছত চুপিমফাৰ পুত্ৰ চুহুংমুঙ ৰজা হোৱাৰ কালত চমুৱা কুঁৱৰীৰ সেই পুত্ৰজনে ৰাজসভাত কৰ শোধাবলৈ আহোঁতে ৰজাই দেখনিয়াৰ ল'ৰাজনৰ আঁতিগুৰি লোৱাত তাৰ জন্ম ৰহস্য ওলাই পৰে। ল'ৰাজনৰ নাম আছিল কনচেং আৰু তেওঁ দেখিলেই অতি সুলক্ষণযুক্ত যেন লাগিছিল। সেইবাবে ৰজাই বুঢ়াগোহাঁই আৰু বৰগোহাঁইৰ সৈতে আলোচনা কৰি এই ল'ৰাজনক নিজ ৰাজ্যত ৰাখি থয় আৰু তেওঁৰ কাৰণে বৰপাত্ৰ গোহাঁই নামৰ এক উচ্চপদৰ সৃষ্টি কৰি তেওঁক সেই পদত অধিষ্ঠিত কৰে। কনচেং বৰপাত্ৰ গোহাঁইক এইদৰে চুহুংমুং ৰজাই বুঢ়াগোহাঁই আৰু বৰগোহাঁইৰ সমকক্ষ পদ দিয়াত এতিয়াৰে পৰা আহোমৰ গোহাঁইৰ সংখ্যা তিনিজন হ'ল। পৰৱৰ্তীকালত ল'ৰাৰজাৰ দিনত গদাপাণি কোঁৱৰে অংগক্ষত হোৱাৰ ভয়ত নিজ ৰাজ্যৰ পৰা পলাই গৈ নগা পাহাৰত লুকাই আছিলগৈ। পিছত তেওঁ গদাধৰ সিংহ নাম লৈ ৰাজপাটত বহিছিল। তেওঁ দুগৰাকী নগা কন্যা বিয়া কৰাইছিল। আহোম ৰজাসকলে নগাসকলৰ মুখীয়াল লোকসকলক প্ৰায়ে ভোজ-ভাত খুৱাই তেওঁলোকৰ সৈতে সদ্ভাৱ বজাই ৰাখিছিল। প্ৰতিৰক্ষা আৰু অৰ্থনৈতিক উভয় কাৰণবশতঃ আহোমসকলে নগাসকলৰ সৈতে এটা সু-সম্পৰ্ক ৰখাৰ প্ৰয়োজনীয়তা অনুভৱ কৰিছিল। আহোমসকলে নগা পৰ্বতৰ মাজেদি নৰা ৰাজ্য আৰু ব্ৰহ্মদেশৰ সৈতে যোগাযোগ কৰিছিল। তদুপৰি নগা পৰ্বতৰ বিভিন্ন দুৱাৰসমূহেদি মাজে মাজে নগাসকলে আহোম

ৰাজ্যলৈ আহি নানা ধৰণৰ উপদ্ৰব কৰিছিল। এই গিৰিপথবিলাকৰ নাম দিছিল আহোমসকলেহে আৰু গিৰিপথসমূহ ব্যৱহাৰ কৰা নগাসকলৰ নামো গিৰিপথ অনুসৰি তেওঁলোকেই দিছিল; যেনে; নামচুঙীয়া, জবকা, তাবলুংগীয়া, আইতনীয়া, বানফেৰীয়া, খামজংগীয়া ইত্যাদি। বিভিন্ন সময়ত এনে নগা লোকসকলৰ আক্ৰমণ আহোমসকলে প্ৰতিহত কৰিবলগীয়াত পৰিছিল। আনহাতেদি অৰ্থনৈতিকভাৱে আহোমসকলে নগা পাহাৰৰ নিমখৰ ওপৰত বহু পৰিমাণে নিৰ্ভৰ কৰিবলগীয়াত পৰিছিল। সেইবাবে নগালোকৰ সৈতে আহোমে শত্ৰুতা নিবিচাৰিছিল। নগাসকলক আহোমে ভৈয়ামত নগাখাত দিয়াৰ উপৰিও পাইক নিবন্ধনেৰে মাছ খাবলৈ কেতবোৰ বিল দান কৰিছিল। তেওঁলোকক চোৰা চিতা কৰিবলৈ নগা কটকী নিযুক্ত কৰিছিল। নগাসকলে হাতীৰ দাঁত আৰু পাহাৰত উৎপন্ন হোৱা বিভিন্ন বয় বস্তুৰে আহোম ৰজাক বছৰেকীয়া কৰ দিছিল। নগাসকলে তেওঁলোকৰ লোণপুঙত উৎপন্ন হোৱা লোণ দি সীমান্ত অঞ্চলৰ হাটবোৰৰ পৰা চাউল সংগ্ৰহ কৰিছিল। বৃটিছৰ আগমনৰ কাললৈকে আহোম আৰু নগাসকলৰ মাজত এনে বন্ধুত্বপূৰ্ণ সম্বন্ধ বিৰাজ কৰিছিল।

মিকিৰসকল অসমৰ অন্যান্য জনজাতিসকলৰ দৰে এটা আদিবাসী লোকসমষ্টি। বুৰঞ্জীয়ে ঢুকি নোপোৱা কালৰে পৰা তেওঁলোকে অসমৰ পৰ্বতীয়া অঞ্চলত বসবাস কৰি আহিছে। মিকিৰ শব্দটো তেওঁলোকৰ নিজা শব্দ নহয়। সম্ভৱতঃ এই নামটো ভৈয়ামৰ লোকেহে দিয়া। পুৰণিকালত পাহাৰৰ হাবি-বননিয়ে চিকাৰ কৰি জীৱন ধাৰণ কৰা এই লোকসকলক অসমীয়া লোকেহে বোধকৰো মিকিৰ বুলিছিল। মিকিৰসকলে নিজকে 'কাৰ্বি' আৰু 'আলেং' বুলি কয়। এই লোকসকলে ঝুম খেতি কৰিছিল। ***তেওঁলোকে হেনো*** কুকিচীন লোকৰ পৰা ধান দাবলৈ শিকিছিল। তেওঁলোকৰ নিজৰ বুৰঞ্জী নাই, আখৰো নাই। সৰহভাগেই অসমীয়া আখৰ ব্যৱহাৰ কৰে। পৰৱৰ্তী কালত ইংৰাজী আখৰতো প্ৰচলন হয়। মিকিৰসকলে বসবাস কৰা পাহাৰখন কছাৰী ৰাজ্যৰ অন্তৰ্গত আছিল। পিছত তেওঁলোকে কপিলিৰ উপনদী বৰপানী পাৰ হৈ পাহাৰত উঠেগৈ। এইদৰে পাহাৰে পাহাৰে বগাই ফুৰি অৱশেষত ৰংখাং পৰ্বতমালাৰ চছচেং পাহাৰটো পছন্দ হোৱাত তাতেই থাকিবলৈ লয়। নামনি অসমত আহোমসকলে ৰাজ্য বিস্তাৰ কৰাৰ আগলৈকে লাংপী বা বৰনদী মিকিৰ পাহাৰৰ উত্তৰসীমা আছিল। মিকিৰ ভাষাত লাং মানে পানী আৰু পী মানে ডাঙৰ। আহোম ৰাজ্য ক্ৰমাৎ বৃদ্ধি পাবলৈ ধৰাত ভালেমান মিকিৰ লোক ভৈয়ামৰ বিভিন্ন অঞ্চলত সোমাইছিলহি। কিন্তু মান তথা বৰ্মীসকলৰ আক্ৰমণ আৰু অত্যাচাৰত তিষ্ঠিব নোৱাৰি তেওঁলোকে দিহা-দিহি পলাবলৈ বাধ্য হ'ল— কিছুসংখ্যকে পুনৰ পাহাৰলৈ উঠি গ'ল আৰু আন বহুতো ভৈয়ামৰ নিৰাপদ স্থানসমূহত লুকালেগৈ। বৰ্তমান মিকিৰ লোকসকলক মিকিৰ পাহাৰ, উত্তৰ কাছাৰ, গোলাঘাট, নগাঁও, দৰং জিলাৰ বিশ্বনাথৰ পৰা কামৰূপৰ দক্ষিণপাৰৰ কেতবোৰ অঞ্চলত সিঁচৰতি হৈ বসবাস কৰা দেখা যায়।

আহোম আৰু কছাৰীসকলৰ সুদীৰ্ঘ বিবাদ আৰু যুঁজ-বাগৰৰ কালছোৱাত মিকিৰ লোকসকলে পুনৰ নিৰাপদ স্থান কেতবোৰত লুকাইছিলগৈ। বহুদিন ধৰি কছাৰী ৰজাৰ অধীনত থকা মিকিৰ লোকসকলে সময়ে সময়ে কছাৰীসকলৰ পৰা যথেষ্ট দুৰ্ব্যৱহাৰ পাইছিল বাবে তেওঁলোকে কছাৰী ৰজাক ভয় কৰি চলিছিল। আহোম-কছাৰী বিবাদ কালত মিকিৰসকলক আহোমসকলেও সদয় ব্যৱহাৰ কৰা নাছিল বুলি জনা যায়। কিন্তু দিন যোৱাৰ লগে লগে আহোম ৰজাসকলে মিকিৰসকলক মৰমৰ চকুৰে চাবলৈ ধৰিছিল। আহোম ৰজাঘৰে মিকিৰক কেতবোৰ দায়িত্বভাৰ দিয়াও চকুত পৰিছিল। ৰংমীদিলি নামৰ তেৰণ ফৈদৰ এজন ব্যক্তিক ফুকন উপাধি দি আহোম ৰজাই তেওঁক হাতী ধৰাৰ দায়িত্ব অৰ্পণ কৰিছিল। এতিয়াও নগাঁৱৰ শিংগিমাৰীত ৰংমীদিলিৰ বাসস্থানৰ ভেটি, পুখুৰী আদি দেখিবলৈ পোৱা যায়। আহোম ৰাজ্যৰ অন্তৰ্গত কপিলী আৰু ধনশিৰি নৈৰ মধ্যৱৰ্তী পাহাৰীয়া অঞ্চলত বহুসংখ্যক মিকিৰ পৰিয়ালে থাকিবলৈ লৈছিলহি। পিছলৈ আহোম ৰজাই মিকিৰসকলকো জীৱন নিৰ্বাহৰ সমল হিচাবে খাত-পাম আদি দিয়া দেখা গৈছিল।

বৰ্তমান অসমৰ দক্ষিণ-পশ্চিম দিশত অৱস্থিত গাৰোপাহাৰ হৈছে গাৰো লোকসকলৰ প্ৰধান বাসস্থান। ইয়াৰ বাহিৰেও অসমৰ কামৰূপ, গোৱালপাৰা আৰু অসমৰ বাহিৰৰ

ত্ৰিপুৰা আৰু মৈমনসিঙতো গাৰো লোকসকলে বসবাস্ কৰা দেখা যায়। গাৰোসকল আদিতে কোন স্থানৰ পৰা আহিছিল সেই সম্বন্ধে কোনো লিখিত প্ৰমাণ নাই। কিন্তু তেওঁলোকে নিজকে তিব্বত দেশৰ পৰা অহা লোক বুলি কোৱা শুনা যায়। নৃতত্ত্ববিদসকলৰ মতে মংগোলীয় জাতিৰ তিব্বত-বৰ্মী গোষ্ঠীৰ জনজাতিসকলৰ অসমত প্ৰৱেশ ঘটিছিল উত্তৰ-পূব আৰু পূব দিশৰ পৰা আৰু তেওঁলোকে এই ৰাজ্যত প্ৰৱেশ কৰি ব্ৰহ্মপুত্ৰয়েদি ভটিয়াই গৈছিল। গাৰোসকলেও হেনো গাৰো পাহাৰত থিতাপি লোৱাৰ পূৰ্বে ব্ৰহ্মপুত্ৰয়েদি ভটিয়াই আহি এই নৈৰ উপত্যকাত কিছুদিনৰ বাবে জিৰণি লৈছিল। সেয়ে; এই সূত্ৰটোৱে গাৰোসকলক মংগোলীয় তিব্বত বৰ্মী গোষ্ঠীৰ লোক বুলি প্ৰচলিত জন প্ৰবাদটো সত্য বুলি হয়ভৰ দিয়ে। গাৰোসকল খাছিসকলৰ দৰে মাতৃপ্ৰধান জাতি। অৱশ্যে গাৰো সমাজত মহিলাৰ স্থান বৰ উচ্চ নহয়, কিয়নো মহিলা সম্পত্তিৰ অধিকাৰিণী হ'লেও পুৰুষেহে তেওঁলোকৰ সম্পত্তি চলায়। অন্যান্য পৰ্বতীয়া জনজাতিৰ দৰে গাৰোসকলেও ঝুম খেতি কৰে। অসমত ইংৰাজসকলৰ শাসনকালত বহু গাৰো লোকে খ্ৰীষ্ট ধৰ্মত দীক্ষিত হৈছিল আৰু আমেৰিকান মিছনাৰীসকলৰ প্ৰচেষ্টাত তেওঁলোকৰ মাজত শিক্ষা-দীক্ষাৰ প্ৰসাৰ ঘটিছিল। গাৰো ভাষা তিব্বত বৰ্মী গোষ্ঠীৰ বড়ো ঠালৰ ভাষা। তদুপৰি তেওঁলোকৰ নিজৰো উপভাষা আছে। আহোম ৰাজত্বকালত গাৰো পাহাৰৰ নামনিত বেহা-বেপাৰৰ সুবিধা আছিল। যুঁজৰ সময়ত গাৰোসকলে আহোম ৰজাক নানা প্ৰকাৰে সহায় কৰা দেখা গৈছিল। গাৰোসকলৰ ভালেমান ক্ষুদ্ৰ ক্ষুদ্ৰ গোষ্ঠী আৰু ৰাজ্য আছিল। পাহাৰৰ নামনি অঞ্চলৰ ৰাণী, লুকী, ডিমৰুৱা আদি স্থানৰ জনজাতীয় জমিদাৰ বা ৰজাসকলৰ সৈতে গাৰোসকলৰ নিকট সম্বন্ধ আছিল। আহোমৰ দিনত বহুসংখ্যক গাৰো লোকে ভৈয়ামলৈ নামি আহি হিন্দুধৰ্ম লৈ কোচসকলৰ সৈতে মিলি গৈছিল বুলিও কোনো কোনো সূত্ৰত প্ৰকাশ।

ভূটীয়াসকলৰ বৰ্তমান বাসস্থান হ'ল ভূটান পাহাৰ। কিন্তু এসময়ত তেওঁলোকে অসমৰ সমতল ভূমিতো বাস কৰিছিল। গোৱালপাৰা, কামৰূপ, দৰং জিলা আৰু বিশেষকৈ দুৱাৰ অঞ্চলসমূহত ভূটীয়াসকলৰ যথেষ্ট আহ-যাহ আছিল। উত্তৰ কামৰূপত বাক্সা নামৰ এটা অঞ্চল আছে। ভূটীয়া বাংচা শব্দটোৰ পৰা এই অঞ্চলটোৰ বাক্সা নাম হৈছিল বুলি বহুতে বিশ্বাস কৰে। বাংচা শব্দৰ অৰ্থ হ'ল দুৱাৰ বা পদূলি। সেইদৰে ৰঙিয়াৰ পৰা কিছু আঁতৰত দ্বাৰকুছি নামৰ এখন ঠাই আছে। এই ঠাই ডোখৰ ভূটীয়াসকলে অসমলৈ সোমোৱা দুৱাৰৰ দৰে ব্যৱহাৰ কৰাৰ বাবে ইয়াৰ নাম দ্বাৰকুছি হৈছিল বুলি বহুতে কয়। সেইদৰে বৰ্তমানৰ তামুলপুৰক এসময়ত চাৰাংবাৰী বোলা হৈছিল। চাৰাং ভূটীয়া শব্দ আৰু ইয়াৰ অৰ্থ হ'ল লোণ। এই ঠাইত লোণ বেচা-কিনা বা আন বয়বস্তুৰ মাধ্যমেৰে সাল-সলনি কৰি সংগ্ৰহ হোৱাৰ বাবে এই স্থানৰ নাম চাৰাংবাৰী হৈছিল যেন অনুমান হয়। ভালেমান ভূটীয়া লোক এসময়ত অসমৰ প্ৰজা আছিল। অতীজত ভূটান টেমু নামেৰে এটা জনজাতিৰ অধীনত আছিল আৰু পিছলৈ কেতবোৰ তিব্বতীয় সৈন্যই তেওঁলোকক পৰাজিত কৰি সেই অঞ্চলত থাকিবলৈ লয়। কালক্ৰমত এই বিজয়ী সৈন্যসকলে স্থানীয় লোকৰ সৈতে বৈবাহিক সম্বন্ধ স্থাপন কৰি এই ৰাজ্যত স্থায়ীভাৱে ৰৈ গৈছিল। বৰ্তমানৰ ভূটীয়াসকল এই লোকসকলেই বংশধৰ বুলি কোৱা হয়। কোনো কোনো সূত্ৰমতে ভূটানত টেমু নামৰ যিটো জনজাতি আছিল তেওঁলোক কছাৰীসকলৰেই এটা ঠাল আছিল। ভূটীয়াসকলৰ সৈতে আহোমসকলৰ অৰ্থনৈতিক সম্বন্ধ আছিল। অৱশ্যে আহোমসকলে অসম জয় কৰাৰ পিছত ভূটীয়াসকলে তেওঁলোকৰ ৰাজ্যত উপদ্ৰৱ কৰা বুলিও বুৰঞ্জী পুথিসমূহত উল্লেখিত হৈছে। উল্লেখযোগ্য যে, অসমৰ সৈতে ভূটানৰ ৯ টা গিৰিপথেৰে অহা-যোৱাৰ সুবিধা আছিল। এই গিৰিপথসমূহক দুৱাৰ বুলি কোৱা হয়। দুৱাৰ কেইখন আছিল চাৰি দুৱাৰ, ক'ৰিয়াপাৰ, বুঢ়ীগুমা, কলিং, বকচা, ঘৰকোলা, চপাগুৰি, চপাখমাৰ আৰু বিজনী। ইয়াৰ ভিতৰত যোগাযোগ আৰু বেহা-বেপাৰ সংক্ৰান্ত কাম-কাজৰ বাবে আহোম আৰু ভূটীয়াসকলৰ মাজত বিশেষকৈ ব্যৱহৃত হোৱা দুৱাৰ দুখন আছিল চাৰিদুৱাৰ আৰু ক'ৰিয়াপাৰ। প্ৰতাপসিংহ স্বৰ্গদেৱে ভূটীয়াসকলক ভৈয়ামলৈ আহি পচা তোলাৰ সুবিধা দিয়াৰ উপৰিও গোহাঁই কমল আলিলৈকে তেওঁলোকক অহা-যোৱা কৰিবলৈ অনুমতি দিছিল। এইজন স্বৰ্গদেৱে মুঠতে ৮ খন দুৱাৰেদি ভূটীয়াসকলক নামনিলৈ অহাৰ সুবিধা দান

কৰিছিল। আহোম ৰজাই ভূটীয়াৰ পৰা বছৰেকীয়া কৰ লৈছিল। বয়বস্তুৰ মাধ্যমেৰে কৰ সংগ্ৰহ কৰাৰ প্ৰথা থকাৰ বাবে কৰৰ বাবদ ভূটীয়াসকলে আহোমসকলক ছোঁৱৰ, গান্ধকলাই, সোণ, কম্বল, দা, ঘোঁৰা আদি দিয়া দেখা গৈছিল। কিন্তু ভূটীয়াসকলে প্ৰায়ে সময়মতে কৰ নিদি বৰং অসমৰ প্ৰজাৰ ওপৰত নানা ধৰণৰ উপদ্ৰৱ চলোৱাৰ বহু দৃষ্টান্ত আছিল। অসমৰ ভৈয়ামলৈ আহি খাদ্যশস্য লুটপাত কৰি নিয়াৰ উপৰিও নিৰীহ প্ৰজাৰ ঘৰবাৰী জ্বলাই তেওঁলোকে ৰং চাইছিল। গদাধৰ সিংহ স্বৰ্গদেৱে এনে উপদ্ৰৱ ৰোধ কৰিবলৈ সীমান্ত অঞ্চলত এলানি দুৰ্গ সাজিছিল। মোৱামৰীয়া বিদ্ৰোহৰ সময়ছোৱাতো ভূটীয়াসকলে অসমলৈ আহি স্থানীয় লোকক নানা ধৰণে উপদ্ৰৱ কৰি বয়বস্তু কাঢ়ি লোৱাৰ উপৰিও ভালেমান লোকক দাস হিচাপে ব্যৱহাৰ কৰিবলৈ ভূটান পাহাৰলৈ ধৰি নিছিল। তদুপৰি কিছুমান ভূটীয়া লোকে মোৱামৰীয়া বিদ্ৰোহী আৰু বিদ্ৰোহ সমৰ্থনকাৰীসকলক আশ্ৰয় দিয়াৰ বাবে আহোমসকল বৰ বিৰক্ত হৈছিল। কিন্তু তথাপি ভূটানৰ বিৰুদ্ধে কোনো অভিযান নপঠিয়াই কলীয়া ভোমোৰা বৰফুকনে অতি শান্তভাৱে তেওঁলোকৰ সৈতে কূটনৈতিক উপায়েৰে মীমাংসাৰ চেষ্টা কৰাটো নিশ্চয় প্ৰশংসনীয়। উল্লেখযোগ্য যে আহোম ৰজাই দৰঙৰ কৰতলতীয়া ৰজা কৃষ্ণনাৰায়ণক ভূটীয়াসকলক দমন কৰাৰ ভাৰ দিছিল। কিন্তু তেওঁ এই কাৰ্যৰ প্ৰতি বিশেষ মন-কাণ নিদিয়া বুলি অভিযোগ পাই পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে তেওঁক ৰজা ভাঙি সমুদ্ৰ নাৰায়ণক দৰঙৰ সিংহাসনত অধিষ্ঠিত কৰিছিল। সমুদ্ৰনাৰায়ণে এই দায়িত্ব কিছু সফলতাৰে পালন কৰিছিল বুলি জনা যায়।

এইদৰে বিভিন্ন সময়ত বিভিন্ন পৰ্বতীয়া জনজাতিৰ সৈতে আহোমসকলৰ সম্বন্ধ গঢ়ি উঠিছিল। বিশেষ প্ৰয়োজন নহ'লে আহোমসকলে পৰ্বতীয়া জনজাতিসকলৰ সৈতে যুঁজ নকৰিছিল। বৰং তেওঁলোকক খাত-পাম আদি দিয়াৰ উপৰিও হাট বজাৰ পাতি তেওঁলোকৰ সৈতে বেহা-বেপাৰ তথা অৰ্থনৈতিক আৰু সাংস্কৃতিক সম্বন্ধ গঢ়ি তুলিবলৈহে সচেষ্ট হৈছিল। পচা সংগ্ৰহৰ দৰে অভিনৱ ব্যৱস্থাৰ দ্বাৰাও আহোমসকলে পৰ্বতীয়া জনজাতিৰ প্ৰতি বন্ধুত্বৰ হাত আগবঢ়াইছিল। তেওঁলোকৰ সৈতে বৈবাহিক সম্বন্ধ স্থাপন কৰাৰ উপৰিও গুণানুসৰি কেতিয়াবা পৰ্বতীয়া জনজাতীয় লোকক আহোম ৰাজ্যত উচ্চ পদ দিবলৈকো কুণ্ঠিত হোৱা নাছিল। কিন্তু তথাপিও মাজে মাজে উভয় পক্ষৰ মাজত নানা কাৰণে ভুল বুজাবুজি হৈছিল আৰু কোনো কোনো ক্ষেত্ৰত অসন্তুষ্টিৰ মাত্ৰাধিক্য ঘটি অস্ত্ৰ ধাৰণৰ প্ৰয়োজনীয়তাও দেখা গৈছিল। কিন্তু অধিক ক্ষেত্ৰত আহোমসকলে পৰ্বতীয়া জনজাতিসকলক অনাহকত উপদ্ৰৱ বা অত্যাচাৰ কৰাৰ পৰা নিঃসন্দেহে নিজকে বিৰত ৰাখি তেওঁলোকৰ উচ্চ মনোভাবৰ পৰিচয় দিছিল।

**(গ) আহোমসকলৰ সামাজিক, অৰ্থনৈতিক, সাংস্কৃতিক জীৱন-ধাৰা আদি ঃ**

কোনো এখন দেশ বা ৰাজ্যৰ সমাজ, অৰ্থনীতি, সভ্যতা-সংস্কৃতি আদিৰ সৈতে সেই স্থানৰ ভৌগোলিক পৰিবেশৰ এক ওতপ্ৰোত সম্বন্ধ থাকে। যিসকল লোকে নিজ নিজ ভৌগোলিক পৰিবেশৰ লগত খাপ খোৱাকৈ নিজকে প্ৰস্তুত কৰিবলৈ সক্ষম হয় সেইসকলে নিজ নিজ জীৱনতো প্ৰতিষ্ঠা লাভ কৰে। অসমৰ জনজীৱনৰ ওপৰতো ভৌগোলিক পৰিবেশৰ এনে প্ৰভাৱ চকুত পৰে। প্ৰাকৃতিক পৰিবেশে অসম বা সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলটোক এসময়ত ভাৰতবৰ্ষৰ অন্যান্য অঞ্চলসমূহৰ পৰা পৃথক কৰি ৰাখিছিল। চৌদিশে পৰ্বত-পাহাৰ, হাবি-বননি, নদ-নদী আৰু নানা জীৱ-জন্তুৰে ভৰপূৰ এই অঞ্চললৈ ভাৰতৰ আন অঞ্চলৰ লোকসকলে আহিবলৈ বৰ মন নকৰিছিল। যোগাযোগ আৰু যাতায়াতৰ ব্যৱস্থা বিশেষ উন্নত নোহোৱাৰ বাবেও এই অঞ্চলৰ প্ৰতি অন্যান্য অঞ্চলৰ লোকৰ বিশেষ আকৰ্ষণ নাছিল যেন লাগে। তথাপি এই অঞ্চললৈ বহিঃ প্ৰব্ৰজন প্ৰাচীন কালৰ পৰাই চলি আছিল। পাহাৰ-পৰ্বত বগাই চুকাফাৰ নেতৃত্বত আহোমসকলে তাহানিৰ অসমত সোমাই ইয়াৰ প্ৰাকৃতিক দৃশ্য দেখি অতি মুগ্ধ হোৱা দেখা গৈছিল, আৰু তেওঁলোকে ইয়াতেই খোপনি পুতি ৰৈছিল। সেইদৰে বিভিন্ন সময়ত বিভিন্ন জনগোষ্ঠীৰ প্ৰব্ৰজন অব্যাহত আছিল। অৱশ্যে অসম অঞ্চলত যিসকল জনগোষ্ঠীৰ আগমন ঘটিছিল সেইসকলৰ আঁতিগুৰি সম্বন্ধে খৰচি মাৰি অধ্যয়ন কৰিবলৈ আৱশ্যকীয় সমলৰ অভাৱ। প্ৰত্নপ্ৰস্তৰ বা তাৰ পৰৱৰ্তী যুগৰ জীৱাশ্ম বা নৰকংকাল আৱিষ্কৃত নোহোৱাৰ বাবে কোনে কেতিয়া এই

স্থানলৈ আহিছিল সেই প্ৰশ্নটোৰ সঠিক উত্তৰ দিয়াটো সম্ভৱ নহয়। তদুপৰি অসমৰ সকলোবোৰ লোকেই বাহিৰৰ পৰা আহিছিল বুলি ক'লেও নিশ্চয় ভুল হ'ব। অতি পুৰণিকালৰ পৰা এই স্থানত বসবাস কৰা আদিম থলুৱা প্ৰজাতিৰ লোকৰ অৱস্থিতিক উলাই কৰিব নোৱাৰি। কিন্তু কোনো নিৰ্দিষ্ট প্ৰমাণৰ অভাৱত এই প্ৰজাতিৰ জনগোষ্ঠীৰ বিষয়ে একো কথা ডাঠি ক'বও নোৱাৰি। এই অঞ্চলৰ অটব্য অৰণ্য, সেমেকা জলবায়ু, নেৰানেপেৰা বৰষুণ, হিংস্ৰ জীৱ-জন্তু আদিকো আওকাণ কৰি চুবুৰীয়া তিব্বত, চীন, ব্ৰহ্মদেশৰ পৰা ভালেমান মংগোলীয় লোক এই ৰাজ্যত প্ৰৱেশ কৰিছিল। সেইদৰে দক্ষিণ-পূব এছিয়া, দক্ষিণৰ সাগৰীয় ঠাইসমূহ আৰু ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চলৰ পৰা বিভিন্ন পথেৰে বহুলোক ইয়ালৈ আহিছিল। বিভিন্ন স্থলপথ, গিৰিপথ আৰু জলপথেদিও এই ৰাজ্যলৈ লোক- প্ৰব্ৰজন ঘটিছিল। এইদৰেই এসময়ত অসম হৈ পৰিছিল বিভিন্ন জনগোষ্ঠীৰ এক যাদুঘৰস্বৰূপ। মংগোলীয় গোষ্ঠীৰ ইণ্ডো-চীন শাখাৰ ভিতৰত, পিছলৈ তিব্বত-বৰ্মীসকল, দ্ৰাবিড়, নেগ্ৰিট, অষ্ট্ৰ-এছিয়াটিক আৰু আৰ্যসকলে ইয়াতে স্থায়ীভাৱে বসবাস কৰিছিল। ১৩ শ শতিকাৰ প্ৰথমাৰ্ধত এই ৰাজ্যলৈ আহিছিল শ্বান বা থাই বা টাই বংশৰ চুকাফা। তেওঁৰ লগত আহিছিল ন হাজাৰজন ৰণুৱা, তিনিগৰাকী পত্নী, বুঢ়াগোহাঁই আৰু বৰগোহাঁই নামেৰে দুজন মন্ত্ৰী, পোন্ধৰজন অন্যান্য সম্ভ্ৰান্ত পৰিয়ালৰ লোক, এহাল হাতী, এজন হাতীৰ মাউত আৰু তিনিশ ঘোঁৰা। ইয়াৰ উপৰিও তেওঁ কুলদেৱতা চোমদেউৰ মূৰ্তিও লগত আনিছিল। অসমত চুকাফাই প্ৰতিষ্ঠা কৰি যোৱা আহোম ৰাজ্যৰ সমাজ, অৰ্থনীতি, সাংস্কৃতিক অৱস্থা আদিৰ এটি আভাস তলত দাঙি ধৰা হ'ল—

**(১) আহোমৰ দিনৰ সমাজ ঃ**

আহোমসকলে অসমত সুদীৰ্ঘ ছশ বছৰ ৰাজত্ব কৰিবলৈ সক্ষম হোৱাৰ কাৰণসমূহ বিশ্লেষণ কৰিলে দেখা যায় যে এনে সাফল্যৰ অন্যতম মূল কাৰণ আছিল তেওঁলোকৰ উদাৰ সমাজ নীতি। আহোমসকলৰ অন্তঃকৰণ আছিল বহল। তেওঁলোকে জাতিভেদ প্ৰথাক প্ৰশ্ৰয় নিদিছিল আৰু আনকি বিভিন্ন জনগোষ্ঠীৰ জনজাতীয় লোকসকলকো সমাজত যোগ্যস্থান দিবলৈ কাৰ্পণ্য নকৰিছিল। চুকাফাৰ লগত এই ৰাজ্যলৈ অহা লোকৰ সংখ্যা সীমিত হোৱাৰ বাবে তেওঁ নিজকে এই ৰাজ্যৰ শাসক হিচাপে প্ৰতিষ্ঠা কৰি বিভিন্ন জনগোষ্ঠীৰ সৈতে মিলাপ্ৰীতিৰ মানসেৰে অন্তৰ্বিবাহৰ যি নীতি গ্ৰহণ কৰিছিল সেই নীতিৰ সুফল আছিল সুদূৰপ্ৰসাৰী। চুকাফাই নিজে স্থানীয় বৰাহী আৰু মৰাণ কন্যা বিয়া কৰাইছিল। পৰৱৰ্তীকালত চুখামফা খোৰা ৰজা, প্ৰতাপ সিংহ, গদাধৰ সিংহ, শিৱসিংহ, প্ৰমত্ত সিংহ আৰু চন্দ্ৰকান্ত সিংহকে আদি কৰি বহুতো আহোম ৰজাই অনা-আহোম জাতি আৰু ধৰ্মৰ কন্যা বিয়া কৰিছিল। চুতীয়াসকলৰ ৰাজ্য নিজৰ অধীনস্থ কৰাৰ পিছত আহোম আৰু চুতীয়া লোকৰ মাজত সঘনে বিয়াবাৰু হ'বলৈ ধৰাৰ ফলত আহোম-চুতীয়া নামৰ এটা নতুন শাখাৰ সৃষ্টি হৈছিল। উল্লেখযোগ্য যে, আহোম ৰাজ্যত কোনো মংগলময় কাৰ্য সম্পাদন কালত অনা-আহোম লোকক স্বইচ্ছাই আহোম সমাজ ভুক্ত হোৱাৰ বাবে উৎসাহ যোগোৱা হৈছিল আৰু ৰজাঘৰত এনে ন-আহোমসকলৰ এখন তালিকাও সংৰক্ষণ কৰা হৈছিল। এনে লোকক উচ্চ পদ আদি দিয়াও চকুত পৰিছিল। উচ্চপদকে ধৰি বিভিন্ন পদত নিযুক্তি দিয়াৰ ক্ষেত্ৰত আহোমসকলে জাত-পাতৰ বিচাৰ নকৰিছিল। চুকাফাই নিজে বৰাহী আৰু মৰাণ লোকক চাংমাইৰ বাব দিছিল। প্ৰতাপ সিংহ স্বৰ্গদেৱে বৰফুকন পদ দিয়া লাংগি- পানীসিয়া এজন চুতীয়া লোক আছিল। সেইদৰে বানফেৰা নষ্টে নগা এজনে বৰফুকন পদ পাইছিল। নগাচাঙত ডাঙৰ-দীঘল হোৱা কনচেঙৰ বাবে চুহুংমুং ৰজাই বৰপাত্ৰ গোহাঁই পদ সৃষ্টি কৰিছিল। উদাৰ আহোম ৰজাসকলে গুণীৰ গুণক মূল্য দিছিল আৰু এনেক্ষেত্ৰত তেওঁলোকে কোনো জাতি-ধৰ্মৰ প্ৰশ্নক প্ৰশ্ৰয় নিদিছিল। সেয়ে, আহোমৰ হৈ মুছলমান বাঘ হাজৰিকাই যুঁজত পাৰদৰ্শিতা দেখুৱাইছিল। উল্লেখযোগ্য যে উন্নত আৰু স্থায়ী কৃষি পদ্ধতিত আহোমসকলৰ বৰ ভাল জ্ঞান থকাৰ বাবেও সমসাময়িক বহুবোৰ স্থানীয় জনজাতিৰ লোকসকলে তেওঁলোকৰ সম্পৰ্কে এটা উচ্চ ধাৰণা লৈছিল আৰু ক্ৰমাৎ তেওঁলোকৰ সৈতে মিলা-মিচা কৰিবলৈ আগবাঢ়িছিল। আনহাতেদি, আহোমসকলৰ নিজ সংখ্যা তাকৰ হোৱা বাবে তেওঁলোকে স্থানীয় জনজাতিসকলক তেওঁলোকৰ নিজৰ মাজত আপোনভাৱে আদৰি লৈছিল। এনে ধৰণৰ মিলা-মিচাৰ

ফলত আহোম আৰু স্থানীয় জনজাতিসকলৰ মাজত যি নিকট সান্নিধ্যৰ সৃষ্টি কৰিছিল তাৰ ফলত উজনি অসমত এখন নতন কৃষিভিত্তিক স্থায়ী সমাজ গঢ়ি উঠিছিল।

স্বৰ্গদেউ চুহুংমুং ৰজাই ১৪৯৭ ৰ পৰা ১৫৩৯ খ্ৰীঃ লৈকে ৰাজত্ব কৰা কালছোৱাত আহোম ৰাজ্যখনে ক্ৰমাও পশ্চিমলৈ বিস্তৃতি লাভ কৰিছিল। সেই সময়তে ব্ৰহ্মপুত্ৰ উপত্যকতাত বিস্তৃতি লাভ কৰা কায়স্থ ভূঞাসকলক দমন কৰি তেওঁলোকৰ দ্বাৰা অধিকৃত অঞ্চলসমূহ আহোম ৰাজ্যৰ সৈতে সংযোজন কৰাৰ ফলত আহোম ৰাজ্যখনত এক বৃহৎ পৰিমাণৰ আৰ্য-বৰ্ণসম্ভূত জাতিৰ প্ৰবেশৰ পথ উন্মোচন হয় ইয়াৰ ফলস্বৰূপে আহোম ৰাজ্যত মংগোলীয় আৰু আৰ্য-বৰ্ণসম্ভূত জাতিৰ সংমিশ্ৰণ ঘটে। এনে ধৰণে আৰ্যকৰণ প্ৰক্ৰিয়াৰ প্ৰভাৱ চলি থকা আহোম ৰাজ্যত পিছলৈ বংগৰ মুছলমান আৰু মুঘলসকলৰো নানা বিবাদ ঘটে আৰু তাৰ ফলত যিবোৰ যুঁজ লাগে সেই যুঁজত বন্দী হৈ ভালেমান মুছলমান সৈন্য এই দেশতে ৰৈ যায়। তুৰ্বক নামৰ মুছলমান সেনাপতিৰ নেতৃত্বত অসম অভিযানলৈ অহা এনে বহুবোৰ যুদ্ধ বন্দী উজনি অসমৰ পৰা পুনৰ নিজ ৰাজ্যলৈ উভতি যাবলৈ নিবিচৰাত আহোম ৰজাই তেওঁলোকক থাকিবলৈ দিয়ে আৰু তেওঁলোকৰ পৰা মৰীয়া নামৰ এটা নতুন শ্ৰেণীৰ জন্ম হয় আৰু তেওঁলোকো এই ৰাজ্যতে থাকিবলৈ লয়। ইতিমধ্যে চুডাংফা বামুণী কোঁৱৰে ৰাজপাট লাভ কৰি তেওঁৰ প্ৰতিপালক ব্ৰাহ্মণজনক সবংশে ৰাজধানীলৈ আনি ভিতৰুৱাকৈ তেওঁকে পৰামৰ্শদাতা কৰি লোৱাত এই ব্ৰাহ্মণজনে আহোমৰ ৰাজপ্ৰাসাদৰ ভিতৰত শালগ্ৰাম শিলা স্থাপন কৰিছিল। সেই সময়ৰে পৰা আহোম ৰাজপৰিয়ালৰ ওপৰত হিন্দুধৰ্মৰ প্ৰভাৱ বিস্তৃত হয়। পিছলৈ চুক্লেনমুং গড়গঞা ৰজাই ৰাজপ্ৰাসাদত আহোমৰ আৰাধ্য দেৱতা চোমদেউ আৰু হিন্দুৰ দেৱতা লক্ষ্মীনাৰায়ণৰ পূজা পাতিবলৈ লয়। এইদৰে আহোমৰ সমাজত বিভিন্ন ধৰ্মৰ প্ৰভাৱ পৰে। আহোম ৰজা গদাধৰ সিংহই আজান ফকীৰক দিখৌমুখৰ সৰাগুৰি চাপৰিত মাটিবাৰী দান কৰে। হাজোৰ পোৱামক্কাৰ দৰগাহৰ ক্ষেত্ৰতো আহোম ৰজাসকলে যথেষ্ট সদ্ভাৱ প্ৰদৰ্শন কৰিছিল। এইদৰে আহোম সমাজত নানাধৰণৰ অ-আহোম প্ৰভাৱ বিস্তাৰ হোৱা দেখা গৈছিল। কালক্ৰমত আহোম ৰাজপৰিয়ালৰ মাজত হিন্দু ধৰ্মই জনপ্ৰিয়তা লাভ কৰে। তদুপৰি, আহোমৰ দিনত হিন্দু শাক্ত আৰু বৈষ্ণৱসকলৰ মাজত নানা ধৰণৰ বিবাদ বিস্তাৰিত হয় আৰু ইয়াৰ প্ৰতিফলন আহোম সমাজৰ ওপৰতো পৰে। বিশেষকৈ মহাপুৰুষীয়া বৈষ্ণৱসকলৰ প্ৰভাৱৰ ফলত বিভিন্নজনে হিন্দু ধৰ্ম গ্ৰহণ কৰা প্ৰক্ৰিয়া এটা আহোম ৰাজত্বৰ শেষ অধ্যায়লৈকে চলি থাকে।

আহোমসকলৰ প্ৰধান সাতটা ফৈদক সাতঘৰীয়া আহোম বুলি অভিহিত কৰা হৈছিল। অৱশ্যে এই সাতঘৰনো প্ৰকৃততে কোন সেই সম্বন্ধে কিছু মতভেদ আছে। প্ৰথম তিনিঘৰ নিসন্দেহে আছিল ৰজা, বুঢ়াগোহাঁই আৰু বৰগোহাঁইৰ ঘৰ। কোনো কোনো সূত্ৰমতে বাকী চাৰিঘৰ হ'ল লাহন, সন্দিকৈ, দিহিঙীয়া আৰু দুৱৰা। কিন্তু বহুতে দেওধাই, মোহন, বাইলুং আৰু চিৰিং আহোম পুৰোহিত আৰু দৈৱজ্ঞসকলহে এই চাৰিঘৰ বুলি কয়। এই সাতঘৰ আহোমৰ পূৰ্বপুৰুষ একেজনেই আছিল বাবে তেওঁলোকৰ মাজত বিবাহৰ সম্বন্ধ নিষিদ্ধ আছিল। কিন্তু দিন যোৱাৰ লগে লগে সাতঘৰীয়া আহোমৰ বহুতো শাখা-ফৈদৰ সৃষ্টি হয় আৰু তেওঁলোকে বসবাস কৰা বিভিন্ন ঠাইৰ নামেৰে জনাজাত হয়গৈ। উল্লেখযোগ্য যে, কালক্ৰমত আহোম ৰাজপৰিয়ালৰ পৰাই ছটা (কোনো কোনো সূত্ৰমতে সাতটা) ফৈদৰ সৃষ্টি হয়। আহোমৰ তৃতীয়জন মন্ত্ৰী আছিল বৰপাত্ৰ গোহাঁই। এই পদটো চুহুংমুং ৰজাৰ দিনতহে সৃষ্টি হৈছিল। প্ৰথমজন বৰপাত্ৰ গোহাঁই কনচেং আহোম ৰাজপৰিয়ালৰ লোক আছিল বাবে তেওঁৰ বাবে সৃষ্টি কৰা কেন্দুগুৰিয়া বৰপাত্ৰ ফৈদটো কালক্ৰমত আহোম ৰাজপৰিয়ালৰ ফৈদৰ সৈতে মিলি গৈছিল। কিন্তু কালুগঞা বা গড়গঞা পাতৰ আৰু মৰাণ পাতৰ বৰপাত্ৰ গোহাঁইৰ ফৈদ ৰাজপৰিয়ালৰ ফৈদ নাছিল।

সাতঘৰীয়া আহোমসকলৰ মাজৰ পৰা ৰাজ্যৰ উচ্চ আৰু দায়িত্বপূৰ্ণ বিষয়াসকল নিযুক্ত হৈছিল। ৰজা, বুঢ়াগোহাঁই, বৰ গোহাঁই, বৰবৰুৱা, বৰফুকনকে আদি কৰি ক্ষমতাশালী বিষয়াসকল এই বিশিষ্ট সাতঘৰৰ পৰাই নিয়োজিত হৈছিল। তেওঁলোকে পাইক নিবন্ধনেৰে যিবোৰ খাত বা বিলাত পাইছিল সেইবোৰেই আছিল তেওঁলোকৰ বেতনস্বৰূপ। আগতেই উল্লেখ হৈছে যে বৰবৰুৱা আৰু বৰফুকনে

১৪,০০০ কৈ পাইক পাইছিল আৰু ইয়াৰ উপৰি বৰফুকনে নিজৰবৰীয়াকৈ খেতি কৰিবলৈ ১০০০ পুৰা অতিৰিক্ত মাটিও লাভ কৰিছিল। সেইদৰে ৰজাই লাভ কৰা খাত বা বিলাতৰ আকাৰ আছিল বৰ ডাঙৰ আৰু বিভিন্ন স্থানত তেওঁলোকে এনে ধৰণে খাত-বিলাত পাইছিল। ৰজাঘৰীয়া অন্যান্য সদস্যসকলে যি মঞ্জুৰি পাইছিল তাক বোলা হৈছিল মেল। ৰাজপৰিয়ালৰ মহিলাসকলেও মেল লাভ কৰিছিল।

আহোমৰ উচ্চশ্ৰেণীসমূহ গোহাঁই আৰু গগৈ নামৰ দুটা ভাগত ভাগ কৰা হৈছিল। এই লোকসকলে তেওঁলোকতকৈ নিম্ন বুলি গণ্য কৰা আহোমসকলৰ সৈতে বৈবাহিক সম্বন্ধ স্থাপনৰ পৰা নিজকে বিৰত ৰখা দেখা গৈছিল।

আহোমসকলৰ ভালেমান কৰতলতীয়া ৰজা আছিল আৰু আৰ্থিক অৱস্থা টনকিয়াল হোৱাৰ বাবে তেওঁলোককো অভিজাত শ্ৰেণী বুলি গণ্য কৰা হৈছিল। এনে ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যৰ ৰজাসকলে আহোমসকলক বছৰেকীয়া কৰ দিয়াৰ উপৰিও আৱশ্যক হ'লে যুঁজ আদিৰ সময়ত সৈন্য সৰবৰাহ কৰি ৰজাঘৰক সহায় কৰিছিল। দ্বিতীয়তে সমাজত যথেষ্ট উচ্চ তথা সন্মানীয় স্থান লাভ কৰিছিল পুৰোহিতসকলে। পুৰোহিতসকল আৰ্থিকভাৱেও যথেষ্ট সচ্ছল আছিল। ব্ৰাহ্মণ পুৰোহিতৰ উপৰিও ভালেসংখ্যক দেওধাই, বাইলুং আদি নামেৰে পৰিচিত আহোম পুৰোহিতে সমাজত উচ্চ স্থান লভিছিল। আহোমৰ দিনত অন্যান্য মংগোলীয় জনজাতীয় ফৈদৰ ভালেমান পুৰোহিতো আছিল। এনে আটাইবোৰ পুৰোহিতে পাইক খটাৰ পৰা ৰেহাই পাইছিল। আহোম স্বৰ্গদেউসকলে ভালেমান ব্ৰাহ্মণ পুৰোহিতক মাটিবাৰী দিও প্ৰতিষ্ঠা কৰিছিল। সেইদৰে বৈষ্ণৱ সত্ৰসমূহ প্ৰতিষ্ঠাৰ ক্ষেত্ৰতো কোনো কোনো আহোম ৰজাই যথেষ্ট উৎসাহ প্ৰদান কৰা দেখা গৈছিল। এনে সত্ৰসমূহে আহোম ৰজাঘৰৰ আশীষধন্য হৈ আৰ্থিকভাৱেও যথেষ্ট উপকৃত হৈছিল। কালক্ৰমত কোনো কোনো সত্ৰাধিকাৰ বিশাল সা-সম্পত্তিৰ গৰাকী হৈ পৰিছিল। মোৱামৰীয়া বা মায়ামৰা সত্ৰৰ সত্ৰাধিকাৰজনক তেওঁৰ শিষ্যসকলে ৰজাতকৈও অধিক সন্মান কৰা দেখা গৈছিল। উল্লেখযোগ্য যে আহোম ৰজাসকল আছিল সামন্তবাদী আৰু এই সামন্তবাদী ৰজাসকলে গড়মূৰ, দক্ষিণপাট, আউনীআটী, কুৰুৱাবাহী আদি সত্ৰৰ ব্ৰাহ্মণ সত্ৰাধিকাৰসকলক যথেষ্ট সন্মান কৰিছিল যদিও তেনে সন্মান বা পৃষ্ঠপোষকতা মায়ামৰা বা মোৱামৰীয়া সত্ৰক কৰা নাছিল। মোৱামৰীয়া সত্ৰৰ মহন্ত সত্ৰাধিকাৰজন শূদ্ৰ হোৱাৰ বাবেই এইদৰে ৰজাঘৰৰ দ্বাৰা উপেক্ষিত হৈছিল। সেয়ে যথেষ্টসংখ্যক জনবল আৰু বাহুবল থকা মোৱামৰীয়া শিষ্যসকলে আহোমৰ বিৰুদ্ধে অস্ত্ৰ লৈছিল। (অৱশ্যে কেৱল মাত্ৰ এটা কাৰণতে মোৱামৰীয়া বিদ্ৰোহ হৈছিল বুলিলেও ভুল হ'ব। আনহাতেদি, আহোম ৰাজ পৰিয়ালত হিন্দু ধৰ্মৰ প্ৰভাৱ বিস্তাৰিত হোৱাত ব্ৰাহ্মণ পুৰোহিতসকলৰ প্ৰতি পৃষ্ঠপোষকতা আৰু সন্মান যে বৃদ্ধি হৈছিল সেইটো ধ্ৰুৱ। প্ৰকৃতপক্ষে, আহোমৰ দিনত উচ্চ আসন বা পদবী আদি লাভ কৰা হিন্দু লোকসকলৰ ভিতৰত ভালেমান ব্ৰাহ্মণ, কায়স্থ, গণক আৰু কলিতা লোক আছিল। ইয়াৰ বাহিৰেও কোচ, কেউট, বৰীয়া বা সূত, নাথ বা যোগী আদি জনগোট আছিল। আহোমসকলৰ দিনত সৰহসংখ্যক কোচ লোকে ব্ৰহ্মপুত্ৰ উপত্যকাত বাস কৰিছিল আৰু তেওঁলোক তেতিয়াও জনজাতীয় পৰ্যায়তেই আছিল। অৱশ্যে কোচ ৰাজ পৰিয়ালসমূহত শিক্ষা-দীক্ষাৰ মান যথেষ্ট বৃদ্ধি পাইছিল। কেওটসকলৰ কোনো কোনো লোক আছিল কৃষক বা হালোৱা আৰু তেওঁলোকৰ মাজত মাছমৰীয়া তথা জালোৱা লোকৰ সংখ্যাধিক্য দেখা গৈছিল। যোগীসকলৰ কিছুসংখ্যক লোক আছিল তান্ত্ৰিক। অসমত ভালেমান পাট সূতা কাটি কাপোৰ বোৱা যোগী লোক আছিল। এনে যোগী লোকক বোলা হৈছিল 'কাটনী'। অৱশ্যে তেওঁলোকৰো প্ৰধান জীৱিকা আছিল কৃষি। প্ৰকৃতপক্ষে অসমত আহোম যুগত বসবাস কৰা অনা-আহোম লোকসকলক বহলভাৱে দুভাগে বিভক্ত কৰিব পাৰি— নৈষ্ঠিক জাতি আৰু বৃত্তিমূলক জাতি। নৈষ্ঠিকসকলৰ ভিতৰত পুৰোহিত শ্ৰেণী আৰু সত্ৰসমূহক ধৰিলে অন্যান্যসকলক থোৰতে বৃত্তিমূলক বুলিব পাৰি। ওপৰত উল্লেখ কৰা বৃত্তিমূলক জনগোটসমূহৰ উপৰিও আহোম যুগৰ বৃত্তিমুলক অনা-আহোম শ্ৰেণীৰ ভিতৰত তাঁতী, বণিয়া, হীৰা, সোণোৱাল, তেলী, হাড়ি আদিও পৰে। তদুপৰি কটকী, খাউণ্ড, ৰাজখোৱা, ফুকন, বৰুৱা আদি পদতো ভালেমান অনা-আহোম লোকক নিযুক্তি দিয়া হৈছিল। সমাজত বিশেষ সমাদৰ পাইছিল কায়স্থ আৰু

কলিতাসকলেও। কলিতাসকল আছিল শিক্ষা-দীক্ষা লাভ কৰা আৰু সকলো কামতে আগবঢ়া লোক। ইয়াৰ উপৰিও সেই যুগত বসবাস কৰা কুমাৰ, কমাৰ, ধোবা, নাপিত, তাঁতি, সোণোৱাল, কঁহাৰ, মালী আদি বিভিন্ন বৃত্তিধাৰী ভালেমান অনা-আহোম লোকেও বসবাস কৰিছিল। বহুসংখ্যক লোক আছিল কৈৱৰ্ত। মাছ মৰাটো জীৱিকা হিচাপে গ্ৰহণ কৰা এই লোকসকলে কৃষি সম্প্ৰসাৰণৰ বাবেও যথেষ্ট মনোনিবেশ কৰিছিল। ইয়াৰ উপৰিও আহোম ৰাজ্যলৈ চুবুৰীয়া তিব্বত, বৰ্মা, চীন, দক্ষিণ-পূব এছিয়া, দক্ষিণৰ সাগৰীয় অঞ্চল আদিৰ পৰাও বুজনসংখ্যক লোক আহিছিল আৰু কালক্ৰমত তেওঁলোক আহোম সমাজৰ অংশবিশেষ হৈ পৰিছিল। বিশেষকৈ পূব দিশৰ পৰা মংগোলীয় জনগোষ্ঠীৰ লোকসকল যেনে খামতি, ফাকিয়াল, আইতনীয়া, তুৰুং আদি বহুলোকে এই ৰাজ্যত বসবাস কৰা জনজাতীয় লোকৰ সংখ্যা বৃদ্ধি কৰিছিল। এওঁলোক আছিল বৌদ্ধ ধৰ্মাৱলম্বী আছিল। তদুপৰি অসমৰ উপত্যকা আৰু পাহাৰীয়া অঞ্চলত আছিল অকা, আদি বা আবৰ, খাছি, ছিনটেং, গাৰো, ডিমাচা, বড়ো, সোণোৱাল কছাৰী, ডফলা, দেউৰী-চুতীয়া, মিকিৰ, মিজু, ৰাভা, লালুং, নগাসকলৰ ভালেমান ভিন ভিন ফৈদৰ লোক, মিচিং, কাৰ্বি আৰ্লেঙ, টাগিন, আপাটানি, ছেৰদুকপেন মনপা আদি বহুতো লোক আৰু তেওঁলোকৰ প্ৰত্যেকৰে একো একোটা নিজস্ব সমাজ ব্যৱস্থাও আছিল।

আহোম যুগৰ সমাজখন আছিল সামন্তবাদী আৰু সেইমৰ্মে ইয়াক মূলতঃ দুইভাগে বিভক্ত কৰিব পাৰি— সম্ভ্ৰান্ত শ্ৰেণী আৰু সাধাৰণ প্ৰজা। কিন্তু সম্ভ্ৰান্ত শ্ৰেণীটোও প্ৰকৃতপক্ষে মাটিৰ গৰাকী নাছিল। মাটিৰ মালিক আছিল ৰজা আৰু ৰজাই ৰাজবিষয়াকে ধৰি সম্ভ্ৰান্ত লোকসকলক ভূ-সম্পত্তি বা পাইকৰ ওপৰত বিষয়ভোগ কৰাৰ স্বত্ব দিছিল। মাটিবোৰ যিহেতু কাৰো ব্যক্তিগত সম্পত্তি নাছিল সেয়ে আৱশ্যক হ'লে ৰজাই তেনে মাটি পুনৰ বিতৰণৰ বাবে ল'ব পাৰিছিল। অৱশ্যে আহোম বংশধৰ উচ্চ বৰ্গৰ বিষয়াসকলে পূৰ্বচৰ্ত হিচাপে লাভ কৰা মাটিত ৰজাই হাত দিব নোৱাৰিছিল। সামন্তবাদী সম্ভ্ৰান্ত লোকসকলে প্ৰয়োজন অনুসৰি ৰজাক পাইকেৰে সহায় কৰিছিল। আহোমৰ সম্ভ্ৰান্ত লোকসকল আৰু হিন্দু উচ্চ শ্ৰেণীৰ লোকসকলে যিসকলক সমাজৰ নিম্নশ্ৰেণীৰ বুলি গণ্য কৰিছিল, তেনে লোকৰ সৈতে যথেষ্ট ব্যৱধান ৰাখি চলিছিল। জোতা পিন্ধা, দোলাত উঠা, কাঠৰ পালেং ব্যৱহাৰ কৰা, আঁঠুৱা তৰা আদিৰ ক্ষেত্ৰত নিম্ন শ্ৰেণীৰ লোকৰ ওপৰত বাধা আৰোপ কৰা হৈছিল। উচ্চ শ্ৰেণীৰ লোকে সোঁকান্ধত চাদৰ লৈছিল। নিম্নশ্ৰেণীৰ লোকে চাদৰ ল'ব খুজিলে বাঁও কান্ধতহে ল'ব পাৰিছিল। তেওঁলোকে খোজকাঢ়ি ফুৰিছিল আৰু বস্তু কঢ়িয়াৰ লাগিলে নিজ কান্ধত কঢ়িয়াই নিছিল। সাধাৰণ লোকক কেতিয়াবা অৰ্থৰ বিনিময়ত দোলা ব্যৱহাৰৰ অনুমতি দিয়া হৈছিল। তেওঁলোকে বাঁহৰ চচালিত শুব পাৰিছিল। সম্ভ্ৰান্তসকলে দোলা ব্যৱহাৰ কৰিছিল। ৰজাৰ অনুমতি লৈ তেওঁলোকে ঘোঁৰাত উঠিবও পাৰিছিল। সেইদৰে তেওঁলোকে কেকোৰা দোলা আৰু গোঁসাই মহন্তই খাটিলা দোলা ব্যৱহাৰ কৰিছিল।

সমাজৰ উচ্চ বা অভিজাত শ্ৰেণীৰ পৰৱৰ্তী স্তৰৰ লোকসকল আছিল অপাইকান চমুৱা। উচ্চ বংশজাত আহোম আৰু উচ্চ বৰ্ণৰ হিন্দু লোকসকল এই শ্ৰেণীৰ অন্তৰ্গত আছিল। এওঁলোকে পাইক খটাব পৰা অব্যাহতি পাইছিল। এওঁলোক আছিল মধ্যবিত্ত লোক আৰু এওঁলোকৰ পৰাই উচ্চ পদৰ বিষয়া নিযুক্ত কৰা হৈছিল। আনহাতেদি আহোম ৰাজ্যৰ অধিক সংখ্যক লোক আছিল কৃষক-কাৰিকৰ আৰু তেওঁলোকে বাধ্যতামূলকভাৱে পাইক খাটিব লাগিছিল। পাইকসকলে আৱশ্যক বোধে কৃষক, বনুৱা আৰু ৰণুৱা হিচাবে খাটিবলৈ বাধ্য হৈছিল। অৱশ্যে পাইকসকলৰো দুটা ভাগ আছিল— কাঁড়ী আৰু চমুৱা, কাঁড়ীসকল আছিল বাধ্যতামূলকভাৱে কায়িক শ্ৰম কৰা পাইক আৰু যিসকল পাইকে নিৰ্দিষ্ট পৰিমাণৰ টকা-পইচা দি পাইক খটাৰ পৰা অব্যাহতি লয় সেইসকল আছিল চমুৱা পাইক। ইয়াৰ বাহিৰেও মন্দিৰলৈ আগবঢ়োৱা পাইকসকলক দেৱলীয়া পাইক বোলা হৈছিল। এনে পাইকক মন্দিৰলৈ দান দিয়া হৈছিল বাবে তেওঁলোকে পূজাৰী আৰু মন্দিৰৰ হকে যিকোনো কাম কৰিবলৈ বাধ্য আছিল।

আহোমৰ সমাজত দাস প্ৰথা আছিল। এওঁলোকৰ বাবে পাইক খটা বাধ্যতামূলক নাছিল। গৰাকী ভেদে দাস-দাসীসকলে কেতিয়াবা ভাল আৰু কেতিয়াবা দুৰ্ব্যৱহাৰ

পাইছিল। সাধাৰণতে এনে দাসশ্ৰেণীটো শোষণৰ বলি হৈছিল। মুকলি বজাৰত বেচা-কিনা চলিছিল। এওঁলোকক বেচা-কিনাৰ বাবে নিৰ্দিষ্ট বজাৰ নাছিল। উচ্চ বৰ্ণৰ কৰ্মঠ দাস এজনৰ মূল্য আছিল ২০ টকা আৰু দাসী তথা বেটিৰ মূল্য সাধাৰণতে ৩ টকা আছিল। ভাল কামিলা দাসীৰ মূল্য কেতিয়াবা ১২ টকা হৈছিলগৈ। চুবুৰীয়া দেশ যেনে, বংগ, ভূটান বা ব্ৰহ্মলৈ বেহা-বেপাৰৰ বাবে পঠিওৱা সা-সামগ্ৰীৰ ভিতৰত দাস-দাসীও আছিল। দাস-দাসীৰ স্বাধীনতা নাছিল। গৰাকীৰ আদেশমতে তেওঁলোকে চলিব লাগিছিল। ইয়াৰ বাহিৰেও কেতবোৰ লোক আছিল বন্ধা বা বন্ধুৱা। এই লোকসকলে চহকী লোকৰ ওচৰত নিজকে বন্ধক থৈ তেওঁলোকৰ পৰা টকা-পইচা ধাৰে লৈছিল আৰু যিমান দিনলৈকে সেই ধৰি সুজিব নোৱাৰে তেতিয়ালৈকে এই লোকসকলে ধাৰ দিয়াজনৰ ওচৰত বন্ধা হিচাবে খাটিব লাগিছিল। এনে লোকৰ সৰহসংখ্যকেই ধাৰ সুজিবলৈ অক্ষম হৈ দাসত পৰিণত হোৱা দেখা গৈছিল। টকা-পইচাৰ মাধ্যমেৰে কৰ দিবলগীয়া ব্যৱস্থা হোৱাত বহুলোকে এইদৰে ধাৰ কৰি কৰ দিছিল আৰু ফলস্বৰূপে কিছুদিন বন্ধা হৈ থাকি পিছলৈ দাসত পৰিণত হৈছিল। অধিক ক্ষেত্ৰতে দাস-দাসীৰ জীৱন পাইকতকৈ অধিক দুৰ্বিষহ আছিল। বাধ্যতামূলক হিচাবে কায়িক পৰিশ্ৰম কৰিবলগীয়া হোৱা পাইকৰ কিছু পৰিমাণে হ'লেও স্বাধীনতা আছিল। তেওঁলোকে কেতিয়াবা একগোট হৈ নিজ নিজ বিষয়াক পদৰ পৰা আঁতৰাই আন বিষয়া নিৰ্বাচিত কৰিবও পাৰিছিল। কিন্তু দাস-দাসীৰ ক্ষেত্ৰত এনে স্বাধীনতা অলীক সপোনৰ তুল্য আছিল। অসমত দাস-দাসীৰ সংখ্যা আছিল যথেষ্ট। ডেভিড স্কটে অকল কামৰূপতেই ১২০০০জন দাস মুকলি কৰিছিল যেতিয়া সমগ্ৰ অসমত কিমান দাস আছিল সেই কথা সহজে অনুমেয়।

আহোম যুগত মহিলাৰ স্থান উচ্চ আছিল। কন্যা সন্তানক পিতৃ-মাতৃ আৰু পৰিয়ালৰ লোকে মৰমেৰে তুলি তালি ডাঙৰ কৰিছিল। তেওঁলোকক বিদ্যাদানৰ ব্যৱস্থাও আছিল। আহোম যুগৰ মহিলাৰ ৰাজনৈতিক জ্ঞান আৰু সাহৰ বহু দৃষ্টান্ত বুৰঞ্জীসমূহে উল্লেখ কৰিছে। শিৱসিংহ ৰজাৰ 'ছত্ৰভংগ যুগ' পৰাত তেওঁৰ পত্নী ফুলেশ্বৰীক বৰৰজা পতা হৈছিল। বিদ্যানুৰাগী ফুলেশ্বৰী বৰৰজাই ৰাজ্যত শিক্ষা বিস্তাৰৰ বাবে কেইবাখনো টোল স্থাপন কৰিছিল। ৰংপুৰতো তেওঁ এখন পঢ়াশালি পাতিছিল। ছোৱালীবিলাকৰ কাৰণেও তেওঁ লিখা পঢ়া আৰু বোৱাকটা শিকাৰ ব্যৱস্থা কৰি দিছিল। তেওঁৰ মৃত্যুৰ পিছত আন দুগৰাকী কুঁৱৰী অম্বিকা তথা মদাম্বিকা আৰু সৰ্বেশ্বৰী তথা অনাদৰীও বৰৰজা হৈছিল। এওঁলোকে স্থাপত্য আৰু সাহিত্যৰ পৃষ্ঠপোষকতা কৰি সুনাম আৰ্জিছিল। চন্দ্ৰকান্ত সিংহৰ দিনত ৰাজমাৱেও ৰাজনীতিত উল্লেখযোগ্য ভূমিকা লৈছিল। মূলা গাভৰু, নাংবকলা গাভৰু, জয়মতী কুঁৱৰী আদি বীৰাংগনা নাৰীৰ সাহস আৰু দেশপ্ৰেমৰ কাহিনীৰেও অসম বুৰঞ্জী সমৃদ্ধ গৈছে। মোৱামৰীয়া বিদ্ৰোহকালত ৰাধা-ৰুক্মিণীয়ে যুদ্ধক্ষেত্ৰত প্ৰদৰ্শন কৰা অতুলনীয় পাৰদৰ্শিতায়ো সকলোকে স্তম্ভিত কৰিছিল। অসমীয়া মহিলাই চোৰাংচোৱাৰ কামো অতি সুচাৰুৰূপে কৰিছিল বুলি বুৰঞ্জীয়ে কয়। আহোম যুগৰ মহিলা বোৱা-কটাত অতি পাৰ্গত আছিল, বোৱা-কটা নজনা মহিলাক সমাজে 'থুপুৰী' বুলি উপহাস কৰিছিল। মোমাই-তামুলী বৰবৰুৱাই প্ৰত্যেকগৰাকী মহিলাৰ বাবে বোৱা-কটা কাম বাধ্যতামূলক কৰাটোও মনকৰিবলগীয়া। সেই যুগৰ শিপিনীসকলে কপাহী, পাট, মুগা, এড়ী আদি সূতা নিজ হাতে কাটি কাপোৰ বৈ নিজ পৰিয়ালৰ প্ৰয়োজনীয় সাজপাৰ নিজেই প্ৰস্তুত কৰিছিল। পাট কাপোৰৰ ওপৰত গুণাৰ কাম, কিংখাপ, মেজাংকৰী কাপোৰ, কপাহী কাপোৰ, মুগাৰ কাপোৰ, এড়ী চাদৰ আদি আছিল তেওঁলোকৰ উৎকৃষ্ট শিল্পৰ নমুনাস্বৰূপ। ইয়াৰ উপৰিও অসমীয়া মহিলাই নাঙলেৰে হালবোৱাৰ বাহিৰে খেতিৰ অন্যান্য সকলোবোৰ কামেই কৰিছিল। সন্তানৰ প্ৰতিপালন, ৰন্ধা বঢ়াকে ধৰি গৃহস্থালিৰ যাৱতীয় সকলো কাম আদি কৰাৰ উপৰিও তাঁতৰ কাম, বাঁহ-বেতৰ কাম, মৌ-পালন, পশু পালন আদি নানাবিধ কামত সেই যুগৰ মহিলাসকলক সদায়েই ব্যস্ত হৈ থকা দেখা গৈছিল। কোনো কোনো মহিলাই বাৰীৰ পাণ-তামোলৰ পোহাৰ দি বা মাছ আদিৰ বেপাৰ কৰি একোটা পৰিয়াল পুহিবলৈ সক্ষম হৈছিল। কোনো কোনো দৰিদ্ৰ মহিলাই চহকী লোকৰ ঘৰত দাসী বা বেটি হিচাবেও কাম কৰিছিল। একোগৰাকী দাসী ৩ টকাৰ পৰা ১২ টকা দৰত বিক্ৰী হৈছিল বুলি আগেয়ে উল্লেখ কৰা হৈছে। সমাজত বহু পত্নী বিবাহৰ

প্ৰচলন আছিল। বৰ্ণহিন্দুৰ বাহিৰে আন সমাজৰ বিধৱা বিবাহৰ প্ৰচলন আছিল। বৰ্ণ হিন্দু পৰিয়ালত বাল্যবিবাহৰ প্ৰচলনো দেখা গৈছিল। জনজাতীয় সমাজত কন্যাৰ বিবাহত গা-ধন দিয়া হৈছিল। আহোমৰ দিনত মূলতঃ জনজাতীয় চৰিত্ৰ থকা উজনি অসমত মহিলাৰ স্থান ভাৰতৰ অন্য ঠাইতকৈ তুলনামূলকভাৱে অতি উচ্চ আছিল বুলি ক'ব লাগিব। মিৰজুমলাৰ অসম অভিযানকালত তেওঁৰ লগত অহা ছিহাবুদ্দিন তালিছে অসমীয়া মহিলাই পৰ্দা প্ৰথা নামানি মুকলিমূৰীয়াকৈ বাটে-পথে ওলোৱাৰ বিষয়ে উল্লেখ কৰাটো মন কৰিবলগীয়া। আহোম যুগত মন্দিৰত নটীসকলে সেৱা আগবঢ়াইছিল। তেওঁলোকৰ এনে কাম সন্মানজনক বুলি বিবেচিত হৈছিল। আহোম যুগৰ জনজাতীয় সমাজতো মহিলাৰ স্থান উচ্চ আছিল। জনজাতিৰ মাজতো মহিলাসকলে বোৱাকটাত বিশেষ পাৰদৰ্শিতা দেখুৱাইছিল। জনজাতীয় সমাজতো বহু বিবাহৰ প্ৰচলন আছিল।

আহোমৰ মাজত চকলং প্ৰথাৰে বিয়া হয়। দৰাচলতে 'চকলং' আহোম শব্দ আৰু ইয়াৰ মানে হ'ল বিয়া বা বিবাহ। যিসকল আহোম লোকে হিন্দু ধৰ্ম লৈছিল তেওঁলোকে হোম পুৰি বিয়া কৰাইছিল। মন গ'লে তেওঁলোকেও চকলং কৰাত কোনো বাধা নাছিল। ৰজা বা ৰাজকোঁৱৰসকলে দৰা সাজি কইনা ঘৰলৈ বিয়া পাতিবলৈ নগৈছিল। কন্যাকহে ৰাজ হাউলিলৈ আনি বিবাহ কাৰ্য সমাধা কৰা হৈছিল। ৰাজকন্যা বা অন্য আহোম কন্যাৰ ক্ষেত্ৰত চকলং কইনা ঘৰতহে হৈছিল। ৰজাই সাধাৰণতে সাতঘৰীয়া আহোম পৰিয়ালৰ কন্যা বিয়া কৰাইছিল। কোনো কোনো ক্ষেত্ৰত ৰজাই অনা-আহোম কন্যাও বিয়া কৰাই কুঁৱৰী পাতিছিল। এনে ক্ষেত্ৰত ৰজাই নিজ ইচ্ছামতে কেতিয়াবা চকলং আৰু কেতিয়াবা হোম পুৰি বিয়া কৰোৱা দেখা গৈছিল। চকলং বিয়াত কন্যাৰ সাত-পুৰুষৰ বুৰঞ্জী পাঠ কৰিব লাগিছিল। কোনো কোনো সূত্ৰমতে দৰা আৰু কন্যা উভয়ৰে সাত-পুৰুষৰ বুৰঞ্জী পাঠ কৰাৰ নিয়ম আছিল।

প্ৰাচীন বুৰঞ্জী জনা ফুকন বা বৰুৱা এজনে এনেদৰে সাত-পুৰুষৰ বুৰঞ্জী পাঠ কৰিছিল। ৰজাৰ জীয়েকৰ চকলং হ'লে বুৰঞ্জী কোৱাজনে দৰাৰ পিতৃ, ককাক আদি সাতপুৰুষ কোন কোন ৰজাৰ দিনত কি কি কাম কৰিছিল সেই বৃত্তান্ত দিব লাগিছিল। উল্লেখযোগ্য যে, বংশ পৰম্পৰা বা সম্বন্ধৰ বিচাৰ নকৰি নিজ বংশৰ ভিতৰতে কোনো যুৱক-যুৱতীৰ প্ৰণয় ঘটিলে তাক অবৈধ বুলি বিবেচনা কৰি সমাজচ্যুত কৰাৰ নিয়ম আছিল। এনে লোকৰ সতি-সন্ততিকো সামাজিক মৰ্যাদাৰ পৰা বঞ্চিত কৰা দেখা গৈছিল। সেইদৰে একে চমুৱা খেলৰ মাজতো বিবাহ নিষিদ্ধ আছিল।

আহোমৰ দিনত বিভিন্ন সাজপাৰৰ সমন্বয় ঘটিছিল। অসমলৈ অহাকালত আহোম পুৰুষে ক'লা ৰঙৰ নৰাচোলা, লুংগী পিন্ধিছিল। কিন্তু চুহুংমুং ৰজাই বাৰভূঞাসকলক বশ কৰাৰ পিছত তেওঁলোকৰ হাঁচতি, টঙালি আৰু বচোৱাল ব্যৱহাৰ কৰিবলৈ লয়। হাঁচতি হ'ল তামোল-পাণ বন্ধা ৰুমাল, টঙালি বা টংগালি হ'ল কঁকালত বন্ধা কাপোৰ বা পেটী আৰু বচোৱাল মানে চুৰিয়াৰ ওপৰত মেৰাই কঁকালত টঙালিৰে বন্ধা কপাহী কাপোৰ। এই কাপোৰখন আঁঠুলৈকে ওলোমা দৈৰ্ঘ্যৰ আছিল। তেওঁলোকৰ নৰাচোলা আছিল গা চুটি আৰু হাত দীঘল। লুংগীৰ বাহিৰে তেওঁলোকে কেতিয়াবা ক'লা ৰঙৰ চুৰিয়াও পিন্ধিছিল। ৰজাই ভৰিৰ সৰু গাঁঠিলৈকে ওলোমা চুৰিয়া পিন্ধিছিল। সম্ভ্ৰান্ত আহোম লোকে আঁঠুৰ তললৈকে ওলোমা চুৰিয়া, সোঁকান্ধত চাদৰ আৰু গাত চোলা পিন্ধি মূৰত পাগুৰি মাৰিছিল, পিছলৈ আহোম আৰু স্থানীয় লোকৰ সাজ-পাৰত সমন্বয় ঘটাত আহোম ডা-ডাঙৰীয়াসকলে 'কুনমিন-কুনখা' পিন্ধিবলৈ লয়। 'কুন-মিন' হ'ল এটা দীঘল কোট আৰু পাগ বা পাগুৰি আৰু 'কুনখা' হ'ল বচোৱাল আৰু টঙালি। কিন্তু সাধাৰণ প্ৰজাই ডা-ডাঙৰীয়াসকলৰ দৰে আঁঠুৰ তললৈ ওলোমা চুৰিয়া পিন্ধাটো নিষিদ্ধ আছিল। তেওঁলোকৰ বাবে ধাৰ্য আছিল আঁঠুৰ ওপৰলৈকে পিন্ধা চুৰিয়াহে। চাদৰ ল'ব খুজিলে তেওঁলোকে বাঁও কান্ধতহে ল'ব পাৰিছিল— উচ্চ শ্ৰেণীৰ দৰে সোঁকান্ধত নহয়। মূৰত পাগৰ সলনি গামোচা মাৰিছিল। জাৰৰ দিনত এড়ী চেলেং গাত মেৰিয়াই লৈছিল। আহোম যুগৰ-মহিলাই মেখেলা, চাদৰ আৰু ৰিহা পিন্ধিছিল। ৰিহা পিন্ধা নিয়মটো আহোম যুগৰ পৰাহে প্ৰচলন হৈছিল। অসমৰ বাহিৰে ভাৰতৰ অন্যান্য অংশত ৰিহাৰ প্ৰচলন চকুত নপৰে। কথিত আছে যে ৰুদ্ৰসিংহ ৰজাৰ দিনৰ পৰাহে অসমত ৰিহা ব্যৱহাৰৰ প্ৰচলন হয়। পিছলৈ অনা-আহোম মহিলাৰ মাজতো

ৰিহাই যথেষ্ট সমাদৰ লাভ কৰে। সম্ভ্ৰান্ত পৰিয়ালৰ মহিলাসকলে পাট, মুগা, মেজাংকৰী, কিংখাপ, গুণা বছা পাটৰ সাজ পৰিধান কৰিছিল। জাৰৰ দিনত ধুনীয়া গুণা বা গৰম কাপোৰ গাত লৈছিল। এনে সাজপাৰত অপূৰ্ব কাৰুকাৰ্য দেখা গৈছিল। সাধাৰণ পৰিয়ালৰ মহিলাই কপাহী কাপোৰ পিন্ধিছিল। তেওঁলোকে সোণৰ গহনা পিন্ধিব নোৱাৰিছিল। তাম, পিতল, কাঠ, বাঁহ আদিৰ গহনাহে তেওঁলোকৰ বাবে ধাৰ্য আছিল। অসমৰ থলুৱা আৰু জনজাতীয় মহিলাই মেখেলাখ বুকুত পিন্ধি মেঠনি মাৰিছিল। সোণ-ৰূপৰ গহনা সম্ভ্ৰান্ত পৰিয়ালৰ পুৰুষ আৰু মহিলা উভয়ৰে মাজত জনপ্ৰিয় আছিল। ৰূপতকৈ সোণৰ ব্যৱহাৰহে তেওঁলোকে কৰিছিল। বাখৰ-পতোৱা গহনাৰো যথেষ্ট সমাদৰ আছিল। কেৰু, মণি, থুৰীয়া, গামখাৰু, আঙঠি, মালা আদি গহনা স্থানীয়ভাবে নিৰ্মিত হৈছিল। আহোমৰ দিনত জাপিৰ ব্যৱহাৰ মনকৰিবলগীয়া। সোণ, ৰূপ আদিৰে কাৰুকাৰ্যখচিত জাপিসমূহ সন্মানৰ প্ৰতীক আছিল। এনে জাপি ডা-ডাঙৰীয়াসকলেহে ব্যৱহাৰ কৰিব পাৰিছিল। তেওঁলোকে ৰজাৰ সন্মুখতো জাপি পিন্ধাৰ অনুমতি পাইছিল। কেতিয়াবা ডাঙৰীয়াসকলতকৈ নিম্ন কোনো বিষয়াই ভাল কাম কৰিলে ৰজাই তেওঁলোক সোণ বা ৰূপৰ চুলা লগোৱা জাপি পিন্ধিবলৈ অনুমতি দিছিল। সম্ভ্ৰান্ত পৰিয়ালৰ মহিলায়ো কাৰুকাৰ্যখচিত জাপি ব্যৱহাৰ কৰিছিল। পণ্ডিতসকলৰ মতে জাপি মংগোলীয় জাতিৰ অৱদান আৰু ইয়াৰ জন্মস্থান হ'ল চীনদেশ। সম্ভ্ৰান্ত মহিলাই ৰাজপথেদি গ'লে দাসীসকলে তেওঁলোকক বৰ জাপিৰে আঁৰ কৰি নিয়াৰ নিয়ম আছিল। উল্লেখযোগ্য যে, আহোম যুগৰ শেষৰফালে সম্ভ্ৰান্ত মহিলাই 'জাকিত-চোলা' অৰ্থাৎ 'জেকট' আৰু ব্লাউজৰ ব্যৱহাৰ কৰিছিল। কামৰূপ অঞ্চলত শাৰীৰ প্ৰচলনো হৈছিল।

আহোম যুগৰ লোকে ভাত, নানাবিধ দাইল, মাহ, মাছ-মাংস, এৱা গাখীৰ, দৈ, গাখীৰৰ পৰা উৎপাদিত অন্যান্য খাদ্য, শাক-পাচলি, ফলমূল আদি ভক্ষণ কৰিছিল। হিন্দু ধৰ্ম গ্ৰহণ কৰাৰ পিছত গোমাংস অভক্ষ বুলি ধৰা হৈছিল। আহোমসকলে লাওপানী ব্যৱহাৰ কৰিছিল। পূৰ্বৰ দৰে আহোমৰ দিনতো কেঁচা তামোল আৰু পাণৰ বহুল প্ৰচলন আছিল। লোণ আছিল অতি দুষ্প্ৰাপ্য। শদিয়াত লোণৰ পুং আছিল যদিও তাৰে চাহিদা পূৰণ নহৈছিল। শদিয়াৰ লোণৰ পুং এজন বৰবৰুৱাই চোৱাচিতা কৰিছিল। আটাইতকৈ সৰহ লোণ পোৱা গৈছিল নগা পাহাৰত। সেয়ে নগাপাহাৰ আৰু কাছাৰৰ পৰা লোণ আমদানি কৰা হৈছিল। তদুপৰি আহোমসকলে যুঁজ কৰি নগাসকলৰ পৰা কেইবাটাও লোণৰ পুং কাঢ়ি লৈছিল। তথাপিও অসমত লোণৰ আমদানি সীমাবদ্ধ হোৱাত বহুতো লোকে লোণৰ সলনি কলাখাৰ ব্যৱহাৰ কৰিবলগীয়াত পৰিছিল। গৌৰীনাথ সিংহৰ দিনত অসমলৈ অহা কেপ্তেইন ওৱেলছে এই ৰাজ্যত আফু খেতিৰ প্ৰচলন কৰাত স্থানীয় লোকে কানি খাবলৈ শিকে। উল্লেখযোগ্য যে অসমৰ অধিকসংখ্যক লোক আমিষভোজী আছিল। জনজাতীয় লোকসকলে প্ৰায় সকলো জন্তুৰেই মাংস গ্ৰহণ কৰিছিল। সম্ভ্ৰান্ত ঘৰৰ ভোজনৰ বিলাসিতা সম্বন্ধে সমসাময়িক সাহিত্যয়ো বহুবোৰ তথ্য দাঙি ধৰিছে। ডাকৰ বচনত ৰন্ধন-প্ৰকৰণৰ অতি ধুনীয়া বৰ্ণনা সন্নিবিষ্ট হৈছে। ৰাজপ্ৰাসাদত ৰন্ধন-প্ৰকৰণৰ তদাৰকৰ বাবে চাংমাই বৰুৱা নামৰ এজন বিষয়া নিযুক্তি দিয়া হৈছিল। খাদ্য-বিলাসী কোচৰজাসকলৰ ৰজাঘৰীয়া ৰান্ধনিক বোলা হৈছিল চুপকাৰ। ছিহাবুদ্দিন তালিছৰ মতে আহোম ৰাজ্যৰ মানুহে ঘিউ প্ৰায় নাখাইছিল আৰু কোনো কোনো লোকে ঘিউৰ গোন্ধ একেবাৰেই সহ্য কৰিব নোৱাৰিছিল। আহোম লোকসকলে মুছলমানকে ধৰি সকলো জাতিৰ দ্বাৰা প্ৰস্তুত আহাৰ গ্ৰহণ কৰিছিল। কিন্তু হিন্দু উচ্চ বৰ্ণৰ লোকে নিম্ন বৰ্ণৰ লোকে ৰন্ধা আহাৰ নাখাইছিল। আহোম ৰজাসকলো যথেষ্ট খাদ্যবিলাসী আছিল। নানাপদ খাদ্য সম্ভাৰেৰে তেওঁলোকক নিতৌ ভোজন পৰিবেশন কৰাৰ নিয়ম আছিল। ভাত-দাইল, পাচলি আদি উমৈহতীয়া খাদ্যৰ উপৰিও তৰহে তৰহে আছাৰ, খৰিচা, খাৰ-খাৰলি, গাজ, বিভিন্ন ধৰণৰ টেঙা আদি খাই তেওঁলোকে তৃপ্তি পাইছিল। দৈ, চিৰা, কোমল চাউল, বিভিন্ন পিঠা-পনা, গোটকৰাই, সান্দহ, চিৰা, মুৰী আদিৰ প্ৰচলনো আছিল প্ৰচুৰ। আহোমসকলৰ খাদ্যত বিভিন্ন জাতি-উপজাতিৰ খাদ্যৰ সমন্বয় দেখা গৈছিল। আহোম ৰজাঘৰে বিভিন্ন জনজাতিৰ মুখীয়াল লোকক প্ৰায়ে ভোজ-ভাতেৰে আপ্যায়িত কৰিছিল। মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱত এই ধৰ্মাৱলম্বী

লোকৰ মাজত নিৰামিষ খাদ্যৰ প্ৰচলন হৈছিল। ৰজাঘৰকে ধৰি অন্যান্য সম্ভ্ৰান্ত লোকসকলে স্থানীয় লোকৰ দ্বাৰা প্ৰস্তুত বানকাঁহী, বানবাটি, মাইহাং আদি ব্যৱহাৰ কৰিছিল। আসনত বহি খুৰা লগোৱা কাঁহী-বাটিত তেওঁলোকে খাদ্য গ্ৰহণ কৰিছিল। দুখীয়া লোকে বাঁহৰ চাং সাজি তাৰ ওপৰত খাদ্য গ্ৰহণ কৰিছিল। আহোম ৰজা গদাধৰ সিংহই তৃপ্তিদায়ক আমিষ ভোজন পছন্দ কৰিছিল। বৈষ্ণৱসকলে নিৰামিষ খাদ্য খোৱাটো তেওঁৰ বৰ অপছন্দ আছিল। এনে খাদ্যই মানুহক সবল-সুস্থ কৰি ৰাখিব নোৱাৰে বুলি তেওঁৰ এটি বদ্ধমূল ধাৰণা আছিল।

আহোমসকলে আদিতে চাংঘৰত বাস কৰিছিল। ৰজাসকলেও কাঠ আৰু বাঁহৰ দুমহলীয়া চাংঘৰত থাকিছিল। পিচলৈ আহোমসকলে থলুৱা লোকৰ দৰে মাটিৰ ভেটি তুলি ঘৰ সাজিবলৈ লয়। ৰজাসকলে পিছলৈ পকীঘৰ সাজিছিল। উল্লেখযোগ্য যে ৰজাৰ বাহিৰে আন লোকে পকীঘৰঁৰ সজাব নোৱাৰিছিল। ইটাৰে ৰাজকাৰেং নিৰ্মাণ কৰা প্ৰথম আহোম ৰজা আছিল ৰুদ্ৰসিংহ। বৰাহী আৰ্হিৰে ৰাজকাৰেঙটো দুটুপীয়াকৈ সজা হৈছিল। ডাঙৰীয়াসকলে তেওঁলোকৰ বাসগৃহত এটা টুপহে লগাব পাৰিছিল। অসম অভিযানলৈ অহা মিৰজুমলাই আহোমৰ কাঠেৰে নিৰ্মিত ৰাজকাৰেঙৰ এনে কাৰুকাৰ্য ভূয়সী প্ৰশংসা কৰি গৈছে। ছিহাবুদ্দিন তালিছে কাঠৰ এনে কাৰুকাৰ্য পৃথিৱীৰ ক'তো নাই বুলি কৈছিল। অৱশ্যে ৰুদ্ৰসিংহৰ দিনৰ পৰা ইটাৰে নিৰ্মিত কাৰেংঘৰসমূহত ক্ৰমান্বয়ে পাচী-মুঘল স্থাপত্যৰ ছাঁ পৰা দেখা গৈছিল।

আহোমসকলে খেল-ধেমালি বৰ ভাল পাইছিল। খেল-ধেমালিসমূহ চাবলৈ ৰুদ্ৰসিংহই শালকাঠেৰে ৰংঘৰ সাজিছিল। প্ৰমত্তসিংহৰ দিনত ইটাৰে দুমহলীয়া ৰংঘৰ সজা হৈছিল। ৰংঘৰৰ সন্মুখত থকা ৰূপহী পথাৰত হোৱা খেল-ধেমালি চাবলৈকে এই ধৰণে ৰংঘৰ সজাৰ পৰাই আহোম ৰজাঘৰৰ খেল-ধেমালিৰ প্ৰতি থকা আকৰ্ষণৰ বিষয়ে এটি সম্যক ধাৰণা কৰিব পাৰি। ৰজা, ৰাজপৰিয়ালৰ আৰু ডা-ডাঙৰীয়াসকলে ৰংঘৰৰ ওপৰৰ পৰা খেলবোৰ উপভোগ কৰাৰ সুবিধা পাইছিল। পথাৰখনৰ চাৰিওকাষে গড় মৰা হৈছিল আৰু প্ৰজাসকলে এই গড়ত উঠি খেল-ধেমালি চাই ছিল। ৰাজ-অভিষেক উপলক্ষে এই পথাৰত সাতদিনলৈকে নানা খেল-ধেমালিৰ আয়োজন কৰা হৈছিল। হাতী যুঁজ, ম'হ যুঁজ, মাল যুঁজ, বাঘ-ভালুকৰ যুঁজ, বাঘ, ভালুক, হাতী আৰু ঘঁৰিয়ালৰ যুঁজ, শেন মেলা, শেন আৰু কণুবাৰ যুঁজ, বাঘ আৰু বৰা গাহৰিৰ যুঁজ, দঁতাল গাহৰিৰ যুঁজ, বাঘ-ঘোঙৰ যুঁজ, কুকুৰা কণীৰ খেল, ঘোঁৰাদৌৰ, লাঠি খেল, তৰোৱাল খেল, কাঁড়খেল, নাওখেল আদি অতি জনপ্ৰিয় আছিল। গড়গাঁৱত থকা কালত ছিহাবুদ্দিন তালিছে কুকুৰা যুঁজ দেখি তবধ মানিছিল। দুটা যুঁজাৰু কুকুৰাৰ মাজত যুঁজ লাগিলে এটা নমৰালৈকে সেই যুঁজ চলিছিল। যুঁজ দিয়া কুকুৰাই কেতিয়াও যুঁজৰ মাজত পৃষ্ঠভংগ দি পলাই নগৈছিল। নাওখেল অনুষ্ঠিত হৈছিল নৈ বা পুখুৰীত আৰু ইয়াৰ বাবে চৰা নাও, পানচৈ, বৰনাও আদিৰ সমবেশ ঘটিছিল। সম্ভ্ৰান্ত পৰিয়ালসমূহৰ বাসগৃহত দবা, পাশা আৰু কড়িখেল অতি প্ৰিয় আছিল। উল্লেখযোগ্য ৰূপহী পাহাৰৰ বাহিৰেও উৎসৱ আদিত জীৱ-জন্তুৰ খেলবিলাক অন্য পথাৰতো আয়োজন কৰা হৈছিল। বলিয়া হাতীৰ যুঁজত, মাউতৰ জীৱন বিপদাপন্ন হোৱা দেখা গৈছিল।

আহোমৰ দিনত বৰ ধুমধামেৰে বিহু পতা হৈছিল। ৰুদ্ৰসিংহই সাতদিনীয়াকৈ উৎসৱ হিচাপে পালনৰ দিহা কৰিছিল। পিছলৈ বিহু উৎসৱটো সাতদিনীয়া উৎসৱ হিচাপে পালন কৰা হৈছিল। এই উপলক্ষে ৰজাই চুবুৰীয়া অঞ্চলৰ বহুসংখ্যক জনজাতীয় লোকক নিমন্ত্ৰণ কৰি আনিছিল যাতে তেওঁলোকে এই উৎসৱটো উপভোগ কৰিব পাৰে। তেতিয়াৰ পৰাই আহোম ৰাজ্যত 'সাতবিহু'ৰ প্ৰচলন হয়। সাধাৰণতে মাঘ বিহু আৰু ব'হাগ বিহু উপলক্ষে এনে ধৰণৰ খেল-ধেমালিৰ আয়োজন কৰা হয়। খেল-ধেমালিসমূহ সুকলমে আয়োজন আৰু পৰিচালনা কৰিবলৈ আহোম ৰজাই ৰঙিয়াল বৰুৱা, কুকুৰাচোৱা বৰুৱা, শেনচোৱা বৰুৱা আদি বিষয়া নিযুক্তি দিছিল।

নব বৈষ্ণৱ ধৰ্মৰ সম্প্ৰসাৰণৰ ফলত নামঘৰ বিলাকতো নানা ধৰণৰ ভাওনা, নাম-প্ৰসংগ, ৰাস যাত্ৰা আদি উৎসৱসমূহ মহা ধুমধামেৰে পালন কৰা হৈছিল। আহোমসকলে যিবিলাক ধৰ্ম উৎসৱ পালন কৰিছিল তাৰ ভিতৰত চোমদেউ, উমফা, চাইফা, চাইকাই, খনকখৱন, টেন, পূজা আদিৰ নাম বিশেষভাৱে উল্লেখনীয়। কিন্তু হিন্দু ধৰ্মত

দীক্ষিত হোৱা আহোম ৰজাসকলে পিচলৈ দুৰ্গাপূজা, শিৱৰাত্ৰি আৰু অন্যান্য পূজা-পাতলো অতি ধুমধামেৰে পালন কৰিবলৈ লৈছিল। উৎসৱ, পূজা আদিৰ বাবে বিভিন্ন বাদ্যযন্ত্ৰ আৰু নৃত্য-গীতৰ আয়োজন কৰাও হৈছিল। বিহুৰ সময়ত বিহুনাম, হুচৰি, বিহু নাচ, নাটক আদিৰ প্ৰতিযোগিতা আৰু প্ৰদৰ্শনে সমবেত ৰজা-প্ৰজা সকলোকে উৎফুল্লিত কৰি চৌদিশ উৎসৱমুখৰ কৰি তুলিছিল।

আহোমসকলে পোনতে শৱ দাহ নকৰি পুতি থৈছিল যদিও পিছলৈ হিন্দু ধৰ্মৰ প্ৰভাৱত তেওঁলোকেও শৱ দাহ কৰিবলৈ লয়। দুখীয়া শ্ৰেণীৰ লোকে কেতিয়াবা অলপ বয়বস্তুৰ সৈতে নাইবা সাধ্যই নুকুলালে একো নিদিয়াকৈ শৱদেহ মাটিত পুতি থৈছিল। কিন্তু ৰজা আৰু ডা-ডাঙৰীয়াসকলৰ ক্ষেত্ৰত শৱদেহ সংস্কাৰৰ নিয়ম-নীতি আছিল যথেষ্ট দীঘলীয়া। মৃত্যুৰ পিছতো যাতে তেওঁলোকৰ কষ্ট নহয় তাৰ বাবে শৱদেহৰ সৈতে বহু বাচন-বৰ্তন, সাজপাৰ আৰু খাদ্য-সামগ্ৰীকে ধৰি বিভিন্ন বয়বস্তু পুতি থোৱাৰ নিয়ম আছিল। আনেহে নালাগে ৰজা বা ডা-ডাঙৰীয়াসকলক সিপুৰীত সেৱা-শুশ্ৰূষা কৰিবলৈ কেইবাজনো পৰিচাৰককো জীয়াই জীয়াই মৰাশৰ সৈতে পুতি দিয়া হৈছিল। ৰুদ্ৰসিংহৰ দিনৰ পৰা এইদৰে মৃতকৰ সৈতে জীয়ালোকক সমাধি দিয়া নিয়ম ৰদ হয়। লক্ষ্মীসিংহৰ আদেশত ৰাজেশ্বৰ সিংহৰ শৱদেহ হিন্দুমতে সংস্কাৰ কৰি ছাইখিনি অলপ বয়-বস্তুৰে চৰাইদেউত সমাধিস্থ কৰা হৈছিল। এইজন ৰজাৰ হিন্দুমতে শ্ৰাদ্ধও হৈছিল। তেতিয়াৰে পৰা আহোম ৰাজপৰিয়ালত এই নিয়মৰ প্ৰচলন হ'বলৈ ধৰে। প্ৰকৃতপক্ষে বৰৰজা ফুলেশ্বৰীয়েহে পোনপ্ৰথমে আহোমসকলৰ মাজত শৱদেহ দাহ কৰাৰ প্ৰথা প্ৰচলন কৰিছিল বুলি জনা যায়।

আহোম ৰজাসকলে হিন্দু ধৰ্ম গ্ৰহণ কৰাৰ বহু পিছতহে শৱদাহ সংস্কাৰ আৰম্ভ হৈছিল। তাৰ পূৰ্বে ৰজাসকলৰ শৱদেহ কাঠৰ তক্তাৰে সজা এটা বিশেষ পেৰা বা বাকচত থোৱা হৈছিল। পেৰাটোক 'ৰুংগ-ডাংগ' বোলা হৈছিল। পেৰাটো ছ-চটা উৰিয়াম কাঠৰ তক্তাৰে সজা হৈছিল। ৰুংগ-ডাংগৰ ভিতৰত শৱদেহটো সুমাই দি লুখুৰাখন নামৰ এক বিশেষ খেলৰ আঠজন মানুহে ধৰাধৰিকৈ ইয়াক চাঙৰ পৰা তললৈ আনি সমাধিৰ বাবে নিৰ্দিষ্ট স্থানলৈ নিয়ে। ডা-ডাঙৰীয়া আৰু আত্মীয়-স্বজনে শাৰী পাতি শৱদেহৰ সৈতে যায়। বাইলুং পণ্ডিতে 'খনকখ্ৰন' পুথিৰ পৰা শ্লোক গাই মৃতকৰ আত্মাৰ সদগতিৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনায়। যি ঠাইত সমাধিৰ বাবে লৈ যোৱা ৰুংগ-ডাংগ থ'ব সেই ঠাইত শালকাঠৰ তক্তাৰে এটা ঘৰ সজা হয়। এই ঘৰটোক বোলা হৈছিল কাৰেংগ-ৰুংগ-ডাংগ। ঘৰটোত থকা এখন সুসজ্জিত পালেঙত শৱদেহটো পূবৰ দিশত মূৰ আৰু পশ্চিম দিশত ভৰি দি শুৱাই দি লুখুৰাখনকেইজন ওলাই আহে। তাৰ পিছত মৃতদেহক নতুন সাজপাৰ, আ-অলংকাৰ আদি পিন্ধাই চৰাইদেউ পাহাৰৰ মৈদামত সমাধিস্থ কৰা হয়। ৰজাই কেইবাবছৰলৈকে খাব পৰাকৈ খাদ্য সম্ভাৰ আৰু অন্যান্য লাগতিয়াল বয়বস্তু, জীয়া পৰিচাৰক আদিও সমাধিত পুতি দিয়া হয়। এনে সমাধি বা মৈদামবোৰ চোৰা-চিতা কৰিবলৈ মৈদামীয়া নামেৰে এটা বিশেষ 'খেল' আছিল। উল্লেখযোগ্য, অসমৰ জনজাতীয় লোকসকলৰ বিভিন্ন ধৰণৰ শৱ সংস্কাৰৰ নিয়ম-নীতি আছিল। এওঁলোকেও আদিতে মৃতদেহ পুতিছিল আৰু পিছলৈ বহুতে হিন্দু ধৰ্ম গ্ৰহণ কৰাৰ পিছত শৱদেহৰ অগ্নিসংস্কাৰ কৰিবলৈ লৈছিল।

আহোমৰ দিনত বৰ্তমান যুগৰ দৰে ৰাজহুৱা আৰু নিয়মীয়া শিক্ষা ব্যৱস্থা নাথাকিলেও বিভিন্ন উপায়েৰে সেইকালৰ ৰজাসকলে এইক্ষেত্ৰত আগ্ৰহ প্ৰদৰ্শন কৰা চকুত পৰিছিল। পঢ়া-শুনা জনা লোকক সমাজেও অতি সন্মান কৰিছিল। আহোম পণ্ডিতসকলৰ পঢ়াশালি, টোল, সত্ৰ আদিত শিক্ষাদানৰ সুব্যৱস্থা আছিল। বৰৰজা ফুলেশ্বৰীয়ে মহিলাৰ বাবে পঢ়াশালি স্থাপন কৰাৰ দৃষ্টান্তই আহোম ৰাজপৰিয়ালৰ জনশিক্ষাৰ প্ৰতি থকা আগ্ৰহৰে সাক্ষী দিয়ে। পুৰণি গুৰুকুল পদ্ধতিৰ শিক্ষা ব্যৱস্থাৰ সেইকালত প্ৰায় অৱলুপ্তি ঘটিছিল আৰু এনে ব্যৱস্থা এক সীমিতসংখ্যক ব্ৰাহ্মণৰ মাজতে সীমাবদ্ধ আছিল। এতিয়া গুৰুকূলৰ সলনি টোল আৰু গৃহশিক্ষকৰ প্ৰচলন ঘটিছিল। টোলসমূহৰ যোগেদি ব্ৰাহ্মণ আৰু কায়স্থ ছাত্ৰই সংস্কৃত ভাষাৰ মাধ্যমেৰে বেদ-বেদান্ত, ইতিহাস, আয়ুৰ্বেদ, তৰ্কশাস্ত্ৰ, জ্যোতিষ শাস্ত্ৰৰ পৰা আৰম্ভ কৰি থলুৱা গীত-মাত-নৃত্য আদিৰ চৰ্চাও কৰা হৈছিল। উল্লেখযোগ্য যে আহোম ৰজাসকলে সংস্কৃত ভাষাৰ পৃষ্ঠপোষকতা কৰিছিল। সংস্কৃত শিক্ষাৰ বাবে ৰজাসকলৰ

পৃষ্ঠপোষকতাত ভালেমান ছাত্ৰক কাশী, নবদ্বীপ আদিলৈ পঠিওৱা হৈছিল। এই ক্ষেত্ৰত স্বৰ্গদেউ ৰুদ্ৰসিংহ আৰু শিৱসিংহৰ নাম বিশেষভাৱে উল্লেখযোগ্য। কেইবাজনো আহোম ৰজাই নিজেও সংস্কৃত ভাষা শিকিছিল। মহাভাৰত, ৰামায়ণ, পুৰাণ, পঞ্চতন্ত্ৰ আদি পুথিসমূহৰ অসমীয়া অনুবাদ কৰা হৈছিল। ৰুদ্ৰসিংহ স্বৰ্গদেউৰ আদেশত ৰাজপুত্ৰসকলৰ শিক্ষাৰ্থে ভাস্বতী নামৰ জ্যোতিষ শাস্ত্ৰৰ পুথিখন অসমীয়ালৈ অনুবাদ কৰালৈ চাই আহোম ৰজাসকলৰ শিক্ষা প্ৰতি থকা ধাউতিৰ বিষয়ে সহজে অনুমান কৰিব পাৰি।

আহোমসকলৰ বুৰঞ্জীসমূহেও শিক্ষাৰ ক্ষেত্ৰত যথেষ্ট অৰিহণা যোগাইছিল। আহোমৰ উচ্চ শ্ৰেণীৰ লোকসকলে বুৰঞ্জী জানিব লাগিছিল। আনেহে নালাগে আহোমৰ চকলং বা বিবাহতো সাতপুৰুষৰ বুৰঞ্জী পাঠ কৰিব লাগিছিল। কেতিয়াবা বুৰঞ্জী পঢ়ি বা কেতিয়াবা মৌখিকভাৱে বুৰঞ্জী শিক্ষা গ্ৰহণ কৰা দেখা গৈছিল। ৰজা বা ডা-ডাঙৰীয়া ঘৰৰ ৰাজপুত্ৰ আৰু পুত্ৰসকলক গৃহ শিক্ষক পণ্ডিতৰ দ্বাৰা শিক্ষাদান দিয়া হৈছিল। এওঁলোকৰ বাবে বুৰঞ্জী অধ্যয়ন আছিল বাধ্যতামূলক। দেওধাই, বাইলুংসকলৰ সন্তানে টাই ভাষাত ধৰ্মীয় শিক্ষা লভিছিল। কুকুৰাৰ ঠেং কাটি মঙলচোৱাৰ পৰা আৰম্ভ কৰি ঋকস্বন, সংস্বৰ আদি বিষয়ত এই ছাত্ৰসকল পাৰদৰ্শী হোৱাটো বাঞ্ছনীয় আছিল। সত্ৰবিলাকো শিক্ষা কেন্দ্ৰ হিচাপে ব্যৱহৃত হৈছিল। ভালমান ভকতক সত্ৰসমূহত একেলগে শিক্ষাদান কৰা হৈছিল। সংস্কৃত আৰু অসমীয়া— এই দুয়োটা মাধ্যমেৰে শিক্ষাদানৰ ব্যৱস্থা আছিল। উল্লেখযোগ্য যে, আহোম পণ্ডিতসকলে নীতি শিক্ষাৰ ওপৰতো যথেষ্ট গুৰুত্ব দিছিল। নীতি-শিক্ষাৰ বাবে এখন আদৰ্শ পুথি আছিল "নীতি-লতাংকুৰ"। একেদৰে সত্ৰ, নামঘৰ, টোল আদিতো নীতি শিক্ষাই যথেষ্ট সমাদৰ লাভ কৰিছিল। মহাপুৰুষীয়া বৈষ্ণৱসকলে কীৰ্তন ঘোষা আৰু নামঘোষা চৰ্চা কৰিব লাগিছিল। যথাক্ৰমে বৈষ্ণৱ গুৰু শ্ৰীমন্ত শংকৰদেৱ আৰু মাধৱদেৱে ৰচনা কৰা এই পুথি দুখন যে কেৱল বৈষ্ণৱসকলৰ পুথি আছিল এনে নহয়— ই আছিল সমগ্ৰ অসমৰেই এক আপুৰুগীয়া সম্পদস্বৰূপ। আহোম ৰজাসকলে সাহিত্য, ব্যাকৰণ, জ্যোতিষ শাস্ত্ৰ, জ্যোতি বিজ্ঞান, চিকিৎসা আদি সকলো বিষয়ৰে প্ৰতি মুকলি মনেৰে পৃষ্ঠপোষকতা আগবঢ়াইছিল। বৰৰজা ফুলেশ্বৰীয়ে পঢ়াশালি স্থাপন কৰাৰ উপৰিও মহিলাৰ বাবে বোৱা-কটা আৰু অন্যান্য হাতৰ কামৰ বিদ্যালয় পাতিছিল। মুঠৰ ওপৰত আহোমসকল শিক্ষাৰ ক্ষেত্ৰত অতি উদাৰ আছিল। আহোম ভাষাৰ শিক্ষাদানৰ ঠাইত ক্ৰমাৎ সকলোৰে বাবে গ্ৰহণযোগ্য অসমীয়া ভাষাক শিক্ষাৰ মাধ্যম হিচাপে গ্ৰহণ কৰি তেওঁলোকে ব্যক্তিগতভাৱে উদাৰতাৰ প্ৰমাণ দিয়াৰ উপৰিও ৰাজনৈতিক বিচক্ষণতাৰো চিনাকি দিছিল। আহোম ৰজাসকলৰ উদাৰ শিক্ষানীতিয়ে নিঃসন্দেহে সমকালীন সমাজখনৰ যথেষ্ট উপকাৰ কৰিছিল। শিক্ষাই সদায় এটা উচ্চ আৰু সুস্থ পৰিৱেশৰ সৃষ্টি কৰে আৰু এনে পৰিৱেশে সমগ্ৰ সমাজখনকে আগবঢ়াই নিয়ে। আহোমৰ দিনৰ শিক্ষা ব্যৱস্থাৰ প্ৰতি ৰজাসকলে প্ৰদৰ্শন কৰা সমাদৰে যে এনে এটা সুস্থ পৰিৱেশ গঢ়ি তোলাত প্ৰভূত সহায় আগবঢ়াইছিল সেই সম্বন্ধে কাৰো দ্বিমত নাই।

### (২) আহোম যুগৰ অৰ্থনৈতিক অৱস্থা ঃ

অৰ্থনৈতিক ক্ষেত্ৰত আহোমসকল যথেষ্ট সচ্ছল আছিল। কৃষি, শিল্প, বাণিজ্য— প্ৰতিক্ষেত্ৰতে স্ব-নিৰ্ভৰশীলতাৰ ওপৰত গুৰুত্ব দিয়া আহোম শাসন যন্ত্ৰটোৱে ৰাজ্যখনক আৰ্থিকভাৱে সবল আৰু সফল কৰি তোলাৰ ক্ষেত্ৰত যথেষ্ট উৎসাহ প্ৰদৰ্শন কৰিছিল। নদন বদন আহোম ৰাজ্যখন কেৱল মোৱামৰীয়া বিদ্ৰোহ আৰু মানৰ আক্ৰমণৰ সময়ত আৰ্থিকভাৱে জুৰুলা হ'বলগীয়াত পৰিছিল। কিন্তু মনকৰিবলগীয়া যে তেনে দুৰ্দিনৰ দিনতো আহোম স্বৰ্গদেউসকলে চূড়ান্ত অৰ্থনৈতিক দুৰ্যোগত বিপন্ন হোৱা নাছিল। মোৱামৰীয়া বিদ্ৰোহে দেশখনত এটা অৰ্থনৈতিক অচলপ্ৰায় অৱস্থাৰ সৃষ্টি কৰিলেও স্বৰ্গদেউ গৌৰীনাথ সিংহই ইষ্ট-ইণ্ডিয়া কোম্পানিৰ সৈন্যসকলৰ ভৰণ-পোষণৰ সমুদায় অৰ্থ যোগাবলৈ সমৰ্থ হৈছিল।

সমসাময়িক নগৰ আৰু গাঁওসমূহেও আহোমৰ দিনৰ অৰ্থনীতিৰ মানদণ্ড বজাই ৰখাৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল। আহোমৰ দিনৰ প্ৰধান নগৰকেইখন হ'ল— গড়গাঁও, ৰংপুৰ, গুৱাহাটী আৰু যোৰহাট। গড়গাঁও আছিল আহোম ৰজাৰ ৰাজধানী আৰু এখন আটকধুনীয়া নগৰ। পিছলৈ ৰাজধানী ৰংপুৰলৈ স্থানান্তৰিত হৈছিল। কিন্তু

আটাইতকৈ উল্লেখযোগ্য নগৰ আছিল গুৱাহাটী। ই আছিল সমগ্ৰ অসমৰ প্ৰধান কেন্দ্ৰবিন্দু। গুৱাহাটীক উত্তৰ-পূব সীমান্তৰ প্ৰহৰী বুলিও কোৱা হৈছিল। গুৱাহাটী আছিল আহোম ৰাজ্যৰ পশ্চিমৰ দুৱাৰস্বৰূপ আৰু সেয়ে আহোমৰ অৰ্থনীতিত গুৱাহাটীৰ ভূমিকা যথেষ্ট গুৰুত্বপূৰ্ণ। আনহাতেদি কৃষিভিত্তিক আহোম ৰাজ্যখনৰ ঘাই ধৰণী আছিল গাঁওসমূহ। সাধাৰণতে নৈৰ পাৰত অৱস্থিত গাঁওসমূহ একেলগে থূপ কৰি পতা হৈছিল যাতে ইখন গাঁৱে সিখন গাঁৱক বিপদে-আপদে সহায় কৰিব পাৰে। কম জনবসতিৰ ঠাইসমূহত আহোম-ৰজাসকলে অধিক জনবসতিপূৰ্ণ অঞ্চলৰ পৰা লোক তুলি নি প্ৰতিষ্ঠা কৰা দেখা গৈছিল। আহোম যুগৰ অৰ্থনৈতিক বিকাশত গাঁওসমূহৰ ভূমিকা আছিল অতি গুৰুত্বপূৰ্ণ।

আহোমসকলৰ প্ৰধান জীৱিকা আছিল কৃষি, খেতিৰ মাটি কাৰো ব্যক্তিগত সম্পত্তি নাছিল। মাটিৰ গৰাকী আছিল ৰজা। আৱশ্যক বোধ কৰিলে ৰজাই খেতিৰ মাটি পুনৰ বণ্টন কৰিব পাৰিছিল। আহোমসকল এই ৰাজ লৈ অহাৰ কালত ছন পৰি থকা মাটি আছিল অগাধ। জনজাতীয় লোকসকলে ঝুম খেতি কৰিছিল। আহোমসকলে তেওঁলোকৰ লগত মিলিজুলি তেওঁলোককো অধিক উৎপাদনক্ষম শালি খেতি কৰিবলৈ শিকায়। অৱশ্যে আহোমসকল অহাৰ কিছু আগৰে পৰা নামনি অসমৰ জনজাতীয় লোকেও স্থায়ীভিত্তিক শালি খেতি কৰিবলৈ লৈছিল। এতিয়া আহোমসকলে উজনি অসমত বসবাস কৰিবলৈ লোৱাত চুবুৰীয়া জনজাতীয় লোকসকলে তেওঁলোকৰ উন্নতমানৰ কৃষি প্ৰণালী দেখি আকৃষ্ট হয়। আহোমসকলেও এই লোকসকলৰ সৈতে বন্ধুত্বৰ হাত আগবঢ়াই তেওঁলোকৰ সৈতে উমৈহতীয়াভাৱে বিস্তীৰ্ণ এলেকাত খেতি কৰিবলৈ লোৱাত দুয়োপক্ষৰে লাভ হয়। সেই কালত কৃষিজাত সামগ্ৰী বজাৰত কিনা-বেচা নহৈছিল। কোনো কোনো অঞ্চলত পাহাৰীয়া জনজাতিয়ে আন বস্তুৰ বিনিময়ত ভৈয়ামৰ পৰা চাউল সংগ্ৰহ কৰিছিল। সেয়ে নিজৰ পৰিয়ালসমূহক দীৰ্ঘকাল জুৰি পোহপাল দিবলৈ ভৈয়ামৰ লোকে খেতি কৰিছিল। আহোমসকলৰ পৰা উন্নতমানৰ কৃষি পদ্ধতি শিকি ভৈয়ামৰ লোকৰ যথেষ্ট উপকাৰ হৈছিল আৰু তেওঁলোকে খাই-বই থাকিবলৈ সক্ষম হৈছিল। উল্লেখযোগ্য যে, আহোমৰ দিনত কৃষিক এক অতি সন্মানজনক কাম বুলি গণ্য কৰা হৈছিল আৰু ব্ৰাহ্মণৰ বাহিৰে আন সকলো লোকেই কৃষিকাৰ্যত মনোনিবেশ কৰিছিল। আনেহে নালাগে আহোম ৰজায়ো নিজে খেতি-বাতি কৰি আনন্দ লভিছিল। ধান আছিল প্ৰধান শস্য। ইয়াৰ বাহিৰেও মাহ, সৰিয়হ, কুঁহিয়াৰ, বিভিন্ন শাক-পাচলিৰ খেতিও যথেষ্ট পৰিমাণে কৰা হৈছিল। বিভিন্ন খেতিৰ বাবে কেতিয়াবা একো একোটা নিৰ্দিষ্ট অঞ্চল ব্যৱহাৰ কৰা হৈছিল আৰু শস্য বা উৎপাদিত শাক-পাচলি বা ফলমূলৰ নামেৰে সেই অঞ্চলসমূহৰ নামকৰণ কৰা হৈছিল; যেনে;বেঙেনাবাৰী, আমবাৰী, বাঁহবাৰী, তামোলবাৰী, পাণবাৰী, কমলাবাৰী, নুনিবাৰী, সৰিয়হতলী ইত্যাদি। ৰজাৰ ফুলনি আৰু বাৰী তদাৰক কৰিবলৈ একোজন 'বাৰীচোৱা বৰুৱা'ও নিযুক্ত কৰা হৈছিল। কালক্ৰমত আহোম ৰজাসকলে আহু, বাও আৰু শালি খেতি বিস্তাৰিতভাৱে কৰাত গুৰুত্ব আৰোপ কৰি নতুনকৈ হাবি-বননি পৰিষ্কাৰ কৰি মাটি উলিয়াইছিল। এনে মাটিত যিবোৰ ধান খেতি কৰা হৈছিল তাৰ ভিতৰত শালি ধানৰ উৎপাদনেই আছিল সকলোবোৰ ধানৰ উৎপাদনতকৈ অধিক। গুণানুসৰি মাটিসমূহো ভাগ কৰি নিৰ্দিষ্ট বতৰৰ খেতিসমূহো কৰা হৈছিল। শালি ধানৰ বাবে ৰুপিত বা ৰোৱতী মাটি ব্যৱহৃত হৈছিল। ফৰিঙতি মাটিত আহু বা বাম খেতি কৰা হৈছিল। বাওতলিসমূহত হৈছিল বাও বা দ মাটিত হোৱা খেতিসমূহ। কঠীয়া পাৰিবলৈ কঠীয়াতলী আৰু সৰিয়হ উৎপাদন কৰিবলৈ সৰিয়হতলীসমূহ ব্যৱহৃত হৈছিল। কৃষি কাৰ্যত বিশেষ পাৰদৰ্শী আহোমসকলে স্থায়ী আৰু নিয়মীয়া খেতিৰ বাবে সুন্দৰ আৰু পৰিপাটিকৈ মাটি প্ৰস্তুত কৰিছিল। হাবি-বননি কাটি মাটিবোৰ সমান কৰি একো একোখন আহল-বহল খেতিপথাৰ উলিয়াই লৈছিল। খেতিপথাৰৰ মাজেদি নিয়াৰিকৈ কেতবোৰ সৰু সৰু আলি দি বৰষুণৰ পানীবোৰ ৰখাৰ ব্যৱস্থা কৰা হৈছিল। বানপানীয়ে খেতিপথাৰ নষ্ট কৰাৰ পৰা ৰক্ষা পাবলৈ কেতবোৰ বৃহৎ আকাৰৰ মথাউৰি সজা হৈছিল।

আহোমৰ দিনৰ কৃষি ব্যৱস্থাত এটা সামন্তীয় চৰিত্ৰই গা কৰি উঠিছিল। কৃষি কাৰ্য চলাবলৈ কায়িক শ্ৰমৰ প্ৰয়োজন হোৱাত তেওঁলোকে পাইক প্ৰথাৰ যোগেদি সেই চাহিদা

পূৰণ কৰিছিল। প্ৰতিজন পাইকক পাল পাতি ৰজাঘৰত গা খাটিবলৈ দিয়া হৈছিল বাবে এওঁলোকৰ দ্বাৰা খেতি কৰোৱা হৈছিল। ইয়াৰ বিনিময়ত তেওঁলোকে নিজৰববীয়াকৈ খেতি কৰি পৰিয়াল পুহিবলৈ কৰ-মুক্ত দুপুৰা মাটি পাইছিল। ইয়াৰ উপৰি দৰকাৰ হ'লে তেওঁলোকে নিজৰ ব্যৱহাৰৰ বাবে হাবি-বননি কাটি মাটি উলিয়াব পাৰিছিল। কিন্তু এনে মাটিৰ বাবে পূৰা প্ৰতি এটকাকৈ বছৰেকত কৰ দিব লাগিছিল। আহোমৰ দিনত খেতিৰ বাবে নাঙল, কোৰ, জবকা, বিন্ধা, মৈ আদি সঁজুলি ব্যৱহৃত হৈছিল। হালৰ বাবে গৰুৰ উপৰিও ম'হ ব্যৱহাৰ কৰা হৈছিল। এইদৰে কৃষিকাৰ্যত ম'হৰ ব্যৱহাৰ আহোমৰ দিনতহে আৰম্ভ হৈছিল। সেই কালত ভাল খেতি-বাতি হোৱা বাবে আৰ্থিকভাৱে ডাল-দৰিদ্ৰ লোক প্ৰায় নাছিল বুলিব পাৰি।

আহোমৰ দিনত অসমত বস্ত্ৰশিল্প, ৰঞ্জন শিল্প, ধাতু শিল্প, মাটিৰ শিল্প, হাতী দাঁতৰ শিল্প, লো-শিল্প, কাঠ, বাঁহ, বেত, চামৰা আদিৰ শিল্প ঠন ধৰি উঠিছিল। প্ৰত্যেকখন গাঁৱত ব্ৰাহ্মণ, গণক, কঁহাৰ, কুমাৰ, ধোবা, নাপিত, কৈৱৰ্ত আদি লোকৰ বসবাস আছিল। আহোম যুগত অতি উৎকৃষ্ট পাট, মুগা, এড়ী, কপাহী কাপোৰ আদি প্ৰস্তুত হৈছিল। প্ৰত্যেক অসমীয়া মহিলাই তাঁতশিল্প জানিছিল। প্ৰতাপ সিংহৰ দিনত মোমাই তামুলী বৰবৰুৱাই বোৱা-কটা জনাটো মহিলাৰ বাবে বাধ্যতামূলক কৰিছিল। সেইকালত অসমৰ হাবিবোৰত নুনি, এৰা, চোম আৰু কেচেৰু গছ প্ৰচুৰ পৰিমাণে পোৱা গৈছিল। এনে ধৰণে সূতা উলিয়াই প্ৰস্তুত কৰা মুগা কাপোৰ আছিল অতি সুন্দৰ আৰু অসমৰ বাহিৰতো ইয়াৰ চাহিদা আছিল। চীন, তিব্বত, ভূটান আদি চুবুৰীয়া দেশসমূহত অসমৰ মুগা আৰু পাটৰ কাপোৰৰ বৰ আদৰ আছিল। তদুপৰি অসমৰ পৰ্বত আৰু ভৈয়ামত যথেষ্ট পৰিমাণে কপাহ উৎপন্ন হোৱা বাবে এই ৰাজ্যখনত উৎকৃষ্ট কপাহী কাপোৰ প্ৰস্তুত হৈছিল। মোমাই তামুলী বৰবৰুৱাই প্ৰতিগৰাকী কৰ্মঠ মহিলাই দিনটোত বাধ্যতামূলকভাৱে এক নিৰ্দিষ্ট পৰিমাণৰ কপাহী সূতা কটাৰ নিয়ম কৰিছিল। কপাহী, মুগা, পাট আৰু এড়ী কাপোৰ তৈয়াৰ কৰিবলৈ কেতবোৰ নিৰ্দিষ্ট 'খেল'ৰ সৃষ্টি কৰা হৈছিল। মনকৰিবলগীয়া যে অসমৰ ৰাজৰাণীসকলেও সুন্দৰকৈ তাঁত বৈছিল। সম্ভ্ৰান্ত ঘৰৰ প্ৰতিগৰাকী মহিলায়ো সূতা কটা আৰু তাঁত শিল্পত পাৰদৰ্শিতা লাভ কৰি সুনাম আৰ্জিছিল। গছৰ শিপা, পাত, বাকলি, নীল আৰু লাৰদ্বাৰা ৰং প্ৰস্তুত কৰাৰ ক্ষেত্ৰতো আহোমসকল বৰ পাকৈত আছিল।

মৃৎ বা মাটিৰ শিল্পৰ ভিতৰত ইটা তৈয়াৰ কৰাটো আছিল এটা ডাঙৰ শিল্প। কৰ্দৈশিৰীয়া, বিন্ধা থকা, এফলীয়া, তিনিকোণীয়া, ঘূৰণীয়া আদি বিভিন্ন আকাৰৰ ইটা সেইকালত সজা হৈছিল। কিছুমান ইটা আছিল বিভিন্ন কাৰুকাৰ্যখচিত। ইটা তৈয়াৰীৰ সময়ত সময়ত হাঁহ কণীৰ বগা অংশটো ইটা টান আৰু মিহি হ'বৰ বাবে ব্যৱহাৰ কৰা হৈছিল। মাটিৰ বাচন-বৰ্তন, কলহ পুতলা আদিৰো সেই কালত যথেষ্ট চাহিদা আছিল। আহোম যুগত হিন্দু ধৰ্মৰ প্ৰভাৱ বিস্তাৰিত হোৱাত কোচবিহাৰৰ শিল্পী আনি মাটিৰ প্ৰতিমা সজা কামো এই ৰাজ্যৰ লোকে শিকিছিল। ব্ৰহ্মপুত্ৰ আৰু উজনিৰ ভালেমান উপনৈৰ বালিকণাৰ পৰা সোণোৱালসকলে সোণ কমাইছিল। স্থানীয় সোণাৰীসকলে বিভিন্ন ধৰণৰ আ-অলংকাৰ প্ৰস্তুত কৰিছিল। এনে আ-অলংকাৰৰ কেতবোৰ স্বকীয় বৈশিষ্ট্য আছিল আৰু ভাৰতৰ আন ঠাইত এনে ধৰণৰ অলংকাৰ পোৱা নগৈছিল। উজনিৰ জয়পুৰৰ লো আছিল অতি উত্তম। ইয়াৰ বাহিৰেও খাছিয়া আৰু নগা পাহাৰৰ পৰাও লো সংগ্ৰহ কৰা হৈছিল। লোৰ দ্বাৰা প্ৰস্তুত বিভিন্ন সা-সঁজুলি, অস্ত্ৰ আদি স্থানীয়ভাৱে নিৰ্মিত হৈছিল। উল্লেখযোগ্য যে সোণ কমোৱা লোকসকলে তেওঁলোকৰ দ্বাৰা সংগৃহীত সোণৰ এটা বুজন অংশ ৰজাঘৰক দিব লাগিছিল। লো-শলীয়া লোকসকলেও বছৰেকীয়া উৎপাদনৰ পৰা জনে পতি বিশ সেৰকৈ লোহা ৰজাঘৰত দিয়াৰ নিয়ম আছিল। ইয়াৰ উপৰিও কঁহাৰসকলে কাঁহ, কুমাৰসকলে কলহ, গাগৰি, টেকেলি আৰু মৰীয়াসকলে পিতলৰ কামত যথেষ্ট পাৰদৰ্শিতা প্ৰদৰ্শন কৰিছিল। আহোম যুগৰ শিল্পসমূহৰ ভিতৰত অতি উৎকৃষ্ট হাতী-দাঁতৰ শিল্পই অসমৰ বাহিৰৰ লোককো আকৰ্ষণ কৰিছিল। অসমৰ আহোম ৰজাই উপহাৰ পঠিওৱা হাতী-দাঁতৰ দলিচা, বিচনী, টেমি, ফণী আদিয়ে মুঘল সম্ৰাটসকলৰো প্ৰশংসা লভিছিল। ইয়াৰ উপৰি মূল্যবান কাঠৰ বাবে আহোমৰ ৰাজ্যখন বিখ্যাত আছিল। কাঠেৰে নিৰ্মিত ৰাজকাৰেঙৰ বিষয়ে মুঘল লেখকসকলে বহু প্ৰশংসা কৰি

গৈছে। তদুপৰি কাৰেংঘৰ, হোলোংঘৰ, পাটঘৰকে আদি কৰি বিভিন্ন ঘৰ আৰু অন্যান্য ঘৰ আদিৰ কাঠৰ দুৱাৰ-খিৰিকীসমূহো আছিল মসৃণ, অপূৰ্ব কাৰুকাৰ্য-খচিত আৰু চালে চকু ৰোৱা। সেইদৰে শিলাকুটি খেলে শিলৰ মূৰ্তি, খুঁটা আৰু দলং নিৰ্মাণত তেওঁলোকৰ নিপুনতা প্ৰদৰ্শন কৰিবলৈ সমৰ্থ হৈছিল। আহোমৰ দিনত অসমৰ শিল্পীসকলে তেওঁলোকৰ প্ৰতিভাৰ বিকাশ আৰু প্ৰকাশৰ ক্ষেত্ৰত ৰজাঘৰৰ পৰা উৎসাহ লাভ কৰাটো মনকৰিবলগীয়া। অসমৰ নাওশলীয়া খেলে স্থানীয়ভাবে নাও সাজি উলিয়াইছিল। তেওঁলোকৰ নাওবোৰ শান্তি আৰু যুদ্ধ উভয় কালতে ব্যৱহাৰ হৈছিল। আহোমৰ দিনত যান-বাহন আৰু যোগাযোগ ব্যৱস্থাৰ ক্ষেত্ৰত নাওবোৰে এক প্ৰশংসনীয় সেৱা আগবঢ়াইছিল। সেই দিনবোৰত নৌ-যুদ্ধও সঘনে হৈছিল। যুদ্ধৰ বাবে ব্যৱহাৰ কৰা নাওসমূহো স্থানীয়ভাৱে প্ৰস্তুত হৈছিল। নাওসমূহে অসমৰ বেহা-বেপাৰৰ ক্ষেত্ৰতো অভিনৱ সেৱাৰে স্থানীয় লোকক সন্তুষ্ট কৰিছিল। সেইদৰে বিভিন্ন শিল্পৰ ক্ষেত্ৰত আহোমৰ ৰজাৰ পৃষ্ঠপোষকতাও আছিল মনকৰিবলগীয়া। প্ৰতিটো শিল্পৰ বাবে স্থানীয় কেঁচামাল ব্যৱহাৰ কৰা হৈছিল। বন্দুক আৰু বাৰুদৰ বাবে আৱশ্যকীয় খাৰ অসমত বৃহৎ পৰিমাণে পোৱা নগৈছিল বাবে মুঘল সাম্ৰাজ্যৰ পৰা এনে খাৰ অসমলৈ অনা হৈছিল। কিন্তু আহোম যুগৰ অৰ্থনীতিত এটা মনকৰিবলগীয়া বিষয় হ'ল যে, বিভিন্ন কামত একাণপতীয়াকৈ লাগি থকা উৎপাদনকাৰীসকল স্ব-নিৰ্ভৰশীল হ'লেও তেওঁলোকৰ দ্বাৰা উৎপাদিত সামগ্ৰীৰ পৰা নিজৰ বাবে প্ৰয়োজনীয়খিনি লৈ বাকীখিনি ৰজাঘৰত দিব লাগিছিল। ফলত আত্মনিৰ্ভৰশীল আৰু সুনিপুণ কৰ্মী হ'লেও তেওঁলোকৰ আৰ্থিক অৱস্থাৰ বিশেষ উন্নতি লভাৰ ক্ষেত্ৰত এই নীতিয়ে বিধি-পথালি দিছিল। কিন্তু আনহাতেদি, নিজৰ পৰিয়ালটো পুহিব পৰাকৈ অত্যাৱশ্যকীয়খিনি পাই থকাৰ বাবে এওঁলোক একেবাৰে নিঃস্ব হৈ পৰিছিল বুলিবও নোৱাৰি।

প্ৰাচীনকালৰে পৰা অসমক প্ৰাকৃতিক সম্পদে চহকী কৰিছে। আহোমৰ দিনত অতি উৎকৃষ্ট আৰু মূল্যবান কাঠেৰে ঠাহ খাই আছিল অসমৰ হাবি-বননি। এনে কাঠসমূহৰ ভিতৰত শাল, বনচোম, তিতাচপা, অগৰু, চন্দন, গন্ধসৰৈ আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। অসমৰ অগৰু কাঠে মুঘলসকলক বিশেষকৈ আকৰ্ষণ কৰিছিল আৰু তেওঁলোকে কেতিয়াবা মুকলিকৈ আৰু কেতিয়াবা চোৰাংকৈ হ'লেও এই ৰাজ্যৰ পৰা অগৰু কাঠ সংগ্ৰহ কৰিছিল। তাছানিৰ অসমৰ অন্যান্য আপুৰুগীয়া সম্পদ আছিল মজাঠি, গান্ধকলাই, জালুক, মছলা জাতীয় গছ, লা আৰু প্ৰচুৰ পৰিমাণৰ বনৌষধি গছ-লতা। অসমৰ জালুক আছিল উৎকৃষ্ট আৰু আনকি বিদেশৰ বজাৰতো এই জালুকৰ চাহিদা আছিল। অসমৰ হাবিৰ অন্যতম আকৰ্ষণ আছিল হাতী। হাতীসমূহক যাতায়াত, বস্তু কঢ়িওৱা আৰু যুদ্ধৰ কামত বিশেষভাৱে ব্যৱহাৰ কৰা হৈছিল। আহোম ৰজাসকলে যিকোনো সন্ধিত হাতীৰ আদান-প্ৰদান কৰা দেখা গৈছিল। হাতীবোৰ চোৱা-চিতা কৰিবলৈ হাতীবৰুৱা নিযুক্ত কৰিছিল। হাতীৰ দাঁতৰ নানা সা-সঁজুলি যেনে পেৰা, টৈমা, বিচনী, কঠ বা দলিচা, ফণী, কটাৰী আৰু আ-অলংকাৰ প্ৰস্তুত কৰা হৈছিল। মুঠৰ ওপৰত হাতী ৰখাটো আছিল আভিজাত্যৰ পৰিচায়ক। তদুপৰি বিভিন্ন উৎসৱ আদিত হাতী দৌৰ, হাতী যুঁজ আছিল খেল-ধেমালি আৰু ৰং-ৰহইচৰ অন্যতম আহিলা। আহোম ৰজা প্ৰতাপ সিংহই হাতী ধৰা চাবলৈ বৰ ভাল পাইছিল আৰু তেওঁ এহেজাৰ হাতী সংগ্ৰহ কৰাৰ বাবে গজপতি নাম পাইছিল। অসমৰ হাবিবোৰ বিভিন্ন জীৱ-জন্তুৰ যেনে এটাখৰ্গ থকা গঁড়, বাঘ, সিংহ, ভালুক, হৰিণা, নীলগাইৰ পৰা আৰম্ভ কৰে বিভিন্ন চৰাই-চিৰিকটিৰে ঠাহ খাই আছিল। খাঠ, বাঁহ, বেতৰ প্ৰাচুৰ্যই অসমত কেতবোৰ ঘৰুৱা শিল্প গঢ় লৈ উঠাত যথেষ্ট অৰিহণা যোগাইছিল। বহু লোকে কাঠৰ ঘৰ সাজিছিল। আহোমসকলৰ দিনত চাংঘৰবোৰ জনপ্ৰিয় আছিল। আনেহে নালাগে আহোমসকলে গড়াগাঁৱত ৰাজধানী স্থাপন কৰি প্ৰথমে যিটো ৰাজকাৰেং সাজিছিল সেইটোও কাঠ-বাঁহেৰেহে সাজি উলিয়াইছিল। এই কাৰেংঘৰটোৰ কাঠৰ কাৰুকাৰ্যই বিদেশীসকলকো মুগ্ধ কৰিছিল। সেইদৰে অসমৰ সত্ৰসমূহৰো কাঠৰ কামসমূহ চালে চকু ৰোৱা। নামঘৰসমূহৰ প্ৰকাণ্ড একোটা খুঁটা, দুৱাৰ আদিৰ আকাৰ আৰু সৌন্দৰ্যয়ো সকলোকে আকৰ্ষণ কৰিছিল। কাঠৰ দুৱাৰৰ নক্সা, বিভিন্ন দেৱ-দেৱীৰ মূৰ্তি, দোলা, বাকচ, পালেং, চকী বেঞ্চ, মেজ, পীৰা, চালপীৰা, নাটক-ভাওনা আদিৰ বিভিন্ন চৰিত্ৰ

ৰূপায়ণৰ বাবে নিৰ্মিত মুখা আদিয়েও দেশী-বিদেশী লোকক অবাক কৰিছিল। কাঠত কটা বিভিন্ন চিত্ৰ আৰু ইয়াত ব্যৱহাৰ কৰা বিভিন্ন ৰঙৰ সমাহাৰেও সকলোৰে মনোৰঞ্জন কৰিছিল। কাঠেৰে প্ৰস্তুত আটকধুনীয়া বৃহৎ আকাৰৰ অসমৰ নাওবোৰৰো এক স্বকীয় বৈশিষ্ট আছিল। যুদ্ধ আৰু শান্তি উভয় কালতে অসমত প্ৰচুৰ পৰিমাণে নাও ব্যৱহাৰ কৰা হৈছিল। নাওবিলাক প্ৰস্তুত কৰিবলৈ আছিল নাওশলীয়া খেল আৰু বিশেষকৈ যুঁজৰ নাওসমূহ চোৱা চিতা কৰিবলৈ নাওবৈচা ফুকনৰ পদ সৃষ্টি কৰা হৈছিল। অসমৰ বাঁহ-বেতৰ কাম আছিল অতি উৎকৃষ্ট। বাঁহ-বেতৰ বিভিন্ন আচবাব পত্ৰ আৰু সা-সঁজুলি যেনে— বহা চকী, মেজ, খাট, মুঢ়া, বিচনী, ফণী, কাঁকৈ, পাচি, খৰাহি, লাঠি, পেৰা, চাং আদি আছিল তাহানিৰ লোকৰ দৈনন্দিন ব্যৱহাৰ্য সামগ্ৰী। ঘৰ-দুৱাৰ সজাৰ উপৰিও বাঁহৰ বেৰ, চকোৱা, ঢাৰি আদিও প্ৰচুৰ পৰিমাণে ব্যৱহৃত হৈছিল। ইয়াৰ বাহিৰে বাঁহৰ পেঁপা, টোকাৰী 'টকা' আদি অসমৰ থলুৱা নৃত্য-গীতৰ বাবে আছিল অপৰিহাৰ্য। অসমৰ প্ৰতিৰক্ষাৰ কামতো বাঁহৰ ব্যৱহাৰ আছিল মন কৰিবলগীয়া। বাঁহৰ লাঠি, জোং, শূল আদিৰ উপৰিও একোখন গাঁও বা নগৰৰ কেউদিশত প্ৰচুৰ পৰিমাণে বাঁহগছ পোতা হৈছিল। ৰাজধানী নগৰৰ চাৰিওকাষে গড়খাৱৈ নিৰ্মাণ কৰি ৰাজ কাৰেং আৰু গড়খাৱৈৰ মাজত থকা বিস্তীৰ্ণ ভূমিত কেতবোৰ গাত খান্দি গাঁতবোৰত বাঁহৰ জোং পুতি থোৱা হৈছিল। মুছলমানৰ আক্ৰমণৰ সময়ত শত্ৰুৰ ঘোঁৰাবোৰ আহি এনে গাঁতত পৰি উঠিব নোৱাৰা হৈছিল।

অসমৰ বিভিন্ন প্ৰাকৃতিক সম্পদ যথা নানাধৰণৰ বনৌষধি গছ-লতা, লা, অগৰু, মহৰ শিং, জীৱ-জন্তুৰ ছাল, হাতী দাঁত আৰু হাতী-দাঁতৰ সামগ্ৰী, জালুক, মছলা, গান্ধকলাই, নানা ধৰণৰ মূল্যবান কাঠ আৰু অসমৰ নুনি, এড়া, চোম, কেচেৰু আদি গছত পলু পুহি সেইবোৰৰ পৰা উৎপন্ন মূল্যবান পাট, মুগা, এড়ী আদি কাপোৰৰ অসমৰ বাহিৰতো যথেষ্ট চাহিদা আছিল। সেইবাবে অসমৰ আহোম ৰজাসকলেও প্ৰাকৃতিক সম্পদৰ প্ৰতি চকু দিবলৈ কাঠকটীয়া বৰুৱা আৰু হাবিয়াল বৰুৱা পদ সৃষ্টি কৰা দেখা গৈছিল।

আহোমৰ ৰাজত্বকালৰ প্ৰথম অৱস্থাত বিনিময় প্ৰথাৰ দ্বাৰা সকলোবোৰ অৰ্থনৈতিক লেন-দেন চলিছিল। আহোম ৰজাসকলৰ ভিতৰত পোন প্ৰথমে মুদ্ৰা উলিয়াইছিল চুক্লেনমুং গড়গঞা ৰজাই (১৫৪৩ খ্ৰীঃ) আৰু তেওঁৰ এই মুদ্ৰা আছিল ৰূপৰ। সেই সময়ত বহিঃবাণিজ্যও আছিল সীমিত আৰু সেইবাবে মুদ্ৰা অৰ্থনীতিয়েও গা কৰি উঠা নাছিল যি অলপ-অচৰপ বহিঃ বাণিজ্য চলিছিল তাৰবাবে কড়ি ব্যৱহৃত হৈছিল। স্বৰ্গদেউ ৰুদ্ৰ সিংহৰ দিনলৈ কেৱল ৰজাসকলে ৰাজ অভিষেক উপলক্ষেহে মুদ্ৰা বা মোহৰ মৰাইছিল। কিন্তু ৰুদ্ৰসিংহই টাকশ্যাল প্ৰতিষ্ঠা কৰি আৱশ্যকানুসৰি মুদ্ৰা তৈয়াৰ কৰিবলৈ লয়। এওঁৰ দিনৰ পৰাই আধলি, সিকি আদি মুদ্ৰাৰ প্ৰচলন হয়। শিৱসিংহৰ দিনত সোণৰ মুদ্ৰাৰ লগতে আদমহা, ছৰতীয়া আদিৰ মুদ্ৰা উলিওৱা হয়। অৱশ্যে ইয়াৰ পূৰ্বে চুক্লেনমুং আৰু উদয়াদিত্যৰ দিনতো সোণৰ মুদ্ৰা দেখা গৈছিল। উল্লেখযোগ্য যে, ৰাজ অভিষেক উপলক্ষে আহোম ৰজাসকলে আঠকোণীয়া মুদ্ৰা তৈয়াৰ কৰিছিল। যোগিনী তন্ত্ৰমতে আহোম ৰাজ্যখনত আঠটা দিশ থকাৰ বাবে এনে মুদ্ৰাসমূহৰ আকৃতি আঠচুকীয়া কৰা হৈছিল। কিন্তু বুৰঞ্জীসমূহে কয় যে, আহোমসকল আছিল আঠখন ৰাজ্যৰ অধিকাৰী আৰু সেইবাবে এই মুদ্ৰাসমূহৰ আঠটা চুক আছিল। এই ৰাজ্য আঠখন আছিল— বৰাহী, চুতীয়া, কছাৰী, ভূঞা, কমতা, পাতিলদহা, আখেৰসেন্দুৰী বা এখাৰ সেন্দুৰ আৰু চুংগি বা মৰাণ ৰাজ্য। আহোমৰ দিনৰ মুদ্ৰাসমূহত বিভিন্ন কালত ভিন ভিন ভাষা ব্যৱহৃত হোৱাও দেখা গৈছিল। চুক্লেনমুঙৰ দিনৰ মুদ্ৰাত আহোম ভাষা আৰু লিপি ব্যৱহৃত হৈছিল। জয়ধ্বজ সিংহৰ দিনৰ মুদ্ৰাৰ ভাষা আছিল সংস্কৃত আৰু লিপি অসমীয়া। তেওঁৰ পিছৰ তিনিজন ৰজাই আহোম ভাষা আৰু লিপিৰ ব্যৱহাৰ কৰিবলৈ লয়। কিন্তু ৰুদ্ৰসিংহই তেওঁৰ মুদ্ৰাবিলাকত কেৱল সংস্কৃতহে ব্যৱহাৰ কৰিছিল। প্ৰমত্ত সিংহ আৰু ৰাজেশ্বৰ সিংহই শিঙৰি ঘৰত উঠাৰ সময়ত যি মুদ্ৰা উলিয়াইছিল সেই মুদ্ৰাসমূহত আহোম ভাষা ব্যৱহাৰ কৰিলেও তেওঁলোকৰ ৰাজত্বকালত যিবোৰ মুদ্ৰা প্ৰচলন হৈছিল তাৰ ভাষা আছিল সংস্কৃত। উল্লেখযোগ্য যে, শিৱসিংহ আৰু ৰাজেশ্বৰ সিংহৰ দিনত যথাক্ৰমে ১৭২৯ আৰু ১৭৫২ খ্ৰীষ্টাব্দত যি আঠচুকীয়া মুদ্ৰা উলিওৱা হৈছিল তাৰ লিপি আছিল ফাৰ্চী। দৰাচলতে, অসমত বহিঃবাণিজ্য বৃদ্ধি পোৱাত বিনিময় প্ৰথা আৰু কড়িৰ ব্যৱহাৰ লোপ

পাইছিল আৰু তাৰ স্থান লৈছিল মুদ্ৰাই। অৱশ্যে কড়িৰ ব্যৱহাৰো বহু দিনলৈ চলিছিল। এইদৰে বিনিময় প্ৰথাৰ ঠাইত মুদ্ৰা অৰ্থনীতি প্ৰৱৰ্তন হোৱাত অসমৰ বহিঃবাণিজ্যৰ পথ অধিক সুগম হৈছিল। কোচ ৰজাসকলৰ 'নাৰায়ণী' মুদ্ৰাও বহুদিনলৈ প্ৰচলিত আছিল। মুদ্ৰা অৰ্থনীতিয়ে গা কৰি উঠাত গ্ৰাম্য অৰ্থনীতিৰো দ্ৰুত পৰিবৰ্তন ঘটিছিল। মনকৰিবলগীয়া যে আহোমৰ দিনৰ মুদ্ৰাসমূহত শক, ৰজাৰ নাম, ইষ্ট দেৱতাৰ নাম আদি সন্নিবিষ্ট হৈছিল। চুক্ৰেনমুঙৰ মুদ্ৰাত 'তাৰা'ৰ নাম উল্লেখিত হৈছে। সেইদৰে অন্যান্য ৰজাসকলৰ কোনোৱে ইন্দ্ৰ, কোনোৱে শিৱ, পাৰ্বতী আদি দেৱ-দেৱীৰ নাম উল্লিখ কৰিছে। আনহাতেদি মোৱামৰীয়া বিদ্ৰোহৰ ফলত কিছুদিনলৈ ৰাজপাট অধিকাৰ কৰা বৈষ্ণৱ ধৰ্মাৱলম্বী ৰজা ভৰত আৰু সৰ্বানন্দই তেওঁলোকৰ মুদ্ৰাসমূহত শ্ৰীকৃষ্ণৰ নাম খোদাই কৰা দেখা গৈছে। আহোম যুগৰ মুদ্ৰানীতিৰ আন এটা বৈশিষ্ট্য হ'ল যে তেওঁলোকে তামৰ মুদ্ৰা তৈয়াৰ কৰা নাছিল আৰু মুদ্ৰাৰ পৰিবৰ্তে বহুদিনলৈকে স্থানীয় আৰু বহিঃবাণিজ্য উভয় ক্ষেত্ৰত কড়িৰ ব্যৱহাৰ চলিছিল।

আহোমৰ দিনত মুঘলৰ বাহিৰেও ভাৰতৰ অন্যান্য ৰাজ্য আৰু ভাৰতৰ বাহিৰৰ ভূটান, তিব্বত, চীন, ব্ৰহ্মদেশ আদিৰ সৈতে অসমৰ বেহা-বেপাৰৰ সম্বন্ধ আছিল। মুঘলৰ সৈতে বংগদেশৰ মাজেদি বেহা-বেপাৰ চলিছিল। মুঘললৈ পঠিয়াবলগীয়া সা-সামগ্ৰীসমূহ গোৱালপাৰাৰ কান্দাহাৰ বা হাদিৰাচকীত জমা কৰি তাৰপৰা বংগদেশলৈ পঠিওৱাৰ ব্যৱস্থা কৰা হৈছিল। বংগৰ ঢাকা আৰু কলিকতালৈ এনে ভালেখিনি সামগ্ৰী ৰপ্তানি কৰা হৈছিল। ইয়াৰ বাবে প্ৰধানকৈ যি দুটা স্থলপথ ব্যৱহৃত হৈছিল তাৰ এটা গোৱালপাৰাৰ পৰা বাগোৱা, ৰংপুৰ, দিনাজপুৰ, মালদহ হৈ মুৰ্শিদাবাদলৈ গৈছিল আৰু আনটো পথ আছিল গোৱালপাৰা, জামালপুৰ, ডুমাৰি হৈ ঢাকালৈকে বিস্তৃত। কান্দাহাৰ চকীত থকা আহোম ৰাজ্যৰ বিষয়াজন আছিল দুৱৰীয়া বৰুৱা আৰু মুঘলৰ সৈতে হোৱা বাণিজ্যৰ বাবদ তেওঁ বছৰি বৰফুকনৰ ওচৰত ৯০,০০০ টকা জমা দিব লাগিছিল। কিন্তু বৰফুকনে হেনো সেই টকাৰ পৰা মাত্ৰ ২৬০০০ টকাহে আহোম ৰজাৰ ৰাজকোষত জমা দিছিল। অসমৰ পাট, মুগা সূতা, মুগা কাপোৰ, হাতীৰ দাঁত, কাঁহ-পিতলৰ বাচন, কোৰ, মজাঠি, জালুক, জলকীয়া, কপাহ আৰু সৰিয়হ বংগদেশে আমদানি কৰিছিল। নদীমাতৃক দেশ বুলি জনাজাত অসমৰ প্ৰধান আয়ৰ পথ আছিল কৃষি। স্থলপথৰ বাহিৰেও প্ৰধানতঃ ব্ৰহ্মপুত্ৰহে গংগাৰ জলপথেদি বংগৰ সৈতে অসমৰ ব্যৱসায় চলিছিল। অসমৰ মাজেদি বৈ যোৱা ব্ৰহ্মপুত্ৰ নৈৰ দৈৰ্ঘ্য হ'ল ২৮৯৭ কিঃ মিঃ। উল্লেখযোগ্য যে বংগদেশলৈ অসমৰ পৰা দাস-দাসীও বিক্ৰীৰ বাবে প্ৰেৰণ কৰা হৈছিল। অসমে বংগদেশৰ পৰা আমদানি কৰিছিল দাইল জাতীয় শস্য, নিমখ, চেনি, মছলা, কড়ি, প্ৰবাল ইত্যাদি।

শদিয়াৰ পৰা তিব্বত আৰু চীনলৈ যাবলৈ পাঁচটা গিৰিপথ আছিল। দিবাং নৈৰ গিৰিপথ, ফুনগান গিৰিপথ, মিচিমি ৰাজ্যৰ মাজেদি যোৱা পথ, মণিপুৰৰ মাজেৰে যোৱা পথ আৰু পাটকাই পাহাৰৰ মাজেৰে ব্ৰহ্মদেশৰ ভামোলৈ যোৱা গিৰিপথকেইটাৰে প্ৰচুৰ বেহা-বেপাৰ চলিছিল। এই গিৰিপথসমূহৰ ভিতৰত পাটকাই গিৰিপথটো অধিক ব্যৱহৃত হৈছিল। তবাকত-ই-নাছিৰী পুথিৰ লেখক মিন-হাজ-উদ-দিন ছিৰাজৰ মতে অসম আৰু তিব্বতৰ মাজত পঁইত্ৰিশটা গিৰিপথ আছিল। অসমৰ পৰা ভূটানৰ মাজেৰে পাহাৰে পাহাৰে কাবুললৈকো এটা পথ আছিল বুলি জনা যায়। অসমৰ পৰা ভূটান, তিব্বত আৰু চীনলৈ ধান, চাউল, পাট, মুগা, লোহা, লা, জন্তুৰ ছাল, ম'হৰ শিং, মুকুতা প্ৰবাল আদি ৰপ্তানি কৰা হৈছিল। চীনৰ পৰা আমদানি হৈছিল প্ৰায় এক লাখ টকাৰ ৰূপ, উলৰ কাপোৰ আৰু প্ৰচুৰ পৰিমাণৰ পৰ্বতীয়া লোণ। এনে লোণ পৰ্বতীয়া পুংসমূহৰ পৰা সংগ্ৰহ কৰা হৈছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনৰ পৰা তিব্বতৰ সৈতে অসমৰ বেহা-বেপাৰৰ যথেষ্ট প্ৰসাৰ ঘটিছিল। তিব্বত আৰু ভূটানৰ পৰা বিভিন্ন মণি-মুকুতা, দৰবপাতি, ছোঁৱৰ, কম্বল, উলৰ কাপোৰ, দা, কটাৰী আদি অসমলৈ আমদানি হৈছিল। উল্লেখযোগ্য যে পাটকাইৰ পথেৰে উত্তৰ ব্ৰহ্ম হৈ চীন দেশলৈ যাবলৈ গিৰিপথ আছিল। এইধৰণৰ গিৰিপথসমূহৰ কাষে কাষে একো একোখন ডাঙৰ ডাঙৰ বজাৰ আছিল। এনে বজাৰ বা বাণিজ্য কেন্দ্ৰসমূহত প্ৰত্যেক দেশৰ ব্যৱসায়ীসকলে নিজ নিজ বয়বস্তুসমূহ বিনিময় কৰি ব্যৱসায় চলাইছিল। তিব্বতৰ ৰাজধানী লাছাৰ পৰা দুমাহ গিৰিপথেৰে খোজকাঢ়ি আহিলে অসমৰ চৌনা নামৰ ঠাইত এটা ব্যৱসায় কেন্দ্ৰ আছিল। এইটো আছিল এটা অতি ব্যস্ত ব্যৱসায়

কেন্দ্ৰ। ইয়াৰ পৰা প্ৰায় চাৰি মাইল আঁতৰত অসমৰ দিশত থকা আন এটা এনে কেন্দ্ৰ আছিল গিওনচুৰত।

অসমৰ পৰা মণিপুৰৰ মাজেদি ব্ৰহ্মদেশ আৰু তাৰ পৰা চীনলৈ অসমৰ বেহা-বেপাৰ চলিছিল। পাটকাই পাহাৰ অতিক্ৰম কৰি ব্ৰহ্মৰ ভামোলৈ যাবলৈকো আন এটা পথ আছিল। মনকৰিবলগীয়া যে অসমৰ পৰা ভুটান হৈ হিমালয় পৰ্বতৰ দাঁতিয়েদি আন এটা পাহাৰীয়া পথেদি কাবুললৈ যোৱাৰ সুবিধ আছিল। এই পথেদি কাবুললৈ অসমৰ বয়বস্তু নি তাৰপৰা কিছু বস্তু সিন্ধু নৈ পাৰ হৈ গুজৰাট আৰু পশ্চিম উপকূলৰ বাণিজ্য প্ৰধান ঠাইবোৰলৈ গৈছিল। এই ঠাইবোৰৰ পৰা এনে বয়বস্তুৰ এটা বৃহৎ অংশ বেকট্ৰিয়ালৈ ৰপ্তানি হৈছিল।

অসমৰ ভিতৰৰ অঞ্চলতো ভালেমান বেহা-বেপাৰৰ কেন্দ্ৰ আছিল। হাট আৰু বজাৰৰ মাধ্যমেৰে ৰমৰমীয়া বেহা-বেপাৰ চলিছিল। প্ৰথমতে বিনিময় প্ৰথাৰে বেহা-বেপাৰ কৰি পিছলৈ যথাক্ৰমে কড়ি আৰু মুদ্ৰাৰে স্থানীয় লোকে বেপাৰ কৰিবলৈ লৈছিল। হাট-বজাৰক কেন্দ্ৰ কৰি একো একোখন নগৰো ঠন ধৰি উঠিছিল। হাট-বজাৰৰ শ্ৰীবৃদ্ধিৰ লগে লগে দিহিং, বকতা, গড়গাঁও, নামচাং, সোণাৰী, অভয়াপুৰ, নাৰায়ণপুৰ, যোৰহাট, নগাঁও, কলিয়াবৰ, গুৱাহাটী, হাজো, গোৱালপাৰা, ধুবুৰী আদি ভালেমান স্থানৰো শ্ৰীবৃদ্ধি ঘটিছিল। মুঘল সূত্ৰমতে অসমৰ লোকে বস্তুৰ বেচা-কিনা প্ৰায় নকৰিছিলেই। কিন্তু অসমৰ ভৈয়ামৰ লোকৰ সৈতে পৰ্বতীয়া জনজাতিৰ যথেষ্ট বেহা-বেপাৰ চলিছিল। শদিয়াৰ বজাৰত জনজাতীয় আৰু ভৈয়ামৰ লোকৰ ভিৰ দেখা গৈছিল। সেইদৰে ৰাণীহাট আৰু গোভা হাটতো প্ৰচুৰ পৰিমাণে বেহা-বেপাৰ চলিছিল। নগা, খাছী, জয়ন্তীয়া আৰু গাৰো লোকসকলেও অসমৰ হাটসমূহত ভিৰ কৰিছিলহি। মনকৰিবলগীয়া যে, যিবোৰ ঠাই বেহা-বেপাৰৰ কেন্দ্ৰভূমিত পৰিণত হৈছিল সেইবোৰ ঠাই সামৰিক দৃষ্টিকোণৰ পৰাও যথেষ্ট গুৰুত্বপূৰ্ণ বুলি বিবেচিত হৈছিল। প্ৰতিখন এনে নগৰত জনসংখ্যা বাঢ়িছিল আৰু এনে প্ৰত্যেকখন নগৰ বা ইয়াৰ ওচৰে-পাঁজৰে একোখন হাট আছিল। বাণিজ্য সম্প্ৰসাৰণৰ লগে লগে কেতবোৰ বৃত্তিধাৰী 'খেল' আৰু গাঁৱৰ উদ্ভৱ হৈছিল। এই সংক্ৰান্তত সোণাৰী গাঁও, কমাৰ গাঁও, কুমাৰ গাঁও, কাটনী গাঁও, তাঁতী গাঁও আদিৰ দৃষ্টান্ত দিব পাৰি। তদুপৰি বৈষ্ণৱ ধৰ্ম প্ৰচাৰ আৰু ঝুম খেতিৰ সলনি স্থায়ী খেতিৰ জনপ্ৰিয়তাই আহোমৰ দিনত গাঁওসমূহৰ জনজাতীয় চৰিত্ৰটোৰো আমূল পৰিৱৰ্তন সাধিছিল। ফলত, ধীৰ গতিত হ'লেও নগৰ আৰু গাঁৱৰ চাৰিত্ৰিক দিশবোৰৰ ক্ষেত্ৰত থকা ব্যৱধান কমি আহিছিল। ব্যৱসায়-বাণিজ্যৰ প্ৰসাৰে সভ্যতা সংস্কৃতিৰ ক্ষেত্ৰতো বিভিন্ন ধৰণে প্ৰভাৱ বিস্তাৰ কৰি অসমৰ জনসংযোগৰ ক্ষেত্ৰত আমুল পৰিৱৰ্তনৰ পথ মুকলি কৰিছিল।

আহোমৰ দিনৰ অসমৰ অৰ্থনীতিত পাইক আৰু ৰাজহ ব্যৱস্থাৰ গুৰুত্বপূৰ্ণ ভূমিকা আছিল। এই বিষয়কেইটা সম্বন্ধে এই অধ্যায়ৰ 'ক' শিতানত বিস্তাৰিতভাৱে আলোচনা কৰা হৈছে।

**(৩) আহোমৰ দিনৰ সাংস্কৃতিক জীৱনধাৰা ঃ**

ভৌগলিকভাৱে বিচ্ছিন্ন, দুৰ্গম উত্তৰ-পূব প্ৰান্তত অৱস্থিত হ'লেও ভাৰতৰ ইতিহাসত অসমৰ সাংস্কৃতিক অৱদানে এই ৰাজ্যৰ এখন লেখত ল'বলগীয়া ৰাজ্য হিচাপে স্বীকৃতি দি আহিছে। ত্ৰয়োদশ শতিকাত আহোমসকলে এই ৰাজ্যত প্ৰবেশ কৰাৰ বহু পূৰ্বৰ পৰাই এই ৰাজ্যখনত বিৰাজ কৰিছিল এক প্ৰাচীন সভ্যতা-সংস্কৃতি। আহোমসকলে এই ৰাজ্যখনত থিতাপি লোৱাৰ পিছত ইয়াৰ নাম হয় অসম। কালক্ৰমত এই স্থানৰ প্ৰাচীন প্ৰাগজ্যোতিষ-কামৰূপ-কমতা ৰাজ্যৰ অস্তিত্বও এই নামৰ সৈতে বিলীন হৈ যায়। আহোমৰ দিনত অসমৰ সভ্যতা-সংস্কৃতিয়ে এক বাচকবনীয়া স্থান লভি সেই যুগৰ গৌৰৱ বৃদ্ধিত এক অভুতপূৰ্ব অৰিহণা যোগাইছিল। তলত আহোমৰ দিনত সাংস্কৃতিক দিশটোৰ প্ৰতি কিছু আলোকপাতৰ চেষ্টা কৰা হ'ল—

সাহিত্য হ'ল এটা জাতিৰ সাংস্কৃতিক মানদণ্ডৰ মাপকাঠী। উল্লেখযোগ্য যে, আহোম ৰজাসকলে ক্ৰমাৎ ভাৰতীয় ধৰ্ম, সংস্কৃতি আৰু অসমীয়া ভাষা গ্ৰহণ কৰাৰ লগে লগে অসমত ৰাজনৈতিক তথা সামাজিক ঐক্য ব্যাপক হ'বলৈ ধৰিছিল। বিশেষকৈ জয়ধ্বজ সিংহ ৰজাৰ দিনৰ পৰা (১৬৪৫-৬৩ খ্ৰীঃ) বৈষ্ণৱ গোঁসাইসকলে প্ৰত্যক্ষভাৱে ৰজাঘৰীয়া সহায় আৰু পৃষ্ঠপোষকতা লাভ কৰিবলৈ ধৰাত অসমৰ সাহিত্যৰ এটা নৱযুগৰ আৰম্ভণি হয়। কিন্তু ৰুদ্ৰসিংহ (১৬৯৬-১৭১৪

খ্ৰীঃ) আৰু শিৱসিংহ ৰজাৰ দিনত (১৭১৪-৪৪ খ্ৰীঃ) শাক্তসকলৰ প্ৰতিপত্তি বৃদ্ধি হোৱাত অসমৰ ৰাজনৈতিক, সামাজিক আৰু ধৰ্মীয় ক্ষেত্ৰত যেন এক খণ্ড প্ৰলয়ৰ সৃষ্টি হয়। কিন্তু সাংস্কৃতিক ক্ষেত্ৰত এই পৰিৱৰ্তন অন্যদিশত যথেষ্ট ফলপ্ৰসূ হোৱা দেখা গ'ল। কাৰণ, আহোম ৰজাসকল শাক্ত ধৰ্মৰ প্ৰতি আকৃষ্ট হোৱাত তেওঁলোকৰ পৃষ্ঠপোষকতাত শৈৱ-শাক্ত সাহিত্যৰ প্ৰসাৰ ঘটিল। শিৱসিংহ, তেওঁৰ বৰৰজাসকল, ৰাজেশ্বৰ সিংহ, কমলেশ্বৰ সিংহ, চন্দ্ৰকান্ত সিংহ আৰু তেওঁলোকৰ কোঁৱৰ আৰু কিছুসংখ্যক বিষয়া আদিৰ উৎসাহত আহোমৰ দিনত সাহিত্য যুগাত এক অভূতপূৰ্ব অধ্যায়ৰ সংযোজন ঘটিল। মনকৰিবলগীয়া যে বৈষ্ণৱ গুৰু শংকৰদেৱ আৰু মাধৱদেৱে আহোম ৰাজ্য এৰি বৰপেটা, কোচবিহাৰত থাকি ধৰ্ম-প্ৰচাৰ আৰু সাহিত্য চৰ্চা কৰিছিলগৈ। কিন্তু পৰৱৰ্তীকালত তেওঁলোকৰ শিষ্য-প্ৰশিষ্যসকলে পুনৰ আহোম ৰাজ্যলৈ আহি বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিলহি। জয়ধ্বজ সিংহৰ দিনৰ পৰা বৈষ্ণৱ গোঁসাইসকলে ৰজাঘৰীয়া পৃষ্ঠপোষকতা লভিবলৈ ধৰাত ই অসমীয়া সাহিত্যৰ উদ্গতিতো সমল যোগায়। এইদৰে সত্ৰীয়া সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰতো এক নতুন দিশ উন্মোচন হয়। ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ সমাদৰ লাভো সেই কালৰ এক লেখত ল'বলগীয়া ঘটনা। আহোমৰ দিনত জ্যোতিষ, চিকিৎসা আদি ব্যৱহাৰিক সাহিত্যৰো শ্ৰীবৃদ্ধি ঘটে। কিন্তু অসমীয়া সংস্কৃতিলৈ আহোমসকলৰ যিটো অৱদানে এক অভিনৱ স্থান অধিকাৰ কৰিছে সেইটো হ'ল ইতিহাস-প্ৰীতি আৰু বুৰঞ্জীৰ সৃষ্টি।

আহোমসকলৰ আগমনৰ পিছত অসমত বুৰঞ্জী লিখা নিয়ম আৰম্ভ হয়। পোনপ্ৰথমে বুৰঞ্জীসমূহ আহোম ভাষাত লিখা হৈছিল যদিও প্ৰায় সপ্তদশ শতাব্দীৰ পৰা অসমীয়া ভাষাত বুৰঞ্জী লিখা হয়। বুৰঞ্জীসমূহক 'জ্ঞানৰ ভঁৰাল' আখ্যা দিয়া হয়। প্ৰকৃততে বুৰঞ্জীসমূহ এই নাম যোগ্য। ৰাজনৈতিক বিৱৰণৰ পৰা আৰম্ভ কৰি সমসাময়িক ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক, ধৰ্মীয় আৰু সাংস্কৃতিক বিষয়ৰ নানা তথ্য-পাতিৰে সমৃদ্ধ বুৰঞ্জীসমূহ অসম আৰু অসমীয়া সাহিত্যৰ এক অনৱদ্য সম্পত্তি। কেতবোৰ বুৰঞ্জী পুথি আকাৰত বৃহৎ আৰু তাত ৰাজনৈতিক ঘটনাৱলীসমূহক প্ৰাধান্য দিয়া হয়। এনে বুৰঞ্জীসমূহ টাই ভাষাত 'লাইলিক' আৰু অসমীয়াত 'বৰপাহি' বুৰঞ্জী বোলে। সাধাৰণতে এটা ঘটনা বৰ্ণনা কৰা বুৰঞ্জীক বোলা হয় 'লিট' বুৰঞ্জী (অসমীয়া ভাষাত ইয়াক 'কথা' বোলে)। ইয়াৰ বাহিৰেও আহোম পৰিয়ালসমূহৰ বিষয়ে লিখা বুৰঞ্জীও আছে (যেনে, নোমল বৰগোহাঁইৰ 'চকৰী ফেঁটী বুৰঞ্জী')। বুৰঞ্জী পুথিসমূহৰ ভিতৰত পুৰণি অসমৰ বুৰঞ্জী, কামৰূপৰ বুৰঞ্জী, সাতসৰী অসম বুৰঞ্জী, তুংখুংগীয়া বুৰঞ্জী, কাশীনাথ তামুলীফুকনৰ অসম বুৰঞ্জী, হৰকান্ত শৰ্মাবৰুৱা সদৰ আমিনৰ অসম বুৰঞ্জী, বেলিমাৰৰ বুৰঞ্জী, কলিভাৰত বুৰঞ্জী, অসমৰ পদ্য বুৰঞ্জী, দেওধাই অসম বুৰঞ্জী, বাঁহগড়ীয়া বুঢ়াগোহাঁইৰ বুৰঞ্জী দাঁতিয়লীয়া বুৰঞ্জী, কটকী বুৰঞ্জী, চাংৰাং ফুকনৰ বুৰঞ্জী, সত্ৰীয়া বুৰঞ্জী, ত্ৰিপুৰা বুৰঞ্জী, পাদছাহ বুৰঞ্জী, কছাৰী বুৰঞ্জী, জয়ন্তীয়া বুৰঞ্জী আদিৰ নাম উল্লেখযোগ্য। মনকৰিবলগীয়া যে বুৰঞ্জীসমূহ সত্যবাদিতাৰ এক ঐতিহ্যৰ ওপৰত প্ৰতিষ্ঠিত। তদুপৰি বুৰঞ্জীসমূহ কেৱল কেতবোৰ ৰাজনৈতিক শুকান বৰ্ণনাৰ সমষ্টি নহয়— ইয়াত পোৱা যায় মানৱীয় অনুভূতিৰ অপূৰ্ব ৰহণ। ঠায়ে ঠায়ে উপকথা, প্ৰবাদ আদি সন্নিবিষ্ট কৰি বুৰঞ্জীসমূহক এক ৰসাল আৰু সুখপাঠ্য সাহিত্যত পৰিণত কৰা হৈছে। ইয়াৰ উপৰিও মহাপুৰুষসকলৰ চৰিত পুথি আৰু ৰজাঘৰ বা অন্যান্য ডা-ডাঙৰীয়াসকলৰ বংশাৱলীসমূহৰ ঐতিহাসিক মূল্যও যথেষ্ট। দৰঙৰ ৰজা সমুদ্ৰনাৰায়ণৰ পৃষ্ঠপোষক তাত বলদেৱ সূৰ্যখৰি দৈৱজ্ঞৰ দ্বাৰা ৰচিত 'দৰং ৰাজবংশাৱলী' এখন উল্লেখযোগ্য পুথি। ঐতিহাসিক তথ্যপাতিৰে সমৃদ্ধ 'বৰফুকনৰ গীত', 'পদুম কুঁৱৰীৰ গীত', 'কমলা কুঁৱৰীৰ গীত' আদিয়েও আহোম যুগৰ সাহিত্যত এক সুকীয়া বৈশিষ্ট্য সংযোজন কৰিছে।

আহোমসকলে সংস্কৃত সাহিত্যলৈকো পৃষ্ঠপোষকতা আগবঢ়াইছিল। সেইকালত ভালেমান সংস্কৃত পুথি অসমীয়া ভাষালৈ অনূদিত হোৱাৰ মূলতে আছিল আহোমসকলৰ সহযোগিতা আৰু প্ৰেৰণা। কেইখনমান এনে পুথিৰ মৌলিক ৰচনাও আছিল। আহোমসকলৰ উদ্যমত মহাভাৰত, ৰামায়ণ আৰু পুৰাণৰ অসমীয়া অসমীয়া কৰা হৈছিল। মহাভাৰতৰ 'শান্তিপৰ্ব'ৰ অনুবাদক সৰ্বানন্দ দ্বিজক স্বৰ্গদেউ ৰুদ্ৰসিংহই পুৰস্কৃত কৰি বিশেষ সন্মান যাচিছিল। হৰিবংশ আৰু পৃথুৰাম দ্বিজে 'মুষল পৰ্ব'ৰ অনুবাদ কৰে। ৰঘুনাথ মহন্তই ৰামায়ণখন

চমুকৈ গদ্যত লিখি উলিয়ায়। ৰুদ্ৰসিংহৰ দিনত 'মাৰ্কেণ্ডেয় পুৰাণ'ৰ অংশবিশেষ আৰু 'কালিকা পুৰাণ' নামৰ কাব্যপুথি প্ৰকাশিত হয়। কবিৰাজ চক্ৰৱৰ্তীয়ে ৰুদ্ৰসিংহ আৰু শিৱসিংহ উভয়ৰে পৃষ্ঠপোষকতা লাভ কৰিছিল। তেওঁ 'ভাস্বতী' নামৰ জ্যোতিষ পুথি, 'শংখচূড় বধ', 'গীত গোবিন্দ', 'ব্ৰহ্মবৈবৰ্ত পুৰাণ'ৰ একাংশ, 'শকুন্তলা কাব্য' আদি চমু আকাৰত লিখি উলিয়াইছিল। শিৱসিংহৰ দিনত অনন্ত আচাৰ্যই 'আনন্দ লহৰী' নামৰ পুথি লিখে আৰু কবিচন্দ্ৰ দ্বিজে 'ধৰ্মপুৰাণ'ৰ একাংশও অনুবাদ কৰে। দৰঙৰ হৰনাৰায়ণৰ দিনত এইখন পুৰাণৰ অনুবাদ কাৰ্য সম্পূৰ্ণ হৈছিল। ৰঘুনাথ মহন্তই 'ৰামায়ণ'ৰ কেতবোৰ কাহিনীৰ আলমত ৰচনা কৰা কাব্যপুথি 'শত্ৰুঞ্জয়' আৰু 'অদ্ভুত ৰামায়ণ' নামৰ পুথিখনো যথেষ্ট মনোগ্ৰাহীকৈ লিখি উলিওৱা হৈছিল। আহোমসকলৰ উদ্যোগত 'কামশাস্ত্ৰ'ৰো অসমীয়া অনুবাদ সম্পূৰ্ণ হৈছিল। এইদৰে সংস্কৃত পুথিসমূহ অনুবাদ কৰোতে তাত থকা বিভিন্ন শাসন প্ৰণালীৰ বিষয়ে বিশদভাৱে অধ্যয়ন কৰাটো আহোম ৰজাসকলৰ অন্যতম উদ্দেশ্য আছিল। এনে অনুবাদ পুথিসমূহত দাৰ্শনিক গধুৰ তত্ত্বসমূহ বাদ দি আখ্যানসমূহ সৰ্বসাধাৰণৰ বোধগম্য হোৱাকৈ অনুবাদ কৰাৰ বাবে ইয়াৰ জনপ্ৰিয়তা বৃদ্ধি পাইছিল। ইয়াৰ লগতে কেতবোৰ ভক্তিমূলক গীত সন্নিবিষ্ট কৰি দিয়াত এই পুথিসমূহ বিশেষভাৱে সমাদৃত হোৱা দেখা গৈছিল।

আহোম ৰজাসকলৰ পৰা অনুপ্ৰেৰণা লাভ কৰি সেইকালত ভালেমান গীত ৰচনা হৈছিল। বৈষ্ণৱ ধৰ্মৰ ভক্তিমূলক গীতৰ উপৰিও শাক্ত ধৰ্মীয় প্ৰাৰ্থনা সংগীতবিলাকেও প্ৰসাৰতা লাভ কৰিছিল। কবিবৰ ৰুচিনাথে 'চণ্ডী গ্ৰন্থ'খনি অনুবাদ কৰিছিল। চণ্ডীপুৰাণ অসমীয়ালৈ অনুবাদ কৰা আন এজন কবি আছিল মধুসূদন। স্বৰ্গদেউ ৰুদ্ৰসিংহ আৰু শিৱসিংহ নিজেও কবি আছিল। দুৰ্গা, কালী, শীতলা দেৱীৰ গীতো সেইকালত ৰচিত হয়। 'হিতোপদেশ' আৰু 'পঞ্চতন্ত্ৰ'ৰ কাহিনীৰ আলমতো কবি দ্বিজ গোস্বামীয়ে কাব্য শাস্ত্ৰ লিখিছিল।

নাট ৰচনা আৰু মঞ্চাভিনয়ৰ ওপৰতো আহোমসকলে যথেষ্ট গুৰুত্ব দিছিল। তেওঁলোকৰ উৎসাহত ধৰ্মদেৱ ভট্টই ধৰ্মোদয়, সূৰ্য বিপ্ৰই 'বিঘ্নেশ জ্ঞানোদয়' আৰু কবিচন্দ্ৰ চন্দ্ৰ বিপ্ৰই 'কামকুমাৰ হৰণ' নাট ৰচনা কৰিছিল।

আহোমসকলৰ পৃষ্ঠপোষকতাত কেতবোৰ পুথি, যথা— চিকিৎসা শাস্ত্ৰ, পশু চিকিৎসা পুথি, বেজালি পুথি, তন্ত্ৰ-মন্ত্ৰৰ পুথি আদিয়েও যথেষ্ট প্ৰসাৰ লাভ কৰিছিল। চিকিৎসাকে আদি কৰি হাতী সম্বন্ধে লিখা বিখ্যাত পুথি 'হস্তীবিদ্যাৰ্ণৱ'ৰ ৰচক আছিল সুকুমাৰ বৰকাইথ। 'শেন চৰাইৰ ব্যাধি' আছিল আন এখন জনপ্ৰিয় পুথি। হাতী সম্বন্ধীয় আৰু দুই এখন পুথিও সেইকালত লেখা হৈছিল। চাংৰুং ফুকনৰ বুৰঞ্জীত কাৰেং, দ'ল-দেৱাল মেদাম আদি সজাৰ মাটি জোঁখৰ বৰ্ণনা আছে। তন্ত্ৰ-মন্ত্ৰৰ পুথিসমূহৰ ভিতৰত 'ভূতৰ মন্ত্ৰ', 'ক্ষেত্ৰ মন্ত্ৰ', 'সাপ-ধৰণী মন্ত্ৰ' আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ঘোঁৰ নিদান পুথিত ঘোঁৰা সম্বন্ধীয় বহু তথ্য পোৱা গৈছিল।

আহোমসকলৰ ৰাজত্বৰ সময়ছোৱাতে বৈষ্ণৱ গুৰু শ্ৰীশংকৰদেৱে কীৰ্তন ঘোষা, ৰুক্মিণীহৰণ কাব্য, গীত আৰু নানা তত্ত্বমূলক আলোচনা, কালিয় দমন, ৰামবিজয়, পাৰিজাত হৰণ আদি নাট ৰচনা কৰিছিল। অষ্টাদশ শতাব্দীৰ শেষাৰ্ধত সংস্কৃত ভাষাতো কেইখনমান নতুন ধৰণৰ নাটক ৰচনা হৈছিল। এই ক্ষেত্ৰত ধৰ্মদেৱ ভট্টৰ 'ধৰ্মোদয়' নাটকখন বিশেষভাৱে উল্লেখনীয়।

আহোমৰ দিনত তামৰ ফলি, শিল, পিতল, সাঁচিপাত, তুলাপাত, মুগা, পাটৰ কাপোৰ, জন্তুৰ ছাল, বাঁহৰ চেপেটা কামী আদি লিখাৰ সঁজুলি হিচাপে ব্যৱহাৰ কৰা হৈছিল। লিখিবৰ বাবে চকমাটি, জন্তুৰ শিং, খাগৰি, বাঁহ আৰু বিভিন্ন ধাতু ব্যৱহৃত হৈছিল। উৎকৃষ্ট চিয়াঁহী তৈয়াৰৰ কৌশলো তেওঁলোকে জানিছিল। তেওঁলোকৰ চিয়াঁহীৰে লিখা আখৰবোৰ সহজে মচ নাখাইছিল। এনে চিয়াঁহীক মহী বোলা হৈছিল।

আহোমৰ দিনত ৰাজ পৃষ্ঠপোষকতাত ৰচিত সাহিত্য কেতবোৰে কিন্তু ৰাজ অনুগ্ৰহৰ বাবে বা অন্য স্বাৰ্থৰ বশৱৰ্তী হৈ ৰজা বা ডা-ডাঙৰীয়াসকলৰ বিষয়ে কেতবোৰ অতিৰঞ্জিত তথ্যপাতি পৰিৱেশন কৰা চকুত পৰিছিল।

সভ্যতা-সংস্কৃতিৰ মানদণ্ড নিৰূপণ অন্যতম নিৰ্ভৰযোগ্য আহিলা হ'ল স্থাপত্য, ভাস্কৰ্য আৰু চিত্ৰকলা। আহোম যুগৰ মঠ-মন্দিৰ তথা দেৱালয়, ৰাজপ্ৰাসাদ, ৰংঘৰ, শিলৰ সাঁকো আদিয়ে সেই যুগৰ স্থাপত্যৰ এক অভিনৱ নিদৰ্শন দাঙি

ধৰিছে। আহোমসকলে পোনপ্ৰথমে কাঠৰ ঘৰ সাজিছিল। তেওঁলোকৰ ঘৰবোৰ আছিল চাংঘৰ। ৰাজকাৰেঙো কাঠ আৰু বাঁহেৰে দুমহলীয়াকৈ সজা হৈছিল। পিছলৈ তেওঁলোকেও ইটাৰ ঘৰ সাজিবলৈ লয়। কিন্তু আহোমৰ দিনত ইটাৰ ঘৰ কেৱল ৰজাৰ বাবেহে সজা হৈছিল বাবে এনে ঘৰৰ সংখ্যা কম। আহোম যুগত নিৰ্মিত যথেষ্টসংখ্যক দ'ল-দেৱালয় থাকিলেও পকী ৰাজ অট্টালিকাৰ সংখ্যা মাত্ৰ তিনিটাহে আৰু সেইকেইটা হ'ল গড়গাঁৱৰ কাৰেংঘৰ, ৰংপুৰৰ ৰংঘৰ আৰ তলাতল ঘৰ। পিছলৈ অৱশ্যে কেতবোৰ মন্দিৰত ইটা ব্যৱহৃত হৈছিল। তেওঁলোকৰ ইটাসমূহ আছিল স্থানীয়ভাৱে নিৰ্মিত। আহোমৰ দিনৰ ইটাবোৰ আছিল উচ্চমানৰ-বহল, মিহি আৰু টান। ইটা তৈয়াৰ কৰোতে টান আৰু মিহি হ'বৰ বাবে হাঁহ কণীৰ বগা অংশ ব্যৱহাৰ কৰা হৈছিল। ইটাসমূহৰ আকাৰো আছিল বিভিন্ন প্ৰকাৰৰ— তিনিকোণীয়া, এফলীয়া, বিন্ধা থকা, কৰ্দৈশিৰীয়া, ঘূৰণীয়া ইত্যাদি বিভিন্ন আকাৰৰ ইটাবোৰে স্থাপত্যসমূহৰ শোভাবৰ্ধন কৰিছিল। শিৱসাগৰৰ শিৱদ'ল, বিষ্ণুদ'ল, দেৱী দ'ল আদিত এনে ধৰণৰ ইটা ব্যৱহৃত হৈছিল। সেইসময়ত চিমেণ্টৰ ঠাইত স্থানীয়ভাৱে প্ৰস্তুত কড়াল ব্যৱহাৰ কৰা দেখা গৈছিল। এই কড়াল প্ৰস্তুত কৰা হৈছিল গুড়, মাটিমাহ, শিলচূণ, শামুকচূণ, বৰালি মাছ, তেল, ধুনা আদিৰ মিশ্ৰণেৰে।

জয়সাগৰৰ পাৰত সজা জয়দ'লটো স্বৰ্গদেউ ৰুদ্ৰসিংহই তেওঁৰ মাতৃ মহাসতী জয়মতীৰ নামত উছৰ্গা কৰিছিল। গৌৰীসাগৰৰ পাৰতো আন এটা দেৱী দ'ল আছিল। গদাধৰ সিংহৰ দিনত উমানন্দ মন্দিৰ, শিৱসিংহৰ দিনত গুৱাহাটীৰ উগ্ৰতাৰা মন্দিৰ, কামাখ্যাৰ সিদ্ধেশ্বৰ আৰু কামেশ্বৰ মন্দিৰ, অশ্বক্লান্তৰ দুটা জনাৰ্দন মন্দিৰ, প্ৰমত্তসিংহৰ দিনত শুক্ৰেশ্বৰ মন্দিৰ আৰু উত্তৰ গুৱাহাটীত ৰুদ্ৰসিংহ স্বৰ্গদেৱে শেষ-নিশ্বাস ত্যাগ কৰা ঠাইত ৰুদ্ৰেশ্বৰ মন্দিৰ, প্ৰতাপ সিংহৰ দিনত দেৰগাঁও আৰু বিশ্বনাথৰ শিৱমন্দিৰ, ৰাজেশ্বৰ সিংহৰ দিনত বশিষ্ঠাশ্ৰমৰ মন্দিৰ, নৱগ্ৰহ মন্দিৰ, দীৰ্ঘেশ্বৰীৰ মন্দিৰ আৰু কমলেশ্বৰ সিংহৰ দিনত নিৰ্মিত ছত্ৰাকাৰ মন্দিৰে আহোম যুগৰ উচ্চমানৰ ভাস্কৰ্যৰ সাক্ষ্য বহন কৰি আহিছে। আহোম ৰজাৰ কাৰেংঘৰটো প্ৰমত্তসিংহৰ দিনত আৰু তলাতল ঘৰটো ৰাজেশ্বৰ সিংহৰ দিনত সজা হৈছিল। এই দুয়োটা ঘৰেই আছিল সাতমহলীয়া আৰু তাৰ তিনিটা মহলা আছিল মাটিৰ তলত। মাটিৰ তলেদি আঠ মাইল দীঘল এক পকী সুৰংগৰ দ্বাৰা এই অট্টালিকা দুটাক সংযোগ কৰা হৈছিল। ৰুদ্ৰসিংহৰ দিনত ৰংঘৰটো আছিল কাঠেৰে সজা আৰু প্ৰমত্ত সিংহই ইয়াক ইটাৰে দুমহলীয়াকৈ সাজি উলিয়াইছিল। ৰুদ্ৰসিংহৰ দিনৰ পৰা আহোমৰ স্থাপত্যত কিছু পৰিমাণ মুঘল আৰু পাচী নিদৰ্শনৰ ছাঁ পৰিছিল। আহোম যুগৰ আন এবিধ উল্লেখযোগ্য স্থাপত্য হ'ল শিলৰ সাঁকোসমূহ। এনেধৰণৰ মুঠ দহখন সাঁকো আছিল বুলি বুৰঞ্জীসমূহে সাক্ষী দিয়ে। কিন্তু এতিয়া মাত্ৰ তাৰে চাৰিখনহে বৈছেগৈ আৰু বাকীবোৰে ধ্বংসস্তূপত পৰিণত হৈছে। এতিয়াও থকা শিলৰ সাঁকোকেইখন হ'ল নামডাং, দৰিকা, ৰহদৈ আৰু দিচৈৰ সাঁকো। ইয়াৰ ভিতৰত শিৱসাগৰৰ মাজমজিয়াত থকা নামদাঙৰ সাঁকোখনে আজিকোপতি স্থাপত্য প্ৰেমীসকলৰ মনোযোগ আকৰ্ষণ কৰি আহিছে। এটা প্ৰকাণ্ড শিলত সুৰংগ কাটি নিৰ্মিত এই সাঁকোখন দীঘলে ২০২ ফুট আৰু বহলে ২১ $\frac{১}{২}$ ফুট। সাঁকোখন ৫ $\frac{১}{২}$ ফুট ডাঠ। শিলটোত কেইবাটাও মূৰ্তি আছে। মনকৰিবলগীয়া যে আজিলৈকে এই সাঁকোখন মেৰামতিৰ প্ৰয়োজন হোৱা নাই। নামদাঙৰ সাঁকোখন স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনতে নিৰ্মিত হৈছিল। এইদৰে শিলৰ কাম কৰিবলৈ শিলাকুটীয়া পাইকৰ খেল আছিল। এই লোকসকলক চোৰাচিতা কৰা বিষয়াজনক শিলাকুটীয়া বৰুৱা বোলা হৈছিল। আহোম যুগৰ স্থাপত্যৰ অন্যতম সাক্ষী আছিল সেইকালৰ পুখুৰীসমূহ। প্ৰথমে পানীৰ পুং বিচাৰি উলিয়াই তাত নাদ খান্দি ৰহ (পাৰা) ঢালি পানী পৰিষ্কাৰ কৰিহে এই পুখুৰীসমূহ খন্দা হৈছিল। আহোমৰ দিনত বহুতো ৰহঢলা পুখুৰী খন্দা হৈছিল। তাৰ ভিতৰত জয়সাগৰ, শিৱসাগৰ আৰু গৌৰীসাগৰ পুখুৰীৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ডাঙৰ ডাঙৰ পুখুৰীৰ পাৰত আহোম ৰজাসকলে ভালেমান মন্দিৰ, দ'ল-দেৱালয় সজাইছিল।

আহোম যুগৰ দ'ল, দেৱালয়, অট্টালিকা আদিত ভাস্কৰ্যৰো চানেকি পোৱা যায়। দ'ল, দেৱালয়-মন্দিৰ, অট্টালিকা আদিৰ প্ৰাচীৰত খোদিত দেব-দেৱীৰ মূৰ্তি, ফুল-লতা, জীৱ-জন্তুৰ মূৰ্তি, প্ৰাকৃতিক দৃশ্য, বিভিন্ন নক্সা আদিয়ে আহোম যুগৰ ভাস্কৰ্যৰ সাক্ষী দিছে। ৰংপুৰৰ নাতি গোঁসাইৰ

দ'লৰ গাত গাঁঠি দিয়া পোৰামাটিৰ ভাস্কৰ্যসমূহে ভাস্কৰ্যপ্ৰেমীসকলৰ দৃষ্টি আকৰ্ষণ কৰি আহিছে। সেইকালত ব্যৱহৃত ইটা কেতবোৰতো নানা দেৱ-দেৱী, জীৱ-জন্তু, চৰাই-চিৰিকটি, আদিৰ মূৰ্তি নাইবা আখৰ আদিৰ সাঁচ মাৰি শুকুৱাই লোৱা হৈছিল। কিন্তু সমালোচক এছ. কে. চেটাৰ্জীৰ মতে আহোমসকলে তেওঁলোকৰ ভাস্কৰ্যত নিজ ঠাঁচ এটা ফুটাই তুলিবলৈ সমৰ্থ হোৱা নাছিল। বৰং পুৰণি দিনৰ অসমৰ শিলত কটা মূৰ্তিসমূহৰ আৰ্হিত মূৰ্তি সাজিবলৈ গৈ আহোম ঠাঁচ এৰি তেওঁলোকে এটা বড়ো ঠাঁচৰ মাজতহে সোমাই পৰিছিলগৈ। *

*'The place of Assam in the Histroy and civilisation of India' by S.K. Chatterjee, G.U. Second print, 1970. পৃষ্ঠা ৫৯।*

আহোমৰ দিনত কাঠত কটা মূৰ্তিও আছিল যথেষ্ট। কাঠেৰে নিৰ্মিত ঘৰসমূহৰ খুঁটা-বেৰ আদিতো এনে মূৰ্তি আছিল। সত্ৰসমূহতো এনে ধৰণৰ কাঠত কটা মূৰ্তি দেখা গৈছিল। তদুপৰি পোৰামাটিৰে নিৰ্মিত দেব-দেৱী, মানুহ, জন্তু, চৰাই আদিৰ শিল্পয়ো আহোমৰ দিনৰ শিল্পক চহকী কৰি গৈছে।

চিত্ৰকলাৰ ক্ষেত্ৰত আহোমসকলৰ অৱদান উল্লেখযোগ্য। সেইকালৰ কেতবোৰ সাঁচিপতীয়া পুথিৰ সুন্দৰ চিত্ৰৰ নিদৰ্শনে আহোম যুগৰ চিত্ৰশিল্পৰ উচ্চমানৰ সাক্ষ্য বহন কৰিছে। কোনো কোনো সত্ৰত এনে ধৰণৰ সচিত্ৰ কীৰ্তন পুথিও আছিল। আহোম ভাষাত লিখা কেতবোৰ পুথিতো চিত্ৰশিল্পৰ সমাবেশ ঘটিছিল। আহোমৰ দিনৰ এনে সচিত্ৰ পুথিসমূহৰ ভিতৰত "দশম স্কন্ধ চিত্ৰ ভাগৱত", 'ধৰ্মপুৰাণ', 'গীত-গোবিন্দ', 'শংখচূড় বধ', 'আনন্দ লহৰী' আৰু 'হস্তীবিদ্যাৰ্ণৱ'ৰ স্থান অতি উচ্চ। হস্তীবিদ্যাৰ্ণৱৰ চিত্ৰকাৰ দুজন আছিল দিলবৰ আৰু দোচাই। আহোম ৰজাসকলৰ পৃষ্ঠপোষকতাত ৰচনা কৰা পুথি কেতবোৰতো নানা ধৰণৰ চিত্ৰ অংকন কৰা হৈছিল। দেব-দেৱী, ৰজা-ৰাণী, জীৱ-জন্তু, গছ-লতা, যুদ্ধৰ দৃশ্য আৰু বিভিন্ন নক্সাৰ চিত্ৰত অপূৰ্ব ৰঙৰ সমাৱেশ দৃষ্টিগোচৰ হৈছিল। কাঠত কটা বিভিন্ন মূৰ্তি, ভাওনা, নৃত্য আদিত ব্যৱহাৰ কৰা মুখা আদিত নানা ৰঙেৰে চিত্ৰ-বিচিত্ৰ কৰা হৈছিল। চিত্ৰ আঁকিবলৈ গছৰ শিপা, ছাল, পাত, নীল, হেঙুল হাইতাল, জেতুকা, কেহেৰাজ, বৰ্হমথুৰি, লা আদি ব্যৱহাৰ কৰা হৈছিল। এনে ধৰণৰ ৰংসমূহ স্থানীয়ভাবে প্ৰস্তুত কৰা হৈছিল। অসমৰ চিত্ৰকলাৰ মানদণ্ড আছিল যথেষ্ট উচ্চ আৰু ই মুঘল, ৰাজস্থানী আৰু কাংৰা চিত্ৰকলাতকৈ কোনো গুণে হীন নাছিল। আহোমৰ দিনত এনে চিত্ৰকলাত অসমৰ শিল্পীসকলে এক নিজস্ব ঠাঁচ সৃষ্টি কৰিবলৈ সক্ষম হোৱাটোও মনকৰিবলগীয়া।

আহোম ৰজাসকলে ৰাজত্বৰ প্ৰাৰম্ভণীত নিজক প্ৰতিষ্ঠা কৰাত ব্যস্ত থকাৰ বাবে সংগীত চৰ্চা আদিত বিশেষ মনোনিবেশ কৰিবলৈ সময় নাপাইছিল যেন লাগে। পাছত স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনত ৰাজ্যখনত এটা শান্তিৰ পৰিৱেশ সৃষ্টি হোৱাত ৰজাই নিজে সংগীতৰ পৃষ্ঠপোষকতা কৰা দেখা গৈছিল। থলুৱা গীতমাতৰ প্ৰতি বিশেষভাৱে অনুৰাগী হৈ এইজন ৰজাই বিভিন্ন বাদকৰ খেল পাতি সেই খেলবোৰ চোৱাচিতা কৰিবলৈ গায়ন বৰুৱাৰ পদ সৃষ্টি কৰিছিল। অসমৰ বিহু নৃত্য-গীতক এক সন্মানজনক স্থান দিয়াৰ ক্ষেত্ৰতো এইজন ৰজাই আছিল প্ৰথম। ৰুদ্ৰসিংহই নিজেও গীত ৰচনা কৰিছিল। তেওঁৰ গীতসমূহ আছিল শাক্ত-ভাবাপন্ন। ৰুদ্ৰসিংহৰ ৰাজত্বকালতেই অসমীয়া সংগীতত ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ প্ৰভাৱ পৰা দেখা গৈছিল। তেওঁ নিজেও ঠুংৰী, গজল, টপ্পা আদিৰ সুৰত ভালেমান গীত ৰচনা কৰি গাইছিল। তেওঁৰ পৃষ্ঠ পোষকতাত আহোম ৰজাৰ পৰা এজন সংগীতজ্ঞই দিল্লীলৈ গৈ গীত শিকাৰ লগতে পাখোৱাজ বজাবলৈ শিকি আহিছিল। ৰুদ্ৰসিংহৰ দিনত সংগীতৰ অনুষ্ঠান আয়োজন কৰি অসমৰ বাহিৰৰ পৰা ওস্তাদ আনি গীত পৰিৱেশন কৰোৱা হৈছিল। সেইদৰে সংকীৰ্তন গীত শিকিবলৈ তেওঁ অসমৰ গায়ন আন ৰাজ্যলৈ পঠিয়াইছিল বুলি জনা যায়। ত্ৰিপুৰা বুৰঞ্জীৰ মতে, ৰুদ্ৰসিংহই সেই ৰাজ্যৰ পৰা সংকীৰ্তনৰ দল আনি তেওঁলোকৰ দ্বাৰা পৰিবেশিত অনুষ্ঠান উপভোগ কৰিছিল। এনে সংকীৰ্তনকাৰীসকলে বেণু, মুৰলী আদি বজাই নৃত্যৰ সৈতে এনে সংকীৰ্তন কৰি স্বৰ্গদেউক সন্তোষ দিছিল। ৰুদ্ৰসিংহৰ দ্বাৰা ৰচিত গীত সম্বলিত এখন গীতৰ পুথি আছিল আৰু এই পুথিখনত তেওঁৰ সুযোগ্য পুত্ৰ শিৱসিংহৰ দ্বাৰা ৰচিত কেইবাটাও গীত সন্নিবিষ্ট কৰা হৈছিল। শিৱসিংহৰ

গীতসমূহত শাক্ত-প্ৰভাৱৰ উপৰিও বংগীয় আদৰ্শৰ ৰাধা-চৰিত্ৰৰ বিকাশ দেখা গৈছিল। গীত ৰচনা কৰি সুনাম অৰ্জা আন দুজন আহোম স্বৰ্গদেউ আছিল প্ৰমত্ত সিংহ আৰু ৰাজেশ্বৰ সিংহ, ৰাজেশ্বৰ সিংহই 'কবিচূড়ামণি' উপাধি পাইছিল বুলি জনা যায়। আহোম ৰাজত্বৰ শেষৰফালে বংগদেশৰ বৈষ্ণৱ পদাৱলীৰ সংকলন অসমত প্ৰচলিত হৈছিল। 'গীত লতিকা' নাম সংগ্ৰহখনত স্বৰ্গদেউ জয়ধ্বজ সিংহ, স্বৰ্গদেউ ৰুদ্ৰসিংহ, কবিৰাজ চক্ৰৱৰ্তী, শ্ৰীকবি, দ্বিজ বংশীদাস, শচীপতি, মুকুন্দ, দ্বিজ ৰামাকান্ত, দ্বিজ ৰামানন্দ, দ্বিজ ৰামনাৰায়ণ, গোপালচন্দ্ৰ আদি কবিৰ গীতসমূহ সন্নিবেশিত হৈছে।

অসমৰ আটাইতকৈ জনপ্ৰিয় উৎসৱ হ'ল বিহু। মূলতঃ ই এটা কৃষি উৎসৱ হ'লেও বিহুৰ মাধ্যমেৰে অসমৰ সাংস্কৃতিক জীৱনৰ সৈতে ইয়াৰ এক নিবিড় সম্বন্ধ গঢ়ি উঠিছিল। ৰুদ্ৰসিংহই সাতদিনীয়াকৈ বিহু উৎসৱৰ আয়োজন কৰি আহোমৰ দিনতেই 'সাত বিহু' পালনৰ নিয়ম প্ৰৱৰ্তন কৰিছিল। সেয়ে, বিহু উপলক্ষে ৰংঘৰৰ সন্মুখৰ ৰূপহী পথাৰত বহু ধৰণৰ ৰং-ৰহইচৰ মাজত বিহু নৃত্যগীতো পৰিৱেশিত হৈছিল।

অসমৰ চুকে-কোণে থকা সত্ৰসমূহতো আহোমৰ দিনত সত্ৰীয়া নৃত্যগীত, ভাওনা, নাট আদিৰ জনপ্ৰিয়তা বৃদ্ধি পাইছিল। অসমৰ সত্ৰীয়া নৃত্যৰ এটা নিজস্ব ভংগী আছে। অসমৰ সাংস্কৃতিক জগতত শংকৰদেৱৰ 'কীৰ্তন ঘোষা' আৰু মাধৱদেৱৰ 'নামঘোষা' পাঠ, সত্ৰীয়া নৃত্য-গীত, নাট, ভাওনাই এখন সন্মানজনক স্থান লাভ কৰি আহিছে আৰু আহোমৰ দিনতো ইয়াৰ ব্যতিক্ৰম ঘটা নাছিল। সেইদৰে শাক্ত ধৰ্মৰ প্ৰভাৱত আহোমৰ দিনত জাকজমকতাৰে দুৰ্গা পূজা আৰু শিৱৰাত্ৰি পালন হ'বলৈ ধৰাত যি উৎসৱমুখৰ পৰিৱেশৰ সৃষ্টি হৈছিল সেই উৎসৱতো নানা ধৰণৰ নৃত্য-গীত আৰু বাদ্য যন্ত্ৰৰ ঐক্যতান পৰিবেশিত হৈছিল। বিভিন্ন সাংস্কৃতিক অনুষ্ঠানত আহোমৰ দিনত অসমৰ থলুৱা সকলোবোৰ নৃত্য-গীতে সমাদৰ লাভ কৰিছিল। থলুৱা গীতৰ ভিতৰত বৰগীত, নাম, প্ৰাৰ্থনা গীত, বাৰেমাহী গীত, পালাগান, ভটিমা, দেহবিচাৰৰ গীত, টোকাৰী গীত, নাওখেলৰ গীত। প্ৰাৰ্থনা গীত, বিয়ানাম, আইনাম, ধাইনাম, বিহুগীত, বনগীত, নিচুকনি গীত, লোকগীত, কুশান গান আদিৰ নাম উল্লেখযোগ্য। ঐতিহাসিক তথ্যপাতিৰে সমৃদ্ধ গীতসমূহো সেই কালৰ এক অনবদ্য সৃষ্টি। এনে গীতৰ ভিতৰত বৰফুকনৰ গীত, পদুম কুঁৱৰীৰ গীত, কমলা কুঁৱৰীৰ গীত, জনা গাভৰুৰ গীত, মণিকোঁৱৰৰ গীত, ফুলকোঁৱৰৰ গীত, জয়মতী কুঁৱৰীৰ গীতৰ নাম উল্লেখযোগ্য। অসমীয়া লোকগীতৰ আৰ্হিত আজান ফকীৰে ৰচনা কৰা জিকিৰ আৰু জাৰীয়েও সেই যুগত জাতি-ধৰ্ম নিৰ্বিশেষে সকলো ৰাইজৰ মাজত সমাদৰ লভিছিল। আহোসকলে নাট ৰচনা আৰু মঞ্চাভিনয়ৰ ক্ষেত্ৰত যথেষ্ট গুৰুত্ব দিছিল। তেওঁলোকৰ পৃষ্ঠপোষকতাত ধৰ্মদেৱ ভট্টই 'ধৰ্মোদয়', সূৰ্যবিপ্ৰই 'বিঘ্নেশ জ্ঞানোদয়' আৰু কবিচন্দ্ৰ বিপ্ৰই 'কামকুমাৰ হৰণ নাট' ৰচনা কৰাৰ কথা আগতে উল্লেখ কৰা হৈছে। ইয়াৰ বাহিৰেও বিশেষকৈ অসমৰ সত্ৰসমূহত ভাওনা আৰু অংকীয়া নাটৰ এটা নিয়মীয়া চৰ্চা চলিছিল। নামঘৰসমূহতো সমূহীয়া নাম কীৰ্তন আদিৰ আয়োজনে ৰাজ্যখনত এটা সুস্থ বাতাৱৰণ গঢ়ি উঠাত যথেষ্ট অৰিহণা যোগোৱা দেখা গৈছিল। সেইদৰে অসমৰ বিভিন্ন থলুৱা নৃত্যৰো আহোম যুগত বিকাশ ঘটিছিল। বিহু নৃত্য, ওজাপালি, দেওধনী নৃত্য, বিভিন্ন সত্ৰীয়া নৃত্য, জনজাতীয় নৃত্য, লোক নৃত্য আদিৰ ক্ষেত্ৰতো আহোম ৰজাঘৰে পৃষ্ঠপোষকতা আগবঢ়াইছিল। অসমৰ কেতবোৰ মন্দিৰত দেৱদাসী নৃত্যও পৰিৱেশত হৈছিল। ৰাজহাউলি আৰু মন্দিৰত নৃত্যৰ বাবে চিনাতলী, কালুগাঁও, দেৰগাঁও, ডুবি আদি ঠাইৰ কেতবোৰ নিৰ্দিষ্ট পৰিয়ালৰ নাচনী অনা হৈছিল। তদুপৰি গন্ধৰ্ব বা পুৰুষ নটসকলকো মন্দিৰ বা দেৱালয়ৰ ওচৰত মাটিবাৰী দি সংস্থাপিত কৰা হৈছিল। দৰাচলতে, কাৰেংঘৰ মানে হ'ল নাচনী ছোৱালীৰ ঘৰ (কা-নাচনী; ৰেণ-ঘৰ)। কাৰেংঘৰত বহি ৰজাই নাচনীৰ নৃত্যগীত উপভোগ কৰিছিল।

আহোমৰ দিনৰ বাদ্যযন্ত্ৰসমূহৰ ভিতৰত বিভিন্ন ধৰণৰ ঢোল, খোল, খুটি তাল, পাটিতাল, মৃদং, বীণ, মঞ্জৰী, টোকাৰী, পেঁপা; গগনা, টকা, নাগৰা, কালী, বাঁহী, বৰকাঁহ আদি ব্যৱহৃত হৈছিল। এই ধৰণৰ বাদ্যযন্ত্ৰবোৰ সাধাৰণতে বাঁহ, কাঠ, শুকান লাও আৰু জন্তুৰ ছালেৰে সাজি উলিওৱা হৈছিল। ৰুদ্ৰসিংহই পশ্চিম ভাৰতৰ পাখোৱাজ আনি অসম

প্ৰচলন কৰিছিল।

সেইদৰে আহোম ৰাজ্যত বসবাস কৰা বিভিন্ন জনজাতিসকলৰো নিজস্ব থুলুৱা গীতমাত আছিল। তেওঁলোকৰ বাদ্য যন্ত্ৰসমূহো আছিল বিভিন্ন ধৰণৰ। উদাহৰণস্বৰূপে সাধাৰণতে বিভিন্ন প্ৰকাৰৰ ঢোল সকলো লোকেই ব্যৱহাৰ কৰিছিল। ইয়াৰ উপৰিও বড়ো-কছাৰীসকলৰ মাজত খাম (মাদল), চিফুং (বাঁহী), ছেৰজা (ছেৰেণ্ডা), বিণ্ডি (বেণু) আদি ব্যৱহাৰ হৈছিল। তেওঁলোকে গগনা, ৰামতাল, মঞ্জৰী, টকা আদিৰ ব্যৱহাৰ জানিছিল আৰু এনে বাদ্যসমূহৰ বড়ো ভাষাৰ নামবোৰ ব্যৱহাৰ কৰিছিল। মিকিৰ বা কাৰ্বি-আংলঙৰ 'চকেৰয়' উৎসৱৰ নৃত্যৰ নাম হ'ল 'হাচাকেকান'। তেওঁলোকৰ মাজত 'চাবিন আলুনো' গীত অতি জনপ্ৰিয়। মিৰি (মিচিং) সমাজে মাঘ, ব'হাগ আৰু কাতি বিহুৰ উপৰিও আহিন-কাতিমাহত আহু ধান চপাই নৰাছিগা বিহু বা 'পৰাগ' পাতে। আহু ধান সিঁচিবৰ সময়ত পাতে 'লিগাং' বা 'আলি আই লিগাং'। এই 'লিগাং' বা ধান ৰোৱা বিহুত তেওঁলোকে বৰকাঁহ বজায়। এওঁলোকৰ নিজস্ব ভালেমান গীত-মাত আছে। এইদৰে আহোমৰ দিনত অসমৰ পৰ্বতে-ভৈয়ামে বিভিন্ন জন-সংস্কৃতিৰ এক তুমুল বিকাশ ঘটিছিল আৰু এনে বিকাশত ভালেকেইজন আহোম স্বৰ্গদেৱে বিশেষ পৃষ্ঠপোষকতা আগবঢ়াইছিল। ওপৰত আলোচনা কৰা নৃত্য, গীত, নাট আদিৰ উপৰিও, আহোমৰ দিনত অসমৰ চুকে-কোণে আৰু বহুতো লোক-সংগীত, নৃত্য আদি আছিল আৰু এই আটাইবোৰেই আছিল স্বকীয় বৈশিষ্ট্যৰে ভৰপূৰ একো একোটা বাচকবনীয়া সংস্কৃতিৰ ধ্বজাবাহক।

**আহোমসকলৰ ধৰ্মনীতি ঃ** আহোমসকল আদিতে তাও ধৰ্মাৱলম্বী আছিল। তাও ধৰ্ম চীনদেশৰ লাওৎছেৰ দৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত। কোনো কোনো সূত্ৰমতে আহোমসকল প্ৰকৃতপক্ষে বৌদ্ধধৰ্মী আছিল। কিন্তু সুদীৰ্ঘ ৰাজত্বকালত আহোমসকলে বৌদ্ধ ধৰ্মৰ প্ৰতি কোনো বিশেষ মনোযোগ দিয়াৰ দৃষ্টান্ত নাই বাবে এই সূত্ৰটো বিশ্বাসযোগ্য নহয়। আনহাতেদি লাওৎছেৰ তাও ধৰ্মৰ দৰ্শন আছিল অতি উচ্চ আৰু সহজে বোধগম্য নাছিল। কালক্ৰমত আহোমসকলৰ তাও ধৰ্মতো ভালেমান দেৱ-দেৱীৰ পূজা সোমাই পৰিছিল। আহোমসকলৰ প্ৰধান দেৱতা আছিল 'চোমচেঙ' বা চোমদেউ। চুকাফাই তেওঁৰ আগমন কালত চোমদেউৰ মূৰ্তি লগত লৈ আহিছিল বুলি কোৱা হয় যদিও প্ৰকৃতপক্ষে চোমদেউৰ কোনো মূৰ্তি নাছিল, ই আছিল শালগ্ৰাম শিলাৰ দৰে এটা বহুমূলীয়া ৰত্ন বা মণিহে। চোমদেউ আছিল আহোমসকলৰ কুলদেৱতা। চোমদেউৰ বাহিৰে আহোমসকলৰ আৰাধ্য অন্যান্য দেৱতাসকলৰ ভিতৰত কুৰাতৰা, লেংডন, কাওখাম, জচিংফা আদিয়েই আছিল প্ৰধান। তদুপৰি আহোমসকলৰ পুৰোহিত হিচাপে সেৱা আগবঢ়োৱা লোকসকলক দেওধাই, বাইলুং বোলা হৈছিল। চুকাফাই চৰাইদেউ পাহাৰত বগা ঘোঁৰা বলি দি ৰাজধানী পতালে চাই তেওঁলোকে বলি প্ৰথাত বিশ্বাস কৰাৰ কথা প্ৰমাণিত হয়। অসমলৈ আহি আহোমসকলে বিজিত লোকৰ ওপৰত তেওঁলোকৰ ধৰ্ম জাপি দিয়াৰ কোনো চেষ্টা নকৰাটোও মনকৰিবলগীয়া। এনে নীতিয়ে তেওঁলোকৰ বিচক্ষণতাৰ প্ৰমাণ দাঙি ধৰিছিল।

চুডাংফা বামুণী কোঁৱৰৰ দিনৰ পৰাই আহোম ৰাজপৰিয়ালত হিন্দু ধৰ্মৰ প্ৰভাৱে গা কৰি উঠিছিল। কিন্তু আনুষ্ঠানিকভাৱে হিন্দুধৰ্মত দীক্ষিত হোৱা প্ৰথমজন ৰজা আছিল জয়ধ্বজ সিংহহে। আনহাতেদি চুহুংমুং দিহিংগীয়া ৰজাৰ দিনৰে পৰা আহোম ৰজাসকলে হিন্দু নাম গ্ৰহণ কৰিবলৈ লৈছিল। আহোমসকলে নিজকে চাও-ফা বুলিছিল। চুহুংমুঙৰ দিনৰ পৰা আহোম ৰজাসকলক স্বৰ্গদেউ বোলাৰ নিয়ম প্ৰচলন হৈছিল। চুহুংমুঙৰ দিনতেই উজনি অসমত মহাপুৰুষ শংকৰদেৱৰ তত্ত্বাৱধানত নৱবৈষ্ণৱ আন্দোলন আৰম্ভ হৈছিল। মনকৰিবলগীয়া যে আহোম ৰজাসকলৰ ওপৰত বৈষ্ণৱ আৰু শাক্ত উভয় ধৰ্মৰে প্ৰভাৱ পৰিছিল। জয়ধ্বজ সিংহই আউনীআটী আৰু জখলাবন্ধাত সত্ৰ পাতিছিল। নিৰঞ্জন বাপুক আউনীআটী সত্ৰৰ সত্ৰাধিকাৰ হিচাপে প্ৰতিষ্ঠা কৰি জয়ধ্বজ সিংহই তেওঁৰ ওচৰত শৰণ লৈছিল। কোচবিহাৰৰ পৰা বনমালী গোঁসাইক আনি তেওঁক জখলাবন্ধাত সত্ৰাধিকাৰ পদত নিযুক্তি দিছিল। এইজন ৰজাৰ দিনৰ পৰা চুলিকফা তথা ল'ৰাৰজাৰ দিনলৈকে আহোম ৰজাসকলে বৈষ্ণৱ ধৰ্মৰ প্ৰতি আগ্ৰহ দেখুৱাইছিল। কিন্তু তুংখুঙীয়া ফৈদৰ প্ৰথম ৰজা গদাধৰ সিংহই কেতবোৰ ৰাজনৈতিক আৰু ব্যক্তিগত কাৰণত কেতবোৰ বৈষ্ণৱ

লোকক নির্যাতন কৰিছিল। ৰজা হোৱাৰ পূৰ্বে গদাধৰ সিংহৰ নাম আছিল গদাপাণি কোঁৱৰ আৰু তেওঁ ল'ৰাৰজা চুলিকফাৰ হাতত ঘূণীয়া হোৱাৰ আশংকাত নগা পাহাৰত আশ্ৰয় লৈছিল। এইদৰে পলাই ফুৰা দিনত মাজে মাজে ছদ্মবেশেৰে আহোম ৰাজ্যলৈ অহা গদাপাণিক আউনীআটী আৰু দক্ষিণপাট সত্ৰৰ সত্ৰাধিকাৰে দুৰ্ব্যৱহাৰ কৰাৰ কথা মনত ৰাখি গদাপাণিয়ে ৰজা হৈ তেওঁলোক দুয়োকে আৰু লগতে সত্ৰৰ ভকতসকলকো নিৰ্যাতন কৰিছিল। কিন্তু তেওঁৰ দুৰ্দিনত সুব্যৱহাৰ কৰা বোকাখাতৰ অৰ্জুন দৈৱজ্ঞক তেওঁ পুৰস্কৃত কৰি যথেষ্ট সন্মান প্ৰদৰ্শন কৰাটোও মন কৰিবলগীয়া। অৱশ্যে গদাধৰে আন কেতবোৰ কাৰণবশতঃ বৈষ্ণৱ ধৰ্মক বিশেষ উৎসাহ দিব খোজা নাছিল। বৈষ্ণৱ ভকত হৈ বহুতো প্ৰজাই বাধ্যতামূলকভাৱে পাইক খটাৰ পৰা নিস্তাৰ পাবলৈ বিচাৰিছিল। পাইকসকলক আহোম ৰজাই ৰণুৱা হিচাপেও ব্যৱহাৰ কৰিছিল। বৈষ্ণৱ ধৰ্মত দীক্ষিত হৈ আমিষ খাদ্য বৰ্জন কৰা ভকতসকলে সুস্বাস্থ্য আৰু সৈনিকৰ আৱশ্যকীয় গুণাগুণবোৰ হেৰুৱাব বুলিও গদাধৰ সিংহই ভয় কৰিছিল। গদাধৰ সিংহৰ পৰৱৰ্তী ৰজা ৰুদ্ৰসিংহ আৰু শিৱসিংহও আছিল শাক্ত। শিৱসিংহৰ পত্নী বৰৰজা ফুলেশ্বৰীয়ে বৈষ্ণৱসকলৰ প্ৰতি অসন্মান দেখুৱাই মোৱামৰীয়া বিদ্ৰোহৰ অন্যতম কাৰণ হৈ পৰিছিল। দৰাচলতে এনে ধৰণৰ বিবাদবিলাকৰ অন্যতম গুৰি আছিল সমসাময়িক ধৰ্মীয় জগতত শাক্ত আৰু বৈষ্ণৱৰ বিবাদ। ইয়াৰ উপৰিও কোনো কোনো সত্ৰৰ জনবল আৰু ধনবল দেখিও আহোম ৰজাসকলৰ মনত ইৰ্ষা আৰু শংকাৰ ভাব জাগিবও পাৰে। কিন্তু এই কথা সকলোৰে ক্ষেত্ৰত প্ৰযোজ্য নাছিল। কাৰণ বহুতো আহোম ৰজাই শাক্ত হোৱাৰ পিছতো বৈষ্ণৱ সত্ৰসমূহৰ পৃষ্ঠপোষকতা কৰিছিল। আনহাতেদি আহোমসকলে হিন্দু ধৰ্মত দীক্ষিত হৈও নিজৰ পুৰণি ধৰ্ম সম্পূৰ্ণৰূপে পৰিত্যাগ কৰা নাছিল। তেওঁলোকে কেতিয়াবা পুৰোহিত আৰু কেতিয়াবা দেওধাই-বাইলুংসকলৰ দ্বাৰা পূজা-পাতলৰ আয়োজন কৰিছিল। এফালে দুৰ্গাপূজা কৰিলেও আনফালে চোমদেউকে কুলদেৱতাৰ সন্মান যাচিছিল। আহোম ৰজাসকলে আনকি মুছলমান পীৰ-ফকীৰসকলকো সমানে শ্ৰদ্ধা কৰিছিল। পীৰসকলৰ বাবে তেওঁলোকে মাটি দান কৰিছিল। এনে মাটিক পীৰ পাল বোলা হৈছিল। পঞ্চতীৰ্থ বুলি খ্যাত হাজোত মুছলমানসকলৰ পোৱামক্কাৰ দৰগাহ সকলো ধৰ্মৰ বাবে মুকলি এক পবিত্ৰ স্থান। ইয়াত গিয়াচ-উদ-দিন আউলিয়াৰ সমাধি আছে। এই দৰগাহত হিন্দু, মুছলমান, বৌদ্ধ আদি সকলো ধৰ্মৰ লোকৰ সমাবেশ ঘটে। স্বৰ্গদেউ ৰুদ্ৰসিংহ, লক্ষ্মীসিংহ, কমলেশ্বৰ সিংহ আদিয়ে পোৱামক্কা তীৰ্থৰ সুপৰিচালনা আৰু উন্নতিৰ প্ৰতি যথেষ্ট মনোযোগ দিয়া বুলি প্ৰকাশ। আহোম ৰজাসকলে আনকি তেওঁলোকৰ হৈ প্ৰাৰ্থনা জনাবলৈ পোৱামক্কাৰ দৰগাহত এজন ধাৰ্মিক মুছলমান লোকক নিযুক্তি দিছিল। সেইদৰে বিভিন্ন ৰাজপত্ৰ আৰু তামৰ ফলিত হাজোত অৱস্থিত হয়গ্ৰীৱ-মাধৱৰ মন্দিৰলৈ লক্ষ্মীসিংহ, গৌৰীনাথ সিংহ, কমলেশ্বৰ সিংহ আদি ৰজাসকলে ভূমিদানকে আদি কৰি বিভিন্ন দান-দক্ষিণা আগবঢ়োৱা বুলি প্ৰকাশ। হাজোত থকা দুটা দ'ল, যথা, গোবিন্দ দ'ল আৰু ৰজাদ'লৰ ফাকুৱা বা দৌলোৎসৱত ফাকু খেলৰ উপৰিও নাম-প্ৰসংগ হয়। এই মন্দিৰৰ প্ৰাংগণত ১৭৫০ খ্ৰীঃত স্বৰ্গদেউ প্ৰমত্ত সিংহই এটা দ'ল সাজিছিল। এইদৰে শাক্ত, বৈষ্ণৱ, ইছলাম আদি সকলো ধৰ্মৰ প্ৰতি আহোম ৰজাসকলে শ্ৰদ্ধা প্ৰদৰ্শন কৰাটো মনকৰিবলগীয়া। সৰাগুৰি চাপৰিত আজান পীৰক আহোম ৰজাই মাটিবাৰী দান কৰিছিল। এইদৰে ভূমিদান দিয়া আহোম ৰজাজনক কোনো সূত্ৰই প্ৰতাপসিংহ আৰু আন কেতবোৰ সূত্ৰই গদাধৰ সিংহ বুলি ক'ব খোজে।

আহোমসকলৰ ৰাজত্বৰ প্ৰথম অৱস্থাত নামনি অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাত জনজাতীয় লোকৰ মাজত বাথৌ বা বাথৌ শিৱৰাইৰ পূজা বৰ জনপ্ৰিয় আছিল আৰু সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলত শক্তি পূজাই গা কৰি উঠিছিল। জয়ন্তীয়াসকলে কৰিছিল জয়ন্তেশ্বৰীৰ পূজা আৰু চুতীয়াসকলে কৰিছিল তাম্ৰেশ্বৰী দেৱীৰ পূজা। কোচ আৰু অন্যান্য হিন্দু লোকৰ মাজত কামাখ্যা বা কামলক্ষ্মীৰ পূজাই জনপ্ৰিয়তা লভিছিল। কামাখ্যা আছিল তান্ত্ৰিক ধৰ্মৰ অন্যতম কেন্দ্ৰবিন্দু। তাহানিৰ অসমত নৰবলিও চলিছিল। গৌৰীনাথ সিংহ স্বৰ্গদেৱে নৰবলি নিষিদ্ধ কৰি অসমৰ ধৰ্মীয় জীৱনধাৰাক এটা নতুন দিশত আগুৱাই নিছিল বুলি জনা'যায়। তাহানিৰ লোকৰ

ভৌতিক বিদ্যা, যাদুবিদ্যা আদিতো যথেষ্ট বিশ্বাস আছিল। অলৌকিকতাত বিশ্বাস কৰা লোকে মোৱামৰীয়া বিদ্রোহৰ অন্যতম নায়ক নাহৰখোৰা শইকীয়াৰ পত্নী ৰাধা আৰু ৰুক্মিণীয়ে যাদুৰ বলেৰে আঁচল পাতি বন্দুকৰ গুলী ধৰিছিল বুলি বিশ্বাস কৰিছিল। অসমৰ এনে ধৰণৰ যাদু, তন্ত্ৰ-মন্ত্ৰৰ কথা আনকি মুঘলৰ ৰাজসভাতো চৰ্চা হৈছিল আৰু সেইবাবে সেনাপতি ৰামসিংহই অসম অভিযানলৈ আহোতে এনে যাদু-মন্ত্ৰৰ হাত সাৰিবলৈ তেওঁৰ লগত শিখগুৰু টেগ বাহাদুৰ আৰু পঞ্চপীৰ তথা পাঁচজন মুছলমান পীৰ তথা সন্ত লোক আনিছিল। একেদৰে আহোমসকলৰ দিনত ভালেমান দ'ল, দেৱালয়, মন্দিৰ আদিও স্থাপন কৰা হৈছিল। শিৱদ'ল, দেৱীদ'ল, বিষ্ণুদ'ল, উমানন্দ, উগ্ৰতাৰা, ছত্ৰাকাৰ, অশ্বক্ৰান্ত, শুক্ৰেশ্বৰ, দীৰ্ঘেশ্বৰী, বশিষ্ঠাশ্ৰমৰ মন্দিৰ আৰু বিভিন্ন স্থানৰ মন্দিৰসমূহ আহোমৰ দিনতে নিৰ্মিত হৈছিল।

আহোমসকলৰ ধৰ্মনীতিক বহুতে ৰাজনৈতিক উদ্দেশ্যপ্ৰণোদিত বুলি অভিহিত কৰে। সংখ্যালঘু আহোম লোকসকলে নিজ ধৰ্মকে খামোচ মাৰি ধৰি নাথাকি সংখ্যাগৰিষ্ঠ প্ৰজাৰ ধৰ্মক আকোৱালি লোৱাটো সঁচাকৈয়ে তেওঁলোকৰ বহল অন্তৰ আৰু পৰিপক্ক মানসিকতাৰ পৰিচায়ক। আনহাতেদি, সংখ্যাগৰিষ্ঠ প্ৰজাই আহোম ৰজাৰ ধৰ্মীয় উদাৰতাত অতিশয় সন্তুষ্টি লাভ কৰাৰ ফলত অসমত একতা আৰু সংহতিৰ এক অভূতপূৰ্ব বাতাৱৰণ সৃষ্টি হৈছিল।

**মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্ম ঃ**

অসমত আহোম যুগত ভক্তি আন্দোলনৰ গুৰি ধৰা শ্ৰীমন্ত শংকৰদেৱে (১৪৪৯-১৫৮৬ খ্ৰীঃ) এই ৰাজ্যখনত নৱ-বৈষ্ণৱ আন্দোলনৰ সূত্ৰপাত ঘটাইছিল। তেওঁৰ এই নৱ-বৈষ্ণৱ আন্দোলনত একেশ্বৰবাদী ধ্যান-ধাৰণাই গা কৰি উঠিছিল। ভাৰতৰ অন্যান্য অঞ্চল দৰে অসমতো ব্ৰাহ্মণ্য ধৰ্মৰ ৰীতি-নীতিৰ পৰা মুক্ত আৰু সকলোৰে বাবে বোধগম্য আৰু গ্ৰহণযোগ্য ধৰ্ম এটাৰ প্ৰয়োজনীয়তাই দেখা দিছিল আৰু শ্ৰীমন্ত শংকৰদেৱৰ একশৰণীয়া ভাগৱতী বৈষ্ণৱ ধৰ্মই সেই অভাৱ দূৰ কৰিছিল। শংকৰদেৱ আছিল আহোম ৰাজ্যৰ প্ৰজা আৰু তেওঁ ধৰ্ম সংস্কাৰ আৰম্ভ কৰিছিল চুহুংমুং ৰজাৰ দিনত। কোনো দেৱ-দেৱীক বিশ্বাস নকৰি মাত্ৰ এজন ঈশ্বৰক একান্তভাৱে স্তুতি কৰাৰ শিক্ষা দিয়াৰ বাবে তেওঁৰ দ্বাৰা প্ৰচাৰিত ধৰ্মটোক 'একশৰণীয়া বৈষ্ণৱ ধৰ্ম' নাম দিয়া হৈছিল। তেওঁৰ ধৰ্মটো ভাগৱতী ধৰ্ম আৰু মহাপুৰুষীয়া ধৰ্ম বুলিও জনাজাত হৈছিল। মূলতঃ ভাগৱত-দৰ্শনৰ পৰা একেশ্বৰবাদী ধাৰণাটো লোৱা হৈছিল বাবে ই ভাগৱতী ধৰ্ম নাম পাইছিল আৰু শংকৰদেৱকে আদি কৰি যিসকল বৈষ্ণৱ গুৰুৱে এই ধৰ্ম প্ৰচাৰ কৰিছিল তেওঁলোকক মহাপুৰুষ বুলি আখ্যা দিয়াৰ বাবে ইয়াৰ নাম হৈছিল মহাপুৰুষীয়া ধৰ্ম।

শংকৰদেৱৰ জন্ম হৈছিল নগাঁৱৰ আলিপুখুৰী গাঁৱত। তেওঁৰ পিতৃ আছিল কুসুম্বৰ শিৰোমণি ভূঞা আৰু মাতৃ সত্যসন্ধা। ল'ৰালিকালতে মাতৃ বিয়োগ হোৱাত তেওঁক আইতাক খেৰসুতীয়ে তুলি তালি ডাঙৰ কৰিছিল। তেওঁ মহেন্দ্ৰ কন্দলী নামৰ এজন ব্ৰাহ্মণৰ টোলত শিক্ষা লাভ কৰিছিল। একৈশ বছৰ বয়সত তেওঁ সূৰ্যৱতীক বিয়া কৰাইছিল। তেওঁলোকৰ এটি কন্যা সন্তানো জন্মিছিল। সূৰ্যৱতীৰ মৃত্যুৰ পিছত সুদীৰ্ঘ বাৰ বছৰকাল ভাৰতৰ বিভিন্ন তীৰ্থস্থানত ভ্ৰমণ কৰি বহু সাধু-সন্তৰ সৈতে ধৰ্ম বিষয়ক আলোচনা কৰিছিল। পিছত ঘৰলৈ আহি তেওঁ চৌৱন্ন বছৰ বয়সত কালিন্দী নামৰ দ্বিতীয় ভাৰ্যা গ্ৰহণ কৰিছিল। নানা কাৰণৰ বশৱৰ্তী হৈ শংকৰদেৱে প্ৰায়ে ঠাই সলাবলগীয়াত পৰিছিল। আহোম ৰজাঘৰত হাতী যোগান দিবলৈ অক্ষম হোৱাৰ বাবে তেওঁ ৰজাৰ ৰোষত পৰি পিছলৈ এই ৰাজ্য ত্যাগ কৰি কোচবিহাৰলৈ গৈছিল বুলি জনা যায়। প্ৰথমতে বৰদোৱা অঞ্চলত ধৰ্মপ্ৰচাৰ কৰা শংকৰদেৱে পিছত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰলৈ গৈ তাতেই কিছুদিন বসবাস কৰিবলগীয়াত পৰিছিল। প্ৰায় চৈধ্য বছৰ মাজুলীৰ বেলগুৰিত থকাৰ কালতে তেওঁ মাধৱদেৱ নামৰ এজন শাক্ত ব্ৰাহ্মণক লগ পাইছিল আৰু পিছলৈ নানা যুক্তি তৰ্কৰ পিছত তেওঁ শংকৰদেৱক গুৰু মানি একশৰণীয়া বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰিছিল। বেলগুৰিৰ পিছত শংকৰদেৱে সশিষ্য ভটিয়াই আহি কোচ ৰাজ্য কামৰূপত সোমাই বৰপেটাৰ পাটবাউসীত থাকিবলৈ লয়। ইয়াৰ পিছত তেওঁ দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণ কৰাৰ পিছত কোচবিহাৰৰ ৰজা নৰনাৰায়ণে তেওঁক গুৰু হিচাপে লৈ শৰণ ল'বলৈ আগ্ৰহ প্ৰকাশ কৰে। কিন্তু শংকৰদেৱে ৰজাক শৰণ দিবলৈ সন্মত নহ'ল। অৱশেষত প্ৰায় ছকুৰি বছৰ বয়সত কোচবিহাৰৰ ওচৰৰৰ কাকতকুটা

নামে ঠাইত শংকৰদেৱৰ মৃত্যু হৈছিল।

শংকৰদেৱৰ গুৰু কোন আছিল জনা নাযায়। কিন্তু তেওঁ প্রতিটো কবিতাৰ প্রাৰম্ভণিতেই 'গুৰু'ৰ প্রতি শ্রদ্ধা নিবেদন কৰাটো মন কৰিবলগীয়া। কোনো কোনো পণ্ডিতৰ মতে, ভগৱানেই আছিল তেওঁৰ গুৰু। তেওঁ নিজকে ভগৱানৰ দাস বুলিও বিবেচনা কৰিছিল। তেওঁ ভক্তিৰ ওপৰত অতিশয় গুৰুত্ব আৰোপ কৰিছিল। তেওঁ কৈছিল যে, ভক্তি অবিহনে জ্ঞান মূল্যহীন। ভক্তিবাদে কেতবোৰ অভ্যাসৰ ওপৰত জোৰ দিয়ে, যেনে— (১) শ্রৱণ (ঈশ্বৰৰ গুণাৱলী শ্রৱণ কৰা), (২) কীর্তন (প্রার্থনা বা সমূহীয়া প্রার্থনা উচ্চাৰণ কৰা) (৩) স্মৰণ (ঈশ্বৰক স্মৰণ কৰা) (৪) পদসেৱন (ঈশ্বৰৰ পদ সেৱা) (৫) নমস্কাৰ বা সেৱা জনোৱা (৬) অর্চনা, (৭) দাস্য (নিজকে ঈশ্বৰৰ দাস হিচাপে গণ্য কৰা, (৮) সাখ্য (পূজ্যজন আৰু পূজাৰীৰ মাজত বন্ধুত্ব আৰু প্রশংসা বিনিময়) আৰু আত্ম নিবেদন (পূজ্যজনৰ প্রতি নিজকে নিবেদন কৰা)। শংকৰদেৱে এই অভ্যাসসমূহৰ ভিতৰত প্রথম দুটা অভ্যাস অর্থাৎ শ্রৱণ আৰু কীর্তনৰ ওপৰত বিশেষ গুৰুত্ব দিছিল। তেওঁ ভাগৱত পুৰাণ আৰু গীতা খৰচি মাৰি পঢ়ি এই পুথি দুখনৰ সাৰমর্ম ভালদৰে উপলব্ধি কৰিছিল। তেওঁ কৈছিল যে, ধর্মৰ মানে নুবুজি নিজকে ধার্মিক বুলি অহংকাৰ কৰা উচ্চ বর্ণৰ পণ্ডিত এজনতকৈ ধর্মৰ মানে জনা চণ্ডাল এজন বহুগুণে শ্রেয়। সেই দৃষ্টিকোণৰ পৰা শংকৰদেৱক এজন অতি জ্ঞানী আৰু উচ্চ স্তৰৰ সমাজসেৱক বুলি অভিহিত কৰিব পাৰি।

শংকৰদেৱৰ মহাপুৰুষীয়া ধর্মৰ আন এটা প্রধান বৈশিষ্ট্য আছিল উদাৰতা। জাতি-ধর্ম-বর্ণ নির্বিশেষে সকলো লোকৰ বাবে তেওঁৰ ধর্মৰ দুৱাৰ মুকলি আছিল। তেওঁৰ ধর্মটো আছিল অতি সহজ। ভগৱান আৰু ভক্তৰ সম্পর্ক অতি নিকট আৰু গভীৰ। ভগৱানক বিশ্বাস কৰিব লাগে আৰু এনে বিশ্বাস কৰোতাজনক ভগৱানে সহায় কৰে— এনে ধৰণৰ সহজ-সৰল কথাবোৰ আছিল সহজে বোধগম্য আৰু সেয়ে এই ধর্মৰ প্রতি সমাজৰ বিভিন্ন স্তৰৰ লোক সহজে আকর্ষিত হৈছিল। যিসময়ত ব্রাহ্মণৰ প্রাধান্য, জাতিভেদ প্রথা, ব্যয়বহুল পূজা-পাতল, বলি প্রথা আদিয়ে ধর্ম সাধনত অন্তৰায়ৰ সৃষ্টি কৰিছিল, তেনে এটা সন্ধিক্ষণত সহজ-সৰল একশৰণীয়া ধর্মই বহু লোকক আকর্ষণ কৰাটো স্বাভাৱিক আছিল। তদুপৰি, ব্যক্তিগত পূজা-পাতল, সাধনা আদিতকৈ শংকৰী ধর্মই সামূহিক উপাসনা আৰু আচৰণৰ ওপৰত গুৰুত্ব দিছিল। তেওঁৰ ধর্মৰ এই চাৰিত্রিক গুণটোৱে সমাজৰ বহু লোকক আকর্ষণ কৰিছিল। শংকৰদেৱে তেওঁৰ ধর্ম প্রচাৰৰ কেন্দ্র হিচাপে লৈছিল সত্র আৰু নামঘৰসমূহ। সামূহিক উপাসনাৰ উপৰিও সত্রসমূহত নানা ধৰণৰ সংগীত, নৃত্য, নাটক, ভাওনা আদিৰ আয়োজন কৰাৰ ফলত ইয়াৰ আকর্ষণ বৃদ্ধি পাইছিল। তেওঁ নিজেও গীত গাইছিল আৰু অভিনয়তো অংশগ্রহণ কৰিছিল। সংস্কৃত ভাষাৰ সলনি তেওঁ কথিত ভাষাত ধর্মৰ বাণী প্রচাৰত গুৰুত্ব আৰোপ কৰিছিল। সকলো শ্রেণীৰ লোকৰ বাবে বোধগম্য ব্রজাবলী ভাষাত লিখা গীত, পদ আদিয়েও ভক্তসকলক আকৃষ্ট কৰিছিল। অংকীয়া নাটসমূহ আছিল তেওঁৰ ধর্ম প্রচাৰৰ অন্যতম আহিলা। ধর্মশাস্ত্রসমূহ সহজ-সৰল ভাষালৈ অনুবাদ কৰি তেওঁ বৈষ্ণৱ ধর্মৰ ভেটিটো অধিক নিকপকপীয়া কৰি তুলিছিল। শংকৰদেৱ কেবল এজন ধর্ম প্রচাৰকেই নাছিল, তেওঁ আছিল একাধাৰে এজন অসাধাৰণ সমাজসেৱক আৰু সাহিত্যিক। তেওঁ ভালেমান বৰগীত ৰচনা কৰাৰ উপৰিও 'ৰুক্মিণী হৰণ কাব্য', 'চিহ্নযাত্রা' ভাওনা, হৰিচন্দ্র উপাখ্যান, তত্ত্বমূলক আলোচনা (অনাদি পাতন, ভক্তি প্রদীপ, নিমি-নৱসিদ্ধ সংবাদ), নাট (ৰুক্মিণী হৰণ, পাৰিজাত হৰণ, ৰামবিজয়, কালিয় দমন, কেলি গোপাল আদি) আৰু ভালেমান ভটিমাৰ দ্বাৰা অপূর্ব সাহিত্য ৰচনা কৰি গৈছে। ভটিমা শব্দৰ অর্থ হ'ল স্তুতি বা প্রশস্তি। কিন্তু শংকৰদেৱৰ যিখন পুথিয়ে সাহিত্য জগতত এক স্বতন্ত্র ৰূপ সংযোজন কৰিছে সেইখন হ'ল তেওঁৰ অভূতপূর্ব সৃষ্টি কীর্তন ঘোষা। সেইদৰে তেওঁৰ বৰগীতসমূহক অসমৰ ধ্রুপদী তথা 'ক্লাছিকেল' সংগীত বুলিব পাৰি। তেওঁৰ বিখ্যাত অনুবাদ সাহিত্য আছিল দশম ভাগৱত। শংকৰদেৱৰ অংকীয়া নাট, গীত, নৃত্য আদিক অধিক আকর্ষণীয় কৰিবলৈ তাল, খোল, বৰকাঁহ আদিক বাদ্য হিচাপে ব্যৱহাৰ কৰা হৈছিল। শংকৰদেৱৰ নামঘৰসমূহ আছিল সত্রসমূহৰেই ক্ষুদ্র সংস্কৰণস্বৰূপ। প্রার্থনা ঘৰ বা নামঘৰ হিচাপে ব্যৱহৃত হোৱাৰ উপৰিও নামঘৰসমূহ আছিল একাধাৰে পঢ়াশালি, বিচাৰালয় আৰু গাঁওৰ ৰাইজৰ সভাস্থান।

শংকৰদেৱৰ স্বনামধন্য শিষ্য মাধৱদেৱে তেওঁৰ অনবদ্য পুথি 'নামঘোষা', বিভিন্ন অন্তৰস্পৰ্শী বৰগীত, ভক্তি ৰত্নাৱলী আদি ৰচনা কৰি নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰতি এক বিশেষ অৰিহণা যোগাইছিল। ভক্তি আন্দোলনৰ সৈতে জড়িত সাহিত্যৰ অন্যান্য অংশীদাৰসকলৰ ভিতৰত বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্য তথা ভট্টদেৱ, অনন্ত কন্দলী, শ্ৰীধৰ কন্দলী, ৰাম সৰস্বতী, ৰামচৰণ ঠাকুৰ, দৈত্যাৰী ঠাকুৰ আদিৰ নাম উল্লেখযোগ্য। নৱ বৈষ্ণৱ ধৰ্মৰ সৈতে জড়িত বিখ্যাত শিষ্যসকলৰ ভিতৰত হৰিদেৱ, দামোদৰদেৱ আৰু অনন্ত কন্দলী আদিতে ব্ৰাহ্মণ পণ্ডিত আছিল। এই ধৰ্মৰ সৈতে জড়িত আন এজন ব্যক্তি আছিল গোপাল আতা। মনকৰিবলগীয়া যে শ্ৰীশংকৰদেৱ বৈকুণ্ঠগামী হোৱাৰ পৰৱৰ্তী কালত তেওঁৰ প্ৰধান শিষ্য মাধৱদেৱ আৰু দামোদৰদেৱৰ দিনতহে প্ৰকৃতাৰ্থত সত্ৰ আৰু নামঘৰসমূহৰ পূৰ্ণবিকাশ ঘটিছিল। সেইদৰে, উল্লেখনীয় যে আন কেইবাজনো জাকতজিলিকা কবি আৰু লেখকেও তেওঁলোকৰ অপূৰ্ব অৱদানেৰে অসমৰ সাহিত্যৰ ভঁৰাল চহকী কৰি গৈছিল। এওঁলোকৰ ভিতৰত ভট্টদেৱে লিখিছিল 'কথাগীতা' আৰু 'কথাভাগৱত'; পুৰুষোত্তম বিদ্যাবাগীশে প্ৰস্তুত কৰিছিল 'প্ৰয়োগ ৰত্নমালা' আৰু পীতাম্বৰ সিদ্ধান্তবাগীশৰ অমৰ লেখনি 'কামৰূপৰ স্মৃতি'য়ে যেন সোণত সুৱগাহে চৰাইছিল।

শংকৰদেৱৰ মৃত্যুৰ পিছত মহাপুৰুষীয়া ধৰ্মৰ মাজতো বিভাজন আহিল। দৰাচলতে মৃত্যুৰ পূৰ্বে শংকৰদেৱে প্ৰধান শিষ্য মাধৱদেৱক ধৰ্মপ্ৰচাৰৰ ভাৰ দি গৈছিল যদিও তেওঁৰ ব্ৰাহ্মণ শিষ্য দামোদৰদেৱ, হৰিদেৱ আৰু গোপালদেৱে তেওঁক গুৰু বুলি মানিবলৈ অস্বীকাৰ কৰিলে আৰু তেওঁৰ পৰা ফালৰি কাটি গৈ বেলেগে সত্ৰ স্থাপন সেই সত্ৰসমূহৰ যোগেদি একশৰণ ধৰ্ম প্ৰচাৰ কৰিবলৈ ল'লে। দামোদৰদেৱৰ নেতৃত্বত যিটো ব্ৰাহ্মণ্যবাদী বৈষ্ণৱ পন্থাৰ জন্ম ঘটিল তাৰ নাম হ'ল ব্ৰহ্মসংহতি। ইয়াৰ উপৰিও আৰু যি তিনিটা ভাগৰ সৃষ্টি হ'ল সেইকেইটাৰ নাম আছিল পুৰুষ সংহতি, নিকা সংহতি আৰু কাল সংহতি। উজনিৰ বা মোৱামৰীয়া সত্ৰ আৰু দিহিংসত্ৰ আছিল কালসংহতিৰ অন্তৰ্গত। কাল সংহতিয়ে শংকৰদেৱৰ গুৰুবাদী আদৰ্শ আৰু আধ্যাত্মিক সাম্যবাদত বিশ্বাস অটুট ৰাখিছিল। উল্লেখযোগ্য যে এই সংহতিত আস্থা ৰখা সত্ৰ দুখনৰ সত্ৰাধিকাৰসকল আছিল শূদ্ৰ আৰু শিষ্যসকলৰ অধিকসংখ্যকেই আছিল মৰাণ আৰু ইয়াৰ বাহিৰেও চুতীয়া, কছাৰী, কৈৱৰ্ত, কিছুসংখ্যক আহোম আৰু বৰ্ণহিন্দু লোকো এই সত্ৰৰ শিষ্য আছিল। মায়ামৰা সত্ৰৰ দৰে দিহিং সত্ৰত অবৰ্ণ আৰু শূদ্ৰ শিষ্য বহুতো আছিল। ব্ৰহ্মসংহতি গ্ৰহণ কৰা প্ৰধান সত্ৰকেইখন আছিল আউনীআটী, কুৰুৱাবাহী, গড়মূৰ আৰু দক্ষিণপাট। এই সত্ৰকেইখন আহোম ৰজা জয়ধ্বজ সিংহৰ দিনত প্ৰতিষ্ঠা হৈছিল। আহোম স্বৰ্গদেউসকলে এই ব্ৰাহ্মণ্যবাদী সত্ৰকেইখনৰ পৃষ্ঠপোষকতা কৰিবলৈ ধৰাত ইয়াৰ সত্ৰাধিকাৰসকলৰ ৰাজনৈতিক ক্ষমতা বৃদ্ধি পালে আৰু আৰ্থিক ক্ষেত্ৰতো শ্ৰীবৃদ্ধি ঘটিবলৈ ধৰিলে। মাজতে কিছুদিনৰ বাবে স্বৰ্গদেউ গদাধৰ সিংহই সত্ৰ কেইখনমানৰ ক্ষমতা গ্ৰাস কৰিবলৈ বিচাৰিলেও তেওঁৰ সেই নীতি আছিল ক্ষণস্থায়ী আৰু ব্যক্তিগত আখেজৰ বাবেহে তেওঁ তেনে কৰিছিল। কিন্তু ৰুদ্ৰসিংহৰ দিনত পুনৰ ব্ৰহ্মসংহতি গ্ৰহণ কৰা সত্ৰকেইখনে ৰজাঘৰীয়া পৃষ্ঠপোষকতা পাবলৈ ধৰিলে। আনহাতেদি ৰুদ্ৰসিংহৰ নীতিৰ ফলত শূদ্ৰ আৰু ব্ৰাহ্মণ্যবাদী সত্ৰসমূহৰ বিবাদ বৃদ্ধি পালে। এইজন স্বৰ্গদেৱে এখন সভা পাতি শূদ্ৰ সত্ৰাধিকাৰক ব্ৰাহ্মণক শৰণ দিয়াত বাধা আৰোপ কৰাত শূদ্ৰ আৰু ব্ৰাহ্মণ সত্ৰৰ মাজত থকা প্ৰতিদ্বন্দ্বিতা আৰু বৈৰীভাব বাঢ়িল। ৰাজ পৃষ্ঠপোষকতাৰ পৰা বঞ্চিত সত্ৰসমূহ স্বাভাৱিকতে ক্ষুব্ধ হ'ল। বিশেষকৈ মায়ামৰা সত্ৰই নিজৰ ক্ষমতা প্ৰদৰ্শনৰ বাবে উঠি পৰি লগাত ভৱিষ্যতে মোৱামৰীয়া বিদ্ৰোহৰ পটভূমি ৰচনা হ'ল। উল্লেখযোগ্য যে, কালসংহতি গ্ৰহণ কৰা সত্ৰ দুখনৰ আৰ্থিক অৱস্থা ৰাজ অনুগ্ৰহ নোহোৱাকৈয়ে যথেষ্ট টনকিয়াল আছিল। এই সত্ৰাধিকাৰসকলৰ প্ৰতিপত্তিয়েও দৰাচলতে আহোম ৰজাসকলক চিন্তিত কৰি তুলিছিল। তেওঁলোকে লক্ষ্য কৰিছিল যে এই সত্ৰকেইখনৰ শিষ্যসকলে ৰজাতকৈয়ো তেওঁলোকৰ সত্ৰাধিকাৰসকলক অধিক গুৰুত্ব দিয়ে। এই সত্ৰকেইখনত অসংখ্য জনজাতীয় শিষ্যও আছিল। আহোম ৰজাক এই শিষ্যসকলে বিশেষ কেৰেপ নকৰা বাবে তেওঁলোক ক্ষুণ্ণ হৈছিল। আহোম ৰজাসকল আছিল

সামন্তবাদী আৰু সেয়ে তেওঁলোকক মানিব নোখোজা সত্ৰক তেওঁলোকে সন্দেহৰ চকুৰে চাইছিল। উল্লেখযোগ্য যে, আহোম ৰজাঘৰৰ সন্দেহ যে অমূলক নাছিল মোৱামৰীয়া বিদ্ৰোহে সেইটো প্ৰমাণ কৰি দেখুৱাইছিল। প্ৰকৃতপক্ষে, এই বিদ্ৰোহে আহোমৰ পতনত আওপাকে ইন্ধন যোগাইছিল।

অসমৰ ধৰ্মীয় জীৱনধাৰা নিৰূপণ আৰু সাংস্কৃতিক জীৱনত মহাপুৰুষীয়া একশৰণ ধৰ্মই যথেষ্ট অৱদান যোগাইছিল। সমাজ সংস্কাৰৰ ক্ষেত্ৰতো এই নৱবৈষ্ণৱ যুগে এক গুৰুত্বপূৰ্ণ দায়িত্ব পালন কৰিছিল। শংকৰদেৱৰ ধৰ্মপ্ৰসাৰৰ ফলত অসমত যিবোৰ সত্ৰ, নামঘৰ আদিৰ প্ৰতিষ্ঠা হৈছিল। সেইসমূহে আজিও এক বিশিষ্ট ভূমিকা পালন কৰি আহিছে। কিন্তু আনহাতেদি নৱবৈষ্ণৱ ধৰ্মই একেশ্বৰবাদৰ প্ৰচাৰত ব্ৰতী হোৱাত বিভিন্ন গোষ্ঠীৰ ভিন ভিন দেৱ-দেৱীৰ পূজা, লোকাচাৰ আদিৰ গুৰুত্ব হ্ৰাস পাইছিল। তদুপৰি, নৱবৈষ্ণৱ ধৰ্মই গুৰুক প্ৰায় ভগৱানৰ স্থান দিয়াৰ ফলত এই ধৰ্মত স্বাভাৱিকতে এটা সামন্তীয় চৰিত্ৰই গঢ় লৈ উঠিছিল। নৱবৈষ্ণৱ ধৰ্মই মহিলাকো কোনো বিশেষ স্থান দিয়া নাছিল। ধৰ্মসভাসমূহতো পুৰুষেহে যোগ দিছিল, মহিলাই নহয়। অসমৰ ধৰ্ম, ভাষা-সাহিত্য, সংস্কৃতি আৰু সমাজ সংস্কাৰৰ ক্ষেত্ৰত শংকৰদেৱ নিঃসন্দেহে এটা চিৰস্মৰণীয় নাম। তেওঁৰ দ্বাৰা প্ৰতিষ্ঠিত নামঘৰ আৰু সত্ৰসমূহে আজিও অসমত এক সন্মানীয় ভূমিকা গ্ৰহণ কৰি আহিছে।

**কছাৰী, চুতীয়া, জয়ন্তীয়াসকল, মণিপুৰ, অন্যান্য জনজাতীয় ক্ষুদ্ৰ ৰাজ্য আদি ঃ**

ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলৰ বিৰাট ভূখণ্ডত প্ৰাচীনকালৰে পৰা ভালেমান ৰাজ্যই শোভাবৰ্ধন কৰিছিল। এই ৰাজ্যসমূহৰ উৎপত্তি, ইতিবৃত্ত, শাসক, শাসন আদি সম্বন্ধে ভালেমান উৎস আৱিষ্কৃত হোৱাৰ পৰিপ্ৰেক্ষিতত ইতিহাসৰ ছাত্ৰ-ছাত্ৰীকে ধৰি বহু জ্ঞানপিপাসু আৰু অনুসন্ধিৎসু লোকে এই ৰাজ্যসমূহৰ বিষয়ে বহু কথা পোহৰলৈ আনিবলৈ সক্ষম হৈছে। এনে ৰাজ্যসমূহৰ ভিতৰত কেইখনমান ৰাজ্য যেনে, কছাৰী, চুতীয়া, জয়ন্তীয়া, মণিপুৰ আদিৰ বিষয়ে এটি চমু খতিয়ান এই শিতানত সন্নিবিষ্ট কৰা হৈছে। তদুপৰি, ভিন ভিন জাতি আৰু জনজাতি অধ্যুষিত অসমত আৰু ভালেমান ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যয়ো গঢ় লৈছিল। এনে ৰাজ্যসমূহৰ কিছুমান আয়তনত নিচেই সৰু হোৱাৰ বাবে সেইবোৰক জমিদাৰী বুলিও ক'ব পাৰি। কিন্তু এনে কিছুমান তথাকথিত ৰাজ্যৰ শাসকসকলক ৰজা বোলা হৈছিল। এওঁলোকৰ সৰহভাগেই আহোম ৰজাক বাৰ্ষিক কৰ আৰু প্ৰয়োজনবোধে পাইকৰ যোগান দিছিল। আহোম ৰজাসকলেও এওঁলোকক 'ৰজা' বুলিয়েই কৈছিল। স্থানাভাৱত এনে তথাকথিত জনজাতীয় ৰজাসকলে ৰাজত্ব কৰা ৰাজ্যসমূহৰ মাত্ৰ কেইখনমানৰ বিষয়ে এই অধ্যায়ত অতি চমুকৈ উল্লেখ কৰা হৈছে।

**(ক) কছাৰী ৰাজ্য ঃ**

কছাৰীসকলক ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰাচীনতম অধিবাসী বুলিব পাৰি। কিন্তু কছাৰীসকলৰ ৰাজত্বকালৰ কোনো লিখিত বুৰঞ্জী পোৱা নাযায়। ত্ৰয়োদশ শতিকাত আহোমসকলে পূৰ্বাঞ্চলত প্ৰৱেশ কৰি থিতাপি লোৱাৰ পিছত তেওঁলোকৰ দ্বাৰা প্ৰস্তুত বুৰঞ্জীসমূহৰ পৰাহে কছাৰীসকলৰ বিষয়ে কিছু তথ্য ধাৰাবাহিকভাবে পোৱা যায়। অৱশ্যে কছাৰীসকলৰ নিজৰো ভালেমান কিম্বদন্তি আছে। কিন্তু এনে কিম্বদন্তিসমূহ নানা ধৰণৰ কল্পনা আৰু উপকথাৰে ভৰপূৰ বাবে ইয়াৰ পৰা নিৰ্ভৰযোগ্য তথ্যপাতি সংগ্ৰহ কৰাটো বৰ কঠিন।

কছাৰী শব্দটোৰ উৎপত্তি সম্বন্ধেও সঠিকভাৱে জনাটো সহজ নহয়। কছাৰী শব্দটো এই লোকসকলক বাহিৰা মানুহে দিয়া যেন লাগে। গোৱালপাৰা, ধুবুৰী আৰু কোকৰাঝাৰ জিলা আৰু উত্তৰ বংগত থকা 'মেচ'সকলৰ সৈতে কছাৰীসকলৰ সামঞ্জস্য যথেষ্ট। ব্ৰহ্মপুত্ৰ উপত্যকাৰ কছাৰীসকলে নিজকে 'বড়োকিছা' বা 'বড়োৰ সন্তান' বুলি কয়। কিন্তু উত্তৰ কাছাৰ, শিলচৰ, মিকিৰ পাহাৰৰ সমতল অঞ্চল, নগাঁও, নগাপাহাৰ, ডিমাপুৰ আৰু ধনশিৰী অঞ্চলত বাস কৰা কছাৰীসকলে নিজকে ডিমাচা বুলি কয়। ডিমাপুৰলৈ অহাৰ পূৰ্বে এওঁলোকে নিজকে 'বড়োছা' বুলিহে কৈছিল। ডিমাচা ভাষাত ধনশিৰী নৈক ডিমা বোলা হয়। ডিমাচা মানে ডিমানদীৰ পাৰৰ লোক। আন কেতবোৰ সূত্ৰই ডিমা মানে ডাঙৰ নদী বুলিও কয়। 'কছাৰী' শব্দটোৰ উৎপত্তি সম্বন্ধেও ভালেমান মতামত আছে। এডৱাৰ্ড গেইটে 'এ হিষ্টৰী অব আসাম' নামৰ পুথিত বিচক্ষণৰ 'ট্ৰাইবছ এণ্ড কাষ্টচ

অব বেংগল' পুথিৰ পৰা উদ্ধৃতি দি কৈছে যে, লিম্বু উপাখ্যান মতে, মানব জাতিৰ [illegible]ন আদিম পুৰুষ আছিল আৰু তাৰে এজনে 'খছাৰ' দেশলৈ আহি তাতেই বসবাস কৰিছিল। নেপালীসকলৰ মতে বহুকাল পূৰ্বে ব্ৰহ্মপুত্ৰ আৰু কোশী নৈৰ মাজত 'খাছৰ' নামৰ এখন ৰাজ্য আছিল। এই আদিম পুৰুষজনৰ বংশধৰসকলৰ পৰা কোচ, মেচ, ধিমাল আদি জাতিৰ উৎপত্তি ঘটিছিল। কালক্ৰমত মেচসকলৰ বংশধৰ খছাৰী বা কছাৰী বুলি জনাজাত হৈছিল। 'খছাৰ' শব্দটোৰ উৎপত্তি ঘটিছে সংস্কৃতৰ পৰা আৰু ইয়াৰ অৰ্থ হ'ল আহল-বহল ঠাই, বা সীমান্তবৰ্তী ঠাই। কছাৰীসকলে সেই ঠাইত বসবাস কৰিবলৈ লোৱাত সেই ঠাইখনৰ নাম 'কাছাৰ' হৈছিল যেন লাগে। সেয়ে, কাছাৰত থাকিবলৈ লোৱাসকলে 'কছাৰী' বুলি জনাজাত হৈছিল বুলি কোনো কোনো সূত্ৰই আগবঢ়োৱা তথ্যটো শুদ্ধ নহয় যেন লাগে। উপেন্দ্ৰ নাথ গুহৰ 'কাছাৰেৰ ইতিবৃত্ত' পুথিৰ মতে ষোল্ল শতাব্দীত বহুদিন ধৰি কছাৰীসকলে কোচৰ লগত বিবাদৰ মূৰকত তেওঁলোকক যুঁজত পৰাস্ত কৰি 'কছাৰী হাট' প্ৰতিষ্ঠা কৰিছিল। তেতিয়াৰে পৰা চুবুৰীয়া ব্ৰহ্মপুত্ৰ উপত্যকাবাসীয়ে তেওঁলোকক 'কোচ-অৰি' বা কাছাৰী বুলিছিল। আনহাতেদি প্ৰত্নতত্ত্ব আৰু নৃতত্ত্ববিদসকলৰ মতে উত্তৰ-পূব ভাৰতৰ কিৰাত বংশীয় কছাৰীসকলক মংগোলীয় চীন-তিব্বতীয় ভোট বা বোদ ফৈদৰ লোক বুলি কোৱা হয় আৰু এই ভোট বা বোদ শব্দৰ পৰাই বড়ো নামৰ উৎপত্তি ঘটিছে। আন এটা সূত্ৰমতে মহাভাৰতৰ ভীমৰ ঔৰষত হিড়িম্বাৰ গৰ্ভত জন্মা ঘটোৎকচৰ পৰা 'কছাৰী' শব্দ আৰু জাতিৰ উৎপত্তি ঘটা যেন লাগে। এইদৰে 'কছাৰী' শব্দৰ উৎপত্তি সম্বন্ধে বহু তথ্য আছে আৰু ইয়াৰে কোনটো গ্ৰহণযোগ্য সেইটো লৈয়ো যথেষ্ট বাদানুবাদ আছে। উল্লেখযোগ্য যে, মূলতে কছাৰীসকল আছিল এটা পৰাক্ৰমী জাতি আৰু আদিতে আটাইবোৰ কছাৰী লোকে একেলগে বসবাস কৰিছিল যদিও আহোম আৰু অন্যান্য চুবুৰীয়াসকলৰ আক্ৰমণত ছেদেলি-ভেদেলি হৈ ভালেমান দলত বিভক্ত হৈ অসম উপত্যকাৰ বিভিন্ন ঠাইত সিঁচৰতি হৈ পৰে আৰু তেওঁলোক বড়ো, হাজং, ৰাভা (কোছে), ডিমাচা, লালুং, ঠেংগাল, সোণোৱাল-কছাৰী আদি বিভিন্ন নামেৰে পৰিচিত হয়।

ডিমাপুৰত কছাৰীসকলে সঠিক কেতিয়া ৰাজধানী স্থাপন কৰিছিল জনা নাযায়। তথাপি কিংবদন্তিমতে ডিমাপুৰত কছাৰীসকলে প্ৰায় চাৰিশ বছৰ ৰাজত্ব কৰিছিল। পিছত আহোমসকলৰ হাতত ডিমাপুৰ ধ্বংসপ্ৰায় হৈছিল (১৫৩৬ খ্ৰীঃ)। আহোমসকলে কছাৰী ৰাজ্যৰ পূবে নিজ ৰাজ্য স্থাপন কৰিছিল। তেৰশ শতিকাৰ আগভাগত কছাৰী ৰাজ্যৰ পূব সীমা দিখৌ নৈলৈকে বিস্তৃত আছিল। চুকাফাৰ পুত্ৰ চুতেওফাৰ ৰাজত্বকালত আহোমসকলে কছাৰীসকলৰ পৰা দিখৌ আৰু নামদাং নৈৰ মধ্যবৰ্তী ভূখণ্ড কাঢ়ি লয়। ইয়াৰ পিছত প্ৰায় দুশবছৰ ধৰি আহোম আৰু কছাৰীৰ মাজত শান্তি বিৰাজ কৰা হেতুকে নামদাঙেই দুয়ো ৰাজ্যৰ সীমা হিচাপে স্বীকৃত হৈছিল। কিন্তু ১৪৯০ খ্ৰীঃত চুহানফা ৰজাৰ দিনত কছাৰী আৰু আহোমৰ পুনৰ বিবাদ হয় আৰু যুঁজত পৰাজিত হৈ আহোমসকলে কছাৰী ৰজালৈ এগৰাকী কন্যা আগবঢ়াই মিত্ৰতা কৰিবলৈ বাধ্য হয়। এই বিজয়ত উৎসাহী হৈ কছাৰীসকলে দিখৌ আৰু নামদাঙৰ মধ্যবৰ্তী ঠাইখন আহোমৰ হাতৰ পৰা উদ্ধাৰ কৰাৰ উপৰিও দিখৌ নৈৰ পূব পাৰৰ এটা ডাঙৰ অঞ্চলো তেওঁলোকৰ পৰা কাঢ়ি লয়। কিন্তু কিছুদিনৰ মূৰত আহোমসকলে কছাৰীসকলৰ অধীনৰ পৰা ব্ৰহ্মপুত্ৰ উপত্যকাৰ আটাইখিনি ঠাই নিজ হাতলৈ নিবলৈ সক্ষম হয়। ষোলশ শতিকাত কনচেং বৰপাত্ৰ গোহাঁয়ে চুহুংমুং ৰজাৰ হৈ দিখৌ নৈৰ পাৰৰ ঠাইখিনি কছাৰীৰ পৰা কাঢ়ি লোৱাৰ উপৰিও তেওঁলোকৰ পৰা ধনশিৰী নৈলৈকে আহল-বহল ঠাইখিনি হস্তগত কৰে। কিন্তু ইয়াৰ পিছতো আহোম-কছাৰীৰ বিবাদ শাম কটা দেখা নাযায়। ধনশিৰীৰ দাঁতিত দুয়োপক্ষৰ আকৌ দুবাৰ যুঁজ লগাত সেই যুঁজত দুয়ো পক্ষই একোবাৰকৈ জিকিবলৈ সক্ষম হৈছিল। চুহুংমুং ৰজাৰ দিনতেই আহোমে মৰংগীত কোঠ মৰাক উপলক্ষ্য কৰি ১৫৩১ খ্ৰীঃত পুনৰ এখন যুঁজৰ অৱতাৰণা ঘটে আৰু এইবাৰ যুঁজত হাৰি কছাৰী ৰজা খুনখৰাই ৰাজধানী ডিমাপুৰ এৰি পলাই যায়। আহোমসকলে কছাৰী ৰজাক নাপাই তেওঁৰ ভায়েক ডেকা ৰজা ডেটছাক হত্যা কৰে। এই ঘটনাৰ পিছত ডেটচুং নামৰ এজন কছাৰী কোঁৱৰ কছাৰী ৰাজ্যৰ ৰাজপাটৰ বাবে আহোম ৰজাক খাটনি ধৰাত তেওঁকেই 'থাপিত-সাঞ্চিত' তথা কৰতলতীয়া আশ্ৰিত ৰজা হিচাপে প্ৰতিষ্ঠা

কৰা হয়। কিন্তু ডেটচুঙে চুহুংমুঙৰ অনুগত হৈ থকাৰ বাবে দিয়া প্ৰতিশ্ৰুতি ভংগ কৰি আহোমৰ বিৰুদ্ধাচৰণ কৰিবলৈ লোৱাত ১৫৩৬ খ্ৰীঃত আহোম ৰাজ্যৰ পৰা এটা শকত বাহিনী পঠিয়াই ডিমাপুৰ আক্ৰমণ কৰি ধ্বংসস্তূপত পৰিণত কৰা হয়। গতি বিষম দেখি কছাৰী ৰজা ডেটচুং পলাই গৈছিল যদিও তেওঁ ধৰা পৰে আৰু আহোমে তেওঁক বধ কৰি প্ৰতিশোধ লয়। ঘটনাৰ গতি বিষম দেখি কছাৰীসকলে ডিমাপুৰ এৰি উত্তৰ কাছাৰৰ মাইবং অঞ্চলত লুকায়গৈ আৰু পিছত মাইবঙতে নতুনকৈ ৰাজধানী স্থাপন কৰি তাতেই থাকিবলৈ লয়।

১৫৬২ খ্ৰীঃত কোচ ৰজা নৰনাৰায়ণৰ ভাতৃ চিলাৰায়ে আহোমৰ ৰাজধানী গড়গাঁও অধিকাৰ কৰি কছাৰী ৰাজ্যৰ ৰাজধানী মাইবঙত আক্ৰমণ চলাই কছাৰী ৰজাক পৰাস্ত কৰিছিল। (এই কছাৰী ৰজাজনৰ নাম জনা নাযায়)। কছাৰীসকলে যুঁজত হাৰি কোচৰ বশ্যতা স্বীকাৰ কৰে। কিন্তু কোচ সেনাপতি চিলাৰায়ে হেলাৰঙে তেওঁলোকক পৰাজিত কৰাত কছাৰীসকলে ইয়াৰ বাবে আহোমসকলক দোষাৰোপ কৰিবলৈ লয়। তেওঁলোকৰ মতে যিহেতু কছাৰীসকল আহোমৰ আশ্ৰিত বা 'থাপিত-সাঞ্চিত ৰাজ্য' সেয়ে তেওঁলোকৰ প্ৰতিৰক্ষাৰ দায়িত্ব আহোমৰহে আৰু এই দায়িত্ব পালনত আহোমৰ ৰজা সম্পূৰ্ণ ব্যৰ্থ হৈছে। এই যুক্তি প্ৰদৰ্শন কৰি তেওঁলোকে আহোমক বছৰেকীয়া কৰ দিবলৈ অস্বীকাৰ কৰে। ইফালে চিলাৰায়ৰ মৃত্যুৰ পিছত কোচ ৰাজ্যতো আভ্যন্তৰীণ বিবাদে দেখা দিয়ে আৰু ৰাজ্যখনো দুভাগে বিভক্ত হৈ পূবৰ ভাগ কোচ হাজো আৰু পশ্চিমভাগ কোচবিহাৰ হয়গৈ। এইদৰে গৃহবিবাদৰ ফলত কোচ ৰাজ্য দুভাগ হোৱাৰ ফলত সেই ৰাজ্যখনৰো পূৰ্বৰ শক্তি হ্ৰাস পায় আৰু ইয়াৰ সম্পূৰ্ণ সুযোগ গ্ৰহণ কৰি কছাৰীসকলে কোচৰ বশ্যতা মানিবলৈ অস্বীকাৰ কৰে। ইয়াৰ পৰৱৰ্তী কালছোৱাত কছাৰী ৰাজ্যখন সমতল ভূমিলৈ ক্ৰমাৎ সম্প্ৰসাৰিত হ'বলৈ ধৰে। সোতৰ শতিকাৰ আৰম্ভণিত নগাঁও আৰু উত্তৰ কাছাৰ পাহাৰকে ধৰি ভালেমান ঠাইত কছাৰীসকলৰ আধিপত্য বিস্তাৰ হোৱা দেখা যায়। এইদৰে কছাৰীসকলৰ বল-বিক্ৰম ক্ৰমান্বয়ে বৃদ্ধি পাবলৈ ধৰে।

সোতৰ শতিকাৰ প্ৰথমভাগত কছাৰী ৰজা যশনাৰায়ণে জয়ন্তীয়া ৰাজ্য আক্ৰমণ কৰি সেই ৰাজ্যৰ ৰজা ধনমাণিকক পৰাস্ত কৰাত তেওঁ কছাৰী ৰাজ্যৰ কৰতলতীয়া হিচাপে থাকিবৰলৈ সন্মত হয় আৰু দুগৰাকী জয়ন্তীয়া ৰাজকন্যাক যশনাৰায়ণলৈ বিয়া দিয়ে। জয়ন্তীয়া ৰজাক পৰাস্ত কৰি যশনাৰায়ণে 'শত্ৰুদমন' বা 'আৰিমৰ্দ্দন' নাম লয়। এই ৰজাৰ আন এটা নাম আছিল প্ৰতাপ নাৰায়ণ। ইয়াৰ পৰৱৰ্তী কালছোৱাত ধনমাণিকৰ মৃত্যু হোৱাত জয়ন্তীয়া ৰাজ্যৰ ৰজা হয় যশ মাণিক। যশমাণিক কছাৰীৰ বশ্যতা মানি চলিবলৈ অকণো প্ৰস্তুত নাছিল। তেওঁ বলেৰে নোৱাৰি সেই কাম ছলেৰে কৰিবলৈ পাঙিলে আৰু সেই মৰ্মে আহোম ৰজা প্ৰতাপ সিংহলৈ এগৰাকী ৰাজকন্যা বিয়া দিয়াৰ প্ৰস্তাৱ দি এইমৰ্মে ক'লে যে আহোম ৰজাই যাতে কছাৰী ৰাজ্যৰ কন্যাগৰাকী নিজ ৰাজ্যলৈ নিয়াৰ ব্যৱস্থা কৰে। প্ৰতাপ সিংহই সেই মতে জয়ন্তীয়া কুঁৱৰীক নিজ ৰাজ্যলৈ আনিবলৈ বিচৰাত কছাৰী ৰজাই তেওঁৰ অনুৰোধ নামানিলে আৰু ঠিক যশমাণিকে ভবাৰ দৰে এই ঘটনাৰ ফলত আহোম-কছাৰীৰ যুঁজ হ'ল। যুঁজত কছাৰীসকলক ঘটুৱাই মহা ধুমধামেৰে জয়ন্তীয়া কুঁৱৰীক তেওঁলোকৰ ৰাজ্যৰ মাজেৰে আহোম ৰাজ্যলৈ লৈ যোৱা হ'ল (১৬০৬ খ্ৰীঃ)। যুঁজত হাৰি কছাৰীসকল মাইবঙলৈ পলাই যোৱাত সুন্দৰ গোহাঁয়ে তেওঁলোকক মাইবঙত আক্ৰমণ কৰিছিলগৈ যদিও সেই যুঁজত তেওঁ নিজেহে মৃত্যুবৰণ কৰিবলগীয়াত পৰিল। দৰাচলতে, এইখন যুঁজত জয়লাভ কৰিহে কছাৰী ৰজা যশনাৰায়ণে 'প্ৰতাপ নাৰায়ণ' নাম লৈছিল। আৰু ৰাজধানী মাইবঙৰ নতুন নামকৰণ কৰিছিল কীৰ্ত্তিপুৰ। ইয়াৰ পিছত যশ নাৰায়ণৰ মৃত্যু ঘটাত তেওঁৰ পুত্ৰ নৰনাৰায়ণে কছাৰী ৰাজ্যৰ ৰাজপাটত বহিছিল যদিও তেওঁৰ অকালতে মৃত্যু ঘটে। ফলত তেওঁৰ খুৰায়েক ভীমবল বা ভীমদৰ্প ৰজা হয়।

ইতিমধ্যে আহোম ৰাজ্য মুছলমান আক্ৰমণৰ গৰাহত পৰাত প্ৰতাপ সিংহই ভীমবললৈ এগৰাকী আহোম কুঁৱৰী বিয়া দি তেওঁৰ সৈতে মিত্ৰতা স্থাপন কৰিছিল। এইদৰে বহিঃশত্ৰুৰ বিৰুদ্ধে কছাৰীসকলৰ সৈতে মিত্ৰতা কৰি আহোম ৰজাই নিঃসন্দেহে তেওঁৰ দূৰদৃষ্টিসম্পন্নতাৰ চিনাকি দিছিল। কিন্তু ইয়াৰ পিছতো আহোম ৰজাই কছাৰী ৰজাক 'থাপিত সাঞ্চিত' হিচাপে ব্যৱহাৰ কৰাত ভীমবলে অপমানবোধ কৰি

আহোম ৰাজ্যৰ ভিতৰৰ বাঘবগাঁৱত আক্ৰমণ চলাই গাঁওখন দখল কৰি তেওঁৰ শক্তি প্ৰদৰ্শন কৰিছিলহি। ১৬৩৭ খ্ৰীঃত ভীমবলৰ মৃত্যু ঘটাত কছাৰী ৰাজ্যৰ ৰজা হৈছিল তেওঁৰ পুত্ৰ ইন্দ্ৰবল নাৰায়ণ। ইফালে আহোম আৰু মুছলমানৰ মাজত সন্ধি হোৱাত ইনদ্ৰবল নাৰায়ণে পুনৰবাৰ আহোমৰ সৈতে মিত্ৰতা কৰিবৰ মানসেৰে আহোমৰ ৰাজধানীলৈ এজন কটকী পঠিয়াইছিল। ইতিমধ্যে ১৬৮১ খ্ৰীঃত প্ৰতাপ সিংহ স্বৰ্গদেউৰ মৃত্যুৰ পিছত চুৰামফা ভগা ৰজা আহোমৰ ৰজা হৈছিল। কছাৰী ৰজা ইন্দ্ৰবল নাৰায়ণে কটকীযোগে মিত্ৰতা বিচাৰি দিয়া চিঠিখনত 'থাপিত সাঞ্চিত' ৰজাৰ ছীল নামাৰি স্বাধীন ৰজাসকলে ব্যৱহাৰ কৰা সিংহৰ ছীল মোহৰ মৰাত চুৰামফা ৰজাই খণ্ডৰ ভমকত চিঠিখন ফালি দলিয়াই দিয়াৰ উপৰিও কটকীজনকো হেনো ৰাজসভাৰ পৰা গতিয়াই উলিয়াই দিছিল। উল্লেখযোগ্য যে, ইন্দ্ৰবল নাৰায়ণৰ আন এটা নাম আছিল ইন্দ্ৰবল্লভ আৰু তেওঁ ১৬৩৭খ্ৰীঃৰ পৰা মাত্ৰ সাত বছৰহে ৰাজপাট খাইছিল। ইন্দ্ৰবল্লভৰ পৰৱৰ্তী ৰজা বীৰদৰ্প নাৰায়ণেও আহোমৰ চুতিয়্যংকা নৰিয়া ৰজালৈ 'থাপিত সাঞ্চিত' ৰজাৰ ছীল নামাৰি পত্ৰ পঠিওৱাত সেই চিঠি গ্ৰহণ কৰি কছাৰী কটকীজনক ওভতাই পঠিওৱা হৈছিল।

১৬৫৮ খ্ৰীঃত আহোম ৰজা জয়ধ্বজ সিংহই মুছলমানৰ হাতৰ পৰা গুৱাহাটী উদ্ধাৰ কৰিছিল। সেই সময়তে আহোমৰ বৰফুকনে কছাৰী ৰাজ্য আক্ৰমণৰ যো-জা কৰা বুলি শুনি বীৰদৰ্পনাৰায়ণে আহোম ৰজাৰ সৈতে মিত্ৰতা কৰিছিল (১৬৬০ খ্ৰীঃ)। ১৬৬৭ খ্ৰীঃত স্বৰ্গদেউ চক্ৰধ্বজ সিংহই মুছলমান আক্ৰমণকাৰীসকলক যুঁজত পৰাস্ত কৰাৰ বাতৰি পাই বীৰদৰ্পনাৰায়ণে পুনৰবাৰ কটকীৰ মাধ্যমেৰে আহোমৰ সৈতে মিত্ৰতা কৰিছিল। ১৬৮২ খ্ৰীঃত গদাধৰ সিংহ স্বৰ্গদেৱে পুনৰবাৰ গুৱাহাটী উদ্ধাৰ কৰাত বীৰদৰ্পনাৰায়ণৰ কটকীয়ে আহোম ৰাজসভালৈ মিত্ৰতাৰ প্ৰস্তাৱ লৈ চিঠি আনিছিল। কিন্তু পূৰ্ব প্ৰচলিত নিয়ম নীতি অনুসৰি চিঠি আৰু উপহাৰ অবিহনে অহাবাবে এই কটকীজনকো আহোমসকলে ওভতাই পঠিয়াইছিল। ১৬৮১ খ্ৰীঃত বীৰদৰ্পনাৰায়ণৰ মৃত্যু ঘটিছিল। এই সময়ৰ পৰা সোতৰ শতিকাৰ শেষ ভাগলৈকে আহোমসকলে মুছলমানৰ সৈতে হোৱা বিবাদত অতি ব্যস্ত হোৱাৰ সুযোগত কছাৰী ৰজাসকলে নিজকে স্বাধীন ৰজা হিচাপে প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰিলেও আহোমসকলে তেওঁলোকক 'থাপিত সাঞ্চিত' ৰজা হিচাপেহে ব্যৱহাৰ কৰিছিল। সেইবাবে ওঠৰ শতিকাৰ প্ৰথম ভাগত কছাৰী ৰজা তাম্ৰধ্বজ নাৰায়ণে যেতিয়া আহোম ৰজা ৰুদ্ৰ সিংহলৈ চিঠিত পুনৰবাৰ স্বাধীন ৰজাৰ ছীল মোহৰ মাৰিলে তেতিয়া ৰুদ্ৰসিংহই কছাৰী ৰাজ্য আক্ৰমণ কৰিলে। এই আক্ৰমণৰ ফলত তাম্ৰধ্বজে খাচপুৰলৈ পলাই গৈ তাৰপৰা জয়ন্তীয়া ৰজা ৰামসিংহলৈ সহায় বিচাৰি যোগাযোগ কৰিলে। ৰামসিংহই তাম্ৰধ্বজক সহায়ৰ প্ৰতিশ্ৰুতি দি নিজ ৰাজ্যলৈ নি বন্দী কৰি থ'লে। তেতিয়া তাম্ৰধ্বজে ৰুদ্ৰসিংহ স্বৰ্গদেউলৈ তেওঁৰ কৃতকৰ্মৰ বাবে ক্ষমা খুজ তেওঁক জয়ন্তীয়া ৰজাৰ হাতৰ পৰা ৰক্ষা কৰিবলৈ অনুনয়-বিনুনয় কৰি গোপনে এখন চিঠি পঠিয়ালত ৰুদ্ৰসিংহই প্ৰথমে বিনাযুদ্ধে উদ্ধাৰ কৰিবলৈ চেষ্টা কৰিছিল যদিও জয়ন্তীয়া ৰজাই কোনো আগ্ৰহ নেদেখুৱাত অৱশেষত জয়ন্তীয়া ৰাজ্য আক্ৰমণ কৰি তেওঁক যুঁজত ঘটুৱাইহে তাম্ৰধ্বজক উদ্ধাৰ কৰিলে। জয়ন্তীয়া ৰজা ৰামসিংহ আহোমৰ হাতত বন্দী হ'ল। ইয়াৰ পিছত ৰুদ্ৰসিংহই বিশ্বনাথত দৰবাৰ পাতি তাম্ৰধ্বজ আৰু ৰামসিংহ দুয়োকে তেওঁৰ আগলৈ আনিবলৈ দিলে। তেওঁ দুয়োজন ৰজাকে মিত্ৰতাৰ সুবিধা দিয়াত তাম্ৰধ্বজে সময় নষ্ট নকৰি আহোমৰ বশ্যতা স্বীকাৰ কৰিলত তেওঁক নিজ ৰাজ্যলৈ উভতি যাবলৈ দিলে। জয়ন্তীয়া ৰজা ৰামসিংহই তৎক্ষণাৎ বশ্যতা স্বীকাৰ নকৰিলেও পিছলৈ তেনে কৰিবলৈ বাধ্য হ'ল। অৱশ্যে ইয়াৰ পিছতো আহোম-জয়ন্তীয়াৰ সম্পৰ্ক বিশেষ উন্নত হোৱা দেখা নগ'ল। ইতিমধ্যে তাম্ৰধ্বজৰ মৃত্যু হোৱাত ৰুদ্ৰসিংহ স্বৰ্গদেৱে তেওঁৰ নাবালক পুত্ৰ শূৰদৰ্পনাৰায়ণক কছাৰী ৰাজ্যৰ ৰাজপাটত বহুৱাইছিল।

স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ ৰাজত্বকালত তেওঁৰ সমসাময়িক কছাৰী ৰজা সন্ধিকাৰীয়ে আহোম ৰজাৰ নিৰ্দেশমতে তেওঁক দেখা নকৰাত আহোমসকলে তেওঁৰ ৰাজ্যখন আক্ৰমণ কৰাৰ যো-জা কৰিবলৈ লয়। তেতিয়া সন্ধিকাৰীয়ে ততাতৈয়াকৈ আহি ৰাজেশ্বৰ সিংহক সাক্ষাত কৰাত তেওঁ সন্ধিকাৰীক তিৰস্কাৰ কৰিলেও তেওঁক নিজ ৰাজলৈ উভতি যোৱাৰ ক্ষেত্ৰত কোনো হকাবধা কৰা নাছিল। সন্ধিকাৰীয়ে নিজৰ ৰাজ্যতো সুখেৰে ৰাজত্ব কৰিবলৈ

নাপালে। গৃহবিবাদৰ অন্তত তেওঁক সিংহাসনচ্যুত কৰি হৰিশচন্দ্ৰ নামৰ এজনে ৰজা হয় (১৭৭১ খ্ৰীঃ)। পিছে হৰিশচন্দ্ৰকো কৃষ্ণচন্দ্ৰ নামৰ আন এজনে বিতাড়িত কৰি নিজে ৰজা হয় (১৭৮৫ খ্ৰীঃ)ত। ওঠৰ শতিকাৰ শেষাৰ্ধত বহুসংখ্যক মোৱামৰীয়া বিদ্ৰোহীয়ে কছাৰী ৰাজ্যত আশ্ৰয় লৈছিল। স্বৰ্গদেউ কমলেশ্বৰ সিংহই কছাৰী ৰজা কৃষ্ণচন্দ্ৰই এই মোৱামৰীয়াসকলক আহোমক গতাই দিবলৈ কৰা অনুৰোধত কৰ্ণপাত নকৰাত তেওঁ কছাৰী ৰাজ্য আক্ৰমণ কৰিছিল। ১৮০৩-১৮০৫ খ্ৰীঃলৈ হোৱা যুঁজত কছাৰী আৰু মোৱামৰীয়া বিদ্ৰোহীসকল শোচনীয়ভাৱে পৰাজিত হৈছিল।

**কৃষ্ণচন্দ্ৰ আৰু গোবিন্দচন্দ্ৰ ঃ** ১৮১৩ খ্ৰীঃত কৃষ্ণচন্দ্ৰই পৰলোক গমন কৰাত তেওঁৰ ভায়েক গোবিন্দচন্দ্ৰ ৰজা হয়। তেওঁ কহিদন নামৰ এজন আলপৈচান ধৰা লোকক কছাৰী ৰাজ্যৰ উত্তৰৰ পাৰ্বত্য অঞ্চলত বিষয়া নিযুক্তি দিছিল। কহিদন আছিল অতি ক্ষমতালোভী আৰু তেওঁ উত্তৰ কাছাৰত এখন স্বাধীন ৰাজ্য পাতিবলৈ চেষ্টা কৰাত গোবিন্দচন্দ্ৰই তেওঁক হত্যা কৰে। কিন্তু কহিদনৰ পুত্ৰ তুলাৰামেও তেওঁৰ পিতৃৰ দৰে উত্তৰ কাছাৰ দখল কৰিবলৈ চেষ্টা কৰাত গোবিন্দচন্দ্ৰই তেওঁক দমন কৰাত সফলতা লাভ কৰিব নোৱাৰিলে আৰু উত্তৰ কাছাৰ তুলাৰামে দখল কৰা দেখা গ'ল।

১৮১৮ খ্ৰীঃত মণিপুৰৰ ৰজা মাৰ্জিত সিংহই কাছাৰ আক্ৰমণ কৰাত গোবিন্দচন্দ্ৰই মাৰ্জিত সিংহৰ ভাতৃ মণিপুৰৰ নিৰ্বাসিত ৰজা চৌৰজিত সিংহৰ সহযোগত নিজ ৰাজ্যখন মাৰ্জিত সিংহৰ হাতৰ পৰা ৰক্ষা কৰিছিল যদিও ইয়াৰ পৰবৰ্তী বিপদটো আহিল চৌৰজিতৰ পৰাহে। কাৰণ চৌৰজিতে এতিয়া নিজে কাছাৰ দখল কৰিবলৈ ওলাল। কিছুদিনৰ পিছত বৰ্মীসকলৰ হাতত পৰাজিত হৈ মাৰজিতসিংহ পুনৰবাৰ কাছাৰ সোমালহি। এইবাৰ চৌৰজিতসিংহ আৰু মাৰজিত সিংহৰ সৈতে তেওঁলোকৰ আন এজন ভাতৃ গম্ভীৰ সিংহয়ো আহি কাছাৰ দখলৰ চেষ্টাত হাত মিলালেহি। গোবিন্দচন্দ্ৰই চিলেটলৈ গৈ ইষ্ট-ইণ্ডিয়া কোম্পানিৰ সাহায্য বিচাৰি নিৰাশ হৈ ব্ৰহ্মদেশৰ ৰজাৰ শৰণাপন্ন হ'লগৈ। ব্ৰহ্মৰ ৰজাই তেওঁৰ অনুৰোধত সঁহাৰি দি কাছাৰ আক্ৰমণ কৰিলত কাছাৰৰ মুখ্য বিষয়াসকলে ইষ্ট ইণ্ডিয়া কোম্পানিক বৰ্মীৰ হাতৰ পৰা কাছাৰ ৰক্ষা কৰিবলৈ অনুৰোধ জনালে। এই বাৰ কোম্পানিয়ে কাছাৰৰ অনুৰোধ ৰক্ষা কৰাত বৃটিছ আৰু বৰ্মীৰ যুদ্ধ হ'ল আৰু মান সৈন্যৰ পৰাজয়ৰে এই যুদ্ধৰ সমাপ্তি ঘটিল। এইদৰে মণিপুৰী ভাতৃ কেইজন আৰু বৰ্মীসকলৰ হাতৰ পৰা কাছাৰ উদ্ধাৰ কৰি কোম্পানিয়ে গোবিন্দচন্দ্ৰকেই পুনৰ ৰজা হিচাপে প্ৰতিষ্ঠা কৰিলে। গোবিন্দচন্দ্ৰই আছিল শেষ কছাৰী ৰজা।

বৃটিছৰ দ্বাৰা স্বীকৃত কাছাৰৰ ৰজা গোবিন্দচন্দ্ৰই ১৮৩০ খ্ৰীঃত মৃত্যুবৰণ কৰে। তেওঁ নিঃসন্তান আছিল। তুলাৰামে সমগ্ৰ কাছাৰ অঞ্চল বৃটিছৰ পৰা দাবী কৰিলেও বৃটিছে সেই দাবী নামানি তেওঁক মাত্ৰ উত্তৰ কাছাৰৰ পৰ্বতীয়া অঞ্চলহে এৰি দিছিল। ১৮৪০ খ্ৰীঃত তুলাৰামৰ মৃত্যু হোৱাত তেওঁ পুত্ৰদ্বয় নকুলৰাম বৰ্মন আৰু ব্ৰজনাথ বৰ্মনৰ মাজত ৰাজ্যখন ভাগ কৰি দিয়া হৈছিল। কিন্তু এই ভাই-ককাইহালৰ মাজত অনবৰত বিবাদ চলি থকাৰ উপৰিও চুবুৰীয়া আংগামী নগাসকলৰ লগতো তেওঁলোকৰ বিবাদ ঘটিছিল। সুযোগ বুজি কোম্পানি চৰকাৰে কাছাৰক নিজৰ খাচ দখললৈ নিছিল।

**সামৰণি মন্তব্য ঃ** অসম উপত্যকা, কাছাৰ, ত্ৰিপুৰা, উত্তৰ বংগ, দক্ষিণ নেপাল আদিত কছাৰীসকল বাস কৰি আহিছে। আহোম ৰজা আৰু চুবুৰীয়া ৰজাসকলৰ সঘন আক্ৰমণৰ পৰা ৰক্ষা পৰিবলৈ বহুবোৰ কছাৰী লোকে ভিন ভিন নাম লৈ বিভিন্ন স্থানত থাকিবলৈ লয় (যেনে, বড়ো, মেচ, হাজং, ৰাভা, ডিমাচা, লালুং, ঠেংগাল, সোণোৱাল কছাৰী আদি)। কছাৰীসকল পৰিশ্ৰমী লোক আৰু প্ৰধানতঃ কৃষিজীৱী। খেতিৰ ভিতৰত ধান খেতিয়েই প্ৰধান আৰু ভাতেই হ'ল তেওঁলোকৰ প্ৰধান খাদ্য। শুকান মাছ, মঙহ, বিভিন্ন শাক, শোকোটা, মেস্তা, ঢেঁড়া, বাঁহৰ গাজ, লতি, লাওপানী আদিও তেওঁলোকৰ অতি প্ৰিয়। কছাৰীসকল তাঁতশিল্প আৰু বাঁহ-বেতৰ কামত সিদ্ধহস্ত, সৰু-সুৰা কাঠৰ কামতো তেওঁলোক নিপুণ বহু কছাৰী লোকে ম'হ পোহা দেখা যায়। কছাৰী সামাজিক জীৱনত নাৰীৰ স্থান পুৰুষতকৈ কোনো গুণে হীন নহয়। তেওঁলোকৰ মাজত বিধৱা বিবাহৰো প্ৰচলন আছে। তেওঁলোকৰ অন্যান্য পূজাসমূহৰ ভিতৰত বাথৌ পূজা বিশেষভাৱে উল্লেখনীয়। কছাৰী লোকে জুইক সত্যবাদী, পবিত্ৰ আৰু জীৱন্ত বুলি ভাবে। বিয়া-বাৰু, পূজা-

পাতলৰ পৰা আৰম্ভ কৰি মৃতকৰ শ্ৰাদ্ধলৈকে বিভিন্ন কাম-কাজত জুইক সাক্ষী কৰা হয়। কছাৰীসকলৰ নিজস্ব ভাষা আছে। পণ্ডিতসকলৰ মতে তেওঁলোকৰ ভাষাৰ পৰা অসমীয়া ঘৰুৱা জীৱনৰ ভাষাত যথেষ্ট প্ৰভাৱ পৰা দেখা যায়। তেওঁলোকৰ লোক-গীত আৰু নৃত্যই সমগ্ৰ ভাৰত আৰু বিদেশতো সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছে। উল্লেখযোগ্য যে, কাছাৰৰ শেষ ৰজা গোবিন্দ্ৰচন্দ্ৰই সংস্কৃত ভাষাত ব্যুৎপত্তি লাভ কৰিছিল। কালাইন পৰগণাৰ এজন দৰিদ্ৰ ব্ৰাহ্মণ যুৱকক তেওঁ সংস্কৃত ভাষা শিক্ষা দি 'বিদ্যালংকাৰ' উপাধি প্ৰদান কৰিছিল। 'গোবিন্দ কীৰ্তন' আৰু 'মহা ৰাসোৎসৱ লীলামৃত' নামৰ তেওঁৰ দ্বাৰা ৰচিত পুথি দুখন অপূৰ্ব সৃষ্টি। তেওঁৰ অগ্ৰজ ভাতৃ কৃষ্ণচন্দ্ৰ ৰজাই লিখা 'ৰাসলীলামৃত' আৰু 'বসন্ত বিহাৰ' আন দুখন উচ্চ স্তৰৰ পুথি। আন এজন কছাৰী ৰজা শূৰদৰ্প নাৰায়ণৰ মাতৃ চন্দ্ৰপ্ৰভা (তাম্ৰধ্বজ ৰজাৰ পত্নী)ৰ আদেশত ভুবনেশ্বৰ বাচস্পতিয়ে 'নাৰদী পুৰাণ'ৰ অনুবাদ কৰিছিল বুলিও জনা যায়। সোতৰ শতিকাৰ পৰা মাইবঙৰ কছাৰী ৰাজ পৰিয়ালৰ ওপৰত হিন্দু ধৰ্মই প্ৰসাৰ লাভ কৰাত ভালেমান অভিজাত পৰিয়াল আৰু উচ্চ বিষয়ায়ো হিন্দু ধৰ্ম লৈছিল। ওঠৰ শতিকাৰ শেষৰফালে কছাৰী ৰজা কৃষ্ণচন্দ্ৰ আৰু তেওঁৰ ভায়েক গোবিন্দচন্দ্ৰই মহা ধাম-ধুমেৰে আনুষ্ঠানিকভাবে হিন্দু ধৰ্মত দীক্ষিত হৈ নিজকে ক্ষত্ৰিয় হিন্দু বুলি দাবী কৰিছিল। তেওঁলোকে নিজকে মহাভাৰতৰ পাণ্ডৱ বীৰ ভীমৰ বংশধৰ বুলিও কৈছিল। ভীমে হিড়ম্বা নামৰ এগৰাকী 'ৰাক্ষসীক' বিয়া কৰাইছিল। এওঁলোকৰ পুত্ৰ আছিল ঘটোৎকচ। সেইবাবে কছাৰী ৰাজ্যক 'হিড়িম্বা' বা 'হেড়ম্ব' ৰাজ্য বোলা হয় আৰু ইয়াৰ ৰাজধানীৰ নামকৰণ হয় 'হিড়িম্বাপুৰ'। উল্লেখযোগ্য যে, কছাৰীসকলৰ স্থাপত্য বিদ্যাও অতি উচ্চমানৰ আছিল। তেওঁলোকে ইটাৰ ব্যৱহাৰ জানিছিল। তেওঁলোকৰ এসময়ৰ ৰাজধানী ডিমাপুৰৰ ধ্বংসাৱশেষে আজিও তেওঁলোকৰ স্থাপত্য-ভাস্কৰ্যাদিৰ প্ৰমাণ দাঙি ধৰিবলৈ সক্ষম হৈছে। ডিমাপুৰৰ ধ্বংসাৱশেষৰ মাজত বগা শিলত কটা কেতবোৰ খুঁটা পোৱা গৈছে। এই খুঁটাবোৰ প্ৰায় ১২ ফুট ওখ আৰু ইয়াৰ বেৰ ৫ ফুট। ইয়াত ইংৰাজী 'V' আখৰটোৰ লেখীয়া কেতবোৰ খুঁটাও পোৱা গৈছে। কোনো কোনো পণ্ডিতৰ মতে এইবোৰ মৃতকৰ স্মৃতিচিহ্নও হ'ব পাৰে। তাহানিৰ দিনতে ডিমাপুৰৰ তিনিও ফালে প্ৰায় দুমাইল দীঘল সুউচ্চ ইটাৰ প্ৰাচীৰ সজা হৈছিল। প্ৰাচীৰ নথকা দিশটোত আছিল ধনশিৰী নদী। কোনো কোনো সূত্ৰমতে এই দিশতো একেধৰণে প্ৰাচীৰ নিৰ্মাণ কৰা হৈছিল আৰু কালক্ৰমত ধনশিৰীৰ বানপানীয়ে এই প্ৰাচীৰ খহাই নিছিল। নগৰৰ পুবফালে ধেনুভিৰীয়া আকৃতিৰ ওপৰতো ক্ৰমাৎ জোঙা চালে চকুৰোৱা এটা ইটাৰ তোৰণ আছিল। এই তোৰণৰ সুসজ্জিত দুৱাৰ দুখনে ইয়াৰ সৌন্দৰ্য বৰ্ধন কৰিছিল। তেওঁলোকৰ, শিলৰ স্তম্ভবিলাকতো নানা ধৰণৰ চিত্ৰ খোদাই কৰা হৈছিল। ডিমাপুৰত কেইবাটাও বৃহৎ আকাৰৰ পুখুৰীও আছিল। কছাৰীসকলৰ স্থাপত্যত বংগৰ মুছলমান স্থাপত্যৰ প্ৰভাৱ পৰিছিল বুলিও জনা যায়। উল্লেখযোগ্য যে, দৈয়াং নৈৰ দাঁতিত থকা কাছমাৰীতো ডিমাপুৰৰ লেখীয়া আন এখন নগৰৰ ধ্বংসস্তূপ পোৱা গৈছে। কোনো কোনো সূত্ৰমতে ডিমাপুৰত ৰাজধানী স্থাপন কৰাৰ পূৰ্বে কছাৰীসকলে কাছমাৰীত কিছুদিনৰ বাবে ৰাজধানী পাতিছিল।

অসমত বাস কৰা কছাৰী জাতি যদিও বৰ্তমানে ভিন ভিন জাতি হিচাপে পৰিচিত হৈছে, তথাপি শদিয়াৰ পৰা আৰম্ভ কৰি ধুবুৰীলৈকে সকলো কছাৰী মূলতঃ এক আৰু সেই বাবে তেওঁলোকে পৰস্পৰে পৰস্পৰৰ প্ৰতি আত্মীয়তাবোধ কৰা দেখা যায়।

**(খ) চুতীয়া ৰাজ্য ঃ**

ত্ৰয়োদশ শতিকাত আহোমসকলে অসমত প্ৰবেশ কৰাৰ বহু পূৰ্বৰে পৰা এই ৰাজ্যত চুতীয়াসকলে বসবাস কৰিছিল বুলি জনা যায়। সোৱণশিৰি নৈৰ পাৰলৈকে বিস্তৃত এক বৃহৎ ভূখণ্ডত চুতীয়া ৰাজ্য আছিল। পিছত আহোমসকলে আহি অসমত ৰাজ্য প্ৰতিষ্ঠা কৰাৰ সময়ত এই চুতীয়া ৰাজ্যখন তেওঁলোকৰ ৰাজ্যৰ পূব দিশত পৰিছিল। সম্ভৱতঃ লক্ষীমপুৰ অঞ্চলত শাসনাধিষ্ঠিত পাল বংশৰ হিন্দু ৰজাসকলে শদিয়াৰ ওচৰে-পাঁজৰে তেওঁলোকৰ ৰাজধানী পাতিছিল। প্ৰায় এঘাৰ শতিকাত এওঁলোকৰ বিতাৰিত কৰি চুতীয়াসকলে ক্ষমতা হস্তগত কৰিছিল।

চুতীয়াসকলে তিব্বত বৰ্মী শাখাৰ এটা জনজাতি। এওঁলোকে উত্তৰ-পূব সীমান্তয়েদি অসমত সোমাই ব্ৰহ্মপুত্ৰৰ

উজনি অঞ্চলত বসবাস কৰিবলৈ লৈছিল। আন এটা সূত্ৰ মতে আহোমসকলে অসমত প্ৰৱেশ কৰাৰ সময়ত চুতীয়াসকলে শদিয়াক কেন্দ্ৰ কৰি নিজকে প্ৰতিষ্ঠা কৰি ক্ৰমাৎ পশ্চিমলৈ আগবাঢ়ি আহি দিচাং নৈলৈকে এক বিৰাট অঞ্চল নিজ দখললৈ নিছিল। শাৰীৰিক গঠনৰ ফালে চালে চুতীয়াসকলক শান বা টাই জাতিৰ লোক যেন লাগিলেও এওঁলোকৰ ভাষাৰ সৈতে বড়ো ভাষাৰ যথেষ্ট মিল দেখা যায়। চৈধ্য শতিকাৰ প্ৰায় মাজভাগৰ পৰা আহোম আৰু চুতীয়াৰ বিবাদ আৰম্ভ হয় আৰু ষোল্ল শতিকাত চুতীয়া ৰাজ্যখন আহোমসকলৰ ৰাজ্যৰ অন্তৰ্ভুক্ত হয়। এইদৰে চুতীয়া ৰাজ্যখন নিজ ৰাজ্যৰ লগত চামিল কৰি আহোমসকলে চুতীয়া লোকসকলক একে ঠাইতে বসবাস কৰিবলৈ নিদি তেওঁলোকক আহোম ৰাজ্যৰ বিভিন্ন দিশত প্ৰতিষ্ঠা কৰিছিল। কথিত আছে যে, আহোমসকলৰ হাতত ভালেমান চুতীয়া লোকৰ প্ৰাণনাশ ঘটিছিল যদিও কালক্ৰমত তেওঁলোকে আহোমৰ সৈতে এটা সু-সম্পৰ্ক গঢ়ি তুলিবলৈ সক্ষম হয় আৰু আহোম ৰজাঘৰেও ভালেমান চুতীয়া লোকক বিভিন্ন পদত নিযুক্তি দিয়াৰ লগতে বৈবাহিক সম্বন্ধ স্থাপনৰ দ্বাৰা তেওঁলোকৰ সৈতে মিত্ৰতা স্থাপন কৰে। এইদৰে বৈবাহিক সূত্ৰে আহোমৰ সৈতে বন্ধুত্ব স্থাপন কৰা চুতীয়াসকলৰ পৰা আহোম চুতীয়া শ্ৰেণী এটাৰ সৃষ্টি হয়। ফলস্বৰূপে চুতীয়াসকলৰ মাজত মুঠতে চাৰিটা ভাগ হয়, যেনে, হিন্দু, আহোম, বৰাহী আৰু দেউৰী-চুতীয়া। হিন্দু আৰু আহোম চুতীয়াসকলে হিন্দু ধৰ্ম লৈছিল। বৰাহী চুতীয়াসকলে এওঁলোকতকৈ বহুত দিনৰ পিছতহে হিন্দু ধৰ্মত দীক্ষিত হৈছিল। দেউৰী চুতীয়াসকল হ'ল চুতীয়াসকলৰ পুৰোহিত। দেউৰী শব্দটোৰ প্ৰকৃত ব্যাখ্যা নো কি সঠিক জনা নাযায় যদিও অধিকসংখ্যক পণ্ডিতৰ মতে যিসকলে দেৱক জানে তেওঁলোকেই হ'ল দেউৰী।

চুতীয়া ৰাজ্য স্থাপন আৰু ইয়াৰ সম্প্ৰসাৰণ সম্বন্ধে বহুবোৰ জনশ্ৰুতি আছে। সেই জনশ্ৰুতি মতে, শদিয়াত চুতীয়া ৰাজ্যৰ প্ৰতিষ্ঠাপক আছিল বীৰপাল। আনুমানিক ১১৮৯ খ্ৰীঃত চুতীয়া ৰাজ্য স্থাপন কৰা বীৰপাল হেনো ভীষ্মক ৰজাৰ বংশধৰ আছিল। তেওঁৰ পূৰ্বৰ নাম আছিল গয়াপাল আৰু তেওঁ সোৱণশিৰি নৈৰ দাঁতিত থকা সোণাগিৰি পাহাৰত এখন ক্ষুদ্ৰ-ৰাজ্যৰ গৰাকী হিচাপে কালতিবাহিত কৰিছিল। তেওঁৰ ৰাজ্যত হেনো মাত্ৰ ষাঠি ঘৰ লোক আছিল। তেওঁৰ পত্নী আছিল ৰূপৱতী আৰু তেওঁ নামে কামে ৰূপৱতী আছিল। ৰূপৱতী আৰু গয়াপাল আছিল কুবেৰ দেৱতাৰ উপাসক। প্ৰচলিত কিংবদন্তিমতে এদিন হেনো ৰূপৱতীয়ে মাকৰ ঘৰৰ পৰা উভতি আহোঁতে কুবেৰ দেৱতাই মাজবাটতে তেওঁৰ স্বামীৰ ৰূপ লৈ তেওঁৰ আগত দেখা দিলে। এই মিলনৰ ফলত ৰূপৱতীয়ে গৰ্ভধাৰণ কৰিলে। সেই ঘটনাৰ পিছত নিশাৰ ভাগত কুবেৰে গয়াপাল তথা বীৰপালক সপোনত দেখা দি ক'লে যে ৰূপৱতীৰ এটা সুলক্ষণযুক্ত পুত্ৰসন্তান জন্মিব আৰু তেওঁ কালক্ৰমত এজন ডাঙৰ ৰজা হ'ব। তেওঁ বীৰপালক ৰূপৱতীক ভালদৰে চোৱাচিতা কৰিবলৈকো আদেশ দিলে। তদুপৰি কুবেৰে বীৰপালক পিছদিনা পুৱতি নিশাতেই এজোপা গছৰ তললৈ গৈ সেই স্থানত যিবোৰ বস্তু পায় সেইবোৰ ঘৰলৈ আনি ভালদৰে পূজা-সেৱা কৰি সযতনে আৰু ভক্তি সহকাৰে ৰাখিবলৈ ক'লে। এই বস্তুকেইপদ যিমান দিন তেওঁ নিজৰ লগত ৰাখে সিমান দিনলৈকে তেওঁৰ অৱস্থা জয়জয়-ময়ময় হ'ব আৰু যিকোনো পাৰিস্থিতিত এই বস্তুকেইপদ হস্তচ্যুত হ'লে তেওঁৰ দুদিন আৰু পতন হ'ব বুলিও কুবেৰে বীৰপালক সকীয়াই দি অন্তৰ্ধান হ'ল। সেইমৰ্মে কুবেৰৰ নিৰ্দেশ মানিলত বীৰপালে সেই নিৰ্দিষ্ট গছৰ তলত এখন তৰোৱাল, ঢাল আৰু এটা সোণৰ মেকুৰী পাই কেউপদ বস্তু আনি নিজ গৃহত সযতনে আৰু সভক্তিৰে ৰাখিলে। এই বস্তুকেইপদক কুবেৰৰ সম্পত্তি বোলা হয়। ধনৰ দেৱতা কুবেৰৰ নিৰ্দেশত লাভ কৰা এই বস্তুকেইপদ নিজৰ লগত ৰখা দিন ধৰি বীৰপালৰ ভাগ্য দিনে দিনে ভাল হ'ল আৰু তেওঁ চৌদিশে সঁচাকৈয়ে জয় জয় ময় ময় অৱস্থা দেখিবলৈ পালে। যথাসময়ত ৰূপৱতীৰ এটি অতি সুলক্ষণযুক্ত পুত্ৰ সন্তান উপজিল আৰু সেই সন্তানটিৰ নাম ৰখা হ'ল গৌৰীনাৰায়ণ।

গৌৰীনাৰায়ণ দেখাই শুনাই, জ্ঞান আৰু বুদ্ধিত এজন জাকত জিলিকা ৰজা আছিল। তেওঁৰ নিদত পূৰ্বৰ চুতীয়া ৰাজ্যখনৰ বিস্তৃতি ঘটিছিল। তেওঁ ৰাংগলুগুৰি, কালগুৰি, নীলগিৰি, ধবলগিৰি আৰু চন্দ্ৰগিৰি পাহাৰত থকা আটাইবোৰ চুতীয়া লোকক তেওঁ বশলৈ আনিবলৈ সক্ষম

হৈছিল। এইদৰে বিজয় অভিযানৰ মূৰত তেওঁ ৰত্নপাল নাম লৈছিল। এই বিজয়ৰ কিছুকাল পিছতেই তেওঁ শ্বেতগিৰি নামৰ পৰ্বতৰ ৰজা ভদ্ৰসেনক যুঁজত ঘটুৱাই সেইখন পাহাৰতেই ৰত্নপুৰ নামেৰে এখন ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। তেওঁৰ পৰৱৰ্তী লক্ষ্য আছিল ন্যায়পাল নামৰ এজন ৰজা। ন্যায়পালৰ ৰাজ্য সঠিক ক'ত আছিল জনা নাযায়। সম্ভৱতঃ তেওঁ নামনি অসমৰ কোনো এখন ক্ষুদ্ৰ ৰাজ্যৰ ৰজা আছিল। ন্যায়পালে আগন্তুক বিপদৰ সংকেত পাই জীয়েকক ৰত্নধ্বজলৈ বিয়া দিয়ে আৰু ৰত্নধ্বজেও তেওঁৰ অভিযান সামৰি নৱবিবাহিতা পত্নীসহ নিজ ৰাজলৈ উভতি যায়গৈ।

ইতিমধ্যে ৰত্নধ্বজৰ পুত্ৰ বিজয়কৃষ্ণ এজন চফল ডেকাত পৰিণত হৈছিল। ৰত্নধ্বজে কমতা ৰাজ্যকন্যাৰ সৈতে বিজয়কৃষ্ণৰ বিবাহৰ প্ৰস্তাৱ দিয়াত কমতা ৰজাই প্ৰস্তাৱত কোনো গুৰুত্ব দিয়া দেখা নগ'ল। ইয়াতে অপমান বোধ কৰি ৰত্নধ্বজে কমতা ৰাজ্যৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰাত কমতাৰাজে তেওঁৰ জীয়েকক বিজয়কৃষ্ণলৈ আগবঢ়ালে। কমতা ৰাজ্যত থকাৰ সময়তে ৰত্নধ্বজে গৌড়ৰ সৈতেও কটকীৰ মাধ্যমেৰে বন্ধুত্বৰ প্ৰস্তাৱ দিয়ে। গৌড়ৰ ৰজাই অতি আগ্ৰহেৰে এই প্ৰস্তাৱত সমৰ্থন জনাই তেওঁৰ এজন পুত্ৰক ৰত্নধ্বজ ৰজাৰ ৰাজ্যত থাকিবলৈ পঠিয়ালে। কিন্তু কিছুদিনৰ মূৰত গৌড়ৰ ৰাজপুত্ৰৰ মৃত্যু ঘটাত চুতীয়া ৰজা অতি মৰ্মাহত আৰু হতভম্ব হ'ল। সেইসময়ত তেওঁ সিদ্ধুক্ষেত্ৰ নামৰ স্থানত এটা মন্দিৰ নিৰ্মাণত ব্যস্ত আছিল। গৌড়ৰ ৰাজকুমাৰৰ মৃতদেহটো সিদ্ধুক্ষেত্ৰলৈ নি তাতেই সৎকাৰ কৰা হ'ল। তেতিয়াৰে পৰা সিদ্ধুক্ষেত্ৰৰ নাম হ'ল শদিয়া (শৱ-দিয়া)। ইয়াৰ পিছত ৰত্নধ্বজৰো এই নগৰীতেই মৃত্যু ঘটিল। ডক্টৰ লক্ষ্মী দেৱীৰ 'অসম দেশৰ বুৰঞ্জী'— সংশোধিত ৫ম প্ৰকাশ ১৯৮৭ ৰ ১০৫ পৃষ্ঠাত এই কাহিনীটো সন্নিবিষ্ট হৈছে। কিন্তু আন কেতবোৰ সূত্ৰই এই ৰাজপুত্ৰজন চুতীয়া ৰাজ্যৰ আছিল আৰু তেওঁক গৌড়দেশলৈ অধ্যয়নৰ বাবে পঠিয়াছিল বুলি কয়। গৌড়দেশত ৰাজপুত্ৰজনৰ মৃত্যু হোৱাত গৌড়ৰ ৰজাইহে হেনো এই মৃতদেহ সিদ্ধুক্ষেত্ৰলৈ পঠিয়াছিল। গৌড়ৰ পৰা অহা লোকে মৃতদেহটো চুতীয়া ৰজা গৌৰীনাৰায়ণক চমজাই দিছিল। সেইসময়ত গৌৰীনাৰায়ণে কুণ্ডিল নৈৰ তীৰৰ সিদ্ধুক্ষেত্ৰত এখন নতুন নগৰ নিৰ্মাণত ব্যস্ত আছিল। সেই স্থানতে কোঁৱৰৰ শবদেহ গতাই দিয়াৰ বাবে নতুন নগৰখন 'শ-দিয়া' নামেৰে জনাজাত হৈছিল। পিছলৈ এই ঠাইতে চুতীয়াসকলে স্থায়ী ৰাজধানী পাতিছিল।

ৰত্নধ্বজৰ মৃত্যুৰ পিছত তেওঁৰ বংশৰ আৰু নজন ৰজাই চুতীয়া ৰাজ্যত ৰাজত্ব কৰিছিল। এই বংশৰ অষ্টম ৰজাজনৰ নাম আছিল ধীৰনাৰায়ণ বা ধৰ্মধ্বজপাল। তেওঁৰ পুত্ৰ সন্তান নাছিল। তেওঁৰ একমাত্ৰ সন্তান আছিল সাধনী নামেৰে এগৰাকী অতি ৰূপৱতী কন্যা। সাধনী লহপহকৈ বাঢ়ি অহাত ৰজাই তাইৰ বাবে দৰা বিচাৰি হাইৰাণ হ'ল— কিন্তু উপযুক্ত দৰা নোলাল। হতাশগ্ৰস্ত হৈ এদিন ৰজাই এই বুলি শপত ল'লে, যিজন লোকে তেওঁ দেখি থকা গছ এডালৰ ওপৰত থকা এটা কেৰ্কেটুৱা মাৰি মাটিত পেলাব সাধনীক তেওঁলৈকে বিয়া দিয়া হ'ব। সেইমতে আয়োজন কৰা হ'ল। যিজন ব্যক্তিয়ে এই কাম কৰিবলৈ সমৰ্থ হ'ল তেওঁৰ নাম আছিল নিতাই। তেওঁ এজন নিতান্ত দৰিদ্ৰ লোক আছিল। কিন্তু ৰজাই শপত ভংগ নকৰি নিতাইলৈকে সাধনীক বিয়া দিলে। ইতিমধ্যে ধীৰনাৰায়ণ ৰজাৰ এজন পুত্ৰ জন্মিল আৰু পুত্ৰজনৰ নাম ৰখা হ'ল সাধক নাৰায়ণ। সাধনী-নিতাইৰ বিবাহৰ কিছুদিন যোৱাৰ পিছত ধীৰনাৰায়ণৰ জোঁৱায়েকে নিতাইক ৰাজ্যভাৰ আৰু নিজ শিশুপুত্ৰ সাধকনাৰায়ণৰ দায়িত্ব দি নিজে সপত্নীক অৰণ্যলৈ গুচি গ'ল। ফলত এতিয়া চুতীয়া ৰাজ্যৰ ৰজা হ'ল নিতাই আৰু তেওঁ নীতিপাল বা নিত্যপাল নাম লৈ ৰাজ্য শাসন কৰিবলৈ ল'লে।

নীতিপালৰ ৰাজত্বকালত আহোম ৰজা চুহুংমুং দিহিংগীয়া ৰজাৰ সেনাপতি ফ্ৰাচেনমুং বৰগোহাঁয়ে চুতীয়া ৰাজ্য আক্ৰমণ কৰি ৰজাক পৰাস্ত কৰিছিল। আহোম বুৰঞ্জীমতে ১৫১৩ খ্ৰীঃত চুতীয়া ৰজা ধীৰনাৰায়ণেহে প্ৰথমে আহোম ৰাজ্যত আক্ৰমণ চলাইছিল যদিও যুঁজত তেওঁ নিজেহে পৰাজয় বৰণ কৰিবলগীয়াত পৰিছিল। ইয়াৰ পৰৱৰ্তীকালত চুতীয়াসকলেহে আহোমৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰি জয়লাভ কৰিবলৈ সক্ষম হয়। সম্ভৱতঃ এই জয়লাভৰ পিছতেই ধীৰনাৰায়ণে জোঁৱায়েকৰ হাতত ৰাজ্য গতাই দি নিজে সন্ন্যাস লৈছিল। ধীৰনাৰায়ণে জয়লাভ কৰা এই যুঁজখন হৈছিল ১৫২৩ খ্ৰীঃত। ১৫২২ খ্ৰীঃত চুতীয়া ৰজা নীতিপালে আহোম ৰাজ্য আক্ৰমণ কৰি নিজেহে

পৰাজয় বৰণ কৰিবলগীয়াত পৰিল। তেতিয়া হেনো নীতিপালে আহোম ৰজালৈ কটকীযোগে সন্ধিৰ প্ৰস্তাৱ পঠিওৱাত চুহুংমুং ৰজাই এই বুলি ক'লে যে, যদি তেওঁক কুবেৰদত্ত বস্তু কেইপদ দিয়ে তেতিয়াহে তেওঁ চুতীয়াসকলৰ সৈতে সন্ধি কৰিব। নীতিপালে এই প্ৰস্তাৱত সন্মত নোহোৱাত পুনৰবাৰ আহোম-চুতীয়াৰ যুঁজ আৰম্ভ হয়। চুতীয়াসকলে চন্দ্ৰগিৰি পৰ্বতৰ ওপৰলৈ গৈ তাৰপৰা আহোম সৈন্যৰ উদ্দেশ্যে প্ৰকাণ্ড প্ৰকাণ্ড শিল নিক্ষেপ কৰিবলৈ লৈছিল। কিন্তু অৱশেষত আহোমসকলেহে যুঁজত জয়লাভ কৰে। চুতীয়াসকলৰ মাজত প্ৰচলিত কাহিনীমতে এইদৰে আহোমৰ হাতত পৰাজিত হৈ নীতিপালে সাধনীৰ সৈতে লগ লাগি চন্দ্ৰগিৰি পৰ্বতৰ পৰা ব্ৰহ্মপুত্ৰ নৈৰ বুকুলৈ জাঁপ মাৰি আত্মহত্যা কৰে। এইদৰে জাঁপ মৰাৰ পূৰ্বে সাধনীয়ে হেনো কুবেৰদত্ত বস্তুকেইপদ নিজৰ বুকুত আটি আটি বান্ধি লৈছিল। এইদৰে নীতিপাল, সাধনী আৰু কুবেৰদত্ত সম্পত্তি— আটাইবোৰ একেলগে ব্ৰহ্মপুত্ৰত বিলীন হ'ল। শিশু সাধকনাৰায়ণক আহোমসকলে প্ৰাণে নামাৰি লালন পালন কৰি উপযুক্ত বয়সত দৰং জিলাত এখন জমিদাৰী দি প্ৰতিষ্ঠা কৰিছিল। কিন্তু আন কেতবোৰ সূত্ৰমতে ১৫২৩ খ্ৰীঃত চন্দ্ৰগিৰি পাহাৰৰ যুঁজত নীতিপাল ৰজা আৰু সাধক নাৰায়ণ উভয়ৰে আহোমৰ হাতত মৃত্যু ঘটিছিল।

চুতীয়াৰ ৰাজধানীৰ পৰা আহোমসকলে হেনো ৩০ টা হাতী, ৬০টা ঘোঁৰা, ৬৯টা হিলৈ, দণ্ডছত্ৰ, বাৰুদ, বৰ্শা, কেঁকোৰাদোলা, তৰোৱাল, সোণৰ ভোগজৰা, পিকদান, বেলা, মাইহাং, গৰু-ম'হ, সোণৰ মেকুৰী, সোণৰ খাট, সোণৰ তিনিকোণীয়া সিংহাসন আদি নিজ ৰাজ্যলৈ নিছিল। আহোমসকলে এই সোণৰ বস্তুকেইপদ কুবেৰ দত্ত সম্পত্তি বুলি কৈছিল।

এইদৰে আহোমসকলৰ হাতত চুতীয়া ৰজা নীতিপালৰ পৰাজয়ৰ লগে লগে চুতীয়া ৰাজ্যখনৰো বিলুপ্তি সাধন হৈছিল। আহোম ৰজাই এই বিজিত ৰাজ্যখন নিজ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰি শদিয়াত শদিয়াখোৱা গোহাঁই নামেৰে এক বিষয়াৰ পদ সৃষ্টি কৰি ফ্ৰাচেনমুং বৰগোহাঁইৰ সেই পদত অধিষ্ঠিত কৰিলে।

নীতিপালৰ দিনতে চুতীয়া ৰাজ্য জয় কৰা আহোমসকলে চুতীয়াসকলে যাতে পুনৰ মূৰ দাঙি উঠিব নোৱাৰে তাৰ বাবে চোকা দৃষ্টি ৰাখি তেওঁলোকক বিভিন্ন ঠাইত প্ৰতিষ্ঠা কৰিছিল। চুতীয়া পুৰোহিত দেউৰীসকলক আহোমসকলেও পূজা-পাতলৰ কাম-কাজত নিযুক্ত কৰিছিল। কিন্তু কিছুমান কাৰণবশতঃ দেউৰীসকলক আহোম ৰজা গদাধৰ সিংহই ভাল নোপোৱা হ'ল। তেতিয়াৰে পৰা দেউৰীসকলে স্বাধীনভাৱে থাকি নিজৰ পেট প্ৰৱৰ্তাবলৈ খেতি-বাতি কৰিবলৈ লয়। এসময়ত কুণ্ডিল নৈৰ পাৰত থকা দেউৰীসকলে ক্ৰমাৎ লক্ষীমপুৰ, গহপুৰ, শিৱসাগৰ অঞ্চললৈ বিয়পি পৰে। তেওঁলোকে প্ৰতিখন গাঁৱতে সুকীয়াকৈ একোখন গোসাঁই থান পাতে। পুৰণিকালত চুতীয়াসকলৰ মাজতো নৰবলি প্ৰথাৰ প্ৰচলন আছিল। অৱশ্যে এই প্ৰথা আদিতে সমগ্ৰ পৃথিবীতে আছিল আৰু অসমো ইয়াৰ ব্যতিক্ৰম নাছিল। অন্যান্য সকলোবোৰ জাতিৰ দৰে চুতীয়াসকলেও নৈৰ দাঁতিত বা পানীৰ উৎসৰ ওচৰত নিজ বাসস্থান পাতিছিল। সেইবাবে তেওঁলোকৰ গাঁওসমূহো বহু ক্ষেত্ৰত নৈৰ নাম অনুযায়ী ৰখা হৈছিল, যেনে, টিচিমুখ, চিৰিপানী ইত্যাদি। চুতীয়াসকলৰ ঘৰবোৰ যথেষ্ট ডাঙৰ, আহল-বহল আৰু পৰিয়ালৰ লোকৰ সংখ্যাও যথেষ্ট। কেতিয়াবা একো একোটা পৰিয়ালত ষাঠি, সত্তৰজনৰ পৰা আৰম্ভ কৰি এশৰো অধিক লোকে বসবাস কৰা দেখা যায়। এনে বৃহৎ পৰিয়াল হোৱাৰ বাবে তেওঁলোকৰ খেতি-বাতিত কাম কৰা লোকৰ অভাৱ নাই। তেওঁলোকে খেতিৰ বাহিৰেও গৰু, ম'হ, গাহৰি, হাঁহ, পাৰ, কুকুৰা, ছাগলী আদিও পালন কৰি যথেষ্ট লাভজনক ব্যৱসায় কৰে। তেওঁলোকৰ মাজত মদজাতীয় পনীয় যথেষ্ট প্ৰিয়। মনকৰিবলগীয়া বা চুতীয়াসকল প্ৰধানকৈ শক্তিৰ উপাসক। অতীজৰে পৰা কেঁচাইখাতী গোঁসানীৰ মন্দিৰ সমগ্ৰ অসম ৰাজ্যৰ ভিতৰতে এক লেখত ল'বলগীয়া তীৰ্থস্থান। তদুপৰি চুতীয়াসকলে তেওলোকৰ পুৰণি ধৰ্ম আৰু ৰীতি-নীতি আদি আজিলৈকে বহু পৰিমাণে বজাই ৰাখিবলৈ সক্ষম হৈছে। তেওঁলোকে নিজকে কুবেৰৰ বংশ বুলিও গৌৰৱ কৰিছিল। চুতীয়া ৰজা গৌৰীনাৰায়ণে ভালেমান মঠ-মন্দিৰ সাজিছিল আৰু তেওঁ সংগীত, নৃত্য-কলা আদিৰ এজন নামজ্বলা পৃষ্ঠপোষক আছিল বুলি জনা যায়। উদয়াদিত্য সিংহ স্বৰ্গদেউৰ দিনত

লুকতেং নামৰ চুতীয়া খেল এটাই ভৈয়ামৰ দুখন মিৰিগাঁও ধ্বংস কৰাত তেওঁলোকৰ বিৰুদ্ধে আহোমসকলে এটা অভিযান চলাইছিল। দেউৰী, টাইকাফি, টাইকাতাং আদি অন্যান্য চুতীয়া খেলবোৰেও চুতীয়াসকলৰ সৈতে যোগ দিয়াত আহোমসকলৰ পক্ষে তেওঁলোকক দমন কৰাটো যথেষ্ট কষ্টসাধ্য হৈছিল। এই বিদ্ৰোহ সম্পূৰ্ণ দমন হোৱাৰ পূৰ্বেই উদয়াদিত্য সিংহৰ মৃত্যু হোৱাত তেওঁৰ ভাতৃ তথা পৰৱৰ্তী ৰজা ৰামধ্বজে চুতীয়সকলৰ বিৰুদ্ধে আন এটা অভিযান প্ৰেৰণ কৰিছিল। ৰামধ্বজ সিংহই চুতীয়াসকলক উচটোৱা বুলি চুতীয়া বৰুৱাক দোষাৰোপ কৰি তেওঁৰ ঘৰত আক্ৰমণ কৰাই তেওঁক সৈমান কৰিলত চুতীয়াসকলৰ বিদ্ৰোহ দমন হ'ল আৰু তেওঁলোকে নিয়মীয়ামতে আহোম ৰজাক কৰ-কাটল দি থাকিব বুলি প্ৰতিশ্ৰুতি দিলে। এই অভিযানৰ পিছত আহোমৰ ৰাজত্বকালত চুতীয়াসকলে পুনৰবাৰ বিদ্ৰোহ কৰাৰ পৰা নিজকে আঁতৰাই ৰখা দেখা গৈছিল।

**(গ) জয়ন্তীয়া ৰাজ্য ঃ**

পুৰণি জয়ন্তীয়া ৰাজ্যৰ কোনো ধাৰাবাহিক ইতিহাস পাবলৈ নাই যদিও আহোম বুৰঞ্জী, জয়ন্তীয়া ৰজাসকলৰ কেতবোৰ মুদ্ৰাত থকা লিপি, কেইখনমান তামৰ ফলি আৰু স্থাপত্যৰ ভগ্নাবশেষ আদিৰ পৰা তেওঁলোকৰ দিনৰ কিছু কথাৰ সম্ভেদ উলিওৱা হৈছে। খাছিয়া আৰু জয়ন্তীয়াসকল কিন্তু উত্তৰ-পূৰ্বাঞ্চলৰ অতি প্ৰাচীন লোক। এওঁলোকক প্ৰট-অষ্ট্ৰলয়ডৰ ভিতৰৰ অষ্ট্ৰিক ভাষী লোকৰ ভিতৰত ধৰা হয়। দৰাচলতে অষ্ট্ৰিক নামটো ভাষাগতহে— জাতিগত নহয়। তেওঁলোকৰ ভাষাটোও মনখমেৰ মূলৰ পৰা উদ্ভৱ হোৱা। জাতি হিচাপে এওঁলোকো বৃহৎ মংগোলীয় জাতিৰ অন্তৰ্ভুক্ত আৰু ইণ্ডোচীনেই এওঁলোকৰ আদি বাসস্থান আছিল যেন লাগে। দক্ষিণ-পূব এছিয়াৰ ভালেমান ঠাইত আৰু ভাৰত মহাসাগৰ আৰু প্ৰশান্ত মহাসাগৰৰ ভালেমান দ্বীপত এই লোকসকলে যিটো সভ্যতা বহন কৰি আনিছিল সেইটো সম্ভৱতঃ নৱ-প্ৰস্তৰ যুগৰ সভ্যতা আছিল। ছোটনাগপুৰৰ মুণ্ডা-জনজাতিৰ ভাষাৰ সৈতেও এওঁলোকৰ ভাষাৰ মিল দেখা যায়।

বুৰঞ্জীসমূহত যিখন জয়ন্তীয়া ৰাজ্যৰ বিষয়ে উল্লিখিত হৈছে সেই ৰাজ্যখন এসময়ত দুটা ভাগত ভাগ কৰা আছিল, যেনে— জয়ন্তীয়া পাহাৰ আৰু জয়ন্তীয়া পৰগণা। জয়ন্তীয়া পাহাৰত বাস কৰিছিল চিণ্টেংসকলে। খাছিয়া আৰু চিণ্টেংসকলৰ মাজত দৈহিক গঠন আৰু ভাষাৰ যথেষ্ট মিল আছে। আনহাতেদি, জয়ন্তীয়া পাহাৰৰ দক্ষিণ আৰু বৰাক নৈৰ উত্তৰে অৱস্থিত আছিল জয়ন্তীয়া পৰগণা। এই ঠাইখনি বৰ্তমান বাংলাদেশৰ চিলেট বা শ্ৰীহট্টৰ ভিতৰত পৰিছে। জয়ন্তীয়া পৰগণাৰ অধিবাসীসকলৰ ভিতৰত অধিকাংশ লোকেই বাংলাভাষী হিন্দু আৰু মুছলমান। খাছিয়া আৰু জয়ন্তীয়া পাহাৰৰ লোকসকলে বহুদিন ধৰি পাৰ্বত্য অঞ্চলত থাকি তাৰ পিছতহে অসমৰ ভৈয়াম অঞ্চললৈ বিস্তাৰ কৰিছিল যেন লাগে। খাছিয়া-জয়ন্তীয়াসকলৰ মাজত কেইবাটাও গোট আছিল আৰু প্ৰতিটো গোটৰে একেজন মুৰব্বী বা 'চিয়েম' আছিল। 'চিয়েম' বা মুৰব্বী থকা প্ৰথা পৰিবৰ্তিত ৰূপত এতিয়াও আছে। খাছিয়া আৰু জয়ন্তীয়াসকল একেজন ৰজাৰ অধীন আছিল বুলি বৰ্তমানলৈকে প্ৰাপ্ত কোনো সাহিত্যই কোৱা নাই। বোধকৰো এই লোকসকলে ছিলঙৰ ওচৰৰ খাছিয়া খৈৰাম আৰু জয়ন্তীয়া ৰজাক তেওঁলোকৰ ৰজা বুলি মানিছিল। খৈৰামৰ ৰাজধানী আছিল নক্ৰেম। খৈৰামসকলৰ আঁতি-গুৰি সম্বন্ধেও তথ্যপাতিৰ অভাৱ। কিন্তু জয়ন্তীয়া ৰজাসকলৰ বিষয়ে কিছু পুৰণি তথ্য-পাতি পোৱা গৈছে। জয়ন্তীয়া পৰগণাৰ লোকসকলে ৰাজবংশাৱলী লিখাৰ বাবে এনে তথ্যপাতিসমূহ সংগ্ৰহৰ ক্ষেত্ৰত কিছু সুবিধা হৈছে। কিন্তু যিবিলাক জয়ন্তীয়া মুদ্ৰা এতিয়ালৈকে সংগ্ৰহ হৈছে সেইবোৰত ৰজাসকলৰ নাম-ধাম অতি তাকৰ। বোধকৰো জয়ন্তীয়া ৰাজ্যখন বহু দিন ধৰি কোচ ৰজাৰ দখলত থকাৰ বাবে তেওঁলোকে মুদ্ৰাত নিজৰ নাম-ধাম উল্লেখ কৰাত বাধা আছিল। সেইবাবে এনে মুদ্ৰাসমূহৰ পৰা জয়ন্তীয়াসকলৰ ইতিহাস উদঘাটনৰ সুবিধা অতি কম। তাতোকৈ ডাঙৰ কথা জয়ন্তীয়াসকলৰ পুৰণি সাহিত্যত ৰজাসকলৰ নাম নাই। নামনিৰ যিবোৰ অঞ্চললৈ তেওঁলোকৰ ৰাজ্যখন সম্প্ৰসাৰিত হৈছিল সেই ঠাইৰ লোকৰ পৰাহে এই নামবোৰ প্ৰধানতঃ সংগ্ৰহ কৰা হৈছে।

জয়ন্তীয়া ৰাজবংশাৱলী মতে ষোল শতিকাৰ শেষাৰ্ধত

ধনমাণিক নামৰ এজন জয়ন্তীয়া ৰজা আছিল। ৰাজবংশাৱলী মতে তেওঁ জয়ন্তীয়াসকলৰ সপ্তম ৰজা। এই বংশৰ প্ৰথম ৰজাজনৰ নাম আছিল পৰ্বত ৰায় আৰু তেওঁৰ শাসন কাল আছিল আনুমানিক ১৫০০-১৫১৬ খ্ৰীষ্টাব্দ। ৰাজবংশাৱলীৰ কথাবোৰৰ সৈতে আহোমসকলৰ বুৰঞ্জীৰ তথ্যৰ মিল দেখা গৈছে বাবে ইয়াৰ দ্বাৰা পৰিবেশিত তথ্যসমূহক নিৰ্ভৰযোগ্য বুলি ধৰিব পাৰি। পৰ্বত ৰায়ে জয়ন্তীয়া ৰজা হৈ বোধকৰো একে বছৰতে জয়ন্তীয়া পৰগণাৰো অধিপতি হৈছিল। এই ৰাজবংশাৱলীত উল্লেখিত ৰজাসকল হিন্দু ব্ৰাহ্মণ আছিল বুলি পণ্ডিতসকলে ধাৰণা কৰে। কোনো কোনো সূত্ৰমতে পৰ্বত ৰায় এই বংশৰ প্ৰথম ৰজা নহ'বও পাৰে। তেওঁ বোধকৰো পৰ্বতৰ পৰা নামনিলৈ ৰাজ্য সম্প্ৰসাৰণ কৰা বাবে নামনি অঞ্চলৰ লোকে তেওঁক পৰ্বতৰ ৰজা বা পৰ্বত ৰায় বুলিছিল। কোচ ৰজা নৰনাৰায়ণৰ ভায়েক চিলাৰায়ে জয়ন্তীয়া ৰজাক যুঁজত ঘটুৱাইছিল বুলি জনা যায়। কিন্তু যুঁজত পৰাস্ত হোৱা ৰজাজনৰ নামটো ক'তো উল্লেখিত হোৱা নাই। পৰাজিত ৰজাজনৰ পুত্ৰ বীৰ্যবন্তই নৰনাৰায়ণ ৰজাক বছৰি কৰ দিবলৈ মান্তি হৈছিল। বীৰ্যবন্ত নামটোৱেও জয়ন্তীয়াসকলৰ ওপৰত ব্ৰাহ্মণ্য প্ৰভাৱৰ ইংগিত দিয়ে। কোনো কোনো ঐতিহাসিকৰ মতে চিলাৰায়ে পৰাস্ত কৰা জয়ন্তীয়া ৰজাজন আছিল বিজয়মাণিক বা বৰ গোঁসাই।

১৭ শতিকাৰ প্ৰথমভাগত জয়ন্তীয়া ৰজা ধনমাণিকে কছাৰীসকলৰ অধীনস্থ ডিমৰুৱাৰ 'ৰজা' প্ৰভাকৰক বন্দী কৰিলত, কছাৰীসকলে ধনমাণিকক প্ৰভাকৰক এৰি দিবলৈ অনুৰোধ কৰিছিল। ধনমাণিকে এই অনুৰোধত কোনো গুৰুত্ব নিদিয়াৰ ফলত কছাৰীসকলে তেওঁৰ ৰাজ্যত আক্ৰমণ চলায়। কছাৰীসকলৰ আক্ৰমণৰ আগত তিষ্ঠিব নোৱাৰি ধনমাণিকে কছাৰী ৰজাৰ আনুগত্য স্বীকাৰ কৰি তেওঁলৈ দুগৰাকী জয়ন্তীয়া ৰাজকুঁৱৰী আগবঢ়ায়। তদুপৰি তেওঁ নিজৰ ভাগিনজনক (যুৱৰাজ) কছাৰী ৰাজ্যত জামিনস্বৰূপে থ'বলগীয়াত পৰে। যুৱৰাজজনৰ নাম আছিল যশমণিক। ধনমাণিকৰ মৃত্যুৰ পিছত কছাৰী ৰজাই যশমাণিকক জয়ন্তীয়া ৰাজ্যৰ সিংহাসন উভতাই দিছিল। কিন্তু যশমাণিক কছাৰী ৰজাক কেতিয়াও বন্ধুৰূপে স্বীকাৰ কৰিব পৰা নাছিল আৰু নিজে এই শত্ৰুজনক বলে নোৱাৰি আহোম ৰজা প্ৰতাপ সিংহৰ দ্বাৰা তেওঁক এসেকা দিয়াৰ আঁচনি লৈছিল। সেই মৰ্মে যশমাণিকে প্ৰতাপ সিংহলৈ এগৰাকী জয়ন্তীয়া ৰাজ্যকন্যা আগবঢ়াই এই বুলি অনুৰোধ কৰিছিল যে তেওঁক যাতে আহোম ৰজাই কছাৰী ৰাজ্যৰ মাজেৰে নিজ ৰাজ্যলৈ নিয়াৰ ব্যৱস্থা কৰে। যশমাণিকে আশা কৰা ধৰণে কছাৰী ৰজাই প্ৰতাপ সিংহক জয়ন্তীয়া কুঁৱৰী তেওঁৰ ৰাজ্যৰ মাজেদি যাব নোৱাৰিব বুলি ক'লে আৰু ফলত কছাৰী ৰজাক প্ৰতাপ সিংহই যুঁজত পৰাস্ত কৰে (১৬১৮ খ্ৰীঃ)। যশনাৰায়ণে হেনো পশ্চিম কোচ ৰাজ্যৰ ৰজা লক্ষ্মীনাৰায়ণৰ কন্যাক বিয়া কৰাইছিল আৰু এই বিবাহৰ পিছত নিজৰ ৰাজ্যলৈ উভতি যাওঁতে জয়ন্তেশ্বৰী দেৱীৰ মূৰ্তি এটি নিছিল। সেই সময়ৰে পৰা জয়ন্তীয়া ৰাজ্যত এইগৰাকী দেৱীৰ পূজাই অতি জনপ্ৰিয়তা লাভ কৰা দেখা যায়।

১৬৪৭ খ্ৰীঃত জয়ন্তীয়া ৰজা যশোমন্ত ৰায় আৰু আহোম ৰজা চুত্যিংফা (নৰিয়া ৰজা)-ই কটকীৰ মাধ্যমেৰে সদ্ভাৱ বিনিময় কৰিছিল যদিও তেওঁলোকৰ এই সদ্ভাৱ সৰহদিন স্থায়ী নহ'ল। যশমন্তৰায়ে আহোম ৰজা জয়ধ্বজ সিংহক এই বুলি এখন পত্ৰ দিছিল যে আহোম ৰজাই দখল কৰি থকা ডিমৰুৱা, গোভা, নেলী আৰু খলা ৰাজ্য প্ৰকৃততে জয়ন্তীয়াৰহে আৰু সেইবাবে সেই ৰাজ্যকেইখন তেওঁক উভতাই দিব লাগে। কিন্তু আহোমৰ ৰজাই এই বুলি উত্তৰ দিলে যে মুছলমানৰ আক্ৰমণৰ সময়ত এই ৰাজ্যকেইখনে নিজে আগবাঢ়ি আহি আহোমৰ আশ্ৰয় লৈছিলহি আৰু সেইবাবে এতিয়া এই ৰাজ্যকেইখন উভতাই দিয়াৰ প্ৰশ্ন নুঠে। এই উত্তৰত ক্ষুব্ধ হৈ জয়ন্তীয়া ৰজাই আহোম ৰাজ্যক এসেকা দিবলৈ বাট চাই ৰ'ল। ১৬৪৮ খ্ৰীঃত জয়হৰি মুদৈ নামৰ এজন অসমীয়া বেপাৰীক জয়ন্তীয়াসকলে ৰাজ্যৰ সীমান্তত আটক কৰি বয়বস্তুবোৰ কাঢ়ি লৈ বন্দী কৰি থ'লে। পিছত জয়ধ্বজ সিংহই ইয়াৰ প্ৰতিবাদ কৰাত বেপাৰীজনক এৰি দিলেও তেওঁৰ বয়বস্তুবোৰ উভতাই নিদিয়াত আহোমসকলে সোণাপুৰত জয়ন্তীয়া বেপাৰী কেইজনমানক আটক কৰি থ'লে আৰু জয়ন্তীয়াসকলে অসমৰ ভৈয়ামলৈ আহিব নোৱাৰাকৈ অসম-জয়ন্তীয়া ৰাজ্যৰ সীমাত থকা গিৰিপথবোৰ বন্ধ কৰি দিলে। এইদৰে পথ বন্ধ হোৱাত জয়ন্তীয়া ৰাজ্যৰ বিস্তৰ ক্ষতি হ'ল আৰু সেই ৰাজ্যৰ ৰজাই

নিজে আগধৰি বন্ধুত্ব স্থাপন কৰাত আহোম ৰজায়ো এই গিৰিপথবোৰৰ পৰা প্ৰতিবন্ধক উঠাই ল'লে। উল্লেখযোগ্য যে, প্ৰায় আঠ বছৰকাল আহোমসকলে এই গিৰিপথবোৰ বন্ধ কৰি ৰাখিছিল। ইয়াৰ পৰৱৰ্তীকালত যশমন্ত ৰায়ৰ নাতিয়েক প্ৰমত্তৰায়ে আহোম ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল যদিও সফল হ'ব পৰা নাছিল।

মিৰজুমলাৰ অসম আক্ৰমণৰ সময়ত যশমন্ত ৰায়ে পুনৰবাৰ আহোম অধিস্বামীত্ব অস্বীকাৰ কৰিবলৈ চেষ্টা কৰিছিল যদিও আহোম ৰজাই তেনে প্ৰস্তাৱত মান্তি হোৱা নাছিল। ১৬৬৮ খ্ৰীঃত যশমন্ত ৰায়ৰ মৃত্যুৰ পিছত তেওঁৰ নাতিয়েক মানসিং ৰজা হৈছিল যদিও কেইমাহমান ৰাজত্ব কৰাৰ মুৰকত তেওঁ প্ৰতাপসিংহ নামৰ এজন আত্মীয়ৰ হাতত সিংহাসন হেৰুৱালগীয়াত পৰিছিল। কিন্তু তেওঁ নিজেও ৰাজপাট ভোগ কৰিব নাপালে আৰু নিজৰ জোঁৱায়েক লক্ষ্মীসিংহৰ হাতত প্ৰাণ হেৰুৱাবলগীয়াত পৰিল্ল। এই ঘটনাৰ পিছত প্ৰতাপসিংহ জয়ন্তীয়া ৰাজ্যৰ ৰজা হ'ল। ইফালে চক্ৰধ্বজ সিংহ স্বৰ্গদেৱৰ মৃত্যুৰ পিছত আহোম ডাডাঙৰীয়াসকলে কেইবাজনো ৰজা ভঙা-পতা কৰাত ৰাজ্যখনত ডিমৰুৱা ৰাজ্যখন দাবী কৰাত আহোমসকলে মহা বিৰক্ত হৈ জয়ন্তীয়া ৰাজ্যৰ সৈতে সকলো সম্বন্ধ ত্যাগ কৰিবলৈ ওলাল। অৱশ্যে ১৬৮১ খ্ৰীঃত গদাধৰসিংহ ৰাজপাটত বহাৰ লগে লগে জয়ন্তীয়াসকলে আহোমসকলক আমনি কৰিবলৈ এৰিলে।

ইয়াৰ পৰৱৰ্তীকালত আহোমসকলে কছাৰী ৰজা তাম্ৰধ্বজক আক্ৰমণ কৰাত তেওঁ জয়ন্তীয়া ৰাজ্যত আশ্ৰয় লৈছিলগৈ। কিন্তু জয়ন্তীয়া ৰজাই তেওঁক আশ্ৰয় দিয়াৰ ছল কৰি বন্দীহে কৰিলে। পিছত ৰুদ্ৰসিংহই জয়ন্তীয়া ৰাজ্য আক্ৰমণ কৰি তাম্ৰধ্বজ আৰু জয়ন্তীয়া ৰজাক তেওঁৰ পৰিয়ালৰ সৈতে ধৰাই আনি তাম্ৰধ্বজক মুক্তি দিলে যদিও জয়ন্তীয়া ৰজা ৰামসিংহক তেওঁৰ পুত্ৰ-কন্যাৰে সৈতে বন্দী কৰি থ'লে। বন্দী অৱস্থাতে ৰামসিংহৰ মৃত্যু ঘটিল। তেতিয়া তেওঁৰ পুত্ৰ বৰকোঁৱৰে তেওঁৰ ভনী দুগৰাকীক ৰুদ্ৰসিংহ স্বৰ্গদেউলৈ বিয়া দি নিজে বছৰি আহোম ৰজাক কৰ দিয়াৰ প্ৰতিশ্ৰুতিৰে মুক্তি লভিলে। কিন্তু নিজ ৰাজ্যত উপস্থিত হোৱাৰ পিছত বৰকোঁৱৰে আহোম ৰজাক কৰ দিবলৈ মন নকৰাত তেওঁক আকৌ ধৰি নি আহোম ৰাজ্যত চৈধ্যবছৰ কাল বন্দী হিচাপে ৰখা হয়। সেই সময়ছোৱাত পুনৰবাৰ গিৰিপথসমূহ বন্ধ কৰি দিয়াত জয়ন্তীয়া ৰাজ্যৰ বহু পৰিমাণে অৰ্থনৈতিক ক্ষতি হয়। অৱশেষত শিৱসিংহ স্বৰ্গদেৱে বৰকোঁৱৰৰ ভায়েক সৰু কোঁৱৰক মুক্তি দিয়াৰ লগতে গিৰিপথসমূহৰ পৰাও অৱৰোধ তুলি লয়। ১৭২৯ খ্ৰীঃত বৰকোঁৱৰৰ মৃত্যু ঘটাত যথাক্ৰমে বৰগোঁসাই আৰু ছত্ৰসিং জয়ন্তীয়া ৰাজ্যৰ ৰজা হয়। ছত্ৰসিঙৰ দিনত এদল জয়ন্তীয়া লোকে চিলেটত উপদ্ৰৱ চলোৱাত ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে জয়ন্তীয়া ৰাজ্য দখল কৰিছিল (১৭৭৪ খ্ৰীঃত)। পিছত অৱশ্যে ক্ষতিপূৰণ লৈ ইংৰাজে ৰাজ্যখন জয়ন্তীয়া ৰজাক উভতাই দিছিল।

মোৱামৰীয়া বিদ্ৰোহৰ সময়ত জয়ন্তীয়া ৰাজ্যৰ ৰজা আছিল দ্বিতীয় ৰামসিংহ। জয়ন্তীয়া প্ৰজা কেতবোৰে মোৱামৰীয়া বিদ্ৰোহীৰ সৈতে লগলাগি আহোম ৰাজ্যত উৎপাত কৰাত এইজন ৰজাই নীৰৱ দৰ্শকৰ ভূমিকা লৈছিল। বিদ্ৰোহ শাম কটাত মোৱামৰীয়া বিদ্ৰোহীক জয়ন্তীয়া ৰাজ্যৰ পৰা উলিয়াই দিবলৈ কমলাশ্বেৰ স্বৰ্গদেৱে বাৰেকোপতি তেওঁক অনুৰোধ কৰিও তেওঁৰ পৰা কোনো সঁহাৰি পোৱা নাছিল।

১৮২৪ খ্ৰীঃত অসম আক্ৰমণ কৰি নিজ দখললৈ নিয়াৰ পিছত বৰ্মীসকলে জয়ন্তীয়া ৰাজ্য আক্ৰমণ কৰি আহোমৰ কৰতলতীয়া দ্বিতীয় ৰামসিংহক তেওঁলোকৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ হেঁচা দি থকা অৱস্থাতে ইষ্ট-ইণ্ডিয়া কোম্পানিৰ সৈন্য গৈ যেনিবা তেওঁক বৰ্মীৰ হাতত বন্দী হোৱাৰ পৰা ৰক্ষা কৰিলে। কোম্পানিয়ে পিছত তেওঁকেই ৰাজ্যখন গতাই দিলে। ৰামসিংহই কিন্তু কোম্পানি চৰকাৰকো মানিব বিচৰা নাছিল। বৰ্মী আক্ৰমণৰ সময়ত চেগ বুজি ৰামসিংহই নগাঁৱৰ দক্ষিণৰ ভালেখিনি ঠাই বেদখল কৰি জয়ন্তীয়া চকী স্থাপন কৰিছিল। কোম্পানিয়ে বাৰম্বাৰ কোৱাৰ পিছতো তেওঁ সেই চকী উঠাই দিয়া নাছিল। ১৮৩২ খ্ৰীঃত জয়ন্তীয়া ৰাজ্যৰ গোসাঁনীৰ আগত তাৰে তিনিজনক বলি দিছিল। চতুৰ্থজন ইংৰাজে কোনোমতে প্ৰাণ লৈ পলাই আহিছিল। সেই সময়তে ৰামসিংহৰ মৃত্যু হ'লত তেওঁৰ ভাগিন ৰাজেন্দ্ৰ সিংহ জয়ন্তীয়াৰ ৰজা হৈছিল। কোম্পানি

চৰকাৰে তেওঁক দুবছৰ ধৰি সেই হত্যাকাৰীকেইজনক গতাই দিবলৈ কৈ কৈ ভাগৰি পৰিল। অৱশেষত ১৮৩৪ ত ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে জয়ন্তীয়া ৰাজ্য নিজ দখললৈ নিয়া দেখা গ'ল। এইদৰে জয়ন্তীয়া ৰাজ্যই ইংৰাজৰ হাতত নিজ স্বাধীনতা হেৰুৱাবলগীয়াত পৰে। উল্লেখযোগ্য যে, বৰ্তমানকালত জয়ন্তীয়াসকলৰ আঁতি-গুৰি, ইতিহাস আৰু সংস্কৃতি উদঘাটন কৰিবলৈ বহুধৰণে চেষ্টা চলিছে। অ'ত-ত'ত পোৱা তথ্যসমূহৰ পৰা এইটোৱেই প্ৰতীয়মান হয় যে তেওঁলোকৰ ওপৰত হিন্দু ধৰ্ম আৰু ব্ৰাহ্মণ্যবাদৰ প্ৰভাৱ পৰিলেও চিণ্টেংসকল বোধকৰো ধৰ্মৰ ক্ষেত্ৰত তেনেদৰে প্ৰভাৱান্বিত হোৱা নাছিল। কেৱল ৰাজপৰিয়াল আৰু উচ্চপদস্থ বিষয়াবৰ্গহে হিন্দু ধৰ্মৰ প্ৰভাৱত পৰিছিল। তেওঁলোকে শক্তিৰ পূজা কৰিছিল আৰু নৰবলি প্ৰথাত তেওঁলোকৰ বিশ্বাস আছিল অগাধ। তেওঁলোকৰ মতে সদাশিৱই পাৰ্বতীৰ মৃতদেহ কান্ধত লৈ বিশ্ব ব্ৰহ্মাণ্ড জুৰি তাণ্ডৱ কৰাৰ কালত দেৱীৰ বাওঁ ভৰিখন হেনো জয়ন্তীয়া ৰাজ্যৰ ফালজু পৰগণাত পৰিছিল আৰু সেইবাবে দুৰ্গা পূজাত সেই স্থানত নৰবলি দিয়া প্ৰথা হ'ল। অধিক ক্ষেত্ৰত বলপূৰ্বকভাবে নৰবলি দিয়া হৈছিল যদিও কোনো ক্ষেত্ৰত হেনো স্বইচ্ছাৰেই কোনো কোনো লোকে বলি গৈছিল। জয়ন্তীয়া পাহাৰত দেৱী দুৰ্গাৰ পূজা সংঘটিত হৈছিল বুলি পুৰাণ আৰু তান্ত্ৰিক সাহিত্যতো উল্লেখ আছে।

মনখেমাৰ গোষ্ঠীৰ খাছিয়া ভাষা খাছিয়া আৰু জয়ন্তীয়া দুয়োবিধ লোকেই কয়। দৰাচলতে ব্ৰহ্মদেশতো এই গোষ্ঠীৰ ভাষা ব্যৱহৃত হয়। খাছিয়া আৰু চিণ্টেংসকলে মৃতকৰ সমাধিৰ ওপৰত কেতবোৰ শিল দীঘলে দীঘলে পুতি থয়। অৱশ্যে অন্যান্য কেতবোৰ জনজাতিৰ মাজতো এনে নিয়ম দেখা যায়। খাছিয়া আৰু চিণ্টেংসমাজ স্ত্ৰী প্ৰধান বিভিন্ন সূত্ৰমতে চিণ্টেংসকলে জয়ন্তীয়া পৰগণা অধিকাৰ কৰি তেওঁলোকৰ ৰাজ্যৰ অৰ্ন্তগত কৰিছিল। পিছত জয়ন্তীয়া পৰগণাৰ নামেৰে সমগ্ৰ চিণ্টেং ৰাজ্যখনেই জয়ন্তীয়া ৰাজ্য নামেৰে জনাজাত হ'ল আৰু এই ৰাজ্যৰ প্ৰজাসকলেও নিজকে জয়ন্তীয়া বুলি চিনাকি দিবলৈ ল'লে।

**(ঘ) মণিপুৰ ঃ**

মণিপুৰ বহুদিন ধৰি এখন স্বাধীন ৰাজ্য আছিল। পেমবাৰ্টনে ভাবে যে, মণিপুৰীসকলে আদিতে চীনদেশৰ উত্তৰ-পশ্চিম সীমাঞ্চলৰ তাৰ্তাৰ উপনিবেশত বসবাস কৰিছিল। খ্ৰীষ্টীয়, ১৩ শ আৰু ১৪ শ শতিকাৰ চীন আৰু তাৰ্তাৰ ৰাজবংশৰ সৈতে সঘনে সংঘৰ্ষ ঘটি থকাৰ ফলত কিছু সংখ্যক তাৰ্তাৰ লোকে তেওঁলোকৰ পুৰণি বাসস্থান এৰি বৰ্তমানৰ মণিপুৰ অঞ্চলত সোমাইছিলহি। কিন্তু লিখিত তথ্য-পাতিৰ অভাৱ হেতুকে পেমবাৰ্টনৰ এই অনুমানটোকে সত্য বুলি গ্ৰহণ কৰিবলৈ টান। কিন্তু মণিপুৰীসকলৰ চেহেৰাৰ সৈতে তাৰ্তাৰসকলৰ চেহেৰাৰ মিল আছে। দেখাই-শুনাই মণিপুৰীসকল মংগোলীয়ান আৰু তেওঁলোকৰ ভাষাৰ সৈতে কুকি ভাষাৰ মিল আছে। বহুদিনৰ মূৰতহে মণিপুৰত ৰজাঘৰীয়া বিৱৰণ লেখকৰ সমাগম ঘটে আৰু পুৰণি লিখিত তথ্যপাতি নথকাত তেওঁলোকে প্ৰচলিত আখ্যানসমূহত আৰু ৰহন সানি সেই ৰাজ্যৰ তথাকথিত ইতিহাস ৰচনা কৰিবলৈ লয়। কিন্তু ১৮ শতিকাৰ পৰা এই ৰাজ্যখনৰ ধাৰাবাহিক ইতিহাস পোৱা যায়। এই বিৱৰণসমূহৰ সৈতে ব্ৰহ্মদেশৰ আভাৰ ৰজাসকলৰ বিৱৰণৰ মিল থকাৰ বাবে এনে বিৱৰণসমূহ ঐতিহাসিকসকলৰ বাবেও গ্ৰহণযোগ্য।

১৭১৪ খ্ৰীঃত মণিপুৰত এজন নগা মুখীয়াল লোকে ৰাজপাটত বহিছিল। এই ৰজাজনৰ নাম আছিল পামহাইবা। পিছলৈ পামহাইবাই হিন্দু ধৰ্ম লৈছিল। তেওঁ এজন অতি সৎ আৰু মৰমিয়াল ৰজা আছিল আৰু বিশেষকৈ দৰিদ্ৰ নিছলাসকলৰ প্ৰতি দয়াপৰবশ হোৱাৰ বাবে তেওঁ ঘৰীব নাৱাজ নামেৰে জনাজাত হৈছিল। 'ঘৰীব নাৱাজ'ৰ অৰ্থ হ'ল 'দৰিদ্ৰৰ পৃষ্ঠপোষক।'

মণিপুৰত হিন্দু ধৰ্মৰ জনপ্ৰিয়তা বৃদ্ধি হোৱাত কোনো কোনো স্থানীয় ব্ৰাহ্মণ লোকে মণিপুৰ সম্বন্ধে এক নতুন তথ্য পৰিৱেশন কৰা দেখা যায়। এই তথ্যমতে মণিপুৰৰ উৎপত্তি হয় মহাভাৰতৰ যুগত। মহাভাৰতৰ অন্যতম বীৰ অৰ্জুনে ভালেমান দিন জুৰি এই ৰাজ্যখনত থকাৰ সময়ত এগৰাকী স্থানীয় মহিলাৰ গৰ্ভত যিজন সন্তানৰ জন্ম দিছিল সেইজন সন্তানেই মণিপুৰীসকলৰ পিতৃপুৰুষ। কিন্তু মহাভাৰতত উল্লেখিত মণিপুৰ যে এইখন মণিপুৰেই সেই বিষয়ে নিৰ্ভৰযোগ্য প্ৰমাণ নাই।

ঘৰীব নাৱাজে ব্ৰহ্মাৰ ভালেমান ঠাই নিজ অধীনলৈ

নিছিল। কিন্তু এবাৰ হেনো তেওঁ এক প্ৰচণ্ড ধুমুহাৰ কবলত পৰি এনে ধুমুহা অতি অমংগলৰ আগজাননী বুলি অন্ধবিশ্বাসৰ বশৱৰ্তী হৈ আভাৰ ৰজাৰ সৈতে বন্ধুত্বৰ হাত আগবঢ়ালে। কথিত আছে যে, সেই সময়ৰে পৰা মণিপুৰৰ দুৰ্দিন আৰম্ভ হ'ল আৰু পূৰ্বৰ শান্তিপূৰ্ণ বাতাৱৰণৰ ঠাইত ভাতৃঘাতী নৃশংস বিদ্ৰোহৰ সূচনা ঘটাত এই ৰাজ্যৰ বাতাৱৰণ বিষাক্ত হৈ উঠিল।

১৭৫৫-১৭৫৮ খ্ৰীঃৰ ভিতৰত মণিপুৰত দুবাৰকৈ বৰ্মী আক্ৰমণ চলাৰ মূৰকত সেই ৰাজ্যৰ ভালেমান ঠাই বৰ্মীসকলৰ হস্তগত হ'ল। মণিপুৰৰ ৰজা জয়সিঙে তেওঁৰ ৰাজ্যখন বৰ্মীৰ কবলৰ পৰা ৰক্ষা কৰিবলৈ ১৭৮২ খ্ৰীঃত ইষ্ট ইণ্ডিয়া কোম্পানিৰ সৈতে এখন চুক্তি কৰিলত এটা বৃটিছ ফৌজে তেওঁক সহায়ৰ বাবে আহিছিল যদিও নেৰানেপৰা বৰষুণত তেওঁলোকে বৰাক নৈৰ দক্ষিণৰ জয়নগৰত কিছুদিনৰ বাবে বাহৰ পাতি আছিল। কিন্তু বৰষুণ কমাৰ কোনো আগন্তুক নেদেখি আৰু ইতিমধ্যে সৈন্যসকলৰো নানা ধৰণৰ বেমাৰ-আজাৰ হ'বলৈ ধৰাত তেওঁলোকে সেই ঠাইৰ পৰাই বংগলৈ প্ৰত্যাৱৰ্তন কৰে। ইয়াৰ পিছত যদিও ৰজা জয়সিংহই বৃটিছক পুনৰবাৰ অভিযানৰ বাবে বহু অনুৰোধ কৰিছিল, তেওঁলোকে সেই অনুৰোধ ৰক্ষা নকৰি তেওঁ সৈতে পূৰ্বতে কৰা চুক্তিখনহে বাতিল কৰা দেখা গ'ল। ইফালে বৰ্মীসকলৰ উপৰ্যুপৰি আক্ৰমণত বিতত হৈ জয়চন্দ্ৰই কাছাৰত আশ্ৰয় ল'লৈগে আৰু বৰ্মীসকলে নিজৰ মনোনীত এজনক মণিপুৰৰ সিংহাসনত বহুৱালে। জয়সিঙে এই নতুন ৰজাজনৰ পৰা সিংহাজন কাঢ়ি ল'বলৈ লওঁতেই আকৌ বৰ্মীসকলে তেওঁক যুঁজত ঘটুৱালে আৰু এইবাৰ তেওঁ আহি আহোম ৰজা ৰাজেশ্বৰ সিংহৰ সহায় ভিক্ষা কৰিলেহি।

**আহোমৰ সৈতে মিত্ৰতা আৰু ৰাজ্য উদ্ধাৰ ঃ** আহোম স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই জয়সিঙক সহায় কৰিবলৈ হৰনাথ ভিতৰুৱাল ফুকনৰ নেতৃত্বত পঠিওৱা ৰণুৱাৰ দলটোৱে মণিপুৰলৈ যোৱা বাট উলিয়াব নোৱাৰি বহু নিকাৰ ভুঞ্জি কিদৰে উভতি আহিবলৈ বাধ্য হ'ল সেই বিষয়ে ৰাজেশ্বৰ সিংহ স্বৰ্গদেউৰ ৰাজত্বকালৰ 'লতাকটা ৰণ' লিতানত বিস্তাৰিতভাৱে বৰ্ণনা কৰা হৈছে। অবশ্যে ৰাজেশ্বৰ জয়সিঙক দিয়া দ্বিতীয় ৰণুৱা দলটোৰ সহায়ত তেওঁ নিজ ৰাজ্যলৈ উভতি গৈ বৰ্মীসকলে পাতি থোৱা ৰজাজনক সবংশে নিধন কৰি পুনৰ ৰাজপাটত বহিবলৈ সক্ষম হয়। আহোম ৰাজ্যৰ পৰা যোৱা ৰণুৱা দলৰ নেতৃত্বত আছিল কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ পুত্ৰ খংগীয়া ফুকন। এইদৰে আহোম ৰজাৰ সহায়ত নিজ ৰাজ্যত পুনৰ প্ৰতিষ্ঠা লাভত সক্ষম হোৱা জয়সিংহই কৃতজ্ঞতাৰ চিনস্বৰূপে নিজ কন্যা কুৰংগনয়নীক ৰাজেশ্বৰ সিংহ স্বৰ্গদেউলৈ বিয়া দিছিল। কিন্তু ইমানবোৰ ঘটনাৰ পিছতো জয়সিংহক দুৰ্ভাগ্যই লগ এৰা নাছিল। ইয়াৰ পৰৱৰ্তীকালত ১৪ বছৰত পুনৰ ৪ বাৰ তেওঁক বৰ্মীসকলে আহি ৰাজ্যৰ পৰা খেদি পঠিয়াইছিল। পিছত যেনিবা ১৭৮২ খ্ৰীঃত তেওঁ বৰ্মীসকলৰ সৈতে কৰা এখন চুক্তিৰ পিছত পুনৰবাৰ বৰ্মী আক্ৰমণৰ পৰা ৰক্ষা পাইছিল। তেওঁ পুনৰবাৰ মণিপুৰক এক সুস্থ ৰূপ দিবলৈ সক্ষম হৈছিল। পূৰ্বৰ কৃতজ্ঞতাৰ চিনস্বৰূপে তেওঁ আনকি গৌৰীনাথ স্বৰ্গদেউৰ দুৰ্দিনত তেওঁক সহায় কৰিবলৈ এটা অভিযান পঠিয়াইছিল, কিন্তু সেই অভিযানটো সম্পূৰ্ণ বিফল হোৱা দেখা গৈছিল।

প্ৰায় দুকুৰি বছৰীয়া ঘটনাবহুল ৰাজত্বৰ অন্তত তীৰ্থলৈ যোৱা জয়সিংহৰ পদ্মা নৈৰ তীৰত দেহাৱসান ঘটিছিল। আচৰিত ধৰণে তেওঁৰ পিছত ৰজা হোৱা তেওঁৰ দুজন পুত্ৰয়ো শান্তিৰ মুখ দেখা নাছিল। তেওঁৰ বৰপুত্ৰ হৰ্ষচন্দ্ৰই মাত্ৰ দুবছৰ ৰাজত্ব কৰাৰ পিছত তেওঁৰ মাহীমাকৰ ভাতৃৰ হাতত নিধন হৈছিল আৰু তেওঁৰ পিছত তেওঁৰ ভায়েক মধুচন্দ্ৰক বধ কৰি আন এজন ভায়েক মাৰজিত সিং নিজে ৰজা হৈছিল। কিন্তু মাৰজিতে সুখেৰে ৰাজপাট ভোগ কৰিব পৰা নাছিল আৰু এইবাৰ তেওঁৰ সিংহাসনৰ প্ৰতিদ্বন্দ্বী হিচাপে থিয় দিছিল তেওঁৰ ভাতৃ চৌৰজিত সিং। কিন্তু আভাৰ ৰজাৰ সহায়ত মাৰজিতে কাছাৰ আক্ৰমণ কৰাত তিষ্ঠি থাকিবলৈ সক্ষম হৈছিল। ইয়াৰ পিছত মাৰজিতে কাছাৰ আক্ৰমণ কৰাত কাছাৰৰ ৰজা গোবিন্দচন্দ্ৰই ইষ্ট ইণ্ডিয়া কোম্পানিৰ সহায় বিচাৰি বিমুখ হ'বলগীয়াত পৰিছিল। এই বিপদৰ সময়ত গোবিন্দচন্দ্ৰক সহায়ৰ প্ৰতিশ্ৰুতি দি চৌৰজিতে তেওঁক দক্ষিণ কাছাৰখন তেওঁৰ হাতত তুলি দিবলৈ বাধ্য কৰিছিল। ইয়াৰ পৰৱৰ্তীকালত মাৰজিত আৰু চৌৰজিতে লগ-লাগি গোবিন্দ্ৰচন্দ্ৰক কাছাৰৰ পৰা খেদি দিছিল। উপায়হীন হৈ

গোবিন্দচন্দ্ৰই ইষ্ট-ইণ্ডিয়া কোম্পানিৰ আশ্ৰিত অঞ্চলত লুকাইছিলগৈ। ই ফালে বৰ্মীসকলে সুবল নামৰ এজনক মণিপুৰৰ ৰজা পাতিছিল যদিও মাৰজিত আৰু চৌৰজিতৰ ভাগিন পীতাম্বৰে তেওঁক খেদি নিজে সিংহাসনত বহিছিল। কিন্তু মাৰজিত, চৌৰজিতৰ ভায়েক গম্ভীৰ সিঙে পীতাম্বৰকো খেদিলে। কিন্তু গম্ভীৰ সিঙৰ আৰ্থিক অৱস্থা শোচনীয় হোৱাত তেওঁ পুনৰ কাছাৰলৈ গ'ল আৰু এইবাৰ তেওঁ কাছাৰত থকা চৌৰজিতৰ সৈতে এক দুৰ্বাদল কাজিয়াত লিপ্ত হ'ল। চৌৰজিত চিলেটলৈ পলাই যোৱাত গম্ভীৰ সিঙে হাইলাকান্দিৰ বাহিৰে দক্ষিণ কাছাৰৰ সমস্ত অঞ্চল নিজ দখললৈ নিলে। হাইলাকান্দি মাৰজিত সিঙৰ হাততে থাকিল। ইফালে চৌৰজিতে ইষ্ট ইণ্ডিয়া কোম্পানিৰ পৰা সাহায্য ভিক্ষা কৰি নিৰাশ হ'বলগীয়াত পৰিল। অৱশ্যে গোবিন্দচন্দ্ৰক কোম্পানিয়ে কাছাৰত পুনৰ প্ৰতিষ্ঠা কৰা দেখা গৈছিল।

অৱশেষত বৃটিছ-বৰ্মী যুদ্ধৰ অন্তত ইয়াণ্ডাবু সন্ধিমতে গম্ভীৰ সিঙক মণিপুৰৰ ৰজা হিচাপে স্বীকৃতি দিয়া হৈছিল। এইদৰে অসমৰ আহোম ৰাজ্যৰ কাষৰীয়া মণিপুৰ ৰাজ্যৰ ইতিহাস আছিল সেই ৰাজ্যৰ বহুবোৰ অস্থিৰতা আৰু অশান্তিৰ সাক্ষী। কিন্তু এনে ৰাজনৈতিক অস্থিৰতা আৰু লটিঘটিৰ কেন্দ্ৰবিন্দু মণিপুৰৰ সভ্যতা-সংস্কৃতিৰ ছবিখন যথেষ্ট উজ্জ্বল। তেওঁলোকৰ অৰ্থনীতিয়েও একালত সুস্থ ৰূপ ধাৰণ কৰিবলৈ সক্ষম হ'লগৈ। চাহ, শাল কাঠ, বৰৰ আৰু তাঁতশিল্পৰ পৰা আৰম্ভ কৰি কাঠ-বাঁহৰ শিল্প, মৃৎশিল্প, লো, পিতলৰ বস্তু নিৰ্মাণ, আ-অলংকাৰ তৈয়াৰকে ধৰি বিভিন্ন শিল্পই মণিপুৰক চহকী কৰি তুলিবলৈ সক্ষম হৈছে। কৃষি হ'ল এই ৰাজ্যৰ প্ৰধান ব্যৱসায়। আন এটা সফল ব্যৱসায় হ'ল মাছ মৰা। মণিপুৰীসকল প্ৰকৃতি-উপাসক আৰু সৌন্দৰ্যৰ পূজাৰী। তেওঁলোক খেলা-ধূলাত পাকৈত। সৈনিক হিচাপেও তেওঁলোক অতি আগবঢ়া। নৃত্য, গীত, নাট ভাওনা সকলোতে তেওঁলোকৰ সমগ্ৰ বিশ্বজুৰি সুনাম। তেওঁলোকৰ ঢোল, খেল, বীণ, তাল, মৃদংগ, বাঁহী বাদন আদি অপূৰ্ব। এওঁলোকে বিভিন্ন ধৰণৰ ঢোল আৰু বীণ বজায়। মণিপুৰীসকলে সাধাৰণতে যৌথ পৰিয়াল পছন্দ কৰে। তেওঁলোকৰ সমাজ স্ত্ৰী প্ৰধান বুলি কোৱা হয় যদিও কোনো কোনো ক্ষেত্ৰত পুৰুষসকলেহে অধিক ক্ষমতাৰ অধিকাৰী হোৱা দেখা যায়। মণিপুৰীসকলৰ নিজৰ ভাষা আছে আৰু এই ভাষা তিব্বত-বৰ্মী ভাষাৰেই এটা ঠাল যেন লাগে। অৱশ্যে বহুতে তেওঁলোকৰ ভাষাৰ সৈতে কুকি-চীন ভাষাৰহে অধিক মিল আছে বুলি কয়। তেওঁলোকৰ ভাষাত বৰ্মী, নগা, বড়ো আদি ভাষাৰ কেতবোৰ শব্দও সোমাই পৰা দেখা যায়। আদিতে মণিপুৰীসকল জড়োপাসক আছিল বুলি কোৱা হয়। পূজা আদি কৰিবলৈ তেওঁলোকৰ নিজৰ পুৰোহিত আছে। মণিপুৰীসকলৰ বিভিন্ন 'খেল'বোৰে নিজ নিজ দেৱতাৰ পূজা কৰে। মহিলা পুৰোহিতে মংগল চায় আৰু সাপ পূজা কৰে। মণিপুৰীসকলৰ মাজত পূৰ্বপুৰুষৰ পূজা কৰাৰ নিয়ম আছে। সম্ভৱতঃ পোন্ধৰ শতিকাৰ মাজভাগত বহু মণিপুৰীসকলৰ ধৰ্ম সম্বন্ধীয় উৎসৱ হৈছে হিন্দুধৰ্ম গ্ৰহণ কৰিছিল। মণিপুৰীসকলৰ ধৰ্ম সম্বন্ধীয় উৎসৱ হৈছে লাইহাৰাওবা। আন এটা জনপ্ৰিয় উৎসৱ হ'ল চইৰওবা। মণিপুৰী লোকসকল অতি ধাৰ্মিক বুলি জনাজাত।

শানসকলে মণিপুৰ ৰাজ্যক কা-ছে আৰু বৰ্মীসকলে কা-থে বুলিছিল। এই শব্দ দুটা মূলতে এক আছিল যেন লাগে। আহোমসকলে মণিপুৰক মেখেলি বুলি কৈছিল। কছাৰীসকলে এই ৰাজ্যখনক বুলিছিল মেগলি আৰু পুৰণি অসমীয়া লোকে বুলিছিল মগলৌ। পূব ভাৰতৰ সুউচ্চ সংস্কৃতিৰ ধ্বজাবাহক মণিপুৰৰ গৌৰৱত সমগ্ৰ অঞ্চলটোৰ লোকে সমভাগী হৈ তেওঁলোকৰ কৃষ্টি সভ্যতাৰ প্ৰতি সদায়েই শ্ৰদ্ধা জনাই আহিছে।

**(ঙ) চিলেট বা শ্ৰীহট্ট ঃ** কুশৰীয়া নৈৰ উত্তৰৰ সমতল ভূখণ্ডত এসময়ত তিনিখন ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্য আছিল; যেনে, জয়ন্তীয়া, লৌড় আৰু গৌড় বা চিলেটৰ প্ৰধান অংশ। চিলেট সময়ে সময়ে প্ৰাচীন কামৰূপৰ অধীনলৈ আহিছিল বুলি কোৱা হয় যদিও ইয়াৰ সবিশেষ জনাৰ উপায় নাই। তদুপৰি ১৮১৪ খ্ৰীঃৰ পূৰ্বে চিলেট অসমত আছিল বুলি কোনো নিৰ্ভৰযোগ্য প্ৰমাণ নাই। চিলেটৰ ভতৰাবাজাৰৰ ওচৰৰৰ এখন পৰ্বতত থকা এটা ভগা-ছিগা প্ৰাসাদৰ পৰা সংগৃহীত দুখন তামৰ ফলিয়ে এই প্ৰাসাদটো ৰজা গৌড়গোবিন্দৰ বুলি উল্লেখ কৰিছে। চন্দ্ৰবংশৰ ৰজা গোবিন্দ আৰু তেওঁৰ পুত্ৰ ঈশানদেৱে কৰা ভূমিদান সম্বন্ধে এই ফলি দুখনত

উল্লেখিত হৈছে। কিন্তু এই লিপিত গোবিন্দচন্দ্ৰ ৰজাৰ ৰাজপাট আৰোহণৰ যিটো তাৰিখ দিছে সেই তাৰিখটো বিভ্ৰান্তিমূলক। ঈশানদেৱৰ লিপিখনে তেওঁৰ নিজৰ ৰাজপাট প্ৰাপ্তিৰ তাৰিখটোহে উল্লেখ কৰিছে। ঈশানদেৱৰ লিপিৰ লেখকজন আছিল এজন দাস বা কৈৱৰ্ত। কোনো কোনো সূত্ৰমতে, এই ৰজাসকল সাৰ্বভৌম আছিল। মহাভাৰতৰ পঞ্চ পাণ্ডৱৰ অন্যতম বীৰ ভীমে ৰাক্ষস-ৰাজৰ জীয়েক হিড়িম্বাক বিয়া কৰাইছিল আৰু তেওঁলোকৰ ঘটোৎকচ নামেৰে এটি পুত্ৰ আছিল। ঈশানদেৱকে আদি কৰি ৰজাসকল এই ঘটোৎকচৰেই বংশধৰ বুলি কোৱা হয়।

য়েমেনৰ ছাহজালালে গৌড় জয় কৰিছিল। ছাহজালাল আছিল এজন সাধু লোক। চিলেটত অৱস্থিত বিখ্যাত ছাহজালাল দৰগাহৰ ভিতৰত এখন শিলালিপি আছিল আৰু এই লিপিখনেই বৰ্তমানলৈ উদঘাটন হোৱা শিলালিপিৰ ভিতৰত আটাইতকৈ পুৰণি বুলি জনা যায়। ছাহজালালক 'পীৰ' বুলি সকলোৱে জানিছিল। ১১৮৯ ত তেওঁৰ মৃত্যু হৈছিল। আন কেতবোৰ সূত্ৰমতে চুলতান আলাউদ্দিন খিলজিৰ দিনতহে তেওঁ দিল্লীলৈ আহিছিল। এই বিষয়ে থকা আন এটা সূত্ৰই কয় যে দিল্লীৰ চুলতানৰ ভাগিন চিকন্দৰ ছাহৰ সৈতেহে তেওঁ চিলেটলৈ আহিছিল। ১৫২২ খ্ৰীঃৰ এখন শিলালিপিয়েও এই শেষৰ তথ্যটোকে দোহাৰিছে। উল্লেখযোগ্য যে, সম্ৰাট আকবৰৰ ৰাজত্বকালত মুঘলসকলে বংগলৈকে মুঘলক স্বীকৃতি দিছিল। তেওঁ মুঘলক কৰ দিব নালাগিছিল। কিন্তু মুঘলক সম্ৰাটক তেওঁ কথা দিছিল যে তেওঁ সীমান্ত অঞ্চলটো জনজাতীয় লোকৰ পৰা সুৰক্ষিত কৰি ৰাখিব। পিছত সম্ৰাট ঔৰংগজেৱৰ সমসাময়িক গৌড়ৰ ৰজা গোবিন্দই হেনো মুঘল দৰবাৰলৈ গৈছিল। এই ৰজাজনে পৰৱৰ্তী কালত ইছলাম ধৰ্মত দীক্ষিত হৈ এজন নৈষ্ঠিক মুছলমান হিচাপে জনাজাত হৈছিল।

তিপ্লেৰা আৰু মুছলমানসকলৰ মাজত সঘনে সংঘৰ্ষ হৈ থকাৰ মূৰকত তিপ্লেৰাসকলে অৱশেষত তেওঁলোকক স্বীকৃতি দি বছৰেকীয়া কৰ দিবলৈ মান্তি হৈছিল। কিন্তু ৰাজমালাসমূহত প্ৰাপ্ত বৰ্ণনামতে তিপ্লেৰাসকলক মুছলমানসকলে প্ৰথমে যুঁজত হৰুৱাব পৰা নাছিল আৰু পৰাক্ৰমী তিপ্লেৰাসকলে আনকি চিলেট বিজয় কৰাৰো দৃষ্টান্ত আছিল। কিন্তু অৱশেষত তেওঁলোকে পৰাজয় স্বৰণ কৰিবলৈ বাধ্য হয়।

মুছলমান তথা মুঘলসকলে চিলেটক কৰতলতীয়া কৰি এই ৰাজ্যখনৰ প্ৰশাসনৰ ভাৰ দিছিল এজন আমিলৰ ওপৰত। আমিলজনক স্থানীয় লোকে নবাব বুলি ক'লেও প্ৰকৃতপক্ষে তেওঁ ঢাকাৰ নবাবৰ তলতীয়া বিষয়াহে আছিল। এই আমিলসকলক মুঘলে সঘনে বদলি কৰা দেখা গৈছিল। কোনো কোনো আমিলে ভালেমান প্ৰজাহিতকৰ কাম-কাজ কৰিছিল বুলি জনা যায়। এইক্ষেত্ৰত ফাহাদ খাঁ নামৰ এজন জনপ্ৰিয় আমিলৰ নাম উল্লেখ কৰিব পাৰি।

১৭৬৫ খ্ৰীঃত বংগদেশৰ অন্যান্য অঞ্চলৰ লগতে চিলেটকো বৃটিছে দখল কৰিছিল। ইয়াৰ প্ৰায় ১৩ বছৰৰ মূৰত চিলেটত কোম্পানি কৰ্তৃপক্ষই ৰবাৰ্ট লিণ্ডছে নামৰ এজন কলেক্টৰ নিযুক্ত কৰিছিল। সেই সময়ত কোম্পানিৰ বিষয়াসকলে ব্যৱসায়-বাণিজ্য কৰাৰ ক্ষেত্ৰত কোনো ধৰণৰ বাধা আৰোপ কৰা হোৱা নাছিল বাবে লিণ্ডছেই ব্যক্তিগতভাৱে চূণশিলৰ ৰমৰমীয়া ব্যৱসায় কৰি বহু অৰ্থ উপাৰ্জন কৰিছিল। লিণ্ডছে বৰ তড়িৎকৰ্মা বিষয়া আছিল। তেওঁৰ দিনত চিলেটত খেতি-বাতিৰ যথেষ্ট উন্নতি সাধন হৈছিল। তেওঁ নিজেও আৰু বহুতো ব্যক্তিগত ব্যৱসায়ৰ আঁচনি লৈছিল যদিও চিলেটৰ জলবায়ুত সেইবোৰ সফল নহ'ল। এনে ধৰণে তেওঁ যিবোৰ ব্যৱসায়ৰ কথা মনতে পাঙিছিল সেইবোৰ আছিল পাটপলৰ ব্যৱসায় আৰু কফি খেতি। কিন্তু দুৰ্যোগ বতৰৰ বাবে তেওঁৰ এনে ধৰণৰ আঁচনিবোৰ হৈ নুঠিল। এবাৰ ভয়ংকৰ বানপানীয়ে চিলেটখন প্ৰায় বুৰাই পেলোৱাত বহু ধন-জনৰো ক্ষতি হ'ল (১৭৮১ খ্ৰীঃ)ত।

বহুসময়ত চিলেট পুৰণি কামৰূপ ৰাজ্যৰ অন্তৰ্গত হৈছিল যেন লাগে। অৱশ্যে এই বিষয়ে সঠিকভাৱে জনা নাযায়। পিছত অসমত বৃটিছ চীফ কমিছনাৰ নিযুক্ত হোৱাৰ কালত চিলেটখনো অসমৰ অন্তৰ্গত বুলি ধৰা হৈছিল। উল্লেখযোগ্য যে, কুশীয়াৰা নৈৰ দক্ষিণপাৰটো তিপ্লেৰা ৰজাসকলৰ অধীনস্থ আছিল। তিপ্লেৰাৰ পাহাৰীয়া অঞ্চলৰ ধৰ্মফা আৰু সুধৰ্মফা নামৰ দুজন ৰজাই ব্ৰাহ্মণসকলক ভূমিদান দিছিল বুলি জনা যায়। সেইকালত চিলেটত কড়িৰ মাধ্যমেৰে কৰ

শোধ কৰা হৈছিল। ২,৫০,০০০ টকা মূল্যলৈকে কড়িৰ মাধ্যমেৰে কৰ সংগ্ৰহৰ নিয়ম থকাত এনেদৰে কৰ সংগ্ৰহ কৰাটো এটা ডাঙৰ জঞ্জাল হৈ পৰিছিল। তদুপৰি কড়িবোৰ লৈ ফুৰাটোও আছিল আন এটা ডাঙৰ জঞ্জাল।

চিলেট আছিল বহু সাধু, সন্ত আৰু সংস্কাৰকৰ কেন্দ্ৰবিন্দু। বিখ্যাত বৈষ্ণৱ সংস্কাৰক শ্ৰীচৈতন্যদেৱ মহাপুৰুষৰ জন্মস্থান আছিল চিলেট। চিলেটৰ তৰ্ক শাস্ত্ৰবিদ ৰঘুনাথ শিৰোমণিৰ সুনাম সেইকালত চৌদিশে বিয়পি পৰিছিল। চিলেটৰ আন এজন প্ৰসিদ্ধ বৈষ্ণৱ গুৰু আছিল অদ্বৈত। সেইদৰে ব্যাকৰণবিদ বাণীনাথ বিদ্যাসাগৰৰ নাম উল্লেখ নকৰিলে চিলেটৰ সাহিত্য-সংস্কৃতিৰ ইতিহাস অসম্পূৰ্ণ হৈ ৰয়। চিলেটৰ পীৰ ছাহজালালৰ দৰগাহ আজিও হিন্দু-মুছলমানকে আদি কৰি সকলো ধৰ্ম, বৰ্ণ, জাতি, ধনী, দুখীয়া আদিৰ এখন তীৰ্থস্থান। বৰ্তমানে বহু গৱেষকে চিলেট সম্বন্ধে অধিক তথ্য সংগ্ৰহৰ বাবে গৱেষণাত মনোনিবেশ কৰিছে। এইটো সঁচাকৈয়ে এক প্ৰশংসনীয় পদক্ষেপ।

**(চ) কেইখনমান ক্ষুদ্ৰ ৰাজ্য— এটি চমু খতিয়ান ঃ**

আহোমসকলৰ ৰাজত্বকালত কোনো কোনো স্থানত স্থানীয় মুখীয়াল বা ৰজাজনে তেওঁলোকৰ বশ্যতা স্বীকাৰ কৰিলে তেওঁক সেই ঠাইৰ শাসনৰ দায়িত্বতেই ৰখা হৈছিল। এনে বহুবোৰ মুখীয়াল বা ৰজাৰ দুই-এজনে কোনো কোনো সময়ত আহোমৰ বিৰোধিতা কৰি পৰাজয় বৰণ কৰিছিল আৰু ফলত তেওঁলোকৰ কৰতলতীয়া হৈ থাকিবলৈ সন্মত হৈছিল। এনে ধৰণৰ কৰতলতীয়া ক্ষুদ্ৰ ক্ষুদ্ৰ 'ৰাজ্য'ৰ ৰজাসকলে সময়ত আহোম ৰজাৰ পক্ষ লৈ যুঁজ-বাগৰ কৰাও দেখা গৈছিল। কেতিয়াবা জনজাতীয় মৰ্চা গঠন কৰি ক্ষুদ্ৰ ৰাজ্যৰ ৰজাসকলে অসমৰ ৰাজনীতিত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰাও দেখা গৈছিল। কৰতলতীয়া হ'লেও প্ৰশাসনৰ ক্ষেত্ৰত তেওঁলোক প্ৰায় স্বাধীন আছিল বুলিব পাৰি। ৰজাই আহ্বান কৰিলে তেওঁলোকে নিৰ্দিষ্ট পৰিমাণৰ লোক লৈ ৰজাক সাক্ষাৎ কৰিছিল। তেওঁলোকে নিজে কৰ-কাটল তুলিছিল আৰু নিজ-নিজ অঞ্চলত ন্যায় বিচাৰৰ প্ৰতি চকু দিছিল। 'ৰাণী' নামৰ ক্ষুদ্ৰ ৰাজ্যৰ ৰজাৰ বাহিৰে এনে ধৰণৰ 'ৰজা'সকলে আহোম স্বৰ্গদেউক কৰ শোধাব লাগিছিল। কৰতলতীয়া এনে ক্ষুদ্ৰ ক্ষুদ্ৰ ৰজাসকলে উত্তৰাধিকাৰী সূত্ৰে ৰজা হোৱাৰ অধিকাৰ লাভ কৰিছিল। কেতিয়াবা কোনো কথাত আহোম ৰজা অসন্তুষ্ট হ'লে তেওঁ তলতীয়া ৰজাজনক আঁতৰাই আন এজনক ৰজা পাতিব পাৰিছিল। মনকৰিবলগীয়া যে এনে ৰজাসকলৰ কিবা কথাত যদি প্ৰজাৰ অসন্তুষ্টি হয় তেনে প্ৰজাই তেওঁলোকৰ আদেশৰ বিৰুদ্ধে বৰফুকন, বৰবৰুৱা বা আহোম স্বৰ্গদেউৰ ওচৰত আবেদন কৰিব পাৰিছিল। অৱশ্যে পৰ্বতীয়া ৰজা, মুখীয়াল বা শাসকৰ ক্ষেত্ৰত এই সুবিধা দিয়া হোৱা নাছিল। তেওঁলোকে প্ৰায় স্বাধীনভাৱে ৰাজত্ব কৰিছিল। এনেধৰণে আহোমৰ বশ্যতা স্বীকাৰ কৰি কৰতলতীয়া হৈও প্ৰায় স্বাধীনভাবে নিজ নিজ অঞ্চলত শাসন কৰা ৰজাসকলৰ ভিতৰত আছিল দৰং, ডিমৰুৱা, বেলতলা, বিজনী, ৰাণী, লুকী, বৰদুৱাৰ, ভোলাগাঁও, মৈৰাপুৰ, পাতান, বনগাঁও, বগীদুৱাৰ, নেলী, গোভা, চহৰী, দন্দুৱা, বাৰেপুজীয়া, টপাকুছিয়া, খৈঘৰীয়া, পাণবাৰী, চ'ৰা, মায়াং, ধিং, তেতেলীয়া, চাহমৰা, গৰখীয়া, বাগনৰা ভূৰবন্ধা আদিৰ ৰজা, জমিদাৰ, বা মুখীয়ালসকল।

প্ৰতাপসিংহ স্বৰ্গদেউ আছিল এজন অতি দূৰদৃষ্টিসম্পন্ন প্ৰখৰ ৰাজনীতিজ্ঞ, তেওঁ এটা কথা বঢ়িয়াকৈ বুজিছিল যে আহোম আৰু মুঘলৰ মাজত স্থায়ী মিত্ৰতা সদ্যহতে সম্ভৱ নহয় আৰু যদি সেই সংগ্ৰাম দীৰ্ঘদিন চলে তেন্তে আহোমসকলে নিজৰ নিৰাপত্তা আৰু প্ৰতিৰক্ষাৰ বাবে আন শক্তিৰো সহায় ল'ব লাগিব। ইতিমধ্যে কোচৰজা পৰীক্ষিত নাৰায়ণে মুঘলৰ হাতত পৰাজয়ৰ পিছত তেওঁৰ ভায়েক বলীনাৰায়ণে প্ৰতাপ সিংহৰ আশ্ৰয়ত আছিলহি। সেয়ে মুঘলৰ প্ৰত্যক্ষ আক্ৰমণৰ পৰা ৰক্ষা পৰিবলৈ প্ৰতাপ সিংহই কোচ হাজো আৰু আহোম ৰাজ্যৰ মাজত মধ্যস্থ ৰাজ্য হিচাপে এখন ৰাজ্য সৃষ্টি কৰিলে। মংগলদৈকে ধৰি দৰং জিলাৰ অঞ্চলসমূহক অন্তৰ্ভুক্ত কৰি ইয়াৰ নাম থ'লে দৰং ৰাজ্য আৰু বলীনাৰায়ণক এই নতুন ৰাজ্যৰ ৰজা পাতিলে। এইদৰে বলীনাৰায়ণে আহোম ৰজাৰ কৰতলতীয়া ৰজা হিচাবে দৰং ৰাজ্যৰ শাসনভাৰ গ্ৰহণ কৰিলে। এই মধ্যস্থ ৰাজ্য আৰু মুঘলৰ সীমা আছিল বৰনদী। প্ৰতাপ সিংহই স্থাপন কৰা দৰং ৰাজ্যখন ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে এই দেশৰ শাসনভাৰ গ্ৰহণ কৰালৈকে আহোম ৰাজ্যৰ সৈতে আছিল। দৰঙৰ ৰজাসকল

দৰঙী বা দৰংগী ৰজা হিচাপে জনাজাত। (এই পুথিৰ কোচৰাজ্য সংক্ৰান্ত অধ্যায়ত এই ৰজাসকল আৰু তেওঁলোকৰ বিভিন্ন ভূমিকা সম্বন্ধে বিশদভাৱে আলোচিত হৈছে।)

ডিমৰুৱা ৰাজ্যখন আদিতে কছাৰীসকলৰ অধীনত আছিল। ১৫৬২ পৰা ১৫৬৮ খ্ৰীষ্টাব্দত ভিতৰত ডিমৰুৱা গাৰো ৰজা পাণ্ডেশ্বৰ কছাৰী ৰজা মেঘনাৰায়ণৰ অত্যাচাৰত অতিষ্ঠ হৈ প্ৰায় ১৪,০০০ অনুচৰৰ সৈতে পলাই গৈ কোচ ৰজা নৰনাৰায়ণৰ ওচৰত আশ্ৰয় লৈছিলগৈ। দূৰদৃষ্টিসম্পন্ন নৰনাৰায়ণ ৰজাই তেওঁক জয়ন্তীয়া পাহাৰৰ নামনিত সংস্থাপিত কৰিছিল। পাণ্ডেশ্বৰক এইদৰে আশ্ৰয় আৰু প্ৰতিষ্ঠাৰ সুযোগ দিয়াৰ লগতে কোচ ৰজাই তেওঁক ১৮ জন 'পোৱালি' তথা ক্ষুদ্ৰ ক্ষুদ্ৰ ৰজাৰ ওপৰত ৰজা পাতিছিল। তেতিয়াৰে পৰা ডিমৰুৱা কোচৰ কৰতলতীয়া ৰাজ্য হ'ল সেইমতে প্ৰান্তেশ্বৰে কৰ দিছিল যদিও তেওঁৰ পুত্ৰ চক্ৰধ্বজে কোচ ৰজাক কৰ নিদিয়া হ'ল। ফলত নৰনাৰায়ণে তেওঁক বন্দী কৰি থ'লে। পিছত যেনিবা চক্ৰধ্বজে চিলাৰায়ৰ পুত্ৰ আৰু নৰনাৰায়ণ ৰজাৰ ভতিজাক ৰঘুদেৱক খাটি-খুটি মুক্তি লাভ কৰিছিল। ১৫৮১ খ্ৰীঃত কোচ ৰাজ্য দুভাগত বিভক্ত হ'লত ডিমৰুৱা পুব কোচ ৰাজ্য বা কোচ হাজোৰ ভিতৰত পৰিল। সেইবাবে ডিমৰুৱা ৰাজ্যই কোচহাজোৰ ৰজা ৰঘুদেৱক কৰ শোধাবলৈ ল'লে। একেদৰে চক্ৰধ্বজৰ পৰৱৰ্তী ডিমৰুৱা ৰজা গোৱাল সিংহ, ৰত্নাকৰ আৰু প্ৰভাকৰে ৰঘুদেৱৰ পুত্ৰ পৰীক্ষিতক কৰ দিছিল।

১৭ শতিকাৰ আৰম্ভণিতে জয়ন্তীয়া ৰাজ্যৰ ৰজা ধনমাণিকে ডিমৰুৱাৰ ৰজা প্ৰভাকৰক ধৰি নি নিজ ৰাজ্যত বন্দী কৰি থ'লত প্ৰভাকৰে কছাৰী ৰজা যশনাৰায়ণক তেওঁক মুক্ত কৰিবলৈ অনুনয় কৰি পঠিয়ালে। কিন্তু যশনাৰায়ণে প্ৰভাকৰক মুক্তি দিবলৈ অসন্মত হ'ল। সেইবাবে যশনাৰায়ণে জয়ন্তীয়া ৰজা ধনমাণিকক আক্ৰমণ কৰি পৰাস্ত কৰিলে। ধনমাণিকৰ মৃত্যুৰ পিছত যশনাৰায়ণে প্ৰভাকৰক মুক্তি দিছিল। প্ৰভাকৰৰ পৰৱৰ্তী ডিমৰুৱাৰ ৰজা মংগলে জয়ন্তীয়া ৰজাৰ ব্যৱহাৰত বিৰক্ত হৈ আহোম ৰজা প্ৰতাপ সিংহৰ আশ্ৰয় ল'বলগীয়াত পৰিছিল। প্ৰতাপ সিংহই তেওঁক কৰতলতীয়া ৰজা হিচাপে গ্ৰহণ কৰাত মংগলে নিজৰ নিৰাপত্তা সম্বন্ধে নিশ্চিন্ত হোৱা দেখা গ'ল। তেতিয়াৰে পৰা ডিমৰুৱা ৰাজ্যই আহোম ৰজাক নিয়মীয়াকৈ কৰ দি থাকিল। ইয়াৰ পিছতো জয়ধ্বজসিংহ স্বৰ্গদেউৰ দিনত জয়ন্তীয়া ৰজা যশমন্তৰায়ে ডিমৰুৱা ৰাজ্যখন প্ৰকৃতপক্ষে তেওঁলোকৰহে প্ৰাপ্য বুলি দাবী কৰি নিৰাশ হ'বলগীয়াত পৰিছিল। জয়ন্তীয়া ৰাজ্যই ডিমৰুৱাৰ দাবী তুলি আহোম ৰজাক আমনি দি থকাত খং উঠি তেওঁ জয়ন্তীয়া ৰাজ্যৰ পৰা ভৈয়ামলৈ অহা গিৰিপথবোৰ বন্ধ কৰি জয়ন্তীয়া ৰজাক শ'লঠেকত পেলোৱা দেখা গৈছিল।

যশমন্তৰায়ৰ নাতি প্ৰমত্তৰায়েও পুনৰবাৰ ডিমৰীয়া ৰাজ্যখন দাবী কৰিছিল যদিও তেওঁৰ সেই দাবীত আহোম ৰজাই কাণযাৰ দিয়া নাছিল। এইদৰে বহুবাৰ ডিমৰীয়া ৰাজ্যখন দাবী কৰাৰ অন্তত জয়ন্তীয়াসকলে ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনত এই দাবী কৰিবলৈ এৰিছিল। উল্লেখযোগ্য যে, মিৰজুমলাৰ অসম অভিযান কালত মুঘল সৈন্যই গুৱাহাটী অধিকাৰ কৰাত নিজ নিৰাপত্তাৰ কথা ভাবি ডিমৰীয়া আৰু দৰঙী ৰজাই মিৰজুমলাৰ লগ হৈছিলগৈ। অৱশ্যে মিৰজুমলাৰ প্ৰত্যাৱৰ্তনৰ পিছতেই তেওঁলোকে মুঘলৰ বশ্যতা অস্বীকাৰ কৰি পুনৰ আহোম ৰজাৰ দলত যোগদান দিছিলহি। আহোম বুৰঞ্জীকে আদি কৰি বিভিন্ন সূত্ৰযোগে পৰৱৰ্তীকালত দন্দুৱা দ্ৰোহে (১৭৯৫ খ্ৰীঃ) দেখা দিয়াত সু-সংগঠক, ধীৰ-স্থিৰ কলীয়াভোমোৰা বৰফুকনে যিসকল ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যৰ সহায়ত এই বিদ্ৰোহ দমন কৰিছিল, তাৰ ভিতৰত ডিমৰুৱা ৰাজ্যৰ নামো উল্লেখিত হৈছে।

প্ৰতাপ সিংহ স্বৰ্গদেউৰ দিনত ৰাণী, লুকী, বেলতলা, ডিমৰুৱা আদি ৰাজ্যৰ ৰজাসকলে মুঘলৰ আধিপত্য খৰ্ব কৰি তেওঁলোকৰ উমৈহতীয়া স্বাৰ্থ সুৰক্ষাৰ বাবে আহোম ৰজা প্ৰতাপ সিংহৰ সহায়-সহযোগৰ আৱশ্যকতা ভালদৰে উপলব্ধি কৰিছিল। ইতিমধ্যে সমগ্ৰ কামৰূপত এক মুঘলবিৰোধী বতাহ বলিছিল। খুন্টাঘাটৰ ৰজা আৰু ধমধমাৰ সনাতন কোচে মুকলিভাৱে মুঘলৰ বিৰুদ্ধে মূৰ দাঙি উঠিছিল। দক্ষিণকূলতো মুঘলৰ সম্ভাব্য সম্প্ৰসাৰণৰ বিৰুদ্ধে যিসকল লোক সৰব হৈছিল তেওঁলোকৰ নেতৃত্ব দিছিল সুমেৰু বৰকোইথ, পৰশুৰাম, বেলতলাৰ ৰজা মাচু গোবিন্দ, যাদু নাইক আদি মুঠ ১৮জন ৰজাই। ১৬১৭ খ্ৰীঃত

এওঁলোকে প্ৰায় ১৮,০০০ পৰ্বতীয়া সৈন্য সংগ্ৰহ কৰি ধৰ্মনাৰায়ণৰ নেতৃত্বত পাণ্ডু কোঁঠত মুঘলৰ শিবিৰ আক্ৰমণৰ বাবে আগবাঢ়িছিল। আহোম ৰজা প্ৰতাপ সিংহয়ো ৰণ সজ্জাৰে সুজ্জিত হৈ একে উদ্দেশ্যে মুঘলৰ বিৰুদ্ধে অভিযান চলালে। কিন্তু মুঘলৰ মিৰ্জা নাথনৰ হাতত তেওঁলোকে পৰাজয় বৰণ কৰিবলগীয়াত পৰিল। ইয়াৰ পিছত ওপৰত উল্লিখিত ক্ষুদ্ৰ ক্ষুদ্ৰ ৰজাসকলে পুনৰ মুঘলৰ নেতৃত্বত ৰাণীহাটৰ পৰা মুঘলৰ বিৰুদ্ধে আগবাঢ়িল (১৬১৮ খ্ৰীঃ)। এওঁলোকৰ সহায়ত ধৰ্মনাৰায়ণে পাণ্ডু অধিকাৰ কৰিবলৈ সক্ষম হৈছিল। এই ৰজাসকলে প্ৰতাপ সিংহক মুছলমানৰ হাতৰ পৰা ৰাণীহাটৰ দুৰ্গ অধিকাৰ কৰাত যথেষ্ট সহায় আগবঢ়াইছিল। উল্লেখযোগ্য যে, সেই সময়ত কামৰূপ আৰু ব্ৰহ্মদেশৰ ৰাজনৈতিক সুবিধা লৈ সত্ৰাজিতে পাণ্ডুত নিজৰ আধিপত্য বিস্তাৰৰ চেষ্টা কৰাৰ বিষয়েও কোচসকলৰ বিষয়ে লিখা অধ্যায়ত বিশদ বিবৰণ দিয়া হৈছে। সেই সময়তে বেলতলাৰ বিদ্ৰোহী ৰজা মাচু গোবিন্দই লুকী ৰাজ্যত লুকাইছিলগৈ আৰু সত্ৰাজিতে তেওঁক আহোম ৰজাক গতাই দিব বুলি ভুৱা প্ৰতিশ্ৰুতি দিছিল। দৰাচলতে সত্ৰাজিতে মাচুগোবিন্দক বংগলৈ পলাই যোৱাৰ সুবিধা কৰিহে দিছিল। ইয়াৰ পিছত ১৬৭১ খ্ৰীঃত শৰাইঘাটৰ যুঁজত জয়লাভ কৰি উদয়াদিত্য সিংহই লক্ষ্মীনাৰায়ণৰ নাতি গন্ধৰ্ব নাৰায়ণক বেলতলাৰ ৰজা পাতিলে। আন এটা সূত্ৰ মতে, গন্ধৰ্ব নাৰায়ণ আছিল বীৰ-নাৰায়ণৰ পুত্ৰ অৰ্থাৎ কোচ ৰজা লক্ষ্মী নাৰায়ণৰ নাতি। তেওঁৰ পূৰ্বৰ নাম আছিল কন্দৰ্পনাৰায়ণ। ১৬৬০ চনত আহোমসকলে নিজ ৰাজ্যৰ সীমা সোণকোশলৈকে বৃদ্ধি কৰিবলৈ সক্ষম হোৱাত জয়ধ্বজসিংহ স্বৰ্গদেৱে কন্দৰ্পনাৰায়ণকে গন্ধৰ্বনাৰায়ণ নামেৰে নামাংকিত কৰি বেলতলাৰ ৰজা পাতিছিল। মোৱামৰীয়া বিদ্ৰোহৰ কালতো বেলতলা, ৰাণী, লুকী আদিৰ ৰজাই বিদ্ৰোহীসকলক দমনাৰ্থে আহোম ৰজালৈ সহায়ৰ হাত আগবঢ়াইছিল। পিছলৈ ডিমৰুৱাৰ ৰজাৰ দৰে এই ৰজাসকলেও দন্দুৱা বিদ্ৰোহীক দমনৰ বাবে কলীয়াভোমোৰা বৰফুকনক সহায় আৰু সহযোগিতা কৰিছিল। আনহাতেদি, কোনো কোনো সূত্ৰমতে বিজনীৰ কোচ ৰাজ পৰিয়ালে কামৰূপৰ হৰদত্ত চৌধুৰীলৈহে সমৰ্থন আগবঢ়াইছিল।

মোৱামৰীয়া বিদ্ৰোহ কালত নাহৰখোৱা শইকীয়াৰ পুত্ৰ ৰমাকান্ত কিছুদিনৰ বাবে ৰজা হ'ল। ইফালে, বেংমৰাত কিছুসংখ্যক মোৱামৰীয়াই চিংফৌ আৰু খামতিসকলৰ লগ হৈ ১৮০১ খ্ৰীঃত ভৰত সিংহৰ নেতৃত্বত বিদ্ৰোহ কৰিছিল। কিন্তু তেওঁৰ বিদ্ৰোহ বিফল হয় আৰু দুয়োপক্ষৰ মাজত হোৱা যুঁজ-বাগৰত ভৰতসিংহ নিধন হয়। ১৮০৫ চনত কাছাৰত আশ্ৰয় লৈ থকা মোৱামৰীয়া বিদ্ৰোহী এদলে ৰাজেশ্বৰ সিংহৰ ভগনীয়া পুত্ৰ বিজয় বৰমূৰাক ৰজা বুলি ঘোষণা কৰিছিল যদিও শেষত অসফল হয়। ইফালে মৰাণ জনজাতিৰ সহযোগ আৰু অন্যান্য মোৱামৰীয়া বিদ্ৰোহীৰ সহযোগত সৰ্বানন্দ সিংহই বিদ্ৰোহ কৰাত পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে তেওঁক মটক ৰাজ্যত আহোমৰ কৰতলতীয়া ৰজা পাতিলে। ইফালে গৌৰীনাথ সিংহ স্বৰ্গদেৱে দৰঙী ৰজা হংসনাৰায়ণক আঁতৰাই বিষ্ণুনাৰায়ণক কৰতলতীয়া ৰজা মনোনীত কৰা দেখা গ'ল। সেইদৰে হৰদত্ত বুজৰবৰুৱাই এজন কামৰূপী চৌধুৰীৰ সহযোগত বিষ্ণু নাৰায়ণক খেদাই নিজে দৰঙী ৰজা হ'ল। এইদৰে আহোম ৰজাসকলৰ শাসন সোপাটিলা হ'লত বহুতো উচ্চাকাংক্ষী লোকে বিভিন্ন সময়ত ৰজা হোৱা দেখা গ'ল। এওঁলোকৰ অধিকাংশই নিজ নিজ স্বাৰ্থ পূৰণৰ বাবে মূৰ দাঙি উঠিছিল— উমৈহতীয়া কোনো বৃহৎ উদ্দেশ্য তেওঁলোকৰ নাছিল। উল্লেখযোগ্য যে, গোৱালপাৰা অঞ্চলতো ভালেমান জমিদাৰ আছিল আৰু তেওঁলোকৰ ভিতৰত কোনো কোনোৱে 'ৰজা'ৰ খিতাপ পাইছিল। দৰাচলতে, মুঘলৰ শাসনৰ পূৰ্বৰে পৰা কোচৰাজ্যতো পাইক প্ৰথা চলি আছিল আৰু সাধাৰণতে শস্যৰ মাধ্যমত ৰাজহ সংগৃহীত হৈছিল। ১৬৭১ খ্ৰীঃত শৰাইঘাটৰ যুঁজৰ পিচত কোচ হাজোৰ এটা খণ্ড আহোমসকলৰ অধীনলৈ আহিল যদিও সোণকোশ নৈলৈকে ভূখণ্ড মুঘলৰ হাততে ৰৈ গ'ল। সেই বাবে গোৱালপাৰা-কামৰূপৰ ৰাজনৈতিক আৰু প্ৰশাসনীয় ইতিহাসো অসমৰ আন ঠাইতকৈ অলপ বেলেগ হ'ল। সম্ৰাট জাহাংগীৰে ৰবীন্দ্ৰ পাত্ৰ নামৰ এজন উচ্চ পদাধিকাৰী বিষয়াক ৰঙামাটি থানাৰ নায়েব-কাননগো হিচাপে নিযুক্তি দিছিল। পিছত এওঁৰ পুত্ৰ কবিশেখৰক কেইবাখনো 'চৰকাৰ'ৰ নায়েব-কাননগো পদ দিয়া হৈছিল। এই 'চৰকাৰ' কেইখন আছিল ঢেকেৰী, বঙালভূম, কামৰূপ

আৰু দক্ষিণকূল। এই কাননগোসকলৰ প্ৰধান কৰ্তব্য আছিল খাজনাৰ নিৰিখ, ভূমিৰ পৰিমাণ আৰু উচ্চ শ্ৰেণীৰ প্ৰজা তথা প্ৰাথমিক জমিদাৰসকলৰ কাগজ-পত্ৰসমূহ ঠিকঠাককৈ ৰখা। মুঘলৰ শাসন কালত গ্ৰামাঞ্চলৰ কোনো কোনো চহকী খেতিয়কে বিনা খাজনাই কিছু মাটি উপভোগ কৰাৰ সুবিধা পাইছিল। তদুপৰি এওঁলোকে কৃষকৰ উৎপাদিত অংশৰো কিছু ভাগ লাভ কৰিছিল। এই লোকসকলে পিছলৈ 'জমিদাৰ' নাম পাইছিল যেন লাগে। তেনে জমিদাৰৰ পৰাই দায়িত্ব ল'ব পৰা একোজনক একোখন পৰগণাৰ চৌধুৰী হিচাপে নিযুক্তি দি ৰাজহ সংগ্ৰহৰ দায়িত্ব অৰ্পণ কৰা হৈছিল। পিছলৈ লৰ্ড কৰ্ণৱালিছৰ 'চিৰস্থায়ী বন্দোবস্ত'ৰ প্ৰচলন হোৱাত এই শ্ৰেণীৰ 'জমিদাৰৰ' ক্ষমতা বৃদ্ধি হৈ হ'বলৈ ধৰে। ১৭৯৩ খ্ৰীঃৰ পৰা ১৯৫৬ খ্ৰীঃ লৈকে চিৰস্থায়ী বন্দোবস্তুৰ দ্বাৰা গোৱালপাৰাত জমিদাৰী চলিবলৈ ল'লে। জমিদাৰীৰ সংখ্যাও দিনে দিনে বাঢ়িল। প্ৰথম অৱস্থাত গোৱালপাৰাত জমিদাৰীৰ সংখ্যা আছিল ১২ঘৰ। ১৯০৭ খ্ৰীঃত এই পৰিমাণ বৃদ্ধি হৈ ডাঙৰ জমিদাৰী ৯খন, সৰু জমিদাৰী ১০খন আৰু লাখেৰাজ সম্পত্তিৰ সংখ্যা ৪২ হয়গৈ। * গোৱালপাৰা অঞ্চলৰ বিভিন্ন জমিদাৰীসমূহৰ জমিদাৰ বা 'ৰজা'সকলৰ অৱদান যথেষ্ট। এই অঞ্চলৰ মানুহ স্বভাৱত সৰল, উদাৰ আৰু অতিথিপৰায়ণ। স্থানীয় লোক-সাহিত্য, লোক-সংস্কৃতি, গীত-মাত, কথা-বতৰা, ব্যৱহাৰ, সামাজিক আচাৰ-বিচাৰ, ধৰ্ম-কৰ্ম, ৰীতি-নীতি, সমাজ, অৰ্থনীতি আদিয়ে এই অঞ্চলৰ সাধাৰণ প্ৰজাৰ পৰা ৰজা-জমিদাৰলৈকে বিভিন্ন স্তৰৰ মানুহৰ চিনাকি বহন কৰি আহিছে। কিন্তু সম্প্ৰতি জমিদাৰো নাই, ক্ষুদ্ৰ ৰজাও নাই— নাই ডাঙৰ ৰজাও, আছে মাথোঁ বিভিন্ন সময়ত অসমত বিভিন্ন, বাৰে বৰণীয়া কৃষ্টি-সভ্যতাৰ চানেকিৰে পৰিপুষ্ট এখন বৃহৎ অসমীয়া সমাজ। ভৌগোলিক পৰিৱেশ ভেদে কৃষ্টিৰ ধৰণ-কৰণ কিছু পৰিমাণে হ'লেও বেলেগ। কিন্তু একোটি ভৌগোলিক পৰিৱেশত একোটি কৃষ্টিৰ হয়। কেতিয়াবা গোষ্ঠী, ধৰ্ম আৰু গোষ্ঠীগত কৃষ্টিয়েও হয়তো খেলিমেলিৰ সৃষ্টি কৰিব পাৰে কিন্তু কৃষ্টি-সৃষ্টি, ধৰ্মতকৈও ভৌগোলিক পৰিৱেশৰহে প্ৰভাৱ অধিক। বৰ্তমানে অসমৰ বিভিন্ন জাতি, উপজাতি, জনজাতি আদিৰ বিষয়ে নানা ধৰণৰ গৱেষণা, চিন্তা-চৰ্চা আদিৰ ফলশ্ৰুতি হিচাপে বহু ধৰণৰ নতুন তথ্য-পাতি উদঘাটন হৈছে। বহু দৃশ্যমান অনৈক্যতাৰ কথাও এইক্ষেত্ৰত পোহৰলৈ আহিলেও দেখা হৈছে যে গোষ্ঠীগত বিশেষত্বসমূহে সামূহিকভাৱে অসমৰ সমাজখনক বহুমুখী কৃষ্টি-সভ্যতাৰ এক কেন্দ্ৰবিন্দুত পৰিণত কৰিছে। এনে মহামিলনে গঢ়িছে অসম আৰু অসমীয়া জাতি— বহু অনৈক্যতাৰ মাজতো সেয়ে বিৰাজ কৰিছে এটি নিবিড় ঐকতা আৰু অসম হৈ পৰিছে ইতিহাস প্ৰেমীসকলৰ বাবে এক অনবদ্য আকৰ্ষণ।

---

** ড. অমলেন্দু গুহ জমিদাৰকালীন গোৱালপাৰা জিলাৰ আৰ্থ-সামাজিক অৱস্থা (ধুবুৰী ১৯৮৪) পৃষ্ঠ ১৬*

## প্ৰথম অধ্যায়

# আধুনিক ইতিহাস

# আধুনিক যুগ (১৮২৬-২০০০ খ্ৰীষ্টাব্দ)

## বৃটিছৰ অসম দখল

**ঐতিহাসিক পৃষ্ঠভূমি ঃ** ১৭৫৭ খ্ৰীষ্টাব্দত ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে পলাশীৰ যুদ্ধত বংগৰ নবাৰ ছিৰাজ-উদ-দৌলাক পৰাজিত কৰা সময়ৰে পৰা ভাৰতবৰ্ষত বৃটিছ ৰাজত্বৰ সূচনা হয় বুলি ধৰা হয়। তেতিয়াৰ পৰা ভাৰতৰ ইতিহাসত আধুনিক যুগ আৰম্ভ হয়। সেইদৰে ১৮২৬ খ্ৰীষ্টাব্দত অসম আক্ৰমণকাৰী বৰ্মী বা মানৰ হাতৰ পৰা ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে অসম কাঢ়ি লোৱা সময়ৰে পৰা অসমত বৃটিছ ৰাজত্বৰ সূচনা হয়। তেতিয়াৰ পৰা আৰম্ভ হয় অসমৰ ইতিহাসৰ আধুনিক যুগ। অপেক্ষাকৃতভাৱে বৃটিছ যুগ বা অসমৰ আধুনিক যুগ পলমকৈ আৰম্ভ হ'লেও তাৰ ঐতিহাসিক পৃষ্ঠভূমি ভাৰতৰ ইতিহাসৰ পৰা বিচ্ছিন্ন নহয়। ভাৰত তথা অসম ইষ্ট-ইণ্ডিয়া কোম্পানিৰ অধীন হোৱাৰ ধাৰা একেটাই।

১৬০০ খ্ৰীষ্টাব্দত স্থাপন হোৱা বৃটিছ বণিক প্ৰতিষ্ঠান ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে ১৬০৯ খ্ৰীষ্টাব্দত ব্যৱসায়-বাণিজ্য কৰাৰ বাবে ভাৰতবৰ্ষলৈ আহে। এই কোম্পানিটোৱে ব্যৱসায়-বাণিজ্য কৰাৰ বাবে একেচেটিয়া ক্ষমতা লাভ কৰিছিল। এতেকে প্ৰাৰম্ভণিতে ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে ভাৰত তথা প্ৰাচ্যত বাণিজ্যিক একেচেটিয়া অধিকাৰ স্থাপন কৰিবলৈ বিচাৰিছিল। আন কোনো ইংৰাজ বা ইউৰোপীয় বণিক গোষ্ঠীয়ে যাতে ইষ্ট-ইণ্ডিয়া কোম্পানিৰ লগত বাণিজ্যিক প্ৰতিযোগিতাত লিপ্ত থাকিব নোৱাৰে, তাৰ প্ৰতি দৃঢ় সংকল্প লৈছিল। আনকি ভাৰতীয় বণিকেও যাতে সিহঁতৰ প্ৰতিদ্বন্দ্বী হিচাপে থাকিব নোৱাৰে, তাৰ প্ৰতি সচেষ্ট আছিল। এনে উদ্দেশ্য পূৰণৰ বাবে ইষ্ট-ইণ্ডিয়া কোম্পানিৰ অকল মনোবলহে আছিল, তেনে নহয়। বহুদূৰ সাগৰ-মহাসাগৰ অতিক্ৰমী প্ৰাচ্যত ব্যৱসায়-বাণিজ্য কৰিবলৈ লোৱাত ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে এটি শক্তিশালী নৌ বাহৰ ৰাখিছিল।

ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে ভাৰতত খোপনি লোৱাৰ আগে-পিছে (১৪৯৮-১৬৬৪ খ্ৰীষ্টাব্দলৈ) বিভিন্ন ইউৰোপিয়ান বণিকগোষ্ঠী যেনে, পৰ্টুগীজ, ওলন্দাজ, ডেনিজ, অষ্ট্ৰিয়ান, ছুইডিছ আৰু ফৰাচীসকলে নিজ নিজ বণিক গোষ্ঠী খুলি ভাৰতত ব্যৱসায়-বাণিজ্য কৰিবলৈ অহাত সিহঁতৰ মাজত বাণিজ্যিক প্ৰতিদ্বন্দ্বিতা আৰম্ভ হ'ল। এই প্ৰতিদ্বন্দ্বিতা হিংসাশ্ৰয়ী আছিল। পোনপ্ৰথমে আহিলেও ওলন্দাজসকলৰ লগত যুঁজ-বাগৰত পৰ্টুগীজসকল পৰাভূত হ'ল। গোৱা, দমন আৰু ডিউ এই তিনিখন ঠাইতহে পৰ্টুগীজসকলৰ দখল থাকিলগৈ। কিন্তু ওলন্দাজসকলে আন শক্তিশালী বৈৰী ইংৰাজৰ সম্মুখীন হ'ল। ইংৰাজৰ লগত হোৱা সংঘৰ্ষত তিষ্ঠিব নোৱাৰি ওলন্দাজসকলে ভাৰতীয় বজাৰৰ পৰা বিদায় ল'লে। ইংৰাজৰ প্ৰতি দ্বন্দ্বী ফৰাচীৰ বাহিৰে আন দেশৰ পৰা অহা বণিকসকলে মুনাফা লাভ কৰিব নোৱাৰি ভাৰতৰ পৰা গুচি যাবলগীয়া হ'ল। ইষ্ট ইংগ-ফৰাচীৰ মাজৰ প্ৰতিদ্বন্দ্বিতাই দুয়োটা শক্তিক বণিকৰ ভূমিকা এৰি ৰাজনৈতিক শক্তিৰূপে অৱতীৰ্ণ হোৱাৰ বাবে ইন্ধন যোগালে। অৱশ্যে ভাৰতীয় বিভিন্ন শাসনকৰ্তাসকলৰ আভ্যন্তৰীণ দুৰ্বলতাই ইয়াৰ বাবে বহুপৰিমাণে দায়ী আছিল। আধিপত্য লাভৰ বাবে ইংগ-ফৰাচীৰ দীঘলীয়া যুঁজ-বাগৰত ইংৰাজসকলেই জয়ী হ'ল। ১৭৬০ খ্ৰীষ্টাব্দত ফৰাচীসকলক সমূলঞ্চে বিতাৰিত কৰি ইংৰাজসকল অপ্ৰতিদ্বন্দ্বী শক্তিৰূপে থিয় হ'ল।

এই কথা স্পষ্ট যে বাণিজ্যিক একচেটিয়া সুযোগ সৃষ্টি কৰাৰ বাবে ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে ইউৰোপীয় আন আন বণিক গোষ্ঠীক ভাৰতৰ পৰা উৎখাত কৰাৰ লগতে ভাৰতীয় বণিককো উৎখাত কৰাৰ প্ৰয়োজন আছিল। কিন্তু ভাৰতীয় প্ৰতিযোগীসকলৰ ৰক্ষক আছিল প্ৰবল প্ৰতাপী মোগল সাম্ৰাজ্য। সপ্তদশ শতাব্দী আৰু অষ্টাদশ শতাব্দীৰ প্ৰাৰম্ভলৈকে ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে ভাৰতবৰ্ষত বাণিজ্য কৰাৰ অধিকাৰ লাভ কৰিছিল মোগল সম্ৰাট বা প্ৰাদেশিক শাসনকৰ্তাৰ ওচৰত অত্যন্ত বিনীতভাৱে আবেদন কৰাৰ পাছতহে। কিন্তু অষ্টাদশ শতাব্দীৰ প্ৰাৰম্ভতে মোগল সাম্ৰাজ্যৰ অৱনতি ঘটিবলৈ ধৰিলে। দূৰবৰ্তী উপকূল অঞ্চলত মোগলৰ শাসন শিথিল হ'ল। সুযোগসন্ধানী ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে এনে অৱস্থাৰ আলমতে ক্ৰমশঃ বেছি পৰিমাণে ইয়াৰ উন্নত সামুদ্ৰিক শক্তিক প্ৰয়োগ কৰিলে যাতে উপকূলত কোম্পানিৰ বাণিজ্যিক অস্তিত্ব বজাই থাকে আৰু উপকূল অঞ্চলৰ বৈদেশিক বাণিজ্যৰ পৰা ভাৰতীয় বণিকসকলক উৎখাত কৰা হয়।

ইংৰাজসকলৰ আন এক গুৰুত্বপূৰ্ণ উদ্দেশ্য আছিল। ভাৰতৰ অভ্যন্তৰ আৰু সমুদ্ৰত যুদ্ধ চলাবলৈ নৌ আৰু সৈন্যবাহিনী প্ৰতিপালন কৰিব লাগিছিল। দেশৰ অভ্যন্তৰৰ দুৰ্গ আৰু বাণিজ্যিক কেন্দ্ৰবিলাকৰ ৰক্ষণাবেক্ষণ দিব লাগিছিল। তাৰ বাবে কোম্পানিৰ প্ৰয়োজন আছিল অৰ্থৰ। কিন্তু কোম্পানি বা বৃটিছ চৰকাৰৰ প্ৰচুৰ অৰ্থ সম্পদ নাছিল। এই অৰ্থ সম্পৰ্দ ভাৰতৰ পৰা আহৰণ কৰাৰ দৰ্কাৰ হৈছিল। কোম্পানিয়ে এই অৰ্থ সংগ্ৰহৰ বাবে মাদ্ৰাজ আৰু মুম্বাই প্ৰভৃতি উপকূল অঞ্চলয় দুৰ্গবোৰৰ পৰা স্থানীয় কৰ আদায় কৰিছিল। ক্ৰমে ক্ৰমে কোম্পানিৰ অধিকৃত ভূখণ্ডৰ সীমা বঢ়াই তোলাৰ দৰ্কাৰ হ'ল যাতে ইয়াৰ অধিকৃত অঞ্চলৰ পৰা অধিক পৰিমাণে কৰ আদায় কৰিব পাৰে।

উপৰিউক্ত দুটা উদ্দেশ্য, অৰ্থাৎ বাণিজ্যৰ একচেটিয়া অধিকাৰ আৰু ভাৰতৰ অৰ্থ সম্পদ নিজৰ নিয়ন্ত্ৰণলৈ অনা কাৰ্য অতি ক্ষিপ্ৰতাৰে সাধন কৰা হ'ল। প্ৰথম ক্ষেপতে বংগ আৰু দাক্ষিণাত্যত কোম্পানিৰ বিজয় সূচনা হ'ল। অষ্টাদশ শতিকাৰ পঞ্চাছৰ দশকতে যে দাক্ষিণাত্য আৰু বংগদেশত ৰাজনৈতিক আধিপত্য স্থাপন হ'ব, এই কথা কোম্পানিৰ কৰ্মকৰ্তাসকলৰ অগোচৰ আছিল। ইয়াৰ ফলত ইষ্ট-ইণ্ডিয়া কোম্পানি সাম্ৰাজ্যবাদী অভিলাষত লিপ্ত হ'ল।

আৰম্ভণিতে কোম্পানিয়ে বাণিজ্যিক কৰ্ম হিচাপে ক্ৰয়-বিক্ৰয়ত ব্যস্ত আছিল। ভাৰতীয় পণ্য কম দামত কিনি নিজদেশীয় পণ্য বেছি দামত বিক্ৰী কৰি মুনাফা লাভ কৰাই আছিল কোম্পানিৰ লক্ষ্য। কিন্তু ৰাজনৈতিক শক্তি হিচাপে থিয় হোৱাৰ পাছৰে পৰা কোম্পানিৰ লক্ষ্য অকল কোম্পানিৰ স্বাৰ্থতে নিহিত হৈ নাথাকিল। স্বদেশ, অৰ্থাৎ ব্ৰিটেইনৰ ৰাজনৈতিক স্বাৰ্থ পূৰণৰ কথাও আহিল। ইতিমধ্যে ইংলেণ্ডত অষ্টাদশ শতিকাতে আৰম্ভ হোৱা শিল্প বিপ্লৱৰ পূৰ্ণ বিকাশ ঘটে ঊনবিংশ শতিকাৰ আৰম্ভণিতে। ইংলেণ্ডৰ শিল্প উৎপাদনৰ পৰিমাণ ক্ৰমশঃ বাঢ়ি আহে আৰু তাক বিদেশলৈ ৰপ্তানি কৰাৰ প্ৰয়োজন হয়। এই ক্ষেত্ৰত ভাৰতৰ দৰে বিশাল জনবহুল দেশ আছিল ইংলেণ্ডৰ স্থায়ী আকৰ্ষণ। ব্ৰিটিছ শিল্প প্ৰতিষ্ঠানবোৰৰ বাবে কেঁচামালৰ প্ৰয়োজন আছিল। আনহাতে শিল্পজাত সামগ্ৰীৰ বিক্ৰীৰে বাবে প্ৰয়োজন আছিল এখন বহল বজাৰৰ। ঔপনিবেশিক স্বাৰ্থতে ভাৰতত ৰাজনৈতিক প্ৰতিপত্তি লাভ কৰি তাক পৰাধীন উপনিবেশ হিচাপে ব্যৱহাৰ কৰাটোৱেই আছিল ব্ৰিটেইনৰ তৎকালীন জৰুৰী প্ৰয়োজন। তেতিয়া ব্ৰিটেইনৰ বাবে কেঁচা সামগ্ৰী আৰু খাদ্য সামগ্ৰী উৎপাদন আৰু সৰবৰাহ কৰাৰ পথ প্ৰশস্ত হ'ব। এয়াই আছিল ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে ভাৰতত সাম্ৰাজ্য বিস্তাৰৰ গুৰি কথা।

বৃটিছ সাম্ৰাজ্যবাদী প্ৰয়াস লোৱাৰে পৰা ভাৰতীয় শক্তিবৰ্গৰ অৰিয়া-অৰি আৰু দুৰ্বলতাৰ সুযোগ লৈ অনেক সময়ত ত্ৰাণকৰ্তাৰ বেশেৰে, বিভিন্ন ৰাজ্য খণ্ডত প্ৰাধান্য বিস্তাৰ কৰা বাবে উদ্যোগ লয়। আন্তঃৰাষ্ট্ৰীয় পৰিস্থিতি সাপেক্ষে সময়ে সময়ে এই উদ্যোগ স্তিমিত হ'লেও অষ্টাদশ শতাব্দীৰ পঞ্চাছৰ দশকতে বংগ আৰু কৰ্ণাটকত ইষ্ট-ইণ্ডিয়া কোম্পানিৰ ৰাজনৈতিক প্ৰাধান্য স্থাপন হয় এনে ভাৱে। দাক্ষিণাত্যৰ প্ৰতিবেশী ৰাজন্যবৰ্গৰ আভ্যন্তৰীণ কলহত প্ৰতিদ্বন্দ্বী ফৰাচী আৰু বৃটিছসকলে পৰস্পৰবিৰোধী ভূমিকা লোৱাৰ ফলত কৰ্ণাটকৰ দ্বিতীয় যুদ্ধ লাগে (১৭৪৯-১৭৫৪ খ্ৰীঃ)। এই যুদ্ধত বৃটিছৰ হাতত ফৰাচীৰ পৰাজয় হয়। বৃটিছৰ সাহায্য লাভ কৰি মহম্মদ আলী কৰ্ণাটকৰ নবাব হয় (১৭৪৯-

১৭৯৫ খ্ৰীঃ)। ফলত তাত বৃটিছৰ প্ৰাধান্য স্বীকৃত হ'ল। মহম্মদ আলী ধাৰত পৰি নবাবীখন ইষ্ট-ইণ্ডিয়া কোম্পানিৰ হাতত বন্ধকত দিয়ে। ১৮০১ খ্ৰীষ্টাব্দত তদানীন্তন নবাব আজিম-উদ-দৌলাক পেন্সন এটা দি আৰ্কট ৰাজ্যখন বৃটিছৰ অধীনলৈ আনে। সেইদৰে বংগৰ নবাবীখনৰ আভ্যন্তৰীণ অন্তৰ্দ্বন্দ্বত নবাবৰ প্ৰতিদ্বন্দ্বীৰ লগত ষড়যন্ত্ৰত লিপ্ত হোৱাৰ বাবে নবাব ছিৰাজ-উদ-দৌলা আৰু কোম্পানিৰ মাজত পলাশীৰ যুদ্ধ হয়। যুদ্ধত হাৰি পলায়ন কৰি মৃত্যু বৰণ কৰা ছিৰাজৰ পাছত মিৰজাফৰক বংগৰ নবাব পাতিলেও কাৰ্যতঃ ইষ্ট-ইণ্ডিয়া কোম্পানি বংগৰ হৰ্তা-কৰ্তা হৈ পৰিল। অৱলীলা ক্ৰমে বংগ কোম্পানিৰ হস্তগত হ'ল। ১৭৬৪ খ্ৰীষ্টাব্দত বক্সাৰৰ যুদ্ধত হাৰি আৱধৰ নবাব ছিৰাজ-উদ-দৌলা আৰু মোগল বাদছাহ দ্বিতীয় ছাহ আলম পৰাজিত হয়। এই সামৰিক সাফল্যই কোম্পানিক কেৱল পূব ভাৰততে নহয়। উত্তৰ ভাৰততো প্ৰতিদ্বন্দ্বী সামৰিক শক্তি হিচাপে প্ৰতিষ্ঠা কৰিলে। মোগল বাদছাহ দ্বিতীয় ছাহ আলমেও কোম্পানিৰ লগত এখন চুক্তি স্বাক্ষৰ কৰিবলগীয়া হ'ল। যাৰ ফলত দ্বিতীয় ছাহ আলমে ইষ্ট-ইণ্ডিয়া কোম্পানিৰ হাতত বংগ, বিহাৰ আৰু উৰিষ্যাৰ দেৱানী অৰ্পণ কৰে।

এই যাত্ৰাই জয়যাত্ৰা হিচাপে ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে বৃটিছ সাম্ৰাজ্য সম্প্ৰসাৰণৰ ৰণকৌশল প্ৰস্তুত কৰি তুলিলে। ১৭৬৭ খ্ৰীষ্টাব্দৰ পৰা ১৭৯৯ খ্ৰীষ্টাব্দলৈ চাৰিখন ৰক্তাক্ত যুদ্ধত প্ৰবৃত্ত হৈ বৃটিছ বৈৰী বুলি জ্ঞাত মহিশূৰৰ শাসনকৰ্তা হায়দৰ আলী আৰু টিপু চুলতান ধৰাশায়ী হ'ল। মহিশূৰ ৰাজ্যখন খণ্ডিত কৰি এভাগ হায়দৰাবাদৰ নিজামক দিয়া হ'ল। এভাগ কোম্পানিয়ে ল'লে। বাকী অংশক এখন ক্ষুদ্ৰ ৰাজ্যৰ মৰ্যাদা দি পূৰ্বৰ আড়িয়াৰ বংশৰ কোঁৱৰ এজনক ৰজা পাতি ৰাজ্যখন দিয়া হ'ল। ১৭৭৫ খ্ৰীষ্টাব্দৰ পৰা ১৮১৮ খ্ৰীষ্টাব্দৰ ভিতৰত তিনিখন ক্ষয়িষ্ণু আৰু ৰক্তাক্ত যুদ্ধৰ বিনিময়ত মাৰাঠা যৌথতন্ত্ৰৰ শক্তিধৰসকলক পৰাভূত কৰি পেছৱাৰ ৰাজ্যৰ অধিকাংশ বৃটিছ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰা হ'ল। তাৰ ক্ষুদ্ৰ অংশ এটাক লৈ সাটৰা নামেৰে এখন ৰাজ্য স্থাপন কৰি ছত্ৰপতি শিৱাজীৰ বংশৰ প্ৰতাপ সিংহ নামৰ এজন কোঁৱৰক দিয়া হ'ল। ক'ব পাৰি যে নাবালক কোঁৱৰজনক ৰজা পতা কৌশলটো লোকদৰ্শনৰ বাবেহে যেন লোৱা হৈছিল। প্ৰকৃতাৰ্থত তাত ইষ্ট-ইণ্ডিয়া কোম্পানিৰ আধিপত্য থাকি গৈছিল। পিছলৈ কুশাসনৰ চেলুউলিয়াই প্ৰতাপ সিংহক ৰাজ্যচ্যুত কৰি ভায়েক ছাহজীক ৰজা পাতে। তেওঁৰ মৃত্যুৰ পিছত ৰাজ্যখন কোম্পানিৰ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰে। মাৰাঠাসকলৰ আন এখন ক্ষুদ্ৰ ৰাজ্য তাদেহাৰখনো বিবাদমান সূত্ৰৰ চেলু লৈ কোম্পানিৰ আয়ত্তাধীন কৰা হয়। সেইদৰে কোম্পানিৰ আশ্ৰিত চুৰাটৰ নবাবে সৈন্য ৰক্ষআৰ খৰছৰ ধ দিব নোৱাৰাত ক্ষুদ্ৰ নবাবীখ কোম্পানীৰ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰা হয়।

ঊনৈশ শতিকালৈ মধ্য ভাৰতৰ ৰাজপুত শাসনকৰ্তাসকলৰ স্থিতি দুৰ্বল হৈ পৰিছিল। কোম্পানিৰ ৰাজনৈতিক আৰু সামৰিক স্বাৰ্থৰ ফালৰ পৰা মধ্য ভাৰতৰ ৰাজপুত শাসনকৰ্তা সকলৰ লগত এলানি মিত্ৰতাৰ চুক্তি সম্পন্ন কৰা হয়। ফলত ৰাজপুত শাসনকৰ্তাসকলে ইষ্ট-ইণ্ডিয়া কোম্পানিক ভাৰতৰ একচ্ছত্ৰী শক্তি হিচাপে মানি ল'লে। ৰাজপুত ৰজাসকলৰ দৰে মধ্যভাৰত আৰু বুন্দেলখণ্ডৰ অ-ৰাজপুত ৰজাসকলে কোম্পানিৰ লগত তেনে চুক্তি কৰে। মধ্যভাৰতৰ ৰজাসকলৰ লগত বৃটিছ ৰাজনৈতিক ক্ৰিয়া-প্ৰক্ৰিয়াৰ সহযোগ কৰা গফুৰ খানক পুৰস্কৃত কৰাৰ কাৰণে এখন সৰু ৰাজ্য সৃষ্টি কৰি গফুৰ খানক দিয়া হয়। সেইদৰে কৰিম খানক গৌসপুৰ আৰু আমিৰ খানক টংকৰ নবাব পতা হয়। মালৱা আৰু বুন্দেলখন্দ নামৰ সৰু ৰাজ্য দুখনেও ব্ৰিটিছৰ আধিপত্য মানি লয়।

এইদৰে ৰাজনৈতিক আৰু সামৰিক ক্ৰিয়া-প্ৰক্ৰিয়াৰ ফলত ভাৰতীয় শক্তিধৰসকল অষ্টাদশ শতিকাৰ সামৰণি আৰু ঊনবিংশ শতিকাৰ আৰম্ভণিকালত বৃটিছৰ হাতত পৰাজিত হয় আৰু তাৰ ফলত হিমালয়ৰ পৰা কেপকেমৰিণ আৰু চুতলেজৰ পৰা ব্ৰহ্মপুত্ৰলৈ ভাৰতৰ বিস্তীৰ্ণ অঞ্চলত বৃটিছ একচ্ছত্ৰী ৰাজশক্তিত পৰিণত হ'ল। কোম্পানিৰ ৰাজ্যৰ ওপৰত মোগল বাদছাহৰ অধিকাৰ নামতহে থাকিলগৈ। দ্বিতীয় ছাহ আলমক বংগৰ বাবদ দিবলগীয়া কৰ বন্ধ কৰি দিয়া হয় কোম্পানি চৰকাৰৰ গৱৰ্ণৰ জেনেৰেল বাৰেণ হেষ্টিংছৰ দিনতে। প্ৰতাপী মোগল সম্ৰাটৰ বংশধৰসকলৰ প্ৰতি ইষ্ট-ইণ্ডিয়া কোম্পানিৰ দায়বদ্ধতাৰ ওৰ পৰিল। দিল্লী কোম্পানিৰ শাসনাধীন হোৱাৰ পিছত

তেওঁ কোম্পানিৰ পেঞ্চন ভোগ কৰি আছিল। দ্বিতীয় ছাহ আলমৰ পৰবৰ্তী মোগল বাদছাহ দ্বিতীয় আকবৰক লোকদৰ্শিতা পাদছাহ উপাধিটো বিসৰ্জন দিবলৈ চুপাৰিছ দিয়ে। নামমাত্ৰ বৰ্তি থকা মোগল বাদছাহী পদ মৰ্যাদাৰ ইমানতে অন্ত পৰিল (১৮২৩ খ্ৰীঃ)।

ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে হিন্দুস্থানত একচ্ছত্ৰী ক্ষমতা স্থাপন কৰিয়েই সন্তুষ্ট হোৱা নাছিল। সমস্ত ভাৰতবৰ্ষত এখন নিকপ্‌কপীয়া আৰু নিৰাপদ বৃটিছ সাম্ৰাজ্য গঢ়ি তুলিবলৈ বিচাৰিছিল। এফালে ৰাজনৈতিক নিৰাপত্তা আনফালে বাণিজ্যিক স্বাৰ্থ। উভয়ৰে বাবে কোম্পানিয়ে উত্তৰ-পশ্চিম সীমান্ত আৰু উত্তৰ-পূব সীমান্ত অঞ্চল কোম্পানিৰ অধীন কৰাৰ প্ৰয়োজন আছিল। ইতিমধ্যে এই উদ্দেশ্যে কোম্পানিৰ, সৈন্য প্ৰেৰণ কৰা হৈছিল। ফলত উত্তৰ-পূব সীমান্ত সিপাৰৰ আফগানিস্তান, বেলুচিস্তান আৰু উত্তৰ-পূব সীমান্ত অসম দাঁতিকাষৰীয়া অঞ্চল আৰু ব্ৰহ্মদেশত কোম্পানিৰ আক্ৰমণ চলিল। অসমৰ ৰাজনীতিত হস্তক্ষেপ কৰাৰ সময়ত অসমৰ ভালৰ বাবে বৃটিছসকল অহা বুলি যি ধাৰণা দিছিল সি তেনে নহয়। ইয়াত দেখা-শুনাকৈ বৃটিছৰ সাম্ৰাজ্যবাদী স্বাৰ্থ নিহিত আছিল। ভাৰতৰ আভ্যন্তৰীণ ৰাজনৈতিক দুৰ্বলতাৰ সুযোগ লোৱাৰ দৰে অসমৰ আভ্যন্তৰীণ ৰাজনৈতিক দুৰ্বলতাৰ সুযোগ লৈ ত্ৰাণকৰ্তাৰ বেশেৰে বৃটিছ অসমলৈ আহে আৰু অসম দখল কৰে। অসমৰ দাঁতিকাষৰীয়া ৰাজ্য জয়ন্তীয়া, কাছাৰ, আৰু অসমৰ তলতীয়া ৰাজ্যসমূহ বৃটিছৰ কবলত পৰে। আনকি খাছি পাহাৰৰ সৰু সৰু স্বতন্ত্ৰ ৰাজ্যসমূহো বৃটিছৰ কবলৰ পৰা হাত সাৰিব নোৱাৰিলে।

**মায়ামৰীয়া বিদ্ৰোহ : বৰকান্দাজৰ উপদ্ৰৱ :** ১৭৬৯ খ্ৰীষ্টাব্দত আৰম্ভ হোৱা মায়ামৰীয়া বিদ্ৰোহৰ ফলত আহোম ৰজা লক্ষ্মী সিংহৰ লটিঘট হয় (১৭৬৯-১৭৮০ খ্ৰীঃ)। বিদ্ৰোহ দমন কৰি তেওঁ কোনোমতে সিংহাসন ধৰি আছিল যদিও গৌৰীনাথ সিংহৰ দিনত (১৭৮০-১৭৯৫ খ্ৰীঃ) মায়ামৰীয়াসকলে পুনৰ বিদ্ৰোহ আৰম্ভ কৰে। আহোম ৰজাসকলৰ ভিতৰত গৌৰীনাথ সিংহই আছিল সবাতোকৈ অকৰ্মণ্য, নিষ্ঠুৰ আৰু অত্যাচাৰী শাসক। তেওঁ সিংহাসন আৰোহণ কৰাৰ দুবছৰ পিছতে গোপালদেৱপন্থী কালসংহতি সম্প্ৰদায়ভুক্ত মায়ামৰীয়া সত্ৰাধিকাৰৰ শিষ্যসকলে বিদ্ৰোহ আচৰণ কৰিলে।

আহোম ৰজা শিৱসিংহৰ দিনত ছত্ৰভংগৰ যোগ পৰা বুলি ব্ৰাহ্মণ পুৰোহিতে ভয় দেখুৱাত ৰাণী ফুলেশ্বৰীয়ে শাক্ত ব্ৰাহ্মণৰ মন্ত্ৰণাত শিষ্য সমন্বিতে মায়ামাৰা মহন্তক বৈষ্ণৱী নীতি বিৰোধী কাৰ্য দুৰ্গাদেৱীৰ মূৰ্তিক মূৰ দোঁৱাই সেৱা কৰোৱা আৰু বলিৰ ফোঁট লোৱাৰ বাবে বাধ্য কৰে। তেতিয়াৰ পৰাই মায়ামৰীয়া বিদ্ৰোহৰ সূত্ৰপাত হয়। নিসন্দেহে এই বিদ্ৰোহ অকল ধৰ্মীয় নিৰ্যাতনৰ বাবে সংঘটিত হোৱা নাছিল। ইয়াৰ আৰ্থ-সামাজিক আৰু ৰাজনৈতিক কাৰণ আছিল। বিদ্ৰোহৰ কাৰণসমূহৰ পুনৰ্নিৰীক্ষণ নকৰি ৰাজনৈতিক কাৰণৰ বিষয়ে ঠোৰতে ক'ব পাৰি যে মায়ামৰীয়াৰ উত্থানত দুৰ্বল আহোম শক্তি শংকিত হয় আৰু তাক মষিমূৰ কৰাৰ বাবে উঠি-পৰি লাগে। কাৰণ মহাপুৰুষীয়া কালসংহতি সম্প্ৰদায় গণতান্ত্ৰিক আৰু সংস্কাৰমুখী আছিল। তেওঁলোকৰ গণভিত্তি আছিল অধিক মজবুত।

ততালিকে গৌৰীনাথ সিংহই বিদ্ৰোহ দমন কৰাৰ বাবে অতি নিষ্ঠুৰ পন্থা ল'লে। ৰাজআলিত ঘোষণা কৰা হ'ল যে বিদ্ৰোহীহঁতক বাটে-ঘাটে য'তে পোৱা যায় ত'তে সতি-সন্ততি-সবান্ধৱে হত্যা কৰিব লাগে। নিষ্ঠুৰ হত্যাকাণ্ড চলিল। আনকি শৰণাগতসকলো মৃত্যুৰ হাত সাৰিব নোৱাৰিলে। বহুতে চুবুৰীয়া অঞ্চললৈ পলাই প্ৰাণ ৰক্ষা কৰিলে। দেশৰ জনসংখ্যা সেৰেঙা হ'ল। তাৰ পোটক তোলাৰ বাবে মায়ামৰীয়াসকল পুনৰ সংঘবদ্ধ হ'ল। বিদ্ৰোহীসকলৰ আক্ৰমণত ৰাজকীয় সৈন্য হাৰি গ'ল। বিদ্ৰোহীসকলে ৰাজধানী দখল কৰিলে। ৰজা গৌৰীনাথ সিংহ পলাই গুৱাহাটী পালে। দিচৈ নদীৰ (ভোগদৈ) পশ্চিম অংশটো ৰজাৰ প্ৰধান মন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে অতি কষ্ট সাধ্যে ৰক্ষা কৰিলে। পূবৰ অঞ্চলত মোৱামৰীয়াৰ উৎপীড়ন চলিল।

বিদ্ৰোহীসকলক খেদি পঠাবৰ বাবে যৎপৰোনাস্তি চেষ্টা কৰা হ'ল। আহোমৰ মিত্ৰ আৰু তলতীয়া পোৱালি ৰজাসকলৰ সহায় বিচাৰিলে। ছখন তলতীয়া ৰাজ্য আছিল, যেনে দৰং, ডিমৰুৱা, ৰাণী, বৰদুৱাৰ, নদুৱাৰ আৰু বেলতলা। তেওঁলোকৰ ভিতৰত ৰাণীৰ তাকৰীয়া সৈন্য ৰখাৰ অধিকাৰ আছিল। আহোম ৰজাই এওঁলোকক পোৱালি ৰজা বুলিছিল।

পূৰ্বৰ মিত্ৰতাসূত্ৰে মণিপুৰৰ ৰজা জয়সিংহে সসৈন্য আহি আহোম সৈন্যৰ সৈতে ৰাজধানী জয়পুৰ পালে। কিন্তু সফল নহ'ল। বহুত মণিপুৰী সৈন্যই যুদ্ধত প্ৰাণাহুতি দিলে। কাছাৰ আৰু জয়ন্তীয়া ৰাজ্যৰ পৰা সামৰিক সাহায্য নাহিল। বৰঞ্চ দুৰ্ধৰ্ষ শত্ৰু আহোমৰ দুৰ্দশাৰ বাতৰি পাই আনন্দিত হ'ল। মায়ামৰীয়াসকলে জনৈক ভৰথ সিঙক উজনি অসমৰ ৰজা পাতিলে। সৰ্বানন্দ বৰসেনাপতি মৰাণ বা মটকৰ ৰজা হ'ল। অন্যান্য প্ৰান্তৰ ক্ষুদ্ৰ ক্ষুদ্ৰ শাসনকৰ্তাসকলে সুযোগ বুজি মূৰ দাঙি উঠিল।

গৌৰীনাথ সিংহৰ অপকৰ্মৰ ফলত নামনি অসমতো অন্য এক উৎপীড়ন আৰম্ভ হ'ল। কামৰূপৰ প্ৰজা বহুবছৰ আগৰে পৰাই বৰফুকনৰ শাসনত অসন্তুষ্ট আছিল। বৰফুকনে কামৰূপীসকলক অৱজ্ঞাৰ চকুৰে চোৱাই নহয় বিশ্বাসতো লোৱা নাছিল। পৰাজিত জাতি বুলি কামৰূপৰ মানুহক ঢেকেৰি বুলিছিল। দৰঙীয়া আৰু কামৰূপীয়া লোকক ৰাতি হ'লে গুৱাহাটীত থাকিব নিদিছিল। কামৰূপীয়াসকলৰ অসন্তুষ্টিৰ গইনা লৈ কামৰূপৰ চৌধুৰীসকলৰ অন্যতম জিকেৰিৰ চৌধুৰী হৰদত্তই গৌৰীনাথ সিংহ সমন্বিতে আহোমসকলক গুৱাহাটীৰ পৰা খেদিবলৈ ষড়যন্ত্ৰত নামিল আৰু তাত আহোমৰ কৰতলীয়া দৰঙৰ ৰজাক লিপ্ত কৰিলে। দৰঙৰ ৰজাক এই বুলি প্ৰৰোচনা দিলে যে আহোমৰ হাতৰ পৰা নামনি অসম মুক্ত হ'লে দৰঙৰ ৰজাকে নামনি অসমৰ ৰজা পাতিব। দৰঙৰ ৰজা সন্মত হ'ল। এতেকে নামনি অসমতো আহোমৰ বিৰুদ্ধে বিদ্ৰোহ আৰম্ভ হ'ল। দুয়ো পক্ষৰ মাজত সংঘৰ্ষ লাগিল; কিন্তু দৰঙৰ সৈন্য পৰাজিত হ'ল। গৌৰীনাথ সিংহই বিশ্বাসঘাতকতা কৰি দৰঙৰ ৰজা হংস নাৰায়ণক বধ কৰিলে আৰু হংস নাৰায়ণৰ পুত্ৰ কৃষ্ণনাৰায়ণক ৰজা নাপাতি বিষ্ণুনাৰায়ণ নামে এজন কোঁৱৰক ৰজা পাতিলে। হৰদত্ত পলাল। তেওঁৰ কেইজনমান পৰম আত্মীয়ক মৃত্যুদণ্ড বিহিলে।

দুখে-বেজাৰে কৃষ্ণনাৰায়ণ কোঁচবিহাৰলৈ পলাই গ'ল আৰু কোঁচবিহাৰৰ কমিছনাৰৰ ওচৰত কোম্পানিৰ সাহায্যৰ বাবে প্ৰাৰ্থনা জনালে। সাহায্যৰ বিনিময়ত তেওঁ কোম্পানিৰ তলতীয়া শাসনকৰ্তা হৈ থকাৰ প্ৰতিশ্ৰুতি দিলে। কমিছনাৰ চাহাবে তাৰ বাবে উৰ্ধতম কৰ্তৃপক্ষৰ মতামত বিচাৰে। কিন্তু তাৰ অনুমোদন নাহিল। বিমোৰত পৰি কৃষ্ণনাৰায়ণে কোম্পানিৰ ৰাজ্যৰ পৰা নিজাববীয়াকৈ সৈন্য সংগ্ৰহ কৰাৰ বাবে অনুমতি বিচাৰে। কমিছনাৰ চাহাবে এই সন্দৰ্ভত কৰ্তৃপক্ষৰ লগত যোগাযোগ কৰি এটি দ্ব্যৰ্থক হুকুম পায়। বুজামতে কৃষ্ণনাৰায়ণক সৈন্য সংগ্ৰহ কৰাৰ বাবে সাহায্য কৰিবলৈ দিয়া নাছিল নাইবা বাধাও দিয়া নাছিল। এতেকে কৃষ্ণনাৰায়ণে বংগতে দেল হিন্দুস্তানী চিপাহী সংগ্ৰহ কৰিলে। শিখ, ৰাজপুত, আৰু বংগৰ পৰা লাহোৰলৈ বিভিন্ন ধৰণৰ লোকক লৈ চিপাহীৰ দলটো গঠন কৰিছিল। এই ভেৰোণীয়া চিপাহীবোৰকে "বৰকান্দাজ" বোলা হৈছিল। অৱশ্যে অসমৰ পৰাও কিছুমানক বৰকান্দাজ হিচাপে মকৰল কৰা হয়। দৰঙৰ ফতিক বৰুৱা, বিজনীৰ গাইৰ সিং বৰুৱা, পাঞ্জাবৰ ধীৰ সিং জামাদাৰ, ৰংপুৰৰ হৰিসিং হাজাৰি আদিয়ে কেপ্টেইন হিচাপে যোগদান কৰিছিল। হৰদত্তই কৃষ্ণনাৰায়ণৰ মুখ্য মন্ত্ৰী আৰু পৰামৰ্শদাতা হিচাপে দায়িত্ব গ্ৰহণ কৰে।

১৭৯১ খ্ৰীষ্টাব্দৰ ডিচেম্বৰত বৰকান্দাজ বাহিনী বিজনী আৰু ভূটানৰ বাট ধৰি অসমত সোমায়। ভূটানৰ ৰজাৰ কিছু সৈন্য কৃষ্ণনাৰায়ণ পক্ষত যোগদান দিয়ে। বৰকান্দাজৰ সহায়ত কৃষ্ণনাৰায়ণে আহোম ৰজা গৌৰীসিংহৰ মনোনীত প্ৰাৰ্থী বিষ্ণুনাৰায়ণক খেদি দৰঙৰ ৰাজপাট দখল কৰিলে আৰু আহোমৰ বিৰুদ্ধে গুৱাহাটীলৈ যাত্ৰা কৰিলে। কৃষ্ণনাৰায়ণক ভেটিবলৈ আহোম সৈন্য আগবাঢ়ি অহাত দুই দলৰ মাজত যুদ্ধ হয়। কৃষ্ণনাৰায়ণ জয়ী হৈ উত্তৰ গুৱাহাটীকে ধৰি সমগ্ৰ উত্তৰ পাৰটো দখল কৰিবলৈ সমৰ্থ হয়। কিন্তু বৰকান্দাজসকলক নিয়ম মতে পাৰিতোষিক দিব নোৱাৰাত সিহঁতে প্ৰজা সাধাৰণৰ ওপৰত উপদ্ৰৱ চলাবলৈ ধৰে। ধন-সোণ, বয়বস্তু য'তে যি পাই তাক লৈ পোহপাল যাবলৈ লয়।

**বৃটিছৰ হস্তক্ষেপ ঃ কেপ্টেইন ৱেলছৰ অসম অভিযান ঃ** উজনিত মায়ামৰীয়া আৰু নামনিত বৰকান্দাজসকলৰ উপদ্ৰৱ নিবাৰণ কৰিব নোৱাৰি গৌৰীনাথ সিংহই ইষ্ট-ইণ্ডিয়া কোম্পানিৰ সামৰিক সাহায্য বিচৰাৰ বাহিৰে অন্য উপায় নাপালে। পৰিশেষত তেওঁ তাকেই কৰিলে। কোম্পানি চৰকাৰৰ তদানীন্তন গৱৰ্ণৰ জেনেৰেল কৰ্ণৱালিছে গৃহ চৰকাৰে পোষণ কৰা অহস্তক্ষেপ নীতি মানি চলিছিল। অসম

তথা উত্তৰ-পূৰ্বাঞ্চলৰ পৰা ৰাজস্বৰ উদ্বৃত্ত একো পোৱা নাযাব বুলি বিবেচনা কৰি ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে অঞ্চলটো দখল কৰিব খোজা নাছিল বুলি কোনো কোনোৱে ক'ব খোজে যদিও ইষ্ট-ইণ্ডিয়া কোম্পানি আৰু তাৰ উৰ্ধতম কৰ্তৃপক্ষই ইতিমধ্যে অঞ্চলটোত বাণিজ্যিক সম্ভাৱনা সম্পৰ্কে মনোনিবেশ কৰিছিল। বংগ, বিহাৰ আৰু উৰিষ্যাৰ দেৱানী লাভ কৰাৰ পিছৰে পৰাই এই বিষয়ে চিন্তা-চৰ্চা কৰা হয়। তেতিয়াৰে পৰাই অসমত বাণিজ্য কৰিব খোজা বণিক-সদাগৰসকলে সময়ে সময়ে কোম্পানিৰ ওচৰত তাৰ বাবে আবেদন কৰিছিল। ১৭৭৩ খ্ৰীষ্টাব্দতে বেইলিয়ে মত প্ৰকাশ কৰিছিল যে অসম তথা পূৰ্বাঞ্চলত ইউৰোপীয় বাণিজ্যিক দ্ৰব্যৰ চাহিদা আছে। ফলত ১৭৮৫ খ্ৰীষ্টাব্দত কোম্পানিয়ে চুবুৰীয়া ৰাজ্য অসমত লোণৰ ব্যৱসায় খোলাৰ সিদ্ধান্ত লয়। দুবছৰ পিছত মন্ত্ৰণা সভাই হ'গ বেইলিক লোণৰ ব্যৱসায়ৰ গোৱালপাৰাস্থ ৰেছিডেণ্ট নিযুক্ত কৰে। কিন্তু অসমত উদ্ভৱ হোৱা ৰাজনৈতিক পৰিস্থিতিৰ ফলত লোণৰ ব্যৱসায়ত লোকচান হয়। ১৭৮৮ খ্ৰীষ্টাব্দত কোম্পানিয়ে গোৱালপাৰাৰ বাণিজ্যিক কেন্দ্ৰ বন্ধ কৰে। গতিকে লৰ্ড কৰ্ণৱালিছে মন্ত্ৰণা পৰিষদৰ অহস্তক্ষেপ নীতি পোষণ কৰিব লাগিছিল যদিও বাণিজ্যিক স্বাৰ্থসাপেক্ষে অসমৰ আভ্যন্তৰীণ ৰাজনীতিত হস্তক্ষেপ কৰাৰ সিদ্ধান্তই ল'লে। ১৭৯২ খ্ৰীষ্টাব্দৰ ৩ অক্টোবৰত কৰ্ণৱালিছে কোম্পানিৰ বোৰ্ডলৈ লিখি পঠিওৱা টোকাতজনীয়া স্পষ্টকৈ উল্লেখ কৰিছিল যে ইমান দিনে অসমৰ ৰজাই ইংৰাজসকলৰ প্ৰতি সদ্ভাৱ পোষণ কৰা নাছিল। এতেকে এনে এটি সুযোগ হেৰুৱাৰ কথা নাই। গৌৰীনাথ সিংহৰ আৰ্জি সাপেক্ষে বৰকান্দাজসকলক অসমৰ পৰা খেদি শান্তি-শৃংখলা স্থাপন কৰাৰ বাবে কেপ্টেইন ৱেলছক ৬০ জনীয়া চিপাহীৰ ৬ টা কোম্পানি দি অসমলৈ পঠালে (চেপ্টেম্বৰ, ১৭৯২ খ্ৰীঃ)। অৱশ্যে লৰ্ড কৰ্ণৱালিছে ঘোষণা দিলে যে তেওঁ মানৱতাৰ খাতিৰত আৰু অসমৰ ভিতৰুৱা অঞ্চলসমূহত কোম্পানিৰ বাণিজ্যিক দ্ৰব্যসমূহৰ সন্ধান দিয়াৰ অৰ্থে সৈন্য প্ৰেৰণ কৰিলে।

কোম্পানি চৰকাৰৰ আদেশমতে কেপ্টেইন ৱেলছে ৩৬০ জন চিপাহী লৈ অসমলৈ যাত্ৰা কৰিলে (১১ নবেম্বৰ, ১৭৯২ খ্ৰীঃ)। চিপাহী বাহিনীত কেপ্টেইন ৱেলছৰ তলতীয়া ম্যাক গ্ৰেগৰক সৈন্য বিষয়া হিচাপে, ইঞ্জিনিয়াৰ ইনছাইন টমাছ উডক জৰীপকাৰী হিচাপে আৰু ড° জন পিটাৰ ওৱেডক সহকাৰী মেজৰ হিচাপে অন্তৰ্ভুক্ত কৰা হয়। ইতিমধ্যে কৃষ্ণনাৰায়ণ আৰু বৰকান্দাজসকলে গুৱাহাটীত হানা দিছিল। কৃষ্ণনাৰায়ণৰ ইংগিতত জনৈক বৈৰাগীৰ নেতৃত্বত মায়ামৰীয়া কিছুমানে উপদ্ৰৱ চলাই ৰাজহাউলিৰ সমীপত অগ্নিসংযোগ কৰে। আনকি বৈৰাগীয়ে নিজকে ৰাজা বুলি ঘোষণা দিয়ে। ভয়ত পেপুৱা লাগি গৌৰীনাথ সিংহই পৰিয়ালক এৰি মন্ত্ৰী সমন্বিতে নাৱত উঠি ব্ৰহ্মপুত্ৰৰে ভাটিলৈ গমন কৰাত বৈৰাগী ৰাজাই গুৱাহাটী দখল কৰে। গোৱালপাৰাৰ পৰা নাৱৰে উজাই অহা কেপ্টেইন ৱেলছে নগৰবেৰাৰ সমীপত পলাতক গৌৰীনাথ সিংহৰ লগত ভেটাভেটি হয়। অৱস্থাৰ বুজালৈ ৱেলছে ততালিকে গুৱাহাটীলৈ চোঁচা লয়। ২৫ নবেম্বৰত ৱেলছৰ চিপাহীয়ে বৈৰাগী ৰাজাক আকস্মিকভাৱে আক্ৰমণ কৰাত বৈৰাগী ৰাজা পলাই সাৰে। তেওঁৰ মন্ত্ৰী হৈ ধন সহ ষাঠিজন সমৰ্থকক বন্দী কৰিবলৈ সমৰ্থ হয়। তাৰ পিছত বৈৰাগী ৰাজাও বন্দী হয়। অৱস্থাৰ দ্ৰুত উন্নতি হোৱাত গৌৰীনাথ সিংহই নাৱেৰে উজাই আহি গুৱাহাটীত উপস্থিত হ'ল। বন্দীসকলৰ ওপৰত নমনীয় স্থিতি লোৱাৰ বাবে চুপাৰিছ দি কেপ্টেইন ৱেলছে বৈৰাগী ৰাজাসহ বন্দীসকলক গৌৰীনাথ সিংহৰ হাতত গতাই দিয়ে। কিন্তু প্ৰহিংসা পৰায়ণ গৌৰীনাথ সিংহই বৈৰাগী ৰাজা সহিতে বন্দীসকলক অতি নিষ্ঠুৰতাৰে হত্যা কৰে। ড° সূৰ্যকুমাৰ ভূঞাই টিপ্পনী দিয়ামতে সাতদিন পিছত গৌৰীনাথ সিংহই এনে জাকজমকতাৰে গুৱাহাটীত পুনৰ প্ৰৱেশ কৰিলে যেন তেওঁ প্ৰদৰ্শন কৰা ভিৰুতাৰ ভাবে অকণো লজ্জাবোধ কৰা নাছিল নাইবা মিত্ৰশক্তিৰ জয়লাভত আহ্লাদিত হোৱা নাছিল।

কেপ্টেইন ৱেলছে কৃষ্ণ নাৰায়ণ আৰু বৰকান্দাজসকলক আত্মসমৰ্পণ কৰাৰ বাবে আহ্বান দি ব্যৰ্থ হোৱাত সিহঁতৰ কব্জাত থকা উত্তৰ গুৱাহাটী অঞ্চল আক্ৰমণ কৰাৰ সিদ্ধান্ত লয়। অৱশ্যে কোম্পানিৰ সৈন্য খাদ্যৰ অভাৱত পৰিছিল যদিও গৱৰ্ণৰ জেনেৰেল কৰ্ণৱালিছৰ চুপাৰিছ মৰ্মে গৌৰীনাথ সিংহই ১৭৯৩ খ্ৰীষ্টাব্দৰ ১ ডিচেম্বৰত এখন হাট বহুৱাই তাৰ যথোচিত ব্যৱস্থা লোৱাত অসুবিধা আঁতৰ হ'ল।

কেপ্টেইন ৱেলছে তেওঁৰ সাহায্যার্থে এটি সৈন্য বাহিনী পঠাবলৈ আৰু আন এটি সৈন্যৰ বাহিনী বিজনীলৈ পঠাবলৈ গৱৰ্ণৰ জেনেৰেলক পৰামৰ্শ দিলে।

উত্তৰপাৰত বৰকান্দাজসকল মণিকর্ণেশ্বৰ পাহাৰৰ পৰা বৰনদীৰ মুখ ধৰি শৰাই পাহাৰলৈকে অৱস্থান লৈ আছিল। প্ৰায় সাতশ বৰকান্দাজ আৰু দৰণ্ডী সেনাই অশ্বক্ৰান্ত পাহাৰত থিতাপি লৈ আছিল। ওচৰ-পাঁজাৰৰ পাহাৰত কৃষ্ণনাৰায়ণে নিজৰ নেতৃত্বত বৰকান্দাজ বাহিনীৰ বৃহৎ অংশ ৰাখিছিল। ৬ ডিচেম্বৰত (১৭৯২ খ্ৰীঃ) আৰম্ভ কৰা বৃটিছ সৈন্যৰ আক্ৰমণত অশ্বক্ৰান্তস্থ বৰকান্দাজ বাহিনী ছেদেলি-ভেদেলি হৈ ছত্ৰভংগ দিলে। এই আক্ৰমণ চলিছিল লেফটেনেণ্ট উইলিয়ামৰ নেতৃত্বত। উইলিয়ামে তাত কিছু সৈন্য-সামন্ত ৰাখি কৃষ্ণনাৰায়ণৰ ছাউনীলৈ আগবাঢ়িল। বৃটিছ সৈন্যৰ হাতত পৰাজিত হৈ কৃষ্ণনাৰায়ণে প্ৰায় ১৫০০ মান বৰকান্দাজ লৈ ৰঙিয়াৰ ওচৰৰ হৰদত্তৰ জিকেৰি গাঁৱলৈ অপসৰণ কৰিলে। কেপ্টেইন ৱেলছে পঠিওৱা ৪ টা অতিৰিক্ত সৈন্যবাহিনীসহ লেফটেনেণ্ট উইলিয়ামে ২২ ডিচেম্বৰত জিকেৰি আক্ৰমণ কৰিলে। কৃষ্ণনাৰায়ণ যুদ্ধত হাৰি পাছ হুঁহকি গৈ দৰঙৰ কলিতাকুছি দুৰ্গত আশ্ৰয় ল'লে। ২৫ ডিচেম্বৰত লেফ্‌টেনেণ্ট ডিকৰ অধীনত এটি বৃটিছ সৈন্যৰ দল কৃষ্ণনাৰায়ণ খেদি গ'ল। যুদ্ধত কৃষ্ণনাৰায়ণৰ ১০০ মান সৈন্যৰ প্ৰাণহানি হ'ল। কিছু বৰকান্দাজ লৈ কৃষ্ণনাৰায়ণ আৰু হৰদত্ত ভূটানলৈ পলাল। ফলত বৰকান্দাজসকলৰ কিছু অংশই কৃষ্ণনাৰায়ণৰ পক্ষ ত্যাগ কৰিলে।

বৰকান্দাজসকলক নামনি অসমৰ পৰা খেদি পঠালেও যিসকল বৰকান্দাজ কৃষ্ণনাৰায়ণৰ লগত আছিল, সিহঁতে ভূটানৰ পৰা আহি অ'ত-ত'ত দৌৰাত্ম্য চলাই আছিল। বৰকান্দাজসকলক খেদি পঠোৱাৰ পাছত গৱৰ্ণৰ জেনেৰেল লৰ্ড কৰ্ণৱালিছে ৱেলছক সোঁৱৰাই দিলে যে কোম্পানি চৰকাৰৰ প্ৰথম অভিপ্ৰায়, অৰ্থাৎ বৰকান্দাজসকলক কামৰূপ তথা নামনি অসমৰ পৰা খেদি পঠিওৱা কাৰ্য সফল হ'ল; দ্বিতীয় অভিপ্ৰায় মানে ৰজা গৌৰীনাথ সিংহক পুনৰ ক্ষমতাধিষ্ঠিত কৰা কাৰ্য, আভ্যন্তৰীণ বিষয়ত হস্তক্ষেপ নকৰাকৈ সমাধান কৰিব লাগে। আচল কথা, কোম্পানিৰ স্বাৰ্থপূৰণৰ বাবে অসমত শান্তি আৰু শৃংখলা স্থাপন কৰাটোৱে আছিল অতীব প্ৰয়োজনীয় কথা। তাৰ বাবে কেপ্টেইন ৱেলছে আহোম ৰাজশত্ৰুৰ লগত আপোচ-মীমাংসা কৰাৰ বাবে যত্নপৰ হ'ল। কিন্তু অপদাৰ্থ, দুৰ্বল ৰজাজনৰ বাবে তেওঁ অসুবিধাত পৰিল। ঘোৰ কানিখোৰ গৌৰীনাথ সিংহৰ বিবেচনা শক্তি নাছিল। মন্ত্ৰী-বিষয়াৰ পৰামৰ্শ অবিহনে তেওঁ ৰাজকাৰ্য পৰিচালনা কৰাৰ বাবে অপাৰগ আছিল। মন্ত্ৰী-বিষয়া আছিল দুৰ্নীতিপৰায়ণ ক্ষমতালোভী আৰু নীচ প্ৰকৃতিৰ। তেওঁলোকৰ আত্মস্বাৰ্থ ৰক্ষাৰ বাবে ৰাজ আজ্ঞা লৈ কাৰ্য সম্পাদন কৰিছিল। এই কথা জানিও ৱেলছে কৃষ্ণনাৰায়ণ আৰু আহোম ৰজা গৌৰীনাথ সিংহৰ মাজত বুজা-পৰা হোৱাৰ পৰিৱেশ সৃষ্টি কৰাৰ প্ৰয়াস লয়। সেয়ে বিদ্ৰোহী বৈৰাগী ৰজাৰ সপক্ষে যুদ্ধ কৰি বন্দী হোৱা সকলৰ প্ৰতি সহানুভূতিশীল হোৱাৰ বাবে গৌৰীনাথ সিংহক পৰামৰ্শ দিছিল। কিন্তু এই বন্দীসকলক আহোম ৰজাৰ স্বেচ্ছাচাৰী দস্তুৰ হিচাপে নিষ্ঠুৰতাৰে হত্যা কৰা হয়। এই কথা পোহৰলৈ আহিল যে গৌৰীনাথ সিংহ গুৱাহাটীলৈ উভতি অহাৰ পাচত ১১৩ জন লোকক হত্যা কৰা হয়। তাৰ ভিতৰত ২৪ জনৰ প্ৰতি সদ ব্যৱহাৰ দেখুৱাবৰ বাবে ৱেলছে চুপাৰিছ দিছিল। ৭০ জন কাৰাবাসীয়ে খাদ্যাভাৱত মৃত্যু মুখত পৰে। আনকি প্ৰতিহিংসা পৰায়ণ গৌৰীনাথ সিংহই কেপ্টেইন ৱেলছৰ ওচৰত দাবী উত্থাপন কৰিছিল যে কৃষ্ণনাৰায়ণ বন্দী হ'লে তেওঁৰ হাতত গতাই দিব লাগে।

এনে কাৰ্যৰ বাবে দোষাৰোপ কৰাত গৌৰীনাথ সিংহই তাৰ বাবে অনুশোচনা কৰাৰ পৰিবৰ্তে প্ৰকাশ্যে ঘোষণা কৰিছিল তেওঁ মৃত্যুদণ্ড আৰু অংগচ্ছেদৰ অধিকাৰৰ পৰা বিৰত থকাতকৈ ৰাজত্বকে বিসৰ্জন দিবলৈ সাজু; কাৰণ, এই অধিকাৰ আহোম ৰাজতান্ত্ৰিক পৰম্পৰা যুক্ত। পৰিহাসৰ কথা যে যিজন ৰজাই সিংহাসন ৰক্ষাৰ্থে বৃটিছৰ অনুগ্ৰহ প্ৰাৰ্থী, তেওঁ নাজানে যে তেওঁৰ ভৰিৰ তলৰ মাটি খহিবলৈ লৈছে; দেশখন অনতি পলমে বৃটিছৰ হাতলৈ যাব। ক্ষমতা হেৰুৱায়ো স্বেচ্ছাচাৰী ক্ষমতাৰ বাঘজৰী খামোচ মাৰি ধৰি ৰাখিব খোজাটো যে মূৰ্খামি। তাক তেওঁ নাজানে। তেওঁ মাথোঁ জানে যে যিহেতু কোম্পানি চৰকাৰে আভ্যন্তৰীণ বিষয়ত হস্তক্ষেপ নকৰাৰ কথাকেই দোহাৰিছে, তেওঁ ৰাজকীয় মৰ্যাদা

বিসর্জন দিয়াৰ কথা নাই। ১৭৯৩ খ্ৰীষ্টাব্দৰ ৩ ফেব্ৰুৱাৰীত গৌৰীনাথ সিংহই বিষ্ণুনাৰায়ণ আৰু দুৱৰী বৰুৱা দুজনক মাতি আনিলে আৰু তেওঁলোকে দেশখন কোম্পানি চৰকাৰৰ ওচৰত বিক্ৰী কৰা বুলি অভিযুক্ত কৰি তিনিওকে মৃত্যুদণ্ড বিহিলে। উপায়হীন হৈ তেওঁলোকে কেপ্টেইন ৱেলছৰ হস্তক্ষেপ বিচাৰিলে।

কেপ্টেইন ৱেলছে এই কথা হৃদয়ংগম কৰিলে যে ৰাজ্যখনত শান্তি আৰু শৃংখলা স্থাপনৰ বাবে প্ৰশাসনিক সংস্কাৰৰ প্ৰয়োজন। তেওঁ জানিছিল যে মন্ত্ৰী-বিষয়াই সহযোগিতা প্ৰদৰ্শন কৰিছে— যদিও, ভিতৰি ভিতৰি তেওঁলোক ইংৰাজ বিৰোধী। সেয়ে জয়নাথ বৰুৱা আৰু সিৰিং চ'লাধৰা ফুকনক বৰ্খাস্ত কৰা হ'ল। ১০০ জন আলধৰা ব্যক্তিৰ বাহিৰে আনৰ ওপৰত ৰজাৰ অধিকাৰ খৰ্ব কৰা হ'ল। বৰফুকনকো বৰ্খাস্ত কৰি নতুন বৰফুকন পাতিলে। প্ৰজা সাধাৰণৰ মনত বিশ্বাস স্থাপনৰ অৰ্থে দুখন ঘোষণা-পত্ৰ জাৰি কৰিলে। এখন অসমৰ জনসাধাৰণৰ উদ্দেশ্যে; আনখন ডা-ডাঙৰীয়া আৰু তলতীয়া শাসনকৰ্তাসকলৰ উদ্দেশ্যে। প্ৰথমখনৰ জৰিয়তে জনোৱা হ'ল যে ভৱিষ্যতে দেশত ন্যায় ৰক্ষা কৰা হ'ব ওজৰ-আপত্তিৰ শু নানিৰ বাবে নিৰ্দিষ্ট দিন ধাৰ্য কৰা হ'ব আৰু যথোচিত প্ৰতিকাৰ সাধন কৰা হ'ব। দ্বিতীয়খনৰ জৰিয়তে দেশৰ শোচনীয় অৱস্থাৰ উন্নতিৰ অৰ্থে সংহত ব্যৱস্থা লোৱাৰ বাবে আলচ কৰিবলৈ আহোম ৰজাৰ ডাঙৰীয়া আৰু তলতীয়া শাসনকৰ্তাসকলক গুৱাহাটীত উপস্থিত হোৱাৰ বাবে আমন্ত্ৰণ জনোৱা হয়। উল্লেখ্য যে পৰিশেষত গৌৰীনাথ সিংহই কেপ্টেইন ৱেলছৰ প্ৰশাসনীয় সংস্কাৰ ৰূপায়ণ কৰাৰ বাবে প্ৰতিশ্ৰুতিবদ্ধ হ'ল।

**কৃষ্ণনাৰায়ণৰ আত্মসমৰ্পণ ঃ** কেপ্টেইন ৱেলছে অসমলৈ আহিয়ে গৌৰীনাথ সিংহক জনাইছিল যে উপতৃক অধিকাৰৰ পৰা বঞ্চিত কৃষ্ণনাৰায়ণক পুনৰ ক্ষমতাধিষ্ঠিত কৰিব লাগে। গৱৰ্ণৰ জেনেৰেল লৰ্ড কৰ্ণৱালিছে তাকেই বিচাৰিছিল। কিন্তু গৌৰীনাথ সিংহই ৰাজদ্ৰোহীক শাস্তি দিয়াৰ বাবেহে আঁকোৰগোজ মনোভাব পোষণ কৰিছিল। পৰিস্থিতিসাপেক্ষে ৱেলছৰ ওচৰত সেও মনাৰ পিছত গৌৰীনাথ সিংহক অৱগত কৰা হ'ল যে গৱৰ্ণৰ জেনেৰেল কৰ্ণৱালিছে কৃষ্ণনাৰায়ণকে পৈতৃক অধিকাৰ সূত্ৰে পুনৰ ক্ষমঅধিষ্ঠিত কৰিবলৈ দোহাৰিছে। বিশেষকৈ তেওঁৰ শত্ৰুৰ সংখ্যা হ্ৰাস কৰাৰ বাবে। গৌৰীনাথ সিংহ মান্তি হ'ল। কেপ্টেইন ৱেলছে সেয়ে কৃষ্ণনাৰায়ণ আৰু হৰদত্তক জনালে যে তেওঁলোক গুৱাহাটী উপস্থিত হ'ব লাগে। প্ৰতিহিংসাপৰায়ণ ৰজাৰ হাতত জীৱনৰ নিৰাপত্তা নাই বুলি ভাবি তেওঁলোক গুৱাহাটীলৈ আহিবলৈ দ্বিধাবোধ কৰিছিল। তাকে জানি ৱেলছে কৃষ্ণনাৰায়ণক জনালে যে তেওঁ নিৰ্দিষ্ট সময় সীমাৰ ভিতৰত উপস্থিত নহ'লে বিষ্ণুনাৰায়ণকে দৰঙৰ ৰজা হিচাপে বাহাল ৰখা হ'ব। কোম্পানি চৰকাৰৰ নিৰ্দেশ নামানিলে কথা বিষম হ'ব বুলি জানি হৰদত্তৰ পুত্ৰ আৰু ৪০০ বৰকান্দলৈ কৃষ্ণনাৰায়ণ গুৱাহাটীলৈ আহিল (২০ মে', ১৭৯৩ খ্ৰীঃ)। বৰকান্দাজসকলক সুৰক্ষা দি ৰংপুৰলৈ পঠাই দিলে। ৰংপুৰত উপস্থিত হোৱাত তেওঁলোকৰ পাওনা বেতন (প্ৰায় ৬০০০ টকা) আদায় দি বৰকান্দাজ বাহিনী ভংগ কৰি দিয়া হ'ল। ২৪ মে'ত কৃষ্ণনাৰায়ণে গৌৰীনাথ সিংহৰ ওচৰত আনুগত্যৰ শপত ল'লে। তেওঁক দৰঙৰ ৰাজা হিচাপে অভিষিক্ত কৰা হ'ল। কিন্তু তেওঁৰ পদমৰ্যাদা জমিদাৰ হিচাপেহে স্বীকৃত হ'ল। ৰাজনৈতিক আৰু প্ৰাশাসনিক ক্ষমতা বৰফুকনৰ হাতত থাকিল। দৰঙৰ ৰাজাই গুৱাহাটীৰ শাসনকৰ্তা বৰফুকনক গা-খাটনিৰ বাবে ৬০০০ পাইকৰ যোগান ধৰিব লাগিছিল। কৃষ্ণনাৰায়ণে তাৰ পৰিবৰ্তে বছৰি ৫৮,০০০ টকা আদায় দিবলৈ গাত ল'লে। ইষ্ট-ইণ্ডিয়া কোম্পানি চৰকাৰে বৰকান্দাজক আদায় দিয়া ধনখিনি ঘূৰাই দিলে। সকলো ব্যৱস্থা সম্পূৰ্ণ হোৱাৰ পাছত দৰং ৰজাৰ দায়িত্ব চমজাই ল'বলৈ কৃষ্ণনাৰায়ণ মংগলদৈলৈ গ'ল (১৫ জুন, ১৭৯৩ খ্ৰীঃ)। জুলাই মাহত (১৭৯৩ খ্ৰীঃ) উত্তৰাধিকাৰসূত্ৰে বিষ্ণুনাৰায়ণক সমুদ্ৰনাৰায়ণেৰে সৈতে কামৰূপৰ যুটীয়া ৰাজা পাতা হয়। কৃষ্ণনাৰায়ণৰ দৰে এওঁলোকৰো মৰ্যাদা জমিদাৰলৈ পৰ্যবসিত হয়।

**ৰাজাসকলৰ সভা ঃ** উজনি আৰু নামনিত ৰাজবিদ্ৰোহ কালত (মোৱামৰীয়া আৰু কামৰূপ-দৰং প্ৰজা বিদ্ৰোহ) আহোমৰ তলতীয়া শাসনকৰ্তা, ৰাজাসকলৰ কিছুমানে স্বশাসন প্ৰতিষ্ঠা কৰাৰ বাবে মূৰ দাঙি উঠে। ৰাজকৰ বন্ধ কৰে। ইয়াৰ অন্তৰালত আহোম স্বেচ্ছাচাৰী তথা সামন্তীয়

শাসন-শোষণৰ অসন্তোষ-অসন্তুষ্টিয়ে ক্ৰিয়া কৰিছিল। স্মৰ্তব্য যে সম্পূৰ্ণ নিৰাপদ বা মুক্তভাৱে বৃটিছ ব্যৱসায় সম্প্ৰসাৰণৰ বাবে শান্তিপূৰ্ণ সহযোগ বা অনুকূল বাতাৱৰণৰ প্ৰয়োজন। গতিকে আহোম ৰজা গৌৰীনাথ সিংহৰ লগত তেওঁলোকৰ যি মতবিৰোধ আছে তাৰ আপোচ-মীমাংসাৰ বাবে ৰাজাসকলৰ সভা আহ্বান কৰা হয়। কৃষ্ণনাৰায়ণৰ লগত যোগাযোগ কৰাৰ সময়তে কেপ্টেইন ৱেলছে এনে এখন সভা অনুষ্ঠিত কৰাৰ পৰিকল্পনা লৈছিল। কলিয়াবৰৰ পশ্চিমৰ ৰাজা আৰু জনসমৰ্থন থকা বিষয়া আৰু সম্ভ্ৰান্ত লোকৰ লগত যোগাযোগ কৰা হয়। কিন্তু সভা অনুষ্ঠিত নহ'ল। তাত কিবা অভিসন্ধি থকা বুলি তেওঁলোক আগবাঢ়ি নাহিল। তেওঁলোকৰ ভয় জানোচা ৰাজদ্ৰোহ আচৰণ কৰা বুলি শাস্তি বিহে, নাইবা আহোম ৰজাৰ বশ্যতা স্বীকাৰৰ বাবে বাধ্য কৰায়। ৱেলছ বা কোম্পানি চৰকাৰে আভ্যন্তৰীণ বিষয়ত হস্তক্ষেপ নকৰাৰ যি আশ্বাস দিছিল। তাত তেওঁলোকৰ বিশ্বাস নাছিল।

**গৌৰীনাথ সিংহৰ লগত বাণিজ্যিক চুক্তি ঃ** কেপ্টেইন ৱেলছে সামৰিক অভিযান আৰু ৰাজনৈতিক আলাপ-আলোচনাত লাগি থাকিলেও বাণিজ্য যে কোম্পানিৰ মুখ্য উদ্দেশ্য তাৰ কথা পাহৰা নাছিল। কোম্পানিৰ ৰাজ্যৰ পৰা কামৰূপলৈ অহা বৰকান্দাজসকলক ওভতাই অনাটো কোম্পানিৰ কৰ্তব্য বুলি কেপ্টেইন ৱেলছক সামৰিক অভিযান চলাবলৈ দিয়া হয় বুলি প্ৰকাশ কৰিলেও বৰকান্দাজ সকলক খেদাৰ পিছতো সামৰিক অভিযান অন্ত নপৰাত সেই কথা ওলাই পৰে। ফেব্ৰুৱাৰীত (১৭৯৩ খ্ৰীঃ) গৱৰ্ণৰ জেনেৰেললৈ প্ৰেৰণ কৰা চিঠিত তাৰ স্পষ্ট উল্লেখ আছে। পলৰীয়া ৰজা গৌৰীনাথ সিংহৰ সৈতে ব্ৰহ্মপুত্ৰৰে উজাই আহোঁতে ৱেলছে হাতীমূৰাৰ ওচৰৰ নদী এখনৰ বালি ধুই সোণ উলিওৱা দেখি গুৱাহাটীৰ পৰা চিঠিৰে গৱৰ্ণৰ জেনেৰেলক জনায় যে অসমত শান্তি-শৃংখলা পুনৰ প্ৰতিষ্ঠা হ'লে কোম্পানিৰ তহবিললৈ ধন-সম্পত্তি অহাৰ এটি নতুন বাট মুকলি হ'ব। অসমত লোণ আৰু কানিৰ ব্যৱসায়ৰ যে লাভজনক ৰজাৰ গঢ়ি উঠিব, তাৰো সম্ভেদ দিয়ে। কোম্পানিয়ে অসমত খুঁটি পুতিব পাৰিলে ১০০,০০০ মোন লোণ বিক্ৰী হ'ব বুলি ৱেলছে আশা পোষণ কৰিছিল। কোম্পানিয়ে অসমত নিজাববীয়াকৈ লোণৰ ব্যৱসায় খুলিলে ডেৰ লাখ টকা কমিছন হিচাপে পোৱা যাব বুলি ড° জে. পি. ওৱেডে বন্ধু এজনলৈ চিঠি লিখি জনায়।

১৭৯৩ খ্ৰীষ্টাব্দৰ ২৮ ফেব্ৰুৱাৰীত কেপ্টেইন ৱেলছৰ চুপাৰিছ মতে গৌৰীনাথ সিংহই কোম্পানি চৰকাৰৰ লগত এখন বাণিজ্যিক চুক্তি কৰে। চুক্তি অনুসৰি বংগ আৰু অসমৰ প্ৰজাসাধাৰণৰ মাজত সকলো বাণিজ্যিক দ্ৰব্যৰ ব্যৱসায় মুকলি কৰি দিয়া হয়। চুক্তিৰ মুখ্য চৰ্তবোৰ আছিল এনেধৰণৰ ঃ

১। অসমলৈ আমদানিকৃত সকলো দ্ৰব্যৰ কৰ ১০ শতাংশ হ'ব।

২। অসমৰ পৰা ৰপ্তানিকৃত সকলো দ্ৰব্যৰ কৰ ১০ শতাংশ হ'ব।

৩। সকলো খাদ্য-সামগ্ৰী কৰ মুক্ত হ'ব।

৪। ব্যৱসায়ীকৃত মালৰ কৰ সংগ্ৰহ কৰাৰ বাবে কান্দাহাৰ আৰু গুৱাহাটীত চকী স্থাপন কৰা হ'ব। কান্দাহাৰাতত আমদানিকৃত আৰু গুৱাহাটীত ৰপ্তানিকৃত কৰ আদায় কৰা হ'ব। এজেণ্টসকলে এই ধনৰ ১২ শতাংশ বেতন পাব।

৫। কোম্পানি চৰকাৰ আৰু অসম চৰকাৰৰ অনুমতি ব্যতিৰেকে কোনো ইউৰোপীয় বণিকক অসমত বসবাস কৰিব দিয়া নহ'ব।

এইটোও দোহৰা হয় যে কান্দাহাৰ চকীত সংগৃহীত অনুমানিক ৯০,০০০ টকাৰ ২৬, ০০০ টকা অসম চৰকাৰে পাব; বাকী অংশ আৰু পাইকৰ পৰিবৰ্তে জমিদাৰৰ পৰা পোৱা টকা কোম্পানিৰ অভিযানৰ ব্যয় হিচাপে খৰচ কৰা হ'ব।

**গৌৰীনাথ সিংহৰ পুন ঃ প্ৰতিষ্ঠা ঃ** দুটা দশকজোৰা চেষ্টা-প্ৰচেষ্টাৰ ফলত ইষ্ট-ইণ্ডিয়া কোম্পানিৰ মূল কাৰ্য সিদ্ধি হ'ল। নামনি অসমৰ শান্তি-শৃংখলা আহিল। এতিয়া গৌৰীনাথ সিংহই কোম্পানিক কাকুতি-মিনতি কৰিবলৈ ধৰিলে যাতে নামনি অসমৰ দৰে উজনি অসমো মায়ামৰীয়াৰ কবলৰ পৰা উদ্ধাৰ কৰি দিয়ে। গৱৰ্ণৰ জেনেৰেল লৰ্ড কৰ্ণৱালিছৰ সম্মতিসাপেক্ষে ৱেলছে উজনি অভিযান আৰম্ভ কৰিবলৈ সাজু হ'ল। মায়ামৰীয়াসকলৰ

লগত যুদ্ধত প্ৰবৃত্ত হ'ব লাগিলে অতিৰিক্ত সৈন্যৰ প্ৰয়োজন হ'ব বুলি কেপ্টেইন ৱেলছে সৈন্য খুজি, গৱৰ্ণৰ জেনেৰেললৈ চিঠি প্ৰেৰণ কৰিছিল। ৪ টা অতিৰিক্ত সৈন্য বাহিনী পালে। কিন্তু বিভিন্ন কাৰণত কিছু দিনলৈ অপেক্ষা কৰিব লগা হ'ল। ১৭৯৪ খ্ৰীষ্টাব্দৰ ১৭ জানুৱাৰীত গৌৰীনাথ সিংহক লগত লৈ ৱেলছ নাৱেৰে কলিয়াবৰলৈ যাত্ৰা কৰিলে। ৩১ জানুৱাৰীত তেওঁ কলিয়াবৰ পালে। ৩ ফেব্ৰুৱাৰীত তেওঁ লেফটেনেণ্ট ম্যাক সমগ্ৰেগৰ আৰু ইনছাইন উডক অৱস্থাৰ বুজ লোৱাৰ বাবে যোৰহাটলৈ পঠালে। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে যোৰহাটৰ ওচৰৰ ডিচাইত ছাউনী পাতি আছিল। দেৰগাঁৱত থিতাপি লোৱাৰ পিছত ১৪ ফেব্ৰুৱাৰীত তেওঁলোকে ২৪ জন চিপাহীৰ এটি দল লৈ পূৰ্ণানন্দ বুঢ়াগোহাঁইক লগ ধৰি অৱস্থাৰ বুজ ল'লে। পিছদিনা ৰাতিপুৱা ম্যাক গ্ৰেগৰ দেৰগাঁৱলৈ উভতিল। এই খবৰ পোৱাৰ পিছত বিৰাট সংখ্যক মায়ামৰীয়া ডিচাইৰ ওচৰ চাপি আহিল। উল্লেখ্য যে কেপ্টেইন ৱেলছে সংঘাত এৰাই চলাৰ কাৰণে যত্ন কৰিছিল। শান্তি স্থাপনৰ বাবে মায়ামৰীয়া মহন্তৰ লগত যোগাযোগ কৰিছিল। কিন্তু যোগাযোগকাৰী যোগাযোগ কৰাত ব্যৰ্থ হ'ল। অৱস্থা বেগতিক দেখি পূৰ্ণানন্দৰ অনুৰোধ মৰ্মে ম্যাক গ্ৰেগৰে ১৪ জন চিপাহী আৰু ১ জন হাবিলদাৰ লৈ ডিচাইলৈ যাত্ৰা কৰিলে। ইনছাইন উডকো লগত লৈছিল। এওঁলোক অহাৰ আগতে ২০ জন চিপাহী আৰু ১ জন চুবেদাৰ তালৈ পঠোৱা হয়। ২০ ফেব্ৰুৱাৰীত ম্যাক গ্ৰেগৰ পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ ছাউনীৰ ওচৰ পোৱাত ব্ৰিটিছ সৈন্যৰ ওপৰত ২ হাজাৰ মায়ামৰীয়াই আক্ৰমণ চলালে। কিন্তু ব্ৰিটিছৰ তাকৰীয়া সৈন্যৰ হাতত মায়ামৰীয়াসকল পৰাজিত হ'ল। ইয়াৰ পিছত আৰু দুবাৰ সংঘৰ্ষত লিপ্ত হৈ মায়ামৰীয়াসকল হাৰে।

এই খবৰ পাই কেপ্টেইন ৱেলছে ২০ ফেব্ৰুৱাৰীত চিপাহীৰ ২ টা কোম্পানি যোৰহাটলৈ পঠায় আৰু ১ টা কোম্পানি কলিয়াবৰ চোৰাচিতাৰ কাৰণে এৰি সকলোবোৰ সৈন্য লৈ যোৰহাটলৈ ৰাওনা হয়। শৃংখলা ৰক্ষা কৰাত সাহায্য কৰাৰ বাবে তেওঁ আকৌ এবাৰ মায়ামৰীয়াসকলৰ লগত যোগাযোগ চলায়; কিন্তু তাৰ একো ফল নধৰিল। যোগাযোগকাৰীৰ হাতত প্ৰেৰণ কৰা চিঠি তেওঁলোকৰ হাততেই নপৰিল। গৌৰীনাথ সিংহক দেৰগাঁৱত এৰি কেপ্টেইন ৱেলছ ৰংপুৰৰ ১৮ মাইল দূৰৰ সোণাৰিলৈ আগবাঢ়িল। তাৰপৰা ৱেলছে ২ টা চিপাহীৰ কোম্পানি দি লেফ্টেনেণ্ট আৰউইনক ৰংপুৰলৈ পঠালে। কিন্তু বাটতে মায়ামৰীয়াসকলৰ লগত সংঘৰ্ষত লিপ্ত হ'ল। পৰ্যাপ্ত পৰিমাণৰ ক্ষতিৰ সন্মুখীন হৈ মায়ামৰীয়াসকল হাৰিল। খবৰ পাই কেপ্টেইন ৱেলছ চিপাহীৰ ২ টা কোম্পানি লৈ ৰংপুৰ অভিমুখে আহিল (১ মাৰ্চ)। ৱেলছৰ আগমনৰ খবৰ পাই মায়ামৰীয়াসকল ৰংপুৰ এৰি পলাই পত্ৰং দিলে। ৰংপুৰ ৱেলছৰ হস্তগত হ'ল। ২০ মাৰ্চত ৱেলছে গৌৰীনাথ সিংহক আনিবলৈ এটা চিপাহীৰ কোম্পানি পঠালে। ২১ মাৰ্চত পাত্ৰ-মন্ত্ৰী সমন্বিতে গৌৰীনাথ সিংহ ৰংপুৰ পালে। এইদৰে কোম্পানিৰ সাহায্যত গৌৰি নাথ সিংহ পুৰ্ণক্ষমতাধিষ্ট হ'ল। বৃটিছ সৈন্য গুচি গ'লে আকৌ দুৰ্যোগৰ সন্মুখীন হ'ব বুলি গৌৰীনাথ সিংহ আৰু পাত্ৰ-মন্ত্ৰীসকলে কেপ্টেইন ৱেলছক আৰু কিছুদিন থাকিবলৈ অনুৰোধ কৰে। কেপ্টেইন ৱেলছেও শাসন সংস্কাৰ কৰাৰ কথা পাঙিছিল। কিন্তু নতুন গৱৰ্ণৰ ছাৰ জন ছোৰে ১ জুলাইৰ (১৭৯৪ খ্ৰীঃ) ভিতৰতে উভতিবলৈ নিৰ্দেশ দিয়াত তেওঁ বংগলৈ ঘূৰি গ'ল। এক হিচাপ মতে কেপ্টেইন যোৱাৰ সময়ত অসমৰ পৰা বৃহৎ পৰিমাণৰ গহনা-গাঁঠৰি, সোণ-ৰূপৰ মুদ্ৰা, অন্যান্য ধাতু দ্ৰব্য আৰু কাপোৰ কানি লৈ যায়। ইয়াৰ উপৰি ২০০০ খন নাও আৰু ৪০০০ বন্দুক নিয়ে।

**বৰ্মীসকলৰ কবলত অসম ঃ প্ৰথম অভিযান ঃ** কেপ্টেইন ৱেলছে অভিযান সামৰি অসম এৰাৰ পিছত অসমৰ বিভিন্ন অংশত পুনৰ অৰাজকতাৰ সৃষ্টি হ'ল। মায়ামৰীয়াৰ ৰংপুৰ আক্ৰমণৰ সম্ভেদ পাই গৌৰীনাথ সিংহ ডাঙৰীয়াসকলৰ সৈতে যোৰহাটলৈ গ'ল আৰু তাতে ৰাজধানী পাতিলে। বৃটিছ সৈন্য অপসাৰণৰ পিছত মায়ামৰীয়াসকল পুনৰ সংগঠিত হ'ল আৰু ৰংপুৰলৈ আগবাঢ়ি আহিল। ৰংপুৰ ৰখীয়া আহোম সৈন্য পলাল। মায়ামৰীয়াসকলে অনায়াসে ৰংপুৰ হস্তগত কৰিলে। নামনি অসমতো তদ্ৰূপ অৱস্থাৰ সৃষ্টি হ'ল। কামৰূপ আৰু দৰঙত বৰকান্দাজসকলে উপদ্ৰৱ আৰম্ভ কৰিলে। শিৱদত্ত যেতিয়া বৰফুকনে হেলিমেলি সলাল

গোহাঁই হৰদত্ত চৌধুৰী আৰু বৰকান্দাজসকলৰ নায়ক হাজাৰী সিঙৰ লগলাগি ১৩ বছৰীয়া পুতেকক ৰজা পাতিলে। পদমৰ্যাদাত থকা গুৱাহাটীৰ বহুত লোকক মৃত্যুদণ্ড বিহিলে। এনে কাৰ্যত বিতুষ্ট হৈ আহোম ৰাজভক্ত বিষয়াসকল বৰফুকনৰ বিৰুদ্ধে থিয় হ'ল। বৰকান্দাজসকলৰ নায়ক হাজাৰী সিঙক ভেটী দি হাত কৰি শিৱদত্ত চেতিয়া বৰফুকনক বন্দী কৰি যোৰহাটলৈ চালান দিলে। হেলিমেলি সলাল গোহাঁইৰো তেনে দশা ঘটিল। গৌৰীনাথ সিংহই দুয়োকে মৃত্যুদণ্ড বিহিলে। হৰদত্ত পুনৰ ভুটানলৈ পলাল। ৰাজভক্তসকলৰ নেতৃত্ব দিয়া জাতি ৰাজখোৱাক বৰফুকন পাতিলে। কিন্তু হাজাৰী সিং উঠিৰজা বহি ৰজা হ'ল। হৰনাথ সেনাপতি ফুকনৰ পুত্ৰ বদন চন্দ্ৰৰ পৰা এটি শকত ধনৰ টোপোলা লৈ জাতি ৰাজখোৱাক ভাঙি বদন চন্দ্ৰক বৰফুকন পাতিলে। বদনে কামাখ্যা, মাধৱ দেৱালয় আদি মঠ-মন্দিৰ লুট কৰি এই ধন সংগ্ৰহ কৰিছিল। পিছে বদন চন্দ্ৰকো খেদি জনৈক জগনগিৰি নামৰ আন এক বৰকান্দাজ নায়ক গুৱাহাটীৰ নপতা ফুকন হ'ল।

এইদৰে অসমত পুনৰ বিদ্ৰোহৰ অগনি জ্বলি উঠাত গৌৰীনাথ সিংহই কটকী পঠাই গৱৰ্ণৰ জেনেৰেল ছাৰ জন ছোৱাৰৰ ওচৰত সামৰিক সাহায্যৰ বাবে খাটনি ধৰে। শান্তিপ্ৰিয় নীতিৰ দোহাই দি গৱৰ্ণৰ জেনেৰেল তাত সন্মত নহ'ল। কিন্তু অস্ত্ৰ-শস্ত্ৰ ক্ৰয় কৰাৰ বাবে অনুমতি প্ৰদান কৰিলে। কামৰূপত থকা বৰকান্দাজসকলে অস্ত্ৰ-শস্ত্ৰ লুট কৰিব পাৰে বুলি কলকাত্তাৰ পৰা ৩ টা চিপাহীৰ বাহিনী যোগাৰ কৰাৰো অনুমতি আদায় কৰিলে। এই বাহিনী নিয়ামুট উল্লাৰ নেতৃত্বত অসমলৈ অগ্ৰসৰ হয়; কিন্তু হাজাৰী সিঙৰ আক্ৰমণৰ সন্মুখীন হয়। হাজাৰী সিঙক গুলীয়াই হত্যা কৰা হয়। তাৰ অনুগামী ৯০০০ লোকক পানীত ডুবাই দিয়া হয় নাইবা হত্যা কৰা হয়।

উজনিৰ অৱস্থাও তথৈবচ। কেপ্টেইন বেলছে বিদ্ৰোহীসকলৰ প্ৰতি উদাৰ মনোভাব পোষণ কৰি ক্ষমাদান কৰাৰ বাবে গৌৰীনাথ সিংহক পৰামৰ্শ দিছিল। গৌৰীনাথ সিংহৰ প্ৰতিশ্ৰুতিসাপেক্ষে প্ৰশাসনিক সংস্কাৰতো হাত দিছিল। কিন্তু কেপ্টেইন বেলছ পিছ দিয়াৰ পাছতেই নিষ্ঠুৰ আৰু প্ৰতিহিংসাপৰায়ণ গৌৰীনাথ সিংহই প্ৰতিশ্ৰুতি ভংগ কৰিলে। ৰেলছে নিযুক্তি দিয়া বিষয়াসকলক বৰ্খাস্ত কৰি গৌৰীনাথ সিংহৰ মনোমতৰ বিষয়া নিযুক্তি দিলে। কেইবাজনৰ ওপৰত কঠোৰ দণ্ড বিহিলে। মায়ামৰীয়া বিদ্ৰোহত যোগদান দিয়া সকলক বিচাৰি লুটপাত আৰম্ভ কৰিলে; বহুতক হত্যা কৰা হ'ল। অত্যাচাৰ এনে নিষ্ঠুৰ আৰু ভয়ানক আছিল যে বহুতে তাৰপৰা হাত সাৰিবৰ বাবে আত্মহত্যাৰ পথ লয়।

এই সময়তে উত্তৰ-পূব অংশৰ খামটিসকলে গৌৰীনাথ সিংহৰ অধীনতা অস্বীকাৰ কৰি স্বাধীনতা ঘোষণা কৰে। শদিয়াৰ আশে-পাশে এখন সৰু ৰাজ্য স্থাপন কৰি শদিয়া খোৱা গোহাঁইৰ কৰ্তৃত্ব স্থাপন কৰে।

এনে ধামখুমীয়াতে গৌৰীনাথ সিংহৰ মৃত্যু হয় (১৭৯৪ খ্ৰীঃ)। গৌৰীনাথ সিংহৰ মৃত্যুৰ পাছত ক্ৰমে কমলেশ্বৰ সিংহ (১৭৯৫-১৮১০ খ্ৰীঃ) আৰু চন্দ্ৰকান্ত সিংহ (১৮১০-১৮১৮ খ্ৰীঃ) ই ৰাজত্ব কৰে। এওঁলোকৰ আমোলত ৰাজ্যৰ ঘাই ধৰণী আছিল পূৰ্ণানন্দ বুঢ়াগোহাঁই। গৌৰীনাথ সিংহৰ দিনতে তেওঁ অকলে অতি দৃঢ়তাৰে মায়ামৰীয়া আক্ৰমণ প্ৰতিৰোধ কৰাৰ বাবে যুঁজ দিছিল। তেওঁৰ মনোনীত প্ৰাৰ্থী কমলেশ্বৰ সিংহক সিংহাসনত বহুৱাৰ পিছত ৰজাৰ সন্মতি লাভ কৰি পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে বিৰোধী বিষয়াসকলক আঁতৰাই অকল সহযোগী ৰাজ পৰিষদ গঠন কৰাই নহয়, ক্ষমতাৰ বাঘজৰী নিজৰ হাতত ৰাখিবলৈ সক্ষম হয়। কমলেশ্বৰ সিংহৰ পৰৱৰ্তী ৰজা চন্দ্ৰকান্ত সিংহৰ দিনতো তেওঁৰ ক্ষমতা অটুট থাকে। নিঃসন্দেহে তেওঁ এজন যোগ্যবান শাসনকৰ্তা আছিল। দেশত পুনৰায় মূৰ দাঙি উঠা বৰকান্দাজসকলৰ উপদ্ৰৱ, মায়ামৰীয়া আৰু ডফলাসকলৰ বিদ্ৰোহ দমন কৰি দেশত শান্তি-শৃংখলা পুনৰস্থাপন কৰিবলৈ সক্ষম হয়। দেশ আকৌ সমৃদ্ধিৰ পথত আগবাঢ়িবলৈ লয়। এই কথা অনস্বীকাৰ্য যে তেওঁ সকলো ৰাজোচিত গুণৰ অধিকাৰী আছিল। কিন্তু তেওঁ আছিল অতিশয় ক্ষমতা লিপ্ত। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে সকলো ৰাজক্ষমতা একচেটিয়া কৰি লোৱাত দেশৰ ডা-ডাঙৰীয়াসকলৰ একাংশই তেওঁৰ বিৰুদ্ধে ষড়যন্ত্ৰত লিপ্ত হ'ল। পুনৰ নিযুক্ত নামনি অসমৰ শাসনকৰ্তা গুৱাহাটীৰ বদন বৰফুকনেও এই ষড়যন্ত্ৰত যোগ দিয়ে। এই ষড়যন্ত্ৰ ইমান সুদূৰপ্ৰসাৰী আছিল যে ইয়াৰ ফলত আহোম ৰাজতান্ত্ৰিক

গাঁথনি থৰক-বৰক হোৱাই নহয়, দেশখন বিদেশীৰ কবলত পৰিল।

আহোম ৰাজতন্ত্ৰৰ বিপৰ্যয় আৰম্ভ হয় গৌৰীনাথ সিংহৰ দিনতে। আভ্যন্তৰীণ বিদ্ৰোহ দমন কৰাৰ বাবে গৌৰীনাথ সিংহৰ অনুৰোধ ৰক্ষা কৰি কেপ্টেইন ৱেলছ সসৈন্যে অসমলৈ অহাটো সাম্ৰাজ্যবাদী বৃটিছৰ বাবে এটি আচুতীয়া পদক্ষেপ নাছিল; ই সৰ্বভাৰতীয় প্ৰেক্ষাপটৰ অন্য এক অধ্যায়হে আছিল। এই সময়ছোৱাত ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে টিপু চুলতান আৰু মাৰাঠাসকলৰ লগত যুদ্ধত প্ৰবৃত্ত হৈ থাকিব লগা হোৱাতো উত্তৰ-পূব সীমান্ত অঞ্চলত চকু ৰাখিছিল। অহস্তক্ষেপ নীতি বাহাল থকাৰ সময়তে কেপ্টেইন ৱেলছৰ বাহিনী অসমত প্ৰৱেশ কৰাটোৱে তাৰ স্বৰূপ প্ৰকাশ কৰে। ইষ্ট-ইণ্ডিয়া কোম্পানি আৰু গৌৰীনাথ সিংহৰ মাজত স্বাক্ষৰিত বাণিজ্যিক চুক্তিৰ ফলত ইংৰাজ আৰু ভাৰতীয় সদাগৰসকলে অসমৰ বজাৰত প্ৰৱেশ কৰে আৰু মুনাফা লাভ কৰে। আৰম্ভণিতে অসমীয়া ব্যৱসায়ীৰ পৰা দেনা আদায় কৰাত কিছু অপ্ৰীতিকৰ ঘটনা ইংৰাজ বণিকে একচেটিয়া ব্যৱসায় কৰাৰ পৰা বিৰত থাকিব লগা হোৱা নাছিল। বৰঞ্চ ই অসমৰ আৰ্থ-সামাজিক দিশত এটি নতুন দিগন্তৰ সূচনা কৰে। কিন্তু পৰৱৰ্তী কালত অসমৰ আভ্যন্তৰীণ ৰাজনৈতিক অৱস্থাই এনে জটিল ৰূপ ধাৰণ কৰিলে যে তাৰ ফলত এফালে বৰ্মীসকলে আনফালে বৃটিছেস্তক্ষেপ কৰাৰ অসমৰ ৰাজনীতিত হস্তক্ষেপ কৰাৰ সুবৰ্ণ সুযোগ লাভ কৰে। বৰ্মীসকলে নৃশংস অত্যাচাৰ-উৎপীড়ন আৰু লুণ্ঠনেৰে অসমৰ ইতিহাস কলংকিত কৰে। বৃটিছসকলে ত্ৰাণকৰ্তাৰ ছলেৰে তাত হস্তক্ষেপ কৰি ক্ৰমে সাম্ৰাজ্যবাদী কূট কৌশলেৰে অসম দখল কৰে।

বদন চন্দ্ৰৰ পুনৰ্নিযুক্তি দেশৰ বাবে এক দুৰ্ভাগ্যজনক পদক্ষেপ আছিল। উল্লেখ কৰা হৈছে যে বৰকান্দাজসকলৰ নেতা হাজাৰী সিঙক মঠ-মন্দিৰ লুণ্ঠন কৰি ৬০ হেজাৰ টকা দি বৰফুকন হৈছিল। পূৰ্ণানন্দ বৰগোহাঁয়ে তেওঁক বৰখাস্ত কৰি কলিয়াভোমোৰক বৰফুকন পাতে। ঘটনাক্ৰমে পূৰ্ণানন্দৰ পুত্ৰ ৰুচিনাথে বদন চন্দ্ৰৰ জী পিজৌ আইদেউক বিয়া কৰায় আৰু দেশপ্ৰেমিক কলিয়াভোমোৰাৰ মৃত্যুৰ পিছত বদন চন্দ্ৰক পুনৰ বৰফুকন হিচাপে নিযুক্তি দিয়ে। বদন চন্দ্ৰ বৰফুকনৰ অত্যাচাৰত অতিষ্ঠ হৈ হুৰদম্ভ আৰু বীৰদত্তৰ নেতৃত্বত কামৰূপীয়াসকলে বিদ্ৰোহ আচৰণ কৰে। আনহাতে পূৰ্ণানন্দৰ লগত বদন চন্দ্ৰ বৰফুকনৰ মতবিৰোধ হোৱাত তেওঁ বুঢ়াগোহাঁইৰ বিৰুদ্ধে ষড়যন্ত্ৰত লিপ্ত হয়। আনকি বদন বৰফুকনে বৃটিছৰ সাহায্য লৈ পূৰ্ণানন্দ বুঢ়াগোহাঁইক অপসাৰণ কৰাৰ বাবে চন্দ্ৰকান্ত সিংহক প্ৰৰোচিত কৰা বুলি জনা যায়।

বদন চন্দ্ৰ বৰফুকনে ষড়যন্ত্ৰত যোগ দিয়াৰ গুংসূত্ৰ পাই বুঢ়াগোহাঁয়ে তেওঁক ধৰি আনিবলৈ মানুহ পঠায়। কিন্তু জীয়েক পিজৌ আইদেউৰ পৰা আগতীয়াকৈ খবৰ পোৱাত বদন চন্দ্ৰ গুৱাহাটীৰপৰা পলাই কলকাতা পালেগৈ। তেওঁ পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ স্বেচ্ছাচাৰী শাসনৰ অৱসান ঘটাই চন্দ্ৰকান্ত সিংহৰ কৰ্তৃত্ব স্থাপন কৰাৰ বাবে ইষ্ট-ইণ্ডিয়া কোম্পানিৰ সামৰিক সাহায্যৰ বাবে আবেদন জনায়। কিন্তু ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে তৎকালীনভাবে তেওঁৰ আবেদন গ্ৰাহ্য নকৰাত বদন চন্দ্ৰই বৰ্মীসকলৰ কলকাতাস্থ দূত এজনৰ লগত আভালৈ গ'ল আৰু আভাৰ ৰজা বদৌপায়াৰৰ ওচৰত অনুৰূপ মৰ্মে-সামৰিক সাহায্য প্ৰাৰ্থনা কৰিলে। স্মৰ্তব্য যে ইয়াৰ আগতেও পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ বিৰুদ্ধে বৰ্মী সৈন্যৰ হস্তক্ষেপ বিচৰা হৈছিল। এবাৰ পূৰ্ণানন্দৰ হাতত পৰাজিত মায়ামৰীয়াসকলে বৰ্মী সৈন্য অনাৰ বাবে চিংফৌসকলক উচটনি দিছিল আৰু আনবাৰ নিজৰ প্ৰতিনিধি পঠাইছিল। কৃতাৰ্থ হৈ দুয়োবাৰেই বৰ্মী ৰজাই অসমলৈ সৈন্য প্ৰেৰণ কৰিছিল। কিন্তু বুঢ়াগোহাঁয়ে ভাৰভেটি দি বৰ্মী সৈন্যক ওভতাই পঠাবলৈ সক্ষম হৈছিল। এইবাৰো বদৌপায়াই বদন চন্দ্ৰৰ অভিপ্ৰায় পূৰণাৰ্থে অসমলৈ বৰ্মী সৈন্য পঠায়। অৱশ্যে, মণিপুৰৰ ৰাজনীতিক কেন্দ্ৰ কৰি আগৰে পৰাই আহোম ৰজাৰ ওপৰত আভাৰ ৰজাৰ আখেজ আছিল।

১৮১৬ খ্ৰীষ্টাব্দৰ শেষৰফালে বদৌপায়াই বদন চন্দ্ৰক ৮০০০ সৈন্য দি পঠালে। বাটতে উত্তৰ ব্ৰহ্মাৰ শান ৰাজ্যকেইখনৰ পৰা বহুতে এই সৈন্যসকলৰ লগত লগ হোৱাত সৈন্যৰ সংখ্যা প্ৰায় ১৬ হাজাৰ হ'ল। ১৮১৭ খ্ৰীষ্টাব্দৰ প্ৰথম ভাগতে এই সৈন্যৰ দল পাটকাই পাহাৰ পাৰ হৈ নামৰূপত উপস্থিত হ'ল। বৰ্মী আক্ৰমণকাৰীসকলক বাধা দিয়াৰ বাবে পূৰ্ণানন্দই আহোম সৈন্য পঠালে। কিন্তু ঘিলাধাৰীত বৰ্মীসকলৰ লগত হোৱা সংঘৰ্ষত আহোম সৈন্য

পৰাজিত হ'ল। এই দুঃসম্বাদ পাই পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে প্ৰাণত্যাগ কৰে। চন্দ্ৰকান্ত সিংহই ততালিকে পূৰ্ণানন্দৰ পুত্ৰ ৰুচিনাথক বুঢ়াগোহাঁই পাতিলে। ইতিমধ্যে বৰ্মী সৈন্য ৰাজধানী যোৰহাটলৈ অগ্ৰসৰ হ'ল। বৰ্মী সৈন্যক বাধা দিবলৈ পঠোৱা আহোম সৈন্য দিহিঙৰ পূবে কঠালবাৰীৰ যুদ্ধত শোচনীয়ভাৱে পৰাস্ত হ'ল। মান সৈন্যই আগবাঢ়ি আহি যোৰহাট অধিকাৰ কৰিলে। বদন চন্দ্ৰৰ প্ৰতিশোধৰ বলি হোৱাৰ ভয়ত ৰুচিনাথ বুঢ়াগোহাঁই গুৱাহাটীলৈ পলাল। বদন বৰফুকনে চন্দ্ৰকান্ত সিংহক ক্ষমতাত বাহাল ৰাখিলে যদিও নামনাচ ৰজা হ'ল। বদন চন্দ্ৰই ৰাজ্যৰ সৰ্বেসৰ্বা হৈ পৰিল। চন্দ্ৰকান্ত সিংহই বদন চন্দ্ৰক মন্ত্ৰীফুকন নাম দি প্ৰধান মন্ত্ৰী পাতিলে। তেওঁৰ প্ৰতিহিংসাপৰায়ণ মন নাচি উঠিল। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ সমৰ্থকঅযসকলক নিৰ্মমভাৱে হত্যা কৰালে। তেওঁলোকৰ ধন-সম্পত্তি কাঢ়ি আনিলে। আৰু অভিযানৰ ব্যয় হিচাপে বৰ্মীসকল প্ৰচুৰ ভাৰ ভেটি দিলে। চন্দ্ৰকান্ত সিংহৰ ভনী বুলি পৰিচয় দি বগা, ৰাজকোঁৱৰৰ জীয়েক হেম আইদেউক তেওঁলোকৰ ৰজাৰ অন্তঃপুৰলৈ পঠোৱা হ'ল। এপ্ৰিলৰ শেষৰ ফালে বৰ্মীসকল উভতি গ'ল। উভতি যাওঁতে বৰ্মী সৈন্যই বহুতো গাঁও লুণ্ঠন কৰে; ভয়তে জংঘলত আশ্ৰয় লোৱা অনেক লোকক হত্যা কৰে আৰু অনেক মতা-মাইকী আৰু শিশুক ধৰি লৈ যায়। এয়াই আছিল বৰ্মী বা মানসকলৰ প্ৰথম অভিযান।

**বৰ্মীসকলৰ দ্বিতীয় অভিযান ঃ** বদন বৰফুকনে ক্ষমতা হস্তগত কৰিলে যদিও শাসন হিচাপে প্ৰতিষ্ঠা লাভ কৰাৰ সুযোগ নাপালে। বৰ্মী সৈন্যই অসম এৰাৰ পিছত বদনবিৰোধী চক্ৰ মূৰ দাঙি উঠিল। ৰাজনীতি পকোৱাত ৰাজমাৱো সিদ্ধহস্ত আছিল। তেওঁৰ সমৰ্থন লাভ কৰি বিৰোধী চক্ৰ আশ্বস্ত হ'ল। অভীষ্ট সিদ্ধিৰ বাবে এই চক্ৰটোৱে ৰূপসিং নামে এজন হিন্দুস্তানী সৈন্য আৰু জামাদাৰ ৰহমান খানৰ হতুৱাই বদন চন্দ্ৰ বৰফুকন প্ৰধান মন্ত্ৰীক হত্যা কৰালে। গুৱাহাটীত থকা ৰুচিনাথ বুঢ়াগোহাঁইক যোৰহাটলৈ মাতি পঠোৱা হ'ল। কিন্তু মানসকলৰ আক্ৰমণৰ সময়ত চন্দ্ৰকান্ত সিংহই ৰুচিনাথক উপেক্ষা কৰি বদন চন্দ্ৰ বৰফুকনক যে প্ৰধানমন্ত্ৰী পাতে তাৰ প্ৰতিশোধ লোৱাৰ বাবে তেওঁক ৰজা ভাঙি ৰাজেশ্বৰ সিংহৰ নাতিয়েক ব্ৰজনাথক ৰজা পাতিবলৈ উদ্যত হয়। ব্ৰজনাথৰ পুতেক পুৰন্দৰে বৃটিছ চৰকাৰৰ পেন্সন লৈ ৰংপুৰৰ ৱিলাধাৰীত আছিল। এডল হিন্দুস্তানী আৰু স্থানীয় সৈন্য গোটাই ব্ৰজনাথক লগত লৈ ৰুচিনাথ যোৰহাটলৈ ৰাওনা হ'ল। খবৰ পাই চন্দ্ৰকান্ত সিংহই ভয়তে লুকু ডেকা ফুকনৰ হাতত ৰাজধানীৰ দায়িত্ব চমজাই ৰংপুৰলৈ পলায়ন কৰে। এওঁলোকক বাধা দি লুকু ডেকা ফুকনে পৰাজয় কৰণ কৰে। তেওঁক হত্যা কৰা হয়। ফেব্ৰুৱাৰী মাহত ৰুচিনাথ বুঢ়াগোহাঁই যোৰহাটত উপস্থিত হ'ল। ব্ৰজনাথে নিজৰ নামত মোহৰ মৰাৰ আদেশ দিয়ে। কিন্তু তেওঁ যিহেতু অংগক্ষত আছিল, আহোম ৰীতিমতে তেওঁ সিংহাসনত বহিব নোৱাৰে। গতিকে তেওঁৰ পুত্ৰ পুৰন্দৰ সিংহক ৰজা পতা হ'ল (১৮১৮ খ্ৰীঃ) আৰু চন্দ্ৰকান্ত সিংহক যোৰহাটৰ পূবত অৱস্থিত তৰাতলীত বন্দী কৰি থ'লে। এনে অৱস্থাত বদনৰ সমৰ্থকসকলে জীৱন বিপদাপন্ন হোৱাৰ ভয়ত ব্ৰহ্মদেশলৈ পলাল আৰু বদৌপায়াক সমস্ত ঘটনাৰ আদ্যোপান্ত বিৱৰি জনালে। মানসকলে ক্ষমতাধিষ্ঠিত কৰা বদন-চন্দ্ৰকান্ত তথা হেম আইদেউৰ অণ্ডহী-বণ্ডহীসকলৰ দুৰ্দশাৰ কথা জানি হেম আইদেৱে তাৰ প্ৰতিশোধ লোৱাৰ বাবে খাটনি ধৰাত বদৌপায়াৰে অলংগিৰ নেতৃত্বত অসমলৈ পুনৰবাৰ ২০ হেজাৰ সৈন্য পঠায় (১৮১৯ খ্ৰীঃ)। জনা যায় যে বহুদিন ধৰি ব্ৰহ্মদেশত থাকি কৃতিত্ব অৰ্জন কৰা জনৈক পতলং ওৰফে মোমাই বৰুৱা আৰু সজাতি ফুকনে সিহঁতক বাট দেখুৱাই আনিছিল। মানৰ আক্ৰমণ ৰোধ কৰাৰ বাবে বুঢ়াগোহাঁয়ে জগন্নাথ ঢেকিয়াল ফুকনৰ নেতৃত্বত এদল সৈন্য পঠায়। জাঁজীৰ পৰা কেইমাইলমান পূবে ফুলপানীছিগাত দুয়োপক্ষৰ মাজত যুদ্ধ হয় (ফেব্ৰুৱাৰী, ১৮১৯ খ্ৰীঃ)। আহোম সৈন্যৰ আগত বৰ্মীসকলৰ বিপৰ্যয় ঘটিছিল যদিও ঢেকিয়াল ফুকনে আৰু বহুত মান সৈন্য আগবাঢ়ি অহাৰ ভয়ত যোৰহাটলৈ পিছ হুঁহকি আহে। প্ৰজাঘৰ আৰু ৰজাঘৰত তাৰ বিৰূপ প্ৰতিক্ৰিয়া হ'ল। বিবুদ্ধিত পৰি পুৰন্দৰ সিংহ আৰু ৰুচিনাথ বুঢ়াগোহাঁয়ে পৰিয়াল পৰিজনসহ ৰাজভঁৰালৰ সম্পত্তি গোটাই গুৱাহাটীলৈ পলাল। বৰ্মীসকলে বদন চন্দ্ৰৰ হাতত এডল সৈন্য পঠাই তৰাতলীৰ পৰা চন্দ্ৰকান্ত সিংহক মুকলি কৰি আনি পুনৰ ৰাজপাটত বহুৱালে (৭ মাৰ্চ, ১৮১৯

খ্ৰীঃ)। মিংগিমাহা তিলৱা, তলতীয়া সেনাপতি পতলং সেনাপতি আৰু সজাতি ফুকনৰ হাতত ৰংপুৰৰ পৰিস্থিতি চম্ভালাৰ বাবে কিছু সৈন্য এৰি থৈ অলংগিৰি দেশলৈ উভতি গ'ল।

চন্দ্ৰকান্ত সিংহ পুনৰ সিংহাসনত উঠিল যদিও শাসনৰ বাঘজৰী বৰ্মীসকলৰ হাততে থাকিল। তেওঁলোকেই সৰ্বেসৰ্বা হ'ল। পুৰন্দৰ সিংহ আৰু ৰুচিনাথৰ সমৰ্থক বহুতো ডা-ডাঙৰীয়া আৰু কৰ্মচাৰীক হত্যা কৰা হ'ল। ধনীৰাম বৰবৰুৱা আৰু নিৰ্ভয় নাৰায়ণ বৰগোহাঁইও সিহঁতৰ ভিতৰত আছিল। বদন চন্দ্ৰৰ পুত্ৰক বৰফুকন পাতিলে। পতলং সেনাপতিক বৰবৰুৱা পতা হ'ল। পুৰন্দৰ সিংহ আৰু ৰুচিনাথক আটক কৰাৰ বাবে গুৱাহাটীলৈ সৈন্য প্ৰেৰণ কৰিলে। পুৰন্দৰ সিংহ বৃটিছ ৰাজ্যৰ ৰংপুৰ জিলাৰ অন্তৰ্গত চিলমাৰীত আশ্ৰয় ল'লে। ৰুচিনাথ কলকাতালৈ গ'ল। চন্দ্ৰকান্ত সিংহক ৰাজপাটত তুলি মিংগিমাহা তিলৱা ব্ৰহ্মদেশলৈ উভতি গ'ল (জানুৱাৰী ১৮১০ খ্ৰীঃ)। পুৰস্কাৰস্বৰূপে চন্দ্ৰকান্ত সিংহই আন এগৰাকী আহোম কুঁৱৰী উপমা আইদেউক বৰ্মী ৰজাৰ ৰাজ কাৰেঙলৈ পঠালে।

আনহাতে পুৰন্দৰ সিংহ আৰু ৰুচিনাথ উভয়ে বৃটিছৰ সাহায্য বিচাৰি গৱৰ্ণৰ জেনেৰেলৰ ওচৰত আবেদন জনালে। পুৰন্দৰ সিংহই আনকি বৃটিছৰ কৰতলীয়া ৰজা হৈ থকাৰো ইচ্ছা প্ৰজন্ম কৰে। ৰুচিনাথে আকৌ দোহাৰিলে যে চন্দ্ৰকান্ত সিংহ আৰু পুৰন্দৰ সিংহ উভয়ৰে সিংহাসন প্ৰাপ্তিৰ অধিকাৰ বিবদমান আৰু সেঁয়ে তেওঁলোকৰ ৰাজ অভিষেক পতা নহ'ল। বুঢ়াগোহাঁই হিচাপে দেশ শাসনৰ বাবে তেওঁৰ পূৰা কৰ্তৃত্ব আছে। কৰ্তৃত্ব আছে ৰজা নিৰ্বাচনৰ ক্ষেত্ৰতো। স্মৰ্তব্য পুৰন্দৰ সিংহ ৰুচিনাথ বুঢ়াগোহাঁইৰ লগত তেওঁলোকৰ সমৰ্থক কেইবা হাজাৰো লোক কোম্পানিৰ ৰাজ্যত আশ্ৰয় লৈছিল। ইয়াৰ ভিতৰত পুৰন্দৰ সিংহই পদচ্যুত কৰা মালভোগ বৰগোহাঁয়ে আছিল। তেওঁ গৱৰ্ণৰ জেনেৰেলৰ ওচৰত আবেদন কৰি বুঢ়া গোহাঁইৰ দাবী নাকচ কৰিলে। চন্দ্ৰকান্ত সিংহৰো গৱৰ্ণৰৰ ওচৰত অনুৰূপ আবেদন জনালে যে পুৰন্দৰ সিংহ আৰু ৰুচি নাথ চলগ্ৰাহী আৰু সেয়ে তেওঁলোকক বন্দী কৰি তেওঁৰ হাতত গতাই দিব লাগে। তাৰোপৰি বৰ্মী এজনেৰো সমৰ্থক সমন্বিতে পুৰন্দৰ সিংহ আৰু ৰুচিনাথক ৰজা চন্দ্ৰকান্ত সিংহৰ ওচৰত প্ৰত্যাৱৰ্তন কৰাৰ বাবে আছুতীয়া পত্ৰ প্ৰেৰণ কৰে। এনে পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত গৱৰ্ণৰ লৰ্ড হেংষ্টিছে তেওঁলোকক ৰাজনৈতিক আশ্ৰয় দিয়াৰ সিদ্ধান্ত লয় আৰু অসমৰ ৰজা হিচাপে কোঁৱৰ চন্দ্ৰকান্ত সিংহৰ লগত বন্ধুত্বপূৰ্ণ ভাব ৰক্ষা কৰাৰ আশ্বাস দিয়ে। কিন্তু অচিৰতে বৰ্মীসকলৰ উপস্থিতি-উপদ্ৰৱ তথা হস্তক্ষেপ অসমৰ ৰাজনৈতিক পৰিস্থিতি সংকটাপন্ন কৰি তোলাত আৰু ই বৃটিছৰ সাম্ৰাজ্যবাদী স্বাৰ্থ ব্যাহত কৰাত বৃটিছসকলে অসম দখল কৰাৰ সুবৰ্ণ সুযোগ লাভ কৰে।

**বৰ্মীসকলৰ তৃতীয় অভিযান ঃ বৰ্মী শাসন ঃ** মিংগিমাহা তিলৱা অসম এৰি যোৱাৰ পিছত বৰ্মী সৈন্যৰ লগত যোগদান দিয়া চিংফৌ আৰু সীমান্তৰ জনজাতীয় প্ৰায় ১০ হাজাৰমান সৈন্য আৰু পতলং সেনাপতি অসমত থাকিল। পতলঙে চন্দ্ৰকান্ত সিংহৰ ভনীয়েকক বিয়া কৰাই আৰু বৰবৰুৱা পদবী গ্ৰহণ কৰে। আন এজন স্বদেশীয় বৰ্মী সেনাপতি সজাতি ফুকন মিংগিমাহা তিলৱাৰ লগতে ব্ৰহ্মদেশলৈ যায়। স্বদেশীয়ভাব বিজড়িত পতলং সেনাপতি বৰবৰুৱাই উভতনিৰ সময়ত মান সৈন্যই সৃষ্টি কৰা নিৰ্বোধ অত্যাচাৰ- উৎপীড়ন আৰু মান বজাৰ ৰাজ্য বিস্তাৰৰ অভিসন্ধিৰ কথা জানি বৰ্মীবিৰোধী স্থিতি ল'লে। চন্দ্ৰকান্ত সিংহই দেখিলে বৰ্মীসকলৰ লগত মিত্ৰতা কৰি বিপদহে চপালে। বৰ্মীসকলে নিজ খেয়াল খুচি মতে বিষয়া ভঙা-পতাৰ উপৰি জোৰ জুলুম কৰি সৈন্য বাহিনীৰ ৰছদ যোগান ধৰাত লাগিল। তেওঁ বৰ্মীসকলে দাবী কৰকাটলৰ ভাৰ ল'ব নোৱাৰা হ'ল। মান সেনাৰ উপদ্ৰৱৰ ভয়ত ঘৰবাৰী এৰি পলাই যোৱাসকলে কৃষি উৎপাদনত লাগিব পৰা নাছিল। ৰাজকোষৰ ধনো উদং হৈছিল। এতেকে চন্দ্ৰকান্ত সিংহ বৰ্মীসকলৰ প্ৰতি বিৰাগভাজন হ'ল। মান অহা বাটত ভেটা দিয়াৰ বাবে পতলং বৰবৰুৱাক বুঢ়ীদিহিঙৰ দিঘলী ঘাটলৈ প্ৰেৰণ কৰিলে। বৰ্মী সেনাক বাধা দিয়াৰ বাবে তেওঁ তাত এটি দুৰ্গ নিৰ্মাণ কৰে। এনে সময়তে (ডিচেম্বৰ, ১৮২০ জানুৱাৰী। ১৮২১ খ্ৰীঃ) বৰ্মী বজাই ৫০০ সৈন্য দি মিংগিমাহা তিলৱা আৰু সজাতি ফুকনক চন্দ্ৰকান্ত সিংহৰ ৰাজ

দৰবাৰলৈ পঠালে। মিংগিমাহা তিলৱাই আহোম ৰজা চন্দ্ৰকান্তৰ বাবে উপহাৰ লৈ আহিছিল। কিন্তু দিঘেলী ঘাটত যুদ্ধৰ প্ৰস্তুতি দেখি পতলং বৰবৰুৱাক হত্যা কৰিলে। আহোম সৈন্য দুৰ্গ এৰি পলাল। অৱস্থা বেগতিক দেখি চন্দ্ৰকান্ত সিংহ গুৱাহাটীলৈ পলাল। মিংগিমাহা তিলৱাই বিশ্বাস দি তেওঁক ঘূৰাই নিয়াৰ বাবে কটকী পঠালে। কিন্তু বৰ্মীসকলৰ ওপৰত বিশ্বাস নাই বুলি জানিব দি চন্দ্ৰকান্ত ঘূৰি নাহিল। তেওঁৰ বিৰুদ্ধে বৰ্মী সৈন্য প্ৰেৰণ কৰা হ'ল। চন্দ্ৰকান্ত সিংহই কোম্পানিৰ ৰাজ্যৰ অন্তৰ্গত ৰংপুৰত আশ্ৰয় ল'লৈগে। চন্দ্ৰকান্ত সিংহৰ বিশ্বাসঘাতকতাৰ প্ৰতিশোধ লোৱাৰ বাবে বৰ্মীসকলে তেওঁৰ বহুতো সমৰ্থকক হত্যা কৰিলে। অৱশ্যে আহোম ৰাজ সিংহাসন খালী হৈ নাথাকিল। বৰ্মীসকলে হেমা আইদেউৰ ভ্ৰাতৃ পুণ্যধৰক যোগেশ্বৰ সিংহ নামে অসমৰ ৰজা পাতিলে।

এই সময়ছোৱাত কোম্পানিৰ ৰাজ্যত অসমৰ পৰা পলাই যোৱা দুয়োজন ৰজাই ভিন্ ভিন্‌কৈ কোম্পানিৰ ৰাজনৈতিক হস্তক্ষেপ বিচাৰিলে। আনহাতে তেওঁলোকক ওভতাই পঠিয়াবলৈ বৰ্মীসকলে গৱৰ্ণৰ জেনেৰেলৰ ওচৰত আৰ্জি পেচ কৰাই নহয়, ভাবুকিৰও দিলে। দুয়োগৰাকী আশ্ৰয় প্ৰাৰ্থী ৰজাই কোম্পানিৰ সামৰিক সাহায্য লৈ অসমৰ মছনদ দখল কৰাৰ বাবে বৃটিছৰ ওচৰত আবেদন জনায়। কোম্পানিয়ে অনুগ্ৰহ নকৰাত ভেৰোণীয়া সৈন্য সংগ্ৰহ কৰি অসমৰ পৰা বৰ্মীসকলক বিতাৰিত কৰাৰ বাবে কোম্পানিৰ অনুমতি বিচাৰে। পৰিস্থিতিয়ে কি মোৰ লয় তাকে চোৱাৰ বাবে কোম্পানিৰ কৰ্তৃপক্ষই আশ্ৰয় প্ৰাৰ্থী ৰজা দুজনৰ প্ৰস্তাৱত ৰাজী হয়। কাৰণ, যোগেশ্বৰ সিংহৰ নামত বৰ্মীসকলে যে অসমৰ ভাগ্য নিয়ন্তা হৈ পৰিছিল, এই কথা বৃটিছ কৰ্তৃপক্ষই মন নকৰাকৈ থকা নাছিল। আমোদজনক কথা যে দুয়োগৰাকী পলাতক ৰজাই ভেৰোণীয়া সৈন্য লৈ পৈতৃক ৰাজ্য পুনৰুদ্ধাৰ কৰাৰ চেষ্টাত ব্ৰতী হ'ল যদিও ফৌজ দুটাৰ মাজত এটা সংঘৰ্ষ হ'ল। তাত চন্দ্ৰকান্ত সিংহই জয়লাভ কৰিলে।

চন্দ্ৰকান্ত সিংহই প্ৰথমতে কোম্পানিৰ ৰাজ্যৰ পৰা সংগৃহীত ভেৰোণীয়া সৈন্য লৈ বৰ্মীসকলক অসমৰ পৰা খেদি পঠিয়াবলৈ অগ্ৰসৰ হয়। আৰম্ভণিতে কিছু বিপৰ্য্যায়ৰ সন্মুখীন হ'লেও বছৰটোৰ শেষৰ ফালে (১৮২১ খ্ৰীঃ) তেওঁ নামনি অসমৰ কেইবাটাও সংঘৰ্ষত বৰ্মীসকলক পৰাজিত কৰি গুৱাহাটী দখল কৰে আৰু তাত জিৰণি লয়। কিছুদিন পিছত তেওঁ যোৰহাটলৈ ৰাওনা হয় আৰু ১৫ মাৰ্চত (১৮২১ খ্ৰীঃ) যোৰহাটৰ ওচৰৰ ম'হগড়ত উপস্থিত হয়। কিন্তু চন্দ্ৰকান্ত সিংহই গুৱাহাটী দখল কৰা আৰু বৰ্মী সৈন্যক পিছ হুঁহকাই যোৰহাটৰ পিনে অগ্ৰসৰ হোৱাৰ বাৰ্তা পাই ততালিকে বৰ্মী ৰজাই মিংগিমাহা বন্দুলাৰ নেতৃত্বত এটা বিৰাট সৈন্যৰ বাহিনী অসমলৈ পঠায়। এয়ে বৰ্মীসকলৰ তৃতীয় আৰু শেষ অসম অভিযান বা আক্ৰমণ। ১৮২২ খ্ৰীষ্টাব্দৰ এপ্ৰিলত ৰংপুৰত উপস্থিত হোৱা মিংগিমাহা বন্দুলাই যোৰহাট অভিমুখে আগবাঢ়ি আহি ম'হগড়ত চন্দ্ৰকান্ত সিংহৰ সৈন্য বাহিনীৰ লগত মুখামুখি হয়। ম'হগড়ৰ যুদ্ধত হাৰি চন্দ্ৰকান্ত সিংহ গোৱালপাৰা হৈ বৃটিছ ৰাজ্যলৈ পলায়ন কৰে। গুৱাহাটী দখল কৰি মান সৈন্যই চন্দ্ৰকান্ত সিংহক গোৱালপাৰালৈ খেদি যোৱাত অসম চকীত (কান্দাহাৰ বা হাদিৰা চকী) চন্দ্ৰকান্ত সিংহই শেষবাৰৰ বাবে বৰ্মী সৈন্যৰ লগত যুদ্ধ দিয়ে, কিন্তু পৰাজয় বৰণ কৰে (জুন, ১৮২২ খ্ৰীঃ)। চন্দ্ৰকান্ত সিংহক পৰাজিত কৰি মিংগিমাহা বন্দুলাই গোৱালপাৰাস্থ বৃটিছ সেনাপতি মিঃ ডেভিদলৈ ভাবুকি দি এটি বাৰ্তা প্ৰেৰণ কৰে যে বৃটিছে যদি চন্দ্ৰকান্ত সিংহক ৰক্ষণাবেক্ষণ গি বৃটিছ ৰাজ্যত ৰাখে, বৰ্মীসকলে বৃটিছৰ ৰাজ্য আক্ৰমণ কৰি পলাতকক বন্দী কৰিব। বৃটিছ ভাৰতীয় চৰকাৰে ততালিকে ঢাকাৰ পৰা সীমান্তলৈ সৈন্য পঠায় আৰু বৰ্মীসকলক এই বুলি জনায় যে বৰ্মীসকলে বৃটিছ ৰাজ্য আক্ৰমণ কৰিলে তাৰ পৰিণাম ভয়াবহ হ'ব।

**বৰ্মীৰ শাসন ঃ মানৰ দিন ঃ** ১৮২২ খ্ৰীষ্টাব্দৰ ২১ জুনত চন্দ্ৰকান্ত সিংহ বৰ্মীসকলৰ হাতত পৰাজিত হোৱাৰ লগে লগে অসমত ছশবছৰীয়া আহোম শাসনৰ অন্ত পৰিল আৰু বৰ্মীৰ শাসন আৰম্ভ হ'ল। কিন্তু তেওঁলোকৰ শাসন স্থায়ী নহ'ল। ১৮২৫ খ্ৰীষ্টাব্দৰ মাৰ্চত বৰ্মীসকলে বৃটিছৰ ওচৰত আত্মসম্পৰ্ণ কৰিবলগীয়া হ'ল (ৰংপুৰত)। আচলতে চন্দ্ৰকান্ত সিংহক পুনৰ্স্থাপন কৰাৰ পৰাই অসমত বৰ্মীসকলৰ শাসন চলে। ৰজা ভঙা-পতাৰ লগতে বিষয়া ভঙা-পতা

কৰে, বিৰোধীসকলক হত্যা কৰে। বৃটিছ আশ্ৰিত দুই পলাতক ৰজা আৰু বুঢ়াগোহাঁইক কচিনাথক প্ৰলোভন দি মাত্তি আনি শাস্তি দিয়াৰ চেষ্টা কৰে। চন্দ্ৰকান্ত সিংহ জালত পৰে। বৰ্মীসকলে যোগেশ্বৰ সিংহৰ ঠাইত চন্দ্ৰকান্ত সিংহক ৰজা পাতিম বুলি আশ্বাস দিয়াত ১৮২৩ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰীত বৃটিছৰ আশ্ৰয়ৰ পৰা সৰকি বৰ্মীসকলৰ ওচৰত আত্মসম্পৰ্ণ কৰে। বৰ্মীসকলে তেওঁক ৰংপুৰলৈ আনি বন্দী কৰি ৰাখিলে। এনেকৈয়ে মিংগিমাহা তিলৱাৰ নিৰ্দেশত অসমৰ ৰাজ শাসন চলিল।

বৰ্মীসকলে স্বেচ্ছাচাৰীভাৱে সকলো শ্ৰেণীৰ লোকৰ পৰা কৰ সংগ্ৰহ কৰিবলৈ লয়। গা-খাটনিৰ সলনি পাইকৰ ওপৰত জনমূৰি নগদ ৬ টকা কৰ দিব লগাত পৰিল। মঠ-মন্দিৰত নিয়োজিত পাইকৰ জনমূৰি ৬ টকা কৰ নিৰ্দ্ধাৰণ কৰা হ'ল। ৰাজকাৰ্যত নিয়োজিত পণ্ডিত আৰু মৌলবীৰ ক্ষেত্ৰত জনমূৰি ২ টকা কৰ নিৰ্দ্ধাৰণ হ'ল। পুৰোহিত, বৈষ্ণৱ সত্ৰাধিকাৰ আৰু ৰাজকুমাৰৰ ওপৰতো নিৰ্দিষ্ট পৰিমাণৰ কৰ নিৰ্দ্ধাৰণ কৰিলে। ইয়াৰ উপৰি বৰ্মীসকলে য'তে কেনেকৈ পায় ধন-সোণ সংগ্ৰহ কৰাত লাগিল। স্মৰ্তব্য যে অসমীয়াসকলে আহোমৰ দিনত নগদ টকাৰে কৰ শোধোৱাত অভ্যস্ত নাছিল। নগদ টকাৰ প্ৰচলনো আছিল সীমিত। এতেকে নগদ টকাৰ কৰ শোধাব নোৱাৰা সকলৰ ওপৰত নিৰ্যাতন আৰম্ভ হ'ল। লুট-পাত চলিল। ভয়তে অসমীয়া প্ৰজাই জংঘললৈ পলাই গৈয়ো বৰ্মীৰ হাতৰপৰা নিষ্কৃতি নাপালে। খামটি, চিংফৌ আদি পাহাৰীয়া জনজাতীয় লোকেও সুযোগ বুজি অত্যাচাৰ-উৎপীড়ন চলালে। অগণন লোকক ধৰি নি দাসত্বৰ বোজা জাপি দিলে। পৰিতাপৰ কথা যে তেওঁলোকৰ গাত ভেজা দি অসমীয়া ডকাইতো উৎপীড়ন-অত্যাচাৰৰ অংশীদাৰ হ'ল।

প্ৰথম আক্ৰমণৰ পৰাই অসমত মানৰ অত্যাচাৰ আৰম্ভ হয়। তৃতীয় অভিযানৰ সময়ত এই অত্যাচাৰে এনে অৱস্থা পাইছিল যে তাক বৰ্ণনা কৰিব নোৱাৰি। ৰাজকোষৰ পৰা ভৰণ-পোষণ দিব নোৱাৰাত মান সেনাক বিভিন্ন অঞ্চলত ভাগ ভাগ কৰি ৰখা হয়। জোৰ, জবৰদস্তি, হত্যা, লুণ্ঠন আৰু যৌন নিৰ্যাতন অবাধে চলিছিল। জীয়ৰী, বোৱাৰী, আনকি বুঢ়ীও এওঁলোকৰ কামনাৰ বলি হয়। গণ-যৌন-নিৰ্যাতন চলে। কোনো ৰূপহী তিৰোতাই এজন মান সেনাৰ আগত ৰাজআলিত ওলাব নোৱাৰা হ'ল। মান সেনাই কিশোৰীক পত্নী কৰি লয়। তেওঁলোকৰ ক্ৰোধৰ বলি হোৱা বহুতকে জীয়াই জীয়াই ফালি আঁচাৰি মাৰে; পুৰি মাৰে। নিৰীহ গাঁওবাসীসকলক দলে দলে খেদি নি নামঘৰ, প্ৰাৰ্থনা ঘৰত ভৰাই জুই লগাই পুৰি মাৰে। বহুতৰ হাত-ভৰি ভাঙি পংগু কৰে; ভৰিৰ ঘিলা কাঢ়ে, হাতৰ গাঁঠি ভাঙে। ধনী ঘৰৰ লোকক ধৰি- বান্ধি কিলাই হত্যা কৰে। ভয়তে জংঘলত লুকাই থকা শিশু-তিৰোতা খাদ্যৰ অভাৱত মৃত্যুৰ মুখত পৰে। জীৱন ৰক্ষাৰ বাবে ক'ৰ মানুহ ক'লৈ গ'ল তাৰ লেখ নাই। লোক সমাজত ই মান-পলনি নামে জনাজাত। এনেকৈয়ে মানৰ আক্ৰমণে অসমক মৰিশালিত পৰিণত কৰিলে। বৰ্মী আক্ৰমণৰ কিছুবছৰ পিছত এম. কোচে অসম জৰীপ কৰি এই বুলি কৈছিল যে কেইবা শতিকাৰ নদন-বদন শস্যশালী দেশখনৰ ৬/৭ ভাগ শস্য পথাৰ বিৰাট পৰিমাণৰ নল-খাগৰিৰে ভৰি পৰিছিল। তাত মানুহৰ জন সমাগম নাছিল। মস্ত হাতী আদি হিংস্ৰ জন্তুৰ বিচৰণ ভূমিত পৰিণত হৈছিল। এইছোৱা সময়ৰ বৰ্মীসকলে চলোৱা অসহনীয় অবৰ্ণনীয় অত্যাচাৰৰ কথা অসমীয়া মানুহে মানৰ দিন বুলি সুঁৱৰে।

মান আক্ৰমণকাৰীসকলে মান ৰজাক নিৰ্দ্ধাৰিত পৰিমাণৰ ধন-সোণ দিব লাগিছিল। নগদ টকাৰ কৰৰ বোজা বহন কৰিব নোৱাৰি কৃষক-বাঢ়ে পলাই থাকিবলগীয়া হোৱাত উপাৰ্জনৰ বাট বন্ধ হৈছিল। শস্যৰ পথাৰ ছন পৰিছিল। ১৮/ ২০ হেজাৰ বিশাল মান সৈন্য বাহিনীৰ কৰছদ যোগান ধৰিবলৈ ৰজা আৰু প্ৰজা উভয়ে অসমৰ্থ হোৱাত বৰ্মীসকলে নিবিহ মানুহবোৰক কাটি-মাৰি দেশখন উজাৰ কৰিব ধৰিলে।

উল্লেখ্য যে মানৰ অত্যাচাৰত অতিষ্ঠ হৈ মায়ামৰীয়া আৰু আন অসমীয়া জনজাতিৰ লোকে সংঘবদ্ধ হৈ সম্মিলিতভাৱে কেইবাবাৰো বৰ্মীসকলক আক্ৰমণ কৰে আৰু অসমৰ উজনি অংশ মানৰ কবলৰ পৰা মুক্ত কৰিবলৈ সক্ষম হয়। যাৰ ফলত আক্ৰমণকাৰী বৰ্মীসকলৰ নিজ দেশৰ লগত যোগাযোগ বিচ্ছিন্ন হৈ পৰে। এই অনুপ্ৰেৰণাতে বৃটিছ শাসনাধীন অসমৰ সীমামূৰীয়া অঞ্চলত থিতাপি লোৱা অসমীয়া ভগনীয়াসকলে স্বদেশৰ স্বাধীনতা পুনৰ উদ্ধাৰৰ

ৰাবে শেষ চেষ্টা চলাবলৈ সৈন্য-সামন্ত সমবেত কৰে। বৰ্মীসকলৰ বিৰুদ্ধে থিয় হ'বলৈ অসমীয়া ভগনীয়াসকলক উৎসাহ-উদ্দীপনা যোগোৱা নেতাসকল আছিল ক্রমে দিহিঙীয়া ফুকন, সিবিং বৰবৰুৱা, গদ্ধীয়া গোহাঁই আৰু লাখি ৰৰা। উজনি অসমৰ নেতাসকলৰ ভিতৰত মায়ামৰীয়া প্ৰধান মন্ত্ৰিৰ বৰসেনাপতি, হাউ সাগৰ বৰুৱা, আৰু উত্তৰপাৰৰ বাস্কাতীয়া প্ৰধানৰ নাম স্মৰণীয়।

**ইংগ-বৰ্মী যুদ্ধ ঃ** বৃটিছ ৰাজ্যত আশ্ৰয় লোৱা অসমীয়া ভগনীয়াসকলে যাতে অস্ত্ৰ-শস্ত্ৰ সংগ্ৰহ কৰিব নোৱাৰে তাৰ বাবে ৰংপুৰৰ জাজ মেজিষ্ট্ৰেট ডেভিদ স্কটে বাধা-নিষেধ আৰোপ কৰিছিল। ভগনীয়াসকলৰ হাতত কিছু পৰিমাণে ধন-সম্পত্তি আছিল। জমিদাৰী বিষয়া আৰু বৃটিছ সৈন্য বিষয়াক ভেটী দি তেওঁলোকে কিছু অস্ত্ৰ-শস্ত্ৰ সংগ্ৰহ কৰে। গোৱালপাৰাস্থ বৃটিছ সেনাপতি ডেভিদছনক ২১ আৰু তলতীয়া সৈন্য বিষয়াক ৪/৫ হেজাৰ টকা ভেটী দি গোৱালপাৰাৰ চাৰিওফালৰ অৰণ্যৰ মাজত তেওঁলোকে যুদ্ধৰ প্ৰস্তুতি চলায়। সীমান্ত অঞ্চল উত্তপ্ত হ'ব বুলি তেওঁলোকক নিয়ন্ত্ৰণ কৰা হয়। বৃটিছ কৰ্তৃপক্ষই তেওঁলোকক ভিতৰুৱা ঠাই চিলমাৰীলৈ স্থানান্তৰ কৰে।

কিন্তু বৰ্মীসকলে অসমখন উজাৰ কৰি থৈ অৱশেষত দক্ষিণে বৃটিছৰ আশ্ৰিত ৰাজ্য কাছাৰত আৰু পশ্চিমে গোৱালপাৰাৰ হাবৰাঘাট-পৰগণাত হানা দিলেগৈ। ফলত ইষ্ট-ইণ্ডিয়া কোম্পানি আৰু বৰ্মীসকলৰ মাজত যুদ্ধ অনিবাৰ্য হৈ পৰিল। ইতিমধ্যে বৃটিছ ৰাজ্যৰ পূব সীমান্তৰ অন্য অংশ চিটাগং আৰু চিলেটত বৰ্মীসকলৰ আগ্ৰাসনে বৃটিছ আৰু বৰ্মীসকলৰ মাজত সংঘৰ্ষৰ সৃষ্টি কৰিছিল। বৰ্মী ৰজা বদৌপায়াৰৰ দিনত (১৭৮২-১৮১৯ খ্ৰীঃ) বৰ্মীসকলে অসম আক্ৰমণ কৰাৰ পূৰ্বে বৃটিছ-বৰ্মী সংঘাত আৰম্ভ হয়। বৰ্মীসকলে ১৭৫৫ খ্ৰীষ্টাব্দৰ পৰা বাৰম্বাৰ মণিপুৰ আক্ৰমণ কৰে। ১৮১৯ খ্ৰীষ্টাব্দত এই ৰাজ্য সম্পূৰ্ণভাৱে বৰ্মী ৰজাৰ কাৰতলীয়া হয়। ১৮৮৪-৮৫ খ্ৰীষ্টাব্দত বৰ্মী ৰজা বদৌপায়াই আৰাকান দখল কৰে। বৰ্মীসকলৰ অত্যাচাৰৰ ভয়ত অসমৰ বহু লোক বৃটিছ শাসনাধীন ৰংপুৰত আশ্ৰয় লোৱাৰ দৰে আৰাকানৰ পৰা দলে দলে মানুহ গৈ বৃটিছ শাসনাধীন শ্ৰীহট্ট আৰু চট্টগ্ৰামত আশ্ৰয় লয়গৈ। বৰ্মীসকলে বৃটিছৰ আশ্ৰিত ৰাজ্য কাছাৰ আক্ৰমণ কৰিলে (১৮২০ খ্ৰীঃ)। চট্টগ্ৰামৰ নিকটৱৰ্তী বৃটিছ শাসনাধীন চাহপুৰী দ্বীপটো বৰ্মীসকলে দখল কৰিলে। এতেকে এনে পৰিস্থিতিত গৱৰ্ণৰ জেনেৰেল লৰ্ড আমহাষ্টে বৰ্মীসকলৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে (৫ মাৰ্চ, ১৮২৪ খ্ৰীঃ)। এয়ে প্ৰথম ইংগ-বৰ্মী যুদ্ধ (১৮২৪-২৬ খ্ৰীঃ)। এই যুদ্ধ চাৰিটা ৰণাংগনত চলে— অসম উপত্যকা, সুৰমা উপত্যকা, চট্টগ্ৰাম সীমান্ত আৰু ৰেংগুন। আন তিনিটা ৰণাংগনৰ কথা প্ৰসংগক্ৰমেহে উল্লেখ কৰা হ'ল। তাৰ বৰ্ণনাৰ পৰা বিৰত থকা হ'ল। কাৰণ, অসম সংশ্লিষ্ট বিষয়ৰ ওপৰত আলোচনা সীমাবদ্ধ ৰখাটোহে আমাৰ মূল উদ্দেশ্য।

যুদ্ধ ঘোষণা কৰাত অসমলৈ অগ্ৰসৰ হোৱাৰ বাবে বৃটিছ সৈন্য গোৱালপাৰাত সমবেত কৰা হয়। উল্লেখ্য যে সেই সময়ত ৰংপুৰৰ অসামৰিক কমিছনাৰ ডেভিদ স্কট কোম্পানি ৰাজ্যৰ পূব সীমান্তৰ গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট বা ৰাজনৈতিক বিষয়া আছিল।

যুদ্ধৰ আঁচনি ৰূপায়ণ কৰাৰ ভাৰ তেওঁৰ ওপৰতে ন্যস্ত আছিল। পৰিকল্পনা অনুসৰি প্ৰথমতে অসমৰ পৰা বৰ্মীসকলক বিতাৰিত কৰা হ'ব, দ্বিতীয়তে চিলেট আৰু চিট গঙত প্ৰতিৰক্ষা বাহিনী সক্ষম কৰি ৰখা হ'ব, তৃতীয়তে বৰ্মীসকলৰ সমুদ্ৰতীৰস্থ ব্যৱসায়ী অঞ্চল দখলৰ বাবে এটি নৌবহৰ প্ৰেৰণ কৰা হ'ব আৰু পাৰিলে এই বাহিনীয়ে ইৰাৱতী নৈৰে ৰাজধানী আভালৈ অগ্ৰসৰ হ'ব।

১০ মাৰ্চত কৰ্ণেল ম্যাক মৰাইনৰ নেতৃত্বত বৃটিছ সৈন্য গোৱালপাৰাৰ পৰা অসমত সোমাল। কেইবাটাও বৰতোপ, বন্দুক-বাৰুদ সজ্জিত এক ক্ষুদ্ৰ নৌবহৰসহ ৩ হেজাৰ সৈন্য ব্ৰহ্মপুত্ৰৰ পাৰ ধৰি গুৱাহাটীলৈ ৰাওনা হ'ল। ২৩ নং নেটিভ ইনফেণ্ট্ৰিৰ ৫ টা কোম্পানি লৈ কৰ্ণেল ৰিচাৰ্ডছ ব্ৰহ্মপুত্ৰৰে উজাই আহিল। অটব্য হাবি-জংঘল আৰু জান-জুৰি অতিক্ৰম কৰি আগবঢ়ি আহোঁতে যথেষ্ট সময় লৈছিল। ২৭ মাৰ্চত কৰ্ণেল ম্যাক মৰাইন পলাশবাৰীত উপস্থিত হ'ল। আগতীয়াকৈ অহা এদল সেনাই মান সেনাৰ পিছ লোৱাত সিহঁত বনে-জংঘলে লুকাল। প্ৰত্যাহ্বানৰ সন্মুখীন নোহোৱাকৈ কৰ্ণেল ম্যাক মোৰাইন পাণ্ডুলৈ আগবাঢ়ি আহিল। বৰ্মীসকলে গুৱাহাটীত কোঁঠ মাৰিছিল। তাৰ পৰা

বৰ্মীসকলে অবিৰতভাৱে গুলীবৰ্ষণ কৰিছিল যদিও দুৰ্গ ৰক্ষা কৰিব নোৱাৰিলে। ২৪ মাৰ্চত বৃটিছ সৈন্যই গুৱাহাটী দখল কৰে। বৃটিছৰ পক্ষ ল'ব বুলি সন্দেহ কৰি গুৱাহাটী এৰি যোৱা মানসকলে ১৪ জন অসমীয়া ডা-ডাঙৰীয়াক হত্যা কৰিলে। মাৰোৱাৰী আৰু বঙালী সদাগৰক ধৰি গুৱাহাটীৰ ১০০/১৫০ জন লোক হত্যা কৰিলে আৰু লুকি দুৱাৰৰ ৰাজাসহ অন্যান্য ভালেমান ৰাজাক বন্দী কৰি লৈ গ'ল। বৰ্মীসকলো ক্ৰমে ৰহা, নগাঁও আৰু কলিয়াবৰলৈ পিছ হুঁহকি গ'ল। ঠাইকেইখনত যুদ্ধ দিয়াৰ বাবে কোঠ মাৰিছিল যদিও বৰ্মীসকলে বৃটিছ সৈন্যৰ আক্ৰমণৰ ভয়ত কোঠ পৰিত্যাগ কৰি উজনিৰ মৰামুখলৈ পিছুৱাই গ'ল। ইতিমধ্যে চিলেটত অৱস্থান লোৱা ডেভিদ স্কটে আন এক বৃটিছ সৈন্য বাহিনী লৈ কছাৰী আৰু জয়ন্তীয়া ৰাজ্যৰ মাজেৰে আহি নগাঁৱত উপস্থিত হ'ল। নগাঁও চহৰ ৰক্ষা কৰাৰ বাবে কিছু বৃটিছ সৈন্য থৈ তেওঁ সদলবলে গুৱাহাটী পালেহি।

এপ্ৰিলৰ শেষ ভাগত বৰ্মীসকল আকৌ কলিয়াবৰত উপস্থিত হ'ল। খবৰ পোৱাৰ পিছত এটি বৃটিছ সৈন্যৰ দল তালৈ পঠিওৱা হ'ল। বৰ্মীসকলে হাটবৰত কোঠ মাৰিছিল। কিন্তু বৃটিছ সৈন্যৰ হাতত পৰাৰ আগতে বৰ্মীসকলে বঙালীগড়লৈ পিছুৱাই গ'ল। বৃটিছ সৈন্যই হঠাতে তেওঁলোকক আক্ৰমণ কৰিলে (১৭ মে')। সংঘৰ্ষত এজন সেনাপতিকে ধৰি ২০ জন বৰ্মী সেনাৰ মৃত্যু হ'ল। ৪ টা কোম্পানি সৈন্য লৈ কেপ্টেইন হৰ্ষবাৰ্গে হাটবৰত খোপনি ল'লে। ২৪ মে'ত বৰ্মী সৈন্য পুনৰণি হাটবৰলৈ আগবাঢ়ি আহিল। বৰ্মীসকলৰ বিৰুদ্ধে এটি ক্ষুদ্ৰ বৃটিছ সৈন্যৰ ছাউনী পতা হ'ল। বৃটিছৰ সৈন্যৰ লগত মুখামুখি হোৱাত ভালেমান বৰ্মী সৈন্য নিহত হ'ল। ফলত বঙালীগড় ত্যাগ কৰি বৰ্মীসকল মৰামুখ পালেগৈ।

কৰ্ণেল ৰিচাৰ্ডছে কলিয়াবৰত মুখ্য কাৰ্যালয় স্থাপন কৰিছিল। কিন্তু বাৰিষা পৰাত তেওঁ গুৱাহাটীলৈ ঘূৰি আহিল। এই সুযোগতে বৰ্মীসকলে কলিয়াবৰ, নগাঁও আৰু ৰহাপুনৰ অধিকাৰ কৰিলে। স্থানীয় লোকসকল বৃটিছৰ প্ৰতি বন্ধুভাৱাপন্ন হোৱা দেখি মান সৈন্যই তেওঁলোকৰ ওপৰত ভীষণ নিৰ্যাতন চলায়। যাৰ ফলত হেজাৰ-বিজাৰ লোক দক্ষিণৰ জংঘললৈ পলাই গৈ অনাহাৰ-অনিদ্ৰা আৰু বেমাৰ আজাৰত পৰি মৃত্যুমুখত পৰিল। জীৱিত কিছুসংখ্যক লোক সুৰমা উপত্যকাত প্ৰবেশ কৰে।

বাৰিষাৰ কালছোৱা বৃটিছ সৈন্য গুৱাহাটীত থাকিল। স্মৰ্তব্য যে ব্ৰহ্মপুত্ৰ উপত্যকাৰ পৰা বৰ্মীসকলক খেদি পঠোৱাৰ দায়িত্ব দিয়া হৈছিল লেফ্‌টেনেণ্ট কৰ্ণেল ৰিচাৰ্ডছৰ ওপৰত। অক্টোবৰৰ শেষৰ পিনে ৰিচাৰ্ডছে জলপথেৰে বৰ্মীসকলৰ বিৰুদ্ধে দুটা সৈন্য বাহিনী পঠালে; এটা কলং নৈৰে নগাঁও-ৰহালৈত আনটো ব্ৰহ্মপুত্ৰৰে কলিয়াবৰলৈ। ব্ৰহ্মপুত্ৰৰে উজাই যোৱা মেজৰ কুপাৰে জানিলে যে তদানীন্তন অসমৰ বৰ্মী গৱৰ্ণৰ মুগুংৰাজা মিংগিমাহা নন্দ ক্ৰোডেন ৬০ জন বৰ্মী সেনা লৈ উত্তৰ পাৰে চাৰিদুৱাৰত আছে। জনৈক কাকতি আৰু হিলি ফুকনৰ নেতৃত্বত আছিল এই সৈন্যসকল। কুপাৰে লেফ্‌টেনেণ্ট ৰাটচনক ৬০ জন চিপাহী দি বৰ্মীসকলৰ বিৰুদ্ধে পঠালে। নাৱেৰে যোৱা এই সৈন্যৰ দলে আচম্বিতে আক্ৰমণ চলোৱাত কাকতি সমন্বিতে ৬ জন বৰ্মী সৈন্যৰ মৃত্যু হ'ল। হিলিফুকন আৰু কেইজনমান বৰ্মী সৈন্যক বন্দী কৰা হ'ল। একে সময়তে কলঙেৰে উজাই যোৱা মেজৰ ৰাটাৰে আচম্বিতে আক্ৰমণ চলাই আঠগাঁও আৰু আশে-পাশে থকা বৰ্মীৰ সৈন্যক শ'লঠেকত পেলালে (২৮ অক্টোবৰ)। সংঘৰ্ষত ভালেমান বৰ্মী সৈন্যৰ নিহত হ'ল। জীৱিতসকলে পলায়ন কৰি বৃটিছৰ হাত সাৰিল। ১ মে' নবেম্বৰত কলঙৰ ইফালে-সিফালে থকা বৰ্মী সৈন্যৰ ওপৰত আক্ৰমণ চলাই সিহঁতক ছেদেলি-ভেদেলি কৰে। ৰহাৰ পৰা ১৯ মাইল নিলগত গৈ বৰ্মী সৈন্যই অৱস্থান ল'লে স্বয়ং মুগুং ৰাজাৰ নেতৃত্বত। বৃটিছ সৈন্য বাহিনীয়ে তালৈ চোঁচা লোৱাত বৰ্মীসকল পলাই পত্ৰং দিলে। ৰহাৰ পৰা কলিয়াবৰ অঞ্চলত য'তে যি বৰ্মী সৈন্য আছিল সমূলঞ্চে ছত্ৰভংগ দিলে। তেওঁলোক গৈ যোৰহাটত কোঠ মাৰিলে।

কৰ্ণেল ৰিচাৰ্ডছৰ নেতৃত্বত আনটো সৈন্য বাহিনী আহি মৰামুখ পালে। তেওঁ লেফ্‌টেনেণ্ট জনছৰ নেতৃত্বত সৈন্যৰ এটি কোম্পানি যোৰহাটলৈ পঠালে। বৰ্মীসকল যোৰহাটৰ পৰা পলাল। মুগুংৰাজা আৰু তেওঁৰ পুত্ৰই ৰহা-নগাঁৱক উজনিলৈ ঘূৰি আহিছিল। বৰ্মী সৈন্যৰ মাজত আভ্যন্তৰীণ কাজিয়া আৰম্ভ হ'ল। শানফুকন নামে প্ৰতিপক্ষৰ নেতা এজনে মুগুংৰাজাক হত্যা কৰিলে। ব্ৰিটিছৰ হাতৰ পৰা

যোৰহাট ৰক্ষা কৰিব নোৱাৰি মান সৈন্য যোৰহাট গড় ভস্মীভূত কৰি ৰাজধানী ৰংপুৰলৈ আহিল। কৰ্ণেল ৰিচাৰ্ডছে আগবাঢ়ি আহি ২৫ জানুৱাৰীত (১৮২৫ খ্ৰীঃ) গৌৰীসাগৰ পালে। বামপানীৰে দিখৌ নৈ পথেৰে ৰংপুৰলৈ নাও যাব নোৱাৰাত নামদাং হৈ স্থলপথেৰে বন্দুক-বাৰুদ কঢ়িয়াই নিয়াৰ বাবে কেপ্টেইন ম্যাক লিয়দৰ নেতৃত্বত "ৰংপুৰ লাইট ইনফেণ্ট্ৰি"ৰ এটি সৈন্যৰ দল পঠোৱা হ'ল। বৰ্মীসকলৰ কিছু সৈন্যই নামদাঙত বৃটিছ সৈন্যক আগভেটি ধৰিলে। বন্দুক-বাৰুদৰ শব্দ শুনি ৰিচাৰ্ডছে ২ টা সৈন্যৰ কোম্পানি লৈ তালৈ আহিল। যুদ্ধত ৩ জন ফুকন সহ ৬৯ জন বৰ্মী সৈন্যৰ মৃত্যু হ'ল।

নামদাঙত হাৰি বৰ্মীসকল ৰংপুৰলৈ গ'ল আৰু বৃটিছ সৈন্যক বাধা দিয়াৰ বাবে প্ৰৱেশ পথ বন্ধ কৰি গড় মাৰিলে। ২৯ জানুৱাৰীত বৃটিছ সৈন্যই গড় আক্ৰমণ কৰাত দুয়োপক্ষৰ মাজত গুলীয়াগুলি চলিল। কৰ্ণেল ৰিচাৰ্ডছ আৰু লেফটেনেণ্ট ব্ৰুক আঘাতপ্ৰাপ্ত হ'ল। গুলীয়াগুলি ৰাতিটো চলিল। ওৰেৰাতি উপৰ্যুপৰি গুলী চলাই ভাগৰি পৰি ৩০ জানুৱাৰী ৰাতিপুৱা মান সেনাই যুদ্ধবিৰতিৰ বাবে আগবাঢ়ি আহিল। যিসকল বৰ্মী সেনাই যুদ্ধবিৰতিত সন্মতি দিয়া নাছিল, তেওঁলোকক উভতি যোৱাৰ সময়ত অসমবাসীৰ ওপৰত কোনো ধৰণৰ দুষ্কাৰ্য সম্পাদন নকৰাৰ চৰ্তসাপেক্ষে উভতি যাবলৈ দিয়া হ'ল। ২ হেজাৰ যুঁজাৰু সহ ৯ হেজাৰ বৰ্মী লোক (স্ত্ৰী-পুৰুষ উভয়ে) ব্ৰহ্মদেশলৈ উভতি গ'ল (৩১ জানুৱাৰী)। ২৫ ফেব্ৰুৱাৰী তাৰিখে কৰ্ণেল ৰিচাৰ্ডছে অসমৰ পুৰণি ৰাজধানী ৰংপুৰ (শিৱসাগৰ) নগৰখন বৰ্মীৰ কবলৰ পৰা উদ্ধাৰ কৰিলে। কিন্তু কিছুমানে চিংফৌসকলৰ লগত লগ লাগি পুনৰ বৃটিছৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ কৰে। কেপ্টেইন নিউৱিলে তেওঁলোকক পৰাস্ত কৰিলে। জুন মাহত চিংফৌসকলে ইংৰাজৰ বশ্যতা স্বীকাৰ কৰিলে।

**ইয়াণ্ডাবু সন্ধি ঃ অসম বৃটিছৰ হস্তগত ঃ** অসমৰ পৰা বৰ্মীসকলক বিতাৰিত কৰাৰ লগে লগে ইংগ-বৰ্মী যুদ্ধৰ সামৰণি পৰা নাছিল। আন তিনিটা ৰণাংগন সুৰমা উপত্যকা, চিটাগং আৰু ৰেংগুণত যুদ্ধ চলি আছিল। অসমৰ দৰে ব্ৰহ্মদেশতো বৃটিছে জয়লাভ কৰিলে। আভাৰ ৰজা পগিদোৱাই সন্ধিৰ প্ৰস্তাৱ আগবঢ়োৱাত ১৮২৬ খ্ৰীষ্টাব্দৰ ২৪ ফেব্ৰুৱাৰীত ইয়াণ্ডাবুত দুয়োপক্ষৰ মাজত সন্ধি স্বাক্ষৰ হ'ল। চুক্তি পত্ৰৰ দ্বিতীয় দফা অনুসৰি বৰ্মী ৰজাই অসম ৰাজ্য, অসমৰ অধীন ৰাজ্য আৰু সংলগ্ন ৰাজ্য কাছাৰ আৰু জয়ন্তীয়াৰ ওপৰত থকা সকলো প্ৰকাৰৰ দাবী পৰিহাৰ কৰিলে আৰু কোনো প্ৰকাৰে হস্তক্ষেপ নকৰিবলৈ সন্মত হ'ল।

ইয়াণ্ডাবু সন্ধি অনুসৰি অসম বৃটিছৰ অধীন হ'ল। বৰ্মীসকলৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰাৰ সময়ত এই বুলি সদৰী কৰিছিল যে বৃটিছে শত্ৰুৰ হাতৰ পৰা দেশখন ৰক্ষা কৰি শান্তি-শৃংখলা স্থাপন কৰিব। ব্ৰিটিছে অসম দখল কৰিবলৈ ইচ্ছা কৰা নাছিল বুলি যি ধাৰণা দিছিল বা ধাৰণা কৰা হৈছিল বা ধাৰণা কৰা হয়। ইজেন নহয় বুলি কোৱাৰ অৱকাস আছে। তাত সাম্ৰাজ্যবাদী স্বাৰ্থ নিহিত আছিল। যুদ্ধৰ আগতে অসমক এখন বৃটিছৰ কৰতলীয়া ৰাজ্য কৰাৰ আঁচনি লোৱা হয়। যুদ্ধ শেষ হোৱাৰ পিছত অসমৰ ৰাজনৈতিক বান্দৱস্তি এটা জটিল সমস্যা হিচাপে দেখা দিলে। মানৰ দিনত এজন এজনকৈ তিনিজন অসমৰ ৰজা হৈছিল। চন্দ্ৰকান্ত সিংহ, পুৰন্দৰ সিংহ আৰু যোগেশ্বৰ সিংহ। বৃটিছৰ আশ্ৰয়প্ৰাৰ্থী চন্দ্ৰকান্ত সিংহ আৰু পুৰন্দৰ সিংহৰ ভিতৰত পুৰন্দৰ সিংহৰ ভিতৰত পুৰন্দৰ সিংহ বৃটিছ ৰাজনৈতিক আশ্ৰয়তে থাকিল আৰু বৃটিছৰ কৰতলীয়া ৰজা হোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে। চন্দ্ৰকান্ত সিংহই মানৰ প্ৰৰোচনাত পৰি বৃটিছ পক্ষ ত্যাগ কৰি মানৰ ওচৰ চাপে। মানে তেওঁক বন্দী বা নজৰবন্দী কৰি ৰাখে। এটা সময়ত যোগেশ্বৰ সিংহৰো তেনে দশা হ'ল। মানৰ সমৰ্থক হৈ থকা বাবে যোগেশ্বৰৰ প্ৰশ্ন বিবেচনাধীন নহ'ল যদিও, আন দুজনৰ কাক ৰজা পতা হ'ব তাৰ এটা সিদ্ধান্ত লোৱাটো এটা সমস্যা হৈ পৰিল। বিচাৰ-বিবেচনা কৰোতে যথেষ্ট সময় ল'লে।

এই কথা স্বীকাৰ্য যে যুদ্ধ ঘোষণা কৰাৰ সময়ত বৃটিছে কাকো তলতীয়া ৰজা পাতিম বুলি প্ৰতিশ্ৰুতি দিয়া নাছিল আৰু কোনোজনে বৃটিছক সহায়ো কৰা নাছিল। ইয়াণ্ডাবু সন্ধিৰ পিছত উৰ্ধৱতন কৰ্তৃপক্ষই ৰাজ্যখন লোৱাৰ কথা বিবেচনা কৰিছিল। অৱশ্যে গৱৰ্ণৰ জেনেৰেলৰ উত্তৰ-পূৰ্বাঞ্চল সীমান্তৰ এজেণ্ট ডেভিদ স্কটে বৃটিছ ভাৰত সাম্ৰাজ্যৰ পুব সীমান্তৰ ভৱিষ্যৎ নিৰাপত্তাৰ কথা বিবেচনা

কৰি নামনি অসম বৃটিছৰ শাসনাধীন কৰি উজনি অসমত এজন দেশীয় ৰজা পতাৰ মত পোষণ কৰিছিল। এতেকে নামনি অসম বৃটিছ ভাৰত সাম্ৰাজ্যৰ লগত চামিল কৰা হ'ল (১৮২৮ খ্ৰীঃ)। উজনি অসম সাময়িকভাবে বৃটিছৰ হাততে থাকিল। ইতিমধ্যে বৃটিছৰ ৰাজনৈতিক হস্তক্ষেপৰ বিৰোধিতা কৰি বিদ্ৰোহ কৰা গমধৰ কোঁৱৰ, জীউৰাম বৰুৱাহঁত কাৰাবাসত সোমাল। ৰাজনৈতিক আৱশ্যকতা অনুধাৱন কৰি উজনি অসম এজন দেশীয় ৰজাৰ হাতত ৰখাৰটো ফলপ্ৰসূ হ'ব বুলি কোম্পানি চৰকাৰে বিবেচনা কৰিলে। এই বিষয়ে ডেভিদ স্কটে প্ৰথমে চন্দ্ৰকান্ত সিংহ আৰু তেওঁৰ মৃত্যুৰ পিছত পুৰন্দৰ সিংহক উজনি অসমৰ ৰজা পতাৰ পৰামৰ্শ দিলে। ই কৰ্তৃপক্ষৰ মনঃপূত নহ'ল। প্ৰতিদ্বন্দ্বী দুয়োজনৰ দক্ষতাৰ বিচাৰ কৰি এজনক ৰজা পাতি আনজনক পেন্সন এটা দি গুৱাহাটীত ৰখাটোৱে কাৰ্যকৰী হ'ব বুলি বিবেচনা কৰিলে।

ডেভিদে স্কটে উৰ্ধ্বতম কৰ্তৃপক্ষই বিচৰামতে প্ৰাৰ্থিত্বৰ প্ৰশ্নটোৰ সমিধান দি থৈ যাব নোৱাৰিলে। ১৮৩১ খ্ৰীষ্টাব্দৰ ২০ আগষ্ট তাৰিখে চেৰাপুঞ্জীত ডেভিদ স্কটৰ দেহাৱসান হয়। তেওঁৰ পৰৱৰ্তী এজেণ্ট টি, ছি, ৰবাৰ্টছনে পুৰন্দৰ সিংহকে যোগ্যতাসম্পন্ন বুলি বাছনি কৰিলে। ১৮৩৩ খ্ৰীষ্টাব্দত পুৰন্দৰ সিংহক শদিয়া আৰু মটক ৰাজ্যখণ্ড বাদ দি উজনি অসমৰ বৃটিছৰ আশ্ৰিত ৰজা পতা হ'ল। ভাৰতবৰ্ষৰ অন্যান্য কিছু ৰাজ্যৰ আৰ্হিত। পুৰন্দৰ সিংহই কোম্পানিক বছৰি ৫০ হেজাৰ টকা পেছকছ দিবলৈ মান্তি হ'ল।

ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে পুৰন্দৰ সিংহক উজনি অসমৰ ৰজা পাতিলে যদিও ৰাজ্যখণ্ডৰ আভ্যন্তৰীণ অৱস্থাৰ একো পৰিৱৰ্তন নহ'ল। পুৰন্দৰ সিংহ পুৰ্নস্থাপিত হোৱাত ডা-ডাঙৰীয়াসকলে তেওঁলোকৰ প্ৰতিপত্তি বৰ্তি থাকিব বুলি উৎসাহিত হৈছিল। কিন্তু ভাগি পৰা ৰাজহ ব্যৱস্থাৰ উন্নতিৰ অৰ্থে পুৰন্দৰে ৰাজস্ব বিভাগত সংস্কাৰ সাধন কৰাৰ আঁচনি হাতত লয়। মৌজাদাৰী এলেকাৰ সংখ্যা হ্ৰাস কৰা হ'ল আৰু নিয়ম কৰা হ'ল যে ডা-ডাঙৰীয়াসকলৰ মাজত যদি উপযুক্ত শিক্ষিত মৌজাদাৰ প্ৰাৰ্থী নাথাকে, উচ্চ আৰু নিম্ন বৰ্গ উভয়ৰে পৰা প্ৰাৰ্থী বাছনি হ'ব। ফলত, ডা-ডাঙৰীয়াসকলৰ মৌজাদাৰী গ'ল। উপযুক্ত শিক্ষাগত অৰ্হতা নথকাত মৌজাদাৰ নিযুক্তিৰ পৰাও বঞ্চিত হ'ল। এতেকে পুৰন্দৰ সিংহ ডা-ডাঙৰীয়া শ্ৰেণীৰ অপ্ৰিয়ভাজন হ'ল। মটক ৰাজ্যখণ্ডত পাইক প্ৰথা নথকাত উজনি অসমৰ বহুতো লোকৰ মটক ৰাজ্যলৈ প্ৰব্ৰজন ঘটিল। নামনি অসমতো বৃটিছ প্ৰশাসনে হাট-ঘাটৰ কৰ-কাটল কৰ্তন কৰাত উজনি অসমৰ কিছুলোক তালৈ গ'ল। এনেবোৰ কাৰণতে ৰাজস্বৰ ঘাটি পৰিল আৰু ফলত পুৰন্দৰ সিংহই কোম্পানিক বছৰেকীয়া পেছকছ আদায় দিবলৈ অপৰাগ হ'ল। পুৰন্দৰ সিংহই ৰেহাইৰ বাবে কোম্পানিৰ ওচৰত আৰ্জি পেঁচ কৰিলে। কিন্তু তাৰ ফল নধৰিল। উজনি অসমৰ বৃটিছ ৰাজনৈতিক এজেণ্টে তাৰ বিৰোধিতা কৰিলে। আনহাতে ডা-ডাঙৰীয়াসকলেও কোম্পানিক লগালে যে পুৰন্দৰ সিংহই অত্যাচাৰ উৎপীড়ন কৰি কৰ আদায় কৰাত জনসাধাৰণৰ অসন্তুষ্ট হৈছে। স্মৰ্তব্য যে কোম্পানিৰ উৰ্ধ্বতম কৰ্তৃপক্ষই পুৰন্দৰ সিংহক গাদীচ্যুত কৰাৰ বাবে সুযোগ বিচাৰি আছিল। দেনা পৰিশোধ কৰিব নোৱাৰৰ অজুহাতত তেওঁক এটি পেন্সন দি কোম্পানিয়ে উজনি অসমখন নিজৰ হাতলৈ নিলে (অক্টোবৰ, ১৮৩৮ খ্ৰীঃ)। অসম ভাৰত বৃটিছ সাম্ৰাজ্যৰ এখন প্ৰদেশত পৰিণত হ'ল।

## দ্বিতীয় অধ্যায়

# আধুনিক ইতিহাস

## বৃটিছ ৰাজত্ব ঃ বৃহত্তৰ অসম

**বৃটিছৰ ৰাজত্ব ঃ বৃহত্তৰ অসম ঃ** ইয়াণ্ডাবু সন্ধি অনুসৰি অসম বৃটিছৰ অধীন হ'ল যদিও কাৰ্যতঃ ১৮২৩ খ্ৰীষ্টাব্দৰ পৰা অসমত বৃটিছ ৰাজত্বৰ সূচনা হয়। ১৮২৩ খ্ৰীষ্টাব্দৰ নবেম্বৰ মাহত ডেভিড স্কটৰ হাতত অসমৰ কাৰ্যনিৰ্বাহ কৰাৰ দায়িত্ব অৰ্পণ কৰা হৈছিল। তেওঁক দক্ষিণে কাছাৰ-চিলেটৰ পৰা উত্তৰে ছিকিমলৈ সমগ্ৰ উত্তৰ-পূবৰ গৱৰ্ণৰ জেনেৰেলৰ এজেণ্টে হিচাপে নিযুক্তি দিছিল। কোম্পানিৰ সম্মতি সাপেক্ষে ডেভিদ স্কটে উত্তৰ-পূবৰ নীতি নিৰ্দ্ধাৰণ কৰে। উল্লেখ্য যে ডেভিদ স্কটে নামনি অসম কোম্পানিৰ শাসনাধীন কৰি উজনি অসমত আহোম ৰাজকোঁৱৰ এজনক পুৰ্নস্থাপন কৰাৰ পৰামৰ্শ দিছিল। কিন্তু উৰ্ধতন কৰ্তৃপক্ষই বাণিজ্যিক সম্প্ৰসাৰণৰ সমানে ৰাজ্যক্ষেত্ৰিক সম্প্ৰসাৰণৰ পোষকতা কৰে। সেয়ে পলমকৈ হ'লেও পুৰন্দৰ সিংহক উজনি অসমৰ ৰজা পতা হয় যদিও, অকৰ্মণ্যতাৰ দোষ দি তেওঁক আঁতৰাই উজনি অসম ইষ্ট-ইণ্ডিয়া কোম্পানিৰ শাসনাধীন কৰে (১৮৩৮ খ্ৰীঃ)। অসমৰ দৰে ইয়াণ্ডাবু সন্ধিৰ ফলত উত্তৰ-পূবৰ আন আন ৰাজ্যতো কাৰ্যতঃ ইষ্ট-ইণ্ডিয়া কোম্পানি হৰ্তাকৰ্তা হ'ল। অসমৰ পিছত ক্ৰমশঃ এই ৰাজ্যবোৰ কোম্পানিৰ গ্ৰাসত পৰে। মণিপুৰ বাদে ইখনৰ পিছত সিখন ৰাজ্য কোম্পানিৰ অধীন কৰি অসম প্ৰদেশৰ লগত চামিল কৰা হ'ল। সৃষ্টি হ'ল বৃটিছৰ শাসিত বৃহত্তৰ অসম।

**১। কাছাৰ ঃ** বৃটিছৰ শেহতীয়া সাম্ৰাজ্যবাদী যযুৎসাৰ পূৰ্বাভাসা কাছাৰ। অষ্টাদশ শতাব্দীৰ শেষভাগত কাছাৰৰ ৰজা আছিল কৃষ্ণচন্দ্ৰ (১৭৯০-১৮১৩ খ্ৰীঃ)। তেওঁৰ মৃত্যুৰ পিছত ভায়েক গোবিন্দ চন্দ্ৰ কাছাৰৰ ৰজা হয়। এওঁৰ দিনতে ৰাজ্যৰ উত্তৰ অংশত তুলাৰামে স্বাধীনতা ঘোষণা কৰে আৰু তাত শাসন কৰিবলৈ লয়। তদানীন্তন গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট ডেভিদ স্কটৰ পৰামৰ্শ অনুসৰি গোবিন্দ চন্দ্ৰই তুলাৰামক ৰাজ্যৰ সেনাপতি হিচাপে স্বীকৃতি দি এটা ৰাজনৈতিক সিদ্ধান্ত লয়। আনহাতে মণিপুৰৰ ৰজা মাৰজিত সিংহই কাছাৰৰ নামনি অংশ দখল কৰে। মণিপুৰত গৃহকন্দল লগাত মাৰজিতৰ ভায়েক সৌৰজিতক ৰাজ্যৰ পৰা খেদি দিয়া হয়। গোবিন্দ চন্দ্ৰই সৌৰজিতৰ লগ লাগি মাৰজিতক কাছাৰৰ পৰা খেদি পঠায়। কিন্তু, সৌৰজিতে ৰাজনীতি পকাই অচিৰে গোবিন্দ চন্দ্ৰক খেদি ৰাজপাট অধিকাৰ কৰে। ইতিমধ্যে বৰ্মীসকলে মণিপুৰ অধিকাৰ কৰে। যাৰ ফলত মাৰজিত সিংহ আৰু ভায়েক গম্ভীৰ সিংহই কাছাৰত প্ৰৱেশ কৰে আৰু তিনিও ভায়েক লগ হৈ কাছাৰ ৰাজ্যখন ভাগ-বাটোৱাৰা কৰি লয়। অৱশ্যে তেওঁলোকো বিপদৰ সন্মুখীন হ'ল। বৰ্মীসকলে তেওঁলোকক কাছাৰ পৰা আঁতৰ কৰাৰ বাবে কাছাৰ আক্ৰমণ কৰে। উল্লেখ্য যে কাছাৰ সমভূমিৰে বৰ্মীসকলে কোম্পানিৰ ৰাজ্য আক্ৰমণ কৰিব বুলি ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে ডেভিদ স্কটৰ তত্বাৱধানত এটি সৈন্য বাহিনী প্ৰেৰণ কৰিলে। ১৮২৪ খ্ৰীষ্টাব্দত (জানুৱাৰী) কাছাৰত ইংগ-বৰ্মী যুদ্ধ আৰম্ভ হ'ল। যুদ্ধত হাৰি বৰ্মীসকল মণিপুৰলৈ উভতিল।

ব্ৰিটিছে গোবিন্দ চন্দ্ৰক কাছাৰৰ আশ্ৰিত ৰজা হিচাপে পুৰ্নস্থাপন কৰিলে (১৮২৪ খ্ৰীঃ)। অৱশ্যে সেনাপতিৰ তলতীয়া অংশটো তুলাৰাম সেনাপতিৰ হাততে থাকিল। গোবিন্দ চন্দ্ৰই কোম্পানিক বছৰি ১০ হেজাৰ টকা পেছকচ দিয়াৰ বাবে গাত ল'লে। উল্লেখ্য যে কাছাৰত বছৰি ৩ লাখ পৰ্যন্ত ৰাজহ আদায় হোৱাৰ হিচাপ আগত ৰাখি এই পেছকচ নিৰ্দ্ধাৰণ কৰে। কাছাৰৰ নামনি অংশ সাৰুৱা আৰু সম্পদশালী নোহোৱা নহয় যদিও বহিঃ আক্ৰমণৰ সময়ত

জনগণ এই ঠাই এৰি গুচি লোৱাত সম্পদ ক্ষতিগ্ৰস্ত হয়। গোবিন্দ চন্দ্ৰই অৰ্থনৈতিক ব্যয় সংকোচনৰ ব্যবস্থা হিচাপে মন্ত্ৰী আৰু বিচাৰকৰ সংখ্যা হ্ৰাস কৰে। আৰ্থিক উদগতিৰ কাৰণে নিষ্কৰ মাটিৰ ভোগ-দখল ৰহিত কৰে, ছুন পৰা মাটিৰ গৰাকীৰ ওপৰত পাইকাৰী জৰিমনাকে প্ৰমুখ্যে অন্যান্য অতিৰিক্ত কৰ নিৰ্দ্ধাৰণ কৰাৰ ব্যবস্থা কৰে। ইয়াৰ ফলত গোবিন্দ চন্দ্ৰ জনৰোষত পৰে। এসময়ৰ কছাৰী ৰাজ্য হিচাপে স্বীকৃত ৰাজ্যখনত কছাৰীসকলৰ আধিপত্য বিনাশ হোৱাত তেওঁলোকে চুবুৰীয়া অসম আৰু বংগদেশলৈ গমন কৰে।

তুলাৰাম সেনাপতি হিচাপে থাকিল আৰু মণিপুৰৰ ৰজা গম্ভীৰ সিংহই ৰাজ্যখনৰ অ'ত-ত'ত আক্ৰমণ চলাই গ'ল। গম্ভীৰ সিংহই লাহে লাহে কাছাৰ ৰাজ্যখন গ্ৰাস কৰাৰ বাবে মনোনিবেশ কৰিলে। গোবিন্দ চন্দ্ৰ নিঃসন্তান হোৱাত তেওঁৰ মৃত্যুৰ পিছত তুলাৰামে ৰাজ্যখন লোৱাৰ বাবে পাঙি আছিল। কিন্তু গোবিন্দ চন্দ্ৰই এজন তলতীয়া সন্তান পালন কৰাত তুলাৰামৰ আশাত চেঁচা পানী পৰিল। কিন্তু ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে তোলনীয়া পুত্ৰৰ মৰ্যাদা দিবলৈ অস্বীকাৰ কৰাত ৰাজপাটৰ উত্তৰাধিকাৰৰ প্ৰশ্ন উঠিল। এনে পাকচক্ৰৰ মাজতে ১৮৩০ চনৰ ২৪ এপ্ৰিলত গোবিন্দ চন্দ্ৰক হত্যা কৰা হয়। এই হত্যাকাণ্ডৰ গম্ভীৰ সিংহ আৰু তুলাৰাম সেনাপতি জড়িত থকাৰ সম্ভাৱনা আছিল। সিযিকি নকওক, গোবিন্দ চন্দ্ৰৰ ডাঙৰ ৰাণী ইন্দ্ৰপ্ৰভাই ৰাজপাট দাবী কৰে যদিও তাইৰ এবাৰ আগতে গোবিন্দ চন্দ্ৰৰ ভায়েকৰ লগত বিবাহ সম্পন্ন হৈছিল বাবে হিন্দু শাস্ত্ৰমতে তাইৰ প্ৰাথিত্ব গ্ৰহণযোগ্য নহ'ব বুলি ইষ্ট-ইণ্ডিয়া কোম্পানিৰ কৰ্তৃপক্ষই তাক গ্ৰহণ নকৰিলে। ৰাজপৰিয়ালৰ এজনী মণিপুৰী দাসী ৰত্নমালাৰ গৰ্ভজাত হোৱাত তুলাৰাম সেনাপতি নিম্নজাতৰ লোক বুলি গণ্য কৰি তেওঁৰ দাবী নাকচ কৰা হয়। স্মৰ্তব্য যে কোম্পানিয়ে গোবিন্দ চন্দ্ৰক ৰাজপাট ভোগৰ বাবে অলায়ক বিবেচনা কৰিছিল আৰু বৃটিছৰ প্ৰত্যক্ষ শাসন চলিলে ৰাজ্যখন সম্পদশালী হ'ব বুলি কাছাৰৰ ওপৰত উৰ্দ্ধতম কৰ্তৃপক্ষৰ চকু আছিল। এতেকে উপযুক্ত আৰু প্ৰকৃত দাবীদাৰ নাই বুলি সদৰী কৰি ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে ৰাজ্যখন হস্তগত কৰিলে (১৪ আগষ্ট, ১৮৩০ খ্ৰীঃ)।

নগা আক্ৰমণ প্ৰতিহত কৰাত সুবিধাজনক হ'ব বুলি অভিহিত কৰি তুলাৰাম সেনাপতিক উচ্ছেদ কৰা নাছিল। তেওঁৰ লগত এটা বুজাপৰাত আহিল (নবেম্বৰ, ১৮৩৪ খ্ৰীঃ)। কিন্তু তেওঁৰ উত্তৰাধিকাৰী নকুলৰাম আৰু ব্ৰজনাথ দুৰ্বল শাসক আছিল। তেওঁলোকে আংগামী নগা আক্ৰমণ প্ৰতিহত কৰিব নোৱাৰা হ'ল। নগা আক্ৰমণৰ ফলত চুবুৰীয়া ব্ৰিটিছ জিলাকেইখন বিপদাপন্ন হ'ব বুলি ঘোষণা দি গৱৰ্ণৰ জেনেৰেল ডেলহাউছিয়ে তুলাৰাম সেনাপতিৰ ৰাজ্যখণ্ড অধিগ্ৰহণ কৰে (১৮৫৪ খ্ৰীঃ)।

### শদিয়া, মটক আৰু চিংফৌ ৰাজ্য ঃ

উজনি অসম আৰু বৰ্মী ৰাজ্যৰ মাজত শদিয়া, মটক আৰু চিংফৌ ৰাজ্য আছিল। ১৮০৫ খ্ৰীষ্টাব্দত আহোম ৰজা কমলেশ্বৰ সিংহ দিনত মায়ামৰীয়াসকলে পুনৰবাৰ বিদ্ৰোহ কৰে আৰু অসম আক্ৰমণ কৰিবলৈ বৰ্মীসকলক আমন্ত্ৰণ জনায়। তাৰ মোকাবিলা কৰাৰ বাবে পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে এটা ৰাজনৈতিক সিদ্ধান্ত ল'লে। মায়ামৰীয়াসকলৰ নেতা সৰ্বানন্দ সিংহক বৰ সেনাপতি উপাধি দি বেংমৰাত (তিনিচুকীয়া) স্থাপিত কৰিলে। এই ৰাজ্যখনকে মটক ৰাজ্য বোলা হয়। ৰাজ্যখন বুঢ়ীদিহিং আৰু ব্ৰহ্মপুত্ৰৰ মাজত অৱস্থিত আছিল। শাসক হিচাপে প্ৰতিষ্ঠা লাভ কৰাৰ পিছত তেওঁ ডিব্ৰু নৈৰ পাৰত্ব ৰঙাগড়ত ৰাজ্যৰ ৰাজধানী পাতে।

শদিয়া আৰু পাৰ্শ্ববৰ্ত্তী অঞ্চল শাসন কৰিবৰ অৰ্থে আহোম চৰকাৰে তাত এজন গোহাঁই ৰাখিছিল। তেওঁক শদিয়াখোৱা গোহাঁই বোলা হৈছিল। গৌৰীনাথ সিংহৰ ৰাজত্বকালত খামটিসকলে শদিয়া দখল কৰি তেওঁলোকৰ চৰ্দাৰজনক শদিয়াখোৱা গোহাঁই পাতি স্বতন্ত্ৰতা স্থাপন কৰে (১৭৯৪ খ্ৰীঃ)। খামটিসকলক বৰ্মী শানবংশীয় ইৰাৱতীৰ পাৰত্ব বৰ খামটিসকলৰ এটি ঠাল বুলি কোৱা হয়। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে খামটিসকলক দমন কৰি শদিয়াত পুনৰ আহোম চৰকাৰৰ কৰ্তৃত্ব স্থাপন কৰে। কিন্তু মানৰ আক্ৰমণৰ সময়ত খামটিসকলে পুনৰ শদিয়াত ৰাজশক্তিত পৰিণত হ'ল। গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট ডেভিদ স্কটেখামটিসকলৰ মুখিয়াল চৌচানলাক শদিয়াখোৱা গোহাঁই হিচাপে স্বীকৃতি দিয়ে আৰু ২০০ চিপাহী তেওঁৰ ৰাজ্যত ৰখাৰ বন্দোবস্তি কৰে।

মায়ামৰীয়া বা মটক ৰাজ্যৰ সীমাৰ পৰা নোৱাদিহিং আৰু টেঙাপানী পাৰ হৈ পূবলৈ বিস্তৃত অঞ্চল চিংফৌ ৰাজ্য আছিল। মটক, খামটি আৰু চিংফৌসকলৰ অৱস্থান ব্ৰিটিছৰ বাবে এটা উদ্বেগৰ বিষয় আছিল। ব্ৰিটিছসকলে সন্দেহ কৰিছিল যে এই জনজাতীয় লোকসকলে বৰ্মীসকলৰ লগত মিত্ৰতা স্থাপন কৰিব পাৰে। তেওঁলোকৰ গতি-মতি লক্ষ্য কৰি আৱশ্যকীয় ব্যৱস্থা লোৱাৰ প্ৰয়োজন সাপেক্ষে ডেভিড স্কটৰ চুপাৰিছ মৰ্মে এজন বিষয়া নিযুক্ত কৰা হ'ল। এওঁক খামটি চিংফৌ আৰু মটকৰ মাজত লাগি থকা অপৰাধমূলক কাৰ্যৰ মীমাংসো কৰিবলৈ দায়িত্ব দিয়া হয়। আৰম্ভণিতে খামটি প্ৰধান শদিয়া খোৱা গোহাঁইয়ে ব্ৰিটিছৰ লগত বন্ধুত্ব পূৰ্ণ ভাব ৰাখিছিল আৰু চিংফৌসকলৰ বিৰুদ্ধে ব্ৰিটিছসকলক সহায় কৰিছিল। কিন্তু তেওঁৰ আনুগ্যত সন্দেহৰ আৱৰ্তত আছিল। পাকাই পৰ্বতৰ সিপাৰৰ পৰা আক্ৰমণকাৰীসকলৰ লগত তেওঁ তলে-তলে সম্পৰ্ক ৰক্ষা কৰি চলিছিল বুলি সন্দেহ কৰা হ'ল।

১৮৩০ খ্ৰীষ্টাব্দৰ শেহৰ ফালে শদিয়া খোৱা গোহাঁই আৰু মটক প্ৰধান বৰসেনাপতিৰ মাজত শইখোৱাক কেন্দ্ৰ কৰি কাজিয়া লাগিল। পুৰন্দৰ সিংহৰ ৰাজ্য এৰি যোৱা ভগনীয়া পাইকসকলে শইখোৱা অঞ্চলত বসতি কৰিছিল। ভগনীয়াসকলৰ ওপৰত পৰম্পৰাৰ দাবী সন্দৰ্ভত এই কাজিয়াৰ সূত্ৰপাত হয়। শদিয়াস্থ ব্ৰিটিছ বিষয়া লেফ্‌টেনেণ্ট চাৰ্লটনে দুয়োপক্ষকে পৰামৰ্শ দিছিল যে উভয়ে উজনি অসমৰ ৰাজনৈতিক এজেণ্ট কমিছনাৰ জেনকিনছৰ মধ্যস্থতাত বিষয়টোৰ মীমাংসো কৰিব লাগে। কিন্তু শদিয়াখোৱা গোহাঁয়ে এই পৰামৰ্শ অমান্য কৰি শইখোৱা দখল কৰিলে। এই সুযোগতে গৱৰ্ণৰ জেনেৰেলৰ সিদ্ধান্তমৰ্মে শদিয়াখোৱা গোহাঁইক ধৰি আনি গুৱাহাটীত গৃহবাদী কৰি ৰাখিলে আৰু তেওঁৰ ৰাজ্যৰ ব্ৰিটিছৰ শাসনাধীন কৰা হ'ল। অৱশ্যে আভ্যন্তৰীণ শাসনৰ ভাৰ খামটি চদাৰৰ হাততে অৰ্পণ কৰা হ'ল। যদিও ভগনীয়া পাইকসকলক দাসত্বৰ পৰা মুক্ত কৰা হ'ল। ৰাজ্যখনৰ জনবসতিৰ প্ৰায় দুই তৃতীয়াংশই আছিল অসমৰ পৰা ভাগি যোৱা পাইক। এওঁলোকে খামটিসকলৰ দাস আৰু বন্ধা হিচাপে আছিল। দাস আৰু বন্ধাৰ ওপৰত ভেজা দি জীৱননিৰ্বাহ কৰা খামটিসকলে এই ব্যৱস্থা সহজে মানি ল'ব নোৱাৰিলে আৰু ১৮৩৯ খ্ৰীষ্টাব্দত ব্ৰিটিছৰ বিৰুদ্ধে বিদ্ৰোহ কৰিলে। ১৯ জানুৱাৰীত দা, কুঠাৰ আৰু যাঠি জোং লৈ ৫০০ খামটিয়ে অতৰ্কিতে শদিয়া আক্ৰমণ কৰি ব্ৰিটিছ সৈন্য বেৰেকত অগ্নিসংযোগ কৰি ভস্মীভূত কৰে। মেজৰ হোৱাইট আৰু ৮০ জন বৃটিছক হত্যা কৰিলে। কিন্তু ঘটনা সংঘটিত কৰি ব্ৰিটিছ আক্ৰমণৰ সম্মুখীন নোহোৱাকৈ আঁতৰি যায়। অসম লাইট ইনফেণ্ট্ৰিৰ অস্থায়ী তত্ত্বাৱধাক কেপ্টেইন হান্নায়ে খামটি গাঁওবোৰ ঘেৰি ধৰিলে। খামটি আক্ৰমণকাৰীসকলে তেওঁলোকৰ অনুগামীসহ মিচিমি পাহাৰত আশ্ৰয় ল'লে। ব্ৰিটিছ কেণ্টনমেণ্ট শইখোৱা ঘাটলৈ স্থানান্তৰ কৰিলে। শদিয়াখোৱা গোহাঁইৰ পদবী ৰদ কৰা হ'ল। শদিয়াখন এজন পলিটিকেল অফিচাৰৰ অধীন কৰিলে। ৰাজনৈতিক ভিত্তি বুলিবলৈ খামটিসকলৰ একো নাথাকিল।

ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে খামটিসকলৰ বিৰুদ্ধে অভিযান চলোৱাৰ সময়তে মটক ৰাজ্যখন লোৱাৰো সিদ্ধান্ত কৰিছিল। উল্লেখ্য যে অসম কোম্পানিৰ হাতলৈ যোৱাৰ সময়তে ১৮২৬ খ্ৰীষ্টাব্দৰ মে' মাহত বৰসেনাপতিয়ে ডেভিদ স্কটৰ লগত এখন চুক্তি কৰে যে তেওঁ আৱশ্যক বোধে বৃটিছক ৩০০ পাইকৰ (গোটে প্ৰতি ৩০০) সাহায্য কৰিব আৰু মটক ৰাজ্যৰ মাজেৰে চিংফৌ অভিযান চলোৱা ব্ৰিটিছ সৈন্যৰ খাদ্য আদি যোগান ধৰিব। উজনি অসমত জনমূৰি কৰ লগোৱা ৰায়ত যদি মটক ৰাজ্যলৈ প্ৰব্ৰজন কৰে তেওঁলোকৰ পৰা কৰ আদায় কৰা নহয়। এনে সহজ চৰ্তত সৰ্বানন্দ বৰসেনাপতিক ৰাজ্যখন চলাবলৈ দিছিল পৰিস্থিতিসাপেক্ষে; অৰ্থাৎ অসমত বৃটিছৰ ৰাজনৈতিক স্থিতি মজবুত নোহোৱালৈকে।

বৰসেনাপতিৰ লগত চুক্তি কৰিলেও মটক ৰাজ্যৰ মাটি চাহ খেতিৰ বাবে উত্তম হ'ব আৰু পাইকলককলক চাহ খেতিত লগাব পৰা যাব বুলি ইষ্ট-ইণ্ডিয়া কোম্পানিৰ চকু আঁছিল। আহোমৰ শাসনাধীন অঞ্চলটো খামটিসকলে আহোম গোহাঁইৰ পৰা কাঢ়ি লৈছিল আৰু সেয়ে তাত তেওঁলোকৰ সাৰ্বভৌমত্বৰ প্ৰকৃত দাবী নাই। এনে মত সাৰোগত কৰি পেছকছী শাসনৰ মৰ্যাদা দি বৰসেনাপতিৰ ওপৰত পেছকছ লগোৱা হ'ল। উল্লিখিত প্ৰতিশ্ৰুত ৩০০ পাইকৰ সাহায্যৰ পৰিবৰ্তে বছৰেকীয়া নগদ ১,৮০০ টকাৰ পেছকছ ধাৰ্য কৰা

হ'ল। আন এক চুক্তিৰ যোগেদি (১৮৩৫ খ্ৰীষ্টাব্দত)। কিন্তু সৰ্বানন্দ সেনাপতি জীৱিত থকালৈকেহে এই চুক্তি চলি থাকিল। তেওঁৰ মৃত্যুৰ আগতে দ্বিতীয় পুত্ৰ মাজু গোহাঁইক তেওঁৰ উত্তৰাধিকাৰী হিচাপে স্বীকৃতি দিবলৈ অনুৰোধ কৰে যদিও কোম্পানিয়ে তাক অগ্ৰাহ্য কৰে। আনকি মাজু গোহাঁইক পেছ্‌কছী শাসনকৰ্তাৰ অধিকাৰৰ পৰা বঞ্চিত কৰা হ'ল। চৰ্তসাপেক্ষে ব্ৰিটিছৰ কৰ্তৃপক্ষই তেওঁক ৰাজ্যখন চলাব দিবলৈ সন্মত হ'ল। চৰ্ত হ'ল, বছৰেকীয়া পেছকছ ১০,০০০ টকালৈ বৃদ্ধি আৰু পতিত মাটি চাহখেতিৰ বাবে পট্টন (বৃটিছক)। কিন্তু চাহ-বাগিচাৰ ওপৰত তেওঁৰ কোনো কৰ্তৃত্ব নাথাকিব। মাটিবৰ ওৰফে সৰ্বানন্দ বৰসেনাপতিৰ মৃত্যু হ'ল (জানুৱাৰী, ১৮৩৯ খ্ৰীঃ)। তেওঁৰ ল'ৰাইঁত এনে চুক্তি মানিবলৈ অমান্তি হ'ল। আনহাতে, মৰাণ আৰু মটকৰ মাজত বিভাজন ঘটিল। গতিকে এনে সুযোগতে মটক ৰাজ্যখন বৃটিছৰ শাসনাধীন কৰি উজনি অসমৰ ব্ৰিটিছ শাসনকৰ্তাৰ হাতত থাপিলে (ডিচেম্বৰ, ১৮৪২ খ্ৰীঃ)। মটক ৰাজ্যৰ আছুতীয়া ৰাজনৈতিক স্থিতি অন্তৰ্হিত হ'ল।

চিংফৌসকল অঘৰী আছিল আৰু লুটপাত কৰি জীৱন নিৰ্বাহ কৰিছিল। তেওঁলোক শ্ৰমবিমুখ আছিল। ইংগ-বৰ্মী যুদ্ধৰ কথা লিখোঁতে উল্লেখ কৰা হৈছে যে মানৰ দিনত চিংফৌসকলে অসমত লুটপাত কৰি অসমীয়া লোকক বন্দী কৰি নিছিল। বন্দী কৰি নিয়া অসমীয়া লোকক দাসত পৰিণত কৰি তেওঁলোকৰ হতুৱাই কৃষিকাৰ্য সম্পাদন কৰিছিল। পাটকাই পৰ্বতৰ দক্ষিণৰ অঞ্চলত বাস কৰা চিংফৌসকলে অসমৰ আহোম ৰজা গৌৰীনাথ সিংহৰ দিনত খামটিসকলক খেদি শদিয়াৰ পূবে নামজনকে ধৰি বিস্তৃত সমভূমি অঞ্চল দখল কৰে। তেওঁলোকৰ মুখ্য চৰ্দাৰসকল বাৰগাম নামে পৰিচিত যদিও এই জনজাতীয় লোকসকল ৩৭ টা ভাগত বিভক্ত আছিল। এওঁলোকৰ বিভিন্ন চৰ্দাৰে সময়ে সময়ে অসমত লুটপাত চলায় আৰু বহুতো লোকক বন্দী কৰি নিয়ে। অসমৰ পৰা বৰ্মীসকলক বিতড়িত কৰাৰ পিছত ১৮২৫ খ্ৰীষ্টাব্দত নিউবিলে উপৰ্যুপৰি অভিযান চলাই চিংফৌসকলক পৰাস্ত কৰে আৰু ৬ হাজাৰ অসমীয়া বন্দীক মুক্ত কৰে। চৰ্দাৰ কিছুমানে ব্ৰিটিছৰ বশ্যতা স্বীকাৰ কৰিলে যদিও কিছুমানে বৃটিছৰ হাত সৰাৰ বাবে পলাই ফুৰে। জনা যায় যে চৰ্দাৰসকল ঐক্যবদ্ধ নাছিল আৰু নিজৰ ভিতৰতে কাজিয়া-পেচালত লিপ্ত আছিল। বহুতে ব্যক্তিগত পৰ্দায়ত লুটপাত কৰিছিল।

চিংফৌ চৰ্দাৰসকলে যাতে লুটপাত বন্ধ কৰে আৰু নিজৰ হাতত থকা বন্দীসকলক মুক্তি দিয়ে তাৰ বাবে কোম্পানিৰ ফালৰে পৰা আলোচনীৰ প্ৰস্তুতি চলোৱা হয়। কিন্তু দাসসকলক মুক্তি দিয়াৰ ভয়তে কিছুমানে পলাই আছিল যদিও ১৬ জন চৰ্দাৰে ব্ৰিটিছৰ লগত চুক্তি স্বাক্ষৰ কৰে (মে', ১৮২৬ খ্ৰীঃ)। বৃটিছ শাসনাধীন অঞ্চলত লুটপাত কৰাত বাধা আৰু বন্দীসকলক মুক্তি দিয়াৰ বাবে প্ৰতিশ্ৰুতিবদ্ধ হয়; তেওঁলোকৰ মাজত হোৱা কাজিয়া-পেচাল আদি স্থানীয় বৃটিছ বিষয়াৰ মধ্যস্থাত মীমাংসা কৰিবলৈ সন্মত হয়।

চিংফৌ এলেকা বৃটিছৰ শাসনাধীন হ'ল। দোষীসকলক বৃটিছ কৰ্তৃপক্ষৰ হাতত গতাই দিবলৈ আহ্বান জনালে। বিচাগাম শক্তিশালী আছিল। তেওঁ আত্মসমৰ্পণ কৰাত বৃটিছৰ আৰু অন্যান্য চিংফৌ চৰ্দাৰসকলৰ মাজত যোগাযোগকাৰীৰ ভূমিকা পালন কৰিবলৈ দিয়া হয়।

ক্ষতিগ্ৰস্ত চিংফৌসকলৰ পুৰ্নস্থাপন আৰু ব্ৰিটিছৰ বাণিজ্যিক স্বাৰ্থসাপেক্ষে ডেভিড স্কটে শদিয়াত বাণিজ্যিক কেন্দ্ৰ স্থাপন কৰাৰ ওপৰত গুৰুত্ব দিছিল। খামটি, মটক আৰু চিংফৌ অধ্যুষিত অঞ্চলত বৃটিছ সামগ্ৰীৰ বিশেষকৈ পচমী কাপোৰৰ বেছ চাহিদা আছিল। বৰ্মী সামগ্ৰীৰ আদান-প্ৰদানৰ জৰিয়তে কঠোৰভাৱে নিয়ন্ত্ৰিত বৰ্মী বজাৰখনত প্ৰৱেশ কৰাৰো চিন্তা-চৰ্চা কৰা হৈছিল। ইয়াৰ মাধ্যমত অদূৰ ভৱিষ্যতে চীন আৰু অসমৰ মাজত বাণিজ্যিক সম্পৰ্ক স্থাপনৰ পথ সুচল হ'ব বুলি আশা কৰা হৈছিল। ১৮৩১ খ্ৰীষ্টাব্দত কেপ্টেইন জেনছকিনছ আৰু পেম্বাৰটনে সীমান্ত অঞ্চল ভ্ৰমণ কৰি এনে ব্যৱসায়ৰ সম্ভাৱনা দেখিছিল। এতেকে জনজাতীয়সকলৰ মাজত চলা আক্ৰমণ-প্ৰত্যাক্ৰমণ নিৰ্মূল কৰাত মনোনিৱেশ কৰিছিল। সত্বেও ১৮৩৫ আৰু ১৮৪৩ চনত চিংফৌসকলৰ দুই-একে ব্ৰিটিছ ৰাজ্য আক্ৰমণ কৰে। এনে আক্ৰমণ ব্যৰ্থ হয়।

**ছিংন্টে বা জয়ন্তীয়া ৰাজ্য :**

ছিংন্টে বা জয়ন্তীয়া ৰাজ্যখন কাছাৰ আৰু চিলেটৰ মাজত

অৱস্থিত। আহোম ৰজাৰ দৰে জয়ন্তীয়া ৰজাও বিদেশীৰ প্ৰতি বিৰাগভাজন আছিল। বোধহয় চিলেটৰ নামনি অঞ্চলত উৎপাত কৰাৰ বাবে ১৭৭৪ খ্ৰীষ্টাব্দত মেজৰ হেন্নিকেৰে জয়ন্তীয়া আক্ৰমণ কৰে। তাৰ ফলশ্ৰুতি কি হ'ল জনা নাযায়। ১৮২১ খ্ৰীষ্টাব্দত দেখা গ'ল যে জয়ন্তীয়া ৰাজাৰ গুপ্তচৰে কালী মন্দিৰত নৰবলি দিয়াৰ বাবে চিলেটৰ পৰা ব্ৰিটিছ প্ৰজা কেইজনমানক ধৰি আনে। কিন্তু সিহঁত ধৰা পৰে আৰু চিলেটৰ জিলা কৰ্তৃপক্ষই সিহঁতক শাস্তি বিহে। বিষয়টো ইষ্ট-ইণ্ডিয়া-কোম্পানিৰ উৰ্ধৰ্বতম কৰ্তৃপক্ষৰ দৃষ্টিগোচৰ হয় আৰু ভৱিষ্যতে এনে ঘটনাৰ পুনৰাবৃত্তি ঘটিলে ৰাজ্যখন বাজেয়াপ্ত কৰা হ'ব বুলি ভীতি প্ৰদৰ্শন কৰা হয়। ইংগ-বৰ্মী যুদ্ধৰ সময়ত (১৮২৪ খ্ৰীঃ) বৰ্মীসকলে জয়ন্তীয়া ৰাজ্যৰ মাজেৰে কাছাৰ আক্ৰমণ কৰিব পাৰে বুলি জানি কাছাৰত থিতাপি লোৱা ডেভিদ স্কটে জয়ন্তীয়া ৰজা জয়সিংহৰ লগত মিত্ৰতা চুক্তি কৰাব বাবে চেষ্টা চলায়। কিন্তু বৰ্মী ৰজাই দাবী কৰে যে জয়ন্তীয়া ৰাজ্যখন অসমৰ তলতীয়া ৰাজ্য হিচাপে অসমৰ লগতে মানৰ তলতীয়া হয়। এতেকে তাত বৰ্মী সেনা প্ৰৱেশৰ কোনো বাধা নাই বুলি বৰ্মী সৈন্য জয়ন্তীয়া সীমান্তত উপস্থিত হ'ল। জয়ন্তীয়া সৈন্যৰ সহায়ৰ কাৰণে ডেভিদ স্কটে ব্ৰিটিছ অফিচাৰ এজনৰ সৈতে ১৫০ সৈন্য পঠালে। তাকে দেখি বৰ্মী সৈন্য তাৰ পৰা ভাগিল। ১৮২৪ খৃষ্টাব্দৰ মাৰ্চ মাহৰ ভিতৰত জয়ন্তীয়া ৰজাই বৃটিছৰ লগত চুক্তি বদ্ধ হয়। চুক্তি অনুসৰি তেওঁ বৃটিছ চৰকাৰৰ সাৰ্বভৌমত্ব মানি লয়; চৰকাৰৰ বিনা অনুমতিত আন কোনো বৈদেশিক শক্তিৰ লগত সম্পৰ্ক নাৰাখিবলৈ আৰু বৃটিছক ধনে-জনে সাহায্য দিবলৈ গাত লয়। স্কটে জয়ন্তীয়া ৰাজ্যৰ মাজেৰে অসমৰ পৰা শিলচৰলৈ এটি ৰাস্তা বান্ধে। উল্লেখ্য যে ডেভিদ স্কটে কাছাৰৰ পৰা জয়ন্তীয়াৰ মাজেৰে সৈন্যবাহিনী লৈ অসমলৈ আহোতে জয়ন্তীয়া ৰজাই তেওঁক বস্তু-বাহানী কঢ়িওৱাৰ বাবে মানুহ দি সহায় কৰিছিল।

ইংগ-বৰ্মী যুদ্ধৰ পিচত অসম সীমান্তৰ পৰা ব্ৰিটিছ সৈন্য অপসাৰণ কৰাৰ সুযোগ বুজি জয়ন্তীয়া ৰজাই নগাঁও জিলাৰ সীমামূৰীয়া চাপৰমুখত চকী স্থাপন কৰি কৰ তোলাৰ দিহা কৰে। তেওঁক চকী উঠাবৰ বাবে কোৱা হ'ল যদিও চকী উঠাই নিনিলে। ১৮৩২ খ্ৰীষ্টাব্দত আন এক ঘটনা ঘটিল; জয়ন্তীয়া ৰজাৰ তলতীয়া গোভাৰ ৰাজা চত্তুৰ সিঙৰ মানুহে কালী মন্দিৰত বলি দিবলৈ ৪ জন বৃটিছ প্ৰজা ধৰি নিলে। তিনিজনক বলি দিয়া হ'ল; এজন পলাই আহি এই নিৰ্মম ঘটনাৰ খবৰ দিলে। এই দুৰ্বৃত্তহঁতক ধৰি বান্ধি নিয়াৰ বাবে জয়সিংহৰ ওচৰত দাবী পেছ কৰা হ'ল। কিন্তু সিহঁতক ধৰি গতাই দিয়াৰ আশ্বাস দি থাকোতে দুবছৰ পাৰ হ'ল। এনে সময়তে জয় সিংহৰ মৃত্যু হ'ল (নবেম্বৰ, ১৮৩২ খ্ৰীঃ) তেওঁৰ কুৰি বছৰীয়া নাতিয়েক ৰাজেন্দ্ৰ সিংহ ৰাজপাটত বহিল।

এই সুযোগতে তদানীন্তন গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট ৰবাৰ্টছনে প্ৰস্তাৱ কৰিলে যে কোম্পানি আৰু জয়সিংহৰ মাজত পূৰ্বে স্বাক্ষৰিত চুক্তি সংশোধন কৰি বছৰি ১০ হেজাৰ টকাৰ পেছকছ লগাব লাগে। কৰ্তৃপক্ষই তেওঁৰ প্ৰস্তাৱত সন্মতি জনালে আৰু ১৮৩৩ খ্ৰীষ্টাব্দৰ মে' মাহত ৰবাৰ্টছনে ৰাজেন্দ্ৰ সিংহক লগ ধৰি জনালে যে বিনাকষ্টে বা শূন্যত বৃটিছ চৰকাৰৰ ৰক্ষণাবেক্ষণ পোৱা নাযায়; আশ্ৰিতৰ মৰ্যাদা লাভ কৰাৰ কাৰণে তেওঁ বছৰি ১০ হাজাৰ টকা পেছকছ দিব লাগিব নাইবা ৰাজ্যৰ সম্পদশালী অংশ এটা এৰি দিব লাগিব। তেওঁ এই প্ৰস্তাৱ তৎকালীনভাৱে গ্ৰহণ কৰাটোত অসুবিধা আছিল, কাৰণ জনজাতীয় ৰাজ্যখন তাৰ দলৈ আৰু চৰ্দাৰসকলৰ সন্মতিসাপেক্ষে গঠিত আৰু সেয়ে তেওঁলোকৰ অনুমোদন অবিহনে তেনে প্ৰস্তাৱ কাৰ্যকৰী কৰিব নোৱাৰি। তাৰ বাবে তেওঁ ১৫ দিনৰ সময় বিচাৰিলে। কিন্তু ৰবাৰ্টছন নাচোৰ বান্দা। তেওঁ ৰাজেন্দ্ৰ সিংহক জনালে যে উক্ত প্ৰস্তাৱত মান্তি নহ'লে তেওঁক ৰজা হিচাপে স্বীকৃত দিয়া নহ'ব।

কিন্তু ইতিমধ্যে ৰাজেন্দ্ৰ সিংহই ৰাজপাট আৰোহণ কৰিছিলেই। অৱশ্যে তেওঁ আভ্যন্তৰীণ বিপদৰ সন্মুখীন হয়। ৰাজপাট লোৱাৰ বিৰোধিতা কৰাৰ অভিযোগত তেওঁ দলৈৰ দৰবাৰ নমতাকৈ দুজন সন্মানীয় দলৈক আটক কৰে, যাৰ ফলত তেওঁ চৰ্দাৰসকলৰ ৰোষত পৰে। ৰবাৰ্টছনে দেখিলে যে বিপদত পৰি ৰাজেন্দ্ৰ সিংহই তেওঁৰ প্ৰস্তাৱ মানি লোৱাৰ বাহিৰে গত্যান্তৰ নাই। গতিকে তেওঁ গৱৰ্ণৰ জেনেৰেলক জনালে যে ৰাজেন্দ্ৰ সিংহৰ ৰাজস্বীকৃতি স্থগিত ৰাখিব লাগে। গৱৰ্ণৰ জেনেৰেলে ৰবাৰ্টছনৰ প্ৰস্তাৱত সঁহাৰি জনালে। ৰাজেন্দ্ৰ সিংহই তেওঁৰ ওপৰত আৰোপিত চৰ্ত মানি ল'বলৈ

আগবাঢ়ি নাহিল। নাইবা নৰবলিত লিপ্তকেইজনকো হাজিৰ নকৰালে। এইবাৰ দুৰ্বৃত্তৰ লগতে গভাৰ ৰাজাকো হাজিৰ হ'বলৈ আদেশ দিয়া হ'ল। নিৰ্দিষ্ট সময়সীমা উকলি যোৱাৰ পিছত ৰাজেন্দ্ৰ সিংহৰ ওপৰত বিহিত ব্যৱস্থা লোৱাৰ বাবে ৰবাৰ্টছন তৎপৰ হ'ল। ইতিমধ্যে কেপ্টেইন জেনকিন্‌ছ গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট হিচাপে নিযুক্ত হ'ল (এপ্ৰিল, ১৮৩৪ খ্ৰীঃ) নানা মচাবিদাৰ পাছত ৰাজেন্দ্ৰ সিংহৰ হাতৰ পৰা জয়ন্তীয়া ৰাজ্যৰ সমভূমি অঞ্চল ব্ৰিটিছৰ তলতীয়া কৰাৰ সিদ্ধান্ত লোৱা হ'ল। ১৮৩৫ চনৰ ১৫ মাৰ্চত কেপ্টেইন লিষ্টাৰে চিলেট লাইট ইনফেণ্ট্ৰিৰ দুটা কোম্পানি লৈ জয়ন্তীয়াপুৰ অধিকাৰ কৰিলে আৰু জয়ন্তীয়া পৰগনা বৃটিছ ৰাজ্যৰ লগত চামিল কৰাৰ ঘোষণা দিলে। কেই সপ্তাহমান পিছত অসম লাইট ইনফেণ্ট্ৰিৰ এটি সৈন্যৰ দল পঠাই জয়ন্তীয়াৰ তলতীয়া ৰাজ্য গোভাখনো দখল কৰা হ'ল। মাহে ৫০০ টকাৰ পেন্সন এটি লৈ ৰাজেন্দ্ৰ সিংহই পাহাৰ অঞ্চল ব্ৰিটিছৰ হাতত এৰি দিলে। তেওঁক চিলেটত থাকিবলৈ দিয়া হ'ল আৰু ৰাজ্যখন খাছী পাহাৰৰ পলিটিকেল এজেণ্টৰ অধীন কৰা হ'ল।

**খাছী ৰাজ্য ঃ**

জয়ন্তীয়া ৰাজ্য আৰু গাৰো পাহাৰৰ মাজৰ পাৰ্বত্য অঞ্চলেই হ'ল খাছী পাহাৰ আৰু খাছীয়াসকলৰ বাসস্থান। ইংৰাজসকলৰ আগমনৰ আগতে খাছী পাহাৰত ৩০ খন সৰু সৰু ৰাজ্য আছিল। এই ৰাজ্যবিলাকক গণৰাজ্য বুলিব পাৰি। কাৰণ ইবিলাকৰ শাসনকৰ্তা নিৰ্বাচিত শাসনকৰ্তা আছিল। এওঁলোকৰ এজন ওপৰৱালা (প্ৰধান) বা মুৰব্বী ৰজা আছিল। শাসন সম্পৰ্কীয় নীতি নিৰ্ধাৰণৰ বাবে তেওঁলোকৰ এখন দৰবাৰ (সভা) আছিল। এতেকে খাছী ৰাজ্যকেইজনমানে শাসন কৰা গণতান্ত্ৰিক যৌথতন্ত্ৰ বুলিব পাৰি। শাসনকৰ্তাসকলৰ অভিধা ৰাজ্যভেদে বেলেগ বেলেগ আছিল, যেনে ঃ— ছিয়েম, ৱাহাদ্দাৰ লিংডো, আৰু চৰ্দাৰ ইত্যাদি। সি যিকি নহওক ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে নামনি অসম দখল কৰাৰ পিছত ডেভিদ স্কটে গুৱাহাটীৰ পৰা ৰাণী হৈ খাছী পাহাৰৰ মাজেৰে চিলেট-কাছাৰলৈ এটি ৰাস্তা নিৰ্মাণৰ আঁচনি লয়। খাছী পাহাৰত এটা স্বাস্থ্যকেন্দ্ৰ স্থাপন কৰাৰ কথাটোও ইয়াৰ লগত জড়িত আছিল।

সেই সময়ত নক্ৰৌৰ ছিয়েম সত্তৰ সিঙৰ মৃত্যু হোৱাত ছিয়েমৰ গাদীক কেন্দ্ৰ কৰি উত্তৰাধিকাৰীসকলৰ মাজত কাজিয়াৰ সূত্ৰপাত হয়। খাছী দৰবাৰৰ সিদ্ধান্ত অনুসৰি সত্তৰ সিঙৰ পুতেক নাবালক বাবে ভায়েক তিৰত সিঙক ৰাজপাট দিয়ে; কিন্তু তেওঁৰ মৃত্যুৰ পিছত ভতিজাক ৰাজ্জীন সিঙে ৰাজপাট পায়। উল্লেখ্য যে নক্ৰৌৰ নামনি অংশ বৰদুৱাৰ জমিদাৰী অসম ৰজাৰ অধীনত আছিল। অসম বৃটিছৰ তলতীয়া হোৱাত ডেভিদ স্কটে নক্ৰৌৰ ছিয়েমৰ ওপৰত আধিপত্য বিস্তাৰৰ সুযোগ গ্ৰহণ কৰে। তেওঁ তাৰ ৰাজবংশসকলক জনাই যে ব্ৰিটিছৰ বশ্যতা স্বীকাৰ কৰা ৰজাজনক বৰদুৱাৰ এৰি দিব। বৰদুৱাৰ আছিল নক্ৰৌৰ ছিয়েমৰ আৰ্থিক আয়ৰ উত্তম। এতেকে নক্ৰৌৰ ছিয়েম নিৰ্বাচনৰ উল্লিখিত দৰবাৰলৈ ডেভিদ স্কটক নিমন্ত্ৰণ জনোৱা হ'ল। দৰবাৰে ডেভিদ স্কটৰ প্ৰস্তাৱ মানি লয়। ৩০ নৱেম্বৰত (১৮২৬ খ্ৰীঃ) তিৰত সিঙে চুক্তি স্বাক্ষৰ কৰে আৰু বৃটিছৰ আধিপত্য মানি লয়। তদুপৰি তিৰত সিঙে খাছী পাহাৰৰ মাজেৰে প্ৰস্তাৱিত ৰাস্তা বন্ধাত সম্মতি দিয়াই নহয়, এই কামত সহায় কৰাৰো প্ৰতিশ্ৰুতি দিয়ে। পৰৱৰ্তী ১৮ মাহ পৰ্যন্ত দুয়োপক্ষৰ মাজত বন্ধুত্ব চলি থাকিল। নক্ৰৌত ডাক-বঙলা বন্ধা হ'ল, ৰাস্তা বন্ধাৰ কাম চলি থাকিল। কিন্তু ১৮২৯ খ্ৰীষ্টাব্দৰ ৪ এপ্ৰিলত তিৰত সিং প্ৰমুখ্যে খাছীসকলে বৃটিছৰ বিৰুদ্ধে থিয় হ'ল। বাঙালী চাপ্ৰাচী এজনৰ কথাই এই প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। চাপ্ৰাচীজনৰ কেইজনমান খাছীয়াৰ লগত কাজিয়া লগাত সি তাৰ পৰিণাম ভয়াৱহ হ'ব বুলি জানিব দিয়ে। তাৰ বাবে তেওঁলোক ডেভিদ স্কটৰ ৰোষত পৰিব আৰু অসমত যেনেকৈ কৰ লগোৱা হৈছে তেনেকৈ খাছীসকলৰ ওপৰতো ক'ব লগাব বুলি জনায়। খাছীসকল জাঙুৰ খাই উঠিল আৰু বৃটিছক খেদিবলৈ উঠিপৰি লাগিল।

মনকৰিবলগীয়া কথা যে তিৰত সিঙে বৃটিছৰ পৰা নামনিৰ বৰদুৱাৰ লোৱাৰ বাবে কোম্পানিক কৰ শোধাব লাগিছিল। অৱশ্যে সিমান বেছি পৰিমাণৰ কৰ শোধাব নালাগিছিল। কৰৰ পৰিমাণ নিৰ্দিষ্ট কৰা নাছিল। সংগৃহীত কৰৰ আধাহে দিব লাগিছিল। আহোম ৰজাৰ দিনত খাছীসকলে এই কৰ সোধাব্ নালাগিছিল। গতিকে তিৰত

সিং বৃটিছ বিৰোধী হ'ল। এনে অৱস্থাত বাঙালী চাপ্ৰাচীজনৰ কথাত সন্দেহ ঘনীভূত হোৱাত খাছীসকলে ৰাস্তা নিৰ্মাণৰ কৰ্তব্যৰত বিষয়া লেফ্‌টেনেন্ট বেডিংফিল্ডক বৃটিছৰ উদ্দেশ্য সম্পৰ্কে অৱগত কৰাৰ বাবে ডাক বঙলাতে আগুৰি ধৰিলে। সন্তোষজনক উত্তৰ নাপাই ডাকঘৰ বঙলাৰ পৰা গুলাই অহা লেফ্‌টেনেন্ট বেডিংফিল্ডক হত্যা কৰিলে। আন এজন ব্ৰিটিছ বিষয়া লেফটেনেন্ট বাৰ্লটনে এমুঠিমান সৈন্য লৈ ওবে দিনটো খাছী বিদ্ৰোহীসকলৰ লগত যুদ্ধ দি ৰাতি গুৱাহাটীৰ ফাললৈ ভাগিছিল। কিন্তু বাটতে তেওঁক ধৰি হত্যা কৰা হ'ল। কেইজনমানে কথমপি প্ৰাণ ৰক্ষা কৰি গুৱাহাটী পালেগৈ যদিও অধিকসংখ্যা লোক নিহত হ'ল।

বিদ্ৰোহৰ আগে আগে নক্ৰৌ হৈ চেৰাপুঞ্জী পোৱা ডেভিদ স্কটে বিপদৰ আগজাননী পাইছিল। হত্যাকাণ্ডৰ প্ৰতিশোধ তথা সশস্ত্ৰ উত্থান দমন কৰিবলৈ কামৰূপ আৰু চিলেটৰ পৰা সৈন্য পঠোৱা হ'ল। পাহাৰবোৱা অৱস্থানৰ সুবিধা লৈ খাছীসকলে তীব্ৰ প্ৰত্যাহ্বান জনালে। কেইবাবাৰো নামনি অঞ্চল দখল কৰিলে। কিন্তু বৃটিছৰ বিৰুদ্ধে যুদ্ধ দি বেছিদিন তিষ্ঠিব নোৱাৰিলে। পৰাজয়ৰ সন্মুখীন হৈ এটাৰ পিছত আনটো খাছী ছিয়েমে আত্মসমৰ্পণ কৰিবলৈ বাধ্য হ'ল। অৱশেষত এই সশস্ত্ৰ খাছী বিদ্ৰোহৰ নেতা তিৰত সিঙে আত্মপসমৰ্পণ কৰি বৃটিছৰ বশ্যতা স্বীকাৰ কৰিলে (৯ জানুৱাৰী, ১৮৩৩ খ্ৰীঃ)। তেওঁক যাৱজ্জীৱন কাৰাদণ্ড বিহি ঢাকালৈ নিৰ্বাসিত কৰা হ'ল। বাকীবোৰক ক্ষমা কৰা হ'ল। কেপ্টেইন লিষ্টাৰক পলিটিকেল এজেণ্ট হিচাপে নিযুক্তি দি শ্বিলঙত ৰাখি খাছী ৰাজ্যবোৰ তদাৰক কৰিবলৈ দিয়া হ'ল।

বাঙালী চাপ্ৰাচীজনৰ কথাক কেন্দ্ৰ কৰি এই বিদ্ৰোহৰ সুত্ৰপাত হৈছিল যদিও নক্ৰৌৰ ঘটনাটো হঠাৎ ঘটা ঘটনা নহয়। ই খাছীসকলৰ বিদেশী বিতাড়ন পৰিকল্পনাৰ আৰম্ভণি আছিল। খাছী পাহাৰত তাৰ পূৰ্ণ প্ৰস্তুতি চলিছিল তিৰত সিঙৰ নেতৃত্বত। তিৰত সিঙে বৃটিছ বশ্যতাৰ শিকলি ছিঙিবলৈ চন্দ্ৰকান্ত, ভূটীয়া আৰু চিংফৌসকলোকো উচটনি দিয়ে। খাছীসকলে ধনু-কাঁড়, যাঠী-জোং লৈয়ে প্ৰতাপী বৃটিছৰ বিৰুদ্ধে যুঁজ দিলে; কিন্তু বৃটিছ আগ্নেয় অস্ত্ৰৰ সন্মুখত তিষ্ঠিব নোৱাৰিলে। তেওঁলোকৰ সপোন চূৰ্ণমৈ হ'ল।

খাছী পাহাৰৰ নামনিৰ নদুৱাৰ অঞ্চল খাছী চৰ্দাৰসকলৰ দখলত আছিল। এই নামনি অঞ্চল আহোমৰ কৰ্তৃত্বাধীন আছিল যদিও নামমাত্ৰ ক'ৰ সোধোৱাৰ বিনিময়ত খাছী চৰ্দাৰসকলে ইয়াৰ ভোগ দখল কৰি আছিল। গি-বৰ্মী যুদ্ধৰ সময়ত সন্দেহপূৰ্ণ ভূমিকা গ্ৰহণ কৰাৰ বাবে কেইবাজনো খাছী চৰ্দাৰে দখল স্বত্বৰ পৰা বঞ্চিত হয়। নামনি অসম বৃটিছৰ কতৃত্বধীন হোৱাৰ পিছত ১৮২৫ খ্ৰীষ্টাব্দত ডেভিদ স্কটে বাকীবোৰৰ লগত নিৰ্দ্ধাৰিত ৰাজহৰ বন্দোবস্তি কৰে। অৱশ্যে এই বন্দোবস্তী কিছুপৰিমানে আসোঁৱাহপূৰ্ব আছিল। আয়ৰ পৰিমান সঠিক ৰূপত নোপোৱাকৈয়ে ৰাজহৰ বন্দোবস্তি কৰা হৈছিল। বিনিময় হিচাপে বস্তুৰ মালসলনি প্ৰথা চলি থকাৰ ফলত বহুতে কৰ সোধাৰ পৰা নাছিল। দেনা পৰিলে কৰিব নোৱাৰা দুৱাৰবোৰ বৃটিছে নিজৰ দখললৈ আনে। ফলত সংশ্লিষ্ট অঞ্চল নিত্য ব্যৱহাৰ খাদ্য সামগ্ৰীৰ অভাৱনীয় নাটনিত পৰে। মুক্ত আৰু স্বাধীনতা খাছীসকলে সহজে বৃটিছৰ ওপৰত নতি স্বীকাৰ কৰিবলৈ বাধ্য নহ'ল আৰু প্ৰত্যাহ্বানৰ বাট ল'লে। খাইৰেম শাসন বৰ মানিক্যই প্ৰথমতে ডিমৰিয়ালৈ সশস্ত্ৰে নামি আহে আৰু বৃটিছ প্ৰজাৰ পৰা ধন সংগ্ৰহ কৰাৰ উপৰি চৰকাৰ নিযুক্ত ৰাজহ কৰ্মচাৰীত পৰা সংগৃহীত ধন বাঢ়িলৈ যায় (১৮২৮ খ্ৰীঃ)

## নগালেণ্ড ঃ ইংগ-আংগামী যুদ্ধ ঃ

বুঢ়ীদিহিং নদী আৰু লক্ষীমপুৰৰ পশ্চিমৰ চিংফৌ ৰাজ্যৰ পৰা নগাঁওৰ কপিলিলৈ আৰু তাৰ পৰা দক্ষিণে মণিপুৰ-কাছাৰ সীমান্তলৈ বিস্তৃত পাৰ্বত্য অঞ্চলটোৱেই হ'ল নগালেণ্ড। তাত বাস কৰা বিভিন্ন জনজাতিসমূহক থুপতে নগা বোলা হয়। জাতি গতভাৱে পৰিচিতি দিবলৈ তেওঁলোকৰ নাম নগা দিয়া হৈছে যেন লাগে। অসমীয়াসকলে তেওঁলোকক নগা বুলি জানে বা অসমীয়াসকলে তেওঁলোকক নগা নাম দিয়ে। তেওঁলোকৰ বহুতো জনজাতি আছে। যেনে ঃ— আংগামী, আও, ছেমা, লঠা, ৰেংমা, কন্যাক, জেলিয়া প্ৰভৃতি। এই জনজাতিবোৰৰ ভাষা বেলেগ বেলেগ আৰু ইটো জনজাতিয়ে সিটো জনজাতিৰ ভাষা বুজি নাপায়। তেওঁলোকে পৰস্পৰৰ

ভিতৰত চা-চিনাকি হওঁতে জনজাতীয় নামবোৰ ব্যৱহাৰ কৰে, কথা-বাৰ্তা হ'বলৈ হ'লে একপ্ৰকাৰ ভঙা অসমীয়া ভাষা ব্যৱহাৰ কৰে। দোবান পৰ্যায়প্ৰাপ্ত হোৱাৰ বাবে ইয়াক “নাংগামী” ভাষা বোলা হয়।

আহোমৰ দিনত নগাসকলে নামনিত দৌৰাত্ম্য চলাইছিল। আহোম ৰজাই তেওঁলোকক সম্পূৰ্ণকৈ বশ কৰিব নোৱাৰিলে সঁচা, কিন্তু সীমান্ত অঞ্চলত নগাখাত কিছুমান বহুৱাই তাত অসমীয়া খাটোৱাল লগাই খেতি-বাতি কৰি নগা চৰ্দাৰ বা গামসকলক খাদ্য সামগ্ৰীৰ যোগান ধৰি শান্তি-সপ্ৰীতি ৰক্ষা কৰিবলৈ সমৰ্থ হৈছিল, যাৰ ফলত আহোমৰ দিনত নগাসকল আহোমৰ মিত্ৰশক্তি হিচাপে পৰিগণিত হৈছিল।

অসমত বৃটিছ ৰাজত্বৰ প্ৰাৰম্ভণিতে পেম্বাৰটন আৰু জেনকিন্‌ছে মণিপুৰৰ পৰা সসৈন্যে নগালেণ্ডৰ মাজেৰে নগাঁৱলৈ আহোতে নগাসকলৰ প্ৰবল বাধাৰ সন্মুখীন হৈ জানিছিল যে নগাসকল দুৰ্দমনীয়। এইকথা পোহৰলৈ আহিল যে তেওঁলোক সততে গোষ্ঠীদ্বন্দ্বত লিপ্ত। গতিকে নগা বসতি অঞ্চল বৃটিছৰ শাসনাধীন কৰাৰ প্ৰয়াস লোৱা নাছিল। তাৰ পৰা কোম্পানিৰ আৰ্থিক মুনাফা লাভ হোৱা নোহোৱাৰ বিষয়েও একো ধাৰণা ল'ব পৰা নাছিল; বৰঞ্চ আয়তকৈ প্ৰশাসনীয় ব্যয় বেছি হ'ব বুলি অনুমান কৰিছিল। সি যিকি নহওক, পূৰ্বৰদৰে নগা চৰ্দাৰবোৰে বৃটিছ শাসনাধীন অঞ্চলত দৌৰাত্ম্য চলাই থাকিল। বৃটিছে আংগামী নগা চৰ্দাৰসকলক দমন কৰাৰ নীতি গ্ৰহণ কৰে। ১৮৩৯ খ্ৰীষ্টাব্দৰ ডিচেম্বৰ মাহত ই, আৰ, গ্ৰেঞ্জৰ নেতৃত্বত এটি বৃটিছ সৈন্যবাহিনী পঠালে। তাৰ একো ফল নধৰাত দ্বিতীয় অভিযান পঠোৱা হ'ল (১৮৪০ খ্ৰীঃ)। তৎসত্বেও বৃটিছৰ তলতীয়া অঞ্চলত নগাসকলে লুণ্ঠন চলাই থাকিল। ১৮৫১ খ্ৰীষ্টাব্দলৈ পাৰ্বত্য অঞ্চলত ১০ বাৰ অভিযান চলোৱা হয়। ১৮৫১ খ্ৰীষ্টাব্দৰ পিছত অভিযানত দোষী নগাসকলৰ ওপৰত কঠোৰ শাস্তি বিহা হয়।

এনে অভিযান বিশেষ ফলপ্ৰসূ নোহোৱাত গবৰ্ণৰ জেনেৰেলে হস্তক্ষেপ নীতিৰ লগতে অহস্তক্ষেপ নীতি ল'লে। সিহঁতৰ আভ্যন্তৰীণ বিবাদ বিপৰ্যয়ত হস্তক্ষেপ নকৰিবলৈ আৰু ভদ্ৰোচিত আচৰণ দেখুৱালে বেপাৰ-বাণিজ্য কৰাত উদগনি যোগোৱাৰ নীতি ল'লে। অশান্তি-অসূয়াৰ সৃষ্টি কৰাসকলক ইয়াৰ পৰা বিৰত ৰখাৰ সকীয়নি দিয়া হ'ল। অথচ তাৰ পিছতো নগাই ২২ বাৰ বৃটিছ এলেকাত অতৰ্কিতে আক্ৰমণ চলাই নুটিপুটি নিয়ে। ৫৫ জন লোকক হত্যা কৰা হয়, ১০ জন আঘাতপ্ৰাপ্ত আৰু ১১৩ জনক অপহৰণ কৰে। অপহৰণ কৰি নিয়া লোকক দাস হিচাপে বিক্ৰী কৰাটো এটা লাভজনক ব্যৱসায়ত পৰিণত হৈছিল।

নগাসকলৰ বৰ্বৰতাৰ অন্ত পেলাবলৈ অৱশেষত ১৮৬৬ খ্ৰীষ্টাব্দত আংগামী ভূমি দখল কৰাৰ সিদ্ধান্ত লোৱা হ'ল। আংগামী ভূমি আৰু পাৰ্শ্ববৰ্তী দয়াং এলেকা সামৰি এখন জিলা গঠন কৰা হ'ল। বৃটিছৰ তলতীয়া নগা পাৰ্বত্য অঞ্চলৰ লগত উত্তৰ কাছাৰ আৰু নগাঁৱৰ নগা অধ্যুষিত অঞ্চল সামৰি এই জিলাখন গঠন কৰা হয়। ইয়াৰ সদৰ ঠাই হ'ল চামগুটিং। পিছলৈ জিলাখনৰ সদৰ ঠাই চামগুটিঙৰ পৰা কহিমালৈ স্থানান্তৰ কৰা হ'ল (১৮৭৮ খ্ৰীষ্টাব্দত)। আৰম্ভণিতে বৃটিছসকলে পাৰ্বত্য অঞ্চলৰ ভিতৰলৈ ৰাজ্য সম্প্ৰসাৰণ কৰাৰ কথা ভবা নাছিল। কিন্তু এবাৰ দৃঢ়ভাৱে থিতাপি লোৱাৰ পিছত এডেও দুদেও লোটা নিয়াৰ ছেৰ দি নগাভূমিত ৰাজ্য সম্প্ৰসাৰণ কৰাত লাগিল।

ইতিমধ্যে বৃটিছ আৰু নাগাভূমিৰ সীমা নিৰ্ধাৰণ কৰাৰ কাৰ্যক্ৰম হাতত লোৱা হৈছিল। প্ৰতিবেশী লঠা নগাসকলে জৰীপকাৰীসকলৰ ওপৰত কেইবাৰো আক্ৰমণ চলায়। আক্ৰমণত দুজন অফিচাৰ আঘাতপ্ৰাপ্ত হয়, এজন মৃত্যু মুখত পৰে। ফলত লঠা নগাভূমি বৃটিছৰ শাসনাধীন কৰা হয় (১৮৭৫ খ্ৰীঃ) আৰু ৱাখাত এজন ৰাজনৈতিক বিষয়াক নিযুক্তি দিয়া হ'ল। ডিখু অতিক্ৰম কৰি সিফালৰ দুৰ্দান্ত যুদ্ধাশ্ৰয়ক নগাসকলে বাৰাংবাৰ আক্ৰমণ কৰাৰ পৰা পৰিত্ৰাণ পোৱাৰ বাবে আও নগাই বৃটিছৰ আশ্ৰয় বিচৰাত ১৮৮৯ খ্ৰীষ্টাব্দত আও নগাভূমি বৃটিছৰ শাসনাধীন কৰা হয়। মোককচাং ইয়াৰ সদৰ ঠাই হ'ল। নতুনকৈ স্থাপিত জিলাখনৰ নাম দিয়া হ'ল 'নগা পাৰ্বত্য জিলা।'

**ইংগ-আংগামী যুদ্ধ ঃ**

১৮৬৬ খ্ৰীষ্টাব্দত আংগামী নগাভূমি সামৰি জিলা গঠন কৰাৰ পিছত ১৮৭৭ খ্ৰীষ্টাব্দলৈ কোনো অপ্ৰীতিকৰ ঘটনা

ঘটা নাছিল। এই বছৰত আংগামীসকলে এখন কাচা নগা গাঁও আক্ৰমণ কৰে। খনমা গাঁৱৰ আক্ৰমণকাৰী অপৰাধীকেইজনক বৃটিছ কৰ্তৃপক্ষৰ হাতত গতাই নিদিয়াত গাঁৱখন পুৰি ছাৰখাৰ কৰা হ'ল। উল্লেখ্য যে শস্যৰ পথাৰ পুৰি ছাই কৰি বা ধ্বংস কৰি শ'লঠেকত পেলাই দুৰ্দান্ত নগাক বৃটিছৰ অনুগ্ৰহপ্ৰাৰ্থী কৰাটো বৃটিছ সম্প্ৰসাৰণ নীতিৰ অন্যতম কৌশল আছিল। খনমা গাঁৱৰ শস্য পথাৰ ধ্বংস কৰাত তাৰ আংগামী নগাসকল বিদ্ৰোহী হৈ উঠিল। আন এক সূত্ৰমতে ১৮৭৮ খ্ৰীষ্টাব্দৰ জুলাই মাহত নগা পাৰ্বত্যৰ পলিটিকেল অফিচাৰৰ দায়িত্ব গ্ৰহণ কৰি ডি, এইছ, ডমণ্টে দেখিলে যে শক্তিশালী আংগামী নগাৰ মতলব ভাল নহয়। তৎসত্ত্বেও তেওঁ সদৰ ঠাই কহিমালৈ স্থানান্তৰ কৰিলে। কিন্তু তেওঁ নীতিগতভাৱে নগাসকলক বৃটিছৰ প্ৰত্যক্ষ প্ৰশাসনৰ আয়ত্তাধীন নকৰাকৈ পৰোক্ষভাৱে বশ কৰাৰ বাবে তেওঁলোকৰ পৰা কৰ আদায় কৰাত গুৰুত্ব প্ৰদান কৰে। তেওঁৰ ধাৰণামতে কৰ দিয়া মানে তেওঁলোকে বৃটিছৰ সাৰ্বভৌমত্ব মানি লোৱাৰে কথা। ডমণ্টৰ কৰ আদায় কৰা আৰু নগাসকলৰ আভ্যন্তৰীণ বিবাদত হস্তক্ষেপ কৰা প্ৰচেষ্টাই নগাসকলৰ মাজত অসন্তুষ্টি আৰু বিদ্ৰোহৰ ভাব জগাই তুলিলে। খনমাৰ শক্তিশালী আংগামী নগাসকলে অনুভৱ কৰিলে যে বিদেশী অনধিকাৰ প্ৰৱেশকাৰীসকলৰ বিৰুদ্ধাচাৰণ কৰাৰ সময় সমাগত। তেওঁলোকে তাৰ বাবে অস্ত্ৰ-শস্ত্ৰ সংগ্ৰহ কৰিলে। ১৮৭৯ খ্ৰীষ্টাব্দৰ ১৩ অক্টোবৰত ডমণ্টে আংগামী নগাৰ কাজিয়াৰ মিটমাত কৰাৰ বাবে খনমাত উপস্থিত হ'ল। তৎমুহূৰ্তে তেওঁক গুলীয়াই হত্যা কৰা হ'ল। গা-ৰক্ষী বাহিনীৰ বেছিভাগ মৃত্যুৰ মুখত পৰিল; কিছুমানে পলাই মৃত্যুৰ হাত সাৰিলে। তেওঁলোকৰ হাতৰ পৰা বন্দুক-বাৰুদ হস্তগত কৰি নগা পাহাৰৰ পৰা বৃটিছক খেদিবলৈ আংগামী নগা মাৰ বান্ধি থিয় হ'ল। প্ৰায় ৬ হেজাৰ নগা অস্ত্ৰ-শস্ত্ৰ লৈ আগবাঢ়ি আহি কহিমা অৱৰোধ কৰে। ১১ দিন ধৰি অৱৰোধ চলিল। খাদ্য আৰু পানীৰ অভাৱত সাধৰণ লোককে ধৰি বৃটিছ ছাউনীৰ সৈন্যসকলৰ হাহাকাৰ লাগিল। যথা সময়ত ইম্ফলৰ পৰা ২ হেজাৰ সৈন্য লৈ কৰ্ণেল জনষ্ট'ন কহিমাত উপস্থিত হ'ল (২৭ অক্টোবৰ)। সৈন্য দেখি নগাসকল আঁতৰি গ'ল। কহিমা নগা অৱৰোধৰ পৰা মুক্ত হ'ল। আংগামী নগাৰ বিৰুদ্ধে আক্ৰমণ নগা গাঁৱৰ বিদ্ৰোহীয়ে সন্মিলিত হৈ বৃটিছৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ কৰিছিল। গাঁৱবোৰ দখল কৰা হ'ল। বিদ্ৰোহী আংগামী নগাসকলে আত্মসমৰ্পণ কৰিলে আৰু কৰ দিবলৈ ৰাজী হ'ল।

১৮৯২ খ্ৰীষ্টাব্দত পিছৰ পৰা পাৰ্বত্য জিলাখনৰ পূব অংশ বৃটিছৰ আয়ত্তলৈ অনাৰ বাবে চেষ্টা-প্ৰচেষ্টা চলি থাকিল। নগাভূমিৰ চাহখেতি, কয়লা খনি আৰু অন্যান্য উৎপাদনে ইউৰোপিয়ান ব্যবসায়ী বণিকসকলৰ মাজত প্ৰতিযোগিতাই বৃটিছ সাম্ৰাজ্য বিস্তাৰ ত্বৰান্বিত কৰিলে। চাং, শংটাম, ছেমা আৰু কন্যাক নগা গাঁও অঞ্চল ক্ৰমশঃ সাম্ৰাজ্যবাদী বৃটিছৰ গ্ৰাসত পৰিল।

**কুকি, চিন, লুচাই আৰু গাৰো ঃ**

কাছাৰ আৰু মণিপুৰৰ দক্ষিণলৈ, আৰাকান পাৰ্বত্য অঞ্চলৰ উত্তৰলৈ, চিন্দহিন নদীৰ পশ্চিমলৈ আৰু চট্টগ্ৰাম পাৰ্বত্য অঞ্চলৰ পূবলৈ কুকি, চিন লোকসকলৰ বসতি। পুৰণিকালত এই পাহাৰী লোকসকলক আৰাকানী লোকসকলে ছেন্দু বুলিছিল বুলি জনা যায়। কুকি সকলোকে ছেন্দু বুলিছিল যেন লাগে। কুকিসকল শক্তিশালী আছিল। তেওঁলোকৰ মুৰব্বী চৰ্দাৰ বা ৰজা আছিল। ১৮৮৮ খৃষ্টাব্দত বৃটিছ মিলিটাৰি কৰ্তৃপক্ষই কুকি-চিন অধ্যুষিত চিন পাহাৰী অঞ্চলত অভিযান চলোৱাৰ সময়ত ছেন্দু চৰ্দাৰ হৌছেয়েটাৰ সন্মুখীন হৈছিল। লেফ্‌টেনেণ্ট ষ্টিৱাৰ্ট আৰু কেইবাজনো সৈন্যৰ মৃত্যু হৈছিল। আন বয়বস্তু লুটি নিয়াৰ লগতে তেওঁলোকৰ মুৰবোৰ কাটি নিয়ে। অষ্টাদশ শতাব্দীৰ সত্তৰৰ দশকতে এই জনজাতীয় লোকসকলে চিট্টাগং অঞ্চলত হানা দিছিল।

পুৰণি কালত কুকি-চিনসকলৰ ৪ টা ফৈদ আছিল বুলি জনা যায় যেনে ঃ— খেলেমা, ৰম্বাই, বেটে আৰু লামক্ৰোন। পাছলৈ তেওঁলোকৰ মাজত তিনিটা ভাগৰ কথা লক্ষ্য কৰা যায়, যেনে ঃ—ৰংসীন, উদৌ আৰু শিংথুন। প্ৰত্যেকৰে নিৰ্বাচিত চৰ্দাৰ আছিল। ধনু-কাঁড় ব্যৱহাৰ কৰা কুকি-চিনসকল নগাতকৈ শক্তিশালী আছিল। কালক্ৰমত কুকিসকলক উত্তৰ

আৰু পূব ফাললৈ খেদি সেই অঞ্চলৰ লুচাইসকলে প্ৰাধান্য বিস্তাৰ কৰে। কাছাৰলৈ ভাগি অহা কুকিসকলক কাছাৰৰ ৰজা গোবিন্দ চন্দ্ৰই তেওঁৰ বৈৰী তুলাৰামৰ বিৰুদ্ধে নিক্ষেপ কৰিছিল। লুচাইসকলোকো চিনসকলে দক্ষিণ ফালৰ পৰা ঠেলিবলৈ লয়। ক্ৰমাগতভাৱে মণিপুৰ নদীৰ নামনি উপত্যকাকে ধৰি বৃটিছ শাসনাধীন লুচাই জিলাৰ পূব অংশটো চিনসকলৰ হাতত থাকিল। অসমতকৈ ব্ৰহ্মদেশত চিনসকলৰ সংখ্যা সৰহ হোৱাত এই অঞ্চল কাটি নি ব্ৰহ্মদেশৰ লগত চামিল কৰে (১৯২৫ খ্ৰীঃ)।

এই কথা জনা যায় যে বৃটিছৰ লগত সংঘৰ্ষ লগাৰ সময়ত লুচাইসকলৰ ১০ জন ৰজা আছিল। তাৰ ভিতৰত সুকপিলাল প্ৰধান ৰজা আছিল। ৰজাসকলৰ গাদী নিৰ্বাচিত আছিল নে উত্তৰাধিকাৰ সূত্ৰে লাভ কৰা আছিল জনা নাযায়।

পাহাৰী জনজাতিসকলৰ মাজত সততে গোষ্ঠী সংঘৰ্ষ লাগি থকা দেখা যায়। লুচাই-কুকি সংঘৰ্ষ পাহাৰতে সীমাবদ্ধ নাথাকিল। তুলনামূলকভাৱে শক্তিশালী লুচাইসকলে কুকিসকলক কাছাৰৰ নামনি অঞ্চললৈ খেদি সন্তুষ্ট হোৱা নাছিল। তেওঁলোকে নামনিতো কুকিসকলৰ বিৰুদ্ধে সময়ে সময়ে আক্ৰমণ চলাই আছিল। ১৮৪৪ খ্ৰীষ্টাব্দত চিলেট সীমান্তত অৱস্থিত কচুবাৰী নামৰ মণিপুৰী অধ্যুষিত গাঁৱত দৌৰাত্ম্য চলাই ২০ টা মূৰ কাটি নিয়াৰ উপৰি ৬ জনক ধৰি লৈ যায়। এই আক্ৰমণৰ নায়ক আছিল চৰ্দাৰ লালচোকলা। ১৮৪৯ খ্ৰীষ্টাব্দত লুচাইসকলে পূবে মণিপুৰৰ পৰা পশ্চিমে বৃটিছ শাসনাধীন সীমান্ত অঞ্চলত ব্যাপক দৌৰাত্ম্য চলায়। নৱেম্বৰ মাহত কাছাৰত প্ৰচণ্ড হানা দিয়ে। এই দৌৰাত্ম্যকাৰীসকলক শাস্তি দিয়াৰ বাবে চিলেট লাইট ইনফেণ্ট্ৰিৰ এটি সৈন্যবাহিনী লৈ মেজৰ লিষ্টাৰে লুচাই পাহাৰত প্ৰৱেশ কৰে। মোৰা নামৰ লুচাই গাঁও এখন ভস্মীভূত কৰি ৪০০ বন্দীক মুকলি কৰি আনে। মেজৰ লিষ্টাৰৰ ৰিপোৰ্টৰ পৰা জনা যায় যে লুচাইসকলো দক্ষিণৰ পইজসকলৰ দৌৰাত্ম্যৰ কবলত পৰে। লুচাইসকলৰ গতিমতি লক্ষ্য কৰাৰ বাবে বৃটিছ কৰ্তৃপক্ষই সীমান্তত কেইটামান পুলিছ চকী বহুৱায়।

পঞ্চাশৰ দশকটোত লুচাইসকলে সময়ে সময়ে আক্ৰমণ চলাই দৌৰাত্ম্য অব্যাহত ৰাখে। ১৮৬১ খ্ৰীষ্টাব্দত চিলেটৰ কেইখনমান গাঁৱত আক্ৰমণ চলাই লুটি-পুটি নিয়াৰ লগতে কেইজনমান লোকক বন্দী কৰি নিয়ে। আক্ৰমণকাৰী চৰ্দাৰসকলৰ ভিতৰত সুকপিলালে ইতিমধ্যে কাছাৰৰ বৃটিছ কৰ্তৃপক্ষৰ লগত সুসম্পৰ্ক ৰাখিছিল। তেওঁৰ জৰিয়তে লুচাইসকলৰ লগত মোকাবিলাৰ কৰাৰ চেষ্টা কৰে। ৪ জন বন্দীক মুকলি কৰি দিয়ে। উল্লেখ্য যে বৃটিছ উৰ্ধ্বতম কৰ্তৃপক্ষই লুচাইসকলৰ বিৰুদ্ধে যুদ্ধত লিপ্ত হ'ব খোজা নাছিল। ১৮৬৪ খ্ৰীষ্টাব্দত কাছাৰৰ পুলিছ অধীক্ষক কেপ্টেইন ষ্টিৱাৰ্টে সুকপিলাৰে লগত বুজাপৰা কৰে। সীমান্তত শান্তি ৰক্ষা কৰা আৰু বছৰি দ্ৰব্যৰে কিছু পেছকছ দিয়াৰ বিনিময়ত তেওঁক কোম্পানি চৰকাৰে বছৰি নগদ ৬ হেজাৰ টকা দিবলৈ স্থিৰ কৰে। কিন্তু সুকপিলাল তাৰ প্ৰতি দায়বদ্ধ নহ'ল। লুচাই পাহাৰৰ পাদদেশত বৃটিছ চাহ খেতিয়ক কিছুমানে বাগান খোলাত লুচাই আৰু ইংৰাজৰ মাজত মনোমালিন্যৰ সৃষ্টি হয়। লুচাইসকলে কাছাৰৰ উপৰিও মণিপুৰ আৰু ত্ৰিপুৰাত এলানি আক্ৰমণ চলায়; বহুতক বন্দী কৰি নিয়ে (নৰেশ্বৰ, ১৮৬৮ খ্ৰীঃ)। ডিচেম্বৰ মাহত স্বয়ং সুকপিলালে ত্ৰিপুৰাৰ অন্তৰ্গত কুকি গাঁও আক্ৰমণ কৰাৰ উপৰি ছিলেটৰ দক্ষিণ অঞ্চলত লুণ্ঠন চলায়। পিছৰ বছৰত লুচাইসকলে চাহ বাগানত তাণ্ডৱ চলায়। আক্ৰমণকাৰীসকলৰ ওপৰত শাস্তি বিহাৰ বাবে অভিযান চলোৱা হ'ল যদিও বৰষুণ বতৰৰ বাবে ই পৰিত্যক্ত হ'ল।

তাৰ পিছত সুকপিলালকে ধৰি আন কেইজনমান চৰ্দাৰৰ লগত শান্তি ৰক্ষাৰ বাবে কাৰ্যসূচী হাতত লোৱা হ'ল যদিও ই ব্যৰ্থ হ'ল। ১৮৭০ খ্ৰীষ্টাব্দত লুচাইসকলে চিটাগঙৰ সীমান্তলৈকে প্ৰচণ্ড আক্ৰমণ অব্যাহত ৰাখে। ১৮৭১ খ্ৰীষ্টাব্দত কাছাৰ সীমান্তৰ চাহ বাগান আক্ৰমণ কৰি ২৫ জনক হত্যা কৰে আৰু ৩৭ জনক বন্দী কৰি লৈ যায়। গতিকে লুচাইসকলক দমন কৰাৰ বাবে শিলচৰৰ পৰা জেনেৰেল বৌৰচিয়াৰ আৰু চিটাগঙৰ পৰা জেনেৰেল ব্ৰাউন লৰ ৰ নেতৃত্বত এটি অভিযান পঠোৱা হ'ল। এই অভিযান সম্পূৰ্ণ সফল হ'ল। কিন্তু লুচাইসকলক বৃটিছৰ অন্তৰ্ভুক্ত কৰা নহ'ল।

১৮৮৯ খ্ৰীষ্টাব্দত অসম সীমান্তত কোনো ধৰণৰ ঘটনা

ঘটা নাছিল। এই বছৰত লুচাইসকলে চিটাগঙ সীমান্তত পুনৰায় আক্ৰমণ চলায় আৰু কিছুমানক বন্দী কৰি লৈ যায়। বন্দীসকলক এৰি দিয়াৰ বাবে চেষ্টা কৰা হ'ল যদিও এৰি নিদিলে। বৃটিছৰ সৈন্যৰ এটি অভিযান পঠোৱা হ'ল। লুচাইসকলৰ গৰাহৰ পৰা বন্দীসকলক মুকলি কৰি আনিলে। আক্ৰমণকাৰী চৰ্দাৰকেইজনকো বন্দী কৰিলে। এইবাৰ লুচাইৰ আক্ৰমণ একেবাৰে প্ৰতিহত কৰাৰ বাবে সিদ্ধান্ত লোৱা হ'ল। আইজাল্দ লুংলে আৰু চাংছিলত একোটাকৈ তিনিটা সামৰিক চকী খুলিলে। তাত একোজন পলিটিকেল অফিচাৰ ৰখা হ'ল। ১৮৯১ খ্ৰীষ্টাব্দৰ ১এপ্ৰিলত দক্ষিণ লুচাই পাহাৰ আৰু চিটাগঙ অঞ্চল লগ লগাই উত্তৰ লুচাই জিলা গঠন কৰা হ'ল। লুংলে হ'ল ইয়াৰ সদৰ ঠাই।

লুচাইসকল বশ মনা যেন লাগিল। কিন্তু হঠাৎ আইজালৰ পাৰ্শ্বত লুচাইসকল বৃটিছৰ বিৰুদ্ধে থিয় হ'ল আৰু আইজালৰ পলিটিকেল অফিচাৰ ব্ৰাউনেক হত্যা কৰিলে। দুমাহৰ ভিতৰত এই বিদ্ৰোহ দমন কৰা হ'ল। দোষী চৰ্দাৰসকলক নিৰ্বাসন দিয়া হ'ল। ১৮৯২ খ্ৰীষ্টাব্দত দক্ষিণ লুচাইত আৰু এটা বৃটিছবিৰোধী বিদ্ৰোহ মূৰ দাঙি উঠে। এই বিদ্ৰোহ দমন কৰাৰ লগে লগে লুচাই অভিযানৰ দীঘলীয়া অধ্যায়ৰ সামৰণি পৰে। দক্ষিণ লুচাই আৰু চিন পাহাৰৰ কিছু অংশ বৃটিছৰ তলতীয়া হ'ল। দুয়োখণ্ড লগ লগাই চিন লুচাই পাহাৰ নাম দি এখন জিলা গঠন কৰা হ'ল। ১৮৯৮ খ্ৰীষ্টাব্দত দক্ষিণ লুচাই আৰু উত্তৰ লুচাই লগ কৰি লুচাই পাহাৰ জিলা নাম দিয়া হ'ল।

'খাছী পাহাৰৰ পশ্চিমে গোৱালপাৰা আৰু মৈমনসিং জিলাৰ মাজৰ পাৰ্বত্য অঞ্চলত গাৰোসকলৰ বসতিস্থান। তেওঁলোক বড়ো গোষ্ঠী সম্ভূত বুলি জনা যায়। আদিতে তেওঁলোকে ভৈয়ামলৈ গৈ মূৰ চিকাৰ (মূৰ কাটি অনা কাৰ্য) কৰিছিল বুলি জানিবলৈ পোৱা যায়। পিছলৈয়ো তেওঁলোকে গোৱালপাৰাৰ অন্তৰ্ভুক্ত নামনি অঞ্চলত দৌৰাত্ম্য চলাই আছিল।

মোগলৰ হাতৰ পৰা গোৱালপাৰা ইষ্ট-ইণ্ডিয়া কোম্পানিৰ অধীন হোৱাৰ বহুবছৰ পিছলৈ গাৰোপাহাৰ গোৱালপাৰাৰ অন্তৰ্ভুক্ত বুলি গণ্য কৰা হৈছিল। এই সময়ত (১৭৬৫-১৭২২ খ্ৰীঃ) গাৰোসকলে নামনিত দৌৰাত্ম্য চলাই ভয়ানক ভীতিৰ সঞ্চাৰ কৰিছিল। ১৮১১ খ্ৰীঃ মৈমনসিংহৰ মেজিষ্ট্ৰেটৰ ৰিপৰ্ট মতে গাৰোসকল মূৰ কটা চিকাৰত প্ৰবৃত্ত আছিল। তেনে ভয়ানক ঘটনা মেজিষ্ট্ৰেটজনৰ দৃষ্টিগোচৰ হৈছিল। মোগলৰ দিনৰে পৰা চলি অহা প্ৰথামতে তেনে ঘটনা বা দৌৰাত্ম্যৰ পৰা বিৰত ৰখাৰ দায়িত্ব অৰ্পণ কৰা হৈছিল নামনিৰ জমিদাৰসকলৰ ওপৰত। কিন্তু জমিদাৰসকলে গাৰোসকলৰ ওপৰত প্ৰাধান্য বিস্তাৰ কৰিবলৈ লোৱাৰ ফলত সততে গাৰো-জমিদাৰ সংঘৰ্ষ চলি আছিল বুলি বহুতে ধাৰণা কৰে।

গাৰোসকলক তিনিটা ভাগত ভগাব পাৰি। নামনি অঞ্চলত বাস কৰা গাৰোসকলে জমিদাৰসকলৰ বশ মানিছিল। এওঁলোক হ'ল তলতীয়া গাৰো। জমিদাৰী এলেকাৰ সংলগ্ন সমভূমিৰ ওপৰ অংশ বা পাহাৰৰ সহজে ঢুকি পোৱা অংশত বাস কৰা জমিদাৰক কৰ শোধাব লাগিছিল। এওঁলোক কৰভুক্ত গাৰো। পাহাৰৰ উচ্চাংশত জমিদাৰে বশ মনাব নোৱাৰা গাৰোসকল হ'ল স্বতন্ত্ৰীয়া। কোৱা হয় যে জমিদাৰে তেওঁলোকক বশীভূত কৰিব লোৱাৰ ফলত গাৰো-জমিদাৰ সংঘৰ্ষৰ সৃষ্টি হয়। এনে সময়তে বৃটিছ কৰ্তৃপক্ষই তাত হস্তক্ষেপ কৰে। ৰংপুৰ জিলাৰ অস্থায়ী জাজ-মেজিষ্ট্ৰেট ডেভিদ স্কটক গাৰো-জমিদাৰ সম্পৰ্ক-সংঘৰ্ষৰ বিষয়ে চালি-জাৰি চাই প্ৰতিবেদন দিয়াৰ বাবে নিয়োগ কৰে। তেওঁৰ চুপাৰিছ মৰ্মে জমিদাৰৰ কৰতলীয়া গাৰোসকলক জমিদাৰৰ কৰ্তৃত্বৰ পৰা ৰহিত কৰি গাৰো সীমান্ত অঞ্চলৰ বাবে এক বিশেষ ব্যৱস্থা (আইনী ব্যৱস্থা) লোৱা হয়। তাৰ বাবে এজন এছিছ্‌টেণ্ট কমিছনাৰ নিযুক্তি দিয়ে। পোন প্ৰথমে ডেভিদ স্কট এই পদবীত নিয়োজিত হৈছিল। জমিদাৰৰ সলনি তেওঁ জমিদাৰী খাজনা আদায় কৰে। জমিদাৰে গাৰোসকলৰ ওপৰত লগোৱা ক্ৰয় বিক্ৰী কৰ উঠাই তাৰ পৰিবৰ্তে জমিদাৰক (হাবৰাঘাট, মেচপাৰা, কালুমালুপাৰা আৰু কড়াইবাৰী জমিদাৰ) ক্ষতিপূৰণ দিয়াৰ ব্যৱস্থা কৰে। গাৰোসকলৰ আভ্যন্তৰীণ শাসনৰ ক্ষেত্ৰত অহস্তক্ষেপ নীতি লোৱা হয়। তৎসত্বেও ভিতৰুৱা অঞ্চলত গাৰোসকলে দৌৰাত্ম্য চলাই থাকিল। গতিকে গাৰোসকলক প্ৰত্যক্ষভাৱে বৃটিছৰ

কর্তৃত্বাধীন কৰাৰ সিদ্ধান্ত লোৱা হয়। ১৮৬৯ খ্ৰীঃত গাৰোপাহাৰ জিলা গঠন কৰে। ইয়াৰ সদৰ হ'ল তুৰা। ইয়াৰ ফলত প্ৰশাসনে ঢুকি পোৱা অঞ্চল বশ কৰা হ'ল যদিও ভিতৰুৱা অঞ্চল কিছুমান আয়ত্তৰ বাহিৰত থাকিল। ১৮৭১-৭২ খ্ৰীষ্টাব্দত সেই অঞ্চলৰ গাৰোৱে অশান্তিৰ সৃষ্টি কৰি থাকে। সিহঁতক নিয়ন্ত্ৰণ কৰিবলৈ তিনিটা পুলিছ বাহিনী পঠোৱা হ'ল। গাৰোসকল সম্পূৰ্ণভাৱে দমন হ'ল। সংঘৰ্ষত লিপ্ত থকা চৰ্দাৰসকলক কাৰায়ত্ত কৰাত অশান্তিৰ পৰিসমাপ্তি ঘটিল।

### ভূটান দুৱাৰ ঃ

ভূটান পৰ্বতৰ পাদদেশ হ'ল ভূটান দুৱাৰ অঞ্চল। নামনিৰ পৰা ভূটান পৰ্বতলৈ উঠা ১৮ টা পথ বা দুৱাৰ আছিল। ইয়াৰ ভিতৰত ১১ খন বংগ আৰু কোচবিহাৰৰ উত্তৰ সীমান্তত অৱস্থিত; বাকী ৭ খন অসমৰ উত্তৰ সীমান্তত অৱস্থিত। এইকেইখন হ'ল— বিজনী, চাপাখামা, চাপাগুৰি, বাসকা (বাগছা), ঘৌটকল্লা, কালিং আৰু বুৰিগুমা। এইকেইখনক একেলগে পুব দুৱাৰ আৰু সেইকেইখনক একে লগে পশ্চিম দুৱাৰ বোলা হয়। অসম দুৱাৰকেইখন অসমৰ বিচ্ছেদ্য অংগ আছিল। কিন্তু আহোম ৰাজত্ব পতনমুখি হোৱাৰ সময়ত ভূটীয়াসকলে দুৱাৰ কেইখনৰ ওপৰত আধিপত্য বিস্তাৰ কৰে। ভূটীয়াসকলক বাধাদান কৰাত ব্যৰ্থ আহোম ৰাজশক্তিয়ে ভূটীয়াসকলৰ লগত বুজা-বুজিলৈ আহে। সেইমতে বছৰি ৪৭৮৫ নাৰায়ণী টকা পেছকছ পোৱাৰ আপাহত অসম দুৱাৰ অঞ্চল ভূটীয়া দেব ৰজাৰ হাতত গতাই দিয়ে। ভূটীয়াসকলে নিৰ্দ্ধাৰিত পেছকছ সমুদায় নগদ টকাৰে আদায় দিয়া নাছিল; সিমান টকা মূল্যৰ পণ্য সামগ্ৰী দিছিল, যেনে,— ৪০ তোলা কেঁচা সোণ, ৩৬ টা চাপৰ জাতৰ ঘোঁৰা, ২৪ টা কস্তুৰী, ২৪ জন গো-জিন, ২৪ টা গো-চোৱাৰ, ২৪ খন খুকুৰি, ২৪ খন কম্বল আৰু নগদ ২৪০০ টকা। সেয়ে হ'লেও দুৱাৰৰ বন্দোবস্ত অদ্ভুত ধৰণৰ আছিল। পেছকছ আদায় দি থাকে মানে কামৰূপৰ দুৱাৰকেইখন ভূটীয়াসকলৰ অধীনত থাকিব। কিন্তু দৰঙৰ দুৱাৰ জুলাইৰ পৰা নবেম্বৰ মাহলৈ অসমৰ চৰকাৰৰ শাসনত থাকিব। তাত একপ্ৰকাৰ দ্বৈত শাসন চলাত উভয় পক্ষৰ মাজত তিক্ততাৰ সৃষ্টি হয়। সম্পৰ্কৰ অৱনতি ঘটে আৰু কাজিয়া-পেচাল হয়। ভূটীয়া আৰু আহোম কৰ সংগ্ৰহকাৰী বিষয়াৰ হাতত ৰায়তে জীয়াতু ভুগিব লগাত পৰে। ভূটীয়াসকলৰ লগত কাজিয়া-পেচালৰ সূত্ৰপাত হ'লে দুৰ্বল আহোম চৰকাৰে ভূটীয়াসকলৰ দাবী মানি ল'বলগীয়া হৈছিল।

অসম বৃটিছৰ অধীন হোৱাত আহোমৰ দিনৰ বন্দোবস্ত মতে ভূটীয়া চৰকাৰৰ পৰা পেছকছ লৈ আছিল। কিন্তু পেছকছৰ বাদে যোগান ধৰা পণ্য সামগ্ৰীৰ মূল্য নিৰ্দ্ধাৰিত মূল্যতকৈ কম হৈছিল। এনেকৈ দেয় দেনা বছৰি বছৰি বাঢ়ি গৈ বুজন পৰিমাণৰ হয়গৈ। দেয় দেনা বা অনাদায় ধন পৰিশোধ কৰাৰ বাবে তাগিদা দিলে তাক এৰাই চলে নাইবা উভতি ফেৰ পাতে। টকা সংগ্ৰহৰ বাবে বৃটিছ প্ৰজাৰ ওপৰত লুণ্ঠন চলায়, ল'ৰা-তিৰোতাক অপহৰণ কৰি দাস-দাসী হিচাপে বিক্ৰী কৰে। ভূটান চৰকাৰৰ লগত বৃটিছসকলে নমনীয়ে স্থিতি, মানে পিছ হোঁহকা এৰা ধৰা নীতি গ্ৰহণ কৰে একমাত্ৰ বাণিজ্যৰ স্বাৰ্থত। তেওঁলোকে ভূটানৰ লগত বন্ধুত্বপূৰ্ণ ভাবে ৰক্ষা কৰাৰ বাবে ভূটানলৈ কেইবাবাৰো সঁজাতি দল পঠায়। হেমিলটনক লগত লৈ প্ৰথমে জৰ্জ বগলে ভূটানলৈ যায় (১৭৮০ খ্ৰীঃ)। এই যাত্ৰা ব্যৰ্থ হোৱাত দ্বিতীয়বাৰ টাৰ্নাৰৰ নেতৃত্বত আন এটি সঁজাতি দল পঠায়। কিন্তু সমস্যাৰ অন্ত নপৰিল। দুৱাৰ অঞ্চলত ভূটীয়া অত্যাচাৰ-উপদ্ৰৱ চলি থাকিল, চলি থাকিল দেয় দেনা।

এনে অৱস্থাত বৃটিছ চৰকাৰে কিছু শাস্তিমূলক ব্যৱস্থা ল'লে। ১৮২৮ খ্ৰীষ্টাব্দত বুৰিগুমা দুৱাৰৰ ভূটীয়া বিষয়াই দৌৰাত্ম্য চলোৱাত বৃটিছ কৰ্তৃপক্ষই দুৱাৰখন জব্দ কৰে। অৱশ্যে দোষ মূৰ পাতি জৰিমনা আদায় দিয়াত দুৱাৰখন ওভতাই দিয়া হয়। ১৮৩৬ খ্ৰীষ্টাব্দত বাস্কা দুৱাৰ অঞ্চলত ভূটীয়াৰ অত্যাচাৰ-উপদ্ৰৱ চলাত দুৱাৰখন জব্দ কৰা হ'ল আৰু দুৰ্যোৰ শাস্তিমূলক ব্যৱস্থা লোৱা হ'ল। ভূটান কেন্দ্ৰীয় কৰ্তৃপক্ষই আত্মসমৰ্পণ কৰাত এই দুৱাৰখনো ওভতাই দিয়া হয়। ভূটান কেন্দ্ৰীয় চৰকাৰৰ লগত যোগাযোগ কৰাৰ বাবে পেম্বাৰটনৰ নেতৃত্বত এটি সঁজাতী দল পঠোৱা হয় (১৮৩৭ খ্ৰীঃ)। দলটোক বৃটিছ আৰু ভূটানৰ মাজত বাণিজ্যিক

সম্পৰ্ক। আদান-প্ৰদান, সুনিশ্চিত কৰাৰ কাৰণে পেছকছ আদায়ৰ কথাটোৰ আপোচ মীমাংসা কৰাৰ নিৰ্দেশ দিছিল। বাণিজ্যিক ক্ষেত্ৰত কিছুমান গুৰুত্বপূৰ্ণ তথ্য সংগ্ৰহ কৰিছিল যদিও সঁজাতী দলৰ মূল প্ৰচেষ্টা সফল নহ'ল। ভূটীয়াৰ উপদ্ৰৱ চলি থাকিল, যাৰ ফলত সীমান্তত শান্তি-শৃংখলাৰ অৱনতি ঘটিল। এতেকে ১৮৪১ খ্ৰীষ্টাব্দত অসম দুৱাৰ বা পূব দুৱাৰ অঞ্চল বৃটিছৰ শাসনাধীন কৰা হয়। দুৱাৰৰ বাবদ ৰাজহৰ ক্ষতিপূৰণ হিচাপে ভূটান চৰকাৰক বছৰি ১০ হেজাৰ টকা আদায় দিয়াৰ বন্দোৱস্ত কৰা হয়।

দৰং দুৱাৰৰ পূবলৈ আৰু দুখন দুৱাৰ আছিল; এখন কুৰিয়াপাৰা; আনখন চাৰিদুৱাৰ। কুৰিয়াপাৰা ভূটীয়া চৰ্দাৰৰ গোট সাত/ ষাঠ ৰাজাৰ অধীনত আছিল। এওঁলোক ভূটীয়া মূলৰ পাহাৰী লোক আছিল। তেওঁলোকে বাস কৰা পাহাৰ অঞ্চল লাছাৰ তলতীয়া বহিৰ্প্ৰদেশ টাৱাঙৰ অন্তৰ্ভুক্ত আছিল। উল্লিখিত পশ্চিম আৰু পূব দুৱাৰত যিদৰে ভূটীয়াৰ উৎপীড়ন-উপদ্ৰৱ চলিছিল তদ্ৰূপ উৎপীড়ন-উপদ্ৰৱ চলিছিল কুৰিয়াপাৰা দুৱাৰতো। কুৰিয়াপাৰা দুৱাৰ অঞ্চলৰ পৰা ভূটীয়াসকলক উৎখাত কৰাৰ বাহিৰে অন্য পন্থা নাছিল। ১৮৪৬ খ্ৰীষ্টাব্দত বৃটিছ ভাৰত চৰকাৰে দুৱাৰখন নিজৰ আয়ত্তাধীন কৰাৰ সিদ্ধান্ত লয়। লাছা বা টাৱাঙৰ লগত সম্পৰ্কবিহীনভাৱে স্থানীয় চৰ্দাৰসকলে, মানে সাত/ ষাঠ ৰাজাই কুৰিয়াপাৰা দুৱাৰ অঞ্চল ইষ্ট-ইণ্ডিয়া কোম্পানিক এৰি দিয়ে। ক্ষতিপূৰণ হিচাপে বছৰি ৫ হেজাৰ টকা নাইবা ভৱিষ্যতে আদায়ীকৃত কৰৰ এক তৃতীয়াংশ ধাৰ্য কৰা হয়।

কুৰিয়াপাৰা দুৱাৰৰ পূবলৈ চাৰিদুৱাৰ। এই দুৱাৰখন টৱাং ৰাজাৰ তলতীয়া সাত/ষাঠ ৰাজাই শাসন কৰিছিল। টৈবাংজী ভূটীয়াৰ লগত ভূটীয়া চৰ্দাৰকেইজনে, মানে সাত/ষাঠ ৰাজাই চাৰিদুৱাৰৰ পৰা ৰাজহ আদায় কৰিছিল। ১৮২৬ খ্ৰীষ্টাব্দতে প্ৰথমে বৃটিছসকলে এই দুৱাৰ অধিগ্ৰহণ কৰে। ক্ষতিপূৰণ হিচাপে এই চৰ্দাৰসকলক বছৰি ২,৬৭২ টকা আদায় দিয়াৰ বন্দোৱস্ত হয়। এইদৰে আহোম ৰজাৰ দিনত ভূটীয়াৰ শাসনাধীন হোৱা দুৱাৰকেইখন এখন এখনকৈ বৃটিছ ভাৰত চৰকাৰে অসমৰ অন্তৰ্ভুক্ত কৰে। ইয়াৰ ফলত দুৱাৰ অঞ্চল ভূটীয়াৰ দৌৰাত্ম্যৰ গৰাহৰ পৰা মুক্ত হ'ল।

পশ্চিম দুৱাৰ অঞ্চলত ভূটীয়াসকলৰ দৌৰাত্ম্য চলি থাকিল। ১৮৬৩ খ্ৰীষ্টাব্দত ভূটীয়া জমিদাৰসকলৰ মাজৰ জনৈক জাওলিয়া মেচ ওৰফে জাওলিয়া ভূটীয়াই বিজনী আক্ৰমণ কৰে। ভূটীয়াসকলৰ হাতত অপদস্থ হোৱাৰ পৰা পৰিত্ৰাণ পাবলৈ ৰাজ পৰিয়াল তাৰ পৰা পলাই যায়। তাৰ এটা চয়-নিচয় কৰাৰ বাবে বৃটিছ কৰ্তৃপক্ষই মাশলেইডেনক ভূটানলৈ পঠায়। ভূটীয়াসকলে তেওঁক দুৰ্ব্যৱহাৰ কৰা উপৰি অসম দুৱাৰ অঞ্চল পুনৰপি তেওঁলোকক দিয়া হ'ল বুলি তেওঁৰ পৰা এখন চুক্তি পত্ৰ-লেখাই ৰাখিলে। তেওঁ ঘূৰি অহাৰ পিছত শান্তিপূৰ্ণভাৱে সমস্যাটোৰ সমাধান কৰিব বিচৰা হৈছিল বৃটিছ কৰ্তৃপক্ষৰ উদ্যোগত। কিন্তু ই ব্যৰ্থতালৈ পৰ্যবসিত হ'ল। ইয়াৰ ফলত ভূটানৰ লগত যুদ্ধ লাগে। এয়াই হ'ল ১৮৬৪-৬৬ খ্ৰীষ্টাব্দৰ ইংগ-ভূটান যুদ্ধ। এই যুদ্ধত ভূটানে পৰাজয় বৰণ কৰে। সেই সময়ৰ পৰা ভাৰত-ভূটান সীমান্তত সুস্থিৰতা আহে আৰু শান্তি বিৰাজ কৰে।

**অকা, দফলা আৰু আবৰ ৰাজ্য ঃ**

**অকা ঃ** ভূটানৰ পূবত অকাসকলে বাস কৰা পাহাৰী ভূমি খণ্ডই হ'ল অকা ৰাজ্য। অকাসকলৰ ২ টা ফৈদ আছিল; এটা হাজাৰী খোৱা, আনটো কপাহচোৰ। ডেভিদ স্কটে হাজাৰী খোৱাসকলে আহোম ৰজাৰ দিনত ভোগ কৰা পঁচাৰ (ঘৰে পতি তোলা ধন বা বস্তু) অধিকাৰ মানি লৈছিল। কপাহচোৰসকলক সেই অধিকাৰ দিয়া নাছিল। তেওঁলোক বেলেগ ফৈদ বুলি নজনাটোৱেই ইয়াৰ কাৰণ আছিল বুলি জনা যায়। সি যিকি নহওক, তেওঁলোকে নামনিৰ পৰা জোৰ-জুলুম পঁচা আদায় কৰে। ই অশান্তিৰ সৃষ্টি নকৰাকৈ থকা নাছিল। পিছলৈ বৃটিছসকলে পঁচা প্ৰথাক এক প্ৰকাৰ ডকাইতি বুলি গণ্য কৰে। গতিকে পঁচাৰ পৰিৱৰ্তে পেন্সন দিয়াৰ প্ৰস্তাৱ দিয়া হ'ল। হাজাৰী খোৱাসকলে তাক মানি ল'লে। বছৰি ১৭৫ টকাৰ পেন্সন দিয়া হ'ল। কপাহচোৰসকলে নামনি অঞ্চলত দৌৰাত্ম্য চলাই থাকিল। হাজাৰীখোৱাসকলে কপাহচোৰসকলৰ চৰ্দাৰ টাগী ৰজাক সহায় কৰা বুলি বিবেচনা কৰি পেন্সন বন্ধ কৰিলে। আনহাতে ১৮৪১ খ্ৰীষ্টাব্দলৈ টাগী ৰজাই নামনি অঞ্চলত আক্ৰমণ চলাই বিভীষিকাৰ সৃষ্টি কৰিলে। হাজাৰীখোৱাসকলৰ লগত কাজিয়া লাগি টাগী

ৰজা অসমলৈ পলাই আহোতে বৃটিছৰ হাতত বন্দী হয় (১৮২৯ খ্ৰীঃ)। তিনি বছৰ পিছত তেওঁক মুকলি কৰি দিলে যদিও তেওঁ পুনৰ নামনি অঞ্চলত দৌৰাত্ম্য চলাবলৈ ধৰে। তেওঁক বন্দী কৰিবলৈ সৈন্য প্ৰেৰণ কৰাত আত্মসমৰ্পণ কৰে (১৮৪১ খ্ৰীঃ)। বৃটিছ ৰায়তৰ ওপৰত কোনো ধৰণৰ অত্যাচাৰ নকৰাৰ প্ৰতিশ্ৰুতি দিয়াত তেওঁক মুকলি কৰি দিয়া হয়। তেওঁক ২০ টকা ভাত্তা দিয়ে। তেওঁৰ প্ৰভাৱতে অকাসকলৰ আন আন চৰ্দাৰে চৰকাৰৰ পৰা ধনবিত লোৱাৰ বাবে আগবাঢ়ি আহে। ১৮৪২ খ্ৰীষ্টাব্দৰ চুক্তিমতে অকাসকলক দিবলগীয়া পেন্সন বছৰি ৩৮০ টকা ধাৰ্য কৰা হয়।

কিন্তু তাৰ পাছতো কপাহচোৰসকলে কিছুউ সমস্যাৰ সৃষ্টি কৰিছিল। ১৮৮৩-৮৪ খ্ৰীষ্টাব্দৰ জাৰকালি অকাসকলে নামনি অঞ্চলত আক্ৰমণ চলায়। তেওঁলোকক দমন কৰাৰ বাবে সামৰিক অভিযান চলোৱা হয়, যাৰ ফলত অকাসকলে বৃটিছৰ লগত এটা বুজাপৰালৈ আহে।

**দফলা ঃ** অকাসকলৰ পুবলৈ, মানে ভৰলী নৈৰ পুবলৈ দৰঙৰ নদুৱাৰ আৰু লক্ষীমপুৰৰ ছয়দুৱাৰৰ উত্তৰৰ পাহাৰী অঞ্চল দফলাসকলৰ বসতি স্থান বা দফলা ৰাজ্য। তেওঁলোক আহোম ৰজাৰ তলতীয়া নাছিল; স্বতন্ত্ৰ আছিল। পাহাৰী জনজাতীয় এই লোকসকল বিভিন্ন ফৈদৰ সমষ্টি আৰু চৰ্দাৰসকলে বুজাবুজিৰ মাজেৰে শাসন চলাইছিল। শাসন ব্যৱস্থাটোক অ'লিগাকী অৰ্থাৎ কুলানিধিপত্য বুলিব পাৰি। সি যিকি নহওক, পিছলৈ দৰং জিলাৰ দফলাসকলক পশ্চিম দফলা আৰু লক্ষীমপুৰৰ সীমান্তৰ দফলাসকলক টাগীন দফলা বোলা হয়।

দফলাসকলে আহোমৰ দিনৰে পৰা নামনি অঞ্চলত পঁচা তোলাৰ অধিকাৰ ভোগ কৰিছিল। বিভিন্ন ফৈদৰ বাবে নিৰ্দিষ্ট গাঁৱৰ পৰা নিৰ্দ্ধাৰিত পঁচা তুলিছিল। কিন্তু এই ৰীতি ভংগ কৰি জোৰ-জুলুম কৰি পঁচা তুলিবলৈ ধৰে। বৃটিছ শাসনৰ আৰম্ভণি কালছোৱাতো এনেদৰে চলিছিল। ১৮৩৫ খ্ৰীষ্টাব্দৰ নৱেম্বৰ মাহত দফলাসকলে নামনিত আক্ৰমণ কৰি কেইবাজনো বৃটিছ প্ৰজাক বন্দী কৰি লৈ যায়। তেওঁলোকক শাস্তি দিয়াৰ বাবে সামৰিক অভিযান চলোৱা হয়। বন্দীকেইজনক মুকলি কৰাৰ লগতে কেইজনমান দফলাক বন্দী কৰি আনে। ছয়দুৱাৰৰ ১৩ টা দফলা ফৈদৰ ৮ টাই দৰঙৰ ভাৰপ্ৰাপ্ত অফিচাৰ কেপ্টেইন মেথিউৰ ওচৰত আত্মসমৰ্পণ কৰে। তেওঁলোকক পোনে-পোনে ৰায়তৰ পৰা পঁচা তোলা বন্ধ কৰিবলৈ আৰু স্থানীয় বৃটিছ ৰাজহ বিষয়াৰ পৰা অনুমোদিত পঁচা লোৱাৰ বাবে অনুমতি দিয়া হ'ল। তাৰ পাছত অন্যান্য ফৈদেও তাৰ প্ৰতি সম্মতি জনায়।

নদুৱাৰৰ দফলাসকলে দুবছৰ পিছত এনে পন্থা ল'লে যদিও তাত কিছু আসোঁৱাহ থাকি গ'ল। ১৮৩৮-৩৯ খ্ৰীষ্টাব্দত অশান্তি-আহুকালৰ সৃষ্টি কৰাত তেওঁলোকক দমন কৰাৰ বাবে সামৰিক বাহিনী প্ৰেৰণ কৰা হ'ল। পঁচা সম্পূৰ্ণকৈ বন্ধ কৰিলে অসুবিধাত পৰি দফলাসকল বৃটিছৰ আয়ত্তলৈ আহিল। ১৮৫২ খ্ৰীষ্টাব্দত পঁচাৰ পৰিৰ্বতে পেন্সন দিয়াৰ সিদ্ধান্ত ল'লে। দফলাসকল বশ হোৱা যেন লাগিল। কিছুমানে নামনিত গাঁও পাতি খেতি-বাতি কৰিবলৈ ধৰিলে। কিন্তু ১৮৭০ খ্ৰীষ্টাব্দত পাহাৰী অঞ্চলৰ দফলাই দল বান্ধি নামনিৰ দফলা গাঁও আক্ৰমণ কৰে। শাস্তিমূলক ব্যৱস্থা হিচাপে তেওঁলোকৰ পেন্সন বন্ধ কৰি দিয়া হ'ল। বন্ধ কৰা হ'ল দুৱাৰকেইখন। কিন্তু তেওঁলোক সৈমান নহ'ল। ১৮৭৩ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰী মাহত লক্ষীমপুৰ সীমান্তৰ দফলাসকলে গহপুৰ অধিকাৰ কৰিলে আৰু ৪৫ জন লোকক বন্দী কৰি লৈ গ'ল। ব্ৰিগেদিয়াৰ জেনেৰেল ষ্টাফোৰ্ডৰ নেতৃত্বত তেওঁলোকৰ বিৰুদ্ধে এটি সামৰি বাহিনী পঠোৱা হ'ল। ফলত মুখ্য চৰ্দাৰসকলে শান্তি স্থাপন কৰিবলৈ বাধ্য হ'ল। বন্দী কৰি নিয়া লোকসকলক মুকলি কৰি দিলে আৰু দোষীসকলৰ ওপৰত শাস্তি বিহা হ'ল। কিন্তু নামনিত বাস কৰা দফলাসকলৰ বিৰুদ্ধে তেওঁলোকে প্ৰতিশোধমূলক আক্ৰমণ চলাই থাকিল। ১৮৮৭ খ্ৰীষ্টাব্দত সিদ্ধান্ত কৰা হ'ল যে সীমান্ত অঞ্চলত শান্তি আৰু শৃংখলা ৰক্ষাৰ অৰ্থে "ইনাৰ লাইনৰ" পাঁচাইলৰ ভিতৰত পাহাৰী দফলাসকলক নামনিত বসতি স্থাপন কৰিবলৈ বাধা-নিষেধ আৰোপ কৰা হ'ল; আনকি অনুমতি নোলোৱাকৈ দফলাসকলক ইনাৰ লাইন পাৰ হৈ অহাত বিধিৱত নিষোৰ্ত্তধাজ্ঞা জাৰি কৰা হ'ল।

বৰ্তমান কালত দফলাসকল নিচি নানে জনাজাত।

**আপাটানীসকল ঃ**

দফলাসকলৰ পুবলৈ বৰ্তমান শোৱনখিৰি খণ্ডৰ পাহাৰী মিৰি আৰু চুলুংসকলৰ বাসস্থান। ইয়াতে জিৰোৰ পাৰ্শ্বৰ ৫ হাজাৰ ফুট ওখ উপত্যকাটোত আপাটানীসকলৰ বাসস্থান। চুলুং আৰু পাহাৰী মিৰিয়ে কোনো অশান্তিৰ সৃষ্টি কৰা নাছিল। ১৮৯৫ খ্ৰীষ্টাব্দত আপাটানীসকলে বৃটিছ অধিকৃত গাঁও এখনত হানা দিয়ে। বৃটিছসকলে তেওঁলোকৰ বিষয়ে আগতে একো জনা নাছিল। তেওঁলোকক দমন কৰাৰ বাবে চুবেদাৰ গোপাল ৰাভা আৰু চুবেদাৰ আনজাৰ আলিৰ নেতৃত্বত ২ শ পল্ট লৈ অসমৰ পুলিছ ইন্সপেক্টৰ জেনেৰেল মেকবোৰে দুৰ্গম পাহাৰ অতিক্ৰম কৰি আপাটানী বসতি, স্থান অধিকাৰ কৰিলে আৰু তেওঁলোকৰ লগত এটি বুজাপৰালৈ আহিল (১৮৯৭ খ্ৰীঃ)।

**আবৰ ঃ** দিহং আৰু দিবং আৰু লোহিতৰ উজনিত আবৰসকলৰ বসতিস্থান। বৰ আবৰবিলাকে ভিতৰলৈ পাহাৰৰ বেছি ওখ অংশত বসতি কৰিছিল। আবৰসকল প্ৰকৃততে আদিহে। আবৰি, মানে বুজনি নমনাৰ বাবে অসমীয়াসকলে তেওঁলোকক আবৰ নাম দিছিল বুলি কোৱা হয়। আবৰ/বা আদিসকলৰ ভালেমান জনজাতি আছে। তাৰ ভিতৰত পাদম, পদু শিবু, মেইৰু, মেয়ং, আদি উল্লেখ্যযোগ্য। প্ৰতিবেশী মিৰিসকলৰ ওপৰত তেওঁলোকৰ প্ৰাধান্য আছিল। তেওঁলোক দুৰ্দান্ত যুঁজাৰু আছিল আৰু চুবুৰীয়া জনজাতিসকলে তেওঁলোকক ভয়ত ভজি আছিল বুলি বঢ়াই কোৱা নহয়। তেওঁলোকক সন্তুষ্ট কৰি ৰখাৰ বাবে আহোম চৰকাৰে মিৰিসকলক কৰৰ পৰা ৰেহাই দিছিল।

১৮৪৮ খ্ৰীষ্টাব্দত পোন প্ৰথমে আবৰসকলৰ লগত বৃটিছৰ বিবাদ লাগে সোণোৱাল কছাৰী কিছুমানক ধৰি লৈ যোৱাৰ বাবে। উল্লেখ্য যে আহোমৰ দিনত শোৱনশিৰিকে ধৰি দক্ষিণবাহী নদীকেইখনত আৰু দক্ষিণৰ নদিহিং আৰু বুঢ়ীদিহিঙত সোণোৱালসকলে সোণ মিহলি বালি ধুই সোণ কমাইছিল। এই বৃত্তিধাৰী মিৰি আৰু কছাৰীসকলক বিহিয়া বা সোণোৱাল বোলা হৈছিল। আবৰ ৰাজ্যৰ মাজেৰে বৈ অহা নদীকেইখনত সোণ কমোৱা বাবে বিহিয়াবোৰৰ পৰা সোণৰ আৰু তাত ধৰা মাছৰ এটা ভাগ বা পঁচা আবৰসকলে আদায় কৰিছিল। কিন্তু ভৈয়াম অঞ্চল বৃটিছৰ অধীন হোৱাত নীতিগতভাৱে বিহিয়াসকল পঁচাৰ পৰা মুক্ত হ'ল।

তাৰে প্ৰতিশোধমূলক কাৰ্য হিচাপে ১৮৪৮ খ্ৰীষ্টাব্দত আবৰসকলৰ এটা দলে ভৈয়ামৰ পৰা বিহিয়া কেইজনমান ধৰি লৈ যায়। লক্ষীমপুৰৰ ডেপুটি কমিছনাৰ কেপ্টেইন বেটছে এদল সৈন্য লৈ পাহাৰলৈ গৈ বন্দীকেইজনক মুক্ত কৰে। আবৰ গাঁও এখনত অগ্নি সংযোগ কৰি উভতি আহে। তাৰ পোটক তোলাৰ বাবে তেওঁলোকে কেইবাৰো ভৈয়াম অঞ্চলত আক্ৰমণ চলায়। তাৰ ভিতৰত ১৮৫৮ খ্ৰীষ্টাব্দত আবৰসকলে ডিব্ৰুগড়ৰ পৰা ৬ মাইল (প্ৰায় ১০ কি. মি.) দূৰত অৱস্থিত সোণোৱাল গাঁও এখন অগ্নি সংযোগ কৰি ছাৰখাৰ কৰে। তেওঁলোকক শাস্তি বিহাৰ বাবে এটি সামৰিক অভিযান পঠোৱা হয়। কিন্তু দুৰ্গম অৱস্থাৰ বাবে আবৰসকলক কৰায়ত্ত কৰিব নোৱাৰিলে। দ্বিতীয়টো অভিযানো ব্যৰ্থ হ'ল। ১৮৫৯ খ্ৰীষ্টাব্দত তৃতীয়বাৰৰ বাবে এটি শক্তিশালী সৈন্যবাহিনী পঠোৱা হ'ল। সৈন্যবাহিনী পাহাৰত প্ৰৱেশ কৰি সিহঁতক হেঁাহাকাই পঠালে। কেইবাখনো গাঁও পুৰি ছাৰখাৰ কৰা হ'ল। পৰাজয় বৰণ কৰি আবৰসকলৰ একাংশই বৃটিছ কৰ্তৃপক্ষৰ লগত মিত্ৰতা স্থাপন কৰিলে। কিন্তু আন অংশই পাছৰ বছৰত আকৌ যুদ্ধৰ পথ ল'লে। এওঁলোকক বাৰণ কৰা বাবে বৃটিছ কৰ্তৃপক্ষই সীমান্তত এটা ৰাস্তা বান্ধিলে আৰু এলানি সামৰিক চকী স্থাপন কৰিলে। যুদ্ধৰ প্ৰস্তুতি দেখি আবৰসকলৰ ফালৰ পৰা শান্তি ৰক্ষাৰ প্ৰচেষ্টা চলায়। ১৮৬২ খ্ৰীষ্টাব্দত ৮ জন মিয়ং আবৰ চৰ্দাৰে বৃটিছৰ লগত শান্তি চুক্তিত আবদ্ধ হ'ল। তেওঁলোকক নিৰ্দ্ধাৰিত পঁচা দিয়াৰ চৰ্ত আৰোপ কৰিলে। পিছৰ বছৰত আন আন কেইবাটাও গোটে তেনে চুক্তিত আবদ্ধ হ'ল।

শান্তিপূৰ্ণ বন্ধুত্ব ৰক্ষা কৰাৰ পিছতো আবৰসকলে বৃটিছৰ বিৰদ্ধাচাৰণ নকৰাকৈ থকা নাছিল। ১৮৭৬-৭৭ খ্ৰীষ্টাব্দত আবৰসকলে ত্ৰিকোণীয় সীমা জৰীপ পাৰ্টি পাহাৰলৈ যোৱাৰ বিৰুদ্ধাচাৰণ কৰিছিল। তাৰ পিছত বৰ আবৰসকলে প্ৰতিবেশী মিছিমিসকলৰ ওপৰত দৌৰাত্ম্য চলোৱাৰ লগতে ভূমি দখল কৰাৰ ভাবুকি দিয়ে। তাক বাধা নিদিলে বৰ আবৰসকলে ডিবং পাৰ হৈ নামনি অঞ্চলত বসতি স্থাপন

কৰিব পাৰে বুলি শংকা হ'ল। নিজামঘাট আৰু বমজুৰলৈ আগবাঢ়ি গৈ সামৰিক চকী খোলাত বৰ আবৰসকল নিজ গাঁৱলৈ উভতি গ'ল। ১৮৮২ খ্ৰীষ্টাব্দত আবৰসকলৰ লগত আপোচ কৰাৰ প্ৰস্তুতি চলোৱাৰ বাবে বংগ পুলিছ বিভাগৰ জেক ফ্ৰানসিজ নীধামক পলিটিকেল অফিচাৰ হিচাপে নিযুক্তি দিয়া হ'ল। কিন্তু সিহঁত নিজ নিজ দাবীত মুখৰিত হ'ল। ১৮৯৩ খ্ৰীষ্টাব্দত বমজুৰ, ডাম্বুক, সিলুক, মেইবো আৰু পদু আবৰসকলে কৰ্তব্যৰত তিনিজন গোড়া পল্টনৰ ওপৰত আক্ৰমণ চলাই এজনক হত্যা আৰু দুজনক খুন কৰিলে। ১৮৯৪ খ্ৰীষ্টাব্দত কেপ্টেইন মেক্সৱেলৰ নেতৃত্বত শক্তিশালী সামৰিক অভিযান চলালে। বৃটিছ সৈন্যৰ বিৰুদ্ধে যুদ্ধ দি তিষ্ঠিব নোৱাৰি আবৰসকল পিছ হুঁহকি গ'ল। বৃটিছ সৈন্যই বমজুৰ, ডাম্বুক আৰু সিলুক অনায়াসে দখল কৰিলে। তাৰ পিছত বৃটিছ সৈন্য সিহঁতক খেদি মেইবু আৰু পদুলৈ আগবাঢ়িল। এই গাঁওকেইখনৰ মুৰব্বীকেইজনে বৃটিছৰ ওচৰত আত্মসমৰ্পণ কৰিলে।

তাৰ পাছত বৰ আবৰসকলক কাবু কৰাৰ বাবে বৃটিছ সৈন্য ডামৰোহলৈ অগ্ৰসৰ হ'ল। কিন্তু খাদ্য সম্ভাৰৰ নাটনি আৰু উপৰ্যুপৰি বৰষুণৰ বাবে সামৰিক অভিযান ব্যৰ্থ হ'ল। ইতিমধ্যে আবৰসকলে বৰ্দাক আক্ৰমণ কৰি তাত থকা বৃটিছ পহৰাদাৰীক হত্যা কৰাৰ সংবাদ পাই মেক্সৱেল উভতি আহিল। ইয়াৰ প্ৰতিশোধ লোৱাৰ বাবে পদু আৰু মেইবো গাঁও দুখন অগ্নি সংযোগ কৰি ভস্মীভূত কৰি ঘূৰি আহিল। ইয়াৰ পিছতো আবৰসকলে বশ্যতা স্বীকাৰ নকৰাত আবৰসকলক দিয়া পঁচা বন্ধ কৰিলে আৰু ৰাজ্যখন গোড়া পল্টনে ঘেৰি ৰাখিলে। এনে পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত আবৰসকল সামগ্ৰিকভাৱে আত্মসমৰ্পণ কৰিবলৈ বাধ্য হ'ল।

১৯১১ খ্ৰীষ্টাব্দত আবৰসকলে আকৌ বিৰোধৰ ভাব ল'লে। শান্তিপূৰ্ণ অৱস্থা বিৰাজ থকাত নীধিমৰ পৰবৰ্তী শদিয়াৰ পলিটিকেল অফিচাৰ ন'ল উইলিয়ামছন আৰু এখন চাহ বাগিচাৰ কৰ্মচাৰী জে. ডি. গ্ৰেগৰছন তলতীয়া কৰ্মচাৰী আৰু কুলীৰ এটি সৰু পাৰ্টি লৈ আবৰ ৰাজ্যত উপস্থিত হ'ল। উইলিয়ামছনে তিব্বতৰ লগত বাণিজ্যিক সম্পৰ্ক স্থাপনৰ সম্ভাৱনা সম্পৰ্কে-পৰ্যবেক্ষণ কৰাৰ বাবে গৈছিল। কিন্তু ৩০ তাৰিখে গ্ৰেগৰছনক পাঙি গাঁৱত এৰি তেওঁ কমছিং গাঁৱলৈ আগবাঢ়ি গ'ল। আবৰসকলে তেওঁলোকৰ প্ৰতি দেখাত ভাল আচৰণ কৰিছিল যদিও বিশ্বাসঘাতকতা কৰি গ্ৰেগৰছনক কাটি টুকুৰা-টুকুৰ কৰি হত্যা কৰিলে। ৩১ তাৰিখে উইলিয়ামছন সহ ৪২ জন লোকক কমছিং গাঁৱত হত্যা কৰিলে। এই বৰ্বৰ আক্ৰমণত সমস্ত আবৰৰ সমৰ্থন আছিল। মেজৰ জেনেৰেল বয়াৰ লক্ষীমপুৰৰ ডেপুটি কমিছনাৰ ডব্লিউ, ছি, এম ডণ্ডাৰ্চক লগত লৈ গোৰ্খা আৰু শিখ সৈন্যৰ এটি শক্তিশালী ফৌজ লৈ আবৰ অভিযান আৰম্ভ কৰিলে। আৰম্ভ হ'ল ইংগ- আবৰ যুদ্ধ। যুদ্ধ দীঘলীয়া হ'ল। ডিছেম্বৰৰ ১১ তৰিখে এই যুদ্ধৰ সামৰণি পৰে। আবৰসকলৰ আধ্যা পৰিল আৰু বৃটিছৰ ৰাজনৈতিক আয়ত্তলৈ আহিল।

**মিছিমি ৰাজ্য ঃ**

ঠোৰতে ক'বলৈ হ'লে আবৰ ৰাজ্যৰ পূবলৈ অসম উপত্যকাৰ উজনি ব্ৰহ্মপুত্ৰৰ দুয়োপাৰ সামৰি উত্তৰ-পূব কোণৰ সমগ্ৰ পাহাৰ অঞ্চল মিছিমি আৰু অন্যান্য জাতিসমূহৰ বাসস্থান। মিছিমিসকলৰ কেইবাটাও জনজাতি আছে। তাৰ ভিতৰত উল্লেখ্যযোগ্য হ'ল চুলিকটা (ইদু), টাইন বা ডিগাৰু (তৰাও), মিজো আৰু মাৰো। উনবিংশ শতিকাৰ কুৰিৰ দশকত তেওঁলোকৰ শাসনকৰ্তা চৰ্দাৰসকলৰ ওপৰত জিংসা নামৰ এজন মুখ্য শাসনকৰ্তা আছিল। খামটি যুদ্ধৰ সময়ত কিছুমান মিছিমিয়ে বৃটিছৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ কৰিছিল। আন আন পাহাৰী জনজাতিৰ দৰে মিছিমিসকলে বিদেশীৰ প্ৰতি বিৰাগভাজন আছিল। ১৮৩৬ খ্ৰীষ্টাব্দৰ অক্টোবৰ মাহত ডা. গ্ৰিফিথে প্ৰথমে মিছিমি পাহাৰৰ ঘালুম গাঁৱলৈ যাবলৈ সমৰ্থ হয়। বিভিন্ন কাৰণবশতঃ তেওঁক ত্যৰ আগলৈ যাব দিয়া নাছিল। সি যিকি নহওক, মিছিমিসকলে শদিয়াত বৃটিছে খোলা হাট-বজাৰত বাণিজ্যিক লেনদেন কৰাৰ বাবে আগ্ৰহী আছিল। এনে কাৰণতে বোধহয় তেওঁলোক বৃটিছৰ প্ৰতি বন্ধুভাবাপন্ন হৈ পৰিছিল।

ক্ৰিক আৰু বৌৰি নামৰ দুজন ফৰাছী পাদুৰী শদিয়াৰ খামটি চৰ্দাৰ চৌকং গোহাঁইৰ সৌজন্যত মিছিমি পাহাৰলৈ গৈ তিব্বত পাইছিল গৈ (১৮৪৫ খ্ৰীষ্টাব্দত) কিন্তু উভতি অহাৰ সময়ত মেনংফৈদৰ চৰ্দাৰ কইছাই দুয়োকে হত্যা কৰে

আৰু তেওঁলোকৰ বন্দু বাহিনীসহ ভৃত্যক ধৰি লৈ যায়। এনে কাৰ্যৰ ফলত বৃটিছে নামনিৰ হাট-বজাৰত সিহঁতৰ প্ৰৱেশ নিষিদ্ধ কৰিব বুলি ভয় কৰি দোষীক বন্দী কৰা কাৰ্যত সহায় আগবঢ়ালে। গৱৰ্ণৰ জেনেৰেলৰ সেউজ সংকেত পাই লেফটেনেণ্ট ইডেনৰ নেতৃত্বত অসম লাইট ইনফেণ্ট্ৰিৰ কুৰিজন চিপাহী মিছিমি পাহাৰত সোমাল আৰু কইছাক ধৰি আনি ডিব্ৰুগড় জেলত আটক কৰি থ'লে। কিন্তু তেওঁ জেলৰ ভিতৰতে ৱাৰ্ডাৰ দুজনক কাটি মাৰিলে। এতেকে তেওঁক ফাঁচী দিয়া হ'ল।

চুলি কটা মিছিমিসকল দুৰ্দান্ত আছিল। তেওঁলোক বৃটিছৰ বন্ধুভাৱাপন্ন টাইনসকলৰ বৈৰী আছিল। স্মৰ্তব্য যে আন আন পাহাৰী জনজাতিৰ দৰে মিছিমিসকলৰ ভিতৰতো গোষ্ঠীদ্বন্দ্ব-সংঘাত আছিল। চুলিকটা মিছিমিৰ আপেলং গোটে বৃটিছে তেওঁলোকৰ বিৰোধী স্থিতি লোৱাৰ পোটক তোলাৰ বাবে শদিয়াৰ ওচৰৰ গাঁও এখন আক্ৰমণ কৰি দুজনক হত্যা কৰে আৰু কেইজনমানক ধৰি লৈ যায়। ১৮৫৭ খ্ৰীষ্টাব্দত চিপাহী বিদ্ৰোহত মনোনিবেশ কৰিব লগা হোৱাত বৃটিছ কৰ্তৃপক্ষ দোষীসকলক শাস্তি বিহাৰ পৰা বিৰত থাকিল।

ষাঠিৰ দশকত চুলিকটা মিছিমিৰ বিৰুদ্ধে অস্ত্ৰ-শস্ত্ৰ দি বৃটিছ কৰ্তৃপক্ষই এটি খামটি সৈন্যৰ দল গঠন কৰে। এই দশকতে চুলিকটা মিছিমিৰ চৰ্দাৰ লক্ষীমপুৰলৈ আহে আৰু প্ৰতিবেশী মিছিমি ফৈদৰ লগত থকা গোষ্ঠী সংঘৰ্ষৰ মোকাবিলা কৰাৰ বাবে বৃটিছৰ সাহায্য বিচাৰে। ১৮৭৮-৭৯ খ্ৰীষ্টাব্দত বেবেজিয়া মিছিমি ফৈদে নামনিত আক্ৰমণ চলাই এজন অসমীয়া লোকক ধৰি লৈ যায়। তাৰ পিছত দ্বিতীয়বাৰ আক্ৰমণ চলাই কেইজনমান বৃটিছ প্ৰজাক ধৰি লৈ যায়। মিছিমিসকলৰ আক্ৰমণ বোধ কৰাৰ বাবে নিজামঘাট আৰু বিচেনেনগৰত দুটা সামৰিক চকী খোলা হয়। ১৮৮০ খ্ৰীষ্টাব্দত চুলিকটাসকলৰ অন্যতম মুখ্য চৰ্দাৰ কলাডৌ শদিয়ালৈ আহি বৃটিছৰ প্ৰতি আনুগত্য প্ৰকাশ কৰে। ১৯১২-১৩ খ্ৰীষ্টাব্দৰ ভিতৰত মিছিমি আৰু আবৰ পাহাৰৰ জৰীপ কৰা হয় আৰু গোটেই খণ্ড ঠাই শদিয়াৰ পলিটিকেল অফিচাৰৰ তলত দিয়া হয়। তাৰ পিছত আকৌ এবাৰ ১৯২০ খ্ৰীষ্টাব্দত চুলিকটা মিছিমিসকলে বৃটিছ ৰাজ্যত আক্ৰমণ কৰে। চুলিকটাসকলৰ বিৰুদ্ধে সামৰিক অভিযান পঠোৱা হয়। তেওঁলোক পৰাজিত হ'ল। তেতিয়াৰ পৰা মিছিমিসকল বৃটিছৰ সম্পূৰ্ণ আয়ত্তাধীন হয়।

**গোৱালপাৰা ঃ**

গোৱালপাৰা নামৰ উৎপত্তি সম্পৰ্কে তিনিটা কথা পোৱা যায়। পুৰণি কালত কামৰূপৰ ৰজাৰ অধীনত তাত গোৱালিটিপ্লিকা নামৰ এখন জিলা আছিল। তাৰ পৰা গোৱালপাৰা নামৰ উৎপত্তি হয় বুলি কোৱা হয়। দ্বিতীয়তে গোৱালিট্টিপ্লিকাৰ অৰ্থ গুৱালী গাঁও, অৰ্থাৎ গোৱালসকলৰ গাঁও। তাৰ পৰাই এই নামটোৰ উৎপত্তি হয় বুলি ধাৰণা হয়। ব্ৰহ্মপুত্ৰ আৰু মানস নৈৰ সংগমস্থানত এটি সাৰুৱা চৰ গঠন হোৱাত গুৱালসকলে তাত থাকি গৰু চৰাবলৈ লোৱাত ঠাইখন গুৱালতুলী নামে জনাজাত হ'ল। গুৱালতুলীৰ পৰাই অপভ্ৰংস হৈ গোৱালপাৰা নাম হোৱা বুলিও অন্য এক ভাষ্য আছে। বৃটিছ শাসন কালত জিলাখনৰ সদৰ ঠাই গোৱালপাৰা আছিল বাবে তাৰ পৰা জিলাখনৰ নাম গোৱালপাৰা হয় বুলি কোৱা হয়। এতেকে দেখা যে গোৱালসকলে বাস কৰা ঠাই বুলি তাৰ নাম গোৱালপাৰা হয় বুলি কোৱা হয়। প্ৰত্যেক দেখা যায় যে গোৱালসকসে বাস কৰা ঠাই বুলি তাৰ নাম গোৱালপাৰা হয়। সি যিকি নহওক অসমৰ পশ্চিম অংশত অৱস্থিত গোৱালপাৰা জিলা সপ্তদশ শতিকাত মোগলৰ অধীন হয়।

গোৱালপাৰা জমিদাৰ প্ৰধান ঠাই আছিল। সামন্তযুগীয়া জমিদাৰসকলে মোগলৰ ৰাজত্বতো চৰকাৰক নামমাত্ৰ কৰ দি জমিদাৰী ভোগ-দখল কৰি আছিল। নগদ টকাৰ কৰ আদায় দিয়াৰ সলনি ৰাঙামাটিৰ মোগল ফৌজদাৰৰ হাতত মূল্যৱান অগৰু আৰু কিছু সংখ্যক হাতী দি কৰৰ দায় সাৰিছিল। ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে বংগ, বিহাৰ আৰু উৰিষ্যাৰ দেৱানী লাভ কৰাৰ সময়ত গোৱালপাৰা বৃটিছৰ অধীন হয় (১৭৬৫ খ্ৰীষ্টাব্দত)। বৃটিছ শাসনৰ আৰম্ভণি কালত জমিদাৰসকল পূৰ্বৰ স্থিতিতে আছিল। কৰ্ণৱালিছৰ চিৰস্থায়ী বন্দোবস্তিৰ সময়ত গোৱালপাৰা চিৰস্থায়ী বন্দোবস্তিকৃত এলেকা হিচাপে ৰংপুৰ জিলাৰ অন্তৰ্ভুক্ত হয়। সেই সময়ত গাৰো

পাহাৰ গোৱালপাৰাৰ হাবৰাঘাট, মেচপাৰা, কালুমালুপাৰা আৰু কড়াইবাৰী জমিদাৰৰ তলতীয়া আছিল বুলি বিবেচনা কৰা হৈছিল। কিন্তু জমিদাৰ-গাৰোৰ মাজত সংঘৰ্ষ লগাৰ ফলত গাৰো অঞ্চলক চৰকাৰে বিশেষ, আইনৰ গণ্ডিৰ ভিতৰুৱা কৰে আৰু সেয়ে গৱৰ্ণৰ জেনেৰেলে জাৰি কৰা ১৮২২ খ্ৰীষ্টাব্দৰ ১০ নং বিধি অনুসৰি হাবৰাঘাট, মেচপাৰা, কালুমালুপাৰা আৰু কড়াইবাৰী জমিদাৰী এলেকা ৰংপুৰ জিলাৰ পৰা কাটি আনি গাৰোপাহাৰৰ লগত লগ লগাই গোৱালপাৰা নামে এখন পৃথক জিলা গঠন কৰে। ডেভিদ স্কটক জিলাখনৰ প্ৰিন্সিপাল এছিষ্টেণ্ট কমিছনাৰ হিচাপে নিযুক্তি দিয়া হয়। ১৮১৬ খ্ৰীষ্টাব্দত অসম বৃটিছৰ হাতলৈ যোৱাত গোৱালপাৰা জিলাখন অসমৰ লগত চামিল কৰা হয়। ১৮৬৬ খ্ৰীষ্টাব্দলৈ গোৱালপাৰা অসমৰ অংগ হৈ থাকিল। ১৮৬৬ খ্ৰীষ্টাব্দত ভূটান যুদ্ধৰ ফলত দুৱাৰ অঞ্চল বৃটিছৰ তলতীয়া হোৱাত গোৱালপাৰা জিলাৰ উত্তৰ সীমাৰ কাষৰীয়া পূব দুৱাৰ অঞ্চল গোৱালপাৰা জিলাৰ সংলগ্ন কৰে আৰু অসমৰ পৰা কাটি নি নৱগঠিত কোচবিহাৰ কমিছনাৰৰ তলত ৰাখে (১৮৬৯ খ্ৰীঃ)।

**ছিলেট ঃ**

পুৰণিকালত ছিলেট কামৰূপৰ অন্তৰ্ভুক্ত আছিল। এসময়ত তাত বড়ো শাসনকৰ্তাই শাসন কৰিছিল। পিচলৈ কুশিয়াৰা নৈৰ উত্তৰখণ্ড তিনিখন ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যত পৰিণত হৈছিল— জয়ন্তীয়া, লণ্ডৰ আৰু খোদ ছিলেট। কুশিয়াৰাৰ দক্ষিণ অংশ ত্ৰিপুৰা ৰজাৰ অধীন হৈছিল। সি যিকি নহওঁক মধ্যযুগত বা ভাৰতত মুছলমানসকলৰ শাসন কালত ছিলেট বংগৰ নবাৰ তলতীয়া হয়। ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে বংগৰ দেৱানী লাভ কৰাৰ পাছত ছিলেট বৃটিছৰ অধীন হয় আৰু ১৮৭৪ খ্ৰীষ্টাব্দলৈকে বংগ প্ৰেছিডেন্সিৰ অন্তৰ্গত থাকে। ১৮৭৪ খ্ৰীষ্টাব্দত অসম কমিছনাৰশ্বিপ (মুখ্য আয়ুক্তৰ প্ৰশাসন) গঠিত হোৱাৰ পিছত ছিলেটক অসমৰ অন্তৰ্ভুক্ত কৰা হয়। এইদৰে মণিপুৰ বাদে উত্তৰ-পূৰ্বাঞ্চলৰ) বৃটিছ শাসনৰ অন্তৰ্ভুক্ত হ'ল আৰু গঠিত হ'ল অসম ৰাজ্য।

# তৃতীয় অধ্যায়

# বৃটিছ বিৰোধী উত্থান

**১। প্ৰথম পৰ্ব ঃ** অসম আক্ৰমণকাৰী বৰ্মীসকলৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰাৰ সময়ত ইষ্ট-ইণ্ডিয়া কোম্পানি চৰকাৰে অসমবাসীক এই বুলি আশ্বাস দিছিল যে বৃটিছৰ অসম দখল কৰাৰ অভিপ্ৰায় নাই। কিন্তু সাম্ৰাজ্যবাদী স্বাৰ্থ আগত ৰাখি বংগ চৰকাৰে সমগ্ৰ অসম বা ইয়াৰ কিছু অংশ দখল কৰাৰ পোষকতা কৰি আছিল। কাৰণ, অসম দখল কৰিব পাৰিলে লাহে লাহে সমগ্ৰ উত্তৰ-পূব অঞ্চল বৃটিছ ভাৰতৰ অন্তৰ্ভুক্ত কৰাৰ বাট মুকলি হয়। গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট ডেভিদ স্কটে পোনতে আহোম কোঁৱৰ এজনক স্থাপন কৰাৰ পৰামৰ্শ আগবঢ়াইছিল। কিন্তু কোম্পানিৰ উৰ্ধ্বতম কৰ্তৃপক্ষই গোটেই অসমখনকে বৃটিছ শাসনাধীন কৰাত গুৰুত্ব আৰোপ কৰে। স্মৰ্তব্য যে ইংগ-বৰ্মী যুদ্ধৰ সময়ত যি পৰিস্থিতি আছিল যুদ্ধোত্তৰ কালত তাৰ পৰিবৰ্তন ঘটে। অসমৰ ৰাজনৈতিক বন্দোবস্তি কৰাটো এটা জটিল সমস্যাত পৰিণত হয়। কোম্পানিৰ উৰ্ধ্বতম কৰ্তৃপক্ষ আৰু ডেভিদ স্কটৰ মাজত মতবিৰোধ হোৱা দেখা যায়। ছশ বছৰীয়া আহোম শাসনকালৰ প্ৰভাৱশালী ডা-ডাঙৰীয়াসকলক নেওচা দি ৰাজ্যখন শাসন কৰিবলৈ ল'লে বিৰূপ প্ৰতিক্ৰিয়া হ'ব পাৰে বুলি ডেভিদ স্কটৰ ধাৰণা আছিল। এতেকে ৰাজ্যখন নামনি অসম আৰু অসম হিচাপে দুভাগ কৰি নামনি অসম বৃটিছৰ প্ৰত্যক্ষ শাসনত ৰাখি উজনি অসম বৃটিছৰ ছত্ৰছায়াত এজন আহোম ৰাজকোঁৱৰৰ শাসনাধীন কৰাৰ বাবে চুপাৰিছ দিয়ে। উৰ্ধ্বতম কৰ্তৃপক্ষৰ অনুমোদন সাপেক্ষে নামনি অসম স্থায়ীভাৱে কোম্পানিৰ ৰাজ্যভুক্ত কৰা হ'ল। এজন প্ৰাৰ্থী থকা হ'লে হয়তো উজনি অসমত তেওঁকেই পুনৰ্স্থাপন কৰিব পাৰিলেহেঁতেন। কিন্তু মানৰ অধীকৃত অসমত তিনিজন ৰজা ভগা পতা হৈছিল— চন্দ্ৰকান্ত সিংহ, পুৰন্দৰ সিংহ আৰু যোগেশ্বৰ সিংহ। তেওঁলোকৰ দাবীৰ ন্যায্যতা প্ৰতিপন্ন কৰাটো এটা জটিল সমস্যা হিচাপে দেখা দিয়ে। কোম্পানিৰ উৰ্ধ্বতম কৰ্তৃপক্ষই দোহাৰিলে যে চৰকাৰে কোনো ৰাজকোঁৱৰক ক্ষমতাধিষ্ঠিত কৰিবলৈ চুক্তিবদ্ধ হোৱা নাই। ৰাজকোঁৱৰসকলৰ কোনোৱে যুদ্ধৰ সময়ত সাহায্য কৰা নাই। সেয়ে তেওঁলোকৰ কোনো এজনেও বিজেতাৰ দাবী উত্থাপন কৰাৰ বিন্দুমাত্ৰ অধিকাৰ নাই। এতেকে প্ৰাৰ্থিত্বৰ প্ৰশ্নৰ নিষ্পত্তি নকৰাকৈয়ে পৰীক্ষামূলকভাৱে উজনি অসমত কোম্পানিৰ শাসন প্ৰবৰ্তন কৰিবলৈ গৱৰ্ণৰ জেনেৰেল লৰ্ড আৰ্মহাষ্টে ডেভিদ স্কটক কৰ্তৃত্ব দিয়ে।

অসমত কেনে ধৰণৰ চৰকাৰ হ'ব। এই কথা বিবেচনাধীন হোৱাৰ আগতেই অৰ্থাৎ বৰ্মীসকলক অসমৰ পৰা বিতাৰিত কৰাৰ সময়ৰে পৰা অসম সামৰিক বাহিনীৰ দখলত আছিল। গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট ডেভিদ স্কটৰ ওপৰত অসমকে ধৰি সমগ্ৰ উত্তৰ-পূবৰ ৰাজনৈতিক দায়িত্ব ন্যস্ত আছিল। অসমৰ প্ৰশাসনৰ দায়িত্বও তেওঁৰ ওপৰতে অৰ্পণ কৰা হ'ল। সেয়ে হ'লেও সামৰিক বিষয়ত তেওঁ কমাণ্ডাৰ লেফ্‌টেনেণ্ট নিউবিলৰ ওপৰত হস্তক্ষেপ কৰাৰ এক্তিয়াৰ নাছিল; বৰঞ্চ সাৰ্বজনিক স্বাৰ্থসাপেক্ষে তেওঁৰ প্ৰতি সৰ্বান্তঃকৰণে সহযোগিতা প্ৰদৰ্শন কৰিব লাগিছিল। স্থানান্তৰত উল্লেখ কৰা হৈছে যে উজনি অসমত দৌৰাত্ম্য চলাই কেইবা হেজাৰো অসমীয়াক ধৰি লৈ যোৱা চিংফৌসকলক পৰাভূত কৰাৰ বাবে বৃটিছ সৈন্যৰ অভিযান পঠোৱা হৈছিল। চিংফৌসকলক বশ কৰি ৬ হেজাৰ বন্দীক মুকলি কৰি আনে। উজনি অসমৰ সমস্যা চম্ভালাৰ বাবে লেফ্‌টেনেণ্ট কৰ্ণেল ৰিছাৰ্ডছৰ ওপৰত অসামৰিক দায়িত্ব দি সহযোগী কমিছনাৰ পতা হয়। ডেভিদ স্কট নামনি অসমৰ কমিছনাৰ হৈ থাকিল। অসম তথা উত্তৰ-পূবৰ ৰাজনৈতিক পৰিক্ৰমাত স্কটৰ সৰ্বোচ্চ ক্ষমতা থাকিল।

মানৰ আক্ৰমণ-অত্যাচাৰৰ চূড়ান্ত দুৰ্দিনৰ সময়ত মানৰ কবলৰ পৰা অসম মুক্ত কৰাৰ বাবে বৃটিছে মানবিৰোধী অভিযান চলোৱাত অসমবাসীৰ মানত তেওঁলোক হৈ

পৰিছিল বুকুৰ ফুটুম। অভিযানকাৰী সৈন্য-সামন্তক অভিবাদন জনাই ক্ষান্ত হোৱা নাছিল; যথাবিহিত সহায়-সাহায্য আগবঢ়াইছিল। এই অভিযানত অংশ গ্ৰহণ কৰা ডা-ডাঙৰীয়াসকলৰ ভিতৰত অন্যতম আছিল মণিৰাম দত্ত বৰভাণ্ডাৰ বৰুৱা ওৰফে মণিৰাম দেৱান আৰু ভোলানাথ পৰ্বতীয়া ফুকন। শত্ৰুসকল পৰাভূত হোৱাৰ পিছত সেই সময়ৰ অন্যতম ব্যক্তি উপৰি উক্ত মণিৰাম দেৱানে ভাবোচ্ছ্বাসেৰে কৈছিল যে বৃটিছে ৰংপুৰ কিল্লা দখল কৰিলে আৰু সমগ্ৰ অসম তেওঁলোকৰ অধীন হ'ল। মানৰ দুৰ্দিনৰ পৰা অসম উদ্ধাৰ কৰি তেওঁলোকৰ যি পবিত্ৰ কাৰ্য সম্পাদন কৰিলে তাৰ পুৰস্কাৰস্বৰূপে ঈশ্বৰে তেওঁলোকৰ শাসন সহস্ৰ কোটি বছৰলৈ বৰ্তাই ৰাখক। ইয়াৰ পৰা বুজা যায় যে মণিৰাম দেৱান আৰু সমৰ্থকসকলে বৃটিছৰ শাসন আঁকোৱালি লৈছিল। আনহাতে, বৰ্মী আক্ৰমণোত্তৰ অসমৰ শাসনৰ বাবে এজন ৰজা নিৰ্বাচিত নকৰি বৃটিছে শাসনভাৰ লোৱাত উচ্চ শ্ৰেণী ভুক্ত ডা-ডাঙৰীয়াসকলৰ মোহভংগ হ'ল। তেওঁলোকে দেখিলে যে পূৰ্বপুৰুষৰ পৰা ভোগ কৰি অথা সামন্তীয় সা-সুযোগৰ পৰা তেওঁলোক বঞ্চিত হ'ল। খাত, পাম, জমিদাৰী গ'ল; পাইক সেৱা গ'ল। যৎকিঞ্চিৎ পেন্সন-পাৰিতোষিক আৰু নিম্নখাপৰ চাকৰি-বাকৰি পালে যদিও তেওঁলোকৰ ৰাজকীয় মৰ্যাদা হেৰাল উত্তৰ পুৰুষলৈ। গতিকে ৰাজবংশধৰসকল বৃটিছৰ বিৰুদ্ধে মূৰ দাঙি উঠিল আহোম ৰাজত্ব পুনঃস্থাপনৰ কৰাৰ বাবে। বৃটিছৰ শাসন উছন কৰাৰ বাবে বাৰেপতি চেষ্টা চলালে।

বৰ্মীসকলে ভঙা-পতা কৰা আহোম ৰাজকোঁৱৰ তিনিজনৰ ভিতৰৰ যোগেশ্বৰ সিংহৰ মৃত্যু হোৱাত (১৮২৫ খ্ৰীঃ) আহোম ৰাজপাটৰ দাবীদাৰ দুগৰাকী থাকিল চন্দ্ৰকান্ত সিংহ আৰু পুৰন্দৰ সিংহ। তেওঁলোক ৰাজ্য শাসনৰ বাবে উপযুক্ত নহয় বুলি বিবেচনা কৰি কোম্পানিৰ উৰ্ধ্বতম কৰ্তৃপক্ষই তেওঁলোকৰ এজনকো ক্ষমতাধিষ্ঠিত কৰিব নোৱাৰি বুলি মন্তব্য দিলে। সেইদৰে বৰ্মী আক্ৰমণোত্তৰ চৰকাৰ চলাবৰ বাবে আহোম ডা-ডাঙৰীয়াসকল উপযুক্ত নহয় বুলি. কোৱা হ'ল। তেওঁলোক দুৰ্নীতিপৰায়ণ আৰু অকৰ্মণ্য বুলি বিবেচিত হ'ল। সেই কথা কাৰ্যতঃ সঁচা বুলি প্ৰমাণিত হ'ল। দোহাৰিব পাৰি যে ডেভিদ স্কটে তেওঁলোকক প্ৰশাসনত জড়িত কৰি সন্তুষ্ট কৰিব বিচাৰিছিল। কিন্তু তেওঁলোকে বৃটিছ প্ৰশাসনৰ আদব-কায়দা গ্ৰহণ কৰিব নোৱাৰিলে। আনকি ৰায়তৰ পৰা জোৰ-জুলুম কৰ সংগ্ৰহ কৰি আত্মসাৎ কৰা আহোম ৰাজহ বিষয়া চাকৰিৰ পৰা বৰ্খাস্ত হ'ল। ফলত আহোম ৰাজবিষয়াসকল অযোগ্য বিবেচিত হ'ল।

সি যিকি নহওক, বৰ্মী আক্ৰমণোত্তৰ অসমৰ শাসন গাঁথনি কেনে হ'ব লাগে। সেই বিষয়ে অসমৰ ডা-ডাঙৰীয়াসকলো একমত হোৱা নাছিল। তেওঁলোকৰ একাংশই আশা কৰিছিল যে ইংৰাজসকলে বৰ্মীসকলক বিতাড়িত কৰাৰ পিছত চন্দ্ৰকান্ত বা পুৰন্দৰ সিংহৰ যিকোনো এজন ৰাজকোঁৱৰক প্ৰত্যৰ্পণ কৰি অসমখনক আন কেতবোৰ আশ্ৰিত ৰাজ্যৰ দৰে কোম্পানিৰ আশ্ৰিত ৰাজ্যৰ মৰ্যাদা দিব। এনে মনোভাব পোষণ কৰা ডা-ডাঙৰীয়াসকলৰ মুখিয়াল আছিল মণিৰাম দেৱান আৰু ভোলানাথ পৰ্বতীয়া ফুকন। আনটো শ্ৰেণীৰ ডা-ডাঙৰীয়াসকল তাৰ বিৰোধী আছিল। তেওঁলোকে বৃটিছৰ হস্তক্ষেপ সমূলি বাঞ্ছা কৰা নাছিল। তেওঁলোকৰ ধাৰণা আছিল যে এটা বৈদেশিক শক্তিৰ বিপৰীতে আন এটা বৈদেশিক শক্তিৰ অনুগামী হোৱাৰ সকাম নাই। তেওঁলোকৰ ভিতৰত উল্লেখনীয় হ'ল গমধৰ কোঁৱৰ, জীউৰাম দুলীয়া বৰুৱা, হৰনাথ গোহাঁই, ধনঞ্জয় ওৰফে পিয়লী বৰগোহাঁই, ধনুধৰ কোঁৱৰ, জন্মি ফুকন আৰু পিয়লী ফুকন। তেওঁলোকে বৰ্মী আৰু বৃটিছৰ ভিতৰত বৰ্মী বা মানসকলক

*সেই সময়ৰ অসমৰ ৰাজনৈতিক ইতিহাসত পিয়লী নামৰ তিনিজন লোক আছিল; এজন হ'ল বদন চন্দ্ৰ ফুকনৰ দ্বিতীয় পুত্ৰ আৰু জন্মি ফুকনৰ ভায়েক চাকোলা পিয়লী ফুকন। এওঁক বৃটিছবিৰোধী ষড়যন্ত্ৰত লিপ্ত হোৱাৰ অপৰাধত জীউৰাম দুলীয়া বৰুৱাৰ সৈতে শিৱসাগৰ পুখুৰীপাৰত ফাঁচী দিয়া হয় (১৮৩০ খ্ৰীষ্টাব্দত)। আনজন হ'ল পিয়লী বৰগোহাঁই। তেওঁৰ আচল নাম ধনঞ্জয়। এৰোঁ উক্ত ষড়যন্ত্ৰত লিপ্ত আছিল। তেওঁ অজ্ঞাত বাসী হয়। তৃতীয়জন হ'ল পিয়লী বৰুৱা। এওঁৰ প্ৰকৃত নাম মহেশ চন্দ্ৰ শৰ্মা। এওঁক গাভৰুমেলীয়া বৰুৱা বোলা হৈছিল। এওঁ আছিল মণিৰাম বৰুৱাৰ সোঁহাত। ১৮৫৭ চনৰ বিদ্ৰোহৰ মসয়ত এওঁ বৃটিছ*

*বিৰোধী কাৰ্যত লিপ্ত থকাৰ বাবে এওঁক মণিৰাম দেৱানৰ সৈতে ফাঁচী দিয়া হয়।*

বেছি পছন্দ কৰিছিল। ইয়াৰ তিনিটা কাৰণ দেখা যায় ঃ (১) এই ডাঙৰীয়াসকল শান জাতীয় লোক। তেওঁলোক বৰ্মীসকলৰ সগোত্ৰীয় আছিল। অসমৰ সীমামূৰীয়া জনজাতি চিংফৌসকলোকে ধৰি আন উপজাতিবোৰেও বৰ্মীসকলৰ প্ৰতি সহানুভুতিশীল আছিল আৰু বৰ্মী আক্ৰমণত বৰ্মীসকলক সহায় কৰিছিল।

(২) ১৮২৪ খ্ৰীষ্টাব্দত মিংগিমাহা বন্দুলা স্বদেশলৈ প্ৰত্যাবৰ্তন কৰে। তেওঁৰ পৰবৰ্তী বৰ্মী সেনাপতিজনে যোগেশ্বৰ সিংহক ৰজাপাতি সহযোগিতাৰে দেশখন শাসন কৰিবলৈ বিচাৰিলে যেন লাগে। কিন্তু সি ফলৱতী নহ'ল।

(৩) মান বা বৰ্মীসকলে স্বইচ্ছাই অসম আক্ৰমণ কৰা নাছিল। তেওঁলোকক মাতি অনা হৈছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ স্বেচ্ছাচাৰিতাৰ অৱসান ঘটোৱাৰ বাবে বদন চন্দ্ৰ বৰফুকনে প্ৰথমবাৰ বৰ্মীসকলক মাতি আনিলে। দ্বিতীয়বাৰ বদন চন্দ্ৰক ছোৱা ছোৱাকৈ কাটি হত্যা কৰাৰ প্ৰতিশোধ লোৱাৰ বাবে পুতেক জন্মি আৰু পিয়লীয়ে বৰ্মীসকলক মাতি আনে। তেওঁলোকৰ সমৰ্থক-সহযোগীসকল নৈতিকতাৰ ফালৰ পৰা বৰ্মীসকলৰ ওচৰত দায়বদ্ধ আছিল। উদ্দেশ্য ফলৱতী হোৱাৰ পিছত বদন চন্দ্ৰই বৰ্মীসকলক ভাৰ-ভেটি দি পুৰস্কৃত কৰি স্বদেশলৈ ঘূৰাই পঠাইছিল। তেনেকৈ তেওঁলোকৰো বৰ্মীসকলক পুৰস্কৃত কৰিব লাগিছিল। কিন্তু নোৱাৰিলে আৰ্থিক অনাটনৰ বাবে। বৰ্মী দখলদাৰী সৈন্যৰ ভৰণ-পোষণৰ বাবে অৰ্থ সংগ্ৰহ কৰিবলৈ উপদ্ৰৱ কৰিছিল বুলি কোৱাৰ অৱকাশ আছে। কম দিনৰ বাবে হ'লেও বৰ্মী শাসন কালত আভাৰ চৰকাৰে অসমৰ ৰাজহ কিয়সংশ নিবিচাৰকৈ থকা নাছিল।

১৮২৮ খ্ৰীষ্টাব্দত এই ডাঙৰীয়াসকলৰ এটা দলে বৃটিছক খেদি আহোম ৰাজত্ব পুনৰ্স্থাপনৰ বাবে থিয় হ'ল। তেওঁলোকে আহোম ৰাজকোঁৱৰ গমধৰক ৰাজপাটত বহুৱাবলৈ বিচাৰিছিল। ইয়াৰ নেতৃত্ব দিছিল ক্ষমতাচ্যুত আহোম চৰকাৰৰ এগৰাকী প্ৰাক্তন বিষয়া ধনঞ্জয় বৰগোহাঁয়ে। সেই সময়ত খাছী ছিয়েম তিৰত সিঙে খাছী পাহাৰৰ পৰা বৃটিছক খেদিবলৈ কাৰ্যপন্থা গ্ৰহণ কৰিছিল। চিংফৌ আৰু খামটিসকলেও বৃটিছৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল। ভূটিয়াসকলেও কোম্পানিৰ ৰাজ্যত হানা দিছিল। আনহাতে কোম্পানি চৰকাৰৰ নিৰাপত্তাৰ বাবে স্থানীয় সৈন্যবাহিনী নিয়োজিত কৰি কোম্পানিৰ সৈন্যও অসমৰ পৰা অপসাৰণ কৰা হৈছিল। বিদ্ৰোহীসকলে ভাবিছিল যে অসমৰ পৰা বৃটিছ চৰকাৰ ওফৰোৱাৰ বাবে এয়াই সুযোগ। ৰাজধানীত নিয়োজিত যুদ্ধবিধ্বস্ত সৈন্যবাহিনীক সহজে খেদি তেওঁলোকে ৰংপুৰ দখল কৰিব পাৰিব। গতিকে গোনতে তেওঁলোকে বিধিবতভাৱে গমধৰ কোঁৱৰক আহোম ৰজা হিচাপে স্বীকৃতি দিলে। যোৰহাটৰ দক্ষিণ-পূবত অৱস্থিত বিশাত গমধৰৰ ৰাজ অভিষেক সম্পন্ন কৰা হ'ল। আহোম পুৰোহিত বাইলুঙে ৰীতি-নীতি সম্পাদন কৰিলে। ধন-জন, সৈন্য-সামন্ত সংগ্ৰহ কৰি যুদ্ধৰ প্ৰস্তুতি ল'লে আৰু নৱেম্বৰ মাহৰ শেষৰফালে বিদ্ৰোহীসকল ৰাজধানী দখল কৰাৰ বাবে অগ্ৰসৰ হ'ল। তেওঁলোক আগবাঢ়ি আহি যোৰহাটৰ পৰা ১২ মাইল দূৰৰ মৰিয়নী পালে। কিন্তু তাৰ পৰা আগবাঢ়িব নোৱাৰিলে। লেফ্‌টেনেণ্ট ৰাডাৰফোৰ্ডৰ নেতৃত্বাধীন বৃটিছ সৈন্যৰ দলে তাতে তেওঁলোকক আগুৰি ধৰিলে। বিদ্ৰোহীসকলে যুদ্ধ দিলে হয়, কিন্তু টিকিব নোৱাৰিলে। যেনি-তেনি ভাগিল। গমধৰ নগালেগুলৈ পলাল। ধনঞ্জয় আৰু তেওঁৰ পুত্ৰ হৰনাথ বৃটিছৰ হাতত বন্দী হ'ল। কিছুদিন পিছত অনাই-বনাই ঘূৰি হতাশাগ্ৰস্ত হৈ কোঁৱৰে লেফ্‌টেনেণ্ট ৰাডাৰফোৰ্ডৰ ওচৰত আত্মসমৰ্পণ কৰিলে। যোৰহাটৰ পঞ্চায়তত বন্দীহঁতৰ বিচাৰ হ'ল। গমধৰ কোঁৱৰক মৃত্যুদণ্ড বিহা হ'ল। উল্লেখ্য যে বিচাৰৰ সময়ত গমধৰ কোঁৱৰে স্পষ্টকৈ কৈছিল যে তেওঁ স্বইচ্ছাই বৃটিছৰ বিৰুদ্ধে যুদ্ধত অৱতীৰ্ণ হোৱা নাই; বিদ্ৰোহীসকলে উদ্দেশ্যপ্ৰণোদিতভাৱে তেওঁক যুদ্ধত প্ৰবৃত্ত কৰা হৈছে। নাবালক গমধৰ বিদ্ৰোহীসকলৰ হাতৰ পুতলা হোৱা বুলি বিবেচনা কৰি গৱৰ্ণৰ জেনেৰেলৰ ৰাজনৈতিক এজেণ্ট নিউৱিলে তেওঁৰ মৃত্যুদণ্ড ৰহিত কৰি ৭ বছৰৰ কাৰাদণ্ড দিলে। গমধৰক ভাটিৰ ৰংপুৰৰ জেললৈ প্ৰেৰণ কৰা হ'ল। ধনঞ্জয় সম্পৰ্কে বিপৰীত মন্তব্য পোৱা যায়। গমধৰক বিদ্ৰোহীত দোষী সাব্যস্ত কৰা হয় যদিও সম্ভৱত ঃ সাক্ষীৰ অভাৱত ধনঞ্জয় আৰু হৰনাথক খালাচ দিয়া হয়।

ইতিমধ্যে মানে পতা আহোম ৰজা যোগেশ্বৰ সিংহৰ সম্পৰ্কীয় গদাধৰ নামৰ আহোম কোঁৱৰ এজনেও বৃটিছৰ বিৰুদ্ধে অগ্নি জ্বলাবলৈ চেষ্টা কৰে। তেওঁ এজন খামটি পুৰোহিতৰ বেশ ধৰি বৰ্মী সীমান্তত ঘূৰি ফুৰে আৰু বৃটিছৰ বিৰুদ্ধে যুঁজিবলৈ জনগণক জাগ্ৰত কৰে। গদাধৰে বৃটিছ অফিচাৰসকলক হত্যা কৰাৰ প্ৰস্তাৱ আগবঢ়াইছিল। তেওঁ কূটনৈতিক কৌশলেৰে শদিয়াৰ বৃটিছ সৈন্যবাহিনীক হাত কৰাৰ চেষ্টা কৰে। কিন্তু সৈন্যবাহিনীৰ চুবেদাৰ জালিম সিঙৰ তৎপৰতাত তেওঁৰ চেষ্টা ব্যৰ্থ হয়। চুবেদাৰ জালিম সিঙে গদাধৰক ধৰি গৱৰ্ণৰ জেনেৰেলৰ এজেণ্টৰ হাতত গতাই দিয়ে। বৰ্মী চৰকাৰৰ গুপ্তচৰ হিচাপে কাম কৰি থকা বুলি ভয় কৰি ভাৰত বৃটিছ চৰকাৰে তেওঁক বন্দী কৰে। তাৰ পিছত তেওঁৰ বিষয়ে একো জনা নাযায়।

বৃটিছৰ বিৰুদ্ধে বিদ্ৰোহ কৰি ব্যৰ্থ হোৱা ধনঞ্জয় বৰগোহাঁয়ে অসমৰ পৰা বৃটিছক উৎখাত কৰি আহোম ৰাজতন্ত্ৰ প্ৰতিষ্ঠা কৰাৰ অৰ্থে দ্বিতীয়বাৰ চেষ্টা চলায়। গমধৰ কোঁৱৰৰ সমৰ্থক কিছুমানে খামটি ৰাজ্যত আশ্ৰয় লৈ আছিলগৈ। ধনঞ্জয় তালৈ গৈ তেওঁলোকৰ লগ লাগি এটি বৃহৎ বিদ্ৰোহৰ প্ৰস্তুতি লয়। তেওঁৰ পুত্ৰদ্বয় হৰনাথ আৰু হেমনাথ, আৰু জোঁৱাই জীউৰাম দুলীয়া বৰুৱাই তাত সক্ৰিয় সহযোগ আগবঢ়ায়। কিছুদিনৰ ভিতৰতে বদন বৰফুকনৰ পুত্ৰ পিয়লী ফুকন, ৰূপচান্দ কোঁৱৰ, বুম চিংফৌ আৰু অন্যান্য বহুতে এই বিদ্ৰোহত যোগদান কৰে। অসম আৰু দাঁতিকাষৰীয়া জনজাতি অধ্যুষিত-ৰাজ্যকেইখনৰ পৰা বৃটিছক খেদিবলৈ আৰম্ভ কৰা বিদ্ৰোহৰ সাহায্যাৰ্থে সৈন্য পঠাবলৈ মায়ামৰীয়া, খামটি, চিংফৌ, খাছী, নগা আৰু গাৰো ৰজা-চৰ্দাৰসকলৰ ওচৰলৈ কটকী পঠোৱা হয়। বিদ্ৰোহী ডা-ডাঙৰীয়াসকলে জনৈক (অখ্যাত) ৰূপচান্দ কোঁৱৰক অসমৰ ৰাজপাটৰ প্ৰাৰ্থী হিচাপে থিয় কৰায়। যুদ্ধ যাত্ৰাৰ সময়ত পালন কৰা আহোম ৰীতিমতে দেও পূজা সম্পন্ন কৰি ডা-ডাঙৰীয়াসকলে ৰংপুৰলৈ আগবাঢ়ি আহে। এজন জামাদাৰৰ অধীনত ৩০ জন পল্টনৰ দল এটাই ৰংপুৰৰ ৰক্ষণাবেক্ষণত আছিল। বিদ্ৰোহীহঁতে হয় তো তেওঁলোকক পৰাভূত কৰিব পাৰিলেহেঁতেন। কিন্তু, আশা কৰামতে দাঁতিকাষৰীয়া ৰাজ্যৰ ৰজা-চৰ্দাৰসকলৰ পৰা কোনো সঁহাৰি পোৱা নগ'ল। সেই সময়ৰ চিংফৌসকলে বৃটিছৰ বিৰুদ্ধাচৰণ কৰিছিল। বিদ্ৰোহীহঁতে যাতে চিংফৌ বিদ্ৰোহীসকলৰ লগত লগ লাগিব নোৱাৰে, তাৰ বাবে গৱৰ্ণৰ জেনেৰেলৰ পলিটিকেল কেপ্টেইন নিউবিলে বিহিত ব্যৱস্থা ল'লে। আনকি শদিয়াখোৱা গোহাঁয়ে তেওঁৰ ওচৰলৈ যোৱা কটকী হৰনাথক ধৰি গুপ্ত চিঠিসহ কেপ্টেইন নিউবিলৰ হাতত গতাই দিলে।

পৰিকল্পনা মতে ডা-ডাঙৰীয়াসকলে চিপাহী লাইনৰ কাষত থকা বৃটিছৰ অস্ত্ৰাগাৰ জুই লগাই ধ্বংস কৰি শত্ৰুক আক্ৰমণ কৰিব। সেইমতে প্ৰায় ৪ শ বিদ্ৰোহীয়ে ৰংপুৰ (শিৱসাগৰ) অস্ত্ৰাগাৰ আক্ৰমণ কৰিলে (১৮৩০ খ্ৰীঃ)। কিন্তু কোম্পানিৰ পল্টনৰ খেদা খাই পিয়লী ফুকনৰ বাহিৰে আটায়ে পলাল। জন প্ৰবাদমতে পিয়লী চাকোলা আছিল আৰু এজন পাইকে তেওঁক পিঠিত তুলি নিছিল। কিন্তু পল্টনৰ হাত সাৰিব নোৱাৰিলে। সিহঁতৰ গুলিত পাইকজন ধৰাশায়ী হোৱাত পিয়লী ফুকন বন্দী হ'ল। বৃটিছ চিপাহীয়ে বাকীবিলাকো খেদি গ'ল। নেতাকেইজনে চৰাইদেউ পাহাৰত লুকায়ো ৰক্ষা নাপালে। ধনঞ্জয় বৰগোহাঁইৰ বাহিৰে, মতান্তৰে ধনঞ্জয় বৰগোহাঁইৰ আৰু জন্মি ফুকনৰ বাহিৰে মুখ্য বিদ্ৰোহীসকল ধৰা পৰিল। জীউৰাম, হৰনাথ, ৰূপচান্দ, আৰু বুম চিংফৌৰ যোৰহাটৰ পঞ্চায়ত মেলত বিচাৰ হ'ল। তেওঁলোকক ৰাজদ্ৰোহৰ অপৰাধত দোষী সাব্যস্ত কৰা হ'ল যদিও বিচাৰৰ চূড়ান্ত ৰায় দিলে ডেভিদ স্কটে। পিয়লী ফুকন আৰু জীউৰাম দুলীয়া বৰুৱাৰ মৃত্যুদণ্ড বাহাল ৰখা গ'ল। ডা-ডাঙৰীয়াসকলে যাতে পুনৰায় বিদ্ৰোহ কৰিবলৈ সাহস নকৰে তেনে দৃষ্টান্তমূলক শাস্তি হিচাপে পিয়লী ফুকন আৰু জীউৰামদুলীয়া বৰুৱাক শিৱসাগৰত ৰাজহুৱাকৈ ফাঁচী দিলে (আগষ্ট, ১৮৩০ খ্ৰীষ্টাব্দ)। শুনা যায় যে ফাঁচীকাঠত উঠাৰ সময়ত পিয়লী ফুকনে হেনো ঘোষণা কৰিছিল যে নিজৰ মাতৃভূমি ৰক্ষা কৰাটো কোনো অপৰাধ নহয়। বাকীকেইজনৰ ওপৰত বিহা মৃত্যুদণ্ড ৰহিত কৰি ১৪ বছৰৰ কাৰাদণ্ড বিহি বংগলৈ নিৰ্বাসিত কৰে। তেওঁলোকক ঢাকা জেলত কাৰাৰুদ্ধ কৰি ৰখা হয়। মতান্তৰে, ধনুধৰ কোঁৱৰক শিৱসাগৰতে সাবজীৱন কাৰাবাস দিয়া হৈছিল।

**দ্বিতীয় পৰ্ব ঃ**

**১৮৫৭ চনৰ উত্থান ঃ মণিৰাম দেৱান আৰু পিয়লী বৰুৱা**

বৃটিছ বিৰুদ্ধে থিয় দি আহোম ডা-ডাঙৰীয়াসকলে বৃটিছৰ আশ্ৰিত হিচাপে হ'লেও পুৰন্দৰ সিংহক উজনি অসমৰ ৰাজপাটত বহা দেখিলে। এই কথা পৰিলক্ষিত হয় যে ইয়াণ্ডাবু সন্ধিৰ পিছত ইষ্ট-ইণ্ডিয়া কোম্পানিৰ শাসন প্ৰৱৰ্তন হোৱাত আহোম অভিজাত শ্ৰেণী তৎকালীনভাৱে সামন্তীয় সা-সুবিধাৰ পৰা বঞ্চিত হয় আৰু বৃটিছ শাসনৰ বিৰুদ্ধাচৰণ কৰিবলৈ ধৰে। তেওঁলোকৰ লক্ষ্য আছিল আহোম শাসন পুনৰ্স্থাপন কৰা। এই লক্ষ্যত উপনীত হ'ব পাৰিলে তেওঁলোকৰ হৃত গৌৰৱ পুনৰুদ্ধাৰ হ'ব বুলি আশা কৰিছিল। ১৯ টা বন্দুকৰ তোপধ্বনি মাৰি আহোম ৰীতি অনুসাৰে পুৰন্দৰ সিংহক ৰাজপাটত বহালে। কিন্তু পুৰন্দৰ সিংহই অভিজাত তথা সম্ভ্ৰান্তসকলৰ আশা-আকাংক্ষা পূৰণ কৰিব নোৱাৰিলে। স্বীকাৰ্য যে বিগত অৰ্দ্ধ শতিকা জুৰি চলা অপশাসন আৰু অৰাজকতাৰ ফলত বৰ্দ্ধিত দুনীৰ্তিগ্ৰস্ত সামন্তীয় সমস্যা সমাধান কৰাটো সহজসাধ্য নাছিল। তেওঁ কিছু চেষ্টা নকৰা নহয়। তেওঁ বিশৃংখল খেল প্ৰথাৰ পুনৰ্গঠন কৰাৰ লগতে দৰিদ্ৰ পাইকৰ পৰা কৰ আদায় কৰিবলগীয়া হয়। পাইকসকলক সকাহ দিয়াৰ বাবে আমোলাসকলৰ দুৰ্নীতি বন্ধ কৰাৰ প্ৰয়াস লয়; ন্যায় প্ৰতিষ্ঠাৰ বাবে যত্ন কৰে আৰু অভিজাতসকলক সন্তুষ্ট কৰাৰ বাবে পুৰণি ব্যৱস্থা পুনৰুজ্জীৱিত কৰে।

পুৰন্দৰ সিংহই ডা-ডাঙৰীয়াসকলৰ সহযোগিতা লাভ কৰাৰ বাবে মন্ত্ৰী পৰিষদ পুনৰ্গঠন কৰে। মুহিধৰক বুঢ়াগোহাঁই, মালভোগক বৰগোহাঁই, দণ্ডেশ্বৰক বৰপাত্ৰ গোহাঁই আৰু ৰুদ্ৰনাথক বৰবৰুৱা পাতে। ফুকন, ৰাজখোৱা, বৰুৱা আদি কৰি সকলো বিষয়ববীয়াক পূৰ্বৰ পদমৰ্যাদাত বাহাল ৰাখে। গৱৰ্ণৰ জেনেৰেলৰ ৰাজনৈতিক এজেণ্টৰ নিৰ্দেশ আৰু পাত্ৰ-মন্ত্ৰী আৰু জ্যেষ্ঠ অভিজাতসকলৰ পৰামৰ্শ ক্ৰমে পুৰন্দৰ সিংহই এলানি সংস্কাৰ কাৰ্য হাতত লয়। তেওঁ ৰাজ্যখন স্থলভিত্তিত বিভিন্ন খেলত বিভক্ত কৰে; পাইকৰ হিচাপ উলিয়াই জনমূৰি ৩.০০ টকা কৰ ধাৰ্য কৰে। কৰ আদায় কৰাৰ বাবে খেলদাৰৰ লগত চৰিবছৰীয়া বন্দোবস্তি কৰে। খেলকাৰ আৰু চৰকাৰী পদমৰ্যাদাত থকাসকলক মাটি সম্পত্তিৰে পাৰিতোষিক দিয়াৰ ব্যৱস্থা কৰে আৰু পাইকৰ সেৱা (সীমিত পৰিসৰত) বৰ্তাই ৰাখে। তদুপৰি খেলদাৰক আদায়কৃত ৰাজহৰ কমিছনৰ দিয়াৰ দিহা কৰে। লেখা-পঢ়া কৰিব নজনা লোকক ৰাজহ বিষয়া বাবে লোৱাৰ বাবে আযোগ্য বিবেচনা কৰা হয় আৰু সম্ভ্ৰান্ত লোকৰ মাজত তেনে লোক নাথাকিলে উচ্চ-নিম্ন শ্ৰেণীৰ যিকোনো লোকক এই পদবীত মকৰল কৰাৰ বাট মুকলি কৰি দিয়া হয়। খেলদাৰৰ ওপৰত ন্যায়পালিকাৰ দায়িত্ব অৰ্পণ কৰা হয়। তেওঁলোকক সৰু-সুৰা মোকৰ্দমা বিচাৰ কৰিবলৈ দিয়া হয়। খেলদাৰ বিচাৰালয়ৰ ওপৰত পুনৰ্বিচাৰ বিচাৰালয় আপিল কৰ্ট। পুনৰ্বিচাৰ বিচাৰালয়ে খেলদাৰসকলৰ দুৰ্নীতিৰ অভিযোগ চালি-জাৰি চাব পাৰে। সৰু-সুৰা মোকৰ্দমাৰ বিচাৰ কৰাৰ বাবে ৰাজধানীত ২ খন পঞ্চায়ত মেল স্থাপন কৰা হয়। সকলোৰে ওপৰত ৰজা আৰু ৩ জন জজেৰে গঠিত এখন উচ্চ ন্যায়ালয় স্থাপন কৰা হয়।

এই সকলোবোৰ কাৰ্য ৰূপায়ণ মূল উদ্দেশ্য আছিল শান্তি-শৃংখলা বজাই ৰাখি ৰাজহ আদায় কৰা আৰু তাৰে পেছকছ আদায় দি কোম্পানি চৰকাৰক সন্তুষ্ট কৰি ৰখা। কিন্তু, মানৰ উপদ্ৰৱৰ ফলত আৰ্থ-সামাজিকভাৱে বিপৰ্যস্ত ৰাজ্যখণ্ডৰ পৰা পৰ্যাপ্ত পৰিমাণৰ ৰাজহ আদায় কৰা প্ৰচেষ্টা যে ব্যৰ্থতাৰে পৰ্যবসিত হ'ব, সেই কথা পুৰন্দৰ সিংহই নাজানিলেও চতুৰ ইংৰাজসকলে নজনাকৈ থকা নাছিল। সাম্ৰাজ্যবাদী লালসা পুষ্ট ইষ্ট-ইণ্ডিয়া কোম্পানিয়ে লোকদৰ্শনৰ বাবে পুনৰ্স্থাপিত ৰজাজন লায়েকৰ নহয় বুলি যে তাৰ পূৰ্ণ সুযোগ ল'ব, সি আছিল অৱধাৰিত। অভিজাতসকলে সন্দেহ কৰিছিল যে পুৰন্দৰ সিংহই তেওঁলোকৰ স্বাৰ্থৰ প্ৰতি জলাঞ্জলি দি কোম্পানি চৰকাৰৰ নিৰ্দেশত চলিছে। পলিটিকেল এজেণ্টৰ নিৰ্দেশমতে তেওঁ ব্ৰহ্মপুত্ৰৰ উত্তৰাঞ্চলত মৌজাদাৰী ব্যৱস্থা বলৱৎ কৰিবলৈ লোৱাত বহুসংখ্যক ৰাজহ বিষয়ববীয়াৰ পদমৰ্যাদা হেৰাল। শিক্ষাগত অৰ্হতা নথকা সম্ভ্ৰান্ত লোক ৰাজহ পদমৰ্যাদা আৰু উপযুক্ত সা-সুবিধাৰ পৰা বঞ্চিত হ'ল। এনেভাৱে সাতে-পাঁচে আহোম অভিজাত শ্ৰেণী চৰম নিৰাশাত ভুগিল আৰু পুৰন্দৰ সিংহৰ বিৰুদ্ধে অভিযোগ উত্থাপন কৰি তেওঁৰ সৰ্বনাশ কৰিলে। বৃটিছে বিচাৰি থকা সুবিধাটো পালে। পুৰন্দৰ আঁতৰাই বৃটিছে উজনি অসমৰ শাসনভাৰ নিজ হাতলৈ নিলে।

পুৰন্দৰ সিংহক সিংহাসন চ্যুত কৰি কোম্পানি চৰকাৰে

উজনি অসম শাসন কৰিবলৈ লোৱাত আহোম অভিজাতসকলৰ অৱস্থা ক্ৰমশঃ বেয়াৰ ফালে ঢাল খালে। ১৮৪০-৪১ খ্ৰীষ্টাব্দৰ বন্দোবস্তিৰ সময়ত শিৱসাগৰৰ নৱনিযুক্ত পলিটিকেল এজেণ্ট ব্ৰদাইয়ে খেল প্ৰথা বিলুপ্ত কৰি জিলাখনত টাঙনি প্ৰথা প্ৰৱৰ্তন কৰে। টাঙনি বা ৰাজখণ্ডত জিলাৰ মাটি ভাগ ভাগ কৰি তাৰ ৰাজহ আদায় কৰাৰ কাৰণে দায়িত্বশীল আৰু চৰিত্ৰবান লোকক নিয়োগ কৰা হয়। তাত ফুকন, বৰুৱা, শইকীয়া বা বৰা বুলি অভিজাতসকলৰ কোনো অধিকাৰ নাথাকিল; অৰ্থাৎ পদমৰ্যাদাত থকাসকলে পদমৰ্যাদা হেৰুৱাই তেওঁলোকৰ তলতীয়াসকলৰ লগত একেলগে কাম কৰিবলগীয়া হ'ল। উচ্চ মৰ্যাদাসম্পন্নসকল নিম্ন মৰ্যাদাসম্পন্নৰ সমান হোৱাত অভিজাতসকল ক্ষুন্ন হ'ল। তেওঁলোকে ভোগ কৰি অহা আহোম ৰজাদিনীয়া নিষ্কৰ খাত-পামৰ ওপৰত খাজনা লগোৱা হ'ল। ১৮৪৩ খ্ৰীষ্টাব্দত দাস প্ৰথাও উচ্ছেদ কৰা হ'ল। তাৰ ফলত অভিজাতসকলৰ সামাজিক মৰ্যাদা নামি গৈ সৰ্বসাধাৰণৰ পৰ্যায় পোৱাৰ লগতে তেওঁলোক আৰ্থিকভাৱে দুৰ্দশাগ্ৰস্ত হ'ল। তাৰ উপশম বিচাৰি বা পূৰ্বৰ সামন্তীয় প্ৰতিপত্তি পুনৰুদ্ধাৰ কৰাৰ বাবে আহোম অভিজাতসকলে আকৌ এবাৰ আহোম ৰাজত্ব পুনৰ্স্থাপন কৰাৰ সপোন দেখে। কিন্তু তেওঁলোকক নেতৃত্ব দিব কোনে?

১৮৩৯ খ্ৰীষ্টাব্দত আহোম ৰাজপাটৰ দাবীদাৰ প্ৰাক্তন ৰজা আৰু কোম্পানি চৰকাৰৰ পেন্সনভোগী চন্দ্ৰকান্ত সিংহৰ মৃত্যু হয়। তেওঁৰ একমাত্ৰ পুত্ৰ আৰু উত্তৰাধিকাৰী আছিল ঘনকান্ত সিংহ। তেওঁ বাপেকৰ মাহিলি ৫০০.০০ টকীয়া পেন্সন ভোগ কৰিবলৈ ল'লে। ৰাজপাটৰ পৰা অপসাৰিত পুৰন্দৰ সিংহই সমৰ্থকসকলৰ প্ৰেৰণাত ৰাজপাট ঘূৰাই পোৱাৰ বাবে চেষ্টা চলাই থাকি কোম্পানি চৰকাৰে আগবঢ়োৱা মাহিলি এহাজাৰটকীয়া পেন্সন গ্ৰহণ কৰা নাছিল। কিন্তু অচিৰে তেওঁ দুৰৱস্থাগ্ৰস্থ হৈ ধাৰত পৰিল। নিৰুপায় হৈ ১৮৪৫ খ্ৰীষ্টাব্দত পুৰন্দৰ সিংহই ধাৰ-ধুপাৰৰ জোৰা মাৰি জীয়াই থকাৰ বাবে কোম্পানি চৰকাৰক আবেদন জনালে যে তেওঁক অপসাৰণ প্ৰাপ্ত সময়ৰ পৰা মাহিলি ১৫০০.০০ টকাৰ পেন্সন আৰু যোৰহাটতখন জমিদাৰী হিচাপে দিব লাগে। পেছকছৰ দেনাৰ বাবে তেওঁক ৰাজপাটৰ পৰা অপসাৰণ কৰা হৈছিল বাবে প্ৰস্তাৱিত পেন্সনৰ প্ৰশ্নটো বিবদমান হোৱাত ই তৎকালীনভাৱে মঞ্জুৰ নহ'ল। বিষয়টো বিবেচনাধীন হৈ থাকোতে তেওঁৰ মৃত্যু হ'ল। ১৮৪৬ খ্ৰীত কেইবছৰমান পিছত পুৰন্দৰ সিংহৰ একমাত্ৰ পুত্ৰ আৰু উত্তৰাধিকাৰী কামেশ্বৰ সিংহৰো মৃত্যু হ'ল (১৮৫১ খ্ৰীঃ)। সেই সময়ত তেওঁৰ পুত্ৰ কন্দৰ্পেশ্বৰ এঘাৰ বছৰীয়া আছিল।

আহোম ৰাজতন্ত্ৰীসকলৰ নেতৃত্ব দিবলৈ অৱতীৰ্ণ হ'ল মণিৰাম দত্ত বৰ ভাণ্ডাৰ বৰুৱা ওৰফে মণিৰাম দেৱান। তেওঁ ইতিমধ্যে ঠন ধৰি উঠা অসমৰ মধ্যবিত্ত শ্ৰেণীৰ প্ৰতিভূ আছিল। স্থানান্তৰত আঙুলিয়াই অহা হৈছে যে মণিৰাম দেৱান বৃটিছৰ সমৰ্থক আছিল আৰু বৃটিছৰ ছত্ৰছায়াত পুৰন্দৰ সিংহই বৃটিছৰ আতি ৰজা হিচাপে দেশ শাসন কৰাৰ সপক্ষে আছিল। দক্ষতা আৰু বুদ্ধিমত্তাৰ বলত তেওঁ প্ৰথমতে বৃটিছৰ এগৰাকী বিশ্বাসী কৰ্মচাৰী হিচাপে প্ৰতিপ্ৰত্তি লাভ কৰে। ১৮২৮ খ্ৰীষ্টাব্দত তেওঁ উজনি অসমৰ পলিটিকেল এজেণ্ট কেপ্টেইন নিউবিলৰ মনোযোগ আকৰ্ষণ কৰে। নিউৱিলে জনাৰ্দন বৰুৱাক বৰখাস্ত কৰি মণিৰামক উজনি অসমৰ তহবিলদাৰ পাতে। মণিৰামে খেল প্ৰথা পুনৰ্গঠন কৰি উজনি অসমৰ ৰাজহৰ ঘাটি পূৰণ কৰাত কতৃকাৰ্য হয়। তেওঁ ১৮২৮-৩০ খ্ৰীষ্টাব্দৰ বৃটিছবিৰোধী উত্থানত সমৰ্থন জনোৱা নাছিল আৰু খাছী, গাৰো আৰু ভুটীয়াসকলৰ বিৰুদ্ধে বৃটিছে যি অভিযান চলাইছিল তাত পূৰ্ণ সহযোগ আগবঢ়াইছি, পুৰন্দৰ সিংহই আহোম ৰাজপাটত পুনৰ্স্থাপিত হোৱাত মণিৰাম দেৱান পুৰন্দৰ সিংহৰ সোঁহাত স্বৰূপ হয়। পুৰন্দৰে পাত্ৰ মন্ত্ৰী পৰিষদ পুনাৰ্গঠন কৰিছিল যদিও মণিৰাম আছিল একেৰাহে ৰাজহমন্ত্ৰী বিত্তমন্ত্ৰী, চিৰস্তাদাৰ আৰু ঘাই ভাণ্ডাৰী। কিন্তু পুৰন্দৰ সিংহক অপসাৰিত কৰি বৃটিছে ৰাজ্যখন কোম্পানিৰ ৰাজ্যভুক্ত কৰাত পুৰন্দৰ লগতে মণিৰামৰো দুৰ্দিন আহে। পুৰন্দৰ সিংহই মণিৰামক অন্যান্য বিষয়ৰ উপৰি মৌজা কেইখনমান চলোৱাৰ দায়িত্ব দিছিল। শিৱসাগৰৰ মুখ্য পলিটিকেল এছিষ্টেণ্ট ব্ৰডাই প্ৰবৰ্তন কৰা ৰাজহ সংস্কাৰৰ ফলত মণিৰামে সকলো বিত্তীয় বিষয়বাবৰপৰা বঞ্চিত হয়। আনকি পুৰন্দৰ সিংহই তেওঁক চলাবলৈ দিয়া মৌজাকেইখনৰ তিনিখনৰ বাহিৰে বাকীকেইখন বাজেয়াপ্ত কৰিলে। ইয়াৰ পিছত তেওঁ আসাম টি কোম্পানিৰ মাহিলি ৬০০.০০

টকীয়া দেৱানৰ পদবীত যোগদান কৰে (নাজিৰাত)। দেৱান হিচাপে তেওঁ বেছ পাৰদৰ্শিতা দেখুৱাইছিল, যাৰ ফলত কোম্পানিৰ যথেষ্ট লাভ হোৱাই নহয়, ই অসমৰ চাহ শিল্পৰ উজ্জ্বল ভৱিষ্যতৰ স্বাক্ষৰ বহন কৰিছিল। তলতীয়া পদবীৰ চাহাবসকলৰ অতপালি সহ্য কৰিব নোৱাৰি তেওঁ ইস্তফা দিয়ে আৰু যোৰহাত নিজাববীয়াকৈ দুখন চাহ বাগিচা পাতিবলৈ লয় (চেনিমাৰা আৰু চেংলুং)। কিন্তু চাহ বাগিচা খোলাৰ বাবে ইউৰোপিয়ানসকলক ৰেহাইৰ ভিত্তিত পতিত মাটি আবণ্টন দিছিল যদিও মণিৰামক সেই সুবিধাৰ পৰা বঞ্চিত কৰাত তেওঁ ব্যৰ্থ হ'ল। ব্ৰডাইৰ পৰবৰ্তী পলিটিকেল এছিষ্টেণ্ট চাৰ্লচ হলৰইদে মণিৰামৰ নামত থকা মৌজাদাৰী তিনিখনো তেওঁৰ হাতৰ পৰা কাঢ়ি নিলে (১৮৫১ খ্ৰীঃ)। যশ আৰু পদবী হেৰুৱাৰ লগতে আৰ্থিক অৱলম্বন হেৰুৱাই মণিৰামৰ এনে অৱস্থা হ'ল যে তেওঁ ১৮৫ জনীয়া পৰিয়ালৰ ভৰণ-পোষণ দিয়াটোৱে বৰ কষ্টসাধ্য হ'ল।

বৃটিছে অসমৰ ৰাজত্ব লোৱাৰ কেইবছৰমানৰ ভিতৰতে ডা-ডাঙৰীয়া প্ৰমুখ্যে অভিজাতসকলৰ আৰ্থিক আৰু সামাজিক স্থিতি বিপন্ন হ'ল। প্ৰাক্তন ৰাজপৰিয়ালৰ লোকসকলৰো অৱস্থা তথৈবচ হ'ল। বিপন্ন হ'ল মণিৰামৰ আৰ্থিক আৰু সামাজিক স্থিতি। তেওঁৰ উপলব্ধি হ'ল যে সাম্ৰাজ্যবাদী বৃটিছ শাসনত তেওঁৰ ভৱিষ্যৎ নিৰাপত্তা নাই। গতিকে তেওঁ অভিজাতসকলৰ লগত হাত উজান দিলে। অনুমেয় যে সেই সময়ত মণিৰাম দেৱানে বৃটিছৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰাৰ কথা ভবা নাছিল। অভিজাতসকলৰ দৰে তেৰোঁ আহোম ৰাজতন্ত্ৰ পুনৰ্স্থাপনতেই আৰ্থ-সামাজিক নিৰাপত্তাৰ যথাৰ্থতা বিচাৰি পাইছিল।

মণিৰাম দেৱানে তেওঁৰ দৰে আৰ্থিকভাৱে জুৰুলা কন্দৰ্পেশ্বৰ সিংহ ওৰফে চাৰিং ৰজাৰ ওচৰ চাপিল আৰু তেওঁক আহোম ৰজা হিচাপে পুনৰ্স্থাপন কৰাৰ বাবে বৃটিছ কৰ্তৃপক্ষৰ ওচৰত আবেদন কৰাৰ বাবে উদ্বুদ্ধ কৰিলে। কন্দৰ্পেশ্বৰ সিংহই জানিব পাৰিছিল যে তেওঁৰ পূৰ্বসূৰীসকলে আহোম ৰাজতন্ত্ৰ পুনৰ্স্থাপনৰ বাবে আবেদন-নিবেদন কৰি বিফল হয়। তেনেস্থলত তেওঁক পুনৰ্স্থাপন কৰাৰ প্ৰশ্ন পুনৰ উত্থাপন কৰিলে সিও অথলে যাব। তৎসত্ত্বেও মণিৰাম দেৱানৰ উৎসাহত তেওঁ পুনৰ্স্থাপিত হোৱাৰ এক দুৰ্বাৰ আকাংক্ষা কৰিবলৈ ল'লে।

এনে সময়তে বংগৰ লেফ্‌টেনেণ্ট গৱৰ্নৰ ছাৰ জন কেম্বেলে অসমৰ প্ৰশাসনৰ এক পূৰ্ণাংগ প্ৰতিবেদন বিচাৰি সদৰ দেৱানী আদালতৰ জজ এ জে মোফাট মিলছক অসমলৈ পঠালে। ১৮৫৩ খ্ৰীষ্টাব্দত মণিৰাম দেৱানে তেওঁৰ ওচৰত দুখন আবেদন পত্ৰ দাখিল কৰে। এখনত তেওঁ কোম্পানি চৰকাৰৰ অনুগত হিচাপে যি সেৱা আগবঢ়াইছিল তাৰ স্বীকৃতিস্বৰূপে তেওঁক কিছু সা-সুবিধা দিয়াৰ বাবে প্ৰাৰ্থনা কৰে। আনখনত তেওঁ আহোম ৰাজতন্ত্ৰ পুনৰ প্ৰতিস্থা কৰাৰ বাবে অনুৰোধ জনায়। আবেদনখনত মণিৰাম দেৱানে অসমত ২৫ বছৰীয়া বৃটিছ শাসনৰ এক খতিয়ান দাঙি ধৰে। তেওঁ আহোম চৰকাৰৰ দিনত চলি অহা বৰ্বৰতা, যেনে ঃ— চকু কঢ়া, নাক-কাণ কটা আৰু মানৰ দিনৰ কুমাৰী বলাৎকাৰ কাৰ্য ৰোধ কৰা আৰু বাট-ঘাটৰ শুল্ক নিৰসনৰ বাবে বৃটিছ চৰকাৰৰ ভূয়সী প্ৰশংসা কৰে। আনহাতে মণিৰাম দেৱানে বৃটিছ চৰকাৰে প্ৰচলন কৰা নতুন নিয়ম-প্ৰণালী, নানান আদালত আৰু কৰ ব্যৱস্থাৰ ওপৰত বিৰূপ মতামত দাঙি ধৰে আৰু পাহাৰী জনজাতিৰ ওপৰত লোৱা অন্যায় আচৰণৰ প্ৰতি আপত্তি দৰ্শায়। তেওঁ বিশেষকৈ অভিজাত শ্ৰেণীৰ ক্ষোভৰ ওপৰত আলোকপাত কৰে আৰু উপৰি পুৰুষে ভোগ কৰা সা-সুবিধাবোৰ পুনৰ পোৱাৰ বাবে দাবী উত্থাপন কৰে।

মণিৰাম দেৱানে অসমীয়াৰ ঠাইত মাৰোৱাৰী আৰু ছিলেটীয়া বাঙালীক মৌজাদাৰ পতা, স্থানীয় কাৰিকৰী শিল্পৰ ভিকাছন্ন সধা, শাস্ত্ৰ অধ্যয়নৰ প্ৰতি অনীহা আৰু কামাখ্যা মন্দিৰৰ পূজা-পাৰ্বণ বন্ধ কৰি দুৰ্ভিক্ষ, মহামাৰী আৰু অন্যান্য দুৰ্গতি মাতি অনা বুলি ওজৰ-সম্পত্তি তোলে। তেওঁ এই বুলি দোহাৰে যে এনে শাসন ব্যৱস্থাত জনসাধাৰণ বা চৰকাৰ কোনো পক্ষৰে কল্যান সাধন হোৱা নাই আৰু ভৱিষ্যতেও উন্নতিৰ মুখ দেখা পোৱা নাযাব। মণিৰাম দেৱানৰ মতে আহোম ৰাজতন্ত্ৰ পুনৰ্স্থাপনে হ'ল তাৰ পৰিত্ৰানৰ উপায়। গতিকে ঘনকান্ত বা কন্দৰ্পেশ্বৰৰ যিকোনো এজনক আহোম ৰাজপাট দিয়াৰ বাবে আবেদন কৰে। উল্লেখ্যযে মণিৰাম দেৱানে ডেকা সামৰিক বিষয়া কিছুমানৰ হাতত জিলা প্ৰশাসনিক দায়িত্ব অৰ্পণ কৰাটো পছন্দ কৰা নাছিল আৰু

আহোম ৰজা এজন পুনৰ্স্থাপিত হ'লে এজন সহমন্ত্ৰীৰ অধীনত দেশ ৰক্ষাকাৰী বাহিনী গঠন কৰাৰ পোষকতা কৰিছিল।

বৃটিছ-ভাৰত চৰকাৰৰ অসম শাসন ব্যৱস্থাৰ ওপৰত কটূক্তি কৰি মণিৰাম দেৱানৰ কামত নাহিল। মোফাট মিলছে শাসন ব্যৱস্থাৰ বিভিন্ন দিশত দুৰ্বলতা থাকিলেও মণিৰাম দেৱানে তাৰ অতিৰঞ্জিত বৰ্ণনা দিয়া বুলিহে মন্তব্য দিলে। মোফাট মিলছৰ মতে জনসাধাৰণে শান্তি আৰু নিৰাপত্তা ভোগ কৰিছে; মণিৰাম দেৱানে অভিজাতসকলৰ দুৰ্দশাৰ অজুহাতত আহোম ৰাজতন্ত্ৰ পুনৰ্স্থাপনৰ বাবেহে চৰকাৰৰ কটু সমালোচনাৰ অৱতাৰণা কৰিছে। তেওঁ মণিৰাম দেৱানক এজন চক্ৰান্তকাৰী লোক হিচাপে অভিহিত কৰি তেওঁৰ আবেদন অগ্ৰাহ্য কৰে।

কন্দৰ্পেশ্বৰ সিংহই নিজেও মোফাট মিলছৰ ওচৰত দোহাৰিলে যে তেওঁৰ বৃটিছ কৰতলীয়া ৰজা হিচাপে উজনি অসম শাসন কৰাৰ দাবী আছে। মোফাট মিলছে পুনৰ্স্থাপনৰ দাবী অগ্ৰাহ্য কৰাৰ পিছত কন্দৰ্পেশ্বৰ সিংহই পেন্সন বিচাৰিলে। ১৮৫৪ খ্ৰীষ্টাব্দত কন্দৰ্পেশ্বৰ সিংহই তাৰ বাবে বৃটিছ-ভাৰত চৰকাৰৰ ওচৰত আবেদন কৰে। ১৮৫৬ খ্ৰীষ্টাব্দত তেওঁ মাহিলি ১,০০০ টকাৰ পেন্সনৰ উপৰি অসমখন জমিদাৰী হিচাপে দিয়াৰ বাবে পুনৰায় আবেদন জনায়। এই আবেদন দুটা কাৰণত অগ্ৰাহ্য কৰা হয়। এটা হ'ল, গৱৰ্ণৰ জেনেৰেলৰ পলিটিকেল এজেণ্ট জেনকিন্সৰ মতে কন্দৰ্পেশ্বৰ সিংহ জনসাধাৰণৰ মানত অতি অপ্ৰিয়; দ্বিতীয়তে তেওঁক উজনি অসমৰ জমিদাৰ পাতি চাহ শিল্পৰ মালিকসকলক তেওঁৰ তলতীয়া ৰায়তত পৰিণত কৰিব নোৱাৰি। তেনেকৈ পুৰন্দৰ সিংহই পেন্সন নল'লে বাবে কন্দৰ্পেশ্বৰ সিংহৰ পেন্সন মঞ্জুৰ নহ'ল। প্ৰশাসনিক বিষয়াসকলৰ মতামতো তেওঁৰ অনুকূলে নাছিল। তেওঁলোকে বিশ্বাস কৰিছিল যে, প্ৰকৃততে কন্দৰ্পেশ্বৰ সিংহৰ আৰ্থিক সাহায্যৰ প্ৰয়োজন নাই, কাৰণ তেওঁৰ গচ্ছিত অৰ্থসম্পদ আছে।

মণিৰাম দেৱান ইমানতে ক্ষান্ত নহ'ল। ১৮৫৭ খ্ৰীষ্টাব্দৰ আগছোৱাত তেওঁ কন্দৰ্পেশ্বৰ সিংহৰ পুনৰ্স্থাপনৰ বিষয়টো উৰ্ধ্বতম কৰ্তৃপক্ষৰ ওচৰত অৱগত কৰাৰ বাবে কলিকতালৈ গ'ল। কিন্তু কৃতকাৰ্য নহ'ল। তেনেতে ১৮৫৭ চনৰ উত্থান, ভাৰতৰ স্বাধীনতাৰ প্ৰথম সংগ্ৰাম চিপাহী বিদ্ৰোহৰ সূচনা হয়। বিদ্ৰোহীসকলে শেষ মোগল সম্ৰাট ২ য় বাহাদুৰ ছাহক হিন্দুস্থানৰ সম্ৰাট বুলি ঘোষণা কৰি বৃটিছৰ বিৰুদ্ধে বিদ্ৰোহ কৰে। মণিৰাম দেৱানে অসমতো আহোম ৰাজতন্ত্ৰ পুনৰ্স্থাপন কৰাৰ বাবে বিদ্ৰোহ কৰাৰ সুযোগ পালে। তেওঁ কলিকতাৰ পৰাই বিদ্ৰোহৰ প্ৰস্তুতি চলায় আৰু চিঠি-পত্ৰ প্ৰেৰণ কৰি কন্দৰ্পেশ্বৰ সিংহক বিদ্ৰোহৰ নেতৃত্ব লোৱাৰ বাবে উচটনি দিয়ে। তেওঁৰ সহযোগী বাঙালী মুক্তিয়াৰ মধু মল্লিকৰ জৰিয়তে বিদ্ৰোহৰ প্ৰস্তুতি আগবঢ়াই নিলে। অসমৰ বহুতো ডা-ডাঙৰীয়াই তাত যোগ দিয়ে। ঘাই উদ্যোগ লয় পিয়লী বৰুৱাই।

উল্লেখ্য যে ভাৰতত বৃটিছ শাসনৰ অৱসান ঘটিল বুলি যি ভয়ানক উৰা-বাতৰিৰ সৃষ্টি হৈছিল, সি অসম প্ৰদেশৰ সৰ্বত্ৰ বিয়পি পৰে। অসম লাইট ইনফেণ্ট্ৰিৰ চিপাহীসকল উদ্বিগ্ন হৈ পৰিল। সাহাবাদত কোঁৱৰ সিঙে দানাপুৰৰ দেশী চিপাহীসকলৰ লগ লাগি ৪০০ বৃটিছ সৈন্যক নিধন কৰাৰ বাতৰি পোৱাৰ পিছত উজনি অসমত চিপাহীৰ মাজত বিদ্ৰোহৰ ভাব জাগৰিত হ'ল। এই সময়তে বিদ্ৰোহী লোকসকলে চিপাহীসকলক উত্তেজিত কৰাত লাগিল। কন্দৰ্পেশ্বৰ সিংহৰ নিৰ্দেশ লৈ নিৰ্মল হামৰি আৰু পিয়লী বৰুৱাই গোলাঘাটৰ চিপাহী ছাউনীত সোমাই চিপাহীবোৰক প্ৰলুব্ধ কৰিলে। চাৰিং ৰজাই বন্দুক-বাৰুদ আৰু ৰচদ দিলে চুবেদাৰ শেইখ ভিকান বৃটিছ চাহাবসকলক হত্যা কৰিবলৈ আৰু কন্দৰ্পেশ্বৰ সিংহক ৰাজপাটত বহাবৰ বাবে সন্মত হ'ল। শিবসাগৰ, ডিব্ৰুগড় আৰু ছইখোৱাৰ চিপাহী চৰ্দাৰসকলৰ লগতো তদ্ৰূপ বন্দোবস্ত হ'ল। ফাৰ্ষ্ট আসাম লাইট ইনফেণ্ট্ৰিৰ জামাদাৰ নূৰ মহম্মদ ডিব্ৰুগড়ৰ পৰা যোৰহাটলৈ আহি চাৰিং ৰাজক দেখা কৰিলে আৰু তেওঁ চিপাহীবোৰক কিমান বেতন দিব, তাৰ বুজ ল'লে। ৰুস্তম সিং জামাদাৰ আৰু দুজন চিপাহী যোৰহাটলৈ গৈ চাৰিং ৰজাক লগ ধৰিলে আৰু পিয়লী বৰুৱাৰ লগত হোৱা বন্দবস্তীৰ কথা জনালে।

চিপাহীৰ চুবেদাৰ-চৰ্দাৰৰ পৰা সঁহাৰি পোৱাৰ পিছত বিদ্ৰোহ কাৰ্যকৰী কৰাৰ বাবে চাৰিং ৰজা আৰু বিদ্ৰোহী কৰ্মীৰ মাজত যোৰহাটত সঘনাই আলোচনা অনুষ্ঠিত হ'ল।

অসামৰিক মুছলমানসকলৰ হাতত আগ্নেয় অস্ত্র (বন্দুক-বাৰুদ) থকাৰ কথা জানি তেওঁলোকৰ সমৰ্থন লাভ কৰাৰ বাবে যৎপৰোনাস্তি চেষ্টা চলালে। পিয়লী বৰুৱা, মধু মল্লিক, হেনচৌ বৰুৱা আৰু কমলা চাৰিঙীয়া বৰা প্ৰত্যেকেই সক্রিয় ভূমিকা লৈ বিদ্রোহৰ অগনি জ্বলোৱাৰ বাবে সাজু হ'ল। মুছলমানসকলৰ ভিতৰত বাহাদুৰ গাঁওবুঢ়া আৰু ফৰমুদ আলি চাৰিং ৰজাৰ হকে সমৰ্থক গোটাবলৈ দেহে-কেহে লাগিল। চাৰিং ৰজা কন্দৰ্পেশ্বৰ সিংহৰ তথা বিদ্রোহৰ জয় কামনা কৰি চাৰিং ৰজাৰ পৰা ধন-বিত লৈ দেৰগাঁও মন্দিৰত পূজা কৰা হ'ল। সত্ৰত ঘিউৰ চাকি জ্বলাবলৈ আৰু আন আন মন্দিৰত পূজা পাতিবলৈ চাৰিং ৰজাৰ পৰা ধন-বিত লোৱা হ'ল। বিদ্রোহী কৰ্মীসকলে আশা পোষণ কৰিলে যে পূজাৰ সময়ত (অক্টোবৰত) মণিৰাম দেৱান অস্ত্র-শস্ত্র লৈ অসম পাবহি।

আগষ্টৰ মাজভাগত অসম প্ৰশাননে বিদ্রোহৰ প্ৰস্তুতিৰ বা-বাতৰি পালে। শিৱসাগৰৰ প্ৰিন্সিপাল এছিষ্টেণ্টে অসমৰ কমিছনাৰক জনালে যে অসম লাইট ইনফেণ্ট্ৰিৰ দুটা ৰেজিমেণ্টে কন্দৰ্পেশ্বৰ সিংহৰ সপক্ষে বিদ্রোহত নামিব। মটকসকলেও বিদ্রোহ কৰাৰ বাবে সাজু হৈছে। ষড়যন্ত্ৰকাৰীসকলে তেওঁলোকৰ সমৰ্থন পাব বুলিও খবৰ আহিল। অসমৰ সৰ্বত্ৰ বিদ্রোহৰ বা-বতাহ বিয়পি পৰিল। চাহ বাগিচাৰ মালিক আৰু খৃষ্টিয়ান পাদুৰীসকল ভয়ত স্পিপুৱা লাগিল। তেওঁলোকৰ বহুতে কৰ্মস্থান এৰি গুৱাহাটীত থিতাপি ল'লেহি। ব্যৱসায়ী আৰু ঋণ সৰবৰাহকাৰী সুদখোৰ মাৰোৱাৰী মহাজনসকলে ভয়তে অস্থাবৰ সা-সম্পত্তি লুকুৱালে।

সেই সময়ত অসমত থকা ইউৰোপিয়ান জীৱন আৰু সম্পত্তি ৰক্ষাৰ বাবে অসমত কোনো ইউৰোপিয়ান পল্টন নাছিল। অসমৰ কমিছনাৰ জেনকিন্সে বিদ্রোহৰ ভয়াবহ আগজাননীৰ বিষয়ে ভাৰত চৰকাৰক অৱগত কৰিলে (২৯ আগষ্ট, ১৮৫৭ চন)। ৰাজ্যখনক বিপ্লৱৰ গৰাহৰ পৰা ৰক্ষা কৰাৰ কাৰণে তৎমূহূৰ্ততে ইউৰোপিয়ান পল্টন পঠাবলৈ বাৰ্তা পঠালে। ভাৰতৰ বিভিন্ন অঞ্চলত মূৰ দাঙি উঠা বিদ্রোহ দমনৰ বাবে অ'লৈ-ত'লৈ কোম্পানিৰ পল্টন পঠাবলগীয়া হোৱাত পল্টনৰ অভাৱ হৈছিল। অসমতো বিদ্রোহৰ আগজাননীৰ খবৰ পাই গৱৰ্ণৰ জেনেৰেল অতিশয় সংকিত হ'ল আৰু বিদ্রোহ দমন কৰাৰ বাবে অ'পেণত কিছুমানকে ধৰি ১০৪ জন নৌসেনাকে অসমলৈ প্ৰেৰণ কৰিলে। ইতিমধ্যে কমিছনাৰ জেনকিন্সে সতৰ্কমূলক ব্যৱস্থা হিচাপে বহিৰ্ভাগৰ পৰা অসম লাইট ইনফেণ্ট্ৰিৰ বৃটিছ অনুগত আৰু আৰু স্থানীয় জনজাতীয় চিপাহীবোৰক আনি ৰাজধানীত থুপালেহি। আনহাতে প্ৰতিশ্ৰুতি অনুসৰি বিদ্রোহী চিপাহীসকলে বৃটিছৰ বিৰুদ্ধে একত্ৰিতভাৱে আঘাত হনাৰ কাৰ্যকৰী ব্যৱস্থা লোৱাত ব্যৰ্থ হ'ল। বিদ্রোহৰ উষ্ণ বায়ু নিৰ্বাপিত হ'ল। হৰনাথ দাৰোগাৰ সাহায্যত কন্দৰ্পেশ্বৰ সিংহলৈ পঠোৱা মণিৰাম দেৱানৰ চিঠিৰ টোপোলা শিৱসাগৰৰ প্ৰিন্সিপাল এছিষ্টেণ্ট চাৰ্লছ হলৰইডৰ হস্তগত হ'ল আৰু বৃটিছবিৰোধী ষড়যন্ত্ৰ ধৰা পৰিল। (চেপ্তেম্বৰ, ১৮৫৭ চন) আৰু বিদ্রোহীসকলক ধৰি পেলালে। কন্দৰ্পেশ্বৰ সিংহক অসমত নাৰাখি কলিকতালৈ নিয়া হ'ল। কলিকতাতে মণিৰাম দেৱানকো বন্দী কৰা হ'ল। বিদ্রোহী চিপাহীসকলক সামৰিক আদালতত শাস্তি বিহিলে।

শিৱসাগৰৰ প্ৰিন্সিপাল এছিষ্টেণ্টে বিদ্রোহীসকলৰ বিচাৰ কৰিলে। দেশদ্ৰোহিতাৰ অপৰাধত মণিৰাম দেৱান আৰু তেওঁৰ সহযোগী পিয়লী বৰুৱাক ফাঁচী দিয়া হ'ল (ফেব্ৰুৱাৰী, ১৮৫৮ খ্ৰীঃ)। নাবালক বিবেচনা কৰি কন্দৰ্পেশ্বৰ সিংহক বিচাৰৰ পৰা ৰেহাই দিলে। মণিৰাম দেৱানৰ ষড়যন্ত্ৰত পৰিহে বিদ্রোহীৰ লগত লগ লাগিছিল বুলি তেওঁক দোষী সাব্যস্ত নকৰিলে। (১৮৬০ চনলৈ তেওঁক বংগৰ বৰ্দ্ধমানত নজৰবন্দী কৰি ৰাখিলে। পিছলৈ মাহিলি ৫০০ টকীয়া পেন্সন এটা দি কন্দৰ্পেশ্বৰক গুৱাহাটীত থাকিবলৈ দিয়া হ'ল। ৰাজনৈতিক সতৰ্কতামূলক ব্যৱস্থা হিচাপে তেওঁক যোৰহাট বা শিৱসাগৰত নাৰাখিলে। ১৮৮২ চনত তেওঁৰ মৃত্যু হয়)। দেশদ্ৰোহিতাত সহযোগ কৰাৰ অপৰাধত মধু মল্লিক, কমলা বৰুৱা, দুটিৰাম বৰুৱা, মৰংগিখোৱা গোহাঁই ত্ৰিনয়ন আৰু মায়াৰাম নাজিৰক যাৱজ্জীৱন স্থানান্তৰ কৰিলে। মুছলমানসকলক প্ৰলোভিত কৰাৰ অপৰাধত বাহাদুৰ গাঁওবুঢ়া আৰু ফৰমুদ আলীক যাৱজ্জীৱন কাৰাদণ্ড বিহি আন্দামানলৈ পঠালে। তেওঁলোকৰ সা-সম্পত্তি বাজেয়াপ্ত কৰা হ'ল।

চিপাহী উত্থানৰ সুযোগ লৈ বৃটিছক ক্ষমতাচ্যুত কৰি দ্বিতীয়বাৰৰ বাবে অসমত আহোম ৰাজতন্ত্ৰ পুনৰ স্থাপন কৰাৰ বিদ্ৰোহী চেষ্টা বিফল হ'ল। এই বিদ্ৰোহ মূলতঃ সামন্তবাদী বিদ্ৰোহ আছিল। আহোম ৰাজতন্ত্ৰ পুনৰ প্ৰতিষ্ঠিত হ'লে অভিজাতসকলে সামন্তীয় সা-সুবিধা ঘূৰাই পাব বুলি আশা কৰিছিল। প্ৰতিপ্ৰত্তি হেৰোৱা মধ্যবিত্তৰ সমৰ্থনো তদ্ৰূপ আছিল। সৰ্বভাৰতীয় বিদ্ৰোহৰ আৱৰ্তত মণিৰাম দেৱান আৰু তেওঁৰ সহযোগীসকলৰ ব্যক্তিগত আকাংক্ষা মূৰ্ত হৈ উঠিছিল। তাত জনসাধাৰণৰ সমৰ্থন নাছিল বুলিলেই হয়। আনকি অভিজাতসকলেও একত্ৰে বৃটিছৰ বিৰুদ্ধাচাৰণ কৰা নাছিল। অকৰ্মণ্য, স্বেচ্ছাচাৰী ৰাজতন্ত্ৰ আৰু ক্ষমতালিপ্সু অভিজাতসকলৰ ওপৰত জনসাধাৰণৰ ভাৰসা নাছিল। নিঃসন্দেহে চৰম দুৰ্দশাগ্ৰস্ত জনগণে শান্তি আৰু নিৰাপত্তা বিচাৰিছিল। বৃটিছ সাম্ৰাজ্যবাদী শাসন-শোষণৰ স্বাদ নোপোৱালৈকে বৃটিছ শাসনৰ ওপৰত জনগণৰ আস্থা অটুট আছিল। স্মৰ্তব্য যে পাইক প্ৰথা আৰু দাসত্বৰ বিলোপ সাধন কৰি বৃটিছসকলে যি সংস্কাৰৰ পাতনি মেলিছিল সি এক সামাজিক বিপ্লৱেই আছিল, যাৰফলত সামাজিক দৃষ্টিভংগী সলনি হৈছিল। এতেকে জনসাধাৰণে পুৰণি শাসন নিবিচৰাৰে কথা। মণিৰাম দেৱান আৰু পিয়লি বৰুৱাৰ নেতৃত্বৰ সীমাবদ্ধতা আছিল যদিও বৃটিছ শাসনৰ ওপৰত মণিৰামৰ মন্তব্য নিৰ্ভেজাল আছিল আৰু ই ভৱিষ্যতৰ এক অৰ্থবহ ইংগিত বহন কৰিছিল। ই আছিল ভাৰতৰ জাতীয় সংগ্ৰামৰ ইংগিত। ১৮৫৭ চনৰ উত্থানক স্বাধীনতাৰ তৃতীয় পৰ্ব সংগ্ৰাম হিচাপে গণ্য হিচাপে গণ্য কৰিলে, মণিৰাম দেৱান-পিয়লি বৰুৱা ছহিদ হ'ল।

**কৃষক বিদ্ৰোহ— ৰাইজমেল**

অসম বৃটিছ সাম্ৰাজ্যৰ অধীন হোৱাৰ পাছতে বৃটিছৰ ঔপনিবেশিক স্বাৰ্থ ওলাই পৰিল। কোম্পানি শাসন ৰাজহ আদায়ৰ তাগিদাত ব্যস্ত হ'ল। অসমত বজাৰ অৰ্থনীতি চলিল। ফলত স্বনিৰ্ভৰশীল গ্ৰাম্য অৰ্থনীতি ক্ৰমে বিপদগ্ৰস্ত হ'বলৈ ধৰিলে। ১৮৩৩ খ্ৰীষ্টাব্দত পাইক প্ৰথা, অৰ্থাৎ গা খাটনিৰে ৰাজহ পৰিশোধ কৰা ব্যৱহাৰ বিলোপ সাধন হ'ল আৰু নগদ ধনেৰে ৰাজহ আদায় কৰাৰ বাবে ৰায়তাৰি ব্যৱস্থা প্ৰচলন কৰিলে। ইয়াৰ ফলত কৃষকসকল সমস্যাৰ সন্মুখীন হ'ল; কাৰণ সেইসময়ত কৃষকৰ বাবে নগদ ধন দুষ্প্ৰাপ্য আছিল। ৰাজহ আদায়ৰ বাবে মৌজাদাৰী প্ৰথা প্ৰৱৰ্তন কৰা হয় যদিও ই কৃষকৰ বাবে সুবিধাজনক নহ'ল। ১৮৫৩ চনৰ মোফাট মিলছৰ প্ৰতিবেদনত ওলাই পৰিল যে অতিলোভী মৌজাদাৰৰ বাবে দেশখন উচ্ছন্ন হ'ল। মুঠতে, বৃটিছৰ ৰাজহ নীতিয়ে কৃষকৰ ওপৰত মাধমাৰ শোধালে। যাৰ ফলত কামৰূপ, দৰং আৰু নগাঁও জিলাৰ কৃষকসকল ক্ষোভিত হ'ল। বৃটিছৰ বিৰুদ্ধে আৰম্ভ হ'ল এলানি কৃষক বিদ্ৰোহ। ৰাইজমেল পাতি কৃষক বিদ্ৰোহ আচৰিলে।

**১. ফুলগুৰিৰ ৰাইজমেল ঃ** ১৮৫৭ খ্ৰীঃৰ উত্থানকে ধৰি বিভিন্ন কাৰণত বৃটিছ ভাৰত চৰকাৰ আৰ্থিক ঘাটিৰ সন্মুখীন হয়। আৰ্থিক ঘাটি পূৰণৰ বাবে চৰকাৰে বিভিন্ন উপায় অৱলম্বন কৰে। ১৮৬০ চনত প্ৰজাৰ ওপৰত আয়কৰ লগায়। পিছৰ বছৰতে অসম এই বিধিৰ অন্তৰ্ভুক্ত হয়। ইতিমধ্যে ইয়াৰ আগতে (১৮৫৮ খ্ৰীঃ) অসম প্ৰশাসনে প্ৰজাৰ ওপৰত ষ্টাম্প কৰ লগায়। কামৰূপ, দৰং আৰু নগাঁও জিলা সদৰত আবকাৰী শুল্ক ধাৰ্য কৰা হৈছিলেই। তদুপৰি নৈ আৰু বিলত মাছমৰীয়াৰ ওপৰত জলকৰ, জংঘলত গছ-বন কাটিলে আৰু ৰিজাৰ্ভত গৰু চৰালে কৰ ভৰিব লগা হয়।

আফিং সেৱন স্বাস্থ্যৰ বাবে বৰ ক্ষতিকাৰক। তৎসত্ত্বেও ১৮৫২ চনত আবকাৰী আফিং প্ৰচলন কৰে। বুজিবলৈ সৰহপৰ নালাগে যে ভাৰতৰ বৃটিছ চৰকাৰে একমাত্ৰ মুনাফাৰ বাবে আবকাৰী আফিঙৰ ব্যৱসায় খোলে। অথচ, ১৮৬০ চনৰ মে' মাহত অসমৰ আফু খেতিৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰে। নিঃসন্দেহে অসমত আফিঙৰ বজাৰে গা কৰি উঠিছিল। এনে স্থলত আফু খেতি বন্ধ কৰাত কৃষি অৰ্থনীতিৰ ওপৰত মাধমাৰ পৰিল। বিশেষকৈ নগাঁও জিলাৰ ফুলগুৰি অঞ্চলত খেতিয়কসকল ক্ষতিগ্ৰস্ত হ'ল। অঞ্চলটোত কছাৰী আৰু লালুং জনজাতীয় লোকৰ বসতি আছিল। তেওঁলোকে বিক্ৰীৰ বাবে আফু খেতি কৰে আৰু আফিং সেৱনো কৰে। ই আহোমৰ দিনৰে পৰা পোৱা জন্মগত অধিকাৰ। তেওঁলোকৰ ধাৰণা হ'ল, দেশত আফিঙৰ ৰমৰমীয়া বজাৰ চলি থাকোতে আফু খেতি বন্ধ কৰি চৰকাৰে তেওঁলোকক প্ৰাপ্য অধিকাৰৰ পৰা বঞ্চিত কৰিছে। আচলতে আফু খেতি

বন্ধ কৰি আবকাৰী আফিঙৰ গ্ৰাহক বৃদ্ধি কৰা আৰু অধিক মুনাফা লাভ কৰাটোৱে আছিল চৰকাৰী লক্ষ্য। উল্লেখ্য যে চৰকাৰে বিভিন্ন প্ৰকাৰে কৰ বৃদ্ধিৰ যি প্ৰয়াস ল'লে, সি কৃষকসকলৰ বাবে উদ্বেগৰ বিষয় হৈ পৰিছিল। তাতে আকৌ খবৰ আহিল যে তেওঁলোকৰ ঘৰ-বাৰী বস্তি আৰু পাণৰ খেতিৰ ওপৰত কৰ নিৰ্দ্ধাৰণ কৰিবলৈ লৈছে। লাইচেঞ্চ কৰৰ প্ৰস্তুতি লোৱা হৈছিলেই। অৱশ্যে পাণ-তামোলৰ খেতিৰ ওপৰত কৰ লগাব পাৰি নেকি তাৰ সম্ভাৱনীয়তাৰ ওপৰত বংগ চৰকাৰে অসমৰ পৰা প্ৰতিবেদন বিচাৰিছিল। কৃষকসকলৰ আশংকা ঘনীভূত হ'ল যে চৰকাৰে পাণ-তামোলৰ ওপৰত কৰ লগাবই। আচলতে ১৮৬১ চনত সংশোধিত আয়কৰ অধিনিয়মে অসমৰ কোনো কৃষকৰ স্পৰ্শ কৰা নাছিল। তৎসত্ত্বেও ই ফুলগুৰি অঞ্চলৰ কৃষকৰ ওপৰত বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। কৃষকসকলে এই কথা জানিছিল যে পাৰ্শ্ববৰ্তী জয়ন্তীয়া কৃষকসকলে তেওঁলোকৰ ওপৰত লগোৱা অবাঞ্ছিত কৰৰ বিৰুদ্ধে সশস্ত্ৰ সংগ্ৰাম আৰম্ভ কৰিছে। ফুলগুৰি অঞ্চলৰ কৃষকসকলো জাগুৰ খাই উঠিল।

কৃষকসকলৰ প্ৰতিক্ৰিয়া প্ৰকাশৰ বাবে ফুলগুৰি অঞ্চলৰ বিভিন্ন ঠাইত মেল বহিল। মেলৰ সিদ্ধান্ত মৰ্মে এই বিষয়ে কাৰ্যকৰী ব্যৱস্থা লোৱাৰ বাবে ৰাইজমেল আহ্বান কৰা হ'ল। ৰহা বৰপুজিয়া, চাপৰি, কামপুৰ আৰু যমুনামুখ অঞ্চলৰ কৃষক ৰাইজ ফুলগুৰিত উপস্থিত হ'ল। ৰাইজে আয়কৰ লগোৱাৰ বিৰুদ্ধে মাত মাতিলে আৰু তাৰ ছয়-নিশ্চয় কৰাৰ বাবে চৰকাৰৰ ওচৰত আবেদন কৰাৰ প্ৰস্তাৱ ল'লে।

ৰাইজ মেলৰ সিদ্ধান্তমৰ্মে ১৮৬১ খ্ৰীষ্টাব্দৰ ১৭ চেপ্তেম্বৰত প্ৰায় এক হাজাৰ কৃষক সমবেত হ'ল আৰু নগাঁও জিলাৰ আয়ুক্তৰ ওচৰত ওজৰ আপত্তি দৰ্শাবলৈ তেওঁলোক নগাঁও জিলা সদৰ কাছাৰীলৈ আহিল। প্ৰচলিত নিয়ম বা আন কিবা কাৰণবশতঃ ৰায়তসকলক জিলা আয়ুক্তৰ কক্ষত সোমোৱাৰ বাবে বাট এৰি দিয়া নহ'ল। সচৰাচৰ ঘটাৰ দৰে ৰায়তসকলৰ কিছুমানে জোৰ কৰি আয়ুক্তৰ কক্ষত সোমাল। আচলতে তেওঁলোক কিছু পৰিমাণে উত্তেজিত হৈছিল। দুৰ্ভাগ্য বশতঃ জিলা আয়ুক্ত হাৰ্বাট কন্সে ৰায়তসকলৰ ওজৰ-আপত্তি কি নুশুনিলে। ওজৰ-আপত্তি সন্দৰ্ভত চৰকাৰৰ স্থিতি কি তাকো কোৱাৰ প্ৰয়োজন বোধ নকৰিলে। ৰায়তসকলৰ সংশয় দূৰ কৰাৰ কাৰণে অকণো সহানুভূতিশীল নহ'ল; বৰঞ্চ আইন-শৃংখলা ভংগ কৰি উচ্ছৃংখলা সৃষ্টি কৰা বুলি বিষয়টো আইন-শৃংখলা জড়িত কৰিলে আৰু তেওঁলোকক ফাটেকত ৰাখিবলৈ হুকুম দিলে। ৰায়তসকলক আটক কৰি থানাত ভৰাই থোৱা হ'ল। এক তথ্য সূত্ৰ মতে ধনসিং নামৰ এজন অৱস্থাসম্পন্ন লোকৰ মধ্যস্থতাত গধূলি ৰায়তসকলক পুলিচ হাজোতৰ পৰা এৰি দিয়ে।

৯ অক্টোবৰত উল্লিখিত গাঁও অঞ্চলৰ গাঁওবুঢ়া আৰু মুখীয়াল লোকসকলে জিলা আয়ুক্তজনৰ ওচৰত আফু খেতি বন্ধ কৰা আৰু ঘৰ-বস্তি, গছ-বন আৰু পাণ খেতিৰ ওপৰত কৰ লগোৱাৰ বিৰুদ্ধেৰ আপত্তি তুলি এখন স্মাৰকপত্ৰ দাখিল কৰিলে। কিন্তু উপায়ুক্তজনে নিজৰ স্থিতিৰ পৰা অকণো লৰচৰ নকৰিলে। ৰাইজৰ প্ৰতিনিধিসকলৰ বুজিবলৈ বাকী নাথাকিল যে উপায়ুক্তৰ পৰা তেওঁলোকে কোনো সমিধান নাপায়, আপত্তি দৰ্শাবলৈ কাছাৰীলৈ যোৱাৰ কোনো সকাম নাই। ৰাইজমেলতেই তাৰ কিবা এটা হেস্ত-নেস্ত কৰিব লাগিব। এতেকে চৰকাৰে প্ৰযোজ্য কৰিব খোজা শুল্কৰ বিৰুদ্ধে পুনৰ আলোচনা কৰিবলৈ ফুলগুৰিত ১৫ অক্টোবৰত এখন ৰাইজমেল আহ্বান কৰা হ'ল। ফুলগুৰিৰ নেতৃস্থানীয় লোক তথা মেলকিসকলৰ উপৰিও অঞ্চলটোৰ বিভিন্ন গাঁৱৰ প্ৰতিনিধি তথা মেলকিসকল ফুলগুৰিৰ ৰাইজমেললৈ আহিল। কলং নৈৰ পাৰস্থ বজাৰস্থলীতে ৰাইজমেল বহিল। কিন্তু বিষয়টো অতি গুৰুত্বপূৰ্ণ হোৱাত একেদিনাই একো সিদ্ধান্ত ল'ব নোৱাৰিলে। চৰকাৰবিৰোধী কাৰ্যপন্থা গ্ৰহণ কৰাটো গুৰুত্বপূৰ্ণ কথাই। পাঁচদিন ধৰি ৰাইজমেল বহি উল্লিখিত কৰ নিদিয়াৰ সিদ্ধান্ত ল'লে।

জিলা উপায়ুক্তই ৰাইজমেল ভংগ কৰিবলৈ চেষ্টা কৰিছিল। গুপ্তচৰে ৰাইজমেল বহিব বুলি দিয়া প্ৰতিবেদন মৰ্মে জিলা উপায়ুক্তই মেল ভংগ কৰি দিয়াৰ বাবে আগদিনাই পুলিচক নিৰ্দেশ দিয়ে। ১৫ অক্টোবৰত এজন দাৰোগাসহ এটি পুলিচৰ দল তাত উপস্থিত হ'লহি। কিন্তু ৰাইজমেলৰ গহ-গতি দেখি স্তব্ধ হ'ল। দাৰোগাই ৰাইজমেল বহাত বাধা আৰোপ কৰিব নোৱাৰিলে নতুবা ভংগ কৰিবলৈ সাহস নকৰিলে। তৃতীয় দিনা অন্য এটি পুলিচৰ দল ফুলগুৰিলৈ

আহিল। কিন্তু কামত নাহিল ৰাইজমেল ভংগ কৰিবলৈ ব্যৰ্থ হ'ল।

দেখা যায় যে, কাৰ্যতঃ চৰকাৰী কৰ্তৃপক্ষই পুলিচ লগাই ৰাইজমেল ভংগ কৰি দিব খোজাত পৰিস্থিতি উত্তপ্ত হয়। তাৰ সম্ভেদ পাই দূৰ-দূৰণিৰ পৰা তালৈ মেলকিৰ সোঁত বলিল। ফলত ৰাইজমেল গম্‌গমীয়া হ'ল। স্মৰ্তব্য যে ৰাইজমেল সদাসৰ্বদা ৰাইজৰ অনুমোদন সাপেক্ষ আৰু ৰাইজৰ কৰ্তৃত্বশীল সদন তথা গণ আদালত। তাত উত্থাপিত বিষয়ৰ এটা চূড়ান্ত সিদ্ধান্ত ল'বই লাগিব। গতিকে এটি সুস্থিৰ সিদ্ধান্ত লোৱাৰ বাবে কেইবাদিনো আলোচনা চলিল। কিন্তু পুলিচ কৰ্তৃপক্ষও মেল ভংগ কৰাৰ বাবে সষ্টম হ'ল। ১৭ অক্টোবৰত দাৰোগাজনে কিছুমান মেলকিক গ্ৰেপ্তাৰ কৰিবলৈ সক্ষম হ'ল। কিন্তু কৃষক ৰাইজৰ প্ৰচণ্ড বাধাৰ সন্মুখীন হৈ দাৰোগাজনে মেলকিসকলক এৰি দিবলৈ বাধ্য হ'ল নতুবা কৃষক ৰাইজে জোৰ কৰি মেলকিসকলক পুলিচৰ হাতৰপৰা মোলোকাই আনিলে।

এনে পৰিস্থিতিৰ উদ্ভৱ হোৱাত উপায়ুক্তই এছিষ্টেণ্ট কমিছনাৰ লেফটেনেণ্ট সিংগাৰক পৰিস্থিতি নিয়ন্ত্ৰণ কৰিবলৈ পঠালে। ১৮ অক্টোবৰত লেফটেনেণ্ট সিংগাৰ পুলিচ লৈ ফুলগুৰিত উপস্থিত হ'ল। তেওঁ প্ৰত্যক্ষ কৰিলে যে তাত তিনি হাজাৰৰো অধিক জনসমাবেশ ঘটিছে। বহুতৰ মূৰত পাগুৰি আৰু হাতত লাঠি। সেই সময়ত মূৰত পাগুৰি মৰা আৰু হাতত লাঠি লোৱাটো এটা উচ্চস্তৰীয় দস্তুৰ আছিল। ই আছিল অসমীয়াৰ ভদ্ৰলোকী আচৰণ। মেলকিসকলৰ সমাজৰ গণ্য-মান্য মুখ্য লোক আছিল। অসমৰ বৃটিছ শাসনে এই কথাৰ সম্ভেদ নোপোৱাৰ কথা নাই। দুৰ্ভাগ্যবশতঃ লেফটেনেণ্ট সিংগাৰে মেলকিসকলৰ লাঠিক অস্ত্ৰ জ্ঞান কৰে আৰু লাঠিবোৰ জব্দ কৰাৰ বাবে পুলিচক নিৰ্দেশ দিয়ে। আনকি তেওঁ নিজেও লাঠি কাঢ়ি আনিবলৈ ধৰিলে। এনেস্পৰ্শত মেলকিসকল ক্ষুন্ন হ'ল। কৃষক ৰাইজ উত্তেজিত হৈ পৰিল। মেলকি আৰু পুলিচৰ মাজত টনা-আঁজোৰা লাগিল। ফলত ধৰ-ধৰ, মাৰ-মাৰ বুলি চিঞৰ-বাখৰ লাগিল। পুলিচ আৰু ৰাইজৰ মাজত হতা-হতি হ'ল। লাঠিৰ কোবত সিংগাৰৰ মৃত্যু ঘটিল। মৰাশটো কলং নৈত উটুৱাই দিলে।

কোচিংপুৰৰ পৰা অহা জনৈক বাহুৱে প্ৰথমতে সিংগাৰৰ মূৰত কোব মাৰিছিল। মূৰত কোব খাই লেফটেনেণ্ট সিংগাৰ ভূপতিত হ'ল। পুলিচে পলাই পত্ৰং দিলে। জনা যায় যে তেওঁৰ হত্যাত বাহু, কাতি লালুং, থোম্বা লালুং, জৰো লালুং, কাতিয়া লালুং, মহি কোচ, আৰু কলি ডেকা জড়িত আছিল। এই ঘটনাৰ সংবাদ পাই পিছদিনা উপায়ুক্তই এজন হাবিলদাৰ সহ আন এটা পুলিচৰ দল ঘটনাস্থলীলৈ পঠালে। ১৯ অক্টোবৰৰ ৰাতিপুৱাতে পুলিচ ফুলগুৰি পালেহি। তাৰ ৰায়তসকলে ধনু-কাঁড় লৈ পুলিচক আক্ৰমণ কৰিছিল যদিও পুলিচৰ আগ্নেয় অস্ত্ৰৰ আগত তেওঁলোক তিষ্ঠিব নোৱাৰিলে। পুলিচৰ গুলীত কেইবাজন কৃষকৰ মৃত্যু হ'ল; বহুত জখম হ'ল।

এই ঘটনাৰ প্ৰতিবাদত আকৌ ৰাইজৰ ৰোষত পৰিব বুলি জিলা উপায়ুক্তই সৈন্যৰ সাহায্য বিচাৰি দৰং জিলাৰ আয়ুক্তলৈ জৰুৰী বাৰ্তা পঠালে; কাৰণ তেওঁৰ হাতত অসম লাইট ইনফেণ্ট্ৰিৰ ২৫ জন চিপাহীহে আছিল। ১৯ অক্টোবৰৰ সন্ধিয়াই জলপথেৰে ডিব্ৰুগড়লৈ যোৱাৰ বাটত অসমৰ আয়ুক্ত হেনৰি হপকিন্‌সন তেজপুৰত উপস্থিত হ'ল। ঘটনাৰ খবৰ পাই তেওঁ ততালিকে তেজপুৰৰ পৰা সৈন্য পঠোৱাৰ ব্যৱস্থা ল'লে। অসম লাইট ইনফেণ্ট্ৰিৰ এদল চিপাহী লৈ তেওঁ নিজে নগাঁৱলৈ আহিল (২৩ অক্টোবৰত)।

জিলা উপায়ুক্তই আকৌ বিদ্ৰোহৰ উদ্‌গীৰণ হ'ব বুলি শংকাত ভুগিছিল। পুলিচ আৰু মিলিটাৰি আহি নাপালে আন আন ঠাইতো ৰায়তে বিদ্ৰোহ কৰিব বুলি অনুমান কৰিছিল। অতিৰিক্ত চিপাহীৰ দল আহি পোৱাত তেওঁ সাহস পালে। আকৌ যাতে ৰাইজমেল বহিব নোৱাৰে, তাৰ কাৰ্যকৰী ব্যৱস্থা ল'লে। এদল চিপাহী লৈ তেওঁ ফুলগুৰি, নেলি, কচুহাট, ৰহা আৰু আন আন কিছুমান ঠাই পৰিভ্ৰমণ কৰিলে। সতৰ্কমূলক ব্যৱস্থা হিচাপে বুঢ়া লালুং ৰজাৰ পুত্ৰ সন্তানকে ধৰি ৪১ জন লোকক গ্ৰেপ্তাৰ কৰা হ'ল। সিংগাৰৰ হত্যাৰ অপৰাধত জড়িত কৰি ৯ জনৰ ওপৰত শাস্তি বিহা হয়। তাৰ ভিতৰত ৬ জনক যাৱজ্জীৱন নিৰ্বাসন, ২ জনক ১৪ বছৰৰ বাবে নিৰ্বাসন আৰু ১ জনক সাত বছৰৰ কাৰাদণ্ড দিয়ে। কিছুমানক মৃত্যুদণ্ড দিয়া হয় বুলিও জনা যায়। লক্ষ্মণ সিং ডেকা, সম্বৰ লালুং আৰু বঁংবৰ ডেকা এওঁলোকৰ

ভিতৰৰ অন্যতম বুলি সম্প্ৰতি প্ৰকাশ পাইছে। ফুলগুৰিৰ জনজাতীয় ৰায়তে ধনু-কাঁড় লৈ বৃটিছ পুলিচ বাহিনীক আক্ৰমণ কৰা বাবে হয়তো লোক সমাজত এই ঘটনা ফুলগুৰিৰ ধোৱা, অৰ্থাৎ ৰণ বুলি খ্যাত হ'ব পাৰে। কিন্তু তাক ৰণ বুলি আখ্যা দিয়াটো চিন্তনীয় বিষয়। কাৰণ, পুৰণি ধৰণে যুঁজ দিয়া দিন বা কৌশল ইতিমধ্যে অন্তৰ্হিত হয়।

**(২) পথৰুঘাটত বৃটিছ অফিচাৰ ঘেৰাও ঃ** মাটিৰ খাজনা বৃদ্ধিৰ প্ৰতিবাদত অকল ফুলগুৰিৰ ৰায়তে যে ৰাইজমেল অনুষ্ঠিত কৰিছিল, এনে কথা নহয় বা ই ফুলগুৰিত ঘটা এটা বিক্ষিপ্ত ঘটনা মাত্ৰ নহয়। ইয়াৰ প্ৰতিক্ৰিয়া আছিল সুদূৰপ্ৰসাৰী। বিদেশী বৃটিছ চৰকাৰৰ বিত্তীয় নীতিয়ে অসমৰ মানুহক অসন্তুষ্ট কৰি তোলে। ইয়াৰ বহিৰ্প্ৰকাশ ঘটে ফুলগুৰিত। কিন্তু তাৰ প্ৰতি কৰ্ণপাত নকৰি বৃটিছ অসম প্ৰশাসনে অন্যান্য শুল্কৰ উপৰি মাটিৰ খাজনা বৃদ্ধি কৰাত মনোনিবেশ কৰে। অসমৰ কৃষিখণ্ডৰ প্ৰতি আওকণীয়া মনোভাব লৈ ১৮৬৮ চনত মাটিৰ খাজনা পুনৰায় দুগুণলৈ বৃদ্ধি কৰে। এইবাৰ প্ৰথমতে পথৰুঘাটৰ কৃষক ৰাইজে তাৰ বিৰুদ্ধাচাৰণ কৰিবলৈ লয়। সম্ভৱতঃ বৰ্দ্ধিত খাজনাৰ প্ৰতিবাদ কৰিবলৈ বিভিন্ন গাঁৱত ৰাইজমেলত অনুষ্ঠিত কৰা হয়। অসম ভেলী জিলাসমূহৰ আয়ুক্তৰ সংশ্লিষ্ট প্ৰতিবেদনত তাৰ উল্লেখ নাই, যদিও দৰং জিলা প্ৰশাসনে ৰাইজমেল বহাৰ বিষয়ে অৱগত হয়; কাৰণ যথা সময়ত জিলা উপায়ুক্ত কৰ্নেল কম্বাৰ, মহকুমা বিষয়া মিঃ ড্ৰিবান আৰু জিলা পুলিচ অধীক্ষকে খৰখেদাকৈ পথৰুঘাটত উপস্থিত হয়। তেওঁলোক আহি পোৱাৰ নিশা তাত গোট খোৱা কৃষকৰ এটি বিশৃংখল দলে তেওঁলোকক ঘেৰি ধৰে। কিন্তু কোনো পক্ষই চূড়ান্ত উগ্ৰপন্থা লোৱা নাছিল। গুৰুতৰ অপ্ৰীতিকৰ ঘটনাৰ উদ্ভৱ হোৱা নাছিল। অফিচাৰকেইজনক পৰিদৰ্শক বাংলাৰ এটি কোঠাত দুৱাৰ বন্ধ কৰি ৰখা হয়। সন্দেহ নাই যে মাটিৰ খাজনা বৃদ্ধিৰ বিৰুদ্ধে আহূত ৰাইমেলৰ সিদ্ধান্তমৰ্মে উত্তেজিত কৃষকৰ দলে বৃটিছ অফিচাৰসকলক ঘেৰাও কৰিছিল।

**গোবিন্দপুৰ, বজালী আৰু হাদিৰাৰ ৰাইজমেল**

মাটিৰ খাজনা বৃদ্ধিত বৃটিছশাসিত কামৰূপৰ বিভিন্ন অংশৰ কৃষক ৰাইজ ক্ষোভিত হৈছিল। খাজনা বৃদ্ধিৰ ফলত উদ্ভৱ হোৱা সমস্যাৰ বিচাৰ কৰাৰ বাবে বিভিন্ন ঠাইত ৰাইজমেল অনুষ্ঠিত হয়।১৮৬৯ চনৰ আগভাগত গোবিন্দপুৰ, হাদিৰা আৰু বজালীত সঘনাই ৰাইজমেল বহে। বোধ হয়, ৰাইজমেলত বৰ্দ্ধিত খাজনা নিদিয়াৰ বাবে নতুবা তাক কৰ্তন কৰাৰ বাবে কৰ্তৃপক্ষৰ ওচৰত অনুৰোধ জনোৱাৰ সিদ্ধান্ত লোৱা হয়। আধাৰ সূত্ৰৰ অভাৱত অনুষ্ঠিত ৰাইজমেলৰ বিষয়ে সবিশেষ বৰ্ণনা দিব পৰা নাযায়। এই কথা জনা যায় যে জানুৱাৰীৰ শেষভাগত বৰপেটাৰ মহকুমাধিপতি মিঃ কেম্বেলে গোবিন্দপুৰত ৰাইজমেল বহাৰ বিষয়ে অৱগত হয়। মাটিৰ খাজনা বৃদ্ধিৰ বিৰুদ্ধে প্ৰতিবাদ কৰাৰ বাবে ৰাইজমেল বহিছিল, তাত সন্দেহৰ অৱকাশ নাই। কেম্বেলে এই ৰাইজমেলৰ সিদ্ধান্তৰ বিষয়ে তৎমুহূৰ্তে এই অনুসন্ধান কৰিবলৈ আৰু মেলকিৰ নাম সংগ্ৰহ কৰিবলৈ বৰপেটাৰ পুলিচ ইন্সপেক্টৰক নিৰ্দেশ দিয়ে। এই নিৰ্দেশ মেলকিসকলক গ্ৰেপ্তাৰ কৰাৰ নিৰ্দেশেই আছিল বুলি ক'ব পাৰি। পুলিচ ইন্সপেক্টৰ ততালিকে মেল অনুষ্ঠিত ঠাইত উপস্থিত হ'ল। কিন্তু তেওঁ পুলিচৰ মাত্ৰ কেইজনমানৰ হাততহে বন্দুক থকাত মেলকিসকলক গ্ৰেপ্তাৰ কৰাৰ সাহস নকৰিলে। ৰাতিৰ অন্ধকাৰৰ সুযোগ লৈ পুলিচৰ দল তাৰ পৰা গুচি আহে বুলি জনা যায়। কিজানি মেলৰ ৰেহ-ৰূপ চোৱাৰ বাবে পুলিচে অসামৰিক পোছাকত আছিল নাইবা দূৰৈৰ পৰা মেল নিৰীক্ষণ কৰিছিল। সি যিকি নহওক, ৰাইজমেল সম্পৰ্কে পুলিচ ইন্সপেক্টৰ জন উৰ্দ্ধতম কৰ্তৃপক্ষৰ ওচৰত প্ৰতিবেদন দাখিল কৰিব নোৱাৰিলে। কিন্তু কিবা প্ৰকাৰে তেওঁ মেলকিসকলৰ নাম সংগ্ৰহ কৰে। কাৰ্যবাহী জিলা আয়ুক্ত মেজৰ এগ্‌নিয়ে তাৰ বাবে ইন্সপেক্টৰজনক ভৰ্ৎসনা কৰে আৰু ৰাইজমেল বন্ধ কৰাৰ বাবে দমনমূলক ব্যৱস্থা লোৱাৰ বাবে নিৰ্দেশ দিয়ে।

এনে নিৰ্দেশৰ পৰা জনা যায় যে চৰকাৰে ৰাইজমেল সন্দৰ্ভত কঠোৰ মনোভাব লৈছিল। তাৰ ফলত এনে অবৰ্ণনীয় দমনমূলক ব্যৱস্থা লয় যে নিয়মিতভাৱে ৰাইজমেল অনুষ্ঠিত কৰিব নোৱাৰা হ'ল। সেয়ে হ'লেও ই কৃষকৰ ক্ষোভ নিৰ্বাচিত কৰিব পৰা নাছিল; ৰাইজমেলৰ স্বৰূপো বন্ধ হোৱা নাছিল। চৰকাৰী ৰোষৰ বলি নোহোৱাৰ বাবে ধৰ্মীয় সমাবেশৰ মাজেৰে কৃষকে ৰাইজমেলৰ পৰম্পৰা অব্যাহত ৰাখিছিল, ৰাইজমেল জীয়াই ৰাখিছিল।

**হাজোৰ ৰাইজমেল ঃ**

ৰাইজমেল পাতি কৃষকে মাটিৰ খাজনা বৃদ্ধিৰ বিৰুদ্ধে ক্ষোভ প্ৰকাশ কৰিছিল যদিও বিদেশী চৰকাৰ খাজনা বৃদ্ধিৰ নীতিত অচল আছিল আৰু তাক দৃঢ়তাৰে আগুৱাই নিছিল। খাজনা সংগ্ৰহৰ পৰিমাণ নিশ্চিত কৰাৰ বাবে ১৮৭০ খ্ৰীষ্টাব্দত সকলো ধৰণৰ মাটিৰ পিয়ল কৰি খাজনা লগাবলৈ সিদ্ধান্ত কৰে। ফলত কৃষকে গৰাবাদী আৰু উদ্বৃত্ত মাটিৰ খাজনা ভৰিব লগা হয়। এনে মাটি কৃষকে বিনা খাজনাই ভোগ-দখল কৰি আছিল। গতিকে চৰকাৰৰ খাজনা বৃদ্ধি প্ৰক্ৰিয়াৰ বিৰুদ্ধে কৃষকৰ ক্ৰোধ বাঢ়ি যায়। কিন্তু চৰকাৰী দমন-পীড়নত পীষ্ট কৃষক ৰাইজে কিছুদিনলৈ মাত মাতিব পৰা নাছিল। দুই দশকৰ পিছত বশীভূত কৃষকৰ কণ্ঠধ্বনি পুনৰ নিনাদিত হ'ল। ক্ষুব্ধ জনতাই পুনৰ ৰাইজমেলৰ আশ্ৰয় ল'লে। ১৮৯০ খ্ৰীষ্টাব্দৰ মে'ত কামৰূপ জিলাৰ অন্তৰ্গত হাজো অঞ্চলৰ বিভিন্ন তহচিলত ৰাইজমেল অনুষ্ঠিত হ'ল। আমাৰ হাতত ইয়াৰ তথ্য আছে। হৰকান্ত সদৰ আমিনৰ আত্মজীৱনীত ইয়াৰ উল্লেখ পোৱা যায়। ৰাইজমেলত মাটিৰ খাজনা বৃদ্ধিৰ প্ৰতিবাদ কল্পে খাজনা আদায় নিদিয়াৰ সিদ্ধান্ত লোৱা হয়। এনে অৱস্থাৰ পৰিপ্ৰেক্ষিতত কামৰূপ জিলাৰ কাৰ্যবাহী উপায়ুক্তই হাজো অঞ্চল পৰিভ্ৰমণ কৰিব লগাত পৰে (মে', ১৮৯০ খ্ৰীঃ)। তেওঁৰ মাটিৰ খাজনা আদায় দিয়াৰ বাবে কৃষকক বুজনি দিবলৈ এই ভ্ৰমণসূচী লয় বুলি ক'ব পাৰি। তেওঁ ভ্ৰমণকালত জিলা পুলিচ অধীক্ষকজনকো লগত নিয়া হয়। তাৰ পৰা সহজে অনুমান কৰিব পাৰি যে কৃষকৰ মাজত উত্তেজনাৰ সৃষ্টি হৈছিল। জনা যায় যে হাজো তহচিলৰ তহচিলদাৰ বাবু উদয় চন্দ্ৰ বৰুৱাই খাজনা বন্ধ কৰি ৰখা ৰায়তৰ নাম সন্নিৱিষ্ট কৰি এখন তালিকা প্ৰস্তুত কৰে আৰু খাজনা আদায় দিয়াৰ বাবে গাঁওবুঢ়াৰ জৰিয়তে জাননী জাৰি কৰে। মাটিৰ খাজনা (বৰ্দ্ধিত) আদায় কৰাৰ বাবে চেষ্টা-প্ৰচেষ্টা চলোৱাত কৃষকে তহচিলদাৰক ভাবুকি দিয়ে। কোৱা হয় যে কাৰ্যবাহী উপায়ুক্তই মধ্যস্থতা কৰিবলৈ লোৱাত অতিষ্ঠ হৈ ৰায়তে তেওঁক অপদস্থ কৰে। এই ঘটনাৰ ন্যায়িক তদন্ত কৰাৰ বাবে কামৰূপ জিলাৰ আয়ুক্তই কাৰ্যবাহী জজক লৈ ঘটনাস্থলীত উপস্থিত হয় (৭ মে')। তদন্তমৰ্মে ৰায়তৰ ওপৰত মোকৰ্দমা চলে (১২ জুন) আৰু দোষী সাব্যস্তসকলৰ ওপৰত ৬ মাহৰ কাৰাদণ্ড বিহা হয়।

(৩) ১৮৯২ খ্ৰীষ্টাব্দত অসমৰ মুখ্য আয়ুক্তই মাটিৰ খাজনাৰ নিৰিখ ৭০ শতাংশৰ পৰা ৮০ শতাংশলৈ বৃদ্ধি কৰে। কিছু কিছু ক্ষেত্ৰত খাজনা বৃদ্ধিৰ নিৰিখ এশ শতাংশলৈ বৃদ্ধি কৰে। কামৰূপৰ উপায়ুক্ত ম্যাককেবৰ মতে ২ টকা ৪ অনা (২ টকা ২৫ পইচা) খাজনা ভৰা ৰায়ত কৈ অতিৰিক্ত ৩.০০ টকা খাজনা দিবলৈ পৰোৱানা দিয়াত ই ৰায়তৰ ওপৰত গধুৰ আৰ্থিক বোজা জাপি দিয়াৰ কথা সূচায়। এনে কৰ বৃদ্ধিক প্ৰশাসনৰ এক অন্যায়মূলক কাৰ্য বুলি বিবেচনা কৰা হয়। গতিকে কৃষক ৰাইজে ৰাইজমেল পাতি তাৰ যুক্তিযুক্ততা বিচাৰ কৰি-বিহিত ব্যৱস্থা লোৱাৰ বাবে পদক্ষেপ লয়। পথৰুঘাট, পাতিদৰং, ৰঙিয়া, নলবাৰী, বৰমা, বজালী, লচিমা, উপৰ বৰভাগ আৰু সৰুক্ষেত্ৰী মৌজা আদিত ৰাইজমেল পাতি কৃষকে খাজনা বৃদ্ধিৰ বিৰুদ্ধে তীব্ৰতৰ আন্দোলন আৰম্ভ কৰে। বৃটিছ চৰকাৰৰ নথি-পত্ৰত (প্ৰতিবেদন) ৰঙিয়া, লচিমা আৰু পথৰুঘাট আন্দোলন (Ryot) শিৰোনামাত এই ৰাইজমেলৰ বিষয়ে উল্লেখ কৰা হয়।

**ৰঙিয়া ৰাইজমেল ঃ** ১৮৯৩ খ্ৰীষ্টাব্দৰ ২৪ ডিচেম্বৰত ৰঙিয়া সদৰৰ পাৰ্শ্ববৰ্তী বালাগাঁৱত এখন ৰাইজমেল বহে। এই ৰাইজমেলৰ কাৰ্যবিৱৰণি পোৱা নাযায় যদিও অনুমেয় যে বৰ্দ্ধিত খাজনাই কৃষকক কি দৰে জুৰুলা কৰিবলৈ লৈছে তাৰ পৰ্যালোচনা কৰি ৰাইজমেলত খাজনা বন্ধ কৰাৰ সিদ্ধান্ত লয়। চৰকাৰী প্ৰতিবেদনত উল্লেখ কৰা মতে কেয়াসকলৰ বাবে মাটিৰ খাজনা বৃদ্ধি হ'ব পাৰিছে বুলি অভিযোগ তুলি কৃষক ৰাইজে ৰঙিয়া বজাৰৰ জুপুৰি ঘৰবোৰ ধ্বংস কৰে আৰু ৩০ ডিচেম্বৰত তেওঁলোকৰ গোলা আক্ৰমণ কৰি লুট-পাত কৰিব বুলি ভাবুকি দিয়ে।

চৰকাৰী ভাষ্য মতে কৃষকে বজাৰ লুট-পাত কৰি খাজনা বন্ধ কৰা আন্দোলন আৰম্ভ কৰে। দেখা যায় যে বিদেশী চৰকাৰে ৰাইজমেলৰ ওপৰত অপযশ জাপি দিয়াৰ বাবে তাৰ লগত লুট-পাত কাৰ্য জড়িত কৰিছিল। জাতিৰ দুৰ্দিনৰ সময়ত গুৰুত্বপূৰ্ণ সিদ্ধান্ত লোৱা ৰাইজমেল কেতিয়াও এনে দুষ্কাৰ্যত লিপ্ত হ'ব নোৱাৰে। স্থানীয়ভাৱে অনুসন্ধান চলোৱাত এই ঘটনাৰ আঁতিগুৰি পোৱা গৈছে। আচলতে

ৰঙিয়াৰ তহচিলদাৰ ৰাধানাথ এজন উৎপীড়নকাৰী লোক আছিল। অতএৱ, ৰায়তসকল তেওঁৰ ওপৰত বিতৃষ্ণ হৈছিল। কৃষক ৰাইজ কলাজৰত ভুক্তভোগী আছিল। ৰঙিয়াৰ কৃষকৰ এক বৃহত্তৰ অংশই কিছুদিনৰ বাবে খেতি-বাতি কৰিব পৰা নাছিল। খেতিপথাৰ ছন পৰিছিল। ফলত, অঞ্চলটোৰ কৃষি অৰ্থনীতি বিপৰ্যস্ত হয়। বেছি ভাগেই মাৰোৱাৰী মহাজনৰ পৰা ঋণ ল'ব লগাত পৰে। ভূতৰ ওপৰত দানহ পৰাদি চৰকাৰে অৰ্থকৰী শস্যৰ ওপৰতো বজাৰ কৰ লগায়। শেহতীয়াকৈ মাটিৰ খাজনা বৃদ্ধি কৰাত যেনিবা কৃষকৰ সমস্যাৰ অন্ত নোহোৱা হ'ল। ক্ষুব্ধ জনতাই বজাৰৰ জুপুৰি ঘৰ-দুৱাৰ ধ্বংস কৰি বজাৰ বৰ্জন কৰে। দৰাচলতে বৰ্জন, অৰ্থাৎ সামাজিক বৰ্জন হ'ল ৰাইজমেলৰ কাৰ্যকৰী ন্যায়িক ব্যৱস্থা। অৰ্থকৰী শস্যৰ ওপৰত লগোৱা বজাৰ কৰ তথা সুখোৰ মাৰোৱাৰী মহাজনৰ বিৰুদ্ধে প্ৰতিবাদ সাব্যস্ত কৰাৰ বাবে বজাৰ বৰ্জন আছিল বালাগাঁৱৰ ৰাইজমেলৰ ৰায়।

বালাগাঁৱৰ ৰাইজমেলৰ সিদ্ধান্তৰ বিষয়ে জনাৰ পিছত কামৰূপৰ উপায়ুক্ত ম্যাককেৱে সহকাৰী পুলিচ অধীক্ষক মিঃ ৰেইল্লীক তাৰ তদন্ত কৰিবলৈ পঠায়। বোধ হয় কৃষকসকলে তাক গম পাইছিল। ৩০ ডিচেম্বৰত প্ৰায় ২৫০০/৩০০০ কৃষকে বিক্ষোভ প্ৰদৰ্শন কৰাৰ বাবে ৰঙিয়াত সমবেত হয়। চৰকাৰী প্ৰতিবেদনত উল্লেখ কৰা মতে বিক্ষোভকাৰীসকলে থানা, ডাকঘৰ, তহচিল, কাছাৰী আৰু তহচিলদাৰৰ বাসগৃহ ধ্বংস কৰাৰ বাবে ওৰেৰাতি ভাবুকি প্ৰদান কৰে। বোধহয়, পুলিচৰ হস্তক্ষেপৰ বাবে তেনে অৱস্থাৰ সৃষ্টি হৈছিল। অৱশ্যে উভয় পক্ষৰ মাজত কোনো অপ্ৰীতিকৰ ঘটনা নঘটাকৈয়ে বৃটিছ প্ৰশাসনে পৰিস্থিতি নিয়ন্ত্ৰণ কৰে। কিন্তু, ভালেকেইদিন ধৰি উত্তপ্ত পৰিস্থিতি চলি থাকিল। কাৰ্যৰত সহকাৰী পুলিচ অধীক্ষক মিঃ ৰেইল্লীয়ে ৫ জানুৱাৰীৰ (১৮৯৪ খ্ৰীঃ) ভিতৰত কেইজনমান সাধৰণ কৃষকক আটক কৰিবলৈ পাৰিলে যদিও মুখ্য নেতা, মেলকিসকলক আটক কৰিবলৈ সক্ষম নহ'ল। অৱস্থাৰ গুৰুত্ব উপলব্ধি কৰি কামৰূপৰ উপয়ুক্ত ম্যাককেব ৰঙিয়ালৈ যায় (৬ জানুৱাৰী)। গুৰুতৰ পৰিস্থিতি দেখি তেওঁ তাত বাহৰ পাতিব লগা হয়। এনে অৱস্থাসাপেক্ষে ৮ জানুৱাৰীত পুলিচ চকীৰ সমীপত এখন ৰাইজমেল অনুষ্ঠিত হয়। কিন্তু, মেলকিসকলৰ উপস্থিতিৰ সুযোগ লৈ ম্যাককেবে ২৪ ডিচেম্বৰৰ ঘটনাত লিপ্ত কৰি কেইজনমান মেলকিক আটক কৰে।

মেলকিসকলক আটক কৰাৰ খবৰ দূৰ-দূৰণিলৈ সসম্প্ৰসাৰিত হ'ল। তাৰ প্ৰতিবাদত কামৰূপ আৰু দৰং জিলাৰ বিভিন্ন ঠাইত ৰাইজমেল বহিল। ৰাইজমেলৰ সিদ্ধান্তমৰ্মে খাজনা বন্ধ কৰাৰ বাবে নিষেধাজ্ঞা জাৰি কৰা হ'ল সমগ্ৰ জিলা দুখনত। লগতে বৰ্দ্ধিত খাজনা ৰেহাইৰ বাবে কৰ্তৃপক্ষৰ ওচৰত দাবী উত্থাপন কৰিবলৈ স্থিৰ কৰিলে। সেইমতে ১০ জানুৱাৰীত ম্যাককেবৰ ওচৰত বৰ্দ্ধিত খাজনা ৰেহাইৰ দাবী উত্থাপন কৰাৰ বাবে বেতনা মৌজাৰ (তামুলপুৰ) পৰা কৃষকৰ সঁজাৰি দল ৰঙিয়ালৈ আহিল।

ইতিমধ্যে ১০ জানুৱাৰীতে ম্যাককেবে ৰঙিয়া বাহৰৰ পৰাই ৰাইজমেল নিষিদ্ধ কৰি এখন জাননী দিলে। জাননীত দোহৰা হ'ল যে কামৰূপ জিলাত অনুষ্ঠিত ৰাইজমেলৰ প্ৰতিক্ৰিয়াৰ ফলস্বৰূপে দুৰ্ঘটনা আৰু অপৰাধমূলক কাৰ্য সংঘটিত হৈছে। গতিকে তেওঁৰ আগতীয়া অনুমতি অবিহনে পাতিদৰং, ৰঙিয়া, নলবাৰী, তামুলপুৰ, হাজো, বৰমা, আৰু বজালী নাইবা সৰুক্ষেত্ৰী মৌজাৰ অন্তৰ্গত তহচিলৰ অন্তৰ্ভুক্ত কোনো ঠাইত ৰাইজমেল পাতিবলৈ বাৰণ কৰা হ'ল। তৎসত্ত্বেও যদি কোনো লোকে ৰাইজমেলত যোগদান কৰে, তেনেলোকক আইনমতে প্ৰেপ্তাৰ কৰা হ'ব।

দেখা যায় যে জাননীখনত উল্লিখিত ঠাইসমূহত প্ৰচণ্ডভাৱে ৰাইজমেল অনুষ্ঠিত হৈছিল। ৰাইজমেলৰ প্ৰচণ্ড গতিয়ে এটা আন্দোলনৰ সৃষ্টি কৰিছিল। এই আন্দোলন আছিল চৰকাৰে জোৰ কৰি জাপি দিব খোজা ৰাজহৰ বিৰুদ্ধে গঢ়ি তোলা ব্যাপক প্ৰতিবাদী আন্দোলন। গতিকে আলোচিত প্ৰশাসনীয় বিধি-ব্যৱস্থা হিচাপে কামৰূপৰ উপায়ুক্তই ৰাইজমেল নিষিদ্ধ কৰি জাননী দিবলৈ বাধ্য হৈছিল।

উল্লিখিত প্ৰতিবেদনত উল্লেখ কৰা মতে সন্ধিয়া সূৰ্য ডুব যোৱাৰ আগে আগে (দিনৰ পোহৰতে) প্ৰায় ২৫০০/৩০০০ উত্তেজিত কৃষকে থানাৰ ওচৰত থিতাপি লয়। আচলতে ৰঙিয়া তহচিলৰ অন্তৰ্গত বিভিন্ন মৌজাৰ কৃষকৰ প্ৰতিনিধি আৰু স্থানীয় লোক লগলাগি এই জনসমাবেশৰ সৃষ্টি হৈছিল। বিভিন্ন মৌজাত অনুষ্ঠিত ৰাইজমেলৰ

সিদ্ধান্তমৰ্মে জনগণ ৰঙিয়াত সমবেত হয়। সেই সময়ৰ ৰীতি অনুসাৰে তেওঁলোকে হাতে হাতে লাঠি লৈ আহিছিল। সি যিকি নহওক, জনসমাবেশ ভংগ কৰাৰ বাবে উপায়ুক্ত ম্যাককেবে জাননীখন পঢ়ি শুনায় আৰু জনসমাবেশ ভংগ কৰিবলৈ আদেশ দিয়ে। কিন্তু তেওঁক আদেশত সমাবেশকাৰী কৃষকসকল আঁতৰি নগ'ল; তেওঁলোকে শ্ল'গান জুৰিলে— আমি বৰ্দ্ধিত খাজনা আদায় নিদিও।

পৰিস্থিতি উত্তপ্ত হৈ উঠে। সাজ লগাৰ সময়ত উত্তেজিত সমাবেশকাৰীসকলে ৮ জানুৱাৰীত আটক কৰি পুলিচৰ জিম্মাত ৰখা মেলকিসকলক থানা ভাঙি মুকলি কৰি অনাৰ সিদ্ধান্ত ল'লে। থানা ভাঙিবলৈ উদ্যত হোৱাত জিলা উপায়ুক্ত ম্যাককেবে বিক্ষোভকাৰীসকলক গুলীয়াবলৈ হুকুম দিয়ে। পুলিচ অধীক্ষক বেৰিংটনৰ প্ৰতি আদেশ কৰাত পুলিচে ৰাইজৰ ওপৰত আক্ৰমণ চলায়। তৎমুহূৰ্ততে ৰাইজ আঁতৰি যাবলৈ ধৰে। কিন্তু পুলিচ আগবাঢ়ি গৈ থকাৰ সুযোগ লৈ নেতা, অৰ্থাৎ মেলকি কিছুমানে উপায়ুক্তক লাঠিৰে আক্ৰমণ কৰাত তেওঁ আত্মৰক্ষাৰ বাবে ৰিভলভাৰ উলিয়াই তেওঁলোকৰ মূৰৰ ওপৰত ৪ জাঁই গুলী বৰ্ষণ কৰে। হেন সময়তে কিছুমান চিপাহীয়ে চোঁচা লোৱাত পৰিস্থিতি নিয়ন্ত্ৰণাধীন হয়। আধা ঘণ্টাৰ ভিতৰতে জনসমাবেশ ছেদেলি-ভেদেলি হৈ আঁতৰি যায়।

বৃটিছ চৰকাৰী ভাষ্যমতে ৰক্তপাত নোহোৱাকৈ ৰাইজৰ সমাবেশ ভাগি যায়। বেচৰকাৰী ভাষ্য মতে (স্থানীয় লেখকৰ টোকা) গুলী বৰ্ষণৰ ফলত ৫০ জনৰো অধিক কৃষকৰ মৃত্যু হয়। ৰাতিৰ আন্ধাৰৰ সুযোগ লৈ মৰা শবোৰ পুলিচ থানাৰ চৌহদতে গাঁত খান্দি পুতি থৈছিল। এই ঠাইৰ ওচৰতে সম্প্ৰতি হৰদত্ত-বীৰদত্ত ভৱন নিৰ্মিত হৈছে। স্মৰ্তব্য যে আমাৰ হাতত ইয়াৰ সাক্ষ্য প্ৰমাণ নাই। কিন্তু ৰাইজৰ ওপৰত পুলিচে চলোৱা আক্ৰমণ লাঠিৰ আক্ৰমণ নে বন্দুকৰ আক্ৰমণ, তাৰ স্বচ্ছতা নাই। ৪ জাঁই ৰিভলভাৰৰ গুলী এৰি দিয়াত কাৰো জখম বা মৃত্যু নোহোৱাটোও সন্দেহাতীত নহয়।

**নলবাৰী (কদমতল) ৰাইজমেল ঃ** কামৰূপৰ জিলা উপায়ুক্ত ম্যাককেবে ৰঙিয়া বাহৰৰ পৰা ওপৰৱালালৈ পঠোৱা প্ৰতিবেদনত (১২ জানুৱাৰী, ১৮৯৪ খ্ৰীঃ) নলবাৰী তহচিলৰ অন্তৰ্গত উপৰ বৰভাগ মৌজা আৰু নলবাৰীত ৰাইজমেল অনুষ্ঠিত হোৱাৰ কথা উল্লেখ কৰিছে। স্থানীয় ভাষ্য মতে ১১ জানুৱাৰীত নলবাৰীৰ সমীপস্থ সন্ধ্যা-পাইকাৰকুছি গাঁৱৰ এজোপা কদম গছৰ তলত ৰাইজমেল বহিছিল। এই ৰাইজমেলত মাটিৰ বৰ্দ্ধিত খাজনাৰ বিৰুদ্ধে ৰঙিয়াত বাহৰ পাতি থকা জিলা আয়ুক্তৰ ওচৰত আপত্তি দৰ্শাবলৈ যোৱাৰ সিদ্ধান্ত লোৱা হয়। সিদ্ধান্ত অনুসাৰে ৰাইজ ৰঙিয়ালৈ যায়। কিন্তু, তেওঁলোকো পুলিচৰ হাতত নিৰ্যাতিত হয়। কিছুমানে বন্দুকৰ গুলীত প্ৰাণাহুতি দিয়া বুলি কোৱা হয় যদিও তাৰ কোনো প্ৰামাণিক তথ্য পোৱা নাই।

**বৰমা-বজালী ৰাইজমেল ঃ** নলবাৰী ৰাজকদমতলত অনুষ্ঠিত হোৱাৰ দৰে জিলা উপায়ুক্তই ৰাইজমেল নিষিদ্ধ কৰাৰ পিছত বজালীতো ৰাইজমেল বহে। তাত বৰ্দ্ধিত খাজনা আদায় নিদিয়াৰ সিদ্ধান্ত লোৱা হয় আৰু খাজনা শোধোৱাৰ বিৰুদ্ধে নিষেধাজ্ঞা জাৰি কৰা হয়। খাজনা দিব খোজা ৰায়তসকল ৰাজহুৱা নিৰ্যাতনৰ সম্মুখীন হ'ব বুলি ভাবুকি প্ৰদান কৰে। বৰ্দ্ধিত খাজনা নিদিবলৈ আৰু খাজনা আদায় দিয়াত বাধা দিবলৈ স্থিৰ কৰা হয়। ম্যাককেবে এই বুলি দোহাৰিছিল যে ৰাইজমেলে ডাকোৱাল নিয়োগ কৰে আৰু খাজনা অনাদায় বাবদ কৃষকৰ সম্পত্তি ক্ৰোক কৰাৰ বাধা দিবলৈ লাঠিয়াল বাহিনী গঠন কৰে।

**সৰুক্ষেত্ৰীৰ ৰাইজমেল ঃ** বৃটিছ চৰকাৰী নথি-পত্ৰত বৰ্দ্ধিত খাজনাৰ বিৰুদ্ধে সৰুক্ষেত্ৰীত ৰাইজমেল অনুষ্ঠিত হোৱাৰ কথা উল্লেখ কৰা হৈছে। সেই সন্দৰ্ভত সংঘটিত লচিমাৰ হিংসাত্মক কাৰ্যৰ ওপৰত বৃটিছ আমোলাই প্ৰস্তুত কৰা প্ৰতিবেদনৰ আলম লৈ লচিমাত ৰাইজমেল অনুষ্ঠিত হোৱাৰ কথা অসমৰ ৰাজনৈতিক ইতিহাসত সন্নিবিষ্ট কৰা হৈছে। স্থানীয় লেখকৰ টোকামতে এই ৰাইজমেল সৰ্থেবাৰীত (পান্নাৰ টুপ) বহিছিল। উল্লেখ্য যে সৰুক্ষেত্ৰী মৌজা অঞ্চলৰ মাটি দ আৰু শালিধানৰ খেতিৰ উপযোগী নাছিল। কিন্তু সাম্ৰাজ্যবাদী বৃটিছ চৰকাৰৰ বৰ্দ্ধিত খাজনাৰে বিত্তীয় সংকট মোচনৰ তাগিদাৰ পৰা দ মাটি বাদ পৰা নাছিল। মাটিৰ পিয়ল আৰম্ভ কৰাৰ পৰাই বিভিন্ন অঞ্চলত তাৰ বিৰুদ্ধে মেল বহিছিল। কামৰূপৰ অন্যান্য ঠাইত অনুষ্ঠিত হোৱা ৰাইজলৰ বাৰ্তা পাই চৰকাৰে ৰাইজমেল নিষিদ্ধ কৰাৰ

পাচতো মৰ্থেবাৰীত ৰাইজমেল বহে। ৰাইজমেলত বৰ্দ্ধিত খাজনা আদায় নিদিয়াৰ লগতে চৰকাৰে জোৰ-জুলুম কৰি খাজনা আদায় কৰাৰ বিৰোধিতা কৰাৰ সিদ্ধান্ত কৰে। দেখা যায় যে প্ৰশাসনীয় স্তৰত যিকোনো উপায়ে ৰায়তৰ পৰা খাজনা সংগ্ৰহ কৰাৰ পদক্ষেপ লয় আৰু চৰকাৰী এজেণ্টসকলক সেই কামত নিয়োগ কৰে। ১৮৯৪ খ্ৰীষ্টাব্দত ২১ জানুৱাৰীত মৌজাদাৰ (দাস ৰাম চৌধুৰী) আৰু মণ্ডলে (হৰিৰাম) খাজনা আদায় কৰাৰ বাবে কাপলাৰ ওচৰৰ লচিমালৈ যায়। তেওঁলোকে খাজনা সংগ্ৰহ কৰাৰ খবৰ পোৱাত ৰাইজমেলৰ সিদ্ধান্ত অনুসৰি কৃষকে তেওঁলোকক আক্ৰমণ কৰে। ফলত মৌজাদাৰ আৰু মণ্ডল আঘাতপ্ৰাপ্ত হয়। কেইদিনমান পিছত মৌজাদাৰৰ মৃত্যু হয়।

এই ঘটনা সংক্ৰান্তত পুলিচে ৭৫ জন লোকক আটক কৰে যদিও কৃষক ৰাইজে পুলিচৰ হাতৰ পৰা তেওঁলোকক মুকলি কৰি আনে। তাৰ পিছত পুনৰ ৰাইজমেল পাতি ৰাইজ সংঘবদ্ধ হয় আৰু চৰকাৰে জোৰ কৰি খাজনা আদায় কৰাৰ বিৰুদ্ধে হুংকাৰ দিয়ে। বোধহয় বৰপেটাৰ অতিৰিক্ত সহায়ক আয়ুক্তক ৰাইজমেল ভাঙিবলৈ পঠোৱা হৈছিল। তেওঁ পত্ৰবাহকযোগে জিলা আয়ুক্তক ৰাইজমেলৰ সিদ্ধান্তৰ বিষয়ে অৱগত কৰে। বাৰ্তা পায়ে জিলা আয়ুক্ত ম্যাককেব ১৩ নং বেঙ্গল নেটিভ ইনফেণ্ট্ৰিৰ চিপাহী দল এটি লৈ লচিমালৈ ৰাওনা হয়। তাত তেওঁ বাহৰ পাতি বিদ্ৰোহী কৃষকসকলক দমন কৰাৰ বাবে তৎপৰ হয়। ৫৯ জনক আটক কৰি অস্থায়ীভাবে সজা হাজোতত থোৱাৰ ফলত কৃষকসকল কুপিত হ'ল। সহস্ৰ কৃষকে তাত জুম বান্ধিলে। সম্ভৱতঃ যথাবিহিত কাৰ্যপন্থা লোৱাৰ বাবে তাত ৰাইজমেল বহিল। তাৰ সিদ্ধান্তমৰ্মে বন্দীসকলৰ মুক্তিৰ দাবীত জিলা আয়ুক্তজনৰ ওচৰত এখন স্মাৰকপত্ৰ দাখিল কৰে। এই স্মাৰকপত্ৰত তাত উপস্থিত ৬ হেজাৰ কৃষকে স্বাক্ষৰ কৰিছিল। স্মাৰকপত্ৰখনত ৰাইজ যে খাজনা আদায় দিয়াৰ বাবে অসন্মত তাকো দোহৰা হৈছিল। জিলা আয়ুক্তজনে ৰাইজৰ দাবী মানিবলৈ সন্মত নহ'ল; বৰঞ্চ খাজনা আদায় দিয়াৰ কথা দোহাৰিলে আৰু অনাদায় খাজনাৰ বাবে বাকী জাই জনাননী দিয়াৰ সংকীয়নি দিলে। ৰাইজ জাঙুৰ খাই উঠিল আৰু তেওঁৰ ফালে চোঁচা ল'লে। পৰিস্থিতি নিয়ন্ত্ৰণ কৰাৰ বাবে ম্যাককেবে সংগীনেৰে জনতাৰ ওপৰত আক্ৰমণ চলোৱাৰ বাবে চিপাহীসকলক হুকুম দিলে। পৰিস্থিতিৰ সিমানতে শাম কাটিল। ৰাইজ আঁতৰি গ'ল।

স্থানীয় লেখকৰ ওটাকা মতে চৰকাৰে ২১ জানুৱাৰীৰ ঘটনা সংক্ৰান্তত শাস্তিমূলক ব্যৱস্থা হাতত লয়। সৰ্থেবাৰী লচিমা অঞ্চলৰ নেতৃস্থানীয় লোক, অৰ্থাৎ মেলকিসকলৰ ওপৰত অকথ্য অত্যাচাৰ চলায়। বহুকেইজন পুলিচৰ আটকাধীন হয়। বিচাৰত জে'ল-জৰিমনা হয়। এইসকলৰ ভিতৰত পুষ্পৰাম তামুলী কহাৰৰ ওপৰত ৬ বছৰৰ সশ্ৰম কাৰাদণ্ড বিহা হয় বুলি স্থানীয়ভাবে প্ৰকাশ।

**মঙলদৈ, কালাইগাঁও আৰু ছিপাঝাৰ ৰাইজমেল ঃ** ১৮৯২ খ্ৰীষ্টাব্দত মাটিৰ খাজনা বঢ়োৱাৰ ফলত দৰং জিলাৰ বিভিন্ন গাঁও অঞ্চলত তাৰ প্ৰবল প্ৰতিক্ৰিয়া হয়। মাটিৰ খাজনা বৃদ্ধি কৰাৰ কাৰণে আৰম্ভ কৰা পিয়ল সেই বছৰত সমাপ্ত হয় আৰু চৰকাৰে খাজনা বৃদ্ধি বলৱৎ কৰিবলৈ লয়। এক চৰকাৰী তথ্য অনুসৰি ১৮৯২-৯৩ বিত্তীয় বৰ্ষত জিলাখনৰ ৰাজহৰ পৰিমাণ আছিল ৪,৯৬,৬৮২.০০ টকা। ১৮৯৩-৯৪ বিত্তীয় বৰ্ষত ইয়াৰ পৰিমাণ হয়গৈ ৬,৪৮,৪২০.০০ টকা। নতুনকৈ নিৰ্দ্ধাৰণ কৰা খাজনাৰ ফলত জিলাখনৰ কৃষক ৰাইজ যে ক্ষতিগ্ৰস্ত হ'ব এই বিষয়ে সজাগ হয়। খাজনা বৃদ্ধিৰ প্ৰতিবাদত কামৰূপ জিলাৰ কৃষকে বিদ্ৰোহ কৰাৰ সমসাময়িকভাৱে দৰং জিলাৰ কৃষকেও বৰ্দ্ধিত খাজনাৰ সমস্যাৰ বিষয়ে ৰাইজমেল পাতি আলোচনা কৰে। মঙলদৈ কালাইগাঁও আৰু ছিপাঝাৰ তহচিলত ৰাইজমেল অনুষ্ঠিত হয়। কামৰূপ জিলাৰ কৃষকৰ দৰে এই অঞ্চলসমূহত বহা ৰাইজমেলৰ সিদ্ধান্ত অনুসৰি ৰাইজে বৰ্দ্ধিত খাজনা নিদিবলৈ লয় আৰু খাজনা দিব বাকী থকা লোকৰ সম্পত্তিক্ৰোক কৰিব খুজিলে তাত বাধাদান কৰিবলৈ স্থিৰ কৰে। এনে আঁচনিৰ প্ৰতি সহযোগিতা প্ৰকাশ কৰাৰ বাবে সহস্ৰ কৃষক ছিপাঝাৰ ৰাইজমেলত উপস্থিত হয়। ৰাইজমেলৰ সিদ্ধান্ত তহচিলদাৰক জনোৱা হয়। মঙলদৈ মহকুমাধিপতিকো এই বিষয়ে জনোৱা হয়। মহকুমাধিপতিয়ে অনুমান কৰিছিল যে ৰাইজমেলৰ বাতৰি অচিৰে অন্যান্য তহচিললৈ বিয়পি আৰু চৰকাৰে খাজনা আদায় কৰিবলৈ ল'লে ৰাইজৰ প্ৰচণ্ড বাধাৰ সন্মুখীন হ'ব। মহকুমাধিপতিয়ে ততালিকে তাঁৰ বাৰ্তা যোগে

ৰাইজমেলৰ সিদ্ধান্তৰ বিষয়ে জিলা আয়ুক্তক জনায় (জানুৱাৰী ২৭)।

**পথৰুঘাটৰ ৰাইজমেল ঃ** মঙলদৈৰ মহকুমাধিপতি মিঃ ৰমচনে বলপূৰ্বক খাজনা আদায় কৰাৰ কাৰণে লেফটেনেন্ট ডেভিদচনৰ অধীনত পুলিচ বাহিনী ৰাখিছিল। ১৩, ১৪ আৰু ১৪ মাহত অনুষ্ঠিত ৰাইজমেলৰ সিদ্ধান্ত অনুসৰি পথৰুঘাটৰ ৰায়তে চৰকাৰে নিৰ্দ্ধাৰণ কৰা খাজনা দিবলৈ অসন্মত হয়। মঙলদৈ মহকুমাৰ অন্তৰ্গত পথৰুঘাট কামৰূপ জিলাৰ সীমাৰ পৰা ১২ মাইল (প্ৰায় ২০ কি.মি.) দূৰৈত অৱস্থিত। বোধ হয় তহচিলদাৰ ভবানী চৰণ ভট্টাচাৰ্যই এই বিষয়ে কৰ্তৃপক্ষৰ দৃষ্টি আকৰ্ষণ কৰে। মঙলদৈ মহকুমাধিপতিৰ উল্লিখিত তাঁৰ বাৰ্তা পাই জিলা আয়ুক্ত মিঃ এণ্ডাৰছনে কৃষকৰ ওপৰত শাস্তিমূলক ব্যৱস্থা লোৱাৰ সিদ্ধান্ত লয়। ২৬ জানুৱাৰীত তেওঁ জিলা পুলিচ অধীক্ষক মিঃ বেৰিংটনৰ অধীনত এটি পুলিচ-কনিষ্টবলৰ দল লৈ তেজপুৰৰ পৰা পথৰুঘাটলৈ ৰাওনা হয়।

পথৰুঘাটৰ কৃষকসকলে এই কথাৰ ভু পালে। স্থানীয় লেখকৰ টোকামতে জিলা উপায়ুক্তই পুলিচ লৈ আহি পোৱাৰ আগতে পথৰুঘাট তহচিলৰ পথাৰত ৰাইজমেল বহে। কোৱা হয় যে ৰায়ত তথা মেলকিসকলে সদলবলে গৈ তহচিলদাৰক ৰাইজমেলৰ সিদ্ধান্ত জনাইছিল। আচলতে ৰায়তে মাটিৰ বৰ্দ্ধিত খাজনাৰ নিৰিখ হ্ৰাস কৰি আগৰ পিয়ল অনুসৰি নিৰ্দ্ধাৰিত নিৰিখত খাজনা লোৱাৰ বাবে দাবী কৰিছিল। ৰাজহ বিষয় সম্পৰ্কত জিলা আয়ুক্ত পথৰুঘাটলৈ আহিব বুলি জানি তহচিলদাৰ ভবানীচৰণ ভট্টাচাৰ্যই জিলা আয়ুক্তৰ ওচৰত কৃষকৰ দাবী উত্থাপন কৰাৰ বাবে পৰামৰ্শ দিয়ে। জিলা আয়ুক্তৰ পদাৰ্পণৰ কথা জানি কৃষকসকলে পুনৰ ৰাইজমেল পাতিবলৈ পথৰুঘাটত সমবেত হোৱাৰ বাবে পথৰুঘাটৰ বিভিন্ন অঞ্চলত জাননী দিয়ে। ইতিমধ্যে ২৭ জানুৱাৰীত তেজপুৰৰ পৰা ৰাওনা হোৱা জিলা আয়ুক্ত মিঃ এণ্ডাৰছন পুলিচ বাহিনী সমন্বিতে পিচদিনা পথৰুঘাটত উপস্থিত হয় আৰু ৰাতিটো বিশ্ৰামগাৰত কটায়। ৰাতিপুৱা পুলিচ অধীক্ষকজনে খাজনা দিব থকা ৰায়তৰ সম্পত্তি জব্দ কৰাত লাগে। পুলিচ অধীক্ষক মিঃ বেৰিংটনে অসামৰিক চিপাহী, সামৰিক চিপাহী আৰু তহচিলদাৰক লগত লৈ খাজনা দিব বাকী থকা ৰায়ত এজনৰ সম্পত্তি জব্দ কৰিবলৈ যায়। তহচিলদাৰে পুলিচ লৈ সম্পত্তি জব্দ কৰিবলৈ আহিছে বুলি জনামাত্ৰকে প্ৰায় ২০০ কৃষকে তাত ৰাধা দিবলৈ আগবাঢ়ি আহিল। তাক প্ৰত্যক্ষ কৰি পুলিচ অধীক্ষকজনে পুলিচৰ দলটোক দুভাগ কৰি এভাগ সম্পত্তি জব্দ কৰাত ৰাখি আনভাগ লগত লৈ কৃষকসকলক বাধা দিয়াৰ বাবে গৃহস্থৰ পদূলিৰ পৰা প্ৰায় ১০০ গজমান আগবাঢ়ি গ'ল। কৃষকসকলে বাধা নামানি বলপূৰ্বকভাৱে আগবাঢ়িবলৈ লোৱাত পুলিচ অধীক্ষকে ৰিভলভাৰ টোঁৱাই শূণ্যলৈ গুলী এৰি দি কৃষক ৰায়তক আগভেটি ধৰে। ৰায়তসকল ১০০ গজমান পিচ হুঁহকিল। তৎমুহূৰ্তে বেৰিংটনে তহচিলদাৰ আৰু সহযোগী মণ্ডলৰ জৰিয়তে কৃষক নেতা তথা মেলকিসকলক চিনাক্ত কৰাৰ প্ৰয়াস লয়। উল্লেখ্য যে জিলা আয়ুক্তৰ হুকুম মতে সম্পত্তি জব্দ কৰাৰ বাবে মণ্ডলসকলক নিয়োগ কৰিছিল। তহচিলদাৰে তাত সমবেত জনতাৰ ১৩ জনক চিনাক্ত কৰে। পুলিচ অধীক্ষকে তেওঁলোকৰ ৪ জনক হাত কৰাত বিক্ষুব্ধ জনতাৰ শাম কাটিল আৰু খাজনা দিব বাকী থকা ৰায়কজনৰ সম্পত্তি জব্দ কৰা হ'ল।

বিগত ৰাইজমেলৰ সিদ্ধান্তমৰ্মে ২৮ জানুৱাৰীত ৰাইজমেল পাতিবলৈ বিভিন্ন অঞ্চলৰ কৃষক পথৰুঘাটত সমবেত হ'ল। স্থানীয় লেখকৰ টোকাত ৰাইজমেললৈ অহা মুখ্য লোক কিছুমানৰ নাম পোৱা যায়। সি যিকি নহওক মাটিৰ বৰ্দ্ধিত খাজনা হ্ৰাস কৰাৰ বাবে কৰ্তৃপক্ষৰ ওচৰত হেঁচা দিবলৈ কৃষকসকলে বিশ্ৰামগাৰৰ সন্মুখত ৰাইজমেল পাতে। জিলা আয়ুক্তই কৃষকসকলক জানিবলৈ দিছিল যে ভাৰত চৰকাৰৰ শেহতীয়া আদেশ অনুসৰি ফৰিঙতি মাটিৰ বাহিৰে আন সকলো কচমৰ মাটিৰ ওপৰত লগোৱা খাজনাৰ বৰ্দ্ধিত নিৰিখৰ লৰচৰ নহয়; তিনিও কমচৰ ফৰিঙতি মাটিৰ ওপৰত লগোৱা খাজনাৰ নিৰিখ ৯/১০ অনা হ্ৰাস কৰা হ'ব।

কৃষকসকলে খাজনাৰ বৰ্দ্ধিত নিৰিখ সমূলাঞ্চে হ্ৰাস কৰাৰ বাবে দাবী কৰে যদিও জিলা আয়ুক্তই তাক প্ৰত্যাখ্যান কৰে। ইতিমধ্যে আন বহুতো কৃষক তালৈ অহাত পথাৰ ভৰি পৰিল। জনতাৰ ভিৰ হ'ল। জিলা আয়ুক্তই জনসমাবেশ ভংগ কৰাৰ বাবে আদেশ দিলে। জনগণ আঁতৰি নগ'ল। ৰাইজৰ দাবী মাৰি লোৱাৰ প্ৰত্যাশাত জনগণ অটল। এনে

অৱস্থাত পুলিচ অধীক্ষক বেৰিংটনে বলপূৰ্বকভাৱে জন সমাবেশ ভাঙি দিবলৈ আদেশ দিয়ে। অস্ত্ৰধাৰী বাহিনীৰ বন্দুক গৰজি উঠিল। জনগণ উদ্বিগ্ন হ'ল আৰু যুদ্ধংদেহি মনোভাব ল'লে। বেৰিংটনৰ প্ৰতিবেদন মতে কিছুমানে সামৰিক বাহিনীলৈ চপৰা আৰু ফলা বাঁহৰ টুকুৰাৰ ফৰ্মুটি মাৰিবলৈ ধৰিলে। জিলা আয়ুক্তয়ো গুলী চলোৱাৰ বাবে আদেশ দিলে। জনগণ পিছ হুঁহকিত নগ'ল। পুলিচৰ বন্দুকৰ গুলী বুকুপাতি ল'লে। বন্দুকৰ গুলীত বহুজনৰ মৃত্যু আৰু জখম হোৱাৰ পাচত জনসমাবেশ ভংগ হ'ল।

বৃটিছ স্থানীয় প্ৰশাসনে এই মৰ্মস্পৰ্শী ঘটনাক দুষ্কাৰ্য হিচাপে ৰহন দিছিল। চৰকাৰী হিচাপমতে ১৫ জনৰ থিতাতে মৃত্যু হয় আৰু ৩৭ জন আঘাত প্ৰাপ্ত হয়। অসমৰ আয়ুক্ত জি, গুদফেয়ৰ মন্তব্য অনুসৰি কৃষকসকলৰ বহুতৰ তপিনাত গুলী লাগিছিল। তেওঁলোকৰ আৰু বহুতৰ তপিনাত গুলী লাগে যদিও ঘটনাস্থলীৰ পৰা আঁতৰি যায়; কাৰণ, গুলী লগাৰ চিন পালে তেওঁলোক দুষ্কাৰ্যত লিপ্ত বুলি বিচাৰৰ সন্মুখীন হ'ব। আচলতে চৰকাৰী আমোলাই ঘটনাৰ প্ৰকৃত তথ্য লুকুৱাইছিল। মৃতক আৰু আঘাতপ্ৰাপ্তৰ সংখ্যা নিসন্দেহে ইয়াতকৈ বেছি আছিল। কাৰণ, জিলা আয়ুক্তৰ আদেশক্ৰমে গুলীবৰ্ষণ কৰিবলৈ দিয়া বেৰিংটনে মত প্ৰকাশ কৰিছিল যে ঘটনাস্থলীত থাকিও ২৫০ গজ দূৰৈৰ পৰা তেওঁ হতাহতৰ সংখ্যা সঠিকভাৱে নিৰূপণ কৰিব পৰা নাছিল। মনকৰিবলগীয়া কথা যে কমসংখ্যক লোক গুলীবিদ্ধ আৰু মৃত্যুৰ মুখত পৰিলে পুলিচ বাহিনীৰ লোকেই তেওঁলোকক ডাক্তৰখানালৈ নিব পাৰিলেহেঁতেন। তাৰ বাবে মৃতক আৰু গুলীবিদ্ধৰ সহযোগীসকলৰ সাহায্য বিচৰা হয়।

**বিদেশী চৰকাৰৰ ভাষ্য আৰু জাতীয় প্ৰতিক্ৰিয়া ঃ** বৃটিছ চৰকাৰৰ ঔপনিবেশিক ৰাজহ নীতিৰ বিৰুদ্ধে অসমৰ কৃষকে যি বিদ্ৰোহৰ সূচনা কৰিছিল, তাক সামৰিক শক্তি প্ৰয়োগ কৰি নিষ্ক্ৰিয় কৰা হ'ল, বন্দুক দেখুৱাই মাটিৰ বৰ্দ্ধিত খাজনা আদায় কৰা হ'ল। চৰকাৰী আমোলাই ৰাইজমেল নিষ্ক্ৰিয় কৰি ক্ষান্ত থকা নাছিল; প্ৰতিহিংসামূলক ব্যৱস্থাস্বৰূপে সন্মানীয় লোক তথা মেলকিসকলৰ কিছুমানক বিশেষ কনিষ্টবল হিচাপে নিয়োগ কৰি খাজনা আদায় কৰা কাৰ্যত ৰত কৰিছিল ১৮৬১ খ্ৰীষ্টাব্দৰ ৫ম আইনৰ ১৭ নং ধাৰা প্ৰয়োগ কৰি। এই বিশেষ কনিষ্টবলসকলে ৰায়তৰ পৰা খাজনা সংগ্ৰহ কৰাৰ সময়ত তহচিলদাৰক সহায় কৰিব লাগিছিল। অনাদায় খাজনাৰ বাবদ সম্পত্তি জব্দ কৰাৰ পৰোৱানা তেওঁলোকৰ হাতেৰে দিয়া হৈছিল, যথা— কামৰূপ জিলাৰ অন্তৰ্গত পাতিদৰঙৰ (চুটিয়া পাৰা) তহচিলদাৰ বাবু গংগা ৰাম দাসে মহৰুম চাহ আৰু গয়ৰহৰ অস্থায়ী সম্পত্তি জব্দ কৰাৰ পৰোৱানা এনে এজন বিশেষ কনিষ্টবলৰ হাতত দিয়া হৈছিল, সেইদৰে টপুমল আৰু আদাম মণ্ডলৰ অস্থায়ী সম্পত্তি জব্দ কৰাৰ পৰোৱানা বিশেষ কনিষ্টবল সনা চাহ, ঠানু মণ্ডল আৰু আখনুৰ হাতত দিছিল; বাবু গংগা ৰাম দাস তহচিলদাৰে গোবিন্দ দাস আৰু গয়ৰহৰ অস্থায়ী সম্পত্তি জব্দ কৰাৰ পৰোৱানা বিশেষ কনিষ্টবল সনা ছাহ, মণ্ডল আৰু ডভগু সেখৰ হাতত দিছিল। বাবু উদয় চন্দ্ৰ বৰুৱাই বিশেষ কনিষ্টবল বাবু দুৰ্গা মজুমদাৰ আৰু বৰুণ ডেকাক ৰায়তৰ পৰা খাজনা আদায় কৰিবলৈ দিছিল।

উল্লেখনীয় যে ৰাইজমেল বিদেশী চৰকাৰৰ আমোলাৰ বাবে উদ্বেগৰ বিষয় হৈ পৰিছিল। স্থানীয় আমোলাই ইয়াক সন্দেহৰ চকুৰে চাইছিল। কামৰূপ জিলাৰ আয়ুক্ত ম্যাককেবে ৰাইজমেলক উদ্দেশ্য কৰি কৈছিল যে আৰম্ভণিতে সামাজিক দায়-দায়িত্বক কেন্দ্ৰ কৰি সংগঠিত হোৱা গাঁও পঞ্চায়তেই উত্তৰণৰ পথত মেল বা বিধান মণ্ডলত পৰিণত হয়; ই অকল এখন গাঁৱৰ জনসাধাৰণৰ মাজত সীমিত নাছিল, সমস্ত তহচিল এখন বা ততোধিক তহচিলৰ জনগণক সামৰি লৈছিল; দেৱালয়ৰ দলৈ বা গোসাঁই আৰু জিলাৰ মুখ্য মুখ্য মাটিৰ মালিকসকল ইয়াৰ গুৰিত আছিল। তেওঁ ৰাইজমেলক প্ৰচলিত নিয়মবিৰোধী লোকৰ কব্জাগত অনুষ্ঠান বুলি অভিহিত কৰি ৰাছিয়াৰ নিহিলিষ্টসকলৰ কাৰ্যাৱলীৰ লগত তুলনা কৰিছিল। তেওঁৰ মতে খাজনা দিবলৈ বাকী থকা বেচেৰা ৰায়তে তহচিলদাৰৰ ওচৰলৈ গ'লে খাজনা নিদিলে সম্পত্তি জব্দ কৰাৰ কথা কয়; আনহাতে খাজনা দিলে ৰাইজমেলৰ ৰায় অনুসৰি ৰাইজে অভিশাপ দিয়া আৰু সমাজচ্যুত কৰাৰ কথা কয়; ফলত এফালে খাজনা নিদিলে ৰায়তে সম্পত্তি হেৰুৱায়, আনফালে খাজনা পৰিশোধ কৰিলে ৰাইজৰ ৰোষত পৰে। এই প্ৰসংগতে তেওঁ এটি তত্ত্বগত প্ৰশ্নৰ অৱতাৰণা কৰে— মেল/ ৰাইজমেল সৰ্বোচ্চ ক্ষমতাৰ অধিকাৰী নে চৰকাৰ?

ঔপনিবেশিক নীতি নিষ্ঠ বৃটিছ আমোলাৰ মানত চৰকাৰ ক্ষমতাৰ অধিকাৰী। সেয়ে তেওঁলোকে অতি নিষ্ঠুৰতাৰে ৰাইজমেল দমন কৰিলে। তেওঁলোকে ৰাইজমেলক দুষ্কাৰ্যমূলক কৰ্ম হিচাপে ৰূপ দি জনমানসত বিভ্ৰান্তিৰ সৃষ্টি কৰিছিল। ই ৰাজ্যখনক উদ্বিগ্ন কৰি তোলে। অসমৰ মুখ্য আয়ুক্ত আৰু ভাৰত চৰকাৰৰ দৃষ্টি আকৰ্ষণ তৰি যথেষ্টসংখ্যক স্মাৰকপত্ৰ প্ৰদান কৰা হয়। ইয়াৰ ফলত ভাৰত চৰকাৰে বৰ্দ্ধিত খাজনাৰ নিৰিখ আংশিকভাৱে হ্ৰাস কৰে বা হ্ৰাস কৰিবলৈ বাধ্য হয়।

ৰাইজমেল দমনৰ ঘটনাই দেশৰ প্ৰচাৰ মাধ্যমত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। ইণ্ডিয়া নেছন কাকতৰ ১ লা এপ্ৰিল সংখ্যাত এই বুলি মন্তব্য কৰা হয় যে ৰাইজমেল কোনো ওপৰুৱা বা আৱেগিক ভাব প্ৰকাশৰ অনুষ্ঠান নহয়। খাজনা বৃদ্ধি কৰি চৰকাৰে জনসাধাৰণৰ যি অন্যায় কৰিছে তাৰ ওপৰত কৃষকে ৰাইজমেল পাতি অন্যায়ৰ প্ৰতিকাৰ বিচাৰিছে। এই সন্দৰ্ভত কাকতখনৰ প্ৰতিবেদক এজনে মন্তব্য কৰে যে খাজনা বৃদ্ধিৰ ফলত বংগৰ জমিদাৰৰ তলতীয়া ৰায়তকৈ অসমৰ ৰায়তে অধিক ৰাজহৰ বোজা বহন কৰিব লাগিব।

ৰাইজমেল পাতি খাজনা বৃদ্ধিৰ বিৰুদ্ধে গঢ়ি তোলা কৃষক বিদ্ৰোহ দমন কৰাৰ পিছতে ড° ৰাস বিহাৰী ঘোষে ভাইছৰয়ৰ বিধান সভাত তাৰ ওপৰত একেৰাহে ৮ টা প্ৰশ্ন উত্থাপন কৰে (২৯ মাৰ্চ, ১৮৯৪ খ্ৰীঃ)। তাৰ ভিতৰত কামৰূপৰ জিলা উপায়ুক্তই অসমৰ সম্মানিত লোকক বিশেষ কনিষ্টবল হিচাপে নিযুক্ত কৰি তেওঁলোকৰ হতুৱাই ৰায়তৰ পৰা খাজনা সংগ্ৰহ কৰা হৈছিল নেকি বুলি এটি প্ৰাসংগিক প্ৰশ্ন কৰে। স্থানীয় প্ৰশাসনে তাক অস্বীকাৰ কৰে। আনকেইটা প্ৰশ্নযোগে ড° ঘোষে চৰকাৰে মাটিৰ খাজনা বৃদ্ধি কৰা আৰু তদজনিত কৃষক বিদ্ৰোহ দমন কৰাৰ ন্যায্যতা আছে নেকি বুলি জানিব বিচাৰিছিল। ইয়াৰ যি প্ৰত্যুত্তৰ দিয়া হৈছিল, সি আছিল অস্পষ্ট, অসন্তোমজনক আৰু স্ববিৰোধী তথা মূল ঘটনাবৰ্জিত মিথ্যাচাৰ। সেয়ে ২৮ এপ্ৰিলৰ (১৮৯৪ খ্ৰীঃ) বাংলা বাতৰি কাকত বেংগলীত চৰকাৰৰ কাৰ্যাৱলী অতিশয় দমনমূলক বুলি দোষাৰোপ কৰা প্ৰতিবেদন প্ৰকাশ পায়। জাতীয় প্ৰেক্ষাপটত জনতাৰ মন অন্য দিশলৈ নিয়াৰ চেষ্টা কৰা হৈছিল যদিও ৰাইজমেল সমূলি লোপ পোৱা নাছিল, কাৰণ ৰাইজমেল আছিল অতি ক্ষমতাপ্ৰাপ্ত অনুষ্ঠান আৰু অসমৰ জনগণ তাৰ লগত ওতপ্ৰোতভাৱে আছিল।

## চতুৰ্থ অধ্যায়

# প্ৰশাসনীয় ব্যৱস্থা আৰু পাৰ্থিৱ অগ্ৰগতি

**প্ৰশাসনীয় নীতি আৰু তাৰ অনুকুলন ঃ** বৃটিছ দখলাধীন হোৱাৰ পিছতে অসম বংগ প্ৰেছিডেন্সিৰ অন্তৰ্ভুক্ত এখন প্ৰদেশত পৰিণত হ'ল। স্থানান্তৰত উল্লেখ কৰা হৈছে যে চুবুৰীয়া উত্তৰ-পূব ৰংপুৰ জিলাৰ আয়ুক্ত ডেভিদ স্কটক গৱৰ্ণৰ জেনেৰেলৰ উত্তৰ-পূব অঞ্চলৰ ৰাজনৈতিক এজেন্ট নিযুক্ত কৰা হৈছিল। উত্তৰ-পূব ৰংপুৰ (পিছলৈ গোৱালপাৰা) জিলাখন পিছপৰা অঞ্চল হিচাপে গণ্য কৰে আৰু বিনিময় প্ৰথাৰ (ৰেগুলেটেড ছিষ্টেম) অন্তৰ্ভুক্ত নকৰি অনিয়মিত প্ৰথা (নন ৰেগুলেটেড ছিষ্টেম) অনুসৰি শাসন কৰিবলৈ লয়। সেই দৰে বংগ প্ৰেছিডেন্সিৰ অন্তৰ্ভুক্ত হোৱাৰ পাছত অসমখনো অনিয়মিত প্ৰথা অনুসৰি শাসন কৰিবলৈ লোৱা হয়। অসমখনো অনিয়মিত অনুসৰি শাসন কৰিবলৈ লোৱা হয়। ই আছিল আংশিকভাৱে সামৰিক আৰু আশিংকভাৱে অসামৰিক; অৰ্থাৎ কাৰ্যপালিকাৰ হাতত সামৰিক আৰু অসামৰিক ক্ষমতা ন্যস্ত আছিল বা অসামৰিক আৰু সামৰিক বিষয়া লৈ কাৰ্যপালিকা গঠিত হৈছিল। দেশীয় শাসনৰ লগত সুৰ মিলাই তাৰ গ্ৰহণীয় অংশ আহৰণ কৰি সমন্বয়েৰে তাক বিনিময়ৰ লগত সম্পৃক্ত কৰাটোৱে আছিল তাৰ লক্ষ্য।

বৃটিছে প্ৰথমতে নামনি অসম তেওঁলোকৰ শাসনাধীন কৰে। এই ৰাজ্যখণ্ড কিছুদিনৰ বাবে মোগলৰ অধীন আছিল। কিয়দংশ আহোম আইন-কানুন থাকিলেও ৰাজ্যখণ্ডত মোগল শাসনৰ প্ৰভাৱ সুস্পষ্ট আছিল, বিশেষকৈ সামাজিক ৰীতি-নীতি আৰু ৰাজত্ব বিষয়ত। উজনি অসম আহোম আইন-কানুনৰ অন্তৰ্ভুক্ত আছিল। ডা-ডাঙৰীয়া সমন্বিতে. সম্ভ্ৰান্ত আহোমসকলৰ সামাজিক স্থিতি মজবুত আছিল। তেওঁলোকক বংশগতভাৱে ভোগ কৰি অহা সা-সুবিধাৰ পৰা বঞ্চিত কৰিলে ব্যাপক প্ৰতিক্ৰিয়া হ'ব পাৰে। এতেকে উজনি অসম আৰু নামনি অসমত তৎকালীনভাৱে প্ৰশাসনিক সমতা স্থাপনৰ বাবে বংগৰ প্ৰশাসনিক ব্যৱস্থা কাৰ্যকৰী কৰাত অসুবিধা আছিল। ১৭৭৩ খ্ৰীষ্টাব্দৰ নিয়ন্ত্ৰণ আইনৰ আধাৰত প্ৰস্তুত কৰা কৰ্ণৱালিছ বিধি অনুসৰি বংগত ৰাজহ আৰু ন্যায়িক বিনিময় চলিছিল। তাত কাৰ্যপালিকাৰ নিজস্ব বিশেষ ক্ষমতা বা বিবেচনাৰ সুৰুঙা নাছিল। এনে কঠোৰ নীতি উজনি বা নামনি অসমৰ ক'তো প্ৰয়োগ কৰাৰ অৱস্থা নাই। উল্লেখ্য যে ১৮২২ চনত গোৱালপাৰাৰ ক্ষেত্ৰত বিশেষ ব্যৱস্থা লোৱাৰ বাবে এখন আইন (১০ নং বিধি) কৰা হৈছিল। তাক অনিয়মিত প্ৰথা বুলি অভিহিত কৰিব পাৰি। এই প্ৰথামতে পূব ৰংপুৰ বা গোৱালপাৰা জিলাৰ অসামৰিক আয়ুক্ত তথা উত্তৰ-পূব অঞ্চলৰ এজেন্ট ডেভিদ স্কটে অৱস্থাসাপেক্ষে অনিয়মিত ব্যৱস্থা ল'ব পাৰে। কৰ্নৱালিছৰ বিধি বা প্ৰচলিত বংগৰ প্ৰশসানীয় ব্যৱস্থাৰ আদৰ্শ বা সাৰমৰ্ম ৰাখি ডেভিদ স্কটে নীতিগতভাৱে গোৱালপাৰা আৰু উত্তৰ-পূব অঞ্চলৰ ক্ষেত্ৰত অনিয়মিত প্ৰথা ল'ব পাৰিছিল। তৎসত্ত্বেও নিৰ্দ্ধাৰিত কাম-কাজৰ বাহিৰে সকলোবোৰ গুৰুত্বপূৰ্ণ ৰাজনৈতিক আৰু প্ৰশাসনিক সিদ্ধান্তৰ বাবে তেওঁ উৰ্ধ্বতম কৰ্তৃপক্ষৰ আগতীয়া অনুমোদন বিচাৰিব লাগিছিল। প্ৰশাসনীয় ব্যয়ৰ ক্ষেত্ৰতো অনুমোদিত পৰিমাণতকৈ অতিৰিক্ত ধন ব্যয় কৰিব নোৱাৰিছিল। আনকি জৰুৰীকালীন বিষয়-ব্যৱস্থাও নিয়মমাফিক উৰ্ধ্বতম কৰ্তৃপক্ষৰ অনুমোদন নহ'লে কাৰ্যকৰী কৰিব নোৱাৰিছিল। অতত্ৰৱ, সকলোবোৰ চৰকাৰী কাম-কাজ লেহেমীয়া গতিত আগবাঢ়িছিল, যেনে— ৰাজকোঁৱৰ পুৰন্দৰ সিংহক পুনৰ্স্থাপন কৰাৰ সিদ্ধান্ত লওঁতে ৭ বছৰ সময় লাগিছিল। সি যিকি নহওক, আয়ুক্ত হিচাপে তেওঁ অসামৰিক আৰু ন্যায়িক কাৰ্যনিৰ্বাহ কৰিব লাগিছিল, ৰাজহ সংগ্ৰহ কাৰ্য আৰু পুলিচৰ তত্ত্বাৱধান ল'ব লাগিছিল। ইয়াণ্ডাবু সন্ধিৰ পিছতে (এপ্ৰিল, ১৮২৬ খ্ৰীঃ) ডেভিদ স্কটে অসমত আহোম ৰাজকোঁৱৰ এজনক বৃটিছৰ আশ্ৰিত ৰজা হিচাপে পুনৰ্স্থাপন

কৰাৰ বাবে বা বিশ্বনাথলৈকে নামনি অসম বৃটিছৰ অধীনত ৰাখি মটক, খামতি আৰু চিংফৌ অধ্যুষিত খণ্ড বাদে উজনি অসম আহোম ৰাজকোঁৱৰ এজনক দিয়াৰ বাবে উৰ্দ্ধতম কৰ্তৃপক্ষৰ অনুমোদন বিচাৰে। ঔপনিবেশিক স্বাৰ্থ নিহিত গৱৰ্ণৰ জেনেৰেলে ৰাজ্যখনৰ অৰ্থনৈতিক সম্পদৰ বুজ নোলোৱাকৈয়ে অসম বৃটিছৰ আশ্রিত ৰাজ্যত পৰিণত কৰিবলৈ দিয়া পৰামৰ্শ গ্ৰহণ নকৰিলে। দ্বিতীয় বছৰত পুণৰ বিবেচনাৰ্থে আৰু আৰ্থিক মুনাফা সাপেক্ষে বিশ্বনাথকে সীমাধৰি নামনি অসম বৃটিছৰ প্ৰত্যক্ষ শাসনাধীন কৰি বিশ্বনাথৰ পৰা বুঢ়িদিহিঙলৈকে উজনি অসমত আহোম ৰাজকোঁৱৰ এজনক অশ্রিত ৰজা বিচাপে পুনস্থাপন কৰিব লাগে। তেওঁ যুক্তি প্ৰদৰ্শন কৰিলে যে নামনি অসমত মোগল শাসন ব্যৱস্থাৰ প্ৰভাৱ আছে। তাৰ প্ৰজা আহোম শাসনৰ প্ৰতি বিতশ্ৰদ্ধ। এতেকে মোগল শাসন ভিত্তিক বৃটিছৰ বংগ বিধি মানিবলৈ টান নাপাব আৰু বৃটিছ শাসনৰ প্ৰতি আগ্ৰহান্বিত হ'ব। আনহাতে উজনিৰ উচ্চপদস্থ আহোমসকলে বৃটিছ শাসনৰ বিৰোধিতা কৰিব। আৰ্থিক লাভালাভৰ সম্ভাৱনাও ক্ষীণ। যুদ্ধবিধ্বস্ত উজনি অসম আৰ্থিকভাৱে দুৰ্গত। তাৰ পৰা ১ লাখ ৰাজহ পোৱা যাব যদিও, আহোম ৰাজ পৰিয়াল আৰু উচ্চপদস্থ বিষয়ববীয়াক পুনস্থাপন কৰোতে ব্যয় হ'ব। মটক, খামটি আৰু চিংফৌ অধ্যুষিত খণ্ড সন্দৰ্ভত ডেভিদ স্কটে চুপাৰিছ দিছিল যে অঞ্চলটো এজন বৃটিছ বিষয়াৰ তত্ত্বাৱধানত ৰাখিব লাগে।

উৰ্দ্ধতম কৰ্তৃপক্ষই আৰ্থিক অৱস্থাৰ পৰ্যালোচনা কৰি জানিলে যে পোনতে নামনি অসমৰ পৰা ৩ লাখ ৰাজহ পোৱা যাব আৰু পিছলৈ ই তাৰ দুগুণ হ'ব। অতত্ৰব ডেভিদ স্কটে নামনি অসম স্থায়ীভাৱে বৃটিছ শাসনাধীন কৰিবলৈ দিয়া প্ৰস্তাৱত অনুমোদন জনালে (৭ মাৰ্চ, ১৮২৮ খ্ৰীঃ)। লগতে মটক, খামটি আৰু চিংফৌসকলৰ ভু পোৱা কেপ্টেইন নিউভিলক উজনি অসমৰ ৰাজনৈতিক এজেণ্ট হিচাপে নিযুক্তি দি বিশ্বনাথত সদৰ কাৰ্যালয় পাতিবলৈ দিলে। মটক, খামটি আৰু চিংফৌ অধ্যুষিত অঞ্চলৰ আশে-পাশে এজন বৃটিছ বিষয়া ৰাখিবলৈ সম্মতি জনালে।

বৃটিছ কৰ্তৃপক্ষই ৰাজনীতি আৰু অৰ্থনৈতিক অৱস্থাৰ পৰীক্ষালব্ধ অভিজ্ঞতা আহৰণ নকৰাকৈ উজনি অসম কোনো আহোম ৰাজকোঁৱৰ হাতত এৰি দিবলৈ সন্মত নহ'ল। পদ্ধতিগতভাৱে ৰাজহ আদায় কৰিলে ৰাজস্বৰ ঘাটি নপৰে বুলিও মত পোষণ কৰিলে। গতিকে উজনি অসম চৰকাৰৰ হাততে থাকিল।

বৰ্মীসকলৰ পৰৱৰ্তী আক্ৰমণৰ ভাবুকিৰ অন্ত পৰাৰ পাছত ৰাজ্যখনৰ সামৰিক শাসনৰ অৱসান ঘটোৱা হ'ল। দখলদাৰী সৈন্যবাহিনী আঁতৰাই নিলে (মাৰ্চ, ১৮২৮ খ্ৰীঃ)। ৰাজ্যখনৰ প্ৰতিৰক্ষাৰ ভাৰ ৰংপুৰ সৈন্যবাহিনীৰ ওপৰত ন্যস্ত কৰা হ'ল। ছিলেট স্থানীয় বাহিনীৰ গোৰ্খা আৰু হিন্দুস্তানী সৈন্যৰ দুটা কোম্পানি আনি অসম লাইট ইনফেণ্ট্ৰি গঠন কৰা হ'ল। সৈন্যৰ দুটা কোম্পানি শদিয়াত ৰাখি, বিশ্বনাথত এটা স্থায়ী সৈন্য নিবাস স্থাপন কৰিলে। প্ৰশাসনীয় সুবিধাৰ্থে উজনি অসম আৰু নামনি অসম দুটা সংমণ্ডল হিচাপে লৈ তাক আয়ুক্তৰ শাসনাধীন কৰিলে। গুৱাহাটীত সদৰ কাৰ্যালয় পাতি পশ্চিম অসম বা নামনি অসম ডেভিদ স্কটৰ হাতত ৰখা হ'ল। পূব-অসম বা উজনি অসম কৰ্নেল ৰিছাডৰ হাতত ন্যস্ত কৰিলে। ইয়াৰ সদৰ কাৰ্যালয় হ'ল ৰংপুৰ। ডেভিদ স্কটক জ্যেষ্ঠ আৰু কৰ্ণেল ৰিছাৰ্ডক কনিষ্ঠ আয়ুক্তৰ পদমৰ্যাদা দিয়া হ'ল যদিও ৰাজ্যখনৰ সৰ্বাংগীণ দায়িত্ব ডেভিদ স্কটৰ হাততে ন্যস্ত থাকিল। মৃত্যুলৈকে ডেভিদ স্কট এই পদবীত আছিল (আগষ্ট, ১৮৩১ খ্ৰীঃ)। ডেভিদ স্কটে প্ৰচলিত প্ৰশাসনৰ আধাৰতে প্ৰশাসনৰ পাতনি মেলে। প্ৰয়োজন বোধে তাৰ কিছু সালসলনি কৰি ল'লে। মূলতঃ ইউৰোপিয়ান বিষয়াৰ তত্ত্বাৱধানত গণ্য-মান্য লোকক বিভিন্ন পদবীত মকৰল কৰাৰ ব্যৱস্থা ল'লে। উচ্চস্তৰীয় লোকক হাত কৰি বৃটিছ সমৰ্থক কৰাটোৱে যে তাৰ উদ্দেশ্য আছিল, তাত সন্দেহৰ অৱকাশ নাই।

**ৰাজহ ব্যৱস্থা ঃ** ডেভিদ স্কটে আহোমৰ দিনৰ খেল প্ৰথা ৰাখিলে। উচ্চপদস্থ বিষয়া, পুৰোহিত আৰু তেওঁলোকক দাস (ভৃত্য)ৰ বাহিৰে দেশৰ সমগ্ৰ মতাক (সাবালক) কৰ্ম অনুসাৰে খেল বা গিল্ড (শ্ৰেণী) নিবন্ধন কৰা হৈছিল, যেনে ঃ— খাৰঘৰীয়া, সোণোৱাল, কাঠকটীয়া, ইত্যাদি। প্ৰত্যেক খেল প্ৰথমে চাৰিজন, পিছলৈ তিনিজনকৈ পাইকৰ বিভিন্ন ভাগ কৰা হৈছিল। প্ৰথমজন মূল, দ্বিতীয়জন ডেৱাল আৰু তৃতীয়জন তেৱাল হিচাপে চিনাক্তকৰণ হৈছিল। মফাট মিল

চাহাবৰ প্ৰতিবেদন মতে প্ৰত্যেকটো খেলত প্ৰত্যেক জাতিৰ এহেজাৰৰ পৰা পাঁচশ সাবালক পাইক আছিল। গোটবোৰৰ ওপৰত ওপৰবালা বিষয়া আছিল; ২০ টা গোটৰ ওপৰত বৰা, ১০০ টা গোটৰ ওপৰত শইকীয়া আৰু ১০০০ টা গোটৰ ওপৰত হাজৰিকা। সকলোৰে ওপৰত ফুকন বা বৰুৱা। প্ৰত্যেক গোটৰ এজন পাইকে ৰজা বা ৰাজবিষয়া বৰুৱাৰ ওচৰত গা খাটনি দিব লাগিছিল। তেওঁক বেলেগ বেলেগ কামত খটোৱা হৈছিল। সেই সময়ত নামনি অসমত ১৬,৫১২ জন পাইক আছিল। মাত্ৰ ২৫ শতাংশই ৰাষ্ট্ৰৰ হকে গা-খাটনি দিছিল। বাকীবোৰে মন্দিৰ, ৰাজবিষয়া বা শৰণাপন্নৰ কৃষি পথাৰত কাম কৰিছিল। গোটৰ প্ৰত্যেক পাইকে ইজন সিজনকৈ বছৰৰ চাৰিমাহ পালসেৱা দিব লাগিছিল। আনকেইজনে ঘৰত থাকি কৃষি কাৰ্য কৰিছিল আৰু পালসেৱাত ৰতজনৰ খাদ্য সামগ্ৰীৰ যোগান ধৰিছিল। তাৰ বাবে প্ৰত্যেককে দুই পুৰা শালি খেতিৰ উপযোগী ৰূপিত মাটি দিছিল। অন্যান্য উৎপাদন কাৰ্যত খটোৱা পাইকক বেতনৰ সলনি উৎপাদিত দ্ৰব্য সামগ্ৰীৰ অংশ দিয়া হৈছিল। পাইকক দিয়া মাটিক গা-মাটি বোলা হৈছিল। তাত পাইকৰ মালিকানা নাছিল। ঘৰ-বস্তিৰ বাবে প্ৰত্যেক পাইকক মাটি দিয়া হৈছিল। ঘৰ-বস্তিৰ মাটিৰ বাবে সাবালকৰ পৰা জনমূৰি ১.০০ টকাকৈ ৰাজকৰ আদায় কৰা হৈছিল। অৱশ্যে বস্তি মাটিৰ ওপৰত হস্তান্তৰ আৰু উত্তৰাধিকাৰ স্বত্ব আছিল।

গা-খাটনি দিব নোৱাৰিলে প্ৰত্যেকজন পাইকে নগদ ৩.০০ টকাকৈ কৰ দিব লাগিছিল। দ্ৰব্য দিব নোৱাৰৰ বেলিকাও এই কৰ দিব লাগিছিল। বৃত্তিমূলক গোটৰ পাইকৰ পৰা বৃত্তিকৰ তোলা হৈছিল। হাট-ঘাট আৰু মৎস্য ধৰাৰ ওপৰতো ৰাজকৰ লগোৱা হৈছিল। ৰাজবিষয়াসকলক নগদ ধনেৰে বেতন নিদি পাইক আৰু ভূমি দিছিল। এনে ভূমি নিষ্কৰ আছিল। ইয়াত উত্তৰাধিকাৰী স্বত্ব আৰোপিত আছিল। মাত্ৰ কৰ্মকালৰ বাবে দিয়া ভূমিক মনমাত বোলা হৈছিল। তেওঁলোকক খাট-পামো দিয়া হৈছিল। এএন ভূমি তেওঁলোকৰ ভৃত্য, আশ্ৰয়প্ৰাৰ্থী পাইক আৰু দাসৰ দ্বাৰা চহোৱা হৈছিল। ধৰ্মীয় অনুষ্ঠান, মন্দিৰ আৰু সত্ৰৰ নামত নিষ্কৰ ভূমি দান দিয়া হয়। তাক দেৱোত্তৰ, ধৰ্মোত্তৰ আৰু ব্ৰহ্মোত্তৰ ভূমি বোলা হৈছিল। পিছলৈ বৰঙণি নামে এবিধ ৰাজকৰ লগোৱা হয়।

ডেভিড স্কটে খেল প্ৰথাৰ গা খাটনি বা পালসেৱাৰ সলনি জনমূৰি ৩.০০ টকাকৈ খাজনা লগালে। ৰাজহ বিভাগত পূৰ্বৰ প্ৰভাৱশালী উচ্চপদস্থ বিষয়া জনাৰ্দন বৰুৱাক তত্বাৱধায়ক পতা হ'ল। বিভাগীয় কাম-কাজত সহায় কৰাৰ বাবে খেলদাৰৰ (বৰা, শইকীয়া আৰু বৰুৱা) ওপৰত দায়িত্ব অৰ্পণ কৰা হ'ল। সেই সময়ৰ নামনি অসম তথা কামৰূপ ২৬ টা পৰগনাত বিভক্ত আছিল আৰু চৌধুৰীসকলে তাৰ খাজনা তুলিছিল। ডেভিদ স্কটে আহোম চৰকাৰৰ দিনৰ মাটিপিয়ল খাতা বহীৰ (পেৰা কাকত) তথ্য লৈ চৌধুৰীসকলৰ লগত খাজনাৰ বন্দোবস্তী কৰিলে। তেওঁলোকক কিছু ভূমি আৰু পাইক দিয়া হৈছিল যদিও, তেওঁলোকৰ পদবী স্থায়ী নাছিল; চৰকাৰৰ মৰ্জিৰ ওপৰত বৰ্তি আছিল। প্ৰয়োজন হ'লেই তেওঁলোকক বৰ্খাস্ত কৰি নতুন বন্দোবস্তী কৰিব পাৰিছিল। তেওঁলোকক দিয়া নিষ্কৰ ভূমিও কৰ্মকালৰ বাবেহে দিয়া হৈছিল। কৰ সংগ্ৰহ কাৰ্যত তলতীয়া বিষয়া পাটোৱাৰী, ঠাকুৰীয়া আদিয়ে সহায় কৰিছিল। নামনি অসমৰ ৰাজহ বিভাগ চিৰস্তাদাৰ এজনৰ অধীনত ৰাখিলে।

১৮২৪-২৫ খ্ৰীঃত গুৱাহাটী কলেক্টৰৰ অধীনত নগাঁও আৰু ৰহাক লৈ এটা বেলেগ ৰাজহ চক্ৰ গঠন কৰা হয় আৰু তাৰ ৰাজহ সংগ্ৰহৰ বাবে আৰাধন ৰায় আৰু লতপানী ফুকনক ইজাৰাদাৰ পাতে। দৰং, নগাঁও আৰু ৰহাক লৈ কেন্দ্ৰীয় সংমণ্ডল গঠন কৰা হয়। স্কটে দৰঙৰ ৰজা বিজয় নাৰায়ণৰ লগত ৰাজহ বন্দোবস্তী কৰে। বেলতলা, ডিমৰুৱা, নদুৱাৰ আৰু ৰাণীৰ ৰাজাৰ লগতো ৰাজহ বন্দোবস্তী কৰা হয়। তেওঁলোকে স্বইচ্ছাত যি ৰাজহ দিব খুজিছিল ডেভিদ স্কটে তাকে গ্ৰহণ কৰে। তেওঁলোকৰ আনুগত্য লাভ কৰাটোৱে তেওঁৰ লক্ষ্য আছিল বাবে ৰাজহৰ বাবে ধৰা-বন্ধা নিয়ম কৰা নাছিল। কামৰূপ, নগাঁও আৰু ৰহা অঞ্চলৰ পাইকৰ ওপৰত গা জনমূৰি ২.০০ টকাকৈ কৰ (গা ধন) লগালে। পাইকে গা-মাটি হিচাপে তিনি পুৰাকৈ মাটি পালে। আহোম ৰজা গৌৰীনাথ সিংহই পিছত লগোৱা জনমূৰি অতিৰিক্ত কৰ 'বৰঙণি' আৰু মানৰ দিনত লগোৱা অতিৰিক্ত কৰ 'খৰিকাটনা' পুনৰ সংগ্ৰহ কৰিবলৈ লয়। দেৱোত্তৰ, ধৰ্মোত্তৰ

আৰু ব্ৰহ্মোত্তৰ ভূমিৰ ওপৰতো কৰ ধাৰ্য কৰে। আহোম চৰকাৰৰ দৰে উজনি আৰু নামনি অসমত কাঁহ-পিতল, সোণ কমোৱা আদি বৃত্তিধাৰীৰ ওপৰত বৃত্তি কৰ লগোৱাৰ উপৰি হাট-ঘাট আৰু মাছ ধৰা-বেচা স্থানৰ ওপৰত কৰ লগোৱা হয়।

**বিচাৰ ব্যৱস্থা ঃ** বৃটিছ শাসন স্থাপিত হোৱাৰ পিছত বৃটিছ ন্যায়িক শাসন অনুসৰি অসমৰ বিচাৰ ব্যৱস্থাৰ আমূল পৰিবৰ্তন হ'ব লাগিছিল। কিন্তু নহ'ল। আহোম বিচাৰ ব্যৱস্থাৰ ধাৰাবাহিকতা ৰক্ষা কৰি তাক বৃটিছ আৰ্হিযুক্ত কৰিবলৈ লোৱা হ'ল। কিছু পৰ্যায়ত অসমীয়া লোকৰ হাতত ন্যায় শোধাৰ দায়িত্ব অৰ্পণ কৰিলে। গুৰুত্বপূৰ্ণ মোকৰ্দমা বিচাৰৰ বাবে ৰাজহ বিভাগৰ বৰবৰুৱাৰ ওপৰত দায়িত্ব ন্যস্ত কৰিলে। প্ৰাক্তন ৰজা চন্দ্ৰকান্ত সিংহৰ সম্বন্ধীয় লম্বোদৰ বৰফুকনক সহযোগী ন্যায় নিৰ্ণায়ক নিযুক্ত কৰা হয়। প্ৰথমতে কনিষ্ঠ আয়ুক্ত, পিছলৈ ৰাজনৈতিক এজেণ্টজনে ফৌজদাৰী মোকৰ্দমাৰ বিচাৰ কৰিবলৈ লয়। সময়ে সময়ে বৰফুকনোৱো এনে মোকৰ্দমা বিচাৰ কৰে যদিও তেওঁৰ পূৰ্বৰ ক্ষমতাৰ হ্ৰাসকৰণ হয়। ৩০ টা বেত্ৰাঘাত, ৫০.০০ টকা জৰিমনা আৰু ছমাহৰ কাৰাদণ্ড দিয়াৰহে অধিকাৰ প্ৰাপ্ত হয়। আয়ুক্ত দুজনৰ পুনৰীক্ষণসাপেক্ষে তেওঁ ঘোৰ অপৰাধৰ বিচাৰ কৰিব পাৰিছিল যদিও আয়ুক্তইহে উপযুক্ত শাস্তি বিহিব পাৰিছিল।

নামনি অসমত বৰফুকনৰ লেখীয়াকৈ জ্যেষ্ঠ আয়ুক্তজনে যিকোনো বিচাৰ কৰিব পাৰিছিল (দেৱানী আৰু ফৌজদাৰী উভয়ৰে)। কিন্তু মৃত্যুদণ্ড বিহিব নোৱাৰিছিল দেশান্তৰ বা দ্বীপান্তৰ কৰিব পাৰিছিল। ইতিমধ্যে মোকৰ্দমাৰ সংখ্যা অভাবনীয়ভাৱে বাঢ়ি যোৱাত ডেভিদ স্কটে দেৱানী মোকৰ্দমা নিষ্পত্তিৰ বাবে গুৱাহাটীত তিনিখন আদালত স্থাপন কৰাৰ সিদ্ধান্ত লয়। এনে আদালতত বিচাৰকৰ লগত পৰামৰ্শদাতাও আছিল। প্ৰথমখন ৰাজখোৱাৰ আদালত; দ্বিতীয়খন বৰফুকনৰ আদালত ৰাজখোৱাৰ আদালতত সৰু-সুৰা মোকৰ্দমাৰ বিচাৰ হৈছিল। বৰফুকনৰ আদালতত নিম্ন আদালতত নিষ্পত্তি হোৱা মোকৰ্দমাৰ আছিল আৰু এহেজাৰ টকালৈকে ক্ষতিপূৰণ চৰ্ত আৰোপিত দেৱানী মোকদৰ্মাৰ বিচাৰ হৈছিল। তৃতীয়খন আদালতো এজন বৰফুকনৰ আদালত আছিল। তাত সৰু-সুৰা মোকৰ্দমাৰ বিচাৰ হোৱাৰ উপৰি স্থানীয় ৰাজা আৰু পৰগণাৰ চৌধুৰীয়ে নিষ্পত্তি কৰা বিচাৰৰ আপীল হৈছিল। আগতে যিবিলাক ৰাজহ বিষয়াৰ ওপৰত মোকদৰ্মাৰ বিচাৰ কৰাৰ এক্তিয়াৰ আছিল তাৰো আপীল গ্ৰহণ কৰা হয়। গুৱাহাটী সদৰ আদালতত তৰা মোকৰ্দমাৰ বোজা পাতলাবৰ বাবে জনবহুল ঠাই কিছুমানত নিৰ্বাচিত প্ৰতিনিধিক লৈ মফচল পঞ্চায়ত আদালত তথা খেল দৰবাৰ স্থাপন কৰা হয়। তাত সৰু-সুৰা দেৱানী মোকৰ্দমান বিচাৰৰ ক্ষমতা ন্যস্ত আছিল। অৱশ্যে গুৱাহাটীৰ সদৰ আদালতত তাৰ আপীলৰ বাবে ব্যৱস্থা আছিল। শান্তি শৃংখলা ৰক্ষাৰ্থে পুলিচৰ লগতে ৰাইজৰ দায়িত্ব আছিল। অপৰাধ সংঘটিত হ'লে পুলিচে দুষ্কৃতিকাৰীৰ সন্ধান কৰে। দুষ্কৃতিকাৰী পুলিচৰ হাতসাৰি ফুৰিলে সিহঁতক ধৰি দিয়াৰ দায়িত্ব ৰাইজৰ। অন্যথা সৈন্য নিয়োগ কৰা হয়; কিন্তু তাৰ ব্যয়ৰ বাবে সংশ্লিষ্ট ৰাইজৰ ওপৰত পাইকাৰী জৰিমনা লগোৱা হৈছিল।

ডেভিদ স্কটে আশা কৰা মতে ৰাজহ ব্যৱস্থা বা ন্যায়িক ব্যৱস্থা কোনোটোৱে সন্তোষজনক নহ'ল। আহোমৰ দিনৰ মৃত্যুদণ্ডকে ধৰি কঠোৰ শাস্তি ৰহিত কৰাৰ ফলত ৰাজ্যখনত অপৰাধীৰ সংখ্যা বাঢ়িল। পাইক প্ৰথাযুক্ত কায়িক শ্ৰমৰ সলনি নগদ টকাৰে খাজনা শোধোৱাৰ ব্যৱস্থা কৰিলে যদিও, ইপ্সিত ৰাজহ আদায় নহ'ল। ডেভিদ স্কটে হিচাপ কৰিছিল যে পোনতে নামনি অসমত ৩ লাখ ৰাজহ পোৱা যাব; পিছলৈ ই দুগুণ হ'ব। ১৮২৫-২৬ খ্ৰীষ্টাব্দত সৰ্বোচ্চ ২,০২,০৬১ টকাহে পালে। সংগ্ৰহ কৰোঁতে ভৰণি হ'ল ৩৭,৩৯৭.০০ টকা পাইকসকলে নতুন ব্যৱস্থাৰ নগত খাপ খাব নোৱাৰিলে। কৃষিকাৰ্যৰ প্ৰতি অৱহেলা প্ৰদৰ্শন কৰা হ'ল। ভূমি ৰাজহ জৰিপ কৰিবলৈ লোৱাত দেখা গ'ল যে $\frac{২}{৩}$ অংশ মাটি ছন পৰি থাকিল, $\frac{১}{৫}$ অংশ নিষ্কৰ ভূমি হিচাপে ৰ'ল। মফচল অঞ্চলৰ খাজনাৰ কিছু অংশ ৰেহাই দিবলগীয়া হ'ল। এনে অৱস্থাত ডেভিদ স্কটে খাজনা সংগ্ৰহৰ অন্য উপায় ল'লে। আহোমৰ দিনৰ খৰিকাটনা কৰ কামৰূপৰ ওপৰতো লগালে। পাইকসকলক পুৰাত ৭ টকা খাজনাত গা-মাটিৰ অতিৰিক্ত ৩ পুৰা মাটি দিয়াৰ ব্যৱস্থা ল'লে। ৰায়তে মফচলৰ খাজনা আদায়ৰ খৰচ হিচাপে মুঠ আয়ৰ ৬ $\frac{১}{২}$ শতাংশ, ১

শতাংশ কোৱাগাৰৰ খৰচ, আৰু ১ শতাংশ অন্যান্য শিতানত দিবলগীয়া হ'ল। ব্ৰহ্মোত্তৰ আৰু দেৱোত্তৰ ভূমিতো কৰ লগালে। দাস আৰু বন্ধাকৈ ধৰি সকলো ৰায়তৰ ওপৰত জনমূৰি খৰিকাটনা কৰ লগালে, ৩.০০ টকাৰ পৰা ৮ অনা নিৰিখত।

প্ৰশাসনীয় বিচ্যুতিৰ বাবেও কৃষকৰ ওপৰত কৰৰ বোজা বাঢ়িল। ৰাজহ আদায়ৰ দায়িত্ব পূৰ্বৰ চৌধুৰীসকলৰ ওপৰত দিয়া হয়। কিন্তু খাজনাৰ নিৰিখ নিৰ্দ্ধাৰণ নকৰালৈয়ে চৌধুৰীসকলে নিৰ্দিষ্ট ৰাজহ শোধোৱাৰ বাবে অঞ্চলবোৰ ডাকত লৈছিল। গতিকে অঞ্চলসমূহ সৰ্বোচ্চ ক্ৰেতাৰ হস্তগত হয়। দ্বিতীয়তে, নিৰ্বাচনৰ যোগেদি চৌধুৰী পদবীধাৰী নিৰ্বাচিত হ'ব লাগিছিল। তেওঁলোকে টকা-পইছা চালদি কথাৰে ৰায়তক হাত কৰিছিল। আমোলাকো ভেটী-ভূটা দিব লাগিছিল। এনে ধনৰ উপৰি লভ্যাংশ পোৱাৰ বাবে চৌধুৰীসকলে উচ্চহাৰত খাজনা লগাই ৰায়তক জুৰুলা কৰিছিল। এওঁলোকে অবৈধ খাজনা আৰু হিচাপ-নিকাচৰ হৰলুকীৰে কৃষকৰ ওপৰত যি মাধমাৰ দিছিল, তাৰ পৰা ৰক্ষা কৰাৰ বাবে কোনো চৰকাৰী ব্যৱস্থা নাছিল। ফলত ৰায়তৰ অৱস্থা এনে শোচনীয় হৈছিল যে সি বৰ্ণানাতীত। কামৰূপৰ আয়ুক্ত এজনে মন্তব্য দিছিল যে ৰায়তৰ কিমান ভৰণি হৈছে, তাক কোৱাৰ বাবে বুধীয়ক লোকো বিপাঙত পৰে। স্মৰ্তব্য যে ৰায়তৰ বাবে আইনৰ সুৰক্ষা নাছিল। অসমীয়া লোকৰ তত্ত্বাৱধানতে চলা বিচাৰালয়বোৰে ৰায়তৰ বিশ্বাসযোগ্যতা হেৰুৱাইছিল। অযথা সময় আৰু খৰচৰ ভয়ত ৰায়তে আদালতৰ আশ্ৰয় ল'ব নোৱাৰিছিল। চহা ৰায়তে সদৰত থকা আদালতৰ শুনানি আৰু ওকালতি আদিৰ একো ভু-ভা পোৱা নাছিল। মোকৰ্দমা কৰাটো তেওঁলোকৰ বাবে বিৰম্বনাহে আছিল। এনে অৱস্থাত খাজনা বা শাস্তিৰ ভয়ত শ শ ৰায়তে গাঁও এৰি চুবুৰীয়া বংগৰ জমিদাৰীলৈ পলায়ন কৰিছিল। জীৱন আৰু সম্পত্তি ৰক্ষাৰ বাবে বৃটিছ শাসন আঁকোৱালি লোৱা অসমীয়াৰ এনে দুৰ্দশা সাম্ৰাজ্যবাদী শাসনৰে যে ফল, ই আছিল তাৰ পূৰ্বাভাস।

মধ্য অসমৰ ৰায়তৰ ছবিখনো কামৰূপতকৈ বেলেগ নাছিল। দৰঙৰ ৰাজা বিজয় নাৰায়ণৰ কৰ (বশ্যতাকৰ) ৪২,০০০.০০ টকাৰ পৰা ৫৪,০০০.০০ টকা ধাৰ্য কৰাত তেওঁ তাক পৰিশোধ কৰিবলৈ অপাৰগ হ'ল। ৰাজহৰ ঘাটি পৰাত ৰাজ্যখণ্ড বাজেয়াপ্ত কৰি তাত তহচিলদাৰ নিযুক্ত কৰিলে। তহচিলদাৰে ৰাজহ কাৰ্যলয় স্থাপনৰ বাবে ৰায়তৰ পৰা বৰঙণি আদায় কৰাত লাগিল। অনাদায় খাজনা আদায় কৰাৰ বাবে তেওঁ কিছুমান কুৰুকদাৰ বিষয়া নিযুক্তি দিলে। তহচিলদাৰ, কুৰুকদাৰ আৰু পুলিচ লগলাগি বৰঙণি আদায় কৰিবলৈ ল'লে। ৰহা আৰু নগাঁৱত ৰায়তৰ আৰ্থিক অৱস্থাৰ বুজ নোলোৱাকৈ ৰাজহ জৰীপ সমাপ্ত কৰিলে। ৰায়তে ৰাজহ কাৰ্যালয় স্থাপনত হোৱা খৰচৰ নামত বৰঙণি দিব লগা হ'ল। মফচল অঞ্চলৰ ৰাজহৰ যি ঘাটি পৰিল তাৰ ফলত ৰাজহ বিষয়াৰ কমিছনৰ ঘাটি পৰিল। তাৰ বাবে ৰায়তে ক্ষতিপূৰণ দিব লগীয়া হ'ল। উল্লেখ্য যে ১৮৩১ চনত চৰকাৰে ভূমি ৰাজহৰ উপধিৰ ৰাজস্ব জমাৰ টকাত ছয় অনাৰ পৰা আঠ অনালৈ অতিৰিক্ত কৰ ধাৰ্য কৰে। ১৮৩২ চনত এই কৰ আদায়ৰ বাবে ১৮ জন ইজাৰদাৰ নিযুক্ত কৰে। ইজাদাৰসকলে জোৰ-জুলুম কৰি কৰ আদায় কৰিবলৈ লোৱাত বহুত লোক আন ঠাইলৈ ভাগি যায়। ফলত ৰাজ্যখনৰ ভালেমান খেতি-পথাৰ ছন পৰে।

উজনিৰ অৱস্থা নামনি অসমতকৈ কোনো গুণে ভাল নাছিল। অসমীয়া বিষয়াসকলৰ চৰম অনীহা আৰু অকৰ্মণ্যতাৰ ফলত ৰাজহ আৰু ন্যায় বিভাগ ভগ্নপ্ৰায় হয়। যিসকল আহোম বিষয়াৰ হাতত বিষয়বাব দিয়া হৈছিল, তেওঁলোক আছিল দুৰ্নীতিপৰায়ণ। আহোম অভিজাতসকলৰ ওপৰত বিশ্বাস ৰাখি ডেভিদ স্কটে ৰাজহ আৰু ন্যায় বিভাগৰ দায়িত্ব তেওঁলোকৰ ওপৰতে ন্যস্ত কৰিছিল। কিন্তু তেওঁলোক দুৰ্নীতিৰ পৰা মুক্ত নহ'ল। খেলদাৰসকলে ৰায়তৰ পৰা খাজনা সংগ্ৰহৰ বাবে কিছুমান এজেণ্ট নিযুক্ত কৰিছিল। এজেণ্টসকলে ৰায়তক সৰ্বস্বান্ত কৰি অধিক খাজনা আদায় কৰিবলৈ ধৰিলে। এওঁলোকৰ অত্যাচাৰত তিষ্ঠিব নোৱাৰি বহুত পাইক আন ঠাইলৈ গ'ল। আনহাতে, বিভাগীয় হিচাপ-পাতিৰো খেলি-মেলি ধৰা পৰিল। বুজন পৰিমাণৰ ধন আত্মসাত কৰাৰ অপৰাধত বৰবৰুৱা আৰু তেওঁৰ তলতীয়া বিষয়াক বৰখাস্ত কৰা হ'ল। অৱশেষত অসমীয়া বিষয়াসকলে ৰাজহ আৰু ন্যায় বিভাগ চলোৱাৰ বাবে পশ্চিমীয়া নীতি-নিয়ম জনা নাছিল। আহোম

চৰকাৰৰ দিনত আনুষ্ঠানিক শিক্ষা ব্যৱস্থা নাছিল বুলিলেই হয়। নাছিল ইংৰাজী জনা-বুজা লোক। এতেকে আহোম বিষয়াসকলে হিচাপ-পত্ৰ নিয়াৰিকৈ ৰখা বা কাৰ্যালয়ৰ কাম-কাজৰ লেখ তন্ন তন্নকৈ ৰখাৰ বাবে অভ্যস্ত নাছিল। এনেবোৰ কাৰণতে চৰকাৰৰ ৰাজহৰ পৰা হোৱা আয়তকৈ ব্যয় কম নহ'ল। ৰাজহ সংস্কাৰ পদক্ষেপ হিচাপে পাইকৰ গণনা কৰিবলৈ ল'লে। খেল ব্যৱস্থা সোলোক চোলোক হোৱাৰ ফলত পাইকৰ সঠিক হিচাপে নোলাল। সি যিকি নহওঁক, নিউভিলে বুজিলে যে দুৰ্নীতিপৰায়ণ আৰু অযোগ্য আহোম অভিজাতসকলক সংস্কাৰমুক্ত কৰিব নোৱাৰি। এতেকে তেওঁ আহোম উচ্চ মৰ্যাদাসম্পন্নসকলৰ ঠাইত আন যোগ্যতাসম্পন্ন লোকক (জনা-বুজা) বিষয়া-কৰ্মচাৰী নিযোগ কৰিবলৈ ল'লে। অসমীয়াৰ মাজত এনে লোকৰ অভাব হোৱাত বংগ দেশৰ পৰা অৰ্হতাসম্পন্ন লোক আনি চৰকাৰী কাৰ্যালয় ভৰালে। আহোম অভিজাতসকল প্ৰশাসনিক ক্ষমতাৰ পৰা বঞ্চিত হ'ল। ডেভিদ স্কটৰ অভিজাতসকলক সন্তুষ্ট কৰি দেশ চলোৱা নীতি কাৰ্যকৰী নহ'ল। আহোম অভিজাতসকল ক্ষুব্ধ হ'ল আৰু বৃটিছ শাসন ওফৰাবলৈ বিদ্ৰোহ আচৰিলে, ফল ৰতী নহ'ল।

১৮৩০ খ্ৰীষ্টাব্দত (চনত) উজনিৰ ৰাজনৈতিক এজেণ্ট নিউভিলৰ মৃত্যু হ'ল। এবছৰ পাছত (আগষ্ট, ১৯৩১ খ্ৰীঃ) জ্যেষ্ঠ আয়ুক্ত তথা গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট ডেভিদ স্কটৰো মৃত্যু হ'ল। ডেভিদ স্কটৰ মৃত্যুৰ লগে লগে বৃটিছ শাসনৰ আৰম্ভণি পৰ্যায়ৰ সামৰণি পৰিল। উৰ্ধ্বতম কৰ্তৃপক্ষৰ বিচাৰত বৃটিছৰ সাতবছৰীয়া অসম শাসন আছিল দুৰ্ভাগ্যজনক আৰু পশ্চাদগামী, যাৰ ফলত প্ৰাকৃতিক সম্পদশালী দেশখনৰ প্ৰজাই দেশ এৰি আন দেশত বাস কৰিব লৈছিল, গাঁওবোৰৰ অৱনতি ঘটিছিল আৰু বাৰ্ষিক আয় ক্ৰমশঃ কমিছিল। পিছে দুই এক ঐতিহাসিক ডেভিদ স্কটৰ প্ৰতি শ্ৰদ্ধাশীল আৰু সেইভাগে তেওঁৰ কাৰ্যদক্ষতাৰ মূল্যায়ন কৰিছে। তেওঁলোকৰ মতে ডেভিদ স্কটৰ প্ৰশাসনিক যোগ্যতা আৰু মনোযোগিতাৰ অভাবত অসম দুৰ্গত অৱস্থাত পৰা নাছিল। তেওঁ অধ্যবসায়ী আছিল আৰু সকলোবোৰ কথা তন্ন-তন্নকৈ বিচাৰ কৰিব পাৰিছিল। কিন্তু অপেক্ষাকৃতভাৱে তেওঁ বিজিতৰ (অসমীয়া) আশা-আকাংক্ষাৰ প্ৰতি অধিক সচেতন আছিল। তেওঁ আহোম ৰাজতন্ত্ৰৰ পুনৰ্স্থাপন কৰাত গুৰুত্ব দিছিল, আহোম প্ৰশাসন ব্যৱস্থাৰ মূল্যায়ন কৰিব পাৰিছিল আৰু অসমীয়া অভিজাতসকল নৱগঠিত বৃটিছ প্ৰশাসনৰ দায়িত্ব লোৱাৰ বাবে যোগ্যতাসম্পন্ন বুলি দৃঢ়ভাৱে বিশ্বাস কৰিছিল, যাৰ বাবে তেওঁক বিদেশী আমোলা নহৈ অসমীয়াৰ দুৰ্দিনৰ বন্ধু হোৱা বুলি অভিহিত কৰা হৈছে। সেয়ে হ'লেও ডেভিদ স্কটৰ ৰাজনৈতিক দূৰদৰ্শিতাতকৈ অন্তৰৰ আৱেগহে বেছি ক্ৰিয়াশীল আছিল, সেই কথাৰো উল্লেখ কৰিছে। তেওঁৰ চুপাৰিছ মতে আহোম ৰাজতন্ত্ৰ পুনৰ্স্থাপন হ'ল যদিও, ই স্থায়ী নহ'ল। তেওঁৰ জীৱদ্দশাতে প্ৰশাসনীয় স্তৰত বিভিন্ন দিশত অসমীয়া অভিজাতসকলৰ দুৰ্বলতা ওলাই পৰিল। আহোম প্ৰশাসন ব্যৱস্থাৰ ভেটি পাইক প্ৰথা ৰক্ষা কৰা হয় যদিও, পাইকৰ ব্যক্তিগত পালসেৱা ৰহিত কৰাৰ ফলত ব্যৱস্থাটো থানবান হ'ল। এফালে চৌধুৰীৰ পদবী গণতান্ত্ৰিক কৰা হ'ল, আনফালে দাসত্ব বন্ধ কৰা নহ'ল। ডেভিদ স্কটে অভিজাতসকলৰ স্বাৰ্থ সাপেক্ষে দাসত্ব এক আৰ্থ-সামাজিক প্ৰয়োজন বুলি ক'বলৈ পাহৰা নাছিল। আহোম শাসন আৰু বৃটিছ শাসনৰ মাজত যে গুণগত পাৰ্থক্য আছিল, তাক তেওঁ উপলব্ধি কৰা নাছিল। সিযিকি নহওক ডেভিদ স্কটৰ প্ৰশাসনিক পৰীক্ষা-নিৰীক্ষা যে ব্যৰ্থতাত পৰিণত হ'ল, তাত কোনো সন্দেহৰ অৱকাশ নাই। শেষলৈ সেই কথা তেওঁ নিজেও জানিব পাৰিছিল।

**প্ৰশাসনিক পুনৰ্গঠন ঃ** ডেভিদ স্কটৰ প্ৰশাসনীয় আৰ্হি তথা ৰাজহ আৰু ন্যায় বিভাগৰ খাম-খেয়ালিৰ বাবে অসমৰ জনগণে বৃটিছ শাসনৰ আৰম্ভণিতে দুখ-কষ্ট ভুগিব লগাত পৰে। নিউভিল আৰু ডেভিদ স্কটৰ মৃত্যুৰ পিছত প্ৰশাসন ভাগি পৰিছিল। এনে অৱস্থাত গৱৰ্ণৰ জেনেৰেলে প্ৰশাসনিক সংস্কাৰ সাধন কৰিব লাগিছিল যদিও, তৎকালীনভাৱে কোনো ব্যৱস্থা নল'লে। ১৮৩১ খ্ৰীষ্টাব্দৰ ছেপ্তেম্বৰত তেওঁ ফ্ৰাকৰফটক্ অস্থায়ীভাৱে উত্তৰ-পূব সীমান্তৰ গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট আৰু ৰংপুৰৰ আয়ুক্ত হিচাপে নিযুক্তি দিলে আৰু ৰাইটোক উজনিৰ ৰাজনৈতিক এজেণ্ট হিচাপে নিযুক্তি দিলে (নিয়মীয়াভাৱে)। ১৮৩২ খ্ৰীষ্টাব্দৰ এপ্ৰিলত ফ্ৰাকৰ্টক অব্যাহতি দি তেওঁৰ ঠাইত টি. চি. ৰবাৰ্ট নিযুক্তি দিলে।

ফ্রাকবট্‌ৰে স্কটৰ সন্মানীয় আৰু অভিজাত লোকক চৰকাৰী পদবীত নিযুক্ত কৰাৰ আৰ্হিতে হলিৰাম ঢেকিয়াল ফুকনক গুৱাহাটীৰ সহকাৰী বিচাৰপতি নিযুক্ত কৰিলে। তেওঁ জানিলে যে বিশেষকৈ নামনি অসমত ৰাজহ-বিভাগত সৰ্বত্ৰ দুৰ্নীতি চলিছে আৰু অৰাজকতা বিৰাজ কৰিছে। তেওঁৰ ধাৰণা হ'ল যে ৰাজহ আৰু ন্যায় বিভাগৰ কাম-কাজৰ পৰিমাণ যথেষ্ট বেছি হোৱা বাবে এনে হ'বলৈ পাইছে। তেওঁ কামৰূপৰ ছখন পৰগণা,— বাউসী, চাকে বাউসী, বৰনগৰ, বৰপেটা, বগৰীবাৰী আৰু নগৰবেৰা— উত্তৰ-পূব ৰংপুৰ জিলা বিষয়াৰ অধীনস্থ কৰিলে আৰু অৰাজকতাৰ মূল কাৰণ কি, তাৰ অনুসন্ধান কৰাৰ কাৰণে দুজন বিষয়া নিযুক্ত কৰিলে। লেফটেনেণ্ট ৰুথাৰফোৰ্ডক দৰঙৰ আৰু লেফটেনেণ্ট বগলছক উল্লিখিত পৰগণাকেইখনৰ ওপৰত অনুসন্ধান চলাবলৈ দিয়া হ'ল। ৰবাৰ্টচনে কাৰ্যভাৰ লোৱাৰ পিছত কালচে প্ৰতিবেদন দাখিল কৰিছিল।

বগলছ আৰু ৰুথাৰফোৰ্ডৰ প্ৰতিবেদনত ৰাজহ আৰু ন্যায়িক ব্যৱস্থাৰ ত্ৰুটি-বিচ্যুতিৰ ফলত ৰায়ত কি দৰে ক্ষতিগ্ৰস্ত হৈছিল তাৰ স্পষ্ট ছবি এখন দাঙি ধৰে আৰু সংস্কাৰৰ বাবে চুপাৰিছ দিয়ে। তাৰ ভিত্তিতে ৰবাৰ্টছনে প্ৰশাসনিক পুনৰ্গঠন আৰু ৰাজহ সংস্কাৰৰ পদক্ষেপ লয়। স্মৰ্তব্য যে ৰবাৰ্টছনৰ অসমীয়াৰ প্ৰতি বিশেষ ভাব আছিল। তেনে মনোভাব ৰাখি তেওঁ প্ৰশাসনিক পুনৰ্গঠনৰ পৰিকল্পনা প্ৰস্তুত কৰে আৰু তাৰ বাবে উৰ্ধ্বতম কৰ্তৃপক্ষৰ অনুমোদন বিচাৰে। ১৮৩৩ খ্ৰীঃৰ ২৭ মাৰ্চত উৰ্ধ্বতম কৰ্তৃপক্ষই তেওঁৰ প্ৰস্তাৱত অনুমোদন জনায়। সেইমতে ধনশিৰি নৈৰ পৰা পশ্চিমৰ ৰাজ্যখণ্ড চাৰিখন জিলাত ভাগ কৰা হয়,— গোৱালপাৰা, কামৰূপ, দৰং আৰু নগাঁও। প্ৰত্যেক জিলাতে একোজন প্ৰিন্সিপাল এছিষ্টেণ্ট (মুখ্য সহকাৰী কৰ্মকৰ্তা) ৰখা হয়। এই পদবীধাৰীৰ সহায়ৰ বাবে ছাব এছিষ্টেণ্ট (সহ কৰ্মকৰ্তা) পদবীৰ সৃষ্টি কৰা হয়। এই সকলো পদবীতে প্ৰায়ে ইউৰোপিয়ান সৈনিক বিষয়া নিযুক্ত হয়। উল্লেখনীয় যে ৰবাৰ্টছন দেশীয় কৰ্মচাৰী, অৰ্থাৎ অসমীয়া কৰ্মচাৰীবিৰোধী আছিল। তেওঁৰ মতে কৰ্মচাৰীৰ ওপৰত নিৰ্ভৰ কৰি অসমৰ শাসন ব্যৱস্থা নিয়াৰিকৈ চলাব আৰু ৰাজহ বিভাগ দুৰ্নীতিমুক্ত কৰিব নোৱাৰি। অতত্ৰব, ৰাজ্যখনৰ প্ৰশাসনৰ বাবে যথেষ্ট পৰিমাণৰ ইউৰোপিয়ান বিষয়াবৰ্গৰ প্ৰয়োজন।

মুখ্য সহকাৰী কৰ্মকৰ্তা একাধাৰে কলেক্টৰ (সমাহৰ্তা), জজ (ন্যায়াধীশ) আৰু মেজিষ্ট্ৰেট (বিচাৰপতি)। তেওঁ ৫০০.০০ টকা মূল্যৰ পৰা ১০০০.০০ টকা মূল্যৰ প্ৰাথমিক দেৱানী মোকৰ্দমা বিচাৰ কৰিবলৈ আৰু নিম্ন আদালতৰ আপীলৰ বিচাৰ কৰিবলৈ ক্ষমতা দিয়া হয়। ১০০০.০০ টকা মূল্যৰ ওপৰৰ সকলো মোকৰ্দমা আৰু আপীল আয়ুক্তৰ মতামতৰ বাবে পঠাব লাগে। দেৱানী মোকৰ্দমাৰ বিচাৰৰ বাবে প্ৰত্যেক জিলাতে দুখনকৈ নিম্ন আদালত স্থাপন কৰা হয়। ন্যায়াধিপতিয়ে (মুনচিফ) ১০০.০০ টকা মূল্যৰ পৰা ৫০০.০০ টকা মূল্যৰ প্ৰাথমিক মোকৰ্দমা আৰু পঞ্চায়তৰ আপীলৰ বিচাৰ কৰিব পাৰে। ১০০.০০ টকা মূল্যৰ সৰু-সুৰা মোকৰ্দমা পঞ্চায়তে বিচাৰ কৰিব পাৰে। মুখ্য সহকাৰী কৰ্মকৰ্তা বংগ দেশৰ বিচাৰপতিৰ ক্ষমতাপ্ৰাপ্ত। তেওঁ জুৰিৰ সহায়ত গুৰুতৰ অপৰাধৰ বিচাৰ কৰি তাৰ কাৰ্যবিৱৰণি আয়ুক্তলৈ পঠাব লাগে। জুৰি আৰু বিচাৰপতিৰ মতামত চালি-জাৰি চাই আয়ুক্তই মোকৰ্দমাৰ ৰায় দিয়ে। মফচলৰ পঞ্চায়তবোৰ উঠাই দিয়া হয়। পঞ্চায়ত আৰু ৰাজহ বিষয়াৰ অধিকাৰ ক্ষেত্ৰত থকা মোকৰ্দমাবোৰ তামাদি কৰা হয় আৰু গুৱাহাটীৰ পঞ্চায়ত আৰু ন্যায়াধিপতিৰ আদালতে তাৰ অনুসন্ধান কৰিবলৈ লয়। বিশ্বনাথ, চাৰিদুৱাৰ, নদুৱাৰত ন্যায়াধিপতিৰ আদালত স্থাপন কৰা হয়। এজন ইউৰোপিয়ান বিষয়াৰ তত্ত্বাৱধানতহে এই অনুসন্ধান কৰিব দিয়া হৈছিল। চৌধুৰী, পাটগিৰি আৰু অন্যান্য ৰাজহ বিষয়াৰ আৰক্ষণ ক্ষমতা ৰদ কৰা হয়। তেওঁলোকৰ অধিকাৰ ক্ষেত্ৰত কোনো মোকৰ্দমাৰ অনুসন্ধান কৰিব আৰু কাকো আটক কৰিব নোৱাৰা হয়। স্মৰ্তব্য যে এনে ব্যৱস্থাৰে দেশীয় লোক নিয়োজিত প্ৰশাসন ক্ষেত্ৰসমূহ ইউৰোপিয়ানসকলৰ তত্ত্বাৱধান তথা কৰ্তৃত্বৰ অন্তৰ্গত কৰা হয়।

ৰাজহ বিষয়ৰ খেলি-মেলি সন্দৰ্ভত ৰবাৰ্টছনৰ ধাৰণা হ'ল যে সিকলৰ ওপৰত ৰাজহ সংগ্ৰহৰ দায়িত্ব দিয়া হৈছিল, তেওঁলোকৰ দেশৰ সম্পদ সম্পৰ্কে কোনো ধাৰণা নাছিল; ৰায়তৰ অৱস্থা কেনে আছিল, তাৰো বিচাৰ কৰা নাছিল। ৰাজহ আদায়ৰ সম্ভাৱনাৰ কোনো হিচাপ-পাতি নকৰাকৈয়ে ৰাজহ সংগ্ৰহ কৰিবলৈ লৈছিল। চৌধুৰী আৰু

আমোলাসকলৰ দুৰ্নীতিয়ে বিভাগটো গ্ৰাস কৰিছিল। এনে সমস্যাৰ সমাধান কৰাৰ বাবে ৰবাৰ্টছনে কিছু ব্যৱস্থা ল'লে। উপৰি কৰ 'বৰগুনি' উঠাই দিলে। দৰং আৰু কামৰূপৰ কিছু কিছু অঞ্চলত ১-১$\frac{১}{২}$ টকা মাটিৰ খাজনা লগালে। তাৰ উপৰি ৰায়তৰ ওপৰত ১-৩ টকা জনমূৰি কৰ লগোৱা হ'ল। ৰাজহ বিষয়াই যাতে অন্যায়কৈ খাজনা আদায় কৰিব নোৱাৰে, তাৰ বাবে খাজনাৰ ৰচিদ দিয়াৰ ব্যৱস্থা কৰা হ'ল। ৰায়তৰ নাম, মাটিৰ কচম আৰু ঘৰ-বস্তিৰ লেখ দি জিলা বিষয়াৰ ওপৰত প্ৰবিৱৰণ দিয়াৰ নিয়ম কৰিলে। মাটিৰ বন্দোবস্তী কৰি ৰায়তক মাটিৰ পট্টা দিয়া হ'ল। পট্টাত খাজনাৰ নিৰিখ বন্ধা থাকে। চৌধুৰী, পাটগিৰি আদি ৰাজহ বিষয়াসকলে আগৰ মৰ্যাদা হেৰুৱাই কৰ সংগ্ৰহকাৰী হৈ পৰিল। তেওঁলোকে সংগৃহীত ৰাজহৰ কিছু অংশ (শতকৰা ৭-১৫ ভাগ) কমিছন পোৱা হ'ল। তেওঁলোকে মাটি বন্দোবস্তী আৰু ৰাজহ নিৰ্দ্ধাৰণৰ সময় জিলা বিষয়াক সহায় কৰিব লাগে। অৱশ্যে বিভাগীয় কাম-কাজৰ বাবে প্ৰত্যেক এলেকাত পাটোৱাৰী (কেৰাণী), ঠাকুৰীয়া (মণ্ডল) আৰু গাঁও কাকতি (গাননিক) নিয়োগ কৰা হয়। উল্লেখ্য যে ৰাজহ বিভাগ দুৰ্নীতিমুক্ত কৰাৰ কাৰণে এনেবোৰ ব্যৱস্থা লোৱা খাজনাৰ নিৰিখ সকলোতে সমানভাবে লোৱা নহ'ল। আনকি, ৰাজহ বিষয়াই বিভিন্ন উপায়ে জনমূৰি কৰ সংগ্ৰহ কৰি থাকিবলৈ নেৰিলে।

নামনি আৰু কেন্দ্ৰীয় অসমৰ প্ৰশাসনিক গাঁথনি সুস্থিৰ হ'ল। উজনি অসমত পুৰন্দৰ সিংহক বৃটিছৰ আশ্ৰিত ৰজা হিচাপে পুনৰ্স্থাপন কৰাত তাত আহোম প্ৰশাসন চলিল (২৪ এপ্ৰিল, ১৮৩৩ খ্ৰীঃ)। ৰবাৰ্টছন গৱৰ্ণৰ জেনেৰেলৰ উত্তৰ-পূব সীমান্তৰ এজেণ্টৰ পদবীত থাকোতে ১৮৩২ চনৰ ১৪ আগষ্টত কাছাৰৰ সমভূমি অঞ্চল কোম্পানিৰ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰা হয়। কোনো চুক্তিবদ্ধ নোহোৱাকৈ পাহাৰী অঞ্চল তুলাৰামৰ তলতীয়া কৰি ৰখা হ'ল। গোবিন্দ চন্দ্ৰৰ পত্নী আৰু সম্পৰ্কীয়সকলক নিষ্কৰ ভূমি আৰু নগদ টকাকে লৈ ৩,৮৭৫.০০ টকা মূল্যৰ ভাত্তা দিয়াৰ ব্যৱস্থা কৰিলে। তুলাৰামৰ ৰাজ্যাংশৰ দাবীদাৰ দুৰ্গাচৰণ আৰু গোবিন্দৰামৰ দাবী নাকচ কৰা হ'ল আৰু (পিছলৈ) প্ৰত্যেককে নিষ্কৰ ভূমি আৰু ৫০.০০ টকীয়া পেন্সন দিয়ে। অদূৰ ভৱিষ্যতে দক্ষিণ কাছাৰ চামিল কৰাৰ পৰিকল্পনা লৈ ৰাজ্যখণ্ড অসম ভেলী প্ৰশাসন ক্ষেত্ৰৰ অন্তৰ্ভুক্ত কৰা হ'ল। উল্লেখ্য যে ১৮৩০ খ্ৰীষ্টাব্দতে লেফটেনেণ্ট টি. ফিছাৰে গোবিন্দ চন্দ্ৰৰ পৰা ৰাজ্যখণ্ড চমজি লৈছিল। তেতিয়া তেওঁ তাৰ সমাহৰ্তা আৰু বিচাৰপতিৰ পদবীত আছিল। ১৮৩৩ খ্ৰীষ্টাব্দত তেওঁক অধীক্ষক পতা হয়। এতিয়াৰ বদৰপুৰ ৰে'ল ষ্টেচনৰ অলপ দূৰৰ দুদপুতলীত জিলা সদৰ স্থাপন কৰা হয়। গৱৰ্ণৰ জেনেৰেলৰ তত্ত্বাৱধানতে ফিছাৰে কাছাৰ জিলাৰ বিচাৰপতি, সমাহৰ্তা আৰু দেৱানী ন্যায়াধীশ হিচাপে কাৰ্যনিৰ্বাহ কৰিবলৈ লয়। ১৮৩৬ খৃষ্টাব্দত কাছাৰ ঢাকাৰ আয়ুক্তৰ অধীন হয়।

কাছাৰৰ জনসংখ্যা তাকৰীয়া আছিল যদিও, তাত জাতি, ধৰ্ম আৰু সামাজিক বিভিন্নতা আছিল। থলুৱা বাসিন্দাৰ উপৰি তাত চুবুৰীয়া বংগৰ হিন্দু আৰু মুছলমান প্ৰব্ৰজনকাৰীসকলে বসতি স্থাপন কৰিছিল। এওঁলোকে কাছাৰত নিজস্ব সামাজিক ৰীতি-নীতি আৰু সাংস্কৃতিক প্ৰাধান্য স্থাপন কৰিব পাৰিছিল। কছাৰী, নগা, কুকি, মণিপুৰী আদি থলুৱা লোকসকলৰ ওপৰত তাৰ প্ৰভাব পৰিছিল। কিছুমানে এই নব্য সংস্কৃতি আঁকোৱালি লয়। ৰাজবংশকে ধৰি হিন্দু ধৰ্ম গ্ৰহণ কৰা কছাৰীসকলৰ ৰক্ষণশীলসকলে পুৰণি ৰীতি-নীতি তথা জীৱন পদ্ধতি বিসৰ্জন দিয়া নাছিল। কাছাৰৰ ৰজাৰ প্ৰশাসনীয় ব্যৱস্থা দুই ৰকমৰ আছিল। প্ৰশাসনীয় পুৰণি স্তৰৰ বিষয়া, বৰভাণ্ডাৰী (প্ৰধান মন্ত্ৰী), পাত্ৰ (মন্ত্ৰী), সেনাপতি (সৈন্য প্ৰধান) আৰু ৰাজপণ্ডিতে (প্ৰধান পুৰোহিত) পৰ্বতীয়া পৰিক্ৰমা চলাইছিল। প্ৰব্ৰজনকাৰীসকল এক প্ৰকাৰ স্বতন্ত্ৰীয় আছিল আৰু খেলভুক্ত হৈ চলিছিল। অৱশ্যে, এই খেল প্ৰথা আহোমৰ খেল প্ৰথাৰ দৰে বৃত্তি ভিত্তিক নাছিল। হিন্দু, মুছলমান, নগা, কুকি, মণিপুৰী আদি লোক একেটা খেলতে আছিল। ৰাজকৰ আদায় কৰিছিল মুক্তিয়াৰে। মুক্তিয়াৰে নিষ্কৰ ভূমি ভোগ কৰিছিল। মুক্তিয়াৰ ৰজা আৰু প্ৰজাৰ সমন্বয়ৰক্ষী আছিল। কেইবাটাও খেল লগাই ৰাজ নামে একোটা গোট গঠন কৰা হয়। এই গোটৰ মুৰব্বীজন আছিল জনতাৰ নিৰ্বাচিত প্ৰতিনিধি। ভিন ভিন গোটৰ মুৰব্বীৰ ভিন ভিন উপাধি আছিল, যেনে—চৌধুৰী, মজুমদাৰ, লস্কৰ বাৰভূএগ আৰু ছোটাভূএগ।

বৃটিছৰ আশ্ৰিত ৰজা গোবিন্দ চন্দ্ৰই নিৰ্দ্ধাৰিত পেছকছ দিব লগা হোৱাত অৰ্থ সংগ্ৰহৰ বাবে কেতবোৰ উপায় অৱলম্বন কৰিছিল। কৰ সংগ্ৰহৰ নানাবিধ ব্যৱস্থা লোৱাৰ লগতে পুৰণি ৰজাদিনীয়া প্ৰশাসনিক ব্যৱস্থা আৰু তদযুক্ত বিষয়াৰ আৰু বিশেষ সুবিধাবোৰৰ বিলোপ কৰা হয়। ফিছাৰে ডেভিদ স্কটৰ্ আৰ্হি লৈ সেই বিষয়বাব পুনৰ্স্থাপন কৰে। প্ৰশাসনীয় কাৰ্য যাতে সুচাৰুভাৱে চলে, তাৰ প্ৰতি লক্ষৰ ৰাখি তেওঁ বিষয়বাবৰ লগতে তদযুক্ত সা-সুবিধাবোৰো দিলে। নক'লেও হ'ব যে ফিছাৰৰ মূল লক্ষ্য আছিল ৰাজহ বৃদ্ধি কৰি কোম্পানিৰ ভঁৰাল টনকিয়াল কৰা। পিছে স্থানীয় ভূমিপুত্ৰসকলে যে ৰাজ্যখনৰ সম্পদ বৃদ্ধি কৰিব, তেনে সম্ভাৱনা নাছিল। সম্পদ বৃদ্ধিৰ বাবে তেওঁ বংগদেশৰ লোক আনি কাছাৰত মাটি পট্টন দিয়াৰ ব্যৱস্থা কৰিলে। পূৰ্বৰ ভূমি বন্দোবস্তীৰ শুংসূত্ৰ লৈ মাটিৰ খাজনাৰ নিৰিখ বান্ধিলে। ১৮৩২ খ্ৰীষ্টাব্দৰ শেষৰফালে ফিছাৰে ছিলেটত ৰাজহৰ যি নিৰিখ আছিল সেই নিৰিখ বান্ধিলে। বৰি আৰু বস্তি মাটি বাদে কৃষি উপযোগী প্ৰতি কুৰলা মাটিত (৪ একৰৰ অধিক) ৫.২ অনা ৰাজহ ধাৰ্য কৰা হ'ল। আনকি হাট-ঘাট (সুৰমা নৈৰ কেইটামান ঘাটৰ বাহিৰে) আৰু তামোল, কাঠ-কুঠ, লোণ, কপাহ আদি দ্ৰব্ৰৰ একচেটিয়া ব্যৱসায়ৰ ওপৰত থকা কৰ উঠাই দিলে। বংগৰ পৰা যাতে প্ৰব্ৰজনৰ সোঁত বয়, তাৰ বাবে এনে ব্যৱস্থা লোৱা হৈছিল। ঢাকা, ত্ৰিপুৰা আৰু মৈমনসিং জিলাত জাননী দিয়া হয় যে কাছাৰত ভাল জংঘলী মাটি আছে। কৃষকে জংঘল ভাঙিলে ১০০০ দিনৰ বাবে খাজনা ৰেহাই দিয়া হ'ব আৰু কৃষি উপযোগী কৰি উলিওৱা মটিত মালিকানা স্বত্ব দিয়া হ'ব। জলাশয় পুতিলে বা পানী নিৰ্গমনৰ ব্যৱস্থা কৰিলে পাঁচ বছৰলৈ মাটিৰ কৰ ৰেহাই দিয়া হ'ব। পিছে ফিছাৰৰ লক্ষ্য পূৰণ নহ'ল। ছিলেটৰ কৃষকে যি হাৰত খাজনা ভৰিবলৈ সমৰ্থ হৈছিল, কাছাৰৰ কৃষকে সেই হাৰত খাজনা আদায় দিব নোৱাৰিলে।

পুৰণিকালত কাছাৰৰ ন্যায়িক ব্যৱস্থাত দেৱানী আৰু ফৌজদাৰী আইনৰ মাজত কোনো পাৰ্থক্য নাছিল। ৰজাৰ নিৰ্দেশত সংক্ষিপ্ত বিচাৰ কৰি শাস্তি প্ৰদান কৰা হৈছিল। মোকৰ্দমা তৰি পৰাজিত হোৱা দলকো শাস্তি বিহা হৈছিল। চাৰিজন পাত্ৰক লৈ বিচাৰ মণ্ডলী গঠন কৰা হৈছিল। বিচাৰৰ সবিশেষ ৰজাৰ ওচৰত দাখিল কৰা হয় আৰু ৰজাই তাৰ ভিত্তিত শাস্তি বিহে। প্ৰব্ৰজন কাৰীৰ মাজত দেৱানী মোকৰ্দমা লাগিলে মুক্তিয়াৰে মোকৰ্দমা লয় আৰু সংশ্লিষ্ট খেলৰ জ্যেষ্ঠ লোকৰ সহযোগিতা লৈ তাৰ বিচাৰ কৰে। মুখতাৰে বিচাৰ কৰিব নোৱাৰা মোকৰ্দমা ৰাজ মুক্তিয়াৰৰ বিচাৰধীন হয়। বৃহত্তৰ সামাজিক গোট, অৰ্থাৎ 'ৰাজাৰ' প্ৰতিনিধিক ৰাজ মুক্তিয়াৰ বোলা হৈছিল। মোকৰ্দমাৰ আপীল হ'লে ৰজাই তাৰ বিচাৰ কৰে। হিন্দুৰ মোকৰ্দমা হ'লে ৰজাই ৰাজপণ্ডিত পৰামৰ্শ লৈছিল আৰু মুছলিমৰ মোকৰ্দমা হ'লে কোৰান বিধি জনা মুছলমানৰ পৰামৰ্শ লৈছিল।

কাছাৰ বৃটিছ অধীন হোৱাৰ পিছত তাত বৃটিছৰ ন্যায়িক ব্যৱস্থা প্ৰযোজ্য হয়। বিচাৰৱতি বংগৰ জিলা বিচাৰপতিৰ ক্ষমতাপ্ৰাপ্ত হয়। জুৰিৰ সন্মতি সাপেক্ষে বিচাৰপতিয়ে তিনিবছৰ নিম্নত শাস্তি বহিব পাৰে। গুৰুতৰ অপৰাধৰ ক্ষেত্ৰত জুৰিয়ে বিচাৰ কৰা মোকৰ্দমাৰ চূড়ান্ত ৰায়ৰ বাবে গৱৰ্ণৰ জেনেৰেললৈ প্ৰেৰণ কৰিব লাগে। কাছাৰৰ বিচাৰপতি হিচাপে ফিছাৰে বংগ বিধিৰ আলমত মোকৰ্দমা বিচাৰ কৰিব লাগিছিল যদিও, তেওঁক জুৰি নোহোৱাকৈ বিচাৰ কৰাৰ ক্ষমতা দিয়ে। কাৰণ, কাছাৰত জুৰিৰ মেম্বাৰ হোৱাৰ উপযুক্ত লোকৰ অভাৱ আছিল। অৱশ্যে দহ বছৰৰ উৰ্দ্ধত শাস্তি প্ৰদান কৰিব লাগিলে জুৰি আহ্বান কৰাৰ নিয়ম আছিল। পিছে ফিছাৰে ভূমি পুত্ৰসকলৰ ক্ষেত্ৰত সামান্য ইফাল-সিফাল কৰি পুৰণি ব্যৱস্থা বাহাল ৰখাৰ পক্ষপাতী আছিল।

ফিছাৰে পৰিবৰ্তিত অৱস্থাত ন্যায় সংগত আইনৰ বিচাৰৰ বাবে বংগ বিধিৰ পৰিবৰ্তন-পৰিবৰ্দ্ধন ঘটাব লাগে বুলি উৰ্ধৱতম কৰ্তৃপক্ষৰ ওচৰত চুপাৰিছ দিছিল। বৃটিছে ইন্ধন যোগোৱাৰ ফলত বংগৰ পৰা অহা প্ৰব্ৰজনকাৰীৰ সোঁত বৈ থাকিলে কাছাৰৰ জন গাঁথনিৰ যে পৰিৱৰ্তন ঘটিব সি স্বতঃসিদ্ধ। সেয়ে ফিছাৰে সময়োপযোগী আইন প্ৰৱৰ্তন কৰিব বিচাৰিছিল। এনে আইনৰ ভিত্তি হিন্দু আৰু মুছলিম আইন হ'ব যদিও, প্ৰচলিত সন্মানীয় স্থানীয় নিয়ম-নীতিৰ সমন্বয়ত কাছাৰৰ বাবে আইনৰ সংশোধন কৰাৰ হকে, যুক্তি দাঙি ধৰিছিল। বংগবিধি হ'ল আইনৰ দীঘলীয়া কাৰ্যপ্ৰণালী। সোনকালে মোকৰ্দমা নিষ্পত্তি কৰাৰ বাবে ফিছাৰে দেশীয়

আদালত স্থাপন কৰিবলৈ মনস্থ কৰিছিল। স্থানীয় প্ৰচলিত নীতি-নিয়মৰ জ্ঞান থকা আৰু মচাবিদা কৰিব পৰা কেইগৰাকীমান বুদ্ধিবান লোকক বিচাৰক পাতি দেশীয় আদালতগঠন কৰাৰ কথা বিবেচনা কৰে। মোকৰ্দমাৰ সাক্ষী লোৱাৰ সময়ত স্থানীয় আদালতৰ বিচাৰকক সহায় কৰাৰ বাবে বঙালী ভাষা জনা মহৰি নিয়োজিত কৰাৰ ব্যৱস্থাও ৰখা হয়। এনে আদালতত নিষ্পত্তি হোৱা মোকৰ্দমাৰ আপীলৰ বাবে তিনিগৰাকী সদস্যৰ বিচাৰক মণ্ডলী (জুৰি) গঠন কৰাৰ বিধান ৰাখে। গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট ৰবাৰ্টছনে ইয়াৰ সংশোধনীৰ প্ৰস্তাৱ দিছিল যদিও, উৰ্ধ্বতম কৰ্তৃপক্ষই ফিছাৰৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে আৰু বিহিত ব্যৱস্থা লোৱাৰ বাবে কৰ্তৃত্ব দিলে।

কাছাৰৰ পাহাৰী ৰাজ্যখণ্ড তুলাৰামৰ অধীনত আছিল। কিন্তু তেওঁৰ ভতিজাক গোবিন্দৰামে গোবিন্দ চন্দ্ৰৰ বিধৱা পত্নী আৰু কৰ্মচাৰীসকলৰ লগ হৈ তেওঁৰ বিৰুদ্ধে ষড়যন্ত্ৰত লিপ্ত হ'ল। তেওঁলোকৰ পৰা অস্ত্ৰ-শস্ত্ৰ আনি গোবিন্দৰামে তুলাৰামৰ বিৰুদ্ধে আক্ৰমণ চলায় আৰু পশ্চিম অংশ হাত কৰিবলৈ সমৰ্থ হয়। ফিছাৰে এনে কাৰ্যৰ ফলত কাছাৰৰ শান্তি-শৃংখলা ব্যাহত হোৱা বুলি জনাই কৰ্তৃপক্ষৰ হস্তক্ষেপ বিচাৰে। বৃটিছ সৈন্য প্ৰেৰণ কৰি ষড়যন্ত্ৰকাৰী গোবিন্দৰাম বৰভাণ্ডাৰী প্ৰমুখ্যে ৰাণীৰ বিষয়াসকলক সংযত কৰি ৰাখিবলৈ নাইবা তুলাৰামক ধন-বিত-সৈন্য দি এই কামত লগাবলৈ পৰামৰ্শ দিয়ে। তুলাৰামৰ লগত সুসম্পৰ্ক বৰ্তাই ৰখাটোৱেই আছিল ফিছাৰৰ মুখ্য উদ্দেশ্য। কাৰণ, ভৱিষ্যতে নগা বা বৰ্মীসকলে আক্ৰমণ চলালে তুলাৰামৰ সাহায্য লাভ কৰিব পৰা হ'ব। ৰবাৰ্টছন শান্তি ৰক্ষাৰ বাবে আগ্ৰহী আছিল হয়, পিছে বিধৱা ৰাণী, আৰু কৰ্মচাৰীসকলৰ বিৰুদ্ধাচাৰণ কৰাটোত সমৰ্থন দিছিল। উৰ্ধ্বতম কৰ্তৃপক্ষয়ো তুলাৰামৰ ৰক্ষণাবেক্ষণ দিয়াৰ সপক্ষে নাছিল। ফিছাৰক তেনে পদক্ষেপ ল'বলৈ অনুমতি নিদিলে।

ইয়াৰ পিছত ফিছাৰে তুলাৰামক বৃটিছৰ আশ্ৰিত শাসনকৰ্তা পাতি হ'লেও ৰক্ষণাবেক্ষণ দিবলৈ আগবাঢ়ে। উৰ্ধ্বতম কৰ্তৃপক্ষই এনে প্ৰস্তাৱ নাকচ কৰে আৰু মতপোষণ কৰে যে আত্মৰক্ষা কৰিব নোৱাৰা তুলাৰামে ক্ষমতা ত্যাগ কৰা যুগুত। পিছে ঘটনাই নতুন মোৰ ল'লে। তুলাৰামে বৃটিছ কৰ্তৃত্বাধীন ধৰমপুৰৰ কেইখনমান গাঁৱত অগ্নিসংযোগ কৰে আৰু তাৰ পৰা আটক কৰি অনা দুজন বৃটিছ প্ৰজাক হত্যা কৰে। ৰবাৰ্টছনৰ নিৰ্দেশ অনুসৰি ফিছাৰে তুলাৰামক বন্দী কৰি আনে। কিন্তু, আইনমতে স্বাধীন শাসনকৰ্তা এজনক শাস্তি বিহাৰ অধিকাৰ নাই। এতেকে ৰবাৰ্টছন উৰ্ধ্বতম কৰ্তৃপক্ষৰ নিন্দাৰ ভাগী হ'ল। তুলাৰামক এৰি দিয়া হ'ল। অৱশ্যে ৰবাৰ্টছনে নিজাববীয়াকৈ অনুসন্ধান কৰি জানিলে যে তুলাৰামে ১৮২৯ খ্ৰীষ্টাব্দৰ চুক্তি ভংগ কৰিছে, যাৰ বাবে তুলাৰামে ৰাজ্যখণ্ড নিজৰ হাতত ৰখাৰ অধিকাৰ হেৰুৱালে। স্থানীয় লোকৰ মতামত লোৱাৰ বাবে ফিছাৰ আৰু জেনকিন্স পাহাৰী অঞ্চলটো ভ্ৰমণ কৰিলে। ইতিমধ্যে, ৰবাৰ্টছনৰ পিছত জেনকিন্স গৱৰ্ণৰ জেনেৰেলৰ উত্তৰ-পূবৰ ৰাজনৈতিক এজেণ্ট আৰু অসমৰ আয়ুক্ত হয় (১৮৩৫ খ্ৰীঃ)। জানিব পৰা হ'ল যে পাহাৰী লোকসকল তুলাৰামৰ বিৰোধী। তেওঁলোকক বৰঞ্চ বৃটিছ শাসনৰ পক্ষপাতী। উল্লেখ্য, পলমকৈ হ'লেও উৰ্ধীতম কৰ্তৃপক্ষই জানিলে যে অঞ্চলটো প্ৰতিৰক্ষাৰ ফালৰ পৰা গুৰুত্বপূৰ্ণ। গতিকে তুলাৰাম আৰু ভতিজাক গোবিন্দৰাম-দুৰ্গাচৰণৰ মাজৰ বিতৰ্কিত অংশটো অধিকাৰ কৰাৰ সিদ্ধান্ত ল'লে। ১৮৩৪ খ্ৰীষ্টাব্দত জেনকিন্স আৰু তুলাৰামৰ মাজত এখন চুক্তি স্বাক্ষৰিত হ'ল। সেইমতে এফালে মাহুৰ আৰু দৰাংনৈ আনফালে দৰাং আৰু কপিলি নৈৰ মধ্যৱৰ্তী অঞ্চল বৃটিছৰ শাসনাধীন কৰা হ'ল। পেছকছ দিয়াৰ বিনিময়ত পূব অংশ তুলাৰামৰ হাততে ৰাখিলে। তুলাৰামে বৃটিছৰ নিৰ্দেশমতে চলিব লাগিব। সৰ্বস্তৰৰ কাৰ্যাবলীৰ বাবে। তাৰ বিচ্যুতি ঘটিলে অঞ্চলটো বৃটিছৰ অধীন হ'ব। তুলাৰামৰ জীৱদ্দশাত অঞ্চলটো বৃটিছৰ হস্তগত নহ'ল। প্ৰতিৰক্ষাৰ গইনা লৈ ১৮৫৪ খ্ৰীষ্টাব্দত তুলাৰামৰ ৰাজ্যখণ্ড বৃটিছৰ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিলে।

উজনি অসমত আহোম ৰাজকোঁৱৰ এজনক পুনৰ্স্থাপন কৰা বিষয়টো লৈ আৰম্ভণিৰে পৰা বৃটিছ কৰ্তৃপক্ষৰ মাজত মতানৈক্য আছিল। পৰিশেষত ৰাজনৈতিক আৱশ্যকতা বোধ কৰি যে পুৰন্দৰ সিংহক বৃটিছৰ আশ্ৰিত ৰজা পতা হ'ল সেই কথা ইতিমধ্যে বিচাৰ কৰা হৈছে। ১৮৩৩ খ্ৰীষ্টাব্দৰ ২ মাৰ্চত ৰবাৰ্টছনে যি চুক্তি কৰি পুৰন্দৰ সিংহক উজনি অসমৰ ৰজা পাতিছিল, সি আছিল চৰ্তসাপেক্ষ। হিচাপ কৰা মতে

উজনি অসমৰ বাৰ্ষিক ৰাজস্ব হ'ব ১, ২০, ০০০.০০ টকা। তাৰ পৰা পুৰন্দৰে কোম্পানি চৰকাৰক বাৰ্ষিক ৫০, ০০০.০০ টকা পেছকছ দিব লাগিব; পূৰ্বৰ আহোম ৰজাসকলৰ শাস্তি বিধান, যেনে— নাক, কাণ কটা, চকু কঢ়া, অংগক্ষত কৰা আদি শাস্তি বিহাৰ পৰা বিৰত থাকিব লাগিব; সতী যোৱা প্ৰথা বিলুপ্ত কৰিব লাগিব; কোম্পানিৰ শাসনৰ আৰ্হিত শাসন ব্যৱস্থা ল'ব লাগিব; ৰাজ্যৰ মাজেৰে কোম্পানিৰ সৈন্য প্ৰেৰণ কৰাৰ সময়ত ৰচদ-পাতি দিব লাগিব; ৰাজ্যৰ অন্তৰ্ভুক্ত সৈনিক ছাউনীৰ ওপৰত তেওঁৰ কৰ্তৃত্ব নাথাকিব; বৃটিছ ৰাজনৈতিক এজেণ্টজনৰ উপদেশ আখৰে পালন কৰিব লাগিব; ৰাজ্যত আশ্ৰয় লোৱা ৰাজদ্ৰোহীক বিচৰা মাত্ৰকে বৃটিছ বিষয়াৰ ওচৰত হাজিৰ কৰাব লাগিব; ৰাজ্যৰ পৰা আন ঠাইলৈ পলাই যোৱাসকলক বন্দী কৰাৰ কাৰণে বৃটিছ বিষয়াৰ ওচৰত দৰ্খাস্ত কৰিব লাগিব; কোনো বিদেশীৰ লগত কোনো ধৰণৰ যোগাযোগ ৰক্ষা কৰিব নোৱাৰিব; আৰু তেওঁৰ ৰাজ্য আনক দিয়া বা অধিগ্ৰহণ কৰাৰ ক্ষমতা কোম্পানিৰ হাতত সংৰক্ষিত থাকিব।

পুৰন্দৰ সিংহই এই চুক্তি মানি লয়। অৱশ্যে ৰজা উপাধি ল'বলৈ অসম্মত হোৱাত তেওঁক শ্ৰীমহাৰজা পুৰন্দৰ সিংহ নৰিন্দ্ৰ বুলি সম্বোধন কৰা হয়। তৎসত্ত্বেও তেওঁৰ পূৰ্বৰ মৰ্যাদা হেৰাল। তেওঁ বৃটিছৰ আশ্ৰিত যদিও আজ্ঞাবাহী ৰজা হ'ল। শাসন কাৰ্যত হস্তক্ষেপ কৰাৰ অধিকাৰ কোম্পানিৰ হাতত সংৰক্ষিত তাকিল; যেনিবা প্ৰজাৰ স্বাৰ্থ সাপেক্ষেহে ব্যৱস্থা বাহাল ৰখা হ'ল। সি যিকি নহওক, পুৰন্দৰ সিংহই পোনতে আহোম অভিজাতসকলক সন্তুষ্ট কৰাৰ পদক্ষেপ ল'লে। পূৰ্বে পদমৰ্যাদাত থকাসকলক পদমৰ্যাদা দিলে। পাত্ৰ-মন্ত্ৰী নিযুক্ত হ'ল। মহীধৰক বুঢ়াগোহাঁই আৰু মালভোগক বৰবৰুৱা পাতিলে। ফুকন, ৰাজখোৱা, হাজৰিকা আৰু বৰাক পূৰ্বৰ পদবী ঘূৰাই দিয়া হ'ল। খেল প্ৰথা পুনৰ্গঠন কৰা হ'ল। ৰাজনৈতিক এজেণ্ট হ্বাইটৰ পৰামৰ্শ মতে খেলদাৰসকলৰ লগত চাৰি বছৰীয়া বন্দোবস্তী কৰা হ'ল। তেওঁলোকৰ ওপৰত কিছু বাধ্যবাধকতা আৰোপ কৰা হ'ল। বৃটিছ আৰ্হিৰ শাসনৰ বাবে লেখা-পঢ়া জনা বুজা লোকৰ প্ৰয়োজন বুজি আনুষ্ঠানিক শিক্ষাৰ বাবে স্কুল স্থাপন কৰিলে। ন্যায়িক ব্যৱস্থা গতিশীল কৰাৰ বাবে খেলদাৰৰ ওপৰত মোকৰ্দমা বিচাৰ কৰাৰ ক্ষমতা অৰ্পণ কৰিলে। আনকি, আমোলাই অন্যায়ভাৱে ধন সংগ্ৰহ কৰাৰ বিৰুদ্ধেও মোকৰ্দমা সুধিব দিয়া হ'ল। সৰু-সুৰা মোকৰ্দমা বিচাৰৰ বাবে মফচল আদালত স্থাপন কৰিলে। তাত আপীল কৰাৰ ব্যৱস্থা থাকিল। সৰু-সুৰা মোকৰ্দমা বিচাৰ কৰাৰ কাৰণে ৰাজধানীত পঞ্চায়ত আদালত স্থাপন কৰা হ'ল। বৰবৰুৱাৰ আদালতে তিনি বছৰৰ কাৰাদণ্ড আৰু এহাজাৰটকীয়া মূল্যৰ দেৱানী মোকৰ্দমা বিচাৰ কৰাৰ ক্ষমতা পালে। তিনিজন ন্যায়াধীশ আৰু ৰজাক সভাপতি হিচাপে লৈ উচ্চ ন্যায়ালয় স্থাপন কৰিলে।

বৃটিছ প্ৰশাসনৰ লগত খাপ খুৱাই আহোম প্ৰশাসন ব্যৱস্থাৰ সংস্কাৰ সাধন কৰি পুৰন্দৰ সিংহই প্ৰশাসন ব্যৱস্থা হাতত লৈছিল যদিও, তেওঁ কৃতকাৰ্য নহ'ল। আহোম অভিজাত শ্ৰেণীৰ সমৰ্থন লাভ কৰাত ব্যৰ্থ হ'ল। প্ৰশাসনীয় সংস্কাৰৰ ফলত যিসকল লোক সা-সুবিধা বা পদবীৰ পৰা বঞ্চিত হ'ল, তেওঁলোকে প্ৰশাসনীয় কাৰ্যত অথালি-পথালি দিয়াই নহয়, পুৰন্দৰ সিংহক ওফৰাবলৈ যত্নপৰ হ'ল। উল্লেখনীয় যে পুৰন্দৰ সিংহই আৰম্ভণিৰে পৰা সমস্যাৰ সন্মুখীন হয়। কোম্পানিৰ চৰকাৰক নিৰ্দ্ধাৰিত পেছকছ দিব পাৰিব বুলি ভাবিছিল যদিও, কাৰ্যতঃ কোম্পানি চৰকাৰৰ হিচাপমতে ৰাজহ আদায় নহ'ল। গতিকে দুবছৰ পিছত পেছকছৰ কিস্তি দিবলৈ অপাৰগ হ'ল। আভ্যন্তৰীণ অৰাজকতা আৰু বৰ্মী আক্ৰমণৰ ফলত দেশৰ আৰ্থ-সামাজিক অৱস্থা আধোগামী হৈছিল। পাইকৰ ওপৰত লগোৱা কৰ নগদ টকাৰে শোধাব নোৱাৰি বহুতে মটক ৰাজ্যলৈ প্ৰব্ৰজন কৰিছিল। কাৰণ, মটক ৰাজ্যৰ কৰ-কাটলৰ হাৰ কম আছিল। বৃটিছে উজনি অসমত পাইক প্ৰথা ৰাখিলে। নামনি অসমত নাৰাখিলে। আৰ্থিকভাৱে সুস্থিৰ নদুৱাৰ নামনি অসমৰ অন্তৰ্ভুক্ত কৰিলে। এনেবোৰ কাৰণত পুৰন্দৰ সিংহৰ ৰাজহৰ ঘাটি পৰিল। তাৰ প্ৰতি কোম্পানি চৰকাৰৰ উৰ্দ্ধতম কৰ্তৃপক্ষ সম্পূৰ্ণ অৱগত আছিল। আনকি, অন্যান্য আশ্ৰিত ৰজাৰ তুলনাত পুৰন্দৰ সিংহৰ ওপৰত নিৰ্দ্ধাৰণ কৰা পেছকছ যে ন্যায়সংগত নাছিল সেই কথাও ৰবাৰ্টছন তথা কোম্পানিৰ উৰ্দ্ধতম কৰ্তৃপক্ষই ৰনজনাকৈ থকা নাছিল। পুৰন্দৰ সিংহই পেছকছ হ্ৰাস কৰাৰ বাবে আবেদন জনালে। লগতে উজনি অসমৰ পৰা গৈ বৃটিছ শাসিত অঞ্চলত থিতাপি

লোৱাসকলৰ পৰা পাবলগীয়া ৰাজহ আদায় কৰাৰ বাবে দাবী জনায়।

আবেদন সাপেক্ষে কৰ্তৃপক্ষই সমস্যাসমূহৰ ওপৰত অনুসন্ধান চলালে। আৰম্ভণিতে জেনকিন্স পুৰন্দৰৰ প্ৰতি সহানুভূতিশীল আছিল। কিন্তু, ইতিমধ্যে হতাশাগ্ৰস্ত আহোম অভিজাতসকলে পুৰন্দৰৰ বিৰুদ্ধে প্ৰজা উৎপীড়নৰ অভিযোগ তুলিলে। চন্দ্ৰকান্ত সিংহৰ সমৰ্থকসকলে আৰম্ভণিৰে পৰাই পুৰন্দৰ সিংহৰ বিৰোধিতা আছিল। ৰাইটে তাৰ সম্ভেদ পালে। তেওঁ পুৰন্দৰ সিংহৰ আৰ্থিক অৱস্থাৰ ওপৰত পৰ্যবেক্ষণ কৰি দেখিলে যে ১৮৩৪-৩৫ খ্ৰীষ্টীয় বৰ্ষত পুৰন্দৰ সিংহই সৰ্বোচ্চ ৩০, ১৫০.০০ টকা ৰাজহ সংগ্ৰহ কৰিছে। তাৰ পৰা ৫০, ০০০.০০ টকা পেছকছ দিলে তেওঁৰ হাতত যিমান ধন ৰব, তাৰে তেওঁৰ পৰিয়ালৰ ভৰণ-পোষণ আৰু প্ৰশাসনৰ ব্যয় মিতোৱা টান। গতিকে ৰাইটে পেছকছৰ ধন ৩০, ০০০.০০ টকালৈ হ্ৰাস কৰাৰ বাবে পৰামৰ্শ দিয়ে। কিন্তু আয়ুক্ত জেনকিন্স পুৰন্দৰৰ প্ৰতি সময় নহ'ল। ১৮৩৮ খ্ৰীষ্টাব্দৰ আৰম্ভণিতে তেওঁ উজনি অসমত চৰজমিন তদন্ত চলাই প্ৰতিবেদন যুগুত কৰে। ন্যাস্ত স্বাৰ্থ জড়িতসকলৰ ওজৰ-আপত্তিত পতিয়ন গৈ জেনকিন্সে পুৰন্দৰ বিৰোধী স্থিতি লয়। ৩ এপ্ৰিলৰ প্ৰতিবেদনত জেনকিন্সে সদৰী কৰে যে উজনিৰ ৰাজ্যখণ্ড পুৰন্দৰ সিংহৰ অপশাসনৰ বলি হৈছে। ৰজাৰ অৰ্থ লিপ্সা আৰু প্ৰশাসন দুৰ্নীতিপৰায়ণ বিষয়াৰ কভাভূত হোৱা বাবে প্ৰজা অসন্তুষ্ট হৈ পৰিছে। পুৰন্দৰ সিংহৰ তত্ত্বাৱধানত এখন নিকা আৰু সক্ষম চৰকাৰ প্ৰতিষ্ঠা বা কাৰ্যকৰী হোৱাৰ কোনো আশা নাই। ৰাজ্য খণ্ডত সম্পদৰ অভাৱ হোৱা নাই। কোম্পানি চৰকাৰে শাসন কৰিবলৈ ল'লে ৰাজ্যখণ্ড সম্পদশালী হৈ উঠিব আৰু প্ৰব্ৰজনকাৰীসকলো উভতি আহিব। চুক্তি অনুসৰি পুৰন্দৰ সিংহ ৰাজ্য শাসন কৰাত ব্যৰ্থ হৈছে আৰু ৰাজ্য শাসন কৰাৰ অধিকাৰ হেৰুৱা। এতেকে উজনি অসম কোম্পানি চৰকাৰৰ হাতলৈ আনিব লাগে বুলি জেনকিন্সে চুপাৰিছ দিলে।

জেনকিন্সৰ সিদ্ধান্ত কাৰ্যকৰী কৰাত কিছু পলম হ'ল। কোৰ্ট অব ডাইৰেক্টৰছৰ নিৰ্দেশলৈ অপেক্ষা কৰোতে সময় ল'লে। কোৰ্ট অব ডাইৰেক্টৰছৰ সাধাৰণ নিৰ্দেশ এৰি ৮ আগষ্টৰ পিছত গৱৰ্ণৰ জেনেৰেলে জেনকিন্সৰ পৰামৰ্শ গ্ৰহণ কৰিলে। ১৬ চেপ্তেম্বৰত ৰাজনৈতিক এজেন্ট ৰাইটে পুৰন্দৰ সিংহক অপসৰণ কৰি উজনি অসমৰ শাসন হাতত লয়। পুৰন্দৰ সিংহই কোম্পানি চৰকাৰৰ সিদ্ধান্ত নতশিৰে মানি ল'বলগীয়া হ'ল। তেওঁক মাহিলি ১০০০.০০ টকীয়া এটি পেঞ্চন দিয়াৰ ব্যৱস্থা কৰিলে। উজনি অসম দুখন জিলাত ভাগ কৰা হ'ল— উত্তৰ লক্ষীমপুৰ আৰু শিৱসাগৰ। জিলা দুখনৰ প্ৰত্যেকতে একোজনকৈ প্ৰিন্সিপাল এছিষ্টেণ্ট কমিছনাৰ নিযুক্ত কৰা হ'ল।

অসমৰ আয়ুক্তজনে গৱৰ্ণৰ জেনেৰেলৰ উত্তৰ-পূৰ্বাঞ্চলৰ এজেন্ট হিচাপে কাৰ্যনিৰ্বাহ কৰিব লাগিছিল। ইতিমধ্যে উত্তৰ-পূৰ্বাঞ্চলত বৃটিছ সাম্ৰাজ্যৰ সীমা বিস্তৃত হৈ অহাৰ লাগে লগে তেওঁৰ প্ৰশাসনীয় কাম-কাজৰ দায়িত্বও বাঢ়ি যায়। ফৌজদাৰী আৰু দেৱানী মোকৰ্দমা চম্ভালাৰ উপৰি তেওঁ ৰাজহ সংগ্ৰহ আৰু পুলিচৰ তত্ত্বাৱধান ল'ব লাগে। গোটেই পূৰ্বাঞ্চলৰ ৰাজনৈতিক সম্পৰ্ক ৰক্ষা কৰিব লাগে। এই কথা কোম্পানি চৰকাৰৰ উৰ্দ্ধতম কৰ্তৃপক্ষৰ দৃষ্টিগোচৰ হ'ল আৰু প্ৰশাসন নিয়াৰিকৈ চলোৱাৰ বাবে ব্যৱস্থা ল'লে। ১৮৩৪ খ্ৰীষ্টাব্দত জেনকিন্স অসমৰ আয়ুক্ত আৰু গৱৰ্ণৰ জেনেৰেলৰ উত্তৰ-পূব আৰু পূব ৰংপুৰৰ (গোৱালপাৰা) এজেণ্ট নিযুক্ত হোৱাৰ পিছত ছিলেটখন অসমৰ কাটি নি ঢাকা সংমণ্ডলৰ অন্তৰ্ভুক্ত কৰা হয় আৰু কাছাৰ, মণিপুৰ আৰু খাছিপাহাৰৰ প্ৰশাসন চলোৱাৰ বাবে অন্য ব্যৱস্থা গ্ৰহণ কৰে। ১৮৩৯ খ্ৰীঃ জিলা উপায়ুক্তৰ পদ সৃষ্টি কৰা হয়। পিছলৈ প্ৰিন্সিপাল এছিষ্টেণ্টকে এই পদৱীত নিয়োগ কৰে। আয়ুক্তৰ দৰে প্ৰিন্সিপাল এছিষ্টেণ্টজনেও বিভিন্ন বিষয়ৰ দায়িত্ব পালন কৰিবলগীয়া হয়। নিয়মীয়া প্ৰশাসনীয় কৰ্তব্যৰ লগতে তেওঁ জিলা ন্যায়াধীশ, পুলিচ অধীক্ষক, কাৰ্যবাহী অভিযন্তা আৰু পোষ্টমাষ্টাৰ হিচাপেও কাৰ্যনিৰ্বাহ কৰিব লাগে। এই বিষয়সমূহ তদবিদ কৰাৰ বাবে ১৯৩৯ খ্ৰীষ্টাব্দত জিলা প্ৰশাসনত তিনিজনকৈ জুনিয়ৰ এছিষ্টেণ্ট নিয়োগ কৰা হয়। প্ৰত্যেক জিলাৰে সীমা বিবাদ আছিল। জিলাৰ বিষয়াসকলে তাৰ চৰজমিন তদন্ত, আক্ৰমণকাৰীসকলৰ ওপৰত শাস্তি বিহা আদি অতিৰিক্ত দায়-দায়িত্ব পালন কৰিবলগীয়া হয়। গতিকে পৰৱৰ্তী সময়ত ছাৰ এছিষ্টেণ্ট পদৱীৰ সৃষ্টি কৰা হয়। উল্লেখ্য যে অসামৰিক আৰু সামৰিক উচ্চ পদসমূহত

কেৱল ইউৰোপিয়ানসকলৰহে নিযুক্তি হৈছিল। অথচ, ১৮৩৩ খ্রীষ্টাব্দৰ ছাৰ্টাৰ এক্ট অনুসৰি চাকৰিৰ ক্ষেত্ৰত কলাছাল, বগা ছাল বুলি কোনো বৰ্ণবৈষম্য নাছিল। ১৮৫৮ খ্রীষ্টাব্দৰলৈকে বৰ্ম-বৈষম্যৰ ভিত্তিত কোনো ভাৰতীয় লোককে উচ্চ পদত অধিষ্ঠিত কৰা নাছিল। ১৮৫০ খ্রীঃৰ শেষৰফালে আনন্দৰাম ঢেকিয়াল ফুকনক নিম্ন পৰ্যায়ৰ বিষয় বাব (ছাৰব এছিষ্টেণ্ট) দিয়াৰ সময়লৈকে ৰাজ্যখনৰ আন কাকো বিষয়া বাব দিয়া নাছিল।

ন্যায়িক শাসনৰ বাবে অসম ১৮৩৫ চনৰ ২ নং বংগ আইনৰ অন্তৰ্ভুক্ত কৰা হয়। ফলত, অসমৰ ন্যায়িক ব্যৱস্থা বংগৰ ন্যায়িক ব্যৱস্থাৰ দৰে হ'ল। দেশীয় লোকক মুন্সিফ আৰু আমিন নিযুক্ত কৰিলে। ১৮৩৭ খ্রীষ্টাব্দত অসম বিধি নামেৰে ন্যায়ালয়ৰ আচৰণ বিধি প্ৰস্তুত কৰা হ'ল। ১৮৬০ খ্রীষ্টাব্দলৈকে অসম বিধি কাৰ্যকৰী হৈ আছিল। ১৮৬০ খ্রীষ্টাব্দত বংগত প্ৰচলিত দেৱানী আৰু ফৌজদাৰী আনৰ কৰ্তৃত্ব অসমলৈ সম্পসাৰণ কৰা হয়। আগৰ দৰে প্ৰিন্সিপাল এছিষ্টেণ্ট জুৰি বা জুৰি নোহোৱাকৈ ফৌজদাৰী মোকৰ্দমা বিচাৰ কৰাৰ ক্ষমতা থাকিল। কিবা আসোঁৱাহ থাকিলে মোকৰ্দমাৰ কাৰ্যবিৱৰণী আয়ুক্তৰ সিদ্ধান্তৰ বাবে পঠোৱাৰ ব্যৱস্থা ৰখা হ'ল। জুনিয়ৰ এছিষ্টেণ্টৰ ওপৰত বংগৰ উপ-বিচাৰপতিৰ ক্ষমতা দিয়া হ'ল। কিন্তু দেৱানী আৰু ফৌজদাৰী মোকৰ্দমাৰ ক্ষেত্ৰত সদৰ আমিন বা মুন্সিফ ক্ষমতা সীমিত আছিল।

প্ৰিন্সিপাল এছিষ্টেণ্ট আৰু তলতীয়া বিষয়াসকল বিভিন্ন কৰ্তব্যত এনেকৈ ব্যস্ত থাকিবলগীয়া হৈছিল যে তেওঁলোকে নিজে মোকৰ্দমাৰ সাক্ষী-বাদীৰ শুনানি ল'ব পৰা নাছিল বা বিচাৰৰ ৰায় দিব পৰা নাছিল। প্ৰিন্সিপাল এছিষ্টেণ্টে ফৌজদাৰী মোকৰ্দমাৰ সাক্ষী-বাদীৰ শুনানি নোলোৱাৰ বাবে সপ্তাহত দুই-এদিনহে সময় পায়। এতেকে আযোগ্য আমোলাৰ ওপৰতে সাক্ষী-বাদী লোৱাৰ ভাৰ দিছিল। ন্যায়াধীশৰ কথা বাদেই, মোকৰ্দমা তৰাসকলে নিম্ন আদালতো ঢুকি পোৱা টান হৈছিল। দূৰৈৰ পৰা সদৰত মোকৰ্দমা তৰিবলৈ খোজ কাঢ়ি যাওঁতে সময় লাগিছিল, বাটত ৰাতি খপিব লাগিলে খাদ্য সামগ্ৰীৰ টোপোলা লৈ যাব লাগিছিল। গৈ পালেও, সহজতে মোকৰ্দমা ৰুজু কৰিব পৰা নাযায়। আনকি, সাধাৰণ মোকৰ্দমাৰ নিয়ম-প্ৰণালী বৰ তিক্ত আছিল। মোকৰ্দমাৰ ৰায় হওঁতে কিমান দিন বাট চাব লাগে, তাক কোনোৱে জনা নাছিল।

গাঁও অঞ্চলৰ জীৱন আৰু সম্পত্তি তথা শান্তি ৰক্ষাৰ বাবে থানা স্থাপন কৰা হৈছিল। থানাদাৰ বা দাৰোগাই দোষীক আটক কৰিব পাৰিছিল; আটক বন্দীক জিলা সদৰ স্থানলৈ পঠোৱাৰ আগতে দোষী-নিৰ্দোষীৰ প্ৰাৰম্ভিক বিচাৰ কৰিব পাৰিছিল। দাৰোগাৰ অধীনত এজন জামাদাৰ আৰু কেইজনমান পুলিচ আছিল। থানা বহুতে দূৰে দূৰে স্থাপিত হৈছিল। তেতিয়াৰ দিনত প্ৰায়বোৰ অঞ্চল জলাশয় আৰু জংঘলে ভৰা আছিল। এতেকে পুলিচ থানাৰ শান্তি সহজলভ্য নাছিল। দাৰোগাৰ দৰ্মহা-পাতিও কম আছিল। দায়িত্ব আছিল গধুৰ। তেওঁ দোষীক অভিযুক্ত কৰিব পাৰে আৰু প্ৰাথমিক বিচাৰ কৰিব পাৰে। আটক বন্দীক খালাচ দিবও পাৰে। কাৰ্যতঃদাৰোগা দুৰ্নীতিপৰায়ণ হয়; অত্যাচাৰ উৎপীড়নকাৰী বুলি চিহ্নিত হয়।

সি যি নহওক পাইক প্ৰথা আৰু দাসত্বৰ বিলোপ সাধনে এক বৈপ্লৱিক কাৰ্য সম্পন্ন কৰিলে। ফলত পুৰণি অসমীয়া সমাজখনৰ চিন্তা-চৰ্চাৰ পৰিবৰ্তন ঘটিল আৰু এটি নতুন আৰ্থ-সামাজিক পৰিমণ্ডলৰ বিকাশ হ'ল। আহোম শাসনৰ পৰিবৰ্তে বৃটিছ শাসনে যেন জীৱন আৰু সম্পত্তিৰ নিৰাপত্তা সুনিশ্চিত কৰিব পাৰে তেনে এটি বিশ্বাস আহিল। আনহাতে আহোম অভিজাতসকলে পৰিৱৰ্তিত আৰ্ত-সামাজিক অৱস্থান আঁকোৱালি লোৱাৰ বাবে ইতস্ততঃ। ক্ষমতচ্যুত ৰাজপৰিয়াল। তৎসত্বেও মণিৰাম দেৱানে আহোম ৰাজতন্ত্ৰ পুনৰ্স্থাপনৰ আকাংক্ষা যোগালে। ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহ তথা ভাৰতৰ স্বাধীনতা আন্দোলনৰ সুযোগ বুজি তেওঁ অসমৰ বৃটিছ শাসন উচ্ছেদ কৰিবলৈ ষড়যন্ত্ৰ কৰি ব্যৰ্থ হ'ল। অসমত আহোম ৰাজতন্ত্ৰ পুনৰ্স্থাপনৰ শেষ চেষ্টা বিফল হ'ল।

সেইসময়ত কামৰূপত ৰাজহৰ হাৰ সৰ্বোচ্চ আছিল। ১৮৫৯ খ্রীষ্টাব্দত সকলোবিলাক জিলাৰ খাজনাৰ হাৰ সমান কৰাৰ অজুহাত লৈ ৰাজহ বৃদ্ধি কৰাৰ চেষ্টা চলায়। এই খাজনা বৃদ্ধিৰ অন্তৰালত বৃটিছৰ কুটিল ষড়যন্ত্ৰ আছিল বুলি জনা যায়। উল্লেখ্য যে ইতিমধ্যে বৃটিছ চাহ খেতিয়কসকলে অসমকে ধৰি পূৰ্বাঞ্চলৰ বিভিন্ন ঠাইত চাহ বাগান খোলাত

ব্যস্ত হৈছিল। চাহ বাগানত কাম কৰা বনুৱাৰ অভাৱত অসমৰ কৃষকক বনুৱাত পৰিণত কৰাৰ বাবে মাটিৰ খাজনাৰ হাৰ এনেভাবে বৃদ্ধি কৰিলে, যাতে কৃষকে কৃষিকাৰ্য এৰি চাহ বাগানৰ বনুৱা হয়। সেই নীতি কাৰ্যকৰী নহ'ল। অসমৰ কৃষকে বনুৱাৰ কাম কৰিবলৈ আগ্ৰহ নকৰিলে। কৃষকে খাজনা বৃদ্ধিৰ প্ৰতিবাদী আন্দোলন আৰম্ভ কৰিলে। উনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধত এনে আন্দোলন চলিল (তৃতীয় অধ্যায় দ্ৰষ্টব্য)।

**অসমত মুখ্য আয়ুক্তৰ প্ৰশাসন ঃ** মণিৰাম দেৱান আৰু তেওঁৰ সহযোগীসকল বৃটিছৰ হাতত বন্দী হোৱাত পিছত অসমৰ আয়ুক্তই বংগ চৰকাৰক জনালে যে অসমত পুনৰায় বিদ্ৰোহ হোৱাৰ কোনো কাৰণ বা সম্ভাৱনা নাই। গতিকে অসমৰ ৰাজনৈতিক আশা-আকাংক্ষা দমন কৰি বৃটিছ চৰকাৰে ৰাজত্বৰ ভেটি মজবুত কৰাৰ কাৰণে প্ৰশাসনিক ব্যৱস্থা লয়। ১৮৬০ খ্ৰীষ্টাব্দত বৃটিছে অসম তথা উত্তৰ-পূবত সাৰ্বভৌমত্ব প্ৰতিষ্ঠাপন কৰিলে। ইমান দিনে উত্তৰ-পূৰ্বাঞ্চল বংগ প্ৰেছিডেন্সিৰ তলত ওলমি আছিল। গৱৰ্ণৰ জেনেৰেলৰ উত্তৰ-পূব সীমান্ত অঞ্চলৰ গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট আৰু অসমৰ আয়ুক্তই ইয়াৰ প্ৰশাসন চলাইছিল। সেই সময়ত বংগৰ পৰা অসমলৈ জলপথেৰে যাতায়াত কৰাৰ বাহিৰে অন্য পন্থা নাছিল। অসমৰ প্ৰশাসনীয় উৎকৰ্ষ সাধনৰ বাবে ১৮৭৪ খ্ৰীষ্টাব্দত অসম মুখ্য কমিছনাৰ শ্বিপ', অসম মুখ্য আয়ুক্ত প্ৰশাসন গঠন কৰা হয়। মুখ্য কাৰ্যালয় হ'ল শ্বিলং। পূৰ্বাঞ্চলৰ বিভিন্ন জিলা অসমৰ লগত একীকৰণ কৰি একীভূত শাসন প্ৰৱৰ্তন কৰা হ'ল। ফলত বিভিন্ন ভাষা-গোষ্ঠী, ধৰ্ম-সংস্কৃতিৰ মিলন ভূমি বৃহত্তৰ অসম বা বৰ অসমৰ জনম হ'ল? অৱশ্যে পূব হিমালয়ৰ পাদদেশ ভৌগোলিকভাৱে অসমৰ লগত সংযুক্ত হোৱা নাছিল যদিও, ৰাজনৈতিকভাৱে তাৰ জনজাতিবোৰ বৃটিছৰ আয়ত্তাধীন হয়। মুখ্য আয়ুক্ত শাসিত অসম প্ৰদেশত নামনিৰ ৫ খন জিলা, যেনে— কামৰূপ, নগাঁও, দৰং, শিৱসাগৰ আৰু লক্ষিমপুৰ, খাছীপাহাৰ, নগা পাহাৰ, গাৰো পাহাৰ, গোৱালপাৰা আৰু ছিলেট-কাছাৰ আছিল। ১৮৯৮ খ্ৰীষ্টাব্দত লুচাই পাহাৰ জিলা অসমৰ অন্তৰ্ভুক্ত কৰা হয়।

এই জিলাকেইখন বংগ চৰকাৰৰ কৰ্তৃত্বৰ পৰা পৃথক কৰি অসম মুখ্য প্ৰশাসনৰ কৰ্তৃত্বাধীন কৰা হ'ল। লেফটেনেণ্ট কৰ্ণেল আৰ এইচ কিটিং অসমৰ প্ৰথম মুখ্য আয়ুক্ত নিযুক্ত হয়। ১৮৭৪ খ্ৰীষ্টাব্দত দুখন আইন কৰি (৮ নং আৰু ১২ নং) বংগৰ লেফটেনেণ্ট গৱৰ্ণৰ বা ৰাজহ বোৰ্ডৰ হাতত ন্যস্ত ন্যায়িক ক্ষমতা গৱৰ্ণৰ জেনেৰেলৰ কৰ্তৃত্বাধীন কৰা হয়, আৰু গৱৰ্ণৰ জেনেৰেলে তাক মুখ্য আয়ুক্তৰ ওপৰত ন্যস্ত কৰিব পাৰে। গৱৰ্ণৰ জেনেৰেলে ন্যস্ত কৰা ক্ষমতা আৰু ১৮৭৪ খ্ৰীষ্টাব্দৰ পৰৱৰ্তী কালত গৱৰ্ণৰ জেনেৰেলৰ মন্ত্ৰণা পৰিষদে প্ৰণয়ন কৰা আইনৰ ধাৰা অনুসৰি স্থানীয় চৰকাৰৰ যি ক্ষমতা তাক মুখ্য আয়ুক্তৰ ওপৰত ন্যস্ত কৰা হ'ল। ১৮৭৪ খ্ৰীষ্টাব্দৰ ১৮ ডিচেম্বৰত ভাৰত চৰকাৰৰ বিষয়া-কৰ্মচাৰী নিযুক্ত কৰা হ'ল। সেই সময়ত বৃটিছ -ভাৰত চৰকাৰে ব্যয় সংকোচন নীতি লৈছিল। বিভিন্ন বিভাগ খোলাৰ সলনি প্ৰথমতে মুখ্য আয়ুক্তৰ ওপৰতে সকলো ক্ষমতা ন্যস্ত কৰা হৈছিল। তেওঁৰ কামৰ সাহায্যাৰ্থে এজন সচিব নিযুক্ত হয়। পিছলৈ কামৰ হেঁচা বাঢ়ি অহাত দুজন সচিবৰ তত্ত্বাৱধানত বিভিন্ন বিভাগ খোলা হয়। মুখ্য সচিবৰ হাতত নিযুক্তি, বিত্ত আৰু ন্যায়িক বিভাগ আছিল। সচিবালয়ত ৬৬ জন কৰ্মচাৰী আছিল। ইয়াৰ কৰ্মক্ষমতা বঢ়াবৰ বাবে উৰ্ধ্বতম কৰ্তৃপক্ষৰ দৃষ্টি আকৰ্ষণ কৰা হয় যদিও মিতব্যয়তাৰ নামত একো ব্যৱস্থা লোৱা নহ'ল। সাম্ৰাজ্যবাদী চৰকাৰে যে অৰ্থ লাভালাভৰ হিচাপ-নিকাচহে কৰিছিল, ই তাৰ অন্য এক দৃষ্টান্ত।

অসম প্ৰদেশ গঠন হোৱাৰ আগতে বৃটিছ অধীকৃত অসম তথা পূৰ্বাঞ্চল বংগ প্ৰেছিডেন্সিৰ অন্তৰ্গত আছিল। ফলত বংগ প্ৰশাসনৰ বোজা বাঢ়ি যায়। বংগ চৰকাৰৰ প্ৰশাসনীয় বোজা কমোৱাৰ বাবেই অসম মুখ্য আয়ুক্তৰ প্ৰশাসন গঠন কৰা হয়। অসম প্ৰশাসন গঠন কৰাৰ পৰৱৰ্তী সময়ছোৱাত উৰ্ধ্বতম কৰ্তৃপক্ষই তাৰ উত্তৰণৰ ওপৰত কিছু গুৰুত্ব আৰোপ কৰে। বংগ প্ৰশাসনৰ বোজা আৰু কিছু কমাবলৈ আৰু অসম চৰকাৰৰ পৰিসৰ বঢ়াই তাক অধিক কাৰ্যকৰী কৰাৰ কাৰণে প্ৰশাসনীয় পুনৰ্গঠনৰ প্ৰস্তাৱ লয়। চট্টগ্ৰাম পাৰ্বত্য অঞ্চলকে লৈ চট্টগ্ৰাম সংমণ্ডল, ঢাকা সংমণ্ডলৰ অৰ্ন্তগত ঢাকা আৰু মৈমনসিং জিলা অসমৰ লগত চামিল কৰাৰ আঁচনি প্ৰস্তুত কৰে। এই ক্ষেত্ৰত চৰকাৰৰ বাণিজ্যিক স্বাৰ্থ নিহিত আছিল।

উল্লিখিত পূৰ্ব-বংগীয় অঞ্চল অসমৰ লগত চামিল কৰিলে ৰাজ্যখনৰ বহিৰ্বাণিজ্যৰ বাবে চট্টগ্ৰাম পোতাশ্ৰয় লাভ কৰিব। ফলত পূৰ্বাঞ্চলৰ তেল, কয়লা আৰু চাহ শিল্প উদ্যোগৰ বিকাশ হ'ব আৰু ৰে'ল পৰিবহণ কাৰ্যকৰী হ'ব। এয়েই আছিল চৰকাৰী ভাষ্য।

অসম আৰু বংগদেশত ইয়াৰ বিৰুদ্ধে সবল প্ৰতিক্ৰিয়া হয় যদিও গৱৰ্ণৰ জেনেৰেল লৰ্ড কাৰ্জনৰ ৰাজনৈতিক উদ্দেশ্য সিদ্ধিৰ বাবে বংগ বিভাজন কৰে (১৯০৫ খ্ৰীঃ)। বংগদেশৰ পৰা ঢাকা, চট্টগ্ৰাম আৰু ৰাজসাহী সংমণ্ডল কাটি নি অসমৰ লগত চামিল কৰি পূৰ্ববংগ আৰু অসম নামে এখন বেলেগ প্ৰদেশ গঠন কৰিলে। ইয়াৰ ৰাজধানী হ'ল ঢাকা। বংগ প্ৰেছিডেন্সিৰ বাকী অংশ বৰ্ধমান সংমণ্ডল, বিহাৰ আৰু উৰিষ্যাৰে লগ লগাই আন এখন প্ৰদেশ কৰা হ'ল। ইয়াৰ ৰাজধানী কলিকতাতে থাকিল। কিন্তু তাৰ বিৰুদ্ধে বংগত প্ৰবল আন্দোলন আৰম্ভ হ'ল। বংগ বিভাজনৰ অন্তৰালত লৰ্ড কাৰ্জনৰ ৰাজনৈতিক অভিসন্ধি আছিল। বংগৰ জনগণে তাৰ সন্ধেদ পালে। বংগদেশত গঢ় লৈ উঠা জাতীয় আন্দোলন নিস্তেজ কৰাৰ কাৰণে আৰু মুছলমান জনসাধাৰণক এখন নিজস্ব গৃহভূমি দিয়াৰ বাবে লৰ্ড কাৰ্জনে বংগ বিভাজনৰ পোষকতা কৰিছিল। এনে সাম্প্ৰদায়িক ৰাজনৈতিক অভিসন্ধিৰ ফলত দুয়োখন প্ৰদেশতে বাঙালীসকল সংখ্যালঘু হৈ পৰিল আৰু সেয়ে তেওঁলোকে বংগভংগ প্ৰতিৰোধ আন্দোলন ব্যাপক কৰি তুলিলে। এই আন্দোলনে স্বদেশী আন্দোলনত পৰিণত হ'ল। অসমেও বেলেগ এখন প্ৰদেশ গঠন কৰাৰ বিৰোধিতা কৰিলে। ফলত, ১৯১১ চনত বংগভংগ নিৰসন হ'ল। অসম আৰু বংগই পূৰ্বৰ স্থিতি পালে।

**অন্তৰস্থ সীমা আৰু বালিপাৰা-শদিয়া অঞ্চল :** আহোমৰ দিনৰে পৰা অসমৰ সীমান্ত অঞ্চলত নামনি আৰু পাহাৰী লোকৰ মাজত সংঘৰ্ষ চলি আছিল। অসম সীমান্ত অঞ্চলত বৃটিছ চাহ খেতিয়কে চাহ বাগিচা খুলিবলৈ লওঁতে সীমান্তৰ ভিতৰুৱা অঞ্চললৈ আগবাঢ়ি যায়। ফলত পাহাৰী লোকৰ লগত সংঘৰ্ষ লাগে। পাহাৰী লোকসকলে সীমান্তৰ বজাৰত ৰবৰ বিক্ৰী কৰোতে আৰম্ভ হোৱা ক্ৰেতাৰ প্ৰতিযোগিতাও এনে অশান্তিৰ কাৰণ হৈছিল। গতিকে ১৮৭৩ খ্ৰীষ্টাব্দত অন্তৰস্থ আইন (ইনাৰ লাইন) প্ৰণয়ন কৰা হয়। সেইমতে প্ৰশাসনীয় ব্যৱস্থা হিচাপে ব্ৰহ্মপুত্ৰ উপত্যকাৰ উত্তৰ-পূব আৰু পূব-দক্ষিণত একোটাকে আনুমানিক অন্তৰস্থ সীমা নিৰ্দ্ধাৰণ কৰা হয়। এনে সীমা অতিক্ৰম কৰিব লাগিলে সংশ্লিষ্ট উপায়ুক্তৰ পৰা পাছ ল'ব লাগে। অৱশ্যে এনে সীমাৰেখা ৰাজ্যক্ষেত্ৰিক সীমাৰেখা নাছিল, প্ৰশাসনীয় পৰিসৰ নিৰ্দেশিত অন্তৰস্থ সীমাহে আছিল। তৎসত্ত্বেও আবৰসকলে বৃটিছ ৰাজনৈতিক বিষয়া আৰু সীমান্ত আৰক্ষী চকীৰ ওপৰত আক্ৰমণ চলাই নিষষ্ঠুৰতাৰ পৰিচয় দিয়ে। এতেকে সীমান্ত শাসনৰ নতুন ব্যৱস্থা লোৱা হ'ল। শদিয়া আৰু বালিপাৰা নামে দুটা অঞ্চল গঠন কৰি প্ৰত্যেকটো অঞ্চল একোজন ৰাজনৈতিক বিষয়াৰ অন্তাৱধনাত ৰখা হ'ল। শদিয়া অঞ্চল উত্তৰ-পূবে তীৰ্ব্বত আৰু দক্ষিণ-পূবে ব্ৰহ্মদেশৰ সীমাপৰ্যন্ত বিস্তৃত আছিল। ওদালগুৰিৰ পৰা তিব্বতলৈ থকা বাণিজ্যিক পথকেইটা সন্নিবিষ্ট কৰি বালিপাৰা অঞ্চল গঠন কৰা হয়। অৱশ্যে এই সীমান্ত অঞ্চলৰ ওপৰত প্ৰৱৰ্তন কৰা প্ৰশাসনিক ব্যৱস্থা কটকটীয়া নাছিল; ই এক শিথিল ৰাজনৈতিক শাসনহে আছিল।

**প্ৰশাসনিক শেহতীয়া পদক্ষেপ :** ১৯২১ চনত অসম মুখ্য আয়ুক্ত প্ৰশাসনৰ এক উল্লেখযোগ্য পৰিবৰ্তন ঘটোৱা হয়। ভাৰত চৰকাৰৰ ১৯১৯ চনৰ আইনৰ ব্যৱস্থা মতে অসমক এখন গৱৰ্ণৰ শাসিত প্ৰদেশ কৰা হয়। অসমত দুতৰপীয়া শাসন প্ৰৱৰ্তন কৰা হয়, সংৰক্ষিত আৰু হস্তান্তৰিত। অন্যান্যৰ মাজতে পুলিচ, আইন আৰু ন্যায়, ৰাজহ আৰু বনজ সম্পদ সংৰক্ষিত বিষয়ভুক্ত আছিল; শিক্ষা, আবকাৰী, গড়কাপ্তানি, স্বাস্থ্য আৰু কাৰাগাৰ হস্তান্তৰিত বিষয়ভুক্ত আছিল। সংৰক্ষিত বিষয়সমূহ গৱৰ্ণৰ আৰু দুজন সদস্যেৰে গঠিত মন্ত্ৰণা বা কাৰ্যনিৰ্বাহক পৰিষদৰ অধিনস্থ আছিল। হস্তান্তৰীত গষিয়সমূহ গৱৰ্ণৰ আৰু বিধানমণ্ডলে নিৰ্বাচন কৰা দুজন মন্ত্ৰীৰ অধীনস্থ আছিল। এনে ধৰণে দুতৰপীয়া শাসন চলে। ১৯৩৫ চনৰ ভাৰত চৰকাৰ আইনৰ বিধি-বাধকতাৰ মাজত বিধানমণ্ডলে ৰাজ্যখনৰ শান্তি আৰু সুশাসনৰ বাবে আইন প্ৰণয়ন কৰিব পাৰিছিল। গৱৰ্নৰ কাৰ্যনিৰ্বাহক পৰিষদৰ সদস্য বাদেন সদস্য, ৩৯ জন নিৰ্বাচিত সদস্য আৰু গৱৰ্ণৰে মনোনীত কৰা ১২

জন সদস্য লৈ বিধানমণ্ডল গঠন কৰা হয়। গৱৰ্ণৰে মনোনীত সদস্যৰ ভিতৰত ৪ জন চৰকাৰী বিষয়া আছিল।

**স্থানীয় শাসন ব্যৱস্থা ঃ** উনবিংশ শতিকাৰ মাজভাগৰ পৰা বৃটিছ চৰকাৰে জনহিতকৰ কাৰ্যৰ মনোনিয়োগ কৰা দেখা যায়। ১৮৪২ খ্ৰীষ্টাব্দত এখন আইন প্ৰণয়ন কৰি (১০ নং আইন, ১৮৪২ খ্ৰীঃ) পৌৰ প্ৰশাসনৰ বাট মুকলি কৰে যদিও ই বংগদেশতে সীমাবদ্ধ আছিল। ১৮৫০ খ্ৰীষ্টাব্দত আন এখন আইন প্ৰণয়ন কৰি (৩১ নং আইন, ১৮৫০ খ্ৰীঃ) সমগ্ৰ বৃটিছ ভাৰততে পৌৰসভাৰ প্ৰশাসনৰ বাবে সদস্য নিযুক্ত কৰাৰ ব্যৱস্থা কৰে যদিও এই পদবী নিৰ্বাচিত নকৰিলে, নাইবা ব্যৱস্থাটো সকলোতে প্ৰযোজ্য নহ'ল। বাসিন্দাসকলৰ $\frac{১}{৩}$ অংশই দৰ্খাস্ত দিলেহে পৌৰসভা গঠন কৰাৰ ব্যৱস্থা লয়। সি যিকি নহওক, ১৮৫২ খ্ৰীষ্টাব্দত গুৱাহাটীত এখন পৰিনিয়ত পৌৰসভা গঠন কৰে। কেপ্টেইন ৰাওলাট ইয়াৰ সদেন সভাপতি আৰু জেমছ হৰিয়ত আৰু চি কে হাডছন সদস্য আছিল। ১৮৬৪ খ্ৰীষ্টাব্দত জিলা উন্নয়ন আইন প্ৰণয়ন কৰি (৩ নং আইন, ১৮৬৪ খ্ৰীঃ) দৰ্খাস্ত আহ্বান কৰা নিয়মৰ সংশোধন ঘটাই আৰু দৰ্খাস্ত নোহোৱাকৈ পৌৰসভা গঠন কৰাৰ ব্যৱস্থা ল'লে। ১৮৬৫ খ্ৰীষ্টাব্দত গুৱাহাটী আৰু শিলচৰত এই আইন প্ৰযোজ্য হয়। ৪ জন পদেন সদস্য আৰু ৭ জন অচাকৰিয়াল মনোনীত সদস্যৰে পৌৰসভা গঠন কৰা হৈছিল।

১৮৭৬ খ্ৰীষ্টাব্দত পৌৰসভা চাৰি শ্ৰেণীভুক্ত কৰা হয় আৰু কৰদাতাসকলৰ $\frac{১}{৩}$ অংশই সভাপতি নিৰ্বাচনৰ বাবে আবেদন নকৰা পৰ্যন্ত সকলো শ্ৰেণীৰ পৌৰসভাৰ বাবে চৰকাৰী বিষয়াকে সভাপতি হিচাপে মনোনীত কৰা হৈছিল। আয়ুক্তজনকে সভাপতি কৰাত কাৰ্যতঃ পৌৰসভা চৰকাৰৰ নিয়ন্ত্ৰণত থাকে।

১৮৮২ খ্ৰীষ্টাব্দৰ ১৮ মে'ত ভাইছৰয় লৰ্ড ৰিপনে উত্থাপন কৰা প্ৰস্তাৱেহে স্থানীয় শাসনৰ প্ৰকৃত ৰূপ দিয়ে। প্ৰকৃততে পৌৰ শাসন চৰকাৰৰ অনুমোদন সাপেক্ষে নিৰ্বাচিত সদস্যই নিৰ্বাচন কৰা বেচৰকাৰী সভাপতিৰ হাতত থাকিব লাগে। পুলিচৰ ব্যয় চৰকাৰে বহন কৰাৰ বাহিৰে শিক্ষা, স্বাস্থ্য আৰু পোহৰৰ ব্যৱস্থা আৰু ৰাস্তা-পদূলি আৰু ৰাজহুৱা কাৰ্য পৌৰসভাৰ অন্তৰ্গত হ'ব লাগে। এনে বিধি ব্যৱস্থাৰ কিছু ইফাল-সিফাল কৰি অসম চৰকাৰে প্ৰস্তাৱ কৰে যে কৰদাতাই বিচাৰিলে নিৰ্বাচন পাতি পৌৰসভা গঠন কৰিব লাগে। বেচৰকাৰী নিৰ্বাচিত সদস্যই সভাপতি হিচাপে নিৰ্বাচন নকৰিলে উপায়ুক্তই সভাত উপস্থিত থাকিব নালাগে। চৰকাৰী বিষয়া সভাপতি হিচাপে নিৰ্বাচিত হ'লে উপ-সভাপতিজন বেচৰকাৰী সদস্য হ'ব লাগে।

উনবিংশ শতিকাৰ শেষৰফালে ৰাজ্যখনত ১৮৮৪ খ্ৰীষ্টাব্দৰ আইনমতে ৪ খন পৌৰসভা গঠিত হয়; বাকীবোৰ ১৮৭৬ খ্ৰীষ্টাব্দৰ আইনমতে গঠন হয়। ছিলেট, ডিব্ৰুগড়, গুৱাহাটী আৰু ধুবুৰীত নিৰ্বাচন পাতি পৌৰসভা গঠন কৰা হয়। পিছলৈ স্থানীয় সৰ্বসাধাৰণ কাম-কাজৰ বাবে লোকেল বোৰ্ড গঠন কৰা হৈছিল। স্থানীয় আৱশ্যকতা সাপেক্ষে স্থানীয় ৰাস্তা-ঘাটৰ উন্নতিৰ কল্পে স্থানীয়ভাৱে পুঁজি গঠন কৰা হয়। অসম মুখ্য আয়ুক্ত প্ৰশাসন গঠন হোৱাৰ আগতে জিলা বোৰ্ড গঠন কৰা হৈছিল। ইয়াৰ সভাপতি আছিল উপায়ুক্ত আৰু জিলা ৰাস্তাৰ নামত ৰখা পুঁজিৰ পৰা ৰাস্তা-ঘাট বন্ধা আৰু মেৰামতিৰ বাবে ধন দিয়া হৈছিল। মুখ্য আয়ুক্ত কিটিঙে এই পুঁজিৰ ঠাইত ডিষ্ট্ৰিক্ট ইমপ্ৰুভমেণ্ট ফাণ্ড, জিলা উন্নয়ন পুঁজি গঠন কৰে। তাৰ বাবে কোনো স্থানীয় কৰ নিৰ্দ্ধাৰণ কৰা নাছিল। ১৮৭৯ খ্ৰীষ্টাব্দত লোকেল ৰেট ৰেগুলেচন, স্থানীয় নিৰিখ বিধি আইন কৰি মাটিৰ স্থানীয় বছৰেকীয়া ৰাজহৰ ওপৰত টকাই পতি ১ অনাকৈ উপকৰ লগায়। গৰু-ম'হৰ খাটক আৰু পাৰঘাট আদিৰ অতিৰিক্ত আয়ৰ ওপৰতো এনে কৰ লগায়। এই পুঁজিৰ নিয়ন্ত্ৰণ কৰাৰ বাবে জিলা সমিতি গঠন কৰা হৈছিল। ১৮৮১ খ্ৰীষ্টাব্দৰ জিলা সমিতি ভাঙি মহকুমা ভিত্তিত লোকেল বোৰ্ড গঠন কৰা হয়। উপায়ুক্ত সদৰ লোকেল বোৰ্ডৰ সভাপতি আৰু মহকুমাধিপতি অন্যান্য লোকেল বোৰ্ডৰ সভাপতি আছিল। সি যিকি নহওক, ভাইছৰয় লৰ্ড ৰিপনৰ উদ্যোগত (১৮৮০-৮৪ খ্ৰীঃ) প্ৰকৃততে স্থানীয় শাসন আৰম্ভ হয়।

**পাৰ্থিৱ অগ্ৰগতি ঃ** বৃটিছ চৰকাৰে ৰাজহৰ হাৰ বৃদ্ধি কৰিবলৈ লোৱাৰ ফলত কৃষকৰ ওপৰত ৰামটাঙোন পৰা বুলি উল্লেখ কৰা হৈছে। কোৱা হয় যে কৃষকৰ ক্ৰয় ক্ষমতা

বঢ়োৱাৰ বাবে বিদেশী চৰকাৰে সময়ে সময়ে কিছু চেষ্টা নকৰা নহয়। ৰাজ্যখণ্ডত এক ব্যৱসায়িক আৰু ঔদ্যোগিক বাতাৱৰণ সৃষ্টি কৰাৰ বাবে প্ৰয়াস লৈছিল। ব্যৱসায় উপযোগী কৃষিত মনোযোগ দিয়াৰ বাবে বা কৃষি কাৰ্য ব্যৱসায় ভিত্তিত লোৱাৰ বাবে কৃষকক উৎসাহিত কৰে। ৰাজ্যখনৰ প্ৰাকৃতিক সম্পদৰ ওপৰত ব্যৱসায় গঢ়ি তোলাৰ বাবে দেশী-বিদেশীৰ মাজত আনুমানিক লাভৰ আশা কৰা ব্যৱসায়ী শ্ৰেণী এটা উলিওৱাৰ চেষ্টা কৰে। ১৮৩০ খ্ৰীষ্টাব্দত ডেভিদ স্কটে বোৱা কটা শিল্পজাত কৰ্মৰ উত্তৰণৰ বাবে এক আঁচনি লয়। এহেজাৰ বিঘা মাটিত নুনি গছ ৰোপণ, কৃষকৰ মাজত ৫০০ টাকুৰী বিতৰণ আৰু বোৱা কটাৰ উন্নত পদ্ধতি শিকাৰ বাবে বংগৰ পৰা কাৰিকৰ আনি শিক্ষা দিয়াৰ ব্যৱস্থা কৰে। দেশ দৰঙত এই ব্যৱস্থা হাতত লোৱা হয় যদিও, ডেভিদ স্কটৰ অকাল মৃত্যুৰ লগে লগে তাৰ অন্ত পৰে। বংগ চৰকাৰে এই আঁচনি বন্ধ কৰি দিয়ে। অবিশ্বাস্য হ'লেও জেনকিন্সে ৰবি মাটিৰ ওপৰত খাজনা লগোৱাৰ এক সদ উদ্দেশ্য থকা বুলি প্ৰকাশ। খাজনা ভৰিব লগা হোৱাত গৰাবাদী জংঘলী মাটি ভাঙি কৃষকে তাত মাহ, সৰিয়হ, কুঁহিয়াৰ, ধপাত, লা আদিৰ খেতি কৰি লাভৰ মুখ দেখিব বুলি তেওঁ মন্তব্য দিছিল।

আৰম্ভণিৰে পৰাই স্থানীয় প্ৰশাসনে বিচাৰ কৰিছিল যে ৰাজ্যখনত বিশাল পৰিমাণৰ গৰাবাদী মাটি চন পৰি আছে। এই মাটি শস্যশালী নকৰিলে চৰকাৰ বা জনসাধাৰণ কাৰো উদ্‌গতি নহ'ব। সেয়ে হ'লেও স্থানীয় কৰ্তৃপক্ষ অসমীয়া লোকৰ প্ৰতি বীতশ্ৰদ্ধ আছিল। এলেহুৱা অসমীয়াক গৰাবাদী মাটি দিলে ৰাজ্যখনৰ উদ্‌গতিত কিবা অৰিহণা যোগাব বুলি আশা পোষণ কৰা নাছিল। বিদেশী পুঁজি, উদ্যম আৰু নৈপুণ্যতাৰ সংক্ৰমণ ঘটাই ব্যৱসায়িক দিশ ত্বৰান্বিত কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। বংগ চৰকাৰে চুপাৰিছ দিয়ে যে ৫০০ বিঘাৰ নিম্নত মাটি আবণ্টন দিব নালাগে আৰু যাৰ মূলধন ঘটোৱাৰ সমৰ্থ আছে, তাক মাটি আবণ্টন দিব লাগে। আবণ্টন দিয়া মাটিৰ $\frac{১}{৪}$ অংশ কৰ মুক্ত হ'ব; বাকী $\frac{৩}{৪}$ অংশ ২০ বছৰৰ বাবে কৰ মুক্ত হ'ব; তাৰ পাছত ক্ৰমে প্ৰতি একৰত ডেৰ অনাৰ পৰা ৬ অনা খাজনা নিৰ্দ্ধাৰণ কৰা হ'ব। স্থানীয় ক্ষুদ্ৰ একাংশ লোকৰ আৰ্থিক সামৰ্থ্য থাকিলেও তেওঁলোকক এনে সুবিধাজনক চৰ্তত মাটি বিচাৰি দৰ্খাস্ত দিয়াৰ অধিকাৰৰ পৰা বঞ্চিত কৰা হয়। ১৮৬৬ খ্ৰীষ্টাব্দত অসমৰ আয়ুক্তই বংগৰ ৰাজহ বোৰ্ডক জনালে যে শক্তি-সামৰ্থ্য নোহোৱা বাবে স্থানীয় লোকে গৰাবাদী মাটি আবাদী কৰিব পৰা নাই যদিও, বহুতে পাম খুলি ঘৰ-সংসাৰ চলোৱাৰ বাবে আগ্ৰহ প্ৰকাশ কৰিছে। আনহাতে, আশা কৰা মতে ইউৰোপিয়ানসকলোও আগবাঢ়ি অহা নাই। এতেকে ৰাজহ বোৰ্ডে ভৱিষ্যতে বৈষম্য পৰিহাৰ কৰি যিকোনো কৃষিৰ বাবে অসমীয়া, বাঙালী, ইউৰোপিয়ান আৰু অন্যান্য লোকে গৰাবাদী মাটি বিচাৰিলে তাৰ আবণ্টন দিয়াৰ বাবে সন্মতি প্ৰকাশ কৰে।

**চাহশিল্প ঃ** অসমত থকা চাহ গছ বৃটিছ ব্যৱসায়ী ৰবাৰ্ট ব্ৰুছে আবিষ্কাৰ কৰে বুলি ধৰা হয় যদিও তাত কিছু মতানৈক্য নথকা নহয়। ১৮২৩ খ্ৰীষ্টাব্দত ৰবাৰ্ট ব্ৰুছে ব্যৱসায় সংক্ৰান্তত গড়গাঁও ভ্ৰমণ কৰিছিল। সেই সময়ৰ তেওঁ এজন চিংফৌ চৰ্দাৰৰ পৰা মানিব পাৰিলে যে ব্ৰহ্মপুত্ৰৰ উজনি অঞ্চলত চাহ গছ আছে। ব্ৰুছে চৰ্দাৰজনৰ পৰা তাৰ নমুনা লৈ ভ্ৰাতৃ এ. ছি. ব্ৰুছক দিয়ে। এ. ছি. ব্ৰুছে কেইজোপামান চাহ গছৰ পুলি আনি ডেভিদ স্কটৰ হাতত দিয়ে। উল্লেখ্য যে সেই সময়ত চাহৰ বজাৰত চীনৰ একচেটিয়া অধিকাৰ আছিল। চীনৰ লগত বৃটিছৰ ভাল সম্পৰ্ক আছিল। অন্য উপায় অৱলম্বন কৰি চাহৰ বজাৰত প্ৰৱেশ কৰাৰ চিন্তা কৰে। গতিকে অসমত চাহৰ গছৰ সন্ধান পোৱাত ইষ্ট-ইণ্ডিয়া কোম্পানি তাৰ প্ৰতি আকৃষ্ট হ'ল। কিন্তু উজনিত আবিষ্কাৰ হোৱা চাহ গছ বনৰীয়া। তাৰ পৰা চীনৰ দৰে চাহ উৎপন্ন হ'ব নে নহয়, তাৰ পৰীক্ষা-নিৰীক্ষা চলালে। অসমৰ চাহ গছৰ প্ৰজাতি যিয়েই নহওক লাগে ভাৰতত তাৰ ব্যৱসায় হ'ব বুলি গৱৰ্ণৰ জেনেৰেল উইলিয়াম বেণ্টিংকে ভাৰতত চাহ-খেতি কৰাৰ কাৰণে মনোযোগ দিয়ে। ১৮৩৪ খ্ৰীষ্টাব্দত এখন চাহ কমিটি গঠন কৰা হয়। গৱৰ্ণৰ জেনেৰেলৰ উত্তৰ-পূব ভাৰতৰ এজেণ্ট আৰু অসমৰ আয়ুক্ত জেনকিন্সৰে তদন্ত চলাই জানিলে যে উজনি অসমৰ বিভিন্ন ঠাইত প্ৰচুৰ পৰিমাণৰ চাহ-গছ আছে। জানিব পৰা হয় যে অসমৰ চাহ গছ চীনৰ চাহ গছৰ দৰে। পৰীক্ষা কৰাৰ পাছত দেখা গ'ল যে অসমৰ চাহ গুণগতভাৱে চীনৰ চাহৰ সমান। গতিকে চৰকাৰী তত্বাৱধানত সীমিত

পৰিসৰত পৰীক্ষামূলকভাৱে চাহ খেতি কৰিবলৈ ল'লে। এ. ছি. ব্ৰুছ তাৰ অধীক্ষক নিযুক্ত হ'ল। এই সন্দৰ্ভত ভাৰত-বৃটিছ চৰকাৰে ঘোষণা কৰে যে চাহ খেতি তথা চাহ শিল্পৰ চেষ্টা ফলপ্ৰসূ হ'লে তাক ব্যক্তিগত মালিকনাধীন কৰিব লাগে। বৃটিছ পুঁজিপতিসকলৰ স্বাৰ্থত গৃহ চৰকাৰে অবাধ বাণিজ্য নীতি লৈছিল। ভাৰতৰ ঔপনিবেশিক চৰকাৰ তাৰ পৰা আঁতৰি অহাৰ কথা নাই। সিযিকি নহওক, ইতিমধ্যে অসমৰ চাহ শিল্প গঢ়ি তোলাৰ বাবে ১৮৩৯ খ্ৰীষ্টাব্দত লণ্ডনত অসম চাহ কোম্পানি স্থাপিত হ'ল। বিদেশী উদ্যোগকাৰীৰ মনোযোগ আকৰ্ষণ কৰাৰ বাবে উৎসাহী জেনকিন্সে চৰকাৰী প্ৰচেষ্টাত আৰম্ভ কৰা চাহ কাৰ্যালয় অসম চাহ কোম্পানিৰ হাতত গতাই দিয়াৰ প্ৰস্তাৱ দিয়ে। উৰ্ধ্বতম কৰ্তৃপক্ষই চৰকাৰী খৰচত আৰম্ভ কৰা চাহক্ষেত্ৰ অকল অসম চাহ কোম্পানিৰ হাতত এৰি দিব খোজা নাছিল। কাৰণ, তেনে ব্যৱস্থাৰ ফলত অসম চাহ কোম্পানি একচেটিয়া অধিকাৰপ্ৰাপ্ত হ'ব। কিন্তু এনে নীতি অনুসৰণ কৰিলে ঔদ্যোগিক বাতাৱৰণ বাধাপ্ৰাপ্ত হ'ব বুলি এক আপোচমুখী ব্যৱস্থা ল'লে। গৱৰ্ণৰ জেনেৰেলে অসম কৰ্তৃপক্ষক ক্ষমতা দিলে যে পৰৱৰ্তী সময়ত চৰকাৰে ল'বলগীয়া নীতি-নিয়মসাপেক্ষে অসম চাহ কোম্পানি বা আন কোনো সংশ্লিষ্ট অনুষ্ঠানক চাহ উৎপন্ন কৰা কাৰ্যত প্ৰবৃত্ত কৰিব লাগে।

চাহ বাগান খোলাৰ বাবে চৰকাৰে বিভিন্ন সময়ত সুবিধাজনক চৰ্তত মাটি আবণ্ট দিয়াৰ নীতি লয়। ১৮৩৮ খ্ৰীষ্টাব্দত প্ৰথমে নীতি নিৰ্দ্ধাৰণ কৰা হয় যে চাহ খেতিৰ বাবে ১০০ একৰৰ পৰা ১০০০ একৰ গৰাবাদী মাটি ৪৫ বছৰৰ বাবে সাময়িক পট্টন দিয়া হ'ব। জংঘল ভাঙি মাটি কৃষি উপযোগী কৰাৰ কাৰণে ৫ বছৰৰ পৰা ২০ বছৰলৈ কৰমুক্ত; তাৰ পিছত () ভাগ মাটিত উত্তৰোত্তৰ ১.০০ টকাৰ পৰা ২.০০ টকালৈ খাজনা ধাৰ্য কৰা হ'ব। সাময়িক পট্টনৰ ম্যাদ উকলিলে () ভাগ মাটি চিৰদিনলৈ কৰমুক্ত হ'ব। বাকী অংশত নিকটৱৰ্তী ধানখেতিৰ মাটিত নিৰ্দ্ধাৰিত হাৰত খাজনা নিৰ্দ্ধাৰণ কৰা হ'ব। অৱশ্যে মাটিৰ সাময়িক পট্টনৰ ওপৰত এটা চৰ্ত আৰোপিত হৈছিল, যেনে— ৫ বছৰৰ ভিতৰত মাটি ভাঙিব নোৱাৰিলে চৰকাৰে সাময়িক পট্টন দিয়া মাটি অধিগ্ৰহণ কৰিবলৈ বাধ্য হ'ব। ১৮৫৪ খ্ৰীষ্টাব্দত এই নিয়ম-নীতিৰ পৰিবৰ্তন ঘটাই ৯৯ বছৰলৈ মাটি পট্টন দিয়াৰ নীতি প্ৰচলন কৰা হয়। উত্তৰোত্তৰ খাজনা নিৰ্দ্ধাৰণৰ নীতি শিথিল কৰি দিয়ে। ১৮৬১ খ্ৰীষ্টাব্দত প্ৰতি একৰ মাটিত ৬.০০ টকা খাজনা নিৰ্দ্ধাৰণ কৰে। ১৮৬১ খ্ৰীষ্টাব্দত কেৱল মাচুল লৈ মাটি পট্টন দিয়াৰ নীতি নিৰ্দ্ধাৰণ কৰে। একৰত ২.৫০ টকাৰ পৰা ৫.০০ টকা হিচাপে মাচুল নিৰ্দ্ধাৰিত হয়। আনকি আগতে সাময়িক পট্টন লোৱা মাটিবো খাজনাৰ সলনি মাচুল দি ক্ৰয় কৰাৰ সুযোগ দিয়া হয়। ১৮৭৬ খ্ৰীষ্টাব্দত মাটি বিক্ৰী কৰা নীতি পৰিহাৰ কৰি একৰত ১.০০ টকা হিচাপে খাজনা নিৰ্দ্ধাৰণ কৰি ৩০ বছৰীয়া পট্টন দিয়াৰ ব্যৱস্থা গ্ৰহণ কৰে। অৱশ্যে, প্ৰচুৰ গৰাবাদী মাটি থকা অঞ্চলতহে ৩০ বছৰীয়া পট্টন দিয়া হৈছিল। বৃটিছ শাসনৰ অন্ত পৰালৈকে ৩০ বছৰীয়া মাটি পট্টন ব্যৱস্থা চলি আছিল।

প্ৰথমতে চৰকাৰী প্ৰচেষ্টাত কুণ্ডিল আৰু ব্ৰহ্মপুত্ৰ নদীৰ মাজ অংশত চাহখেতি আৰম্ভ কৰা হয় যদিও বালিচহীয়া মাটিত গছ ঠন ধৰি নুঠা বাবে চাহ পুলিবোৰ উঠাই আনি জয়পুৰৰ (যোৰহাট) ওচৰত নতুনকৈ বাগান পতা হয়। ১৮৪০ খ্ৰীষ্টাব্দত চৰকাৰী চাহ বাগান অসম চাহ কোম্পানিৰ ওচৰত বিক্ৰী কৰা হয়। ৫০ নিযুত মূলধন হিচাপে লৈ অসম চাহ কোম্পানিয়ে বুঢ়িদিহিং আৰু টিঙৰি নৈৰ মাজত কাৰখানা খোলে। দিখৌ নৈৰ পাৰত (নাজিৰাত) কাৰ্যালয় স্থাপন কৰে। তাৰ পিছত কোম্পানিয়ে মটক আৰু চিংফৌ অধ্যুষিত অঞ্চললৈ চাহ খেতিৰ বিস্তৃতি ঘটায়। আৰম্ভণিতে চাহ কোম্পানি লাভা বান হয় যদিও, ১৮৪৩ খ্ৰীষ্টাব্দৰ পিছত লোকচান ভৰে। তাৰ পিছত কোম্পানি আকৌ লাভজনক অৱস্থালৈ আহে। ১৮৫৮ খ্ৰীষ্টাব্দত অসম চাহ কোম্পানিয়ে ৯ শতাংশ লাভাংশ পাবলৈ সক্ষম হয়। অসম চাহ কোম্পানিৰ লাভজনক অৱস্থা দেখি আৰু ২ টা চাহ কোম্পানি (মাইজান চাহ কোম্পানি আৰু যোৰহাট চাহ কোম্পানি) স্থাপিত হয়। উজনি অসমৰ বিভিন্ন অঞ্চলত চাহ খেতি কৰিবলৈ লয়। অসম চাহ কোম্পানিয়ে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰলৈ চাহ খেতিৰ সম্প্ৰসাৰণ কৰে। কাছাৰ আৰু ছিলেটত স্বদেশীয় চাহ গছ থকাৰ সম্ভেদ পাই প্ৰায় কাছাৰত এখন বাগান খোলে। ১৮৫৮-৬৯ খ্ৰীষ্টাব্দৰ ভিতৰত প্ৰায় ৮ হাজাৰ একৰ মাটিত চাহ খেতি কৰা হয়। তাৰ আধা অসম

চাহ কোম্পানিৰ অন্তৰ্গত আছিল আৰু ১৮ টা চাহ কাৰখানাৰ পৰা প্ৰায় ৭ লাখ পাউণ্ড চাহপাত উৎপন্ন হয়।

মন কৰিবলগীয়া কথা যে সুবিধাজনক চৰ্তত মাটিৰ পট্টন লৈ চাহ খেতি কৰাটো লাভজনক বিবেচিত হোৱাত চাহ বাগান খোলাৰ ধুম উঠিল। আনকি উপাযুক্ত আৰু চাৰিজন সহঃ উপাযুক্ত আৰু কেইবাজনো সামৰিক বাহিনীৰ বিষয়াই চাকৰি ইস্তফা দি চাহ খেতি কৰিবলৈ ল'লে। কেৱল মুনাফাৰ আশাত খোলা বাগানসমূহ কম দিনৰ ভিতৰতে ক্ষতিগ্ৰস্ত হ'ল। ক্ষতিগ্ৰস্ত হ'ল আগতে স্থাপন কৰা চাহ কোম্পানিও। সুদক্ষ পৰিচালনা কাৰ্যকৰী হোৱাত সত্তৰৰ দশকত চাহ ব্যৱসায় পুনৰ লাভজনক হ'ল। চাহ বাগান বাঢ়িবলৈ ল'লে। পৰৱৰ্তী ৩০ বছৰত ব্ৰহ্মপুত্ৰ উপত্যকাত ২৭,০০০ একৰ, কাছাৰত ২৩, ০০০ একৰ আৰু ছিলেটত ১,০০০ একৰ মাটি চাহ খেতিৰ অন্তৰ্ভুক্ত হয়। টাহ উৎপন্ন ক্ৰমে বাঢ়ি গৈ ১৯২০ খ্ৰীষ্টাব্দত ২৩৪ নিযুত পাউণ্ড পাইছিলগৈ। পিছৰ বছৰত উৎপন্ন কমিছিল যদিও, ১৯২৩ চনত ব্ৰহ্মপুত্ৰ উপত্যকাত ২৩৭ নিযুত পাউণ্ড আৰু সুৰমা উপত্যকাত ১৬০ নিযুত পাউ ণ্ড চাহপাত উৎপন্ন হয়।

চাহ খেতি বা চাহ শিল্পৰ বাবে যথেষ্ট বনুৱাৰ প্ৰয়োজন হৈছিল। কিন্তু, অসমত চাহ বনুৱাৰ অভাৱ আছিল। ইতিমধ্যে উল্লেখ কৰা হৈছে যে বৃটিছ কৰ্তৃপক্ষই মাটিৰ খাজনা বৃদ্ধি কৰি কৃষকক চাহ বনুৱাত পৰিণত কৰিবলৈ চেষ্টা চলাইছিল। সহজ-সৰল জীৱন-যাপন কৰা চহা অসমীয়া লোকে চাহ বনুৱাৰ কাম কৰিব খোজা নাছিল। গতিকে অসমৰ বাহিৰৰ পৰা বনুৱা অনাৰ ব্যৱস্থা ল'লে। ৰাস্তা-ঘাটৰ কামৰ বাবেও বনুৱাৰ প্ৰয়োজন আছিল। বাহিৰৰ পৰা অনা বনুৱায় চাহ খেতিৰ সময়ত চাহ বাগানত কাম কৰিব দি আজৰি সময়ত ৰাস্তা-ঘাট মেৰামতিৰ কামত লগাব পৰা হ'ব বুলি বিবেচনা কৰা হ'ল। ইতিমধ্যে অসম চাহ কোম্পানিয়ে বংগৰ পৰা কুলী বা ধেঙাৰ আনিবলৈ লয়। ছোটানাগপুৰ আৰু তাৰ আশে-পাশে থকা আদিবাসী পাহাৰী লোক বাগানৰ কুলী হোৱাৰ উপযুক্ত। তাৰ পৰা অনা কুলীৰ সংখ্যা যথোপযুক্ত নোহোৱাত উত্তৰ প্ৰদেশ আৰু অন্যান্য ঠাইৰ ভৈয়ামৰ লোককো কুলী হিচাপে নিযুক্ত কৰা হয়। কিছুমান এজেণ্টৰ জৰিয়তে বাগানৰ কুলী ভৰ্তি কৰাৰ ব্যৱস্থা ল'লে। কিন্তু ইমান দূৰৰ পৰা অসমৰ চাহবাগানলৈ কুলী অনা সহজসাধ্য নাছিল। এজেণ্টবোৰে নানান প্ৰলোভন দেখুৱাই তেওঁলোকক চাহ বাগানৰ কুলী হোৱাৰ বাবে সন্মত কৰাইছিল যদিও, যাতায়াতৰ সমস্যা আছিল। যাতায়াতৰ এক মাত্ৰ পথ জলপথেৰে বেপাৰী নৌকা চলিছিল। তেওঁলোকে বিপদসংকুল নৌকাৰে যাতায়াত কৰিবলৈ শংকাবোধ কৰিছিল। ১৮৬১ খ্ৰীষ্টাব্দৰ ব্ৰহ্মপুত্ৰ পৰা ইণ্ডিয়ান জেনেৰেল নেভিগেচন কোম্পানিৰ জাহাজ চলিবলৈ লোৱাত কুলীৰ যোগান ধৰাটো সহজ হ'ল। কুলী যোগান ধৰা এজেণ্ট বা ঠিকাদাৰসকলক ধন দিবলগীয়া হোৱাত কুলী ভৰ্তিৰ প্ৰক্ৰিয়া ব্যয়সাপেক্ষ হ'ল। ইয়াৰ লগত জড়িত থাকিল কুলীৰ নিৰাপত্তাৰ প্ৰশ্ন। ১৮৬৩ খ্ৰীষ্টাব্দৰ পৰা মালিক আৰু বনুৱা পক্ষক সামৰি এলানি আইন পাছ কৰা হয়। মালিকৰ সপক্ষে কুলী আনি বাগানত ভৰ্তি কৰা খৰচ পূৰণ কৰা আৰু কুলীৰ কৰ্মসেৱা নিশ্চিত কৰাৰ বাবে দীৰ্ঘকালীন নিয়োগ ব্যৱস্থা ল'বলগীয়া হয়। বনুৱাৰ পক্ষত বাগানত কুলী হিচাপে ভৰ্তি কৰিবলৈ অনা লোকক লৈ প্ৰৱঞ্চনাৰ পৰা ৰক্ষা কৰা। কৰ্মস্থানলৈ অনাৰ বাটত তেওঁলোকৰ স্বাস্থ্যৰ প্ৰতি যথোপযুক্ত নজৰ দিয়া। কুলী ভৰ্তি হ'লে উপযুক্ত মজুৰি দিয়া আৰু সুসম্পৰ্ক ৰক্ষা কৰা আদি বিষয়ৰ ওপৰত আইনগত ব্যৱস্থা ল'বলগীয়া হয়। পিছলৈ মালিকৰ স্বাৰ্থসাপেক্ষে কুলীৰ নিযুক্তি নিয়মীয়া কৰাৰ বাহিৰে আন কেতবোৰ আইনগত বিধিৰদ কৰা হ'ল। ১৯২০ খ্ৰীষ্টাব্দত সংশোধিত ১৮৫৯ খ্ৰীষ্টাব্দৰ ৮ নং আইনখনহে বনুৱা আইন হিচাপে প্ৰযোজ্য হৈ থাকিল (বৃটিছ শাসন কালছোৱাত)।

বৃটিছে স্থাপন কৰা চাহ শিল্পই ৰাজ্যখনৰ প্ৰভূত উন্নয়ন সাধন কৰা বুলি ধৰা হয়। চাহ বাগানৰ মালিকসকলে ধান খেতিৰ অনুপযুক্ত জংঘলী মাটিত চাহ খেতি নকৰিলে হেজাৰ হেজাৰ বিঘা মাটি জংঘল পৰি থাকিলহেঁতেন। ১৯২৩ খ্ৰীষ্টাব্দত অসমৰ চাহ বাগানত ৫২৭,০০০ জন বনুৱাৰ কৰ্মসংস্থান হয়। স্থানীয় বনুৱাৰ অভাৱত সেই বনুৱাবোৰ বাহিৰৰ পৰা আমদানি কৰা হৈছিল। বাগানৰ কাম কৰিব খোজা স্থানীয় লোকৰ কৰ্মসেৱা তাৰ পৰা বাদ পৰা নাছিল। শিক্ষিতসকলৰ অনেকে বাগানৰ কেৰাণী মহৰি আৰু স্বাস্থ্যসেৱাত নিযুক্ত হয়। কুলীসকলৰ খাদ্যৰ বাবে ধানৰ

চাহিদা বৃদ্ধি হয়; বৃদ্ধি হয় তাৰ মূল্য। আগতে অসমৰ উদ্বৃত্ত ধান বংগ দেশলৈ পঠিয়াব লাগিছিল তুলনামূলকভাৱে কম দামত। চাহ বাগানৰ বাবে কৃষকে ধানৰ উচিত মূল্য পালে। চাহ বাগানৰ আশে-পাশে বিভিন্ন ঠাইত হাট-বজাৰ স্থাপন হোৱাত বেহা-বেপাৰৰ পৰিসৰ বৃদ্ধি হয়। চাহ জনগোষ্ঠীয় বহু লোকে চৰকাৰী পতিত মাটিৰ আবণ্টন লৈ খেতি-বাতি কৰিবলৈ লয়। এক হিচাপমতে ১৯২৩ খ্ৰীষ্টাব্দত তেওঁলোকে ব্যক্তিগত মাটি মালিকৰ ৰায়ত হিচাপে মাটি চহোৱাৰ উপৰি ২৬৩,০০০ একৰ চৰকাৰী মাটি চহাইছিল। চাহ বাগানক কেন্দ্ৰ কৰি জলপথ, স্থলপথ আৰু ৰে'ল সেৱাৰ সংযোগ আৰু সম্প্ৰসাৰণ ঘটাৰ ফলত যাতায়াতৰ প্ৰভূত উন্নতি হয়।

**যাতায়াত ব্যৱস্থা ঃ ৰাস্তাপথ ঃ** আহোমৰ দিনত সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকাতে যাতায়াতৰ বাবে ডাঙৰ সৰু ৰাস্তা আছিল। গোৱালপাৰাৰ পৰা শদিয়ালৈ ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে দীঘে-পথালিয়ে কিছুমান ৰাজআলি আছিল। ৰাজআলিৰ লগত সংলগ্ন আছিল বিভিন্ন গাঁৱলীয়া পথ। অৰ্ধ শতিকাজুৰি উপৰ্যুপৰি আভ্যন্তৰীণ দুৰ্যোগৰ ফলত বাট-পথবোৰৰ কোনো যত্ন লোৱা নহ'ল। তাৰ ওপৰত বন-জংঘল গজিছিল। উত্তৰ-পূব অঞ্চলত জৰীপ চলাই ১৮৩৩ খ্ৰীষ্টাব্দত জেনকিন্সে চুপাৰিছ দিছিল যে বাণিজ্যিক আৰু সামৰিক প্ৰয়োজনত পুৰণি ৰাস্তা-ঘাট, বাট-পথ ক্ৰমশঃ মেৰামতি কৰি যাতায়াতৰ সুচল কৰিব লাগে আৰু কেতবোৰ নতুন ৰাস্তা-ঘাট বান্ধিব লাগে। তেওঁ উপলব্ধি কৰিছিল যে যাতায়াতৰ উন্নতিৰ ওপৰতে ৰাজ্যখনৰ উন্নতি নিৰ্ভৰ কৰিছে। কিন্তু, আৰ্থিক বাধাৰ বাবে জনস্বাস্থ্য বা বাট-পথ মুকলি কৰাত গুৰুত্ব দিয়া নাছিল। কৰ্তৃপক্ষই সামৰিকভাৱে গুৰুত্বপূৰ্ণ ৰাস্তা-পথৰ ওপৰতহে মনোযোগ দিছিল।

বৃটিছ ভাৰতীয় চৰকাৰ মূলতঃ উত্তৰ-পূৰ্বাঞ্চলৰ আইন-শৃংখলা ৰক্ষা আৰু ৰাজহ সংগ্ৰহ কাৰ্যত প্ৰবৃত্ত আছিল। কিন্তু খামটিসকলৰ বিদ্ৰোহে সীমান্তৰ প্ৰতিৰক্ষাৰ বিষয়টো গুৰুত্বপূৰ্ণ কৰি তুলিলে। গৱৰ্ণৰ জেনেৰেলে নামনি প্ৰদেশৰ অভিযান্ত্ৰিক অধীক্ষক মেজৰ গাৰষ্টিনক পঠিয়াই প্ৰতিৰক্ষাৰ বাবে কেনে ব্যৱস্থা ল'ব লাগে তাৰ অনুসন্ধান কৰালে। উত্তৰ-পূব সীমান্ত প্ৰতিৰক্ষাৰ বাবে প্ৰস্তুত কৰা প্ৰতিবেদনত গাৰষ্টিনে অন্যান্য কথাৰ লগতে উজনি অসমৰ ৰাস্তা-ঘাট মেৰামতি আৰু নিৰ্মাণৰ ওপৰত গুৰুত্ব প্ৰদান কৰে। এই পৰামৰ্শ কাৰ্যকৰী কৰাৰ বাবে ১৮৪০ খ্ৰীষ্টাব্দত লেফটেনেণ্ট স্পিটাক উজনি অসমৰ কাৰ্যকৰী অভিযন্তা হিচাপে নিযুক্ত কৰা হয়। ১৮৫৪ খ্ৰীষ্টাব্দত সামৰিক আৰু অসামৰিক পথ নিৰ্মাণ কাৰ্য সামৰিক বিভাগৰ পৰা পৃথক কৰি মুখ্য অভিযন্তাৰ কৰ্তৃত্বাধীন কৰিলে। মুখ্য অভিযন্তাৰ নিৰ্দেশক্ৰমে পথোন্নয়ন কাৰ্যৰ তদাৰক কৰাৰ কাৰণে কাৰ্যকৰী অভিযন্তা আৰু অধীক্ষক নিযুক্ত কৰা হ'ল। ১৯৬৮ খ্ৰীষ্টাব্দত স্থায়ীভাৱে গড়কাপ্তানি বিভাগ খোলা হয়। ৰাজ্যখনৰ ৰাজহুৱা উন্নয়নৰ কাম, যেনেঃ— পথ নিৰ্মাণ আৰু মেৰামতি, গৃহনিৰ্মাণ আৰু মেৰামতি গড়কাপ্টানি বিভাগৰ ওপৰত ন্যস্ত কৰা হয়। ১৮৮০ খ্ৰীষ্টাব্দত 'লোকেল বোৰ্ড' স্থাপন হয়। স্থানীয় উন্নয়নমূলক কাম আৰু ৰাস্তা-ঘাটৰ উন্নয়ন নিৰ্মাণ আদি কাম-কাজ লোকেল বোৰ্ডৰ অন্তৰ্ভুক্ত কৰা হয়।

১৮৫৭ খ্ৰীষ্টাব্দৰ উত্থান দমন কৰোতে বৃটিছ ভাৰত চৰকাৰৰ যি ব্যয় হৈছিল, তাৰ ফলত ৰাজস্বৰ ঘাটি পৰিছিল বুলি উন্নয়নমূলক কাৰ্যৰ ব্যয় সংকোচন কৰা হয়। ৰাস্তা-ঘাটৰ মেৰামতি বা নিৰ্মাণ কাৰ্যৰ অগ্ৰগতি বাধাপ্ৰাপ্ত হয়। অৱশ্যে উজনি অসম আৰু কাছাৰৰ পুৰণি ৰাস্তা-ঘাট আংশিকভাৱে চাহ বাগান কৰ্তৃপক্ষই মেৰামতি কৰি যাতায়াতৰ সুচল কৰে। সি যিকি নহওক, শতিকাৰ শেষৰফালে ৰাস্তা-ঘাটৰ কিছু উন্নতি হ'ল। কাছাৰত ৰাস্তা-ঘাট নাছিলেই। তাৰ ৰাস্তা-পথৰ-অৱস্থা কিছু পৰিমাণে উন্নত হ'ল। ব্ৰহ্মপুত্ৰ উপত্যকাৰ উত্তৰ পাৰ আৰু দক্ষিণ পাৰৰ ট্ৰাংক ৰোড সম্পূৰ্ণ হ'ল। গোলাঘাটৰ পৰা মণিপুৰ সংলগ্ন কৰি সামৰিক ৰাস্তা নিৰ্মাণ হ'ল। গুৱাহাটী-শ্বিলং ৰাস্তাত গোড়াগাড়ী চলিল। ৰাস্তাটো ক্ৰমে চেৰাপুঞ্জি, ছিলেট আৰু কাছাৰলৈ সম্প্ৰসাৰিত হ'ল। ঠাইবিশেষে ডাক বঙলা নিৰ্মাণ হ'ল, নৈৰ ঘাটত মাৰনাও চলিল।

**নৌ-পৰিবহণ ব্যৱস্থা ঃ** আগৰ দিনত (আহোমৰ দিন সামৰি) স্থল পৰিবহণ বুলিবলৈ হাতী আৰু মানুহেই আছিল। হাতী চহকী মানুহৰ বাহন হিচাপে ব্যৱহাৰ হোৱাই নহয়, মাল বস্তু কঢ়িওৱাৰ কাৰণে ব্যৱহাৰ হৈছিল। মানুহে ভাৰ

বান্ধি মালবস্তু কঢ়িয়াইছিল। পাহাৰ অঞ্চলত মানুহ মানুহৰ বাহন আছিল। বৰ বৰ মানুহৰ দোলা মানুহেই (দোলাভাৰী) কঢ়িয়াইছিল। ঊনবিংশ শতিকাৰ শেষাৰ্দ্ধলৈ ঘোঁৰা গাড়ী বা গৰুগাড়ীও চলা নাছিল। ৰাস্তা-ঘাটত স্থায়ী দলং নোহোৱা বাবে যান-বাহন চলিব পৰা নাছিল। গতিকে নদী প্ৰধান ৰাজ্য অসমত নাৱেই আছিল পৰিবহণৰ মুখ্য প্ৰণালী। ঘাই জলপথ ব্ৰহ্মপুত্ৰ নদৰে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ নাও চলাচল কৰিছিল। অসমৰ বহিৰ্বাণিজ্যৰ বাবে বেপাৰী নৌকা চলাচল কৰিছিল। বহুল পৰিমাণে স্থানীয় ব্যৱসায় নৌকাশ্ৰয়ী আছিল।

ভাটিৰ ৰংপুৰৰ পৰা ডিব্ৰুগড়লৈ ব্ৰহ্মপুত্ৰত নৌকা চলিছিল যদিও, বাৰিষাকালত নৌকা যাত্ৰা বিপজ্জনক আছিল। ১৮৩১ খ্ৰীষ্টাব্দত ডেভিদ স্কটে অসমলৈ চৰকাৰী ভাপ জাহাজ সেৱা প্ৰচলন কৰাৰ বাবে কৰ্তৃপক্ষৰ ওচৰত প্ৰস্তাৱ দিছিল। ১৮৪৭ খ্ৰীষ্টাব্দলৈ তাৰ একো নহ'ল। ১৮৪৭ খ্ৰীষ্টাব্দত যন্ত্ৰচালিত নৌকা গুৱাহাটী পালেহি। এই যন্ত্ৰচালিত নৌকাও বৰ নিৰ্ভৰযোগ্য নাছিল। এইবোৰ সৰু আছিল। চৰকাৰী মাল-বস্তুৰ বাহিৰে আন ব্যৱসায়িক সামগ্ৰী কঢ়িওৱাৰ বাবে তাত খালী ঠাই নাছিল। এতেকে যন্ত্ৰচালিত নৌকাই জল পৰিবহণৰ চাহিদা পূৰণ কৰিব নোৱাৰিলে। ১৮৫৩ খ্ৰীষ্টাব্দত অসম চাহ কোম্পানিয়ে গৱৰ্ণৰ জেনেৰেল ডেলহাউচীৰ ওচৰত প্ৰস্তাৱ কৰিলে যে কলকাতাৰ পৰা ডিব্ৰুগড়লৈ ভাপ জাহাজ সেৱা সম্প্ৰসাৰিত কৰিব লাগে। তাত পণ্য সামগ্ৰী পঠোৱাৰ ব্যৱস্থা থাকিব লাগে আৰু ডিব্ৰুগড়-গুৱাহাটীৰ পৰা মাহত এবাৰকৈ হ'লেও যাতায়াত অব্যাহত ৰাখিব লাগে। অসমৰ ব্যৱসায়িক গোষ্ঠীৰ ফালৰ পৰাও তেনে দাবী উত্থাপিত হ'ল। এ. জে. মোফাট মিলছৰ প্ৰতিবেদনত (১৮৫৪ খ্ৰীঃ) দোভাৱ হ'ল যে প্ৰশাসনিক কাৰণবশতঃ ভাপ জাহাজৰ নিয়মীয়া সেৱা প্ৰৱৰ্তন কৰিব লাগে। অৱশেষত ভাৰত চৰকাৰৰ অনুমোদনসাপেক্ষে বংগৰ লেফটেনেণ্ট গৱৰ্ণৰে মাৰ্চৰ পৰা চেপ্তেম্বৰলৈ ২০ দিনৰ মূৰে মূৰে অসমলৈ ভাপ জাহাজ আৰু অৱশিষ্ট সময়ছোৱাৰ বাবে যিমান পাৰি সিমান যন্ত্ৰচালিত নৌকা পঠোৱাৰ ব্যৱস্থা কৰে।

১৮৫৬ খ্ৰীষ্টাব্দৰ মাৰ্চৰ পৰা ব্ৰহ্মপুত্ৰৰে ৩ খন ভাপ জাহাজ চলিল (মেঘনা, যমুনা আৰু থেমচ)। কিন্তু ইয়াৰ দ্বাৰা ব্যৱসায়িক চাহিদা পূৰণ নহ'ল। অতি কমসংখ্যক হোৱাৰ কাৰণে চাহ খেতিয়কসকলে উৎপাদিত সমুদায় চাহ পঠাব নোৱাৰি দেশী নৌকা প্ৰতিষ্ঠাপনৰ আশ্ৰয় ল'বলগীয়াত পৰে। আন দ্ৰব্যৰ মহাজনসকলৰ একে দশা হ'ল। আচলতে ভাপ জাহাজত পঠিয়াব পৰাতকৈ মালবস্তু বহুত বেছি আছিল। এইবোৰ গুৱাহাটীতে জমা হৈছিল। ১৮৬০ খ্ৰীষ্টাব্দত বেচৰকাৰী ইণ্ডিয়ান জেনেৰেল ষ্টীম নেভিগেছন কোম্পানি স্থাপন হোৱাত পৰিবহণ ক্ষেত্ৰৰ কিছু উন্নতি হ'ল। কলকাতা আৰু উজনি অসমৰ মাজত ভাপ জাহাজ চলাচল কৰাৰ ব্যৱস্থা হ'ল। ৰিভাৰ ষ্টীম নেভিগেছন কোম্পানি নামৰ আন এটা বেচৰকাৰী কোম্পানিৰ ভাপ জাহাজো চলিল। যাত্ৰী আৰু মাল বস্তুৰ পৰিবহণ বৃদ্ধি হ'ল। তৎসত্বেও পৰিবহণ সমস্যাৰ অন্ত নপৰিল। জাহাজ ঘাট সমূহত বস্তু-বাহানি উঠোৱা নমোৱা কৰাত যথেষ্ট সময় লগা হ'ল। নিৰ্দিষ্ট সময় সূচীমতে ভাপ জাহাজ চলাচল নোহোৱাত যাত্ৰিসকলৰ অযথা সময় নষ্ট হোৱা হ'ল। মালবস্তুৰ লগত একেলগে যাবলগীয়া হোৱা চাহ কোম্পানিৰ বিষয়ববীয়াসকলৰ হাৰাশাস্তি হ'ল। আন নহ'লেও, তেওঁলোকৰ বাবে নৌ পৰিবহণ উন্নীত কৰাৰ দাবী উত্থাপিত হ'ল। খোদ আয়ুক্ত জেনকিন্সৰ ফালৰ পৰা। কলকাতা কৰ্তৃপক্ষই তাৰ একো ব্যৱস্থা ল'ব নোৱাৰিলে।

ছাৰ জৰ্জ কেম্বেল বংগৰ লেফটেনেণ্ট গৱৰ্ণৰ হোৱাৰ পিছত (১৮৭১-৭৪ খ্ৰীঃ) অসমৰ পৰিবহণ সমস্যাটোৰ ওপৰত উৰ্দ্ধতম কৰ্তৃপক্ষৰ দৃষ্টি আকৰ্ষণ কৰা হয়। তেওঁ গোৱালগুৰ পৰা অসমলৈ নিয়মীয়াকৈ জাহাজ পৰিবহণ চলোৱাৰ বাবে আৰ্জি কৰিলে। বৃটিছ ভাৰত চৰকাৰৰ বিত্ত সচিবে লেফটেনেণ্ট গৱৰ্ণৰ জনালে যে গোৱালগুৰ পৰা অসমলৈ জাহাজ চলোৱাৰ বাবে বেচৰকাৰী কোম্পানি কেইটাক পাঁচ বছৰৰ বাবে শতকৰা ৫০ শতাংশ ন্যায় অৰ্থ সাহায্য দিব পাৰে। বংগ চৰকাৰে সংশ্লিষ্ট বিষয়ৰ ওপৰত অসমৰ আয়ুক্তৰ মতামত বিচাৰে আৰু তাৰ বাবে বেচৰকাৰী কোম্পানিকেইটাৰ পৰা নিবিদা আহ্বান কৰিবলৈ নিৰ্দেশ দিয়ে। লগতে চৰকাৰে নিজাববীয়াকৈ এনে আঁচনি ল'লে তাৰ ব্যয় কি হ'ব তাকো জানিব বিচাৰে।

আয়ুক্ত হেনৰি হপকিনছনে স্পষ্টকৈ জনালে যে

যাতায়াতৰ সুব্যৱস্থা নোহোৱা বাবে অসমৰ প্ৰগতি বাধাপ্ৰাপ্ত হৈছে। তেওঁ জনালে যে দক্ষতাৰে ভাপ জাহাজ চলালে ৰে'ল সেৱাতকৈও বেছি ফলপ্ৰসূ হ'ব। তেওঁ সন্দেহ প্ৰকাশ কৰিলে যে চৰকাৰৰ পৰা অৰ্থ সাহায্য লৈ বেচৰকাৰী কোম্পানিয়ে গেলগুৰ পৰা অসমলৈ নৌ পৰিবহণ সেৱা দক্ষতাৰে আগবঢ়াব পাৰে নে নোৱাৰে, তাৰ একো ঠিক নাই। অতত্ৰৰ চৰকাৰে আগবাঢ়ি নাহিলে নৌ পৰিবহণৰ উন্নতি সাধন নহ'ব। উল্লেখ্য যে হস্তক্ষেপ সাপেক্ষে চৰকাৰে বিভিন্ন ক্ষেত্ৰত ব্যক্তিগত পুঁজি বিনিয়োগ বা বেচৰকাৰী উদ্যোগৰ বাট মুকলি কৰিছিল যদিও, ৰে'লসেৱা নিৰ্মাণ চৰকাৰৰ হাতত ৰাখিছিল। এতেকে ব্ৰহ্মপুত্ৰৰ নৌ পৰিবহণ সেৱা চৰকাৰে ল'ব নোৱাৰাৰ কোনো কাৰণ নাই। নৱগঠিত অসম প্ৰশাসনৰ মুখ্য মচিব কিটিংছেওত কলকাতাৰ পৰা অসমলৈ যাত্ৰীবাহী জাহাজৰ গতি বৃদ্ধিৰ ওপৰত গুৰুত্ব দিয়ে। তেওঁৰ মতে খাই-লৈ জীয়াই থকা অসমীয়া লোকে ব্যৱসায় আৰু শিল্পৰ সমৃদ্ধিত মনোযোগ নিদিয়ে। তাৰ বাবে বিদেশী পুঁজি তথা বিদেশী আশাবাদী ব্যৱসায়ী লোকক আকৰ্ষণ কৰিব লাগিব। যাতায়াত নিৰ্ভৰযোগ্য আৰু দ্ৰুতগামী হ'ব লাগিব, কাৰণ, ইউৰোপিয়ান চাহ খেতিয়ক বা চাহ ৰপ্তানি কৰা লোক লণ্ডনৰ পৰা কলিকাতা পাওঁতে সময় লয়। খাদ্য দ্ৰব্য, কানি আৰু লোণৰ ব্যৱসায়ী মাৰোৱালীসকল কলকাতা পাওঁতে ৪ দিন লাগে; অথচ অসম পাওতে কুৰি দিনৰ কম সময় নালাগে। কলকাতাৰ পৰা পশ্চিমে চৰকাৰে যাতায়াত দ্ৰুতগামী কৰিব পাৰিছে, অসমক তাৰ পৰা বঞ্চিত কৰাৰ কাৰণ নাই। সেয়ে তেওঁ অসমৰ শিল্প আৰু বাণিজ্যিক সমৃদ্ধিৰ বাবে বিদেশী আশাবাদী ব্যৱসায়ীৰ আগমনৰ বাবে যাত্ৰীৰ সুবিধাজনক আৰু দ্ৰুতগামী জাহাজ সেৱা প্ৰৱৰ্তন কৰাৰ বাবে টানি ধৰে। তেওঁ এই বুলি দোহাৰে যে নিয়মীয়া আৰু নিতৌ চলাচল কৰিব পৰা জাহাজ সেৱা চৰকাৰৰ বাহিৰে আন বেচৰকাৰী অনুষ্ঠানে পৰিচালনা কৰিব নোৱাৰে।

চৰকাৰে অসমৰ নৌ পৰিবহণ উন্নত কৰাৰ কাৰণে পৰামৰ্শ দিবলৈ এখন কমিটি গঠন কৰে। কমিটিয়ে বিবেচনা কৰিলে যে উল্লিখিত বেচৰকাৰী নৌ পৰিবহণ কোম্পানি দুটাৰ এটাক অৰ্থ সাহায্য দি সপ্তাহত এবাৰ দ্ৰুতগামী সেৱা প্ৰৱৰ্তন কৰাব লাগে। যাৱতীয় ব্যৱস্থা গ্ৰহণ কৰা হ'ল যদিও গৱৰ্ণৰ জেনেৰেল লৰ্ড লিটনে জনালে যে আঁচনি কাৰ্যকৰী কৰাৰ বাবে চৰকাৰে অৰ্থ সাহায্য দিব নোৱাৰে। ফলত এই আঁচনি কাৰ্যকৰী নহ'ল। ইতিমধ্যে নৰ্থ বেংগল ৰে'লৱে ৰংপুৰৰ পৰা ধুবুৰীলৈ ৰে'লসেৱা সম্প্ৰসাৰণ কৰাৰ কাম হাতত লয়। অসম প্ৰশাসনে অসমৰ যাতায়াত ব্যৱস্থাৰ উন্নতিৰ অৰ্থে নৰ্থ বেংগল ৰে'লৱেৰ তত্ত্বাৱধানত ধুবুৰীৰ পৰা ডিব্ৰুগড়লৈ নৌ পৰিবহণৰ সেৱা প্ৰৱৰ্তন কৰাৰ প্ৰস্তাৱ দিয়ে। উৰ্ধ্বতম কৰ্তৃপক্ষই এই প্ৰস্তাৱ গ্ৰহণ নকৰিলে কিংবা অৰ্থ মঞ্জুৰি নিদিলে।

ইণ্ডিয়ান জেনেৰেল ষ্টীম নেভিগেছন কোম্পানিয়ে কলকাতাৰ পৰা অসমলৈ আৰু কাছাৰলৈ পযেকীয়া ভাপ জাহাজ চলাই আছিল। ৰিভাৰ ষ্টীম নেভিগেছন কোম্পানিয়েও তেনেভাৱে কলকাতাল গৌলগু হৈ ডিব্ৰুগড়লৈ ভাপ জাহাজ সেৱা চলাই আছিল। অসম প্ৰশাসনৰ মুখ্য আয়ুক্ত বেইলীয়ে দেখিলে যে এই কোম্পানি দুটাৰ জাহাজ মালবস্তু কঢ়িওৱাৰ গধুৰ জাহাজ। ই দ্ৰুতগতিত যাত্ৰী কঢ়িওৱাৰ দাবী পূৰণ কৰিব নোৱাৰে। গতিকে ইষ্টাৰ্ণ বেংগল ৰে'লৱেৰ পৰিচালনাত ব্ৰহ্মপুত্ৰত দ্ৰুতগামী জাহাজ সেৱা প্ৰৱৰ্তন কৰিব পাৰি নেকি, তাৰ বাবে চেষ্টা কৰিলে। কিন্তু আইনগতভাৱে এই ৰে'লৱেযে তেনে ব্যৱস্থা ল'ব নোৱাৰে। অৱশেষত ১৮৮৩ খ্ৰীষ্টাব্দত চৰকাৰে উল্লিখিত ভাপ জাহাজ কোম্পানি দুটাৰ লগত চুক্তি কৰিলে যে চৰকাৰী অৰ্থ সাহায্য লৈ কোম্পানি দুটাই প্ৰতিদিনে কলিকাতা-ডিব্ৰুগড়ৰ মাজত সেৱা আগবঢ়াব লাগে। ১৮৮৬ খ্ৰীষ্টাব্দত এই কোম্পানি জাহাজত দৈনিক ডাক সেৱা প্ৰৱৰ্তন হ'ল। ফলত মালবস্তু অনা নিয়াৰ লগতে যাত্ৰীসকলেও নিয়মীয়া ভ্ৰমণৰ সুবিধা ভোগ কৰিলে।

**ৰে'ল-পৰিবহণ ব্যৱস্থা ঃ** অসমৰ তদানীন্তন আয়ুক্ত হেনৰি হপকিন্স অসমলৈ ৰে'ল পৰিবহণ সম্প্ৰসাৰণ কৰাৰ প্ৰতি বিতশ্ৰদ্ধ আছিল। অন্যান্য দ্ৰব্যৰ অতিৰিক্ত উৎপাদন নাথাকিলে অকল চাহপাত ৰপ্তানিক লৈ ৰে'ল পৰিবহণ নচলিব বুলি তেওঁৰ ধাৰণা আছিল। কিন্তু চাহ খেতি বৃদ্ধিৰ ফলত কেৱল চাহ শিল্পই যে গা কৰি উঠিছিল এনে নহয়; কয়লা আৰু তেলৰ সন্ধানে ঔদ্যোগিক ক্ষেত্ৰ প্ৰশস্ত কৰি

তুলিলে। উজনি অসমলৈ ৰে'ল পথ সম্প্ৰসাৰণ কৰাটো অপৰিহাৰ্য হ'ল। ডিব্ৰুগড় অঞ্চলত যথেষ্ট চাহ বাগান প্ৰতিষ্ঠা হোৱাত কুলী আৰু কুলীৰ বাবে খাদ্য সৰবৰাহ আৰু চাহপাত ৰপ্তানিৰ পৰিসৰ বাঢ়ি যায়। মাকুমত পোৱা কয়লাৰ খনি আৰু তেলৰ পুং খনৰ কাৰ্য আৰম্ভ কৰিবলৈ লোৱাত স্থানীয় প্ৰাশাসনে ৰে'ল পৰিবহণৰ প্ৰতি মনোযোগ দিয়ে। আসাম-ৰে'লৱে ট্ৰেডিং কোম্পানিৰ সঞ্চালক জলবেৰি হোৱাইট (ডিব্ৰুগড় মেডিকেল স্কুলৰ প্ৰতিষ্ঠাত) চাহাবে অসমত ৰে'ল সেৱা প্ৰতিষ্ঠাৰ বাবে অগ্ৰণী ভূমিকা লৈছিল। তেওঁ মুখ্য আয়ুক্ত বেইলীৰ মনোযোগ আকৰ্ষণ কৰি জনায় যে ডিব্ৰুগড় অঞ্চলত ৰে'ল পৰিবহণৰ ব্যৱস্থা নল'লে চাহপাত ৰপ্তানিত বাধাগ্ৰস্ত হোৱাৰ উপৰি বনুৱাৰ খাদ্যৰ অভাৱ হ'ব। আয়ুক্ত বেইলীয়ে ডিব্ৰুগড়ৰ পৰা মাকুমলৈ মিটাৰ গজ ৰে'লপথ স্থাপন কৰাৰ বাবে ভাৰত চৰকাৰৰ ওচৰত প্ৰস্তাৱ দিয়ে। তাৰ বাবে পাঁচ বছৰীয়া বাৰ্ষিক প্ৰত্যভূতি দিয়া হয়। ভাৰত চৰকাৰে প্ৰস্তাৱটো গ্ৰহণ কৰে আৰু ১ লাখ টকাৰ অৰ্থ মঞ্জুৰি আগবঢ়ায়। ৩০ বেৰী আৰু সহযোগীসকলে লণ্ডনত আসাম ৰে'লৱে কোম্পানি স্থাপন কৰি তাৰ পুঁজিৰ অংশ বিক্ৰি কৰে। প্ৰস্তাৱিত পথটোৰ নাম দিয়া হয় 'ডিব্ৰু-শদিয়া ৰে'লৱে'। ১৮৮৩ খ্ৰীষ্টাব্দত ৰে'ল পথটো পৰিবহণ বাবে মুকলি কৰা হয়। উল্লেখ্য যে এই ৰে'লপথ বেচৰকাৰী আছিল। ইয়াৰ দৈৰ্ঘ্য আছিল ৯১ মাইল। ৰে'ল পৰিবহণ লাভজনক হৈছিল। ৰে'লপথ খোলাৰ ফলত অঞ্চলটোত চাহ বাগান বৃদ্ধি হয়। ৰে'ল-কয়লা ক্ষেত্ৰ গঢ় লৈ উঠে। গঢ়লৈ উঠে ইটাৰ বজাৰ।

যোৰহাটৰ সমিপত থকা খেতিয়কসকলে ৰপ্তানিৰ বাবে বিভিন্ন বাগিচাৰ চাহপাত গাড়ীত ভৰাই জাহাজ ঘাটলৈ আনিবলগীয়া হৈছিল। চাহ উৎপন্ন হৈছিল প্ৰচুৰ পৰিমাণে। বেইলীয়ে দেখিলে যে তাত ৰে'ল পৰিবহণ ব্যৱস্থা চলিব আৰু ৰে'লপথ নিৰ্মাণৰ ব্যয়ৰ ক্ষতিপূৰণ হ'ব। গতিকে চাহ খেতিয়কসকলৰ স্বাৰ্থ সাপেক্ষে মুখ্য আয়ুক্ত বেইলীয়ে ভাৰত চৰকাৰৰ অনুমোদন নোহোৱাকৈয়ে চাৰে ছয় মাইল দীঘল ৰে'ল পথ নিৰ্মাণৰ আঁচনি প্ৰস্তুত কৰিলে। এই কাৰ্য অনিয়মিত বুলি অভিহিত কৰা হয় যদিও, ভাৰত চৰকাৰে এবছৰ পিছত তাৰ বিত্তীয় অনুমোদন জনায়। স্থানীয় সম্পদৰ সৰবৰাহ আৰু ছলপৰা মাটিৰ প্ৰতি চাহ খেতিয়ক আকৰ্ষণ কৰাৰ বাবে অসম প্ৰশাসনে যোৰহাটৰ পৰা তিতাবৰলৈ ৰে'ল পৰিবহণ সম্প্ৰসাৰণ কৰাৰ আঁচনি লয়। মৰিয়নীলৈ শাখা ৰে'ল পথ নিৰ্মাণ কাৰ্যও এই আঁচনিৰ অন্তৰ্ভুক্ত আছিল। গৱৰ্ণৰ জেনেৰেল লৰ্ড ৰিপনে এই আঁচনিত অনুমোদন জনায় (১৮৮৩ খ্ৰীঃ)। ১৮৮৫ খ্ৰীষ্টাব্দত এই আঁচনি সম্পূৰ্ণ হয় আৰু ৰে'ল চলাচল কৰিবলৈ ধৰে। আৰম্ভণিতে ইয়াৰ নাম কোকিলামুখ ৰে'লৱে নাম ৰাখিব খোজা হৈছিল যদিও, শেষলৈ যোৰহাট প্ৰভিন্সিয়েল ৰে'লৱে নাম ৰখা হয়। ১৮২৭ খ্ৰীষ্টব্দত কেল পৰিবহন খণ্ডৰ পৰিচালনাৰ ভাৰ কেইটামান কোম্পানিৰ হাতত এৰি দিয়া হয়।

মিটাৰ গজ ৰে'লপথ নিৰ্মাণ ব্যয়সাপেক্ষ হোৱাত অসম প্ৰশাসনে মূল পথ সংযোগী ট্ৰাম পথ (২ ফুটবা আঢ়ৈ ফুটৰ) নিৰ্মাণ কৰাৰ পৰিকল্পনা যুগুত কৰে। সেইমতে দৰং জিলাৰ ভিতৰুৱা চাহ উৎপন্ন হোৱা অঞ্চলৰ চাহপাত তেজপুৰ জাহাজ ঘাটত জমা দিয়াৰ পথ সুচল কৰাৰ বাবে ব্যক্তিগত পৰ্যায়ৰ তেজপুৰ-বালিপাৰা ট্ৰামৱে নিৰ্মাণ কৰি উলিওৱা হয় (১৮৯৪ খ্ৰীঃ)। তাৰ পিছৰ বছৰত ৰঙাপাৰাৰ পৰা বৰজুলিলৈ তাৰ সম্প্ৰসাৰণ ঘটায়। ১৮৯৫-৯৬ খ্ৰীষ্টাব্দত চূণশিল কঢ়িওৱাৰ বাবে কাছাৰত ৮ মাইল দৈৰ্ঘ্যৰ চেৰা ৰে'লপথ নিৰ্মাণ কৰে। তাত প্ৰৱৰ্তন কৰা ৰে'লগাড়ীত ছিলেট জিলাৰ যাত্ৰী আৰু মালবস্তু অনা-নিয়া কৰিবলৈ লোৱা হয়।

অসমৰ পৰিবহণ ব্যৱস্থা উন্নত কৰাৰ অৰ্থে বংগৰ পৰা অসমলৈ ৰে'লপথ সম্প্ৰসাৰণ কৰিবলৈ কেইবাটাও প্ৰস্তাৱ লোৱা হয়। ইতিমধ্যে কাৰিকৰী আৰু আৰ্থিক দিশ পৰ্যালোচনা কৰাৰ পিছত ৰংপুৰৰ পৰা ধুবুৰীলৈ সম্প্ৰসাৰণ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে। কিন্তু অৰ্থ মঞ্জুৰিৰ অভাৱত এই আঁচনি স্থগিত থাকে। উল্লেখ্য, অসমলৈ ৰে'ল পৰিবহণ সম্প্ৰসাৰণ বিষয়টোৰ ওপৰত বিভিন্ন চিন্তা চৰ্চা হয়। ধুবুৰীত নিৰ্মাণ কৰা ৰে'লপথটো। ফকিৰাগ্ৰামৰ পৰা গুৱাহাটীলৈ সম্প্ৰসাৰণ কৰাৰ কথা বিবেচনা কৰা হৈছিল। বিশেষকৈ উজনি অসমৰ লগত নামনি অসমৰ যোগাযোগ উন্নত কৰাৰ কাৰণে। কিন্তু, সুৰমা উপত্যকা বাদ পৰে। অতএব ব্ৰহ্মপুত্ৰ উপত্যকা আৰু সুৰমা উপত্যকাত দুটা বেলেগ বেলেগ

ৰে'লপথ নিৰ্মাণ কৰি উত্তৰ কাছাৰৰ পাৰ্বত্য জিলাৰে আন এটা শাখা পথ নিৰ্মাণেৰে দুয়োটা পথ সংলগ্ন কৰাৰ আঁচনিৰো বিবেচনাধীন হয়। অসম প্ৰশাসনৰ কাৰ্যকৰী মুখ্য আয়ুক্ত ডব্লিউ, ই ৱাৰ্ডৰ মতে পাৰ্বত্য জিলালৈ ৰে'লপথ নিৰ্মাণ ব্যয়বহুল। শাখা পথৰ আঁচনি বাদ দি ডিব্ৰুগড় ফকিৰাগ্ৰাম ৰে'লপথ নিৰ্মাণৰ আঁচনি ল'লে। ই সোনকালে কাৰ্যকৰী হ'ব আৰু অসম উপত্যকাৰ যাতায়াত উন্নত হ'ব। অৱশেষত গৱৰ্ণৰ জেনেৰেলে সিদ্ধান্ত কৰিলে যে কাছাৰৰ পৰা উত্তৰ-কাছাৰ পাৰ্বত্য জিলাৰে অসমলৈ ৰে'লপথ নিৰ্মাণ হ'ব। লগতে কাছাৰৰ পৰা ছিটাগঙলৈ ৰে'লপথ আৰু মেঘনালৈ শাখা ৰে'লপথ নিৰ্মাণ হ'ব।

ইয়েই হ'ল আসাম-বেংগল ৰে'লৱে আঁচনি। স্মৰ্তব্য যে এই আঁচনি গ্ৰহণৰ অন্তৰালত চাহ গোষ্ঠীৰ সচেতন প্ৰভাৱ আছিল। পাৰ্বত্য অঞ্চললৈ ৰে'লপথ সম্প্ৰসাৰণ হ'লে ৰে'লপথৰ ইফালে-সিফালে থকা চাহ খেতি উপযোগী মাটিত চাহ-বাগান খোলাৰ পথ প্ৰশস্ত হ'ব আৰু উৎপাদিত পণ্য ছিটাগং বন্দৰেৰে ৰপ্তানি কৰিব পৰা হ'ব। সি যিকি নহওক, ইংৰাজ ব্যৱসায় সংঘৰ হকে থিয়দৰ হোপে পথ নিৰ্মাণৰ অনুমতি পালে যদিও, তেওঁ এনে চৰ্ত আগবঢ়ালে যে সি সহজতে গ্ৰহণযোগ্য নহয়। এতেকে মুখ্য আয়ুক্তই প্ৰস্তাৱিত আঁচনিৰ কিছু সাল-সলনি কৰি নৱ নিৰ্দ্ধাৰিত চৰ্তত বন্দোবস্ত কৰাৰ পৰামৰ্শ দিয়ে। থিয়োডৰে তাত মান্তি নোহোৱাত মেচাৰ্চ মাথেছুন এণ্ড কোম্পানিৰ ওপৰত ৰে'লপথ নিৰ্মাণৰ ভাৰ দিয়া হয়। অৱশ্যে কোম্পানিটোৱে কিছু উদাৰ চৰ্ত বিচাৰিছিল। তাৰ সমালোচনা হ'ল। বিশেষকৈ চাহ গোষ্ঠীৰ স্বাৰ্থতে এনে ব্যয়বহুল আঁচনি লোৱা বুলি সদৰী কৰা হ'ল। পৰিশেষত নিৰ্মাণ কোম্পানিয়ে আৱশ্যকীয় ধন সংগ্ৰহ কৰিব নোৱাৰাত আনুষ্ঠানিক বন্দোবস্ত পিছুৱাই দিয়া হ'ল। এনে পৰিস্থিতিত ভাৰত চৰকাৰে আসাম-বেংগল ৰে'লৱে আঁচনিৰ অন্তৰ্ভুক্ত গুৱাহাটী লামডিং অংশটোৰ নিৰ্মাণৰ আৰম্ভ কৰিবলৈ দিলে। ১৯০৫ খ্ৰীষ্টাব্দত আসাম-বেংগল ৰে'লৱে পৰিবহণ আৰম্ভ হ'ল। ছিটাগং বন্দৰৰ পৰা ত্ৰিপুৰাৰ। ছিলেট আৰু কাছাৰ; তাৰ পাছত উত্তৰ কাছাৰৰ মাজেৰে লামডিং, তাৰ পৰা ডিব্ৰু-শদিয়া-ৰে'লপথ সংযোগ পৰ্যন্ত। চাপৰমুখৰ পৰা শিলঘাটলৈও এটি শাখা পথ নিৰ্মাণ হ'ল।

সৰহভাগ বৃটিছ বিষয়া আৰু কৰ্মচাৰীৰ মতে অসমৰ ভৱিষ্যৎ প্ৰব্ৰজনকাৰীসকলৰ ওপৰত নিৰ্ভৰশীল আছিল। অসমৰ $\frac{৫}{৬}$ অংশ কৃষি উপযোগী মাটি ছন পৰি আছিল। অসমৰ বাহিৰৰ পৰা মানুহ আনি ছন পৰা মাটি চহাব লাগিব। এই কথা সঁচা যে চাহ বাগান বৃদ্ধি হোৱাত কুলীৰ চাহিদা বৃদ্ধি হৈছে। পূৰ্বৰ দৰে বিহাৰ, উত্তৰ প্ৰদেশ, ছোটানাগপুৰ আদিৰ পৰা কুলী আনিব লাগিব। দক্ষিণ পূব বংগ হৈ আসাম বেংগল ৰে'লৱেৰে পাৰ্বত্য শাখাইদি উজনি অসমলৈ অহা পথ ঘূৰণীয়া আৰু এই পথেৰে অসমলৈ কুলী আমদানি কৰা ব্যয়বহুল। ৰে'ল যাত্ৰা কষ্টকৰ। পৰ্যাপ্ত পৰিমাণে প্ৰব্ৰজনকাৰী আকৰ্ষণ কৰাৰ আশা খীণ। আনহাতে উত্তৰ-পশ্চিম ৰে'লৱে ইষ্টাৰ্ণ-বেংগল ৰে'লৱেৰ লগত সংলগ্ন হৈছে আৰু ধুবুৰীলৈ ৰে'লপথ সম্প্ৰসাৰিত হৈছে। গতিকে যাতায়াত আৰু এখাপ আগুৱাই নিয়াৰ বাবে মুখ্য আয়ুক্ত হেনৰি খটনে গোলোকগঞ্জৰ পৰা গুৱাহাটীলৈ ৰে'লপথ সম্প্ৰসাৰণ প্ৰস্তাৱ দিলে। ঔপনিবেশিক চৰকাৰে এই কথা সহজে অনুধাৱন কৰিব পাৰিছিল যে উক্ত পথত ৰে'ল পৰিবহণ আৰম্ভ হ'লে প্ৰব্ৰজনকাৰী আগমনত ইন্ধন যোগাব আৰু প্ৰব্ৰজনকাৰীসকলক ছন পৰা মাটিত কৃষিকাৰ্য কৰাৰ বাবে পট্টন দিলে তাৰ যি পৰিমাণৰ ৰাজহ পোৱা যাব, তাৰ ফলত অসমৰ ৰাজস্ব দুগুণ হ'ব। অৱশ্যে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেৰে প্ৰস্তাৱিত ৰে'লপথ সম্পূৰ্ণ হ'লে দক্ষিণপাৰৰ 'আসাম বেংগল ৰে'লৱেৰ লগত সংযোগ স্থাপন হ'ব। তেতিয়া অসমৰ যোগাযোগ ব্যৱস্থা যে লক্ষণীয়ভাৱে উন্নত হ'ব, তাত সন্দেহৰ অৱকাশ নাই। সি যিকি নহওক, ১৯০৩ খ্ৰীষ্টাব্দত ইষ্টাৰ্ণ বেংগল ৰে'লৱেৰ তত্ত্বাৱধানত পথটোৰ নিৰ্মাণ কাৰ্য আৰম্ভ হ'ল। আমিনগাঁও পাণ্ডুত পাৰঘাট জাহাজ চলোৱাৰ পৰিকল্পনাসহ। ১৯১১ খ্ৰীষ্টাব্দত নিৰ্মাণ কাৰ্য সম্পূৰ্ণ হোৱাত পথটো ৰে'ল পৰিবহণৰ বাবে মুকলি কৰা হ'ল। কলকাতাৰ লগত অসম উপত্যকাৰ ৰে'ল সংযোগ হোৱাৰ লগে লগে বিহৰ্বিশ্ব আৰু অসমৰ বজাৰ সম্পৃক্ত হ'ল। মুকলি হ'ল পূৰ্বাঞ্চলৰ অৰ্থনীতিৰ এক নতুন দিগন্ত— সাম্ৰাজ্যবাদী শোষণ।

**শিক্ষা ব্যৱস্থা ঃ** ভাৰতৰ পুৰণি শিক্ষা ব্যৱস্থা আছিল মূলতঃ ধৰ্মমূলক। নৈতিক আৰু পাৰমাৰ্থিক চিন্তাৰ ওপৰত

গুৰুত্ব দি এনে শিক্ষা দিয়া হৈছিল। কবলৈ গ'লে, ই ব্ৰাহ্মণ্য শিক্ষা আছিল, তাৰ লক্ষ্য আছিল ব্যক্তি জীৱনৰ খ্যাতি আৰু ৰাষ্ট্ৰৰ প্ৰতি আনুগত্যৰ উৎকৰ্ষ সাধন। বৃটিছ যুগত, অসমৰ শিক্ষা ব্যৱস্থা আছিল মূলতঃ ধৰ্মমূলকেই। অৱশ্যে ধৰ্মৰহিত নানান বিষয়ৰ ভাল চৰ্চা হয়। কিন্তু আনুষ্ঠানিক শিক্ষা সীমিত আছিল। টোল, চতুষ্পাঠী আৰু পাঠশালাত গুৰুৱে শিষ্যক শিক্ষাদান কৰিছিল আৰু এই শিক্ষা ব্ৰাহ্মণ, কায়স্থ আৰু কলিতাসকলৰ মাজত সীমাবদ্ধ আছিল। বৃটিছ যুগত আধুনিক শিক্ষাৰ সম্প্ৰসাৰণ ঘটে।

আৰম্ভণিতে বৃটিছসকলে পুৰণি শিক্ষা ব্যৱস্থাৰ ওপৰতে মন দিছিল। হিন্দু হ'লে টোল আৰু মুছলমান হ'লে মাদ্ৰাছা আৰু মক্তবত শিক্ষা দিয়াৰ ব্যৱস্থাত হাত দিয়া নাছিল। অৱশ্যে তাৰ পৰিসৰ কিছু পৰিমাণে বিস্তৃত কৰাৰ চেষ্টা কৰে। ৱাৰেণ হেষ্টিংছৰ দিনত (১৭৭২, ১৭৭৪-১৭৮৫ খ্ৰীঃ) কলকাতাত এখন মাদ্ৰাছা খোলা হয় (১৭৮১ খ্ৰীঃ)। ১৭৯২ খ্ৰীঃত জনাথন ডানকানে বাৰানসীত সংস্কৃত কলেজ এখন খোলে। অৱশ্যে, কলেজখনত বেদাংগবোৰহে শিক্ষা দিয়া হয়।

জনা যায় যে পিছলৈ সাম্ৰাজ্যবাদী চৰকাৰখনে ইংৰাজী ভাষাৰ যোগেদি শিক্ষা দিয়াৰ ব্যৱস্থা লৈ ভাৰতীয়সকলক পাশ্চাত্যৰ জ্ঞান দিয়াৰ পোষকতা কৰে। এই বিষয়ত সৰ্বপ্ৰথমে গ্ৰাণ্ট নামৰ ইষ্ট-ইণ্ডিয়া কোম্পানিৰ বিষয়াই কৰ্তৃপক্ষৰ দৃষ্টি আকৰ্ষণ কৰে। কিন্তু, তেওঁৰ প্ৰস্তাৱত কৰ্তৃপক্ষই সঁহাৰি নজনালে। আচলতে খ্ৰীষ্টান মিছনেৰীসকলে বেচৰকৰী খণ্ডত ইংৰাজী ভাষাৰ যোগেদি ভাৰতীয়ৰ মাজত শিক্ষা প্ৰচাৰ কৰাৰ উদ্যম লয়। অৱশ্যে, তেওঁলোকৰ মূল উদ্দেশ্য আছিল খ্ৰীষ্টান ধৰ্ম প্ৰচাৰ কৰাটো। বাইবেল আদি ধৰ্মগ্ৰন্থ যাতে মূলৰপৰা প্ৰান্তীয় ভাষালৈ ভাঙনি কৰিব পাৰে আৰু ধৰ্ম প্ৰচাৰ কৰাৰ বাবে দোভাষী শ্ৰেণী এটাৰ সাহায্য লাভ কৰিব পাৰে সেই উদ্দেশ্য সাৰোগত কৰি প্ৰতীচ্য আৰ্হিত মিছনেৰী স্কুলবোৰ খোলা হয়। সেয়ে হ'লেও তেওঁলোকৰ চেষ্টাৰ ফলত ভাৰতীয় ভাষা কেইবাটাৰো উৎকৰ্ষ সাধন হয়।

ভাৰতৰ অন্যান্য প্ৰান্তৰ দৰে অসমতো আমেৰিকান বেপ্টিষ্ট মিছনেৰীসকলে ইংৰাজী শিক্ষাৰ পাতনি মেলে। তেওঁলোকৰ ভিতৰত উল্লেখ্যযোগ্য হ'ল ৰেভাৰেণ্ড অলিভাৰ টি কাট্টাৰ, মিছ কাট্টাৰ, ড° নাথান ব্ৰাউন আৰু মিছেছ ব্ৰাউন, ড° মাইলছ ব্ৰন্সন আৰু এ, কে, গাৰ্নি। আৰম্ভণিতে, মিছনেৰীসকলে শদিয়াত কাৰ্যালয় বহুৱায় (১৮৩৬ খ্ৰীঃ)। পাছত জয়পুৰলৈ আৰু তাৰ পৰা শিৱসাগৰলৈ আহে। ১৮৪৬ খ্ৰীষ্টাব্দত তেওঁলোকে শিৱসাগৰৰ পৰা প্ৰথম অসমীয়া আলোচনী 'অৰুনোদই' মিছনেৰী প্ৰেছত ছপা কৰি উলিয়ায়।

উল্লেখ্য যে মিছনেৰীসকলে ইংৰাজী শিক্ষাৰ প্ৰতি ভাৰতীয়সকলৰ মন আকৰ্ষণ কৰিবলৈ লোৱাৰ পিছতো ইষ্ট-ইণ্ডিয়া কোম্পানিৰ চৰকাৰে প্ৰাক্ বৃটিছ যুগৰ সংস্কৃত আৰু পাৰ্ছী শিক্ষাতে আবদ্ধ আছিল। ১৮১৩ খ্ৰীষ্টাব্দৰ চনদ আইনে বৃটিছ ভাৰতত ভাষাৰ পুনৰুত্থান আৰু উৎকৰ্ষ সাধন আৰু বিজ্ঞান শিক্ষাৰ প্ৰতি ধাউতি বঢ়োৱাৰ বাবে শিক্ষা ব্যৱস্থা ল'বলৈ কোম্পানি চৰকাৰক বছৰি ১ লাখ টকা আছুতীয়াকৈ ৰখাৰ বাবে নিৰ্দেশ দিয়ে। কিন্তু ১৮২৩ খ্ৰীষ্টাব্দত শিক্ষা কমিটি গঠন নকৰালৈকে কোনো ব্যৱস্থা লোৱা নহ'ল। কমিটিয়ে কলকাতাত এখন পুৰণি ধৰণৰ কলেজ খোলাতহে মনোনিবেশ কৰিলে। ৰাজা ৰামমোহন ৰায়ে তাৰ বিৰোধিতা কৰি চৰকাৰৰ ওচৰত স্মাৰকপত্ৰ দিলে যে পুৰণি শিক্ষাৰ পৰিবৰ্তে ইংৰাজী মাধ্যমৰ যোগেদি গণিত, প্ৰাকৃতিক বিজ্ঞান, ৰসায়ন আৰু শৰীৰ বিজ্ঞানৰ শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগে। উল্লেখ্য যে শিক্ষাৰ মাধ্যমক কেন্দ্ৰ কৰি বৃটিছ বিষয়াসকলৰ মাজত ৩ টা দলৰ সৃষ্টি হয়। এদলৰ মতে ৱাৰেণ হেষ্টিংছে সুচনা কৰাৰ দৰে সংস্কৃত আৰু পাৰ্ছী ভাষাৰ মাধ্যমত প্ৰাক্ বৃটিছযুগীয় পদ্ধতিৰ শিক্ষা দান কৰিব লাগে। পশ্চিমীয়া শিক্ষাৰ মূল কথাখিনি সংস্কৃত আৰু পাৰ্ছী ভাষাৰ যোগেদি শিকাব লাগে। সংস্কৃত পণ্ডিত হেনৰি টৰি প্ৰিন্সেস (১৭৯২-১৮৭৮ খ্ৰীঃ) আৰু হৰাছ হেম্যান উইলছন (১৭৮৬-১৮৬০ খ্ৰীঃ) এই দলৰ মুখপাত্ৰ আছিল।

দ্বিতীয়টো দলৰ মতে পশ্চিমীয়া পদ্ধতিৰ শিক্ষা ইংৰাজী মাধ্যমৰ যোগেদি বিস্তাৰ কৰিব লাগে। এনে লোকৰ ল'ৰা-ছোৱালীৰ পৰা পাশ্চাত্য শিক্ষা সাধাৰণ লোকৰ মাজলৈ বিয়পিব। মিছনেৰীসকল ইয়াৰ সমৰ্থক আছিল। ভাৰতীয়সকলৰ ভিতৰত ৰাজা ৰামমোহন ৰায়, প্ৰিন্স দ্বাৰকানাথ ঠাকুৰ আৰু ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ আছিল এই

দলৰ অন্যতম অনুগামী।

তিনিওটা দলৰ মতানৈক্যৰ ফলত ভাৰতীয় শিক্ষাৰ মাধ্যম বিষয়টোৱে কিছুদিন ল'লে। এটা সময়ত বাক্-বিতণ্ডা তুংগত উঠিল আৰু দ্বিতীয়টো দল অন্তৰ্হিত হ'ল। বাকী দুটাৰ প্ৰথমটো দল প্ৰাচ্যবাদী আৰু তৃতীয়টো দল ইংৰাজীপন্থী হিচাপে অভিহিত হ'ল। থমাছ মেকলে শিক্ষা কমিটিৰ চেয়াৰমেন হোৱাৰ পিছত মাধ্যম বিষয়টোৰ সিদ্ধান্ত হ'ল আৰু গৱৰ্ণৰ জেনেৰেল বেণ্টিংকে শিক্ষাদানৰ বাবে ইংৰাজী মাধ্যম গ্ৰহণ কৰিলে (১৮৩৯ খ্ৰীঃ)। মেকলে অৱসৰ লোৱাৰ পিছত এইচ টি প্ৰিন্সেপে পুনৰপি প্ৰাচ্য বিদ্যাৰ কথা অৱতাৰণা কৰে। অৱশেষত গৱৰ্ণৰ জেনেৰেল লৰ্ড অকলেণ্ডৰ দিনত মাধ্যম প্ৰশ্নৰ আপোচ সূত্ৰ এটা উদ্ভাৱন হ'ল। তেওঁ ইংৰাজী শিক্ষা আৰু প্ৰাচ্য শিক্ষা দুয়োটাই সমান্তৰালভাৱে প্ৰচলন কৰাৰ ব্যৱস্থা ল'লে।

প্ৰাক্ বৃটিছ যুগত অসমত দেশীয় শিক্ষাৰ প্ৰচলন আছিল। সত্ৰ, টোল আৰু পাঠশালাত ধৰ্মমূলক শিক্ষা দান কৰা হৈছিল। আহোম চৰকাৰৰ ডা-ডাঙৰীয়াক কাৰ্যভাৰ ল'বলৈ শিক্ষাৰ তেনে প্ৰয়োজন নাছিল। বৃটিছে অসম শাসন কৰিবলৈ লোৱাৰ পিছত সম্ভ্ৰান্ত বিষয়ববীয়াসকলৰ কিছুমানক পূৰ্বৰ ৰাজহ আৰু ন্যায় বিভাগৰ পদবী দিয়া হয়। কিন্তু বৃটিছ প্ৰশাসনীয় পদ্ধতি অনুসৰি বিভাগীয় কাম-কাজৰ লিখিত বিৱৰণি ৰখা বা চৰকাৰী যোগাযোগ ৰক্ষাৰ বাবে তেওঁলোক অযোগ্য বিবেচিত হ'ল। ইউৰোপিয়ানসকলৰ বাবে তেওঁলোক মূৰৰ কামোৰণি হৈ পৰিল। গতিকে চৰকাৰী কাৰ্য চলোৱাৰ স্বাৰ্থত সম্ভ্ৰান্ত অসমীয়া বিষয়ববীয়া আঁতৰাই চুবুৰীয়া ৰাজ্য বংগৰ বাঙালী লোকক কৰ্মচাৰী নিযুক্ত কৰা হ'ল। বাঙালী কৰ্মচাৰীসকলৰ সুবিধাৰ্থে বাঙালী ভাষা অসমৰ ৰাজ্য ভাষা আৰু শিক্ষাৰ মাধ্যম কৰা হ'ল। বাঙালী শিক্ষা মাধ্যমত শিক্ষাদান কৰাৰ বাবে চৰকাৰে বাঙালী লোকক নিযুক্তি দিলে। কাৰণ, অসমীয়াসকলৰ মাজত বাঙালী ভাষা জনা লোক প্ৰায় নাছিলেই। এতেকে বিভিন্ন চৰকাৰী বিভাগত বাঙালী কৰ্মচাৰীয়ে আধিপত্য বিস্তাৰ কৰে। এই চৰকাৰী কৰ্মচাৰীসকলক আমোলা বোলা হৈছিল আৰু আমোলাসকলে চৰকাৰী মহলত প্ৰাধান্য বিস্তাৰ কৰিব পাৰিছিল।

আমি ইতিমধ্যে উল্লেখ কৰিছোঁ যে ডেভিদ স্কটে আহোম অভিজাতসকলৰ সমৰ্থন লাভ কৰাৰ বাবে চেষ্টা কৰিছিল। তেওঁ আহোম প্ৰশাসনীয় গাঁথনি ৰখাৰ লগতে দেশীয় শিক্ষা ব্যৱস্থাত উৎসাহ জনায়। তেওঁ নামনি অসমত ১১ খন স্কুল স্থাপন কৰে (১৮২৬ খ্ৰীঃ)। ডেভিদ স্কটৰ পিছত অসমৰ আয়ুক্ত জেলকিন্সে (১৮৩৪-১৮৬১ খ্ৰীঃ) জানিলে যে চৰকাৰী কাৰ্যালয়ত বাঙালীসকল নিযুক্ত হোৱাত অভিজাতসকল স্বভূমিতেই বঞ্চিত হ'ল। তেওঁলোক বাঙালীসকলৰ প্ৰতি ঈৰ্ষান্বিত হ'ল। কাৰণ, চৰকাৰী চাকৰি-বাকৰিৰ বাহিৰে তেওঁলোকৰ জীৱন জীবিকাৰ অন্য পথ নাছিল। উল্লেখ্য যে ইংৰাজী শিক্ষাৰ অভাৱত অভিজাতসকল চাকৰি বিমুখ হৈছে। গতিকে তেওঁলোকক ক্ষোভ উপশম কৰাৰ কাৰণে তথা বৃটিছ সমৰ্থক অসমীয়া আখোলা শ্ৰেণী এটি সৃষ্টি কৰাৰ উদ্দেশ্যে জেনকিন্সে অসমত ইংৰাজী স্কুল স্থাপন কৰাৰ প্ৰয়াস লয় আৰু তাৰ বাবে ভাৰত চৰকাৰৰ অনুমোদন বিচাৰে। তেওঁ পৰামৰ্শ আগবঢ়ায় যে নামনি অসমৰ বিভিন্ন সদৰ ঠাইত, যেনে ঃ— গোৱালপাৰা, গুৱাহাটী, নগাঁও, দৰং আৰু বিশ্বনাথত স্থানীয় কৰ্তৃপক্ষৰ তত্ত্বাৱধানত ইংৰাজী স্কুল স্থাপন কৰিব লাগে। ইংৰাজী শিক্ষাৰ প্ৰশিক্ষণ লোৱাৰ বাবে উচ্চ শ্ৰেণীৰ কিছুসংখ্যক ডেকা লোকক কলকাতালৈ পঠাব লাগে আৰু ইংৰাজী আৰু বাঙালী ভাষা জনা লোকক সাময়িকভাৱে শিক্ষক হিচাপে নিযুক্তি দিব লাগে। তেওঁ এই বুলি দোহাতে যে স্থানীয় কাৰাগাৰৰ কয়দীসকলক কামত খটুৱাই কম খৰচতে স্কুলঘৰ নিৰ্মাণ কৰিব পৰা যাব।

জেনকিন্সে উৰ্ধৰ্তম কৰ্তৃপক্ষৰ অনুমোদনলৈ বাট নাচাই স্কুলঘৰ সজাৰ বাবে গুৱাহাটীৰ বাসিন্দাসকলৰ পৰা দান-বৰঙণি তুলি ১৭৪০.০০ টকা সংগ্ৰহ কৰিলে। ইতিমধ্যে উৰ্ধৰ্তম কৰ্তৃপক্ষই শিক্ষা কমিটিৰ অনুমোদনৰ বাবে পঠোৱা প্ৰস্তাৱ অনুমোদিত হ'ল। গুৱাহাটীত এখন স্কুল স্থাপন কৰাৰ বাবে অনুমতি আহিল (জুন, ১৮৩৫ খ্ৰীঃ)। মিঃ শিংগাৰ চাহাবক স্কুলৰ প্ৰধান শিক্ষক হিচাপে নিযুক্তি দিয়া হ'ল। সেই বছৰৰ শেষৰফালে ১৫০ জন ছাত্ৰক লৈ গুৱাহাটী স্কুলত (বৰ্তমানৰ কলেজিয়েট হাইস্কুল) ইংৰাজী পাঠদান আৰম্ভ হয়।

জেনকিন্স অৱগত আছিল যে তুলনামূলকভাৱে দুখীয়া ৰাজ্য অসমত পশ্চিমীয়া শিক্ষা বিস্তাৰ বাধাগ্ৰস্ত হ'ব অভিভাবকসকলৰ অনীহাৰ বাবে। গতিকে অসমৰ শিক্ষাৰ দায়িত্ব চৰকাৰেই ল'ব লাগিব। অৱশ্যে তেওঁ নিম্নগামী পৰিশ্ৰাৱণ তত্ত্বৰ অনুগামী আছিল। উচ্চ শ্ৰেণী পশ্চিমীয়া শিক্ষাপ্ৰাপ্ত হ'লে তাৰ আভাস লাহে লাহে সাধাৰণ শ্ৰেণীৰ লোকৰ মাজলৈ যাব বুলি তেওঁৰ ধাৰণা আছিল। উচ্চ শ্ৰেণী আগবাঢ়ি অহাৰে কথা। কাৰণ, তেওঁলোকে প্ৰত্যক্ষ কৰিব পাৰিছিল যে পৰিবৰ্তিত আৰ্থ-সামাজিক প্ৰেক্ষাপটত আৰ্থ-সামাজিক সা সুবিধা লাভ কৰাৰ বাবে শিক্ষা অৱশ্যম্ভাবী। বাঙালী আমোলাসকলৰ বুদ্ধি-বৃত্তি, সুখ- স্বাচ্ছন্দ্যয়ো তেওঁলোকক শিক্ষাৰ প্ৰতি আগ্ৰহী কৰি তোলে। অতত্ৰব, উচ্চ শ্ৰেণী লোকসকলে সন্তানৰ শিক্ষাৰ বাবে গুৱাহাটীত স্থাপন কৰা স্কুলৰ পৃষ্ঠপোষকৰ ভূমিকা ল'লে। গুৱাহাটীৰ সদৰ আমিন যজ্ঞৰাম ফুকন, ধৰ্মপুৰুষ চৌধুৰী, দয়াৰাম বৰুৱা আৰু কোচবিহাৰৰ ৰজাই গাইপতি হাজাৰ টকাকৈ বৰঙণি দিয়ে। উজনি অসমৰ শাসক পুৰন্দৰ সিংহই খেলতে বাধ্যতামূলকভাৱে একোখন স্কুল স্থাপন কৰাৰ বাবে খেলদাৰসকলক নিৰ্দেশ দিয়াৰ নীতি লয়। তেওঁ আনকি, লিখা-পঢ়া নজনা লোকক ৰাজহ বিভাগৰ দায়িত্ব নিদিবলৈ স্থিৰ কৰে। অৱশ্যে পুৰন্দৰ সিংহ ক্ষমতাচ্যুত হোৱাৰ পিছত ৰাজপৰিয়াল আৰু উচ্চ শ্ৰেণীৰ সন্তানৰ শিক্ষাৰ বাবে শিৱসাগৰত এখন স্কুল স্থাপন কৰা হয় (১৮৪১ খ্ৰীঃ)। ৰাজহুৱা দাবী পূৰণৰ বাবে যোৰহাট আৰু জয়পুৰত এই স্কুলৰ শাখা খোলে। দেখা যায় যে পশ্চিমীয়া শিক্ষাৰ প্ৰতি ৰাইজে সঁহাৰি জনায়। শিৱসাগৰৰ দৰে গুৱাহাটীৰ আশে-পাশে ৰাজহুৱা ধনেৰে গুৱাহাটী স্কুলৰ শাখা খোলা হয়। ভিতৰুৱা অঞ্চলতো স্কুল খোলাৰ প্ৰয়োজন হ'ল। ল'ৰা-ছোৱালী দূৰৈত পঢ়ুৱাব নুখুজাসকলে ওচৰতে স্কুল স্থাপন হ'লে তাত শিক্ষা দিয়াৰ বাবে আগ্ৰহ প্ৰকাশ কৰে। চৰকাৰৰ ৰাজহ ব্যৱস্থাও তাত ইন্ধন যোগায়। প্ৰথমবাৰৰ বাবে ১৮৩৪ খ্ৰীষ্টাব্দত মাটিৰ পাট্টা দিয়াত তাতনো কি লেখা আছে, তাক জনাৰ বাবে ৰায়ত সজাগ হ'ল। তেওঁলোকে জানিলে যে শিক্ষা-দীক্ষা নহ'লে দুৰ্নীতিপৰায়ণ আমোলাই তেওঁলোকক ঠগিব। গাঁও অঞ্চলৰ ৰাজহ বিভাগৰ চাকৰিবাকৰিৰ বাবে শিক্ষাৰ আৱশ্যকতা শিক্ষা সজাগতাৰ অন্যতম কাৰণ আছিল।

শিক্ষাৰ বৰ্দ্ধিত দাবীৰ অনুকূলে গুৱাহাটীৰ কলেক্টৰ জেমচ্ মেথিউৱে চৰকাৰৰ ওচৰত গাঁৱলীয়া স্কুল স্থাপনৰ আঁচনি দাঙি ধৰিলে (আগষ্ট, ১৮৩৮ খ্ৰীঃ)। আঁচনি অনুসৰি কামৰূপৰ কেন্দ্ৰীয় স্থানত এখন ইংৰাজী আৰু মাতৃভাষাৰ স্কুল স্থাপন কৰা হ'ব। তাত ইংৰাজী ভাষাৰ প্ৰাথমিক জ্ঞানৰ লগতে মাতৃভাষাৰ বিশুদ্ধ জ্ঞান দিয়া হ'ব। তাৰ পাছত এনে ভাষা-জ্ঞান আহৰণ কৰাসকলক গুৱাহাটীৰ স্কুলত উচ্চ শিক্ষা দিয়া হ'ব। প্ৰসংগক্ৰমে উল্লেখনীয় যে ডেভিদ স্কটে কামৰূপত ১১ খন দেশীয় স্কুল স্থাপন কৰিছিল। তাত সংস্কৃত ভাষাত শিক্ষা দান কৰা হৈছিল। জেনকিন্সে এই স্কুলকে ইংৰাজী আৰু মাতৃভাষাৰ স্কুললৈ উন্নীত কৰি তাত জনসাধাৰণৰ বাবে লিখা-পঢ়া আৰু অংকৰ প্ৰাথমিক শিক্ষা দিয়াৰ প্ৰস্তাৱ দিয়ে আৰু স্কুলৰ সংখ্যা ২২ খনলৈ বৃদ্ধি ক ৰে। উল্লেখনীয় যে মাতৃভাষা বুলি বাঙালী ভাষা গ্ৰহণ কৰা হয়। কিন্তু ইষ্ট-ইণ্ডিয়া কোম্পানি জন শিক্ষাৰ প্ৰতি উদাসীন আছিল বা জনসাধাৰণৰ বাবে শিক্ষা বিস্তাৰ কৰিব খোজা নাছিল। সেয়ে নিম্নগামী পৰিশ্ৰাৱন তত্ত্বান্বেষী শিক্ষা কমিটিয়ে মেথিউৰ আঁচনি গ্ৰহণ নকৰিলে। অৱশ্যে, মন্ত্ৰণা পৰিষদৰ সভাপতিয়ে পৰীক্ষামূলকভাৱে উক্ত আঁচনি লোৱাৰ বাবে চুপাৰিছ দিয়ে। এতেকে কামৰূপৰ দৰে দৰং আৰু নগাঁও জিলাত গাঁৱলীয়া স্কুল স্থাপন কৰিবলৈ লোৱা হয়। ১৮৪৩ খ্ৰীষ্টাব্দত নগাঁৱত ১২ খন, দৰঙত ৫ খন স্কুল স্থাপন হয়। মিছনেৰীসকলৰ পৃষ্ঠপোষকতাতো ১৮৩৭ খ্ৰীষ্টাব্দত শদিয়াত ১ খন স্কুল খোলা হয়। ১৮৪৫ খ্ৰীষ্টাব্দলৈ নগাঁৱত ৩ খন, কামৰূপত ৫ খন আৰু শিৱসাগৰত ১৪ খন মিছনেৰী স্কুল খোলা হয়।

মিছনেৰী স্কুলত মাতৃভাষাত পাঠদান কৰা হৈছিল। গাঁৱলীয়া স্কুলত বাঙালী মাধ্যমত পাঠদান কৰা হৈছিল। পিছে সদৰৰ ইংৰাজী স্কুলৰ ছাত্ৰসকলে ভাল ফল দেখুৱাব নোৱাৰিলে। এতেকে গুৱাহাটী আৰু শিৱসাগৰ স্কুল মাতৃভাষা আৰু ইংৰাজী ভাষা মাধ্যমৰ স্কুললৈ পৰিণত কৰা হ'ল। নিম্ন শাখাত দৰ্শনৰ সাধাৰণ জ্ঞান, ইংৰাজী ব্যাকৰণ, গোলকৰ ব্যৱহাৰ, অংক আৰু বাক্যৰ ভাঙনি আৰু বাক্য ৰচনা আৰু উচ্চ শাখাত মৰচ্‌মানৰ ভাৰত বুৰঞ্জী, হোমাৰৰ

ইলিয়াড, সাধাৰণ দৰ্শন, ভূগোল, অংক আৰু বাক্যৰ অনুবাদ আৰু ৰচনাৰ পাঠদান কৰা হৈছিল।

১৮৪৪ খ্ৰীষ্টাব্দত গৱৰ্ণৰ জেনেৰেল হাৰ্ডিঞ্জে নিয়ম কৰে যে প্ৰতিযোগিতামূলক বাছনি পৰীক্ষাৰ জৰিয়তে চাকৰিত প্ৰাৰ্থী নিযুক্ত কৰা হ'ব যদিও ইংৰাজীত জ্ঞান থকা প্ৰাৰ্থীসকলে অগ্ৰাধিকাৰ পাব। ফলত ইংৰাজী শিক্ষাই প্ৰাধান্য পালে। ১৮৫৪ খ্ৰীষ্টাব্দত চাৰ্লছ উডৰ প্ৰেৰণ পত্ৰই ভাৰতৰ আধুনিক শিক্ষাৰ ভেটি নিৰ্মাণ কৰে। নিম্নগামী পৰিশ্ৰাৱন তত্ত্ব নাকচ কৰি জনশিক্ষাৰ দুৱাৰ মুকলি কৰা হ'ল। জন শিক্ষাৰ বাবে চৰকাৰী সাহায্যপ্ৰাপ্ত প্ৰাইমাৰী, মজলীয়া আৰু উচ্চ স্কুল খোলাৰ ব্যৱস্থা লোৱা হ'ল। ১৮৭১-৭২ খ্ৰীষ্টাব্দলৈ স্কুলৰ সংখ্যা ১৬০ খনলৈ বাঢ়ে আৰু তাত ৫,২৭৮ জন শিক্ষাৰ্থীয়ে পাঠ গ্ৰহণ কৰে।

গাঁৱলীয়া স্কুলসমূহৰ তত্ত্বাৱধানৰ বাবে সংশ্লিষ্ট অঞ্চলৰ চৌধুৰী, পাটগিৰি আৰু গণ্য-মান্য লোকক লৈ মফচলীয় কমিটি গঠন কৰা হয়। প্ৰিন্সিপাল এছিষ্টেণ্ট (পিছলৈ উপায়ুক্ত) তাৰ চেয়াৰমেন হৈছিল। ১৭৪১ খ্ৰীষ্টাব্দত স্কুলসমূহ নিয়ন্ত্ৰণ কৰাৰ বাবে স্কুল পৰিদৰ্শক নিযুক্তি দিয়া হয়। উইলিয়াম ৰবিনছন প্ৰথম স্কুল পৰিদৰ্শক আছিল। অৱশ্যে স্থানীয় কমিটিৰ নিয়ন্ত্ৰণ কিছুপৰিমাণে অব্যাহত থাকে আৰু স্কুল পৰিচালনাত অনিয়ম-অনীতি ঘটিলে তাৰ বিহিত ব্যৱস্থা লোৱাৰ বাবে স্কুল পৰিদৰ্শকৰ দৃষ্টি আকৰ্ষণ কৰে।

গাঁৱলীয়া স্কুলৰ শিক্ষা প্ৰাথমিক পৰ্যায়ৰ আছিল। কিন্তু স্কুলৰ নিৰ্দিষ্ট পাঠ্যপুথি নাছিল পাঠ্যপুথিৰ তালিকা। কেৱল লিখা-পঢ়া কৰিব পৰা হোৱাটোৱেই শিক্ষাৰ লক্ষ্য আছিল। অলপ-অচৰপ লেখা-পঢ়া কৰিব পাৰিলেই চাকৰি বিচাৰিছিল। কিন্তু এনে লোক নিম্ন পৰ্যায়ৰ চাকৰিৰ বাবেহে উপযুক্ত আছিল। মোফাট মিলছে তেওঁৰ প্ৰতিবেদনত এই শিক্ষাৰ নিম্নমান সম্পৰ্কে মন্তব্য দিছে। দেখা যায় যে কোম্পানিৰ শাসনৰ তিনিটা দশকত অসমৰ শিক্ষা ব্যৱস্থা নিৰাশাজনক আছিল। শিক্ষাৰ গুণগত উৎকৰ্ষ সাধনৰ কথা বাদেই অসমৰ শিক্ষা ব্যৱস্থা কেৱল কেৰাণী-মহৰিৰ বাহিৰে উচ্চ পৰ্যায়ৰ চাকৰিৰ বাবে উপযুক্ত নাছিল। অৱশ্যে চাৰ্লছ উডৰ প্ৰেৰণ পত্ৰত ভাৰতীয় শিক্ষা প্ৰণালী বদ্ধ কৰিব বিচৰা হৈছিল। প্ৰাথমিক স্কুলৰ পৰা আৰম্ভ কৰি কলেজ আৰু বিশ্ববিদ্যালয়লৈকে সংহতভাৱে শিক্ষা ব্যৱস্থাৰ উত্তৰণ ঘটোৱাৰ পৰামৰ্শ দিয়া হৈছিল। পৰম বিস্ময়ৰ বিষয় যে যিসময়ত চাৰ্লছ উডৰ প্ৰেৰণ পত্ৰৰ ভিত্তিত বংগ প্ৰেসিডেন্সিত উচ্চতৰ মাধ্যমিক আৰু কলেজীয়া শিক্ষাৰ ব্যৱস্থা লোৱা হৈছিল, সেইসময়ত অসমত গাঁৱলীয়া স্কুলৰ (প্ৰাইমাৰী আৰু মজলীয়া) সংখ্যা বঢ়োৱা হয়। ইংৰাজী স্কুল বুলিবলৈ গুৱাহাটী আৰু শিৱসাগৰৰ স্কুল দুখনহে আছিল। উচ্চ শিক্ষা ল'ব খোজা কিছুমানক সৰ্বোচ্চ ১০ টকীয়া জলপানি দি কলকাতালৈ পঠোৱা হৈছিল। কিন্তু প্ৰবাসহৰ খৰচ, জাত-পাত যোৱাৰ ভয় আৰু নগৰীয়া জীৱন পদ্ধতিৰ প্ৰতি বীতশ্ৰদ্ধতাই বহুতক কলকাতামুখী হোৱাৰ পৰা এলাগী কৰি ৰাখিছিল। গতিকে, অসমীয়া সচ্ছল শ্ৰেণীটোৱে ল'ৰা-ছোৱালীৰ শিক্ষাগত অৰ্হতা বৃদ্ধিৰ বাবে ইংৰাজী স্কুল স্থাপন কৰাৰ দাবী উত্থাপন কৰে। উডৰ প্ৰেৰণ পত্ৰৰ পিছত জিলা স্কুল খোলাৰ ব্যৱস্থা লোৱা হয়। ১৮৫৬-৫৭ খ্ৰীষ্টাব্দত গুৱাহাটী আৰু শিৱসাগৰৰ মাতৃভাষা আৰু ইংৰাজী মাধ্যমৰ স্কুল দুখন জিলা স্কুললৈ উন্নীত কৰা হয়। জিলা স্কুলত ইংৰাজী আৰু বাঙালী বিভাগ আছিল। তাৰ পাছত ক্ৰমে ডিব্ৰুগড় (১৮৬৪ খ্ৰীঃ), নগাঁও-তেজপুৰ (১৮৬৫ খ্ৰীঃ) আৰু গোৱালপাৰা-শিলচৰ (১৮৬৮ খ্ৰীঃ) জিলা স্কুল স্থাপন হয়।

ইতিমধ্যে চৰকাৰী সা-সুবিধা আৰু নিযুক্তিৰ প্ৰতি লক্ষ্য ৰাখি অসমীয়াসকলে গুণগত কলেজীয়া শিক্ষাৰ দাবী তুলিলে। কলকাতালৈ গৈ শিক্ষা গ্ৰহণৰ পথ উজু নহয় বুলি উপলব্ধি কৰি স্কুল পৰিদৰ্শক মিঃ মুৰেই অসমত এখন প্ৰাদেশিক কলেজ স্থাপন কৰাৰ বাবে চুপাৰিছ দিয়ে (অক্টোবৰ, ১৮৬৮ খ্ৰীঃ)। কিন্তু, গুৱাহাটী আৰু শিৱসাগৰৰ স্কুল দুখনৰ পৰা ওলোৱা এমুঠিমান শিক্ষাৰ্থীৰ বাবে ভাৰত চৰকাৰে যে ব্যয়বহুল কলেজ স্থাপন কৰাৰ প্ৰতি আগ্ৰহী নহ'ব, তেওঁ তাক জানিছিল। এতেকে স্কুল পৰিদৰ্শক মিঃ মুৰেই গুৱাহাটীৰ স্কুলখনকে কলকাতা বিশ্ববিদ্যালয়ৰ এফ এ পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত কৰিবলৈ দিয়ে। চৰকাৰে তাৰ প্ৰতি সন্মতি প্ৰকাশ কৰে আৰু ১৮৬৫ খ্ৰীষ্টাব্দত স্কুলখনক কলেজিয়েট স্কুলৰ মৰ্যাদা দিয়া হয়।

অতি উছাহৰ মাজত ১৮৬৬ খ্ৰীষ্টাব্দত গুৱাহাটী স্কুলত কলেজিয়েট শাখা আৰম্ভ হ'ল। কেইজনমান অভিজ্ঞ

শিক্ষাকো নিযুক্ত হ'ল। ১৮৭০ খ্ৰীষ্টাব্দত কলেজিয়েট স্কুলত আইনৰ শ্ৰেণী অন্তৰ্ভুক্ত হ'ল। কিন্তু কলেজিয়েট শাখাই ভাল ফল দেখুৱাব নোৱাৰিলে। এণ্ট্ৰেন্স পৰীক্ষাত পাছ কৰা বিদ্যাৰ্থীৰ সংখ্যা কম হোৱাৰ ফলত কলেজিয়েট শাখাৰ বিদ্যাৰ্থীৰ সংখ্যা কমিল। ফলত কলেজিয়েট শিক্ষাৰ খৰছ বাঢ়ি গ'ল। আনহাতে বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ উত্তীৰ্ণৰ হাৰ বৰ হতাশাজনক হ'ল। ১৮৬৯-৭০ খ্ৰীষ্টাব্দত এফ এ পৰীক্ষাৰ্থী দুজনৰ এজনহে কৃতকাৰ্য হ'ল। ১৮৭৬ খ্ৰীষ্টাব্দত অসম চৰকাৰে কলেজিয়েট শাখা বন্ধ কৰি দিলে।

কলেজিয়েট শিক্ষাৰ অধঃ গতিয়ে প্ৰমাণিত কৰে যে অসমৰ উচ্চ শিক্ষাৰ মান নিম্নগামী আছিল। ১৮৭৪ খ্ৰীষ্টাব্দলৈ কম পৰিমাণৰ স্কুলহে এণ্ট্ৰেন্স পৰ্যায়লৈ উন্নীত কৰা হয়। ইয়াৰ পৰা কৃতকাৰ্য হৈ যিখিনি বিদ্যাৰ্থী ওলায় তাৰে দ্বিতীয় খাপৰ কলেজ এখনো চলা টান। উচ্চ শিক্ষাৰ অনুষ্ঠান স্থাপনৰ বাবে আৱশ্যকীয় পৰিমাণৰ শিক্ষাৰ্থী নোলায়। স্কুলীয়া শিক্ষা ভাল হ'লে উচ্চ শিক্ষাৰ বাবে উপযুক্ত বিদ্যাৰ্থী ওলালহেঁতেন। কিন্তু সি নহ'ল। কথা হ'ল, শিক্ষকক উপযুক্ত দৰ্মহা দিয়া নাছিল। এতেকে উপযুক্ত শিক্ষাকো নাছিল। স্বয় স্কুল পৰিদৰ্শক মুৰেই মন্তব্য দিছিল যে ২০.০০/২৫.০০ টকা মাহিলি দৰ্মহাত বংগৰ পৰা কোনো উপযুক্ত শিক্ষক অসমলৈ নাহে।

বিদেশী ভাষা শিক্ষাৰ মাধ্যম হোৱা কাৰণেও বিদ্যাৰ্থীসকল কিছু পৰিমাণে অকৃতকাৰ্য হৈছিল। ১৮৪৪ খ্ৰীষ্টাব্দত ইংৰাজী ঐচ্ছিক বিষয় কৰা হ'ল যদিও, ১৮৫৮ খ্ৰীষ্টব্দত গুৱাহাটী স্কুল কলকাতা বিশ্ববিদ্যালয়ৰ এণ্ট্ৰেন্স পৰীক্ষাৰ অন্তৰ্ভুক্ত কৰা হয়। গতিকে নিম্ন শ্ৰেণীৰ পৰা মজলীয়া আৰু উচ্চ স্কুলীয়া শিক্ষাৰ বাবে ইংৰাজী শিক্ষা বাধ্যতামূলক কৰা হয় আৰু ইংৰাজী উচ্চ স্কুলীয়া শিক্ষাৰ মাধ্যম কৰা হয়। মাতৃভাষা ভালদৰে শিকা নৌহওঁতেই অন্য ভাষাত শিক্ষা ল'বলগীয়া হোৱাত বিদ্যাৰ্থীসকল কোনোটোতে পাৰদৰ্শী নৈ নুঠে। উল্লেখ কৰা হৈছে যে মাতৃভাষা হিচাপে বাঙালী ভাষাকে জাপি দিয়া হয়। তাৰ পৰিণামত বিদ্যাৰ্থীসকল ক্ষতিগ্ৰস্ত হৈছিল। নিজ ভাষা আয়ত্ত নোহোৱাকৈ বিদেশী ভাষা জাপি দিয়াটো কোনো প্ৰকাৰে যুক্তিসংগত নাছিল। এইবাৰ কথা আঙুলিয়াই মোফাট লাল মিলছে ১৮৫৪ খ্ৰীষ্টাব্দত বিদেশী ভাষাৰ পৰিৱৰ্তে মাতৃভাষা অসমীয়া প্ৰৱৰ্তন কৰাৰ বাবে সকীয়নি দিছিল। আমেৰিকান মিছনেৰীসকলোও অসমীয়া ভাষা শিক্ষাৰ বাবে লাগি আছিল। মিছনেৰীসকলৰ সমৰ্থন পুষ্ট উচ্চ পৰ্যায়ৰ বিষয়া এচামে অসমীয়া ভাষাৰ সপক্ষে সজোৰে সমৰ্থন আগবঢ়োৱাত বংগৰ লেফটেনেণ্ট গৱৰ্ণৰ জৰ্জ কেম্বেলে বাঙালী ভাষা উঠাই অসমীয়া ভাষা চৰকাৰী ভাষা আৰু শিক্ষাৰ মাধ্যম কৰিলে (১৮৭৩ খ্ৰীঃ)। ইয়াৰ ফলত স্কুলীয়া শিক্ষাৰ সম্প্ৰসাৰণ হয়। ১৮৭১-৭২ খ্ৰীষ্টাব্দত ২০৪ খন প্ৰাইমাৰী স্কুল আছিল। প্ৰাইমাৰী আৰু মজলীয়া স্কুলৰ মাজত নিম্ন মাতৃভাষাৰ স্কুল স্থাপন হ'ল। ১৮৯৭-১৯০২ খ্ৰীষ্টাব্দত প্ৰাইমাৰী স্কুলৰ সংখ্যা ২৮০০ ৰ পৰা ৩৫৩৪ খন হয়গৈ। উল্লেখ্য যে যথেষ্ট সংখ্যক প্ৰাইমাৰী স্কুল স্থাপন হোৱাত চৰকাৰী আৰ্থিক মঞ্জুৰিৰ অভাৱত শিক্ষণ প্ৰশিক্ষণ বাধাপ্ৰাপ্ত হ'ল। উপযুক্ত স্কুলঘৰ নিৰ্মাণ হৈ নুঠিল। এতেকে প্ৰাইমাৰী শিক্ষাৰ আন্তঃগাঁথনি আৰু গুণগত উৎকৰ্ষ সাধন নহ'ল।

অসম চৰকাৰৰ অধীনত উচ্চ শিক্ষা বিভাগ এটা খোলাৰ ফলত উচ্চ শিক্ষাৰ অগ্ৰগতি হ'ব বুলি আশা কৰা হৈছিল। আৰম্ভণিতে পাঠ্যপুথিৰ অভাৱত আছিল যদিও, পিছলৈ অসমীয়া ভাষাত পাঠ্যপুথি প্ৰস্তুত হ'ল। অসমীয়া আৰু ইংৰাজী স্কুলৰ সংখ্যা বাঢ়িবলৈ ল'লে। ব্ৰহ্মপুত্ৰ আৰু সুৰমা উপত্যকাত ১০ খন চৰকাৰী হাইস্কুল স্থাপন হ'ল। তাত ২,৪,১১ জন বিদ্যাৰ্থীয়ে পাঠ গ্ৰহণ কৰিবলৈ ল'লে। ৫ খন চৰকাৰী সাহায্য প্ৰাপ্ত স্কুল আৰু ৫ খন বেচৰকাৰী স্কুল স্থাপন হ'ল। সাহায্যপ্ৰাপ্ত স্কুলৰ সংখ্যা ৫৬ খন আৰু বেচৰকাৰী স্কুলৰ সংখ্যা ২৩ খনলৈ বৃদ্ধি পালে। ১৮৮২ খ্ৰীষ্টাব্দত হাণ্টাৰ আয়োগৰ প্ৰতিবেদন মৰ্মে শিক্ষাৰ মান অৱনমিত নোহোৱাকৈ বেচৰকাৰী স্কুল খোলাৰ পৰামৰ্শৰ ভিত্তিত বেচৰকাৰী শিক্ষানুষ্ঠানৰ আৰু শিক্ষাৰ্থীৰ সংখ্যা বঢ়িবলৈ ল'লে। কিন্তু, তেনে সৰহভাগ স্কুলৰ অন্তঃগাঁথনি অনুন্নত আছিল। এতেকে ১৯১৩ চনত কেন্দ্ৰীয় চৰকাৰৰ প্ৰস্তাৱমৰ্মে অসম চৰকাৰে মহকুমা সদৰত থকা ভালেমান চৰকাৰী সাহায্যপ্ৰাপ্ত হাইস্কুল চৰকাৰী কৰে। আনবিলাক স্কুলত উপযুক্ত শিক্ষক নিযুক্তিৰ বাবে অতিৰিক্ত সাহায্য আগবঢ়ায়।

বেচৰকাৰী পৰ্যায়ত খ্ৰীষ্টান মিছনেৰীসকলে উত্তৰ-পূৰ্বাঞ্চলৰ পাহাৰ আৰু ভৈয়ামৰ জনজাতীয় লোকৰ মাজত শিক্ষা বিস্তাৰ কৰিবলৈ লয়। তেওঁলোকক আঞ্চলিক ভাষাত বাইবেল আৰু আন ধৰ্মপুথি (খ্ৰীষ্টান) উলিওৱাৰ লগতে পাঠ্যপুথি উলিয়ায় আৰু ভাষা শিক্ষাৰ পাঠদান কৰে।

এই সময়ছোৱাৰ ভিতৰত অসমীয়া উচ্চ আৰু মধ্যবিত্ত শ্ৰেণীৰ মাজত এনে ভাবৰ উদয় হৈছিল যে লোভনীয় চৰকাৰী পদসমূহ অনা-অসমীয়া আৰু চাহাবসকলৰ একচেটিয়া অধিকাৰ প্ৰাপ্ত হৈ আছে। এই কথা তেওঁলোকৰ বোধগম্য হ'ল যে এনে অধিকাৰপ্ৰাপ্ত হোৱাৰ বাবে কলেজীয়া শিক্ষাৰ প্ৰয়োজন। এতেকে অসমত কলেজীয়া শিক্ষা প্ৰৱৰ্তনৰ বাবে সংগঠিত আন্দোলন আৰম্ভ হ'ল। কলিকতাত গৈ কলেজীয়া শিক্ষা লাভ কৰা কষ্টসাধ্য বুলি কাৰণ দৰ্শাই অসমীয়া বুদ্ধিজীৱী চামে (অসমৰ মুখ্য আয়ুক্ত ছাৰ ষ্টুৱাৰ্ট বেইলীৰ ওচৰত স্মাৰক পত্ৰ দিয়ে যে গুৱাহাটী স্কুলত পুনৰায় কলেজিয়েট শ্ৰেণী খুলিব লাগে (১৮৭৮ খ্ৰীষ্টাব্দত)। বেইলীয়ে জনালে যে কলেজীয়া শিক্ষা গঠনৰ পুঁজি গঠনৰ বাবে ৫০ শতাংশ ৰাইজৰ পৰা তুলি দিলে তেওঁলোকৰ প্ৰস্তাৱ কাৰ্যকৰী হ'ব। ই চৰকাৰৰ এক অবাঞ্ছিত কাৰ্য আছিল; কাৰণ স্মাৰকপত্ৰ প্ৰদান কৰাসকলৰ পক্ষে ইমানখিনি ধন তুলি দিয়াটো সম্ভৱপৰ আছিল।

বেইলীৰ পৰৱৰ্তী অসমৰ মুখ্য আয়ুক্ত চাৰ্লছ ইলিয়টে (১৮৮৩-৮৫ খ্ৰীঃ) এণ্ট্ৰেন্স পৰীক্ষাৰ ফলাফল আশাপ্ৰদ হ'লে কলেজিয়েট শাখা খোলাৰ আশ্বাস দিয়ে আৰু বংগত গৈ কলেজীয়া শিক্ষা গ্ৰহণ কৰাসকলৰ জলপানি ২০.০০ টকালৈ বৃদ্ধি কৰাৰ পদক্ষেপ লোৱাৰ পিছত কলেজিয়েট শাখা খোলাৰ দাবী কিছুদিনলৈ শাম কাটিল।

ইতিমধ্যে দানশীল ছিলেটৰ ৰাজা গিৰিশ চন্দ্ৰ ৰয়ৰ চেষ্টাত ছিলেটত মুৰাৰী চান্দ কলেজ স্থাপন হয়। জমিদাৰৰ পূৰ্বপুৰুষ সুকাৰী চন্দৰ নামত কলেজখন উছৰ্গিত হৈছিল। ১৯১২ খ্ৰীষ্টাব্দলৈ কলেজখনে চৰকাৰী মঞ্জুৰি পোৱা নাছিল। বিদ্যাৰ্থীৰ মাচুল আৰু দাতাৰ বৰঙণিৰে কলেজ চলিছিল। সি যিকি নহওক, ইলিয়টৰ পৰৱৰ্তী মুখ্য আয়ুক্ত উইলিয়াম ৱাৰ্ডে কলেজীয়া শিক্ষাৰ বৃত্তি হ্ৰাস কৰে। ফলত অসমীয়া বিদ্যাৰ্থীসকলৰ উচ্চ শিক্ষাৰ সুযোগ সংকুচিত হ'ল। গতিকে গুৱাহাটীৰ স্কুলত কলেজিয়েট শাখা খোলাৰ দাবী পুনৰ উত্থাপিত হ'ল। কিন্তু দুৰ্ভাগ্যবশতঃ কলেজীয়া শিক্ষা দাবী কৰাসকলৰ মাজত বিভাজন ঘটিল। এভাগে গুৱাহাটী ব্ৰহ্মপুত্ৰ উপত্যকাৰ কেন্দ্ৰস্থান নহয় বুলি যোৰহাট বা শিৱসাগৰত কলেজ শাখা খোলাৰ সপক্ষে দাবী জনায়। আনভাগে কলেজীয়া শিক্ষাৰ বাবে বংগদেশেই প্ৰশস্ত বুলি মত পোষণ কৰে। এওঁলোকৰ মতে অসমৰ বিদ্যাৰ্থীসকলে বংগত সুস্থ-সবল কলেজীয়া শিক্ষা গ্ৰহণ কৰিব পাৰিব। অৱশ্যে, ইতিমধ্যে বংগদেশত কলেজীয়া শিক্ষাৰ অন্তঃগাঁথনি উন্নত হৈ উঠিছিল।

কলেজ স্থাপন সম্পৰ্কে বিপৰীত দৃষ্টিভংগী, স্থান সম্পৰ্কে মতানৈক্য আৰু চৰকাৰৰ আৰ্থিক ব্যয় ভীতিগ্ৰস্ততাৰ বাবে বিষয়টো স্থগিত হ'ল। ১৮৯৯ খ্ৰীষ্টাব্দৰ মাৰ্চত সেই সময়ৰ বিখ্যাত ব্যক্তি মাণিক চন্দ্ৰ বৰুৱাই গুৱাহাটীত কলেজ স্থাপন কৰাৰ কাৰণে বলিষ্ঠ যুক্তি দাঙি ধৰিলে। ২৮ মাৰ্চত তেওঁ মুখ্য আয়ুক্তৰ ওচৰত দাখিল কৰা স্মাৰকপত্ৰত স্পষ্টভাৱে ঘোষণা কৰিলে যে ৰাজ্যবিলাকৰ ভিতৰত একমাত্ৰ অসমক কলেজ শিক্ষাৰ পৰা বঞ্চিত কৰা হৈছে। অসমত উচ্চ শিক্ষাৰ কোনো অনুষ্ঠান নাই। উচ্চ শিক্ষা গ্ৰহণ কৰিব খোজা ছাত্ৰসকলে বেচৰকাৰী পৰ্যায়ত স্থাপন কৰা দেশীয় শিক্ষানুষ্ঠানৰ আশ্ৰয় লোৱাৰ বাহিৰে গত্যন্তৰ নাই। গতিকে চাহৱ এজনক অধ্যক্ষ পাতি চৰকাৰে অসমত এখন কলেজ স্থাপন কৰাটো প্ৰসংশনীয় হ'ব, বিশেষকৈ ছাত্ৰসকলৰ বাবে।

স্থান সম্পৰ্কে তেওঁ মত পোষণ কৰে যে গুৱাহাটী কলেজৰ স্থান নিৰ্ণয় হোৱাটো বাঞ্ছনীয়। নামনিৰ লোক উজনিলৈ যোৱাতকৈ উজনিৰ লোক নামনিলৈ ভটিয়াই অহাটো স্বাভাৱিকতে উজু। গুৱাহাটী সদৰ বংগদেশৰ নিকটৱৰ্তী আৰু গুৱাহাটীলৈ নিৰ্মীয়মাণ ৰে'লপথ সম্পূৰ্ণ হ'লে কলকাতাৰ লগত গুৱাহাটীৰ প্ৰত্যক্ষ যোগাযোগ হ'ব। গতিকে গুৱাহাটীত এখন কলেজ স্থাপন হোৱাটো অতীব জৰুৰী। অসমীয়া ছাত্ৰৰ কলেজীয়া শিক্ষাৰ গুৰুত্ব উপলব্ধি কৰি মাণিক চন্দ্ৰ বৰুৱাই তাৰ বিকল্পৰো চিন্তা কৰিছিল। তেওঁ এই বুলি দোহাৰিছিল যে চৰকাৰে যদি অসমত কলেজ স্থাপন কৰাৰ উপযুক্ত সময় নোহোৱা বুলি ভাবে, তেনেহ'লে অসমৰ

ছাত্ৰসকলৰ বাবে কলকাতাত এখন সুপৰিচালিত ছাত্ৰ নিবাস স্থাপন কৰিব লাগে।

মুখ্য আয়ুক্ত হেনৰি ছিডমল কটনে প্ৰত্যক্ষ কৰে যে অসমীয়া বুদ্ধিজীৱীসকলে নেতৃত্ব লোৱা কলেজ শিক্ষা আন্দোলনৰ নামত বিসম্বাদৰ সৃষ্টি হৈছে, স্থান সম্পৰ্কে মতভেদ হৈছে। ইয়াৰ ফলত আঞ্চলিকতাবাদৰ উদয় হৈছে। এনে বিবেচনা কৰি তেওঁ এখন প্ৰচাৰ পত্ৰ উলিয়ালে। প্ৰচাৰ পত্ৰখনত উল্লেখ কৰা হ'ল যে ৱেলছৰ মানুহ ইংলণ্ডৰ ওপৰত নিৰ্ভৰশীল হোৱাৰ দৰে অসমৰ মানুহ বংগদেশৰ ওপৰত নিৰ্ভৰশীল। গতিকে উচ্চ শিক্ষা আহৰণৰ বাবে অসমৰ ছাত্ৰ বংগদেশলৈ যাব লাগে। এনে মনোভাব লৈয়ে আয়ুক্ত কটনে অসমত এখন কলেজ স্থাপন নকৰি ছাত্ৰসকলৰ সুবিধাৰ্থে কলকাতাত এখন ছাত্ৰ নিবাস স্থাপন কৰাৰ আঁচনি ল'লে।

প্ৰচাৰ পত্ৰখন পাই অসমীয়া বুদ্ধিজীৱীৰ গাত তত আহিল। দল নিৰ্বিশেষে সকলোৱে মুখ্য আয়ুক্তৰ ওচৰত আৰ্জি পেছ কৰিলে যে তেওঁলোকে সৰ্বসম্মতিক্ৰমে কলকাতাত ছাত্ৰ নিবাস স্থাপনৰ পৰিৱৰ্তে অসমত এখন কলেজ হোৱাটোহে বিচাৰে। অসমীয়াসকলৰ ঐক্যমত দেখি হেনৰি কটন অবাক হ'ল আৰু বিনাদ্বিধাই জনমত সাপেক্ষে অসমত এখন কলেজ স্থাপন কৰিবলৈ ল'লে। ১৯০১ চনৰ ১৭ জুনত গুৱাহাটীত কলেজৰ আধাৰশিলা স্থাপন কৰা হ'ল। অসমীয়াসকলৰ দাবী পূৰণ হোৱাত সম্ভৱতঃ বুদ্ধিজীৱীসকল হেনৰি কটনৰ ওচৰত কৃতজ্ঞ হৈছিল আৰু সেয়ে কলেজখনৰ নাম ৰখা হ'ল কটন কলেজ।

## পঞ্চম অধ্যায়

# আধুনিক ইতিহাস

# আধুনিক যুগ (১৮২৬-২০০০ খ্ৰীষ্টাব্দ)

## ভাৰতীয় জাতীয়তাবাদৰ বিকাশ আৰু জাতীয় মুক্তি আন্দোলন

বৃটিছে পূৰ্বাঞ্চল দখল কৰি এখন ৰাজ (প্ৰদেশ) গঠন কৰাৰ পিছত অসম বৃটিছ ভাৰত সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হয়। অসমৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক সম্পৰ্ক বৃটিছ সাম্ৰাজ্যৰ অংগাংগী হৈ পৰে। অসম বংগ প্ৰেছিডেন্সিৰ অধীনত থকাৰ পৰাই বংগৰ আৰ্হিত অসমৰ প্ৰশাসনীয় ব্যৱস্থা গঢ় লৈ উঠে। বৃটিছ ভাৰতৰ যি প্ৰশাসন ব্যৱস্থা চলিছিল তাৰ প্ৰতিষ্ঠাতা আছিল লৰ্ড কৰ্ণৱালিছ। তাৰ ক্ৰমশঃ উত্তৰণ ঘটাই লৰ্ড ডেলহাউছিৰ দিনত ইষ্ট ইণ্ডিয়া কোম্পানিৰ শাসন পূৰঠ কৰি তোলা হয়। ভাৰত বৃটিছ ৰাজমুকুটৰ তললৈ যোৱাৰ পিছৰ পৰা ক্ৰমাগতভাৱে ইষ্ট ইণ্ডিয়া কোম্পানিয়ে বেপাৰীৰ ভূমিকা এৰি ৰাজনৈতিক ভূমিকা লয় আৰু প্ৰশাসনত অধিক মনোযোগ দিয়ে। ইতিমধ্যে বৃটিছসকলে উত্তৰে হিমালয়ৰ পৰা দক্ষিণে কন্যাকুমাৰীলৈকে আৰু পূবে পাটকাইৰ পৰা পশ্চিমে আৰব সাগৰলৈ সমগ্ৰ অঞ্চল ৰাজনৈতিকভাৱে একত্ৰিত কৰিলে। অসমৰ ৰাজনৈতিক একত্ৰীকৰণো সম্পূৰ্ণ হৈ উঠে। বৃটিছ ভাৰতৰ অৰ্থনৈতিক গাঁথনি আৰু শিক্ষা প্ৰণালী অসমলৈ সম্প্ৰসাৰিত হয়। পৰিবহণ ব্যৱস্থাই নতুন গতি ল'লে। গুৰুকুলীয়া শিক্ষাৰ ঠাইত পশ্চিমীয়া শিক্ষাৰ প্ৰৱৰ্তন হ'ল। উদ্যোগ বিপ্লৱৰ সুফলবোৰো পৰিদৃশ্যমান হ'ল। অসমত আধুনিকতাৰ প্ৰৱেশ ঘটিল। নতুন যুগৰ উন্মেষ হ'ল। কিন্তু সাম্ৰাজ্যবাদী শাসনো কটকটীয়া হ'ল সাম্ৰাজ্যবাদী শাসন-শোষণৰ বিৰুদ্ধে আৰম্ভ হ'ল প্ৰতিবাদী আন্দোলন। প্ৰতিবাদী আন্দোলনৰ আধাৰত গা কৰি উঠিল সাম্ৰাজ্যবাদবিৰোধী আন্দোলন বা জাতীয় মুক্তি আন্দোলন।

প্ৰণিধানযোগ্য যে বৃটিছে অসম দখল কৰাৰ পিছত অসমত ঔপনিৱেশিক শাসন আৰম্ভ হ'ল। স্বাভাৱিকতে বা ঔপনিৱেশিক আদৰ্শতে ঔপনিৱেশিক চৰকাৰে উপনিৱেশৰ শ্ৰীবৃদ্ধি কামনা নকৰে। ধন-ৰত্ন লুণ্ঠনতহে আবদ্ধ থাকে চৰকাৰী ব্যৱস্থা। ইয়াৰ মাজত কিছু ৰাজহুৱা কাম-কাজ নকৰা নহয়। তেনে কামৰ বাবে প্ৰশাসনিক ব্যৱস্থাও লয় যদিও তাৰ লগত সাম্ৰাজ্যবাদী স্বাৰ্থ জড়িত থাকে। নৱচেতনা লব্ধ উদীয়মান প্ৰজন্মই তাৰ সম্ভেদ পায় আৰু প্ৰতিবাদী আন্দোলন গঢ়ি তোলে।

আৰম্ভণিতে বৃটিছে মোৱামৰীয়া বিদ্ৰোহ আৰু মানৰ আক্ৰমণৰ বিধ্বস্ত কৃষি অৰ্থনীতিৰ পুনৰ্গঠন কৰাৰ পৰিৱৰ্তে কৃষকৰ ওপৰত অত্যাচাৰ-উৎপীড়ন চলাই ৰাজহ আদায় কৰাত মনোনিৱেশ কৰে। প্ৰশাসনিক অনিশ্চয়তা, দুৰ্বলতা, অত্যাচাৰ-উৎপীড়নৰ ফলত অসমৰ কৃষক দুৰ্দশাগ্ৰস্ত হ'ল। তাৰ পিছতো চৰকাৰে খাজনা বৃদ্ধি কৰিবলৈ নেৰিলে, যাৰ ফলত উনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধজুৰি কৃষকে খাজনা বৃদ্ধিৰ বিৰুদ্ধে বিদ্ৰোহ কৰে। জেনকিনছৰ দিনত পাইক প্ৰথা উচ্ছেদ কৰি নগদ টকাৰে খাজনা দিয়াৰ ব্যৱস্থা কৰাৰ সময়ত আহোমযুগীয়া নিষ্কৰ মাটিতো খাজনা লগোৱা হয়। ধৰ্মোত্তৰ মাটি নিষ্কৰ কৰি ৰাখে যদিও ব্ৰহ্মোত্তৰ আৰু দেৱোত্তৰ মাটিৰ ওপৰত অৰ্ধেক খাজনা লগোৱা হয়। ভূমি উৎসৰ পৰা ৰাজহ বৃদ্ধিৰ বাবে বাৰে বাৰে খাজনা বৃদ্ধি কৰাত ৰায়তৰ লগতে দেৱোত্তৰ আৰু ব্ৰহ্মোত্তৰ মাটিৰ মালিকসকলো ক্ষতিগ্ৰস্ত হয়। এতেকে গোসাঁই, সত্ৰাধিকাৰ আদি বহুতে কৃষক আন্দোলনৰ নেতৃত্ব দিয়ে।

অসমৰ কৃষিজীৱী সমাজ আৰ্থিকভাৱে আত্মনিৰ্ভৰশীল আছিল। খেতি কৰি কৃষকে দুবেলা দুমুঠি খাব পাৰিছিল। বছৰটোৰ বাবে খাদ্যই জুৰিলে তেওঁলোক সন্তুষ্ট আছিল।

অৱশ্যে ৰাহি শস্য নথকাত খৰাং বতৰ বা বানপানীত শস্য বিনাশ হ'লে আকালত নপৰা নহয়। সি যিকি নহওক স্থানীয় ব্যৱসায় বুলিবলৈ বস্তুৰ সালসলনি চলিছিল। বজাৰ অৰ্থনীতি নাছিল। বৃটিছৰ আগমনৰ পৰা বজাৰ অৰ্থনীতিৰ আৰম্ভ হ'ল। বৃটিছৰ আগমনৰ লগে লগে বাঙালী আৰু মাৰোৱাৰী ব্যৱসায়ী উপস্থিত হ'ল। অসমীয়া সমাজত তিৰোতাসকলে প্ৰায় প্ৰতি পৰিয়ালতে কপাহী সূতা বোৱা-কটা কৰিছিল। পৰিয়াল বা অঞ্চলত পাট-মুগাৰ কাপোৰ বোৱা-কটা কৰা হৈছিল। এজনী সূতা কটা তিৰোতাই ৩ বছৰ এৰী সূতা কাটি একোখন এৰীয়া বৰকাপোৰ বই উলিয়াইছিল। কিন্তু এৰী, মুগা-পাট কাপোৰ বাদে হাতে কটা কাপোৰতকৈ সস্তা বিদেশী সূতাৰ কাপোৰ আমদানিৰ ফলত ঘৰুৱা বস্ত্ৰ শিল্পৰ অৱসান ঘটিল। সেইদৰে আহোম ৰজাৰ পৃষ্ঠপোষকতাত গঢ় লৈ উঠা কুটীৰ শিল্পোদ্যোগ মৃত্যুৰ মুখত পৰিল। কাৰখানাত তৈয়াৰী সস্তীয়া বাচন-বৰ্তন আমদানি হোৱাত কুটীৰ শিল্পজাত সামগ্ৰী লোপ পাবলৈ ধৰিলে। স্থানীয় কাৰিকৰসকলৰ জীৱিকাৰ উপায় নোহোৱা হ'ল। কৃষকৰ মাজত যিখিনি কঁাহ-পিতলৰ সামগ্ৰী আছিল, সিয়ো বৰ্ধিত খাজনা আদায় দিয়াৰ বাবে কেয়াৰ গোলাত বিক্ৰী কৰিবলগীয়া হয় নাইবা মৌজাদাৰে খাজনাৰ বাকীত ক্ৰোক কৰি লয়।

ইতিমধ্যে ইউৰোপত শিল্প বিপ্লৱ বাণিজ্যক কেন্দ্ৰ কৰি পুঁজিবাদৰ বিকাশ ঘটে। পুঁজিপতি চাহাবসকলে পুঁজি বিনিয়োগৰ ঠাই বিচাৰি ফুৰিছিল। অসমত চাহগছ আৱিষ্কাৰ হোৱাৰ পিছত পুঁজিপতি চাহ খেতিয়কসকলৰ আগমন ঘটে। চাহ খেতিয়কক হেজাৰ হেজাৰ বিঘা ছনপৰা মাটি পট্টন দিয়া হ'ল নামমাত্ৰ খাজনাত। কিছু অসমীয়া লোকেও চাহ খেতি কৰাৰ বাবে মাটি বিচাৰিছিল। চাহাবসকলৰ তুলনাত অসমীয়া চাহ খেতিয়কসকলে অধিক খাজনা দি মাটি ল'বলগীয়াত পৰে।

যাতায়াত আৰু পৰিবহণৰ যি উন্নতি সাধন হ'ল, তাৰ পৰা জনসাধাৰণৰ সুবিধা নোহোৱা নহয়। কিন্তু বৃটিছে প্ৰজাৰ দুখ সুখৰ কাৰণে যাতায়াত বা পৰিবহণৰ অগ্ৰগতি বিচৰা নাছিল। প্ৰশাসনৰ সুবিধা আৰু স্থানীয় সম্পদৰ লুণ্ঠনৰ সুবিধাৰ্থে যিমানখিনি দৰকাৰ সিমানখিনি কৰিছিল। বৃটিছ শাসন প্ৰণালীত অতিষ্ঠ কেৰাণী, মহৰী, ডাক্তৰ, উকীল-আমোলাসকলক লৈ অসম প্ৰশাসনীয় বিভাগ গঠন কৰা হৈছিল। ফলত আহোমৰ দিনৰ পুৰণি অভিজাত শ্ৰেণী চৰকাৰী সুবিধাৰ পৰা অকল বঞ্চিত হোৱাই নহয়, তেওঁলোক চৰম দুৰ্দশাত পৰিছিল। আনহাতে ৰাস্তা-ঘাট, নৌ-পৰিবহণ, ৰে'ল-পৰিবহণ উন্নত হোৱাৰ বাবে স্থানীয় বেহা-বেপাৰৰ সুযোগ সৃষ্টি হৈছিল যদিও তাৰ সিংহভাগ মাৰোৱাৰী-বাঙালী ব্যৱসায়ীৰ হস্তগত হয়। বাঙালী ভাষা চৰকাৰী ভাষা কৰাৰ ফলত বাঙালীসকলে চাকৰি বাকৰি কৰাই নহয়, চৰকাৰী মহলত অগ্ৰাধিকাৰ পায়। এনে অৱস্থাত সাধাৰণ অসমীয়াসকলে বহিৰাগতসকলক ঔপনিৱেশিক চৰকাৰৰ এজেণ্ট হিচাপে অভিহিত কৰিবলৈ লয়।

বংগত জমিদাৰৰ লগত মাটিৰ স্থায়ী বন্দৱস্তী কৰি এটি বৃটিছ সমৰ্থক শ্ৰেণীৰ সৃষ্টি কৰাৰ দৰে বৃটিছ অসমতো মৌজাদাৰসকলক মাটি সম্পত্তিৰ উপৰি ৰায়তৰ পৰা আদায় কৰা খাজনাৰ কিছু শতাংশ কমিছন দিয়াৰ ফলত বৃটিছ সমৰ্থক শ্ৰেণী এটাৰ সৃষ্টি হয়। মৌজাদাৰ নিযুক্তি বা আমোলা নিযুক্তিৰ ক্ষেত্ৰত পিছলৈ উচ্চবংশ জাতৰ বিচাৰে পুৰণি অভিজাত শ্ৰেণীটো বৃটিছ শাসনৰ সমৰ্থক কৰি তুলে। এইক্ষেত্ৰত শিক্ষা ব্যৱস্থাৰো অৰিহণা আছিল। চৰকাৰে বিংশ শতিকালৈ অসমত কলেজীয়া শিক্ষা বিস্তাৰৰ কথা বিবেচনা কৰা নাছিল। অভিজাতসকলৰ ল'ৰা-ছোৱালীক কলিকতাত গৈ উচ্চ শিক্ষা লাভ কৰাৰ বাবে ছাত্ৰবৃত্তি দিয়াৰ নিয়ম কৰে। পঢ়া-শুনা কৰাৰ পিছত তেওঁলোকে চৰকাৰী চাকৰি-বাকৰি সা-সুবিধা ভোগ কৰিব পাৰিছিল। এতেকে অভিজাত শ্ৰেণীটো বৃটিছ ভক্ত হৈ পৰে। প্ৰসংগক্ৰমে উল্লেখনীয় যে আহোম চৰকাৰ আৰু অসমীয়া সমাজখনো সামন্তবাদী আছিল। মোগলৰ জায়গিৰ প্ৰথাৰ দৰে আহোম ডা-ডাঙৰীয়াসকলক খাত-পাম, লিকচৌ দি একোগৰাকী ভূস্বামীত পৰিণত কৰিছিল। ব্ৰহ্মোত্তৰ, দেৱোত্তৰ মাটিৰ মালিকসকলো সৰু-বৰ জমিদাৰেই আছিল। বৃটিছ শাসনকালত বন্ধা আৰু পাইক প্ৰথা উচ্ছেদ কৰা হ'ল যদিও সত্ৰ, দেৱালয় আৰু দেৱোত্তৰ, ব্ৰহ্মোত্তৰ আদি সৰু-বৰ জমিদাৰী ৰৈ গ'ল। এতেকে কৃষক আৰু মাটিৰ সম্পৰ্ক সামন্ততান্ত্ৰিক হৈয়েই থাকিল। গোৱালপাৰা আৰু কাছাৰত

খোদ জমিদাৰী প্ৰথাই চলিছিল। আনহাতে, খাজনাৰ অভাৱত ৰায়তৰ মাটি বৃটিছ প্ৰশাসনত নিযুক্তি কেৰাণী, মহৰী, উকীল আৰু আন ব্যৱসায়ীৰ হাতলৈ হস্তান্তৰিত হয়। এওঁলোকৰ মাজৰপৰা মধ্যবিত্ত শ্ৰেণীৰ জন্ম হোৱা বুলি ধৰা হয় যদিও এওঁলোকৰ চিন্তাধাৰা সামন্তবাদী আছিল। সেয়ে অদ্যাপি অসমৰ আৰ্থ-সামাজিক পটভূমি সামন্তবাদী হৈ ৰ'ল।

ৰাজহ খণ্ডত নিযুক্ত চৌধুৰী, মৌজাদাৰ, কাকতি আৰু প্ৰশাসনত নিযুক্ত কেৰাণী, মহৰী, উকীল আৰু আন ব্যৱসায়ী লোকসকলক লৈ মধ্যবিত্ত নামেৰে এটি নতুন সামাজিক শ্ৰেণীৰ (অসমীয়া) উদ্ভৱ হয়। উল্লেখ্য যে অভিজাত আৰু শ্ৰমজীৱীসকলৰ মাজৰ শ্ৰেণীটো মধ্যবিত্ত বুলি চিনাক্ত কৰা হয়। ফৰাচী বিপ্লৱৰ সময়ত মধ্যবিত্ত (ফৰাচী)সকলে পোনতে ঐতিহাসিক ভূমিকা পালন কৰা দেখা যায়। ফৰাচীৰ তিনি খলপীয়া সমাজৰ অভিজাত আৰু যাজকসকল উচ্চ শ্ৰেণীভুক্ত আৰু সাধাৰণ সমজুৱাসকল নিম্ন শ্ৰেণীভুক্ত আছিল। এই তৃতীয় খলপ, অৰ্থাৎ সাধাৰণ সমজুৱাসকলৰ মাজত ব্যৱসায়ী, আইনজীৱী, শিল্পকৰ্মী আদি অশ্ৰমজীৱী লোকসকল বুদ্ধিবৃত্তিশীল আছিল যদিও জন্মসূত্ৰে তৃতীয় খলপৰ অন্তৰ্ভুক্ত হোৱাত তেওঁলোকক মৰ্যাদাসম্পন্ন বুলি স্বীকৃতি দিয়া হোৱা নাছিল। এতেকে ফৰাচী বিপ্লৱৰ চালিকা শক্তিৰূপত অৱতীৰ্ণ হৈ মধ্যবিত্তসকলে ৰাজনৈতিক বিপ্লৱ সম্পন্ন কৰে। পৰৱৰ্তী কালত মধ্যবিত্তসকলক দুটা ভাগত বিভক্ত কৰা দেখা যায়। যেনে উচ্চ মধ্যবিত্ত আৰু নিম্ন মধ্যবিত্ত। আনহাতে বিপ্লৱী সমাজবাদীসকলে সা-সম্পত্তি থকা মধ্যবিত্তসকলক বুৰ্জোৱা বুলি অভিহিত কৰিবলৈ লয়। বুৰ্জোৱাসকল অভিজাত বা শ্ৰমজীৱীৰ পৰা সম্পূৰ্ণ পৃথক। এতেকে ব্যৱসায়-বাণিজ্য কৰাসকল বুৰ্জোৱা শ্ৰেণীভুক্ত। সি যিকি নহওক, ভাৰতীয় মধ্যবিত্ত বুৰ্জোৱা শ্ৰেণীৰ উদ্ভৱ বৃটিছ শিক্ষাৰেই যে ফলশ্ৰুতি তাত সন্দেহৰ অৱকাশ নাই। অসমীয়া মধ্যবিত্ত বা বুৰ্জোৱা শ্ৰেণীৰো তেনেদৰে সৃষ্টি হয়। আহোম ডা-ডাঙৰীয়াসকলকে ধৰি অভিজাত শ্ৰেণীৰ স্থিতি বিলুপ্ত হোৱাৰ পিছত লাহে লাহে মধ্যবিত্ত শ্ৰেণী গা কৰি উঠা দেখা যায়। অসমত অসমীয়া বুৰ্জোৱা শ্ৰেণী এটিৰো (তেনেই কমসংখ্যক) উদ্ভৱ হয়।

প্ৰথমতে হলিৰাম ঢেকিয়াল ফুকনে মধ্যবিত্তৰ মুখীয়াল হিচাপে আত্মপ্ৰকাশ কৰে। তেওঁ বাঙালী ভাষাতে কেইবাটাও প্ৰবন্ধ লিখি বাঙালী আৰু অসমীয়াৰ মাজত ব্যৱসায়-বাণিজ্য আৰু সাংস্কৃতিক সম্পৰ্ক স্থাপনৰ ওপৰত গুৰুত্ব দিয়ে। তেওঁ বহিৰ্জগতৰ পৰা বিচ্ছিন্ন অসমীয়া লোকৰ মানসিক দৃষ্টি সম্প্ৰসাৰিত কৰাৰ বাবে সচেতন আছিল বুলি ক'ব পাৰি। তেওঁ বাঙালী ভাষাতে অসম বুৰঞ্জী এখন ৰচনা কৰিছিল। তেওঁৰ পুত্ৰ আনন্দৰাম ঢেকিয়াল ফুকনে 'অৰুণোদই' আলোচনীত ইংলেণ্ডৰ বিৱৰ্তন নামে এটি প্ৰবন্ধ লিখি অসমীয়াসকলক অজ্ঞানতাৰ নিদ্ৰা পৰিহাৰ কৰি কৃষি আৰু ব্যৱসায়-বাণিজ্যৰ উন্নতিৰ বাবে যথাৰ্থ জ্ঞান আহৰণৰ বাবে আহ্বান জনায়। বিলাত ফেৰৎ বলিনাৰায়ণ বৰাই মাও আলোচনীৰ সম্পাদকীয় নিবন্ধত অসমীয়াসকলে সৰু-সুৰা চাকৰি বিচাৰি আৰু নানান উৎসৱ-অনুষ্ঠান পাতি মূল্যৱান সময় নষ্ট কৰাৰ কঠোৰ সমালোচনা কৰে। মাণিক চন্দ্ৰ বৰুৱা আৰু জগন্নাথ বৰুৱাই অসমত উচ্চ শিক্ষাৰ স্থাপনত গুৰুত্ব আৰোপ কৰে।

মনকৰিবলগীয়া কথা যে অসমীয়া মধ্যবিত্ত শ্ৰেণী বৃটিছ প্ৰশাসন সৃষ্ট আৰু বৃটিছ গুণগ্ৰাহী। আনন্দৰাম ঢেকিয়াল ফুকনে মোফাট মিলছৰ ওচৰত দাখিল কৰা স্মাৰক পত্ৰ অব্জাৰভেছন অন দি এডমিনিষ্ট্ৰেছন অব্ দি প্ৰভিন্স অব্ আসামত বৃটিছ শাসনৰ ত্ৰুটি-বিচ্যুতিৰ কথা উল্লেখ কৰে যদিও, তেওঁ বৃটিছ শাসনতে অসমৰ মংগল হ'ব বুলি মত পোষণ কৰে। পৰিৱৰ্তিত অৱস্থাত মণিৰাম দেৱান বৃটিছবিৰোধী হৈ উঠিলেও তাৰ আগতে তেওঁ বৃটিছ শাসনৰ সমৰ্থক আছিল। মধ্যবিত্তসুলভ আশা-আকাংক্ষা পূৰণ হোৱাত তেওঁলোক বিদেশী চৰকাৰখনৰ সমৰ্থক হোৱাটো অস্বাভাৱিক নহয়। কিন্তু শ্ৰেণী স্বাৰ্থই তেওঁলোকক বৃটিছ সাম্ৰাজ্যবাদবিৰোধী কৰি তোলে। উল্লেখ্য যে ভাৰতীয় প্ৰক্ষাপটত সাম্ৰাজ্যবাদী নীতিৰ বিৰোধ-বিসম্বাদৰ বুকুতে জন্ম হয় জাতীয়তাবাদৰ (ভাৰতীয় জাতীয়তাবাদ)।

আনন্দৰাম ঢেকিয়াল ফুকনে মোফাট মিলছৰ হাতত দাখিল কৰা স্মাৰকপত্ৰ তদানীন্তন অসমৰ এক ঐতিহাসিক দলিল। তাত তেওঁ অন্যান্য বিষয় উপস্থাপন কৰাৰ লগতে অসমৰ শিক্ষা আৰু চৰকাৰী ভাষা মাধ্যমৰ ওপৰত কৰ্তৃপক্ষৰ দৃষ্টি আকৰ্ষণ কৰে আৰু দাবী জনায় যে বাঙালী ভাষাৰ

পৰিবৰ্তে অসমীয়া ভাষা শিক্ষণ আৰু চৰকাৰী ভাষাৰ মাধ্যম কৰিব লাগে। অৱশ্যে শিক্ষণ পাঠ্যক্ৰমৰ পৰা বাঙালী ভাষা তৎকালীনভাৱে উঠাই দিয়াৰ কথা কোৱা নাছিল। আনন্দৰাম ঢেকিয়াল ফুকন আৰু অন্যান্যৰ লগতে মিছনেৰিসকলে অসমীয়া ভাষাৰ ওপৰত উপযুক্ত মৰ্যাদা দিয়াৰ বাবে দাবী জনায়। ব্ৰণনে মন্তব্য দিয়ে যে অসমত যুগবধি অসমীয়া ভাষা চলি আছে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ আটায়ে অসমীয়া ভাষাত কথা-বতৰা কয়। পৰ্বত আৰু ভৈয়ামৰ মাজত কথোপকথনৰ ভাষা বা সংযোগী ভাষা হ'ল অসমীয়া।

তৎসত্বেও উৰ্ধ্বতন কৰ্তৃপক্ষৰ দৃষ্টিভংগী পৰিৱৰ্তন নহ'ল। কলকাতাৰ কৰ্তৃপক্ষই অসমীয়া ভাষা বাঙালী কৰাৰ অপভ্ৰংশ গ্ৰাম্যভাষা আৰু তাৰ কোনো কাব্য সাহিত্য নাই বুলি অভিহিত কৰে। আনহাতে আনন্দৰাম ঢেকিয়াল ফুকনে অসমীয়া ভাষাৰ সাক্ষ্যপ্ৰমাণ দি জনালে যে অসমীয়া ভাষাৰ লিখিত ৰূপ আছে। স্মাৰকপত্ৰ দিয়াৰ দুবছৰ আগতে তেওঁ 'নেটিভ' নামৰ পুস্তিকাত অসমীয়া ভাষা-সাহিত্যৰ ওপৰত ৰেখাপাত কৰে। স্মাৰক-পত্ৰখনৰ লগত ৬২খন ধৰ্মীয় পুথি আৰু ৪০খনৰ ওপৰ নাট্য-সাহিত্যৰ তালিকা এখন গাঁঠি দিয়া হৈছিল। ১৮৭৩ খ্ৰীষ্টাব্দত বাঙালীৰ ঠাইত অসমীয়া শিক্ষা আৰু চৰকাৰী ভাষাৰ মাধ্যম কৰা হয়। অসমীয়া আৰু তত্ৰাচ, বাঙালী আৰু অসমীয়াৰ মাজত দুটা দলৰ সৃষ্টি হয়— বাঙালী ভাষা সমৰ্থনকাৰী আৰু অসমীয়া ভাষা সমৰ্থনকাৰী। অসমত থকা চৰকাৰী বিষয়া-কৰ্মচাৰীয়ে অসমীয়া ভাষাজ্ঞান আহৰণ কৰিবলৈ পৰীক্ষা পাছ কৰিব লাগে বুলি নিয়ম-নীতি থকাৰ পিছতো অসমীয়া মধ্যবিত্ত আৰু বাঙালী মধ্যবিত্তৰ মাজত বিবাদ বিসম্বাদ লাগিল। এই বিবাদ-বিসম্বাদৰ পৰিধি এনেভাৱে বিস্তৃতি লাভ কৰিলে যে তাৰ ফলত আঞ্চলিক জাতীয়তাবাদৰ জন্ম হ'ল। ই উগ্ৰজাতীয়তাবাদলৈ পৰ্যবসিত হয় বুলি মন্তব্য দিয়াও দেখা যায়।

মণিৰাম দেৱান, হলিৰাম ফুকন আৰু আনন্দৰাম ঢেকিয়াল ফুকন জাতীয়তাবাদী নাছিল, দেশপ্ৰেমিক আছিল। অসমীয়া জাতিৰ বাবে তেওঁলোকে ঐতিহাসিক ভূমিকা পালন কৰিছিল। অসমীয়া ভাষা সংৰক্ষণৰ ক্ষেত্ৰত ঢেকিয়াল ফুকনৰ পিছত হেমচন্দ্ৰ বৰুৱা (১৮৩৫-১৮৯৬ খ্ৰীঃ) আৰু গুণাভিৰাম বৰুৱাই (১৮৩৭-১৮৯৪ খ্ৰীঃ) ঐতিহাসিক ভূমিকা পালন কৰে। এওঁলোকৰ পৰৱৰ্তী উচ্চ মধ্যবিত্ত বুদ্ধিজীৱীসকলে অসমীয়া ভাষাৰ উত্তৰোত্তৰ উন্নতি সাধন কৰে। এফালে ইংৰাজী শিক্ষাৰ বিস্তৃতি, আনফালে বংগ নৱ অভ্যুদয়ৰ প্ৰভাৱে এওঁলোকৰ মানসিক উত্তৰণ ঘটাই অসমীয়া সাহিত্যৰ এটি নতুন যুগৰ সূচনা কৰে। গুণাভিৰাম বৰুৱাই ইতিমধ্যে বংগ অভ্যুদয়ৰ লগত অসমীয়া জাতীয় জীৱনৰ সংযোগ ঘটায়। অসমত স্নাতক আৰু স্নাতকোত্তৰ শিক্ষানুষ্ঠান স্থাপন নোহোৱা কালত মধ্যবিত্তৰ কিছু অংশই কলকাতালৈ গৈ উচ্চ শিক্ষা লাভ কৰিবলৈ লোৱাত বাঙালী আৰু উচ্চ মধ্যবিত্তৰ মাজত সম্প্ৰীতি গঢ় লৈ উঠে, স্তিমিত হয় বাঙালী-অসমীয়া বিদ্বেষ। নৱজাগৰণৰ ঢৌত বিটৌত হয় কলকাতাৰ প্ৰবাসীসকল।

ইউৰোপীয় বুৰঞ্জীত 'ৰেনাছা' বা নৱঅভ্যুদয়ে আধুনিক যুগৰ সূচনা কৰে। ইংৰাজী শিক্ষা আৰু পাশ্চাত্য ভাবধাৰাৰ প্ৰভাৱত উজ্জীৱিত হৈ ৰাজা ৰামমোহন ৰায়ে (১৭৭৪-১৮৩৩ খ্ৰীঃ) ভাৰতত নৱ অভ্যুদয় বা নৱজাগৰণৰ বাট মুকলি কৰে। অসমতকৈ প্ৰায় এশবছৰ আগতে বাঙালীসকল ইংৰাজী শিক্ষা আৰু পাশ্চাত্য জীৱন দৰ্শনৰ সংস্পৰ্শলৈ আহে। তাৰ ফলত বংগদেশত নৱজাগৰণৰ সূচনা হয়। ইয়াৰ প্ৰভাৱ ভাৰতৰ আন আন প্ৰান্তলৈ বিয়পি যায় আৰু ভাৰতৰ বিভিন্ন প্ৰান্তত সংস্কাৰ আন্দোলন গঢ় লৈ উঠে এই নৱজাগৰণৰ ভেটিতেই ভাৰতত ৰাজনৈতিক চেতনাৰ স্তৰ গঠন হয় আৰু তাৰ বিস্তৃতিয়ে ভাৰতীয় জাতীয়তাবাদৰ জন্ম দিয়ে। বৃটিছ সাম্ৰাজ্যবাদবিৰোধী কাৰ্যকলাপ গা কৰি উঠে। বিকশিত হয় জাতীয়তাবাদ। ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধত জাতীয়তাবাদে এটি সংঘবদ্ধ ৰূপ ধাৰণ কৰে। ইয়েই হ'ল ভাৰতৰ জাতীয় আন্দোলন বা মুক্তি আন্দোলন। বিভিন্ন আৰ্থ-সামাজিক, আৰ্থ-ৰাজনৈতিক ইছ্যুৰ ভিত্তিত জাতীয় মুক্তি আন্দোলনৰ গতি সঞ্চাৰ হয়। ইয়াৰ গতি-বিধিত দৃষ্টিপাত কৰাৰ আগতে ৰাজনৈতিক কাৰণবোৰ বিশ্লেষণ কৰাৰ প্ৰয়োজন।

প্ৰথমতে হ'ল, প্ৰাক-বৃটিছ যুগৰ সৰু বৰ ৰাজ্যবোৰ বিলুপ্তি ঘটাই বৃটিছে সমগ্ৰ ভাৰত একত্ৰিত কৰিলে। একত্ৰিত ভাৰত শাসন কৰাৰ কাৰণে ১২খন প্ৰদেশৰ ভাগ কৰা হ'ল। ফলত ৰাজনৈতিক বিচ্ছিন্নতা আৰু বৈপৰীত্যৰ অন্ত পৰিল।

ভাৰতবাসীয়ে এক ভাৰত মাতৃৰ সন্তান বুলি অনুভৱ কৰাৰ প্ৰয়াস পালে। ই ভাৰতীয়সকলৰ মাজত ঐক্য-সংহতি স্থাপন কৰিলে। ৰাজনৈতিক একত্ৰীকৰণে ৰাষ্ট্ৰীয় ঐক্যৰ প্ৰাথমিক চৰ্ত পূৰণ কৰিলে।

দ্বিতীয়তে, ইংৰাজী ভাষা শিক্ষা প্ৰচলন হোৱাত বিভিন্ন প্ৰদেশৰ শিক্ষিত মানুহৰ মাজত ইংৰাজী সংযোগী ভাষা হিচাপে ব্যৱহৃত হ'ল। ফলত প্ৰতিখন প্ৰদেশৰ শিক্ষিত চামৰ মাজত ভাব-ভাষা বিনিময়ৰ সুযোগ মিলিল আৰু সম্প্ৰীতিৰ পথ প্ৰশস্ত হ'ল।

তৃতীয়তে ইংৰাজী শিক্ষা লোৱাৰ ফলত ভাৰতীয়সকল পাশ্চাত্য ভাবধাৰাৰ প্ৰতি আগ্ৰহান্বিত হ'ল। বৃটেইন আৰু আমেৰিকাৰ গণতান্ত্ৰিক শাসন ব্যৱস্থাৰ সাৰমৰ্ম উপলব্ধি কৰিবলৈ সমৰ্থ হ'ল। ইটালিৰ ৰিছৰ্জিমেণ্টো আৰু কাৰ্বনাৰি, আয়াৰলেণ্ডৰ হ'মৰুল প্ৰভৃতিৰ কাৰ্যকলাপে ভাৰতীয়সকলক অনুপ্ৰাণিত কৰিলে। ইটালিৰ মেওছিনি আৰু গেৰিবল্ডি, হাংগেৰিৰ লুই কছুম, আয়াৰলেণ্ডৰ হেনৰি গ্ৰাটাম আৰু চাৰ্লছ ষ্টিৱাৰ্ট পাৰ্নেল, মাৰ্কিন যুক্তৰাষ্ট্ৰৰ জৰ্জ ৱাশ্বিংটন, বেঞ্জামিন ফ্ৰাংকলিন আৰু টমাছ জেফাৰেছন আদি ৰাজনৈতিক নেতাসকল ভাৰতীয়সকলৰ বাবে আদৰ্শনীয় হৈ পৰিল। সেইদৰে এডমাণ্ড বাৰ্ক, স্পেন্সাৰ বেন্থাম, জন ষ্টুৱাৰ্ট মিল, হাৰ্বাটল, কমট' হেগেন, মাৰ্ক্স আদি দাৰ্শনিকসকলৰ চিন্তাধাৰাই ভাৰতীয়সকলক প্ৰভাৱান্বিত কৰিলে। ফলত ভাৰতীয়সকল নৱচেতনাত উজ্জীৱিত হৈ স্বাধীন ৰাষ্ট্ৰ গঢ়াৰ সপোন দেখিলে।

চতুৰ্থতে ভাৰতীয় সমাজ সংস্কাৰৰ বাবে ধৰ্মীয় অনুষ্ঠান কিছুমানৰ জন্ম হ'ল, যেনে ঃ ব্ৰাহ্মসমাজ, আৰ্যসমাজ, প্ৰাৰ্থনা সমাজ আৰু ৰামকৃষ্ণ মিছন প্ৰভৃতি। ধৰ্মীয় অনুষ্ঠানসমূহৰ সংস্কাৰ কাৰ্যসূচী ৰূপায়ণৰ ফলত কোটিকলীয়া ভাৰতীয় কুসংস্কাৰো কিছু পৰিমাণে আঁতৰিবলৈ ধৰাত ভাৰতীয়ৰ মাজত এটি নতুন যুগৰ সূচনা হ'ল যাৰ ফলত ভাৰতীয়সকলৰ আত্মবিশ্বাস জন্মিল। তেওঁলোক ৰাজনৈতিকভাৱে সচেতন হ'ল আত্মপ্ৰতিষ্ঠা কৰিবলৈ। ভাৰতীয় জাতীয়তাবাদৰ প্ৰাণসঞ্চাৰ হ'ল।

পঞ্চমতে, বৃটিছ চৰকাৰৰ কেইটামান অবিবেচনাপ্ৰসূত কাৰ্যকলাপে ভাৰতীয়সকলক চৰকাৰৰ প্ৰতি বিদ্বেষী কৰি তুলিলে। প্ৰজা বিদ্বেষী কাৰ্যকলাপৰ ভিতৰত ১৮৭৬-৭৮ খ্ৰীষ্টাব্দত সমগ্ৰ দক্ষিণ ভাৰত, মহাৰাষ্ট্ৰ আৰু উত্তৰ প্ৰদেশ দুৰ্ভিক্ষপীড়িত হোৱা সত্বেও দিল্লীত ভাইছৰয় লৰ্ড লিটনে মহা আড়ম্বৰেৰে দৰবাৰ পতা, বংগ আৰু বিহাৰৰ নীল খেতিয়কক ইংৰাজ মালিকসকলৰ অত্যাচাৰ 'দেশভাষা প্ৰেছ আইন আৰু ইলবাৰ্ট বিলে ভাৰতীয়সকলক অসন্তুষ্ট কৰি তুলিলে। ৰুছ জাপান যুদ্ধত (১৯৩৫) ৰাছিয়াই পাজয়ে ভাৰতীয় জাতীয়তা বাদত উদগনি দিলে। ৰাছিয়াৰ দৰে এখন শক্তিশালী উইৰোপিয়ান ৰাষ্ট্ৰ জাপানৰ দৰে এছিয়াৰ এখন সৰু দেশৰ হাতত পৰাজিত হ'ব। গতিকে ভাৰতীয়সকলে মানিলে যে ভাৰতো বৃটিছৰ বিৰুদ্ধে থিয় হ'ব পাৰে।

উল্লিখিত কাৰণবশতঃ ভাৰতীয়সকলৰ ৰাজনৈতিক চেতনা স্তৰ পূৰঠ হোৱাত সাম্ৰাজ্যবাদী বৃটিছ শাসন-শোষণৰ বিৰুদ্ধে সংঘবদ্ধ জাতীয় আন্দোলন আৰম্ভ হ'ল ১৮৭৬ চনত সুৰেন্দ্ৰ নাথ বেনাৰ্জীৰ নেতৃত্বত স্থাপন হোৱা ইণ্ডিয়ান এছ'চিয়েচনৰ কাৰ্যসূচীৰে। সামান্য অভিযোগতে বৃটিছ চৰকাৰে তেওঁক চাকৰিৰ পৰা বৰ্খাস্ত কৰাত তাৰ প্ৰতিবাদ তথা ঐক্যবদ্ধ ভাৰত গঢ়াৰ সংকল্প লৈ সুৰেন্দ্ৰ নাথ বেনাৰ্জীয়ে আন্দোলনৰ কাৰ্যসূচী লয়। তাৰ পিছৰ বছৰত চৰকাৰে ভাৰতীয়সকলক প্ৰশাসনীয় সেৱাৰ পৰা বঞ্চিত কৰাৰ কাৰণে আই জি এছ, পৰীক্ষা প্ৰাৰ্থীৰ সৰ্বোচ্চ বয়স ২১ বছৰৰ পৰা ১৯ কৰাত সুৰেন্দ্ৰ নাথ বেনাৰ্জীয়ে তাৰ বিৰুদ্ধে ভাৰতীয় জনমত গঠন কৰি প্ৰতিবাদ সাব্যস্ত কৰিলে। 'ইণ্ডিয়ান এছ'চিয়েচন'ৰ আন্দোলন কাৰ্যসূচী কৃতকাৰ্য হ'ল। আই চি এছ পৰীক্ষা প্ৰতিযোগীৰ সৰ্বোচ্চ বয়স আকৌ ২১ বছৰ কৰা হ'ল। সংঘবদ্ধ আন্দোলন কৰি 'ইণ্ডিয়া এছ'চিয়েচন' পোহৰলৈ আহিল। পিছত সৰ্বভাৰতীয় স্তৰত ইয়াতকৈ অধিক গুৰুত্বপূৰ্ণ ভূমিকা ল'ব পৰা আন এটি সংস্থাৰ জন্ম হ'ল। ই হ'ল ভাৰতীয় জাতীয় কংগ্ৰেছ। ইয়াৰ প্ৰতিষ্ঠাতা আছিল এলান অক্টোভিয়ান হিউম (১৮১৯-১৯১২ খ্ৰীষ্টাব্দ)। উল্লেখ্য যে সৰ্বভাৰতীয় স্তৰত প্ৰতিষ্ঠিত এনে অনুষ্ঠানৰ আৰ্হিত স্থানীয় সমস্যা সাধন কৰাৰ বাবে অসমত ভালেমান স্থানীয় সংস্থা স্থাপন কৰা হয়।

ঊনবিংশ শতিকাৰ পঞ্চাশৰ দশকতে অসমীয়া মধ্যবিত্তৰ মাজত ৰাজনৈতিক চিন্তা-চৰ্চাৰ উদ্ৰেক হোৱা দেখা যায়।

১৮৫২ খ্ৰীষ্টাব্দৰ ১১ জুনত গুৱাহাটীৰ ১১৩ জন নেতৃস্থানীয় লোকে গুৱাহাটীত পৌৰ প্ৰশাসন স্থাপন কৰাৰ বাবে জিলা উপায়ুক্তৰ ওপৰত আবেদন জনায়। আইনৰ সুৰুঙা উলিয়াই জিলা উপায়ুক্তই ৰাইজৰ দাবীৰ প্ৰতি সঁহাৰি জনোৱা নাছিল যদিও, উৰ্ধ্বতন কৰ্তৃপক্ষ, বংগ চৰকাৰে ৰাইজৰ দাবী মানি লৈ গুৱাহাটী পৌৰসভা গঠন কৰিবলৈ দিয়ে। ১৮৫৩ খ্ৰীষ্টাব্দত গুৱাহাটী পৌৰ সভা গঠন হয়। এবছৰ আগৰে পৰাই পৌৰ সভা কাৰ্যকৰী কৰা হয়। ১৮৫৭ খ্ৰীষ্টাব্দত আনন্দৰাম ঢেকিয়াল ফুকন আৰু গুণাভিৰাম বৰুৱাই জ্ঞানদায়িনী সভা গঠন কৰে। সাধাৰণতে সভাৰ ৫০-৬০জন সদস্যৰ ভিতৰত এক তৃতীয়াংশই প্ৰতি ৰবিবাৰে মিলিত হৈছিল। ইয়াৰ সম্পাদক আছিল পূৰ্ণানন্দ শৰ্মা ডেকা। বংগৰ লেফটেনেন্ট গবৰ্ণৰ ফ্ৰেডাৰিক হল্লিডেই কামৰূপ ভ্ৰমণ কৰাৰ সময়ত সভাৰ সম্পাদকে জাননী দিছিল যে সদস্যসকলে লেফটেনেন্ট গবৰ্ণৰৰ ওচৰত ৰাইজৰ অভাৱ-অভিযোগ দাঙি ধৰিব লাগে। ১৮৭০ৰ দশকত কলকাতাত থকা অসমৰ প্ৰবাসী ছাত্ৰসকলে সাহিত্যকে মুখ্য কৰি অসমৰ উন্নতিৰ কল্পে কিছু উদ্যোগ লয়। ১৮৭২ খ্ৰীষ্টাব্দত আসাম লিটাৰেৰি ছ'চাইটিয়ে অসম-বংগৰ যাতায়াত উন্নতি কৰাৰ কাৰণে ভাইচৰয় লৰ্ড নৰ্থব্ৰুকৰ ওচৰত স্মাৰকপত্ৰ প্ৰদান কৰে। ১৮৮৮ খ্ৰীষ্টাব্দত স্থাপন হোৱা 'অসমীয়া ভাষা উন্নয়িনী সভা'ৰ লক্ষ্য মূলতঃ অসমীয়া ভাষা-সাহিত্যৰ উন্নতিয়েই আছিল যদিও, ই অসমীয়াসকলৰ মাজত ঐক্য-সংহতি স্থাপন আৰু দেশপ্ৰেম জগাই তোলাৰ বাবে চেষ্টা কৰিছিল। ১৮৮০ৰ দশকৰ তেজপুৰ ৰায়ত সভাকে ধৰি কেইবাখনো ৰাজনৈতিক সংস্থাৰ জন্ম হয়, যেনে— 'আপাৰ আসাম এছ'চিয়েচন', 'শ্বিলং এছ'চিয়েচন', 'নগাঁও ৰায়ত সভা' আৰু 'যোৰহাট সাৰ্বজনিক সভা'।

অসমৰ ৰাজনৈতিক সংগঠনৰ ইতিহাসত ১৮৮৪ খ্ৰীষ্টাব্দত স্থাপন হোৱা 'যোৰহাট সাৰ্বজনিক সভা'ই বিশেষ স্থান অধিকাৰ কৰিছিল। অসমৰ চাহ খেতিয়ক হেমধৰ বৰুৱাৰ পুত্ৰ জগন্নাথ বৰুৱাই বংগ জাগৰণৰ সময়তে কলকাতাৰ প্ৰেছিডেন্সি কলেজত উচ্চ শিক্ষা গ্ৰহণ কৰে। বৃটিছ ইণ্ডিয়ান এছ'চিয়েচন' (১৮৫১ খ্ৰীষ্টাব্দ) আৰু ইণ্ডিয়ান এছ'চিয়েচন (১৮৭৬ খ্ৰীঃ)ৰ কাৰ্যকলাপৰ ওপৰত প্ৰবাসী ছাত্ৰজনৰ আস্থা স্থাপন হয়। যাৰ ফলত কলকাতাৰ পৰা উভতি আহি তেওঁ অসমত তেনে ধৰণৰ এটি সংস্থাৰ জন্ম দিয়ে। ইয়ে হ'ল 'যোৰহাট সাৰ্বজনিক সভা'। ৰাজা নৰনাৰায়ণ সিংহ তাৰ সভাপতি আৰু স্বয়ং জগন্নাথ বৰুৱা সম্পাদক আছিল। চৰকাৰৰ ওচৰত ৰাইজৰ আশা-আকাংক্ষাৰ কথা অৱগত কৰা আৰু ৰাইজৰ উন্নতিসাপেক্ষে চৰকাৰী নীতি ৰাইজৰ ওচৰত অৱগত কৰাটোৱে সভাৰ উদ্দেশ্য আছিল বুলি জানিবলৈ দিয়া হয়। সভাই তদানীন্তন অন্যান্য সংগঠনৰ দৰে চৰকাৰৰ লগত যাতে সংঘৰ্ষৰ সৃষ্টি নহয়, তাৰ প্ৰতি সজাগ আছিল, কিন্তু জনস্বাৰ্থ জড়িত ইছুৰ ক্ষেত্ৰত চৰকাৰৰ ৰোষত পৰি হ'লেও মাত মাতিছিল। খাজনা বৃদ্ধিৰ বিৰুদ্ধে চলা কৃষক আন্দোলনৰ সমৰ্থনত কেইবাখনো সভা অনুষ্ঠিত কৰিছিল। একপক্ষীয়ভাৱে চৰকাৰে ১৮৮৬ খ্ৰীষ্টাব্দত যি ৰাজহ আইন (আসাম লেণ্ড ৰেভিনিউ ৰেগুলেচন, ১৮৮৬) কৰিছিল, তাৰ বিৰোধিতা কৰে। কানি বন্ধ সন্দৰ্ভত সভাই কানি সেৱন নকৰিলে যিসকলে জীয়াই থাকিব নোৱাৰে, তাৰ প্ৰতি বিবেচনা কৰি লাহে-ধীৰে কানি বন্ধ কৰাৰ বাবে ৰয়েল কমিছনৰ ওচৰত স্মাৰকপত্ৰ দিয়ে। ১৮৯২ খ্ৰীষ্টাব্দৰ ১৪ ডিচেম্বৰত সভাই স্থানীয় লোকৰ নিযুক্তি প্ৰসংগত অসমৰ মুখ্য আয়ুক্তৰ ওচৰত স্মাৰকপত্ৰ প্ৰদান কৰে। কাৰ্যবাহী পদবীত অতি কমসংখ্যক স্থানীয় লোক নিযুক্ত হোৱাত সভাই গভীৰ উদ্বেগ প্ৰকাশ কৰে আৰু অনাঅসমীয়াৰ হাতত থকা পুলিচ আৰু ডাক-তাঁৰ বিভাগত সঠিকভাৱে স্থানীয় লোকক নিযুক্তি দিয়াৰ বাবে দাবী জনায়।

ভাৰতীয় জাতীয় আন্দোলনে ১৮৮৫ খ্ৰীষ্টাব্দত সংঘবদ্ধ ৰূপ ধাৰণ কৰিছিল বুলি উল্লেখ কৰা হৈছে। অসমৰ বিভিন্ন সংস্থাৰ (সভা) প্ৰতিনিধিয়ে কংগ্ৰেছৰ বিভিন্ন অধিৱেশনত যোগ দিয়ে। ১৮৮৫ খ্ৰীষ্টাব্দৰ ১ম বোম্বাই (মুম্বাই) কংগ্ৰেছৰ অধিৱেশনলৈ কোনো প্ৰতিনিধি যোৱা নাছিল যদিও তাঁৰবাৰ্তা প্ৰেৰণ কৰি অধিৱেশনৰ কৃতকাৰ্যতা কামনা কৰা হয়। কলকাতাত হোৱা দ্বিতীয় কংগ্ৰেছত (১৮৮৬ খ্ৰীঃ) অসমৰ পৰা কেবাজনো প্ৰতিনিধিয়ে যোগদান কৰে। আপাৰ আসাম এছ'চিয়েচনৰ গোপীনাথ বৰদলৈ আৰু দেৱীচৰণ বৰুৱা, শ্বিলং 'এছ'চিয়েচনৰ বাণীকান্ত বৰকাকতি আৰু নগাঁও ৰায়ত সভাৰ সত্যনাথ বৰাই যোগদান কৰে। সুৰমা উপত্যকাৰ

ছিলেট এছ'চিয়েচনৰ হৈ বিপিন চন্দ্ৰ পাল, 'হবিবগঞ্জ পিপলছ এছ'চিয়েচনৰ হৈ জয়চন্দ্ৰ চোম আৰু কামিনী মোহন চন্দই প্ৰতিনিধিত্ব কৰে। মাদ্ৰাজত (তামিলনাডু)ত বহা কংগ্ৰেছৰ তৃতীয় অধিৱেশনলৈ ৰাধা চাংকাকতি (আপাৰ আসাম এছ'চিয়েচন), লক্ষীকান্ত বৰকাকতি (আসাম কনফাৰেন্স) আৰু বিপিন চন্দ্ৰ পাল (সম্পাদক, ট্ৰিবুন) যায়।

১৮৮৮ খ্ৰীষ্টাব্দৰ পৰা ১৯০৫ খ্ৰীষ্টাব্দলৈ অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ পৰা কংগ্ৰেছৰ সভাত যোগদান কৰা প্ৰতিনিধিসকলৰ ভিতৰত নগাঁও ৰায়ত সভাৰ ঘনশ্যাম বৰুৱা (১৮৮৮ খ্ৰীঃ), এইচ চি চৌধুৰী (বগৰীবাৰী জমিদাৰ, ১৮৮৮ খ্ৰীঃ), মাণিক চন্দ্ৰ বৰুৱা (১৮৯০ খ্ৰীঃ), চিকিৎসক মেঘনাথ বেনাৰ্জী (১৮৯১ খ্ৰীঃ), গোৱালপাৰাৰ মুক্তিয়াৰ হৰিপ্ৰসাদ নাথ (১৯০১ খ্ৰীঃ), চাহ খেতিয়ক চন্দ্ৰকমল বেজবৰুৱা (১৯০৪ খ্ৰীঃ) আৰু ধুবুৰীৰ উকীল ভৱানীকান্ত দাস (১৯০৪ খ্ৰীঃ) নাম উল্লেখযোগ্য। সেইদৰে সুৰমা উপত্যকাৰ পৰা কংগ্ৰেছ অধিৱেশনত যোগদান কৰাসকলৰ ভিতৰত বিপিন চন্দ্ৰ পাল, কামিনী কুমাৰ চন্দ, সুন্দৰী মোহন দাস আৰু ৰমণী মোহন দাসৰ নাম উল্লেখযোগ্য। তেওঁলোকে ১৮৮৫-১৯০৫ খ্ৰীষ্টাব্দত বহা কংগ্ৰেছৰ বেছিভাগ সভাত যোগদান দিছিল।

কংগ্ৰেছ অধিৱেশনলৈ যোৱা প্ৰতিনিধিৰ দুই এজনে অসমৰ সমস্যাৰ ওপৰত আলোকপাত কৰে। উল্লেখ্য যে চাহ বাগিচাৰ কুলিবিলাক কাৰ্যতঃ দাসৰ পৰ্যায়ত আছিল। জন্মঠাই এৰি আহি সৰ্বস্বান্ত হোৱা কুলিবিলাকে মজুৰিৰ নিৰিখ নিৰ্ধাৰণ কৰাৰ সুবিধা পোৱা নাছিল। মালিকে যি দিয়ে তাকে লৈ কাম কৰিব লাগিছিল। বাসস্থান ঠেক আৰু অস্বাস্থ্যকৰ আছিল। ১৮৮৯ চনত বহা কংগ্ৰেছ অধিৱেশনৰ আলোচনাত অসমৰ কুলিৰ অৱস্থাৰ ওপৰত আলোকপাত কৰে বংগৰ প্ৰতিনিধি যোগেন্দ্ৰ নাথ ঘোষে। অসমৰ বিপিন চন্দ্ৰ পালে মন্তব্য দিয়ে যে অসমৰ কুলিৰ অৱস্থা দাসত্ব সদৃশ। তেওঁ সংশ্লিষ্ট আইন উঠাই কুলিৰ স্বাধীনতা সুৰক্ষাৰ ব্যৱস্থা লোৱাৰ বাবে আহ্বান জনায়। আন দুই-এজন প্ৰতিনিধিয়ে আলোচনাত ভাগ লয়। এইদৰে অসমৰ কংগ্ৰেছ প্ৰতিনিধি তথা বুদ্ধিজীৱী ভাৰতৰ জাতীয় আন্দোলনৰ লগত সংপৃক্ত হয়। উল্লেখ্য যে দ্বিতীয় কংগ্ৰেছ অধিৱেশনত দেৱীচৰণ বৰুৱাই প্ৰতিনিধিমূলক চৰকাৰ গঠনত গুৰুত্ব আৰোপ কৰে।

প্ৰতিনিধিমূলক চৰকাৰ প্ৰসংগত বৃটিছ শাসন প্ৰণালীৰ বিষয়ে কিছু কথা জনাৰ প্ৰয়োজন। ইষ্ট ইণ্ডিয়া কোম্পানিয়ে ভাৰতৰ বোম্বে (মুম্বাই), মাদ্ৰাজ (তামিলনাডু) আৰু ফ'ৰ্টউইলিয়ামত (কলকাতা) প্ৰেছিডেন্সি স্থাপন কৰিছিল। কোম্পানিয়ে ভাৰতত ৰাজনৈতিক ক্ষমতা স্থাপন কৰাত, বিশেষকৈ ৰবাৰ্ট ক্লাইভৰ শাসনকালত বংগৰ কৃষকসকল জুৰুলা হোৱাত বৃটিছ পাৰ্লিয়ামেণ্টে নীতি গ্ৰহণ কৰিলে যে কোম্পানিয়ে যিবিলাক ৰাজ্য দখল কৰিলে, সিবিলাক প্ৰকৃতাৰ্থত বৃটিছ চৰকাৰৰ তলতীয়া হ'ল আৰু চৰকাৰে তাক নিয়ন্ত্ৰণ কৰাৰ অধিকাৰ আছে। এতেকে ৱাৰেণ হেষ্টিংছ ফ'ৰ্ট উইলিয়ামৰ গৱৰ্ণৰ নিযুক্ত হোৱাৰ পিছত বৃটিছ পাৰ্লিয়ামেণ্টে নিয়ন্ত্ৰণকাৰী আইন (১৭৭৩ খ্ৰীঃ) প্ৰণয়ন কৰে। সেই মতে, ফ'ৰ্ট উইলিয়াম তথা বংগ প্ৰেছিডেন্সিৰ গৱৰ্ণৰজনক গৱৰ্ণৰ জেনেৰেল উপাধি দিয়া হয়। অৱশ্যে যুদ্ধ আৰু শান্তিৰ বিষয়তহে আন প্ৰেছিডেন্সিৰ গৱৰ্ণৰে গৱৰ্ণৰ জেনেৰেলৰ অনুমতি বিচাৰিবলগীয়া হ'ল। তত্ৰাচ জৰুৰী অৱস্থাত নিজাববীয়াকৈ সিদ্ধান্ত লোৱাৰ ক্ষমতা থাকিল। ১৮৩৩ খ্ৰীষ্টাব্দৰ ভাৰত চনদ আইনে বংগৰ গৱৰ্ণৰক জেনেৰেলৰ কৰ্তৃত্ব দিয়ে। সেয়ে লৰ্ড বেণ্টিংককহে ভাৰতৰ প্ৰথম গৱৰ্ণৰ বুলি অভিহিত কৰা হয়। সি যিকি নহওক, গৱৰ্ণৰ জেনেৰেলক পৰামৰ্শ দিয়াৰ বাবে নিয়ন্ত্ৰণকাৰী আইন অনুসৰি ৪জনীয়া মন্ত্ৰণা পৰিষদৰ ব্যৱস্থা কৰা হ'ল। ইয়াৰ পৰামৰ্শ অনুসৰি গৱৰ্ণৰ জেনেৰেলক আইন প্ৰণয়ন কৰাৰ অধিকাৰ দিয়া হ'ল। বৃটিছ পাৰ্লিয়ামেণ্টৰ অনুমোদন সাপেক্ষেহে আইন কাৰ্যকৰী কৰাৰ নীতি লোৱা হয়। এইদৰে বৃটিছ চৰকাৰে ভাৰত সাম্ৰাজ্য শাসন কৰিবলৈ লোৱা ইষ্ট ইণ্ডিয়া কোম্পানিক আইনী নিৰ্দেশনা দিয়াৰ বাবে চনদ আইন পাছ কৰে। ১৭৯৩, ১৮১০, ১৮৩৩ আৰু ১৮৫৩ খ্ৰীষ্টাব্দৰ ভাৰত চনত আইনৰ জৰিয়তে ভাৰত শাসনৰ সাংবিধানিক গাঁথনি নিৰ্ণয় কৰে।

১৮৫৭ খ্ৰীষ্টাব্দৰ উত্থানৰ পিছত কোম্পানিৰ শাসনৰ অন্ত পৰে আৰু ১৮৫৮ খ্ৰীষ্টাব্দৰ ক্ষমতা হস্তান্তৰ আইন মতে ভাৰত ৰাজ মুকুটৰ তলতীয়া কৰা হয়। ইষ্ট ইণ্ডিয়া কোম্পানিৰ দুৰ্নীতি আৰু প্ৰশাসনিক দুৰ্বলতাৰ কাৰণে বৃটিছ চৰকাৰে শাসন হস্তান্তৰৰ ব্যৱস্থা লয় "গৱৰ্ণৰ জেনেৰেলক

ভাইছৰয়ৰ পদমৰ্যাদা দিয়ে।

১৮৫৮ খ্ৰীষ্টাব্দৰ আইনো ত্ৰুটিপূৰ্ণ আছিল। ফলত, হস্তান্তৰ ফলপ্ৰসূ নহ'ল। ইয়াৰ দ্বাৰা ভাৰতৰ শাসন প্ৰণালীৰ বিশেষ পৰিবৰ্তন নহ'ল। গতিকে, ১৮৬১ খ্ৰীষ্টাব্দত ভাৰতীয় পৰিষদ আইন (ইণ্ডিয়ান কাউন্সিল এক্ট) গ্ৰহণ কৰে। ইমান দিনে ভাৰতৰ প্ৰশাসনৰ উচ্চ পদবীসমূহ ইউৰোপিয়ানসকলৰ বাবে আচুতীয়াকৈ ৰখা হৈছিল। এই আইন অনুসৰি বৃটিছ শাসন সুকলমে চলোৱাৰ বাবে ভাৰতীয় লোকৰ সাহায্য বিচৰা হ'ল আৰু কাৰ্যবাহী পদত ভাৰতীয়ক নিযুক্ত কৰাৰ ব্যৱস্থা লোৱা হ'ল। ইয়াৰ ফলত বৃটিছ ভাৰতৰ এটি নব্য উদাৰ অভিজাত শ্ৰেণীৰ জন্ম হোৱাৰ পথ প্ৰশস্ত কৰা হ'ল। কিন্তু ভাৰতীয় লোকক বিশাল পৰিষদত ল'ব লাগে বুলি কোনো উপবন্ধ দিয়া হোৱা নাছিল। তত্ৰাচ উচ্চ পদৱী লাভ কৰা বিষয়াৰ মাজৰ পৰা পৰিষদৰ মনোনীত সদস্য কৰি লোৱা হ'ল। উল্লেখ্য যে ভাৰতৰ সাংবিধানিক গাঁথনিত আইনখনৰ গুৰুত্বপূৰ্ণ ভূমিকা থাকিলেহে বা বিধান পৰিষদে আইন প্ৰণয়নৰ ক্ষমতা পালেও, কাৰ্যতঃ পৰিষদৰ প্ৰকৃত ক্ষমতা নাছিল বা সীমিত আছিল। কাৰণ কাৰ্যপালিকাৰ ক্ষমতাত পৰিষদে কোনো হস্তক্ষেপ কৰিব পৰা নাছিল।

ভাৰতীয় পৰিষদ আইনে ভাৰতীয়সকলক সন্তুষ্ট কৰিব পৰা নাছিল। কাৰণ ভাৰতীয় সদস্যক মনোনীতহে কৰা হৈছিল। এনে সদস্য ৰাইজৰ দ্বাৰা নিৰ্বাচিত হোৱা নাছিল। আনহাতে চৰকাৰৰ কেতবোৰ আবিবেচক কাৰ্যকলাপে ভাৰতীয়সকলক ক্ষুণ্ণ কৰে। আই চি এছ পৰীক্ষা প্ৰতিযোগীৰ বয়স প্ৰসংগৰ পিছতে ইলবাৰ্ট বিল প্ৰসংগই ভাৰতীয়সকলক বৃটিছ বিদ্বেষী কৰি তোলে। ভাইচৰয় লৰ্ড ৰিপনৰ আইন সদস্য ইলবাৰ্টে ভাৰতীয় বিচাৰকেও ইউৰোপিয়ানসকলৰ বিচাৰ কৰিব পৰাকৈ এখন বিল উত্থাপন কৰিছিল। ভাৰতীয়সকলে তাৰ প্ৰতি আদৰণি জনায়। কিন্তু ইউৰোপিয়ানসকলে তাৰ বিৰোধিতা কৰে। উভয় পক্ষৰ বাক-বিতণ্ডাই এনে অৱস্থা পালে যে দুয়োপক্ষৰ মাজত সাম্প্ৰদায়িক সম্পৰ্ক বিচ্ছিন্ন হোৱাৰ উপক্ৰম হ'ল। এনে পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত ভাৰতীয় জাতীয় কংগ্ৰেছৰ জন্ম হ'ল। আইন সভাত প্ৰভাৱ বিস্তাৰ কৰাৰ কাৰণে কংগ্ৰেছৰ জৰিয়তে ভাৰতীয়সকলে সদস্যৰ সংখ্যা বঢ়োৱাৰ দাবী উত্থাপন কৰে। আৰু ভাৰতীয়সকলক সন্তুষ্ট কৰাৰ বাবে বৃটিছ পাৰ্লিয়ামেণ্টে ১৮৯২ খ্ৰীষ্টাব্দত ভাৰতীয় পৰিষদ আইন প্ৰণয়ন কৰে। এই আইন অনুসৰি সদস্যৰ সংখ্যা ১০জনৰ পৰা ১৬জনলৈ বৃদ্ধি কৰাৰ ব্যৱস্থা লয়, যদিহে মনোনীত সদস্য ১০জন বেচৰকাৰী লোক হয়। কেন্দ্ৰীয় বিধানসভাৰ দৰে প্ৰাদেশিক বিধানসভাৰ সদস্যৰ সংখ্যাও বঢ়োৱাৰ ব্যৱস্থা লয়।

এই আইন প্ৰণয়ন কৰাৰ পিছত ভাৰতীয় ৰাজনীতিকসকল গভীৰভাৱে অসন্তুষ্ট হয়। তেওঁলোকে কেন্দ্ৰ আৰু প্ৰদেশ উভয়তে প্ৰতিনিধিমূলক আৰু দায়িত্বশীল চৰকাৰ গঠন কৰাৰ আশা কৰিছিল। বাল গংগাধৰ তিলকে (১৮৫৩-১৯২০) 'কেশৰী'ত বৃটিছ নীতিৰ স্বৰূপ উদঙাই তীব্ৰ সমালোচনা কৰে। শিৱাজীৰ গুণগৰিমা বৰ্ণাই মাৰাঠা জাতিৰ মাজত জাতীয় প্ৰেৰণা জগাই তুলিলে। গোটেই ভাৰততে তাৰ প্ৰভাৱ বিস্তাৰ হ'ল। সি হৈ নুঠাত কংগ্ৰেছে আইনখন সমালোচনা কৰি প্ৰস্তাৱ লয়। এনে পৰিস্থিতিত ভাৰতীয়সকলৰ জাতীয় চেতনা অধিক উজ্জীৱিত হয়। অসমৰ বুদ্ধিজীৱীসকলে জনতাৰ আশা-আকাংক্ষা চৰকাৰৰ ওচৰত অৱগত কৰাৰ কাৰণে বহল ভিত্তিত সংস্থা স্থাপন কৰাৰ আৱশ্যকতা অনুভৱ কৰে। তাৰ সুযোগ এটাও ওলাল। ১৯০৩ খ্ৰীষ্টাব্দত ভাইচৰয়ৰ কাৰ্যনিৰ্বাহকৰ সদস্য ছাৰ ডেনজিল ইবাৰ্টছন অসম ভ্ৰমণলৈ আহি গুৱাহাটীত উপস্থিত হ'ল। তেওঁক লগ ধৰাৰ বাবে ৪০জনৰো অধিক নেতৃস্থানীয় লোক লগ লাগিল। মাণিক চন্দ্ৰ বৰুৱাই এই সুযোগতে 'আসাম এছ'চিয়েচন' স্থাপনৰ বাবে উদ্যোগ ল'লে আৰু বছৰটোৰ শেষলৈ আসাম এছ'চিয়েচন স্থাপিত হ'ল। ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা সভাপতি, জগন্নাথ বৰুৱা উপ-সভাপতি আৰু মাণিক চন্দ্ৰ বৰুৱা সম্পাদক নিৰ্বাচিত হ'ল।

'আসাম এছ'চিয়েচনৰ প্ৰথম অধিৱেশন (ডিব্ৰুগড়, ১৯০৫ খ্ৰীঃ) বহাৰ বছৰতে লৰ্ড কাৰ্জনে বংগ বিভাজন কৰে। বংগত তাৰ প্ৰবল বিৰোধিতা হ'ল আৰু ই স্বদেশী আন্দোলনৰ ৰূপ ল'লে। উল্লেখ্য যে ভাৰতীয় জাতীয় কংগ্ৰেছে বিগত ২০ বছৰ বৃটিছৰ লগত আপোচ-মীমাংসাৰ পথ লৈছিল। সাংবিধানিক উপায়েৰে জাতীয় সমস্যা সমাধান কৰিবলৈ বিচাৰিছিল। কিন্তু, চৰকাৰে ভাৰতীয় কংগ্ৰেছৰ

সহনশীল নীতিৰ প্ৰতি সঁহাৰি নিদিলে। গতিকে কংগ্ৰেছৰ নৰম পন্থাৰ সমালোচনা হ'ল। কংগ্ৰেছত চৰম পন্থীৰ প্ৰাধান্য দেখা গ'ল। অৰবিন্দ ঘোষে (১৮৭২-১৯৫০ খ্ৰীঃ) ককায়েক কবীন্দ্ৰ ঘোষৰ (১৮৭০-১৯৫৯ খ্ৰীঃ) সৈতে লগলাগি বোমা-বাৰুদ ব্যৱহাৰ কৰি সহিংস আন্দোলনৰ সূচনা কৰে। বাল গংগাধৰ তিলক, বিপিন চন্দ্ৰ পাল আৰু লালা ৰাজপত ৰয়ৰ নেতৃত্বত কংগ্ৰেছৰ বিভাজন ঘটিল। দুয়ো কংগ্ৰেছ চৰমপন্থী আৰু নৰমপন্থী ভাগত ভাগ হ'ল। ১৯১৬ খ্ৰীষ্টাব্দত দুয়োটা দল পুনৰ লগ লাগিল যদিও, ১৯১৯ খ্ৰীষ্টাব্দলৈ চৰমপন্থীৰ প্ৰভাৱ থাকিল।

প্ৰণিধানযোগ্য যে যি সময়ত ভাৰতীয় জাতীয় কংগ্ৰেছৰ আন্দোলনৰ ধাৰা বৃটিছবিৰোধী হৈ উঠিছিল, সেই সময়ত আসাম এছ'চিয়েছনে মধ্যবিত্তৰ স্বাৰ্থত জড়িত বিষয়ত ব্যস্ত আছিল। ১৯০৭ খ্ৰীষ্টাব্দত জগন্নাথ বৰুৱাৰ মৃত্যু আৰু দলৰ মাজত বিভাজন ঘটাত যোৰহাট সাৰ্বজনিক সভাৰ যৱনিকা পৰিল আৰু ব্ৰহ্মপুত্ৰ উপত্যকাত 'আসাম এছ'চিয়েচন' জনতাৰ মুখপাত্ৰ হ'ল। কিন্তু সংস্থাটোৱে অসমৰ গাঁওবাসী আৰু চাহ বাগিচাৰ কুলিৰ অৱস্থাৰ প্ৰতি মনোযোগ নিদিলে। আইন পৰিষদৰ সংস্কাৰ, অসামৰিক সেৱাত স্থানীয় লোকৰ নিযুক্তি বৃদ্ধি আৰু ইউৰোপিয়ানসকলৰ লগত সমতা স্থাপন আদিত গুৰুত্ব দিয়া দেখা যায়। অৱশ্যে, অসমৰ প্ৰসংগত উদ্ভৱ হোৱা জৰুৰী বিষয়বোৰ সংস্থাৰ কাৰ্যনিৰ্বাহক সভাত আলোচিত হৈছিল। কাৰ্যনিৰ্বাহক আৰু সাধাৰণ সভাত গৃহীত প্ৰস্তাৱবোৰ চৰকাৰৰ বিবেচনাৰ বাবে পঠোৱা হৈছিল। সংস্থাটোৰ প্ৰভাৱশালী সদস্য যেনে— মাণিকচন্দ্ৰ বৰুৱা, ঘনশ্যাম বৰুৱা, ফণীধৰ চলিহা, নবীন চন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন তদানীন্তন বিধান পৰিষদৰ সদস্য আছিল। এতেকে আসাম এছ'চিয়েচনে লোৱা প্ৰস্তাৱবোৰ বিধান পৰিষদত উত্থাপিত হৈছিল প্ৰশ্ন আকাৰত বা আলোচনা প্ৰসংগত আৰু তাৰ দৃষ্টি আকৰ্ষণ হৈছিল।

### বংগ বিভাজন আৰু তাৰ প্ৰতিক্ৰিয়া ঃ

ভাৰতীয় জাতীয় চেতনা বৃদ্ধি হৈ অহাৰ সময়তে লৰ্ড কাৰ্জনে বংগ বিভাজনৰ আঁচনি লয়। ইয়াৰ অন্তৰালত লৰ্ড কাৰ্জনৰ ৰাজনৈতিক স্বাৰ্থ নিহিত আছিল যদিও, প্ৰশাসনীয় পুনৰ্গঠনৰ স্বাৰ্থৰ বাবেহে এনে আঁচনি প্ৰস্তুত কৰা হয় বুলি চৰকাৰী মহলত প্ৰকাশ। অসম প্ৰদেশ গঠন হোৱাৰে আগতে অসম তথা পূৰ্বাঞ্চল বংগ প্ৰেছিডেন্সিৰ অন্তৰ্গত আছিল। ফলত বংগ প্ৰশাসনৰ বোজা বাঢ়ি যায়। বংগ প্ৰশাসনৰ বোজা কমোৱাটোও আছিল অসম প্ৰশাসন সৃষ্টিৰ অন্যতম কাৰণ। অসম প্ৰদেশ প্ৰশাসন সৃষ্টি কৰাৰ পৰৱৰ্তী কালত উৰ্ধ্বতন কৰ্তৃপক্ষই ইয়াৰ উত্তৰণৰ ওপৰত কিছু গুৰুত্ব দিয়ে। বংগ প্ৰশাসনৰ বোজা কমোৱাৰ লগতে অসম প্ৰশাসনৰ পৰিসৰ বঢ়াই ইয়াক অধিক কাৰ্যকৰী কৰাৰ কাৰণে প্ৰশাসনীয় পুনৰ্গঠনৰ ব্যৱস্থা লয়। চট্টগ্ৰাম পাৰ্বত্য অঞ্চলক লৈ চট্টগ্ৰাম সংমণ্ডল, ঢাকা সংমণ্ডলৰ অন্তৰ্গত ঢাকা আৰু মৈমনসিং জিলা অসমৰ লগত চামিল কৰাৰ আঁচনি প্ৰস্তুত কৰা হয়। কোৱা হয় যে এই অঞ্চলসমূহ অসমৰ লগত চামিল কৰিলে ৰাজ্যখনে বহিঃ বাণিজ্যৰ বাবে চট্টগ্ৰাম পোতাশ্ৰয় লাভ কৰিব। ফলত পূৰ্বাঞ্চলৰ তেল, কয়লা আৰু চাহ উদ্যোগৰ বিকাশ হয় আৰু ৰে'ল পৰিবহণ কাৰ্যকৰী হ'ব। বংগ আৰু অসমত ইয়াৰ বিৰুদ্ধে সৰব প্ৰতিক্ৰিয়া হয়।

অসমৰ বুদ্ধিজীৱীসকলে ভয় কৰিছিল যে এনে কাৰ্যৰ ফলত ১৮৭৪ খ্ৰীষ্টাব্দত অসম মুখ্য আয়ুক্ত শাসিত প্ৰদেশ গঠন কৰি শাসন সংস্কাৰৰ যি ব্যৱস্থা লোৱা হৈছিল, সি বাহত হ'ব। কাষৰীয়া পূৰ্ববংগৰ স্বাৰ্থত অসমৰ স্বাৰ্থ জলাঞ্জলি দিয়া হ'ব। পূৰ্ব বংগ আৰু আসাম বিধান পৰিষদত অসমৰ স্বাৰ্থ ৰক্ষা কৰাৰ কাৰণে কোনো প্ৰতিনিধি নাই। ব্ৰহ্মপুত্ৰ উপত্যকা তথা অসমৰ স্বাৰ্থত মাত মতাৰ বাবে ৰাজকীয় পৰিষদতো কোনো নাই। ফলত অসমৰ স্বাৰ্থ বিপন্ন হ'ব। 'আসাম এছ'চিয়েছনে শংকা কৰিছিল যে নতুন প্ৰদেশ এখন গঠন কৰাৰ ফলত ঐতিহাসিকভাৱে স্বীকৃত অসমৰ নাম বিলুপ্ত হ'ব, অসমীয়া ভাষাৰ ক্ষতি হ'ব আৰু ৰাজধানী অসমৰ বাহিৰত স্থাপন হ'লে, চৰকাৰী দৃষ্টি শিখিল হ'ব। অৱশ্যে 'যোৰহাট সাৰ্বজনিক সভা' বা আসাম এছ'চিয়েচন কোনোটোয়ে পোনপটীয়াকৈ পুনৰ্গঠন আঁচনিৰ বিৰোধিতা কৰা নাছিল। জগন্নাথ বৰুৱা আৰু মাণিক চন্দ্ৰ বৰুৱাই চৰ্তসাপেক্ষে ইয়াৰ প্ৰতি সমৰ্থন দিয়ে যে চৰকাৰে চাকৰি দিয়াৰ ক্ষেত্ৰত শিক্ষিত অসমীয়া লোকৰ ওপৰত গুৰুত্ব দিব লাগিব। আৰু অসমীয়া ভাষা ৰক্ষা কৰিব লাগিব। আসাম বন্তিৰ (১০ জুলাই, ১৯০৫ খ্ৰীঃ) সম্পাদকীয়ত পদ্মনাথ

গোহাঞি বৰুৱাই উল্লিখিত সংস্থা দুটাৰ ভূমিকাৰ ওপৰত বিৰূপ মন্তব্য দিয়ে। বিভাজন তথা নতুন এখন প্ৰদেশ কৰাৰ সপক্ষে দিয়া কৰ্তৃপক্ষৰ যুক্তি খণ্ডন কৰে। সুৰমা উপত্যকাৰ শিলচৰ পৌৰসভাৰ উপ-সভাপতি কামিনী কুমাৰ চন্দই এই আঁচনিৰ বিৰোধিতা কৰে।

সাধাৰণ মুছলমানসকল এই আঁচনিৰ সপক্ষে বা বিপক্ষে নাছিল। কিন্তু পূৰ্ববংগৰ মুছলমানৰ এটা দল ইয়াৰ সমৰ্থক আছিল। বংগ বিধানসভাৰ সদস্য মৌলবী ছিৰাজউল ইছলামে চট্টগ্ৰাম অঞ্চল আৰু ঢাকা মৈমনসিং জিলা দুখন অসমৰ লগত চামিল কৰাৰ সপক্ষে আছিল। তেওঁ এই আঁচনিৰ পৰা 'আসাম'ৰ নাম কৰ্তন কৰাৰ পৰামৰ্শ দিয়ে। কাৰণ, তেওঁৰ মতে জিলা দুখনৰ লোকে বংগৰ লগত থকা আবেগিক সম্পৰ্ক ত্যাগ কৰি 'আসাম' নাম গ্ৰহণ কৰিবলৈ ইচ্ছা নকৰিব।

জনমতৰ ওপৰত কোনো গুৰুত্ব নিদি লৰ্ড কাৰ্জনে ৰাজনৈতিক উদ্দেশ্য সিদ্ধিৰ বাবে বংগ বিভাজন কৰিলে (১ ছেপ্টেম্বৰ, ১৯০৫ খ্ৰীঃ)। বংগ দেশৰ পৰা ঢাকা, চট্টগ্ৰাম আৰু ৰাজশাহী সংমণ্ডল কমিটী অসমৰ লগত চামিল কৰি পূৰ্ববংগ আৰু অসম নামে এখন বেলেগ প্ৰদেশ কৰিলে। ইয়াৰ ৰাজধানী হ'ল ঢাকা। বংগ প্ৰেছিডেন্সিৰ বাকী অংশ, বৰ্দ্ধমান সংমণ্ডল, বিহাৰ আৰু উৰিষ্যাৰে লগ লগাই আন এখন প্ৰদেশ কৰা হ'ল। তাৰ ৰাজধানী কলকাতাতে ৰখা হ'ল। কিন্তু তাৰ বিৰুদ্ধে বংগত আন্দোলন আৰম্ভ হ'ল। উল্লেখ কৰা হৈছে যে বংগ বিভাজনৰ অন্তৰালত লৰ্ড কাৰ্জনৰ ৰাজনৈতিক অভিসন্ধি আছিল। বংগৰ জনগণে তাৰ সম্ভেদ পালে। জাতীয় আন্দোলন নিস্তেজ কৰাৰ কাৰণে আৰু মুছলমান জনসাধাৰণক নিজস্ব গৃহভূমি এখন দিয়াৰ বাবে লৰ্ড কাৰ্জনে বংগ বিভাজনৰ পোষকতা কৰিছিল। লৰ্ড কাৰ্জনে বৃটিছৰ বিভাজন কৰি শাসন কৰা নীতিত সাৰ পানী দিয়ে। এনে সাম্প্ৰদায়িক ৰাজনীতিৰ ফলত বাঙালীসকল দুয়োখন দেশতে সংখ্যালঘুত পৰিণত হ'ল আৰু সেয়ে ভংগভংগৰ প্ৰতিৰোধ আন্দোলন ব্যাপক কৰি তুলিলে। বৃটিছ পণ্যবৰ্জন, স্বদেশী সামগ্ৰী ব্যৱহাৰ আৰু জাতীয় শিক্ষাগ্ৰহণ ইয়াৰ কাৰ্যসূচী আছিলে। এই আন্দোলন স্বদেশী আন্দোলনত পৰিণত হ'ল আৰু গোটেই ভাৰততে ইয়াৰ প্ৰভাৱ পৰিল।

১৯০৫ আৰু ১৯০৬ খ্ৰীষ্টাব্দৰ কংগ্ৰেছৰ অধিৱেশনে বংগ ভংগৰ বিৰুদ্ধে বাংলাবাসীৰ আন্দোলন ন্যায়সংগত বুলি অভিহিত কৰি তাৰ প্ৰতি পূৰ্ণ সমৰ্থন দিয়ে। এই সময়তে 'ভাৰতীয় জাতীয়তাবাদৰ জনক' বুলি বিভূষিত দাদাভাই নওৰজীয়ে স্বৰাজ দাবী কৰিলে। স্বৰাজ আৰ্থ স্বাধীনতা নহয়। দাদভাইৰ সতেই হ'ল স্বশাসন। তেওঁৰ সুৰতে কংগ্ৰেছে দেশী লোকৰ স্বশাসন অৰ্থাৎ, কেন্দ্ৰ আৰু প্ৰদেশ উভয়তে প্ৰতিনিধিমূলক চৰকাৰ গঠনৰ দাবী তুলিলে। উল্লেখ্য যে কংগ্ৰেছে ইমান দিনে আপোচ-মীমাংসাৰ পথ লৈছিল। সাংবিধানিক উপায়েৰে ভাৰতীয়সকলৰ সমস্যা সমাধান কৰিব বিচাৰিছিল। কিন্তু সাম্ৰাজ্যবাদী বৃটিছ চৰকাৰে ভাৰতীয়সকলৰ দাবীৰ প্ৰতি কৰ্ণপাত নকৰিলে। গতিকে তিলকে বৃটিছৰ সমালোচনা কৰাতে ক্ষান্ত নাথাকি বিদ্ৰোহৰ আহ্বান জনায়। কংগ্ৰেছত চৰমপন্থীৰ আবিৰ্ভাৱ হ'ল। অৰবিন্দ ঘোষ (১৮৭২-১৯৫০ খ্ৰীঃ) ককায়েক বাৰীন্দ্ৰ ঘোষৰ (১৮৭০-১৯৫৯ খ্ৰীঃ) লগলাগি বোমা-বাৰুদ ব্যৱহাৰ কৰি সহিংস আন্দোলনৰ জন্ম দিয়ে। অৱলীলা ক্ৰমে বাল গংগাধৰ তিলক, বিপিন চন্দ্ৰ পাল আৰু লালা ৰাজপত ৰয়ৰ নেতৃত্বত কংগ্ৰেছৰ বিভাজন ঘটিল। আন্তঃৰাষ্ট্ৰীয় পৰিস্থিতি সাপেক্ষে ১৯১৬ খ্ৰীষ্টাব্দত দুয়োটা দল পুনৰ চামিল হ'ল যদিও ১৯১৯ খ্ৰীষ্টাব্দলৈ কংগ্ৰেছত চৰম পন্থীৰ প্ৰভাৱ আছিল।

স্বদেশী আন্দোলনৰ প্ৰভাৱত বংগৰ বিভিন্ন প্ৰান্তত কিছুমান সন্ত্ৰাসবাদী আৰু গুপ্ত সংগঠনৰ জন্ম হয়। যাৰ গুৰি ধৰোতাসকলৰ ভিতৰত সুৰেন্দ্ৰ নাথ বন্দোপাধ্যায়, বিপিন চন্দ্ৰ পাল, এ ৰছুল, অশ্বিনী কুমাৰ দত্ত আৰু অৰবিন্দ ঘোষৰ নাম উল্লেখযোগ্য বুলি ক'ব পাৰি। অসমত অম্বিকাগিৰী ৰায়চৌধুৰী, ৰক্তিম ডেকা, ত্ৰিগুণা বৰুৱা আৰু আন কেইবাজনো শিক্ষিত লোক কিছুদিনৰ বাবে সন্ত্ৰাসবাদী শিবিৰত থাকে। অম্বিকাগিৰীয়ে ঢাকাৰ অনুশীলন সমিতিৰ আৰ্হিত সন্ত্ৰাসবাদী সংস্থা সেৱা সংঘ স্থাপন কৰে। তেওঁ ভাৰতবন্দীনী বুলি এখন নাটক লিখে। তাৰ পাণ্ডুলিপি পুলিচৰ হস্তগত হয় (১৯০৬ খ্ৰীঃ)। তাৰ বাবে অম্বিকাগিৰী কেইবাবছৰো আৰক্ষীৰ নজৰ বন্দীত থাকিব লগা হয়। অৱশ্যে সেৱা সংঘই প্ৰসাৰতা লাভ কৰিব নোৱাৰিলে। কিন্তু

তাৰ এটি প্ৰভাৱ থাকি গ'ল। ১৯০৫ খ্ৰীষ্টাব্দত মুকুন্দ দাসৰ নেতৃত্বত গুৱাহাটীলৈ (১ম বাৰ) অহা বাঙালী সাংস্কৃতিক দলৰ জাতীয় গীতৰ অনুকৰণ বহুবছৰলৈ থাকিল। আসাম এছ'চিয়েচনৰ সভাপতি ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা আৰু সম্পাদক মাণিক চন্দ্ৰ বৰুৱা প্ৰমুখ্য কেইজনমান সদস্যই ৰাজ্যিক সচিবৰ ওচৰত এখন স্মাৰকপত্ৰ প্ৰদান কৰি বংগ-ভংগ খাৰিজ কৰিবলৈ প্ৰাৰ্থনা জনায় (১৯০৭ খ্ৰীঃ)। লগতে সংস্থাই আগতে চৰকাৰৰ ওচৰত দাঙি ধৰা প্ৰস্তাৱ, যেনে— কেন্দ্ৰীয় আৰু প্ৰাদেশিক পৰিষদত অসমীয়া সদস্য লোৱা আদিৰ কথা পুনৰ উত্থাপন কৰে।

বংগ ভংগৰ পিছত ভাৰতীয় জাতীয় আন্দোলন বিভ্ৰান্ত কৰাৰ বাবে এটা নতুন সমীকৰণ উদ্ভৱ হোৱা দেখা যায়। ই হ'ল মুছলিম লীগৰ জন্ম। বৃটিছ শাসনকালত ভাৰতৰ মুছলমানসকল কংগ্ৰেছ পৰিচালিত জাতীয় আন্দোলনৰ লগত সৰ্বান্তঃকৰণে জড়িত নাছিল। সেই সময়ত মুছলমান সম্প্ৰদায়ৰ শীৰ্ষতম নেতা ছাৰ চৈয়দ আহমদ (১৮১৭-১৮৯৮ খ্ৰীঃ) আৰম্ভণিতে কংগ্ৰেছৰ পৰা আঁতৰি আছিল। পিছলৈ তেওঁ কংগ্ৰেছৰ বিৰোধিতা কৰে। মুষ্টিমেয় কেইজনমান মুছলমান নেতাই কংগ্ৰেছত যোগ দিয়া সত্ত্বেও মুছলমানসকলে নিজস্ব স্বাৰ্থ ৰক্ষা কৰিবলৈ ১৯০৬ খ্ৰীষ্টাব্দত মুছলিম লীগ গঠন কৰে। ই কংগ্ৰেছক প্ৰতিসম শক্তি হিচাপে ভূমিস্থ হয়। অৱশ্যে মুছলিম লীগৰ লগত আদৰ্শগতভাৱে মিল থকা কংগ্ৰেছৰ কাৰ্যসূচীৰ প্ৰতি লীগে সহমত পোষণ কৰে। উল্লেখ্য যে হিন্দু প্ৰধান বংগৰ জাতীয়তাবাদী আন্দোলন স্তিমিত কৰাৰ কাৰণে লৰ্ড কাৰ্জনে বংগ বিভাজনৰ ব্যৱস্থা লোৱাৰ লগতে হিন্দু-মুছলমানৰ মাজত বিভাজন আনিবলৈ পূৰ্ব বংগ আৰু অসম মুছলমান প্ৰধান প্ৰদেশত পৰিণত কৰে। কাৰ্জনৰ অনুপ্ৰেৰণাতেই ঢাকাৰ নবাব ছালিমুল্লাই মুছলিম লীগ স্থাপন কৰে। বংগ বিভাজনৰ ফলত হিন্দু-মুছলমানৰ মেৰু বিভাজন হোৱাই নহয়, বৃটিছে আওপকীয়াকৈ বাঙালী জাত্যভিমান বা স্বদেশী জাতীয়তাবাদ সৃষ্টি হোৱাত অৰিহণা যোগায়। অসমৰ অৱসৰপ্ৰাপ্ত মুখ্য আয়ুক্ত তথা মুম্বাই কংগ্ৰেছৰ সভাপতি হেনৰি কটনে ১৯০৫ খ্ৰীষ্টাব্দৰ ১১ জানুৱাৰীত কলকাতাত অনুষ্ঠিত হোৱা ৰাজহুৱা সভাত দাবী উত্থাপন কৰে যে বাঙালীসকলৰ সন্তুষ্টিৰ কাৰণে অসমৰ পৰা গোৱালপাৰা, ছিলেট আৰু কাছাৰ কাটি নি বংগৰ লগত চামিল কৰিব লাগে। দেখা যায় বংগ বিভাজন বাতিল কৰাৰ পিছত সুৰমা উপত্যকাৰ ছিলেটীয়া বাঙালীসকলে ছিলেটখন অসমৰ লগত ৰখাটো এটা ষড়যন্ত্ৰ বুলি ঘোষণা কৰে। তেওঁলোকৰ মতে অসমৰ লগত ভৌগোলিক, জাতিগত আৰু ভাষাগত বৈষম্য থকা সত্ত্বেও ছিলেটখন অসমৰ লগত দিয়াটো অন্যায়। ছিলেট পৃথকীকৰণৰ দাবী উত্থাপিত হ'ল। অসমৰ পৰা ছিলেট পৃথকীকৰণৰ দাবীত ছিলেটত ধুমুহা বয়। অৱশ্যে, তৎকালীনভাৱে চৰকাৰে দাবী মানি নল'লে।

বংগ বিভাজনবিৰোধী বংগ ভংগ আন্দোলনৰ ফলত সুৰমা উপত্যকাত কেবাটাও সংস্থাৰ জন্ম হয়। ব্ৰহ্মপুত্ৰ উপত্যকা আৰু সুৰমা উপত্যকা উভয়তে আসাম এছ'চিয়েচনে চৰ্তসাপেক্ষে লৰ্ড কাৰ্জনৰ বংগ ভংগ আঁচনিত সমৰ্থন জনায় যে নৱগঠিত প্ৰদেশখনৰ পৰা 'আসাম নামটো প্ৰত্যাহাৰ কৰিব নালাগে। প্ৰসংগতঃ উল্লেখনীয় যে বাঙালী-অসমীয়া আৱেগ উপশম কৰাৰ কাৰণে স্থানীয় প্ৰশাসনে নৱগঠিত প্ৰদেশখনৰ নাম নৰ্থ-ইষ্টাৰ্ণ প্ৰভিন্স ৰখাৰ কাৰণে প্ৰস্তাৱ দিছিল। আসাম এছ'চিয়েছনে 'আসাম' নাম বিলুপ্ত কৰাত আপত্তি দৰ্শোৱাৰ দৰে পূৰ্ববংগৰ মুছলমান নেতৃত্বই বংগ নামটোৰ বিলুপ্তিত আপত্তি দৰ্শায়। এতেকে নৱগঠিত প্ৰদেশখনৰ নাম 'পূৰ্ববংগ আৰু অসামে'ই ৰখা হ'ল। সুৰমা উপত্যকা 'মহিলা সমিতি', মুছলমান সংস্থা আনজুমান-ই ইছলামীয়া, 'শিলচৰ মোহাম্মদান এছ'চিয়েচন' (মৌলবী বজাৰ), 'আনজুমান-ই ইট্টেহাদ (হবিগঞ্জ) আদি সংস্থাই বিভাজন সমৰ্থন কৰে।

সুৰমা উপত্যকাত সন্ত্ৰাসবাদী কাৰ্যকলাপৰো প্ৰভাৱ পৰে। ছিলেট আৰু কাছাৰ জিলাত 'অনুশীলন সমিতি,' 'সুহৃদ সমিতি', 'সুহৃদ সেৱক সমিতি' আদি গঠন হয়। দুয়োখন জিলাতে স্বদেশী আন্দোলনে জাতীয়তাবাদৰ ভেটি স্থাপন কৰে। ১৯০৬ খ্ৰীষ্টাব্দত সাৰদা চৰণ শ্যামাৰ নেতৃত্বত সমগ্ৰ সুৰমা উপত্যকা সামৰি এখন সন্মিলন বহে। সন্মিলনত ঘোৰ জাতীয়তাবাদী উন্মাৰ বহিৰ্প্ৰকাশ হয়। গঠিত হয় 'সুৰমা ভেলী পলিটিকেল কনফাৰেন্স'। সন্মিলনৰ নেতৃত্বত সুৰমা উপত্যকাৰ বিভিন্ন ঠাইত স্থানীয় সমিতি গঠন কৰা হয়। বিভিন্ন

কাৰ্যসূচী গ্ৰহণ কৰা হয়। কৰিমগঞ্জত বহা সন্মিলনৰ দ্বিতীয় সভাৰ সভাপতি ৰাধা বিনোদ দাসে ঘোষণা কৰে যে দাদাভাই নওৰজীৰ স্বৰাজেই হ'ল সন্মিলনৰ আদৰ্শ। ফলত স্বদেশী পণ্য গ্ৰহণ আৰু বিদেশী পণ্য বৰ্জন কাৰ্যসূচীৰ ব্যাপক প্ৰচলন ঘটে। ১৯০৯ খ্ৰীষ্টাব্দত হবিবগঞ্জৰ জলসুকাত কনফাৰেন্সৰ তৃতীয় ৰাজনৈতিক অধিৱেশন বহে। এই সভাত মুখ্য অতিথি হিচাপে অংশগ্ৰহণ কৰা শ্ৰীঅৰবিন্দৰ বক্তৃতাই জাতীয়তাবাদী ভাবাদৰ্শ উদ্দীপ্ত কৰি তোলে। কামিনী কুমাৰ চন্দ আৰু ৰমণীমোহন দাসে দেশনেতাসকলৰ জাতীয়তাবাদী আদৰ্শত উদ্বুদ্ধ হ'বলৈ আহ্বান জনায়। এইদৰে সুৰমা ভেলী ৰাজনৈতিক কনফাৰেন্সে সুৰমা উপত্যকাৰ বিদেশী পণ্য বৰ্জনৰ কাৰ্যসূচী চলাই স্বদেশী আন্দোলন অব্যাহত ৰাখি উত্তৰ-পূবত জাতীয়তাবাদৰ বিকাশত অৰিহণা যোগোৱাৰ লগতে স্বাধীনতা আন্দোলনৰ প্ৰস্তুতি পৰ্ব সূচনা কৰে।

**বিধান পৰিষদ আৰু অসম (১৯০৬-১৯১২ খ্ৰীঃ) ঃ** বংগ ভংগ আন্দোলনৰ ফলত ভাৰতীয় আন্দোলন ক্ৰমশঃ শক্তিশালী হৈ উঠাত বৃটিছ চৰকাৰে ভাৰতীয়সকলক সন্তুষ্ট কৰাৰ বাবে (আচলতে আভুৱা ভাঁৰাৰ বাবে) শাসন প্ৰণালীৰ কিছু সংস্কাৰ সাধিবলৈ লয়। বৃটিছ চৰকাৰৰ তদানীন্তন ভাৰত মন্ত্ৰী আছিল লৰ্ড মৰ্লি আৰু গৱৰ্ণৰ জেনেৰেল আছিল লৰ্ড মিণ্টো। তেওঁলোকৰ নামতে শাসন সংস্কাৰ প্ৰস্তাৱক মৰ্লি মিণ্টো সংস্কাৰ বোলা হয়। এই প্ৰস্তাৱৰ আধাৰত ১৯০৯ খ্ৰীষ্টাব্দত ভাৰতীয় জাতীয় পৰিষদ আইনখন বৃটিছ পাৰ্লিয়ামেণ্টত পাছ কৰা হয়। এই প্ৰস্তাৱ গৃহীত হোৱাৰ আগতে 'ভাৰত পৰিষদ'খনত দুজন ভাৰতীয় সদস্য লোৱা হৈছিল। সদস্য দুজন হ'ল ছৈয়দ হুছেইন বিলগ্ৰামি আৰু ছাৰ কৃষ্ণ নাৰায়ণ গুপ্ত। আন এজন ভাৰতীয় লোক ছাৰ সত্যেন্দ্ৰ সিংহ গৱৰ্ণৰ জেনেৰেলৰ কাৰ্যনিৰ্বাহকৰ পৰিষদৰ আইন মন্ত্ৰী নিযুক্ত হ'ল (১৯০৯ খ্ৰীঃ)।

১৯০৯ খ্ৰীষ্টাব্দৰ ভাৰতীয় পৰিষদ আইন অনুসৰি কেন্দ্ৰীয় বিধান পৰিষদ আৰু প্ৰাদেশিক বিধান পৰিষদৰ সদস্যৰ সংখ্যা বঢ়াই দিয়া হ'ল। কেন্দ্ৰীয় বিধান পৰিষদৰ চৰকাৰী সদস্যৰ সংখ্যাধিক্য থাকিল; প্ৰাদেশিক বিধান পৰিষদত বেচৰকাৰী সদস্য সংখ্যাধিক্য হ'ল। কিন্তু কাৰ্যতঃ তাত ইউৰোপিয়ানসকলৰ নিৰ্বাচিত সদস্যৰ সংখ্যাধিক্য নাথাকিল। উল্লেখ্য যে মুছলমানৰ বাবে পৃথক নিৰ্বাচনৰ ব্যৱস্থা ল'লে। ইয়ে বৃটিছ চৰকাৰৰ বিভাজন আৰু শাসন নীতি পৰিস্ফুট কৰিলে।

১৮৭৪-১৯০৫ খ্ৰীষ্টাব্দলৈ অসমত বিধান পৰিষদ নাছিল। অসম মুখ্য আয়ুক্ত প্ৰদেশ আছিল। বিধান পৰিষদ অবিহনে শাসন কাৰ্যত জনসাধাৰণৰ মাত নাছিল। মুখ্য আয়ুক্তৰ শাসন প্ৰকৃততে স্বেচ্ছাচাৰী শাসন আছিল। অৱশ্যে মুখ্য আয়ুক্তই অনেক সময়ত ইউৰোপিয়ানসকলৰ স্বাৰ্থৰ অনুকূলে প্ৰশাসনীয় ব্যৱস্থা ল'ব লগা হৈছিল। পূৰ্ববংগৰ লগত সংঘ চামিল কৰাত অসম লেফটেনেণ্ট গৱৰ্ণৰৰ শাসনৰ অন্তৰ্ভুক্ত হয় আৰু বিধান পৰিষদত প্ৰতিনিধিত্ব কৰাৰ অধিকাৰ লাভ কৰে। অসম পলমকৈ হ'লেও ১৮৯২ খ্ৰীষ্টাব্দত গঠিত প্ৰাদেশিক পৰিষদৰ অংশীদাৰ হ'ল। ১৫জন সদস্যৰে গঠিত পৰিষদত অসমৰ দুজন সদস্যৰ অন্তৰ্ভুক্তিৰ ব্যৱস্থা লোৱা হ'ল। স্থানীয় লোকেল বোৰ্ড আৰু পৌৰসভাই পালপাতি বিধান পৰিষদৰ প্ৰতিনিধিৰ নাম লেফটেনেণ্ট গৱৰ্ণৰৰ অনুমোদনৰ বাবে পঠায়। তাক গ্ৰহণ কৰা নকৰাটো গৱৰ্ণৰৰ কৰ্তৃত্বাধীন আছিল। অৱশ্যে লেফটেনেণ্ট গৱৰ্ণৰৰ প্ৰতিনিধি মনোনীত কৰাৰ প্ৰত্যক্ষ অধিকাৰ নাছিল। তেওঁ গৱৰ্ণৰ জেনেৰেলৰ অনুমোদনসাপেক্ষে সদস্য মনোনীত কৰে। কম সংখ্যক সদস্য বাছনি কৰিবলগীয়া হোৱাত সকলো জাতিগোষ্ঠীৰ প্ৰতিনিধিৰ প্ৰতিনিধিত্ব দিয়া সম্ভৱপৰ নাছিল। আনহাতে কাৰ্যতঃ পৰিষদৰ দুই তৃতীয়াংশ প্ৰতিনিধি ইউৰোপিয়ান হোৱাত স্বদেশীৰ প্ৰতিনিধিত্ব সেৰেঙা আছিল বা নাছিলেই। ১৯০৫ খ্ৰীষ্টাব্দত পূৰ্ববংগ আৰু অসম প্ৰদেশ গঠন হোৱাৰে পৰা ১৯০৯ খ্ৰীষ্টাব্দলৈ পৰিষদত অসমীয়াসকলৰ কোনো প্ৰতিনিধি নাছিল। ১৯০৯ খ্ৰীষ্টাব্দত মাণিক চন্দ্ৰ বৰুৱা অসমৰ প্ৰতিনিধি নিৰ্বাচিত হ'ল। তেওঁ পৰিষদৰ মজিয়াত অসমৰ সমস্যাৰ কথা উত্থাপন কৰাৰ সুযোগ পায়। তেওঁ উল্লেখ কৰে যে পুনৰ গঠিত প্ৰদেশখনত অসমীয়াসকল সংখ্যালঘুত পৰিণত হ'ল। অসমীয়াই চৰকাৰী আৰু ঔদ্যোগিক অনুষ্ঠান-প্ৰতিষ্ঠানৰ চাকৰি-বাকৰিৰ পৰা বঞ্চিত হয়। সংখ্যালঘু বুলি তেওঁলোকৰ দাবী উপেক্ষিত হ'ব। আৰু আৱশ্যকীয় চৰকাৰী অনুদানৰ পৰা বঞ্চিত হ'লে অসমৰ উন্নতি ব্যাহত হ'ব। আচলতে বিধান পৰিষদত

ভাৰতীয় সদস্যসকলে আইন প্ৰণয়ন বা আয়-ব্যয়ৰ ওপৰত মাত মাতিব পৰা নাছিল। ৰাজকীয় পৰিষদত তাৰ ওপৰত আলোচনা হয় আৰু আৱশ্যকীয় ব্যৱস্থা গ্ৰহণ কৰে। তাত গৃহীত প্ৰাসংগিক প্ৰস্তাৱ প্ৰাদেশিক পৰিষদত তোলা হৈছিল। কিন্তু তাৰ কোনো সংশোধন ঘটোৱাৰ ক্ষমতা নাছিল। আনহাতে সদস্যসকল চৰকাৰৰ বিভাজন নীতিৰ বলি হয় আৰু বিদ্বেষী হৈ উঠে। উদাহৰণস্বৰূপে বাঙালীৰ শ্ৰেষ্ঠত্ব প্ৰমাণ কৰাৰ কাৰণে বাঙালী সদস্য কেইজনমানে বংগ বিভাজনৰ প্ৰসংগ টানি মন্তব্য দিয়ে যে দুখীয়া আৰু অশিক্ষিত বা পিছপৰা অসমৰ উন্নতিৰ বাবে যি ব্যয় হ'ব তাৰ ফলত পূৰ্ববংগ দুৰ্ভিক্ষপীড়িত হ'ব। মাণিক চন্দ্ৰ বৰুৱায়ো বংগ বিভাজন এক ভ্ৰান্তি বুলি অভিহিত কৰে।

১৯০৯ খ্ৰীষ্টাব্দৰ সংস্কাৰৰ ফলত প্ৰাদেশিক বিধান পৰিষদৰ সংখ্যা ৪০জনলৈ বৃদ্ধি পালে। অসমৰ প্ৰতিনিধিৰ সংখ্যা ২ জনৰ পৰা ৫জনলৈ বৃদ্ধি হয়। ভুবনমোহন দাস, ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা আৰু ছৈয়দ আব্দুল মজিদ বিধান পৰিষদলৈ নিৰ্বাচিত হোৱাত মাণিক চন্দ্ৰ বৰুৱাই অসমৰ সমস্যা দাঙি ধৰাত তেওঁলোকৰ সমৰ্থন লাভ কৰে, যাৰ ফলত তেওঁ সজোৰে দাবী উত্থাপন কৰাৰ বাবে অনুপ্ৰাণিত হ'ল।

বংগৰ জাতীয়তাবাদী আন্দোলন দুৰ্বল কৰাৰ কাৰণে বিভাজন নীতিৰে মুছলমানসকলৰ সমৰ্থন লাভ কৰা সত্ত্বেও ই কাৰ্যকৰী নহ'ল। বৰঞ্চ বংগৰ তীব্ৰ জাতীয়তাবাদী আন্দোলনে ভাৰতব্যাপী বৃটিছ শাসনৰ বিৰুদ্ধে সন্ত্ৰাসবাদৰ সৃষ্টি কৰিলে। ১৯১১ খ্ৰীষ্টাব্দত ভাইচৰয় লৰ্ড হাৰ্ডিঞ্জে গৃহ চৰকাৰৰ ভাৰত সচিবলৈ প্ৰেৰণ কৰা টোকাত প্ৰকাশ কৰে যে বংগ বিভাজন বাতিল নকৰালৈকে বাঙালীসকলে আন্দোলন চলাবলৈ নেৰে। এতেকে ১৯১১ খ্ৰীষ্টাব্দৰ ১২ ডিচেম্বৰত ৰাজঘোষণা দি বংগ বিভাজন বাতিল কৰা হ'ল। ১৯১২ খ্ৰীষ্টাব্দৰ এক এপ্ৰিলৰ পৰা ই কাৰ্যকৰী হয়।

### অসম বিধান পৰিষদ (১৯১২-১৯২০ খ্ৰীঃ)

বংগ বিভাজন বাতিল কৰি অসম পুনৰ মুখ্য আয়ুক্তশাসিত প্ৰদেশ কৰাৰ লগতে অসম বিধান পৰিষদ, অৰ্থাৎ প্ৰাদেশিক পৰিষদ লাভ কৰাৰ অধিকাৰ দিয়ে। ১৯১২ খ্ৰীষ্টাব্দৰ নৱেম্বৰত বিধান পৰিষদ গঠন কৰাৰ সিদ্ধান্ত লোৱা হয়। সেই মতে, ২৫জনীয়া সদস্যযুক্ত বিধান পৰিষদ গঠন হ'ল, যেনে মুখ্য আয়ুক্ত চেয়াৰমেন, ১৩জন মনোনীত সদস্য ২জন পৌৰ সভা নিৰ্বাচিত সদস্য, ২জন লোকেল বোৰ্ড নিৰ্বাচিত সদস্য, এজন ভূস্বত্বাধিকাৰী নিৰ্বাচিত সদস্য, দুজন মুছলমান নিৰ্বাচিত সদস্য আৰু ৩জন চাহ খেতিয়ক নিৰ্বাচিত সদস্য। দেখাত বেচৰকাৰী সদস্যৰ সংখ্যাধিক্য থাকিলেও তাত দেশীয় লোকৰ সংখ্যাধিক্য নাছিল। কাৰণ, দুই-এজনৰ বাহিৰে মনোনীত সদস্যসকল আছিল ইউৰোপিয়ান। আৰম্ভণিতে আনকি বনুৱাৰ প্ৰতিনিধিজনো ইউৰোপিয়ান আছিল। পৰিষদৰ পৰা এজন দেশীয় প্ৰতিনিধি ৰাজকীয় পৰিষদলৈ নিৰ্বাচিত কৰি পঠোৱাত সেই আসনখনো বহুদিনলৈ খালী হৈয়ে আছিল। গঠন প্ৰণালী মতে দ্বিতীয়খন বিধান পৰিষদো (১৯১৬ খ্ৰীষ্টাব্দত গঠিত) ইউৰোপিয়ান সদস্য সংখ্যাধিক্য পৰিষদ আছিল। ১৩জন ইউৰোপিয়ান আৰু ১২জন দেশীয়। দেশীয় ১২জনৰ ভিতৰত এজন পাৰ্চি, ছজন বাঙালী আৰু পাঁচজন অসমীয়াক প্ৰতিনিধিত্ব দি অসমীয়া আৰু বাঙালীৰ মাজত সমতা ৰাখিছিল। পৰিষদৰ নিয়ম অনুসৰি যিকোনো বিষয়ৰ ওপৰত আলোচনা হ'ব লাগিলে পাঁচদিন আগতে জাননী দিব লাগে। তাৰ বাবে অধিৱেশনৰ এসপ্তাহ আগতে শ্বিলঙলৈ গৈ সংশ্লিষ্ট বিষয়ৰ তথ্য-পাতি গোটাব লাগিছিল। সেয়ে দেশীয় সদস্যসকলে গুৰুত্বপূৰ্ণ বিষয় বা বাজেটৰ ওপৰত উত্থাপন কৰিবলগীয়া বিষয় উত্থাপন কৰাত অসুবিধাৰ সন্মুখীন হৈছিল। বিধান পৰিষদৰ মজিয়াত হোৱা আলোচনা প্ৰকৃতাৰ্থত ফলপ্ৰসূ বা দেশীয় লোকৰ স্বাৰ্থসাপেক্ষ হোৱা নাছিল। গতানুগতিক নিয়মমাফিক আলোচনা হৈছিল, অৰ্থাৎ তাত শাসক গোষ্ঠীৰ প্ৰাধান্য আছিল। প্ৰতিনিধিসকলে মূলতঃ স্থানীয় নিকায়সমূহৰ কাম-কাজৰ আলোচনাত আবদ্ধ আছিল। তেওঁলোকে চৰকাৰী ব্যয় নাইবা শুল্কৰ ওপৰত হোৱা বিতৰ্কত ভোটাধিকাৰ সাব্যস্ত কৰিব পৰা নাছিল। মনোনীত সদস্যসকলে চৰকাৰী প্ৰস্তাৱ সমৰ্থন কৰাৰ বাবে দায়বদ্ধ আছিল আৰু বেচৰকাৰী প্ৰস্তাৱ নাকচ কৰিছিল। চৰকাৰৰ মাটিতহে বেচৰকাৰী প্ৰস্তাৱ তুলিব পাৰিছিল। কাৰ্যতঃ পৰিষদ পৰামৰ্শকাৰী অৱস্থাপ্ৰাপ্ত হয়। অতএব নিৰ্বাচিত সদস্যসকল কাৰ্যপালিকাৰ তলতীয়া অৱস্থানলৈ

পৰ্যবসিত হয়।এনে পৰিস্থিতিত ৰাধা বিনোদ দাস (১৮৫৭-১৯৩৮ খ্ৰীঃ) আৰু তৰুণ ৰাম ফুকনে (১৮৭৭-১৯৩৯ খ্ৰীঃ) অসম বিধান পৰিষদৰ পৰা পদত্যাগ কৰে (১৯১৯ খ্ৰীষ্টাব্দৰ প্ৰচাৰন্তণিতে)। ফণীধৰ চলিহাই (১৮৫৪-১৯২৩ খ্ৰীঃ) চেয়াৰমেনৰ অপমানজনক মন্তব্যৰ প্ৰতিবাদত পদত্যাগ কৰে। প্ৰায় একে সময়তে তেওঁৰ পুত্ৰ কুলধৰ চলিহায়ো (১৮৮৮-১৯৬৩ খ্ৰীঃ) পদত্যাগ কৰে।

কাৰ্যপালিকাৰ সুবিধাৰ্থে অসম বিধান পৰিষদৰ ম্যাদ দুবাৰ বৃদ্ধি কৰা হয়।

অসম বিধান পৰিষদৰ উল্লেখনীয় বেচৰকাৰী সদস্যসকল আছিল মাণিক চন্দ্ৰ বৰুৱা, পদ্মনাথ গোহাঞি বৰুৱা, তৰুণ ৰাম ফুকন, ঘনশ্যাম বৰুৱা, কামিনীমোহন চন্দ, ৰাধাবিনোদ দাস, মঃ ছাদুল্লা আৰু ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা।

অসম বিধান পৰিষদত তিনিটা সংগত প্ৰশ্ন উত্থাপিত হৈছিল। তাৰ ভিতৰত চৰকাৰৰ কানি নীতি প্ৰসংগ সময়োচিত আছিল। কানি বৰবিহ সেৱন বন্ধ কৰাৰ বাবে ব্যৱস্থা ল'বলৈ আনন্দৰাম ঢেকিয়াল ফুকনে মিলছ চাহাবৰ ওচৰত আৰ্জি পেছ কৰিছিল। কানি খাই (সেৱন) অসমীয়াসকল এলেহুৱা হোৱা বুলি বৃটিছসকলে নোকোৱা নহয়। কিন্তু কানি খোৱা বন্ধ কৰাৰ পৰিৱৰ্তে চৰকাৰে আবকাৰী কানিৰ ব্যৱসায়ৰ যোগেদি ৰাজহ বৃদ্ধি কৰি সাম্ৰাজ্যবাদী শোষণৰ বাট মুকলি কৰি ৰাখিছিল।কানি বিক্ৰী কৰি চৰকাৰে ১৯০৫-০৬ খ্ৰীষ্টাব্দত ১,৯১৮ হাজাৰ অৰ্থোপাৰ্জন কৰে। সি বাঢ়ি গৈ ১৯২০-২১ খ্ৰীষ্টাব্দত ৪,৪১২ হাজাৰ পায়গৈ। পৰিষদত কানি বন্ধৰ প্ৰসংগ উত্থাপিত হোৱাত জগন্নাথ বৰুৱা আৰু দেৱীচৰণ বৰুৱাই লাহে-ধীৰে কানি বন্ধ কৰিবলৈ পৰামৰ্শ দিয়াৰ কথা ইতিমধ্যে উল্লেখ কৰা হৈছে। অথচ সেই সময়ত আন্তঃৰাষ্ট্ৰীয় স্তৰত কানি বন্ধ কৰাৰ বাবে জনমত গঠন হয়। আনকি পৰিষদৰ বাহিৰত কানি বন্ধৰ আহ্বানত জনসভা বহিছিল (ডিব্ৰুগড়, ১৯০৭ আৰু ১৯১২ খ্ৰীষ্টাব্দ)। এনে অৱস্থাত বৃটিছ ভাৰত চৰকাৰে, অন্ততঃ লোকদৃষ্টিৰ বাবে কানি বন্ধৰ প্ৰতি সঁহাৰি জনায়। অসমত কানি বন্ধৰ বিষয়ে পৰ্যালোচনা কৰি প্ৰতিবেদন দাখিল কৰিবলৈ এখন সমিতিও গঠন কৰা হয়। ৰায় বাহাদুৰ ফণীধৰ চলিহাই পৰিষদৰ মজিয়াত কানি সৰ্বান্তঃকৰণে বন্ধ কৰাৰ বাবে মতামত দাঙি ধৰে। কানি বিক্ৰী উপাৰ্জন কলংকিত বুলি সাব্যস্ত কৰি তেওঁ পদত্যাগ কৰিবলগীয়াত পৰে। অৱশ্যে জনমতৰ পৰিপ্ৰেক্ষিতত চৰকাৰে আবকাৰী কানিৰ যোগান কিছু পৰিমাণে হ্ৰাস কৰে যদিও তাৰ ব্যৱসায় বন্ধ নহ'ল। কাৰণ, কানি বিক্ৰী আছিল সাম্ৰাজ্যবাদী চৰকাৰৰ ৰাজস্ব আয়ৰ দ্বিতীয় প্ৰধান উৎস (ভূমি ৰাজহৰ পিছতে)। ধন ঘটাৰ বাবে চাহ খেতিয়ক সকলোৱে কানি বিক্ৰীৰ অংশীদাৰ হয়। উদাহৰণ স্বৰূপে, ইউৰোপিয়ান চাহ খেতিয়ক এছ ই গিলে বনুৱাৰ মাজত কানি বিক্ৰী কৰে। আন এজন ইউৰোপিয়ান চাহ খেতিয়স ই পি গিলনে অসমীয়া গাঁৱলীয়া লোকৰ মাজত কানি বিক্ৰী কৰে। ভাৰতীয় চাহ খেতিয়ক হৰিবিলাক আগৰৱালাই লাভজনক কানিৰ ব্যৱসায়ত হাত দিছিল। এতেকে চাহ খেতিয়কৰ স্বাৰ্থতে জগন্নাথ বৰুৱা আৰু দেৱীচৰণ বৰুৱাই তৎকালীনভাৱে কানি বন্ধ কৰাৰ বাবে মাত মতা নাছিল বুলি কোৱাৰ অৱকাশ আছে।

অৱশ্যে মাণিকচন্দ্ৰ বৰুৱাই পূৰ্ববংগৰ পৰা অসমলৈ অহা মুছলমান প্ৰব্ৰজনকাৰীৰ বিষয়টোৰ ওপৰত উদ্বেগ প্ৰকাশ কৰে। ইয়াৰ পৰা যাতে কোনো অপ্ৰীতিকৰ ঘটনা নঘটে তাৰ আগতীয়া ব্যৱস্থা লোৱাৰ বাবে চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰে। তদুপৰি তেওঁ বিভিন্ন ধৰ্মোত্তৰ, দেৱোত্তৰ আৰু ব্ৰহ্মোত্তৰ ভূস্বত্বাধিকাৰীৰ ধৰ্মোত্তৰ, দেৱোত্তৰ মাটিত কৰৰ অধিকাৰ নিৰ্ণয় কৰাৰ বাবে ১৮৮৬ খ্ৰীষ্টাব্দৰ ভূমি ৰাজহ আইনৰ সংশোধন বিচাৰে। কিন্তু দুয়োটা বিষয়ৰ ওপৰত কোনো আইনী ব্যৱস্থা লোৱা নহ'ল।

### ভাৰতীয় পৰিষদ আইন, ১৯১৯ খ্ৰীষ্টাব্দ ঃ

১৯১৯ খ্ৰীষ্টাব্দৰ ভাৰতীয় পৰিষদ আইন তথা অসমৰ পৰৱৰ্তী ৰাজনৈতিক অৱস্থাৰ পৰ্যালোচনা কৰাৰ আগতে ভাৰতীয় প্ৰেক্ষাপটত ভাৰতীয় আন্দোলনৰ ৰেহৰূপ যুকিয়াই চোৱাৰ প্ৰয়োজন আছে। সৰ্বভাৰতীয় স্তৰত ভাৰতীয় পৰিষদ আইনে (১৮৯২ খ্ৰীষ্টাব্দৰ) জাতীয়তাবাদীসকলক সন্তুষ্ট কৰিব নোৱাৰিলে। সাম্প্ৰদায়িক ভিত্তিত মুছলমানক নিৰ্বাচনৰ সুবিধা দিয়াৰ বাবে জাতীয়তাবাদীসকল বৃটিছৰ ওপৰত ৰুষ্ট হ'ল। এই আইন মতে, গঠিত কেন্দ্ৰীয় বিধান পৰিষদৰ চৰকাৰী সদস্যৰ সংখ্যাধিক্য বাহাল থাকিল। অসমৰ

লেখীয়াকৈ প্ৰাদেশিক পৰিষদবোৰত চৰকাৰী আৰু মনোনীত বেচৰকাৰীসকলৰ সংখ্যা গৰিষ্ঠতা লাভ কৰাত নিৰ্বাচিত সদস্যসকলৰ স্থিতি দুৰ্বল হ'ল। কেন্দ্ৰ আৰু প্ৰদেশ উভয়তে চৰকাৰ দায়িত্বশীল নহ'ল। তৎসত্ত্বেও কংগ্ৰেছৰ নৰম পন্থীসকল সন্তুষ্ট হ'ল যদিও চৰমপন্থীসকল সন্তুষ্ট নহ'ল। বালগংগাধৰ তিলক, বিপিন চন্দ্ৰ পাল আৰু লালা ৰাজপত ৰয়ৰ অনুগামী চৰমপন্থীসকলে প্ৰত্যক্ষ সংগ্ৰামৰ পোষকতা কৰাত দেশৰ একাংশই সন্ত্ৰাসবাদী পথ ল'লে। বংগ, মহাৰাষ্ট্ৰ আৰু পাঞ্জাবত সন্ত্ৰাসবাদী আন্দোলন মূৰ দাঙি উঠিল। সন্ত্ৰাসবাদীসকলৰ ভিতৰত ভূপেন্দ্ৰ নাথ দত্ত, গণেশ সৰকাৰ, চৰ্দাৰ অজিত সিং, লালা হৰদয়াল, চৰ্দাৰ জগত সিং, ৰাজগুৰু সুকদেউ, চন্দ্ৰশেখৰ আজাদ আদিৰ নাম উল্লেখযোগ্য।

দেশৰ বাহিৰে ভিতৰে সন্ত্ৰাসবাদী কাৰ্যকলাপ চলিল। ১৯০৯ খ্ৰীষ্টাব্দত লণ্ডনতে ভাৰত মন্ত্ৰী লৰ্ড মৰ্লিৰ ৰাজনৈতিক উপদেষ্টা ছাৰ কাৰ্জনে উইলিক গুলিয়াই মাৰিলে। বছৰৰ শেষৰ ভালে আহমদাবাদত ভাৰতৰ ভাইছৰয় লৰ্ড মিণ্টোক সপত্নীক হত্যা কৰাৰ চেষ্টা কৰা হ'ল। অৱশ্যে তেওঁলোকৰ একো হানি নহ'ল। আনহাতে মহাৰাষ্ট্ৰত এক বৃটিছবিৰোধী ষড়যন্ত্ৰ ধৰা পৰিল। তাৰ বাবে লোকমান্য তিলকক ছয় বছৰ কাৰাদণ্ড বিহি ব্ৰহ্মদেশলৈ নিৰ্বাসিত কৰে।

আনফালে আন্তঃৰাষ্ট্ৰীয় ৰাজনৈতিক ঘটনাৰ ফলত মুছলমানসকল বৃটিছবিৰোধী হৈ উঠে। প্ৰথমতে ১৯১১ খ্ৰীষ্টাব্দত ইটালিয়ে তুৰস্কৰ আধিপত্যত থকা আফ্ৰিকাৰ ট্ৰিপলি নামৰ প্ৰদেশখন দখল কৰাত, দ্বিতীয়তে বলকান যুদ্ধৰ (১৯১২-১৩ খ্ৰীঃ) সময়ত বলকান জাতিসমূহৰ বিৰুদ্ধে বৃটিছ চৰকাৰে তুৰস্কক একো সহয় নকৰাত ভাৰতৰ মুছলমানসকল বৃটিছৰ ওপৰত ৰুষ্ট হ'ল। ১৯১৩ খ্ৰীষ্টাব্দত লক্ষ্ণৌত মুছলিম লীগৰ সাধাৰণ সভা বহিল। তাত মুছলিম লীগে সিদ্ধান্ত ল'লে যে ভাৰতৰ অন্যান্য সম্প্ৰদায়ৰ লগত লগ লাগি মুছলমানসকলেও স্বশাসনৰ দাবী কৰিব।

ইতিমধ্যে ১৯১৪ খ্ৰীষ্টাব্দত ১ম মহাসমৰ আৰম্ভ হ'ল। বৃটিছ চৰকাৰে ভাৰতৰ ধন, জন আৰু সম্পদ সাহায্য বিচাৰিলে। তাৰ বিনিময়ত কংগ্ৰেছ নেতৃত্বই স্বৰাজ দাবী কৰিলে। মিছেছ এনি বেচাণ্টে (১৮৪৭-১৯৩০ খ্ৰীঃ) ভাৰতত 'হোমৰুল লীগ' গঠন কৰিলে (১৯১৬ খ্ৰীঃ)। তাৰ ছমাহ আগতে লোকমান্য তিলকে নিৰ্বাসনৰ পৰা মুক্তি পোৱাৰ পিছত পুণেত 'হোমৰুল লীগ' গঠন কৰিছিল। দুয়োটা লীগ লগ লাগিল আৰু স্বৰাজ আন্দোলন জোৰদাৰ কৰি তুলিলে। আনহাতে ১ম মহাসমৰত তুৰস্কই বৃটিছৰ বিৰুদ্ধে থিয় হোৱাত মুছলিম লীগ কংগ্ৰেছৰ লগ লাগি লক্ষ্ণৌ চুক্তি কৰিলে (১৯১৬ খ্ৰীঃ) আৰু সংঘবদ্ধভাৱে শাসন সংস্কাৰৰ দাবী উত্থাপন কৰিলে। আনহাতে বিশ্বযুদ্ধৰ মাজতে হৰদয়াল আৰু চম্পকৰমন পিল্লাইৰে বাৰ্লিনৰ পৰা ভাৰতত সশস্ত্ৰ বিদ্ৰোহ কৰাৰ পৰিকল্পনা লয়। ই কৃতকাৰ্য নহ'ল। চৰকাৰে তাৰ সন্ধেদ পালে। বিদ্ৰোহী ষড়যন্ত্ৰ ধৰা পৰিল।

দেশত চলা হোমৰুল বা স্বৰাজ আন্দোলন, ভাৰতীয় ৰাজনীতিত গান্ধীজীৰ আবিৰ্ভাৱ আৰু ইউৰোপিয়ান নীল খেতিয়কৰ বিৰুদ্ধে বিহাৰৰ চম্পাৰণৰ কৃষক সত্যাগ্ৰহ আন্দোলনৰ কৃতকাৰ্যতা, ঠাইবিশেষে সন্ত্ৰাসবাদীৰ অভাৱনীয় কাৰ্যকলাপ। ১ম মহাসমৰৰ শান্তি আলোচনা প্ৰসংগত আমেৰিকাৰ প্ৰেছিডেণ্ট উদ্ৰউইলছনৰ জাতিসমূহৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰত গুৰুত্ব আৰু ৰাছিয়াৰ বিদ্ৰোহ (১৯১৭ খ্ৰীঃ) আদিৰ প্ৰভাৱে ভাৰতীয়সকলৰ আত্মনিয়ন্ত্ৰণৰ দাবীক যথাৰ্থতা প্ৰতিপন্ন কৰে। পৰিস্থিতিৰ হেঁচাত বৃটিছ চৰকাৰে ভাৰত শাসন সংস্কাৰৰ নীতি নিৰ্ধাৰণ কৰে। ১৯১৭ খ্ৰীষ্টাব্দৰ ২০ আগষ্ট তাৰিখে গৃহ চৰকাৰৰ ভাৰত সচিব ই এছ মণ্টেগুই ঘোষণা কৰে যে বৃটিছ সাম্ৰাজ্যৰ অবিচ্ছেদ্য অংশস্বৰূপ ভাৰতত দায়িত্বশীল চৰকাৰ ক্ৰমশঃ প্ৰৱৰ্তন কৰাৰ বাবে শাসনৰ প্ৰতি বিভাগতে ভাৰতীয় লোকক ক্ৰমশঃ সংযুক্ত কৰাটো চৰকাৰ নীতি। ভাৰতৰ গৱৰ্ণৰ জেনেৰেল ভাইছৰয় চেমছফোৰ্ড আৰু মণ্টেগুইয়ে ভাৰত শাসন সংস্কাৰ আঁচনিৰ কথা সদৰী কৰে। আৰু ১৯১৯ খ্ৰীষ্টাব্দৰ ২৩ ডিচেম্বৰ তাৰিখে ভাৰত চৰকাৰ আইন প্ৰণয়ন কৰা হয়। আনহাতে সন্ত্ৰাসবাদী কাৰ্যকলাপ ৰোধ কৰাৰ বাবে পৰামৰ্শ দিবলৈ ১৯১৭ খ্ৰীষ্টাব্দৰ ডিচেম্বৰ মাহত ছাৰ ছিডনি ৰাওলাটৰ সভাপতিত্বত এখন কমিটী নিয়োগ কৰা হয়। তেওঁৰ পৰামৰ্শ মতে সন্ত্ৰাসবাদী কাৰ্যকলাপ বিৰুদ্ধে কিছুমান আইন প্ৰণয়ন কৰা হয়। ইয়ে হ'ল সুখ্যাত ৰাওলাট আইন।

গান্ধীজীয়ে আৰম্ভণিতে ভাৰত চৰকাৰ আইনৰ প্ৰতি

সমৰ্থন আগবঢ়ায় যদিও সুখ্যাত ৰাওলাট আইন প্ৰণয়ন কৰাৰ পিছত তাৰ বিৰোধিতা কৰে। ইয়াৰ প্ৰতিবাদ জনোৱাৰ বাবে তেওঁ ১৯১৯ খ্ৰীষ্টাব্দৰ ৩০ মাৰ্চত সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰে আৰু ভাৰতীয়সকলক এই আইনৰ প্ৰতি প্ৰত্যাহ্বান জনোৱাৰ বাবে সাজু হ'বলৈ আহ্বান জনায়। ৩০ এপ্ৰিলত হৰতাল আহ্বান কৰা হয়। হৰতালৰ পিছত অসহযোগ আন্দোলন, হৰতালে দিল্লী, পাঞ্জাব আৰু গুজৰাটত হিংস্ৰ ৰূপ পালে। লেফটেণ্টে জেনেৰেল ছাৰ মাইকেল ডায়াৰে পাঞ্জাৱত সভা-সমিতি-সমদল নিষিদ্ধ কৰি হুকুম জাৰি কৰিলে। তাৰ প্ৰত্যাহ্বান জনাবলৈ অমৃতসৰৰ জালিৱানৱালাবাগত কে'বা হাজাৰ লোক সমবেত হ'ল। ব্ৰিগেডিয়াৰ জেনেৰেল ৰেজিনাল্ড ডায়াৰে জনতাৰ ওপৰত গুলিবৰ্ষণৰ আদেশ দিয়ে। জালিয়ানৱালাবাগৰ হত্যাকাণ্ডই (১৩ এপ্ৰিল) ভাৰতীয়সকলৰ আন্দোলন তুংগত তুলিলে।

### অসমৰ দাবী ঃ

১৯১৭ খ্ৰীষ্টাব্দৰ নৱেম্বৰ মাহত ভাৰতৰ ৰাজনৈতিক পৰিস্থিতিৰ বুজ লোৱাৰ বাবে গৃহ চৰকাৰৰ ভাৰত সচিব মণ্টেগু ভাৰতলৈ আহে। তদানীন্তন জিলা সূচী আইনৰ (ডিষ্ট্ৰিক্ট ছিডিউল এক্ট) অনুসূচী মতে অসম সংশোধন আইনৰ অন্তৰ্ভুক্ত নহ'ব পাৰে বুলি জানি ৬ ডিচেম্বৰত আসাম এছ'চিয়েচনৰ সাঁজাতী দল এটি কলকাতালৈ গৈ ভাৰত সচিবক সাক্ষাৎ কৰে আৰু ভাৰতৰ আন প্ৰধান প্ৰদেশৰ দৰে অসমকো প্ৰধান প্ৰদেশৰ মৰ্যাদা দিয়াৰ বাবে যুক্তি প্ৰদৰ্শন কৰে। বংগ বিধান পৰিষদৰ সদস্য আব্দুল কৰিমৰ নেতৃত্বত সুৰমা উপত্যকাৰ পৰা যোৱা সাঁজাতী দলে মণ্টেগুক টানি অনুৰোধ জনায় যে সাংবিধানিক উৎকৰ্ষ সাধনৰ অংশ হিচাপে সুৰমা উপত্যকা বংগৰ লগত সংযুক্ত কৰিব লাগে। ছিলেট পিলুলছ এছ'চিয়েছনে জিলাখন বংগৰ লগত চামিল কৰাৰ কাৰণে ভাৰত সচিব আৰু ভাইছৰয়ৰ ওপৰত স্মাৰকপত্ৰ দিয়ে। আনকি, পিছৰ বছৰত কামিনীকুমাৰ চন্দই ৰাজকীয় পৰিষদত তোলা ভাষা ভিত্তিক পুনৰ্গঠন প্ৰস্তাৱৰ যোগেদি এই প্ৰশ্নৰ অৱতাৰণা কৰে।

বিশ্ব পৰিসৰত গঢ় লৈ উঠা জাতিসমূহৰ আত্ম নিয়ন্ত্ৰণৰ অধিকাৰ তত্ত্ব ভাৰত তথা অসমৰ ৰাজনৈতিক পৰিমণ্ডলৰ অন্তৰ্ভুক্ত আছিল। 'আসাম এছ'চিয়েছনে' আত্মনিয়ন্ত্ৰণ তথা স্বৰাজৰ দাবী সমৰ্থন কৰিছিল। ১৯১৭ খ্ৰীষ্টাব্দত কলকাতাত বহা ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাত আসাম এছ'চিয়েচনৰ ১১৩জন আৰু সুৰমা উপত্যকাৰ প্ৰায় ৪০জন প্ৰতিনিধিয়ে যোগ দিয়ে। কংগ্ৰেছে সাংগঠনিক সুবিধাৰ্থে ভাষাৰ ভিত্তিত ৰাজ্য গঠনৰ প্ৰস্তাৱ আনে। ভাষাৰ ভিত্তিত বংগ পুনৰ্গঠনৰ দাবী বংগ কংগ্ৰেছৰ সভাতো উত্থাপিত হৈছিল। 'আসাম এছ'চিয়েচন'ৰ প্ৰতিষ্ঠাতা সভাপতি ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা আৰু আন আন জমিদাৰে গোৱালপাৰা জিলা অসমৰ পৰা বিচ্ছিন্ন কৰাৰ দাবী তোলে। আনহাতে অসমৰ মুখ্য আয়ুক্ত বিটছন বিলে অসমক সংস্কাৰ আইনৰ অন্তৰ্ভুক্ত নকৰিবলৈ পৰামৰ্শ দিয়ে। অসমত থকা ইউৰোপিয়ানসকলৰ প্ৰতিনিধিয়েও তাত আপত্তি দৰ্শায় আৰু দাবী কৰে যে অসম সংস্কাৰ আইনৰ অন্তৰ্ভুক্ত হ'লে প্ৰদেশ আৰু কেন্দ্ৰীয় উভয় বিধান পৰিষদতে তেওঁলোকে প্ৰতিনিধিত্ব দিব লাগিব। স্থানীয় কমিটী, যেনে সুৰমা ভেলী, মহাম্মেদান এছ'চিয়েচন, মুনাগঞ্জৰ সাহিত্য সমিতি, 'আহোম এছ'চিয়েচন' আৰু আছাম মহম্মেদান এছ'চিয়েছনে জাতিগত প্ৰতিনিধিত্বৰ দাবী তোলে। 'ইণ্ডিয়া টি এছ'চিয়েচন'ৰ সুৰমা উপত্যকা শাখাই মতামত প্ৰকাশ কৰে যে আসামত বুদ্ধিজীৱী নাই; বেলট পেপাৰ পঢ়িব পৰা লোকৰ সংখ্যা এমুঠিমান। এতেকে তেওঁলোকৰ প্ৰতিনিধিত্বৰ প্ৰক্ৰিয়া বুমেৰাং হ'ব।

ভাৰত সচিবৰ ওপৰত অসমৰ দাবী পেঁচ কৰিবলৈ যোৱা সাঁজাতী দলৰ অন্যতম প্ৰতিনিধি 'আসাম এছ'চিয়েচন'ৰ সম্পাদক ঘনশ্যাম বৰুৱাই বিটছনৰ পৰামৰ্শৰ বিৰোধিতা কৰে। আয়োগৰ ওপৰত সাক্ষ্যদান দিবলৈ যোৱা নবীন চন্দ্ৰ বৰদলৈয়ে মুখ্য আয়ুক্তকে ধৰি অন্যান্য দলৰ অভিযোগৰ প্ৰত্যাহ্বান জনাই প্ৰতিপন্ন কৰে যে আসামত প্ৰতিনিধিত্বমূলক অনুষ্ঠানৰ ইতিহাস সমৃদ্ধ। আহোম চৰকাৰৰ অভিজাতসকলৰ সভাই ৰজা নিৰ্বাচন কৰিব পাৰিছিল আৰু বা স্বেচ্ছাচাৰী ৰজা ভাঙিব পাৰিছিল। নামঘৰ আৰু সত্ৰসমূহত গণতান্ত্ৰিক অনুষ্ঠান আছিল। গৃহ চৰকাৰৰ উভয় পাৰ্লিয়ামেণ্টৰ ওচৰত অসমৰ দাবী পেঁচ কৰিবলৈ 'আসাম এছ'চিছেনলৈ বৰদলৈ আৰু প্ৰশান্ত কুমাৰ বৰুৱাক লণ্ডনলৈ পঠায়। কাৰণ ভাৰত সংস্কাৰ আইনৰ খচৰা ছিলেট কমিটীৰ মতামতৰ বাবে পঠোৱা হৈছিল। তেওঁলোকে অসমক এখন প্ৰধান প্ৰদেশৰ মৰ্যাদা

দিয়াৰ বাবে ছিলেট কমিটীক পতিয়ন নিয়াত কৃতকাৰ্য হয়। 'আসাম এছ'চিয়েচন'ৰ প্ৰচেষ্টাত ১৯১৯ খ্ৰীষ্টাব্দৰ ভাৰত চৰকাৰ আইনে প্ৰধান প্ৰদেশৰ মৰ্যাদা দিয়ে, গৱৰ্ণৰ শাসিত প্ৰদেশত পৰিণত কৰে।

**অসহযোগ আন্দোলন ঃ**

ভাৰত চৰকাৰ আইন অনুযায়ী কেন্দ্ৰত দুটা সদনযুক্ত বিধায়িনী থাকিব। উচ্চ সদন হ'ল ৰাজ্য পৰিষদ আৰু নিম্ন সদন হ'ল বিধানসভা। মুছলমানৰ বাবে পৃথক নিৰ্বাচনৰ ব্যৱস্থা ৰখা হ'ল। কেন্দ্ৰ আৰু প্ৰাদেশিক বিধানসভা উভয়তে নিৰ্বাচিত আৰু মনোনীত সদস্যৰ ব্যৱস্থাও থাকিল। কাৰ্যনিৰ্বাহ কৰিবলগীয়াবোৰ কেন্দ্ৰ আৰু প্ৰাদেশিক চৰকাৰৰ মাজত ভাগ কৰা হ'ল। প্ৰতিৰক্ষা, বৈদেশিক পৰিক্ৰমা, শুল্ক, ৰে'লৱে, ডাক-তাঁৰ, মুদ্ৰা আদি কেন্দ্ৰীয় চৰকাৰৰ হাতত থাকিল আৰু ভূমি, ৰাজহ, স্থানীয় স্বায়ত্ত শাসন, স্বাস্থ্য, শিক্ষা আদি প্ৰাদেশিক চৰকাৰৰ ভাগত থাকিল। আনহাতে প্ৰাদেশিক চৰকাৰৰ অন্তৰ্গত বিষয়বোৰ দুভাগত বিভক্ত কৰা হ'ল— সংৰক্ষিত আৰু হস্তান্তৰিত। সংৰক্ষিত বিষয়বোৰ গৱৰ্ণৰে কাৰ্যনিৰ্বাহক পৰিষদৰ যোগেদি প্ৰত্যক্ষভাৱে চলাব আৰু হস্তান্তৰিত বিষয়বোৰ মন্ত্ৰীসভাৰ যোগেদি চলাব। গৱৰ্ণৰে নিৰ্বাচিত সদস্যৰ মাজৰ পৰা মন্ত্ৰী সভা গঠন কৰিব। ই আছিল দ্বৈত শাসন ব্যৱস্থা। হস্তান্তৰিত বিষয়বোৰৰ ক্ষেত্ৰত আংশিক মন্ত্ৰীসভাক দায়িত্ব দিয়া হ'ল। কিন্তু ঘাই বিষয়বোৰ গৱৰ্ণৰৰ যে থেচ্ছাচাৰৰ এক্তিয়াৰভুক্ত হ'ল সংৰক্ষিত আকাৰত। চৰকাৰ বিধায়িনীৰ ওচৰত দায়িত্বশীল নহৈ বৃটিছ চৰকাৰৰ ওচৰত দায়িত্বশীল হ'ল।

**অসহযোগ আন্দোলন আৰু অসম**

কংগ্ৰেছৰ নৰমপন্থীসকলে আইনখনৰ প্ৰতি সমৰ্থন দিছিল। লোকমান্য তিলকেও সহযোগিতা কৰাৰ কথা প্ৰকাশ কৰিছিল। গান্ধীজী তাক কৃতকাৰ্য কৰাৰ বাবে আছিল। কিন্তু চৰমপন্থীসকলকে ধৰি কংগ্ৰেছৰ সৰহভাগৰ আশা ভংগ হ'ল। ৰাওলাট আইনে সকলোকে হতবাক কৰিলে। বিনা কাৰণে বা পৰোৱানা জাৰি নকৰাকৈ গ্ৰেপ্তাৰ, সংক্ষিপ্ত বিচাৰেৰে দোষী সাব্যস্ত আৰু শাস্তি বিধান আদি প্ৰতিশোধমূলক ৰাওলাট আইনৰ বিৰুদ্ধে গান্ধীজীৰ আহ্বানত দেশজুৰি আন্দোলন আৰম্ভ হ'ল। অসমো তাৰ পৰা বাদ নপৰিল। বিলখন উত্থাপন কৰাৰ সময়তে বিধান পৰিষদত কামিনী কুমাৰ চন্দই তাৰ বিৰোধিতা কৰিছিল। বেচৰকাৰী সদস্যসকলৰ বিৰোধিতা সত্ত্বেও ভাৰত বিধান পৰিষদত বিলখন পাছ কৰিবলৈ লোৱাত ১৯১৯ খ্ৰীষ্টাব্দৰ ১৬ ফেব্ৰুৱাৰীত তৰুণৰাম ফুকনৰ সভাপতিত্বত গুৱাহাটীত বহা ৰাজহুৱা সভাই তাৰ বিৰোধিতা কৰে। ১৯ ফেব্ৰুৱাৰীত খান বাহাদুৰ চৈয়দ আব্দুল মজিদৰ সভাপতিত্বত বহা ছিলেটৰ জনসভাই বিলখনৰ বিৰোধিতা কৰিছিল যে ই ভাৰতীয়সকলৰ স্বাধীনতা খৰ্ব কৰিব। ২৩ ফেব্ৰুৱাৰীত ফাইজনুৰ আলীৰ নেতৃত্বত বহা ডিব্ৰুগড় সভাই এই আইনে ব্যক্তিগত অধিকাৰ খৰ্ব কৰিব বুলি তাৰ বিৰোধিতা কৰে।

উল্লেখ কৰা প্ৰাসংগিক যে অসম বিধান পৰিষদে ১৯১৪ খ্ৰীষ্টাব্দৰ ১০ নৱেম্বৰত গ্ৰহণ কৰা মহাসমৰকেন্দ্ৰিক প্ৰস্তাৱেৰে বৃটিছৰ প্ৰতি সমৰ্থন আগবঢ়োৱাৰ পিছত পৰিষদৰ বাহিৰত, বিশেষকৈ সুৰমা উপত্যকাত কিছুমানে গোপনে সাম্ৰাজ্যবাদবিৰোধী কাৰ্য চলাইছিল । কোনো কাৰণ নদৰ্শোৱাকৈ সুৰমা উপত্যকাৰ কিছুমান সন্দেহবাদী ৰাজনীতিকক গ্ৰেপ্তাৰ কৰা হয়। স্বদেশী আন্দোলনৰ বাৰ্তাবাহক বংগৰ গণনাট্য গোষ্ঠীৰ প্ৰসিদ্ধ শিল্পী মুকুন্দ দাসক ২৪ ঘণ্টাৰ ভিতৰত অসম ত্যাগ কৰাৰ জাননী দিছিল। সেই সময়ত তেওঁ কৰিমগঞ্জত আছিল। ১৯১৯ খ্ৰীষ্টাব্দলৈ ভাৰতত সন্ত্ৰাসবাদী কাৰ্যকলাপৰ প্ৰভাৱ আছিল বুলি ইতিমধ্যে উনুকিয়াই অহা গৈছে। তাক লৈ চৰকাৰৰ মূৰ কামোৰণি আছিল।

১ম মহাসমৰৰ সামৰণিৰ পিছতে ভাৰতত আন্তঃৰাষ্ট্ৰীয় ঘটনাৰ প্ৰতিক্ৰিয়া হোৱা দেখা যায়। উল্লেখ্য যে মহাসমৰৰ অন্য এক ফলশ্ৰুতি আছিল তুৰস্ক সাম্ৰাজ্যৰ খণ্ডিতকৰণ। ইয়াৰ ফলত ইছলামৰ মুখ্য ধৰ্মাধিকাৰ চুলতান খলিফাৰ মৰ্যাদা হানি হ'ল। তুৰস্কই বৃটিছৰ বিৰুদ্ধে জাৰ্মানীৰ পক্ষ লৈছিল। অতএব, ভাৰতৰ মুছলমানসকল বৃটিছবিৰোধী হৈ পৰাই নহয়, তুৰস্ক সাম্ৰাজ্যৰ অখণ্ডতা ৰক্ষা কৰাৰ বাবে এটা আন্দোলন আৰম্ভ কৰে। ইয়াকেই খিলাফৎ আন্দোলন বোলা হয়। গান্ধীজীয়ে বৃটিছৰ বিৰুদ্ধে হিন্দু-মুছলমানক ঐক্যবদ্ধ কৰাৰ বাবে খিলাফৎ আন্দোলনত যোগ দিয়ে। ফলত বংগ বিভাজন ভংগৰ ৰোধ পৰিহাৰ কৰি মুছলমানসকল হিন্দুৰ লগত লগ

লাগি বৃটিছৰ বিৰুদ্ধে লৰাই কৰিবলৈ আগবাঢ়িল। ১৯১৯ খ্ৰীষ্টাব্দৰ ২৫ অক্টোবৰত অসমৰ বিভিন্ন প্ৰান্তত খিলাফৎ দিবস পালন কৰা হ'ল। ধুবুৰীত অনশন আৰু হৰতাল পালন কৰা হ'ল। হিন্দু-মুছলমানৰ ৰাজহুৱা সভা পাতি তুৰস্ক সাম্ৰাজ্য ৰক্ষাৰ বাবে প্ৰস্তাৱ লোৱা হ'ল। গোৱালপাৰা আৰু কৰিমগঞ্জত ৰাজহুৱা সভা পাতি তদ্ৰূপ প্ৰস্তাৱ লোৱা হ'ল। গোপীনাথ বৰদলৈ, তৰুণ ৰাম ফুকন আৰু আন কিছুমানে গুৱাহাটীত ৰাজহুৱা সভা পাতি খিলাফৎ আন্দোলনৰ প্ৰতি সমৰ্থন জনায়।

খিলাফৎ আন্দোলন আৰম্ভ হোৱাৰ সময়তে মহামান্য তিলকৰ মৃত্যু হয়। তিলকৰ মৃত্যুৰ পিছত গান্ধীজী ভাৰতীয় জাতীয় কংগ্ৰেছৰ নেতৃত্বত অৱতীৰ্ণ হয়। তেওঁ বৃটিছৰ বিৰুদ্ধে গণ আন্দোলন গঢ়ি তুলিবলৈ অহিংস অসহযোগ আন্দোলনৰ কৌশল গ্ৰহণ কৰে। ১৯২০ খ্ৰীষ্টাব্দৰ ছেপ্টেম্বৰত কলকাতাত বহা কংগ্ৰেছৰ বিশেষ অধিৱেশনত অসহযোগ আন্দোলনৰ প্ৰস্তাৱ গৃহীত হয়। সেই মতে চৰকাৰৰ লগত অসহযোগিতা কৰাৰ কাৰ্যসূচী লোৱা হয়, যেনে বৃটিছে দিয়া উপাধি (ৰায়চাহেব, নাইট ইত্যাদি) প্ৰত্যাখ্যান, আইন সভা, কোৰ্ট-কাছাৰীৰ কৰ্মত অসহযোগ, ছাত্ৰ-ছাত্ৰীৰ পঢ়াশালিত অনুপস্থিতি, বিদেশী পণ্য বৰ্জন ইত্যাদি। ইয়াৰ লগত গান্ধীজীৰ স্বদেশী অৰ্থনীতিও জড়িত আছিল। উল্লেখযোগ্য যে গান্ধীজীয়ে আন্দোলনত নেতৃত্ব লোৱাৰ পিছত ভাৰতীয় জাতীয় কংগ্ৰেছ এটা স্পষ্ট লক্ষ্যত উপনীত হয়। ন্যায়সংগতভাৱে শান্তিপূৰ্ণ পন্থাৰে আত্মনিয়ন্ত্ৰণ বা স্বৰাজ লাভৰ লক্ষ্য স্থিৰ কৰি লোৱা হয় আৰু গান্ধীজীৰ অহিংস অসহযোগ কাৰ্যসূচী ৰূপায়ণ কৰিবলৈ লয়। জাতীয় আন্দোলনৰ উত্তৰণৰ আন এটি গুৰুত্বপূৰ্ণ দিশ হ'ল আন্দোলনৰ গণমুখী ধাৰা। ইমান দিনে ভাৰতীয় জাতীয় কংগ্ৰেছ শিক্ষা-দীক্ষা থকা বৰ বৰ লোক বা আন কথাত ভাৰতীয় বুৰ্জোৱাৰ আৱৰ্তত আছিল। আনে তাৰ ভু পোৱা নাছিল। গান্ধীজীয়ে ইয়াক গণমুখী কৰি তুলিলে। সি যিকি নহওক, ইতিমধ্যে অসমত বৃটিছবিৰোধী চেতনা আৰম্ভ হৈছিল। তাৰ কিছু আভাস দিয়া হৈছে। আৰু কিছু আভাস দিয়াৰ যত্ন কৰা হ'ল।

১ম মহামসৰৰ সময়ত অসমে বৃটিছক ধন-জন আৰু সম্পদেৰে সহায় কৰিবলগীয়া হৈছিল। অসমৰ ছিলেটৰ ২৬০০ যুঁজাৰু আৰু অৰ্ধ যুঁজাৰুৰ বাদে ৩২৩২ জন বিষয়া আৰু বিভিন্ন স্তৰৰ সামৰিক আৰু অৰ্ধসামৰিক লোকক যুদ্ধক্ষেত্ৰলৈ পঠায়। ২৫ হাজাৰ টকা যুদ্ধ ঋণ, ৯ লাখ টকা যুদ্ধ সাহায্য, ২৫ হাজাৰ টকা যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ বাবদ দান-বৰঙণি আৰু ২৫ হাজাৰ টকাৰ বস্তু-বাহানিৰ আগধন দিয়া হয়। ফলত অসমৰ অৰ্থনীতি ভাগি পৰে। আৰ্থিক অৱস্থা শোচনীয় হয়। সকলো সম্পদ যুদ্ধৰ নামত ব্যৱহৃত হোৱাত অসমৰ উন্নতিৰ কথা তল পৰিল। জনকল্যাণ আঁচনি ক্ষতিগ্ৰস্ত হ'ল। বৰ্ধিত শিক্ষিতসকলৰ নিযুক্তিৰ পথ ৰুদ্ধ হ'ল। নিত্যব্যৱহাৰ্য সামগ্ৰী, যেনে নিমখ, কেৰাচিন আৰু বস্ত্ৰৰ অভাৱ ঘটিল। চোৰাং বেপাৰী আৰু মজুতকাৰীয়ে বস্তুৰ হৰলুকী কৰিলে; মুনাফা লুটাত লাগিল। বেতন ভোগীসকল ক্ষতিগ্ৰস্ত হ'ল। কৃষকে অধিক সুদত মহাজনৰ ধাৰ ল'ব লগা হ'ল। বিভিন্ন চাহ বাগিচাত শ্ৰমিকৰ ধৰ্মঘট হ'ল। এনেবোৰ কাৰণতে অসমত বৃটিছবিৰোধী উগ্ৰবাদী চেতনা বৃদ্ধি হয়। অসমৰ তদানীন্তন ৰাজনীতিত গুৰুত্বপূৰ্ণ ভূমিকা পোৱা তৰুণৰাম ফুকনে ১৯০৬ খ্ৰীষ্টাব্দত কলকাতাত বহা কংগ্ৰেছ অধিৱেশনত যোগদান কৰিছিল। কিছুদিনৰ বাবে ৰাজনীতিৰ পৰা আঁতৰি আছিল যদিও ১৯১৮ খ্ৰীষ্টাব্দত আসাম এছ'চিয়েচনৰ গোৱালপাৰা অধিৱেশনৰ সভাপতিৰ মন্তব্যত তেওঁ বৃটিছৰ সমালোচনা কৰিছিল। ১৯১৯ খ্ৰীষ্টাব্দত অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'চেতনা' আলোচনী প্ৰকাশ হয়। আলোচনীখনে এক উগ্ৰ জাগৰণ অনাৰ প্ৰয়াস লয়। তেজপুৰত আচাৰ্য পি চি ৰায়ৰ সভাপতিত্বত বহা অসম ছাত্ৰ সন্মিলনৰ ৪ৰ্থ অধিৱেশনত বিদেশী পণ্য বৰ্জন আৰু স্বদেশী পণ্য গ্ৰহণৰ বাবে প্ৰস্তাৱ লোৱা হয়। ছাত্ৰ সন্মিলনে স্বৰাজৰ প্ৰতি সহযোগিতা প্ৰদৰ্শন কৰে।

আসাম এছ'চিয়েচনৰ পৰা ভাৰত জাতীয় কংগ্ৰেছৰ অধিৱেশনলৈ প্ৰতিনিধি পঠোৱা হৈছিল যদিও ১৯২০ খ্ৰীষ্টাব্দলৈ অসমত জাতীয় কংগ্ৰেছৰ শাখা নাছিল। সেই সময়তে আচাম এছ'চিয়েচনৰ তৰুণ সদস্য এচামে জাতীয় কংগ্ৰেছত যোগদান কৰাৰ মনস্থ কৰে। তৰুণ ৰাম ফুকন, নবীন চন্দ্ৰ বৰদলৈ আৰু চন্দ্ৰনাথ শৰ্মাই ধাৰণা কৰিছিল যে আঞ্চলিক সংস্থাটোৰে জাতীয় কংগ্ৰেছত যোগ দিয়াৰ সময়

সমাগত। এছ'চিয়েচনৰ কে'বাজনো সদস্যই কলকাতাত বহা কংগ্ৰেছৰ বিশেষ অধিৱেশনলৈ গ'ল (৪-৯ ছেপ্টেম্বৰ, ১৯২০ খ্ৰীঃ) আৰু কংগ্ৰেছে লোৱা অসহযোগ আন্দোলনৰ বিষয়ে অৱগত হ'ল। চন্দ্ৰনাথ শৰ্মাৰ বাহিৰে গোপীনাথ বৰদলৈ আৰু অন্যান্য সদস্যসকল কিছু দ্বিধাগ্ৰস্ত হৈছিল। আসাম এছ'চিয়েচনৰ কংগ্ৰেছৰ অসহযোগ আঁচনিৰ বিষয়ে বিবেচনা কৰিবলৈ গুৱাহাটীত এখন বিশেষ সভা আহ্বান কৰে। তাত অসহযোগ আন্দোলনৰ প্ৰতি সমৰ্থন জনোৱা হয় (১১ অক্টোবৰ, ১৯২০ খ্ৰীঃ)। সভাখন ফাইজনুৰ আলীৰ সভাপতিত্বত বহিছিল। সভাৰ প্ৰস্তাৱ মৰ্মে বিদেশী পণ্য আৰু সংস্কাৰিত অসম বিধান পৰিষদৰ আগন্তুক নিৰ্বাচন বৰ্জন কৰাৰ সিদ্ধান্ত লোৱা হয়। অৱশ্যে চৰকাৰী সাহায্যপ্ৰাপ্ত স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰীৰ শ্ৰেণী বৰ্জন আৰু উকীলৰ কোৰ্ট-কাছাৰী বৰ্জনৰ কাৰ্যসূচী পৰ্যায়ক্ৰমে লোৱাৰ সিদ্ধান্ত লোৱা হয়। উল্লেখ্য যে 'এছ'চিয়েচন'ৰ নৰমপন্থী সদস্যই আপত্তি তুলিছিল হয়, কিন্তু উগ্ৰপন্থীসকলে ভোটৰ ব্যৱধানত অসহযোগ আন্দোলনৰ কাৰ্যসূচী লোৱাৰ প্ৰস্তাৱ পাছ কৰে। অন্যতম নেতা চন্দ্ৰনাথ শৰ্মাকে ধৰি কেইবাজনো বিধান পৰিষদত সোমাই ভিতৰৰ পৰা পৰিষদৰ কাম-কাজত অসহযোগ কৰাৰ প্ৰস্তাৱ আনে যদিও সি কাৰ্যকৰী নহ'ল। চন্দ্ৰনাথ শৰ্মা, অম্বিকাগিৰী ৰায়চৌধুৰী আৰু ত্ৰিগুণাচৰণ বৰুৱাই তৎকালীনভাৱে ছাত্ৰ-ছাত্ৰীৰ শ্ৰেণী বৰ্জন আৰু উকীলৰ কৰ্ট-কাছাৰী বৰ্জনৰ পোষকতা কৰে যদিও পৰিষদে তাৰ প্ৰতি সঁহাৰি নিদিলে।

২৭ অক্টোবৰত দেৱেশ্বৰ শৰ্মাৰ সভাপতিত্বত যোৰহাটত বহা 'আসাম ভেলী মুছলিম এছ'চিয়েচনে' অসহযোগ আন্দোলনত সমৰ্থন জনায়। অসহযোগ কাৰ্যসূচী ৰূপায়ণ আৰু বিধান পৰিষদ বৰ্জন কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে। কিন্তু, তফজুল হুছেইন আৰু আন দুজনে তাৰ বিৰোধিতা কৰি সভা ত্যাগ কৰে।

দেখা যায় যে ইতিমধ্যে অসহযোগ আন্দোলনৰ প্ৰভাৱ ৰাইজৰ মাজত পৰে। ১৩ নৱেম্বৰৰ (১৯২০ খ্ৰীঃ) নবীন চন্দ্ৰ বৰদলৈয়ে পোনতে নলবাৰী অঞ্চলৰ বেলশৰত প্ৰায় ৫০০ লোক সমবেত হোৱা সভাত বক্তৃতা দি বিদেশী দ্ৰব্য বৰ্জন আৰম্ভ কৰে। তাৰ পিছত নবীন চন্দ্ৰ বৰদলৈ আৰু তৰুণ ৰাম ফুকনৰ নেতৃত্বত এদল স্বেচ্ছাসেৱকে এমাহজুৰি কামৰূপৰ বিভিন্ন অঞ্চলৰ বিদেশী পণ্য বৰ্জন আৰু স্বদেশী দ্ৰব্য গ্ৰহণ কাৰ্যসূচী ব্যাপক কৰি তোলে। বৰদলৈ আৰু ফুকনৰ সহযোগী আছিল প্ৰসিদ্ধ সংগঠক চন্দ্ৰনাথ শৰ্মা। ১৪ নৱেম্বৰত তৰুণ ৰাম ফুকনে উত্তৰ গুৱাহাটীৰ ৰাজদুৱা সভাত স্বদেশী দ্ৰব্য (খদ্দৰ) ব্যৱহাৰ কৰাৰ কাৰণে আহ্বান জনায়। নবীন চন্দ্ৰ, দেবেন্দ্ৰ নাথ উজীৰ আৰু অম্বিকাগিৰী ৰায় চৌধুৰীয়ে নলবাৰীৰ পকোৱাত কামৰূপ জাতীয় উন্নয়িনী সভাত বক্তৃতা দিয়ে আৰু অসহযোগ আন্দোলনত যোগ দিবলৈ ৰাইজৰ ওচৰত গোহাৰি জনায়। 'আসাম এছ'চিয়েচন'ৰ কেইজনমান সদস্যই শিৱসাগৰত অসহযোগ আন্দোলনৰ প্ৰস্তুতি চলায়। শিৱসাগৰৰ এদল ছাত্ৰই শ্ৰেণী বৰ্জনৰ লগতে স্কুলৰ মাচুল নিদিবলৈ সিদ্ধান্ত লয়। মঙলদৈৰ ছাত্ৰসকলে শ্ৰেণী বৰ্জন কাৰ্যসূচী পালন কৰে।

প্ৰসন্ন কুমাৰ বৰুৱাৰ পৌৰোহিত্যত ডিচেম্বৰত তেজপুৰত বহা 'আসাম এছ'চিয়েচন'ৰ বাৰ্ষিক অধিৱেশনে বিশেষ সভাত অসহযোগ আন্দোলনৰ ওপৰত গৃহীত প্ৰস্তাৱ অনুমোদন কৰে। গংগাগোবিন্দ ফুকন, ঘনশ্যাম বৰুৱা আৰু কামাখ্যাৰাম বৰুৱাকে ধৰি নৰমপন্থী আৰু বৃটিছ অনুগামী সদস্যসকলে সংস্থা ত্যাগ কৰে। ১৯২১ খ্ৰীষ্টাব্দত 'আসাম এছ'চিয়েচনে' নৱগঠিত 'আসাম প্ৰভিন্সিয়েল কংগ্ৰেছ'ৰ লগত চামিল হয়। আঞ্চলিকতাবাদে জাতীয়তাবাদ ৰূপ পৰিগ্ৰহ কৰে। উল্লেখ্য যে আন আন প্ৰতিনিধিৰ লগত নবীন চন্দ্ৰ বৰদলৈ কংগ্ৰেছৰ নাগপুৰ অধিৱেশনত যোগদান কৰে। এই অধিৱেশনে কংগ্ৰেছৰ সংগঠন ভাষাৰ ভিত্তিত গঢ় দিবলৈ সিদ্ধান্ত লয়। বৰদলৈকো অন্যান্যৰ লগত কংগ্ৰেছৰ সংবিধানৰ খচৰা প্ৰস্তুত সমিতিত লোৱা হয়। সেই সময়তে গুৱাহাটীৰ ছাত্ৰ দল এটাই নাগপুৰত বহা সৰ্দৌ ভাৰতীয় ছাত্ৰ অধিৱেশনত যোগ দিয়ে। কংগ্ৰেছৰ নাগপুৰ অধিৱেশনত উজ্জীৱিত হোৱা গান্ধীজীৰ অসহযোগ ৰাজনীতিৰ প্ৰতি তেওঁলোক আকৃষ্ট হয় আৰু ঘূৰি আহি অসহযোগ কাৰ্যসূচীত জঁপিয়াই পৰে। ১৯২১ খ্ৰীষ্টাব্দৰ জানুৱাৰিৰ শেষৰ ফালে কটন কলেজৰ ছাত্ৰই শ্ৰেণী বৰ্জন কৰে। এনেভাৱে ব্ৰহ্মপুত্ৰ উপত্যকাত অসহযোগ আন্দোলন আৰম্ভ হয়।

সুৰমা উপত্যকাত ১৯২০ খ্ৰীষ্টাব্দৰ ১৯-২০ ছেপ্টেম্বৰত আব্দুল কৰিমৰ সভাপতিত্বত 'সুৰমা ভেলী প্ৰভিন্সিয়েল কংগ্ৰেছৰ' ৫ম অধিৱেশন বহে। তাত অংশগ্ৰহণ কৰি বিশিষ্ট নেতা বিপিন চন্দ্ৰ পাল, সুন্দৰী মোহন দাস আৰু আক্ৰাম খানে ছাত্ৰ-ছাত্ৰীসকলকে জাতিৰ হকে যুঁজ দিবলৈ আহ্বান জনায় আৰু শ্ৰেণী বৰ্জন কাৰ্যসূচী লোৱাৰ বাবে আবেদন কৰে। সভাত ইউৰোপিয়ান সদাগৰ আৰু চাহ খেতিয়কৰ সৈতে অহিংস অহসযোগ কৰাৰো সিদ্ধান্ত লোৱা হয়। খিলফটীসকলে তাত সমৰ্থন জনাই বিভিন্ন ঠাইত সভা পাতে। এনে অৱস্থাত অসম প্ৰশাসনে সদৰী কৰে যে 'সুৰমা ভেলী', প্ৰভিন্সিয়েল কংগ্ৰেছে চাহ বনুৱাক মালিক গোষ্ঠীৰ বিৰুদ্ধে উচটনি দি অশান্তিৰ সৃষ্টি কৰিব। আনকি স্বৰাজ সমৰ্থন কৰা খিলাফটী মুছলমানসকলৰ কিছুমানক ছিলেটৰ পাতাবুৰা ডকাইতি (২০ অক্টোবৰ, ১৯২০ খ্ৰীঃ) কৰাত লিপ্ত বুলি সন্দেহ কৰে। সি যিকি নহওক, ব্ৰহ্মপুত্ৰ উপত্যকাৰ দৰে সুৰমা উপত্যকাৰ ছাত্ৰ-ছাত্ৰীসকল 'অহসযোগ আন্দোলনৰ প্ৰতি আকৃষ্ট হয় আৰু শ্ৰেণী বৰ্জনৰ সিদ্ধান্ত গ্ৰহণ কৰে (জানুৱাৰি, ১৯২১ খ্ৰীঃ)। এনেদৰে ব্ৰহ্মপুত্ৰ উপত্যকা আৰু সুৰমা উপত্যকাত ছাত্ৰ-ছাত্ৰীসকলে অসহযোগ আন্দোলনৰ কৰে যদিও সমগ্ৰ অসমত শতকৰা ৯-১০ ভাগেহে শ্ৰেণী বৰ্জন কৰে। ফেব্ৰুৱাৰি মাহত প্ৰায়ভাগে শ্ৰেণী কোঠালৈ উভতি যায়। তদানীন্তন শিক্ষাধিকাৰৰ মতে আন্দোলনত যোগদান কৰা ১৫,০০০ ছাত্ৰ-ছাত্ৰী শ্ৰেণীকোঠালৈ ঘূৰি নাহিল। গতিকে যথেষ্টসংখ্যক স্বেচ্ছাসেৱী ছাত্ৰই গান্ধীজীৰ স্বৰাজৰ বাণী প্ৰসংগত ব্যস্ত হৈ পৰিছিল বুলি ক'ব পাৰি।

## জাতীয় শিক্ষানুষ্ঠান ঃ

মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ কাৰ্যসূচীত যিসকল ছাত্ৰ-ছাত্ৰীয়ে শ্ৰেণী বৰ্জন কৰে তেওঁলোকক জাতীয় আদৰ্শ অনুসৰি শিক্ষা দিয়াৰ বাবে জাতীয় শিক্ষানুষ্ঠান খোলাৰ প্ৰস্তাৱ আছিল। অসমৰ বিভিন্ন স্কুলত শ্ৰেণীবৰ্জন কাৰ্যসূচী আৰম্ভ হোৱাত'প্ৰদেশখনৰ বিভিন্ন ঠাইত জাতীয় স্কুল-কলেজ স্থাপনৰ আৱশ্যাক হ'ল। ছাত্ৰ আন্দোলনৰ প্ৰতিভূ চন্দ্ৰনাথ শৰ্মাই জাতীয় স্কুল খোলাৰ বাবে অগ্ৰণী ভূমিকা ল'লে। তেওঁ গুৱাহাটীৰ সোণাৰাম হাইস্কুলখন জাতীয় স্কুলত পৰিণত কৰিবলৈ চেষ্টা কৰে। অসহযোগকাৰীসকলে তাত সমৰ্থন দিয়ে আৰু স্কুলৰ কাষৰ ভূমি অধিগ্ৰহণ কৰি তাত এখন জাতীয় কলেজ পতাৰ উদ্যোগ লয়। স্কুলখন জাতীয় স্কুলত পৰিণত নকৰিলে ছাত্ৰই সমূহীয়াভাৱে বৰ্জন কৰাৰ ভাবুকি দিয়ে। শিক্ষক সকলোৰো তাত সমৰ্থন আছিল। কিন্তু কৰ্তৃপক্ষ মান্তি নহ'ল। তাৰ প্ৰতিবাদত মহিবুদ্দিন নামৰ শিক্ষকজনে ৩০জন ছাত্ৰসহ স্কুল ত্যাগ কৰে। অৱশেষত ভৰলুমুখত অৱস্থিত ৰোহিণী কুমাৰ চৌধুৰীৰ বাসভৱনৰ চৌহদত এখন জাতীয় স্কুল পতা হয়। নবীন চন্দ্ৰ বৰদলৈয়ে প্ৰধান শিক্ষকৰ দায়িত্ব গ্ৰহণ কৰে। পিছলৈ স্কুলখন উজানবজাৰৰ 'আসাম ক্লাব'লৈ স্থানান্তৰিত কৰে।

গুৱাহাটীৰ দৰে আন আন ঠাইতো জাতীয় স্কুল স্থাপন কৰা হয়। নলবাৰীত স্থাপন কৰা জাতীয় বিদ্যাপীঠত নলবাৰীৰ গৰ্ডন হাইস্কুলৰ ৬০জন ল'ৰাই নামভৰ্তি কৰে। বিদ্যাপীঠৰ প্ৰধান শিক্ষক হয় দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য। বিদ্যাপীঠখন দুবছৰ চলে। জাতীয় স্কুল স্থাপনৰ বাবে পলাশবাৰীত অনুষ্ঠিত এখন সভাত ৰোহিণী কুমাৰ চৌধুৰীয়ে স্থানীয় স্কুলখন জাতীয় স্কুলত পৰিণত কৰাৰ বাবে পৰামৰ্শ আগবঢ়ায়। ১৯২১ খ্ৰীষ্টাব্দৰ ৩১ জানুৱাৰিত বৰপেটাৰ জনতাই কীৰ্তন ঘৰত এখন সভা পাতে আৰু বৰপেটাত জাতীয় স্কুল স্থাপনৰ বাবে প্ৰস্তাৱ গ্ৰহণ কৰে। ৫ জানুৱাৰিত চন্দ্ৰনাথ শৰ্মাই সৰভোগৰ স্থানীয় এম ই স্কুলখনকে জাতীয় স্কুল কৰিবলৈ আবেদন জনায়। তেজপুৰত চন্দ্ৰ কুমাৰ নাথৰ ঘৰতে জাতীয় স্কুলৰ অধ্যয়ন চলে। পথৰুঘাটত কুমুদ ৰাম বৰাই জাতীয় স্কুল স্থাপনত অগ্ৰণী ভূমিকা লয়। দৰং জিলাৰ চতিয়াত এশজন বৰ্জনকাৰী ছাত্ৰক লৈ জাতীয় স্কুল স্থাপনৰ যো-জা কৰা হয়। কৃষ্ণকান্ত ভট্টাচাৰ্যৰ চেষ্টাত যোৰহাটত থিয়েটাৰ হলতেই জাতীয় স্কুল স্থাপন হয়। ১ ফেব্ৰুৱাৰী, ১৯২১ খ্ৰীঃ দুজন সহকৰ্মীৰ সৈতে কৃষ্ণনাথ শৰ্মাই প্ৰধান শিক্ষক হিচাপে শিক্ষাদানত ব্ৰতী হয়। কমলাকান্ত ভট্টাচাৰ্যই নগাঁৱত এখন জাতীয় স্কুল খোলাত নেতৃত্ব দিয়ে। কনক চন্দ্ৰ শৰ্মাৰ তত্ত্বাৱধানত ৰহাত জাতীয় স্কুল আৰম্ভ হয়।

আৰম্ভণিতে ৪০জন শিক্ষাৰ্থীক লৈ ছিলেটত এখন জাতীয় স্কুল খোলা হয়। গুদামঘৰ এটাত স্থাপন কৰা

স্কুলখনত বোৱা-কটা শিকোৱাৰ লগতে হিন্দী ভাষা শিকোৱা হৈছিল। ছাত্ৰবিলাকক খিলাফৎ আন্দোলনৰ স্বেচ্ছাসেৱক বাহিনীত ভৰ্তি কৰা হয়। ছিলেট ভ্ৰমণত অহা চি আৰ দাসে স্কুলখন পৰিদৰ্শন কৰি দুই হাজাৰ টকা দান দিয়ে। সেই টকাৰে স্কুলৰ ১টা খেৰি ঘৰ বন্ধা হয়। কলেজ বৰ্জন কৰা ছাত্ৰই তাত শিক্ষাদান কৰে আৰু স্কুলৰ সাহায্যাৰ্থে মুষ্টি ভিক্ষা তোলে। স্কুলৰ ছাত্ৰই বিদেশী কাপোৰ বিক্ৰীত বাধা দিয়ে। স্কুলখন ১৯২৩ খ্ৰীষ্টাব্দলৈ চলিছিল। কৰিমগঞ্জৰ ৰাজনগৰত আৰু দুললীত জাতীয় স্কুল চলিছিল। সুৰেন্দ্ৰচন্দ্ৰ ভট্টাচাৰ্য কৰিমগঞ্জ আৰু নবীন কুমাৰ গুপ্ত দুললীৰ প্ৰধান শিক্ষক আছিল।

**চাহ বাগিচাৰ কুলিৰ প্ৰস্থান ঃ**

চাহ বাগিচাৰ বনুৱাসকল ইউৰোপিয়ান মালিকসকলৰ শোষণৰ বলি হৈছিল। বনুৱাসকলক অতি কম মজুৰি দিয়া হৈছিল। ২ আনা বা ৬ পাই মজুৰিতে বনুৱা লোৱা হৈছিল। আনহাতে যুদ্ধোত্তৰ অৰ্থনৈতিক মন্দাৰ নামত চাহ বাগিচাৰ শ্ৰমিক ছাটাই আৰম্ভ হয়। অসহযোগ আন্দোলনৰ বাৰ্তা পাই দাৰুণ আৰ্থিক দুৰ্দশাগ্ৰস্ত বুনুৱাসকল উদ্বিগ্ন হৈ পৰে। সুৰমা উপত্যকাৰ বনুৱাসকল ১৯২১ খ্ৰীষ্টাব্দৰ আৰম্ভণিৰে পৰা কংগ্ৰেছ আৰু খিলাফৎ আন্দোলনকাৰীসকলৰ সংস্পৰ্শলৈ আহে। বিশেষকৈ ফেব্ৰুৱাৰিত অসহযোগ আন্দোলনকাৰীসকলৰ ৩জন হিন্দীভাষী সংগঠকে বাগানৰ বনুৱাসকলৰ মাজত সভা পাতে। ফলত সুৰমা উপত্যকাৰ চাহ বনুৱাৰ মাজত উদ্বিগ্নতা বাঢ়ি যাবলৈ ধৰে। কৰিমগঞ্জ মহকুমাৰ চাৰগোলা আৰু লংলাই উপত্যকাৰ ১৩খন চাহ বাগিচাত মজুৰি বৃদ্ধিৰ দাবীত হৰতাল আৰম্ভ হয়। মালিক পক্ষই বিমোৰত পৰাত চৰকাৰে ১৪৪ ধাৰা জাৰি কৰে। তৎসত্ত্বেও ধৰ্মঘট অব্যাহত থাকে। ধৰ্মঘটকাৰী বনুৱাই 'মহাত্মা গান্ধী কি জয়' ধ্বনি দিয়ে। ২ মে'ত গান্ধীজীৰ স্বনিৰ্ভৰশীল কাৰ্যসূচীৰ দ্বাৰা প্ৰভাৱিত বনুৱাসকলে বনুৱা বৃত্তি এৰি জন্ম স্থানলৈ ঘূৰি যোৱাৰ চাৰগোলাৰ চান্দপুৰ ৰে'লৰে ষ্টেচনত জমা হয়। এই ঘটনা চাৰগোলাৰ বনুৱাৰ প্ৰস্থান নামে অভিহিত হয়। প্ৰকৃতাৰ্থত মালিকসকলৰ নিষ্ঠুৰ শোষণৰ বিৰুদ্ধে শ্ৰমিকৰ অহিংস প্ৰত্যাহ্বানেই আছিল এই শ্ৰমিক আন্দোলনৰ গূঢ়াৰ্থ। নিঃসন্দেহে ই এক ঐতিহাসিক ঘটনা। সাম্ৰাজ্যবাদী চৰকাৰৰ উদাসীনতাৰ বিৰুদ্ধে ই আছিল এক প্ৰতিবাদ।

বনুৱাসকলে জন্মস্থান সুদূৰ মধ্যপ্ৰদেশ-উত্তৰপ্ৰদেশ আদি ঠাইলৈ উভতি যোৱাৰ বাবে চাৰগোলা ৰে'লৰে ষ্টেচনত থিতাপি লৈছিল। তেওঁলোকে পদ্মা নৈ পাৰ হোৱাৰ বাবে পাৰঘাটত জাহাজ ৰখি আছিল। বৃহৎ সংখ্যক বনুৱাই কৰ্মত্যাগ কৰাৰ ফলত চাহ বাগানবোৰ দুৰ্যোগত পৰিব বুলি বনুৱাসকলক ওভতাই নিয়াৰ চেষ্টা কৰি বিফল হোৱাত চৰকাৰে বিনা টিকটে ৰে'লত যোৱাৰ বাবে নিষেধাজ্ঞা জাৰি কৰিলে। আনহাতে বিভিন্ন চাহ বাগিচাৰ বনুৱা আহি থাকিল। ১৯ মে'ত গৃহমুখী বনুৱাৰ সংখ্যা প্ৰায় চাৰি হাজাৰ হয়গৈ। স্বাস্থ্য সেৱাৰ অভাৱত সমবেত বনুৱাৰ মাজত মহামাৰীয়ে দেখা দিলে। ২০ মে'ত দুৰ্গত বনুৱাবোৰক ষ্টেচন চৌহদৰ পৰা খেদি পঠোৱাৰ বাবে পুলিচ বাহিনী নিয়োগ কৰা হ'ল। পুলিচৰ নিগ্ৰহ আৰু মহামাৰীত তিনি হাজাৰ বনুৱাৰ মৃত্যু হ'ল।

এই দুৰ্ঘটনাৰ প্ৰবল প্ৰতিক্ৰিয়া হ'ল। দুৰ্ঘটনাৰ খবৰ পোৱাত চট্টগ্ৰামৰ পৰা যতীন্দ্ৰ মোহন সেনগুপ্ত আৰু কমিল্লাৰ পৰা আখিল ৰঞ্জন দত্ত চাৰগোলা ৰে'লৰে ষ্টেছনলৈ আহিল। চি আৰ দাস কলকাতাৰ পৰা আহি উপস্থিত হ'ল আৰু ভগনীয়াসকলক কিছু অৰ্থ সাহায্য দিলে। স্থানীয় কংগ্ৰেছ কৰ্মীসকল আগবাঢ়ি আহি ভগনীয়াসকলক সাহায্য কৰাৰ বাবে অৰ্থ সংগ্ৰহ কৰে। কংগ্ৰেছৰ আহ্বানত ছিলেটত চাৰিদিনীয়া হৰতাল পালন কৰা হ'ল। ২৪ মে'ৰ পৰা 'বেংগল-আসাম' ৰে'লৰে কৰ্মচাৰীয়ে হৰতাল পালন কৰিলে। ষ্টিমাৰ নেভিগেছনৰ কৰ্মচাৰীয়েও হৰতালত যোগ দিয়ে। ব্ৰহ্মপুত্ৰ উপত্যকাতো ইতিমধ্যে দুই চাৰিখন চাহ বাগানৰ কুলিয়ে মজুৰি বৃদ্ধিৰ বাবে হৰতাল কৰে। কিন্তু তাৰ পিছতে আকৌ কামত যোগদান কৰে। গান্ধীজীৰ অসহযোগ আন্দোলন স্বনিৰ্ভৰশীল কাৰ্যসূচীৰ প্ৰভাৱত কিছুমানে বনুৱা বৃত্তি ত্যাগ কৰি গৃহভূমিলৈ উভতিছিল। চাৰগোলা ঘটনাৰ প্ৰতিবাদত ব্ৰহ্মপুত্ৰ উপত্যকাত পুনৰ হৰতাল আৰম্ভ হ'ল। লামডিং আৰু অন্যান্য ঠাইত হৰতাল পালন কৰা হ'ল। গুৱাহাটীত উকীলে বনুৱা ওপৰত চলোৱা নিৰ্মম অত্যাচাৰৰ প্ৰতিবাদত ৩ দিনৰ বাবে ক'ৰ্ট বৰ্জন কৰিলে। গোপীনাথ বৰদলৈ, তৰুণৰাম ফুকনে ৰে'লৰে কৰ্মচাৰীৰ আন্দোলনত

ইন্ধন যোগোৱা বুলি কোৱা হয়। ৰে'লৱে কৰ্মচাৰীৰ হৰতাল প্ৰায় ৩ মাহ চলিছিল। শাস্তিমূলক ব্যৱস্থা লোৱাৰ ফলত ৪,৫০০ কৰ্মচাৰীৰ চাকৰি গ'ল। নদী পৰিবহণ কৰ্মচাৰীৰ ওপৰত শাস্তিমূলক ব্যৱস্থা নোলোৱাকৈয়ে হৰতাল ভাগিল।

ব্ৰহ্মপুত্ৰ উপত্যকাৰ হৰতালৰ উদ্দেশ্য আছিল টকা-পইচাৰ অভাৱগ্ৰস্ত কুলিবিলাকক চাহ বাগানৰ মালিকপক্ষ আৰু চৰকাৰী খৰচত গৃহভূমিলৈ ওভতাই পঠিওৱাটো। ই ৰাজনৈতিকভাৱে সংগঠিত আন্দোলন আছিল। অসহযোগ আন্দোলনকাৰীয়ে তাত অৰিহণা যোগায়। অৱশ্যে কংগ্ৰেছৰ সকলোৱে বনুৱাৰ আন্দোলন সমৰ্থন কৰা নাছিল। স্বয়ং গান্ধীজীয়ে মতপোষণ কৰিছিল যে শ্ৰমিকৰ হৰতাল অসহযোগ কাৰ্যসূচীৰ অন্তৰ্ভুক্ত নহয়। কেইখনমান জাতীয় বাতৰিয়ে এই ঘটনা উদঙাই মতপোষণ কৰিছিল যে চন্দনপুৰৰ বনুৱা প্ৰস্থান চাহ বাগানৰ মালিকপক্ষ আৰু চৰকাৰী আমোলাৰ নিষ্পেষণ নিগ্ৰহৰ অন্য এক জ্বলন্ত ছবি।

### অসম প্ৰদেশ কংগ্ৰেছ

সাংগঠনিকভাৱে অসম সৰ্বভাৰতীয় কংগ্ৰেছৰ বংগ প্ৰদেশ কংগ্ৰেছৰ অন্তৰ্গত আছিল। উল্লেখ কৰা হৈছে যে নাগপুৰ কংগ্ৰেছত ভাষাৰ ভিত্তিত সংগঠনৰ সম্প্ৰসাৰণ বা পুনৰ্গঠন কৰাৰ প্ৰস্তাৱ লোৱা হয়। চাৰগোলাৰ দুৰ্ঘটনাৰ পিছত কংগ্ৰেছৰ নতুন সংবিধান মৰ্মে অসম কংগ্ৰেছ কমিটী গঠনৰ প্ৰস্তাৱ লোৱা হয়। অৱশ্যে ভাষা সূত্ৰে সুৰমা উপত্যকা বংগ প্ৰদেশ কংগ্ৰেছৰ অন্তৰ্গত হৈ থাকিল। ৫ জুনত (১৯২০ খ্ৰীঃ) নবীন চন্দ্ৰ বৰদলৈৰ বাসভৱনতে অসম কংগ্ৰেছ কমিটী গঠন কৰা হয়। তেওঁ সভাৰ আহ্বায়ক আছিল যদিও অন্য ব্যস্ততাৰ বাবে তেওঁ সভাত উপস্থিত থাকিব নোৱাৰিলে। তৎসত্ত্বেও তেওঁক অসমৰ জেনেৰেল ছেক্ৰেটাৰী নিৰ্বাচন কৰা হ'ল। অসম বিলাসিনী কাকতৰ সম্পাদক কৃষ্ণকান্ত ভট্টাচাৰ্যৰ সভাপতিত্বত সভাখন অনুষ্ঠিত হয় আৰু নিম্নলিখিত ধৰণে অসম কংগ্ৰেছৰ কাৰ্যকৰী সমিতি গঠন কৰে—

কুলধৰ চলিহা — সভাপতি
নবীন চন্দ্ৰ বৰদলৈ — সাধাৰণ ছেক্ৰেটাৰী
বদ্ৰিনাথ আগৰৱালা — উপ-সভাপতি
কালিপ্ৰসাদ বৰুৱা, মহিবুদ্দিন আহমেদ — সহঃ ছেক্ৰেটাৰী
যোগেন্দ্ৰ নাৰায়ণ বৰুৱা — কোষাধ্যক্ষ
দুৰ্গা নাথ বৰুৱা — হিচাপ পৰীক্ষক

তৰুণৰাম ফুকনক সভাপতি পাতিবলৈ ইচ্ছা কৰা হয় যদিও তেতিয়ালৈকে তেওঁ গৱৰ্ণমেণ্ট ল কলেজৰ চাকৰি নেৰাত নীতিগতভাৱে তেওঁ সভাপতি হ'ব নোৱাৰিলে। কিছুদিনৰ ভিতৰতে চাকৰি ইস্তফা দিয়াত তেওঁ প্ৰদেশ কংগ্ৰেছৰ সভাপতি আৰু কুলধৰ চলিহা উপ-সভাপতি হয়। আনহাতে তৰুণৰাম ফুকন, নবীন চন্দ্ৰ বৰদলৈ, কুলধৰ চলিহা, চন্দ্ৰনাথ শৰ্মা, কৃষ্ণ নাথ শৰ্মা আৰু কনক চন্দ্ৰ শৰ্মা সৰ্বভাৰতীয় কংগ্ৰেছ কমিটীৰ সদস্য হিচাপে নিৰ্বাচিত হয়।

### গান্ধীজীৰ অসম ভ্ৰমণ ঃ

অসমৰ উল্লিখিত বিশিষ্ট নেতাসকলে কংগ্ৰেছৰ মুম্বাই (বোম্বাই) অধিৱেশনত যোগাদন কৰে (জুলাই, ১৯২১ খ্ৰীঃ) আৰু গান্ধীজীক অসম ভ্ৰমণৰ বাবে অনুৰোধ জনায়। গান্ধীজীয়ে ইতিমধ্যে অন্ধ্ৰ ভ্ৰমণসূচী লৈছিল। অসমৰ প্ৰতিঘৰত তিৰোতাই যঁতৰত সূতা কাটে আৰু কাপোৰ বোবে বুলি জানি তেওঁ অন্ধ্ৰ ভ্ৰমণসূচী বাতিল কৰি ১০ দিনীয়া ভ্ৰমণসূচী লৈ অসমলৈ আহে। গান্ধীজীৰ লগত কোনো কোনোৰ মতে দুজন (চৌকৎ আলি আৰু মহম্মদ আলি), কোনো কোনোৰ মতে ১১ জনৰ (মহম্মদ আলি আৰু তেওঁৰ পত্নী, আজাদ শোভানি, যমনলাল বাবাজ, যমুনা দাস, প্ৰভু দাস, আব্দুল হায়াট হিৰু আৰু কৃষ্ণ দাস) দল এটি অসমলৈ আহে।

গান্ধীজী ১৮ আগষ্টত (১৯২১ খ্ৰীঃ) গুৱাহাটীত উপস্থিত হয় আৰু তৰুণ ৰাম ফুকনৰ বাসভৱনলৈ যায়। গুৱাহাটীত বিভিন্ন ঠাইৰ পৰা অহা গান্ধী দৰ্শনাৰ্থীৰ ভিৰ হৈছিল। তেওঁক তাত বিপুলভাৱে আদৰণি জনোৱা হয়। তেওঁ গুৱাহাটী, তেজপুৰ, নগাঁও, যোৰহাট, ডিব্ৰুগড়, শিলচৰ আৰু ছিলেটত বক্তৃতা দিয়ে। গান্ধীজীৰ বিদেশী পণ্য বৰ্জনৰ আঁচনিৰ প্ৰতি বিপুল সমাদৰ জনোৱা হয়। প্ৰায়ভাগ সভাতে অসহযোগ আন্দোলনকাৰীসকলে বিদেশী বস্ত্ৰ ভস্মীভূত কৰে। ভস্মীভূত কৰিব লোৱা বিদেশী বস্তুৰ দ'মত গান্ধীজীক অগ্নি সংযোগ কৰিবলৈ দিয়া হয়। বিদেশী বস্তু বৰ্জনৰ প্ৰভাৱত বস্ত্ৰ সদাগৰসকলে বিদেশী বস্তু বিক্ৰী বন্ধ কৰিব

বুলি প্ৰতিশ্ৰুতি দিয়ে।

গান্ধীজীৰ অসম ভ্ৰমণৰ ফলত অসহযোগ আন্দোলনৰ তীব্ৰতা বৃদ্ধি হয়। গোটেই প্ৰদেশখনতে দেশপ্ৰেমত ঢৌ উথলি উঠে। গান্ধীজীয়ে ব্ৰহ্মপুত্ৰ উপত্যকাত কানিৰ বিৰুদ্ধে আন্দোলন কৰিবলৈ পৰামৰ্শ আগবঢ়ায়। তাত উৎসাহিত হৈ হাজাৰ হাজাৰ ডেকা অসমীয়া ওলাই আহি কানি, ভাং আৰু অন্যান্য মাদক দ্ৰব্যৰ অপকাৰিতাৰ বিষয়ে প্ৰচাৰ কৰাত লাগি যায়। গান্ধীজীৰ প্ৰত্যাৱৰ্তনৰ পিছত হৰতাল আৰু পিকেটিং আৰু বেছি কাৰ্যকৰী হয়। তৰুণৰাম ফুকনৰ লগতে আন বহুতো উকীলে আন্দোলনত জঁপিয়াই পৰে (১ম ছেপ্টেম্বৰত ১৯২১ খ্ৰীঃ)। ১৯জন উকীলে ওকালতি বৰ্জন কৰে। অসহযোগ আন্দোলনৰ আহ্বানত সুৰমা উপত্যকাৰ কিছুমান উকীলে ওকালতি ত্যাগ কৰে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ ওকালতি ত্যাগ কৰা কিছুমান উকীলে গাঁও অঞ্চলত পঞ্চায়ত পাতি মোকৰ্দমা নিষ্পত্তি কৰাত লাগে। সুৰমা উপত্যকাৰ উকীল কিছুমানেও কংগ্ৰেছৰ সংগঠনত লাগি যায়। ইতিমধ্যে ভাৰতৰ আন আন অংশৰ দৰে অসমতো দান-বৰঙণি তুলি তিলক মেমোৰিয়েল স্বৰাজ্য ফাণ্ড' খুলিছিল। এই পুঁজিৰ পৰা ওকালতি এৰি অসহযোগ আন্দোলনত সৰ্বান্তঃকৰণে আত্ম নিয়োগ কৰা কিছুমান উকীলক আৰ্থিক সাহায্য দিয়া হয়। জিলা আৰু মহকুমা ভিত্তিত কংগ্ৰেছ কমিটী গঠন কৰি আন্দোলন সক্ৰিয় কৰি তোলাৰ লগতে কংগ্ৰেছৰ সংগঠন আগবঢ়াই নিয়ে। চাৰিঅনীয়া টিকট দি সভ্য ভৰ্তি কৰে।

অক্টোবৰ-নৱেম্বৰ মাহত অসহযোগ আন্দোলনে শীৰ্ষ বিন্দু পায়গৈ। ছাত্ৰ আৰু উকীলৰ দৰে শিক্ষক আৰু কৰ্মচাৰীয়ে পদত্যাগ কৰি আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰে। যেনে— দুজন উপপতি সমাহৰ্তা (হৰি প্ৰসাদ দাস আৰু মহম্মদ চিস্তি), দুজন কৰ্মচাৰী সহায়ক (হলধৰ ভূঞা আৰু কালীপ্ৰসাদ বৰা), কোৰ্ট ইন্সপেক্টৰ ক্ষীৰোদ ধৰ বৰা আৰু চিৰস্তাদাৰ নবীন ৰাম ফুকনে চাকৰি এৰি দিয়ে। গোৱালপাৰাৰ ১৩জন, নগাঁৱৰ ১১জন আৰু গুৱাহাটীৰ পাঁচজন পুলিচ কৰ্মচাৰীয়ে চাকৰি এৰে। নলবাৰীত ১৪জন, ছয়গাঁৱৰ ছজন, ৰঙিয়াৰ ৩৪জন মণ্ডলে চাকৰি এৰে। তামুলপুৰ আৰু আন মৌজাৰ মৌজাদাৰেও পদত্যাগ কৰে। স্কুল শিক্ষক যেনে মহিবুদ্দিন আহমেদ, ত্ৰিগুণা বৰুৱা (সোণাৰাম হাইস্কুল, গুৱাহাটী), কমলানন্দ ভট্টাচাৰ্য, জোনাৰাম বৰুৱা, আত্মসিং চেত্ৰী (নগাঁও), কনক চন্দ্ৰ শৰ্মা (ৰহা), মহিবুল হুছেইন, হেম বৰপূজাৰী (উত্তৰ লখিমপুৰ), দীনেশ্বৰ শৰ্মা, লোকনাথ গোস্বামী (মঙলদৈ), মহাদেৱ শৰ্মা (তেজপুৰ), ভাৰত চন্দ্ৰ দাস, হেমচন্দ্ৰ চৌধুৰী, সদানন্দ শৰ্মা (বৰপেটা), আব্দুছ মুছাহাৰী, চিত্তৰঞ্জন দেৱ (ছিলেট) আদিয়ে চাকৰি ইস্তফা দি আন্দোলনত লাগে। আনকি, চৌকিদাৰী কৰ বন্ধ কৰি গোৱালপাৰাৰ গাঁওবুঢ়া আৰু মণ্ডলে পদত্যাগ কৰে। চৰকাৰী চাকৰিয়ালক ভীতি প্ৰদৰ্শন আৰু দুৰ্ব্যৱহাৰ কৰাৰ উপৰি সামাজিকভাৱে বৰ্জন কৰা হয়। দুজনে চৰকাৰী উপাধি ত্যাগ কৰে।

কংগ্ৰেছ স্বেচ্ছাসেৱীৰ দল গঠন কৰা হয়। স্বেচ্ছাসেৱীসকলে আন্দোলনত নতুন মাত্ৰা প্ৰয়োগ কৰে। চাহ বাগিচাৰ বনুৱাৰ মাজত সোমাই আন্দোলনৰ বীজ সিঁচে। মদৰ মহল জব্দ কৰে, বিদেশী বস্ত্ৰ বৰ্জন কৰি স্বদেশী খদ্দৰ ব্যৱহাৰ কৰাৰ বাবে উৎসাহ যোগায়। কৰ্তৃপক্ষৰ বাধাৰ ফলত চাহ বাগিচাত কিছুমান অপ্ৰীতিকৰ ঘটনা ঘটে। অসহযোগত যোগদানকাৰীক জে'ল জৰিমনা বিহা হয়।

উজনি অসমৰ ভিতৰুৱা অঞ্চলত কংগ্ৰেছ কৰ্মীসকলে আন্দোলনৰ প্ৰচাৰ কাৰ্য চলায়। উজনিৰ জনজাতীয় লোকৰ দৰে নামনিৰ জনজাতীয় লোকৰ পৰা আন্দোলনলৈ সঁহাৰি পোৱা যায়। ব্ৰহ্মপুত্ৰ আৰু সুৰমা উপত্যকা উভয়তে হিন্দু আৰু মুছলমানে ঐক্যবদ্ধভাৱে অসহযোগ আৰু খিলাফৎ আন্দোলন চলায়। চাহ বাগিচাকে সামৰি সকলো ঠাইতে কংগ্ৰেছৰ খাদী টুপী বা গান্ধী টুপী জনপ্ৰিয় হৈ উঠে। প্ৰিন্স অব্ ৱেলছে ভাৰত ভ্ৰমণ কৰা দিনটোত (১৭ নৱেম্বৰ, ১৯২১ খ্ৰীঃ) সমস্ত ভাৰততে হৰতাল পালন কৰা হয়। গুৱাহাটীত পালন কৰা হৰতালৰ সামৰণিত ৩০০ বিভিন্ন পৰ্যায়ৰ শ্ৰমিকে তৰুণৰাম ফুকনৰ চৌহদত সমবেত হৈ গান্ধীজীৰ বাণীৰ সাৰমৰ্ম জানিবলৈ লৈছিল। ১৯২১-২২ খ্ৰীষ্টাব্দতে ভাৰতৰ অন্যান্য অংশৰ দৰে অসমতো অসহযোগ আন্দোলনৰ গণভিত্তি গঢ় লৈ উঠে।

১৯২১ খ্ৰীষ্টাব্দৰ চাৰি নৱেম্বৰত অহিংস অসহযোগ আন্দোলনৰ ঘোষণা দিয়া হয়। এটা গুজব ওলাল যে পৰীক্ষণমূলকভাৱে কামৰূপৰ কিছু কিছু ঠাইত আইন অমান্য

আন্দোলন চলোৱা হ'ব। তাৰ ফলত কামৰূপৰ বকো অঞ্চলত খাজনা বন্ধ কৰা হয় আৰু কংগ্ৰেছৰ স্বেচ্ছাসেৱকসকলে প্ৰশাসনীয় কাৰ্যত বাধা দিবলৈ ধৰে। অসহযোগকাৰীসকলৰ প্ৰত্যক্ষ সংগ্ৰামৰ কাৰ্যসূচীৰ কথা জানি চৰকাৰ পক্ষই আন্দোলন দমন কৰাৰ ব্যৱস্থা ল'লে। ১৯০৮ খ্ৰীষ্টাব্দৰ পৰা অকাৰ্যকৰী কৰি ৰখা ফৌজদাৰী আইন বলৱৎ কৰিলে। (২১ নৱেম্বৰ, ১৯২১ খ্ৰীঃ)। কংগ্ৰেছ স্বেচ্ছাসেৱী দল আৰু খিলাফৎ স্বেচ্ছাসেৱী সংগঠনক বেআইনী বুলি ঘোষণা কৰা হ'ল। তৎসত্ত্বেও আইন অমান্য আন্দোলনৰ লক্ষ্য আগত ৰাখি কংগ্ৰেছে স্বেচ্ছাসেৱীৰ তালিকা যুগুত কৰে। আন্দোলন অহিংস আৰু শান্তিপূৰ্ণ কৰাৰ বাবে প্ৰতিশ্ৰুতিবদ্ধ হোৱাৰ বাবে প্ৰস্তুতি লয়। কিন্তু তাৰ আগতে চৰকাৰে কংগ্ৰেছৰ শীৰ্ষ নেতাদ্বয় তৰুণ ৰাম ফুকন আৰু গোপীনাথ বৰদলৈক গ্ৰেপ্তাৰ কৰে (৩০ নৱেম্বৰ)। ডিচেম্বৰ-জানুৱাৰীত (১৯২১-২২ খ্ৰীঃ) আন আন শাস্তিমূলক আইন বলৱৎ কৰা হ'ল। অশান্ত অঁঞ্চল বুলি ঘোষণা কৰি চৰকাৰে কিছু কিছু ঠাইত পাইকাৰী জৰিমনা লগালে (অতিৰিক্ত সৈন্য নিয়োগৰ বাবে)। কাছাৰৰ তুৰ্বক আলী আৰু শ্যামাচৰণ দেৱক শাস্তিমূলক কাৰাদণ্ড বিহা হ'ল। ছিলেট, গোৱালপাৰা আৰু কামৰূপ জিলাৰ ঠায়ে ঠায়ে 'আসাম ৰাইফলছ' বাহিনীৰ জোৱানৰ টহলদাৰী চলিল (ফ্লেগমাৰ্চ)।

এনে অৱস্থাত আন্দোলনকাৰীসকল বিক্ষুব্ধ হ'ল। শিৱসাগৰৰ জাজী, বামুণপুখুৰী, কামৰূপৰ বকো আৰু বৰনগৰত আইন অমান্য আন্দোলন চলিল। যোৰহাটত আন্দোলকাৰীসকলে ঘোষণা দিলে যে অচিৰে গান্ধীৰ ৰামৰাজ্য স্থাপন হ'ব। গান্ধীৰ ৰামৰাজ্য স্থাপন হ'লে মাটিৰ খাজনা চাৰিভাগৰ তিনিভাগ কমিব। কংগ্ৰেছৰ স্বেচ্ছাসেৱীসকলে গান্ধীৰ ৰামৰাজ্যৰ কথা চাৰিওফালে প্ৰচাৰ কৰিবলৈ ল'লে। ফলত কিছু কিছু ঠাইত কৃষকে খাজনা আদায় দিয়াটো বন্ধ কৰিবলৈ লয়। নগাঁৱত বিক্ষুব্ধ জনতাই উপপ্ৰতি সমাহৰ্তাক অপমান কৰে; যমুনামুখত ৰে'লগাড়ীত শিলগুটি দলিয়ায় আৰু গাড়ী ৰখায়; টীয়কৰ পুলিচ ইনস্পেক্টৰ এজনক অপমান কৰে; মঙলদৈত উপপ্ৰতি সমাহৰ্তাক অপমান কৰে, ইত্যাদি।

সাম্ৰাজ্যবাদী চৰকাৰে বিভিন্ন শাস্তিমূলক আইন জাৰি কৰি আইন অমান্য আন্দোলন দমন কৰিবলৈ উঠি-পৰি লাগে। চৰকাৰী পেঞ্চনভোগী নীলকান্ত বৰুৱা আৰু কৃষ্ণকান্ত ভট্টাচাৰ্যৰ ওপৰত জৰিমনা বিহে। বাতৰি কাকতৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰে। আসাম বিলাসিনী কাকত (সাপ্তাহিক) প্ৰকাশ কৰাৰ বাবে ২০০০.০০ টকা প্ৰতিভূতি জমা দিবলগীয়া হোৱাত কাকতখনৰ প্ৰকাশ বন্ধ হ'বলগীয়াত পৰে। ছিলেটৰ বাতৰিকাকত পুনশক্তি আৰু শিলচৰৰ সুৰমাৰ ওপৰতো চৰকাৰী নিৰ্যাতন চলিল। ডিব্ৰুগড়ৰ অসমীয়া বাতৰিকাকত সাপ্তাহিকখনে ইয়ং ইণ্ডিয়াৰ প্ৰবন্ধ অনুবাদ কৰি ছপোৱাৰ অপৰাধত চৰকাৰৰ ৰোষত পৰিল। সুৰমা উপত্যকাৰ কানাইঘাটত উন্মত্ত জনতাৰ ওপৰত পুলিচে গুলিবৰ্ষণ কৰাৰ ফলত ছজনৰ মৃত্যু আৰু ২১জন আহত হয়। এওঁলোক মুছলমান সম্প্ৰদায়ৰ লোক আছিল।

চৰকাৰে এনেবোৰ শাস্তিমূলক আইন প্ৰয়োগ কৰাৰ উপৰি আন্দোলন দমন কৰাৰ বাবে আন কিছুমান ব্যৱস্থা হাতত লয়। আন্দোলনবিৰোধী প্ৰচাৰ-পত্ৰ উলিয়ায়। ঠায়ে ঠায়ে আন্দোলন প্ৰতিৰোধ কৰাৰ বাবে সভা-সমিতি পাতে। মৌজাদাৰবিলাকক তাৰ এজেণ্ট হিচাপে নিযুক্ত কৰে। কংগ্ৰেছ কাৰ্যালয় আৰু স্বৰাজ শিবিৰ ভাঙি পেলায়। নেতাবিলাকক গ্ৰেপ্তাৰ কৰে। ইয়াৰ পৰিসংখ্যা পোৱা যায়। জেইলৰ হিচাপ মতে শাস্তিপ্ৰাপ্ত, বিচাৰাধীন আৰু হাজোতিৰ সংখ্যা ১৯২১ খ্ৰীষ্টাব্দত ২,৬৫৬ জনৰ পৰা বাঢ়ি গৈ ১৯২২ খ্ৰীষ্টাব্দত ২,৯১৫ জন হয় আৰু ১৯২৪ খ্ৰীষ্টাব্দত কমি গৈ ১৯২২ জন হয় ১৯২২ খ্ৰীষ্টাব্দত বৰ্ধিতখিনিক ৰাজনৈতিক বন্দী বুলি ধৰিব পাৰি। কিন্তু এই হিচাপ আন আন হিচাপৰ লগত নিমিলে।

চৰকাৰী হিচাপত ১৯২১-২২ খ্ৰীষ্টাব্দত ৰাজনৈতিক কাৰণত ২৭০জন লোকক আটক কৰা হয়। আইন অমান্য কৰা বাবে ৭৮জন লোকক জে'ল দিয়া হয়। (গোৱালপাৰাৰ ৮জন, কামৰূপৰ ৪১জন, দৰঙৰ ১৯জন আৰু শিৱসাগৰৰ ১০জন)। ১৯২১ খ্ৰীষ্টাব্দৰ ২৪ নৱেম্বৰৰ পৰা ১৯২২ খ্ৰীষ্টাব্দৰ ৩১ জানুৱাৰীলৈ ৪৯৭জন পিকেটিং কৰা আৰু অন্যান্য অপৰাধৰ বাবে আটক কৰা হয়। অসম কংগ্ৰেছৰ কানিৰ ওপৰত যুগুতোৱা হিচাপ মতে আন্দোলন কৰা বাবে

১,১০০ লোক জে'লত পৰে।

১৯২২ খ্ৰীষ্টাব্দৰ চাৰি ফেব্ৰুৱাৰী তাৰিখে উত্তৰ প্ৰদেশৰ গোৰখপুৰ জিলাৰ অন্তৰ্গত চৌৰিচৌৰাত ৩০০জনীয়া কৃষকৰ শোভাযাত্ৰাৰ ওপৰত পুলিচে গুলিবৰ্ষণ কৰাত ক্ষুব্ধ হৈ জনতাই থানা আক্ৰমণ কৰে। থানা ভস্মীভূত কৰাত ২১জন পুলিচৰ প্ৰাণ নাশ হয়। আইন অমান্য আন্দোলনে হিংস্ৰ ৰূপ লোৱাত গান্ধীজীয়ে আন্দোলন স্থগিত ৰাখে। আনহাতে তুৰস্কৰ বিপ্লৱৰ ফলত চুলতান ক্ষমতাচ্যুত হোৱাত খিলাফৎ আন্দোলনৰো সামৰণি ঘটে। ভাৰতৰ অন্যান্য অংশৰ দৰে অসমতো আইন অমান্য আন্দোলনৰ ব্যাপকতা কমিল। অসহযোগ আন্দোলন বন্ধ কৰাৰ পিছত গান্ধীজীয়ে সামাজিক গঠনমূলক আঁচনি দাঙি ধৰিলে। গান্ধীজীৰ প্ৰস্তাৱমৰ্মে অসমতো কংগ্ৰেছে গঠনমূলক আঁচনি হাতত ল'লে। যঁতৰত সূতা কটা, জাতীয় স্কুল খোলা আৰু অস্পৃশ্যতা বৰ্জনৰ কাৰ্যসূচী লৈ সাংগঠনিক কাম-কাজ আগবঢ়াই থাকিল। অৱশ্যে, কংগ্ৰছৰ আহমেদাবাদ অধিৱেশনত (২৭-২৮ ডিচেম্বৰ, ১৯২১ খ্ৰীঃ) অসমৰ প্ৰতিনিধিসকলে প্ৰতিবেদন দিলে যে অসমত আন্দোলন দমনৰ বাবে চৰকাৰে নিষ্ঠুৰতা অৱলম্বন কৰিছে। গান্ধীজীয়ে তাৰ অনুসন্ধান কৰাৰ বাবে ৰাজেন্দ্ৰ প্ৰসাদ আৰু মদন মোহন মালব্যক অসমলৈ পঠায়। মে' মাহত তেওঁলোকে অসম ভ্ৰমণ কৰে। আনহাতে কংগ্ৰেছৰ লাহোৰ অধিৱেশনত (৭-৯ জুন, ১৯২২ খ্ৰীঃ) আইন অমান্য আন্দোলনৰ ওপৰত জনমত লোৱাৰ ব্যৱে এখন অনুসন্ধান কমিটী গঠন কৰা হয়। কংগ্ৰেছৰ কাৰ্যকৰী সভাপতি হাকিম আজমল খান পদেন সভাপতি আৰু মাতিলাল নেহৰু, এম এ আনচাৰী, ভি জে পেটেল, চি ৰাজাগোপালাচাৰী আৰু এছ কে আয়েংগাৰ কমিটীয়ে সদস্য আছিল। সাত আগষ্টত কমিটীয়ে অসম ভ্ৰমণলৈ আহি গুৱাহাটীত পদাৰ্পণ কৰে। কমিটীয়ে দাখিল কৰা প্ৰতিবেদনত কোৱা হয় যে আইন অমান্য আন্দোলনৰ বাবে সময় সমাগত হোৱা নাই। সেয়ে হ'লেও অসহযোগ আন্দোলনৰ ফলত আফিং বিক্ৰীৰ ক্ষেত্ৰত নীতি পৰিৱৰ্তন কৰিব লগাত পৰে আৰু সেয়ে আফিঙৰ ব্যৱহাৰ ক্ৰমান্বয়ে কমিবলৈ লয়। আনহাতে চৰকাৰে তাৎকালীনভাৱে স্থানীয় নিকায়সমূহৰ সংস্কাৰ সাধন কৰিবলৈ লয়। নিৰ্বাচিত সদস্যৰ সংখ্যা বাঢ়ে।

**স্বৰাজিষ্ট পাৰ্টি ঃ**

গান্ধীজীয়ে ১৯১৯ খ্ৰীষ্টাব্দৰ ভাৰত চৰকাৰ আইন অনুসৰি গঠিত হোৱা বিধানসভা বৰ্জন কৰাৰ সপক্ষে আছিল। কংগ্ৰেছৰ বহুতে তাত সমৰ্থন দিয়ে। কিন্তু স্বৰাজৰ লক্ষ্য ব্যৰ্থ হোৱাত এইটো বোধগম্য হ'ল যে চৰকাৰে বিধানসভাবোৰ জাতীয় আন্দোলনৰ বিৰুদ্ধে সক্ৰিয় কৰি তুলিছিল। এনে অৱস্থাত কংগ্ৰেছৰ এচামে বিধানসভাত সোমাই ভিতৰৰ পৰা তাৰ বিৰোধিতা কৰাৰ মত পোষণ কৰে। গোৱাৰ কংগ্ৰেছ অধিৱেশনত কংগ্ৰেছ সভাপতি চিত্তৰঞ্জন দাসে এই প্ৰস্তাৱৰ সপক্ষে থিয় হয় (২৬ ডিচেম্বৰ, ১৯২২ খ্ৰীষ্টাব্দ)। অধিক সংখ্যকৰ পৰা সমৰ্থন নোপোৱাত তেওঁ পদত্যাগ কৰে আৰু সমৰ্থকসকলক লৈ এটা পাৰ্টি গঠন কৰে (জানুৱাৰী, ১৯২৩ খ্ৰীঃ)। ইয়েই হ'ল স্বৰাজিষ্ট পাৰ্টি। চিত্তৰঞ্জন দাস, পিছলৈ দেশবন্ধু চিত্তৰঞ্জন দাস (১৮৭০-১৯২৫ খ্ৰীঃ) তাৰ সভাপতি আৰু মতিলাল নেহৰু (১৮৬১-১৯৩১ খ্ৰীঃ) চেক্ৰেটাৰী হয়।

ইতিমধ্যে তৰুণ ৰাম ফুকন জে'লৰ পৰা ওলাল (২৫ নৱেম্বৰ, ১৯২১ খ্ৰীষ্টাব্দ), নবীন চন্দ্ৰ বৰদলৈয়ে মুক্তি পালে (জুন, ১৯২৩ খ্ৰীঃ)। তৰুণ ৰাম ফুকনে স্বৰাজিষ্ট পাৰ্টিৰ সপক্ষে মত পোষণ কৰাত অসম কংগ্ৰেছ স্বৰাজিষ্ট পাৰ্টিৰ ফলীয়া হয়। ১৯২৩ খ্ৰীষ্টাব্দৰ ২৫ জুলাইত অসমত স্বৰাজিষ্ট পাৰ্টি গঠন হয়। তৰুণ ৰাম ফুকন সভাপতি, ৰোহিণীকুমাৰ চৌধুৰী সম্পাদক, গোপীনাথ বৰদলৈ সহঃসম্পাদক আৰু বিষ্ণু মেধি, কামাখ্যাৰাম বৰুৱা, ধনীৰাম তালুকদাৰ আৰু যাদৱ চন্দ্ৰ দাস সদস্য হ'ল। ফুকনকে ধৰি প্ৰায়ভাগ অসহযোগকাৰী উকীলে ওকালতি আৰম্ভ কৰিলে। ৮জন নিৰ্বাচিত সদস্য বিধানসভাত সোমাল হয়, কিন্তু সাংবিধানিক কাৰ্যক্ৰমত বাধা আৰোপ বা বিধানসভা অচল কৰিব নোৱাৰিলে।

১৯২৪ খ্ৰীষ্টাব্দৰ চাৰি ফেব্ৰুৱাৰীত গান্ধীজী জে'লৰপৰা মুকলি হ'ল। তেওঁ বিধান পৰিষদ বৰ্জন কৰাৰ সপক্ষে আছিল। কিন্তু স্বৰাজিষ্ট পাৰ্টি গঠন হোৱাৰ ফলত কংগ্ৰেছৰ যাতে সম্পূৰ্ণ বিভাজন নহয় তাৰ বাবে গান্ধীজীয়ে স্বৰাজিষ্টসকলৰ লগত এক আপোচ মীমাংসালৈ আহে।৬ নৱেম্বৰ, ১৯২৬

খ্ৰীঃ)। সেই মতে স্বৰাজিষ্টসকলে বিধানসভাত নিজা সিদ্ধান্ত অনুসৰি কৰ্তব্য পালন কৰিব আৰু কংগ্ৰেছে গঠনমূলক কাৰ্যত মনোনিৱেশ কৰিব। সেয়ে হ'লেও, কংগ্ৰেছৰ কানপুৰ অধিৱেশনত (২৬-২৮ ডিচেম্বৰ, ১৯২৬ খ্ৰীঃ) স্বৰাজিষ্ট পাৰ্টি দুভাগ হ'ল। ফাটি অহাসকলে প্ৰথমে 'ৰেছপনছিভ কো-অ'পাৰেছন পাৰ্টি, পাছলৈ আন নিৰ্দলীয় কিছুমানক লৈ 'ইণ্ডিয়ান নেচনেল পাৰ্টি গঠন কৰে। এতেকে জাতীয় কংগ্ৰেছ তিনিটা ভাগ হ'ল— অসহযোগী বা অপৰিৱৰ্তনশীল কংগ্ৰেছ স্বৰাজিষ্ট আৰু ইণ্ডিয়ান নেচনেল পাৰ্টি।

অসমত অপৰিৱৰ্তিত কংগ্ৰেছৰ নেতৃত্বত আছিল কুলধৰ চলিহা সভাপতি, নবীন চন্দ্ৰ বৰদলৈ সাধাৰণ ছেক্ৰেটাৰী আৰু হেমচন্দ্ৰ বৰুৱা সহকাৰী ছেক্ৰেটাৰী। আনহাতে সৰ্বভাৰতীয় স্বৰাজিষ্ট পাৰ্টিৰ দৰে অসমৰ স্বৰাজিষ্ট পাৰ্টিৰ বিভাজন ঘটা নাছিল যদিও, নৰমপন্থীসকলে 'অসম ভেলী ৰেছপনছিভ কো-অপাৰেছন পাৰ্টি গঠন কৰে। ৰাধিকানন্দ চৌধুৰী, কালিৰাম বৰ্মন, হেমচন্দ্ৰ গোস্বামী, জ্যোতিষ চন্দ্ৰ দাস আৰু শিৱপ্ৰসাদ বৰুৱাক লৈ এখন কাৰ্যকৰী সমিতি গঠন কৰা হয়। ১৯২৬ খ্ৰীষ্টাব্দত (২৬-২৮ ডিচেম্বৰ) গুৱাহাটীত (পাণ্ডু) ভাৰতীয় জাতীয় কংগ্ৰেছৰ ৪১তম্ অধিৱেশন বহে। গুৱাহাটীৰ অধিৱেশনত উল্লিখিত সৰ্বভাৰতীয় স্তৰৰ তিনিওটা ভাগৰ সদস্যই যোগদান কৰে। গান্ধীজীৰ উদ্বোধনী ভাষণেৰে অধিৱেশনৰ আৰম্ভ হয়।

স্বৰাজিষ্ট পাৰ্টিয়ে দায়িত্বশীল চৰকাৰ গঠনৰ দাবী তুলিছিল। ১৯২৪ খ্ৰীষ্টাব্দত পণ্ডিত মতিলাল নেহৰুৱে কেন্দ্ৰীয় বিধানসভাত প্ৰস্তাৱ উত্থাপন কৰে যে দায়িত্বশীল চৰকাৰ গঠনৰ সিদ্ধান্ত ল'বলৈ এখন ঘূৰণীয়া মেল আহ্বান কৰিব লাগে। প্ৰস্তাৱটো গৃহীত হয়। কিন্তু দেশবন্ধু চিত্তৰঞ্জন দাসৰ আকস্মিক মৃত্যু ঘটে আৰু স্বৰাজিষ্ট পাৰ্টি আৰু স্বৰাজিষ্টসকলে উদ্দেশ্য পূৰণ কৰিব নোৱাৰিলে। স্বৰাজিষ্ট পাৰ্টিৰ বল টুটি আহে। আনহাতে ৰুছ বিপ্লৱ (১৯১৭ খ্ৰীঃ) কৃতকাৰ্য হোৱাৰ পিছত ১৯২১ খ্ৰীষ্টাব্দৰ পৰা ভাৰতীয় ৰাজনীতিত মাৰ্ক্সীয় প্ৰভাৱ পৰিল। কংগ্ৰেছৰ ভিতৰৰে এচামে স্বৰাজৰ দাবীত সন্তুষ্ট নহৈ পূৰ্ণ স্বাধীনতাৰ দাবী উত্থাপন কৰে। এনে অৱস্থাত দিল্লীত এখন সৰ্বদলীয় সন্মিলনৰ আহ্বান কৰা হয়। (১৯২৮ খ্ৰীঃ) সৰ্বদলীয় সন্মিলনে ভাৰতৰ বাবে এখন সংবিধান যুগুত কৰাৰ বাবে পণ্ডিত মতিলাল নেহৰুৰ নেতৃত্বত এখন সংবিধানৰ খচৰা কমিটী গঠন কৰে। এই খচৰা কমিটীয়ে যুগুত কৰা সংবিধানখনকে নেহৰু সংবিধান বোলা হয়। সংশ্লিষ্ট প্ৰতিবেদনত সংবিধান অনুযায়ী ডমিনিয়ন ষ্টেটাছৰ ভিত্তিত দায়িত্বশীল চৰকাৰ প্ৰৱৰ্তনৰ পৰামৰ্শ দিয়া হ'ল। ফলত কলকাতাৰ অধিৱেশনত (১৯২৮ খ্ৰীঃ) কংগ্ৰেছ দুটা ভাগত বিভক্ত হ'ল। এভাগে পূৰ্ণ স্বাধীনতা, আনভাগে 'কমনৱেথলৰ' ভিতৰতে স্বৰাজ বিচাৰে। গান্ধীজীয়ে দুয়োটা দলৰ মাজত এটা আপোচ সূত্ৰ উলিয়ায়। সেইমতে বৃটিছ চৰকাৰে যদি ১৯২৯ খ্ৰীষ্টাব্দৰ ৩১ ডিচেম্বৰৰ ভিতৰত নেহৰু সংবিধানৰ ভিত্তিত ভাৰতক ডমিনিয়ন ষ্টেটাছ দিয়ে, কংগ্ৰেছে তাত মান্তি হ'ব; কিন্তু সেই সময়সীমা উকলিলে পূৰ্ণ স্বাধীনতা দিব লাগিব।

**ছাইমন কমিছন :**

বৃটিছ চৰকাৰে ১৯১৯ খ্ৰীষ্টাব্দৰ ভাৰত চৰকাৰ সংস্কাৰ আইনৰ বিসংগতি ধৰিব পাৰিলে। এই আইনৰক খুটি-নাটি পৰ্যালোচনা কৰি আৱশ্যকীয় সাংবিধানিক সংস্কাৰ সাধন কৰাৰ বাবে পৰামৰ্শ দিয়াৰ বাবে ছাৰ জোন ছাইমনৰ সভাপতিত্বত আয়োগ এটা গঠন কৰি দিয়ে (১৯২৭ খ্ৰীঃ)। আয়োগৰ সাতজন সদস্যৰ ভিতৰত এজনো ভাৰতীয় সদস্য অন্তৰ্ভুক্ত নোহোৱাত ভাৰতীয় জাতীয়তাবাদীসকল ৰুষ্ট হ'ল। আয়োগৰ সদস্যসকল ভাৰতলৈ আহি প্ৰবল বিক্ষোভৰ সন্মুখীন হ'বলগীয়া হয় (১৯২৮ খ্ৰীঃ)। লাহোৰত বহা কংগ্ৰেছ আয়োগৰ সাক্ষাৎ বৰ্জন কৰাৰ বাবে সিদ্ধান্ত ল'লে। অসম কংগ্ৰেছে জাতীয় কংগ্ৰেছৰ সিদ্ধান্তৰ প্ৰতি সমৰ্থন দিয়ে। তাৰ ফলত আয়োগৰ বিৰুদ্ধে পোষ্টাৰিং, অৰ্থাৎ ডাঙৰ ডাঙৰ জাননী আৰি দিয়া হ'ল। দেৱাল লিখন আৰম্ভ হ'ল, গোহাৰি বিলোৱা হ'ল। ভাৰতীয় মুছলমানসকল ইতিমধ্যে জাতীয় কংগ্ৰেছৰ পৰা আঁতৰি আহিছিল। খিলাফৎ আন্দোলনৰ পিছত হিন্দু-মুছলিম ঐক্যৰ আন বিশেষ আঁচনিও নাছিল। এতেকে বৃটিছৰ সাম্প্ৰদায়িক বিভাজনৰ পৰিসমাপ্তি নঘটিল। এম এ জিন্নাৰ নেতৃত্বত ভাৰতৰ মুছলমানসকলৰ একাংশই ভাৰতীয় জাতীয় কংগ্ৰেছৰ বৰ্জন কাৰ্যসূচীৰ প্ৰতি সমৰ্থন দিলে। কিন্তু, অসমৰ অঞ্জুমান-ই-

ইছলামিয়াই ছাইমন আয়োগক আদৰণী জনাবি[illegible]দ্ধান্ত ল'লে। ছিলেটত প্ৰাদেশিক মুছলিম লীগ গ[illegible] বাবে সভা আহ্বান কৰা হ'ল। আনহাতে জিন্নাৰ সম[illegible]কসকলে কংগ্ৰেছ বৰ্জন কাৰ্যসূচীৰ লগতে আয়োগৰ ভা[illegible]ত পদাৰ্পণৰ দিনটোত হৰতাল পালন কৰাৰ প্ৰস্তুতি ল[illegible]ংগৰ মুছলিম নেতা চায়িদ জালালুদ্দিন হাছানিক ব[illegible] দিয়াৰ বাবে আমন্ত্ৰণ জনাই সভা আহ্বান কৰিলে[illegible] কেবাখনো সভাত অংশগ্ৰহণ কৰি তেওঁ হিন্দু-মুছল[illegible]মে ঐকব্যবদ্ধভাৱে বৰ্জন সূচী কাৰ্যকৰী কৰাৰ বাবে [illegible]হ্বান জনায় (২৮ জানুৱাৰী, ১৯২৮ খ্ৰীঃ)।

৩ ফেব্ৰুৱাৰিত ছাইমন আয়োগৰ সদস্যসকল ভাৰতত উপস্থিত হ'ল। গোটেই ভাৰতৰ লগতে অসমতো হৰতাল পালন কৰা হ'ল। কিন্তু মুছলমানসকলৰ একাংশই তাত অংশগ্ৰহণ নকৰিলে। পিছৰ বছৰত (১৯২৯ খ্ৰীঃ) ছাইমন আয়োগ দ্বিতীয়বাৰৰ বাবে ভাৰতলৈ আহি ভাৰতীয় নেতৃবৰ্গৰ আংশিক সঁহাৰি পালে। ২ জানুৱাৰিত আয়োগৰ সদস্যসকল শ্বিলঙত উপস্থিত হ'ল। কিন্তু অসম কংগ্ৰেছৰ সদস্যসকল কলকাতাত বহা কংগ্ৰেছৰ জাতীয় কংগ্ৰেছত উপস্থিত থকাক অসমৰ ক'তো আয়োগৰ বিৰুদ্ধে বিক্ষোভ প্ৰদৰ্শন কৰা নহ'ল। অসমত বিভিন্ন সংগঠনৰ পৰা আয়োগৰ ওচৰত পৰামৰ্শ সম্বলিত স্মাৰকপত্ৰ প্ৰদান কৰা হ'ল। অসমৰ দৰে আয়োগে ভাৰতীয় নেতৃবৰ্গৰ আংশিক সঁহাৰি পালে। ১৯৩০ খ্ৰীষ্টাব্দৰ মে'ত ছাইমন কমিছনৰ প্ৰতিবেদন ওলাল। সেই মৰ্মে প্ৰদেশবোৰক স্বায়ত্ত শাসন দিয়া হ'ল যদিও তাত চৰ্ত আৰোপ কৰা আছিল। স্বায়ত্ত শাসন চৰ্তসাপেক্ষহে হ'ল। গৱৰ্ণৰৰ হাতত কিছুমান বিশেষ ক্ষমতা দিয়া হৈছিল। কিছু কিছু ক্ষেত্ৰত গৱৰ্ণৰে বিধানসভাক চেৰাই নিজ বিবেচনা মতে কাৰ্য সম্পাদন কৰিব লগা হ'ল।

**আইন অমান্য আন্দোলন (১৯৩০ খ্ৰীঃ) ঃ**

ছাইমন কমিছন ভাৰতলৈ অহাৰ পিছত ভাৰতীয় জাতীয় কংগ্ৰেছৰ লাহোৰ অধিবেশনত (১৯২৯ খ্ৰীঃ) লোৱা চূড়ান্ত সিদ্ধান্তটো বৃটিছ চৰকাৰৰ ওচৰত দাখিল কৰা হ'ল। আশা কৰা হৈছিল যে ছাইমন কমিছনে জাতীয় কংগ্ৰেছৰ দাবীৰ অনুকূলে চুপাৰিছ দিব। আয়োগে সাংবিধানিক সংস্কাৰৰ পৰামৰ্শ দিলে যদিও তাত ডমিনিয়ন ষ্টেটাছৰ কথা সামৰি লোৱা নহ'ল। বৃটিছ চৰকাৰে ঘোষণা দিলে যে অতি সম্প্ৰতি ভাৰতক 'ডমিনিয়ন ষ্টেটাছ' দিয়া নহ'ব। যথা সময়ত দিয়া হ'ব। অতএব, লাহোৰ কংগ্ৰেছৰ সিদ্ধান্ত অনুসৰি কাৰ্যকৰী ব্যৱস্থা লোৱাৰ বাবে ভাৰতীয় জাতীয় কংগ্ৰেছৰ কাৰ্যকৰী সভা বহিল (২ জানুৱাৰী, ১৯৩০ খ্ৰীঃ)। উল্লেখ্য যে ছাইমন আয়োগে বৃটিছ চৰকাৰ, ভাৰতীয় চৰকাৰ আৰু ৰাজ্যবোৰৰ প্ৰতিনিধিসকলক লৈ লণ্ডনত এখন ঘূৰণীয়া মেজমেল পাতি প্ৰতিবেদনৰ ওপৰত আলোচনা কৰাৰ পৰামৰ্শ দিছিল। কংগ্ৰেছ কাৰ্যকৰী সভাই কেন্দ্ৰীয় আৰু ৰাজ্যিক বিধানসভা, বিধানসভাৰ আগন্তুক নিৰ্বাচন কৰাৰ লগতে ঘূৰণীয়া মেজমেল বৰ্জন কৰাৰ সিদ্ধান্ত ল'লে। ভাৰতীয়সকলৰ মাজত স্বাধীনতাৰ মূলমন্ত্ৰ দাঙি ধৰাৰ বাবে ২৬ জানুৱাৰিৰ দিনটো স্বাধীনতা দিৱস হিচাপে পালন কৰিবলৈ সংকল্প লয়।

আইন অমান্য কাৰ্যসূচী অসহযোগ কাৰ্যসূচীৰ দৰে। বিদেশী বস্তু, আদালত আৰু শিক্ষানুষ্ঠান বৰ্জন। তাৰ লগত ভাৰতীয়সকলৰ স্বাৰ্থবিৰোধী আইন অমান্য কৰাৰ সিদ্ধান্ত লোৱা হ'ল। আহমেদাবাদ কংগ্ৰেছতেই (১৯২১ খ্ৰীঃ) আইন অমান্য কাৰ্যসূচী লোৱাৰ সিদ্ধান্ত লোৱা হৈছিল।

১৯২৯ খ্ৰীষ্টাব্দৰ ৩১ ডিচেম্বৰৰ ৰাতি ১২ বজাতেই কংগ্ৰেছৰ সভাপতি জৱহৰলাল নেহৰুৱে জাতীয় পতাকা উত্তোলন কৰি স্বাধীনতা ঘোষণা কৰিছিল। ১৯৩০ খ্ৰীষ্টাব্দৰ ২৬ জানুৱাৰীত ভাৰতৰ সকলো ঠাইতে স্বাধীনতা দিৱস পালন কৰা হ'ল। ১২ মাৰ্চত গান্ধীজীয়ে লোণ আইন ভংগ কৰাৰ বাবে দাণ্ডিযাত্ৰা আৰম্ভ কৰাৰ লগে লগে আইন অমান্য আন্দোলন আৰম্ভ হ'ল; আৰম্ভ হ'ল দ্বিতীয় অসহযোগ আন্দোলন আৰু গান্ধীজীৰ সত্যাগ্ৰহৰ কৌশল। এইবাৰ মহিলাসকলেও আন্দোলনত যোগ দিলে। চৰকাৰে আইন অমান্যৰ অপৰাধত অগণন কংগ্ৰেছীক জে'লত ভৰালে।

১৯৩০ খ্ৰীষ্টাব্দৰ নৱেম্বৰ মাহত প্ৰথম ঘূৰণীয়া মেজ মেল বহে। কিন্তু কংগ্ৰেছক আমন্ত্ৰণ জনোৱা নহ'ল। ১৯৩১ খ্ৰীষ্টাব্দৰ ৫ মাৰ্চত ভাইছৰয় আৰবিনৰ লগত এখন চুক্তি সম্পন্ন কৰে। ফলত কংগ্ৰেছে আইন অমান্য আৰু অসহযোগ আন্দোলন প্ৰত্যাহাৰ কৰে। চৰকাৰে প্ৰায়বোৰ কংগ্ৰেছী বন্দীক জে'লৰ পৰা মুকলি কৰি দিয়াত গান্ধীয়ে দ্বিতীয় ঘূৰণীয়া মেজমেলত যোগ দিলে (ছেপ্টেম্বৰ ১৯৩১

খ্ৰীঃ)। কিন্তু সাম্প্ৰদায়িক প্ৰশ্নৰ বাবে আলোচনা সফল নহ'ল। গান্ধীজী ঘূৰি আহিল আৰু ১ম জানুৱাৰীত (১৯৩২ খ্ৰীঃ) কংগ্ৰেছে পুনৰ আইন অমান্য আৰু অসহযোগ আন্দোলনৰ কাৰ্যসূচী ল'লে। চাৰি জানুৱাৰীত গান্ধীজীক গ্ৰেপ্তাৰ কৰা হ'ল। কংগ্ৰেছক বেআইনী ঘোষণা কৰা হ'ল। দেশত আন্দোলনকাৰীৰ ওপৰত চৰকাৰী নিৰ্যাতন চলিল। কংগ্ৰেছৰ হিচাপ মতে, ১,২০,০০০ লোক জে'লত পৰিল।

এনে ৰাজনৈতিক পৰিস্থিতিৰ মাজতে বৃটিছ চৰকাৰে সংবিধানিক সংস্কাৰৰ আঁচনিৰ কথা প্ৰকাশ কৰে। বৃটিছ প্ৰধানমন্ত্ৰী ৰেমছে মেকডনাল্ডে বিখ্যাত সাম্প্ৰদায়িক বাটোৱাৰাৰ ঘোষণা দিয়ে। মুছলমান, শিখ আৰু ইউৰোপিয়ানসকলৰ বাবে পৃথক নিৰ্বাচন দিয়াৰ লগতে নিষ্পেষিত শ্ৰেণীৰ বাবে পৃথক নিৰ্বাচন দিলে। ইয়ে হিন্দুসকলৰ মাজত বিভেদ-বিদ্বেষৰ সৃষ্টি কৰিব বুলি গান্ধীজীয়ে সতাৰ প্ৰতিবাদ কৰি পুনা জে'লৰ ভিতৰতে অনশন কৰিলে। গান্ধীজীৰ সমৰ্থনত ভাৰতৰ বিভিন্ন ঠাইত সভা বহিল আৰু হৰতাল পালন কৰা হ'ল। মদন মোহন মালব্যই এখন সভা আহ্বান কৰিলে। দুৰ্বল শ্ৰেণীৰ নেতা বি আৰ আম্বেদকাৰক সভালৈ আমন্ত্ৰণ জনালে। অৱশেষত সিদ্ধান্ত হ'ল যে বৰ্ণ হিন্দুৰ লগতে নিষ্পেষিত হিন্দুসকলক কিছুমান নিৰ্বাচনৰ ক্ষেত্ৰত যুটীয়াভাৱে নিৰ্বাচনৰ সুযোগ দিয়া হ'ব। এই সিদ্ধান্তকে পুণা চুক্তি বোলা হয়। বৃটিছ প্ৰধান মন্ত্ৰীয়ে তাত সন্মতি জনায়। ১৯৩৪ খ্ৰীষ্টাব্দত কংগ্ৰেছৰ আন্দোলন বন্ধ হ'ল।

**অসমত আইন অমান্য আন্দোলনৰ প্ৰতিক্ৰিয়া ঃ**

পোনতে অসমত আইন অমান্য আন্দোলনৰ মিশ্ৰিত প্ৰতিক্ৰিয়া হয়। সৰ্বভাৰতীয় কংগ্ৰেছৰ কাৰ্যকৰী সমিতিৰ অসমৰ পাঁচজন সদস্যৰ তিনিজনে— তৰুণৰাম ফুকন, ৰোহিনি কুমাৰ চৌধুৰী আৰু গোপীনাথ বৰদলৈ বিধানসভা বৰ্জনৰ বিৰোধিতা কৰে। তৎসত্ত্বেও কংগ্ৰেছৰ সৌজন্যত আন্দোলনৰ প্ৰাথমিক কাৰ্যসূচী হিচাপে ২৬ জানুৱাৰীৰ দিনটো স্বাধীনতা দিৱস হিচাপে পালন কৰা হয়। বংগ প্ৰদেশ কংগ্ৰেছৰ অন্তৰ্গত ছিলেট কংগ্ৰেছৰ মাজত মতবিৰোধ হোৱা সত্ত্বেও তাত স্বাধীনতা দিৱস পালন কৰা হয় আৰু ব্ৰজেন্দ্ৰ নাথ চৌধুৰীৰ নেতৃত্বত নৱগঠিত ছিলেট জিলা কংগ্ৰেছে সৰ্বভাৰতীয় কংগ্ৰেছ কমিটীৰ কাৰ্যসূচী পালন কৰিবলৈ লয়। ব্ৰহ্মপুত্ৰ উপত্যকাৰ জ্যেষ্ঠ নেতাকেইগৰাকীলৈ বাট নাচাই ১২জন সদস্যই বিধানসভাৰ পৰা পদত্যাগ কৰে। লাহোৰ কংগ্ৰেছৰ সিদ্ধান্তৰ প্ৰতি তেওঁলোকৰ দ্বিধাবোধ নাছিল। কুৰিৰ দশকত অসহযোগ আন্দোলনত নেতৃত্ব দিয়া জ্যেষ্ঠ নেতাকেইগৰাকী ৩০ দশকৰ অসহযোগ আন্দোলনৰ নেতৃত্ব দিয়াৰ বাবে প্ৰস্তুত নহ'ল আৰু জানুৱাৰিৰ শেষৰ ফালে কংগ্ৰেছৰ পৰা পদত্যাগ কৰিলে। সৰ্বভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাপতিয়ে আইন অমান্য আন্দোলনৰ নিৰ্দেশনা দিয়াত অসম কংগ্ৰেছ পুনৰ্গঠন কৰা হ'ল। বিষ্ণুৰাম মেধিক সভাপতি আৰু তয়াবুল্লাক সম্পাদক হিচাপে লৈ কংগ্ৰেছৰ কাৰ্যকৰী সভাখন পুনৰ্গঠন কৰা হয়। উল্লেখ্য যে কংগ্ৰেছৰ জ্যেষ্ঠ নেতাকেইজনৰ পদত্যাগৰ ফলত অসম কংগ্ৰেছ দুৰ্যোগ আৰু দুৰ্দশাগ্ৰস্ত হয়। অসহযোগ আৰু আইন অমান্য আন্দোলনৰ প্ৰস্তুতিও লোৱা হোৱা নাছিল। আৰ্থিক দুৰৱস্থাৰ কথা কোৱা হয় যদিও জ্যেষ্ঠ নেতাসকলৰ নীতিগত দুৰ্বলতা তাৰ কাৰণ আছিল বুলি ক'ব পৰা যায়। গান্ধীজীয়ে দাণ্ডিযাত্ৰা কৰি আইন অমান্য কৰা তাৰিখত (১২ মাৰ্চ) বিষ্ণুৰাম মেধি, হেমচন্দ্ৰ বৰুৱা, সিদ্ধিনাথ শৰ্মা, তয়াবুল্লা আৰু অম্বিকাগিৰী ৰায়চৌধুৰী আদি প্ৰবীণ কংগ্ৰেছী নেতাসকলে অৱস্থাৰ বুজ লোৱাৰ বাবে গুৱাহাটীৰ জুবিলী বাগিচাত সমবেত হয় আৰু সাংগঠনিক অচলাৱস্থাৰ অন্ত পেলোৱাৰ বাবে কংগ্ৰেছ কাৰ্যকৰী সমিতিৰ পুনৰ্গঠনৰ পদক্ষেপ লয়।

কংগ্ৰেছক আঁচনি কাৰ্যকৰী কৰাৰ কাৰণে গুৱাহাটী, ছয়গাঁও, নলবাৰী, টিহু আৰু ৰঙিয়াত একো একোটাকৈ কংগ্ৰেছ চক্ৰ গঠন কৰা হয়। মাদক দ্ৰব্য নিবাৰণ, বিদেশী বৰ্জন, অস্পৃশ্যতা বৰ্জন আৰু স্বেচ্ছাসেৱক অন্তৰ্ভুক্তিৰ বাবে ভালেমান সমিতি গঠন কৰা হয়। একে আঁচনি কাৰ্যকৰী কৰাৰ বাবে ভুবনেশ্বৰ বৰুৱা, দেবেন্দ্ৰ নাথ শৰ্মা, হৰেকৃষ্ণ দাস, ৰজনীকান্ত গোস্বামী, পয়োধৰ বৰুৱা আৰু নৰনাথ শৰ্মাৰ ওপৰত দায়িত্ব অৰ্পণ কৰা হৈছিল। কংগ্ৰেছীসকলক যঁতৰত সূতা কটা আৰ্হি লোৱাৰ বাবে পৰামৰ্শ দিয়া হয়।

যা হওক, পলমকৈ হ'লেও প্ৰদেশখন আইন অমান্য আন্দোলনৰ বাবে সাজু হ'ল। বিদেশী পণ্য বৰ্জন, মাদক

দ্ৰব্য বৰ্জন, আৰু বিদেশী বস্ত্ৰ বিক্ৰী নিষিদ্ধ কাৰ্য্যসূচীৰে ৰাজ্যখনত আন্দোলন আৰম্ভ হ'ল। পিকেটিং পৰ্যন্ত কৰা হ'ল। এপ্ৰিল মাহৰ শেষলৈকে ধুবুৰী-গৌৰীপুৰৰ বাহিৰে ব্ৰহ্মপুত্ৰ উপত্যকাৰ আন ঠাইত আন্দোলন আগবাঢ়িব পৰা নাছিল। ১৯ এপ্ৰিলত ধুবুৰীত সম্পূৰ্ণকৈ হৰতাল পালন কৰা হয়। ছয় এপ্ৰিলত লোণ আইন ভংগ কৰাৰ বাবে ছিলেটৰ পৰা প্ৰথম সত্যাগ্ৰহীৰ দল এটাই বংগোপসাগৰলৈ যাত্ৰা কৰিলে। নোৱাখালিত দেশীয় পদ্ধতিৰে লোণ তৈয়াৰ কৰা হ'ল। ছিলেট আৰু ধুবুৰীৰ স্বেচ্ছাসেৱকসকলে বংগৰ নিষিদ্ধ লোণ বিক্ৰী বন্ধ কৰিলে। নগাঁৱৰ মহেন্দ্ৰনাথ হাজৰিকাই বংগৰ মিদনাপুৰত সত্যাগ্ৰহ কৰাৰ কাৰণে কৃষক দল গঠন কৰিলে। ছিলেটৰ পৰা বিধুভূষণ চৌধুৰীৰ নেতৃত্বত আন এটি সত্যাগ্ৰহীৰ দল লোণ আইন ভংগ কৰাৰ বাবে বংগোপসাগৰলৈ যাত্ৰা কৰিলে। দ্বাৰিকা নাথ গোস্বামী আৰু হৰেন্দ্ৰ চন্দ্ৰ চৌধুৰীয়েও তেনে পদক্ষেপ লয়।

ব্ৰজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে মুনাগঞ্জ আৰু হবিব গঞ্জ মহকুমাত চৌকিদাৰী কৰ বন্ধ কৰাৰ প্ৰস্তাৱ লয়। চৰকাৰে অধিক জোৰ দি কৰ আদায় কৰিবলৈ লোৱাত তাত উত্তেজনাৰ সৃষ্টি হয়। ইতিমধ্যে মুৰাৰী চাঁদ কলেজৰ দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰ দ্বাৰিকা নাথ গোস্বামীয়ে ৰাছিয়াৰ আৰ্হিত 'ছ'চিয়েলিষ্ট ইউথ কনফাৰেন্স' গঠন কৰে। ছিলেট জিলাত আন্দোলন ব্যাপক হোৱাত চৰকাৰে মুৰাৰী চাঁদ আৰু গুৱাহাটীৰ কটন কলেজৰ অধ্যক্ষক ছাত্ৰ আন্দোলন বন্ধ কৰাৰ বাবে নিৰ্দেশ দিয়ে। তেনে ব্যৱস্থা লোৱা সত্ত্বেও জৱাহৰ লাল নেহৰুক গ্ৰেপ্তাৰৰ প্ৰতিবাদত মুৰাৰী চাঁদ কলেজৰ ছাত্ৰই ১৫ এপ্ৰিলত হৰতাল পালন কৰে। অধ্যক্ষাই ছাত্ৰ নেতাকেইজনমানক কলেজৰ পৰা বহিষ্কাৰ কৰাত তাৰ প্ৰতিবাদত ১৬ এপ্ৰিলত শ্ৰেণীবৰ্জন কৰা হয়। মে' মাহত আন্দোলন আৰু ব্যাপক হৈ উঠে। কংগ্ৰেছৰ দুয়োটা দলে, কংগ্ৰেছ সংঘ আৰু কংগ্ৰেছ কমিটীয়ে, শোভাযাত্ৰা উলিয়ায়। বেছিভাগ উকীলে আদালত বৰ্জন কৰে। তৰুণ সংঘ, যুৱক সংঘ, সবুজ সংঘ, ছাত্ৰ সম্মিলন, ব্ৰতী বালক সমিতি আদি যুৱক সংঘৰ পৰা স্বেচ্ছাসেৱী সত্যাগ্ৰহী লোৱা হয়। চৰকাৰে আন্দোলন দমন কৰাৰ বাবে ১৪৪ ধাৰা জাৰি কৰে। ১৪৪ ধাৰা ভংগ কৰি শোভাযাত্ৰা, ৰাজহুৱা সভা, পিকেটিং আদি অব্যাহত থকাত আন্দোলনকাৰীৰ ওপৰত লাঠিচালনা কৰে। লাঠিৰ কোবত কমেও ৪১জন আহত হয়। চৰকাৰে বহুতো কংগ্ৰেছী আৰু ছাত্ৰ স্বেচ্ছাসেৱীক গ্ৰেপ্তাৰ কৰে।

গান্ধীজীক গ্ৰেপ্তাৰ কৰাৰ পিছত ব্ৰহ্মপুত্ৰ উপত্যকাত আন্দোলন ব্যাপক হৈ উঠে। স্বতঃস্ফূৰ্টভাৱে দোকান-পোহাৰ বন্ধ হৈ যায়। ৬-১৫ মে'ৰ ভিতৰত উত্তৰ লখিমপুৰ, ডিব্ৰুগড়, শিৱসাগৰ, নাজিৰা, যোৰহাট, গোলাঘাট, নগাঁও, তেজপুৰ, গুৱাহাটী, নলবাৰী, পলাশবাৰী আৰু ধুবুৰীৰ ছাত্ৰই শোভাযাত্ৰা উলিয়ায় আৰু হৰতাল পালন কৰে। চৰকাৰে জাৰি কৰা ১৪৪ ধাৰা ভংগ কৰা হয়।

### কানিংহাম চাৰ্কুলাৰ ঃ

ছাত্ৰ আন্দোলনৰ বৰ্ধিত গতি হ্ৰাস কৰাৰ বাবে চৰকাৰে শিক্ষানুষ্ঠানৰ শান্তি-শৃংখলা ৰক্ষাৰ নামত কেতবোৰ শাস্তিমূলক ব্যৱস্থা লোৱাৰ বাবে স্থিৰ কৰে। সেই মতে আন্দোলনত অংশগ্ৰহণ কৰা ছাত্ৰই বৃত্তি, মাচুল মাফ আৰু হোষ্টেলত থকা সুবিধাৰ পৰা বঞ্চিত হ'ব। আন্দোলনকাৰী প্ৰতি ছাত্ৰৰ ওপৰত ১.০০ জৰিমনা বিহা হ'ব। ৩ এপ্ৰিলত শিক্ষা সঞ্চালকে প্ৰদেশখনৰ শিক্ষানুষ্ঠানৰ মুৰব্বীলৈ প্ৰেৰণ কৰা চাৰ্কুলাৰৰ যোগেদি এনে নিৰ্দেশ দিয়ে। ১৯ এপ্ৰিলত আন এখন চাৰ্কুলাৰ প্ৰেৰণ কৰি আন্দোলনকাৰী শিক্ষাৰ্থীয়ে যাতে শিক্ষানুষ্ঠানৰ নিয়মানুবৰ্তিতা পালন কৰে, তাৰ বাবে শিক্ষাৰ্থী বা অভিভাৱকৰ পৰা লিখিত প্ৰতিশ্ৰুতি লোৱাৰ ব্যৱস্থা কৰে। ছাত্ৰই যাতে ৰাজনৈতিক আন্দোলনত যোগ নিদিয়ে তাৰ বাবে নামভৰ্তিৰ সময়তে অভিভাৱকৰ পৰা লিখিত প্ৰতিশ্ৰুতি লোৱাৰ ব্যৱস্থা কৰে। এই কুখ্যাত চাৰ্কুলাৰে সমগ্ৰ প্ৰদেশখনতে সৰৱ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। ব্ৰহ্মপুত্ৰ আৰু সুৰমা উপত্যকাত হাজাৰ হাজাৰ ছাত্ৰই আন্দোলনত জঁপিয়াই পৰিল। ১০ জুলাইত বন্ধ খোলাত কটন কলেজত পিকেটিং আৰম্ভ হ'ল। পিকেটিং অকাৰ্যকৰী কৰাৰ বাবে অধ্যক্ষই শ্ৰেণী বাতিল কৰিলে। ফলত পিকেটিং বা সত্যাগ্ৰহ আঁচনি বাধাপ্ৰাপ্ত হয়। কটন কলেজিয়েট হাইস্কুল আৰু সোণাৰাম হাইস্কুলতো পিকেটিং চলিল। অসমৰ গৱৰ্ণৰে পিকেটিংকাৰীৰ ওপৰত কঠোৰ ব্যৱস্থা লোৱাৰ পোষকতা কৰিলে। পিকেটিং কৰা বাবে নগাঁৱৰ স্কুল খুলিব নোৱাৰিলে যদিও দুজন পিকেটিংকাৰীক শাস্তি বিহি

চৰকাৰীভাৱে স্কুল খোলা দেখুওৱা হ'ল। আন্দোলন দমনমূলক ব্যৱস্থা লৈ চৰকাৰে আন্দোলনকাৰী ছাত্ৰক গ্ৰেপ্তাৰ কৰিবলৈ লয়। তাৰ প্ৰতিক্ৰিয়া স্বৰূপে আন্দোলনকাৰীৰ সংখ্যা বাঢ়ি গ'ল। আগষ্ট মাহৰ শেষলৈ অগণন ছাত্ৰক গ্ৰেপ্তাৰ কৰা হ'ল। গুৱাহাটীত ছজন ছাত্ৰক শাস্তি বিহিলে। বৰপেটাত ১৪৪ ধাৰা ভংগ কৰি ছাত্ৰ আৰু স্থানীয় লোকে শোভাযাত্ৰা উলিয়ালে। শিৱসাগৰত পিকেটিংকাৰী তিনিজন ছাত্ৰক তিনিমাহৰ কাৰাদণ্ড বিহা হ'ল। স্কুলৰ তিনিটা ঘৰ ভস্মীভূত হ'ল। ২৩ আগষ্টত জাগী হাইস্কুলৰ সাতজন ছাত্ৰক গ্ৰেপ্তাৰ কৰা হ'ল।

সুৰমা উপত্যকাত মুৰাৰী চাঁদ কলেজ খোলাৰ তাৰিখৰ পৰা তিৰোতাসকলে পিকেটিং কৰিবলৈ ল'লে। তিনিজন ছাত্ৰক আটক কৰা হ'ল। ৯ জুলাইত হবিবগঞ্জৰ যোগেন্দ্ৰ কিশোৰ ইনষ্টিটিউট ভস্মীভূত হ'ল। ১৪ জুলাইত ছিলেটৰ গিৰিশ চন্দ্ৰ হাইস্কুল ভস্মীভূত হ'ল। ১৩ আগষ্টত মৌলবী বজাৰৰ হাইস্কুলত অগ্নিসংযোগ কৰা হ'ল।

চৰকাৰী আৰু চৰকাৰী সাহায্যপ্ৰাপ্ত শিক্ষানুষ্ঠান এৰি অহা শিক্ষাৰ্থীৰ বাবে জাতীয়তাবাদীসকলে ৰাইজৰ পৰা ধন সংগ্ৰহ কৰি ব্ৰহ্মপুত্ৰ আৰু সুৰমা উপত্যকা উভয়তে জাতীয় স্কুল স্থাপন কৰিবলৈ লয়। কিছুমান পৌৰসভায়ো তাত সহযোগ কৰে। যিবিলাক ছাত্ৰৰ অভিভাৱকে কানিংহাম চাৰ্কুলাৰ মতে লিখিত প্ৰতিশ্ৰুতি নিদিলে, সেইসকল ছাত্ৰৰ বাবে ১৫ জুলাইত গুৱাহাটীত কামৰূপ একাডেমী স্কুল স্থাপন কৰা হ'ল। সেইদৰে বৰপেটা বিদ্যাপীঠ, তেজপুৰ একাডেমী, শিৱসাগৰ বিদ্যাপীঠ আৰু ডিব্ৰুগড়ত 'পাব্লিক হাইস্কুল' স্থাপন কৰা হ'ল। শিলচৰত কৰিমগঞ্জ আৰু কাছাৰ হাইস্কুল স্থাপন হ'ল। স্মৰ্তব্য যে চৰকাৰৰ উৎপীড়ন-নিপীড়নৰ প্ৰতিবাদত জাতীয় স্কুল স্থাপন কৰা হৈছিল জাতীয় শিক্ষা গ্ৰহণৰ বাবে। ই আন্দোলনৰ অংশ হিচাপে গা কৰি উঠিছিল। কিছুমান স্কুল আন্দোলনৰ পিছতো বৰ্তি থাকিল।

সমগ্ৰ ভাৰততে অসহযোগ আৰু আইন অমান্য আন্দোলন বাঢ়ি যোৱাত দমনমূলক ব্যৱস্থা লোৱাৰ বাবে ভাৰত চৰকাৰে সংবাদপত্ৰৰ স্বাধীনতা খৰ্ব কৰে (২৭ এপ্ৰিল, ১৯৩০ খ্ৰীঃ)। পিকেটিং আৰু সভা-সমিতি বন্ধ কৰাৰ বাবে দুখন অধ্যাদেশ জাৰি কৰে ২ জুন ১৯৩০ খ্ৰীঃত। সংগঠন বেআইনী কৰাৰ বাবে ১৯০৮ চনৰ সংশোধনীত ফৌজদাৰী দণ্ডবিধি বলবৎ কৰে (১২ আগষ্ট, ১৯৩০ খ্ৰীঃ)। অসমত আন্দোলন ব্যাপক হৈ উঠাত চৰকাৰে জনমত প্ৰকাশৰ আগশাৰীৰ বাতৰি কাকত 'অসমীয়া' আৰু 'ছিলেট ক্ৰনিক'ল'ৰ প্ৰকাশ বন্ধ কৰি দিয়ে। অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি বিষ্ণুৰাম মেধি আৰু আন কেবাজনক গ্ৰেপ্তাৰ কৰে। মেধিক ৬ মাহৰ কাৰাদণ্ড আৰু ২০০.০০ টকা জৰিমনা বিহে। তেওঁৰ মটৰ গাড়ীখন ডাকত দি বিক্ৰী কৰি জৰিমনাৰ ধন আদায় কৰে। ইতিমধ্যে ছাত্ৰকে ধৰি ৬৭১জন আইন অমান্যকাৰীক শাস্তি বিহা হয়। তৎসত্ত্বেও আন্দোলনৰ প্ৰকোপ বাঢ়ি যায়। বিদেশী সামগ্ৰী বিক্ৰী কৰা ব্যক্তিগত অনুষ্ঠান আৰু চৰকাৰী কাৰ্যালয় অচল কৰাৰ বাবে পিকেটিং জোৰদাৰ কৰি তোলা হয়। কংগ্ৰেছৰ শিৱসাগৰত বহা সভাই অসহযোগ আন্দোলনৰ প্ৰতি জনগণে বিপুল সঁহাৰি দিয়াৰ বাবে সন্তোষ কৰে। জে'লত পৰাত বিষ্ণুৰাম মেধিয়ে গোপীনাথ বৰদলৈক প্ৰদেশ কংগ্ৰেছৰ সভাপতি মনোনীত কৰে যদিও নানান অজুহাত দেখুৱাই বৰদলৈয়ে দায়িত্ব গ্ৰহণ নকৰিলে। যাদৱ প্ৰসাদ চলিহাই এই দায়িত্ব ল'বলৈ আগবাঢ়ি আহে। অক্টোবৰ মাহত অমিয়কুমাৰ দাসক ছমাহৰ বাবে কাৰাদণ্ড দিয়া হয়। ১৪৪ ধাৰা ভংগৰ অপৰাধত মতিৰাম বৰা আৰু কনক চন্দ্ৰ শৰ্মাক গ্ৰেপ্তাৰ কৰা হয়। চৰকাৰে চন্দ্ৰপ্ৰভা শইকীয়ানীক ২৪ ঘণ্টাৰ ভিতৰত নগাঁও এৰাৰ বাবে জাননী দিয়ে। নগাঁৱৰ বিভিন্ন ঠাইত আন্দোলনকাৰীৰ ওপৰত পুলিচে লাঠি চালনা কৰে। পুলিচৰ লাঠি চালনাৰ প্ৰতিবাদ কল্পে নগাঁৱত হৰতাল পালন কৰা হয়। ২৪জনী মহিলাই হাইস্কুলৰ সম্মুখত পিকেটিং কৰে। মহিলা নেত্ৰী গুণেশ্বৰী দেৱী আৰু মুক্তাবালা দেৱীসহ পিকেটিংকাৰীসকলক গ্ৰেপ্তাৰ কৰা হয়। নেত্ৰী দুগৰাকীক প্ৰথম মহিলা আন্দোলনকাৰী হিচাপে জে'ল দিয়া হয়। আইন অমান্য কৰাত সুৰমা ভেলী ছিলেটৰ পৰা বহুত লোকক আটক কৰা হয়। চৌকিদাৰী কৰ বন্ধৰ আহ্বান দিয়া ব্ৰজেন্দ্ৰ নাৰায়ণ চৌধুৰীক মে' মাহত (১৯৩০ খ্ৰীঃ) গ্ৰেপ্তাৰ কৰা হয়। সুনামগঞ্জ মহকুমাৰ বেহালি আৰু পালিগাঁৱত চৌকিদাৰী কৰ বন্ধ কৃতকাৰ্য হয়। তাৰ ফলস্বৰূপে বহুত চৌকিদাৰে পদত্যাগ কৰে। এই আন্দোলনক কেন্দ্ৰ কৰি কৰুণাসিন্ধু ৰয় কৃষক নেতা হিচাপে

পৰিচিত হয়। তাত অসহযোগ আন্দোলনৰ প্ৰভাৱ এনে হৈছিল যে খদ্দৰ কাপোৰ পিন্ধনত বাধা আৰোপ কৰা কাৰণে পথাৰখালা চাহ বাগিচাৰ কেৰাণীয়ে চাকৰি এৰি দিয়ে। সত্যাগ্ৰহীৰ বিৰুদ্ধে নিয়োগ কৰাত তিনিজন পুলিচে চাকৰি এৰি দিয়ে। কাছাৰত মহিলায়ো পিকেটিং কৰিছিল। পিকেটিং ব্যৱস্থাৰ ফলত বিদেশী বস্ত্ৰৰ বিক্ৰী কমি গৈছিল।

১৯৩১ খ্ৰীষ্টাব্দৰ ৯ জানুৱাৰীত গুৱাহাটীৰ পৰা চন্দ্ৰপ্ৰভাৱ শইকীয়ানীকে ধৰি বহুতো আন্দোলনকাৰীক গ্ৰেপ্তাৰ কৰা হয়। ১৩ জানুৱাৰীত  কৰিমগঞ্জৰ গিৰিজাবালা প্ৰমুখ্যে বহুতো আন্দোলনকাৰীক গ্ৰেপ্তাৰ কৰা হয়। এইদৰে ৰাজনৈতিক বন্দীৰে অসমৰ জে'লখানাবোৰ ভৰ্তি হৈ পৰে। তৃতীয় শ্ৰেণীৰ অন্তৰ্ভুক্ত ৰাজনৈতিক বন্দীসকলক নিম্নমানৰ খাদ্য দিয়া হয়, যাৰ ফলত তেওঁলোকে জে'লৰ ভিতৰতে অনশন ধৰ্মঘট কৰিবলগীয়াত পৰে। বহুতো ৰাজনৈতিক বন্দী সাম্ৰাজ্যবাদী চৰকাৰৰ হাতত জে'লৰ ভিতৰতে নিৰ্যাতিত হয়।

ইমান লোক কাৰাৰুদ্ধ হোৱাৰ পিছতো আন্দোলনৰ গতি ৰুদ্ধ হোৱা নাছিল। ২৬ জানুৱাৰীত (১৯৩১ খ্ৰীঃ) অসমৰ সকলোতে ভাৰতৰ দ্বিতীয় স্বাধীনতৰ দিৱস পালন কৰা হয়। নগাঁৱত প্ৰায় এক হাজাৰ কৃষকৰ শোভাযাত্ৰা উলিওৱা হয়। পুলিচে নেতাসকলক মাৰপিট কৰি শোভাযাত্ৰা বন্ধ কৰে। কিছুমানক গ্ৰেপ্তাৰ কৰে। ছিলেটত উলিওৱা শোভাযাত্ৰাত প্ৰায় ৫০গৰাকী মহিলাই অংশগ্ৰহণ কৰে। পুলিচে বন্দাৰ বজাৰত শোভাযাত্ৰা বন্ধ কৰাৰ যত্ন কৰে। ত্ৰিৰংগ পতাকা কাঢ়ি নিবলৈ চেষ্টা কৰে যদিও জুবেদা খাতুনে সেই ঠাইতে পতাকা উত্তোলন কৰে। আনহাতে পুলিচে ৩০জন স্বেচ্ছাসেৱীক গ্ৰেপ্তাৰ কৰে।

আইন অমান্য আন্দোলন চলি থকাৰ সময়তে ভাৰতীয় ৰাজনৈতিক প্ৰশ্নক লৈ লণ্ডনত প্ৰথম ঘূৰণীয়া মেজমেল বহে (১২ নৱেম্বৰ, ১৯৩০ খ্ৰীঃ)। কংগ্ৰেছে মেজমেল আইন বৰ্জন কৰে। ঘূৰণীয়া মেজমেলত একো কাৰ্যকৰী উদ্ভাৱন নহ'ল। ১৭ জানুৱাৰীত (১৯৩১ খ্ৰীঃ) ভাইছৰয় আইৰিনে প্ৰকাৰান্তৰে কংগ্ৰেছৰ সহযোগিতা বিচাৰি কেন্দ্ৰীয় বিধানসভাত এটি বিবৃতি দিয়ে। তাৰ এদিন পিছতে ঘূৰণীয়া মেজমেলৰ সামৰণি পৰে (১৯ জানুৱাৰী)। এই আপাহতে গান্ধীজীয়ে আইৰিনৰ লগত চুক্তিবদ্ধ হয় (৫ মাৰ্চ, ১৯৩১ খ্ৰীঃ)। চুক্তিত ভাৰতৰ স্বাধীনতা নাইবা ডিমিনিয়ন ষ্টেটাছৰ প্ৰসংগ নাহিল।  তথাপিতো গান্ধীজীয়ে আইন অমান্য আন্দোলন প্ৰত্যাহাৰ কৰে। চুক্তিমতে চৰকাৰে দমনমূলক ব্যৱস্থাসমূহ উঠাই লোৱাৰ কথা ঘোষণা কৰে, যেনে— অধ্যাদেশ, চৰকাৰী জাননী আৰু জাতীয় আন্দোলনকাৰীৰ বিৰুদ্ধে থকা অভিযোগ আৰু জৰিমনা। তদুপৰি চৰকাৰে ভাৰতীয় জাতীয় কংগ্ৰেছক দ্বিতীয় ঘূৰণীয়া মেজৰমেলত অংশগ্ৰহণ কৰাৰ কাৰণে আমন্ত্ৰণ জনায়। কৰাচীত বহা জাতীয় কংগ্ৰেছৰ অধিৱেশনত চুক্তিখনত সমৰ্থন জনোৱা হয় (২৯ মাৰ্চ, ১৯৩১ খ্ৰীঃ)। ৩১ মাৰ্চত ভাৰতীয় ফৌজদাৰী দণ্ডবিধি আইনৰ বিশেষ ধাৰাত আটক কৰাসকলৰ বাহিৰে বাকীবিলাক আটক বন্দীক মুকলি কৰি দিয়া হয়।

কৰাচী কংগ্ৰেছত চুক্তিখন গৃহীত হোৱাৰ আগতে অসমৰ বিভিন্ন জিলা সদৰত সভা পাতি চুক্তিখনৰ প্ৰতি সমৰ্থন জনোৱা হয়। নগাঁৱত বহা অসম প্ৰদেশ কংগ্ৰেছ সভাই চুক্তিখনৰ প্ৰতি সমৰ্থন আগবঢ়ায় (১৭ মাৰ্চ, ১৯৩১ খ্ৰীঃ)। গুৱাহাটীত বহা 'আসাম মুছলিম এছ'চিয়েছনে'ও চুক্তিখন সমৰ্থন কৰে (৪ এপ্ৰিল, ১৯৩১ খ্ৰীঃ)। চুক্তিৰ চৰ্তানুসৰি অসম চৰকাৰে প্ৰায়বোৰ ৰাজনৈতিক বন্দীক জে'লৰ পৰা মুকলি কৰি দিয়ে।

অসমৰ বিভিন্ন ঠাইত জে'লৰ পৰা মুক্ত হৈ অহা জাতীয়তাবাদী নেতা-নেত্ৰীসকলক অভিনন্দন জনোৱা হয়। উৎসাহিত হৈ সভা-সমিতি পাতিবলৈ লয়। দৰং জিলাৰ বিশ্বনাথত প্ৰাদেশিক কংগ্ৰেছৰ তিনিখন অধিৱেশন বহে। নদুৱাৰত সভাৰ অধিৱেশনত (১৮ এপ্ৰিল, ১৯৩১ খ্ৰীঃ) সভাপতিৰ আসনৰ পৰা হৰেকৃষ্ণ দাসে ফাঁচী কাঠত জীৱন আহুতি দিয়া (২৩ মাৰ্চ, ১৯৩১ খ্ৰীঃ) ভগত সিং, সুখদেৱ আৰু ৰাজগুৰুৰ দেশপ্ৰেমৰ কথা সুঁৱৰি বক্তৃতা দিয়ে। ২৯ এপ্ৰিলত গোৱালপাৰাত বহা সভাত আইন অমান্য আন্দোলনত  যোগদান কৰা মহিলাসকলক আদৰণি জনায়। সেই সময়তে কংগ্ৰেছৰ আন্দোলন সজীৱ কৰি ৰখাৰ বাবে ধুবুৰীতো ছাত্ৰসকলৰ অধিৱেশন বহে। জুন মাহত গমিৰিত চাৰিদুৱাৰ ৰায়ত সন্মিলন আৰু যোৰহাটত ৰাষ্ট্ৰীয় সন্মিলন বহে। সমসাময়িকভাৱে সুৰমা উপত্যকাত বিভিন্ন সভা-

সমিতি অনুষ্ঠিত হয়। ২২ৰ পৰা ২৪ এপ্ৰিললৈ শিলচৰত 'সুৰমা ভেলী ছাত্ৰ কনফাৰেন্স' বহে। বছৰটোৰ শেষৰফালে ছিলেটত ডেকাসকলক ৰাজনৈতিক জ্ঞান দিয়াৰ বাবে আনুষ্ঠানিক ব্যৱস্থা লোৱা হয়। বংগ প্ৰদেশ কংগ্ৰেছৰ সভাপতি সুভাষ চন্দ্ৰ বসুৰ হস্তক্ষেপত কংগ্ৰেছৰ মাজত ঘটা বিভাজনৰ অন্ত পেলাই ছিলেট জিলা কংগ্ৰেছ কমিটী গঠন কৰা হয় আৰু কংগ্ৰেছ কৰ্মীসকলে অ'ত ত'ত কংগ্ৰেছৰ সভা পাতি স্বাধীনতাৰ দাবী সজীৱ কৰি ৰাখে।

১ম মহাসমৰৰ পিছত ৩০ৰ দশকত যি অৰ্থনৈতিক সভা চলি আছিল, তাৰ ফলত কৃষকসকল দুৰ্যোগৰ সন্মুখীন হয়। অথচ সাম্ৰাজ্যবাদী চৰকাৰে খাজনা হ্ৰাস কৰাৰ পৰিবৰ্তে খাজনা বৃদ্ধি কৰে। ১৯২৩ৰ পৰা ১৯৩০ খ্ৰীষ্টাব্দৰ ভিতৰত কামৰূপ আৰু শিৱসাগৰত ক্ৰমে শতকৰা ২০ আৰু ২২ ভাগ খাজনা বৃদ্ধি কৰে। ১৯৩০-৩২ খ্ৰীষ্টাব্দত ব্ৰহ্মপুত্ৰ আৰু সুৰমা উপত্যকাত খাজনা আদায়ৰ বাবদ জোৰ-জুলুম চলায়। অস্থাবৰ সম্পত্তি ক্ৰোক কৰিবলৈ ধৰে। ক্ৰোক কৰা অস্থাবৰ সম্পত্তিৰ সংখ্যা ১৯৩২-৩৩ খ্ৰীষ্টাব্দৰ ৮১,৯৫৮ৰ পৰা ১৯৩৩-৩৪ খ্ৰীষ্টাব্দত ৯৮,১২২ লৈ বৃদ্ধি হয়। নিলামত যোৱা স্থাবৰ সম্পত্তিৰ সংখ্যা ৪১,৭৩৪ৰ পৰা ৫৯,২১৫ হয়গৈ। ব্ৰহ্মপুত্ৰ উপত্যকাত ৩,৩৯৪খন একচনা আৰু ম্যাদীপট্টা খাৰিজ কৰা হয়। এনে অৱস্থাত ৰায়তসকলে ৰায়ত সভা আৰু কৃষক সভা পাতি খাজনা হ্ৰাস কৰাৰ বাবে আন্দোলন আৰম্ভ কৰে। কৃষক সভাত কংগ্ৰেছীসকলেও যোগদান কৰে। গোৱালপাৰা আৰু কাছাৰ জিলাত ৰায়তসকলে জমিদাৰৰ বিৰুদ্ধে আন্দোলন চলাই আছিল। গোৱালপাৰাত ১৯২২ খ্ৰীষ্টাব্দতে কৃষক সন্মিলনীয়ে আন্দোলন কৰাৰ কথা পোৱা যায়। অসমৰ এনে অৱস্থাৰ মাজতে গান্ধীজীয়ে দ্বিতীয় ঘূৰণীয়া মেজমেলত যোগদানকাৰ (ছেপ্টেম্বৰ, ১৯৩১ খ্ৰীঃ)। কিন্তু ভাৰতৰ ৰাজনৈতিক সমস্যা সমাধানৰ কোনো পথ নেদেখি তেওঁ ঘূৰি আহিল (২৮ ডিচেম্বৰ)। কংগ্ৰেছ কাৰ্যকৰী কমিটীয়ে পুনৰ অসহযোগ আৰু আইন অমান্য আন্দোলন ঘোষণা কৰিলে (১ম জানুৱাৰি, ১৯৩২ খ্ৰীঃ)। সেইমতে অসমত আইন অমান্য আন্দোলন পুনৰ আৰম্ভ হ'ল। চৰকাৰে পুনৰ আন্দোলন দমন কৰাৰ কাৰণে বিভিন্ন নিৰ্যাতনমূলক আইন প্ৰবৰ্তন কৰে। আন্দোলনৰ আহ্বান দিয়াৰ পিছতে তৎকালীনভাৱে গান্ধীজীক গ্ৰেপ্তাৰ কৰা হয় (২৩ জানুৱাৰি)। ২৬ জানুৱাৰিত স্বাধীনতা দিৱস উপলক্ষে অসমৰ উভয় উপত্যকাতে শোভাযাত্ৰা উলিওৱা হয়। ছিলেটত পুলিচৰ লগত সংঘৰ্ষ লাগে। ১৭জন লোক আহত হয়। ২৪জন লোক গ্ৰেপ্তাৰ হয়। তাৰ প্ৰতিবাদত ২৭ জানুৱাৰিত হৰতাল পালন কৰা হয়। সুনাগঞ্জত আন্দোলনকাৰীসকলে শোভাযাত্ৰা কৰি আহি চৰকাৰী হাইস্কুলত সোমাই ত্ৰিৰংগ পতাকা উত্তোলন কৰে। নগাঁও আৰু ধুবুৰীত ১৪৪ ধাৰা ভংগ কৰি শোভাযাত্ৰা উলিওৱা হয়। চৰকাৰে ২৪জন লোকক আটক কৰে। পৰৱৰ্তী কাৰ্যসূচী হিচাপে সমগ্ৰ প্ৰদেশতে বিদেশী পণ্য বৰ্জনৰ বাবে পিকেটিং কৰিবলৈ লোৱা হয়। গোলাঘাটত পিকেটিংকাৰীসকলক আটক কৰা হয়। ২ ফেব্ৰুৱাৰীত ৬০জন, ১৪ ফেব্ৰুৱাৰীত ৮০জন পিকেটিংকাৰীক গ্ৰেপ্তাৰ কৰা হয়। প্ৰথম দিনা গ্ৰেপ্তাৰ হোৱাসকলৰ ভিতৰত ২৪জনী আৰু দ্বিতীয় দিনা গ্ৰেপ্তাৰ হোৱাসকলৰ ভিতৰত ৪১জনী তিৰোতা আছিল। গুৱাহাটী, তেজপুৰ, ধুবুৰী, মংগলদৈ, গোৱালপাৰা, নগাঁও আৰু বদৰপুৰত কৃতকাৰ্যতাৰে পিকেটিং কাৰ্যসূচী লোৱা হয়। বিভিন্ন ঠাইত কৃষকে খাজনা বন্ধ কৰে। হবিবগঞ্জ, তেজপুৰ, গোলাঘাট আৰু ধুবুৰীত পুলিচৰ বাধা অতিক্ৰম কৰি আন্দোলনকাৰী জনতাই আদালতত ত্ৰিৰংগ পতাকা উত্তোলন কৰিবলৈ সমৰ্থ হয়।

আইন অমান্য আন্দোলনকাৰীৰ ওপৰত চৰকাৰে নিৰ্যাতনৰ ব্যৱস্থা লয়। ১৪৪ ধাৰা জাৰি কৰে। তত্ৰাচ, ফেব্ৰুৱাৰি মাহ জুৰি বিভিন্ন ঠাইত শোভাযাত্ৰা চলে। চৰকাৰে শোভাযাত্ৰাবোৰ জোৰ-জুলুম কৰি বন্ধ কৰে। ব্ৰহ্মপুত্ৰ আৰু সুৰমা উপত্যকা উভয়তে মুখ্য মুখ্য নেতাসকলক গ্ৰেপ্তাৰ কৰা হয়। কিন্তু আন্দোলন অব্যাহত থাকে। ল'ৰা-তিৰোতায়ো আন্দোলন কৰি জে'লত সোমায়। আন্দোলনৰ পৰা বিৰত থকা নবীন চন্দ্ৰ বৰদলৈক গ্ৰেপ্তাৰ কৰি জে'লত ৰাখে (২৬ এপ্ৰিল)। ভুবনেশ্বৰ বৰুৱাও গ্ৰেপ্তাৰ হয়। বৰদলৈৰ মটৰগাড়ী আৰু বৰুৱাৰ সম্পত্তি জব্দ কৰা হয়। বিভিন্ন ঠাইত কংগ্ৰেছ কাৰ্যালয় পুলিচৰ দখলাধীন হয়। জে'লৰ ভিতৰত কে'বাগৰাকী লোকৰ মৃত্যু ঘটে। গোলাঘাট

জে'লত এগৰাকী গৰ্ভৱতী তিৰোতাৰ মৃত্যু হয়। মদনমোহন ৰায়ৰ মৃত্যু হয় গুৱাহাটী জে'লত। ঠাকুৰধন আৰু কৃপেশ দত্তৰ মৃত্যু হয় ছিলেট জে'লখানাত।

চৰকাৰী হিচাপ অনুসৰি ১৯৩২ খ্ৰীষ্টাব্দৰ আইন অমান্য আন্দোলনত অসমত ১,৪৯৪জন লোকক গ্ৰেপ্তাৰ কৰা হয়। ইয়াৰ ভিতৰত ১,০৭৬জনক আগষ্ট মাহলৈ কাৰাদণ্ড বিহা হয়। এওঁলোকৰ ৮০গৰাকী তিৰোতা আছিল। অসম প্ৰদেশ কংগ্ৰেছৰ হিচাপ মতে গ্ৰেপ্তাৰ হোৱা লোকৰ সংখ্যা ১,৭০০জনৰ কম নাছিল। কাৰাদণ্ড বিহাসকলৰ ভিতৰত কেইজনমানৰ নাম ল'ব পাৰি— চন্দ্ৰপ্ৰভা শইকীয়ানী, গহন চন্দ্ৰ গোস্বামী, পূৰ্ণ চন্দ্ৰ শৰ্মা, হেমচন্দ্ৰ বৰুৱা, মহেন্দ্ৰমোহন চৌধুৰী, বিজয় চন্দ্ৰ ভাগৱতী, বি এন চৌধুৰী, বি কে দাস, কবীন নবিচ, বিমলা প্ৰসাদ চলিহা, সুধাংশু বেনাৰ্জী আৰু তিনিগৰাকী ডেকা কবি জ্যোতি প্ৰসাদ আগৰৱালা, হেমাংগ বিশ্বাস, ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত। অসমত গ্ৰেপ্তাৰ হোৱা বা জে'লখটাসকলৰ এক তৃতীয়াংশ ছিলেটৰ লোক আছিল। তেজপুৰ, গোলাঘাট আৰু গুৱাহাটীতো কম কষ্ট ভোগ নকৰা নাছিল। কাছাৰ আৰু উত্তৰ লখিমপুৰ সাধাৰণভাৱে জড়িত আছিল।

পাহাৰ অঞ্চলতো আইন অমান্য আন্দোলনৰ প্ৰতিক্ৰিয়া হয়। কংগ্ৰেছে স্বাধীনতা আন্দোলন চলাই যোৱাৰ কথা নগাৰাণীয়ে জানিলে। দেশ প্ৰেমত উথলি উঠি ৰাণীয়ে স্বাধীনতাৰ ধ্বজা উৰুৱালে আৰু গাইডিলিয়ে জনতা জাগি উঠাৰ বাবে আহ্বান দিলে। তাৰ ফলত বৃটিছৰ বিৰুদ্ধে এক বিদ্ৰোহ সংঘটিত হ'ল। কিন্তু, বিদ্ৰোহৰ নেত্ৰী গাইডিলিক বন্দী কৰি ইম্ফলৰ জে'লত ৰখা হ'ল। ১৮৩৩ খ্ৰীষ্টাব্দত মণিপুৰৰ ৰাজনৈতিক এজেণ্ট ৰাণীক যাৱজ্জীৱন দেশান্তৰ কৰে। পাহাৰীসকলৰ বাবে ৰাণী গাইডিলিউ আদৰ্শৰ অনুপ্ৰেৰণা হৈ থাকিল।

গান্ধীজী জে'লত কাৰাৰুদ্ধ হৈ থাকোতে ১৯৩২ খ্ৰীষ্টাব্দৰ ১৭ আগষ্ট তাৰিখে বৃটিছ প্ৰধান মন্ত্ৰী ৰেমছে মেকডনাল্ডে সাম্প্ৰদায়িক বাটোৱাৰা ঘোষণা কৰে। উল্লেখ্য যে বৃটিছ চৰকাৰে ভাৰত সাম্ৰাজ্য শাসনৰ বাবে সাম্প্ৰদায়িকতাৰ বীজ ৰোপণ কৰে। সাম্ৰাজ্যবাদী শাসন বৰ্তাই ৰখাৰ বাবে বিভাজন কৰি শাসন কৰা নীতিৰ (ডিভাইড এণ্ড ৰুল) পোষকতা কৰিছিল। বিশেষকৈ ভাৰতীয়সকলৰ জাতীয় আন্দোলনৰ পৰা মুছলমানসকলক আঁতৰাই ৰখাৰ চেষ্টা কৰিছিল আৰু তাত কৃতকাৰ্যও হৈছিল। হিন্দু-মুছলমানে লগ হৈ আন্দোলন চলাই যোৱাৰ পিছতো গান্ধীজীয়ে অসহযোগ আন্দোলন বন্ধ কৰাৰ পিছত ১৯২৩ খ্ৰীষ্টাব্দত এলানি সাম্প্ৰদায়িক অশান্তিৰ সৃষ্টি হয়। তাত চৰকাৰৰ পোষকতা আছিল বুলি সম্প্ৰতি জনা যায়। নেহৰু সংবিধান সৰ্বদলীয় অভিৱৰ্তনত মহম্মদ আলি জিন্না আৰু মুছলিম নেতৃবৰ্গই পৃথক নিৰ্বাচনৰ দাবী তোলে। এই দাবী নতুন হয়। ১৯০৬ খ্ৰীষ্টাব্দত মুছলিম লীগে পৃথক নিৰ্বাচন বিচাৰিছিল। ছাইমন কমিটীৰ চুপাৰিছ মৰ্মে ভাৰতৰ দায়িত্বশীল চৰকাৰৰ দাবী তথা সাংবিধানিক শাসন সংস্কাৰৰ বাবে আলোচনা কৰিবলৈ ভাইছৰয় আৰৱিনৰ পৰামৰ্শক্ৰমে লণ্ডনত বহা ঘূৰণীয়া মেজমেলত সাম্প্ৰদায়িক প্ৰশ্ন উত্থাপিত হয়। মহম্মদ আলি জিন্না, মহম্মদ ছাফি আৰু মদন মোহন মালব্যই সাম্প্ৰদায়িক সমস্যাৰ এটা সমাধান সূত্ৰ উলিয়ায়। কিন্তু, বৃটিছৰ সমৰ্থক, ভাইছৰয়ৰ কাৰ্যনিৰ্বাহকৰ সদস্য মিএগ ফজলী হুছেইনৰ পৰা ভিতৰুৱা ইংগিত পাই মুছলিম নেতা আগাখানে তাৰ বিৰোধিতা কৰে। ডঃ ভীমৰাও আম্বেদকাৰেও অনুসূচিত সম্প্ৰদায়ৰ বাবে পৃথক ৰক্ষা কবচ কিছুমান বিচাৰিছিল। সাম্প্ৰদায়িক সমস্যাক ১ম আৰু ২য় ঘূৰণীয়া মেজমেলত কৃতকাৰ্য নহ'ল। সাম্প্ৰদায়িক বাটোৱাৰা ঘোষণা কৰাৰ পিছত তৃতীয় ঘূৰণীয়া মেল বহিল (১৭ নৱেম্বৰ, ২৪ ডিচেম্বৰ, ১৯৩২ খ্ৰীষ্টাব্দ) আৰু বৃটিছ চৰকাৰে শাসন সংস্কাৰৰ পৰামৰ্শ সামৰি এখন শ্বেতপত্ৰ প্ৰদান কৰিলে (১৫ মাৰ্চ, ১৯৩৩ খ্ৰীষ্টাব্দ)। বৃটিছ পাৰ্লিয়ামেণ্টৰ যুটীয়া বাছনি কমিটীয়ে শ্বেতপত্ৰ পৰ্যালোচনা কৰি প্ৰতিবেদন দাখিল কৰে (অক্টোবৰ, ১৯৩৪ খ্ৰীঃ)। এই প্ৰতিবেদনৰ ভিত্তিতে ৰচিত ১৯৩৫ খ্ৰীষ্টাব্দৰ ভাৰত আইন বৃটিছ পাৰ্লিয়ামেণ্টত গৃহীত হয় (৪ আগষ্ট, ১৯৩৫ খ্ৰীঃ)।

সাম্প্ৰদায়িক বাটোৱাৰাৰ বিৰোধিতা কৰি গান্ধীজীয়ে পুণে জে'লৰ ভিতৰতে আমৰণ অনশন ধৰ্মঘট আৰম্ভ কৰে (২০ ছেপ্টেম্বৰৰ পৰা)। গান্ধীজীৰ সমৰ্থনত দেশজুৰি হৰতাল পালন কৰা হয়। এনে অৱস্থাৰ পৰিপ্ৰেক্ষিতত প্ৰথমে বোম্বাই (মুম্বাই) আৰু পিছলৈ পুণত বহা সম্মিলনে

সাম্প্রদায়িক ধাটোৱাৰাৰ ওপৰত আলোচনা কৰে। নিষ্পেষিতৰ প্ৰতিনিধি ডঃ আম্বেদকাৰক তালৈ আমন্ত্ৰণ জনোৱা হৈছিল। সম্মিলনৰ সিদ্ধান্ত অনুসৰি বৰ্ণহিন্দুৰ লগত নিষ্পেষিতসকলক কিছুমান নিৰ্বাচন ক্ষেত্ৰত যুটীয়া নিৰ্বাচনৰ ব্যৱস্থা লোৱা হয়। গান্ধীজীয়ে পুণে চুক্তি ৰক্ষা কৰাৰ পিছত আইন অমান্য আন্দোলন প্ৰত্যাহাৰ কৰে। ১৯৩৪ খ্ৰীষ্টাব্দত কংগ্ৰেছৰ আন্দোলন বন্ধ হ'ল। অসমত তাৰ আগতেই আন্দোলন স্তিমিত হৈছিল।

### অসম বিধান পৰিষদ (১৯২১-১৯৩৬ খ্ৰীঃ)

১৯১৯ খ্ৰীষ্টাব্দৰ ভাৰত চৰকাৰ আইন অনুসৰি অসমত গবৰ্ণৰ অধীনত নিজাববীয়াকৈ বিধান পৰিষদ গঠন হ'ল যদিও বিধায়িনীৰ হাতত একক ক্ষমতা নাথাকিল। দ্বৈত বা দুতৰপীয়া শাসন প্ৰবৰ্তন হ'ল। নতুন নিয়ম মতে ব্ৰহ্মপুত্ৰ উপত্যকাৰ যিসকলে ১৫.০০ টকা মাটিৰ খাজনা ভৰে আৰু গোৱালপাৰা আৰু সুৰমা উপত্যকাৰ চৌকিদাৰী কৰ ১.৮০ টকা ভৰে তেওঁলোকক ভোটৰ অধিকাৰ দিয়া হয়। অতি কমসংখ্যক লোকেহে ভোটাধিকাৰ লাভ কৰিছিল। সম্পত্তিবান লোকে ভোটাধিকাৰ পাইছিল আৰু সম্পত্তিবান উচ্চ শ্ৰেণীৰ লোক কাউন্সিলৰ (সদস্য) নিৰ্বাচিত হয়। সমষ্টি নিৰ্ধাৰণ কৰা হৈছিল সাম্প্ৰদায়িক ভিত্তিত যেনে— মুছলিম আৰু অমুছলিম সাধাৰণ সমষ্টি, চাহ খেতিয়ক গোষ্ঠী, ঔদ্যোগিক আৰু বাণিজ্যিক গোষ্ঠী, চৰকাৰী বিষয়া আৰু অন্যান্য মনোনীত গোষ্ঠী। এনে নিৰ্বাচনৰ ফলত বিধান পৰিষদত চৰকাৰী আৰু মনোনীত সদস্যসকল প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছিল। তাত সৰ্বসাধাৰণ জনগণৰ প্ৰতিনিধিত্ব নাছিল। পৰিষদত জনগণৰ স্বাৰ্থৰ প্ৰতিফলন হোৱা নাছিল বা জনস্বাৰ্থ উপেক্ষিত হৈছিল।

১৯২১ খ্ৰীষ্টাব্দৰ পৰা ১৯৩৬ খ্ৰীষ্টাব্দলৈ চাৰিখন নৱগঠিত (সংশোধিত) পৰিষদ গঠন কৰা হৈছিল। অসহযোগ কাৰ্যসূচী মতে কংগ্ৰেছে নিৰ্বাচন বন্ধ কৰাত প্ৰথম পুনৰ্গঠিত পৰিষদলৈ চৰকাৰৰ প্ৰতি আনুগত্যশীল নিৰ্বাচিত হয়। এওঁলোকে চৰকাৰৰ দমনমূলক নীতিৰ বিৰোধিতা কৰি কোনো প্ৰস্তাৱ ল'ব পৰা নাছিল। বৰঞ্চ কংগ্ৰেছে বৰ্জন কৰা প্ৰিন্স অব্ ৱেলছৰ ভাৰত পদাৰ্পণৰ (১৯২১ খ্ৰীঃ) প্ৰতি আদৰণি জনাই আনুগত্য প্ৰকাশ কৰি দেশদ্ৰোহত লিপ্ত হৈছিল। অৱশ্যে পদ্মনাথ গোহাঁই বৰুৱা প্ৰমুখ্যে অসহযোগ আন্দোলন সমৰ্থন নকৰা কেইজনমান সদস্যই চৰকাৰী দমন নীতিৰ কটু সমালোচনা কৰে। কৃষকৰ স্বাৰ্থ ৰক্ষাৰ বাবে ৰায়তী আইনৰ প্ৰস্তাৱ উত্থাপিত হয় যদিও, জমিদাৰ প্ৰতিনিধিয়ে বিধি পথালি দিয়ে। দ্বিতীয় আৰু তৃতীয় নৱগঠিত পৰিষদত স্বৰাজিষ্ট, জাতীয় আৰু নিৰ্দলীয় সদস্যৰ ভাৰতীয় গোট গঠন আছিল। এওঁলোকে চৰকাৰৰ সমৰ্থিত প্ৰাৰ্থী শিৱপ্ৰসাদ বৰুৱাক পৰাস্ত কৰি গোপেন্দ্ৰ লাল দাস চৌধুৰীক উপ-সভাপতি নিৰ্বাচিত কৰে। ইউৰোপিয়ানসকলৰ প্ৰভাৱ অতিক্ৰম কৰি ভাৰতীয় গোটে (অসমীয়া) অসমত দায়িত্বশীল চৰকাৰ গঠনৰ প্ৰস্তাৱ পাছ কৰিব পাৰিছিল। তিৰোতাৰ ভোটাধিকাৰৰ সন্দৰ্ভতো প্ৰস্তাৱ ল'ব পাৰিছিল।

ছাদুল্লা স্বৰাজিষ্টসকলৰ সমৰ্থনত নিৰ্দলীয় সদস্য হিচাপে নিৰ্বাচিত হয়। কিন্তু তেওঁ মন্ত্ৰী হৈ চৰকাৰৰ পক্ষ লয়গৈ। তৃতীয় পৰিষদত যি নতুন সদস্য নিৰ্বাচিত হয়, তাৰ ভিতৰত ভালেসংখ্যক কংগ্ৰেছী লোক আছিল। কিন্তু এওঁলোকে সভাস্থগিত প্ৰস্তাৱৰ বাহিৰে আন গুৰুত্বপূৰ্ণ প্ৰস্তাৱ আনিব পৰা নাছিল। অৱশ্যে চৰকাৰ পক্ষ সমৰ্থিত নীলমণি ফুকনক পৰাস্ত কৰি কংগ্ৰেছী লক্ষেশ্বৰ বৰুৱাক নিৰ্বাচিত কৰিব পাৰিছিল। কিন্তু সমগ্ৰ দেশৰ লগতে অসমত যি সময়ত ছাইমন কমিছনৰ বিৰুদ্ধে হৰতাল পালন কৰা হয়, সেই সময়ত অসম চৰকাৰে কমিছনৰ লগত সহযোগিতা কৰাৰ প্ৰস্তাৱ লয়। স্বৰাজিষ্ট জাতীয়তাবাদীসকলক পৰাস্ত কৰি কমিছনৰ লগত সহযোগিতা কৰাৰ বাবে এটি সাতজনীয়া কমিটী গঠন কৰে।

ছাইমন কমিছন বিৰোধী বাতাৱৰণৰ মাজতো চতুৰ্থ পৰিষদৰ নিৰ্বাচন হয় (মে', ১৯২৯ খ্ৰীঃ)। তৃতীয় পৰিষদৰ বিখ্যাত কংগ্ৰেছী সদস্যসকল পুনৰ্নিৰ্বাচিত হ'ল। আনকি বিনাপ্ৰতিদ্বন্দ্বিতাৰে। কিন্তু, ভাৰতৰ পূৰ্ণ স্বাধীনতাৰ দাবীত লাহোৰ কংগ্ৰেছৰ সিদ্ধান্ত অনুসৰি কংগ্ৰেছ কাৰ্যকৰী কমিটীয়ে অসহযোগ আঁচনি লৈ বিধানসভাৰ সদস্য পদ ত্যাগ কৰাৰ নিৰ্দেশ দিয়ে। অসমৰ ভালেমান সদস্যই পদত্যাগ কৰাৰ কাৰণে ইতঃস্তত কৰে। লাহোৰ কংগ্ৰেছৰ পৰা উভতি আহি গোপীনাথ বৰদলৈ আৰু ৰোহিণী কুমাৰ চৌধুৰীয়ে যুটীয়াভাৱে আৰু তৰুণ ৰাম ফুকনে নিজাববীয়াকৈ পদত্যাগ

নকৰাৰ সিদ্ধান্ত লৈ বিবৃতি দিছিল। বাতৰি কাকতত তাৰ বিৰূপ প্ৰতিক্ৰিয়া হোৱাত তৰুণ ৰাম ফুকনে কেন্দ্ৰীয় বিধান পৰিষদ আৰু ১৩জন কংগ্ৰেছ স্বৰাজিষ্ট সদস্যই অসম বিধান পৰিষদৰ পৰা পদত্যাগ কৰে। উল্লেখ্য যে ৰোহিণী কুমাৰ চৌধুৰী আৰু আন এজন কংগ্ৰেছ পদত্যাগকাৰী সদস্য সৰ্বেশ্বৰ বৰুৱাই উপ-নিৰ্বাচনত জয়ী হৈ বিধান পৰিষদত যোগ দিয়ে। নবীন চন্দ্ৰ বৰদলৈয়েও উপ-নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিছিল। কিন্তু পৰাজিত হ'ল। কংগ্ৰেছৰ নিৰ্লিপ্ততাৰ সুযোগ লৈ সুৰমা উপত্যকাৰ পৰা চিৰঞ্জন মুচী আৰু কালিচৰণ সূচী পৰিষদলৈ নিৰ্বাচিত হয়। অৱশ্যে তেওঁলোকে বিৰোধীৰ ভূমিকা লৈছিল।

চতুৰ্থ বিধান পৰিষদত সাম্প্ৰদায়িক বাটোৱাৰাৰ বিৰুদ্ধে মাত মতা হোৱা নাছিল। চৰকাৰে তীব্ৰ জাতীয় আন্দোলনৰ কাৰ্যসূচী, অসহযোগ আৰু আইন অমান্য আন্দোলন দমন কৰাৰ বাবে যিবিলাক নিৰ্যাতনমূলক ব্যৱস্থা লৈছিল, তাৰ বিৰুদ্ধে মাত মতা হোৱা নাছিল। কংগ্ৰেছ স্বৰাজিষ্টসকলৰ অনুপস্থিতিত চৰকাৰ আৰু বিৰোধী পক্ষৰ মাজত বিৰোধৰ সৃষ্টি হোৱা নাছিল। উভয়ে বন্ধুত্বপূৰ্ণ সহযোগিতাৰ আশ্ৰয় লৈছিল।

**ভাৰত চৰকাৰ আইন, ১৯৩৫ খ্ৰীঃ আৰু প্ৰাদেশিক চৰকাৰ ঃ**

১৯৩৫ খ্ৰীষ্টাব্দৰ ভাৰত চৰকাৰ আইন অনুসৰি বৃটিছ ভাৰতীয় প্ৰদেশ আৰু দেশীয় ৰাজ্যবোৰ লগ লগাই কেন্দ্ৰত এক সংযুক্ত শাসন তন্ত্ৰ (ফেডাৰেল) গঠনৰ দিহা কৰা হ'ল। প্ৰদেশবোৰৰ যোগদান বাধ্যতামূলক; কিন্তু দেশীয় ৰাজ্যবোৰৰ যোগদান বাধ্যতামূলক; কিন্তু দেশীয় ৰাজ্যবোৰৰ যোগদান বাধ্যতামূলক নহ'ল, সংশ্লিষ্ট ৰাজ্যবোৰৰ ইচ্ছাসাপেক্ষ হ'ল। কেন্দ্ৰীয় বিধায়িনী দ্বিসদনযুক্ত উচ্চ সদন আৰু নিম্ন সদন। কিন্তু শাসন ক্ষমতা সম্পূৰ্ণভাৱে মন্ত্ৰী সভাৰ হাতত নাথাকিব। প্ৰতিৰক্ষা, বৈদেশিক পৰিক্ৰমা আদি গুৰুত্বপূৰ্ণ বিষয়বোৰ গৱৰ্ণৰ জেনেৰেলৰ হাতত সংৰক্ষিত থাকিব। গৱৰ্ণৰ জেনেৰেলে এই বিষয়বোৰ উপদেষ্টাৰ সহায়ত চলাব। বাকীবোৰ বিষয় মন্ত্ৰীসভাৰ জৰিয়তে চলাব। এতেকে মন্ত্ৰীসভা বিধায়িনীৰ ওপৰত দায়িত্বশীল নহ'ব। একে আষাৰতে ক'বলৈ গ'লে, কেন্দ্ৰত দ্বৈত শাসন চলিব। প্ৰদেশবোৰত দ্বৈত শাসন বিলোপ কৰি স্বায়ত্ত শাসন দিয়া হ'ব। প্ৰাদেশিক শাসন পূৰ্ণ স্বায়ত্ত শাসন নহ'ব বা দায়িত্বশীল চৰকাৰ নহ'ব। কিছুমান বিষয়ত গৱৰ্ণৰৰ ব্যক্তিগত বিচাৰাধীন অধিকাৰ থাকিব। নিৰ্বাচিত প্ৰতিনিধিৰ গৰিষ্ঠসংখ্যক দলে চৰকাৰ গঠন কৰিব পাৰিব।

আইনখনক লৈ ভাৰতীয় ৰাজনৈতিক দলবিলাক সন্তুষ্ট নহ'ল। কাৰণ আইনখনত পূৰ্ণ দায়িত্বশীল চৰকাৰ প্ৰতিষ্ঠা হোৱাৰ ব্যৱস্থা নাছিল। জাতীয় কংগ্ৰেছৰ বোম্বেত বহা মুকলি অধিৱেশনত আইনখনৰ বিৰূপ সমালোচনা হ'ল। মুছলিম লীগেও আইনখনৰ বিৰুদ্ধে মাত মাতিলে। দেশীয় ৰাজ্যবোৰে সংযুক্ত শাসন তন্ত্ৰত যোগ দিয়াৰ পৰা বিৰত থাকিল। এনেবোৰ কাৰণতে ভাৰত আইনখন কাৰ্যকৰী নহ'ল। ১৯৩৭ খ্ৰীষ্টাব্দৰ ১ এপ্ৰিলৰ পৰা প্ৰাদেশিক স্বায়ত্তশাসন ব্যৱস্থা কাৰ্যকৰী হ'ল আৰু কংগ্ৰেছে বিধায়িনীত সোমাই ভিতৰৰ পৰাই চৰকাৰ সবল কৰাৰ কথা ঘোষণা কৰিলে।

এই আইন অনুসৰি অসমৰ বিধায়িনী গৱৰ্ণৰ আৰু দ্বিসদনযুক্ত হ'ল। বিধান পৰিষদৰ (উচ্চ সদন) সদস্যৰ সংখ্যা ২২ জনত নিৰ্দিষ্ট কৰা হ'ল। ইয়াৰ ১৮জন নিৰ্বাচিত, ৪জন মনোনীত। বিধানসভাৰ সদস্যৰ সংখ্যা ১০৮জন। আটাইবিলাক নিৰ্বাচিত। বিধান পৰিষদ স্থায়ী; তিনি বছৰ যোৱাৰ পিছত ইয়াৰ এক তৃতীয়াংশ ভাগ আসন খালী হয়; নিৰ্বাচন পাতি সেই খালী আসন পূৰণ কৰাৰ ব্যৱস্থা আছে। বিধানসভাৰ কাৰ্যকাল পাঁচ বছৰীয়া। প্ৰয়োজনসাপেক্ষে গৱৰ্ণৰে আগতীয়াকৈ বিধানসভা ভংগ কৰিব পাৰে। আইনখনৰ খচৰাত অসমৰ বাবে দ্বিতীয় সদনৰ ব্যৱস্থা নাছিল। ইউৰোপিয়ান আৰু ব্যৱসায় গোষ্ঠীৰ স্বাৰ্থ জড়িত হোৱাত চৰকাৰে দ্বিতীয় সদনৰ ব্যৱস্থা লয়। দুয়োটা সদনৰ নিৰ্বাচন গোষ্ঠী-সম্প্ৰদায় ভিত্তিক কৰা হয়। ভোটাধিকাৰৰ বাবে পূৰ্বৰ সম্পত্তিৰ অইতা কিছু হ্ৰাস কৰা হয়। ফলত, ভোটাৰৰ সংখ্যা ১৯২৯ খ্ৰীষ্টাব্দতকৈ তিনিগুণ বাঢ়ে।

আইনখন মতে পূৰ্বৰ দৰে পাৰ্বত্য অঞ্চল স্বায়ত্তশাসনৰ বহিৰ্ভূত হয়। পাৰ্বত্য অঞ্চল দুটা ভাগত বিভক্ত— বহিৰ্ভূত অঞ্চল আৰু আংশিকভাৱে বহিৰ্ভূত অঞ্চল। বালিপাৰা-নদীয়া সীমান্ত অঞ্চল, নগাপাহাৰ, লুচাই পাহাৰ, উত্তৰ কাছাৰ

পাৰ্বত্য অঞ্চল বহিৰ্ভূত অঞ্চল কৰা হয়। এনে অঞ্চলৰ বিধান পৰিষদ আৰু বিধানসভাত প্ৰতিনিধিত্ব নাথাকিল। গাৰোপাহাৰ আৰু শ্বিলং বাদে খাছী পাহাৰ আৰু মিকিৰ পাহাৰ (কাৰ্বি আংলং) অঞ্চল আংশিক বহিৰ্ভূত। কিন্তু বিধায়িনীলৈ প্ৰতিনিধি নিৰ্বাচনৰ অধিকাৰ দিয়া হয়।

এই আইন অনুসৰি কেন্দ্ৰত গৱৰ্ণৰ জেনেৰেলে আৰু প্ৰদেশত গৱৰ্ণৰে লাভ কৰা বিশেষ ক্ষমতাৰ কথা ইতিমধ্যে উল্লেখ কৰা হৈছে। সাংবিধানিক অচলাৱস্থাৰ অজুহাতত গৱৰ্ণৰে প্ৰাদেশিক শাসন নিজ হাতলৈ আনিব পাৰে। বিধায়িনীত আলোচনা নকৰাকৈয়ে কিছুমান খৰচ নিজ এক্তিয়াৰত ধাৰ্য কৰিব পাৰে। গৱৰ্ণৰে চৰকাৰৰ অপ্ৰিয় আৰু ভূমি-ৰাহজকে ধৰি প্ৰচলিত নীতি বিৰুদ্ধ বিধেয়ক উত্থাপন কৰাত বাধা আৰোপ কৰিব পাৰে। পৰিতাপৰ কথা যে ভাৰতত জাতীয়তাবাদী ধাৰণা নাই বুলি জ্ঞান কৰি বিভিন্ন জাতি-গোষ্ঠী, বৰ্ণ-ধৰ্মীয় লোকৰ মাজত বিভাজন ৰাখিবলৈ সাম্প্ৰদায়িক বাটোৱাৰাৰ ব্যৱস্থা কৰিছিল। সমষ্টিবোৰ এনেভাৱে নিৰ্ধাৰণ কৰা হয়, যাতে কোনো এটা গোষ্ঠীয়ে অকলে চৰকাৰ গঠন কৰিবলৈ অপাৰগ হয়। জনগণক বিভাজিত কৰি ৰাখি ন্যাস্ত স্বাৰ্থ পূৰণ কৰাৰ প্ৰয়াস লয়। প্ৰায় ১ নিযুত চাহ জনগোষ্ঠীৰ বাবে ৪খন আসন দিয়াৰ বিপৰীতে ৩ হাজাৰ মান ইউৰোপিয়ানক আঠখন আসন দিয়া হয়।

সাম্প্ৰদায়িক বাটোৱাৰাত অমসৰ হিন্দু-মুছলমান উভয় সন্তুষ্ট হোৱা নাছিল। বিধায়িনীৰ আসনৰ সংখ্যা জনাৰ পিছতেই বিধান পৰিষদৰ মন্ত্ৰী ছাদুল্লা আৰু ছিলেটৰ মুছলিম কনফাৰেন্সৰ সম্পাদক আব্দুৰ ৰছিদে মন্তব্য দিছিল যে চৰকাৰে অসমত জনসংখ্যাৰ তুলনাত হিন্দুতকৈ কমসংখ্যক আসন দি সংখ্যালঘুৰ ওপৰত যথোচিত গুৰুত্ব দিয়া নাই। তেওঁলোকে মুছলিমৰ শাসন বঢ়াবৰ বাবে দাবী উত্থাপন কৰিছিল।

১৯৩৫ খ্ৰীষ্টাব্দৰ আইন অনুসৰি ১৯৩৭ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰিত সাধাৰণ নিৰ্বাচন পতা হ'ল। কংগ্ৰেছে সমগ্ৰ দেশতে অসাম্প্ৰদায়িক স্থিতি লৈ নিৰ্বাচনত মুছলিম প্ৰাৰ্থীয়ে থিয় কৰালে। কিন্তু মুছলিম লীগৰ প্ৰচাৰৰ পৰিপ্ৰেক্ষিতত অসমত স্বাধীনতা আন্দোলনকাৰীসকলৰ মাজত ঐক্য-সংহতি বৰ্তাই ৰাখিব নোৱাৰিলে। কংগ্ৰেছ মূলৰ পৰা জনা মতে, কংগ্ৰেছৰ টিকটত নিৰ্বাচনত নামিবলৈ মুছলিম প্ৰাৰ্থী নোলাল। আনকি, ফকৰুদ্দিন আলী আহমেদ নিৰ্দলীয় প্ৰাৰ্থী হ'ল। অসমৰ দুয়োটা উপত্যকাতে কংগ্ৰেছে ৪১টা সমষ্টিত প্ৰতিদ্বন্দ্বিতা কৰি ৩৩খন আসন লাভ কৰে। কংগ্ৰেছ একক সংখ্যাগৰিষ্ঠ দল হ'ল। ভাৰতৰ আন কেবাখনো প্ৰদেশত কংগ্ৰেছে সংখ্যাগৰিষ্ঠতা পালে। অসমত স্বৰাজিষ্টসকলে তৰুণ ৰাম ফুকনৰ নেতৃত্বত 'ইউনাইটেড পিপুলছ' পাৰ্টি গঠন কৰি ক্ষমতা লোৱাৰ ঘোষণা দিলে আৰু নিৰ্বাচনত প্ৰাৰ্থী থিয় কৰালে। ৰোহিণী কুমাৰ চৌধুৰীৰ বাহিৰে স্বৰাজিষ্ট পাৰ্টিৰ আন কোনোৱে জয়লাভ কৰিব নোৱাৰিলে।

নিৰ্বাচনত অংশগ্ৰহণ কৰাৰ সিদ্ধান্ত লোৱাৰ সময়ত কংগ্ৰেছে ক্ষমতা লৈ সাম্ৰাজ্যবাদী শাসনৰ অংশীদাৰ হ'ব খোজা নাছিল। কংগ্ৰেছৰ তদানীন্তন বাওঁপন্থী নেতা জৱাহৰলাল নেহৰু আৰু সুভাষ চন্দ্ৰ বসুৱে ক্ষমতা দখলৰ ঘোৰ বিৰোধিতা কৰে। নিৰ্বাচনত জিকি কংগ্ৰেছে সাতখন প্ৰদেশত সংখ্যাগৰিষ্ঠ পোৱাত নিয়মানুসৰি মন্ত্ৰীসভা গঠন কৰিবলগীয়া হ'ল। বেছিভাগ কংগ্ৰেছীয়ে মন্ত্ৰী সভা গঠন কৰাৰ সপক্ষে মত পোষণ কৰিলে। গান্ধীজীয়েও তাত সন্মতি দিলে। তেওঁ বিবেচনা কৰিলে যে কংগ্ৰেছে ক্ষমতা ল'লে কংগ্ৰেছৰ আদৰ্শ-আঁচনি আদি প্ৰচাৰ কৰাত সুবিধা হ'ব আৰু স্বৰাজ্য শাসনৰ অভিজ্ঞতাও হ'ব। নিৰ্বাচনৰ পিছত মাৰ্চ মাহত কংগ্ৰেছ কাৰ্যকৰী কমিটীয়ে প্ৰস্তাৱ ল'লে যে গৱৰ্ণৰসকলে যদি বিশেষ অধিকাৰ ক্ষমতা প্ৰয়োগ নকৰাৰ আশ্বাস দিয়ে, কংগ্ৰেছে মন্ত্ৰীসভা গঠন কৰিব। অচলাৱস্থাৰ শাম কটাৰ বাবে গৱৰ্ণৰ জেনেৰেল লিনলিথগ'ৱে সদৰী কৰিলে যে শাসন সম্পৰ্কীয় বিষয়ত আগতীয়াকৈ প্ৰতিশ্ৰুতি দিয়া সম্ভৱপৰ নহয়। সাংবিধানিক সংস্কাৰৰ অৰ্থই হ'ল, মন্ত্ৰীসভাৰ আয়ত্তাধীন ক্ষমতাৰ নিশ্চিতকৰণ। কংগ্ৰেছ কাৰ্যকৰী সভাই অনুধাৱন কৰিলে যে নীতিগতভাৱে কংগ্ৰেছৰ মূল দাবী মানি লোৱা হৈছে। এতেকে ৭ জুলাইত (১৯৩৭ খ্ৰীঃ) ৭খন প্ৰদেশত মন্ত্ৰীসভা গঠন কৰিবলৈ দিয়া হ'ল।

### ছাদুল্লা মন্ত্ৰীসভা (১ এপ্ৰিল, ১৯৩৭ খ্ৰীঃ - ১৮ ছেপ্তেম্বৰ, ১৯৩৮ খ্ৰীঃ)

বিধানসভাত কোনো দলৰ সংখ্যাগৰিষ্ঠতা নথকাত সংযুক্ত মন্ত্রীসভা গঠনৰ বাট মুকলি হ'ল। কংগ্রেছে সংযুক্ত মন্ত্রীসভা গঠনৰ চেষ্টা নকৰি বিৰোধী গোট হিচাপে স্থিতি লোৱাৰ সিদ্ধান্ত কৰিলে। অসম কংগ্রেছ আৰু বিধায়কসকলক যুটীয়া সভা বহিল আৰু কংগ্রেছ পার্লিয়ামেণ্টৰী পার্টি গঠন কৰিলে। গোপী নাথবৰদলৈ দলপতি, ক্ষীৰোদ চন্দ্র দেব উপ-দলপতি, দেবেশ্বৰ শৰ্মা মুখ্য সচেতক আৰু সিদ্ধিনাথ শৰ্মা উপ-সচেতক নির্বাচিত হ'ল।

অসমৰ গৱৰ্ণৰ ৰবাৰ্ট ৰীডৰ চকু আছিল ছাদুল্লাৰ ওপৰত। চৰকাৰী পক্ষত সোমাই মন্ত্রী হিচাপে ছাদুল্লাই প্রশাসনিক দক্ষতা অর্জন কৰা একমাত্র বিশ্বস্ত বিধায়ক হিচাপে গৱৰ্ণৰৰ দৃষ্টি আকৰ্ষণ নকৰা নহয়। গৱৰ্ণৰে তেওঁক মন্ত্রী সভা গঠনৰ বাবে আহ্বান কৰিলে। ১৯৩৭ খ্রীষ্টাব্দৰ ১ এপ্রিলত ছাদুল্লাৰ সংযুক্ত মন্ত্রী সভা গঠিত হ'ল। মন্ত্রীসভা পাঁচজনীয়া হ'ল। ছাদুল্লা প্রধান মন্ত্রী (মুছলিম পার্টি) আৰু আন চাৰিজন অন্যান্য মন্ত্রী হ'ল— মঃ ৱাহিদ (ইউনাইটেড মুছলিম পার্টি), জেমছ নিকলছ ৰয় (প্রগ্রেছিভ পার্টি), ৰোহিণী কুমাৰ চৌধুৰী (ইউনাইটেড পিলুলছ পার্টি) আৰু আলি হায়দৰ খান (ইউনাইটেড মুছলিম পার্টি)। ইউৰোপিয়ান বিধায়ক লবীয়ে ছাদুল্লা মন্ত্রী সভাক সমৰ্থন দিলে।

আৰম্ভণিতেই ছাদুল্লা মন্ত্রীসভাৰ দুৰ্বলতা ওলাই পৰিল। চৰকাৰী প্রার্থী কেৰমত আলিক পৰাজিত কৰি কংগ্রেছৰ বসন্ত কুমাৰ দাস সদনৰ অধ্যক্ষ নির্বাচিত হ'ল (সাত এপ্রিল)। ৮ এপ্রিলত উৰ্দ্ধতন কর্তৃপক্ষৰ (হাইকমাণ্ড) নির্দেশ অনুসৰি কংগ্রেছে গৱৰ্ণৰৰ ভাষণ বৰ্জন কৰি সদন ত্যাগ কৰে। মুছলিম লীগো ছাদুল্লাৰ বিৰুদ্ধ হ'ল। এতেকে ছাদুল্লাই ইউৰোপিয়ান বিধায়কসকলৰ আশ্ৰয় ল'লে। কংগ্রেছ বিধায়ক দক্ষিণ নাৰায়ণ গুপ্ত চৌধুৰীয়ে মন্ত্রী সভাৰ চৰিত্ৰ পৰ্যালোচনা কৰি মন্তব্য দিলে যে আচলতে বগা চামৰাই মুগা চামৰাৰ জৰিয়তে সাম্রাজ্যবাদী এজেণ্ট আৰু আমোলাৰ শাসন চলালে, যাৰ ফলত দাসত্বৰ শিকলি কটকটীয়াহে হ'ল। নতুন সংবিধানে ১ এপ্রিলত সুখৰ দিন মুকলি কৰিলে। শ্লেষ আৰু কটূক্তিৰে তেওঁ সাংবিধানিক সংস্কাৰৰ ফোঁপোলা স্বৰূপ বা ১৯৩৫ খ্রীষ্টাব্দৰ ভাৰত চৰকাৰ আইনত নিহিত সাম্রাজ্যবাদী কৌশলৰ কথাকে দোহাৰিলে।

বিধানসভাৰ বাজেট অধিৱেশনৰ সময়ত ছাদুল্লাই অসমত উৎপাদিত তেল আৰু পেট্ৰ'লৰ পৰা কেন্দ্ৰীয় চৰকাৰে লাভ কৰা আবকাৰী আয়ৰ (শুল্ক) আটাইখিনি বা তাৰ কিছু অংশ অসমক দিয়াৰ বাবে আৰু 'আসাম ৰাইফলছ'ৰ বাবে হোৱা সমুদায় ব্যয় কেন্দ্ৰীয় চৰকাৰে বহন কৰাৰ বাবে প্রস্তাৱ আগবঢ়ায়। কিন্তু ই কাৰ্যকৰী নহ'ল। ১২ আগষ্টৰ পৰা ৩১ আগষ্টলৈ (১৯৩৭ খ্রীঃ) ১১টা সভাস্থগিত প্রস্তাৱত ছাদুল্লা চৰকাৰ পৰাজিত হয়। স্থানীয় কৰ হ্রাস কৰাৰ বাবে আব্দুল মতীন চৌধুৰীয়ে উত্থাপন কৰা সংশোধনী বিল পাছ হয়। কিন্তু তাক কাৰ্যকৰী কৰাৰ বাবে সময় বিচৰা চৰকাৰী প্রস্তাৱ নাকচ হয়। আয়ুক্তৰ দুটা সংমণ্ডল কাৰ্যালয়ৰ ব্যয়ৰ অনুমোদন বিচাৰি প্রস্তাৱ উত্থাপন কৰি চৰকাৰ পৰাজিত হয়। উল্লেখ্য যে চতুৰ্থ নৱগঠিত পৰিষদে গঠন কৰি দিয়া কমিটীয়ে ১৯৩১ খ্রীষ্টাব্দতে এজন আয়ুক্তৰ পদ বিলুপ্ত কৰাৰ কাৰণে পৰামৰ্শ দিছিল; কিন্তু ই কাৰ্যকৰী হোৱা নাছিল।

এনেদৰে চৰকাৰী প্রস্তাৱৰ বাৰম্বাৰ পৰাজয়ত মুছলিম লীগেও সঁহাৰি দিছিল। ছাদুল্লাই বুজিলে যে তেওঁৰ মন্ত্রীসভা নিটিকে। সুৰমা উপত্যকাৰ মুছলিমসকলৰ প্রতি ছাদুল্লাই পক্ষপাতদুষ্ট নীতি লোৱা বুলি আপত্তি উঠিছিল। গতিকে ছাদুল্লাই সুৰমা উপত্যকাৰ মুছলিম বিধায়কৰ সমৰ্থন লৈ মন্ত্রীসভা টিকাই ৰখাৰ চেষ্টাত ব্রতী হ'ল। তেওঁ মুছলিম লীগত সোমাল আৰু তেওঁৰ দলৰ মুছলিম সদস্যকেইগৰাকীকো লীগত সোমোৱাৰ বাবে প্রতিশ্রুতিবদ্ধ হ'ল। অৱশেষত মন্ত্রী সভা পুনৰ্গঠনৰ চেষ্টা কৰি ব্যৰ্থ হোৱাত ছাদুল্লাই পদত্যাগ কৰে (৪ ফেব্রুৱাৰি, ১৯৩৮ খ্রীঃত)। কিন্তু গৱৰ্ণৰে, তেওঁক পুনৰ মন্ত্রীসভা গঠন কৰিবলৈ দিয়ে। ৫ ফেব্রুৱাৰিত তেওঁ মুছলিম পার্টিকেইটাৰে সমৰ্থন লৈ দ্বিতীয় সংযুক্ত মন্ত্রীসভা গঠন কৰে। মুছলিম লীগৰ আব্দুল মতীন চৌধুৰী, মুনৱাৰ আলি আৰু পূৰ্বৰ মন্ত্রী ৰোহিণী কুমাৰ চৌধুৰী আৰু জেমছ নিকলছ ৰয়ক মন্ত্রীসভাত লোৱা হ'ল। অনুন্নত শ্রেণীৰ পৰা অক্ষয় কুমাৰ দাসক মন্ত্রীসভাত অন্তৰ্ভুক্ত কৰা হ'ল। আচলতে তেওঁ অধিকসংখ্যক বিধায়কৰ সমৰ্থন আদায়ৰ চেষ্টা কৰি দ্বিতীয় মন্ত্রীসভাখন গঠন কৰে।

১৫ ফেব্রুৱাৰিৰ পৰা আৰম্ভ হোৱা বাজেট অধিৱেশনত প্রায়বোৰ চৰকাৰী প্রস্তাৱ গৃহীত হয়। বিধানসভাৰ স্থিতি

সুস্থিৰ যেন হ'ল যদিও বাহিৰৰ অৱস্থা সংকটজনক হৈ পৰে। ইতিমধ্যে আৰ্থ-সামাজিক সমস্যাৰ বহিৰ্প্ৰকাশ হ'ল। তেলখাদৰ কৰ্মী আৰু চাহ বাগানৰ কুলিৰ মাজত অস্থিৰতাই দেখা দিলে। কেইজনমান জমিদাৰৰ বিৰুদ্ধে ৰায়তৰ বিদ্ৰোহ আৰম্ভ হ'ল। ১৯৩৮ খ্ৰীষ্টাব্দত অনুষ্ঠিত লোকেল ব'ৰ্ডৰ নিৰ্বাচনত কংগ্ৰেছে অগ্ৰগতি লাভ কৰিলে। কিন্তু ছাদুল্লাই চাহ খেতিয়ক লবীৰ স্বাৰ্থ পূৰণৰ বাবে লোকেল ব'ৰ্ডবোৰলৈ মনোনীত সদস্য ভৰোৱাৰ ব্যৱস্থা ল'লে। ইয়াৰ ফলত ছাদুল্লাবিৰোধী জনমত গঢ়ি উঠিল। ছাদুল্লাই ক্ষমতাৰ অপব্যৱহাৰ কৰা বুলি বিধানসভাতো বিতৰ্কৰ সৃষ্টি হ'ল। এনে অৱস্থাৰ সৃষ্টি হ'ল যে ছাদুল্লাই পদত্যাগ কৰিহে পৰাজয়ৰ হাত সাৰিল।

**বৰদলৈৰ প্ৰথম কংগ্ৰেছী সংযুক্ত মন্ত্ৰীসভা (১৯ ছেপ্টেম্বৰ, ১৯৩৮ - ১৬ নৱেম্বৰ, ১৯০৯ খ্ৰীঃ) ঃ**

অসমৰ কংগ্ৰেছৰ বাবে এয়া এক পৰীক্ষণীয় সময় আছিল। বিশেষকৈ মন্ত্ৰীসভা গঠন আৰু নেতৃত্বকেন্দ্ৰীক। ইতিমধ্যে নবীন চন্দ্ৰ বৰদলৈৰ মৃত্যু হয় (১৯৩৬ খ্ৰীঃ)। তেওঁৰ ঠাইত কুলধৰ চলিহা কেন্দ্ৰীয় বিধানসভালৈ নিৰ্বাচিত হয়। অমিয় কুমাৰ দাস নেতৃত্ব লোৱাৰ প্ৰতি অনিচ্ছুক। তৰুণ ৰাম ফুকন কংগ্ৰেছৰ পৰা আঁতৰত থাকে। এনে অৱস্থাত অসম বিধানসভাৰ কংগ্ৰেছ পাৰ্লিয়ামেণ্টৰী নেতা নিৰ্বাচিত হ'ল গোপীনাথ বৰদলৈ। গোপীনাথ বৰদলৈ আৰম্ভণিতে সংযুক্ত মন্ত্ৰীসভা গঠনৰ সপক্ষে নাছিল। কংগ্ৰেছ হাইকমাণ্ডৰ তেনে নিৰ্দেশ নাছিল। অৱশ্যে বিধানসভাৰ ভিতৰে-বাহিৰে কিছুমানে বৰদলৈক মন্ত্ৰীসভা গঠনৰ চেষ্টা কৰাৰ বাবে পৰামৰ্শ দিয়ে। ছাদুল্লাৰ মন্ত্ৰীসভা প্ৰথমবাৰ বিপদৰ সম্মুখীন হোৱাত মুছলিম লীগৰ লগ লাগি মন্ত্ৰীসভা গঠনৰ পথ প্ৰশস্ত হৈছিল। কিন্তু ছাদুল্লাই লীগপন্থী বিধায়কসকলক হাত কৰাত এই সুযোগ কাৰ্যকৰী নহ'ল।

১৮৩৮ খ্ৰীষ্টাব্দৰ ছেপ্টেম্বৰত ছাদুল্লা মন্ত্ৰীসভা ওফৰোৱাৰ সুযোগ নাহিল। বৰদলৈয়ে কংগ্ৰেছ হাইকমাণ্ডৰ সেউজ সংকেতলৈ বাট নাচায় জনজাতি আৰু শ্ৰমিক বিধায়কসকলৰ সমৰ্থন আদায়ৰ কৌশল ল'লে। জনজাতীয়সকলৰ ভূমি প্ৰব্ৰজনকাৰীসকলে গ্ৰাস কৰাৰ অভিযোগ তুলি তেওঁ জনজাতিসকলৰ সুৰক্ষাৰ বাবে জনজাতীয় বেষ্টনী (বেল্ট) গঠনৰ দাবী উত্থাপন কৰিলে। জনজাতীয় আৰু চাহ বাগান কৰ্মী অধ্যুষিত অঞ্চলত প্ৰাইমাৰী শিক্ষাৰ সুব্যৱস্থা নাই বুলি যুক্তি দাঙি ধৰিলে। ফলত, কংগ্ৰেছ আৰু জনজাতীয় লীগৰ মাজত সংযুক্ত মন্ত্ৰীসভা গঠনৰ প্ৰক্ৰিয়া আগবাঢ়িল। ছাদুল্লা আৰু বৰদলৈ পন্থীৰ মাজত বিধায়কৰ টনা-আঁজোৰা আৰম্ভ হ'ল। ই কিনাৰ-বেচাৰ পৰ্যায় পায়গৈ বুলি প্ৰকাশ।

প্ৰমাণ নাপালেও বৰদলৈয়ে তেনে পথ লোৱা বুলি আজাদৰ ধাৰণা। অসমৰ মন্ত্ৰীসভা কেন্দ্ৰীক অৱস্থাৰ বুজ লোৱাৰ বাবে আব্দুল কালাম আজাদ অসমলৈ আহে। কংগ্ৰেছলৈ নিৰংকুশ সমৰ্থন নিশ্চিত নোহোৱাত জাতীয় কংগ্ৰেছৰ সভাপতি সুভাষ চন্দ্ৰ বসুক আমন্ত্ৰণ জনোৱা হয়। বসুৰ হস্তক্ষেপত কংগ্ৰেছে সংযুক্ত মন্ত্ৰীসভা গঠনৰ প্ৰক্ৰিয়া ফলপ্ৰসূ হ'ল। ৰাজনৈতিক কাৰণতে সুভাষ চন্দ্ৰ বসু, আনকি কংগ্ৰেছ কাৰ্যকৰী কমিটীৰ সভাপতি চৰ্দাৰ বল্লভভাই পেটেলে সংযুক্ত মন্ত্ৰীসভা গঠনৰ সপক্ষে আছিল। কিন্তু কংগ্ৰেছৰ আদৰ্শৰ মোকাবিলা হোৱা বুলি আপত্তি দৰ্শাই আজাদে কংগ্ৰেছ কাৰ্যকৰী সভাৰ পৰা পদত্যাগ কৰিব বিচাৰিছিল। তেওঁ বিশ্বাস কৰে যে বৰদলৈয়ে দুৰ্নীতিৰ আশ্ৰয় লৈছে। এনে অৱস্থাত গান্ধীজীৰ মতামত বিচৰা হ'ল। গান্ধীজীয়ে চৰ্তসাপেক্ষে বৰদলৈক মন্ত্ৰীসভা গঠন কৰাত সন্মতি জনালে। চৰ্ত হ'ল— বৰদলৈৰ দুৰ্নীতিৰ অনুসন্ধান কৰা হ'ব আৰু অভিযোগৰ সত্যতাৰ প্ৰমাণ পালে তেওঁৰ মন্ত্ৰীসভা ভংগ কৰিবলৈ দিয়া হ'ব।

সকলো ঠিক-ঠাক হোৱাৰ পিছত কংগ্ৰেছে ছাদুল্লা মন্ত্ৰীসভাৰ বিৰুদ্ধে অনাস্থাৰ প্ৰস্তাৱ তুলিবলৈ লয়। এনে প্ৰস্তাৱ কাৰ্যকৰী হ'ব বুলি জানি ছাদুল্লাই পদত্যাগ কৰে। আৰু ১৯ ছেপ্টেম্বৰত বৰদলৈয়ে সংযুক্ত মন্ত্ৰীসভা গঠন কৰে। তেওঁৰ মন্ত্ৰীসভা পাঁচজনীয়া আছিল। কামিনী কুমাৰ চন্দ, অনুন্নত শ্ৰেণীৰ দুজন সদস্য ৰামনাথ দাস আৰু অক্ষয় কুমাৰ দাস আৰু জনজাতীয় লীগৰ নেতা ৰূপনাথ ব্ৰহ্ম। পিছত আকৌ তিনিজন মুছলিম মন্ত্ৰী লোৱা হয়— ফখৰুদ্দিন আলী আহমেদ, আলি হায়দৰ খান আৰু মহম্মদ আলী।

গান্ধীবাদী বৰদলৈ তীক্ষ্ণ বুদ্ধিসম্পন্ন ৰাজনীতিবিদ

আছিল। কংগ্ৰেছে মন্ত্ৰীসভা গঠন কৰিবলৈ চেষ্টা কৰাৰ কথা দুই-চাৰিগৰাকী কংগ্ৰেছীৰ পৰা ফাদিল হয়। কলকাতাৰ বাতৰি কাকতে এনে বাতৰি প্ৰচাৰ কৰিলে। কংগ্ৰেছৰ নীতি-নিৰ্দেশনা বিসৰ্জন দি অসম কংগ্ৰেছ বিধায়িনী পাৰ্টিয়ে এনে পদক্ষেপ লোৱা কাৰণে জাতীয় কংগ্ৰেছৰ সভাপতি ৰাজেন্দ্ৰ প্ৰসোদে বৰদলৈক কৈফিয়ৎ তলব কৰে। প্ৰত্যুৎপন্নমতি বৰদলৈয়ে উত্তৰ দিলে যে বাতৰি কাকতে তেওঁৰ সতীৰ্থ এজনৰ মতামত ভুলকৈ প্ৰকাশ কৰিছে। ৰাজেন্দ্ৰ প্ৰসাদৰ ক'বলগীয়া একো নাথাকিল।

বৰদলৈয়ে প্ৰাদেশিক আৰু ৰাষ্ট্ৰীয় স্বাৰ্থৰ সমন্বয় ঘটাই ৰাজনৈতিক পদক্ষেপ ল'ব পাৰিছিল। নিৰ্বাচনী ইস্তাহাৰত তেওঁ প্ৰকাশ কৰিলে যে কংগ্ৰেছৰ আদৰ্শ মূল দুখীয়াসকলৰ কৰৰ বোজা পাতলোৱা আৰু জনগণৰ উন্নতি সাধন কৰা। তেনে আঁচনি কিছুমানৰ কথাও ঘোষণা কৰিলে। অৱশ্যে, কাৰ্যকৰী কৰিব নোৱাৰিলে যদিও ছাদুল্লাইয়ো তেনে কিছু আঁচনি লোৱাৰ কথা কৈছিল। সি যিকি নহওক, বৰদলৈয়ে বিধানসভাত কংগ্ৰেছৰ স্থিতি সবল কৰি তুলিছিল, যাৰ ফলত নিৰ্বাচনী ইস্তাহাৰত উল্লেখ কৰা বিষয়ৰ ওপৰত কাৰ্যকৰী ব্যৱস্থা ল'ব পাৰিছিল। দীৰ্ঘদিনীয়া সমস্যাৰ সমাধান কৰিব নোৱাৰিলেও স্থানীয় লোকৰ স্বাৰ্থসাপেক্ষে কিছু কাম হাতত লৈছিল। তেওঁ মাটিৰ খাজনা আৰু মন্ত্ৰীসকলৰ দৰমহা হ্ৰাস কৰে। ইউৰোপিয়ান লবীৰ বিৰোধিতা সত্বেও 'এগ্ৰিকালছাৰেল ইনকাম টেক্স বিল' পাছ কৰি ধনী লোকৰ ওপৰত কৰ বহুৱায়। অৱশ্যে বৰদলৈয়েও জনজাতীয় আৰু শ্ৰমিক সমস্যাৰ ফলপ্ৰসূ ব্যৱস্থা ল'ব নোৱাৰিলে।

ইতিমধ্যে দ্বিতীয় বিশ্বযুদ্ধ আৰম্ভ হ'ল। ব্ৰিটিছৰ যুদ্ধ নীতিৰ প্ৰতিবাদত জাতীয় কংগ্ৰেছে প্ৰাদেশিক চৰকাৰ বৰ্জন কৰাৰ সিদ্ধান্ত ল'লে। অসমৰ প্ৰধান মন্ত্ৰী বৰদলৈয়ে তৎক্ষণাৎ পদত্যাগ কৰা নাছিল। এনে সিদ্ধান্ত লোৱাৰ বাবে প্ৰদেশ কংগ্ৰেছৰ কাৰ্যকৰী সমিতি আহ্বান কৰালে। অৱশ্যে অসমৰ সমস্যা উপলব্ধি কৰি গান্ধীজী আৰু সুভাষ বসুৱে বৰদলৈ মন্ত্ৰী সভা পদত্যাগৰ বাবে সময় ল'বলৈ পৰামৰ্শ দিছিল। কিন্তু অসম কংগ্ৰেছ কাৰ্যকৰী সভাৰ নিৰ্দেশ অনুসৰি বৰদলৈয়ে ১৫ অক্টোবৰত পদত্যাগ কৰে। ১৭ অক্টোবৰত গৱৰ্ণৰে তেওঁৰ পদত্যাগ গ্ৰহণ কৰে।

**দ্বিতীয় বিশ্ব যুদ্ধ, জাতীয় আন্দোলন আৰু অসম ঃ**

আন্তঃৰাষ্ট্ৰীয় ৰাজনৈতিক পৰিস্থিতি সংকটজনক হৈ উঠাত ১৯৩৯ খ্ৰীষ্টাব্দৰ এক ছেপ্টেম্বৰত জাৰ্মানীয়ে পোলেণ্ড আক্ৰমণ কৰিলে। ৩ ছেপ্টেম্বৰত ইংলেণ্ড আৰু ফৰাচীয়ে জাৰ্মানীৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰাত দ্বিতীয় বিশ্বযুদ্ধৰ ডংকা বাজি উঠিল। ভাৰতৰ গৱৰ্ণৰ জেনেৰেল ভাইছৰয় লিনলিথগ'ই ঘোষণা কৰিলে যে ভাৰত যুদ্ধৰত দেশত পৰিণত হ'ল; গতিকে ভাৰতে যুদ্ধত বৃটিছক সহায় কৰিব লাগে। যুদ্ধ চলাই নিয়াৰ বাবে খাদ্য সামগ্ৰীৰ যোগান আৰু উপযুক্ত জৰুৰী সেৱা নিশ্চিত কৰাৰ বাবে ভাইছৰয়ে অধ্যাদেশ জাৰি কৰিলে।

ভাৰতবাসীৰ সন্মতি নোলোৱাকৈ দেশখনক সাম্ৰাজ্যবাদী যুদ্ধত লিপ্ত কৰাৰ অতি জৰুৰী বিষয়টো ৱাৰ্ধাত বহা (ছেপ্টেম্বৰ ৮-১৪, ১৯৩৯ খ্ৰীঃ) কংগ্ৰেছ কাৰ্যকৰী সভাত আলোচনা হ'ল। সভাই অধ্যাদেশৰ বিৰোধিতা কৰিলে আৰু যুদ্ধত সহযোগিতা নকৰিবলৈ স্থিৰ কৰিলে; যুদ্ধ সাম্ৰাজ্যবাদৰ সপক্ষে নে গণতন্ত্ৰৰ হকে, তাক জনাবলৈ গৃহ চৰকাৰক আহ্বান জনালে। চৰকাৰৰ স্থিতি নজনোৱাত ১০ অক্টোবৰত বহা কংগ্ৰেছ অধিৱেশনে কংগ্ৰেছী মন্ত্ৰীসকলক মন্ত্ৰীসভাৰ পৰা পদত্যাগ কৰাৰ নিৰ্দেশ দিলে আৰু চৰকাৰক স্বাধীনতা ঘোষণা কৰাৰ কাৰণে দাবী জনালে। ৰামগড়ত বহা কংগ্ৰেছ অধিৱেশনত (১৪-২০ মাৰ্চ, ১৯৪০ খ্ৰীঃ) কংগ্ৰেছে আইন অমান্য আন্দোলন কৰাৰ ভাবুকি দিয়ে। উল্লেখ্য যে গান্ধীজী নাজীবাদ আৰু ফেচীবাদৰ বিৰুদ্ধ আছিল। নেহৰুৱে গণতন্ত্ৰৰ হকে যুদ্ধৰ আৱাজত আশ্বস্ত হয়। গান্ধীজীয়ে ব্ৰিটিছ চৰকাৰে ভাৰতৰ দাবী মানি ল'ব বুলি ভাবিছিল। সুভাষ চন্দ্ৰ বসুৱে সহিংস পন্থাৰে স্বাধীনতা আন্দোলন কৰাৰ বাবে মতামত দিয়ে। নেহৰু আৰু গান্ধীজীৰ মতে ই কংগ্ৰেছৰ অহিংস নীতিৰ পৰিপন্থী। গান্ধীজীয়ে ঘোষণা দিয়ে যে বৃটিছক ধ্বংস কৰি ভাৰতে স্বাধীনতা নিবিচাৰে। তেওঁ স্বেচ্ছাসেৱক কিছুমানক ব্যক্তিগতভাৱে সত্যাগ্ৰহ কৰি যুদ্ধবিৰোধী ধ্বনি দিবলৈ দিলে।

ইতিমধ্যে মুছলিম লীগে বৃটিছৰ প্ৰতি সমৰ্থন আগবঢ়ালে আৰু লাহোৰ কংগ্ৰেছক বিভাজনৰ দাবী উত্থাপন কৰিলে (মাৰ্চ ১৯৪০ খ্ৰীঃ)। উল্লেখ্য যে ১৯৩৩ খ্ৰীষ্টাব্দত চৌধুৰী

ৰহমত আলি নামৰ এজন ছাত্ৰ নেতাই ভাৰতত চাৰিখন মুছলমান ৰাজ্য স্থাপনৰ প্ৰস্তাৱ তুলিছিল। পাঞ্জাব, সিন্ধ, বেলুচিস্তান সীমান্ত প্ৰদেশ আৰু কাশ্মীৰক লৈ পাকিস্তান নামে এখন মুছলিম ৰাজ্য, বংগ আৰু অসমক লৈ দ্বিতীয়খন, হায়দৰাবাদক কেন্দ্ৰ কৰি দক্ষিণ ভাৰতত ৩য় খন আৰু উত্তৰ ভাৰতৰ মুছলমানসকলৰ বাবে চতুৰ্থখন মুছলিম ৰাজ্য স্থাপন কৰাৰ কথা তুলিছিল। ভাৰতৰ ৰাজনৈতিক সমস্যাই এক জটিল ৰূপ ধাৰণ কৰিলে। উল্লেখ্য যে জিন্না কংগ্ৰেছৰ প্ৰতি মিত্ৰভাবাপন্ন আছিল। হিন্দু-মুছলিমে ঐক্যভাৱে জাতীয় আন্দোলন আগবঢ়াই নিয়াৰ বাবে লক্ষ্ণৌ চুক্তি কৰাত অগ্ৰণী ভূমিকা লৈছিল। তেওঁ ৰাজনীতি এৰি লণ্ডনত ওকালতি কৰিবলৈ লয় যদিও ১৯৩৪ খ্ৰীষ্টাব্দত স্বদেশলৈ উভতি আহে আৰু মুছলিম লীগৰ নেতৃত্ব গ্ৰহণ কৰে। ১৯৩৭ খ্ৰীষ্টাব্দৰ সাধাৰণ নিৰ্বাচনৰ পিছত লীগে কংগ্ৰেছৰ লগত সংযুক্ত চৰকাৰ গঠনৰ বাবে প্ৰস্তাৱ দিয়ে। কিন্তু কংগ্ৰেছ তাত সন্মত নহ'ল। ফলত জিন্না কংগ্ৰেছবিৰোধী হৈ উঠিল। তেওঁ ঘোষণা দিলে যে কংগ্ৰেছ চৰকাৰৰ অধীনত মুছলিমসকলৰ ন্যায় প্ৰতিষ্ঠা নহ'ব। মুছলমানসকলৰ মাজত জিন্না জনপ্ৰিয় হ'ল আৰু অবিসম্বাদী নেতা হৈ পৰিল। তেওঁ কংগ্ৰেছে জাতীয় চৰকাৰ গঠন কৰাৰ বিৰোধিতা কৰিলে।

জাৰ্মানিয়ে যুদ্ধত অগ্ৰগতি লাভ কৰাত কংগ্ৰেছে একাধিকবাৰ ঘোষণা কৰিলে যে কেন্দ্ৰত এখন অস্থায়ী চৰকাৰ গঠন কৰিব দিলে কংগ্ৰেছে যুদ্ধ প্ৰচেষ্টাত সহযোগ কৰিব। কিন্তু, ৮ আগষ্ট তাৰিখে (১৯৪০ খ্ৰীঃ) ভাইছৰয়ে মুছলিম লীগক লক্ষ্য কৰি ঘোষণা কৰিলে যে কংগ্ৰেছৰ প্ৰস্তাৱ মতে, জাতীয় চৰকাৰ গঠন কৰিব নোৱাৰি। কাৰণ, দেশৰ এক শক্তিশালী অংশই কংগ্ৰেছৰ নেতৃত্ব স্বীকাৰ নকৰে। যুদ্ধৰ পিছত শাসন সংস্কাৰৰ বাবে সংবিধান এখন ৰচনা কৰিবলৈ নিকায় এটা গঠন কৰা হ'ব। ব্ৰিটিছ ভাৰত আৰু দেশীয় ৰাজ্যবোৰৰ প্ৰতিনিধিয়ে ভাৰতৰ সংবিধান নিজেই প্ৰস্তুত কৰি ল'ব পাৰিব। তাৰ আগতে ভাইছৰয়ৰ কাৰ্যনিৰ্বাহকত অতিৰিক্ত ভাৰতীয় প্ৰতিনিধি লোৱা হ'ব আৰু ব্ৰিটিছ ভাৰত আৰু দেশীয় ৰাজ্যৰ প্ৰতিনিধি লৈ এখন যুদ্ধ পৰামৰ্শ পৰিষদ গঠন কৰা হ'ব।

কংগ্ৰেছৰ দাবী অগ্ৰাহ্য হোৱাৰ পিছতো গান্ধীজীয়ে আন্দোলন ব্যাপক কৰি তুলিবলৈ, অৰ্থাৎ আইন অমান্য আন্দোলন কৰিবলৈ আগ নাবাঢ়িল। ব্যক্তিগত সত্যাগ্ৰহ বা আইন অমান্যৰ কাৰ্যসূচী ল'লে।

**ক্ৰিপছৰ প্ৰস্তাৱ ঃ**

১৯৪১ খ্ৰীষ্টাব্দত এফালে মিত্ৰ শক্তিৰ বিৰুদ্ধে যুদ্ধত অৱতীৰ্ণ হোৱাত যুদ্ধৰ গতিয়ে নতুন মোৰ ল'লে। আঠ মাৰ্চত জাপানৰ হাতত ৰেংগুনৰ পতন ঘটাত ভাৰতীয়সকলৰ সাহায্য অপৰিহাৰ্য হৈ উঠিল। এতেকে ভাৰতীয়সকলক সন্তুষ্ট কৰাৰ কাৰণে বৃটিছ চৰকাৰে মন্ত্ৰী ছাৰ ষ্টাফোৰ্ড ক্ৰিপছক ভাৰতলৈ পঠালে। ২৩ মাৰ্চত ক্ৰিপছে কংগ্ৰেছ, মুছলিম লীগ, হিন্দু মহাসভা, জাতীয় মুছলিম ৰাজনৈতিক পাৰ্টি, দেশীয় ৰাজ্যবৰ্গ আৰু অন্যান্য সংগঠিত দলৰ নেতৃবৰ্গৰ লগত আলোচনা কৰি শাসন সংস্কাৰৰ সূত্ৰ এটি উলিয়ালে আৰু প্ৰস্তাৱ দিলে যে যুদ্ধ সামৰণিৰ লগে লগে ভাৰতৰ বাবে এখন নতুন সংবিধান ৰচনা কৰিবলৈ নিকায় এটি গঠন কৰা হ'ব; দেশী ৰাজ্যৰ প্ৰতিনিধি তাত থাকিব। কোনোবা প্ৰদেশে যদি সংবিধানে সামৰি লোৱা ভাৰতত যোগ দিব নোৱাৰে, তেন্তে সেইভাৱে থাকিব। অৱশ্যে পিছত যোগ দিয়াৰো ব্যৱস্থা থাকিব।

দেখা যায় যে ক্ৰিপছে ভাইছৰয়ৰ ঘোষণাৰ আধাৰতে প্ৰস্তাৱটো দিয়ে। প্ৰস্তাৱৰ পৰা জনা গ'ল যে যুদ্ধৰ সামৰণি নোহোৱা পৰ্যন্ত ১৯৩৯ খ্ৰীষ্টাব্দৰ সংবিধান কাৰ্যকৰী হৈ থাকিব। কিন্তু কংগ্ৰেছে আশা কৰিছিল যে বৃটিছ চৰকাৰে নীতিগতভাৱে স্বাধীনতাৰ দাবী মানি ল'ব আৰু প্ৰাৰম্ভিক ব্যৱস্থা হিচাপে অন্তৰ্বৰ্তী ৰাষ্ট্ৰীয় চৰকাৰ এখন গঠন কৰিব দিব। অতএব, কংগ্ৰেছে ক্ৰিপছৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰিলে। মুছলিম লীগেও এই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰে। কাৰণ মুছলিম লীগৰ দাবী আওপকীয়াকৈ মানি ল'লেও ভাৰত বিভাজনৰ বা পাকিস্তানৰ কথা পোনপটীয়াকৈ উল্লেখ কৰা নহ'ল। গতিকে ক্ৰিপছৰ প্ৰস্তাৱ ব্যৰ্থ হ'ল।

**ভাৰত ত্যাগ আন্দোলন ঃ**

ক্ৰিপছৰ প্ৰস্তাৱ ব্যৰ্থ হোৱাৰ লগে লগে কংগ্ৰেছৰ আপোচমুখী প্ৰচেষ্টাৰ অন্ত পৰে। কাৰ্যতঃ আলোচনাৰ বাট বন্ধ হ'ল। আনহাতে দক্ষিণ-পুব এছিয়া ক্ৰমে জাপানৰ গৰাহত পৰে। জাৰ্মানি সেনাৰ হাতত ৰেংগুনৰ পিছত ক্ৰমে

আন্দামান নিকোবৰ (১২ মার্চ, ১৯৪২ খ্রীঃ) আৰু ছিংগাপুৰৰ পতন ঘটে। বার্মা আৰু মানছিয়াৰ পৰা ভগনীয়াসকলে দলে দলে ভাৰতলৈ প্রত্যাৱর্তন কৰিবলৈ ল'লে। এনে অৱস্থাত জাতীয় আন্দোলনৰ নেতৃত্বৰ একাংশই ফেচীবাদৰ বিৰুদ্ধে যুদ্ধত সহযোগ কৰাৰ বাবে মতপোষণ কৰে। আন এক অংশই যুদ্ধত বৃটিছৰ পৰাজয় হ'ব বুলি ধাৰণা কৰে।

ইতিমধ্যে জাপানী সৈন্য ভাৰত সীমান্ত পায়হি। পৰিত্রাণৰ পথ বিচাৰি গান্ধীজীয়ে ১০ মে'ৰ (১৯৪২ খ্রীঃ) হৰিজন কাকতত বৃটিছৰ ভাৰত ত্যাগৰ দাবী উত্থাপন কৰে। তেওঁ লিখিলে যে বৃটিছৰ বাবেহে জাপানে ভাৰত আক্রমণ কৰিব পাৰে। বৃটিছ চৰকাৰে ভাৰতৰ পৰা অপসাৰণ কৰিলে ভাৰত জাপানী আক্রমণৰ গৰাহত নপৰে। ১৪ জুলাইত কংগ্রেছ কার্যকৰী সমিতিয়ে ভাৰত ত্যাগ প্রস্তাৱ লয়, অন্যথা গণ আন্দোলনৰ সিদ্ধান্ত গ্রহণ কৰে। গণ আন্দোলনৰ কার্যসূচী প্রস্তুত কৰা হয়। খাজনা বন্ধ, হৰতাল, পিকেটিং আইন অমান্য, আৰু অনশন কৰাৰ উপৰি সমান্তৰালভাৱে স্বতন্ত্র কংগ্রেছ চৰকাৰ গঠনৰ সিদ্ধান্ত লোৱা হয়। গান্ধীজীয়ে লোণ আইন ভংগ কৰি সমগ্র দেশতে হৰতাল পালন কৰা আৰু তাত ছাত্র-কর্মচাৰীসকলক যোগ দিয়াৰ বাবে আহ্বান কৰে। কংগ্রেছী সত্যাগ্রহীয়ে নিজকে একো একোজন নেতা হিচাপে গণ্য কৰি দেশৰ হকে মৰিম বা তৰিম বুলি প্রতিজ্ঞাবদ্ধ হোৱাৰ বাবে পৰামর্শ দিয়ে। কমিউনিষ্টসকলক বাদ দি বাওঁপন্থী সমাজবাদী কংগ্রেছ আৰু ফৰৱার্ড ব্লকে গণ আন্দোলনৰ কার্যক্রমণিকা গ্রহণ কৰে। মুছলিম লীগ, হিন্দু মহাসভা, অনুন্নত শ্রেণী আৰু এংলো ইণ্ডিয়ান সংগঠনসমূহ গণ-আন্দোলনৰ সমালোচনা মুখৰ হোৱা যায়।

আঠ আগষ্টত বোম্বেত জাতীয় কংগ্রেছৰ জৰুৰী সভা বহিল আৰু কার্যকৰী কমিটীয়ে গ্রহণ কৰা প্রস্তাৱত সমর্থন জনাই বৃটিছক ভাৰত ত্যাগ কৰাৰ কাৰণে দাবী জনালে। ইতিমধ্যে বৃটিছ ভাৰত চৰকাৰে কংগ্রেছৰ গণ আন্দোলন ব্যর্থ কৰাৰ কাৰণে যাৱতীয় ব্যৱস্থা লয় আৰু ৯ আগষ্টৰ ধলপুৱাতে গান্ধীজী প্রমুখ্যে কার্যকৰী সভাৰ সদস্যসকলক গ্রেপ্তাৰ কৰি অস্থায়ী জে'লখানাত ৰাখে। সর্বভাৰতীয় আৰু প্রাদেশিক কংগ্রেছ কমিটীবোৰ বেআইনী ঘোষণা কৰিলে।

স্বতঃপ্রণোদিতভাৱে বৃটিছৰ বিপক্ষে দেশৰ সর্বত্র গণ আন্দোলন আৰম্ভ হ'ল। বিভিন্ন ঠাইত চৰকাৰী দমনমূলক ব্যৱস্থাৰ প্রতিবাদত গণ আন্দোলনে সহিংস ৰূপ ল'লে। বিক্ষুব্ধ জনতাই ৰে'ললাইন, ডাকঘৰ, পুলিচ থানা আদি চৰকাৰী কার্যালয় আক্রমণ কৰিবলৈ ল'লে। টেলিগ্রাফ তাঁৰ বিচ্ছিন্ন কৰি টেলিগ্রাফ ব্যৱস্থা বিকল কৰে। ঠায়ে ঠায়ে স্থানীয় স্বতন্ত্র চৰকাৰ গঠন কৰা হয়। চৰকাৰে গণ আন্দোলন কঠোৰভাৱে দমন কৰে। ৰাইজৰ পৰা পাইকাৰী জৰিমনা আদায় কৰি ক্ষতিপূৰণৰ ব্যৱস্থা লয়।

১৯৪২ খ্রীষ্টাব্দৰ গণ আন্দোলন আৰম্ভ হোৱাৰ আগতে অসমত জাতীয় আন্দোলনৰ প্রভাৱ কিছু পৰিমাণে সীমিত হৈ পৰিছিল। কৃষক-শ্রমিকৰ সমস্যাৰ কথা বাদেই, প্রব্রজনকাৰীৰ সমস্যাই অসমৰ ৰাজনীতিত এটি নতুন মাত্রা দিছিল। অসমৰ ভাষা-সংস্কৃতি বিপন্ন কৰাৰ লগতে ই ৰাজ্যখনক প্রস্তাৱিত পাকিস্তানৰ অন্তর্ভুক্ত কৰাৰ ষড়যন্ত্র বাস্তৱমুখী কৰি তোলাৰ আশংকা প্রকট কৰি তোলে। অসমীয়া সংৰক্ষিণী সভাই চৰকাৰী নীতিৰ বিৰোধিতা কৰিবলৈ লয়। মুছলিম লীগৰ দ্বিজাতিতত্ত্ব কেন্দ্রিক ভাৰত বিভাজন তথা পাকিস্তানৰ দাবীয়ে অসমৰ কংগ্রেছ নেতৃত্বকো চিন্তিত কৰি তোলে। বৰদলৈৰ পদত্যাগৰ পিছত ছাদুল্লাই যাতে মন্ত্রীসভা গঠন কৰিব নোৱাৰে তাৰ বাবে কংগ্রেছ বিধায়িনী দল তৎপৰ হয়। কিন্তু কংগ্রেছৰ উর্ধ্বতন কর্তৃপক্ষ অসমৰ বিশেষ সমস্যাৰ প্রতি সজাগ আছিল যদিও অসহযোগ কার্যসূচীৰ পৰিপ্রেক্ষিতত তেনে পদক্ষেপ ল'ব নিদিলে। বৰদলৈয়ে পদত্যাগ কৰাৰ দিনাই ছাদুল্লাৰ মন্ত্রীসভা গঠন কৰিবলৈ দিয়া হয়। বিধানসভাত ছাদুল্লাই প্রয়োজনীয় সমর্থন নাপালে যদিও সংখ্যালঘু মন্ত্রীসভা ভংগ নহ'ল। ১৯৪১ খ্রীষ্টাব্দৰ ২৪ ডিচেম্বৰলৈ মন্ত্রীসভা বর্তি থাকিল।

মুছলিম লীগে বৃটিছৰ প্রতি সমর্থন দিয়াত ছাদুল্লাই তাৰ বিৰুদ্ধে যোৱাৰ কথা নাহে। ছাদুল্লাই যুদ্ধত সহায় কৰা আৰু ভাৰত প্রতিৰক্ষা নীতিৰ প্রতি আনুগত্যৰ প্রতিশ্রুতি দি মন্ত্রীসভা গঠন কৰিছিল। অতএৱ ছাদুল্লাই যুদ্ধবিৰোধীসকলৰ বিৰুদ্ধে বিহিত ব্যৱস্থা লোৱাৰ লগতে যুদ্ধ সাহায্যৰ বাবে অর্থ সংগ্রহ কৰিবলৈ বিভিন্ন উপায় অবলম্বন কৰে। গতিকে অসমত চৰকাৰবিৰোধী জনমত গঠন হ'বলৈ ধৰে। অসম

ছাত্ৰ ফেডাৰেছনেও তাৰ বিৰুদ্ধে সভা-সমিতি পাতে। যুদ্ধৰ নামত অৰ্থ সংগ্ৰহ ইচ্ছুৰ প্ৰতি জনগণৰ দৃষ্টি আকৰ্ষণ কৰি কংগ্ৰেছে অসমৰ বিভিন্ন অংশত সভা পতাৰ উপৰি ৰামগড় কংগ্ৰেছৰ প্ৰস্তাৱ মৰ্মে যুদ্ধবিৰোধী ধ্বনি দি ব্যক্তিগত সত্যাগ্ৰহ অৰ্থাৎ আইন অমান্য আন্দোলন কৰে। ১৯৪০ খ্ৰীষ্টাব্দৰ ১৫ জুনলৈ ব্ৰহ্মপুত্ৰ উপত্যকাত ১,৫৭৬জনে সত্যাগ্ৰহ কৰিবলৈ নামভৰ্তি কৰে। ইয়াৰ সৰহভাগেই গাঁওবাসী আছিল। ইয়াৰ ভিতৰত ১১জন মুছলমান আৰু ১৫জনী তিৰোতা আছিল। অসমত প্ৰথমে গোপীনাথ বৰদলৈয়ে সত্যাগ্ৰহ কৰে (১১ ডিচেম্বৰ, ১৯৪০ খ্ৰীঃ)। তেওঁক এবছৰ কাৰাদণ্ড বিহা হয়। তেওঁৰ পিছত কামৰূপৰ বিধায়কসকলে ব্যক্তিগত সত্যাগ্ৰহ কৰে। ১৩ ডিচেম্বৰত বিষ্ণুৰাম মেধিয়ে হাজোত ফকৰুদ্দিন আলি আহমেদে ঘোগ্ৰাপাৰত, ১৫ ডিচেম্বৰত গৌৰীকান্ত তালুকদাৰে নলবাৰীত, সিদ্ধিনাথ শৰ্মাই টিহুত (১৪ ডিচেম্বৰ) বেলিৰাম দাসে ৰামপুৰত (২০ ডিচেম্বৰ)। তেওঁলোকে প্ৰত্যেকে জে'ল খাটে।

এই নেতাসকল জে'লত থাকোতে ১৯৪১ খ্ৰীষ্টাব্দত ব্যক্তিগত সত্যাগ্ৰহ আৰম্ভ হয়। অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি তৈয়াবউল্লা নাজিৰাত (২৬ এপ্ৰিল), দেৱকান্ত বৰুৱাই নগাঁৱত (১০ জানুৱাৰি), সত্যাগ্ৰহ কৰি জে'লত পৰে। তাৰ পিছত শ্ৰীমান প্ৰফুল্ল গোস্বামী, ৰবীন্দ্ৰ নাথ নবিচ, জগদীশ চন্দ্ৰ মেধি, হৰেশ্বৰ গোস্বামী আৰু অমলপ্ৰভা দাসে সত্যাগ্ৰহ কৰি জে'ললৈ যায়। ৩১ মাৰ্চত সত্যাগ্ৰহ কৰি হৰেন্দ্ৰ নাথ বৰুৱাও জে'লত পৰে। ব্ৰহ্মপুত্ৰ উপত্যকাত মুঠতে ৬ হাজাৰ লোকে সত্যাগহ কৰে।

সুৰমা উপত্যকাত কৰুণা সিন্ধুয়ে প্ৰথমে সত্যাগ্ৰহ কৰে। পিছত সলাবালা দেৱে সত্যাগ্ৰহ কৰে। শিলচৰত অৰুণ কুমাৰ চন্দ্ৰই সত্যাগ্ৰহ কৰি জে'ল খাটে।

ভুবনেশ্বৰ বৰুৱাই তৃতীয়লানি সত্যাগ্ৰহ আৰম্ভ কৰে যদিও তেওঁক গ্ৰেপ্তাৰ কৰা নহ'ল। এপ্ৰিলৰ ভিতৰতে ৬৬জনে সত্যাগ্ৰহ কৰে। ১৫জনক গ্ৰেপ্তাৰ কৰি কাৰাদণ্ড বিহা হয়। কিন্তু জাতীয় বাওঁপন্থী আৰু কমিউনিষ্টসকলে ব্যক্তিগত সত্যাগ্ৰহ সমৰ্থন কৰা নাছিল। বৰঞ্চ তাৰ সমালোচনা কৰে। এওঁলোকে গণ আন্দোলন বিচাৰে। এনেবোৰ কাৰণতে সত্যাগ্ৰহীৰ সংখ্যা কমিবলৈ লয়। ১৯৪১ খ্ৰীষ্টাব্দৰ ৩১ মে'লৈ ৩৫৪জনে সত্যাগ্ৰহ কৰে। তাৰ ভিতৰত ২৩১জনক এদিনৰ পৰা একছৰলৈ কাৰাদণ্ড বিহা হয়। ইয়াৰ পিছতো সত্যাগ্ৰহ কাৰ্যসূচী চলি আছিল যদিও বছৰৰ শেষলৈ তাৰ পৰিসমাপ্তি ঘটে।

আনহাতে ছাদুল্লাৰ প্ৰব্ৰজনকাৰী সংস্থাপনৰ নীতি আৰু দমনমূলক কাৰ্যৰ ফলত জনগণৰ চৰকাৰবিৰোধী প্ৰৱণতা বাঢ়ি যায়। জনজাতীয় লোকৰ সংৰক্ষণাৰ্থে যি বেষ্টনী নীতি লোৱা হৈছিল, ছাদুল্লাই তাক শিথিল কৰি প্ৰব্ৰজনকাৰীক সংস্থাপন কৰাৰ মনোযোগ দিয়াত অসমৰ জনসাধাৰণ ৰুষ্ট হয়। ৬ ডিচেম্বৰত কটন কলেজৰ ছাত্ৰসকলে সাম্ৰাজ্যবাদী যুদ্ধ বৰঙণি সংগ্ৰহৰ বিৰুদ্ধে সমদল উলিয়ায়। পুলিচে লাঠি চালনা কৰি সমদল ভংগ কৰাত তাৰ প্ৰবল প্ৰতিক্ৰিয়া হয়। ৰাজ্যখনত একেৰাহে হৰতাল পালন হয়। সমাবেশ বহে। ৰাষ্ট্ৰীয় পৰ্যায়ত অনুষ্ঠিত যুদ্ধবিৰোধী বিক্ষোভ প্ৰদৰ্শনৰ অংশ হিচাপে ভাৰত ছাত্ৰ ফেডাৰেছনৰ তৎপৰতাত গুৱাহাটীত যুদ্ধবিৰোধী দিৱস পালন কৰা হয়। এনে পৰিস্থিতিত বিধানসভা বৰ্জন কৰা কংগ্ৰেছীসকলে বিধানসভালৈ উভতি আহি ছাদুল্লা মন্ত্ৰীসভাৰ বিৰুদ্ধে অনাস্থা প্ৰস্তাৱ উত্থাপন কৰে। অন্যান্য দলৰ পৰাও অনাস্থা প্ৰস্তাৱ আহে। ইতিমধ্যে ছাদুল্লাৰ ঠাইত কংগ্ৰেছীসকলে ৰোহিণী কুমাৰ চৌধুৰীৰ নেতৃত্বত আন এখন মন্ত্ৰীসভা গঠনৰ বাবে তৎপৰ হয় যদিও, কংগ্ৰেছ হাইকমাণ্ডে তাত সমৰ্থন নিদিলে। আন এখন মন্ত্ৰীসভা গঠনৰ কোনো উপায় নোহোৱাত গৱৰ্ণৰে বিধায়িনী ভংগ কৰি প্ৰদেশখনৰ শাসনভাৰ লয় (২৫ ডিচেম্বৰ, ১৯৪১ খ্ৰীঃ)। গৱৰ্ণৰৰ শাসনকালতে কংগ্ৰেছে বৃটিছে ভাৰত ত্যাগ কৰাৰ আন্দোলন আৰম্ভ কৰে। দেশৰ অন্যান্য প্ৰদেশৰ দৰে অসমতো গণবিক্ষোভ আৰম্ভ হয়।

ইতিমধ্যে গাঁও অঞ্চলত কংগ্ৰেছৰ সংগঠন গঢ়ি তোলাৰ বাবে স্বেচ্ছাসেৱীৰ শান্তিসেনা গঠন কৰা হয়। যুদ্ধ আতংক গ্ৰস্ত গাঁও অঞ্চলত শান্তি ৰক্ষাৰ চেষ্টা কৰাত শান্তি সেনা সংগঠন জনপ্ৰিয় হৈ পৰে। এই সময়তে কংগ্ৰেছে গাঁও পঞ্চায়ত গঠন কৰি বৃটিছ কোৰ্টৰ সহায় নোলোৱাকৈ মোকৰ্দমা বিচাৰ কৰাৰ দায়িত্ব অৰ্পণ কৰে। পঞ্চায়তৰ একিয়াৰত শান্তি সংৰক্ষিণী বাহিনীও গঠন কৰা হয়। যুদ্ধকালীন ব্যৱস্থা হিচাপে চৰকাৰে যুদ্ধ ফ্ৰণ্ট গঠন কৰি সমন্বয়ৰক্ষী সংগঠন হিচাপে

নগৰ ৰক্ষা দল আৰু গাঁও ৰক্ষা দল গঠন কৰে। তাৰ উপৰি কংগ্ৰেছৰ প্ৰভাৱ হ্ৰাস কৰাৰ বাবে বাতৰি কাকতৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰে। চৰকাৰে নিৰীক্ষিত বাতৰিহে পৰিবেশন কৰিবলৈ দিয়া হয়। কংগ্ৰেছ শান্তি কমিটী, শান্তি সেনা বেআইনী ঘোষণা কৰা হয়। বিখ্যাত কংগ্ৰেছী নেতাসকলক গ্ৰেপ্তাৰ কৰিবলৈ লয়। আঠ আগষ্টত গণ আন্দোলন ঘোষণা কৰাৰ পিছতে নগাঁৱত কৰ বন্ধ কৰাৰ আহ্বান দিয়া হয়। স্বাস্থ্যজনিত কাৰণত হেমচন্দ্ৰ বৰুৱাক বাদ দি হলধৰ ভূঞা আৰু পূৰ্ণচন্দ্ৰ শৰ্মাক গ্ৰেপ্তাৰ কৰা হয়। (১২ আগষ্ট)। ছেপ্টেম্বৰত অমিয় কুমাৰ দাস আৰু মহাদেৱ শৰ্মাক আটক কৰে। গড়মূৰ সত্ৰাধিকাৰ পীতাম্বৰ গোস্বামীক অন্তৰীণ কৰা হয়।

**ছাদুল্লাৰ ৪ৰ্থ মন্ত্ৰীসভা আৰু গণআন্দোলন ঃ**

কংগ্ৰেছ বিধায়কসকলক আটক কৰাৰ পিছত ছাদুল্লাৰ মন্ত্ৰীসভা পুনৰুজ্জীৱিত কৰাৰ সুবিধা হ'ল। নিৰ্বাচিত মন্ত্ৰীসভা থাকিলে আন্দোলন দমনমূলক ব্যৱস্থা লোৱা সহজ। এক চৰকাৰী গোপন প্ৰতিবেদনত উল্লেখ কৰা হৈছিল যে ছাদুল্লাই বৃটিছৰ আনুগত্য মানি শান্তি-শৃংখলা ৰক্ষাৰ বাবে উপযুক্ত ব্যৱস্থা ল'ব পাৰিব। এতেকে মন্ত্ৰীসভা বৰ্খাস্তৰ আদেশ নাকচ কৰি ছাদুল্লাক পুনৰ ক্ষমতাধিষ্ঠি কৰা হ'ল (২৫ আগষ্ট ১৯৪২ খ্ৰীঃ)। চৰকাৰে আশা কৰা মতে ছাদুল্লা গণ আন্দোলনৰ বিৰুদ্ধে তৎপৰ হ'ল।

কংগ্ৰেছী নেতাসকলক কাৰাগাৰত ৰখাৰ ফলত আন্দোলনৰ গান্ধীবাদী ধাৰা ব্যাহত হয়। আগষ্টৰ শেষলৈ আন্দোলনকাৰীসকল বিক্ষুব্ধ হ'ল। বিক্ষুব্ধ জনতাই অ'ত ত'ত ডাকঘৰ, টেলিগ্ৰাফ লাইন আৰু ৰে'ল লাইন বিনষ্ট কৰি যোগাযোগ বিচ্ছিন্ন কৰিবলৈ লয়। ব্ৰহ্মপুত্ৰ উপত্যকাত নগাঁও, কামৰূপ, দৰং আৰু শিৱসাগৰ জিলাত ক্ৰমাগতভাৱে এনে ঘটনা ঘটিবলৈ ল'লে। নগাঁও, কামৰূপ আৰু যমুনামুখৰ চৌদিশে আন্দোলন বিদ্ৰোহমুখী হ'ল। নগাঁও জিলাত পুলিচৰ উপৰি অৰ্ধসামৰিক বাহিনী নিয়োগ কৰা হ'ল। পুলিচ সামৰিক বাহিনীৰ গুলিত বহুতৰ প্ৰাণ নাশ হয়। উল্লেখ্য যে নগাঁও জিলাত আগষ্ট মাহৰ দ্বিতীয় সপ্তাহতে বিক্ষিপ্ত ঘটনা ঘটে। কমেও তিনি ঠাইত ৰে'ল লাইন আঁতৰোৱা হয়। পুৰণিগুদামত দুজন অৰ্ধসামৰিক বিষয়া ঘাইল হয়। মদৰ মহল, কঠীয়াতলীৰ ডাকবাংলা আৰু ৰহাৰ কছাৰী ঘৰ ভস্মীভূত হয়। কামপুৰত আইন অমান্য কৰি শোভাযাত্ৰা উলিয়ায়। ডাকঘৰ, কাছাৰী আৰু ৰে'ল ষ্টেচনত আক্ৰমণ চলোৱা হয়।

গোৱালপাৰাত ডাক কঢ়িওৱা গাড়ী ভাঙি চূৰমাৰ কৰা হয়। কামৰূপৰ পলাশবাৰীত মিলিটাৰী ডিপো জ্বলাই দিয়ে। ২৬ আগষ্টত বৰপেটা, মহকুমাৰ সৰভোগত বিশিষ্ট কংগ্ৰেছ নেতা ব্ৰজনাথ শৰ্মাৰ নেতৃত্বত কিছুমান লোকে বেঁকী নৈৰ পাৰত নিৰ্মীয়মাণ বিমানকোঠ ধ্বংস কৰাৰ লগতে সেনা শিবিৰ অভিযান্ত্ৰিক কাৰ্যালয়, ডাক-তাঁৰ কাৰ্যালয় আৰু ডাক বাংলা ভস্মীভূত কৰে। ঘটনা ঘটাৰ পিছত ব্ৰজনাথ শৰ্মাই আত্মগোপন কৰে। বৰপেটাত বন বিভাগৰ ডাক বাংলা, মদৰ মহল আৰু এজন চৰকাৰ পক্ষৰ উকীলৰ ঘৰ-দুৱাৰ জ্বলাই দিয়া হয়। নগাঁৱত বিস্ফোৰক অৱস্থাৰ সৃষ্টি হোৱাত সেনা-পুলিচৰ টহলদাৰী চলে। ২০-২৫ আগষ্টত বেবেজীয়াৰ এদল বিক্ষুব্ধ লোকে গড়কাপ্তানি বিভাগৰ দলং এখন জ্বলায়। সন্ধিয়াৰ ফালে পহৰাদাৰী পুলিচৰ গুলিত কলাই কোচ আৰু হেমোৰাম বৰাৰ মৃত্যু হয়। পিছদিনাখন পুৱা জোঙাল বলহুগড় দীঘলী আটী দলং ভাঙিবলৈ ধৰা এদল লোকৰ ওপৰত পহৰাদাৰী পুলিচে গুলিবৰ্ষণ কৰাত হেমোৰাম পাটৰ আৰু গুণাভিৰাম বৰদলৈৰ মৃত্যু হয় আৰু তিনিজনৰ জখম হয়। ২৮ আগষ্টত বেবেজীয়া আৰু বৰপূজীয়া গাঁৱত পুলিচে তালাচী চলায়। কংগ্ৰেছৰ শান্তি সেনাৰ স্বেচ্ছাসেৱী তিলক ডেকাই ম'হৰ শিঙা বজাই ৰাইজক সাৱধান কৰি দিয়ে। পুলিচৰ বাধা নমনাৰ বাবে তিলক ডেকাক থিতাতে গুলিয়াই হত্যা কৰা হয়। ১৮ ছেপ্টেম্বৰত বৰহমপুৰত পুলিচ-মিলিটেৰীয়ে শান্তি সেনা শিবিৰ ভাঙিবলৈ অগ্ৰসৰ হয়। মহিলাৰ দল এটি কংগ্ৰেছৰ পতাকা লৈ আন্দোলনৰ ধ্বনি দি তাত উপস্থিত হয়। মিলিটাৰী বিষয়া এজনে যুৱতীকেইগৰাকীৰ হাতৰ পৰা পতাকা কাঢ়ি আনিবলৈ ধৰাত বয়সস্থা নাৰী ভোগেশ্বৰী ফুকননীয়ে বিষয়াজনক ঠেলা মাৰি জীয়েকক বচাব খোজে। অৱস্থা আয়ত্ত কৰিবলৈ বা লাজত পৰি জধে-মধে গুলিয়ায়। ফলত লক্ষীকান্ত হাজৰিকা, ঠগিৰাম মুত আৰু বলোৰাম সূতৰ ততালিকে মৃত্যু হয়। ভোগেশ্বৰী ফুকননী গুৰুতৰভাৱে আঁহত হয় আৰু তিনিদিন

পিছত মৃত্যুবৰণ কৰে।

২৫ ছেপ্টেম্বৰত বৰপেটা মহকুমাৰ অন্তৰ্গত পাঠশালাৰ আশে-পাশে তিনিঠাইত পুলিচ আৰু উন্মত্ত জনতাৰ মাজত হতাহতি হয়। জালাহত অনুষ্ঠিত এখন প্ৰতিবাদী সভাৰ পৰা পুলিচে স্থানীয় কংগ্ৰেছীলোকক আটক কৰি নিবলৈ চেষ্টা কৰাত সমবেত জনতা বিক্ষুব্ধ হৈ পৰে। জালাহ, ৰিহাবাৰী আৰু নিত্যানন্দত এনে ঘটনাতে পুলিচে গুলিবৰ্ষণ কৰে। ফলত মদন বৰ্মন, স্কুলীয়া ছাত্ৰ আৰু ৰাজাৰাম বড়োৰ মৃত্যু হয়। আঠজন লোক গুৰুতৰভাৱে আঘাতপ্ৰাপ্ত হয়।

স্মৰ্তব্য যে জে'লত নপৰা স্থানীয় কংগ্ৰেছীসকলে বিভিন্ন অঞ্চলত কংগ্ৰেছ সংগঠন বা আন্দোলনৰ কাৰ্যসূচী বৰ্তাই ৰাখিছিল। দৰং জিলাত স্থানীয় কংগ্ৰেছীসকলে থানাত জাতীয় পতাকা উত্তোলন কৰাৰ দিহা কৰে। ঢেকীয়াজুলিত আইন অমান্য কৰি কমলাকান্ত দাসৰ নেতৃত্বত পুলিচ থানাত পতাকা উত্তোলন কৰিবলৈ আগবাঢ়ে। পুলিচে এওঁলোকৰ ওপৰত গুলিবৰ্ষণ কৰাত ১৩ জন লোকৰ প্ৰাণহানি হয়। ইয়াৰ ভিতৰত ৩ গৰাকী মহিলা আছিল। সেইদৰে গহপুৰত পুলিচ থানাত পতাকা উত্তোলন কৰিবলৈ আগবঢ়া আন্দোলনকাৰীৰ ওপৰত পুলিচে গুলিবৰ্ষণ কৰে। ১৮ বছৰীয়া কনকলতা বৰুৱাৰ থিতাতে মৃত্যু ঘটে। মুকুন্দ কাকতি আৰু হেমকান্ত বৰুৱা গুৰুতৰভাৱে আঘাতপ্ৰাপ্ত হয়। পিছত মুকুন্দ কাকতিৰ মৃত্যু ঘটে। চতিয়া, জামুগুৰি, বিহালী আৰু তেজপুৰত আন্দোলনকাৰী পতাকা উত্তোলনৰ বাবে সমবেত হয়। কিন্তু পুলিচে খেদি পঠায়। গোৱালপাৰাৰ ফকিৰাগ্ৰামত জৰিমনা নিদিয়াৰ অপৰাধত নিধনু ৰাজবংশীক পুলিচে বেয়নেটেৰে খুঁচি মাৰে। কোকৰাঝাৰ পুলিচ থানাৰ অন্তৰ্গত কিছুমান ঠাইত গাঁও অঞ্চলৰ বিক্ষুব্ধ জনতাই বজাৰ লুট কৰে (১৪ অক্টোবৰ)। ফুকন চাংমাৰ নেতৃত্বত গাৰোসকলে দালু বজাৰত বিদেশী পণ্য বৰ্জন কাৰ্যসূচী লয়। উত্তৰ লখিমপুৰৰ ধলপুৰত বিমান এখন ধ্বংস কৰি বস্তু-বাহানি লুট কৰা হয়। আন আন ঠাইতো বিক্ষোভৰ উদ্‌গীৰণ হয়। বিক্ষোভ প্ৰশমিত কৰাৰ কাৰণে তাত সান্ধ্য আইন জাৰি কৰা হয়। ৰাজ্যখনৰ বিভিন্ন ঠাইত ৰে'ল লাইন ওফৰাই দিয়া হয়। গোৱালপাৰাৰ পাতিলাদহা, শিৱসাগৰৰ তিতাবৰৰ ওচৰত, গোলাঘাটৰ সৰুপথাৰত, কামৰূপৰ ৰঙিয়াত আৰু সুৰমা উপত্যকাৰ হবিবগঞ্জৰ চাহাজীবজাৰত ৰে'ললাইন ওফৰোৱা হয়। সুৰমা উপত্যকাৰ বিভিন্ন ঠাইত কংগ্ৰেছ সংগঠনে সত্যাগ্ৰহ কাৰ্যসূচী পালনৰ দিহা কৰে। কিছুমান ঠাইত বিক্ষুব্ধ জনতাই ৰে'ললাইন ওফৰোৱাৰ চেষ্টা কৰে।

গোপীনাথ বৰদলৈৰ হিচাপ মতে ১৯৪২ চনৰ গণ আন্দোলনত পুলিচৰ গুলিত কমেও ২৭জন লোকৰ প্ৰাণনাশ হয় আৰু প্ৰায় তিনি হাজাৰ লোক গ্ৰেপ্তাৰ হয়। লুটপাতকে ধৰি বিভিন্ন পশ্চাদঘাতী কামত লিপ্ত কৰি অনেকৰ ওপৰত ফৌজদাৰী মোকৰ্দমা তৰা হয়। জৰিমনা আৰু পাইকাৰী জৰিমনা ধাৰ্য কৰা হয়। ৰে'ললাইন ওফৰোৱা কাৰ্যত লিপ্তসকল পলাই সাৰে। সৰুপথাৰ ৰে'ললাইন ওফৰোৱাই সৈনিক বিশেষ ৰে'লগাড়ী বগৰোৱাৰ অপৰাধত সন্দেহবশতঃ বহুতোক গ্ৰেপ্তাৰ কৰা হয়। উপযুক্ত প্ৰমাণ নাপালেও গাঁওবুঢ়া আৰু আন এজন সাক্ষীৰ ওপৰত ভিত্তি কৰি সৰুপথাৰ কংগ্ৰেছ কমিটীয়ে এনে প্ৰস্তাৱ লৈছিল বুলি সৰুপথাৰ কংগ্ৰেছ কমিটীৰ ছেক্ৰেটাৰী কুশল কোঁৱৰ, ধৰ্মকান্ত ডেকা, কনকেশ্বৰ কোঁৱৰ, ঘনশ্যাম শইকীয়া, নগেন চুতীয়া আৰু ইন্দ্ৰেশ্বৰ ফুকনক দোষী সাব্যস্ত কৰা হয়। তাৰ ভিতৰত প্ৰথম চাৰিজনক মৃত্যুদণ্ড দিয়া হয়। মোকৰ্দমাৰ আপীল হোৱাত গৱৰ্ণৰ জেনেৰেলে কুশল কোঁৱৰৰ বাহিৰে আন তিনিজনক মৃত্যুদণ্ডৰ পৰা ৰেহাই দি ১০ বছৰীয়া কাৰাদণ্ড দিয়ে। কুশল কোঁৱৰক ফাঁচী দিয়া হয় (১৫ জুন, ১৯৪৩ খ্ৰীঃ)।

উনুকিয়াই অহা হয় যে গান্ধীজীৰ গ্ৰেপ্তাৰৰ প্ৰতিক্ৰিয়া হিচাপে দেশখনত স্বতঃপ্ৰণোদিতভাৱে গণ আন্দোলন আৰম্ভ হয়। আচলতে গান্ধীজী বা কংগ্ৰেছ কাৰ্যকৰী সভাই তেনে প্ৰস্তাৱ লোৱা নাছিল। ৯ আগষ্টত জাতীয় কংগ্ৰেছৰ কাৰ্যকৰী সভাৰ আটাইবোৰ সদস্য আৰু প্ৰাদেশিক জ্যেষ্ঠ সদস্যসকলক গ্ৰেপ্তাৰ কৰা হয়। আনবিলাক নেতাই আত্মগোপন কৰে। আত্মগোপন কৰা কনিষ্ঠ নেতাসকলে আন্দোলনৰ ১২ দফীয়া কাৰ্যসূচী প্ৰস্তুত কৰে। আৰু বিভিন্ন ভাষালৈ অনূদিত হৈ এনে আঁচনি বিভিন্ন প্ৰান্ত পায়গৈ। কনিষ্ঠ নেতাসকলৰ ভিতৰত সুচেতা কৃপালিনী, অচ্যুত পট্টবৰ্ধন, অৰুণা আছফ আলী, ৰাদিক আলীয়ে আত্মগোপন কৰে আৰু আন্দোলনৰ কাৰ্যসূচী প্ৰস্তুত কৰে। অসমৰ বহুত

কংগ্ৰেছী নেতায়ো আত্মগোপন কৰে। এওঁলোকৰ ভিতৰত জ্যোতিপ্ৰসাদ আগৰৱালা, লক্ষ্মীপ্ৰসাদ গোস্বামী, শংকৰ চন্দ্ৰ বৰুৱা, মহেন্দ্ৰ হাজৰিকা, ব্ৰজনাথ শৰ্মা আৰু গহন চন্দ্ৰ গোস্বামী আদিয়ে গোপনে আন্দোলনৰ কাৰ্যসূচী চলাই নিয়াত ব্ৰতী হয়। অসুস্থ কংগ্ৰেছ নেতা হেমচন্দ্ৰ বৰুৱাই আত্মগোপন কৰাসকলৰ লগত সংযোগ ৰক্ষা কৰিছিল আৰু দিহা-পৰামৰ্শ দিছিল। কামৰূপ, দৰং, নগাঁও আৰু শিৱসাগৰ জিলাত আত্মগোপনকাৰীসকলৰ স্থানীয় গোট গঠন কৰা হয়। বৰপেটাত অহিংস বিপ্লৱী সংঘ, জালাহত হনুমান পাৰ্টি, বজালীত কৰ্ম পৰিষদ আৰু নগাঁৱত মৃত্যু বাহিনীয়ে গোপন কাৰ্যাৱলী চলাই নিয়ে। এনে কাৰ্যাৱলী সহিংস আছিল। কিন্তু অকল কংগ্ৰেছী লোকেই গোপনে আন্দোলন চলাই যোৱা নাছিল। ইয়াক কংগ্ৰেছ আন্দোলন বুলি কোৱা টান। প্ৰধানকৈ মুছলমানৰ বাদে আন সৰ্বসাধাৰণ লোকে স্বতঃস্ফূৰ্তভাৱে আন্দোলনত নামে। ছাত্ৰ-ছাত্ৰীসকলেও তাত সক্ৰিয় অংশগ্ৰহণ কৰে। ১৯৩৯ খ্ৰীষ্টাব্দৰ পৰা ১৯৪৩ খ্ৰীষ্টাব্দলৈ কটন কলেজৰ ছাত্ৰ সভাই আন্দোলনত অগ্ৰণী ভূমিকা লৈছিল। কমিউনিষ্টসকলৰ ওপৰত বেআইনী ঘোষণা কৰা চৰকাৰী আদেশ প্ৰত্যাহাৰ কৰাৰ পিছত কমিউনিষ্ট লীগে ৰিভলুছনাৰী কমিউনিষ্ট পাৰ্টি গঠন কৰি আন্দোলনত যোগদান কৰে। ফৰৱাৰ্ড ব্লক আৰু সমাজবাদী কংগ্ৰেছী সকলেও আন্দোলনত নামে। হাজাৰীবাগ জে'লৰ পৰা পলাই আহি জয়প্ৰকাশ নাৰায়ণে আত্মগোপন কৰি আন্দোলনত নমাত আন্দোলন শক্তিশালী হৈ উঠে। এতেকে ভাৰত ত্যাগ আন্দোলনে গণ আন্দোলনৰ চৰিত্ৰ লয়।

এই সংগঠনবোৰে আন্দোলনৰ অহিংস ধাৰা গ্ৰহণ কৰা নাছিল; বৰঞ্চ বৈপ্লৱিক ধাৰা প্ৰৱৰ্তন কৰে আৰু আন্দোলন ব্যাপক কৰি তোলে। কংগ্ৰেছৰ একাংশই অৰ্থাৎ উপৰি উক্তসকলে বৈপ্লৱিক ধাৰা গ্ৰহণ কৰে। বহু ঠাইত সৰ্বসাধাৰণ লোক তাৰ প্ৰতি আকৃষ্ট হয় আৰু তেনে কাৰ্যসূচীত যোগদান কৰে। আত্মগোপনকাৰীসকলে ৰাজ্যখনৰ বিভিন্ন ঠাইত প্ৰত্যক্ষ সংগ্ৰামমুখী কাৰ্যসূচী হাতত লয়। বৃটিছ চৰকাৰৰ বিৰুদ্ধে খাজনা বন্ধ আন্দোলন গঢ়ি তোলে। বৃটিছৰ বিৰুদ্ধে অস্ত্ৰ-শস্ত্ৰ হাতত তুলি লোৱাৰ আহ্বান জনায়। স্থানীয় অস্ত্ৰ-শস্ত্ৰ মজুত কৰাৰ উপৰি চৰকাৰী আগ্নেয় অস্ত্ৰ সংগ্ৰহ কৰাৰ আঁচনি লোৱা হয়। নলবাৰী, নগাঁও, পাটাছাৰকুছি আদি ঠাইত চৰকাৰী অনুজ্ঞাপ্ৰাপ্ত বন্দুক কাঢ়ি অনা হয়। স্থানীয়ভাৱে আগ্নেয় অস্ত্ৰ, হাতে সজা বন্দুক-বাৰুদ তৈয়াৰ কৰা হয়। শান্তি সেনাৰ তত্ত্বাৱধানত বিভিন্ন ঠাইত সমান্তৰাল চৰকাৰ গঠন কৰা হয়। ১৯৪৩ খ্ৰীষ্টাব্দৰ মাঘ বিহুৰ পিছৰ পৰাই আন্দোলন আৰু ব্যাপক কৰি তোলাৰ প্ৰস্তুতি লোৱা হয়। বিভিন্ন ঠাইত প্ৰতিটো আন্দোলন গঢ় লৈ উঠে। হৰতাল, পিকেটিং, শোভাযাত্ৰা কৰাৰ উপৰি সন্ত্ৰাসবাদী বা কূটাঘাতমূলক কাৰ্য সম্পন্ন হয়।

কিন্তু ১৯৪৩ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰীত গান্ধীজীয়ে এনে আন্দোলনৰ হিংস্ৰ কাৰ্যসূচীৰ বিৰুদ্ধে ২১ দিনীয়া অনশন কৰে। তাকে লৈ কংগ্ৰেছীসকলৰ মাজত দুটা ভাগ হয়— এভাগে হিংসাশ্ৰয়ী আন্দোলন আগবঢ়াই নিব খোজে, আনভাগে গঠনমূলক কাৰ্যত ব্ৰতী হ'ব খোজে। আনহাতে বিক্ষিপ্ত হিংসাশ্ৰয়ী আন্দোলন দমন কৰাৰ বাবে চৰকাৰে কিছুমান বিশেষ অধ্যাদেশ জাৰি কৰে। প্ৰতিৰোধ কাৰ্যসূচী লোৱাসকলৰ ওপৰত লাঠিৰ কোব, কন্দুৱা গেছ প্ৰয়োগ কৰাৰ উপৰি ক্ষতিগ্ৰস্ত অঞ্চলসমূহৰ জৰিমনা আৰু পাইকাৰী জৰিমনা বিহি সৰ্বসাধাৰণ ৰাইজক হাৰাশাস্তি কৰে। পুলিচে কূটাঘাতমূলক কাৰ্যত লিপ্তসকলৰ ওপৰত গুলিবৰ্ষণ কৰাৰ ক্ষমতা পায়। সৰ্বোপৰি দেশৰ নিৰাপত্তামূলক আইন অনুসৰি নেতা আৰু সন্দেহযুক্ত লোকক আটক কৰা হয়। ৯ আগষ্টৰ পৰা (১৯৪২ খ্ৰীঃ) ১৯৪৩ খ্ৰীষ্টাব্দৰ ৩১ অক্টোবৰলৈ অসমত ৪৬৩ জন লোকক নিৰাপত্তামূলক আইনৰ অধীনত আটক কৰা হয়। ফৌজদাৰী আইনৰ বিভিন্ন ধাৰাত আটক কৰা ৩,৩৬৪জনৰ ভিতৰত ২,৪৪৮জনৰ ওপৰত কাৰাদণ্ড বিহা হয়। ফলত ৪২ৰ গণ আন্দোলনৰ শাম কাটে আৰু ১৯৪৪ খ্ৰীষ্টাব্দৰ ৬ মে'ত গান্ধীজীক বিনাচৰ্তে জে'লৰ পৰা মুকলি কৰি দিয়া হয়।

### নেতাজীৰ আজাদ হিন্দ ফৌজ ঃ

নেতাজী সুভাষ চন্দ্ৰ বসুৱে বাহিৰৰ পৰা ভাৰত স্বাধীন কৰাৰ চেষ্টা কৰিছিল। স্বাধীনতা আন্দোলনৰ কৌশলক কেন্দ্ৰ কৰি সুভাষ চন্দ্ৰ বসুৰ কংগ্ৰেছ নেতৃত্বৰ লগত বিৰোধ হোৱাত তেওঁ কংগ্ৰেছ এৰি দি ফৰৱাৰ্ড ব্লক নামে এটা পাৰ্টি খোলে। ভাৰতৰ পৰা পলাই গৈ জাৰ্মানিৰ হিটলাৰৰ সৈতে

মিত্ৰতা স্থাপন কৰি জাপানলৈ আহে (১৯৪৩ খ্ৰীঃ) আৰু জাপানৰ হাতত বন্দী হোৱা ভাৰতীয় সৈন্যসকলক গোটাই আজাদ হিন্দ ফৌজ গঠন কৰে। তেওঁ ছিংগাপুৰত ভাৰতৰ এখন অস্থায়ী চৰকাৰ গঠন কৰে। ভাৰত সীমান্তলৈ আগবাঢ়ি অহা জাপানী সৈনিকৰ লগত আজাদ হিন্দ সৈনিকসকলো আহিছিল। আজাদ হিন্দ ফৌজ গঠন হোৱাৰ পিছৰে পৰা অসমীয়াসকলে সুভাষ বসুৰ অনাতাঁৰ বাৰ্তা শুনিবলৈ পাইছিল। জাপানী-আজাদ হিন্দ সৈন্য মণিপুৰৰ উখৰুল অঞ্চলেৰে সোমাই ক'হিমা পৰ্যন্ত আগবাঢ়ি আহিছিল। অসমৰ কিছুমান লোকে সুভাষ বসুক সহায় কৰাৰ কথা ভাবিছিল। কিন্তু আক্ৰমণ ব্যৰ্থ হ'ল (মাৰ্চ ১৯৪৪ খ্ৰীঃ)। টকিঅ'লৈ উভতি যোৱাৰ বাটত বিমান দুৰ্ঘটনাত সুভাষ বসুৰ মৃত্যু হোৱা বুলি বিশ্বাস। সি যিকি নহওক, সুভাষ বসুৰ ভাৰত স্বাধীন কৰাৰ সহস্ৰ সংগ্ৰামে ভাৰতীয় সৈন্য বাহিনীৰ একাংশক দেশপ্ৰেমেৰে উদ্বুদ্ধ কৰিছিল।

**যুদ্ধোত্তৰ ছাদুল্লাৰ মন্ত্ৰীসভাৰ দুৰ্যোগ আৰু বিধানসভা ভংগ ঃ**

দ্বিতীয় বিশ্বযুদ্ধৰ ফলত অসমৰ অৰ্থনীতি ভাগি পৰিছিল। বস্তু বাহানিৰ দাম অভাৱনীয়ভাৱে বৃদ্ধি পায়। নিত্যব্যৱহাৰ্য বস্তুৰ নাটনি হয়। খাদ্য দ্ৰব্যৰ দাম চ'ৰা হোৱাত ধনী কৃষক লাভৱান হয়। চোৰাং ব্যৱসায় কৰি এচাম ধনী হৈছিল। কিন্তু সৰ্বসাধাৰণে দুৰ্যোগ ভুগিছিল। আনকি চাকৰিয়ালসকলকো দৰমহাই নুজুৰিছিল। চৰকাৰে এজেণ্ট নিয়োগ কৰি বস্তু-বাহানি আমদানি কৰে যদিও চোৰাং ব্যৱসায়ীয়ে নাটনি সৃষ্টি কৰে আৰু মুনাফা লুটে। চোৰাং বজাৰত নিমখৰ দাম সেৰে ৮ টকা হৈছিলগৈ। মুনাফাৰ আশাত বহিৰাগত বেপাৰীৰে ৰাজ্যখন ভৰি পৰিছিল। গোৱালপাৰাত অভাৱগ্ৰস্ত কছাৰী লোকে স্থানীয় বজাৰ লুট-পাত কৰে আৰু বহিৰাগতবিৰোধী ধ্বনি দিয়ে। পুলিচে তাত হস্তক্ষেপ কৰে। ৰমফলবিল হাটত পুলিচে দেউবৰ বড়োক গুলিয়াই হত্যা কৰে।

খাদ্যদ্ৰব্যৰ অভাৱতে ১৯৪৩ খ্ৰীষ্টাব্দত বংগদেশত দুৰ্ভিক্ষই দেখা দিয়ে। ৩ নিযুত লোকৰ মৃত্যু হয়। দেশৰ দুৰ্দিন আৰু কংগ্ৰেছীসকল জে'লত থকাৰ সময়ত কমিউনিষ্টসকলে সাংগঠনিক স্থিতি সবল কৰে। কংগ্ৰেছৰ নেতাসকলৰ মুক্তিৰ দাবী তোলে। হিন্দু-মুছলিম ঐক্যৰ ভেটিত জাতীয় চৰকাৰ গঠন কৰাৰ আৰু জাপানী আক্ৰমণৰ বিৰুদ্ধে প্ৰতিৰোধ গঢ়াৰ আহ্বান দিয়ে। দুৰ্ভাগ্যবশতঃ গণ আন্দোলন দমন কৰাৰ কাৰণে সৰ্বতোপ্ৰকাৰে সাম্ৰাজ্যবাদী বৃটিছ চৰকাৰৰ সপক্ষে কাম কৰা ছাদুল্লাই পুনৰ বিবদমান মুছলমান প্ৰব্ৰজনকাৰী ইছ্যু মুকলি কৰে। উল্লেখ্য যে ১৯৪৩ খ্ৰীষ্টাব্দৰ ১৬ জুলাইত বংগ বিধানসভাই বংগৰ প্ৰব্ৰজনকাৰী সমস্যাৰ ওপৰত প্ৰস্তাৱ গ্ৰহণ কৰে আৰু কেন্দ্ৰৰ ওচৰত দাবী তোলে যে অসম চৰকাৰে প্ৰব্ৰজনকাৰীৰ ওপৰত যি বাধাৰ সৃষ্টি কৰিছে তাৰ মোকাবিলা কৰিব লাগে। এবছৰ পিছত ছাদুল্লাই প্ৰব্ৰজনকাৰী মুছলমানসকলক মাটি পট্টন দিয়াৰ নতুন নীতি উদ্ভাৱন কৰে। ই হ'ল, অধিক খাদ্য উৎপাদনাৰ্থে মাটি পট্টন দিয়া নীতি। ভাৰতৰ গৱৰ্ণৰ জেনেৰেলে ইয়াক মুছলমান বঢ়োৱাৰ নীতি বুলি অভিহিত কৰে। অসম চৰকাৰে স্থানীয় আৰু জনজাতীয় লোকৰ সংৰক্ষণৰ বেষ্টনী প্ৰথা (লাইন ছিষ্টেম) ক্ৰমশঃ শিথিল কৰি সংৰক্ষিত চৰণীয়া পথাৰ আৰু বনাঞ্চল প্ৰব্ৰজনকাৰীৰ সংস্থাপনৰ বাবে মুকলি কৰি দিয়ে। মাটি খকুৱাসকলে গোচৰণীয়া পথাৰ দখল কৰিবলৈ লোৱাত ঠায়ে ঠায়ে স্থানীয় লোকৰ লগত সংঘৰ্ষৰ সৃষ্টি হ'ল। গতিকে অসম জাতীয় মহাসভা আৰু অখিল ভাৰতীয় মহাসভাই ছাদুল্লা চৰকাৰে লোৱা নীতিৰ বিৰোধিতা কৰে। ইয়াক প্ৰকাৰান্তৰে অসমক পাকিস্তানৰ অন্তৰ্ভুক্ত কৰাৰ প্ৰচেষ্টা বুলি অভিহিত কৰা হয়। অসম ভূমি নীতি বিৰুদ্ধ দিৱস পালন কৰা হ'ল (২৫ আগষ্ট, ১৯৪৪ খ্ৰীঃ)।

আনহাতে চৰকাৰী ভূমি নীতিত প্ৰব্ৰজনকাৰী আৰু প্ৰাদেশিক মুছলিম লীগ সন্তুষ্ট নহ'ল। বৰপেটাত বহা প্ৰাদেশিক মুছলিম লীগৰ সভাত (এপ্ৰিল, ১৯৪৪ খ্ৰীঃ) লীগৰ নেতা ভাছানীয়ে দাবী তুলিলে— 'মন্ত্ৰীসকল আমাক মাটি দিয়ক নহ'লে পদত্যাগ কৰা। অৱশ্যে ছাদুল্লাই এই কথা স্পষ্ট কৰি দিয়ে যে প্ৰব্ৰজনকাৰী ভূমি খকুৱা দেৱানীয়া আৰু মাতবৰসকলৰ বাবেহে বেষ্টনী প্ৰথা ল'ব লগা হৈছে। এওঁলোকে আনকি অসমীয়া মুছলমানক খেদি ৭০-১০০ বছৰলৈ মাটি পট্টন লৈ তলতীয়া ৰায়ত বহুৱাইছে।

এনে অৱস্থাৰ পৰিপ্ৰেক্ষিতত অৰ্থাৎ মুছলিম লীগৰ আগ্ৰাসী ভূমিকাত সন্ত্ৰস্ত হৈ জে'লত থকা কংগ্ৰেছী বিধায়কসকলে বিধানসভাত উপস্থিত হোৱাৰ বাবে প্ৰস্তাৱ

দিয়ে। চৰকাৰে সিদ্ধান্ত ল'লে যে বৰদলৈকে ধৰি বিধানসভাত উপস্থিত হ'ব খোজা বিধায়কসকলে চৰকাৰৰ অনুমতি লৈ বিধানসভাত উপস্থিত থাকিব পাৰিব। জে'লৰ বাহিৰত থকা বিধায়কসকলোৰে অনুৰূপ অনুমতি ল'ব পাৰিব। সংশ্লিষ্ট জিলা দণ্ডাধীশৰ প্ৰতিবেদনৰ ভিত্তিত অনুমতি প্ৰদান কৰাৰ কথা সদৰী কৰিলে। অৱশেষত ৩১জনীয়া কংগ্ৰেছৰ বিধায়ক দলৰ ১৬জনে বিধানসভাত যোগ দিয়ে (নৱেম্বৰ, ১৯৪৪ খ্ৰীঃ)। বিধানসভাত বিৰোধী পক্ষই পৰামৰ্শ দিলে যে ভূমি নীতি সৃষ্ট সমস্যাটো সামগ্ৰিকভাৱে পৰ্যালোচনা কৰাৰ বাবে সৰ্বদলীয় সভা আহ্বান কৰিব লাগে। ১৬-১৯ ডিচেম্বৰত সৰ্বদলীয় সভাৰ সিদ্ধান্তমৰ্মে ২৬ জানুৱাৰীত (১৯৪৫ খ্ৰীঃ) চৰকাৰে প্ৰস্তাৱ ল'লে যে সংৰক্ষিত চৰণীয়া পথাৰ প্ৰব্ৰজনকাৰীৰ বাবে খুলি দিয়া নহয়। ১৯৩৮ খ্ৰীষ্টাব্দৰ পৰা অহা আৰু স্থানীয় ভূমিহীন লোকক জাতিগতভাৱে বেলেগ বেলেগ খণ্ডত অনাবাদী মাটি দিয়া হ'ব। পাঁচ বিঘাৰ কম কৃষিভূমি মাটি থকাসকলক ভূমিহীন বুলি গণ্য কৰা হ'ব আৰু জনজাতীয় লোকৰ সুৰক্ষাৰ ব্যৱস্থা লোৱা হ'ব। কিন্তু মুছলিম লীগ আৰু কংগ্ৰেছ উভয়ে চৰকাৰৰ প্ৰস্তাৱ মানি নল'লে। লীগে বেষ্টনী প্ৰথাৰ বিৰোধিতা কৰিলে। এনে অৱস্থাত মন্ত্ৰীসভা বিপদৰ সন্মুখীন হ'ব বুলি ছাদুল্লাই বৰদলৈৰ ওচৰ চাপিল। মন্ত্ৰীসভাৰ পুনৰ্গঠন আৰু ভূমি নীতিৰ পুনৰ বিবেচনা কৰাৰ মুখ্য চৰ্ত আৰোপ কৰি বৰদলৈ, ৰোহিণী কুমাৰ চৌধুৰী আৰু ছাদুল্লাৰ মাজত ত্ৰিপাক্ষীয় বুজাবুজি হ'ল। জে'লৰ পৰা সকলো বিধায়কক মুক্তি, কংগ্ৰেছৰ সভা-সমিতিৰ ওপৰত থকা নিষেধাজ্ঞা বাতিল, জনজাতীয়সকলকে ধৰি স্থানীয় লোকৰ নিৰাপত্তা বিপন্ন নোহোৱাকৈ মাটি পট্টন আৰু মন্ত্ৰীসভা পুনৰ্গঠনৰ চুক্তি স্বাক্ষৰ কৰা হ'ল।

২৩ মাৰ্চত (১৯৪৫ খ্ৰীঃ) ছাদুল্লাই পদত্যাগ কৰি মন্ত্ৰীসভা পুনৰ্গঠন কৰে। বৈদ্যনাথ মুখাৰ্জী, ৰোহিণী কুমাৰ চৌধুৰী, অক্ষয় কুমাৰ দাস, নবকুমাৰ দত্ত আৰু বীৰেন্দ্ৰ চন্দ্ৰ চক্ৰৱৰ্তীক মন্ত্ৰীসভাত লোৱা হ'ল। ছাদুল্লাৰ আগৰখন মন্ত্ৰীসভাৰ আটাইবোৰ মন্ত্ৰী মন্ত্ৰীসভাত থাকিল। কংগ্ৰেছে পদবী নলৈ বাহিৰৰ পৰা সমৰ্থন দিয়ে। মন্ত্ৰীসভাখন বহল ভিত্তিত গঠন কৰা হ'ল আৰু ভূমি নীতিৰ ওপৰত থকা সন্দেহ আঁতৰাবৰ বাবে ৰোহিণীকুমাৰ চৌধুৰীক ৰাজহ মন্ত্ৰী পতা হ'ল। কিন্তু অসম প্ৰদেশ কমিটীৰ প্ৰেছিডেণ্ট তৈয়াবুল্লা আৰু কে'বাগৰাকী বিশিষ্ট কংগ্ৰেছীয়ে ত্ৰিপাক্ষীয় সিদ্ধান্ত গ্ৰহণ নকৰিলে। ছাদুল্লাই চুক্তিৰ চৰ্ত সম্পূৰ্ণভাৱে পালন নকৰা বুলি বৰদলৈয়েও সমৰ্থন প্ৰত্যাহাৰ কৰে। ফলত ছাদুল্লাৰ মন্ত্ৰীসভা সংকটৰ সন্মুখীন হ'ল। ১৯৪৫ চনৰ ১ অক্টোবৰত অসম বিধানসভা ভংগ কৰি দিয়া হ'ল। ১৯৪৬ খ্ৰীষ্টাব্দৰ সাধাৰণ নিৰ্বাচনলৈ ছাদুল্লাক ভাৰপ্ৰাপ্ত মন্ত্ৰীসভা চলাবলৈ দিলে।

## যুদ্ধোত্তৰ সাম্ৰাজ্যবাদবিৰোধী বিদ্ৰোহ আৰু পৰৱৰ্তী সিদ্ধান্ত ঃ

বৃটিছে গান্ধীবাদী আন্দোলন দমন কৰাৰ পিছত ভাৰতৰ এক বুজন অংশই ধাৰণা কৰিলে যে এনেকৈ ভাৰত স্বাধীন নহয়। অন্যান্য দেশে স্বাধীনতাৰ যি পথ গ্ৰহণ কৰিছিল, সি ভাৰতৰ বাবেও পাথেয়। সুভাষ চন্দ্ৰ বসুৰ বৈপ্লৱিক পথেও এনে ধাৰণাকে সফল কৰে, যাৰ ফলত বিদ্ৰোহৰ পশ্চাদ ভূমি তৈয়াৰ হ'ল। দ্বিতীয় বিশ্বযুদ্ধৰ পিছত বৃটিছে দিল্লীত আজাদ হিন্দ ফৌজৰ যুদ্ধবন্দীসকলৰ ৰাজহুৱা বিচাৰ আৰম্ভ কৰাত তাৰ প্ৰবল প্ৰতিক্ৰিয়া হয়। যুদ্ধবন্দীসকলৰ চৰ্তহীন মুক্তি আৰু পুনৰ স্থাপনৰ দাবীত দেশজুৰি আন্দোলন আৰম্ভ হয়। বিক্ষোভ প্ৰদৰ্শন কৰা হয়। চৰকাৰে বিক্ষুব্ধ আন্দোলন কঠোৰভাৱে দমন কৰাৰ বাবে সৈন্য নিয়োগ কৰে। কলকাতাত সান্ধ্য আইন ভংগ কৰি সৈন্যৰ বিৰুদ্ধে প্ৰতিৰোধ গঢ়ি তোলা হয়। সৈন্যৰ প্ৰৱেশত বাধা দিয়াৰ বাবে বাট-পথ বন্ধ কৰি দিয়া হয়। এই বিক্ষোভ বিদ্ৰোহীৰ ওপৰত সৈন্যই ধাৰাসাৰে গুলিবৰ্ষণ কৰে। অসংখ্যজনৰ জীৱন নাশ হয়। ই এক হত্যাকাণ্ড। এই হত্যাকাণ্ডৰ বিৰুদ্ধে অসম, বংগ আৰু অন্যান্য প্ৰদেশত হৰতাল পালন কৰা হয়। কংগ্ৰেছ, কমিউনিষ্ট আৰু মুছলিম লীগৰ পতাকা হাতত লৈ ছাত্ৰ, চৰকাৰী কৰ্মচাৰী, আনকি বস্তি অঞ্চলৰ লোকেও হিন্দু-মুছলিম নিৰ্বিশেষে সন্মিলিতভাৱে সাম্ৰাজ্যবাদৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ থিয় হয়।

সৈন্যসকলৰ মাজতো বিদ্ৰোহৰ অগনি জ্বলি উঠে। আজাদ হিন্দ ফৌজৰ যুদ্ধবন্দীসকলৰ বিচাৰে ভাৰতীয় বৃটিছ সৈন্যৰ মাজত অনিশ্চয়তাবোধ জগাই তোলে। খোদ বৃটিছ

সৈন্যৰ প্ৰতি পক্ষপাত দুষ্টতাই ভাৰতীয় সৈন্যসকলৰ মাজতো অসন্তুষ্টিৰ সৃষ্টি কৰে। বৃটিছৰ প্ৰতি বিদ্বেষ আৰু বিচাৰাধীন আজাদ হিন্দ ফৌজাৰ যুদ্ধবন্দীসকলৰ প্ৰতি মহানুভূতিশীল হৈ অৱশেষত মুম্বাই আৰু কৰাচীত নৌ সেনাই বিদ্ৰোহ আচৰণ কৰে। নৌ সেনাৰ বিদ্ৰোহ দমন কৰাৰ বাবে স্থল সৈন্য নিয়োগ কৰা হ'ল। ২২ ফেব্ৰুৱাৰিত মুম্বাইৰ শ্ৰমিকে নৌ সেনাৰ বিদ্ৰোহৰৰ সমৰ্থনত হৰতাল পালন কৰে। নাগৰিকসকলেও তাত সমৰ্থন দিছিল। ফলত নৌ সেনাৰ বিদ্ৰোহ সৰ্বাত্মক হ'ল। কিন্তু, স্থল সেনাৰ বন্দুকৰ আগত বিদ্ৰোহৰ অগনি নিৰ্বাপিত হয়। এই আক্ৰমণ ৩ দিন চলিল। ২৫০জনৰ ওপৰ নাগৰিক, ১০জন নৌ সেনা আৰু শ শ শ্ৰমিক জখম হ'ল। উল্লেখ্য যে কংগ্ৰেছ আৰু মুছলিম লীগৰ নেতাসকলৰ লগত যোগসূত্ৰ ৰক্ষা কৰি নৌ সেনাসকলে বিদ্ৰোহ কৰিছিল; কিন্তু নেতৃত্ব দিয়াৰ বাবে কোনোৱে আগবাঢ়ি নাহিল। বৰঞ্চ আত্মসমৰ্পণ কৰাৰ বাবে পৰামৰ্শ দিলে। ২৩ ফেব্ৰুৱাৰীত বিদ্ৰোহীসকলে আত্মসমৰ্পণ কৰে। কমিউনিষ্ট আৰু আন আন বাওঁপন্থী দলে বিদ্ৰোহত সমৰ্থন দিছিল যদিও তেওঁলোকৰ স্থিতি দুৰ্বল হোৱাত বিদ্ৰোহীসকলৰ মনোবল অটুট ৰাখিব নোৱাৰিলে।

নৌ সেনাই আত্মসমৰ্পণ কৰাৰ পিছতো বিদ্ৰোহ সম্পূৰ্ণভাৱে শাম কটা নাছিল। আনহাতে কলকাতা আৰু জব্বলপুৰত বায়ু সেনা আৰু স্থল সেনাই বিদ্ৰোহী আচৰণ দেখুৱাবলৈ লয়। কাৰখানাৰ শ্ৰমিক, চৰকাৰী কৰ্মচাৰী, ছাত্ৰ আনকি পুলিচসহ হাজাৰ হাজাৰ লোকে হৰতাল, পিকেটিং আৰু বিক্ষোভ প্ৰদৰ্শন কৰে। ২৭ জুনত (১৯৪৬ খ্ৰীঃ) পালন কৰিবলৈ লোৱা ভাৰত ৰে'লৰে বন্ধৰ বাবে অসমত প্ৰস্তুতি লোৱা হয়। সাম্ৰাজ্যবাদবিৰোধী ভাৰতীয় শক্তিবোৰে একেলগে থিয় হোৱাৰ ইচ্ছা পালে। অৱস্থা দেখি ৰে'লৰে বোৰ্ডে আন্দোলনৰ দাবী মানি লয়। তেলেংগনা, কেৰালা, বংগ আৰু অন্যান্য ঠাইত বৃটিছৰ সহযোগী জমিদাৰৰ বিৰুদ্ধে কৃষক বিদ্ৰোহ আৰম্ভ হ'ল। অসমৰ কাছাৰ আৰু কামৰূপত জমিদাৰ-মহাজনৰ বিৰুদ্ধে আধিয়াৰ আন্দোলন চলিল। ডাক-তাঁৰ বিভাগত আৰম্ভ হোৱা ধৰ্মঘটৰ সমৰ্থনত অসমজুৰি ধৰ্মঘট পালন কৰা হ'ল (২৯ জুলাই, ১৯৪৬ খ্ৰীঃ)। এইদৰে সৰ্বভাৰতীয় স্তৰত প্ৰভাৱ বিস্তাৰ কৰা বিভিন্ন আন্দোলনৰ ফলত ভাৰতৰ জাতীয় মুক্তিৰ আন্দোলনে শীৰ্ষবিন্দু পায়গৈ।

**ৱাভেল আঁচনি ঃ**

ইতিমধ্যে দ্বিতীয় বিশ্বযুদ্ধৰ সামৰণি পৰাৰ আগে আগে ভাৰতীয়সকলক সন্তুষ্ট কৰাৰ বাবে গৱৰ্ণৰ জেনেৰেল ভাইছৰয় ৱাভেলে এক সংস্কাৰ আঁচনি লয় আৰু প্ৰস্তাৱ কৰে যে ভাৰতীয় সদস্যক মন্ত্ৰী হিচাপে লৈ তেওঁ কাৰ্যনিৰ্বাহক পৰিষদখন পুনৰ্গঠন কৰিব। তেওঁ আৰু জনালে যে ক্ৰিপছৰ প্ৰস্তাৱমৰ্মে ভাৰতীয়সকলে এখন নতুন সংবিধান প্ৰস্তুত কৰি নুলিওৱা পৰ্যন্ত নৱগঠিত কাৰ্যনিৰ্বাহক পৰিষদে ভাৰতক চলাব। ১৯৪৫ খ্ৰীষ্টাব্দৰ ১৬ জুনত কংগ্ৰেছ নেতাসকলক জে'লৰ পৰা মুকলি কৰি দিয়া হৈছিল। ৱাভেলে প্ৰস্তাৱিত আঁচনিসাপেক্ষে ছিমলাত কংগ্ৰেছ আৰু মুছলিম লীগৰ এখন সভা পাতিলে। কিন্তু কংগ্ৰেছে প্ৰস্তুত কৰা পৰিষদৰ সদস্যৰ তালিকাৰ ওপৰত জিন্নাই আপত্তি তোলাত আলোচনা ব্যৰ্থ হ'ল।

**কেবিনেট মিছন ঃ**

বৃটেইনত বনুৱা পাৰ্টি ক্ষমতালৈ অহাৰ পিছত প্ৰধানমন্ত্ৰী এটলিয়ে বুজিলে যে আন্তঃৰাষ্ট্ৰীয় আৰু ভাৰতীয় সাম্ৰাজ্যবাদ বিৰোধী পৰিস্থিতিসাপেক্ষে ভাৰতীয়সকলৰ দাবী বিবেচনীয়। এতেকে ভাৰতৰ ৰাজনৈতিক অচলাৱস্থাৰ পৰিসমাপ্তি ঘটোৱাৰ বাবে যত্নপৰ হ'ল। ১৯৪৬ খ্ৰীষ্টাব্দৰ ১৫ মাৰ্চত তেওঁ ঘোষণা কৰিলে যে সাংবিধানিক গাঁথনিৰে ভাৰতক পূৰ্ণ স্বাধীনতা দিয়া হ'ব। সেইমৰ্মে তেওঁ তিনিজন মন্ত্ৰীৰ আয়োগ এটি ভাৰতলৈ পঠায়। তাক কেবিনেট মিছন বোলা হয়। কেবিনেট মিছনত ভাৰত মন্ত্ৰী লৰ্ড পেথিক, বাণিজ্য মন্ত্ৰী ছাৰ ষ্টাফোৰ্ড ক্ৰিপছ আৰু নৌ মন্ত্ৰী এ ভি আলেকজেণ্ডাৰ আছিল।

কেবিনেট মিছনে সাংবিধানিক গাঁথনিৰে ভাৰতীয়সকলৰ হাতলৈ ক্ষমতা হস্তান্তৰ কৰাৰ প্ৰস্তাৱ এটি লৈ ভাৰতত উপস্থিত হ'ল (২৬ মাৰ্চ)। তাৰ বাবে মিছনে এখন সংবিধান ৰচনাৰ ব্যৱস্থা, সংবিধান সভা গঠনৰ ব্যৱস্থা আৰু সংবিধান অনুসৰি স্বায়ত্তশাসন স্থাপন কৰাৰ ব্যৱস্থা ল'ব লাগিব। মিছনে মাৰ্চৰ পৰা জুনলৈ বিভিন্ন দলীয় নেতাসকলৰ লগত এলানি আলোচনা চলায়। কিন্তু কংগ্ৰেছ আৰু লীগৰ নেতৃত্বই ঐক্যমতত উপনীত হ'ব নোৱৰাত আলোচনা ব্যৰ্থ হয়।

এতেকে কেবিনেট মিছনে এটি নিজস্ব আঁচনি আগবঢ়ায়। সেই মতে দেশত তিনিতৰপীয়া সংহত চৰকাৰ হ'ব। কেন্দ্ৰীয় চৰকাৰৰ হাতত মাত্ৰ তিনিটা বিষয় থাকিব— বৈদেশিক পৰিক্ৰমা, প্ৰতিৰক্ষা আৰু সংযোগ। বাকী বিষয়বোৰ প্ৰাদেশিক চৰকাৰৰ কৰ্তৃত্বত থাকিব। প্ৰদেশবোৰ তিনিটা শাখা বা প্ৰাদেশিক সমষ্টিত ভাগ কৰা হ'ব। শাখা বা প্ৰাদেশিক সমষ্টি তিনিটা এনেদৰে গঠিত হ'ব— পাঞ্জাব, উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ, সিন্ধু আৰু বেলুচিস্তানক লৈ এটা সমষ্টি; বংগ আৰু অসম লৈ আন এটা সমষ্টি; আৰু বাকী কেউখন প্ৰদেশ লৈ তৃতীয় সমষ্টি। কেন্দ্ৰীয় সংবিধান ৰচনা কৰাৰ বাবে প্ৰদেশবোৰৰ পৰা সাম্প্ৰদায়িক ভিত্তিত নিৰ্বাচিত ২৯৬জনীয়া সংবিধান সভা গঠন কৰা হ'ব। আৰু তিনিটা সমষ্টিৰ প্ৰতিনিধিসকলে মিলিত হৈ প্ৰত্যেক প্ৰদেশৰ বাবে সংবিধান ৰচনা কৰিব। সংবিধান ৰচনা কৰাৰ পিছত প্ৰত্যেক প্ৰদেশে কেন্দ্ৰৰ লগত সংযুক্ত হ'ব পাৰিব নাইবা তাৰ পৰা আঁতৰি থাকিব পাৰিব। প্ৰাদেশিক সমষ্টি তিনিটাই প্ৰদেশ আৰু কেন্দ্ৰৰ মাজত মধ্যৱৰ্তী বিধায়িনী আৰু কাৰ্যপালিকা গঠন কৰিব পাৰিব।

কেবিনেট মিছনে আন এটা চুপাৰিছ দিয়ে যে সাংবিধানিক ব্যৱস্থা সম্পূৰ্ণ নোহোৱালৈকে ভাইছৰয়ে এখন অন্তৰ্বৰ্তীকালীন জাতীয় চৰকাৰ গঠন কৰিব পাৰিব।

দেখা যায় কেবিনেট মিছনে কংগ্ৰেছ আৰু মুছলিম লীগৰ দাবীৰ সমন্বয় ঘটাই চুপাৰিছ দিলে। কংগ্ৰেছৰ আশা মতে ভাৰতৰ অখণ্ডতা ৰক্ষা হ'ল, আনহাতে মুছলিম লীগৰ পাকিস্তানৰ দাবী প্ৰত্যক্ষভাৱে গৃহীত নহ'ল যদিও পৰোক্ষভাৱে সমষ্টি নিৰ্ধাৰণযোগে ই কাৰ্যকৰী হ'ল। গতিকে লীগে স্বতন্ত্ৰ পাকিস্তানৰ দাবী ৰাখি কেবিনেট মিছনৰ প্ৰস্তাৱত সমৰ্থন দিলে (৯ জুন)। ২৯ জুনত কেবিনেট মিছন স্বদেশলৈ ঘূৰি যায়।

### সংবিধান সভা আৰু অন্তৰ্বৰ্তী চৰকাৰ আৰু অসম

মুছলিম লীগে কেবিনেট মিছনৰ প্ৰস্তাৱত সন্মতি জনালে যদিও অন্তৰ্বৰ্ত্তী চৰকাৰ গঠনত আপত্তি দৰ্শালে। ইতিমধ্যে জুলাই মাহত (১৯৪৬ খ্ৰীঃ) সংবিধান সভাৰ নিৰ্বাচন সম্পন্ন হয়। কংগ্ৰেছে অমুছলমান ২১০খন আসনৰ ১৯৯ খন আৰু লীগে ৭৮খন মুছলিম আসনৰ ৭৩খন পালে। আন আন পাৰ্টিয়ে ১২খন আসন লাভ কৰে আৰু কংগ্ৰেছৰ প্ৰতি সমৰ্থন জনায়। কিন্তু মুছলিম লীগে সংবিধান সভাত যোগ নিদিবলৈ সিদ্ধান্ত লয়। কাৰণ, কেন্দ্ৰীয় সংবিধান গৃহীত হ'লে লীগৰ স্বতন্ত্ৰ পাকিস্তানৰ দাবী অগ্ৰাহ্য হ'ব। এতেকে পাকিস্তানৰ দাবী আদায়ৰ বাবে মুছলিম লীগে ১৬ আগষ্টত প্ৰত্যক্ষ সংগ্ৰাম দিৱস পালন কৰিলে। পৰিতাপৰ বিষয় যে এচাম প্ৰতিক্ৰিয়াশীল মুছলমানে কলকাতাত সিদিনাই সাম্প্ৰদায়িক হাংগামাৰ সৃষ্টি কৰিলে। কিছুসংখ্যক হিন্দুক হত্যা কৰিলে, ঘৰ-দুৱাৰ লুট কৰি জ্বলাই দিলে। তাৰ প্ৰত্যুত্তৰত একাংশ হিন্দুও মুছলমান হত্যাত লিপ্ত হ'ল। কলকাতাত কে'বাদিনো জঘন্য হত্যাকাণ্ড চলিল। স্বদেশীৰ হাতত স্বদেশীৰ হত্যাকাণ্ড বা আত্মঘাতী প্ৰৱণতাতকলকাতাত ৰক্তৰ নৈ বৈ গ'ল।

ইতিমধ্যে ২ ছেপ্টেম্বৰত ভাইছৰয়ে পূৰ্বানুৱৰ্তী ঘোষণা অনুসৰি লীগক বাদ দি পণ্ডিত জৱাহৰলাল নেহৰুৰ নেতৃত্বত অন্তৰ্বৰ্তী চৰকাৰ গঠন কৰিলে। তাৰ পিছতেই নোৱাখালি আৰু কুমেল্লাৰ কেইখনমান গাঁৱত অস্ত্ৰধাৰী মুছলমানে হিন্দু সংহাৰ কাণ্ড ঘটায়। তাৰ প্ৰতিক্ৰিয়া স্বৰূপে বিহাৰত হিন্দুৰ হাতত কিছুসংখ্যক মুছলমানৰ মৃত্যু ঘটে। পণ্ডিত নেহৰু আৰু সতীৰ্থ মন্ত্ৰীসকল বিহাৰলৈ গৈ সাম্প্ৰদায়িক হাংগামা নিৰসন কৰাৰ বাবে ক্ষিপ্ৰ ব্যৱস্থা গ্ৰহণ কৰে। অহিংসাৰ পূজাৰী গান্ধীজীয়ে অঞ্চলবোৰ ভ্ৰমণ কৰি শান্তি-সম্প্ৰীতি স্থাপনত মনোযোগ দিয়ে। এনে অৱস্থাত ভাইছৰয় ৱাভেলে পণ্ডিত জৱাহৰলাল নেহৰুক জনালে যে মুছলিম লীগে সংবিধান সভাত যোগ দিব আৰু সেয়ে লীগৰ ৫ মন্ত্ৰী অন্তৰ্ভুক্ত কৰি অন্তৰ্বৰ্তী চৰকাৰ পুনৰ্গঠন কৰিলে। কিন্তু মুছলিম লীগে সংবিধান সভাত যোগ নিদিলে। কেবিনেট মিছনৰ যুটীয়া বিধায়িনী ব্যৱস্থাৰ ওপৰত কংগ্ৰেছৰো খোকোজা আছিল। এতেকে কংগ্ৰেছে কেবিনেট মিছনৰ আঁচনি প্ৰত্যাখ্যান কৰিলে। কিছুদিন পিছত মুছলিম লীগেও এই আঁচনি গ্ৰহণ নকৰাৰ ঘোষণা দিলে। সি যিকি নহওক, মুছলিম লীগৰ সদস্য নোহোৱাকৈয়ে সংবিধান সভা বহে (৯ ডিচেম্বৰ, ১৯৪৬ খ্ৰীঃ)।

### বৰদলৈৰ দ্বিতীয় মন্ত্ৰীসভা (১৯৪৬-১৯৫০ খ্ৰীঃ)

বৃটিছ প্ৰধানমন্ত্ৰী এটলিৰ ঘোষণাৰ পিছত চৰকাৰৰ লগত

প্ৰত্যক্ষ সংগ্ৰামত লিপ্ত নোহোৱাকৈ ভাৰতৰ স্বতন্ত্ৰ শাসন বা স্বাধীনতা লাভৰ পৰ্যায় এটা আহিল। কেবিনেট মিছনৰ আগমনৰ পৰিপ্ৰেক্ষিতত প্ৰাদেশিক সাধাৰণ নিৰ্বাচনে অতিৰিক্ত গুৰুত্ব লাভ কৰিলে। মুছলিম লীগ আৰু কংগ্ৰেছ উভয়ে নিজৰ নিজৰ স্থিতি সবল কৰিবলৈ উঠিপৰি লাগিল। অসম কংগ্ৰেছে মূলতঃ স্বাধীনতাৰ দাবী উত্থাপন কৰি নিৰ্বাচনৰ ইস্তাহাৰ প্ৰকাশ কৰে।

কংগ্ৰেছে অসমৰ ভাষা আৰু সংস্কৃতিৰ ওপৰত গুৰুত্ব দি প্ৰদেশখনৰ পুনৰ্গঠনৰ কথাও উত্থাপন কৰে। বঙালী ভাষী ছিলেট, কাছাৰৰ উপৰি লাখ লাখ বাঙালী প্ৰব্ৰজনকাৰীৰ অনুপ্ৰৱেশৰ ফলত অসমৰ বিনাশ হোৱা বুলি দোহাৰে। কংগ্ৰেছ আৰু লীগৰ লগতে হিন্দু মহাসভা, ভাৰতৰ কমিউনিষ্ট পাৰ্টি, আহোম এছ'চিয়েচন আৰু ট্ৰাইবেল সংঘই নিৰ্বাচনত নামিছিল। নিৰ্বাচনত কংগ্ৰেছে সংখ্যাগৰিষ্ঠতা লাভ কৰাত গোপীনাথ বৰদলৈয়ে দ্বিতীয় মন্ত্ৰীসভা গঠন কৰে। মন্ত্ৰীসভাখন সাতজনীয়া আছিল। বসন্ত কুমাৰ দাস, বিষ্ণুৰাম মেধি, ৰামনাথ দাস, বৈদ্যনাথ মুখাৰ্জী আৰু আব্দুল মতলিব মজুমদাৰ বৰদলৈ মন্ত্ৰীসভাৰ মন্ত্ৰী হয়।

কেবিনেট মিছন প্ৰস্তাৱিত প্ৰাদেশিক সমষ্টি গঠন আঁচনি প্ৰধানমন্ত্ৰী বৰদলৈৰ দ্বিতীয় মন্ত্ৰীসভাৰ অতি গুৰুত্বপূৰ্ণ ৰাজনৈতিক প্ৰশ্ন আছিল। প্ৰদেশখনৰ আভ্যন্তৰীণ সমস্যাৰ লগত প্ৰাদেশিক সমষ্টি গঠন আঁচনি আৰু বিভাজনৰ প্ৰশ্ন জড়িত আছিল। ১ এপ্ৰিলত (১৯৪৬ খ্ৰীঃ) কেবিনেট মিছনে অসমৰ প্ৰধানমন্ত্ৰী বৰদলৈৰ সাক্ষ্য গ্ৰহণ কৰে। পোনতে বৰদলৈ আৰু পিছলৈ অসম কংগ্ৰেছ মিছনৰ আঁচনি মতে বংগৰ লগত যুক্ত হৈ প্ৰাদেশিক সমষ্টি গঠনত আপত্তি দৰ্শায়। কাৰণ সমষ্টিৰ অন্তৰ্ভুক্ত হ'লে প্ৰাদেশিক স্বতন্ত্ৰতা বিনাশ হ'ব। দ্বিতীয়তে ধৰ্মীয় দৃষ্টি ভংগীত প্ৰাদেশিক সমষ্টি গঠন হ'লে অসম মুছলিম প্ৰধান সমষ্টিৰ অন্তৰ্ভুক্ত হ'ব। উল্লেখ্য যে মুছলিম লীগৰ প্ৰেছিডেণ্ট জিন্নাই অসম মুছলমান প্ৰধান প্ৰদেশ বুলি দাবী তোলে। আনকি দিল্লীত বহা মুছলিম বিধায়ক অধিবেশনত দাবী কৰা হয় যে প্ৰস্তাৱিত উত্তৰ-পশ্চিম মুছলমান প্ৰাদেশিক সমষ্টিৰ লগত বংগ আৰু অসম সাঙুৰি স্বতন্ত্ৰ ৰাষ্ট্ৰ গঠন কৰিব লাগে, অৰ্থাৎ পাকিস্তান দিব লাগে। প্ৰকৃতপক্ষে, মুছলিম লীগৰ দাবীসাপেক্ষে কেবিনেট মিছনে ধৰ্মীয় ভিত্তিত দুই ধৰণৰ প্ৰাদেশিক সমষ্টি নিৰ্ধাৰণৰ আঁচনি লৈছিল।

আঁচনিৰ অন্তৰ্ভুক্ত নীতি অনুসৰি সংহত চৰকাৰত যুক্ত হোৱা বা ওলাই অহাতো সংশ্লিষ্ট প্ৰদেশৰ অধিকাৰ ভুক্ত। সি প্ৰাদেশিক সমষ্টি গঠনৰ ক্ষেত্ৰতো প্ৰযোজ্য। সেয়ে ১৯ মে'ত বৰদলৈয়ে জাতীয় কংগ্ৰেছৰ কাৰ্যকৰী সভাত এক স্মাৰক-পত্ৰ দি অসমৰ অসন্তুষ্টিৰ কথা অৱগত কৰে। অসম প্ৰদেশ কংগ্ৰেছ কমিটীৰ সাঁজাতী দলেও জাতীয় কংগ্ৰেছৰ কাৰ্যকৰী সভাৰ ওপৰত অনুৰূপ স্মাৰকপত্ৰ দিয়ে। জাতীয় কংগ্ৰেছৰ প্ৰেছিডেণ্ট কালাম আজাদ আৰু কৰ্যকৰী সভাই মত পোষণ কৰে যে উল্লিখিত কেবিনেট আঁচনিৰ নিয়ম অনুসৰি অসমে সমষ্টিত সোমোৱা নোসোমোৱাৰ অধিকাৰ সাব্যস্ত কৰিব পাৰে। স্মৰ্তব্য যে বৰদলৈয়ে অসমৰ সমস্যা সম্পৰ্কত গান্ধীজীৰ মতামত বিচাৰিছিল। গান্ধীজীয়েও অনুৰূপ মত পোষণ কৰে আৰু ভাইছৰয় ৱাভেললৈ এখন চিঠি প্ৰেৰণ কৰে। কিন্তু, মিছনৰ মতে ইতিমধ্যে সমষ্টি নিৰ্ধাৰণ হৈছে আৰু প্ৰদেশবোৰ তাৰ অন্তৰ্ভুক্ত হৈছে। সংবিধান ৰচনা হোৱাৰ পিছতহে এখন প্ৰদেশে তাৰ পৰা ওলাই অহাৰ অধিকাৰ সাব্যস্ত কৰিব পাৰে।

আচলতে প্ৰাদেশিক সমষ্টি গঠনৰ (ছাব ফেডাৰেল) প্ৰস্তাৱ আহুকলীয়া। ই প্ৰদেশবোৰৰ সংহত চৰকাৰ বা যৌথতন্ত্ৰৰ পৰিপন্থী। এনে ধাৰণাৰো উদ্ভৱ হৈছিল। সি যিকি নহওক, জাতীয় কংগ্ৰেছৰ নেতৃত্ব অসমৰ প্ৰতি সহানুভূতিশীল আছিল। পৰামৰ্শ আছিল যে কংগ্ৰেছে মিছনৰ আঁচনি গ্ৰহণ কৰিছে যদিও অসম বিধানসভাই সমষ্টি গঠনৰ বিৰোধিতা কৰক আৰু সংবিধান সভাত যোগ দিয়া সদস্যসকলকো তাৰ বিৰোধিতা কৰাৰ বাবে বাধ্য কৰি প্ৰস্তাৱ গ্ৰহণ কৰক।

কেবিনেট আঁচনিৰ প্ৰাদেশিক সমষ্টি গঠন প্ৰস্তাৱৰ বিৰুদ্ধে অসমত প্ৰবল জনমত গঠন হ'ল। মে'-জুন আৰু জুলাই মাহত অসমৰ বিভিন্ন প্ৰান্তত ৰাজহুৱা সভা পাতি ইয়াৰ বিৰোধিতা কৰি প্ৰস্তাৱ লোৱা হয় আৰু জাতীয় নেতা, সংশ্লিষ্ট চৰকাৰী কৰ্তৃপক্ষৰ ওচৰলৈ প্ৰেৰণ কৰা হয়। ৫ জুনত সমষ্টি বিৰোধী দিৱস পালন কৰা হয়। গুৱাহাটী, নগাঁও, তেজপুৰ, যোৰহাট, তিনিচুকীয়া, ধুবুৰী আদি ঘাই চহৰ আৰু

## ষষ্ঠ অধ্যায়

# ভাৰতীয় মুক্তি আন্দোলন আৰু বাওঁপন্থী (অসম)

ভাৰতৰ বাওঁপন্থীসকলে কৃষক আৰু শ্ৰমিক সংগঠনৰ মাজেৰে ছ'চিয়েলিষ্ট আৰু কমিউনিষ্ট ভাবধাৰাৰ বিকাশ ঘটোৱাৰ চেষ্টা কৰিছিল। তাৰ একাংশ ছ'চিয়েলিষ্ট কংগ্ৰেছ হিচাপে পৰিচিত। কমিউনিষ্টসকলে জাতীয় মুক্তি আন্দোলনত চলাই নিয়া কংগ্ৰেছী কাৰ্যাৱলীৰ মাজেৰে সাম্ৰাজ্যবাদবিৰোধী আঁচনি আগবঢ়াই নিয়াৰ সুযোগ গ্ৰহণ কৰে। অখিল ভাৰতীয় ট্ৰেড ইউনিয়ন কংগ্ৰেছত আধিপত্য বিস্তাৰ কৰিবলৈ সক্ষম হয়। কমিউনিষ্টসকলে ১৯৩১ খ্ৰীষ্টাব্দত খোদ কমিউনিষ্ট ট্ৰেড ইউনিয়ন গঠন কৰে। ইতিমধ্যে ১৯৩৪ খ্ৰীষ্টাব্দত কংগ্ৰেছত ছ'চিয়েলিষ্ট শাখা কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টি গঠন কৰা হয়। এই বছৰতে কমিউনিষ্ট পাৰ্টিৰ লগত বিৰোধ হোৱাত সৌমেন্দ্ৰ নাথ ঠাকুৰে কমিউনিষ্ট লীগ গঠন কৰে। উল্লেখ্য যে এই বছৰতে কমিউনিষ্ট ট্ৰেড ইউনিয়নে বস্ত্ৰ শিল্পত নিয়োজিত বনুৱাৰ ধৰ্মঘটৰ আহ্বান দিয়ে। তাৰ প্ৰতিৰোধ কাৰ্য হিচাপে চৰকাৰে ততালিকে কমিউনিষ্ট পাৰ্টি আৰু কমিউনিষ্ট ট্ৰেড ইউনিয়ন অবৈধ ঘোষণা কৰে। অৱশ্যে কমিউনিষ্টসকলে কংগ্ৰেছৰ পতাকাৰ তলত কাম কৰি যোৱাৰ সিদ্ধান্ত গ্ৰহণ কৰে। আনহাতে ঠাকুৰে কমিউনিষ্ট লীগ গঠন কৰে। ১৯৩৩ খ্ৰীষ্টাব্দত কমিউনিষ্ট নেতাসকলে ভাৰতীয় ষ্টুডেণ্টছ ফেডাৰেছন গঠন কৰিবলৈ সক্ষম হয় আৰু কৃষক-ছাত্ৰ-বনুৱাক সংঘবদ্ধ কৰি বৃটিছবিৰোধী বামফ্ৰণ্ট গঠন কৰাৰ প্ৰয়াস লয়। ১৯৩৯ খ্ৰীষ্টাব্দত সুভাষ চন্দ্ৰ বসুৱে কংগ্ৰেছৰ পৰা ওলাই আহি ফ'ৰৱাৰ্ড ব্লক গঠন কৰে। তেওঁ কংগ্ৰেছী কাৰ্যসূচী তথা গান্ধীবাদী আন্দোলনেৰে ভাৰতে স্বাধীনতা লাভ কৰিব নোৱাৰে বুলি অভিহিত কৰিছিল আৰু অস্ত্ৰৰ বলত স্বাধীনতা লাভ কৰাৰ সপোন দেখিছিল।

বাওঁপন্থী কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টি, কমিউনিষ্ট পাৰ্টি, কমিউনিষ্ট লীগ আৰু ফৰৱাৰ্ড ব্লকে অসমতো সংগঠন গঢ়ি তোলে। ১৯৩৪ খ্ৰীষ্টাব্দৰ পৰা ১৯৪২ খ্ৰীষ্টাব্দলৈ কমিউনিষ্ট পাৰ্টি বেআইনী আছিল। গতিকে কমিউনিষ্টসকলে কংগ্ৰেছৰ গণভিত্তিক আন্দোলন কাৰ্যসূচীৰ সমৰ্থন দি গোপনে কমিউনিষ্ট সংগঠন আগবঢ়াই নিয়ে। সৌমেন্দ্ৰনাথ ঠাকুৰপন্থী কমিউনিষ্ট লীগে কংগ্ৰেছক বুৰ্জোৱা দল হিচাপে গণ্য কৰি শোষিত কৃষক, বনুৱা আৰু জাতীয় মুক্তিৰ বাবে নিজস্ব পথ লয়। সি যিকি নহওক, ১৯৩৭ খ্ৰীষ্টাব্দৰ পিছত বাওঁপন্থী দলবোৰে অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাত সাংগঠনিক কাম-কাজ চলায়। অৱশ্যে সুৰমা উপত্যকাত কিছু আগৰে পৰাই ছ'চিয়েলিষ্ট আৰু বাওঁপন্থীসকলে খোপনি লয়।

১৯৩৮ খ্ৰীষ্টাব্দত কংগ্ৰেছ ছ'চিয়েলিষ্টসকলে গোলাঘাট, ডিব্ৰুগড়, গোৱালপাৰা আৰু ছিলেটত সাংগঠনিক কাৰ্য হাতত লয়। গোলাঘাটৰ যদুনাথ শইকীয়া আৰু ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত, ডিব্ৰুগড়ৰ বিনয়ভূষণ চৌধুৰী আৰু নীলমণি বৰঠাকুৰ, গোৱালপাৰা নিবাসী বংগৰ পবীন্দ্ৰ ৰয় আৰু গুৱাহাটীৰ ছাত্ৰ নেতা শ্ৰীমান প্ৰফুল্ল গোস্বামীয়ে (নলবাৰী) কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টি গঠনত সক্ৰিয় অংশগ্ৰহণ কৰে। ১৯৩৯ খ্ৰীষ্টাব্দৰ ২৯-৩১ জানুৱাৰিত গোলাঘাটৰ মিছামৰাত বহা অসম প্ৰাদেশিক কংগ্ৰেছ ছ'চিয়েলিষ্টৰ সভাত শ্ৰীমান প্ৰফুল্ল গোস্বামীক সম্পাদক হিচাপে লৈ এখন ২৪ জনীয়া কমিটী গঠন কৰা হয়। কমিউনিষ্ট ছাত্ৰ নেতা অমিয় দাসগুপ্ত আৰু বিশ্বনাথ মুখাৰ্জীয়ে এই সভাত যোগদান কৰিছিল। সিদিনাই নিশাৰ ভাগত কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টিৰ কাৰ্যকৰী সভাৰ সদস্য কেইজনমানে গোপনে কমিউনিষ্ট কাৰ্যসূচী চলোৱাৰ সিদ্ধান্ত লয়। ২০ এপ্ৰিলত (১৯৪০ খ্ৰীষ্টাব্দ) লামডিঙত বহা কাৰ্যকৰী সভাই নীতিগতভাৱে গান্ধীজীৰ ব্যক্তিগত সত্যাগ্ৰহ আঁচনি প্ৰত্যাখ্যান কৰে যদিও পাৰ্টিৰ নিয়মানুবৰ্তিতা মানি তাত অংশগ্ৰহণ কৰাৰ সিদ্ধান্ত লয়। কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টিৰ সম্পাদক গোস্বামীয়ে সদৰী কৰে যে তেওঁৰ পাৰ্টিয়ে

কৃষক-ছাত্র আৰু বনুৱাৰ মাজত আন্দোলন গঢ়ি তুলি তাক বৃটিছ সাম্রাজ্যবাদবিৰোধী ৰূপ দিব।

যুদ্ধ আৰম্ভ হোৱাৰ লগে লগে অসমৰ বাওঁপন্থীসকলে ছাত্ৰসকলক লৈ এক ছাত্রফ্রণ্ট গঠন কৰাৰ বাবে চেষ্টা কৰে। যোৰহাটৰ অধিৱেশনত (১৯৩৯ খ্রীষ্টাব্দ) ১৯১৬ খ্রীষ্টাব্দতে গঠিত অসম ছাত্ৰ সংগঠন অসম ছাত্ৰ সন্মিলনে অখিল ভাৰতীয় ছাত্ৰ ফেডাৰেছনত যোগ দিয়ে। গৌৰীশংকৰ ভট্টাচাৰ্য অসম ছাত্ৰ ফেডাৰেছনৰ সাধাৰণ সম্পাদক আৰু দধি মহন্ত পত্রিকা 'মিলন'ৰ সম্পাদক নির্বাচিত হয়। উল্লিখিত অসম কংগ্ৰেছ ছ'চিয়েলিষ্টৰ সভাত যোগদান কৰাৰ পিছত অখিল ভাৰত ছাত্ৰ ফেডাৰেছনৰ ছাত্ৰ নেতা অমিয় দাসগুপ্তই কিছুদিনৰ বাবে অসমত থাকি ছাত্রফ্রণ্ট সংগঠিত কৰে। কংগ্ৰেছ ছ'চিয়েলিষ্টৰ ভিতৰত থাকি ব্ৰহ্মপুত্ৰ উপত্যকাত কমিউনিষ্ট সংগঠন গঢ় লৈ দিয়াৰ বাবে তেওঁক অসমলৈ পঠোৱা হৈছিল। চৰকাৰে তাৰ গুংসূত্ৰ পাই দাসগুপ্তক অসমৰ পৰা আঁতৰাই পঠায়। ১৯৩৯ খ্রীষ্টাব্দমানতে গুৱাহাটীত মাৰ্ক্সিষ্ট অধ্যয়ন চক্ৰ প্ৰগ্ৰেছিভ ইউনিয়ন গঠিত হয়। ডিব্ৰুগড়ত কমিউনিষ্ট পার্টিৰ শাখা খোলা হয়। ছাত্ৰসকলৰ মাজত কমিউনিষ্ট লেখা প্ৰচাৰ কৰাৰ সন্দেহত নীলমণি বৰঠাকুৰ আৰু আন কেবাজনক পুলিচৰ চাপত ৰখা হয়। সি যিকি নহওক, অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ ছাত্ৰ সংগঠনবোৰ অসম ছাত্ৰ ফেডাৰেছনৰ নিয়ন্ত্রণত থাকে। পিছলৈ ছাত্ৰ ফেডাৰেছনৰ বহুতো সদস্যই কমিউনিষ্ট পার্টিত যোগ দিয়ে।

১৯৩৮ খ্রীষ্টাব্দত ছিলেটত কমিউনিষ্ট পার্টিৰ শাখাই সাংগঠনিক কাম-কাজ অব্যাহত ৰাখে। চিত্তৰঞ্জন দাস, বাৰীন দত্ত, দ্বিগেন দাসগুপ্ত আৰু আন কে'বাজনে এই শাখা গঠন কৰিছিল। কলকাতাতে কমিউনিষ্ট হোৱা প্ৰাণেশ চন্দ্ৰ বিশ্বাস আৰু জ্যোতিৰ্ময় নন্দী ছিলেটলৈ আহে। নন্দীয়ে 'নব দুনীয়া' নামৰ কমিউনিষ্ট মুখপত্ৰ সম্পাদনা কৰে। এনেকৈ কমিউনিষ্ট আদৰ্শই সুৰমা উপত্যকাত প্ৰসাৰতা লাভ কৰে। ১৯৩৯ খ্রীষ্টাব্দৰ ডিচেম্বৰত হবিবগঞ্জত সুৰমা উপত্যকা ছাত্ৰ অধিৱেশন বহে আৰু তাত ছাত্ৰ ফেডাৰেছন গঠিত হয়। জ্যোতিৰ্ময় পুৰকায়স্থ ছাত্ৰ ফেডাৰেছনৰ সম্পাদক নিৰ্বাচিত কৰে। সুৰমা উপত্যকাত মিউনিষ্ট কাৰ্যসূচীয়ে প্ৰসাৱতা লাভ কৰে। ১৯৪০ খ্রীষ্টাব্দৰ ডিচেম্বৰত বহা এক গোপন সভাত সুৰমা উপত্যকা জিলা কমিউনিষ্ট পার্টি গঠন কৰা হয়। জিলা কংগ্ৰেছৰ সম্পাদক বীৰেশ মিশ্ৰই কমিউনিষ্ট পার্টিত যোগদান কৰে। কাছাৰ জিলা কংগ্ৰেছৰ সম্পাদক অচিন্দ্ৰ কুমাৰ ভট্টাচাৰ্যয়ো কমিউনিষ্ট পার্টিত যোগ দিয়ে।

ছাত্ৰ ফেডাৰেছনৰ প্ৰতি ৰাজ্যিক কংগ্ৰেছী নেতাসকল আকৃষ্ট হয়। গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি আৰু ফকৰুদ্দিন আলি আহমেদে গুৱাহাটী ছাত্ৰ ফেডাৰেছনক জিলা পৰিসৰদলৈ বৃদ্ধি কৰাৰ বাবে পৰামৰ্শ আগবঢ়ায়। বিজয় চন্দ্ৰ ভাগৱতী আৰু অন্যান্য নেতা উপস্থিত থকা ছাত্ৰ ফেডাৰেছনৰ এক সভাত সংগঠক অমিয় দাসগুপ্তই চীনৰ ছাত্ৰসকলৰ ৰাজনৈতিক ভূমিকাৰ কথা আঙুলিয়াই উল্লেখ কৰে যে আন আন প্ৰদেশৰ তুলনাত অসমৰ ছাত্ৰসকল ৰাজনীতিত অনগ্ৰসৰ। তেওঁ অসমৰ ছাত্ৰসকলক ভাৰতৰ মুক্তি সংগ্ৰামত অংশ লোৱাৰ বাবে আহ্বান জনোৱাৰ লগতে ভাৰত প্ৰতিৰক্ষা আইনৰ বিৰুদ্ধে প্ৰতিবাদ সাব্যস্ত কৰাৰ বাবে দোহাৰে। কিন্তু অসমৰ ছাত্ৰ ফেডাৰেছন কমিউনিষ্টমুখী হ'ব বুলি শংকা কৰি চৰকাৰে অমিয় দাসগুপ্তক অসমৰ পৰা বিতাৰিত কৰে।

ছাত্ৰ ফেডাৰেছনৰ পতাকাৰ তলতে ৰাষ্ট্ৰীয় পৰ্যায়ৰ গুৰুত্বপূৰ্ণ মতামত গঠন আৰু কাৰ্যব্যৱস্থা লোৱাৰ এটি পৰিবেশ সৃষ্টি হয়। ১৯৪০ খ্রীষ্টাব্দত হুমায়ুন কবিৰৰ পৌৰোহিত্যত অসম, সুৰমা উপত্যকা ছাত্ৰ ফেডাৰেছন, মণিপুৰ ছাত্ৰ ফেডাৰেছন আৰু শ্বিলং ছাত্ৰ ফেডাৰেছনৰ যুটীয়া অধিৱেশন বহে আৰু তাত ভাৰত প্ৰতিৰক্ষা আইনৰ ওপৰত গৰিহণা দি প্ৰস্তাৱ গ্ৰহণ কৰা হয়। বাওঁফ্রণ্ট গঠনৰ বাবে অতি শীঘ্ৰে ছাত্ৰ ফেডাৰেছনবোৰ সংহত কৰাৰ কাৰণে গৌৰীশংকৰ ভট্টাচাৰ্যক সভাপতি আৰু প্ৰাণেশ চন্দ্ৰ বিশ্বাসক ছেক্ৰেটাৰী নিৰ্বাচন কৰা হয়। বিশ্বাস, আঞ্জলি দাস আৰু পিছলৈ বিষ্ণু ৰাভাই যুদ্ধবিৰোধী প্ৰচাৰ চলাই অসমৰ বিভিন্ন জিলাত সাংগঠনিক দিশ সবল কৰাৰ বাবে ভ্ৰমণসূচী লয়। কমিউনিষ্ট লীগৰ অনুগামীসকলেও যুদ্ধবিৰোধী মতাদৰ্শ প্ৰচাৰ কৰিছিল। ১৯৩৯ খ্রীষ্টাব্দৰ নৱেম্বৰত লীগৰ প্ৰবক্তা সৌমেন্দ্ৰ নাথ ঠাকুৰ গুৱাহাটীলৈ আহে আৰু গুৱাহাটী ব্যাস সংঘৰ এচাম সদস্যৰ লগত মত বিনিময় কৰে। কংগ্ৰেছৰ নেতৃত্বত আস্থা নোহোৱা যুৱক এচামো তেওঁৰ দৃষ্টিভংগীৰ

বুজ লয়। এই যুৱকচামে বাঁওপন্থী সংঘবদ্ধ ফ্ৰণ্ট গঠনৰ কাৰ্যসূচী লয় আৰু নতুন পথৰ অগ্ৰগামী নেতা সুভাষ চন্দ্ৰ বসুক অসম ভ্ৰমণৰ বাবে আমন্ত্ৰণ জনায়। বসুৱে গুৱাহাটীত বহা অসমৰ প্ৰতিনিধিমূলক সভাত পৌৰোহিত্য কৰে। এই সভাতে সদৌ অসম প্ৰগতিশীল যুৱক সংঘ স্থাপন কৰা হয় (৬ অক্টোবৰ, ১৯৩৯ খ্ৰীঃ)। দেবেন্দ্ৰ নাথ শৰ্মাক সভাপতি, উপেন্দ্ৰ নাথ শৰ্মাক সম্পাদক আৰু খগেন বৰুৱা হৰিদাস ডেকা, নলিনী কুমাৰ গুপ্ত আৰু কীৰ্তিভূষণ চৌধুৰীক সদস্য হিচাপে লৈ এখন কাৰ্যকৰী সমিতি গঠন কৰা হয়। এই সময়তে প্ৰাণেশ চন্দ্ৰ বিশ্বাসে গুৱাহাটীত তিৰোতাৰ ছাত্ৰ কমিটী গঠন কৰে। মণিপুৰ আৰু শ্বিলঙতো এনে কমিটী গঠন কৰা হয়। এই কমিটীবোৰ স্বতন্ত্ৰীয়া আছিল যদিও ছাত্ৰ ফেডাৰেছনৰ লগত সহমত প্ৰকাশ কৰিছিল। উল্লেখ্য যে সুভাষ চন্দ্ৰ বসুয়ে ব্যাস সংঘৰ সমৰ্থন আদায় কৰিব নোৱাৰিছিল। হৰেণ কলিতাৰ নেতৃত্বত এওঁলোকে কমিউনিষ্ট লীগত যোগ দিয়ে। গুৱাহাটীত 'ৰেডিকেল ইনষ্টিটিউট' গঠন হয়। ইনষ্টিটিউট আৰু প্ৰগতিশীল যুৱক সংঘই অসমৰ এচাম বুদ্ধিমান ছাত্ৰক মাৰ্ক্সীয় দৰ্শনৰ অনুগামী কৰি তোলে। এওঁলোকে বহল ভিত্তিত গঢ় লৈ উঠা ৰাষ্ট্ৰীয় বামপন্থী ফ্ৰণ্টৰ অংশীদাৰ হয়।

দেখা যায় যে কংগ্ৰেছৰ নেতৃত্বত ভাৰতীয় জাতীয় আন্দোলন চলিছিল যদিও তাত বামপন্থীসকলৰ অৰিহণা আছিল। কমিউনিষ্ট পাৰ্টি, কমিউনিষ্ট লীগ (পিছলৈ বিপ্লৱী কমিউনিষ্ট পাৰ্টি, কমিউনিষ্ট লীগ (পিছলৈ বিপ্লৱী কমিউনিষ্ট পাৰ্টি, ১৯৪৩ খ্ৰীঃ), ফ'ৰৱাৰ্ড ব্লক জয় প্ৰকাশ নাৰায়ণৰ অনুগামী কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টিয়ে ভাৰতীয় মুক্তি আন্দোলনত জঁপিয়াই পৰে। কিন্তু, এওঁলোকে অহিংসনীতি সাবটি লোৱা নাছিল। কংগ্ৰেছী কাৰ্যসূচীৰ আঁৰে আঁৰে নিজস্ব নীতি আৰু কৌশল প্ৰয়োগ কৰিছিল যাৰ ফলত আন্দোলনৰ এটি অহিংস ৰূপত ধাৰণ কৰে। অনেক সময়ত গণ আন্দোলন বাঁওপন্থীসকলৰ প্ৰভাৱাধীন হয়। অসমত বিপ্লৱী আৰু কুটাঘাটমূলক কাৰ্যৰ বাবে জনসাধাৰণৰ মাজত বেনামী লেখনী প্ৰচাৰ কৰা হৈছিল। গোপনে আগ্নেয় অস্ত্ৰ-সস্ত্ৰ সংগ্ৰহ কৰা হয়। কমিউনিষ্টসকলে ছাত্ৰ ফেডাৰেছনৰ যোগেদি অসমৰ ৰাজনীতিত প্ৰৱেশ কৰিবলৈ লয়। কমিউনিষ্ট আৰু ছাত্ৰ ফেডাৰেছনৰ পৰস্পৰ পৰিপূৰক হিচাপে কাৰ্যসূচী পালন কৰিছিল। ১৯৪০ খ্ৰীষ্টাব্দত নৱেম্বৰত সাম্ৰাজ্যবাদী যুদ্ধৰ বিৰুদ্ধে গুৱাহাটীত এখন সভা অনুষ্ঠিত হয়। 'ৰেডিকেল ইনষ্টিটিউট' আৰু ছাত্ৰ ফেডাৰেছনে যুটীয়াভাৱে সভাৰ প্ৰস্তুতি লয়। যুদ্ধৰ নামত চৰকাৰক ফুটা কড়ি এটাও নিদিয়াৰ বাবে কৰ্মীসকলে নিচান লৈ সভাৰ আহ্বান দিছিল। এই বছৰতে (২ ফেব্ৰুৱাৰী) ছাদুল্লা চৰকাৰৰ স্নাতকোত্তৰ শিক্ষাৰ আঁচনিৰ বিৰুদ্ধে গুৱাহাটীত কংগ্ৰেছ ছ'চিয়েলিষ্ট জগদীশ চন্দ্ৰ মেধিৰ সভাপতিত্বত এখন সভা বহে (সভাত অমিয় দাসগুপ্ত আৰু গৌৰীশংকৰ ভট্টাচাৰ্যই চৰকাৰী নীতিৰ কঠোৰ সমালোচনা কৰে আৰু তাৰ বিৰুদ্ধে প্ৰতিবাদ সাব্যস্ত কৰাৰ কাৰণে ছাত্ৰসকলক আহ্বান জনায়।

কমিউনিষ্টসকলে সমাজবাদী আদৰ্শ লৈ অন্যান্য বাঁওপন্থী পাৰ্টিৰ লগত লগলাগি কৃষক আৰু শ্ৰমিকৰ সমস্যাৰ ওপৰত কাৰ্যসূচী লোৱাত জনসাধাৰণৰ লগতে কংগ্ৰেছী নেতাৰো সহযোগ লাভ কৰি ক্ৰমশ শকিতশালী হৈ উঠে। কিন্তু যুদ্ধ প্ৰসংগত কমিউনিষ্টসকলৰ সুকীয়া মতাদৰ্শ আছিল। তেওঁলোকৰ মতাদৰ্শ বৈপ্লৱীক আছিল। আন্তঃৰাষ্ট্ৰীয় দল হিচাপে কমিউনিষ্ট পাৰ্টিৰ কিছু নীতিগত সীমাবদ্ধতা আছিল। কিন্তু কংগ্ৰেছ ছ'চিয়েলিষ্ট আৰু ফৰৱাৰ্ড ব্লক নীতিগত সীমাবদ্ধতা আছিল। কিন্তু কংগ্ৰেছ ছ'চিয়েলিষ্ট আৰু ফ'ৰৱাৰ্ড ব্লকে স্বতন্ত্ৰীয়া নীতি গ্ৰহণ কৰিব পাৰিছিল। কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টিয়ে কংগ্ৰেছৰ সকলোবোৰ আঁচনিত যোগদান দিছিল। তেওঁলোকৰ মতে কংগ্ৰেছৰ সকলোবোৰ আঁচনিত যোগদান দিছিল। তেওঁলোকৰ মতে গণ আন্দোলনত গোপনীয়তাৰ স্থান নাই। কাছাৰৰ বাহিৰে অসমৰ আন ঠাইত ফ'ৰৱাৰ্ড ব্লকৰ গণভিত্তি প্ৰায় নাছিলেই।

১৯৩৯ খ্ৰীষ্টাব্দৰ ২ আগষ্ট হিটলাৰৰ লগত ষ্টালিনে নিৰপেক্ষতা আৰু হস্তক্ষেপ চুক্তি স্বাক্ষৰৰ ফলত দ্বিতীয় বিশ্বযুদ্ধ সাম্ৰাজ্যবাদী যুদ্ধবুলি অভিহিত কৰাত ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ কোনো অসুবিধা নাছিল। কাৰণ, ইতিমধ্যে বৃটিছ শাসনৰ বিৰুদ্ধে ভাৰতৰ জাতীয় আন্দোলন চলি আছিল। কিন্তু, হিটলাৰে ছোভিয়েট ৰাছিয়া আক্ৰমণ কৰাৰ পিছত ৰাছিয়াৰ লগতে ভাৰতৰ কমিউনিষ্টসকলৰ মতাদৰ্শ সলনি হ'ল। আৰু জাপানৰ আগ্ৰাসী আক্ৰমণ প্ৰতিৰোধ

কৰাৰ কাৰণে যুদ্ধক গণযুদ্ধ বুলি গণ্য কৰা হ'ল। বৃটিছৰ জাপানবিৰোধী যুদ্ধ প্ৰচেষ্টাত সহায় কৰাৰ কাৰণে আগবাঢ়ি আহিল। এনে পদক্ষেপ কমিউনিষ্ট ঐক্য সংহতিৰ প্ৰশ্নৰ লগত জড়িত বুলি ধৰা হৈছিল। ইমানদিনে বৃটিছ সাম্ৰাজ্যবাদবিৰোধী স্থিতি লৈ বৃটিছৰ যুদ্ধ প্ৰচেষ্টাত বাধা প্ৰদান কৰা কৌশল সলনি কৰা হ'ল। তেওঁলোকে দেশখনৰ বৃটিছবিৰোধী স্থিতি আৰু নীতি উপেক্ষা কৰি বৃটিছক সমৰ্থন কৰাৰ যি ৰাজনৈতিক সিদ্ধান্ত ল'লে সি যে পাৰ্টিত এক ঐতিহাসিক ভুল আছিল, তাত দ্বিমত নাই। ফলত কমিউনিষ্ট পাৰ্টিৰ ভাবমূৰ্ত্তি নষ্ট হ'ল। অৱশ্যে বৃটিছ সমৰ্থক হৈ উঠাত চৰকাৰে পাৰ্টিৰ ওপৰত থকা নিষেধাজ্ঞা উঠাই ল'লে। কিন্তু, ভাৰতৰ মাটিত কমিউনিষ্টসকল প্ৰতিক্ৰিয়াশীল হিচাপে চিহ্নিত হ'ল। পাৰ্টিত বিভাজিত নোহোৱাকৈ নাথাকিল।

কমিউনিষ্ট পাৰ্টিৰ ওপৰত থকা নিষেধাজ্ঞা উঠাই লোৱাৰ পিছত কমিউনিষ্টসকলে সাংগঠনিক স্থিতি পুনৰ্স্থাপন কৰাত লাগিল। বংগ প্ৰাদেশিক কমিউনিষ্ট কমিটীৰ অন্তৰ্গত অসম উপত্যকা জিলা কমিটী গঠন কৰিলে (জানুৱাৰী-ফেব্ৰুৱাৰী; ১৯৪৩ খ্ৰীঃ) বীৰেশ চন্দ্ৰ মিশ্ৰ অসম শাখাৰ সম্পাদক হয়। অসম ছাত্ৰ ফেডাৰেছনৰ অন্যতম নেতা গৌৰীশংকৰ ভট্টাচাৰ্য কমিউনিষ্ট পাৰ্টিত থাকে। অসমৰ বেছিভাগ কমিউনিষ্ট নেতা বিপ্লৱী কমিউনিষ্ট পাৰ্টিতে থকা বুলি জনা যায়। তেওঁলোকে বৃটিছৰ যুদ্ধ প্ৰচেষ্টাতে সহায় কৰাৰ সপক্ষে নাছিল। বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ নেতাসকলৰ ভিতৰত স্বৰণ কলিতা, হৰিদাস ডেকা, তৰুণসেন ডেকা, উমা শৰ্মা, গোবিন্দ কলিতা, নীৰেন্দ্ৰ লাহিড়ী, ছত্ৰ সিং টেৰণ, চিত্ৰৰঞ্জন কলিতা, সুৰেন ভট্টাচাৰ্য, খগেন বৰ বৰুৱা, শৰৎ ৰাভা, হেনা গাংগুলি আৰু বিষ্ণুপ্ৰসাদ ৰাভা অন্যতম আছিল। উল্লেখ্য যে যুদ্ধ অব্যাহত থকাত অসমৰ আৰ্থিক দুৰ্গতিত ভুগিছিল। খাদ্যদ্ৰব্যৰ সভাৰ আৰু অভাৱনীয় মূল্য বৃদ্ধিৰ ফলত কৃষক আৰু বনুৱা বিপদৰ সন্মুখীন হয়। জাপানী আক্ৰমণ আৰু বৃটিছ সেনাই যোৰজবৰদস্তি কৰি খাদ্যদ্ৰব্য কাঢ়ি নিয়াৰ ভয়ত কৃষকে খেতিপথাৰত মন দিয়া নাছিল। প্ৰদেশখন খাদ্য-দ্ৰব্যৰ অনাটনতে পৰিল। ঘাইকৈ আৰ্থিক সমস্যাক লৈ কমিউনিষ্টসকল জনতাৰ মাজত সোমাল। উচিত মূল্যত খাদ্য যোগানৰ দাবী তুলিলে। খাদ্য দ্ৰব্য বঢ়োৱাৰ বাবে অনাবাদী মাটি বিতৰণৰ দাবী উত্থাপন কৰিলে। ছাত্ৰ ফেডাৰেছনেও ঠায়ে ঠায়ে খাদ্যৰ চোৰাং ব্যৱসায় বন্ধ কৰাৰ চেষ্টা চলালে। স্বদেশখনৰ দুৰ্গত অৱস্থাৰ ওপৰত কমিউনিষ্টসকলে ১৯৪৪ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰীত ছিলেটত ৰাজহুৱা সভা পাতিলে। দুই উপত্যকাৰ পৰা ৩শতকৈ অধিক কমিউনিষ্ট আৰু কমিউনিষ্ট সমৰ্থক গোট খালে। সভাত খাদ্যদ্ৰব্যৰ মূল্য নিৰ্ধাৰণ উত্থাপিত হ'ল। এপ্ৰিলত গুৱাহাটীত বহা আন এখন সভাত খাদ্যদ্ৰব্যৰ মূল্য নিৰ্ধাৰণ উত্থাপিত হ'ল। এপ্ৰিলত গুৱাহাটীত বহা আন এখন সভাত খাদ্যদ্ৰব্যৰ যোগানৰ বাবে কৰা হ'ল। কমিউনিষ্টসকলে খাদ্য দ্ৰব্য যোগানৰ দাবী সম্বলিত প্ৰচাৰ-পত্ৰ বিলালে। এনে দাবী আঁচনি লৈ কমিউনিষ্টসকলে কৃষক আৰু শ্ৰমিকক সংগঠিত কৰি দাবী আদায়ৰ বাবে প্ৰস্তুত কৰি তুলিবলৈ ধৰিলে।

বিপ্লৱী কমিউনিষ্ট পাৰ্টি আগবাঢ়ি অহাত ফৰৱাৰ্ড ব্লক আৰু কংগ্ৰেছ ছ'চিয়েলিষ্ট থমকি ৰ'ল। ছ'চিয়েলিষ্টসকলে কমিউনিষ্ট আঁচনিত সমৰ্থন জনাইছিল। কিন্তু নেতাজী সুভাষ চন্দ্ৰ বসু আগবাঢ়ি অহাত ফ'ৰৱাৰ্ড ব্লকৰ গতি সঞ্চাৰ হ'ল। সুভাষ চন্দ্ৰ বসুয়ে আজাদ হিন্দ ফৌজ লৈ দিল্লী অভিমুখে গতি কৰিচে বুলি গুজব ওলাল। পাঞ্জাবী সৈন্য সহ নেতাজীৰ আন্দোলনৰ ফটো বাহিৰ হ'ল। বাঙালী হিন্দী, ইংৰাজী আৰু উৰ্দু লেখা প্ৰচাৰ-পত্ৰ কিছুমান আকাশী মনৰ পৰা লুচাই পাহাৰত পেলাই দিয়া হ'ল। কাছাৰত একপ্ৰকাৰ হৈ চৈ লাগিল। বিপ্লৱী কমিউনিষ্ট পাৰ্টিয়ে আজাদ হিন্দ ফৌজক আদৰণী জনালে। জাপানক সহায় কৰি ভাৰত স্বাধীন কৰাৰ আহ্বান জনালে। আনকি কংগ্ৰেছৰ লক্ষ্মীপ্ৰসাদ গোস্বামী আৰু দেৱকান্ত বৰুৱাও এনে প্ৰস্তাৱৰ সঁহাৰি জনালে। কিছুমান কংগ্ৰেছীত ইয়াৰ সমৰ্থন জনাইছিল। কিন্তু প্ৰাদেশিক কংগ্ৰেছৰ নেতৃস্থানীয়সকলে তাত সমৰ্থন নিদিলে। তেওঁলোকে সন্দেহ কৰিলে যে বৃটিছৰ শাসন উফৰিলে জাপানৰ শাসন আৰম্ভ হ'ব। এটা বিদেশী শক্তিৰ ঠাইত আন এটা বিদেশী শক্তি আহিব। কিন্তু, বিভিন্ন জে'লত থকা আজাদ হিন্দ ফৌজৰ যুদ্ধ বন্দীৰ ওপৰত নিৰ্যাতন চলাত কংগ্ৰেছৰ তত্বাৱধানত গঢ় লৈ উঠা ছাত্ৰ ইউনিয়নে বন্দীসকলৰ মুক্তিৰ দাবী কৰিলে (৬ নৱেম্বৰ, ১৯৪৫ খ্ৰীঃ)। ইউনিয়নৰ তৎপৰতাত ১৫ ডিচেম্বৰত অসমত নিৰ্যাতনবিৰোধী দিৱস পালন কৰা হ'ল।

ফেব্ৰুৱাৰী মাহত ভাৰত বিভাজনবিৰোধী দিৱস পালন কৰা হ'ল। উল্লেখ্য যে ১৯৪৫ খ্ৰীষ্টাব্দৰ ৫ নৱেম্বৰৰ পৰা ৩১ ডিচেম্বৰলৈ দিল্লীৰ ৰেডফোৰ্ডত বিশেষ ট্ৰাইবুনেলে আজাদ হিন্দ ফৌজৰ সৈন্যাধ্যক্ষ শ্বাহ নৱাজ ধীলন চাইগল আদিৰ বিচাৰ কৰি যাৱজ্জীৱন কাৰাবাসৰ শাস্তি প্ৰদান কৰে। এই শাস্তিৰ বিৰুদ্ধে সমগ্ৰভাৰতত প্ৰতিবাদ আন্দোলন হয়। এই আন্দোলনৰ ফলত ভাৰতৰ মুখ্য সেনাধ্যক্ষ ফিল্ড মাৰ্চলে আজাদ হিন্দ ফৌজৰ শাস্তিপ্ৰাপ্ত তিনিজন লোকক ক্ষমা প্ৰদান কৰে।

অস্ত্ৰ-সস্ত্ৰ আৰু খাদ্যৰ অভাৱত সীমান্তত মৃত্যুবৰণ কৰা আজাদ হিন্দ ফৌজে জয়হিন্দ শ্ল'গান দি মৃত্যু বৰণ কৰিছিল। নেতাজীৰ জয় হিন্দ শ্ল'গানে ভাৰতীয়সকলক আপ্লুত কৰি তুলিছি । অসমত ফৰৱাৰ্ড ব্লকৰ তত্ত্বাৱধানত আজাদ হিন্দ ফৌজৰ সহায়ৰ বাবে স্বেচ্ছাৱেসী দল গঠন কৰা হয়। আজাদ হিন্দ ফৌজৰ তিনিজন সৈন্যাধ্যক্ষ শ্বাহ নৱাজ, ধীলন আৰু শেগলে জে'লৰ পৰা মুক্তি পোৱাত প্ৰদেশখনত চাৰিওফালে আনন্দৰ জোৱাৰ উঠিছিল। আজাহ হিন্দ ফৌজৰ অসমীয়া সেনাধ্যক্ষ উমেশ চন্দ্ৰ চৌধুৰীক পাটাছাৰকুছিৰ সাহিত্য সভাই বিপুল সম্ভাষণ জনায়। (ফেব্ৰুৱাৰী, ১৯৪৫ খ্ৰীঃ)। তেনেদৰে গুৱাহাটীত জে'লৰপৰা মুক্তি পোৱা ৰামদাস তেৱাৰী আৰু উদয় সিঙক সম্বৰ্ধনা জনোৱা হয়। ফৰৱাৰ্ড ব্লকৰ স্বেচ্ছাসেৱীসকলৰ বিভিন্ন অনুষ্ঠানত অংশগ্ৰহণ কৰি ছ'চিয়েলিষ্টসকলে জয় প্ৰকাশ নাৰায়ণৰ মতাদৰ্শ কৰিছিল বুলি জনা যায়। যুদ্ধৰ পিছত ফৰৱাৰ্ড ব্লক আৰু কংগ্ৰেছে ছ'য়িলেষ্টি পাৰ্টি সক্ৰিয় হৈ উঠে। স্বাধীনতাৰ পিছত ছ'চিয়েলিষ্টসকলে স্বতন্ত্ৰীয় ছ'চিয়েলিষ্ট পাৰ্টি গঠন কৰে।

কমিউনিষ্টসকলৰ নীতি সলনি হোৱাৰ পিছত (১৯৪২ খ্ৰীঃ) অসম ছাত্ৰ ফেডাৰেছনৰো বিভাজন ঘটে। ১৯৪৫ খ্ৰীষ্টাব্দৰ আৰম্ভণিতে অসমৰ ছাত্ৰসকল এটা বিভিন্ন সংস্থাৰ অন্তৰ্ভুক্ত হয়। নীতিগত কাৰণতে অসম ছাত্ৰফেডাৰেছনৰ কিছু সংখ্যক ছাত্ৰ ফালৰি কাটি আহে। কংগ্ৰেছৰ সমৰ্থকসকলক লৈ ষ্টুডেণ্টছ ইউনিয়ন গঠন কৰা হয়। সুৰেন্দ্ৰ নাথ শৰ্মা তাৰ সম্পাদক হ'ল। বিপ্লৱী ছাত্ৰসকল আসাম প্ৰভিন্সিয়েল ফেডাৰেছনত থাকে। এই সংস্থাৰ সম্পাদক হ'ল উপেন্দ্ৰ চন্দ্ৰ দাস। আসাম ষ্টুডেণ্টছ ফেডাৰেছন কমিউনিষ্টৰ প্ৰভাৱাধীন হ'ল। ফণী বৰা তাৰ সম্পাদক আছিল। ষ্টুডেণ্টছ ইউনিয়নক সম্পূৰ্ণভাৱে জাতীয় কংগ্ৰেছৰ আৰ্হিত থিয় কৰা হ'ল। তেতিয়াৰে পৰা ষ্টুডেণ্টছ ইউনিয়ন বাঁওপন্থীবিৰোধী সংগঠন হৈ উঠিল। তৎসত্ত্বেও কমিউনিষ্টসকলে কৃষক আৰু বনুৱাৰ মাজত সাংগঠনিক স্থিতি স্থাপন কৰি বাঁওপন্থী আন্দোলন চলাই আছিল।

বাঁওপন্থীসকলে কংগ্ৰেছৰ ভিতৰে-বাহিৰে (ছাত্ৰ, কৃষক আৰু বনুৱা সংগঠন কৰি) থাকি ভাৰতৰ মুক্তি আন্দোলনৰ অংশীদাৰ হৈছিল। কিন্তু কমিউনিষ্টসকলে ক্ষমতা হস্তান্তৰেৰে লাভ কৰা স্বাধীনতা ভাৰতৰ প্ৰকৃত স্বাধীনতা নহয় বুলি এই 'আজাদী জুঠা ব্যয়', ধ্বনি দিছিল। পিছলৈ তেওঁলোকে ১৫ আগষ্টত (১৯৪৭ খ্ৰীঃ) লাভ কৰা স্বাধীনতা ৰাজনৈতিক স্বাধীনতা হিচাপে মানি লয়।

## সপ্তম অধ্যায়

# স্বাধীনোত্তৰ অসম ঃ বিখণ্ডিত অসম

# (১৯৪৭-২০০০ খ্ৰীষ্টাব্দ)

ভাৰতে স্বাধীনতা লাভ কৰাৰ সময়ত ছিলেট জিলাখন অসমৰ পৰা ফালি নি পাকিস্তানৰ অন্তৰ্ভুক্ত কৰা হ'ল। অৱশ্যে সীমা আয়োগৰ চুপাৰিছ মৰ্মে ছিলেটৰ তিনিখন থানা এলেকা পথাৰকান্দি, ৰাটাবাৰী, বদৰপুৰ আৰু কৰিমগঞ্জ থানাৰ অৰ্ধাংশ অসমৰ লগত থাকিল। সেই সময়ৰ অসমৰ প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈ (৬ জুন, ১৮৯০-৫ আগষ্ট, ১৯৫০ খ্ৰীঃ) স্বাধীনোত্তৰ অসমৰ প্ৰথম মুখ্যমন্ত্ৰী হয়। তেওঁ দূৰদৃষ্টি সম্পন্ন চতুৰ ৰাজনীতিবিদ আছিল। তেওঁ জনকল্যাণৰ সপোন দেখিছিল। কিন্তু তাক কাৰ্যকৰী কৰাৰ সময় নাপালে। ১৯৫০ খ্ৰীষ্টাব্দৰ ৫ আগষ্টত তেওঁৰ দেহাৱসান হয়। তেওঁৰ পিছত বিষ্ণুৰাম মেধি অসমৰ মুখ্যমন্ত্ৰী হয়। ১৯৫৮ খ্ৰীষ্টাব্দত মেধি মাদ্ৰাজৰ গৱৰ্ণৰ হয় আৰু বিমলা প্ৰসাদ চলিহা তেওঁৰ পৰৱৰ্তী মুখ্যমন্ত্ৰী হয়। তেওঁৰ কাৰ্যকাল ১৯৭০ খ্ৰীষ্টাব্দলৈ থাকে। স্বাস্থ্যজনিত কাৰণত তেওঁ অপসাৰণ হোৱাত মহেন্দ্ৰ মোহন চৌধুৰীয়ে মুখ্য মন্ত্ৰীৰ কাৰ্যভাৰ গ্ৰহণ কৰে। কিন্তু মুখ্যমন্ত্ৰিত্বৰ কাল শেষ নোহোৱাকৈয়ে তেওঁক অপসাৰণ কৰা হয় আৰু শৰৎ চন্দ্ৰ সিংহ মুখ্যমন্ত্ৰী হয়। উল্লেখ্য যে জৱাহৰলাল নেহৰুৰ মৃত্যুৰ পিছত ক্ৰমশঃ ভাৰতীয় জাতীয় কংগ্ৰেছৰ নতুন সমীকৰণ আৰম্ভ হয় আৰু ১৯৬৯ খ্ৰীষ্টাব্দত জাতীয় কংগ্ৰেছৰ বিভাজন ঘটে। কংগ্ৰেছ 'ই' আৰু কংগ্ৰেছ 'এছ'। ইন্দিৰা গান্ধীৰ সমৰ্থকসকল ইন্দিৰা কংগ্ৰেছ আৰু পুৰণাসকল ছিণ্ডিকেট পন্থী। অসমতো কংগ্ৰেছৰ বিভাজন হয়। ইন্দিৰা গান্ধী প্ৰধানমন্ত্ৰী হয়। মহেন্দ্ৰ মোহন চৌধুৰীয়ে ছিণ্ডিকেট পন্থী বুলি মুখ্যমন্ত্ৰিত্ব হেৰুৱায়।

ইন্দিৰা গান্ধীয়ে কিছুমান জনপ্ৰিয় আঁচনি গ্ৰহণ কৰে। বেংক, কয়লা উদ্যোগ আদি ৰাষ্ট্ৰীয়কৰণ কৰে; দেশীয় ৰাজন্যবৰ্গৰ মাননি ৰহিত কৰি 'গৰিবী হটাও' ধ্বনি দিয়ে। ১৯৭১ খ্ৰীষ্টাব্দত বাংলাদেশৰ স্বাধীনতা যুদ্ধত সহায় কৰি ইন্দিৰা গান্ধীয়ে অভূতপূৰ্ব জনপ্ৰিয়তা অৰ্জন কৰে। ১৯৭০ খ্ৰীষ্টাব্দত লোকসভা ভংগ কৰি নিৰ্বাচন পাতে আৰু পুনৰ নিৰ্বাচিত হয়। ১৯৭২ খ্ৰীষ্টাব্দত বিভিন্ন ৰাজ্যৰ সাধাৰণ নিৰ্বাচন পাতে। নিৰ্বাচনত কংগ্ৰেছৰেই জয় হয়। অসমতো কংগ্ৰেছে সংখ্যাগৰিষ্ঠতা লাভ কৰে। শৰৎ চন্দ্ৰ সিংহ মুখ্যমন্ত্ৰী নিৰ্বাচিত হয়। তেওঁৰ কাৰ্যকাল ১৯৭৮ খ্ৰীষ্টাব্দলৈ থাকে।

১৯৭৫ খ্ৰীষ্টাব্দৰ প্ৰথম ভাগতে নিৰ্বাচনী গোচৰত অভিযুক্ত হোৱাত এলাহাবাদ উচ্চ ন্যায়ালয়ে ইন্দিৰা গান্ধীৰ নিৰ্বাচন বাতিল কৰিলে। কিন্তু ইন্দিৰা গান্ধী কেবিনেটৰ পৰামৰ্শ অনুসৰি ২৫ জুনত ৰাষ্ট্ৰপতিয়ে দেশত আভ্যন্তৰীণ জৰুৰী অৱস্থা ঘোষণা কৰে। ২৯ জুনত ৰাষ্ট্ৰপতিয়ে আভ্যন্তৰীণ নিৰাপত্তা আইনৰ সংশোধনী ঘটাই অধ্যাদেশ জাৰি কৰে। যাৰ ফলত কোনো কাৰণ নদৰ্শোৱাকৈয়ে সন্দেহযুক্ত ব্যক্তিক কাৰাবন্দী কৰি ৰাখিব পৰা হ'ল। লগে লগে বিভিন্ন বিৰোধী ৰাজনৈতিক দলৰ নেতা আৰু ট্ৰেড ইউনিয়নকে ধৰি বিভিন্ন ৰাজনৈতিক মুখিয়ালসকলক আটকাধীন কৰা হ'ল। ১ আগষ্টত সংবিধানৰ ৩৮তম্ সংশোধনী ঘটাই ৰাষ্ট্ৰপতিক জৰুৰী অৱস্থা ঘোষণা আৰু যিকোনো অধ্যাদেশ জাৰি কৰাৰ ক্ষমতা প্ৰদান কৰা হয়। এই সংশোধনীৰ পিছত সংবিধানৰ ৩৯তম সংশোধনী ঘটাই (৭ আগষ্ট) ক্ষমতাধিষ্ঠিত প্ৰধানমন্ত্ৰী নাইবা অধ্যক্ষ আৰু ৰাষ্ট্ৰপতি আৰু উপ-ৰাষ্ট্ৰপতিৰ নিৰ্বাচন প্ৰত্যাহ্বান জনোৱাৰ ক্ষমতা হ্ৰাস কৰা হয়। ১৯৭৬ খ্ৰীষ্টাব্দৰ ১১ নৱেম্বৰত সংবিধানৰ ৪২তম্ সংশোধন ঘটাই প্ৰস্তাৱনাত 'সাৰ্বভৌম, সমাজবাদী, ধৰ্মনিৰপেক্ষ গণতান্ত্ৰিক গণৰাজ্য বুলি কোৱা হ'ল। আনহাতে মৌলিক অধিকাৰতকৈ সংবিধানত লেখ দিয়া নিৰ্দেশাত্মক নীতিৰ ওপৰত অধিক গুৰুত্ব প্ৰদান কৰা হ'ল। নিৰ্দেশাত্মক নীতি আদালতৰ জৰিয়তে কাৰ্যকৰী কৰাৰ

বাট মুকলি কৰি দিয়া হ'ল। থোৰতে ক'বলৈ গ'লে, সংসদ সৰ্বতো প্ৰকাৰে শক্তিশালী কৰা হ'ল আৰু সংসদে সংশোধন কৰা কোনো সংশোধনীৰ ন্যায়িক প্ৰত্যাহ্বান জনোৱাৰ বাট বন্ধ কৰা হ'ল। ভাৰতৰ ফেডাৰেল গাঁথনি থাকিল যদিও কেন্দ্ৰীয় চৰকাৰ অধিক শক্তিশালী হ'ল। ১৯৭১ খ্ৰীষ্টাব্দৰ নিৰ্বাচনৰ পিছত ইন্দিৰা গান্ধীৰ চৰকাৰৰ বিৰুদ্ধে বিশেষকৈ জয়প্ৰকাশ নাৰায়ণৰ নেতৃত্বত 'পূৰ্ণ-বিপ্লৱ'ৰ (টোটেল ৰিভোলুচনৰ) আহ্বানত দেশৰ বিভিন্ন ঠাইত প্ৰবল জনজাগৰণৰ সৃষ্টি হয়।

সি যিকি নহওক, জৰুৰীকালীন অৱস্থাৰ সামৰণি মাৰি ইন্দিৰা গান্ধীয়ে সময়মতে সাধাৰণ নিৰ্বাচন পাতিলে (১৯৭৭ খ্ৰীঃ)। কিন্তু জৰুৰীকালীন অৱস্থাৰ আতিশয্যৰ অভিযোগত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধী আৰু কংগ্ৰেছৰ পৰাজয় ঘটিল। চাৰিটা প্ৰধান বিৰোধী দল কংগ্ৰেছ (ছিঃ) লোকদল, ছচিয়েলিষ্ট আদিৰ মিত্ৰজোঁট জনতা দলে চৰকাৰ গঠন কৰিলে। কেন্দ্ৰৰ প্ৰভাৱ অসমৰ ৰাজনীতিতো নপৰাকৈ নাথাকিল। ১৯৭৮ খ্ৰীষ্টাব্দত প্ৰাদেশিক সাধাৰণ নিৰ্বাচন অনুষ্ঠিত হ'ল। কংগ্ৰেছৰ পৰাজয় ঘটিল। গোলাপ বৰবৰাৰ নেতৃত্বত অসম প্ৰাদেশিক জনতা চৰকাৰ গঠন হ'ল (১২ মাৰ্চ, ১৯৭৮ খ্ৰীঃ)। ভৈয়াম জনজাতি পৰিষদ (পি টি চি এ), মাৰ্ক্সবাদী কমিউনিষ্ট পাৰ্টি আৰু কিছুমান নিৰ্দলীয় সদস্যৰ প্ৰগ্ৰেছিভ ডেম'ক্ৰেটিক ফ্ৰণ্টে বৰবৰা চৰকাৰক সমৰ্থন দিছিল। কিন্তু বৰবৰা চৰকাৰ মাত্ৰ ১৮ মাহ টিকিল। মোৰাৰজী দেশাই নেতৃত্বাধীন কেন্দ্ৰীয় জনতা চৰকাৰৰ দৰে দলীয় বিসম্বাদৰ ফলত বৰবৰা চৰকাৰ ভংগ হ'ল (ছেপ্টেম্বৰ, ১৯৭৯ খ্ৰীঃ)। ১৯৭৯ খ্ৰীষ্টাব্দৰ পৰা বিদেশী বিতাড়ন ছাত্ৰ আন্দোলন বা ছবছৰীয়া অসম আন্দোলন চলি আছিল। যোগেন্দ্ৰ নাথ হাজৰিকাই অসম জনতা দল খুলি মুখ্যমন্ত্ৰী হ'ল। অতি কম সময়ৰ ভিতৰতে তেওঁৰ মন্ত্ৰীসভাখনো ভংগ হ'ল। অসমত ৰাষ্ট্ৰপতিৰ শাসন জাৰি কৰিলে (১২ ডিচেম্বৰ, ১৯৭৯ খ্ৰীঃ)। অসম আন্দোলনৰ পৰিপ্ৰেক্ষিতত নিৰ্বাচন পাতিব পৰা অৱস্থা নাছিল। গতিকে বিধানসভা ভংগ নকৰি অকাৰ্যকৰী কৰি ৰখা হ'ল। কিছুদিনৰ পিছত চৈয়দা আনোৱাৰা টাইমুৰৰ নেতৃত্বত কংগ্ৰেছ মন্ত্ৰীসভা এখন গঠন হ'ল। কিন্তু টাইমুৰৰ মন্ত্ৰীসভাখনো নিটিকিল। মন্ত্ৰীসভাখন ভংগ হোৱাত পুনৰ ৰাষ্ট্ৰপতিৰ শাসন বলবৎ হ'ল। বিধানসভা নিষ্ক্ৰিয় কৰি ৰখা হ'ল। পিছলৈ কংগ্ৰেছৰ কেশৱ গগৈয়ে আন এখন মন্ত্ৰীসভা গঠন কৰে যদিও অতি কমদিনৰ ভিতৰতে মন্ত্ৰীসভা ভংগ হ'ল। ৰাজ্যত আকৌ ৰাষ্ট্ৰপতিৰ শাসন চলিল। থোৰতে ক'বলৈ হ'লে, বিদেশী বহিষ্কাৰ আন্দোলনৰ বাবে জনতা চৰকাৰ ভংগ হ'ল আৰু চৰকাৰ গঠনৰ কংগ্ৰেছী প্ৰচেষ্টাও সম্পূৰ্ণকৈ কাৰ্যকৰী নহ'ল। বিদেশী ইচ্ছু লৈয়ে জনতা দলত বিসম্বাদৰ সৃষ্টি হয়।

মঙলদৈ সংসদীয় সমষ্টিৰ জনতা দলৰ সদস্য হীৰালাল পাটোৱাৰীৰ মৃত্যুত উপ-নিৰ্বাচন অনুষ্ঠিত কৰাৰ বাবে ভোটাৰ তালিকা সংশোধন কৰিবলৈ লোৱাৰ সময়ত ভোটাৰ তালিকাত বৃহৎ সংখ্যক বিদেশীৰ নাম ধৰা পৰে। মুখ্য নিৰ্বাচনী বিষয়াই এখন শুদ্ধ ভোটাৰ তালিকা প্ৰস্তুত কৰাৰ বাবে দিয়া নিৰ্দেশৰ পিছত মুখ্যমন্ত্ৰী গোপাল বৰবৰাই বিদেশীৰ নামকৰ্তন কৰাৰ বাবে ট্ৰিবুনেল গঠন কৰিছিল। ট্ৰিবুনেলে ৪৫,০০০জন বিদেশী ভোটাৰৰ নাম অন্তৰ্ভুক্ত হোৱাৰ কথা ঘোষণা কৰে। কিন্তু এই ন্যায়িক ব্যৱস্থা লোৱাৰ বাবে বৰবৰুৱা মন্ত্ৰীসভাৰ কেবিনেট মন্ত্ৰী জেহেৰুল ইছলাম আৰু গোলাম ওছমানিয়ে আপত্তি দৰ্শাই তাৰ সমালোচনা কৰে। দুয়োগৰাকী মন্ত্ৰীক বাদ দি বৰবৰুৱা মন্ত্ৰীসভাৰ পুনৰ্গঠন কৰিলে। কিন্তু, জনতা দলৰ আভ্যন্তৰীণ বিসম্বাদ আৰম্ভ হ'ল। বিধানসভাত জনতা দলৰ সংখ্যাগৰিষ্ঠতা নাছিল। একক সংখ্যা গৰিষ্ঠ দল হিচাপে উল্লিখিত অন্যান্য দলৰ সমৰ্থনত মন্ত্ৰীসভা গঠন কৰিছিল। জনতা দলৰ ভিতৰতে বিসম্বাদ লগাত বৰবৰাই পদত্যাগ কৰিলে (৪ ছেপ্টেম্বৰ, ১৯৭৯ খ্ৰীঃ)। অসম জনতা দল গঠন কৰি যোগেন্দ্ৰ নাথ হাজৰিকাই বৰবৰুৱা মন্ত্ৰীসভাৰ বাদপৰা মন্ত্ৰী দুজনক লৈ আন এখন মন্ত্ৰীসভা গঠন কৰিলে। উল্লেখ্য যে বিদেশী ইচ্ছুৰ লগতে মধ্যৱৰ্তীকালীন সংসদীয় নিৰ্বাচন আসন্ন হোৱাত মঙলদৈ সমষ্টিৰ উপ-নিৰ্বাচন পিছুৱাই দিয়া হয়। কেন্দ্ৰীয় জনতা নেতৃবৰ্গৰ মাজত বাদ বিসম্বাদৰ সৃষ্টি হোৱাত এখনৰ পিছত আন এখন মন্ত্ৰীসভা গঠন হ'ল যদিও জনতা চৰকাৰ ভংগ হ'ল। ১৯৭৯ খ্ৰীষ্টাব্দৰ ডিচেম্বৰৰ শেষত কেন্দ্ৰীয় নিৰ্বাচন অনুষ্ঠিত কৰিবলৈ লোৱা হ'ল। কিন্তু, মংগলদৈ সমষ্টিতে ইমানবোৰ বিদেশীয়ে ভোটাধিকাৰ লাভ

কৰাৰ কথা সদৰী হোৱাৰ পিছত বিদেশী ইছ্যুটোৱে অধিক গুৰুত্ব লাভ কৰিলে। আনবোৰ সমষ্টিতো বিপুল সংখ্যক বিদেশীয়ে ভোটাধিকাৰ লাভ কৰিছে বুলি ধাৰণা হ'ল। ছাত্ৰ আন্দোলনৰ বিস্তৃতি ঘটি অসম আন্দোলনৰ সৃষ্টি হ'ল। অসমৰ বিভিন্ন সংগঠন বিদেশী ভোটাৰৰ নামকৰ্তন নকৰাকৈ মধ্যৱৰ্তীকালীন নিৰ্বাচন পতাৰ বিৰুদ্ধে সংঘবদ্ধ হ'ল। ১৫ আগষ্টৰ স্বাধীনতা দিৱস বৰ্জনকে ধৰি এলানি জোৰদাৰ কাৰ্যসূচী ল'লে। কিন্তু নিৰ্বাচন আয়োগে বিদেশী ভোটাৰ চিনাক্তকৰণ প্ৰক্ৰিয়া নিৰ্বাচনৰ পিছলৈ নিয়াত অসমীয়াসকলৰ মাজত প্ৰবল প্ৰতিক্ৰিয়া হ'ল। কেন্দ্ৰীয় চৰকাৰে অসম আন্দোলনৰ দাবী মানি নল'লে আৰু নিৰ্বাচন পাতিবলৈ ল'লে। অসম ছাত্ৰ সন্থা আৰু সদৌ অসম গণ সংগ্ৰাম পৰিষদে প্ৰতিবাদী কাৰ্যসূচী লৈ নিৰ্বাচন বৰ্জন কৰিলে। নিৰ্বাচন আয়োগে ডিচেম্বৰৰ ৩ৰ পৰা ১০ তাৰিখলৈ মনোনয়নপত্ৰ গ্ৰহণ কৰাত ব্যাপক অশান্তিৰ সৃষ্টি হ'ল। ব্ৰহ্মপুত্ৰ উপত্যকাত নিৰ্বাচন বাধাগ্ৰস্থ হ'ল। প্ৰাৰ্থীসকলে কাছাৰৰ বাহিৰে ক'তো মনোনয়ন-পত্ৰ দিব নোৱাৰিলে।

আনহাতে আন্দোলনৰ হেঁচাত গোলাপ বৰবৰাৰ পিছত নৱগঠিত অসম জনতা দলৰ মুখ্যমন্ত্ৰী যোগেন হাজৰিকাই বিদেশী নাগৰিকৰ চিনাক্তকৰণৰ বাবে গঠিত ট্ৰিবুনেল কাৰ্যকৰী কৰাৰ বাবে চেষ্টা কৰিছিল। পূৰ্বৰ দৰে মন্ত্ৰী জেহেৰুল ইছলাম আৰু গোলাম ওছমানিয়ে তাত আপত্তি তুলিলে। ইন্দিৰা কংগ্ৰেছ, ছিণ্ডিকেট পন্থী কংগ্ৰেছ (কংগ্ৰেছ ইউ) আৰু মাৰ্ক্সবাদী কমিউনিষ্ট সদস্যসকলে মুছলমান সদস্যসলৰ লগত সহমতত উপনীত হ'ল। ফলত, যোগেন হাজৰিকা ক্ষমতাৰ পৰা অপসাৰিত হ'ল। বাকী কোনো এটা দলে মন্ত্ৰীসভা গঠনৰ বাবে সমৰ্থক গোটাব নোৱৰাত ১২ ডিচেম্বৰত (১৯৭৯ খ্ৰীঃ) ৰাষ্ট্ৰপতিৰ শাসন প্ৰৱৰ্তন কৰা হ'ল। অৱশ্যে বিধানসভা ভংগ কৰা নহ'ল। অকাৰ্যকৰী কৰি ৰখা হ'ল।

ৰাষ্ট্ৰপতিৰ শাসন আৰম্ভ হোৱাত অসম আন্দোলনে চূড়ান্তৰূপ ল'লে। সদৌ অসম ছাত্ৰ সন্থাক (আছু) কেন্দ্ৰ কৰি অসমীয়া উচ্চ মধ্যবিত্তই আন্দোলনৰ নেতৃত্ব লয়। অসম সাহিত্য সভা আৰু আঞ্চলিক সংবাদ মাধ্যম আন্দোলনৰ প্ৰতি ইতিবাচক ভূমিকাত অৱতীৰ্ণ হ'ল। ক্ৰমে আন আন সংগঠিত সংগঠনৰ সহযোগ আৰু সমৰ্থন আহিল। আন্দোলনৰ পৃষ্ঠভূমি সবল হ'ল। হৰতাল, বন্ধ, জনসমাবেশ, নিষ্প্ৰদীপ, অসহযোগ, অনশন, বৰ্জন, শোভাযাত্ৰা, অৱস্থান ধৰ্মঘট, বিদেশী বহিষ্কাৰ ধ্বনি আদি কাৰ্যসূচী লোৱাৰ ফলত অসম আন্দোলন এক ঐতিহাসিক জাগৰণত পৰিণত হ'ল। ১৮ ডিচেম্বৰত (১৯৭৯ খ্ৰীঃ) অসম ছাত্ৰ সন্থাৰ আহ্বানত আন্দোলনকাৰী অসমীয়াসকলে অসম মাতৃক বিদেশীৰ কবলৰ পৰা ৰক্ষা কৰাৰ বাবে শপত গ্ৰহণ কৰিলে। অসমৰ পৰা বিদেশী বহিষ্কাৰ কৰাৰ বাবে চৰকাৰক সৈমান কৰাৰ বাবে ২৭ ডিচেম্বৰত তেল অৱৰোধ কাৰ্যসূচী লোৱা হ'ল। 'তেজ দিম, তেল নিদিও' প্ৰতিজ্ঞা ধ্বনিৰে তেল অৱৰোধ ধৰ্মঘট আৰম্ভ হ'ল। ফলত বঙাইগাঁও আৰু বাৰাউনীলৈ খাৰুৱা তেল নিৰ্গমন বন্ধ হ'ল। ই জাতীয় বাতৰিত শিৰোনামা দখল কৰিলে। কিন্তু ৩ জানুৱাৰীত (১৯৮০ খ্ৰীঃ) পৰা উত্তৰ কামৰূপত সাম্প্ৰদায়িক সংঘৰ্ষ লাগিল। ১৫ জানুৱাৰীলৈ পৰস্পৰ বিক্ষুব্ধ পক্ষৰ ঘৰ-দুৱাৰ ভস্মীভূত হোৱাৰ উপৰি ৪৫জন লোকৰ মৃত্যু হোৱাৰ কথা পোৱা যায়। উত্তেজনা নিয়ন্ত্ৰণ কৰাৰ বাবে চৰকাৰে সান্ধ্য আইন প্ৰৱৰ্তন কৰে।

ইতিমধ্যে মধ্যকালীন সংসদীয় নিৰ্বাচনত ইন্দিৰা কংগ্ৰেছৰ জয় হ'ল। ইন্দিৰা গান্ধীয়ে পুনৰ মন্ত্ৰীসভা গঠন কৰিলে (১৪ জানুৱাৰী, ১৯৮০ খ্ৰীষ্টাব্দ)। প্ৰধানমন্ত্ৰীয়ে আলোচনাৰ মাজেৰে অসম আন্দোলন তথা তদজড়িত বিদেশী সমস্যাৰ মকামিলা কৰাৰ পথ ল'লে। ২ ফেব্ৰুৱাৰীত দিল্লীত আলোচনা অনুষ্ঠিত কৰাৰ বাবে ছাত্ৰ সন্থাক আমন্ত্ৰণ জনালে। সেই মৰ্মে প্ৰধান মন্ত্ৰী, গৃহমন্ত্ৰী, শীৰ্ষ বিষয়া আৰু ছাত্ৰ সন্থাৰ মাজত আলোচনা বহাত ছাত্ৰ সন্থাই ৮টা দাবী সন্নিবিষ্ট কৰি এখন স্মাৰক-পত্ৰ দাখিল কৰিলে, যেনে (১) বিদেশীৰ চিনাক্তকৰণ আৰু বহিষ্কৰণ; (২) নিৰ্বাচনৰ আগতে ভোটাৰ তালিকাৰ পৰা বিদেশী নাগৰিকৰ নাম কৰ্তন, (৩) সীমান্তৰ নিৰাপত্তা, (৪) নাগৰিকক পৰিচয়-পত্ৰ প্ৰদান, (৫) বংগ আৰু ত্ৰিপুৰা চৰকাৰে দিয়া নাগৰিক প্ৰমাণ-পত্ৰ বাতিল, (৬) নাগৰিক প্ৰমাণ-পত্ৰ কেন্দ্ৰীয় চৰকাৰৰ কৰ্তৃত্বাধীন কৰা; (৭) বিদেশী নাগৰিকৰ চিনাক্তকৰণ আৰু বহিষ্কৰণৰ পিছত

কাৰ্বি আংলং আৰু উত্তৰ কাছাৰত নিৰ্বাচন পাতিলে পুনৰ মনোনয়ন বিচৰা আৰু (৮) বিদেশী নাগৰিকৰ চিনাক্তকৰণৰ বাবে ১৯৫১ খ্ৰীষ্টাব্দৰ জাতীয় পঞ্জীয়ন আৰু ১৯৫২ খ্ৰীষ্টাব্দৰ ভোটাৰ তালিকা নিৰূপণ মাপকাঠী হিচাপে গ্ৰহণ কৰা; অৰ্থাৎ ১৯৫১ খ্ৰীষ্টাব্দক চিনাক্তকৰণ ভিত্তি বৰ্ষ হিচাপে গণ্য কৰা।

প্ৰধান মন্ত্ৰীয়ে প্ৰথম ৪টা আৰু ৮নং দাবী মানি লৈছিল যদিও ১৯৫১ খ্ৰীষ্টাব্দৰ নাগৰিক পঞ্জীয়নৰ চৰ্ত নাকচ কৰি ১৯৭১ খ্ৰীষ্টাব্দক বিদেশী নাগৰিকৰ চিনাক্তকৰণৰ ভিত্তি বছৰ কৰাৰ প্ৰস্তাৱ দিয়ে। ছাত্ৰ সন্থাই প্ৰধানমন্ত্ৰীৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰাত আলোচনা বিফল হয়।

তেল অৱৰোধ কাৰ্যসূচী চলি থকাত প্ৰধানমন্ত্ৰী উদ্বিগ্ন হয় আৰু তাৰ ওপৰত আলোচনা কৰাৰ বাবে বিভিন্ন দলৰ এখন ৰাজনৈতিক সন্মিলন পাতে (২ মাৰ্চ)। সন্মিলনে তেল অৱৰোধ কাৰ্যসূচী প্ৰত্যাহাৰ কৰাৰ বাবে ছাত্ৰ সন্থা তথা আন্দোলনকাৰীসকলক আহ্বান জনায়। কিন্তু, ছাত্ৰ সন্থাই ৰাজনৈতিক সন্মিলনৰ আহ্বান প্ৰত্যাখ্যান কৰাত প্ৰধান মন্ত্ৰীয়ে পুনৰ আলোচনা অনুষ্ঠিত কৰিলে। ৬ মাৰ্চত আছু আৰু ৯ মাৰ্চত সদৌ অসম গণ সংগ্ৰাম পৰিষদক সামৰি দুলানি আলোচনা অনুষ্ঠিত হ'ল। চৰকাৰৰ ফালৰ পৰা ১৯৭১ খ্ৰীষ্টাব্দ ভিত্তি বছৰ কৰাৰ প্ৰস্তাৱ আগবঢ়োৱা হয় যদিও আছু আৰু সদৌ অসম গণ সংগ্ৰাম পৰিষদ নিজৰ প্ৰস্তাৱত খামোচ মাৰি ধৰি থকাত আলোচনা ব্যৰ্থ হ'ল।

**প্ৰতিবিৰোধী আন্দোলন, চৰকাৰী দমন পীড়ন ব্যৱস্থাঃ**

অসম আন্দোলনত বাঙালী নাগৰিক বিধ্বস্ত, বিপৰ্যস্ত হোৱাৰ সূত্ৰ লৈ পশ্চিমবংগত কংগ্ৰেছ ছাত্ৰ পৰিষদে প্ৰতিবিৰোধী আন্দোলন আৰম্ভ কৰে। ২৪ মাৰ্চত (১৯৮০ খ্ৰীঃ) শিলিগুৰিত অসম অভিমুখী ৰে'ল আৰু পথ পৰিবহণ বন্ধ কৰা হয়। ফলত অন্যান্য দ্ৰব্যৰ লগতে খাদ্য সামগ্ৰীৰ যোগান বন্ধ হয়। 'তেল নিদিলে খাদ্য বন্ধ' অব্যাহত ৰখাৰ ভাবুকি দিয়ে। সাংবিধানিক অধিকাৰ ৰক্ষাৰ আহ্বান দি অসমৰ বাঙালী হিন্দু-মুছলিমসকলে জলেশ্বৰত অভিবৰ্তন পাতে (২৯-৩০ মাৰ্চ) সদৌ অসম সংখ্যালঘু ছাত্ৰ সন্থা (আমছু) আৰু যুৱ পৰিষদ গঠিত হয়। সংখ্যালঘু সংগঠনে বিদেশী নাগৰিকৰ চিনাক্তকৰণ আৰু বহিষ্কাৰৰ বিৰোধিতা কৰিবলৈ লয়।

এনে অৱস্থাত অসমৰ মুখ্য সচিবে ঘোষণা দিয়ে যে তেল অৱৰোধ কাৰ্যসূচী প্ৰত্যাহাৰ নকৰিলে আন্দোলনকাৰীৰ ওপৰত কঠোৰ ব্যৱস্থা লোৱা হ'ব। কিন্তু তেল অৱৰোধ ধৰ্মঘট বন্ধ নকৰাত অসমৰ গৱৰ্ণৰ এল পি সিঙে ৫ এপ্ৰিল তাৰিখে অসম অশান্ত অঞ্চল (উত্তৰ কাছাৰ বাদ দি) ঘোষণা কৰে। অশান্ত অঞ্চল সংশ্লিষ্ট আইন প্ৰবৰ্তন হোৱাত ৭ এপ্ৰিলত ল'ৰা-তিৰোতা সমন্বিতে ১৬,০০০ ধৰ্মঘটকাৰীক আটক কৰা হয়। অশান্ত অঞ্চল আইনে সৈনিকসকলক বিশেষ ক্ষমতা দিয়াৰ লগতে অসমীয়া লোকৰ ব্যক্তিগত অধিকাৰ খৰ্ব হ'ব বুলি আইনৰ সুৰক্ষা বিচাৰি উচ্চ ন্যায়ালত আবেদন জনোৱা হয়। (ব্যক্তিগত পৰ্যায়ত)। ৭ এপ্ৰিলত উচ্চ ন্যায়ালয়ে অশান্ত অঞ্চলত আইনৰ প্ৰয়োগ স্থাপিত কৰে আৰু ১০ দিনৰ ভিতৰত তাৰ আপীল কৰাৰ বাবে অনুমতি দিয়ে। চৰকাৰে উচ্চতম ন্যায়ালয়ত আপীল কৰে যদিও ই উচ্চ ন্যায়ালয়ৰ ৰায় বাহাল ৰাখিলে। এতেকে ৪ মাহ ধৰি চলা অৱৰোধ ধৰ্মঘট নিয়ন্ত্ৰণ কৰাৰ বাবে চৰকাৰে নিবাৰক নিৰোধ (প্ৰিভেণ্টিভ ডিষ্টেৰিউ ৰিটেনচন) জাৰি কৰি ৫০জনৰো অধিক আন্দোলনকাৰী নেতাক আটকাধীন কৰে (১৯ এপ্ৰিল)। ২০ এপ্ৰিলৰ পুৱাই সান্ধ্য আইন জাৰি কৰা হয় আৰু ২,৫০০ ধৰ্মঘটকাৰীক আটক কৰে। কিন্তু, সান্ধ্য আইন ভংগ কৰি হাজাৰ হাজাৰ আন্দোলনকাৰী নাৰেংগী পায়গে। কন্দুৱা গেছ, লাঠিচালনা কৰাৰ পিছত ক্ৰমে ধৰ্মঘটৰ প্ৰকোপ শাম কাটিবলৈ লয়।

ইয়াৰ পিছত আছু আৰু সদৌ অসম গণ সংগ্ৰাম পৰিষদে ঘোষণা কৰে যে ১০ মে'ৰ ভিতৰত (পিছলৈ ২০ মে') বিদেশী বহিষ্কাৰ নকৰিলে তেওঁলোকে নিজাববীয়াকৈ বিদেশী চিনাক্ত কৰিব। অসমৰ পৰা ৰপ্তানি হোৱা বাঁহ, কয়লা, কাঠ আদিৰ চালান বন্ধ কৰাৰ ব্যৱস্থা লয়। ২৮ এপ্ৰিলত 'অসহযোগ দিৱস' পালন কৰে। অসহযোগ আন্দোলনত সহযোগ কৰা ১০০জনৰো অধিক কৰ্মীক চৰকাৰে নিলম্বিত কৰে। ৫ মে'ত গুৱাহাটীত বহুসংখ্যক আন্দোলনকাৰীক আটক কৰা হয়। ভালেসংখ্যক ছাত্ৰনেতাক ৰাজ্যৰ বাহিৰৰ জে'লত আটক কৰি ৰখা হয়। ইতিমধ্যে আমছুৰ নেতৃত্বত প্ৰব্ৰজনকাৰী অধ্যুষিত অঞ্চলত প্ৰতিবিৰোধী জনসমাৱেশ

অনুষ্ঠিত হয়। ফলত সাম্প্ৰদায়িক উত্তেজনাৰ উদ্ৰেক হয়। বিদেশী অধিবাসীসকলে নগাঁও জিলাৰ কেইবাখনো গাঁৱত আক্ৰমণ চলাই অসমীয়া লোকৰ ঘৰ-দুৱাৰ ভস্মীভূত কৰে। ১০জনৰো অধিকৰ মৃত্যু ঘটে। ৩০০জনৰ জখম হয়। ৬ দিন ধৰি সাম্প্ৰদায়িক দুষ্কাৰ্য চলে। দুষ্কৃতিকাৰীসকলক দমন কৰাৰ বাবে পুলিচে গুলীবৰ্ষণ কৰিবলগীয়াত পৰে।

অসমৰ পৰিস্থিতি উদ্বেগজনক হোৱাত ৭টা ভাৰতীয় ৰাজনৈতিক দলৰ সভাই প্ৰস্তাৱ আগবঢ়ায় যে আন্দোলনৰ নেতৃত্বই পিকেটিং বন্ধ কৰি আলোচনাৰ পথ ল'ব লাগে। ৰাজনৈতিক দলৰ সঁজাতী দল এটাই নতুন দিল্লীলৈ গৈ প্ৰধানমন্ত্ৰীক সাক্ষাৎ কৰে। কিন্তু আন্দোলনৰ নেতৃত্ব সৈমান নহ'ল। আন্দোলন চলাই থাকিল। জুলাইৰ ২য় সপ্তাহত ৫,০০০ পিকেটিংকাৰীক আটক কৰাত আন্দোলনৰ নেতৃত্বই আলোচনাৰ চৰ্ত আৰোপ কৰিলে যে আটকাধীনসকলক মুকলি কৰি দি আলোচনাৰ প্ৰক্ৰিয়া ল'ব লাগে। কিন্তু ১৯৭১ চন ভিত্তি বছৰ হিচাপে নল'লে আলোচনাত নবহে বুলি প্ৰধানমন্ত্ৰীয়ে জনাই দিলে। অৱশেষ্যে মণিপুৰৰ মুখ্যমন্ত্ৰী দৰেন্দ্ৰ সিঙৰ মধ্যস্থতাত আগষ্ট মাহত আন্দোলনৰ নেতৃত্বই আলোচনাৰ বাবে আগবাঢ়ি আহিল। প্ৰথমে ইম্ফলত কেন্দ্ৰীয় চৰকাৰৰ বিষয়া আৰু আন্দোলনৰ নেতৃত্বৰ মাজত আলোচনা চলে। পিছত, শ্বিলঙত বহল আলোচনাত এগৰাকী কেন্দ্ৰীয় ৰাজ্যিক মন্ত্ৰীয়ে অংশগ্ৰহণ কৰে। আটকাধীন আন্দোলনকাৰীসকলক মুকলি কৰি দিয়াৰ বিনিময়ত কাঠ, বাঁহ, কয়লা আদিৰ অৱৰোধ উঠাই লোৱাৰ সিদ্ধান্ত লোৱা হয়। কিন্তু আন্দোলনৰ নেতৃত্বই প্ৰধানমন্ত্ৰীয়ে আগবঢ়োৱা ১৯৭১ চনৰ ভিত্তি বছৰ মানি নোলোৱাত আলোচনা ফলপ্ৰসূ নহ'ল। ইয়াৰ পিছত চৰকাৰে ৭জন ছাত্ৰ নেতাক আটক কৰে।

অক্টোবৰত গৃহমন্ত্ৰীয়ে বিদেশী নাগৰিকৰ চিনাক্তকৰণৰ বাবে অন্যান্য বৈধ নথি-পত্ৰৰ লগতে ১৯৫১ খ্ৰীষ্টাব্দৰ নাগৰিক পঞ্জীয়ন ব্যৱহাৰ কৰাৰ বাবে সন্মতি প্ৰকাশ কৰে। কিন্তু অসম আন্দোলনৰ নেতৃত্বই ১৯৬১-৭১ খ্ৰীষ্টাব্দৰ অন্তৰ্ভুক্ত বিদেশী নাগৰিকৰ বহিষ্কাৰৰ চৰ্ত আৰোপ কৰাত আলোচনা অনুষ্ঠিত কৰিব পৰা নহ'ল। পুনৰ বিদেশী সমস্যা সমাধানৰ দাবীত পিকেটিং চলিল। চৰকাৰে আভ্যন্তৰীণ নিৰাপত্তা জাৰি কৰি ১১জন নেতা আৰু অন্যান্য আইন মতে ৩০০জন পিকেটিংকাৰীক গ্ৰেপ্তাৰ কৰে।

ইতিমধ্যে ইন্দিৰা গান্ধীয়ে ৰাজ্যখনত এখন কংগ্ৰেছী চৰকাৰ গঠন কৰাৰ চেষ্টা চলায়। বিধানসভাৰ ৪৩জন অকংগ্ৰেছী বিধায়কে কংগ্ৰেছলৈ ফালি অহাত প্ৰধানমন্ত্ৰীয়ে চৈয়দা আনোৱাৰা টাইমুৰক চৰকাৰ গঠন কৰিবলৈ দিয়ে। তাত বাধা দিয়াৰ বাবে আন্দোলনৰ নেতৃত্বই বিধায়কসকলক গৃহবন্দী কৰি ৰাখিবলৈ কাৰ্যসূচী লয় (১ নৱেম্বৰ)। বিধায়কসকলৰ নিৰাপত্তাৰ বাবে চৰকাৰে অৰ্ধসামৰিক বাহিনী নিয়োগ কৰে। তেল অৱৰোধ কাৰ্যসূচীও চলি আছিল। তেল অৱৰোধকাৰীসকলক গ্ৰেপ্তাৰ কৰা হয়। সৈন্য বাহিনীৰ অভিযন্তা লগাই পাইপ লাইনেৰে খাৰুৱা তেল, পঠোৱাৰ ব্যৱস্থা লোৱা হয়। ১৮ ডিচেম্বৰৰ পৰা আছু আৰু সদৌ অসম গণ পৰিষদে ১৩ দিনীয়া সত্যাগ্ৰহত অংশগ্ৰহণ কৰি কাৰাবৰণ কৰে। আন্দোলন তুংগত উঠিল। চৰকাৰে দমন-পীড়ন চলালে। ১৪৪ ধাৰা ভংগ কৰি সত্যাগ্ৰহ চলাই যোৱাত বহু ঠাইত পৰিবেশ উত্তপ্ত হয়। পুলিচ আৰু অৰ্ধসামৰিক বাহিনীৰ গুলীত কেইবাজনো আন্দোলনকাৰীৰ মৃত্যু ঘটে। আন্দোলন প্ৰশমিত কৰাৰ বাবে চৰকাৰে সংবাদ মাধ্যমৰ ওপৰত চেন্সৰশ্বিপ প্ৰয়োগ কৰে।

৬ ডিচেম্বৰত চৈয়দা আনোৱাৰা টাইমুৰে মন্ত্ৰীসভা গঠন কৰে। ৮ ডিচেম্বৰত তেওঁ অসমবাসীৰ সহযোগ বিচাৰি বিবৃতি দিয়ে যে চৰকাৰে বিদেশী সমস্যাৰ সমাধান কৰিব। কিন্তু টাইমুৰৰ চৰকাৰ সংখ্যালঘু বুলি আন্দোলনৰ নেতৃত্বই তাৰ বিৰোধিতা কৰে। ২৪ মাৰ্চত (১৯৮০ খ্ৰীষ্টাব্দ) বিধানসভাত চৰকাৰৰ বিৰুদ্ধে অনাস্থা প্ৰস্তাৱ উত্থাপিত হয় যদিও চৰকাৰ পৰাজিত নহ'ল। জুনত বাঁওপন্থীসকলে টাইমুৰ চৰকাৰৰ প্ৰতি সমৰ্থন প্ৰত্যাহাৰ কৰাত টাইমুৰে পদত্যাগ কৰে (১৮ জুন)। অসম আকৌ ৰাষ্ট্ৰপতিৰ শাসনাধীন হ'ল। ডেৰ বছৰীয়া সক্ৰিয় আন্দোলন কৰি ৰাজ্যখন ভাগৰি পৰিছিল। এটা শিক্ষাবৰ্ষ হেৰোৱাৰ পিছত ছাত্ৰ-ছাত্ৰী শ্ৰেণীলৈ উভতিল। কিন্তু ৰাজনৈতিক কাৰ্যকলাপ চলি থাকিল। আন্দোলনৰ নেতৃত্বই বিদেশী নাগৰিকৰ চিনাক্তকৰণ আৰু বহিষ্কৰণৰ ব্যৱস্থা নল'লে পুনৰ আন্দোলন কৰাৰ ভাবুকি দিয়ে। কেন্দ্ৰীয় চৰকাৰে আন্দোলনৰ নেতৃত্বক আলোচনাৰ

মেজ্জত বহাৰ বাবে আমন্ত্ৰণ জনোৱাত ৫ লানি আলোচনা হ'ল। কিন্তু আন্দোলনৰ নেতৃত্বই চৰকাৰে আগবঢ়োৱা ১৯৭১ চনক ভিত্তি বছৰ হিচাপে গ্ৰহণ নকৰাত আলোচনা ব্যৰ্থ হয়।

১৯৮৩ খ্ৰীষ্টাব্দত সাংবিধানিক সংকট আহিল। কাৰণ অসমত ৰাষ্ট্ৰপতিৰ শাসন পুনৰ বঢ়োৱাৰ সাংবিধানিক বাধা আছিল। এখন নিৰ্বাচিত চৰকাৰ গঠনৰ বাবে ১৯৮৩ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰী মাহত প্ৰাদেশিক নিৰ্বাচন পতা হ'ল। কিন্তু অসম আন্দোলনৰ নেতৃত্বই ১৯৭৯ খ্ৰীষ্টাব্দত অনুষ্ঠিত সংসদীয় নিৰ্বাচনৰ সময়ত তোলা দাবীকে পুনৰ উত্থাপন কৰিলে যে ভোটাৰ তালিকাৰ পৰা বিদেশীৰ নাম কৰ্তন নকৰাকৈ নিৰ্বাচন পতা অবৈধ। এতেকে আন্দোলনৰ নেতৃত্বই নি ৰ্বাচন বৰ্জনৰ ঘোষণা দিলে। কংগ্ৰেছ আৰু বাঁওপন্থীৰ বাহিৰে আনবোৰ পাৰ্টিয়ে নিৰ্বাচনত অংশগ্ৰহণ নকৰাৰ সিদ্ধান্ত ল'লে। মনোনয়ন-পত্ৰ দাখিল কৰাৰ পিছত অসমৰ পৰিস্থিতি বেয়াৰ ফালে ঢাল খায়। বিভিন্ন ঠাইত সাম্প্ৰদায়িক সংঘৰ্ষৰ সূত্ৰপাত হ'ল। এই সংঘৰ্ষ হিন্দু মুছলমান বা অসমীয়া-বাঙালীৰ মাজতে সীমাবদ্ধ নাথাকিল। স্থানীয় বাসিন্দাৰ মাজত কিছু পৰিমাণে গোষ্ঠীগত সংঘৰ্ষ আৰম্ভ হ'ল। নেলী, গহপুৰ আদি ঠাইত ভয়ানক হত্যাকাণ্ড সংঘটিত হ'ল। এদিনতে পাঁচ হাজাৰতকৈ অধিক লোকে প্ৰাণ হেৰুৱালে।

কংগ্ৰেছে বিনা প্ৰতিদ্বন্দ্বতাই বা অতি নগণ্য সংখ্যক ভোট পাই জয়লাভ কৰিলে। পূৰ্বৰ শৰৎ সিংহ মন্ত্ৰীসভাৰ গৃহমন্ত্ৰী হিতেশ্বৰ শইকীয়াই মন্ত্ৰীসভা গঠন কৰে। কিন্তু আন্দোলনৰ নেতৃত্বই চৰকাৰখনক অবৈধ আখ্যা দিলে। অবৈধ ভোটাৰ তালিকাৰে অনুষ্ঠিত কৰা নিৰ্বাচন অবৈধ আৰু নিৰ্বাচিত চৰকাৰো অবৈধ বুলি ঘোষণা দিয়া হ'ল। অসমীয়া জনগোষ্ঠীখিনিয়ে বিদেশী বিতাড়ন আন্দোলনৰ নেতৃত্বৰ ওপৰত তেতিয়ালৈকে আস্থা ৰাখি আছিল। আন্দোলনৰ সময়ত নেতা আৰু সংবাদ মাধ্যমে পৰিৱেশন কৰা বিৰাট সংখ্যক বিদেশী প্ৰব্ৰজনকাৰীৰ উপস্থিতিয়ে অসমীয়াৰ অস্তিত্বৰ সংকট অনাটোৱে স্বাভাৱিক বুলি অসমীয়াসকলে নিশ্চিত হৈ নিৰ্বাচন বৰ্জনত সমৰ্থন দিছিল। অতি নগণ্য সংখ্যক ভোটাৰেহে (কংগ্ৰেছ আৰু বাঁওপন্থীৰ সমৰ্থক) ভোটাধিকাৰ সাব্যস্ত কৰিছিল। কিন্তু নেলী-গহপুৰৰ সাম্প্ৰদায়িক হত্যাকাণ্ডই আন্দোলন কিছু পৰিমাণে নিষ্প্ৰভ কৰি তুলিছিল। আনহাতে ৰাজনীতিক শইকীয়াৰ কূটনৈতিক পদক্ষেপে আন্দোলনটো ক্ৰমশঃ দুৰ্বল কৰি আনিছিল। কেন্দ্ৰীয় চৰকাৰৰ লগত আলোচনাত বহাৰ বাবে আন্দোলনৰ নেতৃত্ব সন্মত হৈছিল। ইন্দিৰা গান্ধীয়ে আন্দোলনৰ নেতৃত্বক আলোচনাৰ বাবে আমন্ত্ৰণ দিব ধৰিলে। কিন্তু আলোচনা বিষয়া পৰ্যায়তে ৰাখিলে। আন্দোলনৰ নেতৃত্ব বিদেশী সমস্যাটো বিশ্বাসযোগ্যভাৱে উপস্থাপন কৰাত সফল নহ'ল। কাৰ্যকৰী সভাত আলোচনা নকৰাকৈ চৰকাৰে আগবঢ়োৱা প্ৰস্তাৱ গ্ৰহণ বা বৰ্জন কৰিব নোৱাৰিলে। স্মৰ্তব্য যে প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে ১৯৬৭ খ্ৰীষ্টাব্দ ভিত্তি বছৰ কৰি প্ৰচলিত বিদেশী আইনৰ সহায়ত বিদেশী বহিষ্কাৰ কৰাৰ প্ৰস্তাৱ দিছিল। আলোচনাৰ মাজত বহা নেতাসকলে ইতিবাচক মনোভাব প্ৰকাশ কৰিছিল যদিও কাৰ্যনিৰ্বাহকে তাক গ্ৰহণ নকৰিলে।

ইন্দিৰা গান্ধীৰ হত্যাকাণ্ডৰ পিছত ৰাজীৱ গান্ধী ভাৰতৰ প্ৰধানমন্ত্ৰী হয়। তেওঁ অসমৰ বিদেশী সমস্যাৰ ওৰ পেলোৱাৰ উদ্যোগ ল'লে। আনহাতে অসম আন্দোলনৰ নেতৃত্বৰ ইয়াৰ এটা সন্মানজনক সামৰণি মৰাটোৱে এটা সমস্যা হৈ পৰিছিল। গতিকে ভিত্তি বছৰ হিচাপে ১৯৫১ চনৰ পৰা নামি নহা অসম আন্দোলনৰ নেতৃত্বই আন্তঃৰাষ্ট্ৰীয় চুক্তি, সাংবিধানিক আৰু ন্যায়িক বিধি-বিধান, ৰাষ্ট্ৰীয়-পৰ্যায়ৰ কূটনৈতিক বুজাপৰা আৰু মানৱতাৰ ওপৰত গুৰুত্ব দি বিদেশী আন্দোলনৰ পৰিসমাপ্তি ঘটোৱাৰ বাবে কেন্দ্ৰীয় চৰকাৰৰ লগত চুক্তি স্বাক্ষৰ কৰিলে (মাৰ্চ, ১৯৮৫ খ্ৰীঃ)। বিদেশী চিনাক্তকৰণৰ বাবে ১৯৬৬ খ্ৰীষ্টাব্দৰ ১লা জানুৱাৰীক ভিত্তি বছৰ হিচাপে গ্ৰহণ কৰিলে। তাৰ আগতে যিসকল বিদেশী অনুপ্ৰবেশ কৰিছিল আৰু ১৯৬৭ খ্ৰীষ্টাব্দৰ ভোটাৰ তালিকাৰ অন্তৰ্ভুক্ত হৈছিল, সেই সকল নিয়মীয়া কৰা হ'ব; তাৰ পিছত ১৯৭১ খ্ৰীষ্টাব্দৰ বিদেশী আইন আৰু ১৯৬৪ খ্ৰীষ্টাব্দৰ ট্ৰিবুনেলৰ ৰায় অনুসৰি চিনাক্ত কৰি ভোটাৰ তালিকাৰ পৰা বাদ দিয়া হ'ব; ১০ বছৰ পিছত নিয়মানুযায়ী তেওঁলোকক ভোটাধিকাৰ দিয়া হ'ব। আইনগতভাৱে ১৯৭১ খ্ৰীষ্টাব্দৰ ২৫ মাৰ্চৰ পিছত অহা বিদেশীক চিনাক্ত কৰি বহিষ্কাৰ কৰা হ'ব; চিনাক্তকৰণৰ বাবে আই এম ডি টি (১৯৮৩ খ্ৰীঃ) গ্ৰহণ কৰা হ'ব।

এই চুক্তিত চহী কৰি (১৫ আগষ্ট, ১৯৮৫ খ্ৰীঃ) অসম আন্দোলনৰ নেতৃত্বই আন্দোলন প্ৰত্যাহাৰ কৰিলে। অৱশ্যে, আন্দোলনত অংশ গ্ৰহণকাৰী যিসকল চাকৰিয়ালৰ ওপৰত শাস্তিমূলক ব্যৱস্থা লোৱা হৈছে, তাৰ পৰা ৰেহাই দিয়াৰ বাবে বিবেচনা কৰিবলৈ। আন্দোলনত মৃত্যুবৰণ কৰা পৰিয়ালক আৰ্থিক সাহায্য আৰু আন্দোলনৰ বাবদ প্ৰতিযোগিতামূলক পৰীক্ষাত বহিব নোৱৰা প্ৰাৰ্থীসকলৰ বয়সৰ সীমা বৃদ্ধি কৰাত চৰকাৰ পক্ষ (প্ৰাদেশিক আৰু কেন্দ্ৰীয়) সন্মত হ'ল।

চুক্তি স্বাক্ষৰ আলোচনাত বুজাপৰা মতে মুখ্যমন্ত্ৰী শইকীয়াই পদত্যাগ কৰিলে আৰু ১৯৮৫ খ্ৰীষ্টাব্দত প্ৰাদেশিক নিৰ্বাচন অনুষ্ঠিত হ'ল। ছাত্ৰ আন্দোলনৰ নেতৃবৃন্দই জাতীয়তাবাদী শিবিৰৰ লগ লাগি অসম গণ পৰিষদ নামেৰে ৰাজনৈতিক দল এটি গঠন কৰি নিৰ্বাচনত নামিল। স্মৰ্তব্য যে ছবছৰীয়া আন্দোলনৰ নেতৃত্বই বিদেশীৰ নাম অন্তৰ্ভুক্ত ভোটাৰ তালিকা অশুদ্ধ আৰু অশুদ্ধ ভোটাৰ তালিকাৰে অনুষ্ঠিত দুটাকৈ নিৰ্বাচন (কেন্দ্ৰীয় আৰু প্ৰাদেশিক) অবৈধ ঘোষণা কৰি বৰ্জন কৰিছিল। অথচ বিদেশীৰ নাম অন্তৰ্ভুক্ত ভোটাৰ তালিকাৰে অনুষ্ঠিত আন এক নিৰ্বাচনত (১৯৮৫ খ্ৰীঃ) নামি অগপই স্ববিৰোধ প্ৰদৰ্শন কৰি সুবিধাবাদী ৰাজনীতিত ভাগ দিলে। অৱশ্যে বিদেশী বিতাড়নৰ ইছু লৈ দুটা আঞ্চলিক দল গঠন হ'ল। চৰকাৰ গঠন কৰিব পাৰিলে বিদেশী খেদিব বুলি আন্দোলনকাৰী অসমীয়াসকলে অগপক ভোট দিলে আৰু প্ৰফুল্ল কুমাৰ মহন্তৰ অগপ চৰকাৰ গঠন হ'ল। বিদেশী বিতাড়নৰ প্ৰশ্নতকৈ আঞ্চলিকতাবাদী ৰাজনীতিয়ে প্ৰাধান্য বিস্তাৰ কৰিলে। 'সোণৰ অসম' গঠনৰ প্ৰতিশ্ৰুতি দি বিদেশী বিতাড়ন কৰিবলৈ আন্দোলন কৰি ছহিদ(ছশ)সকলৰ স্মৃতিসৌধ নিৰ্মাণ কৰি বিষয়টো থাপিথুপি ট্ৰিবুনেলৰ হাতত এৰি দিলে। ৰাজনৈতিক ক্ষমতা, অৰ্থনৈতিক সমতা, অৰ্থনৈতিক উন্নতি আৰু সামাজিক ন্যায়ৰ ওপৰত ভিত্তি কৰি এখন শোষণমুক্ত প্ৰগতিশীল সমাজ (ৰাজ্য) গঠনৰ বাবে আঞ্চলিক আন্তঃগাঁথনি গঢ়ি তোলাৰ ঘোষণা দিলে। কিন্তু অগপ চৰকাৰে ৰাজ্যখনৰ বাবে কোনো নতুনত্ব দেখুৱাব নোৱাৰিলে। বৰঞ্চ নেতাসকলে সুবিধাবাদী ৰাজনৈতিক চৰিত্ৰ গ্ৰহণ কৰি দুৰ্নীতিৰ অভিযোগত লিপ্ত হ'ল। ফলত পৰৱৰ্তী নিৰ্বাচনত (১৯৯১ খ্ৰীঃ) অগপ দল চৰকাৰ ক্ষমতাৰ পৰা অপসাৰিত হ'ল। কংগ্ৰেছ পুনৰ ক্ষমতালৈ আহিল। হিতেশ্বৰ শইকীয়াই মন্ত্ৰীসভা গঠন কৰিলে। শইকীয়াই অগপ শাসনকালত শীৰ্ষ বিন্দু পোৱা জনজাতীয় আন্দোলনৰ মোকাবিলা কৰাৰ উদ্যোগ লয়। ১৯৯৩ খ্ৰীষ্টাব্দৰ ৫ এপ্ৰিলত বড়ো স্বায়ত্তশাসন দিয়া হয়। ১৯৯৫ খ্ৰীষ্টাব্দত মিছিং, ৰাভা হাছং আৰু তিৱাক স্বায়ত্তশাসন দিয়া হয়। শইকীয়াই অগপ শাসন কালত গা কৰি উঠা অসমৰ বিচ্ছিন্নতাবাদী আন্দোলন প্ৰশমিত কৰাৰ চেষ্টা কৰে। এন ডি এফ বি আৰু আলফাৰ কিছুসংখ্যক বিপ্লৱীয়ে আত্মসমৰ্পণ কৰি মুল সুঁতিলৈ ঘূৰি আহে। সেইসকলৰ পুনৰ্সংস্থাপনৰ ব্যৱস্থা লোৱা হয়। পিছে কংগ্ৰেছ চৰকাৰখনৰ বিৰুদ্ধেও জাতীয়তাবাদী শিবিৰে দুৰ্নীতিৰ অভিযোগ তোলে। দীৰ্ঘদিন ধৰি শাৰীৰিক অসুস্থতা সত্বেও সক্ৰিয় ৰাজনীতি কৰি থকা শইকীয়াই ১৯৯৫ খ্ৰীষ্টাব্দৰ প্ৰাদেশিক নিৰ্বাচনৰ প্ৰাকমুহূৰ্তত মৃত্যুবৰণ কৰে। নিৰ্বাচনত কংগ্ৰেছ চৰকাৰৰ পৰাজয় ঘটে। অসম গণ পৰিষদৰ নেতৃত্বত অগপ মৰ্চা চৰকাৰ গঠন হয়। প্ৰফুল্লকুমাৰ মহন্ত পুনৰ মুখ্যমন্ত্ৰী হয়। কিন্তু চৰকাৰখন পূৰ্বৰদৰে দুৰ্নীতিৰ অভিযোগত পৰিল। এল অ' চি, স্কেণ্ডেল ওলাল। শিক্ষকৰ চাকৰি বিক্ৰীৰ ব্যাপক দুৰ্নীতি আৰু আলফাকেন্দ্ৰিক গুপ্তহত্যাৰ বাতৰিয়ে সংবাদ মাধ্যমৰ শিৰোনামা দখল কৰিলে। জনৰোষত পৰি ২০০১ খ্ৰীষ্টাব্দৰ নিৰ্বাচনত অগপ মৰ্চা চৰকাৰ পৰাজিত হ'ল। তৰুণ গগৈৰ নেতৃত্বত কংগ্ৰেছ চৰকাৰ গঠন হ'ল। ২০০৬ খ্ৰীষ্টাব্দৰ নিৰ্বাচনতো আঞ্চলিক দলটো হাৰিল। কংগ্ৰেছে বিটিচিৰ জনগোষ্ঠীয় হাগ্ৰামা পন্থী বিধায়কৰ সমৰ্থনত চৰকাৰ গঠন কৰিলে। তৰুণ গগৈ দ্বিতীয়বাৰৰ বাবে অসমৰ মুখ্যমন্ত্ৰী হ'ল।

**পাৰ্বত্য আঞ্চলিক ৰাজনীতি আৰু স্বৰাজ্য গঠন ঃ**

অসমৰ অন্তৰ্গত পাৰ্বত্য জনজাতীয় লোকসকল বিংশ শতিকাৰ চল্লিছৰ দশকলৈকে প্ৰায় আদিম অৱস্থাত আছিল। নিত্য ব্যৱহাৰ্য বস্তুৰ আদান-প্ৰদানৰ বাবে তেওঁলোকে যদিও নামনিৰ হাট-বজাৰলৈ আহ-যাহ কৰিছিল আৰু সীমিতভাৱে নামনিৰ লগত অৰ্থনৈতিক সম্পৰ্ক ৰক্ষা কৰিছিল, তথাপি তেওঁলোকৰ সামাজিক সম্পৰ্ক ঘাইকৈ নিজ নিজ ফৈদৰ

মাজতে আবদ্ধ আছিল। বিভিন্ন ফৈদৰ মাজত তীব্ৰ অন্তৰ্বিৰোধ আছিল, যাৰ ফলত বিভিন্ন ফৈদৰ মাজত যুঁজ-বাগৰ লাগিছিল। তেওঁলোকৰ গোষ্ঠীগত পৰিচয় কিভাৱে স্বীকৃত আছিল, তাক জনা নাযায়। নামনিৰ অজনজাতীয় লোকেহে তেওঁলোকৰ পৰিচয় বা নাম নিৰ্ধাৰণ কৰা বুলি জনা যায়। নগা, কুকি, আবৰ, লুচাই-গাৰো আদি গোষ্ঠীগত পৰিচয় নামনিৰ লোকে দিয়া পৰিচয় বা নাম। আৰ্থ-সামাজিক বিৱৰ্তনৰ কোনো এক পৰ্যায়ত তেনে পৰিচয়ৰে তেওঁলোকৰ মাজত গোষ্ঠী চেতনাৰ সামাজিক ৰাজনৈতিক উত্তৰণ ঘটে, আৰু ক্ৰমে ক্ৰমে তাৰ পৰিসৰ বৃদ্ধি হৈ আঞ্চলিক- ৰাজ্যক্ষেত্ৰিক ৰূপ পৰিগ্ৰহ কৰে অৰ্থাৎ নিৰ্দিষ্ট গোষ্ঠীভিত্তিক ৰাজ্য খণ্ডৰ অৱস্থিতি ৰাজনৈতিকভাৱে স্বীকৃত হয়। পাৰ্বত্য ৰাজ্য গঠনৰ এই পৰিক্ৰমাকে পাৰ্বত্য আঞ্চলিক ৰাজনীতি বুলি অভিহিত কৰিব পাৰি। পাৰ্বত্য অধিবাসীসকলৰ ৰাজ্য গঠনৰ এই প্ৰক্ৰিয়া বৃটিছ শাসনৰ ফলশ্ৰুতি আছিল।

পোনতে বৃটিছে আভ্যন্তৰীণ সীমাৰেখা বা বেষ্টনী সৃষ্টি কৰি পাৰ্বত্য জনজাতীয় লোকক সুৰক্ষা দিয়াৰ নামত মূল সুঁতিৰ পৰা বিচ্ছিন্ন কৰি ৰখাৰ যি নীতি গ্ৰহণ কৰিছিল, তাক 'বিভাজন কৰি শাসন কৰাৰ' অন্যতম সাম্ৰাজ্যবাদী নীতি বুলি ল'ব পাৰি। ১৯৩৭ খ্ৰীষ্টাব্দলৈকে পাৰ্বত্য অঞ্চল অনগ্ৰসৰ অঞ্চল হিচাপে শাসন কৰা হয়। ১৯৩৫ খ্ৰীষ্টাব্দৰ সংস্কাৰ আইন প্ৰৱৰ্তন কৰাৰ পিছত (১৯৩৭ খ্ৰীষ্টাব্দৰ পৰা) পাৰ্বত্য অঞ্চলৰ শাসন দুই প্ৰকাৰৰ হ'ল। মিজো পাহাৰ, নগা পাহাৰ, উত্তৰ কাছাৰ পাহাৰ আৰু উত্তৰ-পূব খণ্ড (নেফা) বহিৰ্ভূত অঞ্চল, অৰ্থাৎ মন্ত্ৰীসভা বা মন্ত্ৰীৰ শাসনৰ বহিৰ্ভূত কৰা হ'ল। গাৰো, খাছি, জয়ন্তীয়া পাহাৰ অঞ্চল আংশিকভাৱে বহিৰ্ভূত অঞ্চল কৰা হ'ল। দুয়ো অঞ্চলতে কাৰ্যতঃ গৱৰ্ণৰৰ শাসন চলিছিল। আৱশ্যক হ'লে, প্ৰচলিত আইনৰ কোনো বিধি গৱৰ্ণৰেহে প্ৰচলন কৰিছিল।

তৎসত্ত্বেও প্ৰশাসনীয় ব্যৱস্থাৰ ওপৰত ভিত্তি কৰি যেনে— জিলা, সংমণ্ডল, ৰাজহ চক্ৰ, পুলিচ থানা আদিক ভিত্তি কৰি জনজাতীয় গোষ্ঠীৰ মাজত বহল পৰিসৰত সামাজিক অস্তিত্বৰ ধাৰণা এটাৰ জন্ম হয়। প্ৰশাসনিক কেন্দ্ৰবিলাকত প্ৰতিষ্ঠিত সৰু-সুৰা ব্যৱসায় কেন্দ্ৰ, আধুনিক শিক্ষাৰ বিস্তাৰ, খৃষ্টান ধৰ্মৰ ব্যাপক প্ৰসাৰতা আৰু চৰকাৰী চাকৰি-বাকৰিৰ জৰিয়তে জনজাতীয় লোকৰ মাজত পৰস্পৰ সম্পৰ্ক স্থাপন হয় আৰু সময়ত ইয়ে ৰাজনৈতিক আশা-আকাংক্ষাৰ জন্ম দিয়ে। শিক্ষা-দীক্ষা, চাকৰি-বাকৰি, সৰু-সুৰা ব্যৱসায় বাণিজ্য আৰু ব্যক্তিগত সম্পত্তি আহৰণৰ ফলত জনজাতীয় অধিবাসীসকলৰ মাজত এটি মধ্যবিত্ত শ্ৰেণীৰ জন্ম হয়। এওঁলোকে অগ্ৰণী ভূমিকা লৈ বিভিন্ন জনজাতীয় সংস্থা গঠন কৰে। ইতিমধ্যে মিছনেৰীসকলৰ চেষ্টাত পাৰ্বত্য অঞ্চলত পশ্চিমীয়া শিক্ষাৰ এনে সম্প্ৰসাৰণ হয় যে জনজাতীয়সকলৰ অধিক সংখ্যক লোক শিক্ষিত হৈ উঠে। ৰোমান হৰফত জনজাতীয় কথা ভাষাৰ প্ৰভূত উৎকৰ্ষ সাধন কৰা হয়। ফলত জনগোষ্ঠীয় বিভিন্ন লোকৰ মাজত ভাব-ভাষাৰ বিনিময় ঘটে আৰু সংহতি স্থাপন হয়। ই ৰাজনৈতিক সচেতনতাৰো জন্ম দিয়ে। তেওঁলোকৰ মাজত স্বৰাজ্য গঠনৰ আকাংক্ষা জাগি উঠে।

খাছি-জয়ন্তীয়া পাহাৰতে প্ৰথমে ৰাজনৈতিক উন্মেষ ঘটে। ইয়াৰ কাৰণো নোহোৱা নহয়। ১৮৭৪ খ্ৰীষ্টাব্দত শ্বিলঙত অসমৰ ৰাজধানী স্থাপন হয়। খাছিসকলৰ ওপৰত দেশৰ ৰাজনৈতিক কাৰ্যকলাপৰ প্ৰভাৱ পৰে। উল্লেখ্য যে বৃটিছ শাসনৰ পূৰ্বে খাছি পাহাৰত ৰাজ্য গঠনৰ প্ৰক্ৰিয়া আৰম্ভ হয়। আংশিকভাৱে নিৰ্বাচিত আৰু আংশিকভাৱে উত্তৰাধিকাৰ সূত্ৰে ক্ষমতা প্ৰাপ্ত ২৫গৰাকী চৰ্দাৰৰ দৰবাৰ শাসন ব্যৱস্থা চলিছিল। ৰাজনৈতিক সংগঠন হিচাপে ১৯০০ খ্ৰীষ্টাব্দত জয়ন্তীয়া দৰবাৰ, ১৯২৩ খ্ৰীষ্টাব্দত খাছি জাতীয় দৰবাৰ আৰু ১৯৩৪ খ্ৰীষ্টাব্দত খাছি ৰাজ্যিক ফেডাৰেছন স্থাপন কৰা হয়।

সামাজিক প্ৰশাসনিক সমস্যাৰ আলোচনা-বিলোচনাৰ বাবে ১৯১৮ খ্ৰীষ্টাব্দতে চৰকাৰী বিষয়া আৰু গাঁৱৰ মুখ্য লোকসকলক লৈ নগাপাহাৰত এটি ক্লাব গঠন কৰা হয়। এই ক্লাবৰে যোগেদি নগা পাহাৰত ৰাজনৈতিক চেতনা বিস্তাৰিত হোৱা দেখা যায়। ভাৰত শাসনৰ সাংবিধানিক সংস্কাৰ সাধনৰ বাবে গঠন কৰা ছাইমন কমিছনে অসম ভ্ৰমণ কৰাৰ সময়ত এই ক্লাবে মতপোষণ কৰে যে নগাসকলক সংস্কাৰ আঁচনিৰ বহিৰ্ভূত কৰি ৰাখিব লাগে। ইয়াৰ পৰা এই কথা স্পষ্ট হৈ পৰে যে নগাসকল ইতিমধ্যে

ৰাজনৈতিকভাৱে স্বতন্ত্ৰতা ৰক্ষাৰ বাবে সচেতন হৈ পৰিছিল। অৱশ্যে কুৰি শতিকাৰ ত্ৰিশৰ দশকৰ আৰম্ভণিতে জনজাতীয় ৰাজনীতিৰ মূল বিষয় আছিল প্ৰস্তাৱিত সংস্কাৰ আইন আৰু ৰাজ্যিক বিধানসভাত জনজাতীয় লোকৰ প্ৰতিনিধিত্বৰ প্ৰশ্ন। ১৯৩৫ খ্ৰীষ্টাব্দৰ ভাৰত আইন অনুসৰি অসমৰ ৰাজধানী শ্বিলং সমষ্টিৰ বাহিৰে অসম বিধানসভাত আন পাৰ্বত্য অঞ্চলৰ প্ৰতিনিধিত্ব নাছিল।

কুৰি শতিকাৰ চল্লিছৰ দশকত অসমৰ পাৰ্বত্য জিলা পৰ্যায়ত ভালেমান ৰাজনৈতিক সংস্থাৰ জন্ম হয়। ১৯৪৫ খ্ৰীষ্টাব্দত নগা পাহাৰ জিলা জনজাতীয় কাউন্সিল গঠন হয়। বৃটিছ বিষয়া স্বয়ং জিলাধিপতিয়ে তাত অনুপ্ৰেৰণা আগবঢ়াইছিল। পিছৰ বছৰত সংগঠনটোৰ নগা নেচনেল কাউন্সিল নাম ৰখা হয়। এই বছৰতে গাৰো নেচনেল কাউন্সিল আৰু মিজো ইউনিয়ন গঠন কৰা হয়। কাউন্সিল গঠনৰ প্ৰক্ৰিয়াত আঞ্চলিক ৰাজ্যভেদে বিভিন্ন জনজাতীয় গোষ্ঠীৰ মাজত ফেডাৰেচনৰ ধাৰণা নিহিত আছিল যেন লাগে। জাতি সমস্যা বা বৃহৎ জাতি গঠনৰ মাৰ্ক্সীয়ে কমিউনিষ্ট সূত্ৰই শিক্ষিতসকলৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰাতো অস্বাভাৱিক নহয়। কাৰণ তদানীন্তন ৰাছিয়াত স্বতন্ত্ৰ ৰাজ্যসমূহক লৈ ছোভিয়েট ইউনিয়ন গঠিত হৈছিল।

দ্বিতীয় বিশ্বযুদ্ধৰ পিছত ভাৰতীয়সকলৰ হাতলৈ ক্ষমতা হস্তান্তৰৰ কথা ওলাইছিল। তেনেতে এচাম বৃটিছ বিষয়া আৰু আন কিছুমান লোকে অনাহূতভাৱে উত্তৰ-পূব আৰু ব্ৰহ্মদেশৰ পাৰ্বত্য অঞ্চল লগ লগাই বৃটিছ ৰাজমুকুটৰ তলত এখন উপনিবেশ (ক্ৰাউন কলনি) স্থাপন কৰাৰ প্ৰস্তাৱ আনে। উত্তৰ-কাছাৰ, নগা পাহাৰ আৰু মিজোৰামৰ জনজাতীয় শিক্ষিতসকলক আকৃষ্ট কৰাৰ কাৰণে জিলা পৰ্যায়ত ৰাজনৈতিক সংগঠনৰ প্ৰস্তুতি লোৱা হৈছিল। কিন্তু, ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈ বৃটিছ সাম্ৰাজ্যবাদবিৰোধী সংগ্ৰাম জনসমৰ্থিত হোৱাৰ সময়ত বৃটিছ বিষয়াই যি বিচ্ছিন্নতাবাদী পৰিকল্পনা লৈছিল, তাত পাৰ্বত্য জনজাতীয়সকলে সমৰ্থন নজনালে। সেয়ে হ'লেও বৃটিছ আমোলাৰ পৰিকল্পিত এখন বিভিন্ন পাৰ্বত্য ৰাষ্ট্ৰ গঠনৰ ৰাজনৈতিক ধাৰা এটা ভৱিষ্যতলৈ থাকি গ'ল বুলি ক'ব পাৰি। আনহাতে বৃটিছ শাসকৰ আশীৰ্বাদত জনজাতীয়সকলৰ মনত ভৈয়াম বিদ্বেষী ভাবধাৰা এটাৰ সূত্ৰপাত হ'ল। স্বৰাজ্য আৰু স্বায়ত্তশাসনৰ দাবী উত্থাপিত হ'ল। এতেকে স্বাধীনতা লাভৰ সময়ত পাৰ্বত্য ৰাজনৈতিক সংগঠনসমূহৰ মাজত দুটা মতাদৰ্শৰ বিস্তাৰ ঘটিল। এভাগে মূল ভূখণ্ডৰ লগত থাকি স্বায়ত্তশাসন লাভৰ পোষকতা কৰে; আনভাগে ফালি গৈ স্বৰাষ্ট্ৰ গঠনৰ পোষকতা কৰে। উল্লেখ্য যে ভাৰতে স্বাধীনতা লাভৰ আগদিনা নগা নেছনেল কাউন্সিলে নাগালেণ্ডৰ স্বাধীনতা ঘোষণা কৰে। পণ্ডিত জৱাহৰলাল নেহৰুৱে নগাসকলৰ বিচ্ছিন্নতাৰ দাবী মানি নল'লে। আন্দোলন দমন কৰাৰ বাবে সৈন্যবাহিনী নিয়োগ কৰা হ'ল।

ভাৰতীয় ৰাষ্ট্ৰীয় নেতাসকল জনজাতীয়সকলৰ সমস্যা তথা দাবীৰ প্ৰতি উদাসীন নাছিল। সংবিধান ৰচনা কৰাৰ সময়ত জনজাতীয় সমস্যাৰ ওপৰত সাংবিধানিক ব্যৱস্থা লোৱাৰ বাবে সংবিধান সভাই এখন কমিটী গঠন কৰি দিয়ে। এই কমিটীৰ অধ্যক্ষ আছিল চৰ্দাৰ বল্লভভাই পেটেল। গোপীনাথ বৰদলৈক অধ্যক্ষ হিচাপে লৈ পূৰ্বাঞ্চলৰ জনজাতীয় সমস্যা সাপেক্ষে পৰামৰ্শ দিবলৈ এখন উপ-সমিতি গঠন কৰা হয়। এই সমিতিৰ পৰামৰ্শৱলী সামৰি সংবিধানৰ ষষ্ঠ অনুসূচীত পাৰ্বত্য জনজাতীয় লোকক পৰ্যাপ্ত পৰিমাণে অধিকাৰ দি স্বায়ত্তশাসিত জিলা পৰিষদ গঠন কৰাৰ ব্যৱস্থা দিয়া হ'ল। আনহাতে স্বায়ত্তশাসিত অঞ্চলৰ পৰা ৰাজ্যিক বিধানসভা আৰু কেন্দ্ৰীয় সংসদলৈ প্ৰতিনিধি নিৰ্বাচিত কৰাৰো অধিকাৰ দিয়া হ'ল। নগাপাহাৰৰ বাহিৰে আন আন পাৰ্বত্য অঞ্চলে এই সাংবিধানিক ব্যৱস্থাত সম্মতি দিলে। ৬ষ্ঠ অনুসূচী মতে ১৯৫২ খ্ৰীষ্টাব্দত নৰ্থ কাছাৰ আৰু মিকিৰ পাহাৰ (সম্প্ৰতি কাৰ্বি আংলং), লুচাই পাহাৰ (মিজোৰাম), সংযুক্ত খাছি আৰু জয়ন্তীয়া পাহাৰ আৰু গাৰো পাহাৰত জিলা কাউন্সিল গঠিত হ'ল। তাৰ পিছত জয়ন্তীয়া জিলা কাউন্সিল গঠিত হয়। এইদৰে পাৰ্বত্য অঞ্চলত স্বায়ত্তশাসন দিয়া হয়। ১৯৫২ খ্ৰীষ্টাব্দত নগা নেচনেল কাউন্সিলৰ নেতৃত্বত নগাসকলে বিদ্ৰোহ ঘোষণা কৰি এখন সমান্তৰাল চৰকাৰ গঠন কৰিলে। কেন্দ্ৰীয় চৰকাৰে কঠোৰভাৱে নগা বিদ্ৰোহ দমন কৰিবলৈ ল'লে। নগাসকলৰ এচামে সকলো নগাৰ অভিবৰ্তন পাতি (অল ট্ৰাইবছ নগা পিপলছ কনভেনছন) নগা জিলা আৰু উত্তৰ-পূব খণ্ডৰ

টুৱেনচাং লগ লগাই কেন্দ্ৰীয় বৈদেশিক মন্ত্ৰালয়ৰ তত্ত্বাৱধানত এটি নতুন প্ৰশাসনীয় গোট গঠন কৰাৰ বাবে দাবী জনায়। এই দাবী সাপেক্ষে কেন্দ্ৰীয় চৰকাৰে কহিমা, মোককচাং আৰু টুৱেনচাং লগ লগাই এটি প্ৰশাসনীয় অঞ্চল গঠন কৰিলে (১ ডিচেম্বৰ, ১৯৫৭ খ্ৰীঃ)। নগা বিদ্ৰোহী কাৰ্যকলাপৰ অন্তনপৰা কেন্দ্ৰীয় চৰকাৰে নগাসকলক পৃথক ৰাজ্য দিয়াৰ কথা বিবেচনা কৰে। ১৯৬২ খ্ৰীষ্টাব্দত সংবিধানৰ সংশোধন ঘটাই নাগালেণ্ডক ভাৰত গণৰাজ্যৰ আন এখন ৰাজ্যত পৰিণত কৰিলে। কিন্তু, নগা নেচনেল কাউন্সিল তাত সন্তুষ্ট নহ'ল। স্বাধীন ৰাষ্ট্ৰ গঠনৰ বাবে উগ্ৰপন্থী আন্দোলনৰ পথ ল'লে।

নাগালেণ্ড স্থাপন হোৱাৰ পিছত উত্তৰ-পূবৰ অন্যান্য পাৰ্বত্য জিলাতো আত্ম নিয়ন্ত্ৰণৰ দাবী উঠিল। ১৯৫৪ খ্ৰীষ্টাব্দতে গঠিত 'ইষ্টাৰ্ণ ট্ৰাইবেল ইউনিয়নে' পৃথক জনজাতীয় ৰাজ্য গঠনৰ দাবী আগবঢ়াইছিল। অসমৰ পাৰ্বত্য অঞ্চলৰ লগত মণিপুৰ আৰু ত্ৰিপুৰা সাঙুৰি এখন পাৰ্বত্য ৰাজ্য গঠন কৰাৰ আঁচনি প্ৰস্তুত কৰা হৈছিল। ১৯৬০ খ্ৰীষ্টাব্দত উত্তৰ-পূব পাৰ্বত্য ৰাজনীতিৰ এক লক্ষণীয় পৰিৱৰ্তন হয়। এই চনত অসম চৰকাৰে অন্যান্য ৰাজ্যৰ দৰে অসমতো অসমীয়া ৰাজ্য ভাষা কৰে। পাৰ্বত্য অঞ্চলত তাৰ প্ৰতি আপত্তি উঠাত 'ইষ্টাৰ্ণ ইণ্ডিয়া ট্ৰাইবেল ইউনিয়ন'ৰ সম্প্ৰসাৰণ ঘটাই 'অল পাৰ্টি হিলছ লিডাৰছ কনফাৰেন্স' প্ৰতিষ্ঠা কৰা হয়। পাৰ্বত্য অঞ্চলত ভাষা আইন প্ৰয়োগৰ বিৰোধিতা কৰি পৃথক ৰাজ্য গঠনৰ দাবী জনায়। ১৯৭০ খ্ৰীষ্টাব্দত খাছি, জয়ন্তীয়া আৰু গাৰোপাহাৰ অসমৰ পৰা ফালি নি মেঘালয় নামে আন এখন পৃথক ৰাজ্য স্থাপন কৰা হয়। স্বাধীনতাৰ পিছতে অসমৰ উত্তৰ-পূব অঞ্চল কেন্দ্ৰীয়শাসিত অঞ্চল কৰা হৈছিল (নৰ্থ-ইষ্ট ফ্ৰন্টিয়াৰ এজেন্সি)। ১৯৭২ খ্ৰীষ্টাব্দত অঞ্চলটো অৰুণাচল নামে এখন কেন্দ্ৰীয় ৰাজ্যত পৰিণত কৰা হয়। উল্লেখ্য যে নাগালেণ্ডৰ দৰে ষাঠিৰ দশকত লুচাই পাহাৰত স্বাধীনতাৰ দাবীত উগ্ৰপন্থী আন্দোলন চলি আছিল। ১৯৭১ খ্ৰীষ্টাব্দত লুচাই পাহাৰ জিলা অসমৰ পৰা ফালি নি মিজোৰাম নামে এখন পৃথক ৰাজ্য স্থাপন কৰা হয়। সেয়ে উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰৰ (কাৰ্বি আংলং) বাহিৰে আনবোৰ পাৰ্বত্য অঞ্চল অসমৰ পৰা ফালি গৈ পৃথক পৃথক ৰাজ্যত পৰিণত হ'ল।

**কাৰ্বি আংলং আৰু উত্তৰ কাছাৰ পাৰ্বত্য অঞ্চল ঃ**

স্বায়ত্ব শাসীত জিলা গঠন হোৱাৰ সময়ত (১৯৫২ খ্ৰীঃ) মিকিৰ পাৰ্বত্য অঞ্চল আৰু উত্তৰ কাছাৰ পাৰ্বত্য বেলেগ বেলগে সংমণ্ডল আছিল। ১৯৭০ খ্ৰীষ্টাব্দত সংমণ্ডল দুটা জিলালৈ উন্নিত কৰা হয়। ১৯৭৬ খ্ৰীষ্টাব্দত (১৪ অক্টোবৰ) মিকিৰ পাহাৰ নাম কাৰ্বি আংলং কৰা হয়। সি যিকি নহওক, পাৰ্বত্য আঞ্চলিক ৰাজনীতিৰ ফলত উপৰি উক্ত স্বায়ত্ব শাসীত জিলাকেইখন স্বৰাজ্যত পৰিণত হোৱাৰ পিছত কাৰ্বি আংলং আৰু উত্তৰ কাছাৰতো সুকীয়া স্বৰাজ্য গঠনৰ দাবী উত্থাপিত হয়। বিশেষকৈ অসম আন্দোলনৰ পিছত ১৯৮৬ খ্ৰীষ্টাব্দত 'অ'টনমাছ ষ্টেট ডিমাণ্ড কমিটি গঠন হয়। এই কমিটিয়ে কাৰ্বি আংলং ছাত্ৰ সন্থা, ডিমাছা ছাত্ৰ সন্থা আৰু নৰ্থ কাছাৰ পাৰ্বত্য ছাত্ৰ সন্থাৰ সৈতে ভাৰতীয় সংবিধানৰ ২৪৪ (ক) অনুচ্ছেদৰ অন্তৰ্গত জিলা দুখন লগ লগাই এখন সুকীয়া স্বশাসীত পাৰ্বত্য ৰাজ্য গঠনৰ দাবীত গণ আন্দোলন আৰম্ভ কৰে। ইতিমধ্যে অৰ্থাৎ এই লেখা লেখালৈ আগতে প্ৰশাসনীয় কৰ্তৃত্বৰ কিছু সাল-সলনি ঘটাই সংবিধানৰ ৬ষ্ঠ দফাৰ ভিত্তিতে স্বায়ত্ব শাসীত পাৰ্বত্য জিলা দুখনৰ উন্নতিৰ বাবে অসম চৰকাৰ আৰু আন্দোলনকাৰী সংগঠন কেইটাৰ মাজত বুজা-পৰা এটা হয় গৈ।

অসমৰ পাৰ্বত্য জনজাতীয় আন্দোলনৰ নিৰপেক্ষ বিচাৰ কৰিলে দেখা যায় যে এই আন্দোলন মূলতঃ ৰাজনৈতিক আছিল। বৃটিছে পাৰ্বত্য অঞ্চলত আধিপত্য বিস্তাৰ কৰালৈকে তাৰ জনজাতীয় লোকসকল অধীন আছিল। ভৌগোলিক অৱস্থিতিয়ে পাৰ্বত্য জনজাতীয় লোকসকলক শত্ৰুৰ হাতৰ পৰা নিৰাপদ দূৰত্বত ৰাখিছিল। সীমান্তৰ বিবাদ বা যুঁজ-বাগৰ থাকিলেও বহিঃ শত্ৰুৰ হাতত পাৰ্বত্য অঞ্চলৰ স্বাধীনতা বিপন্ন হোৱা নাছিল। কিন্তু বিদেশী বা বহিৰাগতক শত্ৰুজ্ঞান কৰা দুৰ্দান্ত জনজাতীয়সকলে সাম্ৰাজ্যবাদী বৃটিছৰ হাতৰ পৰা নিস্তাৰ নাপালে। বৃটিছৰ তলতীয়া হ'ল। আনহাতে তেওঁলোকৰ সুকীয়া জনজাতীয়-বৈশিষ্ট্য ৰক্ষাৰ নামত বৃটিছে তেওঁলোকক দেশৰ মূল সুঁতিৰ পৰা নিলগত ৰাখি বৃহত্তৰ সমাজৰ লগত লীণ যোৱাৰ পথ ৰুদ্ধ কৰে। আনকি

তেওঁলোকক খৃষ্টান ধৰ্মত দীক্ষিত কৰি ধৰ্মীয় বিভাজনৰো সৃষ্টি কৰে। নিঃসন্দেহে খৃষ্টান সভ্যতাই জনজাতীয়সকলক নৱজীৱন দিলে, জ্ঞানৰ পোহৰ দিলে। খ্ৰীষ্টান ধৰ্ম আঁকোৱালি লৈ জনজাতীয়সকলে এটা নতুন প্ৰজন্মৰ সৃষ্টি কৰিলে। ভাৰতীয়সকলৰ হাতলৈ ক্ষমতা হস্তান্তৰৰ সময়ত তেওঁলোকে স্বশাসন বিচাৰিলে। নাগালেণ্ড আৰু মিজোৰাম এখোজ আগুৱাই গৈ স্বাধীনতাৰ দাবী তুলিলে। অৱশ্যে স্বশাসনৰ পৰৱৰ্তী কালত পাৰ্বত্য জনজাতীয়সকলৰ এচামে প্ৰাচীন পন্থা পুনৰুজ্জীৱিত কৰাৰ কাৰণে এটা ধৰ্মীয় সাংস্কৃতিক আন্দোলনৰো জন্ম দিয়ে। বিশেষকৈ খাছিসকলৰ মাজত।

### ভৈয়ামৰ জনজাতীয় আন্দোলন ঃ

ভৈয়ামৰ জনজাতীয় লোকসকলৰ মূল সমস্যা হ'ল সামাজিক আৰু অৰ্থনৈতিক অনগ্ৰসৰতা। স্মৰ্তব্য যে সামগ্ৰিকভাৱে গোটেই অসমখনেই অৰ্থনৈতিক অনগ্ৰসৰতাত ভুগিছে। অসমৰ জনজাতীয়সকল অতীজত অনাৰ্য, বৃটিছ শাসনত জনজাতীয় আৰু স্বাধীনোত্তৰ কালত ভাৰতৰ সংবিধানৰ ৬ষ্ঠ সূচীৰ অন্তৰ্ভুক্ত পাৰ্বত্য জনজাতীয় আৰু ভৈয়াম জনজাতীয় লোক হিচাপে পৰিগণিত হৈছে। ভৈয়ামত ৯টা জনজাতীয় গোট আছে; যেনে — বড়ো, কছাৰী, ৰাভা, হোজাই, হাজং, দেউৰী, সোণোৱাল কছাৰী, লালুং মিৰি আৰু কাছাৰৰ বৰ্মনসকল মিৰিসকৰ বাহিৰে আনবোৰ বড়োগোষ্ঠী সম্ভূত ইণ্ডো-মংগোলয়দ। প্ৰত্যেক জনজাতীয় গোষ্ঠীৰে নিজা কথা ভাষা আছে। বড়ো কথ্য ভাষাই ইতিমধ্যে লিখিতৰূপ গ্ৰহণ কৰিছে।

পাৰ্বত্য ৰাজনীতিৰ প্ৰভাৱ পৰিলেও ভৈয়ামৰ জনজাতীয় লোকসকলৰ আৰ্থ-সামাজিক পৰিস্থিতিৰ কিছু তাৰতম্য আছে। জনজাতীয় জীৱন বাধাপ্ৰাপ্ত নোহোৱালৈকে ভৈয়ামৰ জনজাতীয় লোকসকলে আৰ্থ-সামাজিক অনগ্ৰসৰতা সম্পৰ্কে সচেতন হোৱা নাছিল। অনাবড়োৰ লগত শ শ বছৰ একেলগে বাস কৰাৰ পিছত তেওঁলোকৰ মনত সাম্প্ৰদায়িকতাৰ ভাব সৃষ্টি হোৱা নাছিল। সৃষ্টি হোৱা নাছিল গোষ্ঠী ৰাজনীতিৰ আকাংক্ষা। আনহাতে অসমত অতি লেহেম গতিত আৰ্যীয়কৰণৰ ধাৰা চলি আছিল। কিন্তু, ব্ৰাহ্মণ্য শাস্ত্ৰীয়ভিত্তিক আৰ্য সমাজৰ কুফল আৰু আঞ্চলিক আৰ্থিক অসমতা দৃষ্টিগোচৰ হোৱাত জনজাতীয়সকলৰ মাজত ক্ষোভৰ সৃষ্টি হ'ল। ফলত জনজাতীয়সকলৰ বড়ো-কছাৰীসকলে উদয়াচলৰ দাবীত আন্দোলন আৰম্ভ কৰে। কামৰূপ, দৰং আৰু গোৱালপাৰাৰ বড়ো-কছাৰীৰ মাজত সামাজিক-সাংস্কৃতিক উত্থান ঘটোৱাৰ বাবে অগ্ৰণী ভূমিকা লোৱা অনুষ্ঠানটোৱে ৰাজনৈতিক স্থিতি লৈ স্বৰাজ্য স্থাপনৰ দাবী উত্থাপন কৰিলে। পিছলৈ ভৈয়াম জনজাতীয় পৰিষদে (পি টি চি এ) এই আন্দোলনৰ নেতৃত্ব লয়। বড়ো সাহিত্য সভা আৰু বড়ো ছাত্ৰ সন্থাই আন্দোলনত এক বিশিষ্ট মাত্ৰা দিয়ে।

বড়ো-কছাৰীসকল কৃষিজীৱী আছিল। অসমৰ অন্যান্য জনগোষ্ঠীৰ মাজত চলাৰ দৰে এওঁলোকৰ মাজতো লেনদেনত বিনিময় প্ৰথা চলিছিল। কিন্তু বৃটিছ শাসন আৰম্ভ হোৱাৰ পিছত বজাৰ অৰ্থনীতিৰ প্ৰৱেশ ঘটে। বজাৰ অৰ্থনীতিত সম্পৃক্ত হৈ অৰ্থৰ ঘাটি পৰাত জনজাতীয়সকলৰ বৃজনসংখ্যক লোক ঋণগ্ৰস্ততাত পৰে। মাৰোৱাৰীকে ধৰি অজনজাতীয় ব্যৱসায়ী আৰু সুদখোৰ মহাজনৰ হাতলৈ ভূসম্পত্তি হস্তান্তৰিত হোৱাত কৃষকসকল ভূমিহীন হয়। ভূতৰ ওপৰত দানহ পৰাদি কুৰি শতিকাৰ আৰম্ভণিৰে পৰা পূৰ্ববংগৰ (বাংলাদেশ)ৰ পৰা অহা অনুপ্ৰৱেশকাৰীসকলে জনজাতীয় অঞ্চলৰ ভূমি দখল কৰিবলৈ লোৱাত জনজাতীয় সমস্যা ঘনীভূত হ'ল। ১৯৩০ খ্ৰীষ্টাব্দত বৃটিছ চৰকাৰে জনজাতীয় লোকসকলৰ নিৰাপত্তাৰ বাবে লাইন প্ৰথা প্ৰৱৰ্তন কৰে। কল্পিত লাইন নিৰ্ধাৰণ কৰি তাৰ ভিতৰ অঞ্চলত বহিৰাগত আৰু অনুপ্ৰৱেশকাৰীৰ প্ৰৱেশ বন্ধ কৰাৰ ব্যৱস্থা লোৱা হয়। কিন্তু ই সম্পূৰ্ণ কাৰ্যকৰী নহ'ল।

১৯৩৬ খ্ৰীষ্টাব্দত চৰকাৰে লাইন প্ৰথাৰ কাৰ্যকৰিতাৰ ওপৰত অনুসন্ধান চলোৱাৰ বাবে মিঃ হকেনহলক অধ্যক্ষ কৰি এখন লাইন কমিটী গঠন কৰি দিয়ে। এই কমিটীৰ চুপাৰিছ মৰ্মে ১৯৩৯ খ্ৰীষ্টাব্দত বৃটিছ চৰকাৰে জনজাতীয় আৰু অন্যান্য পিছপৰা শ্ৰেণীৰ লোকে বাসকৰা মৌজা বা অঞ্চল গোট খুৱাই একো একোটা সংৰক্ষিত অঞ্চল গঠন কৰে। ১৯৪৫ খ্ৰীষ্টাব্দৰ ১৩ জুলাইত গ্ৰহণ কৰা আৰু ডি ৬৮/৪৪ নং ভূমি পট্টন প্ৰস্তাৱ অনুসৰি জনজাতীয় 'বেল্ট' আৰু 'ব্লক' গঠন কৰিবলৈ লোৱা হয়। তাৰ বাবে ১৮৮৬

খ্ৰীষ্টাব্দৰ ভূমি ৰাজহ আইনৰ এক সংশোধনী ঘটোৱা হয় (১৯৪৭ খ্ৰীষ্টাব্দ)। দুবছৰ পিছত (আগষ্ট, ১৯৪৯ খ্ৰীষ্টাব্দ) ১০ নং বিধি প্ৰৱৰ্তন কৰি উক্ত আইনৰ লগত সংযুক্ত কৰা হয়। সেই মতে আশীৰ দশকলৈ অসমত ৪৬ বেল্ট আৰু ব্লক (১৪টা বেল্ট আৰু ৩১টা ব্লক) গঠন কৰা হয়। কিন্তু বিভিন্ন কাৰণবশতঃ ১০ নং বিধি সম্পূৰ্ণভাৱে কাৰ্যকৰী নহ'ল। জনজাতীয় বেল্ট আৰু ব্লকত অবৈধ ভূমি পট্টন আৰু বেদখল হ'বলৈ ধৰিলে, যাৰ ফলত জনগাঁথনিৰ পৰিবৰ্তন ঘটিবলৈ ল'লে। ইতিমধ্যে বিভিন্ন জনজাতীয় সংগঠনে জনজাতীয় আন্দোলন তীব্ৰতৰ কৰি তুলি পৃথক জনজাতীয় ৰাজ্য আৰু স্বায়ত্তশাসন দাবী কৰে।

বড়ো, কছাৰী সমাজৰ গতিশীলতা আনে ব্ৰহ্মসকলে। বড়োসকলৰ মাজত শিক্ষাৰ সম্প্ৰসাৰণ আৰু সাংস্কৃতিক চেতনা স্তৰৰ গঠন আৰু আন্দোলনৰ নেতৃত্ব গ্ৰহণৰ বাবে ব্ৰহ্মসকলৰ পৰাই পোনতে এটি মধ্যবিত্ত শ্ৰেণীৰ জন্ম হয়। পুৰণি গোৱালপাৰা জিলাৰ কোকৰাঝাৰ অঞ্চলৰ কালীচৰণ ব্ৰহ্মই আছিল ব্ৰহ্ম ধৰ্মত দীক্ষিত প্ৰথম জনজাতীয় লোক। ব্ৰহ্মসকলে শিক্ষাৰ বিস্তাৰ আৰু জনজাতীয় সমাজ সংস্কাৰৰ বাবে চেষ্টা কৰিছিল। ফলত ব্ৰহ্মসকল আৰু অদীক্ষিত জনজাতীয় লোকসকলেও লক্ষণীয়ভাৱে আগবাঢ়ি আহে। ব্ৰহ্মসকলে বড়ো-কছাৰীসকলৰ সামাজিক-ৰাজনৈতিক উত্তৰণৰ নেতৃত্ব লয়। ব্ৰহ্ম নেতা সীতানাথ ব্ৰহ্মচৌধুৰী আৰু ৰূপনাথ ব্ৰহ্ম আদিয়ে জাতীয় স্বাধীনতা আন্দোলনৰ নেতৃত্ব লোৱা কংগ্ৰেছ পাৰ্টিৰ ভিতৰত থাকি বড়ো-কছাৰীসকলৰ সামাজিক উন্নতি সাধন কৰিব বিচাৰিছিল।

অসমৰ সকলো জনজাতীয় লোকক একতাৰ বান্ধোনেৰে বান্ধিবলৈ ১৯৩৩ খ্ৰীষ্টাব্দত (এপ্ৰিল) ৰহাত জনজাতীয় বিভিন্ন গোটৰ এখন অভিবৰ্তন পতা হয়। এই অভিবৰ্তনত ট্ৰাইবেল লীগ গঠন কৰা হয়। যাদব খাখলাৰী সভাপতি আৰু ভীমবৰ দেউৰীক সম্পাদক হয়। ট্ৰাইবেল লীগে ১৯৩৫ খ্ৰীষ্টাব্দৰ সংস্কাৰ আইন মৰ্মে অসমৰ ভৈয়ামৰ জনজাতীয় লোকৰ বাবে ৰাজ্যিক বিধানসভা আৰু কেন্দ্ৰীয় বিধায়িনীত আসন সংৰক্ষণ কৰাৰ বাবে চেষ্টা কৰে। লীগে ৰাজ্যিক বিধানসভাত চাৰিখন আসন আৰু কেন্দ্ৰীয় বিধায়িনীলৈ এজন মনোনীত সদস্য পঠোৱাৰ সুবিধা আদায় কৰিলে।

১৯৩৭ খ্ৰীষ্টাব্দৰ নিৰ্বাচনত লীগে পিছপৰা ভৈয়াম জনজাতিৰ বাবে সংৰক্ষণ কৰা চাৰিখন আসনেই দখল কৰিবলৈ সক্ষম হয়। এওঁলোকে ছাদুল্লা আৰু বৰদলৈ মন্ত্ৰীসভা গঠনত গুৰুত্বপূৰ্ণ ভূমিকা লয়। ১৯৪৬ খ্ৰীষ্টাব্দত ট্ৰাইবেল লীগে কংগ্ৰেছত যোগ দিয়ে। ট্ৰাইবেল লীগৰ নেতা ভীমবৰ দেউৰীক বৰদলৈৰ দ্বিতীয় মন্ত্ৰীসভাত লোৱা হয়। বৰদলৈ মন্ত্ৰীসভাই ট্ৰাইবেল বেল্ট আৰু ব্লক গঠনৰ যি সিদ্ধান্ত লৈছিল, তাত ট্ৰাইবেল লীগৰ অৰিহণা আছিল। কংগ্ৰেছত যোগ দিয়াৰ পিছত ট্ৰাইবেল লীগৰ পৃথক ৰাজনৈতিক আঁচনি নোহোৱা হ'ল। ১৯৫৩ খ্ৰীষ্টাব্দত ট্ৰাইবেল লীগ সাংস্কৃতিক অনুষ্ঠান ট্ৰাইবেল সংঘত পৰিণত হয়।

অগ্ৰজ বড়ো নেতা আৰু শিক্ষিত চামে কংগ্ৰেছত যোগ দি বা কংগ্ৰেছক সমৰ্থন জনাই ৰাজ্যিক বিধানসভা আৰু কেন্দ্ৰীয় বিধায়িনী (সংসদ)ত আৱশ্যকীয় সাংবিধানিক ব্যৱস্থা লৈ বড়োসকলৰ উন্নতি সাধন কৰিবলৈ বিচাৰিছিল যদিও তাৰ বাবে পৃথক ৰাজ্য গঠন কৰাত গুৰুত্ব দিয়া নাছিল। কিন্তু বড়ো সাহিত্য সভা গঠন হোৱাৰ লগে লগে (১৯৫২ খ্ৰীঃ) নব প্ৰজন্মৰ নেতাসকলে সেই পথ এৰি আন্দোলনৰ পথ ল'লে। বড়ো সাহিত্য সভাই ভাষা আন্দোলন আৰম্ভ কৰে। বড়ো অধ্যুষিত অঞ্চলৰ স্কুলত বড়ো ভাষা প্ৰচলন কৰাৰ দাবী উত্থাপন কৰে। পোনতে প্ৰাইমাৰী স্কুলত বড়ো ভাষা প্ৰচলন কৰা দাবীৰ পৰা আগুৱাই গৈ হাইস্কুল পৰ্যায়ত বড়ো মাধ্যম প্ৰচলন কৰাৰ দাবী তোলে। কিন্তু ই কাৰ্যকৰী হৈ নুঠিল। ১৯৬২ খ্ৰীষ্টাব্দৰ ১৬ নৱেম্বৰত বড়ো সাহিত্য সভাই বড়ো মাধ্যমৰ দাবীত প্ৰায় ১৫,০০০ মান বড়ো-কছাৰী লোকৰ সমদল উলিয়ায়। অসম চৰকাৰে মন্ত্ৰী ৰূপনাথ ব্ৰহ্মৰ অধ্যক্ষ হিচাপে লৈপ এখন এজনীয়া অনুসন্ধান কমিটী গঠন কৰি দিয়ে। চৰকাৰে কমিটীৰ চুপাৰিছ মৰ্মে বড়ো অঞ্চলৰ প্ৰাইমাৰী স্কুলৰ ৩য় শ্ৰেণীলৈ বড়ো ভাষা চলাবলৈ দিলে। ১৮ মে'.(১৯৬৩ খ্ৰীঃ)।

বড়ো মাধ্যমত প্ৰাইমাৰী পাছ কৰা ছাত্ৰ-ছাত্ৰীসকলে হাইস্কুল পৰ্যায়ত অসমীয়া মাধ্যম ল'ব লাগিলে অসুবিধাৰ সন্মুখীন হ'ব বুলি বড়ো সাহিত্য সভাই হাইস্কুল পৰ্যায়লৈ বড়ো ভাষা দিয়াৰ বাবে দাবী কৰিলে। এই দাবী সম্পৰ্কে মুখ্যমন্ত্ৰীৰ লগত আলোচনা অনুষ্ঠিত হ'ল যদিও অসমীয়া

ৰাজ্যখনৰ একমাত্ৰ ৰাজ্যভাষা হোৱা বাবে ই গ্ৰহণযোগ্য নহ'ল। ১৯৬৮ খ্ৰীষ্টাব্দৰ ২৮ ফেব্ৰুৱাৰীত বড়ো সাহিত্য সভাই কোকৰাঝাৰত পুনৰ ভাষা আন্দোলন আৰম্ভ কৰে। ১ মাৰ্চৰ পৰা স্কুল-কলেজ বৰ্জন কৰাৰ সিদ্ধান্ত লোৱা হয়। ১২ মাৰ্চৰ পৰা আৰম্ভ হ'ব লগা হাইস্কুল শিক্ষান্ত পৰীক্ষা বৰ্জন কৰাৰো সিদ্ধান্ত ল'লে। বড়ো আন্দোলনকাৰীসকলক সৈমান কৰাৰ বাবে মন্ত্ৰীসভাই বড়ো অধ্যুষিত অঞ্চলত হাইস্কুল পৰ্যায়লৈ বড়ো ভাষাক শিক্ষাৰ মাধ্যম কৰাৰ সিদ্ধান্ত লয়।

অসমীয়া ৰাজ্য ভাষা হোৱাত অসমৰ পৰ্বত-ভৈয়ামত তাৰ ভীষণ প্ৰতিক্ৰিয়া হয়। তাৰ লৈ লক্ষ্য কৰি কেন্দ্ৰীয় চৰকাৰে ফেডাৰেল গাঁথনিৰে অসম পুনৰ্গঠন কৰাৰ কথা ঘোষণা কৰে (১৯৬৭ খ্ৰীঃ)। ১৯৬৭ খ্ৰীষ্টাব্দৰ নিৰ্বাচন অনুষ্ঠিত হোৱাৰ আগতে জনজাতীয়সকলৰ ভাষা আৰু সংস্কৃতি ৰক্ষা আৰু অৰ্থনৈতিক বিকাশৰ বাবে স্বায়ত্তশাসন দাবী কৰি অসম জনজাতীয় পৰিষদ নামে এটি ৰাজনৈতিক সংগঠনৰ জন্ম হ'ল। ভাষা আন্দোলনৰ পৰিসৰ চেৰাই গৈ জনজাতীয়সকলে ৰাজনৈতিক আন্দোলন আৰম্ভ কৰিলে। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ বড়ো জনজাতি প্ৰধান অঞ্চল সামৰি পূৰ্ণ স্বায়ত্তশাসনৰ অৰ্থাৎ পৃথক ৰাজ্যৰ দাবী তুলি ৰাষ্ট্ৰপতিলৈ স্মাৰক-পত্ৰ পঠালে। ইয়ে আছিল উদয়াচলৰ দাবী। ১৯৭১/৭২ চনৰ প্ৰাদেশিক আৰু কেন্দ্ৰীয় নিৰ্বাচনত ভৈয়াম জনজাতীয় পৰিষদে প্ৰতিদ্বন্দ্বিতা কৰিলে। ১৯৭২ খ্ৰীষ্টাব্দত অসমীয়া ভাষা কলেজীয়া শিক্ষণৰ মাধ্যম হোৱাত পৰিষদে ইংৰাজী ভাষা ৰখাৰ বাবে সৰৱ হৈ উঠিল। কিন্তু, বড়োসকলৰ মাজতে বড়ো ভাষাৰ ক্ষেত্ৰত ৰোমান লিপি লোৱাৰ প্ৰশ্নত আন্দোলন হ'ল (১৯৭৪ খ্ৰীঃ)। দেশত জৰুৰীকালীন অৱস্থা ঘোষণা হোৱাৰ পিছত লিপি আন্দোলন বাধাগ্ৰস্ত হ'ল। আনহাতে জনমত সাপেক্ষে বড়ো সাহিত্য সভাই ৰোমান লিপিত প্ৰণয়ন কৰা পাঠ্যপুথি চলাবলৈ ল'লে। চৰকাৰে এনে পাঠ্যপুথি চলোৱা স্কুলবোৰৰ আৰ্থিক মঞ্জুৰি বন্ধ কৰিলে।

১৯৭৪ খ্ৰীষ্টাব্দত (অক্টোবৰ) বড়ো সাহিত্য সভা পুনৰ আন্দোলনত নামিল। উল্লেখ্য যে ১৯৬৭ খ্ৰীষ্টাব্দত প্ৰায় সমসাময়িকভাবে সদৌ অসম ছাত্ৰ সন্থা (আছু) আৰু সদৌ বড়ো ছাত্ৰ সন্থাৰ (আবছু) জন্ম হয় আৰু ভৈয়াম জনজাতীয় পৰিষদে ভাষা আন্দোলনত সমৰ্থন দিয়ে। আবছু আৰু জনজাতীয় পৰিষদৰ সমৰ্থনপুষ্ট হোৱাত বড়ো সাহিত্য সভাৰ আন্দোলন জোৰদাৰ হৈ উঠে। ফলত বড়ো-অবড়োৰ মাজত আবেগিক উদ্‌গীৰণ ঘটাত আন্দোলনে হিংস্ৰৰূপ লয়। কেবাগৰাকী লোকৰ মৃত্যু ঘটে। অসম চৰকাৰে লিপিৰ প্ৰশ্নটো কেন্দ্ৰীয় চৰকাৰলৈ ঠেলি দিয়ে। স্মৰ্তব্য যে প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধী পৃথক ৰাজ্যৰ দাবী আৰু জনজাতীয়সকলে ৰোমান লিপি ব্যৱহাৰ কৰাৰ বিপক্ষে আছিল। তেওঁৰ মতামত মৰ্মে বড়ো সাহিত্য সভাৰ লগতে আবছু আৰু অন্যান্য বড়ো সংগঠনে দেৱনাগৰী লিপি গ্ৰহণ কৰে।

১৯৭২ খ্ৰীষ্টাব্দৰ পৰা আবছুৱে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত এখন পৃথক বড়ো ৰাজ্যৰ দাবীত আন্দোলন আৰম্ভ কৰে আৰু দক্ষিণ পাৰৰ জনজাতি অধ্যুষিত অঞ্চলত সংবিধানৰ ৬ষ্ঠ অনুসূচী অনুসৰি স্বায়ত্তশাসন পৰিষদ গঠন কৰাৰ বাবে দাবী জনায়। উল্লেখ্য যে আছুৱে যি ধৰণে আন্দোলনৰ কাৰ্যসূচী লৈছিল আবছুৱেও তেনে কাৰ্যসূচী লৈ আন্দোলন তীব্ৰতৰ কৰি তুলিছিল। বড়ো সাহিত্য সভাই জনজাতীয় ভাষা সাহিত্য সংস্কৃতিৰ সংৰক্ষণ আৰু উত্তৰণৰ বাবে আন্দোলন কৰিছিল যদিও আন্দোলনৰ চৰিত্ৰ ৰাজনৈতিক আছিল। জনজাতীয় শিক্ষিত লোকে কম-বেছি পৰিমাণে আন্দোলনৰ কাৰ্যসূচীত যোগ দিছিল। কিন্তু তেওঁলোকৰ মাজত মতপাৰ্থক্য আছিল। বহু জাতি-গোষ্ঠী সম্ভূত ৰাজ্যখনত বড়োসকলৰ পৃথক ৰাজ্যৰ দাবী অপ্ৰাসংগিক বুলি অন্য এক জনমত গঠন হয়।

১৯৮৫ খ্ৰীষ্টাব্দত অগপ চৰকাৰে বড়ো ভাষা চলোৱা শিক্ষানুষ্ঠানত অসমীয়া ভাষা শিক্ষা বাধ্যতামূলক কৰাত (৩য় ৰাজ্য ভাষা হিচাপে) আবছুৱে তাৰ বিৰুদ্ধে আছুৰ কাৰ্যকৰী সভাৰ প্ৰাক্তন সদস্য উপেন্দ্ৰ নাথ ব্ৰহ্মাৰ নেতৃত্বত আন্দোলন আৰম্ভ কৰে। আছুৰ দৰে 'বড়ো পিপলছ একচন কমিটী', বড়ো স্বেচ্ছাসেৱক বাহিনী গঠন কৰি আন্দোলন ব্যাপক কৰি তোলে। 'ডিভাইড আছাম ফিফটি ফিফটি' শ্ল'গান দিয়ে। আনহাতে চৰকাৰে দমনমূলক নীতি লয়। সামৰিক পুলিচ বাহিনীৰ হাতত বহু জনজাতীয় নাৰী-পুৰুষ নিৰ্যাতিত হয়। সেইদৰে উগ্ৰপন্থী আন্দোলনকাৰীৰ হাতত আন্দোলন

বিৰোধী অজনজাতীয় লোক নিগৃহীত হয়। বড়ো অধ্যুষিত অঞ্চলত অগ্নিসংযোগ, হত্যা, লুণ্ঠন আদি অসামাজিক কাৰ্যকলাপ চলে। এনেবোৰ কাৰ্যত 'বড়ো ছিকিউৰিটি ফোৰ্চ' আৰু 'বড়ো লিবাৰেচন আৰ্মি' লিপ্ত বুলি প্ৰকাশ। আলফাই স্বাধীন অসমৰ দাবীত উগ্ৰপন্থা লোৱাত বড়োসকলৰ কিছুমানে স্বাধীন বড়োলেণ্ডৰ দাবীত উগ্ৰপন্থা লয়।

উগ্ৰপন্থী স্বেচ্ছাসেৱক বাহিনীৰ অধ্যক্ষ প্ৰেম সিং ব্ৰহ্মাই কেইজনমান সতীৰ্থসহ তদানীন্তন মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়া আৰু কেন্দ্ৰীয় গৃহমন্ত্ৰী ৰাজেশ পাইলটৰ ওচৰত সমৰ্পণ কৰাৰ পিছত ১৯৯৩ খ্ৰীষ্টাব্দত বড়ো আন্দোলনকাৰী আৰু চৰকাৰৰ মাজত চুক্তি স্বাক্ষৰ হয়। চুক্তি অনুসৰি অসমৰ ৰাজনীতিত গাঁথনিৰ ভিতৰতে বড়োলেণ্ড স্বায়ত্ত পৰিষদ গঠনৰ সিদ্ধান্ত লোৱা হয়। কিন্তু, আন্দোলনকাৰীসকলৰ একাংশই পৃথক বড়ো ৰাজ্যৰ দাবীত অটল হৈ থাকে। 'ইউনাইটেড ট্ৰাইবেল নেচনেললিষ্ট লিবাৰেচন ফ্ৰন্টে' কেন্দ্ৰীয় শাসিত ৰাজ্য হিচাপে বড়োলেণ্ড গঠনৰ দাবী অব্যাহত ৰাখে। ইতিমধ্যে বি এল টি (বড়ো লিবাৰেছন টাইগাৰ্ছ) নামে আন এটি উগ্ৰপন্থী বড়ো সংগঠন সক্ৰিয় হৈ উঠে। ২০০৩ খ্ৰীষ্টাব্দৰ ১০ ফেব্ৰুৱাৰীত অসম চৰকাৰৰ লগত চুক্তি কৰি বি এল টিয়ে বড়োলেণ্ড টেৰিট'ৰিয়েল কাউন্সিল গঠন কৰাৰ সিদ্ধান্তত উপনীত হয়। চুক্তি স্বাক্ষৰ কৰাৰ সময়ত মুখ্যমন্ত্ৰী তৰুণ গগৈ আৰু তদানীন্তন উপ-প্ৰধানমন্ত্ৰী লালকৃষ্ণ আদৱানি উপস্থিত থাকে।

**জনজাতীয় অন্যান্য স্বায়ত্ত পৰিষদ ঃ**

বড়ো স্বায়ত্ত পৰিষদ আইন পাছ কৰি ১৯৯৩ খ্ৰীষ্টাব্দত বড়ো স্বায়ত্ত পৰিষদ গঠন কৰা হয়। তাৰ পিছত অসমৰ অন্যান্য জনজাতীয় লোকেও স্বশাসনৰ বাবে আন্দোলনৰ কাৰ্যসূচী লয়। অসমৰ বিভিন্ন জনজাতীয় জনসমষ্টি অধ্যুষিত অঞ্চলৰ উন্নয়নৰ বাবে স্বায়ত্ত শাসন প্ৰৱৰ্তন কৰিবলৈ চৰকাৰ আগ্ৰহী হৈ উঠিছিল। বিশেষকৈ উগ্ৰপন্থী কাৰ্যকলাপ প্ৰশমিত কৰাৰ কাৰণে। বিভিন্ন জনগোষ্ঠীয়ে দাবীৰ সমাধানাৰ্থে চৰকাৰে নেতাসকলৰ লগত আলোচনা অনুষ্ঠিত কৰে। বিভিন্ন লানি আলোচনাৰ শেষত ১৯৯৫ খ্ৰীষ্টাব্দৰ ১০ মাৰ্চত সদৌ ৰাভা ছাত্ৰ সন্থা আৰু ৰাভা হাছং স্বায়ত্ত শাসন দাবী কমিটীৰ লগত, ১০ এপ্ৰিলত তিৱা (লালুং) স্বায়ত্ত শাসন দাবী কমিটীৰ লগত আৰু ১৪ জুনত মিছিং স্বায়ত্ত শাসন দাবী কমিটী আৰু বানে কেবাঙৰ লগত স্বাক্ষৰিত চুক্তি অনুসৰি ৰাভা স্বায়ত্ত পৰিষদ, তিৱা (লালুং স্বায়ত্ত পৰিষদ আৰু মিছিং স্বায়ত্ত পৰিষদ গঠন কৰাৰ সিদ্ধান্ত লোৱা হয় সিদ্ধান্ত অনুসৰি তিনিখন বেলেগ বেলেগ আইন প্ৰণয়ন কৰি জনগোষ্ঠী তিনিটাক স্বায়ত্ত শাসন প্ৰদান কৰা হয়। (১৯৯৫ খ্ৰীঃ)। পঞ্চাছ শতাংশ বা তাৰ অধিক জনজাতীয় অধ্যুষিত গাঁওবোৰ সংশ্লিষ্ট পৰিষদ অন্তৰ্ভুক্ত কৰে। সংবিধানৰ ৬ষ্ঠ অনুসূচী অনুসৰি জনজাতীয় স্বায়ত্ত পৰিষদ চাৰিখন (বড়ো স্বায়ত্ত শাসন অঞ্চলকে ধৰি) গঠন কৰা হয়। পিছলৈ সোণোৱাল কছাৰী স্বায়ত্ত পৰিষদ আৰু দেউৰী স্বায়ত্ত পৰিষদ গঠন কৰা হয় (২০০৫ খ্ৰীঃ)।

**মিছিং জনজাতি গোষ্ঠী ঃ**

মিছিং জনজাতি গোষ্ঠীৰ লোকসকল পূৰ্বতে মিৰি নামে জনাজাত আছিল। মিছিংসকল অসমৰ ভৈয়ামৰ জনজাতীয় লোকসকলৰ ভিতৰত দ্বিতীয় প্ৰধান জনসমষ্টি। তেওঁলোক বিশেষকৈ লক্ষীমপুৰ, ডিব্ৰুগড়, শিৱসাগৰ ,ধেমাজি, যোৰহাট, গোলাঘাট, শোণিতপুৰ, আৰু তিনিচুকীয়াৰ জিলাৰ নৈ পাৰ অঞ্চলৰ বাসিন্দা। ১৯৭১ খ্ৰীষ্টাব্দৰ লোকক পিয়ল অনুসৰি মিছিংসকলৰ জনসংখ্যা ৪,৬৭,৭৯০ আছিল। ভৈয়ামৰ মিছিংসকল ইণ্ডো-মংগোলয়ত। পূৰ্বতে তেওঁলোকে অৰুণাচলৰ আবৰসকলৰ লগতে বাস কৰিছিল। প্ৰায় ত্ৰয়োদশ শতিকামানতে মিছিংসকলে ভৈয়ামত বাস কৰিবলৈ লয়।

**ৰাভা জনজাতি গোষ্ঠী ঃ** ভৈয়ামৰ ৯ টা অনুসূচীত জনজাতিৰ ভিতৰত ৰআভাসকল অন্যতম। অসমৰ অ'ত-ত'ত বাস কৰিলেও গোৱালপাৰা, কামৰূপ আৰু দৰং জিলাতে ৰাভাসকলৰ ঘনবসতি। মেঘালয়, পশ্চিমবংগ, বাংলাদেশ আৰু নেপাললৈ ৰাভাসকলৰ বসতি বিস্তৃত। ১৯৭১ খ্ৰীষ্টাব্দৰ লোকপিয়ল অনুসৰি ৰআভা জনগোষ্ঠীৰ জনসংখ্যা ২,৩,৯৩১ আছিল। মতা আৰু মাইকীৰ শিক্ষিতৰ হাৰ ক্ৰমে ৪৭.৩৬ আৰু ৩১.১৯ শতাংশ। প্ৰায়ভাগ ৰাভাই অসমীয়া আৰু বাংলা ভাষা ভালদৰে জানে। বেছিভাগেই অসমীয়া অক্ষৰ ব্যৱহাৰ কৰে। ৰাভাসকলে বৃহৎ তিব্বেতো বৰ্মন ভাষিক গোষ্ঠী সম্ভূত। হাডছনৰ মতে ৰাভাসকলে

মংগোলীয় প্ৰজাতিৰ ৰাভাভাৰ্ষিক গোষ্ঠীৰ লোক।

**তিৱা জনজাতি গোষ্ঠী ঃ** অসমৰ অনুসূচীত জনজাতিৰ ভিতৰত তিৱাসকল অন্যতম। তেওঁলোকক লালুং বুলিও জনা যায়। তেওঁলোক বিশেষকৈ মৰিগাঁৱ আৰু নগাঁৱ জিলাৰ বাসিন্দা। কিছুমানে কাৰ্বি আলং আৰু লক্ষীমপুৰ জিলাতো বাস কৰিছে। তেওঁলোকক দুটা ভাগত ভগাব পাৰি, যেনে— পাৰ্বত্যবাসী আৰু ভৈয়ামবাসী। তিৱাসকলক বড়ো জনজাতীয়সকলৰ আন এক আৰ্দশ বুলি ঠাৱৰ কৰা হৈছে। তিৱাসকল সপ্তদশ শতিকামানতে। অসমলৈ আহে বুলি অনুমান কৰা হয়। ১৯৭১ খ্ৰীষ্টাব্দৰ লোকপিয়ল অনুসৰি তিৱা লালুংসকলৰ জন সংখ্যা ১,৪৩,৭৪৬ আছিল।

**সোণোৱাল কছাৰী জনগোষ্ঠী ঃ** অসমৰ জনজাতীয় লোকৰ ভিতৰত সোণোৱাল কছাৰীসকল তৃতীয়বৃহৎ অংশ। শিৱসাগৰ, যোৰহাট, গোলাঘাট, লক্ষীমপুৰ আৰু-ধেমাজি জিলাৰ অ'ত-ত'ত পাতলীয়া বসতি থাকিলেও সোণোৱাল কছাৰীসকল ঘাইকৈ ডিব্ৰুগড় জিলাৰ বাসিন্দা। ১৯৭১ খ্ৰীষ্টাব্দৰ লোকপিয়ল অনুসৰি তেওঁলোকৰ জনসংখ্যা ২,৫১,৭২৫ আছিল। সোণোৱাল কছাৰীসকলৰ উৎপত্তি সম্পৰ্কে বিভিন্ন আন্যান পোৱা যায়। যদিও তেওঁলোক অসমৰ উত্তৰ-পূবৰ পৰা অহা কছাৰীসকলৰ আন এটা ঠাল বুলি ঠাৱৰ কৰাটোৱে সৰ্বগ্ৰাহ্য হ'ব যেন লাগে।

**দেউৰী জনগোষ্ঠী ঃ** গোষ্ঠীগত ভাবে অসমৰ দেউৰী জনজাতীয় লোকসকল বৃহৎ তিৰেতো বৰ্মন ভাষা গোষ্ঠী সম্ভৱ লোক। দেউৰীসকল আহোমৰ পূৰ্বতে স্থাপিত চুতীয়াসকলৰ (ৰাজ্যৰ) আন এক অংশ বুলি কোৱা হয়। তেওঁলোক চাৰিভাগে বিভক্ত, যেনে— হিন্দু চুতীয়া, আহোম চুতীয়া, চুতীয়া, বৰাহী চুতীয়া আৰু দেউৰী। দেউৰীসকল চুতীয়াসকলৰ পুৰোহিত শ্ৰেণীৰ লোক। ১৯৭১ খ্ৰীষ্টাব্দত লোক পিয়ল অনুসৰি দেউৰীসকল জনসংখ্যা ২৩,০৮০ আছিল। আলিতে দেউৰীসকল অৰুণাচল প্ৰদেশৰ লোহিত ট্ৰাক্টৰ ডিবং নৈৰ দাঁতি কাঁষৰীয়া অঞ্চল, টেঙাপানী আৰু পাটৰছল আৰু ডিব্ৰুগড় জিলাৰ চাপাকোৱা অঞ্চলতে বাস কৰিছিল। চুমুৰীয়াসকলৰ লগত ঘটা সংঘাত-সন্ত্ৰাসৰ ফলত তেওঁলোকে পশ্চিমলৈ গতি কৰে। সম্প্ৰতি দেউৰীসকল লক্ষীমপুৰ, ডিব্ৰুগড়, শিৱসাগৰ, যোৰগাট আৰু শোণিতপুৰ জিলা নৈ পাৰ অঞ্চলত বসবাস কৰিছে। ১৯৮৭ খ্ৰীষ্টাব্দৰ মাজলৈ তেওঁলোকৰ জনসংখ্যা বাঢ়ি ৩৭,০২৮ হয়গৈ।

**অস্তিত্বৰ সংকট ঃ**

বিতৰ্কিত হ'লেও প্ৰাক্‌স্বাধীন কালৰে পৰা অসমত অস্তিত্বৰ সংকটৰ ধাৰা এটা বৈ আহিছে। ঘাইকৈ প্ৰথমে বহিৰাগত, পিছলৈ বিদেশীৰ অনুপ্ৰৱেশে অসমৰ আৰ্থ-সামাজিক, ৰাজনৈতিক স্বাৰ্থত আঘাত হনাই নহয়, ই অসমীয়াৰ অস্তিত্ব বিপদাপন্ন কৰা বুলি অসমত জাতীয়তাবাদী ৰাজনীতিৰ জন্ম হয়। ফলত অসমীয়া ভাষা ৰক্ষা আৰু অসমীয়া জাতি ৰক্ষাৰ প্ৰশ্ন প্ৰকট হৈ উঠে। অম্বিকাগিৰী ৰায়চৌধুৰীৰ নেতৃত্বত গঠন হোৱা অসমীয়া সংৰক্ষিণী সভাই অসমীয়া জাতি আৰু ভাষা-সংস্কৃতি ৰক্ষাৰ জাতীয়তাবাদী ধাৰাৰ গুৰি ধৰে (১৯৩৫ খ্ৰীঃ)। তাৰ পিছত অসম জাতীয়তাবাদী দল গঠন হয়। সৰ্বশেষত অসম জাতীয়তাবাদী যুৱ-ছাত্ৰ পৰিষদ গঠন হয় (১৯৭৮ খ্ৰীঃ)। দুয়োটা দলেই অসম আন্দোলনত অংশগ্ৰহণ কৰে। ভাষাৰ প্ৰশ্নত অসমীয়া-বঙালীৰ আৰু জাতীয়তা বা অস্তিত্ব ৰক্ষাৰ প্ৰশ্নত অসমীয়া বঙালী। বাংলাদেশীৰ মাজত বিৰোধ-বিসম্বাদৰ জন্ম হয়। অৱলীলাক্ৰমে বিগত কুৰি শতিকাৰ ষাঠিৰ দশকত ভাষা আন্দোলন আৰু আশীৰ দশকত বিদেশী বিতাড়নৰ গণ আন্দোলনে অসমীয়া জন-জীৱন জোকাৰি যায়।

**ভাষা সমস্যা ঃ অসমীয়া-বাংলা ভাষা বিবাদ ঃ**

বৃটিছে অসম সম্পূৰ্ণকৈ দখল কৰা সময়লৈকে অসমত অসমীয়া ভাষা এটা জীৱন্ত ভাষা হৈ আছিল। বাংলাৰ দৰে অসমীয়া ভাষাও মাগধী প্ৰাকৃত অপভ্ৰংশৰ পৰা ওলোৱা আৰু বৌদ্ধ চৰ্যাপদ, সহজীয়া গীত-পদ, মনসা কাব্য আৰু বিভিন্ন পাচালি ইয়াৰ মূল উৎস। ডাকৰ বচন, লোকগীত, বিহুগীত আৰু বনগীতবোৰো অসমীয়া সাহিত্যৰ বহুমূলীয়া উপাদান বুলি পণ্ডিতসকলে মন্তব্য দি গৈছে। এনে উৎস উপাদানৰ ওপৰত পুৰণি অসমীয়া পদ্য আৰু কাব্যৰ পৰম্পৰা ৰচিত হয়। হেম সৰস্বতীৰ কাব্য 'প্ৰহ্লাদ চৰিত্ৰ'খন অসমীয়া সাহিত্যৰ প্ৰাচীনতম নিদৰ্শন বুলি ধৰা হয়। পুৰণি কালৰ কবিসকলৰ ভিতৰত হৰিহৰ বিপ্ৰ, কবিৰত্ন সৰস্বতী, ৰুদ্ৰ

কন্দলি আৰু মাধৱ কন্দলিৰ নাম উল্লেখনীয়। মাধৱ কন্দলিৰ 'ৰামায়ণ' অসমীয়া সাহিত্যৰ এক অনুপম সৃষ্টি। মহাপুৰুষ শংকৰদেৱৰ কীৰ্তন, দশম আৰু মাধৱদেৱৰ ঘোষা ৰত্নাৱলী সৰ্বকালৰ মহত্তম সৃষ্টি। বিজ্ঞজনৰ মতে, আন নহ'লেও অন্ততঃ গদ্য সাহিত্যত অসমীয়া বাংলাতকৈ ভালেখিনি আগবঢ়া। বৈকুণ্ঠ নাথ ভাগৱত ভট্টাচাৰ্যৰ 'কথাগীতা', 'কথা ভাগৱত' আৰু কথা ৰত্নাৱলী তাৰ সাক্ষ্য। আহোমৰ বুৰঞ্জীসমূহো অসমৰ বুৰঞ্জী সাহিত্যৰ প্ৰাচীনতম চানেকী।

দেখা যায় পুৰণি অসমীয়া সাহিত্যৰ ভেটি সবল। বিদ্বৎ সমাজৰ কথা বাদেই; অসমৰ ভৈয়ামে-পৰ্বতে বিভিন্ন জনগোষ্ঠীৰ মাজত অসমীয়া ভাষা কথ্য ভাষা বা জনসংযোগী ভাষা হিচাপে চলি আছিল। অথচ বৃটিছে ১৮৩৭ খ্ৰীষ্টাব্দত অসমীয়া ভাষা নেওচি বাংলা ভাষা অসমৰ চৰকাৰী ভাষা আৰু স্কুলীয়া শিক্ষাৰ মাধ্যম কৰিলে। কিন্তু হতাশাগ্ৰস্ত আহোম ৰাজশক্তি বা অভিজাত শ্ৰেণীৰ কোনোৱে তাৰ বিৰুদ্ধে মাত নামাতিলে। ভক্তিত বা ভয়ত এইসকলৰ বেছি ভাগেই বৃটিছ ৰাজশক্তিৰ পৰা অনুগ্ৰহ আদায় কৰাত মনোনিৱেশ কৰিছিল। ১৯৫৩ খ্ৰীষ্টাব্দত এ জে মোফাট মিলছে অসমৰ প্ৰশাসনীয় ব্যৱস্থাৰ ওপৰত চৰজমিন তদন্ত চলাবলৈ অহাৰ সময়ত অসমীয়া বিষয়া (নেটিভ) আনন্দৰাম ঢেকিয়াল ফুকনে প্ৰশাসনৰ ওপৰত যুগুতোৱা প্ৰতিবেদনত তাৰ ওপৰত মাত মাতি প্ৰতিবাদ সাব্যস্ত কৰে আৰু অসমীয়া ভাষা পুনৰ চৰকাৰী ভাষা হিচাপে প্ৰতিষ্ঠা কৰাৰ বাবে আবেদন জনায়।

আনন্দৰাম ঢেকিয়াল ফুকনে অসমীয়া ভাষাৰ প্ৰশ্ন উত্থাপন কৰাত মোফাট লাল মিলছে অসমত বাংলা ভাষা চৰকাৰী কৰাটো প্ৰকাৰান্তৰে ভুল পদক্ষেপ বুলি অভিহিত কৰাৰ পিছতো বৃটিছ শাসক উইলিয়ম ৰবীনছন আৰু ফ্ৰেন্সিছ' জেনকিনসে বাংলা ভাষা ৰখাৰ সপক্ষে থিয় হয়। জেনকিনসে অসমীয়া ভাষা বাংলা ভাষাৰ অপভ্ৰংশ বুলি পতিয়ন গৈছিল। ইতিমধ্যে অসমত ছপাশাল পাতি অসমীয়া ভাষাত কিতাপ প্ৰকাশ কৰিবলৈ লোৱা আমেৰিকান মিছনেৰীসকলে অসমীয়া ভাষা শিক্ষা প্ৰবৰ্তন কৰাৰ সপক্ষে আগবাঢ়ি আহে। ব্ৰিটিছ সাম্ৰাজ্যবাদৰ সহযোগী আমেৰিকান মিছনেৰীসকলৰ অগ্ৰণী ভূমিকাত আশ্বস্ত হৈ বৃটিছ শাসকে মত পৰিৱৰ্তন কৰিলে। ইতিমধ্যে মিছনেৰী ত্ৰিমূৰ্তি ব্ৰন্সন ব্ৰাউন আৰু নীধি লেভিয়ে কিতাপ-পত্ৰ প্ৰকাশত মনোযোগ দি অসমীয়া ভাষাৰ ভেটি নিৰ্মাণত অৰিহণা যোগায়। অসমীয়াসকলৰ ত্ৰিমূৰ্তি হেমচন্দ্ৰ, গুণাভিৰাম আৰু আনন্দৰামে পাঠ্যপুথিকে ধৰি আৱশ্যকীয় লেখা প্ৰকাশ কৰি অসমীয়া ভাষাৰ ভেটি সুদৃঢ় কৰিলে। অসমীয়া সাহিত্যৰ উন্নত ইতিহাস পোহৰলৈ অহাৰ পিছত ব্ৰিটিছ শাসকসকল কাবু হ'ল। ১৮৭৩ খ্ৰীষ্টাব্দত বাংলাৰ ঠাইত অসমীয়া চৰকাৰী ভাষা আৰু স্কুলীয়া শিক্ষাৰ মাধ্যম কৰা হ'ল। স্মৰ্তব্য যে মিছনেৰীসকলে অসমীয়া ভাষা ভাল পাই তাৰ উন্নতি বিচৰা নাছিল। অসমীয়াসকলৰ মাজত খ্ৰীষ্টান ধৰ্মৰ বাণী প্ৰচাৰ কৰি অসমীয়াসকলক খ্ৰীষ্টান ধৰ্মৰ প্ৰতি আকৃষ্ট কৰাৰ বাবেহে ছপাশাল পাতি অসমীয়া গ্ৰন্থ প্ৰকাশৰ প্ৰতি আগ্ৰহান্বিত হৈছিল। সেয়ে হ'লেও অনস্বীকাৰ্য যে ১৮৪৬ খ্ৰীষ্টাব্দত আমেৰিকান মিছনেৰীসকলে প্ৰকাশ কৰা প্ৰথম অসমীয়া আলোচনী 'অৰুনোদই'য়ে (১৮৪৬-১৮৮০ খ্ৰীঃ) পশ্চিমীয়া শিক্ষাৰ বাৰ্তাবাহক হিচাপে নব প্ৰজন্মক এটি নতুন দিশৰ সন্ধান দিছিল, যাৰ ফলত অসমত নৱজাগৰণৰ সৃষ্টি হয়। প্ৰণিধানযোগ্য যে অসমৰ নৱজাগৰণে বংগৰ নৱজাগৰণৰ দৰে অসমৰ সামাজিক-সাংস্কৃতিক উত্তৰণ সাধিব পৰা নাছিল। ই সাহিত্যৰ নৱজাগৰণহে হৈ থাকিল।

বৃটিছ শাসকসকলে অসমৰ চৰকাৰী ভাষা আৰু স্কুলীয়া শিক্ষাৰ মাধ্যম বাংলা কৰাৰ মূলতে 'বাঙালী বাবু'সকলৰ ষড়যন্ত্ৰ আছিল বুলি দোষাৰোপ কৰা হয়। উনবিংশ শতিকাত আৰম্ভ হোৱা 'বাঙালী বাবুৰ' ষড়যন্ত্ৰ এটা ইছ্যুত পৰিণত হয় গৈ। ভালেমান সাহিত্যিক, সাংবাদিক, ৰাজনীতিক আৰু গৱেষক পণ্ডিতে এনে অভিযোগ উত্থাপন কৰা দেখা যায়। অসম সাহিত্য সভাৰ ১ম সভাপতি পদ্মনাথ গোহাঞি বৰুৱাই সাহিত্য সভাৰ মজিয়াতে সভাৰ সভাপতি (১৯২৪ খ্ৰীঃ) লক্ষ্মীনাথ বেজবৰুৱা আৰু ডিম্বেশ্বৰ নেওগে (১৯৬২ খ্ৰীঃ) একে অভিযোগ আনে। ১৯৬৪ খ্ৰীঃত বিৰিঞ্চি কুমাৰ বৰুৱাই এই কথা দোহাৰে। ১৯৮১ খ্ৰীষ্টাব্দত হেৰম্বকুমাৰ বৰপূজাৰীয়ে বিষয়টোৰ ওপৰত আলোকপাত কৰা দেখা যায়। প্ৰসংগটো পিছলৈ অসমৰ ৰাজনৈতিক ইতিহাসৰ অন্তৰ্ভুক্ত হয় (১৯৯৯ খ্ৰীঃ)। ১৯৮৬ খ্ৰীষ্টাব্দত শিৱ নাথ

বৰ্মন আৰু প্ৰসেনজিত চৌধুৰীয়ে তাৰ ওপৰত বিতৰ্ক উত্থাপন কৰে। এওঁলোকৰ উপৰি আন কেইবাগৰাকী কৃতবিদ্য লেখকে বঙালী অসমীয়া ভাষা বিবাদটোৰ পৰ্যালোচনা কৰা দেখা যায়। উল্লেখ্য যে ভাষা বিবাদটোৰ আলোচনা-সমালোচনা অসমীয়া-বাঙালীৰ মাজতে সীমাবদ্ধ হৈ থকা নাই, ই অন্যান্য ভাৰতীয় ভাষাৰ সমীক্ষাত ঠাই পাইছেগৈ। অসম আন্দোলনৰ অংশীদাৰ সদৌ অসম ছাত্ৰ সন্থা, অসম গণ সংগ্ৰাম পৰিষদ আৰু অসম সাহিত্য সভাই কেন্দ্ৰীয় গৃহ মন্ত্ৰীৰ ওচৰত দাখিল কৰা স্মাৰক-পত্ৰত (২৩ ফেব্ৰুৱাৰী, ১৯৮০ খ্ৰীঃ) অভিযোগ অনা হয় যে অকল অসমত বাংলা চৰকাৰী ভাষা আৰু শিক্ষাৰ মাধ্যম কৰাৰ বাবে অকল বাঙালী বাবুসকল দায়ী নহয়, অসমত থকা সমস্ত হিন্দু বাঙালী তাৰ বাবে দায়ী আছিল।

অসমীয়া গুচাই বাংলা ভাষা অসমৰ চৰকাৰী ভাষা আৰু স্কুলীয়া শিক্ষাৰ মাধ্যম কৰাৰ ইতিবাচক দিশ আঙুলিয়াব খোজাসকলৰ মতে তদানীন্তন অসমৰ ডা-ডাঙৰীয়াসকলৰ বাংলা-প্ৰীতি আছিল। বাঙালী মাফিক উৰণ-পিন্ধন, চলন-ফুৰণ আভিজাত্যৰ ঠাঁচ বুলি ধৰা হৈছিল। বৃটিছ যুগত বাংলা অসমৰ কূটনৈতিক ভাষা আছিল। ব্যৱসায়িক যোগাযোগ বাংলাতে চলিছিল আৰু বৃটিছ শাসনৰ আদিছোৱাত অসমীয়াসকলৰ বিদ্বৎ লোকে বাংলা ভাষাত লেখা-মেলা কৰিছিল। হলিৰাম ফুকনে বাংলা ভাষাত অসম বুৰঞ্জী লিখে (১৮২৯ খ্ৰীঃ)। পশ্চিমীয়া শিক্ষা প্ৰাপ্ত ১ম অসমীয়া যজ্ঞ ৰাম খাৰঘৰীয়াই বাংলা বাতৰি সমাচাৰ দৰ্পণত লেখা-মেলা কৰিছিল। যদুৰাম ডেকাই বাংলা আলোচনী সমাচাৰ দৰ্পণ, সমাচাৰ চন্দ্ৰিকাত প্ৰবন্ধ-পাতি লিখিছিল। আনকি আৰম্ভণিতে অসমীয়া সাহিত্যৰ ওজা লক্ষ্মীনাথ বেজবৰুৱাই বাংলাত লিখিবলৈ লৈছিল। এনে পৰিপ্ৰেক্ষিতত বৃটিছ শাসকসকলে বাংলা অসমৰ চৰকাৰী ভাষা কৰাৰ কাৰণ বিচাৰি পায় আৰু প্ৰজা ঘৰৰ পৰাও কোনো আপত্তি উঠা নাছিল। বৰ্মী আক্ৰমণৰ সময়ত বংগত আশ্ৰয় লৈ বাংলা ভাষা-শিক্ষা গ্ৰহণ কৰা আহোম ডা-ডাঙৰীয়াসকলৰ কিছুমানে বাংলা ৰাজ্য হোৱাত চৰকাৰী চাকৰি পোৱাৰ সুযোগ পাইছিল।

সেয়ে হ'লেও, অসমীয়া এটা জীৱন্ত ভাষা হৈ থাকোতে তাক তল পেলাই বাংলা ভাষা অসমৰ চৰকাৰী ভাষা কৰাৰ বাবে বৃটিছ শাসকসকলে দায় সাৰিব নোৱাৰে। অসমীয়া আৰু বাংলা ভাষাৰ লিপি একে হোৱাৰ কাৰণে বৃটিছসকলে অসমীয়া-বাংলা ভাষাৰ অপভ্ৰংশ বুলি ভাবিছিল বুলি কেৱে কেৱে ক'ব খোজে। এই কথা গ্ৰহণযোগ্য নহয়। অৱশ্যে তাৰ বাবে ভাৰতৰ গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট আৰু অসমৰ কমিছনাৰ জেনকিনসে দায়ী বুলি স্বীকাৰ কৰিছে। কথা হ'ল, আৰম্ভণিতে অসম-বংগ প্ৰেছিডেন্সিৰ অন্তৰ্ভুক্ত কৰি শাসন কৰা হয়। এংলো-মোগল শাসন ব্যৱস্থা বৰ্তি থকালৈকে বংগত পাৰ্চী চৰকাৰী ভাষা আছিল। কিন্তু বিভিন্ন আঞ্চলিক ভাষা চৰকাৰী ভাষা কৰিবলৈ সিদ্ধান্ত লোৱাৰ পিছত বংগত পাৰ্চী ভাষাৰ ঠাইত বাংলা ভাষা চৰকাৰী ভাষা কৰা হয়। গতিকে বংগ প্ৰেছিডেন্সিৰ অন্তৰ্ভুক্ত ৰাজ্য হিচাপে অসমত অসমীয়া ভাষাৰ ঠাইত বাংলা চৰকাৰী ভাষা আৰু স্কুলীয়া শিক্ষাৰ মাধ্যম কৰিলে। স্মৰ্তব্য যে যি বিবেচনাত বংগত পাৰ্চী ভাষাৰ ঠাইত বাংলা চৰকাৰী ভাষা কৰিলে সেই মতে অসমত আঞ্চলিক ভাষা চৰকাৰী ভাষা কৰিব লাগিছিল। কিন্তু গৃহীত নীতি ভংগ কৰি অসমত বাংলা চৰকাৰী ভাষা স্কুলীয়া শিক্ষাৰ মাধ্যম কৰা হ'ল। তাৰ বাবে আপাত দৃষ্টিত বৃটিছ শাসকসকল দায়ী। কিন্তু তাৰ অন্তৰালত সাম্ৰাজ্যবাদী স্বাৰ্থ নিহিত আছিল। উল্লেখ্য যে অসমীয়াসকল বৃটিছ শাসন সম্বন্ধে অনভিজ্ঞ আছিল। অসমীয়া লোকক শিকাই-বুজাই বৃটিছ শাসনোপযোগী কৰাটো আছিল ব্যয়সাপেক্ষ আৰু দীৰ্ঘসূত্ৰী। এতেকে অসমীয়াসকলৰ স্বাৰ্থলৈ পিঠি দি বাংলা চৰকাৰী ভাষা কৰি বাঙালী বাবু অনা হ'ল।

উল্লেখ কৰা হৈছে যে ইয়াৰ ফলত অসমীয়া ভাষাৰ প্ৰতি ঘোৰ অন্যায় কৰা হৈছিল। ১৮৭৩ খ্ৰীষ্টাব্দত তাৰ প্ৰতিকাৰ সাধন কৰা হ'ল। অসমীয়া ভাষা চৰকাৰী ভাষা আৰু স্কুলীয়া শিক্ষাৰ মাধ্যম কৰা হ'ল। অৱশ্যে অসমীয়া চৰকাৰী ভাষা হোৱাত বা তাৰ আগতে বাঙালী চাকৰিয়াল কিছুমানে ব্যক্তিগতভাৱে অসুবিধাত পৰাৰ ভয়ত তাৰ বিৰোধিতা কৰিব পাৰে। কাৰণ অসমত চাকৰি কৰিবলৈ অহা বাঙালীসকল কিছু পৰিমাণে কম বুধিয়ক আছিল আৰু বংগত চাকৰি ল'ব পৰা নাছিল। কিন্তু, অসমীয়া ভাষা চৰকাৰী ভাষা আৰু স্কুলীয়া শিক্ষাৰ মাধ্যম কৰাৰ কাৰণে দেহে-কেহে লগা

আনন্দৰাম ঢেকিয়াল ফুকনে বাঙালী বাবুৰ ষড়যন্ত্ৰৰ কথা উল্লেখ কৰা নাই। বৰঞ্চ উপযুক্ত পাঠ্যপুথি প্ৰস্তুত নোহোৱালৈকে বাংলা শিক্ষা চলোৱাৰ কথা কৈছিল। আনহাতে, প্ৰসিদ্ধ কোনো বাংলা লেখকে অসমীয়া-বঙালী ভাষা বিতৰ্কত অংশগ্ৰহণ কৰাৰ কথা পোৱা নাযায়।

উচ্চ শিক্ষা গ্ৰহণৰ বাবে কলকাতালৈ যোৱা ছাত্ৰসকলে তাত অসমীয়া ভাষাৰ শিক্ষাৰ উন্নতিৰ বাবে অসমীয়া ভাষা উন্নতি সভা স্থাপন কৰি প্ৰতিষ্ঠা কৰে। এইচাম জ্যেষ্ঠ লেখক-সাহিত্যিকৰ ভিতৰত ৰমাকান্ত বৰকাকতী, চন্দ্ৰ কুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা, আনন্দ চন্দ্ৰ গুপ্ত, কনকলাল বৰুৱা, হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ গোহাঁই বৰুৱা, উপেন্দ্ৰ নাথ বৰুৱা আৰু লক্ষেশ্বৰ শৰ্মাৰ নাম উল্লেখনীয়। তেওঁলোকৰ সাহিত্য কৰ্মৰ মুখপত্ৰ 'জোনাকী' আলোচনীয়ে সাহিত্যৰ নৱৰূপ আনে। অগ্ৰণী সাহিত্যিকসকলে অসমীয়া ভাষা সাহিত্যৰ উত্তৰোত্তৰ অগ্ৰগতিৰ বাবে বান্ধ বান্ধিবলৈ অসম সাহিত্য সভা প্ৰতিষ্ঠা কৰাত (১৯১৭ খ্ৰীঃ) ১ম সভাপতি পদ্মনাথ গোহাঁই বৰুৱাই অসমীয়া ভাষা তল পৰা দুৰ্দিনৰ ইতিহাস স্মৰণ কৰোঁতে চৰকাৰক দোষাৰোপ নকৰি কোনো নথি-পত্ৰৰ উল্লেখ নকৰাকৈয়ে বাঙালীসকলক দোষাৰোপ কৰাৰ কাৰণ বিচাৰি পালে। বেজবৰুৱাইয়ো একে সুৰতে ক'লে, একেখিনি কথাই। ফলত অসমীয়া-বাংলা ভাষা বিদ্বেষে জাতি বিদ্বেষত পৰিণত হয়।

পঞ্চাছৰ দশকৰ শেষৰ ফালে অসমত ৰাজ্য ভাষাৰ প্ৰশ্ন উঠিল। অসম সাহিত্য সভাকে কেন্দ্ৰ কৰি বিভিন্ন মহলত এই বিষয়েও আলোচনা চলিল। অসম সাহিত্য সভাই অসমীয়া ৰাজ্য ভাষা কৰাৰ প্ৰস্তাৱ দিলে। ১৯৫১ খ্ৰীষ্টাব্দৰ পিয়ল অনুসৰি তদানীন্তন অসমৰ ৭৫ শতাংশই নিজ ভাষা অসমীয়া বুলি দেখুৱাৰ পিছতো অসমীয়া মধ্যবিত্তসকলে অসমীয়া ভাষা সংকটৰ ক্ষণ গণিলে। তেওঁলোকৰ ভয় হ'ল। জানোচা অনাঅসমীয়াসকলে অসমীয়া ভাষাক স্বীকৃতি নিদিয়ে। এনে ভয়-ভীতি আৰু ভাষা সংৰক্ষণৰ তাগিদাত অসমীয়া ৰাজ্য ভাষাৰ আন্দোলন আৰম্ভ হ'ল (১৯৬০ খ্ৰীঃ)। অসম আৰু অসমৰ বাহিৰৰ কেইখনমান বাতৰিকাকতে বাঙালীসকলৰ জাত্যাভিমানৰ ওপৰত টিপ্পনী দি প্ৰচাৰ চলালে, যাৰ ফলত সাম্প্ৰদায়িকতাৰ সৃষ্টি হ'ল। বাঙালী জাত্যাভিমানৰ প্ৰসংগ অসমত থকা হিন্দু বাঙালীৰ ক্ষেত্ৰত প্ৰযোজ্য। ব্ৰহ্মপুত্ৰ উপত্যকাৰ চহৰাঞ্চলত বাঙালী অধ্যুষিত অঞ্চল পাতি বাসকৰাসকলৰ মাজত জাত্যাভিমানী নথকা নহয়। তেওঁলোকৰ বাঙালী ভাষা অসমৰ দ্বিতীয় ৰাজ্য ভাষা কৰাৰ দাবী আৰু ব্ৰহ্মপুত্ৰ উপত্যকাত বাঙালীৰ বাবে এখন আছুতীয়া কেন্দ্ৰীয়শাসিত ক্ষুদ্ৰ ৰাজ্যৰ দাবীয়ে অসমীয়া মধ্যবিত্তক আন্দোলনমুখী কৰাত কিছু ইন্ধন যোগায়। অসমৰ ছাত্ৰসকলে আন্দোলনত যোগ দিলে। বিভিন্ন ঠাইত অসমীয়া-বাঙালীৰ সাম্প্ৰদায়িক হাংগামা লাগিল। উভয়ৰে শত সহস্ৰ লোক আক্ৰান্ত হ'ল, বহুতৰ মৃত্যু ঘটিল। অৱশেষত আন্দোলনৰ ফলত অসমীয়া ৰাজ্য ভাষা হ'ল যদিও ব্ৰহ্মপুত্ৰ উপত্যকাৰ ছখন জিলাত অসমীয়া আৰু সুৰমা উপত্যকাৰ কাছাৰ জিলাত বাংলা চৰকাৰী ভাষা হিচাপে স্বীকৃত হ'ল। ১৯৭২ খ্ৰীষ্টাব্দত অসমীয়া স্নাতক মহলাৰ শিক্ষাৰ মাধ্যম কৰাৰ বাবে ছাত্ৰ আন্দোলন হয়। কাছাৰত প্ৰতিবাদী আন্দোলন চলিল। অৱশেষত মাতৃভাষাৰ লগতে ইংৰাজী স্নাতক মহলাৰ শিক্ষাৰ মাধ্যম হৈ থাকিল।

১৯৭২ খ্ৰীষ্টাব্দত অসমীয়া ভাষা সমস্যাৰ সাংবিধানিক সিদ্ধান্ত হ'ল। তাৰ লগে লগে অসমীয়া বঙালী বিবাদৰো পৰিসমাপ্তি ঘটিব লাগিছিল। কিন্তু বিদেশী সমস্যাই তাৰ অন্য এক ৰূপ দিলে। উল্লেখ্য যে সাম্ৰাজ্যবাদী শাসন কালতে পশ্চিমীয়া শিক্ষাত শিক্ষিত অসমীয়াসকলে চাকৰিৰ ক্ষেত্ৰত বাঙালীৰ প্ৰধান্যৰসম্মুখীন হৈছিল অসম আন্দোলনৰ নেতাসকলে বাঙালীৰ প্ৰাধান্যৰ ফলত অসমীয়াৰ অস্তিত্ব বিপন্ন হোৱাৰ কথা অৱতাৰণা কৰিলে। ফলত অসমীয়াসকলৰ মনত বাঙালী প্ৰাধান্যৰ ভীতি সঞ্চাৰ হ'ল। উল্লেখ্য যে বৃটিছৰ দিনতে অসমলৈ প্ৰব্ৰজন কৰা ন-মুছলমান আৰু চাহ বনুৱাসকলে লোক পিয়লৰ সময়ত অসমীয়া হিচাপে চিনাকি দিয়াৰ ফলত অসমীয়াৰ জনসংখ্যাৰ হাৰ বৃদ্ধি হয়। ছিলেট জিলাখন অসমৰ পৰা ফালি গ'ল যদিও গোৱালপাৰা অসমৰ লগত সংযুক্ত হোৱাত অসমীয়া জনসংখ্যাৰ খুব বেছি তাৰতম্য নহ'ল। জনজাতীয়সকলকে ধৰি ব্ৰহ্মপুত্ৰ উপত্যকাত অসমীয়াৰ সংখ্যা প্ৰায় ৮০ শতাংশ হয়গৈ।

ভাৰত বিভাজনৰ ফলত পূব পাকিস্তানৰ হিন্দু

ভগনীয়াসকল পশ্চিমবংগ, ত্রিপুৰা আৰু অসমত সোমায়। বহুদলৈ চৰকাৰে ভগনীয়াসকলক সংস্থাপিত কৰাৰ ব্যৱস্থা লয়। অসমৰ কাছাৰ জিলাত ভগনীয়াৰ সংস্থাপন অধিক হ'ল। ব্ৰহ্মপুত্ৰ উপত্যকাতো ভগনীয়াৰ সংস্থাপন হয়। ব্ৰহ্মপুত্ৰ উপত্যকাত ইতিমধ্যে চাকৰি আৰু ব্যৱসায় সূত্ৰে বাঙালী লোকৰ বসতি আছিল। ভগনীয়াসকলে বাস কৰিবলৈ লোৱাত বাঙালীৰ সংখ্যা বাঢ়িল। এক প্ৰকাশিত তথ্য মতে ১৯৫১ খ্ৰীষ্টাব্দত ব্ৰহ্মপুত্ৰ উপত্যকাত বাঙালীৰ সংখ্যা ১৩ শতাংশ আছিল। ১৯৭১ খ্ৰীষ্টাব্দলৈ বাঙালীৰ সংখ্যা খুব বেছি নহ'ল। তাৰ কাৰণ হ'ল, কৃষিজীৱী বাঙালী আৰু অমধ্যবিত্ত বাঙালীসকলে অসমীয়া ভাষা-সংস্কৃতি আঁকোৱালি লৈ অসমীয়া সমাজৰ লগত মিলিজুলি থাকিবলৈ লয়। আহোম ৰাজত্বৰ কালতো বংগৰ পৰা অহা পুৰোহিত ব্ৰাহ্মণ আৰু মুছলমান কাৰিকৰসকলে অসমীয়া ভাষা-সংস্কৃতি গ্ৰহণ কৰি অসমীয়াৰ মাজত লীন যায়। সি যিকি নহওক সমগ্ৰ অসমত অসমীয়াৰ সংখ্যা ৬১ শতাংশৰ ভিতৰত ব্ৰহ্মপুত্ৰ উপত্যকাত অসমীয়াৰ সংখ্যা ৭২ শতাংশ। এনে স্থলত অসমত থকা বাঙালীসকলে অসমীয়া ভাষা-সংস্কৃতি তথা অস্তিত্ব বিপন্ন কৰাৰ ভাবুকি অহাৰ সম্ভাৱনা ক্ষীণ। কিন্তু তদানীন্তন পূৰ্ববংগ, পাকিস্তান আৰু পিছলৈ বাংলাদেশৰ পৰা অহা অবৈধ নাগৰিকৰ প্ৰশ্নই বাঙালী-অসমীয়াৰ সম্পৰ্কত এক নতুন মাত্ৰা প্ৰয়োগ কৰিলে। অবৈধ নাগৰিকসকল মূলতঃ বাঙালী। অসম আন্দোলনৰ নেতৃত্বই বিদেশী নাগৰিক আৰু সাধাৰণ বাঙালী অধিবাসী একে কৰি বাংলা সম্প্ৰসাৰণৰ ফলত অসমীয়া ভাষা-সংস্কৃতি সংকটৰ পৰাহত পৰাৰ ইচ্ছা উলিয়ালে। অবৈধ নাগৰিকৰ ভয়াবহ সংখ্যা প্ৰকাশ হ'ল। ৪০ লাখৰ পৰা ৮০ লাখলৈকে অবৈধ বিদেশী নাগৰিক অসমত প্ৰৱেশ কৰাৰ পৰিসংখ্যা বাহিৰ হ'ল। বাতৰিকাকতে ৫,০০,০০০ পৰা ২৫,০০,০০০ বিদেশীৰ নাম ভোটাৰ তালিকাৰ অন্তৰ্ভুক্ত হোৱাৰ কথা সদৰী কৰিলে। ত্ৰিপুৰাৰ জনজাতীয়সকলৰ দৰে অসমীয়াৰ অস্তিত্ব লোপ পোৱাৰ সম্ভাৱনা দাঙি ধৰা হ'ল। অৱলীলাক্ৰমে বিদেশী বিতাড়ন বা অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ ছবছৰীয়া আন্দোলনৰ সময়ত ৰাজ্যখনত সাম্প্ৰদায়িক বিষবাষ্প বৈ গ'ল আৰু বিভিন্ন ঠাইত সাম্প্ৰদায়িক সংঘৰ্ষৰ সৃষ্টি হ'ল। উভয় পক্ষৰ শ শজনৰ জীৱনলৈ অন্ধকাৰ নামি আহিল। আন্দোলনকাৰী বহুত ছাত্ৰৰ মৃত্যু হ'ল।

উত্তেজনাৰ বশৱৰ্তী হৈ যুৱ নেতৃত্বই ঘোষণা দিলে যে চৰকাৰে বিদেশী নেখেদিলে নিজাববীয়াকৈ বিদেশী খেদাৰ উদ্যোগ ল'ব। ফলত বাঙালীকে ধৰি নমুছলমানে ৰক্ষণাবেক্ষণ বিচাৰি চৰকাৰৰ ওচৰত হেঁচা দিলে। অসমত সংখ্যালঘুৰ ৰাজনীতিৰ জন্ম হ'ল। জন্ম হ'ল আই এম ডি টি আইনৰ, যাৰ ফলত আন্দোলনৰ নেতৃত্বই দুখনকৈ চৰকাৰ গঠন কৰিও বিদেশী সমস্যাৰ সমাধান কৰিব নোৱাৰিলে। এহাজাৰৰ বেছি বিদেশী বহিষ্কাৰ কৰিব নোৱাৰিলে। ৰাজ্যখনত চলিত মতামত মতে আইনখনে বিদেশী প্ৰব্ৰজনকাৰী বা বিদেশী নাগৰিকৰ নিৰাপত্তা সুনিশ্চিতহে কৰিলে। যুৱ নেতৃত্বৰ ফালৰ পৰা আইনখনৰ বিৰুদ্ধে উচ্চতম ন্যায়ালয়ত ৰীট আবেদন দাখিল কৰা হ'ল। ২০০৫ চনত উচ্চতম ন্যায়ালয়ে আইনখন বাতিল কৰাত অসমৰ সংখ্যালঘু সম্প্ৰদায় সংকিত হ'ল। স্বাৰ্থান্বেষী কিছুমানৰ বিভ্ৰান্তিমূলক অপপ্ৰচাৰৰ ফলত আই এম ডি টি আইন বাহাল ৰখাৰ দাবীত এ ইউ ডি এফ নামৰ এটি নতুন ৰাজনৈতিক দলৰ সৃষ্টি হ'ল। আনহাতে সংখ্যালঘুৰ নিৰাপত্তা ৰক্ষাৰ বাবে কেন্দ্ৰীয় চৰকাৰে বিদেশী আইনৰ কেতবোৰ ধাৰাৰ সংশোধন ঘটায়। নাগৰিক অধিকাৰ ৰক্ষাৰ নামত যি ধৰণৰ ৰাজনৈতিক ব্যৱস্থা গ্ৰহণ নকৰক লাগে, তাৰ ফলত ৰাজ্যখনত যদি অবৈধ বিদেশী নাগৰিক থাকি যায় আৰু বিদেশী নাগৰিক অহাৰ সোঁত বৈ থাকে অসমক জনগাঁথনি যে পৰিৱৰ্তন হ'ব তাত সন্দেহৰ অৱকাশ নাই।

### নেপালী বহিষ্কাৰৰ প্ৰশ্ন :

অসম আন্দোলনৰ সময়ত বাংলাদেশী বিদেশীৰ লগতে অসমত থকা নেপালীৰ বহিষ্কাৰৰ কথাও উঠিছিল। উল্লেখ কৰি অহা হৈছে যে গুৰিতে অসম আন্দোলন বহিৰাগতৰ আগমনত বাধা প্ৰদান কৰাৰ বাবে আৰম্ভ হৈছিল। পিছলৈ বিদেশীৰ বিৰুদ্ধে গ'ল। ভাৰতীয় বহিৰাগতক বাধা প্ৰদান কৰাৰ ক্ষেত্ৰত সাংবিধানিক বাধ্য বাধকতা হেতু বহিৰাগতৰ প্ৰশ্ন টলকা মাৰি বিদেশী বহিষ্কাৰৰ প্ৰশ্ন অনা হ'ল। অৱশ্যে মানসিকভাৱে বহিৰাগতৰ সংজ্ঞাৰ ভিতৰত বিদেশী অন্তৰ্ভুক্ত আছিল। সি যি কি নহওক, নেপালীসকলৰ কথা

বাংলাদেশীতকৈ সুকীয়া আছিল। অসম আৰু নেপালৰ সম্পৰ্ক পুৰণিকলীয়া। মধ্যযুগত নেপাল আৰু অসমৰ ৰজাঘৰীয়া বৈবাহিক সম্পৰ্ক আছিল আৰু বৃটিছৰ আগমনৰ আগতে সীমিতভাৱে হ'লেও অসমলৈ নেপালীৰ প্ৰব্ৰজন হয়। অসমৰ অধিবাসী মৰাণসকলক নেপালৰ পৰা অহা লোক বুলি কোৱা হয়।

নেপালীসকল বিভিন্ন জাতি-প্ৰজাতি আৰু ভাষা-ভাষী লোক। গোৰ্খালী হ'ল বিভিন্ন ভাষা-ভাষীৰ উমৈহতীয়া ভাষা; অৰ্থাৎ বিভিন্ন ভাষা-ভাষীৰ সংযোগী ভাষা। অসমত থকা নেপালীসকলৰ ভাষাও (কথ্য আৰু লিখিত) বেলেগ বেলেগ। গোৰ্খালীৰ বাহিৰেও হিন্দী আৰু অসমীয়া ভাষা কোৱা দেখা যায়। সি যি কি নহওক, বৃটিছ শাসনকালত চৰকাৰী প্ৰচেষ্টাতে কিছুমান নেপালী অসমলৈ আহে।

লোকপিয়ল অনুসৰি ১৯২১ খ্ৰীষ্টাব্দলৈ অসমত নেপালীৰ সংখ্যা বেছি নাছিল। সেই চনত নেপালীৰ সংখ্যা ১,২৫,৩২০ হয়গৈ। ১৯৫১ চনৰ পৰা ১৯৭১ চনলৈ অসমত থকা নেপালীৰ সংখ্যা বৃদ্ধি হয়। ১৯৭১ চনত নেপালীৰ সংখ্যা ৩,৪৯,১১৬ লৈ বৃদ্ধি হয়।

১৮১৪ খ্ৰীষ্টাব্দত ইংগ-নেপাল যুদ্ধৰ সগৌলি শান্তি চুক্তিৰ পিছত নেপালীৰ ভাৰত প্ৰব্ৰজন আৰম্ভ হয়। ১৮৮৫ খ্ৰীষ্টাব্দৰ আন এক চুক্তি মতে বৃটিছ চৰকাৰে গোৰ্খা বাহিনী গঠন কৰে। উত্তৰ-পূব বৃটিছ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰাৰ সামৰিক অভিযানত হিন্দুস্থানী চিপাহীৰ লগত গোৰ্খা চিপাহী নিযুক্ত হয়। চাকৰিৰ পৰা অবসৰ লোৱা গোৰ্খা চিপাহীবিলাকক অসমত থাকিবলৈ দিয়া হয়। অসম আৰু উত্তৰ-পূব সীমান্ত অঞ্চলৰ (অৰুণাচল) পাহাৰৰ নামনিত তেওঁলোকে বসতি স্থাপন কৰিবলৈ লয়। নেপালীসকলক অসামৰিক সেৱাতো নিযুক্তি কৰা হৈছিল। পিয়ন, চকীদাৰ, দাৰোৱান আদিৰ চাকৰিত মকৰৰ কৰা হয়। এওঁলোকেও চাকৰি সূত্ৰে অসমত থাকিবলৈ লয়। বৃটিছ শাসকসকলে প্ৰব্ৰজনকাৰী নেপালীসকলক পাহাৰ অঞ্চলত খেতি-বাতি আৰু গো পালন কৰাৰ বাবে উৎসাহ জনায়। সাম্ৰাজ্যবাদী বৃটিছ শাসকৰ মূল উদ্দেশ্য আছিল নেপালীসকলক দুৰ্দমনীয় জনজাতিসকলৰ প্ৰতিসম শক্তিৰূপে থিয় কৰাটো।

১৯৪০ খ্ৰীষ্টাব্দৰ চুক্তি অনুসৰি নেপালীসকলৰ বাবে বনাঞ্চল আৰু চৰণীয়া পথাৰ খুলি দিয়া হ'ল। খেতি-বাতি আৰু গো পালন কৰি জীৱন জীৱিকাৰ স্বচ্ছল বাট পোৱাত নেপালীসকলৰ প্ৰব্ৰজন বৃদ্ধি হয়। স্বাধীনোত্তৰ কালৰ ১৯৫০ খ্ৰীষ্টাব্দৰ চুক্তি অনুসৰি দুয়োখন দেশৰ লোকে পাছপোৰ্ট বা ভিছা নোহোৱাকৈ অহা-যোৱা কৰিব পৰা হ'ল। (অসমৰ) পৰ্বতৰ নামনি আৰু কাষৰীয়া ভৈয়ামত কিছু কিছু অঞ্চলত নেপালীৰ বসতি গজগজীয়া হ'ল। স্মৰ্তব্য যে নেপালত জীৱন জীৱিকা অতি কষ্টসাধ্য হোৱা বাবে নেপালীৰ প্ৰব্ৰজন অকল ভাৰত। অসমতে সীমাবদ্ধ নাছিল; সমস্ত দক্ষিণ-পূব এছিয়াত নেপালীৰ প্ৰব্ৰজন ঘটে।

দেখা যায়, অসমত দুই শ্ৰেণীৰ লোক আছে। খাচ নেপালৰ পৰা অহালোক আৰু বহুদিন ধৰি ভাৰতত বসবাস কৰা লোক। দ্বিতীয় শ্ৰেণীৰ নেপালীসকলে অসমৰ আৰ্থ-সামাজিক আৰু ৰাজনৈতিক প্ৰক্ৰিয়াৰ লগত জড়িত। সংখ্যাবৃদ্ধি হোৱাৰ পিছত নেপালীসকল গোষ্ঠীবদ্ধ হয়। ৰাজ্যখনৰ ৰাজনৈতিক প্ৰক্ৰিয়াত নেপালীসকলে গোষ্ঠী স্থিতি প্ৰদৰ্শন কৰিবলৈ ধৰে আৰু বিধানসভালৈ নিজস্ব প্ৰতিনিধি পঠিয়াবলৈ সক্ষম হয়। উল্লেখ্য যে নেপালী কৃষক-গোপালকসকল ইতিমধ্যে ট্ৰাইবেল বেল্টৰ সংৰক্ষিত শ্ৰেণীৰ অন্তৰ্ভুক্ত হয়।

অসম আন্দোলনৰ সময়ত বাংলাদেশী বিদেশীৰ লগতে নেপালী বিদেশীকো অসমৰ পৰা বহিষ্কাৰ কৰাৰ দাবী উঠে। ফলত, নেপালী-অসমীয়াৰ সম্পৰ্কৰ অৱনতি ঘটে। তেওঁলোকে আন্দোলন বিৰোধী পক্ষৰ লগ লাগি ভাৰতীয় নাগৰিক হিচাপে এটা নেপালী সংগঠন থিয় কৰে আৰু নিজ স্থিতি দৃঢ় কৰিবলৈ লয়। উল্লেখ্য যে অসম আন্দোলন বাংলাদেশীৰ বিৰুদ্ধে ক্ষোভিত আৰু তীব্ৰ আপোচবিমুখ আছিল যদিও নেপালীসকলৰ বিৰুদ্ধে কিছু নমনীয় স্থিতি লৈছিল। কাৰণ নেপালীসকল আন্দোলনকাৰীসকলৰ প্ৰতিদ্বন্দ্বী হিচাপে থিয় হোৱা নাছিল। থোৰতে ক'বলৈ হ'লে, অসম আন্দোলনৰ পৃষ্ঠভূমি তৈয়াৰ কৰিছিল মূলতঃ অসমৰ বুৰ্জোৱাসকলে। শ্ৰমজীৱী নেপালীসকলে তেওঁলোকৰ স্বাৰ্থত হেঙাৰ দিব নোৱৰা অসমৰ সামাজিক-সাংস্কৃতিক অস্তিত্বৰ সংকট অনাৰ বাবেও ক্ষমতাশীল নহয়। ধৰ্মীয়ভাৱেও এচাম তেওঁলোকৰ ওপৰত সহনশীল। কিন্তু

একাংশেই নেপালীসকলৰ জনসংখ্যা বৃদ্ধি আৰু স্বকীয় স্থিতি প্ৰদৰ্শনত অসন্তুষ্ট। নেপালীসকলে ভাষা আন্দোলন আৰু মাধ্যম আন্দোলনত সমৰ্থন দিছিল যদিও তেওঁলোক নিজ ভাষা-সংস্কৃতিৰ প্ৰতি সজাগ আৰু সংবিধানৰ ৮ম সূচীত নেপালী ভাষাৰ অন্তৰ্ভুক্তিৰ দাবী উত্থাপন কৰি আছে। অৱশ্যে তেওঁলোকে নেপালী অসমীয়া হিচাপে থাকিব বিচাৰে।

**বহিৰাগত ঃ**

অসমত জাতি-ধৰ্ম-গোষ্ঠী নিৰ্বিশেষে ভাৰতৰ বিভিন্ন লোক আছে। ভাৰতীয় সংবিধান অনুসৰি ভাৰতীয় লোকে ভাৰতৰ যিকোনো ঠাইত বাস কৰিব পাৰে। অসমত থকা তেনে লোক আঞ্চলিক দৃষ্টিভংগীত বহিৰাগত, কিন্তু ভাৰতীয়। এতেকে তেওঁলোক অসম আন্দোলনৰ লক্ষ্যৰ বাহিৰত থাকিল। নথকাহেঁতেন আন্দোলনৰ বৈধতা নাথাকিলহেঁতেন। বহিৰাগত বুলিলে অসম আন্দোলনৰ লক্ষ্যৰ বহিৰ্ভুক্তখিনিকে বুজাব পাৰি। তেওঁলোক অনাঅসমীয়া, অনাবাঙালী আৰু অনানেপালী। তাৰ ভিতৰত মাৰোৱাৰীসকল এক সংহত অনাঅসমীয়া গোষ্ঠী। আনবোৰ সানমিহলি। ভাষাৰ ভিত্তিত অনাঅসমীয়াখিনিক হিন্দীভাষী আৰু অহিন্দীভাষী বুলি ভগাব পাৰি। হিন্দীভাষী হ'লেও মাৰোৱাৰীসকলৰ নিজ ভাষা আছে। আছে তেওঁলোকৰ আছুতীয়া স্থিতি।

**মাৰোৱাৰীসকল ঃ**

ব্যৱসায়ী হিচাপে মাৰোৱাৰীসকল প্ৰখ্যাত। মাৰোৱাৰি ৰাজ্যখণ্ডৰ পৰা অহা বাবে তেওঁলোক মাৰোৱাৰী নামে পৰিচিত। তেওঁলোকৰ মাজতো বিভিন্ন ধৰ্মাৱলম্বী লোক আছে। আহোমৰ দিনত আভ্যন্তৰীণ ব্যৱসায়-বাণিজ্য নিয়ন্ত্ৰিত আছিল। সীমান্ত চকীত অন্যৰ লগত ব্যৱসায়িক লেনদেন চলিছিল। ব্ৰিটিছ শাসনকালত অসমলৈ ব্যৱসায় কৰিব অহাসকলৰ ভিতৰত মাৰোৱাৰীয়েই প্ৰথম আছিল বুলি কোৱাত অসুবিধা নাই। ব্ৰিটিছসকলে অসম দখল কৰাৰ সময়তে মাৰোৱাৰী ব্যৱসায়ী অসম পাইছিলহি। কেপ্টেইন জেনকিনছে ১৮৩১ খ্ৰীষ্টাব্দতে শদিয়াত মাৰোৱাৰী ব্যৱসায়ী লগ পাইছিল। ১৮৪১ খ্ৰীষ্টাব্দত অসমৰ সমস্ত ব্যৱসায় কেএণ্ডৰ হস্তগত হয়। আগতে অসমৰ মাৰোৱাৰীসকলক কেএণ্ডা বোলা হৈছিল।

প্ৰাক বৃটিছ অসম আছিল অৰ্ধজনজাতীয় আৰু অৰ্ধ সামন্তবাদী। অৰ্ধ সামন্তবাদী বৈশিষ্ট্য এতিয়াও অসমত বিদ্যমান। ৰাহি উৎপাদন নাছিল বা সীমিত আছিল। মাৰোৱাৰী ব্যৱসায়ীৰ দৰে অসমত এটা একমাত্ৰ সংগঠিত ব্যৱসায়ী শ্ৰেণী নাছিল। কাৰণ তদানীন্তন অসমত বজাৰ অৰ্থনীতি নাছিল। ৰাজ্যখনত বস্তুৰ সালসলনি প্ৰথাই চলি আছিল। বৃটিছ অহাৰ লগে লগে অসমত বজাৰ অৰ্থনীতি চলিল। আৰম্ভ হ'ল ঔপনিবেশিক ক্ৰয়-বিক্ৰয়। কিন্তু তাৰ বাবে অসমীয়া ব্যৱসায়ী উপযুক্ত নাছিল। ইতিমধ্যে ভাৰতৰ বিভিন্ন ঠাইত ঔপনিবেশিক ব্যৱসায় আৰম্ভ হোৱাত মাৰোৱাৰীসকলে ব্যৱসায়িক সম্পৰ্ক স্থাপন কৰে। শেহতীয়াভাৱে উত্তৰ-পূবত প্ৰৱেশ কৰে। চাহবাগান, বনজ সম্পদ, কয়লা আৰু পেট্ৰ'লিয়াম আদিৰ ব্যৱসায়িক দিশ মুকলি হোৱাত যোগাযোগ ব্যৱস্থাৰ ক্ৰমবৰ্ধমান উন্নতি হ'বলৈ ধৰিলে। উৎপাদন সামগ্ৰীৰ বজাৰ বাঢ়ি অহাৰ লগে লগে মাৰোৱাৰীসকলৰ ব্যৱসায়িক সুযোগ আহিল। মাৰোৱাৰীসকল প্ৰথমতে নামনি অসমত খাদ্য সামগ্ৰীৰ ব্যৱসায়ত ব্যস্ত আছিল। মাৰোৱাৰীসকলক উজনিৰ ইউৰোপিয়ান চাহ বাগিচাৰ চাহ বিক্ৰীৰ এজেণ্ট নিযুক্ত কৰা হ'ল; ধন লেনদেন কৰিবলৈ দিয়া হ'ল। বাগান, ফেক্টৰী আদিৰ ঘৰ-দুৱাৰ নিৰ্মাণ সামগ্ৰী আৰু বনুৱাৰ ৰচদ-পাতি যোগানৰ সুবিধা দিয়া হ'ল। অতএব, মাৰোৱাৰীসকলৰ ব্যৱসায় বাঢ়িল। বিভিন্ন ঠাইত ব্যৱসায়ী গোলা খোলা হ'ল। কৃষি অৰ্থনীতি মাৰোৱাৰীৰ হাতলৈ গ'ল। বস্তু-বাহানি সৰবৰাহৰ লগতে ধন ধাৰে দিয়াৰ বাট ল'লে। কৃষকক শস্য যোগান দিয়াৰ বাবে আগধন দি অতি কম মূল্যত শস্য গোটাই অধিক মুনাফা লুটিবলৈ ল'লে।

টকা ধাৰে দিয়া মাৰোৱাৰী মহাজনে অসমীয়া মহাজন আৰু মাটি-বিত্তি থকা অসমীয়া অভিজাতসকলৰ লগ লাগি পূৰ্ববংগৰ পৰা অহা কৃষকক টকা-পইচা দি অসমৰ বিভিন্ন ঠাইত বহুৱাইছিল আৰু সিহঁতৰ পৰা চালামি লৈছিল। ব্যৱসায়-বাণিজ্য হাত কৰাৰ উপৰি বিত্তশালী মাৰোৱাৰী কিছুমানে বৃটিছ শাসকৰ পৰা মৌজাদাৰ পদবী ল'বলৈ সক্ষম হয়। অসমীয়া অভিজাতৰ ঠাইত মাৰোৱাৰী মৌজাদাৰ

হোৱাত অসমীয়া অভিজাত লোক, মাৰোৱাৰী বিদ্বেষী হয়। মণিৰাম দেৱানে তাত আপত্তি দৰ্শাইছিল যে অসমীয়া অভিজাত কিছুমান কৰ্মহীন হৈ থাকোতে মাৰোৱাৰী আৰু ছিলেটীয়া বাঙালীক মৌজাদাৰ কৰাত অসমীয়া অভিজাত তেওঁলোকৰ ৰায়ত হ'ল। প্ৰকৃততে বৃটিছৰ আমোলত মাৰোৱাৰীসকলে বৃটিছৰ সহযোগী হৈ অসমৰ বজাৰ দখল কৰি শোষকৰ ভূমিকাত অৱতীৰ্ণ হয়। বেংকৰ অভাৱত মাৰোৱাৰীসকলে দালাল প্ৰথাৰে যথেষ্ট অৰ্থ-সম্পত্তিৰ মালিক হয়। মাৰোৱাৰী সুদখোৰ মহাজনৰ হাতত কৃষক কেনেকৈ সৰ্বস্বান্ত হৈছিল তাৰ এটি উদাহৰণ লিপিবদ্ধ কৰা আছে। যেনে ১০ টকাৰ ধাৰ ল'লে কৃষকে ২০ টকাৰ গহনা জামিন দিব লাগিছিল। তেনে ধাৰ লোৱা কৃষকে মাহিলি ৫ টকা সুদ ধৰিব লগা হৈছিল। মাৰোৱাৰী মহাজনে অনেক সময়ত খাদ্য সামগ্ৰী গুদামত লুকাই ৰাখি কৃত্ৰিম নাটনি সৃষ্টি কৰি বয়বস্তু চৰা দামত বিক্ৰী কৰি অধিক মুনাফা লুটে। এতেকে মাৰোৱাৰী ব্যৱসায়ীসকলৰ ওপৰত অসমৰ মানুহৰ ভাল ভাব নাছিল। স্বাভাৱিকতে মানুহে মাৰোৱাৰীসকলক শোষণকাৰী হিচাপে গণ্য কৰে।

মাৰোৱাৰীসকলে ঘাইকৈ চহৰাঞ্চলত বাস কৰে। হিন্দীভাষী হিচাপে লোৱাত লোক পিয়লত তেওঁলোকৰ জনসংখ্যাৰ সঠিক হিচাপ পোৱা নাযায়। কাৰণ, অন্যান্য হিন্দীভাষীও একে হিচাপৰ ভিতৰত থাকে। এক সূত্ৰ মতে অসমৰ মাৰোৱাৰী জনসংখ্যা কম নহয়। অসমৰ মুঠ জনসংখ্যাৰ ৫ শতাংশ হ'ব। অৱশ্যে জনসংখ্যাৰ ফালৰ পৰা মাৰোৱাৰীসকলে অসমৰ জনগাঁথনি পৰিৱৰ্তনত বিশেষ প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে।

বৃটিছ আমোলৰ দৰে স্বাধীনোত্তৰ কালতো মাৰোৱাৰীসকলে অসমৰ অৰ্থনীতিত নিজৰ স্থিতি বাহাল ৰাখিবলৈ সক্ষম হয়। ভাৰতীয় বুৰ্জোৱাৰ এজেণ্ট হিচাপে অসমৰ মাৰোৱাৰী ব্যৱসায়ীয়ে চাহ শিল্পত অগ্ৰণী ভূমিকা লৈ আছে। তেওঁলোকৰ হাতত ব্যক্তিগত খণ্ডত স্থাপিত উদ্যোগৰ মালিকানা আছে। পেট্ৰ'ল সম্পদকে ধৰি বিভিন্ন লাভজনক ব্যৱসায় তেওঁলোকৰ হাতত আছে। এতেকে তেওঁলোকৰ হাতত বাণিজ্যিক বিনিয়োগৰ বাবে পুঁজি-মূলধন জমা হৈছে। ফলত মাৰোৱাৰী ব্যৱসায়ী গোষ্ঠী প্ৰভাৱশালী হৈছে আৰু সমগ্ৰ উত্তৰ পূবৰ ব্যৱসায়িক লাভালাভ তেওঁলোকে ভোগ কৰিছে। অসমীয়া বুৰ্জোৱাই তেওঁলোকৰ সৈতে সমানে প্ৰতিযোগিতা কৰিব পৰা নাই।

প্ৰশ্ন হয়, অসমৰ মাৰোৱাৰী জনগোষ্ঠীৰ সামাজিক স্থিতি কি? ৰাজ্যখনৰ আৰ্থ-সামাজিক-সাংস্কৃতিক ভেটি নিৰ্মাণত তেওঁলোকৰ কিবা অৱদান আছেনে? সমন্বয়ৰ বীজ সিঁচি তেওঁলোকে বৃহত্তৰ অসমীয়া সমাজত জীণ যাব পাৰিছেনে? বা তেনে মানসিকতা সৃষ্টিৰ বাবে যত্নপৰ হৈছেনে? পূৰ্বৰ মাৰোৱাৰী প্ৰজন্মৰ কিছুমানে অসমীয়া জাতি গঠনত বিশেষ ভূমিকা লৈ ঐক্য আৰু সমন্বয়ৰ পথ প্ৰদৰ্শন কৰিছিল। অসমীয়াসকলৰ প্ৰগতিত অৰিহণা যোগাইছিল। স্মৰ্তব্য যে অসমৰ সাহিত্য-সংস্কৃতিৰ বিকাশত তেজপুৰৰ আগৰৱালা পৰিয়ালৰ অৱদান কম নহয়। হৰিবিলাস আগৰৱালাই (১৮৪২-১৯১৩ খ্ৰীঃ) ঊনবিংশ শতিকাতে অসমীয়া কিতাপ ছপাবলৈ লৈছিল। তেঁৱেই প্ৰথমতে অসমীয়া বৈষ্ণৱ সাহিত্য পোহৰলৈ আনে। তেওঁৰ পুত্ৰ চন্দ্ৰকুমাৰ আগৰৱালাৰ সম্পাদনাত প্ৰকাশিত জোনাকী আলোচনীয়ে অসমীয়া সাহিত্যত জোনাকি যুগৰ সৃষ্টি কৰি অসমীয়া সাহিত্যলৈ স্মৰণীয় দিন আনে। নিজে এজন প্ৰখ্যাত অসমীয়া সাহিত্যিকৰ মৰ্যাদা লাভ কৰে। একে পৰিয়ালৰ এগৰাকী সুযোগ্য সন্তান জ্যোতিপ্ৰসাদ আগৰৱালা আছিল এজন গুণবিশিষ্ট লোক। কবি, শিল্পী, সাহিত্যিক, লেখক, গায়ক, গীতিকাৰ, সমালোচক, মুক্তি যুঁজাৰু জ্যোতিপ্ৰসাদ আছিল সমাজ পৰিৱৰ্তনৰ বিপ্লৱী বাৰ্তাবাহক, অক্লান্ত কৰ্মী আৰু ভৱিষ্যৎ দ্ৰষ্টা। অসমীয়াৰ লগত বৈবাহিক সম্পৰ্ক স্থাপন কৰি আগৰৱালা পৰিয়াল মাৰোৱাৰী গুচি হাড়ে-হিমজুৱে অসমীয়া হৈ অসমীয়া সংস্কৃতিৰ অকৃত্ৰিম পূজাৰী হয়। মাৰোৱাৰী নৱ প্ৰজন্মই এই পৰম্পৰাৰ সহযাত্ৰী/সহধৰ্মী হ'ব পাৰিছেনে! সম্প্ৰতি মাৰোৱাৰী যুৱ প্ৰজন্মই পূৰ্বাঞ্চলীয় মাৰোৱাৰী সমাজ গঠন কৰি মাৰোৱাৰীৰ স্বকীয় অস্তিত্ব বজাই ৰখাত অৱতীৰ্ণ হোৱা দেখা গৈছে। এই সংগঠনৰ জৰিয়তে স্থানীয় সমাজ-সংস্কৃতি আঁকোৱালি লোৱাৰ আঁচনি ল'লে সি ভাল কথাই হ'লহেঁতেন।

মাৰোৱাৰীসকলে বিভিন্ন ঠাইত মঠ-মন্দিৰ সাজিছে, হিন্দিস্কুল স্থাপন কৰিছে। নিজ ধৰ্ম-সংস্কৃতি জীয়াই ৰাখিছে।

তাতে আপত্তি কৰিবলগীয়া নাই। অৱশ্যে ব্যৱসায়িক বুদ্ধিত পাৰ্গত মাৰোৱাৰীসকলে অসমীয়া সাংস্কৃতিক অনুষ্ঠান, পূজা-পাৰ্বণ, উৎসৱ আদিত দান-বৰঙণি দি আহিছে। সময়ত পৃষ্ঠপোষকতাৰো স্থান কৰিছে। আনকি ৰাজ্যৰ আন্দোলনত ধনে-জনে যোগ দিছে। কিন্তু তেওঁলোক অসমীয়া সংস্কৃতিৰ প্ৰতি শ্ৰদ্ধাশীল হৈ উঠা নাই। থোৰতে ক'বলৈ হ'লে, বিত্তশালী মাৰোৱাৰীসকল বুৰ্জোৱা। তেওঁলোকৰ স্থিতি মজবুত। শ্ৰেণী চৰিত্ৰ বজাই ৰখাৰ বাবে তেওঁলোক যেন অসমীয়া বৃহত্তৰ সমাজত জীণ যাব নোৱাৰে। একে কাৰণতে হিন্দু-বাঙালী বুৰ্জোৱাই সমন্বয়ৰ বাট এৰি আছুতীয়া অস্তিত্ব বজাই ৰখাত যত্নপৰ হৈছে। হিন্দু, মুছলিম, বাঙালী, নেপালী নিৰ্বিশেষে যিসকল বিদেশী বা বহিৰাগত অসমলৈ আহিছে, তেওঁলোকৰ তৃণমূলৰ লোকসকল চিৰদিনেই সমন্বয়ৰ সমাজ গঢ়াত আগ্ৰহী। তেওঁলোকৰ মূল চিন্তা জীৱন-জীৱিকা। ন্যস্ত স্বাৰ্থই প্ৰলোভিত নকৰিলে তেওঁলোক চিৰদিনেই শান্তিপ্ৰিয়।

**হিন্দী আৰু অহিন্দীভাষী লোকসকল ঃ**

হিন্দীভাষী বুলি ক'লে মাৰোৱাৰীসকলৰ পিছতে বিহাৰীসকল। এক বৃজন সংখ্যক বিহাৰী লোক অসমত আছে। তেওঁলোক প্ৰধানকৈ শ্ৰমজীৱী লোক। কিন্তু শ্ৰমিক হিচাপে তেওঁলোক সংগঠিত নহয়। বিহাৰীসকলে অসমলৈ কাম বিচাৰি আহিছিল। পোনতে তেওঁলোকে কুলি কাম কৰিছিল। উল্লেখ্য যে বিহাৰী শ্ৰমিকক কুলি বোলা হৈছিল। শব্দটোৰ ব্যৱহাৰ এতিয়াও বিদ্যমান। পোনতে তেওঁলোকে বস্তু-বাহানি কঢ়িওৱা, মাটি খান্দা আৰু মাটি পোতা, ইটা তৈয়াৰ কৰা, ৰাস্তা-ঘাট বান্ধা, গৰু গাড়ীৰ চকা তৈয়াৰ কৰা, পকী ঘৰ বন্ধা আদি কামত নিয়োজিত হয়। কমাৰ, কুমাৰ, ধুবী, নাপিত, মুচি আদি বৃত্তি বিহাৰীসকলৰ হাতলৈ যোৱা দেখা যায়। সাম্প্ৰতিক কালত বিশেষকৈ লেপ তৈয়াৰ কৰা আৰু মটৰ-স্কুটাৰ আদিৰ চকা বাটা আৰু পাম দিয়া কামত ব্যস্ত থকা দেখা যায়। প্ৰথমে তেল খাদ, কয়লা খাদ আদিতো বিহাৰী লোকেই নিয়োজিত হৈছিল। পিছলৈ তেওঁলোকে সৰুসুৰা ব্যৱসায়ত হাত দিয়ে।

বিহাৰীসকলৰ বেছিভাগেই অস্থায়ী লোক আছিল। অসমত পৰিয়াল নাছিল। খৰালিকালত অসমত থাকে আৰু বাৰিষা নিজ ৰাজ্যলৈ উভতি যায়। পিছত ব্যৱসায়ী সকলোকে ধৰি আন বহুতে পৰিয়ালসহ অসমত স্থায়ীভাৱে বাস কৰিবলৈ লয়। লাহে লাহে ঠিকা-ঠুকলি আৰু ৪ৰ্থ শ্ৰেণীৰ চাকৰিত সোমায়। তেওঁলোকে বিহাৰৰ পিছপৰা শ্ৰেণীৰ লোক আছিল। বিহাৰতকৈ অসমত জীৱন জীৱিকা সহজসাধ্য আছিল। শ্ৰম কৰি পেটৰ ভাত মোকোলোৱাৰ অভাৱ নাই। সেয়ে এচামৰ পিছত আন চাম লোক অসমলৈ আহি থাকিল। অসমত বিহাৰী বাসিন্দাৰ সংখ্যা যথেষ্ট হ'ল। দীৰ্ঘদিন থকাসকলে ভঙা ভঙা অসমীয়া শিকিবলৈ ল'লে। অৱশ্যে বিহাৰীসকলৰ প্ৰায় ভাগেই অশিক্ষিত। আৰ্থিক অনাটনত থকা বিহাৰীসকল শিক্ষাৰ বাবে আগ্ৰহী নহয়। সৰুৰে পৰাই পিছলৈ ল'ৰা-ছোৱালীবিলাকক কামত লগায়। কিছু অৱস্থাপন্নসকলে পিছলৈ মাৰোৱাৰীয়ে স্থাপন কৰা হিন্দী স্কুলত নিজৰ ল'ৰা-ছোৱালীক পঢ়ুৱাবলৈ লয়।

অস্থায়ী আৰু সঘনাই বাসস্থান সলনি থকাত তেওঁলোকে অসমীয়া সামূহিক জীৱনমৰ পৰা এক প্ৰকাৰে বিচ্ছিন্ন হ'লেও বিহাৰীবিলাকে নিজ দেশলৈ পঠোৱা ধনৰ অংক সামান্য নহয়। এনে এক বিৰাট পৰিমাণৰ ধন অসমত বিনিয়োগ নোহোৱাত ৰাজ্যখনৰ আৰ্থিক আয়ত তাৰ নঞৰ্থক প্ৰভাৱ নকৰাকৈ থকা নাই। সি যিকি নহওক, আৰ্থিকভাৱে স্বচ্ছলখিনিৰ বাহিৰে অসমত থকা বিহাৰীসকলৰ অৱস্থা পুতৌ লগা। জীৱন নিৰ্বাহ অতি নিম্ন স্তৰৰ। বিহাৰীসকলে হিন্দী সাহিত্য-সংস্কৃতি সম্প্ৰসাৰণত কিবা ভূমিকা লোৱা বুলি। বৰঞ্চ হিন্দী অসমত সৰ্বত্ৰ চলা হিন্দী চিনেমাৰ প্ৰভাৱহে দেখা যায়। বিহাৰীসকল অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰতিদ্বন্দ্বী হিচাপে অদ্যাপি থিয় হোৱা নাই। হিন্দী ভাষা ৰাষ্ট্ৰীয় ভাষা হোৱাত অসমীয়া বুৰ্জোৱা তাৰ বিৰোধী নহয়। তৎসত্বেও অসম আন্দোলনৰ এক দশক পিছত কোনো অজ্ঞাত কাৰণত বা ন্যাস্ত স্বাৰ্থজড়িত ষড়যন্ত্ৰৰ ফলতে বিহাৰী খেদা অসংগঠিত হাংগামা এটা লাগে। ঘৰ-দুৱাৰ ভস্মীভূত হয়। দুই চাৰিজনৰ মৃত্যু ঘটে। তাৰ ভীষণ প্ৰতিক্ৰিয়া হয়। কেন্দ্ৰীয় ৰাজনৈতিক নেতৃত্ব সন্দিগ্ধ হৈ পৰে। বিহাৰত অসমীয়া আৰু উত্তৰ-পূব ৰে'লযাত্ৰীৰ ওপৰত আক্ৰমণ চলে। নাৰীৰ শ্লীলতা হানি হয়। ৰাজ্য চৰকাৰে ক্ষতিগ্ৰস্ত বিহাৰী লোকৰ পুনৰ সংস্থাপন দিয়ে। উল্লেখ্য যে ১৯৬৮ খ্ৰীষ্টাব্দৰ ২৬ জানুৱাৰীত গুৱাহাটীৰ মাৰোৱাৰীৰ ওপৰত এক অসংগঠিত আক্ৰমণ

হৈছিল। ই বাহিৰাগতৰ বিৰোধী আক্ৰমণ আছিল। ভাৰতীয় বুৰ্জোৱা জাগুৰ খাই উঠিলেও তাৰ পুনৰাবৃত্তি নহ'ল। অসম আন্দোলনৰ কাৰ্যসূচীৰ পৰা বাদ পৰাত মাৰোৱাৰীসকলে স্বস্তিৰ নিশ্বাস কাঢ়িলে। আৰু ধনেজনে আন্দোলনত সমৰ্থন দিলে।

অহিন্দী ভাষী বহিৰাগত বুলিলে অসমৰ চাহ জনজাতীয় গোষ্ঠীৰ কথা আঙুলিয়াব পাৰি। তেওঁলোকৰ আগমনো সাম্ৰাজ্যবাদী শাসনৰ অন্য এক শোষণৰ অধ্যায়। সাম্ৰাজ্যবাদী শোষণত পিষ্ট চাহ বনুৱাৰ দুৰাৱস্থাৰ কথা উল্লেখ কৰি অহা হৈছে। অসমলৈ অহা চাহ বনুৱাসকল অৱসৰৰ পিছত অসমতে থাকি গ'ল। অসমৰ বায়ু, পানী, মাটি এৰি তেওঁলোকে আৰু ক'লৈকে নগ'ল। তেওঁলোক ভাৰতৰ আদিবাসী লোক। বিহাৰ, উৰিষ্যা, মধ্যপ্ৰদেশ আৰু অন্ধ্ৰপ্ৰদেশৰ পৰা অহা লোক। চাহ জনজাতিৰ জনসংখ্যা অসমৰ জনসংখ্যাৰ এক চতুৰ্থাংশ। তেওঁলোকে এশ বছৰ ওপৰকাল অসমত থাকিল যদিও জনজাতীয় বৈশিষ্ট্য অটুট ৰাখিছে। জন্ম, মৃত্যু আৰু বিহাৰৰ পুৰণিকলীয়া জনজাতীয় নীতি-নিয়ম মানি চলে। পুৰণি জীৱন পদ্ধতি এৰি দিয়া নাই। বেলেগ বেলেগ ভাষা-ভাষীৰ লোক যদিও আজিও নিজৰ নিজৰ মাতৃভাষা জীয়াই ৰাখিছে। 'সাদ্রি' বা 'সাদানি' তেওঁলোকৰ উমৈহতীয়া সংযোগী ভাষা। তেওঁলোকৰ সেই পূৰ্বৰ ভাষা আদি ভাষা বা কথ্য ভাষা বুলি ক'ব পাৰি। অসমত থাকি তেওঁলোক অসমীয়া হৈছে। অসমীয়া ভাষা শিক্ষা গ্ৰহণ কৰিছে। অসমীয়া ভাষাত সাহিত্য-চৰ্চা কৰা কেবাগৰাকীও কৃতবিদ্য সাহিত্যিক আছে।

মন কৰিবলগীয়া কথা যে বৃটিছ শাসনকালৰে পৰা চাহ বনুৱাসকলক কুলি বোলা হৈ আহিছে। বনুৱাৰ কামৰ পৰা অব্যাহতি লৈ খেতি-বাতিত লগাৰ পিছতো। ই এক ঔপনিৱেশিক সামাজিক অৱশিষ্ট। সি যিকি নহওক তেওঁলোক পূৰ্বতে পিছপৰা জনগোষ্ঠীৰ লোক আছিল। তেওঁলোকে আদিবাসী চাৰিত্ৰিক বৈশিষ্ট্য এৰা নাই। তিৰোতাবিলাকে সেই ধৰণৰ পোচাক-পৰিচ্ছেদ পিন্ধে। পূৰ্বৰ ঠাইৰ আদিবাসীৰ দৰে চাহ জনজাতিৰ লোক সকলে মাদল বজাই গীত গায়, নাচে। সৰ্বত্ৰে মদ্যপান কৰে। তেওঁলোকৰ মাজত স্বগোত্ৰ বিবাদ নিষিদ্ধ। তেওঁলোকৰ আৰ্থ-সামাজিক অৱস্থান পিছপৰা শিক্ষাৰ হাৰ অতি নিম্নগামী। তিৰোতাৰ শিক্ষা নাই বুলিলেই হয়। সামাজিক আৰু আৰ্থিক অৱস্থাৰ ফালৰ পৰা তেওঁলোক স্বাভাৱিকতে শিক্ষাৰ প্ৰতি আগ্ৰহী নহয়। স্বাধীনোত্তৰ কালতে তেওঁলোকৰ মাজত কিছু শিক্ষাৰ পোহৰ পৰিছে। অসম জনজাতি ছাত্ৰ সন্থাই চাহ জনগোষ্ঠীৰ উন্নয়নৰ বাবে দাবী জনাই আহিছে। চাকৰি-বাকৰি উচ্চ শিক্ষাৰ ক্ষেত্ৰত চাহ জনজাতীয়সকলৰ বাবে সংৰক্ষণ ব্যৱস্থা আছে। অসমৰ ৰাজনীতি চাহ জনজাতীয় গোষ্ঠীৰ প্ৰধান্য আছে।

**অভিবাসী অসমীয়া মুছলমান ঃ** আদিম প্ৰব্ৰজনৰ দৰে কুৰি শতিকাজুৰি অসমলৈ বিভিন্ন লোকৰ প্ৰব্ৰজন হয়। তাৰ ভিতৰত তদানীন্তন পূৰ্ব বংগৰ পৰা অহা প্ৰব্ৰজনকাৰীৰ সংখ্যা অধিক। 'সোণেৰ বাংলা'ৰ পূৰ্ব প্ৰান্তৰ ভূমিহীন হিন্দু আৰু মুছলমান কৃষকে জীৱন-জীৱিকা বিচাৰি অসমলৈ আহে। দেশ বিভাজন আৰু বাংলাদেশ স্বাধীনতাৰ যুদ্ধৰ পিছত হিন্দু ভগনীয়াসকলে অসমত আশ্ৰয় লয়। প্ৰব্ৰজনকাৰীৰ ভিতৰত মুছলমানৰ সংখ্যা প্ৰায় ৮৫ শতাংশ। এতেকে অসমতৰ জনগাঁথনিত তেওঁলোকৰ প্ৰভাব সুস্পষ্ট। মুছলমান প্ৰব্ৰজনকাৰীসকলক এসময়ত পমুৱা মুছলমান বোলা হৈছিল। সম্প্ৰতি তেওঁলোকক পমুৱা বোলাত কিছু অসুবিধা আছে। কাৰণ জন্মভূমিত তেওঁলোকৰ আন এখন হ'ব নাই। তেওঁলোকৰ সতি-সন্ততিয়ে অসমতেই জনম লভিছে আৰু ডাঙৰ-দীঘল হৈ অসমতে আছে। বহুদিন পূৰ্বৰে পৰা তেওঁলোকক অসমীয়া মুছলমান আখ্যা দিয়া হৈছে। তেওঁলোকৰ বৃহত্তৰ অংশ চব অঞ্চলত বাস কৰা বাবে তেওঁলোকক চৰুৱাত বোলা হয়। শেহতীয়াকৈ পমুৱা নঅসমীয়াৰ সমাৰ্থক অভিবাসী মুছলমান শব্দটো ব্যৱহৃত হৈছে।

অসমৰ অভিবাসী মুছলমানসকলৰ প্ৰব্ৰজনৰ পৃষ্ঠভূমিৰ ওপৰত বিভিন্ন প্ৰসংগত ইতিমধ্যে আলোকপাত কৰা হৈছে। সাম্ৰাজ্যবাদী বৃটিছে প্ৰশাসক, জমিদাৰ, মহাজন মধ্যবিত্ত আদিয়ে নিজ নিজ স্বাৰ্থ সমাপক্ষে তেওঁলোক অসমলৈ অহাত হাত উজান দিছিল। তেওঁলোকেই মুছলমান, প্ৰব্ৰজনকাৰীসকলক অসমৰ অনাবাদী মাটি আবাদী কৰিবলৈ দিছিল। প্ৰথমতে পূৰ্ব বংগৰ পৰা আহি তেওঁলোক জুমিদাৰ শাসীত গোৱালপাৰা জিলাৰ চব চাঁপৰি আৰু অনাবাদী

অঞ্চলত থিতাপি লয়। গোৱালপাৰাত তেওঁলোকক ভাটীয়া বোলা হয়। তাৰ পিছত প্ৰব্ৰজনকাৰীসকলে চামে চামে জলপথ আৰু ৰে'লেৰে উজনিৰ পিনে গতি কৰে। ব্ৰহ্মপুত্ৰৰ চৰ-চাপৰি আৰু অন্যান্য নৈ পৰীয়া ভূমিত মাটি পট্টন লৈ বসবাস কৰে। এই মুছলমান কৃষকসকল অতি পৰিশ্ৰমী লোক। ভূমিহীন এই কৃষক জনগোষ্ঠীয়ে অসমৰ সাৰুৱা মাটিত মন প্ৰাণ দি নানা তৰহৰ কৃষি উৎপাদন কৰি অসমৰ কৃষি অৰ্থনীতিত লেখৰ অৰিহণা যোগাইছে। দ' মাটিত বাওধানৰ খেতি, বৰি মাটিত মৰাপাটৰ খেতি আৰু একেডৰা মাটিত ক্ৰমানুসাৰে নানা তৰহৰ খেতি কৰা পদ্ধতিৰে সমুৎপন্ন ঘটাই কৃষি উৎপাদন বৃদ্ধি কৰিছে।

ছিন্নমূল অভিবাসী মুছলমানসকল অনাখৰি আছিল। অসমত বাস কৰাৰ পিছত তেওঁলোকে নিজৰ মাজত নিজ কথ্য-ভাষা বা দোৱান ব্যৱহাৰ কৰে যদিও অসমীয়া শিকিছে আৰু স্থানীয় অসমীয়া সমাজৰ লগত অসমীয়াতে কথা-বতৰা পাতে। তথ্য যে লোকপিয়লৰ সময়ত তেওঁলোকৰ মাতৃভাষা অসমীয়া বুলি স্বীকৃত দিছে। চৰ অঞ্চলত একচেটীয়াকৈ বসবাস কৰা সকলেও তাৰ ব্যতিক্ৰমী হোৱা নাই। চৰকাৰী ভাষা আৰু শিক্ষাৰ মাধ্যম হিচাপে অসমীয়া ভাষা গ্ৰহণ কৰিছে। অসমীয়া ভাষা শিক্ষা গ্ৰহণ কৰি অসমীয়া সমাজত জীন যাবলৈ লৈছে। শিক্ষিতৰ হাৰ নিম্নগামী যদিও শিক্ষিতসকলৰ অগ্ৰগামী কিছুমানে অসমীয়া ভাষা সাহিত্যৰ চৰ্চা কৰি আগবাঢ়িছে। অসমীয়া বৃহত্তৰ জাতি গঠন প্ৰক্ৰিয়াত অভিবাসী মুছলমান জনগোষ্ঠীৰ ভূমিকা ইতিবাচক।

সাম্প্ৰতিক কালৰ অসমৰ অভিবাসী মুছলমানসকলৰ পিতৃ পুৰুষৰ কিছুমান বহিৰাগত, কিছুমান বিদেশী প্ৰব্ৰজনকাৰী। দেশ বিভাজনৰ পূৰ্বতে অহাসকল বহিৰাগত, পিছত অহাসকল বিদেশী প্ৰব্ৰজনকাৰী। প্ৰজন্ম অসমীয়া। ১৯৭১ চনলৈ অসমলৈ প্ৰব্ৰজন কৰা সকলক ভাৰতীয় নাগৰিকত্ব প্ৰদান কৰা হৈছে। কিন্তু অবৈধ প্ৰব্ৰজনকাৰীসকল বিদেশী। বাংলা দেশৰ পৰা আহি সোমোৱা বাবে তেওঁলোকক বাংলাদেশী হিচাপে নামকৰণ কৰা হৈছে। ২০০৪ চনৰ পৰিসংখ্যা বিভাগৰ এক হিচাপে মতে ধৰ্মীয় ভিত্তিত অসমৰ মুছলমানৰ সংখ্যা শতকৰা ৩০.৯২। তাৰ ভিতৰত অভিবাসী মুছলমানসকলো আছে. অৱশ্যে চৰ অঞ্চলত বাস কৰা খিনিৰ এক হিচাপ পোৱা গৈছে। চৰ উন্নয়ন সঞ্চালকালয়ৰ এক সূত্ৰমতে ১৯৯২-৯৩ চনত চৰ অঞ্চলৰ মুছলমান অধিবাসীৰ সংখ্যা ১৬ লাখৰ ওপৰ। তেওঁলোকৰ শতকৰা ৫০ ভাগেই দৰিদ্ৰ সীমাৰেখাৰ তলত বাস কৰা লোক আৰু অশিক্ষিত।

মনকৰিবলগীয়া কথা যে অভিবাসী অসমীয়া মুছলমানসকলৰ মাজতো উকীল, মহৰী, ব্যৱসায়ী, চাকৰি-বাকৰিয়াল মিলি এটা মধ্যবিত্ত শ্ৰেণীৰ জন্ম হৈছে। মধ্যবিত্তৰ ৰাজনৈতিক দুৰাকাংখা বা ন্যস্ত স্বাৰ্থই অভিবাসী শ্ৰমজীৱীসকলক আভুৱা ভাবাৰে কথা। ই বাঙালী আৰু অসমীয়াৰ ক্ষেত্ৰতো প্ৰযোজ্য। বিদেশী সমস্যাই যাতে সমন্বয় সম্প্ৰীতিৰ ভেঁটী ল'ৰাব নোৱাৰে, সি হ'ব লাহে সমকালৰ চিন্তা।

## প্ৰসংগ পুথি


**অসমীয়া ঃ**

***গুণাভিৰাম বৰুৱা**, অসম বুৰঞ্জী, পুনৰ্মুদ্ৰণ অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৭২*

***সদানন্দ চলিহা**, ভাৰত বুৰঞ্জী, পুনৰ্মুদ্ৰণ, পাঠ্যপুথি প্ৰস্তুতি সমিতি, গুৱাহাটী বিশ্ববিদ্যালয়, ১৯৭৬*

***বাংলা ঃ***

***বিপান চন্দ্ৰ, অলকেশ ত্ৰিপাঠী, বৰুণ দে, ব্ৰজলাল** চট্টোপধ্যায় অনুদিত, স্বাধীনতা সংগ্ৰাম, নাশনেল বুকট্ৰাষ্ট, ইণ্ডিয়া,স নয়াদিল্লী, ১৯৭৩*

***ইংৰাজী ঃ***

***Alexanda Mochenzie**, The North-East of India, Reprint, New Delhi, 2004*

***Amalendu Guha**, Planter-Raj of Soaraj, Freedom Struggle and electoral Politics in Assam, 1826-1947, Reprint, New Delhi, 1988*

***Edward Galt**, A History of Assam, 7th Print, Guwahati, 1997*

***Francis Hamilton** (Dr. S K Bhuyan ed), An Account of Assam, 'D H A S, Guwahati, 1987*

***H K Barpujari**, Assam in the Days of Company 1826-1858, Second ed. Guwahati, 1980*

***H K Barpujari**, Problem of the Hill Tribes North-*

*East Frontier 1822-42, Vol. I, Guwahati, 1970*

**H K Barpujari ed.** *The Political History of Assam, Volums 1-3, Second Ed. Assam publication Board, Guwahati, 1999*

**H K Barpujari ed.** *The Comprehensive History of Assam, Volums iv - v, Rephint, Assam publication Board, Guwahati, 1999.*

**K N Dutta**, *Handmark on the Freedom Struggle of Assam, Reprint, Guwahati, 1969.*

**K S Sing ed.** *Tribal Movement in Assam, Vol. I, New Delhi, 1982*

**Niru Hazarika,** *Profile of youth organisations in the North-East, Vol Guwahati, 1998.*

**R M Lahiri,** *The Annexation of Assam, Calcutta*

**R C Majumdar,** *H C Roy Choudhury,*

**Kalikinkar Dutta,** *An Advanced History of India, 4th ed. Reprint, Delhi, 1980*

**R Saikia,** *Social and Economic History of Assam. 1853-1921, New Delhi, 2000*

**S H Baruah**, *A Comprehensive History of Assam, New Delhi, 2003*

**S Baruah**, *Jamidari System in Assam during British rule (A case study of Goalpara District) Guwahati, 1994*

**S Baruah, The Raj :** *A study of the Mel system in Assam, Guwahati, 2005*

**T Raatou,** *Encyclopaedia of North-East of India, Vol. I Delhi, 2004*

**Reports**

**A J Maffatt Mirth**, *Report on the Province of Assam. Second ed. Assam Publication Board, Guwahati, 1984*

*Interim Report of the ministarial sub committee on inclusion of Missing, Rabha and Tiwa Autonomous Council in the Six schedule of the constitution of India, Govt. of Assam, Dispur, Guwahati, Assam, March, 2005*

*Report on the Ministrial Sub Committee on creation of Sonowal Kachari Autonomous Council and Deori Autonomous Council, Govt. of Assam, Dispur, Guwahti, March, 2005.*